# THE HOLY QURAN
Arabic text with Assamese Translation

Translated into Assamese From English
By
Late Khan Bahadur Ataur Rahman Khan

Published under the auspices of
HAZRAT MIRZA TAHIR AHMAD
Fourth Successor of the Promised Messiah
and Head of the Ahmadiyyah Movement in Islam

1990
Islam International Publications Ltd.
ENGLAND

## প্ৰকাশকৰ কথা

মৰহুম খান বাহাদুৰ আটাউৰ ৰহমান চাহাবৰ ঐকান্তিক আগ্ৰহ আৰু আশাশুধীয়া প্ৰচেষ্টাৰ ফল স্বৰূপ পৱিত্ৰ কোৰ্-আনৰ অসমীয়া ভাঙনিক আকৌ নতুনকৈ একেটা খণ্ডতে ছপা কৰি সদৌ অসমীয়া ভাষী ৰাইজলৈ আগ বঢ়াব পাৰি আমি নথৈ আনন্দিত হৈছোঁ। এই সংস্কৰণটি ছপা কৰাৰ আগতে জোনাব হবিবুল কাদিৰ চাহাবে পাণ্ডুলিপি চালি-জাৰি চাই অত্যাৱশ্যকীয় সংশোধন কৰিছে। এই সংশোধন আৰু পাণ্ডুলিপি খন যুগুত কৰাৰ কাৰ্যত অক্লান্ত পৰিশ্ৰম আৰু মূল্যবান সময় ব্যয় কৰি সহযোগ কৰা ব্যক্তিসকল আৰু কাদিৰ চাহাবলৈ আমাৰ আন্তৰিক কৃতজ্ঞতা জনাইছোঁ।

এই অনুবাদ তলত উল্লেখ কৰা আয়াতৰ ওপৰত ভিত্তি কৰি কৰা হৈছে ঃ

**গ্ৰন্থখনৰ ছপা খৰচৰ সম্পূৰ্ণ ভাৰ বহন কৰা হৈছে দুবাই, চাৰজা আৰু ওজমানৰ আহমদি জমাতৰ দ্বাৰা আমাৰ কাতৰ প্ৰাৰ্থনা, সৰ্বশক্তিমান আল্লাহ তালাই যেন তেওঁলোকক প্ৰচুৰ পৰিমাণে পুৰস্কৃত কৰে আৰু তেওঁলোকৰ ঐকান্তিক উছৰ্গ গ্ৰহণ কৰে!**

এই পৱিত্ৰ ধৰ্মশাস্ত্ৰখনি অসমীয়া ভাষী ৰাইজলৈ নিবেদন কৰাৰ লগতে আমি আল্লাহৰ ওচৰত প্ৰাৰ্থনা জনাওঁ, যাতে এই পৱিত্ৰ ধৰ্ম-শাস্ত্ৰই তেওঁলোকক নিৰ্দেশনা দিয়াৰ এক উৎস হিচাপে কাম কৰিব পাৰে আৰু বিশ্বৰ সমগ্ৰ মানৱ জাতিলৈ প্ৰেৰিত আল্লাহৰ এই পৱিত্ৰ বাণীৰ (ওহি) শিকনিত তেওঁলোক উপকৃত হয়।

**প্ৰকাশক**

# পাতনি

আল্‌-কোৰ্‌-আন মুছলমান সকলৰ পৱিত্ৰ ধৰ্ম-শাস্ত্ৰ। প্ৰায় চৈধ্যশ বছৰৰ আগতে আৰব দেশত আল্লাহ তালাৰ দ্বাৰা তেওঁৰ অনুদাস মহানবী হজৰত মহম্মদ (ছঃ)-ৰ-ওপৰত-এই শাস্ত্ৰ মৌখিক ভাৱে নাজিল কৰা হৈছিল।

ইছলামৰ নবী গৰাকীৰ চল্লিছ বছৰ বয়সত ৬১০ খৃষ্টাব্দত নাজিলৰ ধাৰা আৰম্ভ হৈছিল আৰু এই কাৰ্যক্ৰম মোটামোটি কৈ ২৩ বছৰ কাল জুৰি চলিছিল। সেই কালত আৰব দেশত লিখা-পঢ়াৰ প্ৰভাৱ অতি কম আছিল যদিও, পৱিত্ৰ কোৰ্‌-আনখন ঠিক নাজিলৰ দিনৰ পৰাই লিপিবদ্ধ কৰা হৈছিল। বিভিন্ন সময়ত নানাজন লিখক এই পৱিত্ৰ কাম কৰাৰ বাবে নিযুক্ত হৈছিল। সেই সকলৰ ভিতৰত মুখ্য কেইগৰাকী মান হ'ল ঃ

আবু বক্‌ৰ্‌, আলী, জাইদ্‌বিন্‌ দাবিত্‌, জুবাইৰ ইব্‌নে আল্‌-আৱাম (আল্লাহে তেওঁলোকৰ ওপৰত শান্তি বৰ্ষণ কৰক!)

ইয়াৰ উপৰিও হজৰত মহম্মদ (ছঃ)-ৰ বহুতো সঙ্গীয়ে পৱিত্ৰ কোৰ্‌-আনখন নাজিল কৰা মতেই কণ্ঠস্থ কৰি ৰাখিছিল। আৰব সকলৰ বাবে কোনো বৃহৎ বিদ্যা-বিষয়ক কৰ্ম মুখস্থ কৰি ৰখাটো একো নতুন কথা নাছিল। দৰাচলতে, তেওঁলোকে তেওঁলোকৰ মনত ধাৰণ কৰি ৰাখিব পৰা অসাধাৰণ স্মৰণ শক্তিৰ বাবে গৌৰব বোধ কৰিছিল, আৰু এই ক্ষেত্ৰত তেওঁলোকে নিজকে অতুলনীয় বুলি বিবেচনা কৰিছিল। তেওঁলোকৰ কিছুমান নানান আৰব কবিৰ ১০০,০০০-তকৈও অধিক কবিতা বা পদ মুখস্থ কৰি ৰখাৰ বাবে জনাজাত আছিল। এতেকে, আৰম্ভনিৰ পৰা শেষলৈকে পৱিত্ৰ কোৰ্‌-আন সংৰক্ষণৰ ক্ষেত্ৰত এক দ্বৈত পদ্ধতি অৱলম্বন কৰা হৈছিল। ফলস্বৰূপে পৱিত্ৰ কোৰ্‌-আনৰ লেখা অপৰিবৰ্তিত আৰু আটুট হৈ থাকিল। নানাজন পাশ্চাত্য পণ্ডিতৰ অন্য ৰকমে প্ৰমাণ কৰিবলৈ বিচৰা বহু প্ৰচেষ্টা বিফলতাত পৰিণত হ'ল। সমালোচনাৰ কঠোৰতম ব্যৱস্থা বোৰ প্ৰয়োগ কৰিও সমালোচকসকলে অৱশেষত মানিব লগীয়া হ'ল যে, পৱিত্ৰ কোৰ্‌-আনখন আমি এতিয়া যি ৰূপে পাইছোঁ মহানবী হজৰত মহম্মদ (ছঃ)-এ তেওঁৰ সঙ্গীসকলৰ হাতত হস্তান্তৰ কৰাৰ সময়তো আল্লাহৰ প্ৰকাশ স্বৰূপে অবিকল তেনে আছিল।

* * *

সেয়ে ছাৰ উইলিয়ম মুইৰ-এ তেওঁৰ হজৰত মহম্মদ (ছঃ)-ৰ জীৱনী **(Life of Mahomet),** লণ্ডন ১৯১২; খণ্ড-১ গ্ৰন্থৰ **xxii - xxii** পৃষ্ঠাত লিখিছে ঃ

হজৰত মহম্মদ (ছঃ)-ৰ মৃত্যুৰ ২৫ বছৰৰ ভিতৰতে ওছমানৰ হত্যাকাণ্ডক লৈ উত্থিত বিবদমান আৰু তিক্ততা পূৰ্ণ দলাদলিয়ে সেই তেতিয়াৰ পৰা মুছলিম জগতক বিদীৰ্ণ কৰি আহিছে। তথাচ, একেখন কোৰ্‌-আনেই আজিলৈকে প্ৰচলিত আছে; আৰু তেওঁলোকৰ সকলোৰেই বৰ্তমানলৈকে যুগে যুগে একেখন কোৰ্‌-আন কে মানি অহা কথাই এক অকাট্য প্ৰমাণ দাঙি ধৰে যে, সেই দুৰ্ভগীয়া খলিফাজনাৰ আদেশত প্ৰস্তুত ঠিক একেখন কোৰ্‌-আনকেই বৰ্তমানেও আমি পাইছোঁ। সম্ভৱতঃ, বাৰশতিকা জুৰি এনে বিশুদ্ধভাৱে বৰ্তি থকা আন কোনো গ্ৰন্থ পৃথিৱীত বিচাৰি পোৱাটো দুৰ্লভ।

ই.এম.হুয়েৰি-এ তেওঁৰ 'এ কমপ্ৰিহেন্‌চিভ কমেণ্টেৰি অফ দি কোৰ্-আন' (কোৰ্-আনৰ এটি বিস্তাৰিত টীকা) নামক গ্ৰন্থ (লণ্ডন ১৮৯৬ ; পৃঃ ৩৪৯ ; খণ্ড - ১)- ত লিখিছে ঃ

পুৰাকালৰ সকলো গ্ৰন্থৰ ভিতৰত কোৰ্-আনৰ পাঠেই বিশুদ্ধতম।

লেনপুল-এ তেওঁৰ 'কোৰ্-আনৰ সাৰ-সংগ্ৰহ' **(Selections from the Kuran)** গ্ৰন্থৰ (টাৰ্নবাৰ, লণ্ডন ১৮৭৯) পাতনিৰ c পৃষ্ঠাত লিখিছে ঃ

আল্-কোৰ্-আনৰ সন্দেহাতীত নিভাঁজ ৰূপ ইয়াৰ এক অপৰিসীম গুণ। ... ... ... প্ৰায় তেৰ শতিকা ধৰি সেই একে শব্দ ৰাজিয়েই অপৰিবৰ্তিত হৈ আছে বুলি সম্পূৰ্ণ আস্থাৰে বৰ্তমানেও আমি তাক পঢ়িব পাৰোঁ।

বচওৱৰ্থ স্মিথ-এ তেওঁৰ 'মহম্মদ আৰু মহম্মেদানিজম্' **(Mohammad and Mohammedanism)**, লণ্ডন ১৮৭৪ গ্ৰন্থৰ ২২ পৃষ্ঠাত লিখিছে ঃ

কোৰ্-আনত হজৰত মহম্মদ (ছঃ)-ৰ কথা কোনো যোগ-বিয়োগ নোহোৱাকৈ সাইলাখ একেই আছে আৰু এই কথাত আমি সকলো প্ৰকাৰৰ যুক্তিযুক্ত সন্দেহৰ উৰ্দ্ধত।

সৰ্বশেষত প্ৰফেছাৰ টি.ডব্লু. আৰ্নল্ড-এ তেওঁৰ ইছলামিক ফেইথ **(Islamic Faith)**, লণ্ডন, গ্ৰন্থৰ ৯ পৃষ্ঠাত লিখিছে ঃ

হজৰত মহম্মদ (ছঃ)-ৰ স্বয়ং উচ্চাৰিত প্ৰকৃত বাণীৰ লগত এই সংশোধিত পাঠৰ সম্পূৰ্ণ মিল আছে।

এই অত্যাশ্চৰ্য গ্ৰন্থখনৰ সকলো বিলাক বিশেষ বিশেষ বৈশিষ্ট্যৰ বিতং আলোচনা কৰাটো সম্ভৱপৰ নহয় যদিও, ইছলামৰ বিষয়ে নজনা পাঠকসকলৰ উপকাৰৰ অৰ্থে ইয়াত কেইটামান মন কৰিব লগীয়া বৈশিষ্ট্য উল্লেখ কৰাটো অযুগুত নহ'ব।

পৱিত্ৰ কোৰ-আনে কেৱল আৰববাসী সকলকেই সম্বোধন কৰা নাই, সমগ্ৰ মানৱজাতিকেই সম্বোধন কৰিছে আৰু মহানবী হজৰত মহম্মদ (ছঃ)-ক সমগ্ৰ বিশ্বৰ বাবেই পয়গম্বৰ ৰূপে সাব্যস্ত কৰিছে।

ঐশ্বৰিক বিধি-বিধানৰ ক্ষেত্ৰত পৱিত্ৰ কোৰ্-আনেই শেষ কথা; ই সমগ্ৰ মানৱ জাতিৰ বাবে নিৰ্দেশনাৰ এখন সম্পূৰ্ণ গ্ৰন্থ।

এইখনেই একমাত্ৰ ঐশ্বৰিক গ্ৰন্থ, যি নবুয়তৰ অদ্ভুত আবিৰ্ভাৱক এক সাৰ্বজনীন আচৰিত আবিৰ্ভাৱ বুলি স্বীকাৰ কৰিছে আৰু বাৰম্বাৰ এই কথা সাব্যস্ত কৰিছে যে, বিশ্বৰ বিভিন্ন দেশ আৰু জাতিৰ মানুহৰ, মানৱ জাতিৰ ইতিহাসৰ কোনোবা নহয় কোনোবা কালত ঐশ্বৰিক অভিব্যক্তি বা প্ৰকাশ উপলব্ধি হৈছে। পৱিত্ৰ কোৰ্-আনে সেয়ে সাব্যস্ত কৰিছে ঃ

وَاِنْ مِّنْ اُمَّةٍ اِلَّا خَلَا فِيْهَا نَذِيْرٌ

এনে কোনো জাতি নাই, যাৰ বাবে কোনো সতৰ্ককাৰী পঠিওৱা হোৱা নাই। ৩৫ : ২৫

وَلَقَدْ بَعَثْنَا فِىْ كُلِّ اُمَّةٍ رَّسُوْلًا اَنِ اعْبُدُوا اللّٰهَ وَاجْتَنِبُوا الطَّاغُوْتَ

আৰু স্বৰূপতে প্ৰত্যেক জাতিৰ মাজত আমি একেজন ৰছুল উত্থাপন কৰিছোঁ এই সংবাদ

দিবলৈ যে তোমালোকে কেৱল আল্লাৰেই আৰাধনা কৰিবা, আৰু সীমালঙ্ঘনকাৰীৰ লগ নালাগিবা।

এই শিকনিৰে প্ৰত্যেক জাতিৰ মাজত আমি একোজনা দূত আবিৰ্ভূত কৰাইছোঁ। ১৬ : ৩৭

এনেকৈয়ে পৱিত্ৰ কোৰ্-আনে নবুয়তৰ অদ্ভুত আবিৰ্ভাৱ কেৱলমাত্ৰ বাইবেলৰ পুৰণা আৰু নতুন নিয়ম (**Testament**)-ত উল্লেখিত নবীসকলৰ মাজতে সীমিত আছে বুলি কৰা দাবী অগ্ৰাহ্য কৰে। এই দৰেই পৱিত্ৰ কোৰ্-আনে ন্যায়নিষ্ঠ ও ওৱাজিব, পৰম দয়ালু, দানশীল ও মঙ্গলময় আল্লাহৰ সৃষ্ট সকলো দেশৰ সকলো জাতিৰ, সকলো সম্প্ৰদায়ৰ সৰ্বজীৱক সমান চকুৰে চোৱা এক সৰ্বজাগতিক আল্লাহৰ ধাৰণা প্ৰবৰ্তন কৰিছে।

এই গ্ৰন্থত সবাতোকৈ অধিক গুৰুত্ব আৰোপ কৰা হৈছে আল্লাহৰ একত্বৰ ওপৰত ; আল্লাহক বিভক্ত কৰিব নোৱাৰি, বা একাধিক কৰিবও নোৱাৰি। আল্লাহৰ লগত অন্যান্য সকলো ধৰণৰ অস্তিত্বৰ একেটাই মাত্ৰ সম্পৰ্ক পৱিত্ৰ কোৰ্-আনত স্বীকৃত হৈছে ; সেয়া হ'ল — স্ৰষ্টা আৰু সৃষ্টিৰ মাজত থকা সম্পৰ্ক। লাগে সি যি ৰূপৰে নহওক, কেৱে আল্লাহৰ মহিমাৰ ভাগ ল'ব নোৱাৰে। আৰু তেওঁৰ চিৰ স্থায়িত্বৰ ভাগও কোনেও ল'ব নোৱাৰে। ত্ৰিত্ববাদ আৰু পুত্ৰত্বৰ ধাৰণাক পৱিত্ৰ কোৰ্-আনে স্পষ্টকৈ অগ্ৰাহ্য কৰিছে।

আল্লাহৰ কোনো স্ত্ৰী বা সন্তান নাই।

قُلْ هُوَ اللّٰهُ اَحَدٌ ۝١ اَللّٰهُ الصَّمَدُ ۝٢ لَمْ يَلِدْ وَلَمْ يُوْلَدْ ۝٣ وَلَمْ يَكُنْ لَّهٗ كُفُوًا اَحَدٌ ۝٤

২। কোৱাঁ, 'তেৱেঁই আল্লাহ আৰু আল্লাহ সেই এজনাই।'

৩। 'আল্লাহ সম্পূৰ্ণ স্বতন্ত্ৰীয়া আৰু সকলোৰে উপাস্য।'

৪। 'তেওঁ কাকো জন্ম দিয়া নাই আৰু তেওঁ কাৰো পৰা জাত হোৱা নাই।'

৫। 'আৰু আল্লাহৰ সমকক্ষ আন কোনো নাই।'

পৱিত্ৰ কোৰ্-আনে ছয়টা মৌলিক বিশ্বাসৰ কথা কৈছে। সেই কেইটা হ'ল ঃ

আল্লাহ, ফেৰেস্তা, কিতাব, নবী, পুনৰুত্থান আৰু শেষ বিচাৰৰ দিন আৰু সকলোটি সামৰি লোৱা আল্লাহৰ ৰায় বা আদেশৰ ওপৰত বিশ্বাস কৰা।

উত্তৰাধিকাৰ সূত্ৰে পোৱা গুণাহৰ মতবাদ পৱিত্ৰ কোৰ্-আনে নামঞ্জুৰ কৰে ; আৰু প্ৰত্যেক ব্যক্তিয়েই কোনো আধ্যাত্মিক কলঙ্ক নথকাকৈ নিষ্কলুষ ভাৱে জন্ম গ্ৰহণ কৰে বুলি পৱিত্ৰ কোৰ্-আনে সাব্যস্ত কৰিছে। আল্লাহ কেৱল ন্যায়নিষ্ঠই নহয়, তেওঁ অতিশয় কৃপালু, ক্ষমাশীল, মঙ্গলময় আৰু দানশীলও। তেৱেঁই সকলো বস্তুৰে মালিক ; তেওঁ যদি সন্তুষ্ট হয়, গুণাহ ক্ষমা কৰিব পাৰে। পাপী বা গুণাহকাৰীজনে নিজৰ অনুশোচনাৰ চকুৰ পানীৰে পাপবোৰ ধুই নিজকে নিকা কৰিব পাৰে—যদিহে আল্লাহে তেনে অনুশোচনা মানি লয়। পৱিত্ৰ কোৰ্-আনৰ মতে পাপৰ পৰা পৰিত্ৰাণৰ উপায় নিহিত আছে—একোজন লোকৰ অনুশোচনা কৰা আৰু নিজকে সংস্কাৰ বা শোধন কৰাৰ দৃঢ় সঙ্কল্প লোৱাত, আৰু সেই দৃঢ় সঙ্কল্পৰ সিদ্ধান্ত লৈ নিজকে অকপটভাৱে তাৰ সৃষ্টিকৰ্তাৰ ওচৰত দণ্ডৱতে চিয্‌দা কৰাত। তেনে এক সিদ্ধান্ত পৰম কৃপালু আল্লাহে যদি মানি লয়, তেন্তেসেই প্ৰত্যেকটি মানৱজীৱকে অতীতত ই কৰি অহা পাপবোৰৰ সত্ত্বেও এক আধ্যাত্মিক নৱ-জন্ম প্ৰদান কৰা হয়।

পৱিত্ৰ কোৰ্-আনৰ মতে ঈছা (আঃ) অতি সম্ভ্ৰমপূৰ্ণ আৰু মহৎ পৰ্যায়ৰ নবীসকলৰ লগৰে এজনা। পৱিত্ৰ কোৰ্-আনে ঈছা(আঃ),আল্লাহৰ পুত্ৰ আৰু মানৱজাতিৰ পৰিত্ৰাণৰ হকে ক্ৰুছ বিদ্ধ হৈ তেওঁৰ মৃত্যু হৈছিল বুলি কৰা অভিমত অগ্ৰাহ্য কৰে। ঈছা (আঃ)-ক আমৃত্যু ক্ৰুছ বিদ্ধ কৰা হৈছিল বুলি কৰা ইহুদী আৰু খ্ৰীষ্টান সকলৰ দাবী পৱিত্ৰ কোৰ্-আনে স্পষ্টৰূপে খণ্ডন কৰে। পৱিত্ৰ কোৰ্-আনৰ মতে তেওঁৰ শত্ৰুবিলাকে তেওঁক ক্ৰুছবিদ্ধ কৰি বধ কৰাত বিফল হ'ল। তেওঁৰ দেহটো ক্ৰুছৰ পৰা নমাই আনোতে তেওঁ মাথোন মৃতবৎ অচেতন অৱস্থাতহে আছিল। এতেকেহে ক্ৰুছত তেওঁৰ মৃত্যু হৈছিল বোলা কথাষাৰক লৈ এই সকলোবোৰ অনুমান আৰু খেলি-মেলিৰ সৃষ্টি। * *

পৱিত্ৰ কোৰ্-আনে ঈছা (আঃ)-ৰ কুমাৰী মাতৃৰ কোলাত জন্ম হোৱাটো সাব্যস্ত কৰিছে, কিন্তু সন্দেহজনক চৰিত্ৰৰ নাৰীৰূপে চিত্ৰিত সকলো অভিযোগৰ পৰা মাতৃ মেৰীক দোষমুক্ত কৰিছে

অন্যান্য ধৰ্মৰ প্ৰতি মনোভাবৰ ক্ষেত্ৰত সকলো ধৰ্ম-শাস্ত্ৰৰ ভিতৰত পৱিত্ৰ কোৰ্-আন অদ্বিতীয়। ই কেৱল বাইবেলৰ নবীসকলক স্বীকৃতি জনোৱাই নহয়, পৃথিৱীৰ য'তেই আবিৰ্ভাব নহওক লাগে সকলো নবীকেই ধৰ্ম্মৰ মৌল বিধান স্বৰূপে বিশ্বাস কৰিবলৈ মুছলিম সকলক আদেশ কৰিছে।

* * আচল কথা হ'ল, ক্ৰুছবিদ্ধ কৰাৰ পাছত অতি শীঘ্ৰেই ইহুদীসকলে গভৰ্নৰ পন্টিয়াচ পাইলেটৰ ওচৰলৈ গৈ ঈছা (আঃ)-ৰ দেহটো তেওঁলোকৰ হাতত গতাই দিবলৈ ক'লে। ক্ৰুছবিদ্ধ হোৱাৰ পাছতো ঈছা (আঃ) হয়তো জীয়াই থাকিব পাৰে বুলি কৰা তেওঁলোকৰ ধাৰণা কোনো অনিশ্চয়তা নথকাকৈ তেওঁলোকে প্ৰকাশ কৰিলে আৰু পাছত দাবী কৰিলে যে তেওঁ মৃত্যুৰ বুকুৰ পৰা পুনৰ জীৱন লাভ কৰিছে।

فِيهَا كُتُبٌ قَيِّمَةٌ ۝

**4.** তাতেই আছে চিৰস্থায়ী উপদেশ বাক্য সমূহ।

পৱিত্ৰ কোৰ্-আনৰ মতে সকলো ধৰ্মৰ প্ৰধান বাৰ্তা একেটাই; সেয়া হ'লঃ এক ঈশ্বৰত বিশ্বাস; পৰম নিষ্ঠাৰে তেওঁৰ উপাসনা কৰা আৰু তেওঁৰ কৰুণা পাবলৈ সজ কাম কৰা।

এই মৌল সমূহৰ বাহিৰে বিভিন্ন ধৰ্মৰ নৈতিক আৰু সামাজিক শিক্ষা পৃথিৱীৰ বিভিন্ন অঞ্চলত বিভিন্ন কালত ভিন ভিন অৱস্থা, পৰিবেশ আৰু আৱশ্যকতাৰ লগত খাপ খুৱাবলৈ ভিন ভিন হ'ব পাৰে। পিছে এই কথা মন কৰিব লগীয়া যে, যদিও পৱিত্ৰ কোৰ্-আনে অন্যান্য বহু গ্ৰন্থৰ দৰে তোৰাহ্ আৰু গচ্-পেল (মঙ্গল সমাচাৰ, যীশু খ্ৰীষ্টৰ চৰিত্ৰ, ধৰ্ম বিষয়ক সাৰ কথা) সমূহ ঈশ্বৰৰ অভিব্যক্তি বা প্ৰকাশ বুলি স্বীকৃতি দিছে, তথাপি এই কথাও সাব্যস্ত কৰিছে যে, সেইবিলাক একেবাৰে অবিকল নিখুঁত হৈ থকা নাই। কালৰ সোঁতত, দুৰ্ভাগ্যবশতঃ এই ঐশ্বৰিক গ্ৰন্থ সমূহত মানুহৰ হাতত পৰি মূলৰ বহু ক্ৰুটি-বিচ্যুতি ঘটিছে, অথবা এইবিলাকক ভ্ৰষ্ট কৰা হৈছে। এই মূলতে ঐশ্বৰিক গ্ৰন্থ সমূহৰ অৱশিষ্ট বিলাকত আমি আজি বহুতো অমিল আৰু বিপৰীত উক্তি পাওঁ আৰু সেয়ে পৱিত্ৰ কোৰ্-আনে এইবিলাকক অনৈক্য আৰু ভ্ৰষ্টাচাৰৰ অদ্ভুত

দৃশ্য বুলি বুজাই অন্য পাকে উৰুঙা কৰি দিছে।

মানৱ জাতিৰ সৃষ্টিৰ সৰ্বশেষ লক্ষ্য হ'ল আল্লাহৰ উপাসনা। কোৰ্-আনৰ শিক্ষাই বুজাইছে যে আল্লাহৰ ওচৰত কেৱল সাষ্টাঙ্গে প্ৰণিপাত কৰিলেই নহয়, তেওঁৰ জ্যোতি আৰু কৃপা ব্যক্ত কৰি আল্লাহৰ প্ৰকৃত প্ৰতিনিধি যাতে হ'ব পাৰে তাৰ বাবে লোকে আল্লাহ-তালাৰ গুণৰাজি আহৰণ কৰিবলৈকো চেষ্টা কৰিব লাগে।

এই বিশ্বত মানৱ আল্লাহৰ মুখ্য সৃষ্টি আৰু সকলো সৃষ্ট জীৱ আৰু বস্তুৰ ভিতৰত মানুহে এক সম্মান আৰু মৰ্যাদাৰ আসন দখল কৰিছে। অন্যান্য সৃষ্টিৰ সম্পৰ্কত মানুহে তেনে এক শ্ৰেষ্ঠ স্থান লাভ কৰিছে যদিও পৱিত্ৰ কোৰ্-আনে কিন্তু মানুহ আৰু মানুহৰ মাজত সামাজিক শ্ৰেষ্ঠতাৰ ধাৰণা স্পষ্টভাৱে অগ্ৰাহ্য কৰিছে। সজগুণ, ধৰ্মনিষ্ঠা আৰু সাধুতাত যিজনে আনবিলাকক চেৰ পেলাব সিহে তাৰ স্ৰষ্টাৰ চকুত শ্ৰেণী আৰু মৰ্যাদাত শ্ৰেষ্ঠ বুলি বিবেচিত হ'ব।

পৱিত্ৰ কোৰ্-আনৰ উপদেশে সকলো ক্ষেত্ৰতে এক সম্পূৰ্ণ ধৰ্মীয়, সামাজিক, অৰ্থনৈতিক আৰু নৈতিক প্ৰথা ৰূপে মানৱৰ স্বাৰ্থ আৰু কৰ্মৰ সকলো ক্ষেত্ৰকে সামৰিছে আৰু ইয়াক সাৰ্বজনীনভাৱে পালন কৰিব পাৰি। সম্পূৰ্ণ নৈতিক মৌলসমূহ কঠোৰভাৱে অনুসৰণ নকৰিলে কোনো প্ৰথাই, লাগে সেয়া যিমানেই উত্তম নহওক, কাৰ্যকৰী বা ফলপ্ৰসূ নহয়।

সামাজিক শৃঙ্খলাত সম্পূৰ্ণ ঐক্য আনিবৰ বাবে তথা মানুহ আৰু মানুহৰ মাজত থকা সংঘৰ্ষৰ সকলো ধৰণৰ উৎস অপসাৰণ কৰিবৰ বাবে বিভিন্ন ব্যক্তি আৰু সমাজৰ বিভিন্ন শাখাৰ অধিকাৰ আৰু দায়িত্ব আছে; এই সম্পৰ্কে পৱিত্ৰ কোৰ্-আনে পৰিস্কাৰকৈ উল্লেখ কৰিছে। আৰু এই দৰেই শ্ৰেণী সংগ্ৰাম আৰু মানুহে মানুহক যি কোনো ৰূপত শোষণ কৰাৰ ধাৰণা আঁতৰ কৰিছে।

মানৱ সমাজত নাৰীক উচ্চ সম্মানেৰে সম্মানীয় মৰ্যাদা প্ৰদান কৰি নাৰীৰ অধিকাৰ সাব্যস্ত কৰাত সকলো ঐশ্বৰিক গ্ৰন্থৰ ভিতৰত পৱিত্ৰ কোৰ্-আন শিৰ-ফুটা; আৰু কেৱল পৱিত্ৰ কোৰ্-আন খনেইহে একমাত্ৰ ঐশ্বৰিক গ্ৰন্থ য'ত নাৰীৰ উত্তৰাধিকাৰী স্বত্বৰ অধিকাৰ সুৰক্ষাৰ বাবে উত্তৰাধিকাৰী স্বত্ব আইন সমূহ পৰিস্কাৰভাৱে দাঙি ধৰা হৈছে।

পৱিত্ৰ কোৰ্-আনৰ উপদেশাৱলীৰ আন এক প্ৰধান বৈশিষ্ট্য হ'ল বিবেকৰ স্বাধীনতা। আল্লাহে মানুহক বিশ্বাস কৰা বা নকৰাৰ মুক্ত-ইচ্ছা দিছে আৰু ধৰ্মৰ ক্ষেত্ৰত কোনো মানুহৰ ওপৰত জোৰ-পূৰ্বক কোনো মতবাদ জাপি দিব নোৱাৰি। পৱিত্ৰ কোৰ্-আনে এই ক্ষেত্ৰত বল-প্ৰয়োগৰ অনুমতি দিয়া নাই। ধৰ্মৰ ক্ষেত্ৰত আল্লাহৰ ওচৰত মানুহ পোনপটীয়াভাৱে দায়ী। কোনো আদৰ্শ, মতবাদ বল-প্ৰয়োগৰ দ্বাৰা কাৰো ওপৰত জাপি দিব নোৱাৰি; নাইবা যাৰ যি বিশ্বাস, তাক ত্যাগ কৰিবলৈকো জোৰ কৰিব নোৱাৰি। মানৱ-ভাৱনাৰ পৰিবৰ্তন আনিবলৈ যুক্তি-পৰামৰ্শ আৰু বুজনিৰে প্ৰত্যয় জন্মোৱাৰ উপায় হে অনুমতি দিয়া হৈছে।

لَآ إِكْرَاهَ فِي الدِّينِ

• ধৰ্মত কোনো বল-প্ৰয়োগ, বাধ্য-বাধকতা নাই। **2 :257**

لِّيَهْلِكَ مَنْ هَلَكَ عَنۢ بَيِّنَةٍ وَيَحْيَىٰ مَنْ حَىَّ عَنۢ بَيِّنَةٍ

•সেয়ে এটা স্পষ্ট চিহ্নৰ যোগেদি ইতিমধ্যে যি নাশ পাইছে নাশ হ'ব পাৰে, আৰু যি এক স্পষ্ট চিহ্নৰ দ্বাৰা জীৱন লাভ কৰিছে, সি জীয়াই থাকিব পাৰে। **8:43**

মৃত্যুৰ পিছত মানৱ-আত্মাই এক নতুন ৰূপ ধাৰণ কৰে বুলি পৱিত্ৰ কোৰ্-আনে শিকনি দিছে। কাৰো আত্মাৰ অদৃষ্ট আৰু কৰ্মবন্ধ তাৰ কাৰ্যাৱলী আৰু আচৰণৰ দ্বাৰা নিৰ্দ্ধাৰিত হয়। প্ৰত্যেক ব্যক্তিৰ অসৎ বা সৎ কৰ্মৰাজিয়ে মৃত্যুৰ পিছত তাৰ সম্ভাব্য জীৱনৰ বিষয়ে নিৰূপিত কৰে।

পৱিত্ৰ কোৰ্-আনে দাবী কৰে যে, ইছলাম হ'ল পোহৰৰ বাৰ্তা আৰু দীৰ্ঘ সংগ্ৰামৰ পাছত অৱশেষত ই অন্ধকাৰ নাশ কৰিব। পৱিত্ৰ কোৰ্-আনত এই ভৱিষ্যতবাণী কৰা হৈছে যে, সমগ্ৰ মানৱ জাতিৰ ধৰ্ম আৰু আদৰ্শৰ বাবে এক বিশ্ব-ধৰ্মৰ ঈপ্সিত লক্ষ্যৰ কথা অনুধাৱন কৰি এইদৰেই শেষত সকলো ধৰ্ম আৰু আদৰ্শৰ ওপৰত ইছলামৰ প্ৰাধান্য বৰ্তিব।

পৱিত্ৰ নবীজনাৰ ভৱিষ্যত বাণী মতে ইছলামৰ চূড়ান্ত বিজয় মাহদি আৰু মেছিয়াহ (পৱিত্ৰপুৰুষ) পৱিত্ৰ নবী হজৰত মহম্মদ (ছঃ)-ৰ এজনা অনুদাসৰ যোগেদি যুক্তি পৰামৰ্শ বিচাৰ বিবেচনা আৰু বুজনিৰ দ্বাৰা সাধন হ'ব। যোৱা শতিকাৰ শেষৰ ফালে আহমদিয়া মুছলিম বিশ্বাস মতে এই ভৱিষ্যত বাণী সাৰ্থক কৰাৰ বাবে কাডিআন (ভাৰত)-ৰ হজৰত মিৰ্জা গুলাম আহমদক আল্লাহে এই যুগৰ এগৰাকী প্ৰতিশ্ৰুত সংস্কাৰকৰূপে মাহদি আৰু মেছিয়াহ খিতাপেৰে তুলি ধৰিলে।

তেওঁ ১৮৮৯ চনত ইছলামত 'আহমদিয়া নব জাগৰণ' নাম দি এক নৱ-জাগৰণ প্ৰবৰ্তন কৰে। এই নৱ-জাগৰণে ইয়াৰ আৰম্ভণিৰ দিনৰে পৰা শান্তি পূৰ্ণ উপায়, বুজনি আৰু পৰামৰ্শ, যুক্তি তথা পৃথিৱীৰ বিভিন্ন অঞ্চলৰ লগৰীয়া মানুহৰ সেৱাৰ যোগেদি ইছলামৰ বাৰ্তা প্ৰচাৰৰ কাম কৰি আহিছে। আজিলৈকে বিশ্বৰ এক শতাধিক দেশৰ মানুহৰ মাজত ইছলামৰ প্ৰতি অনুৰক্তি জগাই তোলাত সফল হৈছে আৰু এই লক্ষ্যৰ পথত প্ৰচেষ্টা চলাই আছে।

পৱিত্ৰ গ্ৰন্থখনৰ এই অসমীয়া সংস্কৰণটি এনে এক মহান লক্ষ্যৰ পথত সমাজে হাতত লোৱা অন্য এক গুৰুত্বপূৰ্ণ পদক্ষেপ।

ইয়াৰ মহান সাফল্যৰ বাবে আল্লাহৰ ৰহম বৰষিত হওক!

# সূচী




চুৰা ১

## AL-FATIHAH

## আল্‌ফাতেহা ঃ আৰম্ভণি মক্কাত অৱতীর্ণ

১) পৰম করুণাময়, পৰম দানশীল আল্লাৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ① المنزل ١

২) সকলো প্ৰশংসা ব্ৰহ্মাণ্ডৰ প্ৰতিপালক আল্লাৰ।

اَلْحَمْدُ لِلّٰهِ رَبِّ الْعٰلَمِيْنَ ②

৩) পৰম করুণাময়, পৰম দানশীল ;

الرَّحْمٰنِ الرَّحِيْمِ ③

৪) শেষ বিচাৰৰ দিনৰ গৰাকী।

مٰلِكِ يَوْمِ الدِّيْنِ ④

৫) আমি তোমাৰেই মাথোন আৰাধনা কৰোঁ, আৰু তোমাৰেই মাথোন সহায় বিচাৰোঁ।

اِيَّاكَ نَعْبُدُ وَاِيَّاكَ نَسْتَعِيْنُ ⑤

৬) আমাক সজ বাটেদি লৈ বলা—

اِهْدِنَا الصِّرَاطَ الْمُسْتَقِيْمَ ⑥

৭) যিসকলৰ প্ৰতি অনুগ্ৰহ কৰিছা, তেওঁ লোকৰ বাটেদি ; যিবিলাকৰ ওপৰত তোমাৰ ক্ৰোধ প্ৰকাশ হৈছে, আৰু যিবিলাক বিপথে গৈছে সিহঁতৰ বাটেদি নহয়।

صِرَاطَ الَّذِيْنَ اَنْعَمْتَ عَلَيْهِمْ ۙ غَيْرِ الْمَغْضُوْبِ
ع عَلَيْهِمْ وَلَا الضَّآلِّيْنَ ⑦




চূৰা ২ AL-BAQARAH

## আল্‌বক্কৰা ঃ গাভী মদিনাত অৱতীৰ্ণ

১) পৰম কৰুণাময়, পৰম দানশীল আল্লাৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

২) আলিফ-লাম-মিম। (সৰ্বজ্ঞান সম্পন্ন ময়েই আল্লা)

الٓمّٓ ②

৩) এইখনেই পৰম পৱিত্ৰ পুথি; ইয়াত কোনো সন্দেহ নাই; ই ধাৰ্ম্মিকসকলৰ পথ-প্ৰদৰ্শক,

ذٰلِكَ الْكِتٰبُ لَا رَيْبَ ۛ فِيْهِ ۚ هُدًى لِّلْمُتَّقِيْنَ ③

৪) যিসকলে অদৃশ্যাত বিশ্বাস কৰে, আৰু নমাজৰ অনুষ্ঠান কৰে, আৰু আমি তেওঁলোকক যি সম্পদ দিছোঁ, তাৰ পৰা ব্যয় কৰে;

الَّذِيْنَ يُؤْمِنُوْنَ بِالْغَيْبِ وَيُقِيْمُوْنَ الصَّلٰوةَ وَمِمَّا رَزَقْنٰهُمْ يُنْفِقُوْنَ ④

৫) আৰু যিসকলে তোমালৈ যি নমাই পঠোৱা হৈছে আৰু তোমাৰ আগেয়ে যি নমাই পঠোৱা হৈছিল তাত বিশ্বাস কৰে, আৰু পৰকালত নিশ্চিতকৈ বিশ্বাস কৰে:

وَالَّذِيْنَ يُؤْمِنُوْنَ بِمَآ اُنْزِلَ اِلَيْكَ وَمَآ اُنْزِلَ مِنْ قَبْلِكَ ۚ وَبِالْاٰخِرَةِ هُمْ يُوْقِنُوْنَ ⑤

৬) সেইসকলেই নিজৰ প্ৰভুৰে দেখুওৱা সুপথত আছে, আৰু সেই সকলেইহে কৃতাৰ্থ।

اُولٰٓئِكَ عَلٰى هُدًى مِّنْ رَّبِّهِمْ ۗ وَاُولٰٓئِكَ هُمُ الْمُفْلِحُوْنَ ⑥

৭) বাস্তৱতে যিবিলাক অবিশ্বাসী হৈছে, সিহঁতক তুমি সাৱধান কৰা বা সাৱধান নকৰা সিহঁতে বিশ্বাস নকৰে।

اِنَّ الَّذِيْنَ كَفَرُوْا سَوَآءٌ عَلَيْهِمْ ءَاَنْذَرْتَهُمْ اَمْ لَمْ تُنْذِرْهُمْ لَا يُؤْمِنُوْنَ ⑦

৮) আল্লাই সিহঁতৰ অন্তৰত আৰু সিহঁতৰ কাণত মোহৰ মাৰি দিছে, আৰু সিহঁতৰ চকুৰ ওপৰত এখন ঢাকনি পৰিছে; আৰু সিহঁতৰ নিমিত্তে আছে গুৰুতৰ শাস্তি।

خَتَمَ اللّٰهُ عَلٰى قُلُوْبِهِمْ وَعَلٰى سَمْعِهِمْ ۚ وَعَلٰٓى اَبْصَارِهِمْ غِشَاوَةٌ ۫ وَّلَهُمْ عَذَابٌ عَظِيْمٌ ⑧

৯) আৰু এই মানুহবিলাকৰ ভিতৰত কিছুমান

وَمِنَ النَّاسِ مَنْ يَّقُوْلُ اٰمَنَّا بِاللّٰهِ وَبِالْيَوْمِ الْاٰخِرِ

وَمَا هُم بِمُؤْمِنِينَ ﴿٩﴾

আছে যি আল্লা আৰু শেহ দিনত বিশ্বাস কৰোঁ বুলি কয়, কিন্তু সিহঁত সমূলি বিশ্বাসী নহয়।

يُخَادِعُونَ اللَّهَ وَالَّذِينَ آمَنُوا وَمَا يَخْدَعُونَ إِلَّا أَنفُسَهُمْ وَمَا يَشْعُرُونَ ﴿١٠﴾

১০) সিহঁতে আল্লা আৰু বিশ্বাসীসকলক প্ৰতাৰণা কৰিবলৈ চেষ্টা কৰে; কিন্তু সিহঁতে নিজৰ বাহিৰে আন কাকো প্ৰতাৰণা নকৰে, অথচ সিহঁতে তাৰ গম নাপায়।

فِي قُلُوبِهِم مَّرَضٌ فَزَادَهُمُ اللَّهُ مَرَضًا ۖ وَلَهُمْ عَذَابٌ أَلِيمٌ بِمَا كَانُوا يَكْذِبُونَ ﴿١١﴾

১১) সিহঁতৰ অন্তৰত এটা ব্যাধি আছে আৰু আল্লাই সিহঁতলৈ সিহঁতৰ ব্যাধি বৃদ্ধি কৰিছে আৰু যন্ত্ৰণা দায়ক শাস্তি থৈছে, কিয়নো সিহঁতে মিছা মাতিছিল।

وَإِذَا قِيلَ لَهُمْ لَا تُفْسِدُوا فِي الْأَرْضِ قَالُوا إِنَّمَا نَحْنُ مُصْلِحُونَ ﴿١٢﴾

১২) আৰু সিহঁতক যেতিয়া কোৱা হয়, পৃথিৱীত শান্তি ভঙ্গ নকৰিবা, সিহঁতে কয়, 'আমি কেৱল শান্তি ৰক্ষাহে কৰোঁ।'

أَلَا إِنَّهُمْ هُمُ الْمُفْسِدُونَ وَلَٰكِن لَّا يَشْعُرُونَ ﴿١٣﴾

১৩) সাৱধান! বাস্তৱিকতে সিহঁতেইহে শান্তি ভঙ্গ কৰোঁতা, কিন্তু সিহঁতে তাৰ উপলব্ধি নকৰে।

وَإِذَا قِيلَ لَهُمْ آمِنُوا كَمَا آمَنَ النَّاسُ قَالُوا أَنُؤْمِنُ كَمَا آمَنَ السُّفَهَاءُ ۗ أَلَا إِنَّهُمْ هُمُ السُّفَهَاءُ وَلَٰكِن لَّا يَعْلَمُونَ ﴿١٤﴾

১৪) আৰু সিহঁতক যেতিয়া কোৱা হয়, লোকে যেনেকৈ বিশ্বাস কৰিছে, তোমালোকেও তেনেকৈ বিশ্বাস কৰা, সিহঁতে কয়' 'নিৰ্বোধবিলাকে যেনেকৈ বিশ্বাস কৰিছে, আমিও তেনেকৈ বিশ্বাস কৰিম নে?' সাৱধান! নিৰ্বোধ সিহঁতে নিজেইহে, কিন্তু সিহঁতে নাজানে।

وَإِذَا لَقُوا الَّذِينَ آمَنُوا قَالُوا آمَنَّا وَإِذَا خَلَوْا إِلَىٰ شَيَاطِينِهِمْ قَالُوا إِنَّا مَعَكُمْ إِنَّمَا نَحْنُ مُسْتَهْزِئُونَ ﴿١٥﴾

১৫) যেতিয়া বিশ্বাসী সকলক লগ পায় তেতিয়া সিহঁতে কয়, 'আমি বিশ্বাস কৰিছোঁ,' কিন্তু সিহঁতে যেতিয়া সিহঁতৰ পাপমতি বৰমূৰীয়াবিলাকেৰে সৈতে গোপনে মেল কৰে তেতিয়া কয়, আমি প্ৰকৃতপক্ষে তোমালোকৰহে সঙ্গী, 'আমি সিহঁতেৰে সৈতে বিদ্ৰূপহে কৰিছোঁ।'

اللَّهُ يَسْتَهْزِئُ بِهِمْ وَيَمُدُّهُمْ فِي طُغْيَانِهِمْ

১৬) আল্লাই সিহঁতক এই বিদ্ৰূপৰ প্ৰতিফল দিছে

আৰু সিহঁতক নিজৰ অবাধ্যতাত অন্ধৰ দৰে খেপিয়াই ফুৰিবলৈ এৰি দিছে।

يَعْمَهُونَ ﴿١٥﴾

১৭) সুপথ দি যি কুপথ কিনিছে ইহঁতেইহে, কিন্তু সিহঁতৰ বেপাৰ লাভজনক হোৱা নাই, আৰু সিহঁত সুপথগামীও নহ'ল।

أُولَٰٓئِكَ الَّذِينَ اشْتَرَوُا الضَّلَٰلَةَ بِالْهُدَىٰ فَمَا
رَبِحَت تِّجَٰرَتُهُمْ وَمَا كَانُوا مُهْتَدِينَ ﴿١٦﴾

১৮) সিহঁতৰ তুলনা এনে এজনৰ নিচিনা, যিজনে জুই একুৰা ধৰিছে; আৰু যেতিয়া তেওঁৰ চাৰি-ওফাল পোহৰ হয় তেতিয়া আল্লাই সেই পোহৰ আঁতৰাই নিয়ে আৰু সিহঁতক ঘোৰ আন্ধাৰত এৰি দিয়ে, — সিহঁত নেদেখা হয়।

مَثَلُهُمْ كَمَثَلِ الَّذِي اسْتَوْقَدَ نَارًا فَلَمَّآ أَضَآءَتْ
مَا حَوْلَهُۥ ذَهَبَ اللَّهُ بِنُورِهِمْ وَتَرَكَهُمْ فِي ظُلُمَٰتٍ
لَّا يُبْصِرُونَ ﴿١٧﴾

১৯) সিহঁত কলা, বোবা আৰু অন্ধ; সেইদেখি সিহঁত উলটি নাহিব।

صُمٌّ بُكْمٌ عُمْيٌ فَهُمْ لَا يَرْجِعُونَ ﴿١٨﴾

২০) বা, ই মেঘৰ পৰা ধাৰাসাৰে পৰা বৰষুণৰ নিচিনা, তাৰ ভিতৰত ঘোৰ অন্ধকাৰ আৰু বজ্ৰগৰ্জ্জন আৰু বিজুলী আছে; বজ্ৰধ্বনিৰ কাৰণে মৃত্যুৰ ভয়ত সিহঁতে নিজৰ কাণত আঙুলি দিয়ে; আৰু আল্লাই অবিশ্বাসীবিলাকক আগুৰি ধৰে।

أَوْ كَصَيِّبٍ مِّنَ السَّمَآءِ فِيهِ ظُلُمَٰتٌ وَرَعْدٌ وَبَرْقٌ
يَجْعَلُونَ أَصَٰبِعَهُمْ فِيٓ ءَاذَانِهِم مِّنَ الصَّوَٰعِقِ حَذَرَ
الْمَوْتِ وَاللَّهُ مُحِيطٌۢ بِالْكَٰفِرِينَ ﴿١٩﴾

২১) বিজুলীয়ে সিহঁতৰ দৃষ্টিশক্তি যেন কাঢ়ি লৈ যায়হে; যেতিয়াই সিহঁতৰ ওপৰত ইয়াৰ পোহৰ পৰে, সিহঁতে তাত আগ বাঢ়ে, আৰু যেতিয়া সিহঁতক আন্ধাৰে আবৰি ধৰে সিহঁত থমকি ৰয়; আৰু আল্লাই ইচ্ছা কৰা হ'লেই নিশ্চয় সিহঁতৰ শ্ৰৱণ আৰু সিহঁতৰ দৰ্শনশক্তি কাঢ়ি নিলেহেঁতেন; প্ৰকৃততে আল্লাৰ সকলো বস্তুৰ ওপৰতে মহৎ ক্ষমতা আছে।

يَكَادُ الْبَرْقُ يَخْطَفُ أَبْصَٰرَهُمْ كُلَّمَآ أَضَآءَ لَهُم مَّشَوْا
فِيهِ وَإِذَآ أَظْلَمَ عَلَيْهِمْ قَامُوا وَلَوْ شَآءَ اللَّهُ لَذَهَبَ
بِسَمْعِهِمْ وَأَبْصَٰرِهِمْ إِنَّ اللَّهَ عَلَىٰ كُلِّ شَيْءٍ قَدِيرٌ ﴿٢٠﴾

২২) হে মানৱসকল, তোমালোকে সেই প্ৰতি-পালকৰ আৰাধনা কৰাঁ, যিজনে তোমালোকক আৰু তোমালোকৰ পূৰ্ব্ববৰ্ত্তী বিলাকক সৃজন কৰিছে, যাতে সম্ভৱতঃ তোমালোকে (পাপৰ পৰা) ৰক্ষা পাব পাৰা;

يَٰٓأَيُّهَا النَّاسُ اعْبُدُوا رَبَّكُمُ الَّذِي خَلَقَكُمْ وَالَّذِينَ
مِن قَبْلِكُمْ لَعَلَّكُمْ تَتَّقُونَ ﴿٢١﴾

২৩) যিজনে পৃথিৱীক তোমালোকৰ মজিয়া আৰু আকাশক আচ্ছাদনস্বৰূপ সৃষ্টি কৰিলে, আৰু মেঘৰ পৰা বৰষুণ অনালে, আৰু তাৰ দ্বাৰা তোমালোকৰ জীৱিকাৰ নিমিত্তে নানাবিধ ফল উৎপাদন কৰিলে ; তোমালোকে জানিশুনি তেন্তে কাকো আল্লাৰ তুল্য নাপাতিবা।

الَّذِىْ جَعَلَ لَكُمُ الْاَرْضَ فِرَاشًا وَّ السَّمَآءَ بِنَآءً ۠ وَّ اَنْزَلَ مِنَ السَّمَآءِ مَآءً فَاَخْرَجَ بِهٖ مِنَ الثَّمَرٰتِ رِزْقًا لَّكُمْ ۚ فَلَا تَجْعَلُوْا لِلّٰهِ اَنْدَادًا وَّ اَنْتُمْ تَعْلَمُوْنَ ۝

২৪) আমাৰ ভৃত্যলৈ আমি যি নমাই পঠিয়াইছোঁ, তাত যদি তোমালোকৰ সন্দেহ হয়, তেনেহ'লে ইয়াৰ নিচিনা এটি চুৰাকেই উলিয়াই আনা, আৰু আল্লাৰ বাহিৰে তোমালোকৰ সাহায্যকাৰী-বিলাককো আহ্বান কৰাঁ, যদিহে তোমালোক সত্যবাদী হোৱা।

وَ اِنْ كُنْتُمْ فِىْ رَيْبٍ مِّمَّا نَزَّلْنَا عَلٰى عَبْدِنَا فَاْتُوْا بِسُوْرَةٍ مِّنْ مِّثْلِهٖ ۠ وَ ادْعُوْا شُهَدَآءَكُمْ مِّنْ دُوْنِ اللّٰهِ اِنْ كُنْتُمْ صٰدِقِيْنَ ۝

২৫) কিন্তু যদিহে তোমালোকে তাকে নকৰা — আৰু তোমালোকে কেতিয়াও তাক কৰিব নোৱা-ৰিবাও — তেনেহ'লে অবিশ্বাসীবিলাকৰ নিমিত্তে প্ৰস্তুত কৰি থোৱা সেই অগ্নিলৈ ভয় ৰাখাঁ, যাৰ ইন্ধন মানুহ আৰু শিল।

فَاِنْ لَّمْ تَفْعَلُوْا وَ لَنْ تَفْعَلُوْا فَاتَّقُوا النَّارَ الَّتِىْ وَقُوْدُهَا النَّاسُ وَ الْحِجَارَةُ ۖۚ اُعِدَّتْ لِلْكٰفِرِيْنَ ۝

২৬) যিসকলে বিশ্বাস কৰে আৰু সজকাম সম্পাদন কৰে, সেইসকলক এই আনন্দৰ বাৰ্ত্তা দিয়াঁ, তেওঁলোকৰ নিমিত্তে উদ্যানসমূহ আছে যাৰ তলেদি জুৰিবিলাক বৈ গৈছে ; যেতিয়াই তাৰ পৰা ফলবোৰ তেওঁলোকক খাদ্যৰূপে দিয়া হয়, তেওঁ-লোকে ক'ব, 'আমাক আগেয়ে যি দিয়া হৈছিল এয়াচোন সেয়ে ;' আৰু তেওঁলোকক পৰস্পৰ সাদৃশ্য থকা বস্তু দিয়া হ'ব; আৰু তাত তেওঁলোকৰ নিমিত্তে পৱিত্ৰ সঙ্গীসকল থাকিব আৰু তাতেই তেওঁলোকে স্থায়ীৰূপে বাস কৰিব।

وَ بَشِّرِ الَّذِيْنَ اٰمَنُوْا وَ عَمِلُوا الصّٰلِحٰتِ اَنَّ لَهُمْ جَنّٰتٍ تَجْرِىْ مِنْ تَحْتِهَا الْاَنْهٰرُ ؕ كُلَّمَا رُزِقُوْا مِنْهَا مِنْ ثَمَرَةٍ رِّزْقًا ۙ قَالُوْا هٰذَا الَّذِىْ رُزِقْنَا مِنْ قَبْلُ ۙ وَ اُتُوْا بِهٖ مُتَشَابِهًا ؕ وَ لَهُمْ فِيْهَاۤ اَزْوَاجٌ مُّطَهَّرَةٌ ۙۗ وَّ هُمْ فِيْهَا خٰلِدُوْنَ ۝

২৭) বাস্তৱতে এটা ডাঁহ বা তাৰ বাহিৰে আন কোনো বস্তুৰ আল্লাই উপমা দিবলৈ সঙ্কোচ বোধ

اِنَّ اللّٰهَ لَا يَسْتَحْىٖۤ اَنْ يَّضْرِبَ مَثَلًا مَّا بَعُوْضَةً

فَمَا فَوْقَهَا ۚ فَأَمَّا الَّذِينَ آمَنُوا فَيَعْلَمُونَ أَنَّهُ الْحَقُّ مِن
رَّبِّهِمْ ۖ وَأَمَّا الَّذِينَ كَفَرُوا فَيَقُولُونَ مَاذَا أَرَادَ اللَّهُ
بِهَٰذَا مَثَلًا ۘ يُضِلُّ بِهِ كَثِيرًا وَيَهْدِي بِهِ كَثِيرًا ۚ وَمَا
يُضِلُّ بِهِ إِلَّا الْفَاسِقِينَ ﴿٢٦﴾

নকৰে; আৰু যিসকলে বিশ্বাস কৰে তেওঁলোকে জানে, তেওঁলোকৰ প্ৰভুৰ পৰা অহা ই এটা প্ৰকৃত সত্য; কিন্তু যিবিলাকে অবিশ্বাস কৰে সিহঁতে কয়, এনেকুৱা উপমা দিয়াত আল্লাৰ কি অভিপ্ৰায় আছিল? ইয়াৰ দ্বাৰাই তেওঁ বহুতক বিপথগামী কৰে, আৰু বহুতক তেওঁ ইয়াৰ দ্বাৰাই বাট দেখুৱায়; আৰু তেওঁ অবাধ্যবিলাকৰ বাহিৰে ইয়াৰ দ্বাৰা কাকো বিপথগামী নকৰে—

الَّذِينَ يَنقُضُونَ عَهْدَ اللَّهِ مِن بَعْدِ مِيثَاقِهِ وَ
يَقْطَعُونَ مَا أَمَرَ اللَّهُ بِهِ أَن يُوصَلَ وَيُفْسِدُونَ
فِي الْأَرْضِ ۚ أُولَٰئِكَ هُمُ الْخَاسِرُونَ ﴿٢٧﴾

২৮) যিবিলাকে আল্লাৰ নিয়ম বন্ধন দৃঢ় হৈ যোৱাৰ পিছতো তাক ভঙ্গ কৰে, আৰু আল্লাই যি সম্বন্ধ স্থাপন কৰিবলৈ আদেশ দিছে তাক ছিঙি পেলায় আৰু পৃথিৱীত অশান্তিৰ সৃষ্টি কৰে, সিহঁতেইহে ক্ষতিগ্ৰস্ত।

كَيْفَ تَكْفُرُونَ بِاللَّهِ وَكُنتُمْ أَمْوَاتًا فَأَحْيَاكُمْ ۖ ثُمَّ
يُمِيتُكُمْ ثُمَّ يُحْيِيكُمْ ثُمَّ إِلَيْهِ تُرْجَعُونَ ﴿٢٨﴾

২৯) আল্লাত অবিশ্বাস কৰা কেনেকৈ? যেতিয়া তোমালোকৰ প্ৰাণ নাছিল, তেওঁ তোমালোকক প্ৰাণ দিছিল; আৰু তেৱেঁই তোমালোকক সংহাৰ কৰিব, পিছত পুনৰ্জ্জীৱন দিব, আৰু আকৌ তেওঁৰ ওচৰলৈকে তোমালোকক উলোটাই নিয়া হ'ব।

هُوَ الَّذِي خَلَقَ لَكُم مَّا فِي الْأَرْضِ جَمِيعًا ثُمَّ
اسْتَوَىٰ إِلَى السَّمَاءِ فَسَوَّاهُنَّ سَبْعَ سَمَاوَاتٍ ۚ وَهُوَ
بِكُلِّ شَيْءٍ عَلِيمٌ ﴿٢٩﴾

৩০) পৃথিৱীত যি আছে সকলোটি তেৱেঁইহে তোমালোকৰ নিমিত্তে স্ৰজন কৰিছে; আৰু তেওঁ ঊৰ্দ্ধলোকৰ ফাললৈ মন দিলে আৰু তাৰে সাতখন আকাশ গঠন কৰিলে; আৰু তেওঁৰ সকলো বিষয়ৰে সম্পূৰ্ণ জ্ঞান আছে।

وَإِذْ قَالَ رَبُّكَ لِلْمَلَائِكَةِ إِنِّي جَاعِلٌ فِي الْأَرْضِ خَلِيفَةً ۖ
قَالُوا أَتَجْعَلُ فِيهَا مَن يُفْسِدُ فِيهَا وَيَسْفِكُ الدِّمَاءَ
وَنَحْنُ نُسَبِّحُ بِحَمْدِكَ وَنُقَدِّسُ لَكَ ۖ قَالَ إِنِّي أَعْلَمُ

৩১) আৰু যেতিয়া তোমাৰ প্ৰভুৱে ফিৰিশ্‌তা-বিলাকক কৈছিল, মই নিশ্চয় পৃথিৱীত এজন প্ৰতিনিধি পাতিব ধৰিছোঁ, তেওঁবিলাকে ক'লে, তুমি ইয়াত এনে এজনক পাতিবানে যিজনে ইয়াৰ মাজত শান্তি ভঙ্গ কৰিব আৰু ৰক্তপাত কৰিব? অথচ আমি প্ৰশংসাৰে সৈতে তোমাৰ মহিমা গাওঁ, আৰু তোমাৰ পৱিত্ৰতাৰ ঘোষণা কৰোঁ? তেওঁ

مَا لَا تَعْلَمُونَ ٣١

ক'লে, তোমালোকে যি নাজানা মই নিশ্চয় তাক জানো।

وَعَلَّمَ آدَمَ الْأَسْمَاءَ كُلَّهَا ثُمَّ عَرَضَهُمْ عَلَى الْمَلَائِكَةِ فَقَالَ أَنْبِئُونِي بِأَسْمَاءِ هَٰؤُلَاءِ إِنْ كُنْتُمْ صَادِقِينَ ٣٢

৩২) আৰু তেওঁ আদমক আটাইবোৰ বস্তুৰ নাম শিকালে; তেতিয়া তেওঁ ফিৰিশ্‌তাবিলাকৰ আগত সেইবিলাক দাঙি ধৰি ক'লে, এই বিলাকৰ নাম মোৰ আগত ব্যক্ত কৰাঁ, যদিহে তোমালোক সত্যবাদী হোৱা।

قَالُوا سُبْحَانَكَ لَا عِلْمَ لَنَا إِلَّا مَا عَلَّمْتَنَا إِنَّكَ أَنْتَ الْعَلِيمُ الْحَكِيمُ ٣٣

৩৩) তেওঁলোকে ক'লে, তুমি পৱিত্ৰ! তুমি আমাক যি জ্ঞান দিছা তাৰ বাহিৰে আৰু আমাৰ একো জ্ঞান নাই; বাস্তৱতে তুমিয়েই শ্ৰেষ্ঠ জ্ঞাতা, সৰ্ব্বজ্ঞানী।

قَالَ يَا آدَمُ أَنْبِئْهُمْ بِأَسْمَائِهِمْ فَلَمَّا أَنْبَأَهُمْ بِأَسْمَائِهِمْ قَالَ أَلَمْ أَقُلْ لَكُمْ إِنِّي أَعْلَمُ غَيْبَ السَّمَاوَاتِ وَالْأَرْضِ وَأَعْلَمُ مَا تُبْدُونَ وَمَا كُنْتُمْ تَكْتُمُونَ ٣٤

৩৪) তেওঁ ক'লে হে আদম, এওঁলোকক সেই বিলাকৰ নামবোৰ জনাই দিয়াঁ: যেতিয়া তেওঁ তেওঁলোকক সেইবিলাকৰ নামবোৰ জনালে, তেওঁ ক'লে, মই তোমালোকক কোৱাঁ নাছিলোঁনে, মই আকাশ আৰু পৃথিৱীৰ অদৃশ্য বিষয়বিলাক নিশ্চয়কৈ জানো, আৰু তোমালোকে যি প্ৰকাশ কৰা আৰু যি গোপন কৰা তাকো মই জানো?

وَإِذْ قُلْنَا لِلْمَلَائِكَةِ اسْجُدُوا لِآدَمَ فَسَجَدُوا إِلَّا إِبْلِيسَ أَبَىٰ وَاسْتَكْبَرَ وَكَانَ مِنَ الْكَافِرِينَ ٣٥

৩৫) আৰু যেতিয়া আমি ফিৰিশ্‌তাবিলাকক কৈছিলোঁ, তোমালোক আদমৰ বাধ্য হোৱাঁ, তেতিয়া ইব্লিচৰ বাহিৰে সকলোৱেই বাধ্যতা স্বীকাৰ কৰিলে; সি অমান্তি হৈছিল আৰু অহঙ্কাৰ কৰিছিল: এই বাবেই সি অবিশ্বাসীবিলাকৰ ভিতৰৰ এজন হৈ পৰিছিল।

وَقُلْنَا يَا آدَمُ اسْكُنْ أَنْتَ وَزَوْجُكَ الْجَنَّةَ وَكُلَا مِنْهَا رَغَدًا حَيْثُ شِئْتُمَا وَلَا تَقْرَبَا هَٰذِهِ الشَّجَرَةَ فَتَكُونَا مِنَ الظَّالِمِينَ ٣٦

৩৬) আৰু আমি কৈছিলোঁ, হে আদম! তুমি আৰু তোমাৰ সহচৰী দুয়ো এই উদ্যানতে বাস কৰাঁ, আৰু ইয়াত য'ৰে ইচ্ছা ত'ৰে পৰা যিমান পাৰা খাবাঁ: কিন্তু এই গছজোপাৰ ওচৰ নাচাপিবাঁ; চাপিলে তোমালোক দুয়ো অন্যায়-কাৰীবিলাকৰ মাজৰ হ'বা।

৩৭) কিন্তু ছয়তানে তাৰ পৰা তেওঁলোক দুয়োকে বিচলিত কৰিলে, আৰু তেওঁলোক দুয়ো যি (সুখৰ) অৱস্থাত আছিল তাৰ পৰা বাহিৰ কৰিলে; আৰু আমি কৈছিলোঁ, তোমালোক আঁতৰ হোৱাঁ— তোমালোক ইজন সিজনৰ শত্ৰু, আৰু তোমালোকৰ নিমিত্তে পৃথিৱীত কিছু দিনৰ কাৰণে বাসস্থান আৰু সম্বল আছে।

فَاَزَلَّهُمَا الشَّيْطٰنُ عَنْهَا فَاَخْرَجَهُمَا مِمَّا كَانَا فِيْهِ ۖ وَقُلْنَا اهْبِطُوْا بَعْضُكُمْ لِبَعْضٍ عَدُوٌّ ۚ وَلَكُمْ فِى الْاَرْضِ مُسْتَقَرٌّ وَّمَتَاعٌ اِلٰى حِيْنٍ ﴿٣٦﴾

৩৮) তেতিয়া আদমে তেওঁৰ প্ৰভুৰ পৰা কেইটামান বাক্য শিকি ললে, তাৰ পিছত আল্লাই তেওঁৰ প্ৰতি কৃপাদৃষ্টি কৰিলে; প্ৰকৃততে তেৱেঁই কৃপাদৃষ্টি কৰোঁতা, পৰম দানশীল।

فَتَلَقّٰٓى اٰدَمُ مِنْ رَّبِّهٖ كَلِمٰتٍ فَتَابَ عَلَيْهِ ۗ اِنَّهٗ هُوَ التَّوَّابُ الرَّحِيْمُ ﴿٣٧﴾

৩৯) আৰু আমি কৈছিলোঁ, তোমালোক সকলো ইয়াৰ পৰা আঁতৰ হোৱাঁ, যেতিয়া মোৰ পৰা তোমালোকলৈ পথৰ নিৰ্দ্দেশ অৱশ্যে আহিব তেতিয়া যিসকলে মোৰ নিৰ্দ্দেশ মানি চলিব, তেওঁলোকৰ কোনো ভয় নাথাকিব আৰু তেওঁ-লোকে বেজাৰো কৰিব নালাগিব।

قُلْنَا اهْبِطُوْا مِنْهَا جَمِيْعًا ۚ فَاِمَّا يَاْتِيَنَّكُمْ مِّنِّىْ هُدًى فَمَنْ تَبِعَ هُدَاىَ فَلَا خَوْفٌ عَلَيْهِمْ وَلَا هُمْ يَحْزَنُوْنَ ﴿٣٨﴾

৪০) কিন্তু যিবিলাকে অবিশ্বাস কৰে আৰু আমাৰ নিদৰ্শনবিলাক নপতিয়ায় সিহঁতেই অগ্নিৰ অধিবাসী, — তাতেই সিহঁতে স্থায়ীৰূপে বাস কৰিব।

وَالَّذِيْنَ كَفَرُوْا وَكَذَّبُوْا بِاٰيٰتِنَآ اُولٰٓئِكَ اَصْحٰبُ النَّارِ ۚ هُمْ فِيْهَا خٰلِدُوْنَ ﴿٣٩﴾ ع

৪১) হে ইস্ৰাইলৰ সন্তান-সন্ততি, যি অনুগ্ৰহ মই তোমালোকক দান কৰিছিলোঁ তাক মনত পেলোৱাঁ, আৰু তোমালোকে মোৰ প্ৰতি যি অঙ্গীকাৰ কৰিছিলা, তাক পূৰ্ণ কৰাঁ; ময়ো তোমালোকৰ প্ৰতি কৰা অঙ্গীকাৰ পূৰ্ণ কৰিম, আৰু অকল মোলৈ মাথোন তোমালোকে ভয় ৰাখাঁ।

يٰبَنِىْٓ اِسْرَآءِيْلَ اذْكُرُوْا نِعْمَتِىَ الَّتِىْٓ اَنْعَمْتُ عَلَيْكُمْ وَاَوْفُوْا بِعَهْدِىْٓ اُوْفِ بِعَهْدِكُمْ ۚ وَاِيَّاىَ فَارْهَبُوْنِ ﴿٤٠﴾

৪২) আৰু তোমালোকৰ লগত থকা ধৰ্ম্মপুথিৰ সত্যতাৰ সমৰ্থকৰূপে মই যি (কোৰান) নমাই

وَاٰمِنُوْا بِمَآ اَنْزَلْتُ مُصَدِّقًا لِّمَا مَعَكُمْ وَلَا تَكُوْنُوْٓا

পঠিয়াইছোঁ তাত বিশ্বাস কৰাঁ, আৰু তাক অমান্য কৰিবলৈ তোমালোকে আগ নাবাঢ়িবা; আৰু মোৰ আয়তবিলাক সামান্য মূল্যলৈ নসলাবা, আৰু অকল মোলৈ মাথোন তোমালোকে সাৱধানে থাকিবা।

أَوَّلَ كَافِرٍۭ بِهٖ ۖ وَلَا تَشْتَرُوْا بِاٰيٰتِيْ ثَمَنًا قَلِيْلًا ۫ وَّاِيَّايَ فَاتَّقُوْنِ ﴿٤١﴾

৪৩) আৰু সত্যক অসত্যৰ সৈতে সানমিহলি নকৰিবা, সত্যকো নুলুকুওৱা, যি স্থলত তোমালোকে জানা;

وَلَا تَلْبِسُوا الْحَقَّ بِالْبَاطِلِ وَتَكْتُمُوا الْحَقَّ وَاَنْتُمْ تَعْلَمُوْنَ ﴿٤٢﴾

৪৪) আৰু নমাজৰ অনুষ্ঠান কৰিবা, আৰু জকাত দান কৰিবা আৰু যিসকলে আঁঠু লয়, তেওঁলোকৰ লগত আঁঠু লবা।

وَاَقِيْمُوا الصَّلٰوةَ وَاٰتُوا الزَّكٰوةَ وَارْكَعُوْا مَعَ الرّٰكِعِيْنَ ﴿٤٣﴾

৪৫) কি! লোকক সজ কাম কৰিবলৈ তোমালোকে উপদেশ দিয়া, কিন্তু নিজক আওকাণ কৰা, অথচ তোমালোকে ধৰ্ম্মগ্ৰন্থ পাঠ কৰা? তোমালোকৰ তেনেহ'লে বোধ নাইনে?

اَتَاْمُرُوْنَ النَّاسَ بِالْبِرِّ وَتَنْسَوْنَ اَنْفُسَكُمْ وَاَنْتُمْ تَتْلُوْنَ الْكِتٰبَ ۭ اَفَلَا تَعْقِلُوْنَ ﴿٤٤﴾

৪৬) আৰু ধৈৰ্য্য আৰু নমাজৰ সৈতে সহায় মাগাঁ; আৰু বাস্তৱিকতে এইটো বিনয়ী সকলৰ বাহিৰে অইনৰ পক্ষে গুৰুতৰ কথা—

وَاسْتَعِيْنُوْا بِالصَّبْرِ وَالصَّلٰوةِ ۭ وَاِنَّهَا لَكَبِيْرَةٌ اِلَّا عَلَى الْخٰشِعِيْنَ ۙ﴿٤٥﴾

৪৭) যিসকলে নিশ্চয়কৈ জানে, তেওঁলোকৰ নিজ প্ৰভুৰ লগত মিলন হ'ব আৰু তেওঁৰ ওচৰলৈকে উভটি যাব

الَّذِيْنَ يَظُنُّوْنَ اَنَّهُمْ مُّلٰقُوْا رَبِّهِمْ وَاَنَّهُمْ اِلَيْهِ رٰجِعُوْنَ ﴿٤٦﴾ ع ৫ ৫

৪৮) হে ইস্ৰাইলৰ সন্তান-সন্ততি, মোৰ যি অনুগ্ৰহ তোমালোকক দান কৰিছিলোঁ আৰু মই যে সকলো জাতিৰে ওপৰত তোমালোকক শ্ৰেষ্ঠ কৰিছিলোঁ তাক মনত পেলোৱাঁ;

يٰبَنِيْٓ اِسْرَاۗءِيْلَ اذْكُرُوْا نِعْمَتِيَ الَّتِيْٓ اَنْعَمْتُ عَلَيْكُمْ وَاَنِّىْ فَضَّلْتُكُمْ عَلَي الْعٰلَمِيْنَ ﴿٤٧﴾

৪৯) সেই দিনলৈ ভয় ৰাখাঁ যি দিনা ই আত্মা সি আত্মাৰ অকণো সহায় নহ'ব, আৰু ইয়াৰ হৈ মধ্যস্থতা (শফা'অত্) গৃহীত নহ'ব, আৰু ইয়াৰ

وَاتَّقُوْا يَوْمًا لَّا تَجْزِيْ نَفْسٌ عَنْ نَّفْسٍ شَيْـًٔا وَّلَا يُقْبَلُ مِنْهَا شَفَاعَةٌ وَّلَا يُؤْخَذُ مِنْهَا عَدْلٌ وَّلَا هُمْ

পক্ষে কোনো বিনিময় লোৱা নহ'ব, আৰু তেওঁ-লোকক কোনো প্ৰকাৰ সহায়ো কৰা নহ'ব।

يُنْصَرُوْنَ ﴿٤٩﴾

(৫০) আৰু মনত পেলোৱাঁ যেতিয়া আমি তোমালোকক উদ্ধাৰ কৰিছিলোঁ ফিৰৌনৰ দলৰ পৰা, যিবিলাকে দাৰুণ শাস্তিৰে তোমালোকক উৎপীড়ন কৰিছিল, তোমালোকৰ পুত্ৰবিলাকক বধ কৰিছিল আৰু তিৰোতাবিলাকক জীয়াই ৰাখিবলৈ সঙ্কল্প কৰিছিল; আৰু তাতেই তোমা-লোকৰ প্ৰভুৰ ফালৰ পৰা এটা ডাঙৰ পৰীক্ষা আছিল।

وَاِذْ نَجَّيْنٰكُمْ مِّنْ اٰلِ فِرْعَوْنَ يَسُوْمُوْنَكُمْ سُوْٓءَ الْعَذَابِ يُذَبِّحُوْنَ اَبْنَآءَكُمْ وَيَسْتَحْيُوْنَ نِسَآءَكُمْ وَفِيْ ذٰلِكُمْ بَلَآءٌ مِّنْ رَّبِّكُمْ عَظِيْمٌ ﴿٥٠﴾

(৫১) আৰু মনত পেলোৱাঁ যেতিয়া তোমা-লোকৰ নিমিত্তে আমি সাগৰ ফালি তোমালোকক ৰক্ষা কৰিছিলোঁ আৰু ফিৰৌনৰ দলক তোমা-লোকৰ চকুৰ আগতে ডুবাই মাৰিছিলোঁ;

وَاِذْ فَرَقْنَا بِكُمُ الْبَحْرَ فَاَنْجَيْنٰكُمْ وَاَغْرَقْنَآ اٰلَ فِرْعَوْنَ وَاَنْتُمْ تَنْظُرُوْنَ ﴿٥١﴾

(৫২) আৰু মনত পেলোৱাঁ যেতিয়া আমি মুচাৰ নিমিত্তে দুকুৰি নিশা সময় নিৰ্দিষ্ট কৰিছিলোঁ, পিছত তেওঁৰ অনুপস্থিতিত তোমালোকে দামু-ৰিটো সাজিলা, আৰু তোমালোক অন্যায়কাৰী হলা।

وَاِذْ وٰعَدْنَا مُوْسٰٓى اَرْبَعِيْنَ لَيْلَةً ثُمَّ اتَّخَذْتُمُ الْعِجْلَ مِنْۢ بَعْدِهٖ وَاَنْتُمْ ظٰلِمُوْنَ ﴿٥٢﴾

(৫৩) তেতিয়া আমি তোমালোকক তাৰ পিছত ক্ষমা কৰিছিলোঁ, যাতে তোমালোকে কৃতজ্ঞতা প্ৰকাশ কৰাঁ।

ثُمَّ عَفَوْنَا عَنْكُمْ مِّنْۢ بَعْدِ ذٰلِكَ لَعَلَّكُمْ تَشْكُرُوْنَ ﴿٥٣﴾

(৫৪) আৰু মনত পেলোৱাঁ আমি যেতিয়া মুচাক ধৰ্ম্মগ্ৰন্থ আৰু স্বতন্ত্ৰ নিদৰ্শন দান. কৰিছিলোঁ যাতে তোমালোক সুপথগামী হ'ব পাৰা।

وَاِذْ اٰتَيْنَا مُوْسَى الْكِتٰبَ وَالْفُرْقَانَ لَعَلَّكُمْ تَهْتَدُوْنَ ﴿٥٤﴾

(৫৫) আৰু মনত পেলোৱাঁ যেতিয়া মুচাই নিজৰ জাতিক কৈছিল, 'হে মোৰ স্বজাতি! বাস্তৱতে তোমালোকে দামুৰিটো সাজি নিজৰেইহে অন্যায় কৰিছা; এতেকে তোমালোকে নিজৰ সৃষ্টিকৰ্ত্তাৰ

وَاِذْ قَالَ مُوْسٰى لِقَوْمِهٖ يٰقَوْمِ اِنَّكُمْ ظَلَمْتُمْ اَنْفُسَكُمْ بِاتِّخَاذِكُمُ الْعِجْلَ فَتُوْبُوْٓا اِلٰى بَارِئِكُمْ فَاقْتُلُوْٓا اَنْفُسَكُمْ

ذٰلِكُمْ خَيْرٌ لَّكُمْ عِنْدَ بَارِىِٕكُمْ ؕ فَتَابَ عَلَيْكُمْ ؕ اِنَّهٗ هُوَ التَّوَّابُ الرَّحِيْمُ ﴿۵۴﴾

ফাললৈ মু কৰাঁ, আৰু নিজ দলৰ লোকক হত্যা কৰাঁ; তোমালোকৰ সৃষ্টিকৰ্ত্তাৰ ওচৰত সেয়ে তোমালোকৰ পক্ষে মঙ্গলজনক;' তাৰ পিছত তেওঁ তোমালোকৰ প্ৰতি কৃপাদৃষ্টি কৰিলে; বাস্তৱতে তেৱেঁই কৃপাদৃষ্টি কৰোঁতা, পৰম দানশীল।

وَاِذْ قُلْتُمْ يٰمُوْسٰى لَنْ نُّؤْمِنَ لَكَ حَتّٰى نَرَى اللّٰهَ جَهْرَةً فَاَخَذَتْكُمُ الصّٰعِقَةُ وَاَنْتُمْ تَنْظُرُوْنَ ﴿۵۵﴾

(৫৬) আৰু মনত পেলোৱাঁ যেতিয়া তোমা-লোকে কৈছিলা, 'হে মুচা! আল্লাক প্ৰকাশ্যৰূপে নেদেখালৈকে আমি তোমাৰ ওপৰত কোনো মতে বিশ্বাস নকৰোঁ,' ফলত তোমালোকে চাই থাকোঁতেই তোমালোকক বজ্ৰপাতে ধৰিলে।

ثُمَّ بَعَثْنٰكُمْ مِّنْۢ بَعْدِ مَوْتِكُمْ لَعَلَّكُمْ تَشْكُرُوْنَ ﴿۵۶﴾

(৫৭) তেতিয়া তোমালোকৰ মুমুৰ্ষু অৱস্থাৰ পৰা আমি তোমালোকক সচেতন কৰিলোঁ, যাতে তোমালোকে শলাগ লোৱা।

وَظَلَّلْنَا عَلَيْكُمُ الْغَمَامَ وَاَنْزَلْنَا عَلَيْكُمُ الْمَنَّ وَالسَّلْوٰى ؕ كُلُوْا مِنْ طَيِّبٰتِ مَا رَزَقْنٰكُمْ ؕ وَمَا ظَلَمُوْنَا وَلٰكِنْ كَانُوْٓا اَنْفُسَهُمْ يَظْلِمُوْنَ ﴿۵۷﴾

(৫৮) আৰু আমি মেঘৰ দ্বাৰাই তোমালোকক ছাঁ দিয়ালোঁ, আৰু তোমালোকলৈ 'মন্না' আৰু 'চলৱা' নমাই পঠিয়ালোঁ; যিবিলাক বিশুদ্ধ বস্তু আমি তোমালোকক দান কৰিলোঁ তাৰে পৰা খোৱাঁ; আৰু সিহঁতে আমাৰ অন্যায় কৰা নাছিল, বৰং নিজৰেইহে অন্যায় কৰিছিল।

وَاِذْ قُلْنَا ادْخُلُوْا هٰذِهِ الْقَرْيَةَ فَكُلُوْا مِنْهَا حَيْثُ شِئْتُمْ رَغَدًا وَّادْخُلُوا الْبَابَ سُجَّدًا وَّقُوْلُوْا حِطَّةٌ نَّغْفِرْ لَكُمْ خَطٰيٰكُمْ ؕ وَسَنَزِيْدُ الْمُحْسِنِيْنَ ﴿۵۸﴾

(৫৯) আৰু মনত পেলোৱাঁ যেতিয়া আমি কৈছিলোঁ, তোমালোকে এই নগৰত প্ৰৱেশ কৰাঁ, আৰু য'ৰে ইচ্ছা ত'ৰে পৰা যিমান পাৰা খোৱাঁ, আৰু নম্ৰভাৱে দুৱাৰেদি সোমাই কোৱাঁ 'আমাৰ পাপৰ বোজা নমাই দিয়াঁ'; আমি তোমালোকৰ ভ্ৰান্তিবিলাক মাৰ্জ্জনা কৰিম আৰু আমি অৱশ্যে সৎকৰ্ম্মী সকলক প্ৰচুৰ দান কৰিম।

فَبَدَّلَ الَّذِيْنَ ظَلَمُوْا قَوْلًا غَيْرَ الَّذِىْ قِيْلَ لَهُمْ فَاَنْزَلْنَا عَلَى الَّذِيْنَ ظَلَمُوْا رِجْزًا مِّنَ السَّمَآءِ بِمَا

৬০) কিন্তু অন্যায়কাৰীবিলাকে সিহঁতক যি কথাষাৰ কোৱা হৈছিল তাৰ ঠাইত আইন একাষাৰ সলালে এতেকে আমি অন্যায়কাৰীবিলাকলৈ

ع كَانُوْا يَفْسُقُوْنَ ﴿٥٩﴾

আকাশৰ পৰা শাস্তি নমাই পঠিয়াইছিলোঁ, কিয়নো সিবিলাক অবাধ্য হৈছিল।

وَاِذِ اسْتَسْقٰى مُوْسٰى لِقَوْمِهٖ فَقُلْنَا اضْرِبْ بِّعَصَاكَ
الْحَجَرَ ؕ فَانْفَجَرَتْ مِنْهُ اثْنَتَا عَشْرَةَ عَيْنًا ؕ قَدْ
عَلِمَ كُلُّ اُنَاسٍ مَّشْرَبَهُمْ ؕ كُلُوْا وَاشْرَبُوْا مِنْ رِّزْقِ
اللّٰهِ وَلَا تَعْثَوْا فِى الْاَرْضِ مُفْسِدِيْنَ ﴿٦٠﴾

৬১) আৰু যেতিয়া মুচাই তেওঁৰ জাতিৰ নিমিত্তে পানী ভিক্ষা কৰিছিল তেতিয়া আমি কৈছিলোঁ, তোমাৰ লাখুটি ডালেৰে শিলডোখৰত আঘাত কৰাঁ, তেতিয়া তাৰে পৰাই বাৰটি জুৰি বৈ আহিল, প্ৰত্যেক দলেই নিজৰ পানী খোৱা ঠাই বাছি ললে ; আল্লাই যি সম্বল দিছে তাৰে ভোজন আৰু পান কৰাঁ; আৰু পৃথিৱীত শান্তি ভঙ্গ কৰি অন্যায় আচৰণ নকৰিবা।

وَاِذْ قُلْتُمْ يٰمُوْسٰى لَنْ نَّصْبِرَ عَلٰى طَعَامٍ وَّاحِدٍ فَادْعُ
لَنَا رَبَّكَ يُخْرِجْ لَنَا مِمَّا تُنْۢبِتُ الْاَرْضُ مِنْۢ بَقْلِهَا وَ
قِثَّآئِهَا وَ فُوْمِهَا وَعَدَسِهَا وَبَصَلِهَا ؕ قَالَ اَتَسْتَبْدِلُوْنَ
الَّذِىْ هُوَ اَدْنٰى بِالَّذِىْ هُوَ خَيْرٌ ؕ اِهْبِطُوْا مِصْرًا فَاِنَّ
لَكُمْ مَّا سَاَلْتُمْ ؕ وَضُرِبَتْ عَلَيْهِمُ الذِّلَّةُ وَالْمَسْكَنَةُ
وَبَآءُوْ بِغَضَبٍ مِّنَ اللّٰهِ ؕ ذٰلِكَ بِاَنَّهُمْ كَانُوْا يَكْفُرُوْنَ
بِاٰيٰتِ اللّٰهِ وَيَقْتُلُوْنَ النَّبِيّٖنَ بِغَيْرِ الْحَقِّ ؕ ذٰلِكَ بِمَا
ع عَصَوْا وَّكَانُوْا يَعْتَدُوْنَ ﴿٦١﴾

৬২) আৰু যেতিয়া তোমালোকে কৈছিলা, হে মুচা, আমি এবিধ আহাৰেৰে কোনো মতেই সন্তুষ্ট হ'ব নোৱাৰোঁ ; এতেকে তোমাৰ প্ৰভুক আমাৰ হৈ প্ৰাৰ্থনা কৰাঁ, তেওঁ পৃথিৱীয়ে উৎপন্ন কৰা বস্তুৰ কিছুমান যেন আমাৰ নিমিত্তে উৎপাদন কৰে; যেনে—ইয়াৰ শাক-পাচলি, আৰু ইয়াৰ তিয়ঁহ, আৰু ইয়াৰ নহৰু, আৰু ইয়াৰ মছুৰ মাহ, আৰু ইয়াৰ পনৰু ; তেওঁ ক'লে, যি উৎকৃষ্ট তাৰ সলনি যি নিকৃষ্ট তাক তোমালোকে ল'ব খোজানে? কোনো এখন নগৰত সোমোৱা, তেতিয়া তোমালোকে যি খুজিছা তাকে পাবা ; অপমান আৰু দুৰ্দ্দশাৰ দ্বাৰা সিহঁত উৎপীড়িত হ'ল আৰু সিহঁত আল্লাৰ ক্ৰোধভাজন হৈ পৰিল ; তাৰ কাৰণ, সিহঁতে আল্লাৰ নিদৰ্শনবিলাকক অমান্য কৰিছিল আৰু অন্যায় ৰূপে নবীসকলক বধ কৰিবলৈ চেষ্টা কৰিছিল ; কিয়নো সিহঁতে অবাধ্য হৈছিল আৰু সীমা লঙ্ঘন কৰিছিল।

اِنَّ الَّذِيْنَ اٰمَنُوْا وَالَّذِيْنَ هَادُوْا وَالنَّصٰرٰى وَ
الصّٰبِـِٕيْنَ مَنْ اٰمَنَ بِاللّٰهِ وَالْيَوْمِ الْاٰخِرِ وَعَمِلَ

৬৩) বাস্তৱতে বিশ্বাসীসকল আৰু ইহুদীসকল আৰু খ্ৰীষ্টিয়ান সকল আৰু চাবেয়ী সকল— যিসকলে আল্লাত আৰু শেহ দিনত— (ক্ৰিয়া-মতত) বিশ্বাস কৰে আৰু সজ কাম সম্পাদন কৰে, তেওঁলোকৰ নিমিত্তে নিজ প্ৰভুৰ ওচৰত তেওঁ-

صَالِحًا فَلَهُمْ أَجْرُهُمْ عِنْدَ رَبِّهِمْ ۚ وَلَا خَوْفٌ عَلَيْهِمْ وَلَا هُمْ يَحْزَنُونَ ﴿٦٢﴾

লোকৰ পুৰস্কাৰ আছে, আৰু তেওঁলোকৰ কোনো ভয় নাথাকিব আৰু তেওঁলোকে বেজাৰো কৰিব নালাগিব।

وَإِذْ أَخَذْنَا مِيثَاقَكُمْ وَرَفَعْنَا فَوْقَكُمُ الطُّورَ خُذُوا مَا آتَيْنَاكُمْ بِقُوَّةٍ وَاذْكُرُوا مَا فِيهِ لَعَلَّكُمْ تَتَّقُونَ ﴿٦٣﴾

৬৪) আৰু মনত পেলোৱাঁ যেতিয়া আমি তোমালোকৰ পৰা অঙ্গীকাৰ লৈছিলোঁ। আৰু তোমালোকক "ত্বূৰ" পৰ্ব্বতৰ তললৈ আনিছিলোঁ আমি কৈছিলোঁ, তোমালোকক যি দান কৰিছোঁ তাক দৃঢ়ৰূপে গ্ৰহণ কৰিবা আৰু তাত যি শিক্ষা আছে তাক মনত ৰাখিবা, যাতে তোমালোকে ৰক্ষা পাব পাৰা।

ثُمَّ تَوَلَّيْتُمْ مِنْ بَعْدِ ذَٰلِكَ ۖ فَلَوْلَا فَضْلُ اللَّهِ عَلَيْكُمْ وَرَحْمَتُهُ لَكُنْتُمْ مِنَ الْخَاسِرِينَ ﴿٦٤﴾

৬৫) তাৰ পিছত তোমালোক উলটি গলা ; আৰু তোমালোকৰ প্ৰতি আল্লাৰ অনুগ্ৰহ আৰু তেওঁৰ কৰুণা নথকা হ'লে তোমালোক নিশ্চয় ক্ষতিগ্ৰস্ত হ'লা হেঁতেন।

وَلَقَدْ عَلِمْتُمُ الَّذِينَ اعْتَدَوْا مِنْكُمْ فِي السَّبْتِ فَقُلْنَا لَهُمْ كُونُوا قِرَدَةً خَاسِئِينَ ﴿٦٥﴾

৬৬) আৰু বাস্তৱতে তোমালোকৰ ভিতৰৰ যিবিলাকে জিৰণিৰ দিনত (শনিবাৰে) নিয়ম লঙ্ঘন কৰিলে সিহঁতক তোমালোকে চিনি পোৱা, তেতিয়া আমি সিহঁতক কৈছিলোঁ, তহঁত বান্দৰৰ দৰে ঘৃণিত হ।

فَجَعَلْنَاهَا نَكَالًا لِمَا بَيْنَ يَدَيْهَا وَمَا خَلْفَهَا وَمَوْعِظَةً لِلْمُتَّقِينَ ﴿٦٦﴾

৬৭) এই দৰে সিহঁতৰ সমসাময়িক বিলাকৰ আৰু সিহঁতৰ পৰবৰ্ত্তী বিলাকৰ নিমিত্তে এই ঘটনাটোক এটা শিকনি স্বৰূপ কৰিলোঁ, আৰু ধাৰ্ম্মিক সকলৰ নিমত্তে এটা উপদেশস্বৰূপ কৰিলোঁ।

وَإِذْ قَالَ مُوسَىٰ لِقَوْمِهِ إِنَّ اللَّهَ يَأْمُرُكُمْ أَنْ تَذْبَحُوا بَقَرَةً ۖ قَالُوا أَتَتَّخِذُنَا هُزُوًا ۖ قَالَ أَعُوذُ بِاللَّهِ أَنْ أَكُونَ مِنَ الْجَاهِلِينَ ﴿٦٧﴾

৬৮) আৰু মনত পেলোৱাঁ যেতিয়া মুচাই নিজ সম্প্ৰদায়ক কৈছিল, নিশ্চয় আল্লাই তোমালোকক এটা গোবধ কৰিবলৈ আদেশ দিছে, সিহঁতে কৈছিল, তুমি আমাৰ লগত উপহাস কৰিছা নেকি ? তেওঁ ক'লে, মই আল্লাৰ আশ্ৰয় বিচাৰিছোঁ, যাতে মই অজ্ঞান বিলাকৰ লেখত নপৰোঁ।

৬৯) সিহঁতে ক'লে, তুমি আমাৰ হৈ তোমাৰ প্ৰভুৰ ওচৰত প্ৰাৰ্থনা কৰাঁ, যেন তাই কেনেবিধৰ আমাৰ নিমিত্তে তেওঁ স্পষ্টৰূপে ব্যক্ত কৰে ; তেওঁ উত্তৰ দিলে, বাস্তৱতে আল্লাই কৈছে, সেই গৰুজনী বুঢ়ীও নহয়, পোৱালিও নহয়—ইয়াৰ মাজতে মধ্যবয়সৰ ; এতেকে তোমালোকক যি আজ্ঞা কৰা হৈছে তাঁকে পালন কৰাঁ।

قَالُوا ادْعُ لَنَا رَبَّكَ يُبَيِّنْ لَّنَا مَا هِيَ ۚ قَالَ إِنَّهُ يَقُولُ
إِنَّهَا بَقَرَةٌ لَّا فَارِضٌ وَّلَا بِكْرٌ عَوَانٌ بَيْنَ ذَٰلِكَ ۖ
فَافْعَلُوا مَا تُؤْمَرُونَ ﴿٦٩﴾

৭০) সিহঁতে ক'লে, তুমি আমাৰ হৈ তোমাৰ প্ৰভুৰ ওচৰত প্ৰাৰ্থনা কৰা, যেন তাইৰ বৰণ কেনে-কুৱা আমাৰ নিমিত্তে তেওঁ প্ৰকাশ কৰে ; মুচাই ক'লে, তেওঁ কৈছে, বাস্তৱতে তাই এজনী হালধীয়া গৰু, তাইৰ বৰণ বৰ জক্‌মকীয়া, দৰ্শকক তৃপ্তি দিয়ে।

قَالُوا ادْعُ لَنَا رَبَّكَ يُبَيِّنْ لَّنَا مَا لَوْنُهَا ۚ قَالَ إِنَّهُ يَقُولُ
إِنَّهَا بَقَرَةٌ صَفْرَاءُ فَاقِعٌ لَّوْنُهَا تَسُرُّ النَّاظِرِينَ ﴿٧٠﴾

৭১) সিহঁতে ক'লে, তুমি আমাৰ হৈ তোমাৰ প্ৰভুৰ ওচৰত প্ৰাৰ্থনা কৰাঁ, যেন তাই কেনেকুৱা গৰু আমাৰ নিমিত্তে তেওঁ মুকলিকৈ কয় ; কিয়নো আমাৰ চকুত সকলো গৰু একে যেন লাগে ; আৰু আল্লাই ইচ্ছা কৰিলে আমি নিশ্চয় সুপথগামী হম।

قَالُوا ادْعُ لَنَا رَبَّكَ يُبَيِّنْ لَّنَا مَا هِيَ إِنَّ الْبَقَرَ تَشَابَهَ
عَلَيْنَا ۖ وَإِنَّا إِن شَاءَ اللَّهُ لَمُهْتَدُونَ ﴿٧١﴾

৭২) তেওঁ ক'লে, আল্লাই কৈছে, এই গৰুজনীক পথাৰত হাল বাবলৈ আৰু খেতিত পানী দিবলৈ বন লগোৱা হোৱা নাই ; তাই পূৰ্ণাঙ্গী আৰু তাইৰ গাত কোনো দাগ নাই ; সিহঁতে ক'লে, এতিয়াহে তুমি সত্য কথা কৈছা ; তেতিয়া সিহঁতে গৰুজনীক বধ কৰিলে, যদিও সিহঁতৰ তেনে কৰিবৰ ইচ্ছা নাছিল !

قَالَ إِنَّهُ يَقُولُ إِنَّهَا بَقَرَةٌ لَّا ذَلُولٌ تُثِيرُ الْأَرْضَ
وَلَا تَسْقِي الْحَرْثَ مُسَلَّمَةٌ لَّا شِيَةَ فِيهَا ۚ قَالُوا الْآنَ
جِئْتَ بِالْحَقِّ ۚ فَذَبَحُوهَا وَمَا كَادُوا يَفْعَلُونَ ﴿٧٢﴾

৭৩) আৰু মনত পেলোৱাঁ যেতিয়া তোমা-লোকে কোনো এজন মানুহক হত্যা কৰিছিলা আৰু সেই বিষয়ে তোমালোকে নিজৰ ভিতৰত বিবাদ কৰিছিলা ; আৰু তোমালোকে যি গোপন কৰিছিলা আল্লাই তাক প্ৰকাশ কৰিছিল।

وَإِذْ قَتَلْتُمْ نَفْسًا فَادَّارَأْتُمْ فِيهَا ۖ وَاللَّهُ مُخْرِجٌ مَّا
كُنتُمْ تَكْتُمُونَ ﴿٧٣﴾

৭৪) তেতিয়া আমি কৈছিলোঁ, ইজনক সিজনৰ নিমিত্তে দণ্ড দিয়াঁ ; এই দৰে আল্লাই মৃতকক জীৱন দান দিয়ে আৰু তেওঁৰ নিদৰ্শনবিলাক তোমালোকক দেখুৱায়, যাতে তোমালোকে বুজিব পাৰা।

فَقُلْنَا اضْرِبُوْهُ بِبَعْضِهَا ۚ كَذٰلِكَ يُحْيِ اللّٰهُ الْمَوْتٰى ۙ وَيُرِيْكُمْ اٰيٰتِهٖ لَعَلَّكُمْ تَعْقِلُوْنَ ۝

৭৫) তেতিয়া তোমালোকৰ অন্তঃকৰণ তাৰ পিছতো কঠিন হ'ল, আৰু সেইবিলাক শিলৰ নিচিনা বা তাতোকৈ বেছি কঠিনহে হৈ পৰিল; কিয়নো, বাস্তৱতে কিছুমান শিল আছে যাৰ পৰা জুৰি বৈ যায়; আৰু বাস্তৱতে তাৰ ভিতৰতো আৰু কিছুমান আছে, যি ফাটি যায় আৰু তাৰ পৰা পানী ওলাই আহে; আৰু বাস্তৱতে তাৰ ভিতৰতে আৰু কিছুমান শিল আছে যিবিলাক আল্লাৰ ভয়ত বাগৰি পৰে; বাস্তৱতে তোমালোকে যি কৰা আল্লা তালৈ আওকণীয়া নহয়।

ثُمَّ قَسَتْ قُلُوْبُكُمْ مِّنْۢ بَعْدِ ذٰلِكَ فَهِيَ كَالْحِجَارَةِ اَوْ اَشَدُّ قَسْوَةً ۗ وَاِنَّ مِنَ الْحِجَارَةِ لَمَا يَتَفَجَّرُ مِنْهُ الْاَنْهٰرُ ۗ وَاِنَّ مِنْهَا لَمَا يَشَّقَّقُ فَيَخْرُجُ مِنْهُ الْمَآءُ ۗ وَاِنَّ مِنْهَا لَمَا يَهْبِطُ مِنْ خَشْيَةِ اللّٰهِ ۗ وَمَا اللّٰهُ بِغَافِلٍ عَمَّا تَعْمَلُوْنَ ۝

৭৬) কি! সিহঁতে তোমালোকৰ কথা বিশ্বাস কৰিব বুলি আশা কৰানে? যিস্থলত সিহঁতৰ ভিতৰৰ একশ্ৰেণীয়ে আল্লাৰ বাণী শুনিলে, আৰু তাক বুজিও সিহঁতে তাৰ বিকৃত অৰ্থ কৰিলে; অথচ (এই সকলো) সিহঁতে জানিছিল।

اَفَتَطْمَعُوْنَ اَنْ يُّؤْمِنُوْا لَكُمْ وَقَدْ كَانَ فَرِيْقٌ مِّنْهُمْ يَسْمَعُوْنَ كَلٰمَ اللّٰهِ ثُمَّ يُحَرِّفُوْنَهٗ مِنْۢ بَعْدِ مَا عَقَلُوْهُ وَهُمْ يَعْلَمُوْنَ ۝

৭৭) আৰু যেতিয়া সিহঁতে বিশ্বাসীসকলক লগ পায়, সিহঁতে কয়, আমি বিশ্বাস কৰোঁ, আৰু যেতিয়া গোপনে ইটোৱে সিটোক লগ পায়, সিহঁতে কয়, কি! আল্লাই তোমালোকক যি ব্যক্ত কৰি দিছে তাক সিহঁতক কৈ দিছানে, যাৰ দ্বাৰা তোমালোকৰ প্ৰভুৰ ওচৰত সিহঁতে তোমালোকক দোষাৰোপ কৰিব পাৰে? তোমালোকে তেনেহ'লে নুবুজানে?

وَاِذَا لَقُوا الَّذِيْنَ اٰمَنُوْا قَالُوْٓا اٰمَنَّا ۚ وَاِذَا خَلَا بَعْضُهُمْ اِلٰى بَعْضٍ قَالُوْٓا اَتُحَدِّثُوْنَهُمْ بِمَا فَتَحَ اللّٰهُ عَلَيْكُمْ لِيُحَآجُّوْكُمْ بِهٖ عِنْدَ رَبِّكُمْ ۗ اَفَلَا تَعْقِلُوْنَ ۝

৭৮) সিহঁতে নেজানেনে, সিহঁতে যি গোপনে ৰাখে আৰু যি প্ৰকাশ কৰে সি আল্লাৰ অবিদিত নহয়?

اَوَلَا يَعْلَمُوْنَ اَنَّ اللّٰهَ يَعْلَمُ مَا يُسِرُّوْنَ وَمَا يُعْلِنُوْنَ ۝

৭৯) আৰু সিহঁতৰ ভিতৰৰ কিছুমান অশিক্ষিত আছে যিবিলাকে সিহঁতৰ পুথিখন বৃথা মনোৰথৰ বাহিৰে একো বুলি নাভাবে; আৰু সিহঁতে কেৱল অনুমান হে কৰে।

وَمِنْهُمْ أُمِّيُّونَ لَا يَعْلَمُونَ الْكِتٰبَ إِلَّآ أَمَانِيَّ وَإِنْ هُمْ إِلَّا يَظُنُّونَ ﴿٧٩﴾

৮০) ধিক্ সেইবিলাকক, যিবিলাকে নিজ হাতেৰে পুথি লিখে আৰু পিছত কয়, এইখন আল্লাৰ পৰা আহিছে, যাতে তাক সিহঁতে কিঞ্চিৎ মূল্যত বেচিব পাৰে; আৰু সিহঁতৰ হাতেৰে যি লিখে তাৰ নিমিত্তে সিহঁতক ধিক্; আৰু সিহঁতে যি উপাৰ্জ্জন কৰে তাৰ নিমিত্তেও সিহঁতক ধিক্!

فَوَيْلٌ لِّلَّذِينَ يَكْتُبُونَ الْكِتٰبَ بِأَيْدِيهِمْ ثُمَّ يَقُولُونَ هٰذَا مِنْ عِنْدِ اللّٰهِ لِيَشْتَرُوا بِهِ ثَمَنًا قَلِيلًا فَوَيْلٌ لَّهُمْ مِّمَّا كَتَبَتْ أَيْدِيهِمْ وَوَيْلٌ لَّهُمْ مِّمَّا يَكْسِبُونَ ﴿٨٠﴾

৮১) আৰু সিহঁতে কয়, দিনচেৰেকৰ উপৰি সেই অগ্নিয়ে আমাক স্পৰ্শ নকৰিব; কোৱাঁ, আল্লাৰ পৰা তোমালোকে কিবা অঙ্গীকাৰ পাইছানে? তেনেহ'লে নিশ্চয় আল্লাই তেওঁৰ অঙ্গীকাৰ ভঙ্গ নকৰিব; কি! আল্লাৰ বিপক্ষে তোমালোকে এনেকুৱা কথা কোৱানে যি তোমালোকে নাজানা?

وَقَالُوا لَنْ تَمَسَّنَا النَّارُ إِلَّآ أَيَّامًا مَّعْدُودَةً قُلْ أَتَّخَذْتُمْ عِنْدَ اللّٰهِ عَهْدًا فَلَنْ يُّخْلِفَ اللّٰهُ عَهْدَهُ أَمْ تَقُولُونَ عَلَى اللّٰهِ مَا لَا تَعْلَمُونَ ﴿٨١﴾

৮২) হয়, যি অধৰ্ম্ম অৰ্জ্জন কৰে আৰু নিজৰ পাপে যাক বেৰি আছে, সেইবিলাকেই অগ্নিৰ নিবাসী; সিহঁত তাতেই স্থায়ীৰূপে বসতি কৰিব।

بَلٰى مَنْ كَسَبَ سَيِّئَةً وَّأَحَاطَتْ بِهِ خَطِيٓئَتُهُ فَأُولٰٓئِكَ أَصْحٰبُ النَّارِ هُمْ فِيهَا خٰلِدُونَ ﴿٨٢﴾

৮৩) কিন্তু যিসকলে বিশ্বাস কৰে আৰু সজ কাম কৰে, সেই সকলেই স্বৰ্গবাসী: তাতেই তেওঁলোকে স্থায়ীৰূপে বসতি কৰিব।

وَالَّذِينَ آمَنُوا وَعَمِلُوا الصّٰلِحٰتِ أُولٰٓئِكَ أَصْحٰبُ الْجَنَّةِ هُمْ فِيهَا خٰلِدُونَ ﴿٨٣﴾

৮৪) আৰু যেতিয়া আমি ইস্ৰাইলৰ সন্তান-সন্ততিৰ পৰা অঙ্গীকাৰ গ্ৰহণ কৰিছিলোঁ, তোমা-লোকে আল্লাৰ বাহিৰে কাৰো আৰাধনা নকৰিবা, আৰু তোমালোকৰ পিতা মাতা আৰু জ্ঞাতি কুটুম আৰু মাউৰা আৰু দৰিদ্ৰৰ মঙ্গল সাধন কৰিবা, আৰু মানুহৰ লগত সজ কথা কবা আৰু নমাজৰ অনুষ্ঠান কৰিবা, আৰু জকাত দান কৰিবা, তেতিয়া তোমালোকৰ কেইজনমানৰ বাহিৰে

وَإِذْ أَخَذْنَا مِيثَاقَ بَنِيٓ إِسْرَآءِيلَ لَا تَعْبُدُونَ إِلَّا اللّٰهَ وَبِالْوَالِدَيْنِ إِحْسَانًا وَّذِي الْقُرْبٰى وَالْيَتٰمٰى وَالْمَسٰكِينِ وَقُولُوا لِلنَّاسِ حُسْنًا وَّأَقِيمُوا الصَّلٰوةَ وَآتُوا الزَّكٰوةَ ثُمَّ تَوَلَّيْتُمْ إِلَّا قَلِيلًا مِّنْكُمْ وَأَنْتُمْ

مُّعْرِضُونَ ۝٨٣

তোমালোক উলটি গলা আৰু তোমালোকে (এতিয়াও) বিমুখ হোৱা।

وَإِذْ أَخَذْنَا مِيثَاقَكُمْ لَا تَسْفِكُونَ دِمَاءَكُمْ وَلَا
تُخْرِجُونَ أَنفُسَكُم مِّن دِيَارِكُمْ ثُمَّ أَقْرَرْتُمْ وَأَنتُمْ
تَشْهَدُونَ ۝٨٤

৮৫) আৰু যেতিয়া আমি তোমালোকৰ পৰা অঙ্গীকাৰ গ্ৰহণ কৰিছিলোঁ যে তোমালোকে পৰস্পৰে ৰক্তপাত নকৰিবা আৰু নিজৰ মানুহক বাসস্থানৰ পাৰা উলিয়াই নিদিবা; তেতিয়া তোমালোকে প্ৰতিজ্ঞা কৰিলা আৰু তোমালোকেই তাৰ সাক্ষী আছিলা।

ثُمَّ أَنتُمْ هَٰؤُلَاءِ تَقْتُلُونَ أَنفُسَكُمْ وَتُخْرِجُونَ فَرِيقًا
مِّنكُم مِّن دِيَارِهِمْ تَظَاهَرُونَ عَلَيْهِم بِالْإِثْمِ
وَالْعُدْوَانِ وَإِن يَأْتُوكُمْ أُسَارَىٰ تُفَادُوهُمْ وَهُوَ
مُحَرَّمٌ عَلَيْكُمْ إِخْرَاجُهُمْ ۚ أَفَتُؤْمِنُونَ بِبَعْضِ
الْكِتَابِ وَتَكْفُرُونَ بِبَعْضٍ ۚ فَمَا جَزَاءُ مَن يَفْعَلُ
ذَٰلِكَ مِنكُمْ إِلَّا خِزْيٌ فِي الْحَيَاةِ الدُّنْيَا ۖ وَيَوْمَ الْقِيَامَةِ
يُرَدُّونَ إِلَىٰ أَشَدِّ الْعَذَابِ ۗ وَمَا اللَّهُ بِغَافِلٍ عَمَّا
تَعْمَلُونَ ۝٨٥

৮৬) অথচ তোমালোকেই নিজৰ মানুহক হত্যা কৰা আৰু নিজ সম্প্ৰদায়ৰ এদলক সিহঁতৰ বাসস্থানৰ পৰা উলিয়াই দিয়া; পাপ আৰু বিদ্ৰোহৰ দ্বাৰা সিহঁতৰ বিপক্ষে ইজনে সিজনক সহায় কৰা; আৰু সিহঁত তোমালোকৰ ওচৰলৈ বন্দী হৈ আহিলে তোমালোকে মোচনমূল্য দি সিহঁতক মুক্ত কৰা, অথচ সিহঁতক উলিয়াই দিয়াটো তোমালোকৰ পক্ষে অবৈধ আছিল; তোমালোকে তেনেহ'লে ধৰ্ম্মগ্ৰন্থখনৰ একাংশত বিশ্বাস কৰা আৰু আন অংশত অবিশ্বাস কৰানে? তোমালোকৰ ভিতৰত যি এনেকুৱা কৰে তাৰ পাৰ্থিৱ জীৱনত লাঞ্ছনা ভিন্ন আৰু কি প্ৰতিদান আছে? আৰু পুনৰুত্থানৰ দিনত সিহঁতক কঠোৰ শাস্তিলৈহে নিয়া হ'ব আৰু তোমালোকে যি কাৰ্য্য কৰা সি আল্লাৰ অবিদিত নহয়।

أُولَٰئِكَ الَّذِينَ اشْتَرَوُا الْحَيَاةَ الدُّنْيَا بِالْآخِرَةِ ۖ فَلَا
ع يُخَفَّفُ عَنْهُمُ الْعَذَابُ وَلَا هُمْ يُنصَرُونَ ۝٨٦

৮৭) ইহঁতেইহে পৰকাল সলনি দি ইহকালৰ জীৱন কিনি লৈছে; এতেকে সিহঁতৰ শাস্তি লঘু কৰা নহ'ব আৰু সিহঁতক সহায়ো কৰা নহ'ব।

وَلَقَدْ آتَيْنَا مُوسَى الْكِتَابَ وَقَفَّيْنَا مِن بَعْدِهِ بِالرُّسُلِ ۖ
وَآتَيْنَا عِيسَى ابْنَ مَرْيَمَ الْبَيِّنَاتِ وَأَيَّدْنَاهُ بِرُوحِ الْقُدُسِ ۗ

৮৮) আৰু বাস্তৱিকতে আমি মুচাক ধৰ্ম্মপুথি দান কৰিছিলোঁ আৰু তেওঁৰ পিছতো একাদিক্ৰমে আমি ৰচুলসকলক প্ৰেৰণ কৰিছিলোঁ আৰু আমি মৰ্য়মৰ পুত্ৰ ঈচাক প্ৰত্যক্ষ প্ৰমাণসমূহ দান কৰিছিলোঁ, আৰু (নিজ) পৱিত্ৰ বাণীৰে তেওঁক সহায়

أَفَكُلَّمَا جَاءَكُمْ رَسُولٌ بِمَا لَا تَهْوَىٰ أَنفُسُكُمُ اسْتَكْبَرْتُمْ فَفَرِيقًا كَذَّبْتُمْ وَفَرِيقًا تَقْتُلُونَ ﴿٨٧﴾

কৰিছিলোঁ; যেতিয়াই কোনো এজন ৰচুলে তোমালোকৰ অন্তঃকৰণে যি বাঞ্ছা নকৰে তাক লৈ তোমালোকৰ ওচৰলৈ আহিছিল (তেতিয়াই) তোমালোকে দম্ভ কৰিছিলা আৰু এক শ্ৰেণীক মিছলীয়া বুলি অমান্য কৰিছিলা আৰু আনশ্ৰেণীক হত্যা কৰিছিলা।

وَقَالُوا قُلُوبُنَا غُلْفٌ ۚ بَل لَّعَنَهُمُ اللَّهُ بِكُفْرِهِمْ فَقَلِيلًا مَّا يُؤْمِنُونَ ﴿٨٨﴾

৮৯) আৰু সিহঁতে ক'লে, আমাৰ অন্তৰ আবৃত; নহয় সিহঁতৰ অবিশ্বাসৰ বাবে আল্লাই সিহঁতক আঁতৰালে; আৰু সিহঁতৰ বিশ্বাস নিচেই অলপীয়া।

وَلَمَّا جَاءَهُمْ كِتَابٌ مِّنْ عِندِ اللَّهِ مُصَدِّقٌ لِّمَا مَعَهُمْ وَكَانُوا مِن قَبْلُ يَسْتَفْتِحُونَ عَلَى الَّذِينَ كَفَرُوا فَلَمَّا جَاءَهُم مَّا عَرَفُوا كَفَرُوا بِهِ ۚ فَلَعْنَةُ اللَّهِ عَلَى الْكَافِرِينَ ﴿٨٩﴾

৯০) যদিও তেওঁলোকে অবিশ্বাসীবিলাকক (ধৰ্ম্ম পুথিৰ পৰা) খুলি দেখুৱাইছিল, তথাপি সিহঁতৰ ধৰ্ম্ম পুথিৰ সত্যতা সমৰ্থন কৰা পুথিখন যেতিয়া আল্লাৰ পৰা সিহঁতলৈ আহিল আৰু যেতিয়া সিহঁতে চিনি পোৱা (সত্য) আহিল, সিহঁতে নিজেই ইয়াত অবিশ্বাস কৰিলে, সেইবাবে অবিশ্বাসীবিলাকৰ ওপৰত আল্লাৰ অভিসম্পাত পৰে।

بِئْسَمَا اشْتَرَوْا بِهِ أَنفُسَهُمْ أَن يَكْفُرُوا بِمَا أَنزَلَ اللَّهُ بَغْيًا أَن يُنَزِّلَ اللَّهُ مِن فَضْلِهِ عَلَىٰ مَن يَشَاءُ مِنْ عِبَادِهِ ۖ فَبَاءُوا بِغَضَبٍ عَلَىٰ غَضَبٍ ۚ وَلِلْكَافِرِينَ عَذَابٌ مُّهِينٌ ﴿٩٠﴾

৯১) যি বিনিময়ৰ সলনি সিহঁতে সিহঁতৰ আত্মা বেচিছে সি কেনে নিকৃষ্ট। আল্লাই যি নমাই পঠিয়াইছিল তাত সিহঁতে হিংসা কৰি অবিশ্বাস কৰিছিল, কাৰণ আল্লাই তেওঁৰ ভৃত্যবিলাকৰ ভিতৰত যালৈকে ইচ্ছা তালৈকে তেওঁৰ অনুগ্ৰহ নমাই পঠিয়াইছিল, এতেকে সিহঁত ক্ৰোধৰ উপৰি ক্ৰোধৰ পাত্ৰ হ'ল; আৰু অবিশ্বাসীবিলাকৰ কাৰণে অপমানজনক শাস্তি আছে।

وَإِذَا قِيلَ لَهُمْ آمِنُوا بِمَا أَنزَلَ اللَّهُ قَالُوا نُؤْمِنُ بِمَا أُنزِلَ عَلَيْنَا وَيَكْفُرُونَ بِمَا وَرَاءَهُ وَهُوَ الْحَقُّ

৯২) আৰু সিহঁতক যেতিয়া কোৱা হয়, আল্লাই যি নমাই পঠিয়াইছে তাত বিশ্বাস কৰাঁ, সিহঁতে কয়, আমালৈ যি নমাই পঠোৱা হৈছে তাত আমি বিশ্বাস কৰোঁ, আৰু ইয়াৰ বাহিৰে আনত (কোৰ্-আন্‌ত) সিহঁতে অবিশ্বাস কৰে; অথচ

ইয়েই সিহঁতৰ ধৰ্ম্মপুথিৰ সমৰ্থন কৰা সত্য; কোৱাঁ, কিয়নো তেনেহ'লে তোমালোকে ইয়াৰ আগেয়ে নবী সকলক হত্যা কৰিবলৈ চেষ্টা কৰিছিলা, যদি তোমালোক বিশ্বাসীয়েই আছিলা ?

مُصَدِّقًا لِّمَا مَعَهُمْ ۗ قُلْ فَلِمَ تَقْتُلُوْنَ اَنْۢبِيَآءَ اللّٰهِ
مِنْ قَبْلُ اِنْ كُنْتُمْ مُّؤْمِنِيْنَ ﴿٩١﴾

৯৩) আৰু বাস্তৱতে মুচা প্ৰত্যক্ষ প্ৰমাণবিলাকৰ সৈতে তোমালোকৰ ওচৰলৈ আহিছিল, তেতিয়া তেওঁৰ অনুপস্থিতিত তোমালোকে অন্যায়কাৰী হৈ দামুৰিটো সাজিলা।

وَلَقَدْ جَآءَكُمْ مُّوْسٰى بِالْبَيِّنٰتِ ثُمَّ اتَّخَذْتُمُ الْعِجْلَ
مِنْۢ بَعْدِهٖ وَاَنْتُمْ ظٰلِمُوْنَ ﴿٩٢﴾

৯৪) আৰু যেতিয়া আমি তোমালোকৰ পৰা অঙ্গীকাৰ গ্ৰহণ কৰিছিলোঁ আৰু তোমালোকক 'তুৰ' পৰ্ব্বতৰ তললৈ আনিছিলোঁ (আৰু কৈছিলোঁ) আমি তোমালোকক যি প্ৰদান কৰিছোঁ তাক দৃঢ়কৈ ধৰাঁ, আৰু কাণ কৰাঁ; সিহঁতে ক'লে, আমি শুনিলোঁ আৰু অবাধ্য হলোঁ; সিহঁতৰ অবিশ্বাসৰ কাৰণে দামুৰিটোৰ পূজাৰ ভাব সিহঁতৰ হৃদয়ত সুমুওৱা হ'ল; কোৱাঁ, তোমালোকৰ বিশ্বাসে তোমালোকক নিকৃষ্ট বস্তুৰ আদেশ দিছে, যদিহে তোমালোক বিশ্বাসী হোৱা!

وَاِذْ اَخَذْنَا مِيْثَاقَكُمْ وَرَفَعْنَا فَوْقَكُمُ الطُّوْرَ ۗ خُذُوْا
مَآ اٰتَيْنٰكُمْ بِقُوَّةٍ وَّاسْمَعُوْا ۗ قَالُوْا سَمِعْنَا وَعَصَيْنَا ٭
وَاُشْرِبُوْا فِيْ قُلُوْبِهِمُ الْعِجْلَ بِكُفْرِهِمْ ۗ قُلْ بِئْسَمَا
يَاْمُرُكُمْ بِهٖٓ اِيْمَانُكُمْ اِنْ كُنْتُمْ مُّؤْمِنِيْنَ ﴿٩٣﴾

৯৫) কোৱাঁ, যদি পৰকালত আল্লাৰ লগত নিবাস কেৱল তোমালোকৰ নিমিত্তেইহে, অইন মানুহৰ নহয়, তেন্তে মৃত্যু বাঞ্ছা কৰা, যদিহে তোমালোক সত্যবাদী হোৱা।

قُلْ اِنْ كَانَتْ لَكُمُ الدَّارُ الْاٰخِرَةُ عِنْدَ اللّٰهِ خَالِصَةً مِّنْ
دُوْنِ النَّاسِ فَتَمَنَّوُا الْمَوْتَ اِنْ كُنْتُمْ صٰدِقِيْنَ ﴿٩٤﴾

৯৬) কিন্তু সিহঁতে আগেয়ে যি কাৰ্য্য কৰিছিল তাৰ বাবে কেতিয়াও সিহঁতে মৃত্যু বাঞ্ছা নকৰে; আৰু আল্লাই অন্যায়কাৰী বিলাকক সম্পূৰ্ণৰূপে জানে।

وَلَنْ يَّتَمَنَّوْهُ اَبَدًاۢ بِمَا قَدَّمَتْ اَيْدِيْهِمْ ۗ وَاللّٰهُ
عَلِيْمٌۢ بِالظّٰلِمِيْنَ ﴿٩٥﴾

৯৭) আৰু নিশ্চয় তুমি সকলো মানুহতকৈ সিহঁতক জীৱনৰ প্ৰতি বেছি আক্ৰোশ থকা দেখিবলৈ পাবা, যিবিলাকে আনক আল্লাৰ সমান কৰে সিহঁততকৈও বেছি; সিহঁতৰ প্ৰত্যেকেই ইচ্ছা

وَلَتَجِدَنَّهُمْ اَحْرَصَ النَّاسِ عَلٰى حَيٰوةٍ ۚ وَمِنَ الَّذِيْنَ
اَشْرَكُوْا ۚ يَوَدُّ اَحَدُهُمْ لَوْ يُعَمَّرُ اَلْفَ سَنَةٍ ۚ وَمَا هُوَ

بِمُزَحْزِحِهٖ مِنَ الْعَذَابِ اَنْ يُّعَمَّرَ ۗ وَاللّٰهُ بَصِيْرٌ ۢ
ع بِمَا يَعْمَلُوْنَ ۝٩٦

কৰে যেন তাক এহেজাৰ বছৰ জীয়াই ৰখা হয়, কিন্তু তাক সিমান দিন জীয়াই ৰখা হ'লেও ই শাস্তিৰ হাতৰ পৰা তাক এৰুৱাব নোৱাৰিব; সিহঁতে যি কৰে আল্লাই তাক নিৰীক্ষণ কৰে।

قُلْ مَنْ كَانَ عَدُوًّا لِّجِبْرِيْلَ فَاِنَّهٗ نَزَّلَهٗ عَلٰى قَلْبِكَ
بِاِذْنِ اللّٰهِ مُصَدِّقًا لِّمَا بَيْنَ يَدَيْهِ وَهُدًى وَّبُشْرٰى
لِلْمُؤْمِنِيْنَ ۝٩٧

৯৮) কোৱাঁ, কোননো যিব্ৰীলৰ শত্ৰু? কিয়নো বাস্তৱতে তেৱেঁই আল্লাৰ আদেশত ইয়াক (কোৰ্-আনক) ইয়াৰ আগেয়ে অহা সত্যতাৰ সমৰ্থক কৰি আৰু পথপ্ৰদৰ্শন আৰু বিশ্বাসী-সকলৰ নিমিত্তে আনন্দৰ বাৰ্ত্তা স্বৰূপে তোমাৰ অন্তঃকৰণলৈ নমাইছিল;

مَنْ كَانَ عَدُوًّا لِّلّٰهِ وَمَلٰٓئِكَتِهٖ وَرُسُلِهٖ وَجِبْرِيْلَ
وَمِيْكٰىلَ فَاِنَّ اللّٰهَ عَدُوٌّ لِّلْكٰفِرِيْنَ ۝٩٨

৯৯) আল্লাৰ আৰু তেওঁৰ ফিৰিশতাবিলাকৰ আৰু তেওঁৰ ৰচুলসকলৰ আৰু যিব্ৰীলৰ আৰু মিকাইলৰ যিবিলাক শত্ৰু, নিশ্চয় আল্লা তেনে অবিশ্বাসীবিলাকৰ শত্ৰু।

وَلَقَدْ اَنْزَلْنَآ اِلَيْكَ اٰيٰتٍۢ بَيِّنٰتٍ ۚ وَمَا يَكْفُرُ بِهَآ اِلَّا
الْفٰسِقُوْنَ ۝٩٩

১০০) আৰু বাস্তৱিকতে আমি তোমালৈ প্ৰত্যক্ষ নিদৰ্শনসমূহ নমাই পঠিয়াইছোঁ, আৰু অবাধ্য-বিলাকৰ বাহিৰে সেইবিলাকক কোনেও অমান্য কৰিব নোৱাৰে।

اَوَكُلَّمَا عٰهَدُوْا عَهْدًا نَّبَذَهٗ فَرِيْقٌ مِّنْهُمْ ۭ بَلْ
اَكْثَرُهُمْ لَا يُؤْمِنُوْنَ ۝١٠٠

১০১) কি! যেতিয়াই সিহঁতে কোনো অঙ্গীকাৰ কৰে সিহঁতৰ মাজৰ এদলে ইয়াক দলিয়াই পেলায়? নহয়, সিহঁতৰ সৰহভাগেই বিশ্বাস নকৰে।

وَلَمَّا جَآءَهُمْ رَسُوْلٌ مِّنْ عِنْدِ اللّٰهِ مُصَدِّقٌ لِّمَا
مَعَهُمْ نَبَذَ فَرِيْقٌ مِّنَ الَّذِيْنَ اُوْتُوا الْكِتٰبَ ۙ كِتٰبَ
اللّٰهِ وَرَآءَ ظُهُوْرِهِمْ كَاَنَّهُمْ لَا يَعْلَمُوْنَ ۝١٠١

১০২) সিহঁতৰ ধৰ্ম্মপুথিৰ সমৰ্থক হৈ যেতিয়া সিহঁতৰ ওচৰলৈ আল্লাৰ পৰা এজন ৰচুল আহি-ছিল তেতিয়া যিবিলাকক পুথি দিয়া হৈছিল সিহঁতৰ এদলে আল্লাৰ ধৰ্ম্মগ্ৰন্থ সিহঁতৰ পিঠিৰ পিছলৈ দলিয়াই পেলাইছিল, যেন সিহঁতে একো নাজানিছিল।

وَاتَّبَعُوْا مَا تَتْلُوا الشَّيٰطِيْنُ عَلٰى مُلْكِ سُلَيْمٰنَ ۚ وَ

১০৩) আৰু চুলেমানৰ ৰাজত্বকালত (আল্লাৰ)

مَا كَفَرَ سُلَيْمٰنُ وَلٰكِنَّ الشَّيٰطِيْنَ كَفَرُوْا يُعَلِّمُوْنَ
النَّاسَ السِّحْرَ وَمَآ اُنْزِلَ عَلَى الْمَلَكَيْنِ بِبَابِلَ
هَارُوْتَ وَمَارُوْتَ وَمَا يُعَلِّمٰنِ مِنْ اَحَدٍ حَتّٰى
يَقُوْلَآ اِنَّمَا نَحْنُ فِتْنَةٌ فَلَا تَكْفُرْ فَيَتَعَلَّمُوْنَ مِنْهُمَا
مَا يُفَرِّقُوْنَ بِهٖ بَيْنَ الْمَرْءِ وَزَوْجِهٖ وَمَا هُمْ بِضَآرِّيْنَ
بِهٖ مِنْ اَحَدٍ اِلَّا بِاِذْنِ اللّٰهِ وَيَتَعَلَّمُوْنَ مَا يَضُرُّهُمْ
وَلَا يَنْفَعُهُمْ وَلَقَدْ عَلِمُوْا لَمَنِ اشْتَرٰىهُ مَا لَهٗ فِى
الْاٰخِرَةِ مِنْ خَلَاقٍ وَلَبِئْسَ مَا شَرَوْا بِهٖٓ اَنْفُسَهُمْ
لَوْ كَانُوْا يَعْلَمُوْنَ ﴿١٠٢﴾

বিদ্ৰোহীবিলাকে যি শিক্ষা কৰিছিল সিহঁতেও তাৰেই অনুসৰণ কৰিছিল; আৰু চুলেমান অবিশ্বাসী নাছিল; কিন্তু (আল্লাৰ) বিদ্ৰোহীবিলাক হে, মানুহক বুদ্ধি হৰণকাৰী বিদ্যা আৰু কৌশল শিকাই অবিশ্বাসী হৈছিল; আৰু বেবিলনত 'হাৰুত' আৰু 'মাৰুত' নামে দুজন ফিৰিশ্তালৈ যি পঠিওৱা হৈছিল (তাক সিহঁতে অনুসৰণ কৰিছিল), আৰু তেওঁলোকে কাকো (কথা) নিশিকাইছিল যেতিয়ালৈকে তেওঁলোকে নকৈছিল, আমি এটা পৰীক্ষাৰ কাৰণ মাথোন; এতেকে অবিশ্বাস নকৰিবা; পিছত সিহঁতে তেওঁলোকৰ পৰা এনে বিদ্যা শিকিলে যে তাৰে সিহঁতে মানুহ আৰু তাৰ সঙ্গিনীৰ মাজত ভেদভাব জন্মাইছিল, কিন্তু সিহঁতে আল্লাৰ বিনা-আদেশ তাৰে কাৰো অনিষ্টসাধন কৰিব নোৱাৰিছিল, কিন্তু যি সিহঁতৰ অনিষ্টসাধন কৰে আৰু তাৰ পৰা নিজৰ কোনো লাভ নহয় তাকেই সিহঁতে শিক্ষা কৰিছিল; আৰু বাস্তৱিকতে সিহঁতে জানিছিল, যি ইয়াক অৰ্জ্জন কৰে পৰকালত নিশ্চয় সি কোনো অংশ নাপাব; আৰু বাস্তৱিকে নিকৃষ্ট বস্তুৰ নিমিত্তেহে সিহঁতে নিজৰ আত্মাকো বেচিছে; সিহঁতৰ যদি জ্ঞান থাকিল হেঁতেন!

وَلَوْ اَنَّهُمْ اٰمَنُوْا وَاتَّقَوْا لَمَثُوْبَةٌ مِّنْ عِنْدِ اللّٰهِ خَيْرٌ
ع لَوْ كَانُوْا يَعْلَمُوْنَ ﴿١٠٣﴾

১০৪) আৰু যদি সিহঁতে বিশ্বাস কৰিলেহেঁতেন আৰু পাপৰ পৰা নিজক ৰক্ষা কৰিলেহেঁতেন, তেনেহ'লে আল্লাৰ ওচৰত নিশ্চয় উত্তম প্ৰতিদান থাকিলহেঁতেন; সিহঁতৰ যদিহে জ্ঞান থাকিল-হেঁতেন!

يٰٓاَيُّهَا الَّذِيْنَ اٰمَنُوْا لَا تَقُوْلُوْا رَاعِنَا وَقُوْلُوا انْظُرْنَا
وَاسْمَعُوْا وَلِلْكٰفِرِيْنَ عَذَابٌ اَلِيْمٌ ﴿١٠٤﴾

১০৫) হে বিশ্বাসীসকল! 'ৰাইনা' নুবুলিবা কিন্তু 'উনজুৰনা' বুলিবা, আৰু শুনিবা; বাস্তৱতে অবিশ্বাসীবিলাকৰ নিমিত্তে কষ্টদায়ক শাস্তি আছে।

مَا يَوَدُّ الَّذِيْنَ كَفَرُوْا مِنْ اَهْلِ الْكِتٰبِ وَلَا الْمُشْرِكِيْنَ

১০৬) ধৰ্ম্মপুথিৰ লোকসকলৰ মাজত যিবিলাক

অবিশ্বাসী আৰু তাৰ উপৰি যিবিলাক বহু-ঈশ্বৰবাদী সিহঁতে ভাল নাপায় যে তোমালোকৰ পালনকৰ্ত্তাৰ পৰা তোমালোকলৈ কিবা মঙ্গল নমাই পঠিওৱা হওক; আৰু আল্লাই যাকে ইচ্ছা তাকে তেওঁৰ কৰুণাৰ নিমিত্তে বাছি লয়; আৰু আল্লা মহান অনুগ্ৰহ কৰোঁতা।

أَنْ يُنَزَّلَ عَلَيْكُمْ مِنْ خَيْرٍ مِنْ رَبِّكُمْ وَاللَّهُ يَخْتَصُّ بِرَحْمَتِهِ مَنْ يَشَاءُ وَاللَّهُ ذُو الْفَضْلِ الْعَظِيمِ ۝١٠٥

১০৭) যি আয়তকে আমি ৰহিত কৰোঁ বা ইয়াক পাহৰাওঁ আমি তাতোকৈ ভাল এটা বা তেনেকুৱা আন এটাকে অৱতীৰ্ণ কৰোঁ; তুমি নাজানানে, সকলো বস্তুৰ ওপৰতে আল্লাৰ মহান ক্ষমতা আছে?

مَا نَنْسَخْ مِنْ آيَةٍ أَوْ نُنْسِهَا نَأْتِ بِخَيْرٍ مِنْهَا أَوْ مِثْلِهَا أَلَمْ تَعْلَمْ أَنَّ اللَّهَ عَلَىٰ كُلِّ شَيْءٍ قَدِيرٌ ۝١٠٦

১০৮) তুমি নাজানানে, আকাশমণ্ডলৰ আৰু পৃথিৱীৰ ৰাজ্য কেৱল আল্লাৰ নিমিত্তেহে? আৰু তোমালোকৰ নিমিত্তে আল্লাৰ বাহিৰে কোনো বন্ধু আৰু সহায়কাৰী নাই।

أَلَمْ تَعْلَمْ أَنَّ اللَّهَ لَهُ مُلْكُ السَّمَاوَاتِ وَالْأَرْضِ وَمَا لَكُمْ مِنْ دُونِ اللَّهِ مِنْ وَلِيٍّ وَلَا نَصِيرٍ ۝١٠٧

১০৯) আগেয়ে যেনেকৈ মুচাক প্ৰশ্ন কৰা হৈছিল নিজৰ ৰচুলকো প্ৰশ্ন কৰিবা বুলি তোমালোকে ইচ্ছা কৰানে? যি বিশ্বাস সলাই অবিশ্বাস গ্ৰহণ কৰে, সি নিশ্চয় পোনবাট হেৰুৱাইছে।

أَمْ تُرِيدُونَ أَنْ تَسْأَلُوا رَسُولَكُمْ كَمَا سُئِلَ مُوسَىٰ مِنْ قَبْلُ وَمَنْ يَتَبَدَّلِ الْكُفْرَ بِالْإِيمَانِ فَقَدْ ضَلَّ سَوَاءَ السَّبِيلِ ۝١٠٨

১১০) ধৰ্ম্মপুথিৰ লোকসকলৰ মাজত বহুতে সিহঁতৰ প্ৰতি সত্য প্ৰকাশ হোৱাৰ পিছত আন্তৰিক হিংসাৰ বশবৰ্ত্তী হৈ তোমালোকৰ বিশ্বাস জন্মাৰ পিছত তোমালোকক আকৌ অবিশ্বাসী কৰিবলৈ কামনা কৰে; কিন্তু আল্লাই তেওঁৰ আদেশ নমাই পঠিয়ায় মানে ক্ষমা কৰিবা আৰু দায় নধৰিবা। বাস্তৱিকতে সকলো বস্তুৰ ওপৰতে আল্লাৰ মহান ক্ষমতা আছে।

وَدَّ كَثِيرٌ مِنْ أَهْلِ الْكِتَابِ لَوْ يَرُدُّونَكُمْ مِنْ بَعْدِ إِيمَانِكُمْ كُفَّارًا حَسَدًا مِنْ عِنْدِ أَنْفُسِهِمْ مِنْ بَعْدِ مَا تَبَيَّنَ لَهُمُ الْحَقُّ فَاعْفُوا وَاصْفَحُوا حَتَّىٰ يَأْتِيَ اللَّهُ بِأَمْرِهِ إِنَّ اللَّهَ عَلَىٰ كُلِّ شَيْءٍ قَدِيرٌ ۝١٠٩

১১১) আৰু নমাজৰ অনুষ্ঠান কৰি থাকিবা আৰু জকাত দি থাকিবা; আৰু তোমালোকে নিজৰ নিমিত্তে যি সৎকাৰ্য্য আগ ধৰি পঠিওৱা তাক

وَأَقِيمُوا الصَّلَاةَ وَآتُوا الزَّكَاةَ وَمَا تُقَدِّمُوا لِأَنْفُسِكُمْ مِنْ خَيْرٍ تَجِدُوهُ عِنْدَ اللَّهِ إِنَّ اللَّهَ بِمَا تَعْمَلُونَ

بَصِيْرٌ ﴿١١١﴾

তোমালোকে আল্লাৰ ওচৰত পাবাগৈ; তোমালোকে যিহকে কৰা আল্লাই নিশ্চয় তাক নিৰীক্ষণ কৰে।

وَقَالُوْا لَنْ يَّدْخُلَ الْجَنَّةَ اِلَّا مَنْ كَانَ هُوْدًا اَوْ نَصٰرٰى ؕ تِلْكَ اَمَانِيُّهُمْ ؕ قُلْ هَاتُوْا بُرْهَانَكُمْ اِنْ كُنْتُمْ صٰدِقِيْنَ ﴿١١٢﴾

১১২) আৰু সিহঁতে কয়, ইহুদী আৰু খ্ৰীষ্টিয়ানবিলাকৰ বাহিৰে কোনোৱে কেতিয়াও স্বৰ্গত প্ৰৱেশ নকৰিব; এইবিলাক হৈছে সিহঁতৰ বৃথা আকাঙ্ক্ষা; কোৱাঁ, তোমালোকৰ প্ৰমাণ উপস্থিত কৰাঁ হঁক, যদিহে তোমালোক সত্যবাদী হোৱা।

بَلٰى ۚ مَنْ اَسْلَمَ وَجْهَهٗ لِلّٰهِ وَهُوَ مُحْسِنٌ فَلَهٗۤ اَجْرُهٗ عِنْدَ رَبِّهٖ ۪ وَلَا خَوْفٌ عَلَيْهِمْ وَلَا هُمْ يَحْزَنُوْنَ ﴿١١٣﴾

১১৩) হয়, যিজনে আল্লাত আত্মসমৰ্পণ কৰে আৰু সজ কাম কৰে তেওঁৰ প্ৰতিদান তেওঁৰ প্ৰভুৰ ওচৰত পাব; তেওঁলোকৰ কোনো ভয় নাথাকিব, আৰু তেওঁলোকে শোকো কৰিব নালাগিব।

وَقَالَتِ الْيَهُوْدُ لَيْسَتِ النَّصٰرٰى عَلٰى شَيْءٍ ۪ وَّقَالَتِ النَّصٰرٰى لَيْسَتِ الْيَهُوْدُ عَلٰى شَيْءٍ ۙ وَّهُمْ يَتْلُوْنَ الْكِتٰبَ ؕ كَذٰلِكَ قَالَ الَّذِيْنَ لَا يَعْلَمُوْنَ مِثْلَ قَوْلِهِمْ ۚ فَاللّٰهُ يَحْكُمُ بَيْنَهُمْ يَوْمَ الْقِيٰمَةِ فِيْمَا كَانُوْا فِيْهِ يَخْتَلِفُوْنَ ﴿١١٤﴾

১১৪) আৰু ইহুদীবিলাকে কয়, খ্ৰীষ্টিয়ান বিলাকৰ স্থিতি দৃঢ় নহয়; আৰু খ্ৰীষ্টিয়ান বিলাকে কয়, ইহুদীবিলাকৰ স্থিতি দৃঢ় নহয়; অথচ সিহঁতে উভয়েই ধৰ্ম্মপুথি পঢ়ে; সিহঁতে কোৱাৰ দৰে তেনেকৈ নজনা মানুহবিলাকেও কয়; শেহত পুনৰুত্থানৰ দিনত যি বিষয় লৈ সিহঁতে বিবাদ কৰিছিল আল্লাই সেই সম্বন্ধে সিহঁতৰ মাজত বিচাৰ কৰিব।

وَمَنْ اَظْلَمُ مِمَّنْ مَّنَعَ مَسٰجِدَ اللّٰهِ اَنْ يُّذْكَرَ فِيْهَا اسْمُهٗ وَسَعٰى فِيْ خَرَابِهَا ؕ اُولٰٓئِكَ مَا كَانَ لَهُمْ اَنْ يَّدْخُلُوْهَاۤ اِلَّا خَآئِفِيْنَ ۬ؕ لَهُمْ فِي الدُّنْيَا خِزْيٌ وَّلَهُمْ فِي الْاٰخِرَةِ عَذَابٌ عَظِيْمٌ ﴿١١٥﴾

১১৫) আৰু যিজনে আল্লাৰ মচ্‌যিদবিলাকত তেওঁৰ নাম স্মৰণ কৰাত প্ৰতিৰোধ কৰে আৰু সেইবিলাকৰ ধ্বংসৰ চেষ্টা কৰে সিজনতকৈ অধিক অন্যায়কাৰী কোন হ'ব পাৰে? এনেলোকে (আল্লাৰ) ভয় নৰখাকৈ সেই মচ্‌যিদবিলাকত প্ৰৱেশ কৰাই উচিত নাছিল; সিহঁতৰ নিমিত্তে ইহলোকত লাঞ্ছনা আছে আৰু পৰলোকতো সিহঁতৰ নিমিত্তে গুৰুতৰ শাস্তি আছে।

وَلِلّٰهِ الْمَشْرِقُ وَالْمَغْرِبُ ۚ فَاَيْنَمَا تُوَلُّوْا فَثَمَّ وَجْهُ

১১৬) আৰু পূব আৰু পশ্চিম আল্লাৰেই; সেই কাৰণে যি ফালেই মুখ কৰা সেই ফালেই আল্লাৰ

মুখ ; বাস্তৱতে আল্লাই দানশীল, সৰ্ব্বজ্ঞ।

اللّٰهِ ۗ اِنَّ اللّٰهَ وَاسِعٌ عَلِيْمٌ ﴿١١٦﴾

১১৭) আৰু সিহঁতে কয় আল্লাই এজন পুত্ৰ গ্ৰহণ কৰিছে, (অসম্ভৱ!) পৰম পৱিত্ৰ তেৱেঁই ; নহয়, আকাশ আৰু পৃথিৱীৰ সকলো তেওঁৰেই ; সকলো তেওঁৰেই বাধ্য।

وَقَالُوا اتَّخَذَ اللّٰهُ وَلَدًا ۙ سُبْحٰنَهٗ ۗ بَلْ لَّهٗ مَا فِي السَّمٰوٰتِ
وَالْاَرْضِ ۗ كُلٌّ لَّهٗ قٰنِتُوْنَ ﴿١١٧﴾

১১৮) তেৱেঁই আকাশমণ্ডল আৰু পৃথিৱীৰ আদি স্ৰষ্টা ; আৰু যেতিয়া তেওঁ কোনো বিষয়ে সঙ্কল্প কৰে তেওঁ মাথোন তাক হ' বুলি সম্বোধন কৰে আৰু সেয়ে হৈ যায়।

بَدِيْعُ السَّمٰوٰتِ وَالْاَرْضِ ۗ وَاِذَا قَضٰٓى اَمْرًا فَاِنَّمَا
يَقُوْلُ لَهٗ كُنْ فَيَكُوْنُ ﴿١١٨﴾

১১৯) আৰু অজ্ঞানবিলাকে কয়, আল্লাই কিয়নো আমাৰ লগত বাক্যালাপ নকৰে বা আমালৈ কিয়নো কোনো নিদৰ্শন নাহে? এইৰূপে সিহঁতে কোৱাৰ দৰে সিহঁতৰ পূৰ্ব্ববৰ্ত্তী বিলাকেও কৈছিল ; সিহঁত সকলোৰে অন্তঃকৰণ একে-প্ৰকাৰৰ ; বাস্তৱিকতে যিসকলে দৃঢ়ভাৱে বিশ্বাস কৰে সেই সকলৰ নিমিত্তে নিদৰ্শনসমূহ আমি স্পষ্টৰূপে প্ৰকাশ কৰিছোঁ।

وَقَالَ الَّذِيْنَ لَا يَعْلَمُوْنَ لَوْلَا يُكَلِّمُنَا اللّٰهُ اَوْ تَاْتِيْنَآ
اٰيَةٌ ۗ كَذٰلِكَ قَالَ الَّذِيْنَ مِنْ قَبْلِهِمْ مِّثْلَ قَوْلِهِمْ ۗ
تَشَابَهَتْ قُلُوْبُهُمْ ۗ قَدْ بَيَّنَّا الْاٰيٰتِ لِقَوْمٍ يُّوْقِنُوْنَ ﴿١١٩﴾

১২০) বাস্তৱতে আমি সত্যৰ সৈতে তোমাক এজন আনন্দৰ বাৰ্ত্তাবাহক আৰু সতৰ্ককাৰীৰূপে প্ৰেৰণ কৰিছোঁ ; আৰু নৰকবাসীবিলাকৰ নিমিত্তে তোমাক প্ৰশ্ন কৰা নহ'ব।

اِنَّآ اَرْسَلْنٰكَ بِالْحَقِّ بَشِيْرًا وَّنَذِيْرًا ۙ وَّلَا تُسْـَٔلُ عَنْ
اَصْحٰبِ الْجَحِيْمِ ﴿١٢٠﴾

১২১) আৰু ইহুদী আৰু খ্ৰীষ্টিয়ানবিলাক কদাপি তোমাৰ প্ৰতি সন্তুষ্ট নহ'ব, যি পৰ্য্যন্ত তুমি সিহঁতৰ ধৰ্ম্মৰ অনুসৰণ নকৰা, কোৱাঁ ; বাস্তৱতে আল্লাৰ প্ৰদৰ্শিত পথেই সুপথ ; আৰু বাস্তৱতে তোমালৈ জ্ঞান অহাৰ পাছত যদি তুমি সিহঁতৰ বৃথা বাঞ্ছাৰ অনুসৰণ কৰা, তোমাৰ নিমিত্তে আল্লাৰ ওচৰত কোনো বন্ধু বা সাহায্যকাৰী নাথাকিব।

وَلَنْ تَرْضٰى عَنْكَ الْيَهُوْدُ وَلَا النَّصٰرٰى حَتّٰى تَتَّبِعَ
مِلَّتَهُمْ ۗ قُلْ اِنَّ هُدَى اللّٰهِ هُوَ الْهُدٰى ۗ وَلَئِنِ
اتَّبَعْتَ اَهْوَآءَهُمْ بَعْدَ الَّذِيْ جَآءَكَ مِنَ الْعِلْمِ ۙ
مَا لَكَ مِنَ اللّٰهِ مِنْ وَّلِيٍّ وَّلَا نَصِيْرٍ ﴿١٢١﴾

১২২) যিবিলাকক আমি ধৰ্ম্মগ্ৰন্থ প্ৰদান কৰিছোঁ তেওঁলোকৰ প্ৰকৃত আচৰণ সেই অনুযায়ী; এই বিলাকেই তাত বিশ্বাস কৰে; আৰু যিবিলাকে তাত বিশ্বাস নকৰে সিহঁতেইহে ক্ষতিগ্ৰস্ত।

ٱلَّذِينَ ءَاتَيْنَٰهُمُ ٱلْكِتَٰبَ يَتْلُونَهُۥ حَقَّ تِلَاوَتِهِۦٓ أُو۟لَٰٓئِكَ يُؤْمِنُونَ بِهِۦ ۗ وَمَن يَكْفُرْ بِهِۦ فَأُو۟لَٰٓئِكَ هُمُ ٱلْخَٰسِرُونَ ﴿١٢١﴾

১২৩) হে ইস্ৰাইলৰ সন্ততিবিলাক, মই তোমালোকক যি নিজৰ অনুগ্ৰহ প্ৰদান কৰিছিলোঁ আৰু সকলো জাতিৰ ওপৰত যি শ্ৰেষ্ঠতা দিছিলোঁ তাক মনত ৰাখিবা।

يَٰبَنِىٓ إِسْرَٰٓءِيلَ ٱذْكُرُوا۟ نِعْمَتِىَ ٱلَّتِىٓ أَنْعَمْتُ عَلَيْكُمْ وَأَنِّى فَضَّلْتُكُمْ عَلَى ٱلْعَٰلَمِينَ ﴿١٢٢﴾

১২৪) আৰু সিদিনলৈ ভয় ৰাখাঁ যিদিনত এক আত্মাই অইন আত্মাৰ নিমিত্তে অকণো প্ৰতিদান নিদিব, নাইবা তাৰ পৰা কোনো মোচন মূল্য গৃহীত নহ'ব বা কোনো মধ্যস্থতাৰ পৰা ইয়াৰ কোনো লাভো নহ'ব, অথবা সিহঁতক সহায় কৰাও নহ'ব।

وَٱتَّقُوا۟ يَوْمًا لَّا تَجْزِى نَفْسٌ عَن نَّفْسٍ شَيْـًٔا وَلَا يُقْبَلُ مِنْهَا عَدْلٌ وَلَا تَنفَعُهَا شَفَٰعَةٌ وَلَا هُمْ يُنصَرُونَ ﴿١٢٣﴾

১২৫) আৰু মনত পেলোৱাঁ যেতিয়া ইব্ৰাহিমক তেওঁৰ প্ৰভুৱে কেইটামান আদেশেৰে পৰীক্ষা কৰিছিল, তেওঁ তাক পূৰ্ণৰূপে সম্পাদন কৰিলে; তেওঁ কৈছিল, মই তোমাক মানব জাতিৰ নেতা কৰিম; তেওঁ ক'লে, আৰু মোৰ বংশধৰ বিলাকৰ মাজৰ পৰাওনে? তেওঁ ক'লে, মোৰ এই অঙ্গীকাৰে অন্যায়কাৰীবিলাকক নাসামৰে।

وَإِذِ ٱبْتَلَىٰٓ إِبْرَٰهِۦمَ رَبُّهُۥ بِكَلِمَٰتٍ فَأَتَمَّهُنَّ ۖ قَالَ إِنِّى جَاعِلُكَ لِلنَّاسِ إِمَامًا ۖ قَالَ وَمِن ذُرِّيَّتِى ۖ قَالَ لَا يَنَالُ عَهْدِى ٱلظَّٰلِمِينَ ﴿١٢٤﴾

১২৬) আৰু মনত পেলোৱাঁ যেতিয়া আমি সেই গৃহক মানুহৰ মিলন স্থান আৰু আশ্ৰয়স্থল কৰিলোঁ; আৰু ইব্ৰাহিমে থিয় হোৱা ঠাইক তোমালোকে নমাজৰ স্থান কৰি লোৱাঁ; আৰু আমি ইব্ৰাহিম আৰু ইস্মাইলক আদেশ দিছিলোঁ—যিবিলাকে তৱাফ (প্ৰদক্ষিণ) কৰে আৰু যিবিলাকে ই'তেকাফ্ কৰে (উপাসনাৰ বাবে দিনচেৰেক মচ্‌যিদৰ ভিতৰত আবদ্ধ থাকে) আৰু যিবিলাকে ৰুকু কৰে (আঁঠু লয়) আৰু যিবিলাকে চিয্‌দা (সাষ্টাঙ্গে প্ৰণিপাত) কৰে, তেওঁলোকলৈ তোমালোক দুয়ো মোৰ গৃহ পৱিত্ৰ কৰাঁ।

وَإِذْ جَعَلْنَا ٱلْبَيْتَ مَثَابَةً لِّلنَّاسِ وَأَمْنًا وَٱتَّخِذُوا۟ مِن مَّقَامِ إِبْرَٰهِۦمَ مُصَلًّى ۖ وَعَهِدْنَآ إِلَىٰٓ إِبْرَٰهِۦمَ وَإِسْمَٰعِيلَ أَن طَهِّرَا بَيْتِىَ لِلطَّآئِفِينَ وَٱلْعَٰكِفِينَ وَٱلرُّكَّعِ ٱلسُّجُودِ ﴿١٢٥﴾

১২৭) আৰু মনত পেলোৱাঁ যেতিয়া ইব্ৰাহিমে ক'লে, হে মোৰ প্ৰভু, এই নগৰক শান্তিৰ স্থান কৰা আৰু ইয়াৰ অধিবাসী যিবিলাকে আল্লাত আৰু শেহ দিনত বিশ্বাস কৰে তেওঁলোকক আহাৰৰ নিমিত্তে ফল দান কৰা ; তেওঁ ক'লে, আৰু যিজন অবিশ্বাসী তাক মই কিছুকালৰ নিমিত্তে উপভোগ কৰিবলৈ এৰি দিম, তাৰ পিছত তাক অগ্নিৰ শাস্তি ভুঞ্জিবলৈ বাধ্য কৰিম ; বাস্তৱতে এয়ে প্ৰত্যা-বৰ্ত্তনৰ নিকৃষ্ট স্থান।

وَاِذْ قَالَ اِبْرٰهٖمُ رَبِّ اجْعَلْ هٰذَا بَلَدًا اٰمِنًا وَّارْزُقْ
اَهْلَهٗ مِنَ الثَّمَرٰتِ مَنْ اٰمَنَ مِنْهُمْ بِاللّٰهِ وَالْيَوْمِ
الْاٰخِرِ ۗ قَالَ وَمَنْ كَفَرَ فَاُمَتِّعُهٗ قَلِيْلًا ثُمَّ اَضْطَرُّهٗۤ
اِلٰى عَذَابِ النَّارِ ۗ وَبِئْسَ الْمَصِيْرُ ﴿١٢٦﴾

১২৮) আৰু মনত পেলোৱাঁ যেতিয়া ইব্ৰাহিম আৰু ইস্মাইলে সেই গৃহৰ ভেটি গঢ়ি তুলিলে উভয়ে কৈছিল হে আমাৰ প্ৰভু, আমাৰ পক্ষৰ পৰা এই গৃহকে গ্ৰহণ কৰা, প্ৰকৃততে তুমিয়েই শ্ৰেষ্ঠ শ্ৰোতা, সৰ্ব্বজ্ঞাতা।

وَاِذْ يَرْفَعُ اِبْرٰهٖمُ الْقَوَاعِدَ مِنَ الْبَيْتِ وَاِسْمٰعِيْلُ ؕ
رَبَّنَا تَقَبَّلْ مِنَّا ؕ اِنَّكَ اَنْتَ السَّمِيْعُ الْعَلِيْمُ ﴿١٢٧﴾

১২৯) হে আমাৰ প্ৰভু, আৰু আমাক তোমাৰ প্ৰতি আত্মসমৰ্পণকাৰীৰূপে গ্ৰহণ কৰাঁ, আৰু আমাৰ সতি-সন্ততিৰ মাজৰ একশ্ৰেণীক তোমাৰ প্ৰতি আত্মসমৰ্পণকাৰী কৰাঁ, আৰু আমাক আৰাধনাৰ প্ৰণালীসমূহ প্ৰদৰ্শন কৰাঁ, আৰু আমাৰ প্ৰতি কৃপাদৃষ্টি কৰাঁ ; প্ৰকৃততে তুমিয়েই কৃপাদৃষ্টি কৰোঁতা, পৰম দানশীল।

رَبَّنَا وَاجْعَلْنَا مُسْلِمَيْنِ لَكَ وَمِنْ ذُرِّيَّتِنَاۤ اُمَّةً
مُّسْلِمَةً لَّكَ ۪ وَاَرِنَا مَنَاسِكَنَا وَتُبْ عَلَيْنَا ۚ اِنَّكَ اَنْتَ
التَّوَّابُ الرَّحِيْمُ ﴿١٢٨﴾

১৩০) হে আমাৰ প্ৰভু, আৰু তেওঁলোকৰ মাজৰ পৰাই তেওঁলোকৰ ভিতৰত এজন ৰচুলৰ আবিৰ্ভাব কৰোঁৱা, যিজনে তোমাৰ আয়ত সমূহ তেওঁলোকৰ সন্মুখত আবৃত্তি কৰিব আৰু তেওঁ-লোকক ধৰ্ম্মপুথি আৰু জ্ঞানৰ শিক্ষা দান কৰিব, আৰু তেওঁলোকক পবিত্ৰ কৰিব ; প্ৰকৃততে তুমিয়েই প্ৰবল, মহাজ্ঞানী।

رَبَّنَا وَابْعَثْ فِيْهِمْ رَسُوْلًا مِّنْهُمْ يَتْلُوْا عَلَيْهِمْ
اٰيٰتِكَ وَيُعَلِّمُهُمُ الْكِتٰبَ وَالْحِكْمَةَ وَيُزَكِّيْهِمْ ؕ
اِنَّكَ اَنْتَ الْعَزِيْزُ الْحَكِيْمُ ﴿١٢٩﴾ ع

১৩১) আৰু যি নিজৰ আত্মাক নষ্ট কৰিছে তাৰ বাহিৰে কোনে ইব্ৰাহিমৰ ধৰ্ম্মৰ পৰা বিমুখ হয় ? আৰু স্বৰূপতে আমি ইহলোকত তেওঁক বাছি

وَمَنْ يَّرْغَبُ عَنْ مِّلَّةِ اِبْرٰهٖمَ اِلَّا مَنْ سَفِهَ نَفْسَهٗ ؕ
وَلَقَدِ اصْطَفَيْنٰهُ فِى الدُّنْيَا ۚ وَاِنَّهٗ فِى الْاٰخِرَةِ

لَمِنَ الصّٰلِحِيْنَ ﴿١٣٠﴾

লৈছোঁ, আৰু পৰলোকতো নিশ্চয় তেওঁ ধাৰ্ম্মিক সকলৰ এজন।

إِذْ قَالَ لَهُ رَبُّهُ أَسْلِمْ ۙ قَالَ أَسْلَمْتُ لِرَبِّ الْعٰلَمِيْنَ ﴿١٣١﴾

১৩২) যেতিয়া তেওঁৰ প্ৰভুৱে তেওঁক ক'লে, আত্মসমৰ্পণ কৰাঁ, তেওঁ ক'লে, মই ব্ৰহ্মাণ্ডৰ প্ৰতিপালকত আত্মসমৰ্পণ কৰিছোঁ।

وَوَصّٰى بِهَآ إِبْرٰهٖمُ بَنِيْهِ وَيَعْقُوْبُ ۗ يٰبَنِيَّ إِنَّ اللّٰهَ
اصْطَفٰى لَكُمُ الدِّيْنَ فَلَا تَمُوْتُنَّ إِلَّا وَأَنْتُمْ مُّسْلِمُوْنَ ﴿١٣٢﴾

১৩৩) আৰু তেওঁৰ পুতেকহঁতক ইব্ৰাহিম আৰু ইয়াক্কুবে এই উপদেশ দিলে, 'হে মোৰ পুত্ৰ সকল! বাস্তৱতে আল্লাই তোমালোকৰ নিমিত্তে এই ধৰ্ম্ম নিৰ্ব্বাচন কৰিছে; এতেকে আত্মসমৰ্পণকাৰী অৱস্থাতেই যেন তোমালোকৰ মৃত্যু হয়।'

أَمْ كُنْتُمْ شُهَدَآءَ إِذْ حَضَرَ يَعْقُوْبَ الْمَوْتُ ۙ إِذْ قَالَ
لِبَنِيْهِ مَا تَعْبُدُوْنَ مِنْ بَعْدِيْ ۗ قَالُوْا نَعْبُدُ إِلٰهَكَ
وَإِلٰهَ اٰبَآئِكَ إِبْرٰهٖمَ وَإِسْمٰعِيْلَ وَإِسْحٰقَ إِلٰهًا وَّاحِدًا ۚۖ
وَّنَحْنُ لَهُ مُسْلِمُوْنَ ﴿١٣٣﴾

১৩৪) যেতিয়া ইয়াক্কুবৰ মৃত্যুকাল উপস্থিত হ'ল তেতিয়া তোমালোক সাক্ষাত আছিলানে? যেতিয়া তেওঁ নিজৰ পুতেকহঁতক ক'লে, মোৰ পিছত তোমালোকে কাৰ উপাসনা কৰিবা?' তেওঁলোকে ক'লে, 'যিজন তোমাৰ পূজনীয় আৰু যিজন তোমাৰ পিতৃসকল ইব্ৰাহিম আৰু ইস্মাইল আৰু ইচ্হাক্কৰ পূজনীয়, সেই একমাত্ৰ পূজনীয় জনৰ আমি উপাসনা কৰিম; আৰু তেওঁতেই আমি আত্মসমৰ্পণকাৰী।'

تِلْكَ أُمَّةٌ قَدْ خَلَتْ ۚ لَهَا مَا كَسَبَتْ وَلَكُمْ مَّا
كَسَبْتُمْ ۚ وَلَا تُسْـَٔلُوْنَ عَمَّا كَانُوْا يَعْمَلُوْنَ ﴿١٣٤﴾

১৩৫) সিও এক সম্প্ৰদায় অন্তৰ্হিত হৈ গৈছে, সিহঁতে যি অৰ্জ্জন কৰিছিল তাক সিহঁতে ভোগ কৰিব আৰু তোমালোকে যি অৰ্জ্জন কৰিছা তাক তোমালোকে ভোগ কৰিবা; আৰু সিহঁতে যি কাৰ্য্য কৰিছিল সেই সম্বন্ধে তোমালোকক প্ৰশ্ন কৰা নহ'ব।

وَقَالُوْا كُوْنُوْا هُوْدًا أَوْ نَصٰرٰى تَهْتَدُوْا ۗ قُلْ بَلْ
مِلَّةَ إِبْرٰهٖمَ حَنِيْفًا ۗ وَمَا كَانَ مِنَ الْمُشْرِكِيْنَ ﴿١٣٥﴾

১৩৬) আৰু সিহঁতে কয়, 'তোমালোক ইহুদী বা খ্ৰীষ্টিয়ান হোৱাঁ যাতে তোমালোকে সুপথ পাব পাৰা;' কোৱাঁ, 'নহয়, আল্লাৰ একনিষ্ঠ সেৱক ইব্ৰাহিমৰ ধৰ্ম্মহে (আমি গ্ৰহণ কৰিছোঁ); বাস্তৱতে বহু-ঈশ্বৰবাদীবিলাকৰ মাজৰ তেওঁ নাছিল।'

قُوْلُوْٓا اٰمَنَّا بِاللّٰهِ وَمَآ اُنْزِلَ اِلَيْنَا وَمَآ اُنْزِلَ اِلٰٓى
اِبْرٰهٖمَ وَاِسْمٰعِيْلَ وَاِسْحٰقَ وَيَعْقُوْبَ وَالْاَسْبَاطِ
وَمَآ اُوْتِيَ مُوْسٰى وَعِيْسٰى وَمَآ اُوْتِيَ النَّبِيُّوْنَ مِنْ رَّبِّهِمْ ۚ
لَا نُفَرِّقُ بَيْنَ اَحَدٍ مِّنْهُمْ ۖ وَنَحْنُ لَهٗ مُسْلِمُوْنَ ﴿١٣٦﴾

১৩৭) তোমালোকে কোৱা, ‘আমি আল্লাত আৰু আমালৈ যি নমাই পঠিওৱা হৈছে আৰু ইব্রাহিম আৰু ইস্মাইল আৰু ইচ্‌হাক্ব আৰু ইয়াক্কুব আৰু তেওঁৰ সন্ততিবিলাকলৈ যি নমাই পঠিওৱা হৈছিল তাত বিশ্বাস কৰোঁ ; আৰু মুচা আৰু ঈচাক যি দান কৰা হৈছিল আৰু আন নবীসকলক তেওঁলোকৰ প্ৰভুৰ পক্ষৰ পৰা যি দান কৰা হৈছিল তাতো (বিশ্বাস কৰোঁ) ; তেওঁলোকৰ মাজত আমি কোনো প্ৰভেদ নাৰাখোঁ, আৰু আমি তেওঁতেই আত্মসমৰ্পণকাৰী।’

فَاِنْ اٰمَنُوْا بِمِثْلِ مَآ اٰمَنْتُمْ بِهٖ فَقَدِ اهْتَدَوْا ۚ وَاِنْ
تَوَلَّوْا فَاِنَّمَا هُمْ فِيْ شِقَاقٍ ۚ فَسَيَكْفِيْكَهُمُ اللّٰهُ ۚ وَهُوَ
السَّمِيْعُ الْعَلِيْمُ ﴿١٣٧﴾

১৩৮) আৰু তোমালোকে যিদৰে বিশ্বাস কৰিছা সিহঁতেও যদি সেইদৰে বিশ্বাস কৰে, তেনেহ’লে স্বৰূপতে তেওঁলোকো সুপথ প্ৰাপ্ত ; আৰু যদি সিহঁত বিমুখ হয় তেনেহ’লে সিহঁতৰ আচৰণ বিৰোধী ; এনে অৱস্থাত সিহঁতৰ বিৰুদ্ধে আল্লাই তোমাৰ নিমিত্তে যথেষ্ট, কাৰণ তেৱেঁই সৰ্ব্বশ্ৰোতা, সৰ্ব্বজ্ঞ।

صِبْغَةَ اللّٰهِ ۚ وَمَنْ اَحْسَنُ مِنَ اللّٰهِ صِبْغَةً ۚ وَّنَحْنُ
لَهٗ عٰبِدُوْنَ ﴿١٣٨﴾

১৩৯) কোৱাঁ, ‘আল্লাৰ দীক্ষা লোৱাঁ, আল্লাতকৈ কোনে উত্তম দীক্ষা দিব পাৰে? আৰু আমি তেওঁৰেই আৰাধনা কৰোঁ।’

قُلْ اَتُحَآجُّوْنَنَا فِي اللّٰهِ وَهُوَ رَبُّنَا وَرَبُّكُمْ ۚ وَلَنَآ
اَعْمَالُنَا وَلَكُمْ اَعْمَالُكُمْ ۚ وَنَحْنُ لَهٗ مُخْلِصُوْنَ ﴿١٣٩﴾

১৪০) কোৱাঁ, ‘যি স্থলত তেওঁ আমাৰ প্ৰতিপালক আৰু তোমালোকৰো প্ৰতিপালক, সেই আল্লাৰ সম্বন্ধে তোমালোকে আমাৰে সৈতে বাদানুবাদ কৰানে? আৰু আমাৰ কাৰ্য্য আমাৰ নিমিত্তে আৰু তোমালোকৰ কাৰ্য্য তোমালোকৰ নিমিত্তে। বাস্তৱতে আমি তেওঁৰেই সৰল উপাসক ;’

اَمْ تَقُوْلُوْنَ اِنَّ اِبْرٰهٖمَ وَاِسْمٰعِيْلَ وَاِسْحٰقَ وَ
يَعْقُوْبَ وَالْاَسْبَاطَ كَانُوْا هُوْدًا اَوْ نَصٰرٰى ۗ قُلْ

১৪১) তোমালোকে ক’ব খোজানে ইব্রাহিম আৰু ইস্মাইল আৰু ইচ্‌হাক্ব আৰু ইয়াক্কুব আৰু (তেওঁৰ) সন্ততিবিলাক ইহুদী বা খ্ৰীষ্টিয়ান আছিল? কোৱাঁ, তোমালোকৰ জ্ঞান অধিক নে

আল্লাৰ? যি আল্লাৰ কাষৰ পৰা অহা সাক্ষ্যপ্ৰাপ্ত হৈও তাক গোপন কৰে তাতোকৈ অধিক অন্যায়-কাৰী আৰু কোন? বাস্তৱতে তোমালোকে যি কাৰ্য্য কৰা সি আল্লাৰ অবিদিত নহয়।

ءَأَنْتُمْ أَعْلَمُ أَمِ اللّٰهُ ۗ وَمَنْ أَظْلَمُ مِمَّنْ كَتَمَ
شَهَادَةً عِنْدَهُ مِنَ اللّٰهِ ۗ وَمَا اللّٰهُ بِغَافِلٍ عَمَّا
تَعْمَلُونَ ﴿١٤١﴾

১৪২) সিও এক সম্প্ৰদায় অন্তৰ্হিত হৈ গৈছে; সিহঁতে যি অৰ্জ্জন কৰিছিল তাকে সিহঁতে ভোগ কৰিব আৰু তোমালোকে যি অৰ্জ্জন কৰিছা তাক তোমালোকে ভোগ কৰিবা, আৰু সিহঁতে যি কাৰ্য্য কৰিছিল সেই সম্বন্ধে তোমালোকক প্ৰশ্ন কৰা নহ'ব।

تِلْكَ أُمَّةٌ قَدْ خَلَتْ ۚ لَهَا مَا كَسَبَتْ وَلَكُمْ مَا
كَسَبْتُمْ ۚ وَلَا تُسْأَلُونَ عَمَّا كَانُوا يَعْمَلُونَ ﴿١٤٢﴾

১৪৩) নিৰ্ব্বোধ মানুহবিলাকে নিশ্চয় ক'ব, সিহঁতে যি ক্বিব্‌লাৰ অনুসৰণ কৰিছিল তাৰ পৰা নো সিহঁত ঘূৰাৰ কাৰণ কি? কোৱাঁ, 'পূব আৰু পশ্চিম আল্লাৰেই; তেওঁ যাকে ইচ্ছা তাকেই পোন বাটলৈ লৈ যায়।'

سَيَقُولُ السُّفَهَاءُ مِنَ النَّاسِ مَا وَلَّاهُمْ عَنْ
قِبْلَتِهِمُ الَّتِي كَانُوا عَلَيْهَا ۚ قُلْ لِلّٰهِ الْمَشْرِقُ وَ
الْمَغْرِبُ ۚ يَهْدِي مَنْ يَشَاءُ إِلَىٰ صِرَاطٍ مُسْتَقِيمٍ ﴿١٤٣﴾

১৪৪) আৰু এইদৰে আমি তোমালোকক এটা মধ্যপন্থী জাতি স্থিৰ কৰিছোঁ, যাতে তোমালোক মানুহৰ নিমিত্তে সাক্ষী হ'ব পাৰা, আৰু তোমা-লোকৰ নিমিত্তেও এই ৰচুল সাক্ষী হ'ব পাৰে; আৰু তুমি যি ক্বিব্‌লালৈ মু কৰিছিলা তাক আমি ৰচুলৰ অনুসৰণ কৰোঁতা সকলক উভটি যোৱা-বিলাকৰ পৰা বাছি লবৰ অভিপ্ৰায়েহে নিৰ্দিষ্ট কৰিছিলোঁ; আৰু আল্লাই যিসকলক সুপথ দেখুৱাইছে তেওঁলোকৰ বাহিৰে আনবিলাকৰ বাবে ই নিশ্চয় এটা গুৰুতৰ বিষয়; আৰু আল্লাই তোমালোকৰ বিশ্বাস বিফল কৰিব, এনে কথা তেওঁত শোভা নেপায়; স্বৰূপতে আল্লা মানুহৰ প্ৰতি কৰুণাময়, পৰম দানশীল।

وَكَذَٰلِكَ جَعَلْنَاكُمْ أُمَّةً وَسَطًا لِتَكُونُوا شُهَدَاءَ عَلَى
النَّاسِ وَيَكُونَ الرَّسُولُ عَلَيْكُمْ شَهِيدًا ۗ وَمَا جَعَلْنَا
الْقِبْلَةَ الَّتِي كُنْتَ عَلَيْهَا إِلَّا لِنَعْلَمَ مَنْ يَتَّبِعُ الرَّسُولَ
مِمَّنْ يَنْقَلِبُ عَلَىٰ عَقِبَيْهِ ۚ وَإِنْ كَانَتْ لَكَبِيرَةً إِلَّا
عَلَى الَّذِينَ هَدَى اللّٰهُ ۗ وَمَا كَانَ اللّٰهُ لِيُضِيعَ إِيمَانَكُمْ ۚ
إِنَّ اللّٰهَ بِالنَّاسِ لَرَءُوفٌ رَحِيمٌ ﴿١٤٤﴾

১৪৫) আমি বাৰে বাৰে তোমাক আকাশৰ ফাললৈ মু কৰা দেখিছোঁ; সেই দেখি আমি নিশ্চয় তোমাৰ যি বাঞ্ছা সেই মতে তোমাক সেই ক্বিব্‌লাৰ

قَدْ نَرَىٰ تَقَلُّبَ وَجْهِكَ فِي السَّمَاءِ ۖ فَلَنُوَلِّيَنَّكَ
قِبْلَةً تَرْضَاهَا ۚ فَوَلِّ وَجْهَكَ شَطْرَ الْمَسْجِدِ الْحَرَامِ ۚ

ফাললৈ ঘূৰাম; এতেকে পৱিত্ৰ মচ্‌যিদৰ ফাললৈ তুমি মু কৰাঁ; আৰু তোমালোক য'তে থাকা সেই ফালে তোমালোকে মু কৰাঁ; আৰু বাস্তৱতে যিবিলাকক ধৰ্ম্মপুথি দান কৰা হৈছে তেওঁলোকে জানে, তেওঁলোকৰ প্ৰভুৰ পৰা অহা সত্য এই-টোৱেই: আৰু তেওঁলোকে যি কাৰ্য্য কৰে সেই সম্বন্ধে আল্লা আওকণীয়া নহয়।

وَحَيْثُ مَا كُنْتُمْ فَوَلُّوا وُجُوهَكُمْ شَطْرَهُ ۗ وَإِنَّ الَّذِينَ أُوتُوا الْكِتٰبَ لَيَعْلَمُونَ أَنَّهُ الْحَقُّ مِنْ رَّبِّهِمْ ۗ وَمَا اللّٰهُ بِغٰفِلٍ عَمَّا يَعْمَلُونَ ﴿١٤٤﴾

১৪৬) আৰু যিবিলাকক ধৰ্ম্মপুথি দান কৰা হৈছে তুমি যদি সিহঁতৰ কাৰণে সকলো প্ৰকাৰৰ নিদৰ্শন উপস্থিত কৰা, সিহঁতে নিশ্চয় তোমাৰ ক্বিব্‌লা অনুসৰণ কৰিব নোৱাৰে; আৰু সিহঁতৰ কিছুমানে অইন বিলাকৰ ক্বিব্‌লা অনুসৰণ নকৰে, আৰু বাস্তৱিকতে তোমাৰ ওচৰলৈ জ্ঞান অহাৰ পাছত যদি তুমি সিহঁতৰ অসাৰ বাঞ্ছাৰ অনুসৰণ কৰা তেনেহ'লে নিশ্চয় তুমি অন্যায়কাৰীবিলাকৰ মাজৰ হবা,—

وَلَئِنْ أَتَيْتَ الَّذِينَ أُوتُوا الْكِتٰبَ بِكُلِّ اٰيَةٍ مَّا تَبِعُوا قِبْلَتَكَ ۚ وَمَا أَنْتَ بِتَابِعٍ قِبْلَتَهُمْ ۚ وَمَا بَعْضُهُمْ بِتَابِعٍ قِبْلَةَ بَعْضٍ ۚ وَلَئِنِ اتَّبَعْتَ أَهْوَاءَهُمْ مِّنْ بَعْدِ مَا جَاءَكَ مِنَ الْعِلْمِ ۙ إِنَّكَ إِذًا لَّمِنَ الظّٰلِمِينَ ﴿١٤٥﴾

১৪৭) যিবিলাকক আমি ধৰ্ম্মগ্ৰন্থ দান কৰিছোঁ সিহঁতে নিজৰ পুতেকহঁতক চিনি পোৱাৰ দৰে তেওঁকো চিনি পায়; কিন্তু বাস্তৱতে এদলে জানিশুনিও সত্যক গোপন কৰে।

الَّذِينَ اٰتَيْنٰهُمُ الْكِتٰبَ يَعْرِفُونَهُ كَمَا يَعْرِفُونَ أَبْنَاءَهُمْ ۖ وَإِنَّ فَرِيقًا مِّنْهُمْ لَيَكْتُمُونَ الْحَقَّ وَهُمْ يَعْلَمُونَ ﴿١٤٦﴾

১৪৮) সেই সত্য তোমাৰ প্ৰভুৰ পৰা অহা: সেই কাৰণে সন্দেহকাৰীবিলাকৰ মাজৰ নহবা।

اَلْحَقُّ مِنْ رَّبِّكَ فَلَا تَكُونَنَّ مِنَ الْمُمْتَرِينَ ﴿١٤٧﴾

১৪৯) আৰু প্ৰত্যেকৰে একোটা লক্ষ্য আছে, তাৰ পিনে সি মন দিয়ে; এতেকে পুণ্য আৰ্জ্জনত আগ বাঢ়িবলৈ চেষ্টা কৰাঁ: য'তে থাকা আল্লাই তোমালোক আটাইকে গোট খুৱাব: নিশ্চয় সকলো বস্তুৰ ওপৰতে আল্লাৰ মহান ক্ষমতা আছে।

وَلِكُلٍّ وِّجْهَةٌ هُوَ مُوَلِّيهَا فَاسْتَبِقُوا الْخَيْرٰتِ ۗ أَيْنَ مَا تَكُونُوا يَأْتِ بِكُمُ اللّٰهُ جَمِيعًا ۗ إِنَّ اللّٰهَ عَلٰى كُلِّ شَيْءٍ قَدِيرٌ ﴿١٤٨﴾

১৫০) আৰু য'ৰে পৰা তুমি ওলাই আহাঁ পৱিত্ৰ মচযিদৰ ফাললৈ মু কৰিবা; আৰু প্ৰকৃততে এয়ে

وَمِنْ حَيْثُ خَرَجْتَ فَوَلِّ وَجْهَكَ شَطْرَ الْمَسْجِدِ

الْحَرَامِ ۖ وَإِنَّهُ لَلْحَقُّ مِن رَّبِّكَ ۗ وَمَا اللَّهُ بِغَافِلٍ عَمَّا تَعْمَلُونَ ﴿١٥٠﴾

তোমাৰ প্ৰভুৰ পৰা তাহা পূৰ্ণ সত্য; আৰু তুমি যি কাৰ্য্য কৰা সি আল্লাৰ অবিদিত নহয়।

وَمِنْ حَيْثُ خَرَجْتَ فَوَلِّ وَجْهَكَ شَطْرَ الْمَسْجِدِ الْحَرَامِ ۚ وَحَيْثُ مَا كُنتُمْ فَوَلُّوا وُجُوهَكُمْ شَطْرَهُ لِئَلَّا يَكُونَ لِلنَّاسِ عَلَيْكُمْ حُجَّةٌ إِلَّا الَّذِينَ ظَلَمُوا مِنْهُمْ فَلَا تَخْشَوْهُمْ وَاخْشَوْنِي وَلِأُتِمَّ نِعْمَتِي عَلَيْكُمْ وَلَعَلَّكُمْ تَهْتَدُونَ ﴿١٥١﴾

১৫১) আৰু য'ৰে পৰা তুমি ওলাই আহাঁ পৱিত্ৰ মচ্‌যিদৰ ফাললৈ মু কৰিবা; আৰু তোমালোক য'তে থাকা সেই ফাললৈ তোমালোকে মু কৰিবা যাতে তোমালোকৰ বিপক্ষে সিহঁতৰ মাজৰ অন্যায়কাৰীবিলাকৰ বাহিৰে অইন মানুহৰ কোনো বিবাদৰ হেতু থাকিব নোৱাৰে; এতেকে সিহঁতলৈ ভয় নকৰিবা, কিন্তু মোলৈ ভয় ৰাখিবা, যাতে মই তোমালোকৰ প্ৰতি মোৰ অনুগ্ৰহ পূৰ্ণ কৰিব পাৰোঁ, আৰু যাতে তোমালোকে সুপথ পাব পাৰা :

كَمَا أَرْسَلْنَا فِيكُمْ رَسُولًا مِّنكُمْ يَتْلُو عَلَيْكُمْ آيَاتِنَا وَيُزَكِّيكُمْ وَيُعَلِّمُكُمُ الْكِتَابَ وَالْحِكْمَةَ وَيُعَلِّمُكُم مَّا لَمْ تَكُونُوا تَعْلَمُونَ ﴿١٥٢﴾

১৫২) যেনে, আমি তোমালোকৰ মাজৰ পৰাই তোমালোকলৈ এজন ৰচুল প্ৰেৰণ কৰিছোঁ, যিজনে আমাৰ আয়তবিলাক তোমালোকৰ আগত আবৃত্তি কৰে, আৰু তোমালোকক পৱিত্ৰ কৰে, আৰু তোমালোকক ধৰ্ম্মপুথিখনৰ আৰু জ্ঞানৰ শিক্ষা দিয়ে, আৰু তোমালোকে যি নাজানিছিলা তাক তোমালোকক শিক্ষা দিয়ে।

ع فَاذْكُرُونِي أَذْكُرْكُمْ وَاشْكُرُوا لِي وَلَا تَكْفُرُونِ ﴿١٥٣﴾

১৫৩) সেই কাৰণে মোক স্মৰণ কৰিবা, ময়ো তোমালোকক স্মৰণ কৰিম; আৰু মোৰ শলাগ লবা, আৰু অশলাগীৰ আচৰণ নকৰিবা।

يَا أَيُّهَا الَّذِينَ آمَنُوا اسْتَعِينُوا بِالصَّبْرِ وَالصَّلَاةِ ۚ إِنَّ اللَّهَ مَعَ الصَّابِرِينَ ﴿١٥٤﴾

১৫৪) হে বিশ্বাসীসকল, ধৈৰ্য্য ধাৰণ আৰু নমাজৰ (অনুষ্ঠানেৰে) আল্লাৰ সহায় বিচৰাঁ; বাস্তৱতে আল্লা ধৈৰ্য্যশীলসকলৰ সঙ্গী।

وَلَا تَقُولُوا لِمَن يُقْتَلُ فِي سَبِيلِ اللَّهِ أَمْوَاتٌ ۚ بَلْ أَحْيَاءٌ وَلَٰكِن لَّا تَشْعُرُونَ ﴿١٥٥﴾

১৫৫) আৰু যিসকলক আল্লাৰ পথত হত্যা কৰা হৈছে তেওঁলোকক মৃত বুলি নকবা; নহয়, তেওঁলোক জীৱিত; কিন্তু তোমালোকে ইয়াক উপলব্ধি নকৰা।

وَلَنَبْلُوَنَّكُم بِشَيْءٍ مِّنَ الْخَوْفِ وَالْجُوعِ وَنَقْصٍ مِّنَ

১৫৬) আৰু নিশ্চয় আমি ভয় আৰু অনশনেৰে,

আৰু সম্পত্তি আৰু প্ৰাণ আৰু উৎপন্ন বস্তুৰ হানিৰে তোমালোকক পৰীক্ষা কৰিম; আৰু ধৈৰ্য্যশীলসকলক সুসংবাদ প্ৰদান কৰাঁ—

الْاَمْوَالِ وَالْاَنْفُسِ وَالثَّمَرٰتِ ؕ وَبَشِّرِ الصّٰبِرِيْنَ ﴿١٥٥﴾

১৫৭) যিসকলে বিপদ তেওঁলোকৰ ওপৰত পৰিলে কয়, স্বৰূপতে আমি আল্লাৰেই, আৰু বাস্তৱতে তেওঁৰ ওচৰলৈকে আমি উভটি যাম;

الَّذِيْنَ اِذَآ اَصَابَتْهُمْ مُّصِيْبَةٌ ۙ قَالُوْٓا اِنَّا لِلّٰهِ وَاِنَّآ
اِلَيْهِ رٰجِعُوْنَ ﴿١٥٦﴾

১৫৮) সেইসকলৰ ওপৰতেই তেওঁলোকৰ প্ৰভুৰ আশীৰ্ব্বাদ আৰু কৃপা, আৰু সেইসকলেই সুপথ প্ৰাপ্ত।

اُولٰٓئِكَ عَلَيْهِمْ صَلَوٰتٌ مِّنْ رَّبِّهِمْ وَرَحْمَةٌ ۫ وَ
اُولٰٓئِكَ هُمُ الْمُهْتَدُوْنَ ﴿١٥٧﴾

১৫৯) বাস্তৱতে 'স্বফা' আৰু 'মৰ্‌ৱা' আল্লাৰ পৱিত্ৰ চিন; সেই কাৰণে যেয়ে কা'বালৈ হয্ কৰিববলৈ যায়, বা 'উম্‌ৰা কৰে, এই দুই ঠাইৰ মাজত ত্বৱাফ (প্ৰদক্ষিণ) কৰিলে কোনো দোষৰ কথা নহয়; আৰু যদি কোনোৱে অতি আগ্ৰহ দেখুৱাই সজ কাম কৰে, তেন্তে (জানিবা) নিশ্চয় আল্লা উত্তম ফলদাতা, সৰ্ব্বজ্ঞাতা।

اِنَّ الصَّفَا وَالْمَرْوَةَ مِنْ شَعَآئِرِ اللّٰهِ ۚ فَمَنْ حَجَّ
الْبَيْتَ اَوِ اعْتَمَرَ فَلَا جُنَاحَ عَلَيْهِ اَنْ يَّطَّوَّفَ
بِهِمَا ؕ وَمَنْ تَطَوَّعَ خَيْرًا ۙ فَاِنَّ اللّٰهَ شَاكِرٌ
عَلِيْمٌ ﴿١٥٨﴾

১৬০) বাস্তৱতে আমি নমাই পঠোৱা প্ৰত্যক্ষ প্ৰমাণ আৰু পথপ্ৰদৰ্শন মানুহৰ নিমিত্তে স্পষ্টকৈ ধৰ্ম্মপুথিত ব্যক্ত কৰাৰ পিছত যিবিলাকে তাক গোপন কৰে, সিহঁতক আল্লাই বৰ্জ্জন কৰে, সিহঁতক আল্লাই বৰ্জ্জন কৰিব আৰু অভিশাপ দিওঁতাবিলাকেও সিহঁতক অভিশাপ দিব,—

اِنَّ الَّذِيْنَ يَكْتُمُوْنَ مَآ اَنْزَلْنَا مِنَ الْبَيِّنٰتِ وَالْهُدٰى
مِنْۢ بَعْدِ مَا بَيَّنّٰهُ لِلنَّاسِ فِى الْكِتٰبِ ۙ اُولٰٓئِكَ يَلْعَنُهُمُ
اللّٰهُ وَيَلْعَنُهُمُ اللّٰعِنُوْنَ ﴿١٥٩﴾

১৬১) —সেইসকলৰ বাহিৰে যিসকলে অনুতাপ কৰে আৰু আত্মসংশোধন কৰে আৰু (সত্যক) প্ৰকাশ কৰে; সেইসকলৰ প্ৰতি মই কৰুণাৰে সৈতে প্ৰত্যাবৰ্ত্তন কৰিম; কাৰণ ময়েই শ্ৰেষ্ঠ কৃপাদৃষ্টি কৰোঁতা, পৰম দানশীল।

اِلَّا الَّذِيْنَ تَابُوْا وَاَصْلَحُوْا وَبَيَّنُوْا فَاُولٰٓئِكَ اَتُوْبُ
عَلَيْهِمْ ۚ وَاَنَا التَّوَّابُ الرَّحِيْمُ ﴿١٦٠﴾

১৬২) বাস্তৱতে যিবিলাকে অবিশ্বাস কৰিছিল আৰু অবিশ্বাসী হৈ থকা অৱস্থাতেই যিবিলাকৰ

اِنَّ الَّذِيْنَ كَفَرُوْا وَمَاتُوْا وَهُمْ كُفَّارٌ اُولٰٓئِكَ

মৃত্যু হৈছিল, এইবিলাকৰ ওপৰত আল্লাৰ আৰু ফিৰিশ্‌তাসকলৰ আৰু সমগ্ৰ মানৱজাতিৰ অভিশাপ পৰিব।

عَلَيْهِمْ لَعْنَةُ اللّٰهِ وَالْمَلٰٓئِكَةِ وَالنَّاسِ اَجْمَعِيْنَ ﴿١٦١﴾

১৬৩) সিহঁতে সেই অভিশাপৰ তলতেই সদায় থাকিব; সিহঁতৰ কাৰণে শাস্তি লঘু কৰা নহ'ব আৰু সিহঁতক জিৰণি দিয়াও নহ'ব।

خٰلِدِيْنَ فِيْهَا ۚ لَا يُخَفَّفُ عَنْهُمُ الْعَذَابُ وَلَا هُمْ يُنْظَرُوْنَ ﴿١٦٢﴾

১৬৪) আৰু তোমালোকৰ উপাস্য একেজন উপাস্য; তেওঁত বিনে আন উপাস্য নাই,—তেৰেঁই পৰম কৰুণাময়, পৰম দানশীল।

ع وَاِلٰهُكُمْ اِلٰهٌ وَّاحِدٌ ۚ لَآ اِلٰهَ اِلَّا هُوَ الرَّحْمٰنُ الرَّحِيْمُ ﴿١٦٣﴾

১৬৫) বাস্তৱতে আকাশমণ্ডলী আৰু পৃথিৱীৰ সৃজনত, আৰু নিশা আৰু দিনৰ অনুবৰ্ত্তনত আৰু মানুহৰ লাভজনক বাহানিৰে সমুদ্ৰত চলা জাহাজবিলাকত, আৰু সেই বৰষুণত যাক আল্লাই মেঘৰ পৰা নমাই পঠিয়ায় আৰু যাৰে পৃথিৱীক ইয়াৰ মৰণৰ পিছত সজীৱ কৰে আৰু ইয়াত সকলো বিধৰ জন্তু ব্যাপক্ত কৰি দিয়ে, আৰু বতাহৰ গতি পৰিবৰ্ত্তনত, আৰু যাক আকাশ আৰু পৃথিৱীৰ মাজত (মানৱৰ) বশবৰ্ত্তী কৰা হৈছে সেই মেঘত নিশ্চয় জ্ঞানীলোকৰ নিমিত্তে নিদৰ্শনসমূহ আছে।

اِنَّ فِيْ خَلْقِ السَّمٰوٰتِ وَالْاَرْضِ وَاخْتِلَافِ الَّيْلِ وَالنَّهَارِ وَالْفُلْكِ الَّتِيْ تَجْرِيْ فِي الْبَحْرِ بِمَا يَنْفَعُ النَّاسَ وَمَآ اَنْزَلَ اللّٰهُ مِنَ السَّمَآءِ مِنْ مَّآءٍ فَاَحْيَا بِهِ الْاَرْضَ بَعْدَ مَوْتِهَا وَبَثَّ فِيْهَا مِنْ كُلِّ دَآبَّةٍ ۪ وَّتَصْرِيْفِ الرِّيٰحِ وَالسَّحَابِ الْمُسَخَّرِ بَيْنَ السَّمَآءِ وَالْاَرْضِ لَاٰيٰتٍ لِّقَوْمٍ يَّعْقِلُوْنَ ﴿١٦٤﴾

১৬৬) আৰু মানুহৰ ভিতৰত এনে কিছুমান আছে যি আনক আল্লাৰ তুল্য গ্ৰহণ কৰে: আল্লাক যি দৰে ভাল পোৱা উচিত সিহঁতে সেইবিলাকক সেইদৰে ভাল পায়: কিন্তু আল্লাৰ প্ৰতি বিশ্বাসীসকলৰ অনুৰাগ তীব্ৰ: আৰু অন্যায়কাৰী বিলাকে যি শাস্তি ভোগ কৰিব তাক যদি দেখিবলৈ পালে হেঁতেন, (সিহঁতে হৃদয়ঙ্গম কৰিলেহেঁতেন) সকলো ক্ষমতা আল্লাৰেই, আৰু আল্লা কঠোৰ শাস্তিদাতা।

وَمِنَ النَّاسِ مَنْ يَّتَّخِذُ مِنْ دُوْنِ اللّٰهِ اَنْدَادًا يُّحِبُّوْنَهُمْ كَحُبِّ اللّٰهِ ؕ وَالَّذِيْنَ اٰمَنُوْٓا اَشَدُّ حُبًّا لِّلّٰهِ ؕ وَلَوْ يَرَى الَّذِيْنَ ظَلَمُوْٓا اِذْ يَرَوْنَ الْعَذَابَ ۙ اَنَّ الْقُوَّةَ لِلّٰهِ جَمِيْعًا ۙ وَّاَنَّ اللّٰهَ شَدِيْدُ الْعَذَابِ ﴿١٦٥﴾

১৬৭) (ভাবাঁ) যেতিয়া যিবিলাকক অনুসৰণ কৰা হৈছে সেইবিলাকে সিহঁতৰ অনুসৰণ-

اِذْ تَبَرَّاَ الَّذِيْنَ اتُّبِعُوْا مِنَ الَّذِيْنَ اتَّبَعُوْا وَرَاَوُا الْعَذَابَ

কাৰীবিলাকৰ দায়িত্ব গ্ৰহণ নকৰিব আৰু সিহঁতে শাস্তি ভোগ কৰিব, আৰু সিহঁতৰ সম্বন্ধ ছিগি যাব।

وَتَقَطَّعَتْ بِهِمُ الْأَسْبَابُ ﴿١٦٦﴾

১৬৮) আৰু যিবিলাকে অনুসৰণ কৰিছিল সিহঁতে ক'ব, আমাৰ নিমিত্তে উভটি যোৱা সম্ভৱ হোৱাহেঁতেন, সিহঁতে আমাক ত্যাগ কৰাৰ দৰে আমিও সিহঁতক ত্যাগ কৰিলোঁ হেঁতেন। সেইদৰে আল্লাই সিহঁতৰ কাৰ্যসমূহ সিহঁতৰ শোকৰ কাৰণ স্বৰূপে সিহঁতক দেখুৱাব; আৰু সিহঁত কদাপি সেই অগ্নিৰ পৰা ওলাই নাহিব।

وَقَالَ الَّذِينَ اتَّبَعُوا لَوْ أَنَّ لَنَا كَرَّةً فَنَتَبَرَّأَ مِنْهُمْ
كَمَا تَبَرَّءُوا مِنَّا ۗ كَذَٰلِكَ يُرِيهِمُ اللَّهُ أَعْمَالَهُمْ حَسَرَاتٍ
عَلَيْهِمْ ۖ وَمَا هُمْ بِخَارِجِينَ مِنَ النَّارِ ﴿١٦٧﴾

১৬৯) হে মানৱসকল, পৃথিবীৰ বৈধ, শুদ্ধ বস্তু খাবা; আৰু ছয়তানৰ পদ অনুসৰণ নকৰিবা; বাস্তৱতে সি তোমালোকৰ প্ৰকাশ্য শত্ৰু।

يَا أَيُّهَا النَّاسُ كُلُوا مِمَّا فِي الْأَرْضِ حَلَالًا طَيِّبًا وَلَا
تَتَّبِعُوا خُطُوَاتِ الشَّيْطَانِ ۚ إِنَّهُ لَكُمْ عَدُوٌّ مُبِينٌ ﴿١٦٨﴾

১৭০) সি তোমালোকক যি নিকৃষ্ট আৰু অশিষ্ট তাতেই মাথোন প্ৰবৃত্ত কৰে, আৰু তোমালোকে আল্লাৰ সম্বন্ধে যি নাজানা তাকে ক'বলৈ প্ৰবৃত্ত কৰে।

إِنَّمَا يَأْمُرُكُمْ بِالسُّوءِ وَالْفَحْشَاءِ وَأَنْ تَقُولُوا عَلَى
اللَّهِ مَا لَا تَعْلَمُونَ ﴿١٦٩﴾

১৭১) আৰু যেতিয়া সিহঁতক কোৱা হয়, আল্লাই যি নমাই পঠিয়াইছে তাক অনুসৰণ কৰাঁ, সিহঁতে কয়, 'নহয়, আমি যিহত আমাৰ পিতৃসকলক পাই-ছিলোঁ তাৰ হে অনুসৰণ কৰিম।' কি! যদিও সিহঁতৰ পিতৃবিলাক সমূলি জ্ঞানহীন আছিল আৰু সিহঁতে সুপথো পোৱা নাছিল ?

وَإِذَا قِيلَ لَهُمُ اتَّبِعُوا مَا أَنْزَلَ اللَّهُ قَالُوا بَلْ
نَتَّبِعُ مَا أَلْفَيْنَا عَلَيْهِ آبَاءَنَا ۗ أَوَلَوْ كَانَ آبَاؤُهُمْ
لَا يَعْقِلُونَ شَيْئًا وَلَا يَهْتَدُونَ ﴿١٧٠﴾

১৭২) আৰু অবিশ্বাসীবিলাকৰ অৱস্থা এনে এজনৰ অৱস্থাৰ সদৃশ যিজনে এনে এজনক চিঞৰি মাতে যি মাত আৰু চিঞৰৰ বাহিৰে একো নুশুনে; সিহঁত কলা, বোবা, অন্ধ; সেইদেখি সিহঁতে নুবুজে।

وَمَثَلُ الَّذِينَ كَفَرُوا كَمَثَلِ الَّذِي يَنْعِقُ بِمَا لَا يَسْمَعُ
إِلَّا دُعَاءً وَنِدَاءً ۚ صُمٌّ بُكْمٌ عُمْيٌ فَهُمْ لَا
يَعْقِلُونَ ﴿١٧١﴾

১৭৩) হে বিশ্বাসীসকল,যি বিশুদ্ধ বস্তুবোৰ আমি

يَا أَيُّهَا الَّذِينَ آمَنُوا كُلُوا مِنْ طَيِّبَاتِ مَا رَزَقْنَاكُمْ

তোমালোকক জীৱিকাৰ অৰ্থে দান কৰিছোঁ, তাৰেই পৰা আহাৰ কৰা আৰু আল্লাৰ শলাগ লোৱাঁ, যদি তেওঁৰেই তোমালোকে আৰাধনা কৰা।

وَاشْكُرُوا لِلّٰهِ اِنْ كُنْتُمْ اِيَّاهُ تَعْبُدُوْنَ ﴿١٧٢﴾

১৭৪) যি স্বভাৱতে মৰিছে তাক আৰু তেজ আৰু গাহৰিৰ মঙ্গহ, আৰু যাৰ ওপৰত আল্লাৰ বাহিৰে অইনৰ নাম লোৱা হৈছে তাকেই তেওঁ তোমালোকৰ নিমিত্তে অবৈধ কৰিছে; কিন্তু যি বিৰুদ্ধাচাৰী বা সীমা-লঙ্ঘনকাৰী নহৈ নিৰুপায় অৱস্থাত পৰে, তাৰ পক্ষে কোনো পাপ নহ'ব; স্বৰূপতে আল্লা শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানশীল।

اِنَّمَا حَرَّمَ عَلَيْكُمُ الْمَيْتَةَ وَالدَّمَ وَلَحْمَ الْخِنْزِيْرِ وَمَآ اُهِلَّ بِهٖ لِغَيْرِ اللّٰهِ ۚ فَمَنِ اضْطُرَّ غَيْرَ بَاغٍ وَّلَا عَادٍ فَلَآ اِثْمَ عَلَيْهِ ؕ اِنَّ اللّٰهَ غَفُوْرٌ رَّحِيْمٌ ﴿١٧٣﴾

১৭৫) বাস্তৱতে যিবিলাকে আল্লাই ধৰ্ম্মপুথিত যি নমাই পঠিয়াইছে তাক গোপন কৰে আৰু তাৰ সলনি সামান্য মূল্য গ্ৰহণ কৰে, নিশ্চয় সিহঁতে সিহঁতৰ পেটলৈ অগ্নিৰ বাহিৰে একো গ্ৰাস নকৰে আৰু আল্লাই পুনৰুত্থানৰ দিনত সিহঁতৰ লগত বাক্যালাপ নকৰিব, আৰু সিহঁতক পৱিত্ৰ জ্ঞান নকৰিব; আৰু সিহঁতৰ নিমিত্তে যন্ত্ৰণাদায়ক শাস্তি থাকিব।

اِنَّ الَّذِيْنَ يَكْتُمُوْنَ مَآ اَنْزَلَ اللّٰهُ مِنَ الْكِتٰبِ وَيَشْتَرُوْنَ بِهٖ ثَمَنًا قَلِيْلًا ۙ اُولٰٓئِكَ مَا يَاْكُلُوْنَ فِيْ بُطُوْنِهِمْ اِلَّا النَّارَ وَلَا يُكَلِّمُهُمُ اللّٰهُ يَوْمَ الْقِيٰمَةِ وَلَا يُزَكِّيْهِمْ ۚ وَلَهُمْ عَذَابٌ اَلِيْمٌ ﴿١٧٤﴾

১৭৬) এই বিলাকেই সুপথৰ বিনিময়ত বিপথ, আৰু ক্ষমাৰ বিনিময়ত শাস্তি কিনি লয়; এতেকে অগ্নি দাহনত সিহঁতৰ ধৈৰ্য্য কিমান অধিক!

اُولٰٓئِكَ الَّذِيْنَ اشْتَرَوُا الضَّلٰلَةَ بِالْهُدٰى وَالْعَذَابَ بِالْمَغْفِرَةِ ۚ فَمَآ اَصْبَرَهُمْ عَلَى النَّارِ ﴿١٧٥﴾

১৭৭) সেই কাৰণেই আল্লাই সত্যৰে সৈতে ধৰ্ম্মপুথি ক্ৰমান্বয়ে অৱতীৰ্ণ কৰিছে; আৰু বাস্তৱতে ধৰ্ম্মপুথি সম্বন্ধে যিবিলাকে মত-ভেদৰ সৃষ্টি কৰিছে নিশ্চয় সিহঁতে (আল্লাৰ লগত) সম্বন্ধ ছিঙি দূৰৈত পৰিব।

ذٰلِكَ بِاَنَّ اللّٰهَ نَزَّلَ الْكِتٰبَ بِالْحَقِّ ؕ وَاِنَّ الَّذِيْنَ اخْتَلَفُوْا فِي الْكِتٰبِ لَفِيْ شِقَاقٍۭ بَعِيْدٍ ﴿١٧٦﴾ ع ٢١ ٩ ٥ ربع

১৭৮) তোমালোকে পূব বা পশ্চিমলৈ মু কৰাই ধৰ্ম্ম নহয়, কিন্তু ধৰ্ম্ম এয়ে, যিসকলে আল্লাত আৰু শেহ দিনত আৰু ফিৰিশ্‌তাবিলাকত আৰু ধৰ্ম্ম-

لَيْسَ الْبِرَّ اَنْ تُوَلُّوْا وُجُوْهَكُمْ قِبَلَ الْمَشْرِقِ وَالْمَغْرِبِ وَلٰكِنَّ الْبِرَّ مَنْ اٰمَنَ بِاللّٰهِ وَالْيَوْمِ الْاٰخِرِ

وَالْمَلٰٓئِكَةِ وَالْكِتٰبِ وَالنَّبِيّٖنَ ۚ وَاٰتَى الْمَالَ عَلٰى حُبِّهٖ ذَوِى الْقُرْبٰى وَالْيَتٰمٰى وَالْمَسٰكِيْنَ وَابْنَ السَّبِيْلِ ۙ وَالسَّآئِلِيْنَ وَفِى الرِّقَابِ ۚ وَاَقَامَ الصَّلٰوةَ وَاٰتَى الزَّكٰوةَ ۚ وَالْمُوْفُوْنَ بِعَهْدِهِمْ اِذَا عٰهَدُوْا ۚ وَالصّٰبِرِيْنَ فِى الْبَاْسَآءِ وَالضَّرَّآءِ وَحِيْنَ الْبَاْسِ ۗ اُولٰٓئِكَ الَّذِيْنَ صَدَقُوْا ۗ وَاُولٰٓئِكَ هُمُ الْمُتَّقُوْنَ ﴿١٧٧﴾

পুথি আৰু নবীসকলত বিশ্বাস কৰে, আৰু তেওঁৰ প্ৰেমত আত্মীয়সকল আৰু মাউৰা বিলাকৰ আৰু দৰিদ্ৰ আৰু পথিক আৰু ভিক্ষুক আৰু দাসত্ব মোচনৰ নিমিত্তে নিজৰ ধন দান কৰে; আৰু নমাজৰ অনুষ্ঠান কৰে আৰু জকাত দিয়ে; আৰু অঙ্গীকাৰ কৰিলে নিজৰ অঙ্গীকাৰ সততে পালন কৰে, আৰু দৰিদ্ৰ আৰু ক্লেশ-কষ্ট আৰু যুদ্ধৰ সময়ত ধৈৰ্য্য ধৰি থাকে—এই সকলেই সত্য-পৰায়ণ, আৰু এই সকলেই ধৰ্ম্মভীৰু।

يٰٓاَيُّهَا الَّذِيْنَ اٰمَنُوْا كُتِبَ عَلَيْكُمُ الْقِصَاصُ فِى الْقَتْلٰى ۗ اَلْحُرُّ بِالْحُرِّ وَالْعَبْدُ بِالْعَبْدِ وَالْاُنْثٰى بِالْاُنْثٰى ۗ فَمَنْ عُفِىَ لَهٗ مِنْ اَخِيْهِ شَىْءٌ فَاتِّبَاعٌ ۢ بِالْمَعْرُوْفِ وَاَدَآءٌ اِلَيْهِ بِاِحْسَانٍ ۗ ذٰلِكَ تَخْفِيْفٌ مِّنْ رَّبِّكُمْ وَرَحْمَةٌ ۗ فَمَنِ اعْتَدٰى بَعْدَ ذٰلِكَ فَلَهٗ عَذَابٌ اَلِيْمٌ ﴿١٧٨﴾

১৭৮) হে বিশ্বাসীসকল, তোমালোকৰ নিমিত্তে নিহত জনৰ প্ৰতিশোধ লোৱাটো বাধ্যতামূলক; স্বাধীনৰ নিমিত্তে স্বাধীন, আৰু দাসৰ নিমিত্তে দাস আৰু নাৰীৰ নিমিত্তে নাৰী; কিন্তু যাক তেওঁৰ ভ্ৰাতাই দণ্ডৰ আংশিক হ্ৰাস কৰে তেওঁ যথোচিত ভাৱে তাক গ্ৰহণ কৰা উচিত, আৰু (হত্যা-কাৰীয়ে) সদ্ভাৱে হত্যাৰ মুল্য তেওঁক দিয়া উচিত: এইটো এটা তোমাৰ প্ৰভুৰ দণ্ডৰ উপশম আৰু কৰুণা; ইয়াৰ পিছত যদি কোনোৱে সীমা লঙ্ঘন কৰে তাৰ নিমিত্তে যন্ত্ৰণাদায়ক শাস্তি নিৰ্দ্ধাৰিত আছে।

وَلَكُمْ فِى الْقِصَاصِ حَيٰوةٌ يّٰٓاُولِى الْاَلْبَابِ لَعَلَّكُمْ تَتَّقُوْنَ ﴿١٧٩﴾

১৭৯) আৰু এই প্ৰতিশোধৰ দণ্ডতেই তোমা-লোকৰ জীৱন, হে বুদ্ধিমন্ত লোকসকল,—যাতে তোমালোকে পাপৰ পৰা আঁতৰি থাকা।

كُتِبَ عَلَيْكُمْ اِذَا حَضَرَ اَحَدَكُمُ الْمَوْتُ اِنْ تَرَكَ خَيْرًا ۖ ۚ الْوَصِيَّةُ لِلْوَالِدَيْنِ وَالْاَقْرَبِيْنَ بِالْمَعْرُوْفِ ۚ حَقًّا عَلَى الْمُتَّقِيْنَ ۗ ﴿١٨٠﴾

১৮০) যেতিয়া তোমালোকৰ কোনো এজনৰ মৃত্যু উপস্থিত হয়, যদি তেওঁ কোনো সম্পত্তি এৰি থৈ যায়, তাক পিতৃ-মাতৃ আৰু জাতিৰ ভিতৰত ন্যায়ভাৱে দান কৰিববলৈ তোমালোকৰ নিমিত্তে বিধান কৰা হ'ল; ধৰ্ম্মপৰায়ণসকলৰ নিমিত্তে ই এটা কৰ্ত্তব্য।

فَمَنْ بَدَّلَهٗ بَعْدَ مَا سَمِعَهٗ فَاِنَّمَآ اِثْمُهٗ عَلَى الَّذِيْنَ

১৮১) কিন্তু যিজনে ইয়াক শুনাৰ পিছত ইয়াৰ ব্যতিক্ৰম কৰে, নিশ্চয় সেই ব্যতিক্ৰম কৰোঁতা-

بِلاكৰ — 

বিলাকৰ ওপৰতেই ইয়াৰ পাপ পৰিব; অৱশ্যে আল্লাই শ্ৰেষ্ঠ শ্ৰোতা, সৰ্ব্বজ্ঞ।

يُبَدِّلُوْنَهٗ ۭ اِنَّ اللّٰهَ سَمِيْعٌ عَلِيْمٌ ١٨١

১৮৩) আৰু যেয়ে ৱস্বিয়তকাৰীৰ পৰা পক্ষপাত বা অন্যায়ৰ আশংকা কৰে, আৰু নিজৰ ভিতৰতে বিবাদৰ মীমাংসা কৰে, ইয়াৰ বাবে তেওঁৰ কোনো দোষ নহ'ব; অৱশ্যে আল্লা শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানশীল।

فَمَنْ خَافَ مِنْ مُّوْصٍ جَنَفًا اَوْ اِثْمًا فَاَصْلَحَ بَيْنَهُمْ فَلَآ اِثْمَ عَلَيْهِ ۭ اِنَّ اللّٰهَ غَفُوْرٌ رَّحِيْمٌ ١٨٢

১৮৪) হে বিশ্বাসীসকল, তোমালোকৰ পূৰ্ব্বগামী সকলৰ নিমিত্তে যিদৰে ৰোজা নিৰ্দ্ধাৰিত কৰা হৈছিল তোমালোকৰ নিমিত্তেও সেইদৰে নিৰ্দ্ধাৰিত কৰা হৈছে, যাতে তোমালোকে পাপৰ পৰা আঁতৰি থাকা।

يٰٓاَيُّهَا الَّذِيْنَ اٰمَنُوْا كُتِبَ عَلَيْكُمُ الصِّيَامُ كَمَا كُتِبَ عَلَى الَّذِيْنَ مِنْ قَبْلِكُمْ لَعَلَّكُمْ تَتَّقُوْنَ ١٨٣

১৮৫) নিৰ্দিষ্ট দিনচেৰেকৰ নিমিত্তে; কিন্তু তোমালোকৰ মাজৰ যিজনৰ নৰিয়া বা যিজনে ভ্ৰমণত থাকে, পিছত সেই কেইদিন ৰোজা পূৰ্ণ কৰিব; যিবিলাক ৰোজা ধৰিবৰ অসমৰ্থ, সেই-বিলাকৰ পৰাচিত এজন দৰিদ্ৰক ভোজন কৰোৱা, কিন্তু যিজনে সজ কাম কৰাত বেচি আগ্ৰহ দেখুৱায়, ই তাৰ নিমিত্তে তাতোকৈ মঙ্গলজনক; আৰু ৰোজা ধৰা তোমালোকৰ নিমিত্তে কল্যাণকৰ, যদিহে তোমালোকৰ জ্ঞান থাকে।

اَيَّامًا مَّعْدُوْدٰتٍ ۭ فَمَنْ كَانَ مِنْكُمْ مَّرِيْضًا اَوْ عَلٰي سَفَرٍ فَعِدَّةٌ مِّنْ اَيَّامٍ اُخَرَ ۭ وَعَلَي الَّذِيْنَ يُطِيْقُوْنَهٗ فِدْيَةٌ طَعَامُ مِسْكِيْنٍ ۭ فَمَنْ تَطَوَّعَ خَيْرًا فَهُوَ خَيْرٌ لَّهٗ ۭ وَاَنْ تَصُوْمُوْا خَيْرٌ لَّكُمْ اِنْ كُنْتُمْ تَعْلَمُوْنَ ١٨٤

১৮৬) ৰমদ্বান এনে এটা মাহ, যিমাহত মানব-জাতিৰ নিমিত্তে পথ প্ৰদৰ্শন আৰু পথ প্ৰদৰ্শনৰ প্ৰত্যক্ষ প্ৰমাণ স্বৰূপে আৰু স্বতন্ত্ৰ নিদৰ্শন ৰূপে কোৰ্-আন নমাই পঠিওৱা হৈছিল; গতিকে তোমালোকৰ যেয়ে এই মাহ পায়, তাৰ নিমিত্তে ৰোজা পালন বাধ্যতামূলক; কিন্তু যিজন নৰিয়া বা ভ্ৰমণত থাকে, সি পিছত সেই কেইদিনৰ ৰোজা পূৰাব; আল্লাই তোমালোকৰ নিমিত্তে সহজ ব্যৱস্থা ইচ্ছা কৰে, আৰু তোমালোকৰ নিমিত্তে কষ্ট ইচ্ছা নকৰে; আৰু এনে কৰাৰ উদ্দেশ্য, যাতে

شَهْرُ رَمَضَانَ الَّذِيْٓ اُنْزِلَ فِيْهِ الْقُرْاٰنُ هُدًى لِّلنَّاسِ وَبَيِّنٰتٍ مِّنَ الْهُدٰى وَالْفُرْقَانِ ۚ فَمَنْ شَهِدَ مِنْكُمُ الشَّهْرَ فَلْيَصُمْهُ ۭ وَمَنْ كَانَ مَرِيْضًا اَوْ عَلٰي سَفَرٍ فَعِدَّةٌ مِّنْ اَيَّامٍ اُخَرَ ۭ يُرِيْدُ اللّٰهُ بِكُمُ الْيُسْرَ وَلَا يُرِيْدُ بِكُمُ الْعُسْرَ ۡ وَلِتُكْمِلُوا الْعِدَّةَ

وَلِتُكَبِّرُوا اللّٰهَ عَلٰى مَا هَدٰىكُمْ وَلَعَلَّكُمْ تَشْكُرُوْنَ ﴿١٨٦﴾

তোমালোকে ৰোজাৰ দিনৰ সংখ্যা পূৰ্ণ কৰা, আৰু যাতে আল্লাই তোমালোকক সুপথ প্ৰদৰ্শন কৰাৰ নিমিত্তে তোমালোকে তেওঁৰ মহিমা কীৰ্ত্তন কৰা, আৰু যাতে তোমালোকে আল্লাৰ শলাগ ল'ব পাৰা।

وَاِذَا سَاَلَكَ عِبَادِيْ عَنِّيْ فَاِنِّيْ قَرِيْبٌ ۗ اُجِيْبُ دَعْوَةَ الدَّاعِ اِذَا دَعَانِ ۙ فَلْيَسْتَجِيْبُوْا لِيْ وَلْيُؤْمِنُوْا بِيْ لَعَلَّهُمْ يَرْشُدُوْنَ ﴿١٨٧﴾

১৮৭) আৰু মোৰ ভৃত্যবিলাকে মোৰ বিষয়ে যদি তোমাক প্ৰশ্ন কৰে, তেন্তে (সিহঁতক কোৱাঁ), বাস্তৱতে মই কাষতেই; কোনো প্ৰাৰ্থনাকাৰীয়ে যেতিয়া মোক প্ৰাৰ্থনা কৰে, মই তাৰ প্ৰত্যুত্তৰ দিওঁ; কিন্তু সিহঁতে মোৰ আদেশ পালন আৰু মোৰ প্ৰতি বিশ্বাস কৰা উচিত, যাতে সিহঁতে সত্যৰ পথ প্ৰাপ্ত হয়।

اُحِلَّ لَكُمْ لَيْلَةَ الصِّيَامِ الرَّفَثُ اِلٰى نِسَآئِكُمْ ۗ هُنَّ لِبَاسٌ لَّكُمْ وَاَنْتُمْ لِبَاسٌ لَّهُنَّ ۗ عَلِمَ اللّٰهُ اَنَّكُمْ كُنْتُمْ تَخْتَانُوْنَ اَنْفُسَكُمْ فَتَابَ عَلَيْكُمْ وَعَفَا عَنْكُمْ ۚ فَالْـٰٔنَ بَاشِرُوْهُنَّ وَابْتَغُوْا مَا كَتَبَ اللّٰهُ لَكُمْ ۚ وَكُلُوْا وَاشْرَبُوْا حَتّٰى يَتَبَيَّنَ لَكُمُ الْخَيْطُ الْاَبْيَضُ مِنَ الْخَيْطِ الْاَسْوَدِ مِنَ الْفَجْرِ ۪ ثُمَّ اَتِمُّوا الصِّيَامَ اِلَى الَّيْلِ ۚ وَلَا تُبَاشِرُوْهُنَّ وَاَنْتُمْ عٰكِفُوْنَ ۙ فِي الْمَسٰجِدِ ۗ تِلْكَ حُدُوْدُ اللّٰهِ فَلَا تَقْرَبُوْهَا ۗ كَذٰلِكَ يُبَيِّنُ اللّٰهُ اٰيٰتِهٖ لِلنَّاسِ لَعَلَّهُمْ يَتَّقُوْنَ ﴿١٨٨﴾

১৮৮) ৰোজাৰ ৰাতিত স্ত্ৰী-সংসৰ্গৰ নিমিত্তে তোমালোকক অনুমতি দিয়া হৈছে; সিহঁত তোমালোকৰ আভৰণ আৰু তোমালোকো সিহঁতৰ আভৰণ; তোমালোকে যে অযথা নিজক বঞ্চিত কৰিছিলা তাক আল্লাই জানিছিল; এতেকে তেওঁ কৰুণাৰে তোমালোকৰ ফাললৈ প্ৰত্যাবৰ্ত্তন কৰিলে আৰু তোমালোকক তাৰ প্ৰতিবিধান দান কৰিলে; গতিকে এতিয়া সিহঁতৰ ওচৰলৈ যোৱাঁ, আৰু তোমালোকৰ নিমিত্তে আল্লাই যি বিধান কৰিছে তাক বিচাৰা, আৰু পুৱা বগা সূতা ক'লা সূতাৰ পৰা ভালকৈ পৃথক কৰিব নোৱৰালৈকে পান ভোজন কৰিব পাৰা; তাৰ পিছত ৰাতিলৈকে তোমালোকে ৰোজা পালন কৰিবা, আৰু যেতিয়া তোমালোক মচ্‌যিদসমূহৰ ভিতৰত ই'তেকাফ কৰি থাকা তেতিয়া সিহঁতৰ ওচৰলৈ নাযাবা; এই বিলাকেই হৈছে আল্লাই নিৰূপণ কৰা সীমা; এতেকে এইবোৰৰ ওচৰ নাচাপিবা; এইদৰেই আল্লাই মানৱৰ নিমিত্তে নিজ নিদৰ্শনসমূহ ব্যক্ত কৰে, যাতে সিহঁতে পাপৰ পৰা আঁতৰি থাকে।

وَلَا تَاْكُلُوْٓا اَمْوَالَكُمْ بَيْنَكُمْ بِالْبَاطِلِ وَتُدْلُوْا بِهَآ

১৮৯) তোমালোকে নিজৰ ভিতৰত পৰস্পৰৰ

সম্পত্তি অন্যায়কৈ ভোগ নকৰিবা, আৰু কৰ্ম্মচাৰীবিলাকৰ ওচৰলৈকো সেই সম্পত্তি লৈ হোৱা বাদ বিসম্বাদ এই উদ্দেশ্যে লৈ নাযাবা যাতে তোমালোকে অন্যায়েৰে মানুহৰ সম্পত্তিৰ কোনো অংশ ভোগ কৰিব পাৰা, অথচ এই সম্বন্ধে তোমালোকৰ জ্ঞান আছে।

إِلَى الْحُكَّامِ لِتَأْكُلُوا فَرِيقًا مِّنْ أَمْوَالِ النَّاسِ بِالْإِثْمِ
وَأَنتُمْ تَعْلَمُونَ ﴿١٨٨﴾

১৯০) চন্দ্ৰোদয়ৰ বিষয়ে সিহঁতে তোমাক প্ৰশ্ন কৰে; কোৱাঁ, ই মানুহৰ কাৰ্য্যৰ আৰু হয্ ভ্ৰমণৰ সময় নিৰূপক; আৰু তোমালোকে যে নিজ ঘৰলৈ পিছফালেদি সোমোৱা সি ধৰ্ম্ম নহয়। কিন্তু আল্লালৈ যিজনে ভয় ৰাখে সেইজনেই ধৰ্ম্ম পালন কৰে; আৰু ঘৰলৈ (আগ) দুৱাৰেদি সোমাবা; আৰু আল্লালৈ ভয় ৰাখিবা, যাতে তোমালোক সফল মনোৰথ হ'ব পাৰা।

يَسْأَلُونَكَ عَنِ الْأَهِلَّةِ ۖ قُلْ هِيَ مَوَاقِيتُ لِلنَّاسِ
وَالْحَجِّ ۗ وَلَيْسَ الْبِرُّ بِأَن تَأْتُوا الْبُيُوتَ مِن ظُهُورِهَا
وَلَٰكِنَّ الْبِرَّ مَنِ اتَّقَىٰ ۗ وَأْتُوا الْبُيُوتَ مِنْ أَبْوَابِهَا ۚ
وَاتَّقُوا اللَّهَ لَعَلَّكُمْ تُفْلِحُونَ ﴿١٨٩﴾

১৯১) আৰু যিবিলাকে তোমালোকৰ সৈতে যুদ্ধ কৰে সেইবিলাকৰ সৈতে তোমালোকে আল্লাৰ পথত যুদ্ধ কৰাঁ; কিন্তু সীমা লঙ্ঘন নকৰিবা; স্বৰূপতে আল্লাই সীমা লঙ্ঘনকাৰীবিলাকক ভাল নাপায়।

وَقَاتِلُوا فِي سَبِيلِ اللَّهِ الَّذِينَ يُقَاتِلُونَكُمْ وَلَا
تَعْتَدُوا ۚ إِنَّ اللَّهَ لَا يُحِبُّ الْمُعْتَدِينَ ﴿١٩٠﴾

১৯২) আৰু সিহঁতক য'তে পাবা ত'তে সিহঁতক বধ কৰিবা; আৰু যি ঠাইৰ পৰা সিহঁতে তোমালোকক উলিয়াই দিছিল, সেই ঠাইৰ পৰা সিহঁতক উলিয়াই দিবা; কাৰণ হত্যাতকৈ শান্তিভঙ্গ গুৰুতৰ; কিন্তু সিহঁতে তোমালোকৰ সৈতে পৱিত্ৰ মচ্‌যিদৰ ভিতৰত যুদ্ধ নকৰে মানে ইয়াৰ ওচৰত তোমালোকে সিহঁতৰ সৈতে যুদ্ধ নকৰিবা; কিন্তু সিহঁতে যদি তোমালোকৰ সৈতে যুদ্ধ কৰে, সিহঁতক বধ কৰিবা; অবিশ্বাসী বিলাকৰ নিমিত্তে সেয়ে প্ৰতিফল।

وَاقْتُلُوهُمْ حَيْثُ ثَقِفْتُمُوهُمْ وَأَخْرِجُوهُم مِّنْ
حَيْثُ أَخْرَجُوكُمْ ۚ وَالْفِتْنَةُ أَشَدُّ مِنَ الْقَتْلِ ۚ وَ
لَا تُقَاتِلُوهُمْ عِندَ الْمَسْجِدِ الْحَرَامِ حَتَّىٰ يُقَاتِلُوكُمْ
فِيهِ ۖ فَإِن قَاتَلُوكُمْ فَاقْتُلُوهُمْ ۗ كَذَٰلِكَ جَزَاءُ الْكَافِرِينَ ﴿١٩١﴾

১৯৩) কিন্তু যদি সিহঁত ক্ষান্ত হয়, তেন্তে আল্লা নিশ্চয় শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানশীল।

فَإِنِ انتَهَوْا فَإِنَّ اللَّهَ غَفُورٌ رَّحِيمٌ ﴿١٩٢﴾

وَقٰتِلُوْهُمْ حَتّٰى لَا تَكُوْنَ فِتْنَةٌ وَّيَكُوْنَ الدِّيْنُ لِلّٰهِ ۖ
فَاِنِ انْتَهَوْا فَلَا عُدْوَانَ اِلَّا عَلَى الظّٰلِمِيْنَ ﴿١٩٣﴾

১৯৪) আৰু অশান্তি আঁতৰ নোহোৱালৈকে আৰু ধৰ্ম্ম কেৱল আল্লাৰ নিমিত্তে প্ৰতিষ্ঠিত নোহোৱালৈকে সিহঁতৰ সৈতে যুদ্ধ কৰিবা ; কিন্তু যদি সিহঁত ক্ষান্ত হয় সীমালঙ্ঘনকাৰীবিলাকৰ বাহিৰে (কাকো) আক্ৰমণ কৰা সঙ্গত নহয়।

اَلشَّهْرُ الْحَرَامُ بِالشَّهْرِ الْحَرَامِ وَالْحُرُمٰتُ قِصَاصٌ ۚ
فَمَنِ اعْتَدٰى عَلَيْكُمْ فَاعْتَدُوْا عَلَيْهِ بِمِثْلِ مَا اعْتَدٰى
عَلَيْكُمْ ۖ وَاتَّقُوا اللّٰهَ وَاعْلَمُوْٓا اَنَّ اللّٰهَ مَعَ الْمُتَّقِيْنَ ﴿١٩٤﴾

১৯৫) পৱিত্ৰ মাহৰ পৰিবৰ্ত্তে পৱিত্ৰ মাহ, আৰু পৱিত্ৰ বস্তুবিলাকৰ সলনি তদ্ৰূপ প্ৰতিফলো আছে ; সেইকাৰণে যেয়ে তোমালোকৰ বিপক্ষে সীমা লঙ্ঘন কৰে, সি যি পৰিমাণে তোমালোকৰ বিপক্ষে সীমা লঙ্ঘন কৰিছিল, তোমালোকেও তাৰ বিপক্ষে সেই পৰিমাণে সীমা লঙ্ঘন কৰিবা ; আৰু আল্লাৰ প্ৰতি ভয় ৰাখিবা, আৰু জানি থবা, আল্লা নিশ্চয় ধৰ্ম্মপৰায়ণসকলৰ সঙ্গী।

وَاَنْفِقُوْا فِيْ سَبِيْلِ اللّٰهِ وَلَا تُلْقُوْا بِاَيْدِيْكُمْ اِلَى التَّهْلُكَةِ ۖ
وَاَحْسِنُوْا ۚ اِنَّ اللّٰهَ يُحِبُّ الْمُحْسِنِيْنَ ﴿١٩٥﴾

১৯৬) আৰু তোমালোকে আল্লাৰ পথত অৰ্থ ব্যয় কৰিবা, আৰু তোমালোকে নিজ হাতেৰে নিজকে বিনষ্ট নকৰিবা, আৰু সৎ কাৰ্য্য কৰিবা ; বাস্তৱতে সৎকৰ্ম্মীসকলক আল্লাই ভাল পায়।

وَاَتِمُّوا الْحَجَّ وَالْعُمْرَةَ لِلّٰهِ ۚ فَاِنْ اُحْصِرْتُمْ فَمَا اسْتَيْسَرَ
مِنَ الْهَدْيِ ۚ وَلَا تَحْلِقُوْا رُءُوْسَكُمْ حَتّٰى يَبْلُغَ الْهَدْيُ
مَحِلَّهٗ ۚ فَمَنْ كَانَ مِنْكُمْ مَّرِيْضًا اَوْ بِهٖٓ اَذًى مِّنْ رَّاْسِهٖ
فَفِدْيَةٌ مِّنْ صِيَامٍ اَوْ صَدَقَةٍ اَوْ نُسُكٍ ۚ فَاِذَآ اَمِنْتُمْ
فَمَنْ تَمَتَّعَ بِالْعُمْرَةِ اِلَى الْحَجِّ فَمَا اسْتَيْسَرَ مِنَ
الْهَدْيِ ۚ فَمَنْ لَّمْ يَجِدْ فَصِيَامُ ثَلٰثَةِ اَيَّامٍ فِى الْحَجِّ
وَسَبْعَةٍ اِذَا رَجَعْتُمْ ۗ تِلْكَ عَشَرَةٌ كَامِلَةٌ ۗ ذٰلِكَ لِمَنْ
لَّمْ يَكُنْ اَهْلُهٗ حَاضِرِي الْمَسْجِدِ الْحَرَامِ ۚ وَاتَّقُوا اللّٰهَ
وَاعْلَمُوْٓا اَنَّ اللّٰهَ شَدِيْدُ الْعِقَابِ ﴿١٩٦﴾

১৯৭) আল্লাৰ কাৰণে হয্ আৰু 'উম্ৰা সমাধা কৰিবা ; কিন্তু যদি তোমালোকৰ বাটত বাধা জন্মোৱা হয়, তেনেহ'লে সহজে পোৱা এটি ক্বোৰ্বানি পঠাই দিবা ; আৰু ক্বোৰ্বানি নিৰ্দিষ্ট স্থান নোপোৱালৈকে তোমালোকৰ মূৰ নুখুৰাবা ; কিন্তু তোমালোকৰ ভিতৰত যি ৰোগী বা যাৰ মূৰৰ অসুখ তাৰ প্ৰায়শ্চিত্ত ৰোজা বা ভিক্ষাদান বা ক্বোৰ্বানি ; কিন্তু তোমালোক নিৰাপদ হ'লে, যিজনে 'উমৰা হযৰ লগতেই সম্পন্ন কৰে, সেইজনে সহজে পোৱা এটি ক্বোৰবানি দিয়া উচিত ; কিন্তু যিজনে তাকে যোগাবৰ অসমৰ্থ সেইজনে হযৰ সময়ত তিনিদিন আৰু উলটিবৰ সময়ত সাতদিন ৰোজা ধৰিব— মুঠতে দহদিন ; পৱিত্ৰ মচ্যিদৰ ওচৰত নথকা পৰিয়ালৰ নিমিত্তেহে এই বিধান ; আৰু আল্লালৈ ভয় ৰাখিবা আৰু জানিবা আল্লা শাস্তি দিয়াত কঠোৰ।

১৯৮) হযৰ নিমিত্তে কেইমাহমান নিৰ্দ্ধাৰিত আছে; পিছত এইমাহ বিলাকত হয্ কৰিবলৈ যি জনে সঙ্কল্প কৰে সিজনে হয্ কৰাৰ সময়ত অশ্লীল ভাষা প্ৰয়োগ, নিয়মভঙ্গ, অথবা বিবাদ নকৰিব; আৰু যি সজ কামকে তোমালোকে কৰা আল্লাই তাক জানে; আৰু তোমালোকে নিজ পথৰ সম্বল ল'বা, কিন্তু বাস্তৱিকতে আল্লালৈ ভয় ৰখাই হৈছে উত্তম সম্বল; গতিকে, হে জ্ঞানৱন্ত লোকসকল, মোলৈহে ভয় ৰাখিবা।

اَلْحَجُّ اَشْهُرٌ مَّعْلُوْمٰتٌ ۚ فَمَنْ فَرَضَ فِيْهِنَّ الْحَجَّ
فَلَا رَفَثَ وَلَا فُسُوْقَ ۙ وَلَا جِدَالَ فِي الْحَجِّ ۗ وَمَا
تَفْعَلُوْا مِنْ خَيْرٍ يَّعْلَمْهُ اللّٰهُ ۗ وَتَزَوَّدُوْا فَاِنَّ خَيْرَ
الزَّادِ التَّقْوٰى ۚ وَاتَّقُوْنِ يٰۤاُولِي الْاَلْبَابِ ﴿١٩٧﴾

১৯৯) যদি তোমালোকে নিজপ্ৰভুৰ পৰা লাভৰ বাঞ্ছা কৰা তাত তোমালোকৰ কোনো দোষ নহ'ব; কিন্তু যেতিয়া তোমালোক 'আৰ্ফাতৰ পৰা উলটি আহা, মশ্-'অৰুল-হৰামৰ ওচৰত আল্লাক স্মৰণ কৰিবা; আৰু তেওঁ যিদৰে তোমালোকক আদেশ দিছে সেই দৰেই তেওঁক স্মৰণ কৰিবা, যদিও ইতিপূৰ্ব্বে তোমালোক নিশ্চয় বিপথগামীবিলাকৰ মাজৰ আছিলা।

لَيْسَ عَلَيْكُمْ جُنَاحٌ اَنْ تَبْتَغُوْا فَضْلًا مِّنْ رَّبِّكُمْ ۗ
فَاِذَاۤ اَفَضْتُمْ مِّنْ عَرَفٰتٍ فَاذْكُرُوا اللّٰهَ عِنْدَ الْمَشْعَرِ
الْحَرَامِ ۪ وَاذْكُرُوْهُ كَمَا هَدٰىكُمْ ۚ وَاِنْ كُنْتُمْ مِّنْ
قَبْلِهٖ لَمِنَ الضَّآلِّيْنَ ﴿١٩٨﴾

২০০) আৰু য'ৰ পৰা মানুহবিলাক উভটি আহে ত'ৰে পৰা উভটিবা; আৰু আল্লাৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰিবা; নিশ্চয় আল্লাই শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানশীল।

ثُمَّ اَفِيْضُوْا مِنْ حَيْثُ اَفَاضَ النَّاسُ وَاسْتَغْفِرُوا
اللّٰهَ ۗ اِنَّ اللّٰهَ غَفُوْرٌ رَّحِيْمٌ ﴿١٩٩﴾

২০১) আৰু যেতিয়া তোমালোকে হযৰ অনুষ্ঠান সমূহ সমাধা কৰি ল'বা তেতিয়া আল্লাক স্মৰণ কৰিবা যেনেকৈ তোমালোকে নিজ পিতৃসকলক স্মৰণ কৰা, বৰঞ্চ তাতোকৈ আন্তৰিকতাৰে সৈতে স্মৰণ কৰিবা; আৰু এনে কিছুমান মানুহ আছে যি কয়, হে আমাৰ প্ৰভু, আমাক ইহলোকতে মঙ্গল দান কৰাঁ, কিন্তু সেইবিলাকৰ নিমিত্তে পৰলোকত কোনো ভাগ নাথাকিব।

فَاِذَا قَضَيْتُمْ مَّنَاسِكَكُمْ فَاذْكُرُوا اللّٰهَ كَذِكْرِكُمْ
اٰبَآءَكُمْ اَوْ اَشَدَّ ذِكْرًا ؕ فَمِنَ النَّاسِ مَنْ يَّقُوْلُ
رَبَّنَاۤ اٰتِنَا فِي الدُّنْيَا وَمَا لَهٗ فِي الْاٰخِرَةِ مِنْ خَلَاقٍ ﴿٢٠٠﴾

২০২) আৰু সিহঁতৰ মাজৰ কিছুমানে কয়, হে আমাৰ প্ৰভু, ইহলোকত আমাক মঙ্গল আৰু

وَمِنْهُمْ مَّنْ يَّقُوْلُ رَبَّنَاۤ اٰتِنَا فِي الدُّنْيَا حَسَنَةً وَّ

فِي الْاٰخِرَةِ حَسَنَةً وَّقِنَا عَذَابَ النَّارِ ۝٢٠١

পৰলোকতো মঙ্গল দান কৰাঁ, আৰু আমাক অগ্নিৰ শাস্তিৰ পৰা ৰক্ষা কৰাঁ।

اُولٰٓئِكَ لَهُمْ نَصِيْبٌ مِّمَّا كَسَبُوْا ۭ وَاللّٰهُ سَرِيْعُ الْحِسَابِ ۝٢٠٢

২০৩) এনেলোকৰ নিমিত্তেই তেওঁলোকৰ নিজ অৰ্জ্জনৰ ভাগ আছে: বাস্তৱিকতে লেখ লোৱাত আল্লা বেগী।

وَاذْكُرُوا اللّٰهَ فِيْٓ اَيَّامٍ مَّعْدُوْدٰتٍ ۭ فَمَنْ تَعَجَّلَ فِيْ يَوْمَيْنِ فَلَآ اِثْمَ عَلَيْهِ ۚ وَمَنْ تَاَخَّرَ فَلَآ اِثْمَ عَلَيْهِ ۙ لِمَنِ اتَّقٰى ۭ وَاتَّقُوا اللّٰهَ وَاعْلَمُوْٓا اَنَّكُمْ اِلَيْهِ تُحْشَرُوْنَ ۝٢٠٣

২০৪) আৰু নিৰ্দিষ্ট কেইদিনৰ ভিতৰত আল্লাক স্মৰণ কৰিবা; কিন্তু যেয়ে সোনকালে দুদিনত হয় কৰি যায় তাৰ কোনো দোষ নহ'ব; আৰু যেয়ে পলম কৰি ৰৈ যায় তাৰো কোনো দোষ নহ'ব— ধাৰ্ম্মিকসকলৰ নিমিত্তে (এই বিধান); আৰু আল্লালৈ ভয় ৰাখাঁ, আৰু জানি থোৱাঁ, তোমালোকক তেওঁৰ সম্মুখত সমবেত কৰা হ'ব।

وَمِنَ النَّاسِ مَنْ يُّعْجِبُكَ قَوْلُهٗ فِي الْحَيٰوةِ الدُّنْيَا وَيُشْهِدُ اللّٰهَ عَلٰي مَا فِيْ قَلْبِهٖ ۙ وَهُوَ اَلَدُّ الْخِصَامِ ۝٢٠٤

২০৫) আৰু এনে মানুহো আছে যাৰ পাৰ্থিৱ জীৱন সম্বন্ধীয় কথাই তোমাক চমক লগায়, আৰু যিজনে নিজৰ অন্তৰৰ কথাৰ বাবে আল্লাক সাক্ষী মানে, অথচ সকলো শত্ৰুৰ মাজত সিয়েই আটাই-তকৈ কঠোৰ।

وَاِذَا تَوَلّٰى سَعٰى فِي الْاَرْضِ لِيُفْسِدَ فِيْهَا وَيُهْلِكَ الْحَرْثَ وَالنَّسْلَ ۭ وَاللّٰهُ لَا يُحِبُّ الْفَسَادَ ۝٢٠٥

২০৬) আৰু যেতিয়া সি ক্ষমতা লাভ কৰে সি পৃথিৱীত অশান্তি সৃষ্টি কৰিবলৈ আৰু শস্যক্ষেত্ৰ আৰু ঘৰচীয়া জন্তুক বিনষ্ট কৰিবলৈ চেষ্টা কৰে; বাস্তৱতে আল্লাই অশান্তিৰ সৃষ্টি ভাল নাপায়।

وَاِذَا قِيْلَ لَهُ اتَّقِ اللّٰهَ اَخَذَتْهُ الْعِزَّةُ بِالْاِثْمِ فَحَسْبُهٗ جَهَنَّمُ ۭ وَلَبِئْسَ الْمِهَادُ ۝٢٠٦

২০৭) আৰু যেতিয়া তাক কোৱা হয়, আল্লালৈ ভয় ৰাখাঁ, অহঙ্কাৰে পাপ কৰিবলৈ তাক উদগাই দিয়ে; সেই কাৰণে নৰকেই তাৰ উপযুক্ত স্থান; আৰু নিশ্চয় এয়েই জিৰণিৰ নিকৃষ্ট স্থান।

وَمِنَ النَّاسِ مَنْ يَّشْرِيْ نَفْسَهُ ابْتِغَاۗءَ مَرْضَاتِ اللّٰهِ ۭ وَاللّٰهُ رَءُوْفٌۢ بِالْعِبَادِ ۝٢٠٧

২০৮) আৰু এনে মানুহো আছে যি আল্লাৰ সন্তুষ্টি লাভৰ নিমিত্তে নিজৰ প্ৰাণ উৎসৰ্গ কৰে; আৰু আল্লা (তেওঁৰ) ভৃত্যবিলাকৰ প্ৰতি অতি চেনেহুৱা।

২০৯) হে বিশ্বাসীসকল, তোমালোক সকলোৱে শান্তিৰ ধৰ্ম্মত সম্পূৰ্ণ ভাৱে প্ৰৱেশ কৰাঁ, আৰু ছয়তানৰ পদ অনুসৰণ নকৰিবা; বাস্তৱতে সি তোমালোকৰ প্ৰকাশ্য শত্ৰু।

يَآيُّهَا الَّذِيْنَ اٰمَنُوا ادْخُلُوْا فِي السِّلْمِ كَآفَّةً وَّ لَا تَتَّبِعُوْا خُطُوٰتِ الشَّيْطٰنِ اِنَّهٗ لَكُمْ عَدُوٌّ مُّبِيْنٌ ﴿٢٠٩﴾

২১০) কিন্তু তোমালোকলৈ প্ৰত্যক্ষ প্ৰমাণসমূহ অহাৰ পিছতো যদি তোমালোক বিচলিত হোৱা তেন্তে জানি থোৱা আল্লা পৰাক্ৰান্ত, সৰ্ব্বজ্ঞানী।

فَاِنْ زَلَلْتُمْ مِّنْۢ بَعْدِ مَا جَآءَتْكُمُ الْبَيِّنٰتُ فَاعْلَمُوْٓا اَنَّ اللّٰهَ عَزِيْزٌ حَكِيْمٌ ﴿٢١٠﴾

২১১) সিহঁতে কেৱল এনে আশাতে বৈ আছে নে, মেঘৰ গভীৰ ছাঁৰ মাজত আল্লা আৰু ফিৰিশ্‌তা-বিলাকো সিহঁতৰ ওচৰলৈ আহিব, আৰু সকলো বিষয়ৰ বিচাৰ হ'ব; কিয়নো আল্লাৰ ওচৰলৈকে সকলো কাৰ্য উভটি যাব।

هَلْ يَنْظُرُوْنَ اِلَّآ اَنْ يَّاْتِيَهُمُ اللّٰهُ فِيْ ظُلَلٍ مِّنَ الْغَمَامِ وَالْمَلٰٓئِكَةُ وَقُضِيَ الْاَمْرُ وَاِلَى اللّٰهِ تُرْجَعُ
٢٥ ع ٩ الْاُمُوْرُ ﴿٢١١﴾

২১২) ইস্ৰাইলৰ সন্ততি বিলাকক প্ৰশ্ন কৰাঁ, কিমান যে আমি স্পষ্ট নিদৰ্শন তেওঁলোকক দান কৰিছিলোঁ; কিন্তু যদি কোনোৱে আল্লাৰ অনুগ্ৰহ তালৈ অহাৰ পিছত পৰিবৰ্ত্তন কৰে, তেন্তে বাস্তৱিকতে আল্লা শাস্তি দিয়াত কঠোৰ।

سَلْ بَنِيْٓ اِسْرَآءِيْلَ كَمْ اٰتَيْنٰهُمْ مِّنْ اٰيَةٍۢ بَيِّنَةٍ وَمَنْ يُّبَدِّلْ نِعْمَةَ اللّٰهِ مِنْۢ بَعْدِ مَا جَآءَتْهُ فَاِنَّ اللّٰهَ شَدِيْدُ الْعِقَابِ ﴿٢١٢﴾

২১৩) পাৰ্থিৱ জীৱন অবিশ্বাসীবিলাকৰ নিমিত্তে শোভনীয় কৰা হৈছে, আৰু সিহঁতে বিশ্বাসী-সকলক উপহাস কৰে; কিন্তু যিসকলে আল্লালৈ ভয় ৰাখে সেইসকলে শেহ বিচাৰৰ দিনা সিহঁতৰ ওপৰত শ্ৰেষ্ঠতা লাভ কৰিব; আৰু আল্লাই যাকে ইচ্ছা তাকেই অলেখ জীৱিকা দান কৰে।

زُيِّنَ لِلَّذِيْنَ كَفَرُوا الْحَيٰوةُ الدُّنْيَا وَيَسْخَرُوْنَ مِنَ الَّذِيْنَ اٰمَنُوْا وَالَّذِيْنَ اتَّقَوْا فَوْقَهُمْ يَوْمَ الْقِيٰمَةِ وَاللّٰهُ يَرْزُقُ مَنْ يَّشَآءُ بِغَيْرِ حِسَابٍ ﴿٢١٣﴾

২১৪) মানুহ (আদিতে) এক সম্প্ৰদায়ৰ দৰে আছিল; পিছত আল্লাই সুসংবাদদাতা আৰু সতৰ্ককাৰীৰূপে নবীসকলক প্ৰতিষ্ঠা কৰিলে, আৰু তেওঁলোকৰ লগত সত্যৰে সৈতে ধৰ্ম্মগ্ৰন্থ নমাই পঠিয়ালে, যাতে এই গ্ৰন্থই মানুহৰ মাজত যি বিষয় লৈ মতভেদৰ সৃষ্টি হয় তাৰ বিচাৰ কৰে; আৰু যিবিলাকক ধৰ্ম্মপুথি দান কৰা হৈছিল

كَانَ النَّاسُ اُمَّةً وَّاحِدَةً فَبَعَثَ اللّٰهُ النَّبِيّٖنَ مُبَشِّرِيْنَ وَمُنْذِرِيْنَ وَاَنْزَلَ مَعَهُمُ الْكِتٰبَ بِالْحَقِّ لِيَحْكُمَ بَيْنَ النَّاسِ فِيْمَا اخْتَلَفُوْا فِيْهِ وَمَا اخْتَلَفَ فِيْهِ اِلَّا الَّذِيْنَ اُوْتُوْهُ مِنْۢ بَعْدِ مَا جَآءَتْهُمُ الْبَيِّنٰتُ

بَغْيًا بَيْنَهُمْ ۚ فَهَدَى اللَّهُ الَّذِينَ آمَنُوا لِمَا اخْتَلَفُوا
فِيهِ مِنَ الْحَقِّ بِإِذْنِهِ ۗ وَاللَّهُ يَهْدِي مَنْ يَشَاءُ
إِلَىٰ صِرَاطٍ مُسْتَقِيمٍ ﴿٢١٣﴾

সিহঁতেই পৰস্পৰৰ মাজত বিদ্বেষ ভাব থকাৰ কাৰণে স্পষ্ট নিদৰ্শন অহাৰ পিছতো এই পুথি সম্বন্ধে বিবাদ কৰিছিল ; কিন্তু আল্লাই নিজ ইচ্ছাৰে বিশ্বাসী সকলক যি সত্য লৈ তেওঁলোকে বিবাদ কৰিছিল সেই সত্যৰ পিনে পথ প্ৰদৰ্শন কৰিছিল, কিয়নো আল্লাই যাকে ইচ্ছা তাকেই পোন বাট প্ৰদৰ্শন কৰে।

أَمْ حَسِبْتُمْ أَنْ تَدْخُلُوا الْجَنَّةَ وَلَمَّا يَأْتِكُمْ مَثَلُ
الَّذِينَ خَلَوْا مِنْ قَبْلِكُمْ ۖ مَسَّتْهُمُ الْبَأْسَاءُ وَالضَّرَّاءُ
وَزُلْزِلُوا حَتَّىٰ يَقُولَ الرَّسُولُ وَالَّذِينَ آمَنُوا مَعَهُ
مَتَىٰ نَصْرُ اللَّهِ ۗ أَلَا إِنَّ نَصْرَ اللَّهِ قَرِيبٌ ﴿٢١٤﴾

২১৫) পূৰ্ব্বগামীবিলাকৰ দৰে পৰীক্ষা তোমালোকৰ ওচৰত উপনীত নোহোৱালৈকে ভাবিছানে, তোমালোকে স্বৰ্গত প্ৰৱেশ কৰিবা : দাৰিদ্ৰ্য আৰু বিপ্লৱ সিহঁতৰ ওপৰত পৰিছিল, আৰু বাৰে বাৰে সিহঁতক (এনেকুৱা) আতঙ্কত পেলোৱা হৈছিল যে শেহত ৰচুল আৰু তেওঁৰ অনুগামী বিশ্বাসীসকলে ক'বলৈ ধৰিলে, আল্লাৰ সাহায্য কেতিয়ানো আহিব ? চোৱাঁ, আল্লাৰ সাহায্য আহি পায়হে লাগে।

يَسْأَلُونَكَ مَاذَا يُنْفِقُونَ ۖ قُلْ مَا أَنْفَقْتُمْ مِنْ
خَيْرٍ فَلِلْوَالِدَيْنِ وَالْأَقْرَبِينَ وَالْيَتَامَىٰ وَالْمَسَاكِينِ
وَابْنِ السَّبِيلِ ۗ وَمَا تَفْعَلُوا مِنْ خَيْرٍ فَإِنَّ اللَّهَ بِهِ
عَلِيمٌ ﴿٢١٥﴾

২১৬) সিহঁতে তোমাক প্ৰশ্ন কৰে, সিহঁতে কিদৰে ধন ব্যয় কৰা উচিত ; কোৱাঁ, যি সৎ বস্তু তোমালোকৰ ব্যয় কৰিবলৈ আছে (তোমালোকৰ) পিতৃ মাতৃ আৰু আত্মীয়স্বজন আৰু মাউৰা আৰু অভাৱগ্ৰস্ত আৰু পথিকৰ নিমিত্তে (ব্যয় কৰিবা) ; আৰু তুমি যি সজ কামকে কৰা বাস্তৱতে তাক আল্লাই সম্পূৰ্ণৰূপে জানে।

كُتِبَ عَلَيْكُمُ الْقِتَالُ وَهُوَ كُرْهٌ لَكُمْ ۖ وَعَسَىٰ أَنْ
تَكْرَهُوا شَيْئًا وَهُوَ خَيْرٌ لَكُمْ ۖ وَعَسَىٰ أَنْ تُحِبُّوا
شَيْئًا وَهُوَ شَرٌّ لَكُمْ ۗ وَاللَّهُ يَعْلَمُ وَأَنْتُمْ لَا تَعْلَمُونَ ﴿٢١٦﴾

২১৭) তোমালোকৰ (আত্মৰক্ষাৰ) নিমিত্তে যুদ্ধ কৰা নিৰ্দ্ধাৰিত কৰা হৈছে, কিন্তু সি তোমালোকৰ নিমিত্তে কঠিন ; আৰু সম্ভৱতঃ তোমালোকে যাক কঠিন বুলি জ্ঞান কৰা, হয়তো সেয়ে তোমালোকৰ পক্ষে কল্যাণকৰ ; আৰু সম্ভৱতঃ তোমালোকে যাক ভাল পোৱা, হয়তো সি তোমালোকৰ পক্ষে অমঙ্গলজনক ; বাস্তৱতে আল্লাৰ হে (মঙ্গল অমঙ্গলৰ) জ্ঞান আছে, কিন্তু তোমালোকৰ সেই জ্ঞান নাই।

২১৮) পৱিত্ৰ মাহত যুদ্ধ কৰাৰ সম্বন্ধে সিহঁতে তোমাক প্ৰশ্ন কৰে; কোৱাঁ, এই সময়ত যুদ্ধ কৰা গুৰু অপৰাধ, কিন্তু তাতোকৈ আল্লাৰ ওচৰত অধিক গুৰুতৰ হৈছে আল্লাৰ পথৰ পৰা মানুহক প্ৰতিৰোধ কৰা আৰু তেওঁত অবিশ্বাস কৰা আৰু পৱিত্ৰ মচ্‌যিদৰ (যাত্ৰীবিলাকক প্ৰতিৰোধ কৰা) আৰু তাৰ অধিবাসীক তাৰ পৰা উলিয়াই দিয়া; আৰু হত্যাতকৈ অশান্তি উৎপাদন অধিক গুৰুতৰ; সিহঁতৰ ক্ষমতা থকা হ'লে তোমা-লোকক নিজ ধৰ্ম্মৰ পৰা বিৰত নকৰালৈকে সিহঁতে তোমালোকৰ বিপক্ষে যুদ্ধ কৰিবলৈ নেৰিব; তোমালোকৰ ভিতৰৰ যিবিলাকে নিজৰ ধৰ্ম্ম ত্যাগ কৰে, আৰু যিবিলাকৰ অবিশ্বাসী অৱস্থাতেই মৃত্যু ঘটে, সিহঁতৰ কাৰ্য্য ইহকাল আৰু পৰকালত নিস্ফল হ'ব; আৰু এইবিলাকেই নৰকৰ অগ্নিৰ অধিবাসী, তাতেই সিহঁতে স্থায়ীৰূপে বসতি কৰিব।

يَسْـَٔلُونَكَ عَنِ الشَّهْرِ الْحَرَامِ قِتَالٍ فِيهِ ۖ قُلْ قِتَالٌ
فِيهِ كَبِيرٌ ۖ وَصَدٌّ عَنْ سَبِيلِ اللّٰهِ وَكُفْرٌۢ بِهٖ وَ
الْمَسْجِدِ الْحَرَامِ وَإِخْرَاجُ أَهْلِهٖ مِنْهُ أَكْبَرُ عِنْدَ
اللّٰهِ ۚ وَالْفِتْنَةُ أَكْبَرُ مِنَ الْقَتْلِ ۗ وَلَا يَزَالُونَ
يُقَاتِلُونَكُمْ حَتّٰى يَرُدُّوكُمْ عَنْ دِينِكُمْ إِنِ اسْتَطَاعُوا ۚ
وَمَنْ يَرْتَدِدْ مِنْكُمْ عَنْ دِينِهٖ فَيَمُتْ وَهُوَ كَافِرٌ
فَأُولٰٓئِكَ حَبِطَتْ أَعْمَالُهُمْ فِي الدُّنْيَا وَالْاٰخِرَةِ ۚ وَأُولٰٓئِكَ
أَصْحَابُ النَّارِ ۚ هُمْ فِيهَا خَالِدُونَ ﴿٢١٨﴾

২১৯) বাস্তৱতে যিসকলে বিশ্বাস কৰিছে আৰু যিসকলে আল্লাৰ পথত দেশ এৰিছে আৰু অসীম চেষ্টা কৰিছে, সেই সকলেই আল্লাৰ কৰুণাৰ আশাত থাকে, কিয়নো আল্লা শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানশীল।

إِنَّ الَّذِينَ اٰمَنُوا وَالَّذِينَ هَاجَرُوا وَجَاهَدُوا فِي
سَبِيلِ اللّٰهِ ۙ أُولٰٓئِكَ يَرْجُونَ رَحْمَتَ اللّٰهِ ۚ وَاللّٰهُ
غَفُورٌ رَحِيمٌ ﴿٢١٩﴾

২২০) সিহঁতে তোমাক সুৰাপান আৰু জুৱা খেলৰ বিষয়ে প্ৰশ্ন কৰে, কোৱাঁ, এই উভয়তেই মহা পাপ, যদিও মানুহৰ নিমিত্তে কিছু লাভো আছে; কিন্তু উভয়ৰ পাপ উভয়ৰ লাভৰ তুলনাত অধিক গুৰুতৰ; আৰু সিহঁতে (যুদ্ধৰ নিমিত্তে) কি ব্যয় কৰিব? কোৱাঁ, যিহকে সহজে পৰিহাৰ কৰিব পাৰি; এইদৰেই আল্লাই তেওঁৰ নিদৰ্শনসমূহ তোমালোকলৈ স্পষ্টৰূপে ব্যক্ত কৰে, যাতে তোমালোকে চিন্তা কৰিব পাৰা,

يَسْـَٔلُونَكَ عَنِ الْخَمْرِ وَالْمَيْسِرِ ۖ قُلْ فِيهِمَا إِثْمٌ
كَبِيرٌ وَمَنَافِعُ لِلنَّاسِ وَإِثْمُهُمَا أَكْبَرُ مِنْ نَفْعِهِمَا ۗ وَ
يَسْـَٔلُونَكَ مَاذَا يُنْفِقُونَ ۖ قُلِ الْعَفْوَ ۗ كَذٰلِكَ يُبَيِّنُ اللّٰهُ
لَكُمُ الْاٰيٰتِ لَعَلَّكُمْ تَتَفَكَّرُونَ ﴿٢٢٠﴾

২২১) ইহলোক আৰু পৰলোকত; আৰু সিহঁতে

فِي الدُّنْيَا وَالْاٰخِرَةِ ۗ وَيَسْـَٔلُونَكَ عَنِ الْيَتٰمٰى ۖ قُلْ إِصْلَاحٌ

মাউৰাবিলাকৰ বিষয়ে তোমাক প্ৰশ্ন কৰে; কোৱাঁ, সিহঁতৰ মঙ্গল কামনাই শ্ৰেয়; আৰু যদি সিহঁতৰ লগত সংশ্ৰব ৰাখা, সিহঁত তোমালোকৰ ভ্ৰাতা; আৰু অসৎকৰ্ম্মীক সৎকৰ্ম্মীৰ পৰা আল্লাই পৃথক কৰে; আৰু ইচ্ছা কৰা হ'লে আল্লাই তোমালোকক দাৰুণ কষ্টত পেলালেহেঁতেন; বাস্তৱতে আল্লাই ক্ষমতাশালী, সৰ্ব্বজ্ঞানী।

لَهُمْ خَيْرٌ ۖ وَإِنْ تُخَالِطُوهُمْ فَإِخْوَانُكُمْ ۚ وَاللَّهُ يَعْلَمُ
الْمُفْسِدَ مِنَ الْمُصْلِحِ ۚ وَلَوْ شَاءَ اللَّهُ لَأَعْنَتَكُمْ ۚ إِنَّ اللَّهَ
عَزِيزٌ حَكِيمٌ ﴿٢٢٠﴾

২২২) আৰু পৌত্তলিক তিৰোতাক, সিহঁত বিশ্বাসী নহয় মানে, বিয়া নকৰাবা; কাৰণ, বাস্তৱতে পৌত্তলিক স্বাধীনা তিৰোতাক তোমা-লোকে ভাল পালেও তাতোকৈ বিশ্বাসী দাসী তিৰোতা শ্ৰেষ্ঠ; আৰু বিশ্বাসী তিৰোতাক বিশ্বাসী নহয় মানে পৌত্তলিক পুৰুষলৈ বিয়া নিদিবা; কাৰণ, বাস্তৱতে পৌত্তলিক স্বাধীন পুৰুষক তোমালোকে ভাল পালেও তাতোকৈ বিশ্বাসী দাস উত্তম; সিহঁতে নৰকৰ অগ্নিৰ ফাললৈ আহ্বান কৰে, কিন্তু আল্লাই নিজ সদ্ ইচ্ছাৰে স্বৰ্গ আৰু ক্ষমাৰ ফাললৈ আহ্বান কৰে; আৰু তেওঁ মানৱৰ নিমিত্তে তেওঁৰ নিদৰ্শনসমূহ স্পষ্টৰূপে ব্যক্ত কৰে, যাতে সিহঁতে উপদেশ গ্ৰহণ কৰে।

وَلَا تَنْكِحُوا الْمُشْرِكَاتِ حَتَّىٰ يُؤْمِنَّ ۚ وَلَأَمَةٌ مُؤْمِنَةٌ
خَيْرٌ مِنْ مُشْرِكَةٍ وَلَوْ أَعْجَبَتْكُمْ ۗ وَلَا تُنْكِحُوا الْمُشْرِكِينَ
حَتَّىٰ يُؤْمِنُوا ۚ وَلَعَبْدٌ مُؤْمِنٌ خَيْرٌ مِنْ مُشْرِكٍ وَلَوْ
أَعْجَبَكُمْ ۗ أُولَٰئِكَ يَدْعُونَ إِلَى النَّارِ ۖ وَاللَّهُ يَدْعُو
إِلَى الْجَنَّةِ وَالْمَغْفِرَةِ بِإِذْنِهِ ۖ وَيُبَيِّنُ آيَاتِهِ لِلنَّاسِ
ع لَعَلَّهُمْ يَتَذَكَّرُونَ ﴿٢٢١﴾

২২৩) আৰু সিহঁতে তোমাক ঋতু কালৰ সম্বন্ধে প্ৰশ্ন কৰে; কোৱাঁ, ই অপৱিত্ৰ সেই কাৰণে ঋতুকালৰ ভিতৰত তোমালোকে নিজ পত্নী-বিলাকৰ পৰা আঁতৰ হৈ থাকিবা, আৰু স্নান কৰি শুচি নোহোৱালৈকে সিহঁতৰ ওচৰ নাচাপিবা; কিন্তু সিহঁতে স্নান কৰি শুচি হ'লে আল্লাই তোমালোকক যিদৰে আদেশ কৰিছে সেইদৰে সিহঁতৰ কাষ চাপিবা; আল্লাই নিশ্চয় তেওঁৰ ফাললৈ প্ৰত্যাবৰ্ত্তন কৰা সকলক ভাল পায় আৰু শুদ্ধাচাৰী সকলকো ভাল পায়।

وَيَسْأَلُونَكَ عَنِ الْمَحِيضِ ۖ قُلْ هُوَ أَذًى فَاعْتَزِلُوا
النِّسَاءَ فِي الْمَحِيضِ ۖ وَلَا تَقْرَبُوهُنَّ حَتَّىٰ يَطْهُرْنَ ۖ
فَإِذَا تَطَهَّرْنَ فَأْتُوهُنَّ مِنْ حَيْثُ أَمَرَكُمُ اللَّهُ ۚ إِنَّ
اللَّهَ يُحِبُّ التَّوَّابِينَ وَيُحِبُّ الْمُتَطَهِّرِينَ ﴿٢٢٢﴾

২২৪) তোমালোকৰ পত্নীবিলাক তোমালোকৰ নিমিত্তে কৃষিক্ষেত্ৰৰ নিচিনা; সেইকাৰণে ইচ্ছামতে

نِسَاؤُكُمْ حَرْثٌ لَكُمْ فَأْتُوا حَرْثَكُمْ أَنَّىٰ شِئْتُمْ ۖ وَ

قَدِّمُوا لِأَنْفُسِكُمْ وَاتَّقُوا اللّٰهَ وَاعْلَمُوا أَنَّكُمْ مُلٰقُوهُ
وَبَشِّرِ الْمُؤْمِنِينَ ﴿٢٢٣﴾

নিজ কৃষিক্ষেত্ৰলৈ যাবা আৰু তোমালোকৰ নিমিত্তে আগতে (পৰকাললৈ) কিছু সম্বল পঠিওৱা, আৰু আল্লালৈ ভয় ৰাখাঁ, আৰু জানি থোৱাঁ তোমালোকে তেওঁৰ সাক্ষাৎ হ'বা, আৰু বিশ্বাসীসকলক আনন্দৰ বাৰ্ত্তা দান কৰাঁ।

وَلَا تَجْعَلُوا اللّٰهَ عُرْضَةً لِأَيْمَانِكُمْ أَنْ تَبَرُّوا وَتَتَّقُوا
وَتُصْلِحُوا بَيْنَ النَّاسِ وَاللّٰهُ سَمِيعٌ عَلِيمٌ ﴿٢٢٤﴾

২২৫) আৰু তোমালোকে ধৰ্ম্মকাৰ্য্য আৰু আল্লাৰ কৰ্ত্তব্য পালন আৰু মানুহৰ পৰস্পৰ মিলন স্থাপন নকৰিবলৈ আল্লাৰ নামত শপত খোৱাৰ চেলু নলবা; বাস্তৱতে আল্লাই শ্ৰেষ্ঠ শ্ৰোতা, সৰ্ব্বজ্ঞাতা।

لَا يُؤَاخِذُكُمُ اللّٰهُ بِاللَّغْوِ فِي أَيْمَانِكُمْ وَلٰكِنْ يُؤَاخِذُكُمْ
بِمَا كَسَبَتْ قُلُوبُكُمْ وَاللّٰهُ غَفُورٌ حَلِيمٌ ﴿٢٢٥﴾

২২৬) আল্লাই অযথা শপতৰ কাৰণে তোমালোকৰ দোষ নধৰে, কিন্তু তোমালোকৰ অন্তঃকৰণে যি আৰ্জ্জে তাৰ নিমিত্তে তেওঁ তোমালোকৰ দোষ ধৰিব; বাস্তৱতে আল্লা শ্ৰেষ্ঠ ক্ষমাশীল, পৰম সহিষ্ণু।

لِلَّذِينَ يُؤْلُونَ مِنْ نِسَائِهِمْ تَرَبُّصُ أَرْبَعَةِ أَشْهُرٍ
فَإِنْ فَاءُوا فَإِنَّ اللّٰهَ غَفُورٌ رَحِيمٌ ﴿٢٢٦﴾

২২৭) যিবিলাকে নিজ পত্নীৰ পৰা আঁতৰত থাকিবলৈ শপত খায় সিহঁতে চাৰিমাহ বাট চাব; পিছত সিহঁতে যদি পুনৰ্ম্মিলনৰ বাট উলিয়াই লয়, তেনেহ'লে নিশ্চয় আল্লা শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানশীল।

وَإِنْ عَزَمُوا الطَّلَاقَ فَإِنَّ اللّٰهَ سَمِيعٌ عَلِيمٌ ﴿٢٢٧﴾

২২৮) কিন্তু যদিহে সিহঁতে তালাক দিবলৈ স্থিৰ কৰে, তেতিয়া প্ৰকৃততে আল্লাই শ্ৰেষ্ঠ শ্ৰোতা, সৰ্ব্বজ্ঞাতা।

وَالْمُطَلَّقٰتُ يَتَرَبَّصْنَ بِأَنْفُسِهِنَّ ثَلٰثَةَ قُرُوءٍ وَ
لَا يَحِلُّ لَهُنَّ أَنْ يَكْتُمْنَ مَا خَلَقَ اللّٰهُ فِي أَرْحَامِهِنَّ
إِنْ كُنَّ يُؤْمِنَّ بِاللّٰهِ وَالْيَوْمِ الْاٰخِرِ وَبُعُولَتُهُنَّ أَحَقُّ
بِرَدِّهِنَّ فِي ذٰلِكَ إِنْ أَرَادُوا إِصْلَاحًا وَلَهُنَّ مِثْلُ

২২৯) আৰু যিবিলাক তিৰোতাক তালাক দিয়া হয়, সেইবিলাকে তিনি ঋতু কাললৈকে সংযম কৰি থাকিব; আৰু যদি সিহঁতে আল্লা আৰু শেহদিনত বিশ্বাস কৰে, আল্লাই সিহঁতৰ গৰ্ভত যি সৃজন কৰিছে তাক গোপন কৰা সিহঁতৰ পক্ষে বৈধ নহয়; আৰু সেই সময়ৰ ভিতৰত পুনৰ্ম্মিলনৰ বাঞ্ছা কৰিলে সিহঁতক পুনৰায় পত্নীৰূপে গ্ৰহণ

الَّذِي عَلَيْهِنَّ بِالْمَعْرُوفِ ۚ وَلِلرِّجَالِ عَلَيْهِنَّ دَرَجَةٌ ۗ
وَاللَّهُ عَزِيزٌ حَكِيمٌ ﴿٢٢٨﴾ ٢٨ ع ١٢

কৰাৰ অধিকাৰ সিহঁতৰ স্বামী বিলাকৰ আছে; পুৰুষৰ যেনে স্বত্ব তিৰোতাৰ ওপৰত আছে তদ্রূপ স্বত্ব ন্যায়মতে তিৰোতাৰো আছে; কিন্তু পুৰুষৰ সিহঁতৰ ওপৰত শ্ৰেষ্ঠতা আছে; আৰু আল্লাই ক্ষমতাশালী, সৰ্ব্বজ্ঞানী।

الطَّلَاقُ مَرَّتَانِ ۖ فَإِمْسَاكٌ بِمَعْرُوفٍ أَوْ تَسْرِيحٌ بِإِحْسَانٍ ۗ
وَلَا يَحِلُّ لَكُمْ أَنْ تَأْخُذُوا مِمَّا آتَيْتُمُوهُنَّ شَيْئًا إِلَّا
أَنْ يَخَافَا أَلَّا يُقِيمَا حُدُودَ اللَّهِ ۖ فَإِنْ خِفْتُمْ أَلَّا يُقِيمَا
حُدُودَ اللَّهِ فَلَا جُنَاحَ عَلَيْهِمَا فِيمَا افْتَدَتْ بِهِ ۗ تِلْكَ
حُدُودُ اللَّهِ فَلَا تَعْتَدُوهَا ۚ وَمَنْ يَتَعَدَّ حُدُودَ اللَّهِ
فَأُولَٰئِكَ هُمُ الظَّالِمُونَ ﴿٢٢٩﴾

২৩০) তালাক দুবাৰত হে হ'ব লাগে; পিছত হয় উচিতভাৱে সিহঁতক ৰাখা, নহয় সদ্ইচ্ছাৰে বিদায় দিয়া; কিন্তু তোমালোকে সিহঁতক যি দান কৰিছিলা তাক উভোটাই লোৱা তোমালোকৰ পক্ষে বৈধ নহয়, যদিহে দুয়োপক্ষই আল্লাৰ আদেশ পালন কৰিব নোৱাৰে বুলি আশঙ্কা নকৰে; কিন্তু যদি আশঙ্কা কৰা, সিহঁতে আল্লাৰ আদেশ পালন কৰিব নোৱাৰে, তেন্তে মোচন-মূল্য স্বৰূপে তিৰোতাই যি দিয়ে তাৰ কাৰণে দুই পক্ষৰ কাৰো দোষ নহ'ব; এয়ে আল্লাই নিৰ্দ্ধাৰণ কৰা সীমা, এতেকে এইবোৰ লঙ্ঘন নকৰিবা, কাৰণ যিবিলাকে আল্লাৰ সীমা লঙ্ঘন কৰে সিহঁতেই অন্যায়কাৰী।

فَإِنْ طَلَّقَهَا فَلَا تَحِلُّ لَهُ مِنْ بَعْدُ حَتَّىٰ تَنْكِحَ زَوْجًا
غَيْرَهُ ۗ فَإِنْ طَلَّقَهَا فَلَا جُنَاحَ عَلَيْهِمَا أَنْ يَتَرَاجَعَا
إِنْ ظَنَّا أَنْ يُقِيمَا حُدُودَ اللَّهِ ۗ وَتِلْكَ حُدُودُ اللَّهِ
يُبَيِّنُهَا لِقَوْمٍ يَعْلَمُونَ ﴿٢٣٠﴾

২৩১) কিন্তু যদি পুৰুষে তিৰোতাক (তৃতীয়বাৰ) তালাক দিয়ে তেন্তে তাৰ পিছত অইন পুৰুষক বিয়া নকৰালৈকে সেই তিৰোতা তাৰ পক্ষে বৈধ নহয়; আৰু যদি সিও তাইক তালাক দিয়ে, পিছত সিহঁতৰ দুয়োৰো পৰস্পৰ পুনৰ্ম্মিলনত কোনো দোষ নহ'ব, যদিহে সিহঁতে নিশ্চয়কৈ জানে যে সিহঁতে আল্লাৰ সীমা ৰক্ষা কৰিব পাৰিব; আৰু এইবোৰেই আল্লাৰ নিৰ্দ্ধাৰিত সীমা; এইবিলাক তেওঁ জ্ঞানৱন্তলোকৰ নিমিত্তে স্পষ্টৰূপে ব্যক্ত কৰিছে।

وَإِذَا طَلَّقْتُمُ النِّسَاءَ فَبَلَغْنَ أَجَلَهُنَّ فَأَمْسِكُوهُنَّ
بِمَعْرُوفٍ أَوْ سَرِّحُوهُنَّ بِمَعْرُوفٍ ۚ وَلَا تُمْسِكُوهُنَّ
ضِرَارًا لِتَعْتَدُوا ۚ وَمَنْ يَفْعَلْ ذَٰلِكَ فَقَدْ ظَلَمَ نَفْسَهُ ۚ

২৩২) আৰু যেতিয়া তোমালোকে পত্নী-বিলাকক তালাক দিয়া আৰু সিহঁতে নিজৰ নিৰ্দিষ্ট কাল পূৰ্ণ কৰে, পিছত হয় সিহঁতক উচিত ভাৱে ৰাখিবা নহয় উচিত ভাৱে বিদায় দিবা; কিন্তু তোমালোকে কষ্ট দিবৰ অভিপ্ৰায়ে সিহঁতক ওলোমাই নথবা, যাৰ ফলত তোমালোকে সীমা অতিক্ৰম

কৰা; আৰু যেয়ে তেনে কৰে, সেয়ে নিশ্চয় নিজৰেই অপকাৰ কৰে; আৰু আল্লাৰ নিদৰ্শন-সমূহৰ প্ৰতি উপহাস নকৰিবা, আৰু তোমালোকৰ প্ৰতি আল্লাৰ অনুগ্ৰহ, আৰু তোমালোকলৈ তেওঁ নমাই পঠিওৱা ধৰ্ম্মপুথি আৰু সেই জ্ঞান যাৰে তোমালোকক সাৱধান কৰিছে, এইবোৰ মনত ৰাখিবা, আৰু জানি থোৱাঁ আল্লাৰ সকলো বস্তুৰেই সম্পূৰ্ণ জ্ঞান আছে।

وَلَا تَتَّخِذُوْٓا اٰيٰتِ اللّٰهِ هُزُوًا ۡوَّاذْكُرُوْا نِعْمَتَ اللّٰهِ عَلَيْكُمْ
وَمَآ اَنْزَلَ عَلَيْكُمْ مِّنَ الْكِتٰبِ وَالْحِكْمَةِ يَعِظُكُمْ
بِهٖ ۚ وَاتَّقُوا اللّٰهَ وَاعْلَمُوْٓا اَنَّ اللّٰهَ بِكُلِّ شَيْءٍ عَلِيْمٌ ۝٢٣١ ع

২৩৩) আৰু যেতিয়া তোমালোকে পত্নীবিলাকক তালাক দিয়া, পিছত সিহঁতৰ নিৰ্দিষ্ট কাল পূৰ্ণ হ'লে সিহঁতক সিহঁতৰ স্বামীবিলাকক পুনৰাই বিয়া কৰাত বাধা নিদিবা, যদিহে সিহঁতে উচিত ভাৱে পৰস্পৰৰ প্ৰতি সম্মত হয়; তোমালোকৰ মাজৰ যিজনে আল্লা আৰু শেহ দিনত বিশ্বাস কৰে তেওঁক এই উপদেশ দিয়া হৈছে; সেয়ে তোমা-লোকৰ পক্ষে অধিক পৱিত্ৰ আৰু অধিক শুচি; আৰু আল্লাই জানে, কিন্তু তোমালোকে নাজানা।

وَاِذَا طَلَّقْتُمُ النِّسَآءَ فَبَلَغْنَ اَجَلَهُنَّ فَلَا تَعْضُلُوْهُنَّ
اَنْ يَّنْكِحْنَ اَزْوَاجَهُنَّ اِذَا تَرَاضَوْا بَيْنَهُمْ بِالْمَعْرُوْفِ ؕ
ذٰلِكَ يُوْعَظُ بِهٖ مَنْ كَانَ مِنْكُمْ يُؤْمِنُ بِاللّٰهِ وَالْيَوْمِ
الْاٰخِرِ ؕ ذٰلِكُمْ اَزْكٰى لَكُمْ وَاَطْهَرُ ؕ وَاللّٰهُ يَعْلَمُ وَاَنْتُمْ
لَا تَعْلَمُوْنَ ۝٢٣٢

২৩৪) আৰু যিজনে স্তনপানৰ কাল পূৰ্ণ কৰা-বলৈ ইচ্ছা কৰে তাৰ নিমিত্তে সন্তানবিলাকক সম্পূৰ্ণ দুবছৰ স্তনপান কৰোৱা মাকহঁতৰ কৰ্ত্তব্য; আৰু ন্যায় অনুসাৰে ইহঁতৰ খোৱা-পিন্ধাৰ ভাৰ যাৰ সন্তান তাৰ ওপৰত; কাকো তাৰ সাধ্যৰ অতিৰিক্ত ভাৰ দিয়া নহ'ব; মাকক তাইৰ সন্তানৰ কাৰণে, অথবা বাপেকক তাৰ সন্তানৰ বাবে কষ্ট দিয়া নহ'ব; উত্তৰাধিকাৰীৰ নিমিত্তেও সেই একে নিয়ম; কিন্তু যদি উভয়পক্ষই পৰস্পৰৰ সম্মতি আৰু পৰামৰ্শ অনুযায়ী সন্তানৰ স্তনপান এৰুৱা-বলৈ ইচ্ছা কৰে সিহঁতৰ কোনো দোষ নহয়; আৰু যদি ধাত্ৰী লগাই তোমালোকৰ সন্তানবিলাকক স্তনপান কৰাবলৈ ইচ্ছা কৰা, তোমালোকৰ কোনো দোষ নহ'ব, যদিহে তোমালোকে যি প্ৰাপ্য ধন দিম বুলি প্ৰতিজ্ঞা কৰিছিলা তাক ন্যায় মতে দিয়া; আৰু আল্লালৈ ভয় ৰাখিবা, আৰু জানি থোৱাঁ

وَالْوَالِدٰتُ يُرْضِعْنَ اَوْلَادَهُنَّ حَوْلَيْنِ كَامِلَيْنِ
لِمَنْ اَرَادَ اَنْ يُّتِمَّ الرَّضَاعَةَ ؕ وَعَلَى الْمَوْلُوْدِ لَهٗ
رِزْقُهُنَّ وَكِسْوَتُهُنَّ بِالْمَعْرُوْفِ ؕ لَا تُكَلَّفُ نَفْسٌ
اِلَّا وُسْعَهَا ۚ لَا تُضَآرَّ وَالِدَةٌ ۢ بِوَلَدِهَا وَلَا مَوْلُوْدٌ
لَّهٗ بِوَلَدِهٖ ۚ وَعَلَى الْوَارِثِ مِثْلُ ذٰلِكَ ۚ فَاِنْ اَرَادَا
فِصَالًا عَنْ تَرَاضٍ مِّنْهُمَا وَتَشَاوُرٍ فَلَا جُنَاحَ عَلَيْهِمَا ؕ
وَاِنْ اَرَدْتُّمْ اَنْ تَسْتَرْضِعُوْٓا اَوْلَادَكُمْ فَلَا جُنَاحَ
عَلَيْكُمْ اِذَا سَلَّمْتُمْ مَّآ اٰتَيْتُمْ بِالْمَعْرُوْفِ ؕ وَاتَّقُوا

তোমালোকে যি কাৰ্য্য কৰা তাৰ প্ৰতি আল্লাই দৃষ্টি ৰাখে।

اللّٰهَ وَاعْلَمُوْٓا اَنَّ اللّٰهَ بِمَا تَعْمَلُوْنَ بَصِيْرٌ ﴿٢٣٣﴾

২৩৫) আৰু তোমালোকৰ মাজৰ যিবিলাকে মৃত্যুৰ পিছত পত্নী এৰি থৈ যায়, সেই পত্নীবিলাকে চাৰিমাহ দহদিন নিজকে সম্বৰণ কৰি ৰাখিব; আৰু যেতিয়া সিহঁতে নিজৰ নিৰ্দিষ্ট কাল পূৰ্ণ কৰিব, নিজৰ সম্বন্ধে সিহঁতে ন্যায় অনুসাৰে যি কাৰ্য্য সম্পাদন কৰে, তাৰ কাৰণে তোমালোকৰ কোনো দোষ নহ'ব; আৰু তোমালোকে যি কাৰ্য্য কৰা সি আল্লাৰ অবিদিত নহয়।

وَالَّذِيْنَ يُتَوَفَّوْنَ مِنْكُمْ وَيَذَرُوْنَ اَزْوَاجًا يَّتَرَبَّصْنَ
بِاَنْفُسِهِنَّ اَرْبَعَةَ اَشْهُرٍ وَّعَشْرًا ۚ فَاِذَا بَلَغْنَ اَجَلَهُنَّ
فَلَا جُنَاحَ عَلَيْكُمْ فِيْمَا فَعَلْنَ فِيْٓ اَنْفُسِهِنَّ بِالْمَعْرُوْفِ ؕ
وَاللّٰهُ بِمَا تَعْمَلُوْنَ خَبِيْرٌ ﴿٢٣٤﴾

২৩৬) আৰু তোমালোকে তিৰোতাবিলাকক বিয়া কৰিবৰ যি সঙ্কেত দিয়া, নাইবা মনতেই গোপন কৰি ৰাখা, ইয়াৰ নিমিত্তে তোমালোকৰ কোনো দোষ নহয়, আল্লাই জানে তোমালোকে সিহঁতক স্মৰণ কৰিবা; কিন্তু তোমালোকে উচিত কথা কোৱাৰ বাহিৰে গোপনে সিহঁতৰ আগত (বিয়াৰ সম্বন্ধে) কোনো প্ৰতিজ্ঞা নকৰিবা; আৰু নিৰ্দিষ্ট কাল পূৰ্ণ নোহোৱালৈকে বিবাহ-বন্ধনৰ স্থিৰ নকৰিবা; আৰু জানি থোৱাঁ তোমালোকৰ মনত যি আছে আল্লাই তাক জানে; সেইদেখি তেওঁৰ নিমিত্তে সতৰ্ক হৈ থাকিবা; আৰু জানি ৰাখাঁ আল্লাই শ্ৰেষ্ঠ ক্ষমাশীল, পৰম-সহিষ্ণু।

وَلَا جُنَاحَ عَلَيْكُمْ فِيْمَا عَرَّضْتُمْ بِهٖ مِنْ خِطْبَةِ النِّسَآءِ
اَوْ اَكْنَنْتُمْ فِيْٓ اَنْفُسِكُمْ ؕ عَلِمَ اللّٰهُ اَنَّكُمْ سَتَذْكُرُوْنَهُنَّ
وَلٰكِنْ لَّا تُوَاعِدُوْهُنَّ سِرًّا اِلَّآ اَنْ تَقُوْلُوْا قَوْلًا
مَّعْرُوْفًا ۬ؕ وَلَا تَعْزِمُوْا عُقْدَةَ النِّكَاحِ حَتّٰى يَبْلُغَ
الْكِتٰبُ اَجَلَهٗ ؕ وَاعْلَمُوْٓا اَنَّ اللّٰهَ يَعْلَمُ مَا فِيْٓ اَنْفُسِكُمْ
فَاحْذَرُوْهُ ۚ وَاعْلَمُوْٓا اَنَّ اللّٰهَ غَفُوْرٌ حَلِيْمٌ ﴿٢٣٥﴾ ع

২৩৭) যদি তোমালোকে পত্নীবিলাকক স্পৰ্শ কৰাৰ আৰু সিহঁতৰ নিমিত্তে মহাৰাণা স্থিৰ কৰাৰ আগতে তালাক দিয়া, ধনীৰ পক্ষে তেওঁৰ সামৰ্থ্য অনুসাৰে, আৰু দৰিদ্ৰৰ পক্ষে তেওঁৰ সামৰ্থ্য অনুসাৰে আৱশ্যকীয় সম্বল সিহঁতক ন্যায়মতে দিয়া, তেন্তে তোমালোকৰ কোনো দোষ নহ'ব; সৎকাৰ্য্যকাৰী সকলৰ এয়ে কৰ্ত্তব্য।

لَا جُنَاحَ عَلَيْكُمْ اِنْ طَلَّقْتُمُ النِّسَآءَ مَا لَمْ تَمَسُّوْهُنَّ
اَوْ تَفْرِضُوْا لَهُنَّ فَرِيْضَةً ۖۚ وَّمَتِّعُوْهُنَّ عَلَى الْمُوْسِعِ
قَدَرُهٗ وَعَلَى الْمُقْتِرِ قَدَرُهٗ ۚ مَتَاعًا ۢ بِالْمَعْرُوْفِ ۚ حَقًّا
عَلَى الْمُحْسِنِيْنَ ﴿٢٣٦﴾

২৩৮) আৰু যদি সিহঁতক তোমালোকে স্পৰ্শ কৰাৰ পূৰ্ব্বে তালাক দিয়া আৰু তাৰ আগতেই

وَاِنْ طَلَّقْتُمُوْهُنَّ مِنْ قَبْلِ اَنْ تَمَسُّوْهُنَّ وَقَدْ

فَرَضْتُمْ لَهُنَّ فَرِيضَةً فَنِصْفُ مَا فَرَضْتُمْ إِلَّا أَنْ
يَعْفُونَ أَوْ يَعْفُوَا الَّذِي بِيَدِهِ عُقْدَةُ النِّكَاحِ وَ
أَنْ تَعْفُوا أَقْرَبُ لِلتَّقْوَىٰ وَلَا تَنْسَوُا الْفَضْلَ بَيْنَكُمْ
إِنَّ اللَّهَ بِمَا تَعْمَلُونَ بَصِيرٌ ﴿٢٣٧﴾

যদি মহাৰাণা স্থিৰ কৰা, তেন্তে সিহঁতে স্ব ইচ্ছাত দাবী এৰি নিদিয়ালৈকে অথবা যাৰ হাতত বিবাহ-বন্ধন আছে তেওঁ স্ব ইচ্ছাত দাবী এৰি নিদিয়ালৈকে স্থিৰ কৰা সম্পত্তিৰ আধাখিনি দিয়া তোমালোকৰ কৰ্ত্তব্য; আৰু যদি তোমালোকে নিজৰ দাবী এৰি দিয়া, তেন্তে ই ধৰ্ম্মৰ বেছি ওচৰৰ; আৰু পৰস্পৰৰ; আৰু পৰস্পৰৰ প্ৰতি হিতসাধন নাপাহৰিবা ; প্ৰকৃততে তোমালোকে যি কাৰ্য্য কৰা তাৰ প্ৰতি আল্লাই দৃষ্টি ৰাখে।

حَافِظُوا عَلَى الصَّلَوَاتِ وَالصَّلَاةِ الْوُسْطَىٰ وَقُومُوا
لِلَّهِ قَانِتِينَ ﴿٢٣٨﴾

২৩৯) তোমালোকে সকলো নমাজৰ উত্তমৰূপে সাৱধান ল'বা, আৰু (বিশেষকৈ) মধ্যম নমাজৰো ; আৰু আল্লাৰ আগত বিনীত ভাৱে থিয় হ'বা।

فَإِنْ خِفْتُمْ فَرِجَالًا أَوْ رُكْبَانًا فَإِذَا أَمِنْتُمْ فَاذْكُرُوا
اللَّهَ كَمَا عَلَّمَكُمْ مَا لَمْ تَكُونُوا تَعْلَمُونَ ﴿٢٣٩﴾

২৪০) কিন্তু যদি তোমালোকে (শত্ৰুৰ আক্ৰমণৰ) আশঙ্কা কৰা তেতিয়া খোজ কঢ়া বা আৰোহণ অৱস্থাতে (নমাজ পঢ়িবা) ; কিন্তু যেতিয়া নিৰাপদ হোৱা তোমালোকে নজনা বিষয়ে তেওঁ তোমা-লোকক যি দৰে শিক্ষা দান কৰিছে সেই দৰে আল্লাক স্মৰণ কৰিবা।

وَالَّذِينَ يُتَوَفَّوْنَ مِنْكُمْ وَيَذَرُونَ أَزْوَاجًا وَصِيَّةً
لِأَزْوَاجِهِمْ مَتَاعًا إِلَى الْحَوْلِ غَيْرَ إِخْرَاجٍ فَإِنْ
خَرَجْنَ فَلَا جُنَاحَ عَلَيْكُمْ فِي مَا فَعَلْنَ فِي أَنْفُسِهِنَّ
مِنْ مَعْرُوفٍ وَاللَّهُ عَزِيزٌ حَكِيمٌ ﴿٢٤٠﴾

২৪১) আৰু তোমালোকৰ মাজৰ যিবিলাকে মৃত্যুৰ পিছত পত্নী এৰি থৈ যায়, সিহঁতে পত্নী-বিলাকক ঘৰৰ পৰা উলিয়াই নিদি এবছৰ সম্বল দানৰ ব্যৱস্থা সম্বন্ধে ৱস্বিয়ত কৰি যাব ; কিন্তু যদি (নিজ ইচ্ছাৱে) সিহঁত ওলাই যায়, সিহঁতে নিজৰ কাৰণে ন্যায়ানুসাৰে যি কাৰ্য্য সম্পাদন কৰে তাৰ নিমিত্তে তোমালোকৰ কোনো দোষ নহ'ব ; আৰু আল্লাই ক্ষমতাশালী, সৰ্ব্বজ্ঞানী।

وَلِلْمُطَلَّقَاتِ مَتَاعٌ بِالْمَعْرُوفِ حَقًّا عَلَى الْمُتَّقِينَ ﴿٢٤١﴾

২৪২) আৰু যিবিলাক তিৰোতাক তালাক দিয়া হয় সিহঁতক ন্যায় অনুসাৰে আৱশ্যকীয় সম্বল দিয়া উচিত ; ধৰ্ম্মপৰায়ণসকলৰ নিমিত্তে এয়ে কৰ্ত্তব্য।

كَذٰلِكَ يُبَيِّنُ اللّٰهُ لَكُمْ اٰيٰتِهٖ لَعَلَّكُمْ تَعْقِلُوْنَ ﴿٢٤٣﴾

২৪৩) এইদৰে আল্লাই তোমালোকলৈ তেওঁৰ নিদর্শনসমূহ স্পষ্টৰূপে ব্যক্ত কৰে, যাতে তোমালোকে বুজিব পাৰা।

اَلَمْ تَرَ اِلَى الَّذِيْنَ خَرَجُوْا مِنْ دِيَارِهِمْ وَهُمْ اُلُوْفٌ حَذَرَ الْمَوْتِ فَقَالَ لَهُمُ اللّٰهُ مُوْتُوْا ثُمَّ اَحْيَاهُمْ اِنَّ اللّٰهَ لَذُوْ فَضْلٍ عَلَى النَّاسِ وَلٰكِنَّ اَكْثَرَ النَّاسِ لَا يَشْكُرُوْنَ ﴿٢٤٤﴾

২৪৪) যিবিলাকে মৃত্যুৰ ভয়ত ঘৰৰ পৰা হাজাৰে হাজাৰে ওলাই গৈছিল সিহঁতৰ সম্বন্ধে তুমি নাজানানে? তেতিয়া আল্লাই সিহঁতক কৈছিল, তোমালোকৰ মৃত্যু হওক; পিছত তেওঁ সিহঁতক জীৱিত কৰিলে; বাস্তৱতে আল্লা মানুহৰ নিমিত্তে অনুগ্ৰহশীল কিন্তু সৰহভাগ মানুহে তেওঁৰ শলাগ নলয়।

وَقَاتِلُوْا فِيْ سَبِيْلِ اللّٰهِ وَاعْلَمُوْا اَنَّ اللّٰهَ سَمِيْعٌ عَلِيْمٌ ﴿٢٤٥﴾

২৪৫) আল্লাৰ পথত যুদ্ধ কৰা, আৰু জানি থোৱা আল্লাই শ্ৰেষ্ঠ শ্ৰোতা, সৰ্ব্বজ্ঞাতা।

مَنْ ذَا الَّذِيْ يُقْرِضُ اللّٰهَ قَرْضًا حَسَنًا فَيُضٰعِفَهٗ لَهٗۤ اَضْعَافًا كَثِيْرَةً وَاللّٰهُ يَقْبِضُ وَيَبْصُۜطُ وَاِلَيْهِ تُرْجَعُوْنَ ﴿٢٤٦﴾

২৪৬) সেইজন কোন যিজনে আল্লাৰ নিমিত্তে ব্যয় কৰিবলৈ নিজৰ ঐশ্বৰ্য্যৰ অংশ পৃথককৈ ৰাখিব, যাতে তেওঁ তাৰ বহুত গুণে বৃদ্ধি কৰে? আৰু আল্লাই (তাক) গ্ৰহণ কৰে আৰু তাৰ বৃদ্ধি কৰে; আৰু তেওঁৰ ওচৰলৈকে তোমালোকক প্ৰত্যাবৰ্ত্তন কৰোৱা হ'ব।

اَلَمْ تَرَ اِلَى الْمَلَاِ مِنْ بَنِيْۤ اِسْرَآءِيْلَ مِنْ بَعْدِ مُوْسٰى اِذْ قَالُوْا لِنَبِيٍّ لَّهُمُ ابْعَثْ لَنَا مَلِكًا نُّقَاتِلْ فِيْ سَبِيْلِ اللّٰهِ قَالَ هَلْ عَسَيْتُمْ اِنْ كُتِبَ عَلَيْكُمُ الْقِتَالُ اَلَّا تُقَاتِلُوْا قَالُوْا وَمَا لَنَاۤ اَلَّا نُقَاتِلَ فِيْ سَبِيْلِ اللّٰهِ وَقَدْ اُخْرِجْنَا مِنْ دِيَارِنَا وَاَبْنَآىِٕنَا فَلَمَّا كُتِبَ عَلَيْهِمُ الْقِتَالُ تَوَلَّوْا اِلَّا قَلِيْلًا مِّنْهُمْ وَاللّٰهُ عَلِيْمٌۢ بِالظّٰلِمِيْنَ ﴿٢٤٧﴾

২৪৭) মুচাৰ পিছত ইস্ৰাইলৰ সন্ততিৰ ভিতৰৰ নেতাবিলাকৰ কথা তুমি নাজানানে? যেতিয়া সিহঁতে সিহঁতৰ এজন নবীক কৈছিল, আমাৰ নিমিত্তে এজন ৰজা নিৰূপণ কৰা, আমি আল্লাৰ পথত যুদ্ধ কৰিম; তেওঁ ক'লে, তোমালোকৰ নিমিত্তে যুদ্ধ বিহিত হ'লেও তোমালোকে যুদ্ধ নকৰিবা ই অসম্ভব নহয়নে? সিহঁতে ক'লে, যি স্থলত আমাক আমাৰ ঘৰ দুৱাৰ আৰু আমাৰ সন্তান-সন্ততিৰ পৰা উলিয়াই দিয়া হৈছে, আল্লাৰ পথত কিয়নো যুদ্ধ নকৰিম? কিন্তু যেতিয়া সিহঁতৰ নিমিত্তে যুদ্ধ বিহিত হ'ল কিছুমানৰ বাহিৰে আটাইখিনি উভটি গ'ল; আৰু আল্লাই সীমালঙ্ঘনকাৰীবিলাকক উত্তমৰূপে জানে।

২৪৮) আৰু সিহঁতৰ নবীয়ে সিহঁতক ক'লে, বাস্তৱতে আল্লাই তোমালোকৰ নিমিত্তে ত্বালুতক ৰজা নিযুক্ত কৰিছে : সিহঁতে ক'লে, যি স্থলত তেওঁতকৈ ৰাজত্বত আমাৰেই বেছি অধিকাৰ, আৰু তেওঁক প্ৰচুৰ ঐশ্বৰ্য্যও দান কৰা হোৱা নাই, তেওঁনো কেনেকৈ আমাৰ ওপৰত ৰাজত্ব পাব পাৰে? তেওঁ ক'লে, বাস্তৱতে আল্লাই তোমালোকৰ ওপৰত তেওঁকেই নিৰ্ব্বাচন কৰিছে, আৰু তেওঁক প্ৰচুৰ জ্ঞান আৰু শাৰীৰিক শক্তি দান কৰিছে; আৰু আল্লাই যাকে ইচ্ছা তাকেই ৰাজত্ব দান কৰে; আৰু আল্লা সৰ্ব্বব্যাপী, সৰ্ব্বজ্ঞাতা।

وَقَالَ لَهُمْ نَبِيُّهُمْ إِنَّ اللَّهَ قَدْ بَعَثَ لَكُمْ طَالُوتَ
مَلِكًا ۚ قَالُوٓا أَنَّىٰ يَكُونُ لَهُ الْمُلْكُ عَلَيْنَا وَنَحْنُ
أَحَقُّ بِالْمُلْكِ مِنْهُ وَلَمْ يُؤْتَ سَعَةً مِّنَ الْمَالِ ۚ
قَالَ إِنَّ اللَّهَ اصْطَفَٰهُ عَلَيْكُمْ وَزَادَهُ بَسْطَةً فِي
الْعِلْمِ وَالْجِسْمِ ۖ وَاللَّهُ يُؤْتِي مُلْكَهُ مَن يَشَآءُ ۚ
وَاللَّهُ وَاسِعٌ عَلِيمٌ ﴿٢٤٧﴾

২৪৯) আৰু সিহঁতৰ নবীয়ে সিহঁতক ক'লে, বাস্তৱতে তেওঁৰ ৰাজত্বৰ নিদৰ্শন এই, তোমালোকক এখনি নাও দান কৰা হ'ব য'ত তোমালোকৰ প্ৰভুৰ পৰা অহা শান্তি বিৰাজ কৰিব; আৰু মুচাৰ বংশধৰ আৰু হাৰুণৰ বংশধৰসকলে এৰি থৈ যোৱা এটি চিন, যাক ফিৰিশ্‌তাবিলাকে তুলি ধৰিব; বাস্তৱতে তাত তোমালোকৰ নিমিত্তে নিদৰ্শন আছে, যদিহে তোমালোক বিশ্বাসী হোৱা।

وَقَالَ لَهُمْ نَبِيُّهُمْ إِنَّ ءَايَةَ مُلْكِهِۦٓ أَن يَأْتِيَكُمُ
التَّابُوتُ فِيهِ سَكِينَةٌ مِّن رَّبِّكُمْ وَبَقِيَّةٌ مِّمَّا
تَرَكَ ءَالُ مُوسَىٰ وَءَالُ هَٰرُونَ تَحْمِلُهُ الْمَلَٰٓئِكَةُ ۚ إِنَّ
فِي ذَٰلِكَ لَءَايَةً لَّكُمْ إِن كُنتُم مُّؤْمِنِينَ ﴿٢٤٨﴾ ٣٢ ع ٢ ١٧

২৫০) আৰু যেতিয়া ত্বালুতে তেওঁৰ সৈন্যবিলাকৰ সৈতে নগৰৰ পৰা যাত্ৰা কৰিলে তেওঁ ক'লে, বাস্তৱতে আল্লাই তোমালোকক এখন নৈৰে পৰীক্ষা কৰিব; আৰু যেয়ে তাৰ পৰা পানী পিব সি মোৰ নহয়; কিন্তু নিজৰ হাতৰে এচলু পানী পিয়াৰ বাহিৰে যি তাৰ জুতি নাচায়, তেওঁ নিশ্চয় মোৰ : কিন্তু সিহঁতৰ ভিতৰৰ কিছুমানৰ বাহিৰে সকলোৱে তাৰ পৰা পানী পিলে; আৰু যেতিয়া তেওঁ আৰু তেওঁৰ লগৰীয়া বিশ্বাসীসকলে নৈখন পাৰ হ'ল তেওঁবিলাকে ক'লে, আজি যালুত আৰু তেওঁৰ সৈন্যবিলাকৰ বিপক্ষে আমাৰকোনো শক্তি নাই; যিসকলে আল্লাৰ লগত সাক্ষাত হ'ব বুলি নিশ্চয়কৈ জানিছিল সিহঁতে ক'লে, কতবাৰ আল্লাৰ ইচ্ছাত সৰুদলে ডাঙৰদলৰ ওপৰত জয়-

فَلَمَّا فَصَلَ طَالُوتُ بِالْجُنُودِ قَالَ إِنَّ اللَّهَ مُبْتَلِيكُم
بِنَهَرٍ فَمَن شَرِبَ مِنْهُ فَلَيْسَ مِنِّي وَمَن لَّمْ
يَطْعَمْهُ فَإِنَّهُۥ مِنِّىٓ إِلَّا مَنِ اغْتَرَفَ غُرْفَةًۢ بِيَدِهِۦ ۚ
فَشَرِبُوا مِنْهُ إِلَّا قَلِيلًا مِّنْهُمْ ۚ فَلَمَّا جَاوَزَهُۥ هُوَ
وَالَّذِينَ ءَامَنُوا مَعَهُۥ قَالُوا لَا طَاقَةَ لَنَا الْيَوْمَ
بِجَالُوتَ وَجُنُودِهِۦ ۚ قَالَ الَّذِينَ يَظُنُّونَ أَنَّهُم مُّلَٰقُوا
اللَّهِ كَم مِّن فِئَةٍ قَلِيلَةٍ غَلَبَتْ فِئَةً كَثِيرَةًۢ بِإِذْنِ

লাভ কৰিছে! বাস্তৱতে আল্লা ধৈৰ্য্যশীলসকলৰ সঙ্গী।

اللّٰهِ ۗ وَاللّٰهُ مَعَ الصّٰبِرِيْنَ ﴿٢٤٩﴾

২৫১) আৰু যেতিয়া সিহঁতে যালুত আৰু তেওঁৰ সৈন্যসমূহৰ লগত যুদ্ধ কৰিবলৈওলাই গ'ল, সিহঁতে ক'লে, হে আমাৰ প্ৰভু, আমাক দৃঢ়তা প্ৰদান কৰাঁ। আৰু আমাৰ পদ অবিচলিত কৰাঁ; আৰু অবিশ্বাসীবিলাকৰ বিপক্ষে আমাক সহায় কৰাঁ।

وَلَمَّا بَرَزُوْا لِجَالُوْتَ وَجُنُوْدِهٖ قَالُوْا رَبَّنَآ اَفْرِغْ
عَلَيْنَا صَبْرًا وَّثَبِّتْ اَقْدَامَنَا وَانْصُرْنَا عَلَى الْقَوْمِ
الْكٰفِرِيْنَ ﴿٢٥٠﴾

২৫২) পিছত আল্লাৰ ইচ্ছাত সিহঁতে সিহঁতক পৰাস্ত কৰিলে; আৰু দাউদে যালুতক বধ কৰিলে আৰু আল্লাই তেওঁক ৰাজত্ব আৰু জ্ঞান দান কৰিলে, আৰু তেওঁৰ যি ইচ্ছা তাকেই তেওঁক শিকালে; আৰু আল্লাই মানুহৰ কিছুমানেৰে কিছুমানক দমন নকৰা হলে, পৃথিৱী বিপৰ্য্যস্ত হ'ল হেঁতেন; কিন্তু আল্লা ব্ৰহ্মাণ্ডৰ প্ৰতি কৃপাশীল।

فَهَزَمُوْهُمْ بِاِذْنِ اللّٰهِ ۙ وَقَتَلَ دَاوٗدُ جَالُوْتَ وَ
اٰتٰىهُ اللّٰهُ الْمُلْكَ وَالْحِكْمَةَ وَعَلَّمَهٗ مِمَّا يَشَآءُ ۗ وَ
لَوْلَا دَفْعُ اللّٰهِ النَّاسَ بَعْضَهُمْ بِبَعْضٍ ۙ لَّفَسَدَتِ
الْاَرْضُ وَلٰكِنَّ اللّٰهَ ذُوْ فَضْلٍ عَلَى الْعٰلَمِيْنَ ﴿٢٥١﴾

২৫৩) এই বিলাক আল্লাৰ নিদৰ্শন; আমি তোমাৰ আগত সেইবিলাক সত্যৰ সৈতে ব্যক্ত কৰিছোঁ, আৰু নিশ্চয় তুমি ৰচুলসকলৰ এজন।

تِلْكَ اٰيٰتُ اللّٰهِ نَتْلُوْهَا عَلَيْكَ بِالْحَقِّ ۗ وَاِنَّكَ لَمِنَ
الْمُرْسَلِيْنَ ﴿٢٥٢﴾

২৫৪) আমি এই ৰচুলসকলৰ কোনো কোনো জনক আন সকলতকৈ শ্ৰেষ্ঠ কৰিছোঁ; তেওঁলোকৰ ভিতৰৰ কোনো কোনো জনৰ লগত আল্লাই কথা কৈছে, আৰু তেওঁ কোনো জনৰ পদবী উন্নত কৰিছে; আৰু মৰ্য়মৰ পুত্ৰ ঈচাক আমি প্ৰত্যক্ষ প্ৰমাণসমূহ দান কৰিছিলোঁ আৰু পৱিত্ৰ বাণীৰে তেওঁক সাহায্য কৰিছিলোঁ; আৰু আল্লাই ইচ্ছা কৰা হলে তেওঁলোকৰ পৰবৰ্ত্তীবোৰে নিদৰ্শনসমূহ তেওঁলোকলৈ অহা সত্বেও পৰস্পৰ বিবাদ নকৰিলেহেঁতেন, কিন্তু তেওঁলোকৰ ভিতৰত মতানৈক্য হ'ল, গতিকে তেওঁলোকৰ মাজত কিছুমান বিশ্বাসী হৈ পৰিল আৰু তেওঁলোকৰ মাজত অবিশ্বাসী হৈ পৰা কিছুমানো আছিল; আৰু আল্লাই ইচ্ছা কৰা হলে তেওঁলোকে পৰস্পৰ

تِلْكَ الرُّسُلُ فَضَّلْنَا بَعْضَهُمْ عَلٰى بَعْضٍ ۘ مِنْهُمْ
مَّنْ كَلَّمَ اللّٰهُ وَرَفَعَ بَعْضَهُمْ دَرَجٰتٍ ۗ وَاٰتَيْنَا
عِيْسَى ابْنَ مَرْيَمَ الْبَيِّنٰتِ وَاَيَّدْنٰهُ بِرُوْحِ الْقُدُسِ ۗ
وَلَوْ شَآءَ اللّٰهُ مَا اقْتَتَلَ الَّذِيْنَ مِنْ بَعْدِهِمْ مِّنْ
بَعْدِ مَا جَآءَتْهُمُ الْبَيِّنٰتُ وَلٰكِنِ اخْتَلَفُوْا فَمِنْهُمْ مَّنْ
اٰمَنَ وَمِنْهُمْ مَّنْ كَفَرَ ۗ وَلَوْ شَآءَ اللّٰهُ مَا اقْتَتَلُوْا ۟

ع وَلٰكِنَّ اللّٰهَ يَفْعَلُ مَا يُرِيْدُ ﴿۲۵۳﴾

বিবাদ নকৰিলে হেঁতেন, কিন্তু আল্লাই যি ইচ্ছা তাকেই কৰে।

يٰۤاَيُّهَا الَّذِيْنَ اٰمَنُوْۤا اَنْفِقُوْا مِمَّا رَزَقْنٰكُمْ مِّنْ قَبْلِ
اَنْ يَّاْتِيَ يَوْمٌ لَّا بَيْعٌ فِيْهِ وَلَا خُلَّةٌ وَّلَا شَفَاعَةٌ ؕ
وَالْكٰفِرُوْنَ هُمُ الظّٰلِمُوْنَ ﴿۲۵۴﴾

২৫৫) হে বিশ্বাসীসকল, আমি তোমালোকক যি সম্বল দান কৰিছোঁ তাৰ পৰাই, যি দিনা কিনা-বেচা নহ'ব নাইবা বন্ধুত্ব বা মধ্যস্থতা নাথাকিব সেইদিন অহাৰ আগেয়ে, (আল্লাৰ পথত) ব্যয় কৰাঁ; আৰু অবিশ্বাসীবিলাকে (নিজস্ব হে) অন্যায় কৰে।

اَللّٰهُ لَاۤ اِلٰهَ اِلَّا هُوَ ۚ اَلْحَيُّ الْقَيُّوْمُ ۚ لَا تَاْخُذُهٗ سِنَةٌ
وَّلَا نَوْمٌ ؕ لَهٗ مَا فِي السَّمٰوٰتِ وَمَا فِي الْاَرْضِ ؕ مَنْ
ذَا الَّذِيْ يَشْفَعُ عِنْدَهٗۤ اِلَّا بِاِذْنِهٖ ؕ يَعْلَمُ مَا بَيْنَ
اَيْدِيْهِمْ وَمَا خَلْفَهُمْ ۚ وَلَا يُحِيْطُوْنَ بِشَيْءٍ مِّنْ
عِلْمِهٖۤ اِلَّا بِمَا شَآءَ ۚ وَسِعَ كُرْسِيُّهُ السَّمٰوٰتِ وَالْاَرْضَ ۚ
وَلَا يَـُٔوْدُهٗ حِفْظُهُمَا ۚ وَهُوَ الْعَلِيُّ الْعَظِيْمُ ﴿۲۵۵﴾

২৫৬) যিজনৰ বিনে আন উপাস্য নাই সিজনেই আল্লা, যাৰ অনন্ত জীৱন, যি সকলোকে ধাৰণ কৰোঁতা; তন্দ্ৰা বা নিদ্ৰাই তেওঁক ধৰিব নোৱাৰে; আকাশমন্ডলী আৰু পৃথিৱীৰ সকলো তেওঁৰেই; এনেজন কো আছে যি তেওঁৰ বিনা অনুমতিত তেওঁৰ আগত মধ্যস্থতা কৰিব? সিহঁতৰ আগত আৰু সিহঁতৰ পিছত কি আছে তেওঁ তাক জানে; আৰু তেওঁৰ ইচ্ছা বিনে সিহঁতে তেওঁৰ জ্ঞানৰ ভাগ আগুৰিব নোৱাৰে; তেওঁৰ সিংহাসন আকাশ-মন্ডলী আৰু পৃথিৱী জুৰি আছে, আৰু এই উভয়ৰ সংৰক্ষণে তেওঁক ক্লান্ত নকৰে; আৰু তেৱেঁই অতি উচ্চ মহান।

لَاۤ اِكْرَاهَ فِي الدِّيْنِ ۙ قَدْ تَّبَيَّنَ الرُّشْدُ مِنَ الْغَيِّ ۚ
فَمَنْ يَّكْفُرْ بِالطَّاغُوْتِ وَيُؤْمِنْ بِاللّٰهِ فَقَدِ
اسْتَمْسَكَ بِالْعُرْوَةِ الْوُثْقٰى لَا انْفِصَامَ لَهَا ؕ
وَاللّٰهُ سَمِيْعٌ عَلِيْمٌ ﴿۲۵۶﴾

২৫৭) ধৰ্ম্মত বল প্ৰয়োগ হ'ব নোৱাৰে; কিয়নো বিপথৰ পৰা সত্যৰ পথ স্পষ্টকৈ পৃথক কৰা হৈছে; গতিকে যেয়ে সীমালঙ্ঘণকাৰীক মান্য নকৰি আল্লাত বিশ্বাস কৰে, স্বৰূপতে তেওঁ কেতিয়াও ভাগিব নোৱাৰা শকত হাতমাৰিত দৃঢ়ৰূপে ধৰিছে; বাস্তৱতে আল্লা শ্ৰেষ্ঠ শ্ৰোতা, সৰ্ব্বজ্ঞ।

اَللّٰهُ وَلِيُّ الَّذِيْنَ اٰمَنُوْا يُخْرِجُهُمْ مِّنَ الظُّلُمٰتِ اِلَى
النُّوْرِ ؕ وَالَّذِيْنَ كَفَرُوْۤا اَوْلِيٰٓـُٔهُمُ الطَّاغُوْتُ ۙ
يُخْرِجُوْنَهُمْ مِّنَ النُّوْرِ اِلَى الظُّلُمٰتِ ؕ اُولٰٓئِكَ اَصْحٰبُ
ع النَّارِ ۚ هُمْ فِيْهَا خٰلِدُوْنَ ﴿۲۵۷﴾

২৫৮) আল্লা বিশ্বাসীসকলৰ বন্ধু; তেওঁ তেওঁ-লোকক আন্ধাৰৰ পৰা পোহৰলৈ আনে; আৰু অবিশ্বাসী বিলাকৰ বন্ধু সীমালঙ্ঘনকাৰীহঁত, সিহঁতে ইহঁতক পোহৰৰ পৰা আন্ধাৰলৈ লৈ যায়; সিহঁতেই অগ্নিৰ অধিবাসী; তাতেই সিহঁত স্থায়ীৰূপে বাস কৰিব।

২৫৯) আল্লাই ইব্ৰাহিমক ৰাজত্ব দান কৰিছিল বুলি, তেওঁৰ পালনকৰ্ত্তাৰ সম্বন্ধে তেওঁৰ সৈতে তৰ্ক কৰা জনৰ কথা শুনা নাইনে ? যেতিয়া ইব্ৰাহিমে কলে, যি জনে জীৱন দান কৰে আৰু সংহাৰ কৰে তেৱেঁই মোৰ পালনকৰ্ত্তা ; সি কলে, মই জীৱন দান কৰোঁ আৰু সংহাৰ কৰোঁ ; ইব্ৰাহিমে কলে, তেন্তে আল্লাই সূৰ্য্যক পূবৰ পৰা আনে তুমি তাক পশ্চিমৰ পৰা আনা ; পিছত অবিশ্বাসী জন হতবুদ্ধি হৈ থাকিল ; বাস্তৱতে আল্লাই সীমালঙ্ঘনকাৰী-বিলাকক সুপথ নেদেখুৱায়।

أَلَمْ تَرَ إِلَى الَّذِي حَاجَّ إِبْرٰهِمَ فِي رَبِّهِ أَنْ اٰتٰـهُ
اللّٰهُ الْمُلْكَ إِذْ قَالَ إِبْرٰهِمُ رَبِّيَ الَّذِي يُحْيِي وَيُمِيتُ
قَالَ أَنَا أُحْيِي وَأُمِيتُ قَالَ إِبْرٰهِمُ فَإِنَّ اللّٰهَ يَأْتِي
بِالشَّمْسِ مِنَ الْمَشْرِقِ فَأْتِ بِهَا مِنَ الْمَغْرِبِ
فَبُهِتَ الَّذِي كَفَرَ وَاللّٰهُ لَا يَهْدِي الْقَوْمَ الظّٰلِمِينَ ۝٢٥٨

২৬০) সেইজনৰ কথা (তুমি শুনা নাইনে) যিজন কোনো এখন নগৰেদি গৈছিল, আৰু ই চালে সৈতে হেৰেপা খাই পৰিছিল ; তেওঁ কৈছিল, আল্লাই কেতিয়া ইয়াক পুনৰ্নিৰ্ম্মাণ কৰিব ইয়াৰ ধ্বংসৰ পিছত ? তেতিয়া আল্লাই তেওঁক এশ বছৰ মৃত অৱস্থাত ৰাখিলে, আৰু তাৰ পিছত তেওঁৰ পুনৰুত্থান কৰিলে ; আল্লাই কলে, এনে অৱস্থাত তুমি কিমান দিন আছিলা ? তেওঁ কলে, মই এদিন বা এদিনৰ এবেলা হে আছিলোঁ ; আল্লাই কলে,—নহয়, তুমি (এই অৱস্থাত) এশ বছৰ আছিলা ; এতিয়া তুমি তোমাৰ আহাৰ আৰু তোমাৰ পানীলৈ মন কৰাঁ, ই নষ্ট হোৱা নাই, আৰু তোমাৰ গাধটোলৈ মন কৰাঁ ; আৰু মানৱৰ নিমিত্তে নিদৰ্শন প্ৰতিষ্ঠা কৰিবলৈ (আমি তোমাক এই দৃশ্য দেখুৱালোঁ) ; আৰু হাড়বোৰলৈ মন কৰাঁ, কেনেকৈ আমি সেইবোৰ জোৰা লগাওঁ, আৰু সেইবোৰ মঙহেৰে ঢাকোঁ ; তাৰ পিছত যেতিয়া সকলোখিনি তেওঁৰ ওচৰত দীপ্যমান হৈ পৰিল তেওঁ কলে, মোৰ এই জ্ঞান জন্মিছে, সকলোৰে ওপৰত আল্লাৰ মহান ক্ষমতা।

أَوْ كَالَّذِي مَرَّ عَلٰى قَرْيَةٍ وَّهِيَ خَاوِيَةٌ عَلٰى
عُرُوشِهَا قَالَ أَنّٰى يُحْيِي هٰذِهِ اللّٰهُ بَعْدَ مَوْتِهَا
فَأَمَاتَهُ اللّٰهُ مِائَةَ عَامٍ ثُمَّ بَعَثَهُ قَالَ كَمْ لَبِثْتَ
قَالَ لَبِثْتُ يَوْمًا أَوْ بَعْضَ يَوْمٍ قَالَ بَلْ لَّبِثْتَ
مِائَةَ عَامٍ فَانْظُرْ إِلٰى طَعَامِكَ وَشَرَابِكَ لَمْ يَتَسَنَّهْ
وَانْظُرْ إِلٰى حِمَارِكَ وَلِنَجْعَلَكَ اٰيَةً لِّلنَّاسِ وَانْظُرْ إِلَى
الْعِظَامِ كَيْفَ نُنْشِزُهَا ثُمَّ نَكْسُوهَا لَحْمًا فَلَمَّا تَبَيَّنَ
لَهُ قَالَ أَعْلَمُ أَنَّ اللّٰهَ عَلٰى كُلِّ شَيْءٍ قَدِيرٌ ۝٢٥٩

২৬১) আৰু যেতিয়া ইব্ৰাহিমে কলে, হে মোৰ প্ৰভু, তুমি কেনেকৈ মৃতক পুনৰ্জীৱন দান কৰা মোক দেখুৱাঁ ; তেওঁ কলে, কিয় তুমি বিশ্বাস কৰা

وَإِذْ قَالَ إِبْرٰهِمُ رَبِّ أَرِنِي كَيْفَ تُحْيِ الْمَوْتٰى قَالَ
أَوَلَمْ تُؤْمِنْ قَالَ بَلٰى وَلٰكِنْ لِّيَطْمَئِنَّ قَلْبِي قَالَ

فَخُذْ أَرْبَعَةً مِّنَ الطَّيْرِ فَصُرْهُنَّ إِلَيْكَ ثُمَّ اجْعَلْ
عَلَىٰ كُلِّ جَبَلٍ مِّنْهُنَّ جُزْءًا ثُمَّ ادْعُهُنَّ يَأْتِينَكَ
ع سَعْيًا ۚ وَاعْلَمْ أَنَّ اللَّهَ عَزِيزٌ حَكِيمٌ ﴿٢٦١﴾

নাইনে? তেওঁ কলে, হয় কৰিছোঁ, কিন্তু যেন মোৰ অন্তঃকৰণত শান্তি আহে; তেওঁ কলে, তুমি তেন্তে চাৰিটা চৰাই লোৱাঁ, আৰু সিহঁতক তোমাৰ ফাললৈ ঘূৰোৱাঁ, পিছত সিহঁতৰ প্ৰত্যেককেই এটা পৰ্ব্বতৰ ওপৰত ৰাখাঁ, তাৰ পিছত সিহঁতক মাতাঁ; সিহঁত তোমাৰ ওচৰলৈ উৰি আহিব; আৰু জানি ৰাখাঁ, আল্লা ক্ষমতাশালী, সৰ্ব্বজ্ঞানী।

مَثَلُ الَّذِينَ يُنفِقُونَ أَمْوَالَهُمْ فِي سَبِيلِ اللَّهِ كَمَثَلِ
حَبَّةٍ أَنبَتَتْ سَبْعَ سَنَابِلَ فِي كُلِّ سُنبُلَةٍ مِّائَةُ
حَبَّةٍ ۗ وَاللَّهُ يُضَاعِفُ لِمَن يَشَاءُ ۗ وَاللَّهُ وَاسِعٌ عَلِيمٌ ﴿٢٦٢﴾

২৬২) আল্লাৰ পথত যিসকলে নিজৰ ধন-সম্পত্তি ব্যয় কৰে তেওঁলোকৰ তুলনা এটা শস্যকণিকাৰ নিচিনা, সি সাতোটা কোষ উৎপাদন কৰে, প্ৰত্যেক কোষত এশকৈ শস্যকণিকা; আৰু আল্লাই যাকে ইচ্ছা তালৈকে দান বৃদ্ধি কৰে; বাস্তৱতে আল্লা বিপুল সঙ্গতিসম্পন্ন, সৰ্ব্বজ্ঞ।

الَّذِينَ يُنفِقُونَ أَمْوَالَهُمْ فِي سَبِيلِ اللَّهِ ثُمَّ لَا
يُتْبِعُونَ مَا أَنفَقُوا مَنًّا وَلَا أَذًى ۙ لَّهُمْ أَجْرُهُمْ
عِندَ رَبِّهِمْ وَلَا خَوْفٌ عَلَيْهِمْ وَلَا هُمْ يَحْزَنُونَ ﴿٢٦٣﴾

২৬৩) যিসকলে আল্লাৰ পথত নিজৰ ধন-সম্পত্তি ব্যয় কৰে, আৰু এনে ব্যয় কৰাৰ পিছত সেই দানৰ কথা সোঁৱৰাই নিদিয়ে বা কোনো অনিষ্টসাধন নকৰে, তেওঁলোকৰ প্ৰতিদান তেওঁলোকৰ পালনকৰ্ত্তাৰ ওচৰত; আৰু তেওঁলোকৰ কোনো ভয় নাই আৰু তেওঁলোকে বেজাৰো কৰিব নালাগিব।

قَوْلٌ مَّعْرُوفٌ وَمَغْفِرَةٌ خَيْرٌ مِّن صَدَقَةٍ يَتْبَعُهَا
أَذًى ۗ وَاللَّهُ غَنِيٌّ حَلِيمٌ ﴿٢٦٤﴾

২৬৪) যি দানৰ পাছত অনিষ্টসাধন কৰা হয় তাতোকৈ কোমল মাত আৰু ক্ষমা ভাল; আৰু আল্লা অভাৱহীন, সহিষ্ণু।

يَا أَيُّهَا الَّذِينَ آمَنُوا لَا تُبْطِلُوا صَدَقَاتِكُم بِالْمَنِّ
وَالْأَذَىٰ كَالَّذِي يُنفِقُ مَالَهُ رِئَاءَ النَّاسِ وَلَا
يُؤْمِنُ بِاللَّهِ وَالْيَوْمِ الْآخِرِ ۖ فَمَثَلُهُ كَمَثَلِ صَفْوَانٍ
عَلَيْهِ تُرَابٌ فَأَصَابَهُ وَابِلٌ فَتَرَكَهُ صَلْدًا ۖ لَّا
يَقْدِرُونَ عَلَىٰ شَيْءٍ مِّمَّا كَسَبُوا ۗ وَاللَّهُ لَا يَهْدِي

২৬৫) হে বিশ্বাসীসকল, যি লোকক দেখুৱাবলৈ নিজৰ ধন ভাঙে আৰু আল্লা আৰু শেহৰ দিনত বিশ্বাস নকৰে তাৰ দৰে সোঁৱৰণ কৰাই আৰু অনিষ্ট সাধন কৰি তোমালোকৰ দান নিষ্ফল নকৰিবা; বাস্তৱতে তাৰ অৱস্থা ওপৰত মাটি থকা শিলৰ দৰে, তাৰ ওপৰত প্ৰচুৰ বৰষুণ পৰি তাক কঠিন শিলত পৰিণত কৰে; নিজ উপাৰ্জ্জনৰ ওপৰত সিহঁতৰ অকণো ক্ষমতা নাথাকিব;

الْقَوْمَ الْكٰفِرِيْنَ ۝٢٦٥

বাস্তৱতে আল্লাই অবিশ্বাসীবিলাকক সুপথ প্ৰদৰ্শন নকৰে।

وَمَثَلُ الَّذِيْنَ يُنْفِقُوْنَ اَمْوَالَهُمُ ابْتِغَآءَ مَرْضَاتِ اللّٰهِ وَتَثْبِيْتًا مِّنْ اَنْفُسِهِمْ كَمَثَلِ جَنَّةٍۭ بِرَبْوَةٍ اَصَابَهَا وَابِلٌ فَاٰتَتْ اُكُلَهَا ضِعْفَيْنِ ۚ فَاِنْ لَّمْ يُصِبْهَا وَابِلٌ فَطَلٌّ ۗ وَاللّٰهُ بِمَا تَعْمَلُوْنَ بَصِيْرٌ ۝٢٦٦

২৬৬) আৰু, যিসকলে আল্লাৰ অনুগ্ৰহৰ অভিলাষী হৈ আৰু নিজ দৃঢ় বিশ্বাসৰ কাৰণে নিজৰ ধন-সম্পত্তি ব্যয় কৰে তেওঁলোকৰ অৱস্থা সাৰুৱা ঠাইত থকা এখন বাগিচাৰ নিচিনা, তাত বৰষুণ অধিক হয়, সেইকাৰণে ই প্ৰচুৰ ফল উৎপাদন কৰে; কিন্তু তাত প্ৰচুৰ বৰষুণ নহলেও সামান্য বৰষুণেই যথেষ্ট; আৰু তোমালোকে যি কাৰ্য্য কৰা আল্লাই তাক নিৰীক্ষণ কৰে।

اَيَوَدُّ اَحَدُكُمْ اَنْ تَكُوْنَ لَهٗ جَنَّةٌ مِّنْ نَّخِيْلٍ وَّاَعْنَابٍ تَجْرِيْ مِنْ تَحْتِهَا الْاَنْهٰرُ ۙ لَهٗ فِيْهَا مِنْ كُلِّ الثَّمَرٰتِ ۙ وَاَصَابَهُ الْكِبَرُ وَلَهٗ ذُرِّيَّةٌ ضُعَفَآءُ ۖ فَاَصَابَهَآ اِعْصَارٌ فِيْهِ نَارٌ فَاحْتَرَقَتْ ؕ كَذٰلِكَ يُبَيِّنُ اللّٰهُ لَكُمُ الْاٰيٰتِ لَعَلَّكُمْ تَتَفَكَّرُوْنَ ۝٢٦٧ ع ٣٦

২৬৭) তোমালোকৰ ভিতৰৰ কোনোৱে ইচ্ছা কৰানে যে, তেওঁৰ নিমিত্তে খেজুৰ আৰু আঙুৰৰ এখন বাগিচা থাকে যাৰ তলেদি জুৰি বৈ যায়, তাত তেওঁৰ নিমিত্তে সকলো বিধৰ ফল থাকে; পিছত তেওঁক বাৰ্দ্ধক্যই লগ ধৰে আৰু তেওঁৰ আমাডিমা সন্তান হয়; তেতিয়া অগ্নিময় ঘূৰ্ণি বায়ুৱে ইয়াক বেৰি ধৰে আৰু ই দগ্ধ হৈ যায়? এই দৰেই আল্লাই তেওঁৰ নিদৰ্শন সমূহ তোমালোকলৈ ব্যক্ত কৰে যাতে তোমালোকে চিন্তা কৰিব পাৰা।

يٰۤاَيُّهَا الَّذِيْنَ اٰمَنُوْۤا اَنْفِقُوْا مِنْ طَيِّبٰتِ مَا كَسَبْتُمْ وَمِمَّاۤ اَخْرَجْنَا لَكُمْ مِّنَ الْاَرْضِ ۪ وَلَا تَيَمَّمُوا الْخَبِيْثَ مِنْهُ تُنْفِقُوْنَ وَلَسْتُمْ بِاٰخِذِيْهِ اِلَّاۤ اَنْ تُغْمِضُوْا فِيْهِ ؕ وَاعْلَمُوْۤا اَنَّ اللّٰهَ غَنِيٌّ حَمِيْدٌ ۝٢٦٨

২৬৮) হে বিশ্বাসীসকল, তোমালোকে যিবিলাক পৱিত্ৰ বস্তু উপাৰ্জন কৰিছা আৰু আমি পৃথিৱীত তোমালোকৰ নিমিত্তে যি উৎপাদন কৰিছোঁ তাৰ পৰা (আল্লাৰ কাৰণে) ব্যয় কৰাঁ; আৰু এনে অশুচি বস্তু দান কাৰ্য্যত ব্যয় কৰিবলৈ বাছি নলবা, যিহেতু তেনেবস্তু তোমালোক অসাৱধান নহলে নিজেই গ্ৰহণ নকৰা; আৰু জানি ৰাখাঁ, আল্লা অভাৱহীন, সকলো প্ৰশংসাৰ যোগ্য।

اَلشَّيْطٰنُ يَعِدُكُمُ الْفَقْرَ وَيَاْمُرُكُمْ بِالْفَحْشَآءِ ۚ وَاللّٰهُ يَعِدُكُمْ مَّغْفِرَةً مِّنْهُ وَفَضْلًا ؕ وَاللّٰهُ وَاسِعٌ عَلِيْمٌ ۝٢٦٩

২৬৯) ছয়তানে তোমালোকক দাৰিদ্ৰ্যৰ ভয় দেখুৱায় আৰু তোমালোকক কৃপণ হ'বলৈ আদেশ দিয়ে; আৰু আল্লাই নিজৰ পৰাই তোমালোকক ক্ষমা আৰু প্ৰচুৰতাৰ অঙ্গীকাৰ কৰে; আৰু আল্লা বিপুল সঙ্গতি সম্পন্ন, সৰ্ব্বজ্ঞ;

يُّؤْتِي الْحِكْمَةَ مَنْ يَّشَآءُ ۚ وَمَنْ يُّؤْتَ الْحِكْمَةَ فَقَدْ
اُوْتِيَ خَيْرًا كَثِيْرًا ۗ وَمَا يَذَّكَّرُ اِلَّآ اُولُوا الْاَلْبَابِ ﴿۲۷۰﴾

২৭০) তেওঁ যাকে ইচ্ছা তাকে পূৰ্ণ জ্ঞান প্ৰদান কৰে; আৰু যিজনক পূৰ্ণ জ্ঞান প্ৰদান কৰা হয়, তেওঁক স্বৰূপতে প্ৰচুৰ কল্যাণ দান কৰা হয়; আৰু বোধশক্তি থকা সকলেহে উপদেশ গ্ৰহণ কৰে।

وَمَآ اَنْفَقْتُمْ مِّنْ نَّفَقَةٍ اَوْ نَذَرْتُمْ مِّنْ نَّذْرٍ فَاِنَّ
اللّٰهَ يَعْلَمُهٗ ۗ وَمَا لِلظّٰلِمِيْنَ مِنْ اَنْصَارٍ ﴿۲۷۱﴾

২৭১) আৰু তোমালোকে যিহকেই ব্যয় কৰা আৰু যিহকেই আল্লাৰ নামত দান কৰা আল্লাই তাক নিশ্চয় জানে; আৰু অন্যায়কাৰীবিলাকৰ কাৰণে কোনো সাহায্যকাৰী নাথাকিব।

اِنْ تُبْدُوا الصَّدَقٰتِ فَنِعِمَّا هِيَ ۚ وَاِنْ تُخْفُوْهَا وَ
تُؤْتُوْهَا الْفُقَرَآءَ فَهُوَ خَيْرٌ لَّكُمْ ۗ وَيُكَفِّرُ عَنْكُمْ مِّنْ
سَيِّاٰتِكُمْ ۗ وَاللّٰهُ بِمَا تَعْمَلُوْنَ خَبِيْرٌ ﴿۲۷۲﴾

২৭২) যদি তোমালোকে প্ৰকাশ্যভাৱে দান কৰা তেন্তে সি উত্তম, কিন্তু যদি গোপনে দিয়া, আৰু অভাৱগ্ৰস্ত বিলাকক দান কৰা, তেন্তে ই তোমা-লোকৰ বাবে তাতোকৈ মঙ্গলময়; আৰু ই তোমালোকৰ পৰা তোমালোকৰ অমঙ্গল আঁতৰাব; আৰু তোমালোকে যি কাৰ্য্য কৰা আল্লাই জানে।

لَيْسَ عَلَيْكَ هُدٰىهُمْ وَلٰكِنَّ اللّٰهَ يَهْدِيْ مَنْ يَّشَآءُ ۗ
وَمَا تُنْفِقُوْا مِنْ خَيْرٍ فَلِاَنْفُسِكُمْ ۗ وَمَا تُنْفِقُوْنَ اِلَّا
ابْتِغَآءَ وَجْهِ اللّٰهِ ۗ وَمَا تُنْفِقُوْا مِنْ خَيْرٍ يُّوَفَّ اِلَيْكُمْ
وَاَنْتُمْ لَا تُظْلَمُوْنَ ﴿۲۷۳﴾

**২৭৩) সিহঁতৰ পথ-প্ৰদৰ্শনৰ ভাৰ তোমাৰ ওপৰত নাই, বৰং আল্লাইহে যাকে ইচ্ছা তাকে পথ-প্ৰদৰ্শন কৰে; আৰু তোমালোকে সৎবস্তু যে ব্যয় কৰা সি তোমালোকৰ মঙ্গলৰ নিমিত্তেইহে, যদিহে সেই ব্যয় তোমালোকে আল্লাৰ অনুগ্ৰহ বিচাৰিবৰ কাৰণে কৰা; আৰু তোমালোকে সৎবস্তুৰ যি ব্যয় কৰা তাক সম্পূৰ্ণৰূপে তোমা-লোকৰ প্ৰতি প্ৰত্যৰ্পণ কৰা হ'ব আৰু তোমা-লোকৰ প্ৰতি অন্যায়ো কৰা নহ'ব।**

لِلْفُقَرَآءِ الَّذِيْنَ اُحْصِرُوْا فِيْ سَبِيْلِ اللّٰهِ لَا يَسْتَطِيْعُوْنَ
ضَرْبًا فِي الْاَرْضِ ۫ يَحْسَبُهُمُ الْجَاهِلُ اَغْنِيَآءَ مِنَ
التَّعَفُّفِ ۚ تَعْرِفُهُمْ بِسِيْمٰهُمْ ۚ لَا يَسْــَٔلُوْنَ النَّاسَ

২৭৪) (ব্যয় কৰাঁ) দৰিদ্ৰৰ কাৰণে যিবিলাক আল্লাৰ পথত আৱদ্ধ হৈছে, **পৃথিৱীত** (জীৱিকা নিৰ্ব্বাহৰ নিমিত্তে) পৰিভ্ৰমণ কৰিবলৈ অক্ষম; নজনা মানুহে সিহঁতক ভিক্ষাবৃত্তি অৱলম্বন নকৰাৰ কাৰণে অভাৱহীন বুলি ভাবে; সিহঁতৰ

إِلْحَافًا ۗ وَمَا تُنفِقُوا مِنْ خَيْرٍ فَإِنَّ اللَّهَ بِهِ عَلِيمٌ ﴿٢٧٣﴾

চেহেৰা দেখিলেই সিহঁতক চিনিব পাৰিবা ; সিহঁতে নেৰানেপেৰাকৈ মানুহক ভিক্ষা নোখোজে ; আৰু সৎবস্তুৰ তোমালোকে যিহকে ব্যয় কৰা তাক আল্লাই নিশ্চয়কৈ জানে।

الَّذِينَ يُنفِقُونَ أَمْوَالَهُم بِاللَّيْلِ وَالنَّهَارِ سِرًّا وَعَلَانِيَةً فَلَهُمْ أَجْرُهُمْ عِندَ رَبِّهِمْ وَلَا خَوْفٌ عَلَيْهِمْ وَلَا هُمْ يَحْزَنُونَ ﴿٢٧٤﴾

২৭৫) যিবিলাকে ৰাতিয়ে দিনে গোপনে আৰু প্ৰকাশ্যভাৱে নিজৰ ধন-সম্পত্তি ব্যয় কৰে তেওঁ-লোকে তেওঁলোকৰ পালনকৰ্ত্তাৰ পৰা প্ৰতিদান পাব, আৰু তেওঁলোকৰ নিমিত্তে কোনো ভয় নাথাকিব আৰু তেওঁলোকে বেজাৰো কৰিব নালাগিব।

الَّذِينَ يَأْكُلُونَ الرِّبَا لَا يَقُومُونَ إِلَّا كَمَا يَقُومُ الَّذِي يَتَخَبَّطُهُ الشَّيْطَانُ مِنَ الْمَسِّ ۚ ذَٰلِكَ بِأَنَّهُمْ قَالُوا إِنَّمَا الْبَيْعُ مِثْلُ الرِّبَا ۗ وَأَحَلَّ اللَّهُ الْبَيْعَ وَحَرَّمَ الرِّبَا ۚ فَمَن جَاءَهُ مَوْعِظَةٌ مِّن رَّبِّهِ فَانتَهَىٰ فَلَهُ مَا سَلَفَ وَأَمْرُهُ إِلَى اللَّهِ ۖ وَمَنْ عَادَ فَأُولَٰئِكَ أَصْحَابُ النَّارِ ۖ هُمْ فِيهَا خَالِدُونَ ﴿٢٧٥﴾

২৭৬) সুদ খোৰা মানুহবিলাক ছয়তানে স্পৰ্শ কৰি উন্মাদগ্ৰস্ত কৰা মানুহৰ থিয় হোৱাৰ দৰে থিয় হ'ব পাৰে; কিয়নো সিহঁতে কয়, বাণিজ্যও বাস্তৱতে সুদ গ্ৰহণৰ দৰেই; কিন্তু আল্লাই বাণিজ্যক বৈধ কৰিছে আৰু সুদ গ্ৰহণক অবৈধ কৰিছে; কিন্তু যি নিজ প্ৰভুৰ পৰা উপদেশ অহাৰ পিছত (সুদ গ্ৰহণৰ পৰা) ক্ষান্ত হয়, সি আগেয়ে লাভ কৰা (সুদ) উপভোগ কৰিব পাৰে; আৰু তাৰ কাৰ্য্য আল্লাৰ হাতত, আৰু যিবিলাক দুনাই (সুদ গ্ৰহণত) প্ৰবৃত্ত হয়, সিহঁতেই নৰক-অগ্নিৰ অধিবাসী; সিহঁত তাতেই স্থায়ীৰূপে বাস কৰিব।

يَمْحَقُ اللَّهُ الرِّبَا وَيُرْبِي الصَّدَقَاتِ ۗ وَاللَّهُ لَا يُحِبُّ كُلَّ كَفَّارٍ أَثِيمٍ ﴿٢٧٦﴾

২৭৭) আল্লাই সুদ গ্ৰহণ হ্ৰাস কৰে আৰু দান কাৰ্য্য বৃদ্ধি কৰে; আৰু আল্লাই কোনো অবিশ্বাসী আৰু পাপমতিকেই ভাল নাপায়।

إِنَّ الَّذِينَ آمَنُوا وَعَمِلُوا الصَّالِحَاتِ وَأَقَامُوا الصَّلَاةَ وَآتَوُا الزَّكَاةَ لَهُمْ أَجْرُهُمْ عِندَ رَبِّهِمْ وَلَا خَوْفٌ عَلَيْهِمْ وَلَا هُمْ يَحْزَنُونَ ﴿٢٧٧﴾

২৭৮) বাস্তৱিকতে যিসকলে বিশ্বাস কৰে আৰু ধৰ্ম্মকাৰ্য্য কৰে আৰু নমাজৰ অনুষ্ঠান কৰে আৰু জকাত দান কৰে, তেওঁলোকে নিজ প্ৰভুৰ পৰা নিজৰ প্ৰতিদান লাভ কৰিব; আৰু তেওঁলোকৰ কোনো ভয় নাথাকিব আৰু তেওঁলোকে বেজাৰো কৰিব নালাগিব।

يَٰٓأَيُّهَا ٱلَّذِينَ ءَامَنُوا۟ ٱتَّقُوا۟ ٱللَّهَ وَذَرُوا۟ مَا بَقِىَ مِنَ
ٱلرِّبَوٰٓا۟ إِن كُنتُم مُّؤْمِنِينَ ﴿٢٧٨﴾

২৭৯) হে বিশ্বাসীসকল, আল্লালৈ ভয় ৰাখাঁ আৰু সুদৰ বাকীখিনি এৰি দিয়াঁ, যদিহে তোমালোক বিশ্বাসী হোৱা।

فَإِن لَّمْ تَفْعَلُوا۟ فَأْذَنُوا۟ بِحَرْبٍ مِّنَ ٱللَّهِ وَرَسُولِهِۦ ۖ
وَإِن تُبْتُمْ فَلَكُمْ رُءُوسُ أَمْوَٰلِكُمْ لَا تَظْلِمُونَ
وَلَا تُظْلَمُونَ ﴿٢٧٩﴾

২৮০) কিন্তু যদি তোমালোকে তাকে নকৰা তেন্তে আল্লা আৰু তেওঁৰ ৰচুলৰ সৈতে যুদ্ধ কৰিবলৈ প্ৰস্তুত হবা; আৰু যদি তোমালোকে অনুতাপ কৰা তোমালোকৰ মূলধন পাবলৈ তোমালোকৰ অধিকাৰ থাকিব; তোমালোকে অন্যায় নকৰিবা, আৰু তোমালোককো অন্যায় কৰা নহ'ব।

وَإِن كَانَ ذُو عُسْرَةٍ فَنَظِرَةٌ إِلَىٰ مَيْسَرَةٍ ۚ وَأَن
تَصَدَّقُوا۟ خَيْرٌ لَّكُمْ ۖ إِن كُنتُمْ تَعْلَمُونَ ﴿٢٨٠﴾

২৮১) আৰু যদি কোনো ঋণী অভাৱগ্ৰস্ত তেনে (তাৰ) অৱস্থা ভাল হোৱালৈকে অপেক্ষা কৰিবা; আৰু যদি তোমালোকে নিজ স্বত্ত্ব ত্যাগ কৰা, ই তোমালোকৰ পক্ষে মঙ্গলজনক, যদিহে তোমালোকে জানা।

وَٱتَّقُوا۟ يَوْمًا تُرْجَعُونَ فِيهِ إِلَى ٱللَّهِ ۖ ثُمَّ تُوَفَّىٰ كُلُّ
نَفْسٍ مَّا كَسَبَتْ وَهُمْ لَا يُظْلَمُونَ ﴿٢٨١﴾ ع

২৮২) আৰু সেইদিনলৈ ভয় ৰাখা যিদিনা তোমালোকক আল্লাৰ ওচৰলৈ প্ৰত্যাগমন কৰোৱা হ'ব; তেতিয়া প্ৰত্যেক আত্মাই যি উপাৰ্জ্জন কৰিছিল তাক পূৰ্ণ মাত্ৰাই প্ৰদান কৰা হ'ব আৰু সিহঁতক অন্যায়ো কৰা নহ'ব।

يَٰٓأَيُّهَا ٱلَّذِينَ ءَامَنُوٓا۟ إِذَا تَدَايَنتُم بِدَيْنٍ إِلَىٰٓ أَجَلٍ
مُّسَمًّى فَٱكْتُبُوهُ ۚ وَلْيَكْتُب بَّيْنَكُمْ كَاتِبٌۢ بِٱلْعَدْلِ ۚ وَ
لَا يَأْبَ كَاتِبٌ أَن يَكْتُبَ كَمَا عَلَّمَهُ ٱللَّهُ ۚ فَلْيَكْتُبْ
وَلْيُمْلِلِ ٱلَّذِى عَلَيْهِ ٱلْحَقُّ وَلْيَتَّقِ ٱللَّهَ رَبَّهُۥ وَلَا
يَبْخَسْ مِنْهُ شَيْـًٔا ۚ فَإِن كَانَ ٱلَّذِى عَلَيْهِ ٱلْحَقُّ سَفِيهًا
أَوْ ضَعِيفًا أَوْ لَا يَسْتَطِيعُ أَن يُمِلَّ هُوَ فَلْيُمْلِلْ
وَلِيُّهُۥ بِٱلْعَدْلِ ۚ وَٱسْتَشْهِدُوا۟ شَهِيدَيْنِ مِن رِّجَالِكُمْ

২৮৩) হে বিশ্বাসীসকল, যেতিয়া কোনো নিৰ্দ্দিষ্ট সময়ৰ নিমিত্তে তোমালোকে পৰস্পৰ ঋণত আবদ্ধ হোৱা তাক লিখি ৰাখিবা; আৰু এজন লেখকক তোমালোকৰ আগতে ন্যায়ৰূপে লিখিবলৈ অস্বীকাৰ কৰা উচিত নহয়, কিয়নো আল্লাই তেওঁক যিদৰে শিকাইছিল সেইদৰে তেওঁ লিখা উচিত; আৰু ধৰুৱাই কৈ থাকি লিখাব; কিন্তু সি তাৰ প্ৰভু আল্লালৈ ভয় কৰা উচিত, আৰু সি দিবলগা ধনৰ একো কমোৱা উচিত নহয়; কিন্তু ধৰুৱাটো যদি সুস্থ মনৰ নহয় বা দুৰ্ব্বল বা নিজে কৈ থাকি লিখাবলৈ অপাৰগ, তেন্তে তাৰ

فَإِنْ لَمْ يَكُونَا رَجُلَيْنِ فَرَجُلٌ وَامْرَأَتَانِ مِمَّنْ تَرْضَوْنَ
مِنَ الشُّهَدَاءِ أَنْ تَضِلَّ إِحْدَاهُمَا فَتُذَكِّرَ إِحْدَاهُمَا
الْأُخْرَىٰ ۚ وَلَا يَأْبَ الشُّهَدَاءُ إِذَا مَا دُعُوا ۚ وَلَا تَسْأَمُوا
أَنْ تَكْتُبُوهُ صَغِيرًا أَوْ كَبِيرًا إِلَىٰ أَجَلِهِ ۚ ذَٰلِكُمْ أَقْسَطُ
عِنْدَ اللَّهِ وَأَقْوَمُ لِلشَّهَادَةِ وَأَدْنَىٰ أَلَّا تَرْتَابُوا ۖ إِلَّا أَنْ
تَكُونَ تِجَارَةً حَاضِرَةً تُدِيرُونَهَا بَيْنَكُمْ فَلَيْسَ عَلَيْكُمْ
جُنَاحٌ أَلَّا تَكْتُبُوهَا ۗ وَأَشْهِدُوا إِذَا تَبَايَعْتُمْ ۚ وَلَا
يُضَارَّ كَاتِبٌ وَلَا شَهِيدٌ ۚ وَإِنْ تَفْعَلُوا فَإِنَّهُ فُسُوقٌ
بِكُمْ ۗ وَاتَّقُوا اللَّهَ ۖ وَيُعَلِّمُكُمُ اللَّهُ ۗ وَاللَّهُ بِكُلِّ شَيْءٍ
عَلِيمٌ ﴿٢٨٢﴾

অভিভাবকে ন্যায়ৰূপে কৈ থাকি লিখোৱা উচিত ; আৰু তোমালোকৰ ভিতৰৰ দুজন পুৰুষক সাক্ষী মানিবা ; কিন্তু যদি দুজন পুৰুষ নোলায়, তেন্তে তোমালোকে এজন পুৰুষ আৰু দুগৰাকী তিৰোতাক সাক্ষী বাছি লবা, যাতে দুজনীৰ এজনীয়ে পাহৰিলে ইজনীয়ে সিজনীক মনত পেলাই দিব পাৰে ; আৰু সাক্ষীবিলাকে যেতিয়াই সিহঁতক সাক্ষ্য দিবলৈ মতা হয় অস্বীকাৰ কৰা উচিত নহয় ; আৰু ই ডাঙৰেই হওক বা সৰুৰেই হওক নিৰ্দিষ্ট সময়ৰে সৈতে ইয়াক লিখি ৰাখিবলৈ হেলা নকৰিবা ; এয়েই আল্লাৰ আগত অধিক অনুকূল, আৰু তোমালোকৰ পৰস্পৰ সন্দেহ নজন্মিবৰ শ্ৰেষ্ঠতৰ উপায় ; কিন্তু তোমালোকৰ নিজৰ ভিতৰত উপস্থিত সময়ত ৰেপাৰত যি দিয়া-লোৱা কৰা তাক লিখি নথলেও তাত তোমা-লোকৰ কোনো অপৰাধ নহয় ; আৰু তোমালোকে পৰস্পৰ বেচা-কিনা কৰোঁতে সাক্ষী থবা, কিন্তু লেখক বা সাক্ষীৰ কোনো হানি হ'বলৈ নিদিবা ; আৰু যদিহে তোমালোকে হানি কৰা,, তেতিয়া স্বৰূপতে ই তোমালোকৰ সীমালঙ্ঘন হ'ব ; আৰু আল্লালৈ ভয় ৰাখিবা, ফলত তেঁও তোমালোকক জ্ঞান দান কৰিব, বাস্তৱতে আল্লাই সকলো বিষয়ে সৰ্ব্বজ্ঞ।

وَإِنْ كُنْتُمْ عَلَىٰ سَفَرٍ وَلَمْ تَجِدُوا كَاتِبًا فَرِهَانٌ
مَقْبُوضَةٌ ۖ فَإِنْ أَمِنَ بَعْضُكُمْ بَعْضًا فَلْيُؤَدِّ الَّذِي
اؤْتُمِنَ أَمَانَتَهُ وَلْيَتَّقِ اللَّهَ رَبَّهُ ۗ وَلَا تَكْتُمُوا الشَّهَادَةَ ۚ
وَمَنْ يَكْتُمْهَا فَإِنَّهُ آثِمٌ قَلْبُهُ ۗ وَاللَّهُ بِمَا تَعْمَلُونَ
عَلِيمٌ ﴿٢٨٣﴾ ع

২৮৪) আৰু যদিহে তোমালোক ভ্ৰমণত থাকা আৰু লেখক নোপোৱা তেতিয়া বন্ধক লোৱা উচিত ; আৰু যদি তোমালোকৰ এজনে আন এজনৰ ওচৰত জমা থয়, তেন্তে ৰক্ষকজনে তাৰ জমা থোৱা বস্তু ওভোতাই দিয়া উচিত, আৰু সি তাৰ প্ৰভু আল্লালৈ ভয় ৰখা উচিত ; আৰু সাক্ষ্য গোপন নকৰিবা, আৰু যেয়ে তাক গোপন কৰে নিশ্চয় তাৰ অন্তঃকৰণ পাপপূৰ্ণ ; আৰু তোমালোকে যি কৰা আল্লাই তাক উত্তমৰূপে জানে।

২৮৫) আকাশমণ্ডলীত থকা আৰু পৃথিৱীত থকা সকলো আল্লাৰ; আৰু তোমালোকৰ মনত যি আছে তাক তুমি প্ৰকাশ কৰা বা গোপন ৰাখা আল্লাই তাৰ বাবে তোমালোকক দায়ী কৰিব; পিছত তেওঁ যাকে ইচ্ছা তাকে ক্ষমা কৰিব আৰু যাকে ইচ্ছা তাকে শাস্তি দিব; কিয়নো সকলো বস্তুৰে ওপৰত আল্লাৰ অসীম ক্ষমতা।

لِلّٰهِ مَا فِى السَّمٰوٰتِ وَمَا فِى الْاَرْضِ ؕ وَاِنْ تُبْدُوْا مَا فِىْٓ اَنْفُسِكُمْ اَوْ تُخْفُوْهُ يُحَاسِبْكُمْ بِهِ اللّٰهُ ؕ فَيَغْفِرُ لِمَنْ يَّشَآءُ وَيُعَذِّبُ مَنْ يَّشَآءُ ؕ وَاللّٰهُ عَلٰى كُلِّ شَىْءٍ قَدِيْرٌ ۝

২৮৬) এই ৰছুলে, আৰু বিশ্বাসীসকলেও, তেওঁৰ প্ৰভুৰ পৰা তেওঁলৈ অহা প্ৰত্যাদেশত বিশ্বাস কৰে: তেওঁলোক সকলোৱে আল্লাত আৰু তেওঁৰ ফিৰিশ্‌তাসকলত আৰু তেওঁৰ ধৰ্ম্মগ্ৰন্থসমূহত আৰু তেওঁৰ ৰছুলসকলত বিশ্বাস কৰে, (এই বুলি) আমি তেওঁৰ ৰছুলসকলৰ ইজন সিজনৰ ভিতৰত কোনো প্ৰভেদ নকৰোঁ; আৰু তেওঁলোকে কয়, আমি (আদেশ) শুনি বাধ্য হলোঁ; হে আমাৰ প্ৰভু, তোমাৰেই ক্ষমা বিচাৰোঁ, আৰু তোমাৰ ওচৰলৈ আমাৰ প্ৰত্যাগমন (নিশ্চিত)।

اٰمَنَ الرَّسُوْلُ بِمَآ اُنْزِلَ اِلَيْهِ مِنْ رَّبِّهٖ وَالْمُؤْمِنُوْنَ ؕ كُلٌّ اٰمَنَ بِاللّٰهِ وَمَلٰٓئِكَتِهٖ وَكُتُبِهٖ وَرُسُلِهٖ ۟ لَا نُفَرِّقُ بَيْنَ اَحَدٍ مِّنْ رُّسُلِهٖ ۟ وَقَالُوْا سَمِعْنَا وَاَطَعْنَا ۟ غُفْرَانَكَ رَبَّنَا وَاِلَيْكَ الْمَصِيْرُ ۝

২৮৭) আল্লাই কোনো আত্মাক তাৰ সাধ্যৰ অতীত ভাৰ নিদিয়ে; ই উপাৰ্জ্জন কৰা সুফল নিশ্চয় লাভ কৰিব আৰু অৰ্জ্জন কৰা কুফলো ভোগ কৰিব; হে আমাৰ প্ৰভু, যদি আমি ভ্ৰমত পৰোঁ বা দোষ কৰোঁ আমাক অপৰাধী নধৰিবা; হে আমাৰ প্ৰভু, আমাৰ পূৰ্ব্ববৰ্ত্তীবিলাকৰ ওপৰত যেনে ভাৰ অৰ্পণ কৰিছিলা আমাৰ ওপৰত তেনে ভাৰ নিদিবা; হে আমাৰ প্ৰভু, যি ভাৰ বহন কৰিবলৈ আমাৰ শকতি নাই, তেনে ভাৰ আমাৰ ওপৰত নিদিবা আৰু আমাক ক্ষমা কৰাঁ, আৰু আমাক কৰুণা প্ৰদান কৰাঁ; তুমিয়েই আমাৰ ৰক্ষাকৰ্ত্তা; এতেকে অবিশ্বাসী সম্প্ৰদায়ৰ বিৰুদ্ধে আমাক সহায় কৰাঁ।

لَا يُكَلِّفُ اللّٰهُ نَفْسًا اِلَّا وُسْعَهَا ؕ لَهَا مَا كَسَبَتْ وَعَلَيْهَا مَا اكْتَسَبَتْ ؕ رَبَّنَا لَا تُؤَاخِذْنَآ اِنْ نَّسِيْنَآ اَوْ اَخْطَاْنَا ۚ رَبَّنَا وَلَا تَحْمِلْ عَلَيْنَآ اِصْرًا كَمَا حَمَلْتَهٗ عَلَى الَّذِيْنَ مِنْ قَبْلِنَا ۚ رَبَّنَا وَلَا تُحَمِّلْنَا مَا لَا طَاقَةَ لَنَا بِهٖ ۚ وَاعْفُ عَنَّا ۟ وَاغْفِرْ لَنَا ۟ وَارْحَمْنَا ۟ اَنْتَ مَوْلٰىنَا فَانْصُرْنَا عَلَى الْقَوْمِ الْكٰفِرِيْنَ ۝ ع

سُوْرَةُ اٰلِ عِمْرٰنَ مَدَنِيَّةٌ (٣)

চুৰা ৩ AL-IMRAN

## আল-ইমৰান মদিনাত অৱতীর্ণ

১) পৰম করুণাময়, পৰম দানশীল আল্লাৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

২) আলিফ্-লাম্-মীম্।

الٓمّٓ ②

৩) তেৱেঁই আল্লা, যিজনৰ বাহিৰে কোনো উপাস্য নাই—চিৰজীৱন্ত, সৰ্ব্বধাৰণকৰ্ত্তা।

اللّٰهُ لَآ اِلٰهَ اِلَّا هُوَ الْحَيُّ الْقَيُّوْمُ ③

৪) ইয়াৰ পূৰ্ব্ববৰ্ত্তী পুথিসমূহৰ সমৰ্থকৰূপে সত্যৰে সৈতে তোমালৈ ধৰ্ম্মপুথিখন তেওঁ ক্ৰমান্বয়ে নমাই পঠিয়াইছে; আৰু তেওঁ আগেয়ে মানৱৰ পথ প্ৰদৰ্শন স্বৰূপ তৌৰাত আৰু ইন্-যীল অৱতীর্ণ কৰিছে, আৰু তেওঁ সত্যনির্ণয়-কাৰী নিদৰ্শন নমাই পঠিয়াইছে।

نَزَّلَ عَلَيْكَ الْكِتٰبَ بِالْحَقِّ مُصَدِّقًا لِّمَا بَيْنَ يَدَيْهِ وَاَنْزَلَ التَّوْرٰىةَ وَالْاِنْجِيْلَ ④
مِنْ قَبْلُ هُدًى لِّلنَّاسِ وَاَنْزَلَ الْفُرْقَانَ ۗ

৫) নিশ্চয় যিবিলাকে আল্লাৰ নিদৰ্শন সমূহত অবিশ্বাস কৰে সিহঁতৰ নিমিত্তে কঠোৰ শাস্তি আছে; আৰু আল্লাই ক্ষমতাশালী, প্ৰতিফল দিবৰ গৰাকী।

اِنَّ الَّذِيْنَ كَفَرُوْا بِاٰيٰتِ اللّٰهِ لَهُمْ عَذَابٌ شَدِيْدٌ ۗ وَاللّٰهُ عَزِيْزٌ ذُو انْتِقَامٍ ⑤

৬) বাস্তৱতে আল্লাৰ একো অগোচৰ নাই; নাই পৃথিৱীত, নাই আকাশত।

اِنَّ اللّٰهَ لَا يَخْفٰى عَلَيْهِ شَيْءٌ فِي الْاَرْضِ وَلَا فِي السَّمَآءِ ⑥

৭) তেৱেঁই যেনে ইচ্ছা সেইদৰেই মাতৃগৰ্ভত তোমালোকক গঢ় দিয়ে; তেওঁৰ বাহিৰে উপাসনাৰ যোগ্য আৰু কেও নাই, তেৱেঁই ক্ষমতাশালী, শ্ৰেষ্ঠজ্ঞানী।

هُوَ الَّذِيْ يُصَوِّرُكُمْ فِي الْاَرْحَامِ كَيْفَ يَشَآءُ ۗ لَآ اِلٰهَ اِلَّا هُوَ الْعَزِيْزُ الْحَكِيْمُ ⑦

৮) তেৱেঁই তোমালৈ ধৰ্ম্মপুথিখন নমাই পঠিয়াইছে, তাৰ কিছুমান আয়ত সুনিশ্চিত,

هُوَ الَّذِيْٓ اَنْزَلَ عَلَيْكَ الْكِتٰبَ مِنْهُ اٰيٰتٌ مُّحْكَمٰتٌ

هُنَّ اُمُّ الْكِتٰبِ وَاُخَرُ مُتَشٰبِهٰتٌ ؕ فَاَمَّا الَّذِيْنَ فِىْ
قُلُوْبِهِمْ زَيْغٌ فَيَتَّبِعُوْنَ مَا تَشَابَهَ مِنْهُ ابْتِغَآءَ
الْفِتْنَةِ وَابْتِغَآءَ تَاْوِيْلِهٖ ۚ وَمَا يَعْلَمُ تَاْوِيْلَهٗۤ
اِلَّا اللّٰهُ ۘ وَالرّٰسِخُوْنَ فِى الْعِلْمِ يَقُوْلُوْنَ اٰمَنَّا بِهٖ ۙ كُلٌّ
مِّنْ عِنْدِ رَبِّنَا ۚ وَمَا يَذَّكَّرُ اِلَّاۤ اُولُوا الْاَلْبَابِ ﴿٨﴾

সেইবিলাকেই হৈছে ধৰ্ম্মগ্ৰন্থৰ মূল; আৰু কিছুমান আছে ৰূপক; কিন্তু যিবিলাকৰ অন্তৰত পেচ আছে সিহঁতে অশান্তিৰ সৃষ্টি কৰিবৰ উদ্দেশ্যে আৰু নিজ অৰ্থ ব্যাখ্যাৰ নিমিত্তে মৰ্ম্ম সম্পৰ্কে সন্দেহ থাকিব পৰা আয়তসমূহ বিচাৰি ফুৰে; কিন্তু আল্লাৰ বাহিৰে ইয়াৰ প্ৰকৃত মৰ্ম্ম কোনেও নাজানে; আৰু জ্ঞানত সুদৃঢ় সকলে কয়, আমি ইয়াত বিশ্বাস কৰোঁ; এই আটাইবিলাকেই আমাৰ প্ৰভুৰ পৰা অহা; আৰু বোধশক্তি থকা সকলেহে উপদেশ গ্ৰহণ কৰে।

رَبَّنَا لَا تُزِغْ قُلُوْبَنَا بَعْدَ اِذْ هَدَيْتَنَا وَهَبْ لَنَا مِنْ
لَّدُنْكَ رَحْمَةً ۚ اِنَّكَ اَنْتَ الْوَهَّابُ ﴿٩﴾

৯) হে আমাৰ প্ৰভু, তুমি আমাক সুপথ প্ৰদৰ্শন কৰাৰ পিছত আমাৰ অন্তৰ বিচলিত নকৰিবা, আৰু আমাৰ প্ৰতি তোমাৰ নিজৰ পৰা করুণা বৰ্ষণ কৰা; বাস্তৱতে তুমিয়েই শ্ৰেষ্ঠ দানশীল।

رَبَّنَاۤ اِنَّكَ جَامِعُ النَّاسِ لِيَوْمٍ لَّا رَيْبَ فِيْهِ ؕ اِنَّ اللّٰهَ
لَا يُخْلِفُ الْمِيْعَادَ ﴿١٠﴾ ع

১০) হে আমাৰ প্ৰভু, যিদিন সম্পৰ্কে কোনো সন্দেহ নাই, সেইদিনা তুমি মানুহবিলাকক নিশ্চয় একেলগ কৰিবা; বাস্তৱতে আল্লাই অঙ্গীকাৰ ভঙ্গ নকৰে।

اِنَّ الَّذِيْنَ كَفَرُوْا لَنْ تُغْنِىَ عَنْهُمْ اَمْوَالُهُمْ وَلَاۤ اَوْلَادُهُمْ
مِّنَ اللّٰهِ شَيْـًٔا ؕ وَاُولٰٓئِكَ هُمْ وَقُوْدُ النَّارِ ﴿١١﴾

১১) বাস্তৱতে অবিশ্বাসীবিলাকৰ ধন-সম্পত্তি আৰু সিহঁতৰ সন্তান-সন্ততি আল্লাৰ বিৰুদ্ধে সিহঁতৰ কোনো কামত নালাগিব; আৰু এইবিলাকেই হৈছে নৰকৰ অগ্নিৰ ইন্ধন।

كَدَاْبِ اٰلِ فِرْعَوْنَ ۙ وَالَّذِيْنَ مِنْ قَبْلِهِمْ ؕ كَذَّبُوْا
بِاٰيٰتِنَا ۚ فَاَخَذَهُمُ اللّٰهُ بِذُنُوْبِهِمْ ؕ وَاللّٰهُ شَدِيْدُ
الْعِقَابِ ﴿١٢﴾

১২) (সিহঁতৰ অৱস্থা) ফিৰৌনৰ জ্ঞাতি আৰু সিহঁতৰ পূৰ্ব্ববৰ্ত্তীবিলাকৰ অৱস্থাৰ দৰে; সিহঁতে আমাৰ নিদৰ্শনসমূহক অমান্য কৰিছিল; শেহত সিহঁতৰ পাপৰ বাবে আল্লাই সিহঁতক ধৰিছিল; বাস্তৱতে আল্লা শাস্তি দিয়াত কঠোৰ।

قُلْ لِّلَّذِيْنَ كَفَرُوْا سَتُغْلَبُوْنَ وَتُحْشَرُوْنَ اِلٰى جَهَنَّمَ ؕ
وَبِئْسَ الْمِهَادُ ﴿١٣﴾

১৩) অবিশ্বাসীবিলাকক কোৱা, তোমালোক নিশ্চয় পৰাজিত হবা, আৰু তোমালোকক একেলগ কৰি নৰকলৈ নিয়া হ'ব; আৰু সেয়ে জিৰণিৰ নিকৃষ্ট ঠাই।

১৪) দুদল পৰস্পৰ যুদ্ধৰ বাবে প্ৰবৃত্ত হোৱাত স্বৰূপতে তোমালোকৰ নিমিত্তে নিদৰ্শন আছিল; এদলে আল্লাৰ পথত সংগ্ৰাম কৰিছিল আৰু আন দল অবিশ্বাসী আছিল; তেওঁলোকে সিহঁতক চকুৰে চাই নিজৰ দুগুণ দেখিছিল; আৰু আল্লাই যাকে ইচ্ছা তাকেই নিজ সহায়েৰে শক্তি দান কৰে; বাস্তৱতে দৃষ্টি-শক্তি থকা সকলৰ নিমিত্তে ইয়াত শিকনি আছে।

قَدْ كَانَ لَكُمْ اٰيَةٌ فِىْ فِئَتَيْنِ الْتَقَتَا ۖ فِئَةٌ تُقَاتِلُ فِىْ سَبِيْلِ اللّٰهِ وَاُخْرٰى كَافِرَةٌ يَّرَوْنَهُمْ مِّثْلَيْهِمْ رَاْىَ الْعَيْنِ ۚ وَاللّٰهُ يُؤَيِّدُ بِنَصْرِهٖ مَنْ يَّشَآءُ ۗ اِنَّ فِىْ ذٰلِكَ لَعِبْرَةً لِّاُولِى الْاَبْصَارِ ﴿۱۳﴾

১৫) হেঁপাহৰ বস্তুবিলাকৰ নিমিত্তে অনুৰাগ, যেনে স্ত্ৰী আৰু সন্তান-সন্ততি আৰু সাঁচি থোৱা সোণ-ৰূপৰ দ'ম আৰু চাপ দিয়া ঘোঁৰা আৰু ঘৰচীয়া জন্তু আৰু শস্যক্ষেত্ৰ মানুহৰ নিমিত্তে সুসজ্জিত কৰা হৈছে; এয়ে পাৰ্থিৱ জীৱনৰ সম্বল; আৰু আল্লাৰ ওচৰতেই উত্তম প্ৰত্যাবৰ্ত্তন।

زُيِّنَ لِلنَّاسِ حُبُّ الشَّهَوٰتِ مِنَ النِّسَآءِ وَالْبَنِيْنَ وَالْقَنَاطِيْرِ الْمُقَنْطَرَةِ مِنَ الذَّهَبِ وَالْفِضَّةِ وَالْخَيْلِ الْمُسَوَّمَةِ وَالْاَنْعَامِ وَالْحَرْثِ ۗ ذٰلِكَ مَتَاعُ الْحَيٰوةِ الدُّنْيَا ۚ وَاللّٰهُ عِنْدَهٗ حُسْنُ الْمَاٰبِ ﴿۱۴﴾

১৬) কোৱাঁ, এইবিলাকতকৈ যি উত্তম তাৰ বিষয়ে তোমালোকক সংবাদ দিম নে? (শুনা) যিসকলে পাপৰ পৰা নিজকেই ৰক্ষা কৰে তেওঁলোকৰ নিমিত্তে তেওঁলোকৰ প্ৰভুৰ ওচৰত, যাৰ তলেদি জুৰি বৈ গৈছে এনে উদ্যানসমূহ আছে; তাত তেওঁলোকে স্থায়ীৰূপে বসতি কৰিব, আৰু তেওঁলোকৰ নিমিত্তে থাকিব পৱিত্ৰ সহচৰীসকল আৰু আল্লাৰ সন্তুষ্টি; বাস্তৱতে আল্লাই তেওঁৰ ভৃত্যবিলাকৰ ওপৰত দৃষ্টি ৰাখে;

قُلْ اَؤُنَبِّئُكُمْ بِخَيْرٍ مِّنْ ذٰلِكُمْ ۗ لِلَّذِيْنَ اتَّقَوْا عِنْدَ رَبِّهِمْ جَنّٰتٌ تَجْرِىْ مِنْ تَحْتِهَا الْاَنْهٰرُ خٰلِدِيْنَ فِيْهَا وَاَزْوَاجٌ مُّطَهَّرَةٌ وَّرِضْوَانٌ مِّنَ اللّٰهِ ۗ وَاللّٰهُ بَصِيْرٌۢ بِالْعِبَادِ ۚ ﴿۱۵﴾

১৭) যিসকলে, কয়, হে আমাৰ প্ৰভু, সঁচাকৈয়ে আমি বিশ্বাস কৰিছোঁ, এতেকে আমাৰ অপৰাধ ক্ষমা কৰাঁ আৰু নৰকৰ অগ্নিৰ পৰা আমাক ৰক্ষা কৰাঁ;

اَلَّذِيْنَ يَقُوْلُوْنَ رَبَّنَآ اِنَّنَآ اٰمَنَّا فَاغْفِرْ لَنَا ذُنُوْبَنَا وَقِنَا عَذَابَ النَّارِ ۚ ﴿۱۶﴾

১৮) এইসকলেই ধৈৰ্য্যশীল, আৰু সত্যবাদী আৰু আল্লাৰ বাধ্য, আৰু (আল্লাৰ পথত) ব্যয়কাৰী, আৰু শেহৰাতিত ক্ষমাপ্ৰাৰ্থী।

اَلصّٰبِرِيْنَ وَالصّٰدِقِيْنَ وَالْقٰنِتِيْنَ وَالْمُنْفِقِيْنَ وَالْمُسْتَغْفِرِيْنَ بِالْاَسْحَارِ ﴿۱۷﴾

شَهِدَ اللّٰهُ اَنَّهٗ لَآ اِلٰهَ اِلَّا هُوَ ۙ وَالْمَلٰٓئِكَةُ وَاُولُوا الْعِلْمِ
النصف قَآئِمًا بِالْقِسْطِ ؕ لَآ اِلٰهَ اِلَّا هُوَ الْعَزِيْزُ الْحَكِيْمُ ﴿١٩﴾

১৯) আল্লাই আৰু ফিৰিশ্‌তাবিলাকে আৰু ন্যায়ৰ ওপৰত দণ্ডায়মান জ্ঞানীসকলে সাক্ষ্য দান কৰে, যিজন পৰাক্ৰমশালী, সৰ্ব্বজ্ঞানী তেওঁৰ বাহিৰে কোনো উপাস্য নাই।

اِنَّ الدِّيْنَ عِنْدَ اللّٰهِ الْاِسْلَامُ ۟ وَمَا اخْتَلَفَ الَّذِيْنَ
اُوْتُوا الْكِتٰبَ اِلَّا مِنْۢ بَعْدِ مَا جَآءَهُمُ الْعِلْمُ بَغْيًاۢ
بَيْنَهُمْ ؕ وَمَنْ يَّكْفُرْ بِاٰيٰتِ اللّٰهِ فَاِنَّ اللّٰهَ سَرِيْعُ
الْحِسَابِ ﴿٢٠﴾

২০) বাস্তৱতে আল্লাৰ ওচৰত প্ৰকৃত ধৰ্ম্মই হৈছে ইচ্‌লাম (সম্পূৰ্ণ বাধ্যতা); আৰু যিবিলাকক ধৰ্ম্মপুথি দান কৰা হৈছে পৰস্পৰ ঈৰ্ষা আৰু শত্ৰুতাৰ বাবে তেওঁলোকলৈ জ্ঞান অহাৰ পিছতো তেওঁলোকৰ মতৰ অমিল হৈছিল; আৰু যেয়ে আল্লাৰ নিদৰ্শনসমূহত অবিশ্বাস কৰে, (সি জানি ৰাখক) বাস্তৱতে আল্লা লেখ লোৱাত বেগী।

فَاِنْ حَآجُّوْكَ فَقُلْ اَسْلَمْتُ وَجْهِيَ لِلّٰهِ وَمَنِ اتَّبَعَنِ ؕ
وَقُلْ لِّلَّذِيْنَ اُوْتُوا الْكِتٰبَ وَالْاُمِّيّٖنَ ءَاَسْلَمْتُمْ ؕ فَاِنْ
اَسْلَمُوْا فَقَدِ اهْتَدَوْا ۚ وَاِنْ تَوَلَّوْا فَاِنَّمَا عَلَيْكَ الْبَلٰغُ ؕ
وَاللّٰهُ بَصِيْرٌۢ بِالْعِبَادِ ﴿٢١﴾ ع

২১) যদিহে সিহঁতে তোমাৰ লগত বাদানুবাদ কৰে, তেন্তে কোৱাঁ, আল্লাৰ প্ৰতি মই আৰু মোৰ অনুসৰণকাৰীসকলে আত্মসমৰ্পণ কৰিছোঁ; আৰু যিবিলাকক পুথি দান কৰা হৈছে তেওঁলোকক আৰু অশিক্ষিত মানুহবিলাকক কোৱাঁ, তোমা-লোকে আত্মসমৰ্পণ কৰিছানে? আৰু যদি তেওঁলোকে আত্মসমৰ্পণ কৰে তেন্তে তেওঁলোকে স্বৰূপতে সুপথ পাইছে; আৰু যদি সিহঁত বিমুখ হয় তেতিয়া কেৱল সংবাদ দানৰ ভাৰহে তোমাৰ ওপৰত; আৰু আল্লাই তেওঁৰ ভৃত্যবিলাকৰ ওপৰত দৃষ্টি ৰাখে।

اِنَّ الَّذِيْنَ يَكْفُرُوْنَ بِاٰيٰتِ اللّٰهِ وَيَقْتُلُوْنَ النَّبِيّٖنَ
بِغَيْرِ حَقٍّ ۙ وَّيَقْتُلُوْنَ الَّذِيْنَ يَاْمُرُوْنَ بِالْقِسْطِ مِنَ
النَّاسِ ۙ فَبَشِّرْهُمْ بِعَذَابٍ اَلِيْمٍ ﴿٢٢﴾

২২) বাস্তৱতে যিবিলাকে আল্লাৰ নিদৰ্শনসমূহত অবিশ্বাস কৰে আৰু অন্যায়ৰূপে নবীসকলক হত্যা কৰে আৰু মানুহৰ ভিতৰত ন্যায়েৰে আদেশ কৰোঁতাসকলক বধ কৰে সিহঁতক কষ্টদায়ক শাস্তিৰ সংবাদ দিয়াঁ।

اُولٰٓئِكَ الَّذِيْنَ حَبِطَتْ اَعْمَالُهُمْ فِي الدُّنْيَا وَالْاٰخِرَةِ ؗ
وَمَا لَهُمْ مِّنْ نّٰصِرِيْنَ ﴿٢٣﴾

২৩) সেইবিলাকৰেই কাৰ্য্য ইহ আৰু পৰলোকত নিষ্ফল হ'ব, আৰু সিহঁতৰ কোনো সহায়কাৰীও নাথাকিব।

২৪) যিবিলাকক ধৰ্ম্মপুথিৰ কিছু অংশ দান কৰা হৈছে সেইবিলাকৰ বিষয়ে তুমি ভাবি চোৱা নাইনে? সিহঁতক আল্লাৰ পুথিৰ ফাললৈ আহ্বান কৰা হৈছে, যাতে ই সিহঁতৰ ভিতৰত মীমাংসা কৰে পিছত সিহঁতৰ এক শ্ৰেণী বিমুখ হৈ উলটি যায়।

أَلَمْ تَرَ إِلَى الَّذِينَ أُوتُوا نَصِيبًا مِّنَ الْكِتَٰبِ يُدْعَوْنَ إِلَىٰ كِتَٰبِ اللَّهِ لِيَحْكُمَ بَيْنَهُمْ ثُمَّ يَتَوَلَّىٰ فَرِيقٌ مِّنْهُمْ وَهُم مُّعْرِضُونَ ﴿٢٣﴾

২৫) ইয়াৰ কাৰণ হৈছে, সিহঁতে কয়, দিনচেৰেকৰ নিমিত্তেহে অগ্নিয়ে আমাক স্পৰ্শ কৰিব, আৰু সিহঁতে যি মিছা সাজিছিল সেয়ে সিহঁতৰ ধৰ্ম্ম বিষয়ে সিহঁতক প্ৰতাৰিত কৰিছিল।

ذَٰلِكَ بِأَنَّهُمْ قَالُوا لَن تَمَسَّنَا النَّارُ إِلَّا أَيَّامًا مَّعْدُودَٰتٍ وَغَرَّهُمْ فِي دِينِهِم مَّا كَانُوا يَفْتَرُونَ ﴿٢٤﴾

২৬) যিদিনৰ বিষয়ে কোনো সন্দেহ নাই, সেইদিনা যেতিয়া আমি সিহঁতক একেলগে গোট খুৱাম, তেতিয়া সিহঁতৰ কেনে অৱস্থা হ'ব? আৰু প্ৰত্যেক আত্মাৰ উপাৰ্জ্জন তাক সম্পূৰ্ণৰূপে দান কৰা হ'ব, আৰু সিহঁতৰ অন্যায়ো কৰা নহ'ব।

فَكَيْفَ إِذَا جَمَعْنَٰهُمْ لِيَوْمٍ لَّا رَيْبَ فِيهِ وَوُفِّيَتْ كُلُّ نَفْسٍ مَّا كَسَبَتْ وَهُمْ لَا يُظْلَمُونَ ﴿٢٥﴾

২৭) কোৱাঁ, হে আল্লা, তুমি ৰাজ্যৰ গৰাকী, যাকে ইচ্ছা তাকেই তুমি ৰাজ্য দান কৰাঁ, আৰু যাৰে পৰা ইচ্ছা তুমি ৰাজ্য কাঢ়ি লোৱা, আৰু যাকে ইচ্ছা তাকেই সম্মানিত কৰা, আৰু যাকে ইচ্ছা তাকেই অৱমানিত কৰা; সকলো মঙ্গল তোমাৰ হাততেই; বাস্তৱতে সকলো বস্তুতে ওপৰত তোমাৰ মহৎ ক্ষমতা।

قُلِ اللَّهُمَّ مَٰلِكَ الْمُلْكِ تُؤْتِي الْمُلْكَ مَن تَشَاءُ وَتَنزِعُ الْمُلْكَ مِمَّن تَشَاءُ وَتُعِزُّ مَن تَشَاءُ وَتُذِلُّ مَن تَشَاءُ بِيَدِكَ الْخَيْرُ إِنَّكَ عَلَىٰ كُلِّ شَيْءٍ قَدِيرٌ ﴿٢٦﴾

২৮) তুমিয়েই নিশাক দিনৰ ভিতৰলৈ আনা, আৰু তুমিয়েই দিনক নিশাৰ ভিতৰলৈ নিয়া; আৰু তুমিয়েই মৃতকৰ পৰা জীৱিতক উদ্ধাৰন, কৰা আৰু জীৱিতৰ পৰা মৃতকক উদ্ধাৰন কৰা তুমিয়েই; আৰু তুমি যাকে ইচ্ছা তাকেই অলেখ জীৱিকা দান কৰা।

تُولِجُ الَّيْلَ فِي النَّهَارِ وَتُولِجُ النَّهَارَ فِي الَّيْلِ وَتُخْرِجُ الْحَيَّ مِنَ الْمَيِّتِ وَتُخْرِجُ الْمَيِّتَ مِنَ الْحَيِّ وَتَرْزُقُ مَن تَشَاءُ بِغَيْرِ حِسَابٍ ﴿٢٧﴾

২৯) বিশ্বাসীসকলে বিশ্বাসীসকলক এৰি অবিশ্বাসীবিলাকক বন্ধুৰূপে যেন গ্ৰহণ নকৰে;

لَّا يَتَّخِذِ الْمُؤْمِنُونَ الْكَٰفِرِينَ أَوْلِيَاءَ مِن دُونِ

আৰু যেয়ে এনে কৰে আল্লাৰ লগত তাৰ কোনো সম্পৰ্ক নাথাকিব, কিন্তু যদি সম্পূৰ্ণৰূপে সিহঁতৰ পৰা নিজকে ৰক্ষা কৰা (তাত কোনো দোষ নাই); আৰু আল্লাই তোমালোকক নিজ সম্বন্ধে সতৰ্ক থাকিবলৈ শিকায়; বাস্তৱতে আল্লাৰ ফালেই প্ৰত্যাবৰ্ত্তন।

الْمُؤْمِنِينَ ۚ وَمَنْ يَفْعَلْ ذَٰلِكَ فَلَيْسَ مِنَ اللَّهِ فِي شَيْءٍ إِلَّا أَنْ تَتَّقُوا مِنْهُمْ تُقَاةً ۗ وَيُحَذِّرُكُمُ اللَّهُ نَفْسَهُ ۗ وَإِلَى اللَّهِ الْمَصِيرُ ﴿٢٩﴾

৩০) কোৱাঁ, তোমাৰ অন্তৰত যি আছে তাক গোপন কৰা বা তাক প্ৰকাশ কৰা আল্লাই তাক জানে; আৰু আকাশত আৰু পৃথিৱীত থকা সকলো তেওঁ জানে; বাস্তৱতে সকলো বস্তুৰ ওপৰতে আল্লাৰ মহৎ ক্ষমতা।

قُلْ إِنْ تُخْفُوا مَا فِي صُدُورِكُمْ أَوْ تُبْدُوهُ يَعْلَمْهُ اللَّهُ ۗ وَيَعْلَمُ مَا فِي السَّمَاوَاتِ وَمَا فِي الْأَرْضِ ۗ وَاللَّهُ عَلَىٰ كُلِّ شَيْءٍ قَدِيرٌ ﴿٣٠﴾

৩১) সেইদিনলৈ (ভয় কৰাঁ) যিদিনা প্ৰত্যেক আত্মাই সি যি সৎকাৰ্য্য কৰিছে তাকে প্ৰত্যক্ষভাৱে দেখা পাব, আৰু যি অসৎ কাৰ্য্য কৰিছিল তেতিয়া সি ইচ্ছা কৰিব যদি তাৰ আৰু ইয়াৰ (অসৎ কাৰ্য্যৰ) মাজত দীৰ্ঘ কালৰ পাৰ্থক্য থাকিল হেঁতেন! আৰু আল্লাই তোমালোকক নিজ সম্বন্ধে সাৱধানে থাকিবলৈ আদেশ কৰে; বাস্তৱতে আল্লা (নিজ) ভৃত্যবিলাকৰ প্ৰতি স্নেহশীল।

يَوْمَ تَجِدُ كُلُّ نَفْسٍ مَا عَمِلَتْ مِنْ خَيْرٍ مُحْضَرًا ۖ وَمَا عَمِلَتْ مِنْ سُوءٍ تَوَدُّ لَوْ أَنَّ بَيْنَهَا وَبَيْنَهُ أَمَدًا بَعِيدًا ۗ وَيُحَذِّرُكُمُ اللَّهُ نَفْسَهُ ۗ وَاللَّهُ رَءُوفٌ بِالْعِبَادِ ﴿٣١﴾ ع ٣

৩২) কোৱাঁ, যদি তোমালোকে আল্লাক ভাল পোৱা তেন্তে মোৰ অনুসৰণ কৰাঁ; আল্লাই তোমালোকক ভাল পাব আৰু তোমালোকৰ নিমিত্তে তোমালোকৰ দোষ মাৰ্জ্জনা কৰিব; বাস্তৱতে আল্লা শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানশীল।

قُلْ إِنْ كُنْتُمْ تُحِبُّونَ اللَّهَ فَاتَّبِعُونِي يُحْبِبْكُمُ اللَّهُ وَيَغْفِرْ لَكُمْ ذُنُوبَكُمْ ۗ وَاللَّهُ غَفُورٌ رَحِيمٌ ﴿٣٢﴾

৩৩) কোৱাঁ, আল্লা আৰু ৰচুলৰ অনুগত হোৱাঁ; কিন্তু যদি শেহত সিহঁত বিমুখ হয়, তেন্তে নিশ্চয় আল্লাই অবিশ্বাসীবিলাকক ভাল নাপাব।

قُلْ أَطِيعُوا اللَّهَ وَالرَّسُولَ ۖ فَإِنْ تَوَلَّوْا فَإِنَّ اللَّهَ لَا يُحِبُّ الْكَافِرِينَ ﴿٣٣﴾

৩৪) বাস্তৱতে আল্লাই আদম্ আৰু নুহ আৰু ইব্ৰাহিমৰ বংশধৰ আৰু 'ইম্ৰানৰ বংশধৰক সকলো জাতিৰ মাজৰ পৰা বাছি লৈছিল;

إِنَّ اللَّهَ اصْطَفَىٰ آدَمَ وَنُوحًا وَآلَ إِبْرَاهِيمَ وَآلَ عِمْرَانَ عَلَى الْعَالَمِينَ ﴿٣٤﴾

৩৫) তেওঁলোকৰ কিছুমান কিছুমানৰ বংশধৰ; বাস্তৱতে আল্লা সকলো শুনোতা, সৰ্ব্বজ্ঞ।

ذُرِّيَّةً بَعْضُهَا مِنْ بَعْضٍ ۗ وَاللَّهُ سَمِيعٌ عَلِيمٌ ۝٣٤

৩৬) যেতিয়া 'ইমৰানৰ বংশধৰ এগৰাকী তিৰোতাই কলে, হে মোৰ প্ৰভু, মই নিশ্চয় তোমাৰ কাৰণেই মোৰ গৰ্ভত যি সন্তান আছে (তাক) মুক্ত কৰি তোমাতে উৎসৰ্গ কৰিছোঁ; এতিয়া তুমি (ইয়াক) মোৰ পৰা গ্ৰহণ কৰাঁ; বাস্তৱতে তুমিয়েই সকলো শুনোতা, সৰ্ব্বজ্ঞ।

إِذْ قَالَتِ امْرَأَتُ عِمْرَانَ رَبِّ إِنِّي نَذَرْتُ لَكَ مَا فِي بَطْنِي مُحَرَّرًا فَتَقَبَّلْ مِنِّي ۖ إِنَّكَ أَنْتَ السَّمِيعُ الْعَلِيمُ ۝٣٥

৩৭) পিছত যেতিয়া তেওঁ সন্তান প্ৰসৱ কৰিলে, তেওঁ কলে, হে মোৰ প্ৰভু, স্বৰূপতে মই এই কন্যা সন্তানকে প্ৰসৱ কৰিলোঁ; আৰু তেওঁ যি প্ৰসৱ কৰিলে আল্লাই উত্তমৰূপে জানে, আৰু পুৰুষো তুলনাত এই কন্যাৰ নিচিনা নহয়; আৰু (তেওঁ কলে), বাস্তৱতে মই এই কন্যাৰ নাম মৰ্য়ম্ ৰাখিলোঁ, আৰু নিশ্চয় তাইক আৰু তাইৰ সন্তানক নিৰ্ব্বাসিত ছয়তানৰ পৰা তোমাৰ আশ্ৰয়তে সমৰ্পণ কৰিলোঁ।

فَلَمَّا وَضَعَتْهَا قَالَتْ رَبِّ إِنِّي وَضَعْتُهَا أُنْثَىٰ وَاللَّهُ أَعْلَمُ بِمَا وَضَعَتْ وَلَيْسَ الذَّكَرُ كَالْأُنْثَىٰ ۖ وَإِنِّي سَمَّيْتُهَا مَرْيَمَ وَإِنِّي أُعِيذُهَا بِكَ وَذُرِّيَّتَهَا مِنَ الشَّيْطَانِ الرَّجِيمِ ۝٣٦

৩৮) পিছত তেওঁৰ প্ৰতিপালকে সেই কন্যাক শুভ গ্ৰহণেৰে গ্ৰহণ কৰিলে, আৰু তেওঁক উত্তম গঠনেৰে বঢ়ালে, আৰু জেকেৰিয়াক তেওঁৰ প্ৰতিপালনৰ ভাৰ অৰ্পণ কৰিলে: জেকেৰিয়াই উপাসনালয়ত তেওঁৰ সম্মুখীন হৈ সোমাওঁতে তেওঁৰ ওচৰত আহাৰ দেখা পাইছিল; তেওঁ কলে, হে মৰ্য়ম্, এই আহাৰ তুমি ক'ৰ পৰা পাইছা? তেওঁ কলে, ই আল্লাৰ কাষৰ পৰা আহিছে; বাস্তৱতে আল্লাই যাকে ইচ্ছা তাকেই সম্বল দান কৰে।

فَتَقَبَّلَهَا رَبُّهَا بِقَبُولٍ حَسَنٍ وَأَنْبَتَهَا نَبَاتًا حَسَنًا وَكَفَّلَهَا زَكَرِيَّا ۖ كُلَّمَا دَخَلَ عَلَيْهَا زَكَرِيَّا الْمِحْرَابَ وَجَدَ عِنْدَهَا رِزْقًا ۖ قَالَ يَا مَرْيَمُ أَنَّىٰ لَكِ هَٰذَا ۖ قَالَتْ هُوَ مِنْ عِنْدِ اللَّهِ ۖ إِنَّ اللَّهَ يَرْزُقُ مَنْ يَشَاءُ بِغَيْرِ حِسَابٍ ۝٣٧

৩৯) পিছত তাতে তেতিয়াই জেকেৰিয়াই তেওঁৰ প্ৰতিপালকক প্ৰাৰ্থনা কৰিলে; তেওঁ কলে, হে মোৰ প্ৰভু, এটি সুসন্তান তোমাৰ নিজ অনুগ্ৰহৰে

هُنَالِكَ دَعَا زَكَرِيَّا رَبَّهُ ۖ قَالَ رَبِّ هَبْ لِي مِنْ

لَّدُنْكَ ذُرِّيَّةً طَيِّبَةً ۚ إِنَّكَ سَمِيعُ الدُّعَاءِ ﴿٣٩﴾

মোক দান কৰাঁ ; বাস্তৱতে তুমিয়েই প্ৰাৰ্থনাৰ শ্ৰেষ্ঠ শ্ৰোতা।

فَنَادَتْهُ الْمَلَائِكَةُ وَهُوَ قَائِمٌ يُصَلِّي فِي الْمِحْرَابِ أَنَّ اللَّهَ يُبَشِّرُكَ بِيَحْيَىٰ مُصَدِّقًا بِكَلِمَةٍ مِّنَ اللَّهِ وَسَيِّدًا وَحَصُورًا وَنَبِيًّا مِّنَ الصَّالِحِينَ ﴿٣٩﴾

৪০) তেওঁ উপাসনালয়ত থিয় হৈ প্ৰাৰ্থনা কৰোঁতে ফিৰিশ্‌তাবিলাকে তেওঁক এইদৰে সম্বোধন কৰিলে, বাস্তৱতে আল্লাই ইয়াহ্য়াৰ বিষয়ে এই শুভ সংবাদ তোমাক দিছে, তেওঁ আল্লাৰ কাষৰ পৰা অহা বাক্য পূৰ্ণ কৰিব আৰু তেওঁ সম্মানিত আৰু আত্ম সম্বৰণ কৰোঁতা হ'ব, আৰু ধাৰ্ম্মিকসকলৰ মাজৰ এজন নবী হ'ব।

قَالَ رَبِّ أَنَّىٰ يَكُونُ لِي غُلَامٌ وَقَدْ بَلَغَنِيَ الْكِبَرُ وَامْرَأَتِي عَاقِرٌ ۖ قَالَ كَذَٰلِكَ اللَّهُ يَفْعَلُ مَا يَشَاءُ ﴿٤٠﴾

৪১) তেওঁ কলে, হে মোৰ প্ৰভু, যিস্থলত মোক বাৰ্দ্ধক্যই আহি দেখা দিছে, আৰু মোৰ পত্নী বন্ধ্যা, মোৰ আৰু কেনেকৈ পুত্ৰ হ'ব ? তেওঁ কলে, আল্লাই এই দৰেই যি ইচ্ছা তাকেই কৰে।

قَالَ رَبِّ اجْعَل لِّي آيَةً ۖ قَالَ آيَتُكَ أَلَّا تُكَلِّمَ النَّاسَ ثَلَاثَةَ أَيَّامٍ إِلَّا رَمْزًا ۗ وَاذْكُر رَّبَّكَ كَثِيرًا وَسَبِّحْ بِالْعَشِيِّ وَالْإِبْكَارِ ﴿٤١﴾ ع

৪২) তেওঁ কলে, হে মোৰ প্ৰভু, মোৰ প্ৰতি কোনো নিদৰ্শন স্থিৰ কৰাঁ ; তেওঁ কলে, তোমাৰ প্ৰতি এই নিদৰ্শন, তুমি ইঙ্গিত কৰাৰ বাহিৰে তিনিদিন মানুহৰ লগত কথা নাপাতিবা, আৰু তোমাৰ প্ৰতিপালকক বহুবাৰ স্মৰণ কৰাঁ, আৰু গধূলি আৰু পুৱা তেওঁৰে পৱিত্ৰতা কীৰ্ত্তন কৰাঁ।

وَإِذْ قَالَتِ الْمَلَائِكَةُ يَا مَرْيَمُ إِنَّ اللَّهَ اصْطَفَاكِ وَطَهَّرَكِ وَاصْطَفَاكِ عَلَىٰ نِسَاءِ الْعَالَمِينَ ﴿٤٢﴾

৪৩) আৰু মনত পেলোৱাঁ, যেতিয়া ফিৰিশ্‌তাবিলাকে কৈছিল, হে মৰ্য়ম্, বাস্তৱতে আল্লাই তোমাক বাছি লৈছে, আৰু তোমাক শুদ্ধ কৰিছে আৰু জগতৰ নাৰীকুলৰ মাজৰ পৰা তোমাক নিৰ্ব্বাচন কৰিছে।

يَا مَرْيَمُ اقْنُتِي لِرَبِّكِ وَاسْجُدِي وَارْكَعِي مَعَ الرَّاكِعِينَ ﴿٤٣﴾

৪৪) হে মৰ্য়ম্, তুমি তোমাৰ প্ৰতিপালকৰ অনুগত হোৱা আৰু প্ৰণিপাত কৰাঁ আৰু উপাসনা কৰাঁ।

ذَٰلِكَ مِنْ أَنبَاءِ الْغَيْبِ نُوحِيهِ إِلَيْكَ ۚ وَمَا كُنتَ

৪৫) ই অদৃশ্য সম্বন্ধে ভৱিষ্যৎবাণী, তাক আমি তোমাৰ প্ৰতি প্ৰত্যাদেশ কৰিছোঁ ; আৰু সিহঁতৰ ভিতৰত কোনে মৰয়মৰ প্ৰতিপালনৰ ভাৰ লব

তাক স্থিৰ কৰিবলৈ যেতিয়া সিহঁতে নিজ নিজ কলম দলিয়াইছিল তেতিয়া তুমি সিহঁতৰ ওচৰত নাছিলা; আৰু (তাকে লৈ) সিহঁতে যেতিয়া বাক-বিতণ্ডা কৰিছিল তেতিয়াও তুমি সিহঁতৰ ওচৰত নাছিলা।

لَدَيْهِمْ إِذْ يُلْقُونَ أَقْلَامَهُمْ أَيُّهُمْ يَكْفُلُ مَرْيَمَ
وَمَا كُنْتَ لَدَيْهِمْ إِذْ يَخْتَصِمُونَ ﴿٤٤﴾

৪৬) আৰু (মনত পেলোৱাঁ) যেতিয়া ফিৰিশ্‌তা-বিলাকে কলে, হে মৰ্‌য়ম্‌, বাস্তৱতে আল্লাই নিজ বাক্য দ্বাৰা তোমাক এজনৰ সম্বন্ধে শুভসংবাদ দান কৰিছে; তেওঁৰ নাম হ'ব মচীহ ঈচা মৰ্‌য়ম্‌ৰ পুত্ৰ; তেওঁ হ'ব ইহলোক আৰু পৰলোকত সম্মানিত আৰু আল্লাৰ কাষত থকাসকলৰ সঙ্গী;

إِذْ قَالَتِ الْمَلٰٓئِكَةُ يٰمَرْيَمُ إِنَّ اللّٰهَ يُبَشِّرُكِ بِكَلِمَةٍ
مِّنْهُ ۖ اسْمُهُ الْمَسِيحُ عِيسَى ابْنُ مَرْيَمَ وَجِيهًا
فِي الدُّنْيَا وَالْآخِرَةِ وَمِنَ الْمُقَرَّبِينَ ﴿٤٥﴾

৪৭) আৰু তেওঁ দোলনত আৰু পূৰ্ণবয়সত মানুহৰ লগত বাক্যালাপ কৰিব আৰু তেওঁ ধাৰ্ম্মিকসকলৰ অন্তৰ্গত হ'ব।

وَيُكَلِّمُ النَّاسَ فِي الْمَهْدِ وَكَهْلًا وَّمِنَ الصّٰلِحِينَ ﴿٤٦﴾

৪৮) তেওঁ কলে, হে মোৰ প্ৰভু, মোৰ পুত্ৰ কেনেকৈ হ'ব, যিস্থলত পুৰুষে মোক স্পৰ্শ কৰা নাই? তেওঁ কলে, এইদৰেই আল্লাই যি ইচ্ছা সৃজন কৰে; যেতিয়া তেওঁ কোনো বিষয়ে সঙ্কল্প কৰে, তেওঁ সেই সম্বন্ধে মাথোন কয়, 'হ', আৰু সেয়ে হয়।

قَالَتْ رَبِّ أَنّٰى يَكُونُ لِي وَلَدٌ وَّلَمْ يَمْسَسْنِي بَشَرٌ ۖ
قَالَ كَذٰلِكِ اللّٰهُ يَخْلُقُ مَا يَشَآءُ ۚ إِذَا قَضٰٓى أَمْرًا فَإِنَّمَا
يَقُولُ لَهُ كُنْ فَيَكُونُ ﴿٤٧﴾

৪৯) আৰু আল্লাই তেওঁক ধৰ্ম্মগ্ৰন্থ আৰু জ্ঞান আৰু তৌৰাত আৰু ইনযীলৰ শিক্ষা দিব।

وَيُعَلِّمُهُ الْكِتٰبَ وَالْحِكْمَةَ وَالتَّوْرٰىةَ وَالْإِنْجِيلَ ﴿٤٨﴾

৫০) আৰু ৰছুলস্বৰূপে ইস্ৰাইলৰ সন্তান-সন্ততিৰ ওচৰলৈ (তেওঁক পঠিয়াব); (তেওঁ ক'ব), মই তোমালোকৰ প্ৰতিপালকৰ পৰা তোমালোকৰ ওচৰলৈ এই নিদৰ্শনৰে সৈতে আহিছোঁ— তোমালোকৰ মঙ্গলৰ নিমিত্তে বোকাৰে চৰাইৰ আকৃতি গঠন কৰিম, পিছত তাৰ ভিতৰলৈ মই ফু দিম, তেতিয়া আল্লাৰ আদেশত ই উৰণীয়া চৰাই হৈ পৰিব; আৰু মই জন্মান্ধ আৰু কুষ্ঠৰোগীক আৰোগ্য কৰিম আৰু আল্লাৰ আদেশত মৃতকক

وَرَسُولًا إِلٰى بَنِيٓ إِسْرٰٓءِيلَ ۙ أَنِّي قَدْ جِئْتُكُمْ بِاٰيَةٍ
مِّنْ رَّبِّكُمْ ۙ أَنِّيٓ أَخْلُقُ لَكُمْ مِّنَ الطِّينِ كَهَيْـَٔةِ الطَّيْرِ
فَأَنْفُخُ فِيهِ فَيَكُونُ طَيْرًا بِإِذْنِ اللّٰهِ ۚ وَأُبْرِئُ
الْأَكْمَهَ وَالْأَبْرَصَ وَأُحْيِ الْمَوْتٰى بِإِذْنِ اللّٰهِ ۚ وَ

জীৱন দান কৰিম; আৰু তোমালোকে কি খোৱা উচিত আৰু তোমালোকে ঘৰত কি সঞ্চয় কৰা উচিত সেই সম্বন্ধে শিক্ষা দিম; বাস্তৱতে তোমা-লোকৰ নিমিত্তে ইয়াত নিশ্চয় নিদৰ্শন আছে, যদিহে তোমালোক বিশ্বাসী হোৱা—

أُنَبِّئُكُم بِمَا تَأْكُلُونَ وَمَا تَدَّخِرُونَ فِي بُيُوتِكُمْ إِنَّ فِي ذَٰلِكَ لَآيَةً لَّكُمْ إِن كُنتُم مُّؤْمِنِينَ ﴿٤٩﴾

(৫১) আৰু মোৰ পূৰ্ব্বে অহা তৌৰাতৰ যি অংশ মই তাৰেই সত্যতাৰ সমৰ্থনকাৰী, আৰু যিবিলাক বস্তু অবৈধ কৰা হৈছে তাৰ কিছুমান তোমালোকৰ নিমিত্তে বৈধ কৰিবৰ উদ্দেশ্যে মই আহিছোঁ; আৰু তোমালোকৰ প্ৰতিপালকৰ পৰা নিদৰ্শনৰে সৈতে মই তোমালোকৰ ওচৰলৈ আহিছোঁ; গতিকে আল্লালৈ ভয় ৰাখাঁ আৰু মোৰ অনুগত হোৱাঁ।

وَمُصَدِّقًا لِّمَا بَيْنَ يَدَيَّ مِنَ التَّوْرَاةِ وَلِأُحِلَّ لَكُم بَعْضَ الَّذِي حُرِّمَ عَلَيْكُمْ وَجِئْتُكُم بِآيَةٍ مِّن رَّبِّكُمْ فَاتَّقُوا اللَّهَ وَأَطِيعُونِ ﴿٥٠﴾

(৫২) নিশ্চয় আল্লা মোৰ প্ৰতিপালক আৰু তোমালোকৰো প্ৰতিপালক; গতিকে তেওঁৰে আৰাধনা কৰাঁ; সেয়েই প্ৰকৃত পথ।

إِنَّ اللَّهَ رَبِّي وَرَبُّكُمْ فَاعْبُدُوهُ ۗ هَٰذَا صِرَاطٌ مُّسْتَقِيمٌ ﴿٥١﴾

(৫৩) আৰু যেতিয়া ঈচাই সিহঁতৰ অবিশ্বাস অনুভৱ কৰিলে, তেওঁ কলে, আল্লাৰ পথত কোন মোৰ সহায়কাৰী হ'ব? শিষ্যবৰ্গে কলে, আল্লাৰ কাৰ্য্যত আমিয়েই সহায়কাৰী হম; আমি আল্লাত বিশ্বাস কৰোঁ; আৰু তুমি সাক্ষী থাকিবা, আমি তেওঁতেই আত্মসমৰ্পণ কৰিছোঁ।

فَلَمَّا أَحَسَّ عِيسَىٰ مِنْهُمُ الْكُفْرَ قَالَ مَنْ أَنصَارِي إِلَى اللَّهِ ۖ قَالَ الْحَوَارِيُّونَ نَحْنُ أَنصَارُ اللَّهِ آمَنَّا بِاللَّهِ وَاشْهَدْ بِأَنَّا مُسْلِمُونَ ﴿٥٢﴾

(৫৪) হে আমাৰ প্ৰভু, তুমি যি নমাই পঠিয়াইছা তাত আমি বিশ্বাস স্থাপন কৰিছোঁ আৰু আমি ৰচুলৰ অনুসৰণ কৰিছোঁ, গতিকে (সত্যৰ হকে) সাক্ষী দিওঁতাসকলৰ লেখতে আমাকো ধৰি ৰাখাঁ।

رَبَّنَا آمَنَّا بِمَا أَنزَلْتَ وَاتَّبَعْنَا الرَّسُولَ فَاكْتُبْنَا مَعَ الشَّاهِدِينَ ﴿٥٣﴾

(৫৫) আৰু সিহঁতে (ঈচাৰ বিৰুদ্ধে) অভিসন্ধি কৰিলে, কিন্তু আল্লায়ো পৰিকল্পনা কৰিলে; আৰু আল্লা শ্ৰেষ্ঠ পৰিকল্পনা কৰোঁতা।

وَمَكَرُوا وَمَكَرَ اللَّهُ ۖ وَاللَّهُ خَيْرُ الْمَاكِرِينَ ﴿٥٤﴾

(৫৬) (মনত পেলোৱাঁ) যেতিয়া আল্লাই কৈছিল,

إِذْ قَالَ اللَّهُ يَا عِيسَىٰ إِنِّي مُتَوَفِّيكَ وَرَافِعُكَ إِلَيَّ

হে ঈচা, নিশ্চয় মই তোমাৰ মৃত্যু ঘটাম আৰু মোৰ সম্মুখত তোমাক উন্নত কৰিম আৰু তোমাক অবিশ্বাসীবিলাকৰ নিন্দাৰ পৰা মুক্ত কৰিম, আৰু যিসকলে তোমাৰ অনুসৰণ কৰে সেইসকলক পুনৰুত্থানৰ দিনলৈকে অবিশ্বাসীবিলাকৰ ওপৰত শ্ৰেষ্ঠতা দান কৰিম; পিছত মোলৈকে তোমালোকৰ প্ৰত্যাবৰ্ত্তন; তাৰ পিছত তোমালোকৰ যি বিষয়ে মতভেদ হৈছিল সেই বিষয়ে মই তোমালোকৰ মাজত বিচাৰ কৰিম।

وَمُطَهِّرُكَ مِنَ الَّذِينَ كَفَرُوا وَجَاعِلُ الَّذِينَ اتَّبَعُوكَ فَوْقَ الَّذِينَ كَفَرُوا إِلَىٰ يَوْمِ الْقِيَامَةِ ۖ ثُمَّ إِلَيَّ مَرْجِعُكُمْ فَأَحْكُمُ بَيْنَكُمْ فِيمَا كُنتُمْ فِيهِ تَخْتَلِفُونَ ﴿٥٥﴾

৫৭) কিন্তু যিবিলাকে অবিশ্বাস কৰে; মই সিহঁতক ইহ আৰু পৰলোকত কঠোৰ শাস্তি দিম; আৰু সিহঁতৰ নিমিত্তে কোনো সাহায্যকাৰী নাথাকিব।

فَأَمَّا الَّذِينَ كَفَرُوا فَأُعَذِّبُهُمْ عَذَابًا شَدِيدًا فِي الدُّنْيَا وَالْآخِرَةِ وَمَا لَهُم مِّن نَّاصِرِينَ ﴿٥٦﴾

৫৮) আন পক্ষে, যিসকলে বিশ্বাস কৰে আৰু সৎকাৰ্য্য সম্পাদন কৰে তেওঁ সেইসকলক পাব লগীয়া সুফল সম্পূৰ্ণৰূপে দান কৰিব, আৰু আল্লাই অন্যায়কাৰীবিলাকক ভাল নাপায়।

وَأَمَّا الَّذِينَ آمَنُوا وَعَمِلُوا الصَّالِحَاتِ فَيُوَفِّيهِمْ أُجُورَهُمْ ۗ وَاللَّهُ لَا يُحِبُّ الظَّالِمِينَ ﴿٥٧﴾

৫৯) মই তোমাৰ প্ৰতি নিদৰ্শনসমূহৰ একাংশ আৰু জ্ঞানগৰ্ভ উপদেশ আবৃত্তি কৰিছোঁ।

ذَٰلِكَ نَتْلُوهُ عَلَيْكَ مِنَ الْآيَاتِ وَالذِّكْرِ الْحَكِيمِ ﴿٥٨﴾

৬০) বাস্তৱতে আল্লাৰ ওচৰত ঈচাৰ তুলনা আদমৰ দৰে; তেওঁ তেওঁক মাটিৰে সৃজন কৰিছিল; পিছত তেওঁৰ বিষয়ে কৈছিল, 'হ', আৰু সেয়ে হৈ পৰিছিল।

إِنَّ مَثَلَ عِيسَىٰ عِندَ اللَّهِ كَمَثَلِ آدَمَ ۖ خَلَقَهُ مِن تُرَابٍ ثُمَّ قَالَ لَهُ كُن فَيَكُونُ ﴿٥٩﴾

৬১) এই সত্য তোমাৰ প্ৰতিপালকৰ পৰা অহা; গতিকে তুমি বিবাদ কৰোঁতাবিলাকৰ মাজৰ নহ'বা।

الْحَقُّ مِن رَّبِّكَ فَلَا تَكُن مِّنَ الْمُمْتَرِينَ ﴿٦٠﴾

৬২) আৰু জ্ঞান তোমালৈ অহাৰ পিছত যদি কোনোৱে তোমাৰে সৈতে এই বিষয়ে বিবাদ কৰে, তেতিয়া কবা আহাঁ, আমাৰ সন্তানবিলাকক আৰু

فَمَنْ حَاجَّكَ فِيهِ مِن بَعْدِ مَا جَاءَكَ مِنَ الْعِلْمِ فَقُلْ تَعَالَوْا نَدْعُ أَبْنَاءَنَا وَأَبْنَاءَكُمْ وَنِسَاءَنَا وَ

نِسَآءَكُمْ وَاَنْفُسَنَا وَاَنْفُسَكُمْ ثُمَّ نَبْتَهِلْ فَنَجْعَلْ لَّعْنَتَ اللّٰهِ عَلَى الْكٰذِبِيْنَ ﴿٦١﴾

তোমালোকৰ সন্তানবিলাকক, আৰু আমাৰ তিৰোতাবিলাকক আৰু তোমালোকৰ তিৰোতা-বিলাকক, আৰু আমাৰ আত্মীয়স্বজনক আৰু তোমালোকৰ আত্মীয়স্বজনক আহ্বান কৰোঁ; তাৰ পিছত আমি অতি বিনীতভাৱে প্ৰাৰ্থনা কৰোঁহক যেন আল্লাৰ ক্ৰোধ অসত্যবাদীবিলাকৰ ওপৰত পৰক।

اِنَّ هٰذَا لَهُوَ الْقَصَصُ الْحَقُّ ۚ وَمَا مِنْ اِلٰهٍ اِلَّا اللّٰهُ ۚ وَاِنَّ اللّٰهَ لَهُوَ الْعَزِيْزُ الْحَكِيْمُ ﴿٦٢﴾

৬৩) বাস্তৱতে, এয়ে সত্য বৃত্তান্ত, আল্লাৰ ভিন্ন কোনো উপাস্য নাই ও বাস্তৱতে আল্লাই নিশ্চয় পৰাক্ৰমশালী, সৰ্ব্বজ্ঞানী।

فَاِنْ تَوَلَّوْا فَاِنَّ اللّٰهَ عَلِيْمٌۢ بِالْمُفْسِدِيْنَ ﴿٦٣﴾ ع

৬৪) পিছত যদি সিহঁত বিমুখ হয় তেতিয়া মনত ৰাখিবা যে, বাস্তৱতে আল্লাই শান্তিভঙ্গকাৰী-বিলাকক বঢ়িয়াকৈ জানে।

قُلْ يٰۤاَهْلَ الْكِتٰبِ تَعَالَوْا اِلٰى كَلِمَةٍ سَوَآءٍۢ بَيْنَنَا وَبَيْنَكُمْ اَلَّا نَعْبُدَ اِلَّا اللّٰهَ وَلَا نُشْرِكَ بِهٖ شَيْـًٔا وَّلَا يَتَّخِذَ بَعْضُنَا بَعْضًا اَرْبَابًا مِّنْ دُوْنِ اللّٰهِ ۗ فَاِنْ تَوَلَّوْا فَقُوْلُوا اشْهَدُوْا بِاَنَّا مُسْلِمُوْنَ ﴿٦٤﴾

৬৫) কোৱাঁ, হে গ্ৰন্থ পোৱা সকল, এনে এটা সিদ্ধান্তলৈ আহাঁ যি আমাৰ আৰু তোমালোকৰ মাজত সমানেই বিদ্যমান, অৰ্থাৎ, আমি আল্লাৰ বাহিৰে (কাৰো) আৰাধনা নকৰোঁ, আৰু কোনো বস্তুকেই তেওঁৰ সমান নকৰোঁ ; আৰু আল্লাক এৰি আমাৰ ভিতৰৰ এজনে আন এজনক প্ৰতিপালক বুলি যেন গ্ৰহণ নকৰে ; ইয়াৰ পিছতো যদি সিহঁত বিমুখ হয় তেতিয়া তোমালোকে কবা, তোমা-লোকে সাক্ষী থাকিবা আমি (আল্লাতে) আত্মসমৰ্পণ কৰিছোঁ।

يٰۤاَهْلَ الْكِتٰبِ لِمَ تُحَآجُّوْنَ فِىْۤ اِبْرٰهِيْمَ وَمَاۤ اُنْزِلَتِ التَّوْرٰىةُ وَالْاِنْجِيْلُ اِلَّا مِنْۢ بَعْدِهٖ ۗ اَفَلَا تَعْقِلُوْنَ ﴿٦٥﴾

৬৬) হে ধৰ্ম্মগ্ৰন্থ পোৱা সকল, তোমালোকে ইব্ৰাহিমৰ বিষয় লৈ কিয় বিবাদ কৰা ; অথচ তৌৰাত আৰু ইন্‌যিল্ তেওঁৰ পিছতহে নমাই পঠিওৱা হৈছিল ; তাকো তোমালোকে নুবুজানে।

هٰۤاَنْتُمْ هٰۤؤُلَاۤءِ حَاجَجْتُمْ فِيْمَا لَكُمْ بِهٖ عِلْمٌ فَلِمَ تُحَآجُّوْنَ فِيْمَا لَيْسَ لَكُمْ بِهٖ عِلْمٌ ۗ وَاللّٰهُ يَعْلَمُ وَ

৬৭) চোৱাঁ, তোমালোকেই সেই বিষয় লৈ তৰ্ক বিবাদ কৰিছিলা যি বিষয়ে তোমালোকৰ জ্ঞান আছিল ; কিন্তু যি বিষয়ে তোমালোকৰ জ্ঞান মাত্ৰ

اَنْتُمْ لَا تَعْلَمُوْنَ ﴿٦٧﴾

নাই সেই বিষয় লৈ তোমালোকে কিয় বিবাদ কৰা ? আৰু আল্লাহৰ জ্ঞান আছে কিন্তু তোমালোকৰ জ্ঞান নাই।

مَا كَانَ اِبْرٰهِیْمُ یَهُوْدِیًّا وَّ لَا نَصْرَانِیًّا وَّلٰكِنْ كَانَ حَنِیْفًا مُّسْلِمًا ؕ وَمَا كَانَ مِنَ الْمُشْرِكِیْنَ ﴿٦٨﴾

৬৮) ইব্ৰাহিম ইহুদীও নাছিল, খ্ৰীষ্টিয়ানো নাছিল, কিন্তু তেওঁ একমাত্ৰ আল্লাৰ একনিষ্ঠ সেৱক, আত্মসমৰ্পণকাৰী আছিল; আৰু তেওঁ বহুঈশ্বৰবাদী নাছিল।

اِنَّ اَوْلَى النَّاسِ بِاِبْرٰهِیْمَ لَلَّذِیْنَ اتَّبَعُوْهُ وَ هٰذَا النَّبِیُّ وَ الَّذِیْنَ اٰمَنُوْا ؕ وَاللّٰهُ وَلِیُّ الْمُؤْمِنِیْنَ ﴿٦٩﴾

৬৯) যিবিলাক মানুহে ইব্ৰাহিমৰ অনুসৰণ কৰিছিল আৰু এই নবীজন আৰু বিশ্বাসীসকল, সঁচাকৈয়ে সেইবিলাকেই তেওঁৰ বেছি ওচৰৰ; বাস্তৱতে আল্লা বিশ্বাসীসকলৰ বন্ধু।

وَدَّتْ طَّآىِٕفَةٌ مِّنْ اَهْلِ الْكِتٰبِ لَوْ یُضِلُّوْنَكُمْ ؕ وَمَا یُضِلُّوْنَ اِلَّاۤ اَنْفُسَهُمْ وَ مَا یَشْعُرُوْنَ ﴿٧٠﴾

৭০) গ্ৰন্থ পোৱাবিলাকৰ এদলৰ আকাঙ্ক্ষা, সিহঁতে তোমালোকক বিপথে লৈ যায়, কিন্তু সিহঁতে (কাকো) নিজৰ বাহিৰে বিপথে নিনিয়ে; অথচ সিহঁতে ইয়াৰ উপলব্ধি নকৰে।

یٰۤاَهْلَ الْكِتٰبِ لِمَ تَكْفُرُوْنَ بِاٰیٰتِ اللّٰهِ وَ اَنْتُمْ تَشْهَدُوْنَ ﴿٧١﴾

৭১) হে গ্ৰন্থ পোৱাবিলাক, তোমালোকে কিয় আল্লাৰ নিদৰ্শনসমূহ অমান্য কৰা? অথচ তোমালোকে নিজেই সাক্ষী।

یٰۤاَهْلَ الْكِتٰبِ لِمَ تَلْبِسُوْنَ الْحَقَّ بِالْبَاطِلِ وَتَكْتُمُوْنَ الْحَقَّ وَ اَنْتُمْ تَعْلَمُوْنَ ﴿٧٢﴾ ع

৭২) হে গ্ৰন্থ পোৱাবিলাক, কিয় তোমালোকে অসত্যৰে সৈতে সত্যক মিহলি কৰা আৰু সত্যক গোপন কৰা ? অথচ তোমালোকে নিজেই জানা।

وَ قَالَتْ طَّآىِٕفَةٌ مِّنْ اَهْلِ الْكِتٰبِ اٰمِنُوْا بِالَّذِیْۤ اُنْزِلَ عَلَى الَّذِیْنَ اٰمَنُوْا وَجْهَ النَّهَارِ وَ اكْفُرُوْۤا اٰخِرَهٗ لَعَلَّهُمْ یَرْجِعُوْنَ ﴿٧٣﴾

৭৩) আৰু গ্ৰন্থ পোৱাবিলাকৰ ভিতৰৰ এদলে কয়, বিশ্বাসীসকললৈ যি নমাই পঠিওৱা হৈছিল তাত দিনৰ প্ৰথম ভাগত বিশ্বাস কৰাঁ আৰু শেহভাগত প্ৰত্যাহাৰ কৰাঁ, সম্ভৱতঃ সিহঁত (ইচ্‌লামৰ পৰা) উভতি আহে;

وَ لَا تُؤْمِنُوْۤا اِلَّا لِمَنْ تَبِعَ دِیْنَكُمْ ؕ قُلْ اِنَّ الْهُدٰى

৭৪) (আৰু সিহঁতে কয়,) যিবিলাকে তোমা-লোকৰ ধৰ্ম্মৰ অনুসৰণ কৰে কেৱল সিহঁতৰ

কথাতহে বিশ্বাস কৰিবা; তুমি কোৱা, বাস্তৱতে যথাৰ্থ পথপ্ৰদৰ্শনেই হৈছে আল্লাৰ পথপ্ৰদৰ্শন: তোমালোকক যেনে ধৰ্ম্ম দান কৰা হৈছে তেনে ধৰ্ম্ম আন এজনকো দান কৰা হৈছে; অথবা তোমালোকৰ প্ৰতিপালকৰ সম্মুখত তোমালোকৰ লগত সিহঁতে বিবাদ কৰি দোষাৰোপ কৰিব পাৰিব; তুমি কোৱাঁ, বাস্তৱতে সকলো কৃপা আল্লাৰ হাতত; তেওঁ যাকে ইচ্ছা তাকেই কৃপা দান কৰে; বাস্তৱতে আল্লা বিপুল সঙ্গতিসম্পন্ন, সৰ্ব্বজ্ঞ।

هُدَى اللّٰهِ اَنْ يُّؤْتٰٓى اَحَدٌ مِّثْلَ مَآ اُوْتِيْتُمْ اَوْ يُحَآجُّوْكُمْ عِنْدَ رَبِّكُمْ ۗ قُلْ اِنَّ الْفَضْلَ بِيَدِ اللّٰهِ ۚ يُؤْتِيْهِ مَنْ يَّشَآءُ ۗ وَاللّٰهُ وَاسِعٌ عَلِيْمٌ ﴿٧٣﴾

৭৫) তেওঁ নিজ কৰুণাৰে যাকে ইচ্ছা তাকেই বাছি লয়; আৰু আল্লা মহান অনুগ্ৰহৰ গৰাকী।

يَّخْتَصُّ بِرَحْمَتِهٖ مَنْ يَّشَآءُ ۗ وَاللّٰهُ ذُو الْفَضْلِ الْعَظِيْمِ ﴿٧٤﴾

৭৬) আৰু গ্ৰন্থ পোৱাবিলাকৰ ভিতৰত এনে মানুহো আছে যাক অতুল ঐশ্বৰ্য্য অৰ্পণ কৰিলেও তোমাক সেইখিনি ওলোটাই দিব; আৰু সিহঁতৰ ভিতৰত এনে মানুহো আছে যাক দিনাৰ এটা অৰ্পণ কৰিলে, যেতিয়ালৈকে তুমি তাৰ ওপৰত বল প্ৰয়োগ কৰি থিয় নোহোৱা তোমাক ওলোটাই নিদিব; কাৰণ সিহঁতে কয়; অশিক্ষিতবিলাকৰ সম্বন্ধে আমাৰ ওপৰত কোনো দায়িত্ব নাই; বাস্তৱতে সিহঁতে জ্ঞান থকা সত্বেও আল্লাৰ বিপক্ষে মিছা মাতে।

وَمِنْ اَهْلِ الْكِتٰبِ مَنْ اِنْ تَاْمَنْهُ بِقِنْطَارٍ يُّؤَدِّهٖٓ اِلَيْكَ ۚ وَمِنْهُمْ مَّنْ اِنْ تَاْمَنْهُ بِدِيْنَارٍ لَّا يُؤَدِّهٖٓ اِلَيْكَ اِلَّا مَا دُمْتَ عَلَيْهِ قَآئِمًا ۗ ذٰلِكَ بِاَنَّهُمْ قَالُوْا لَيْسَ عَلَيْنَا فِى الْاُمِّيّٖنَ سَبِيْلٌ ۚ وَيَقُوْلُوْنَ عَلَى اللّٰهِ الْكَذِبَ وَهُمْ يَعْلَمُوْنَ ﴿٧٥﴾

৭৭) হয়, যিসকলে নিজৰ অঙ্গীকাৰ পালন কৰে আৰু নিজক অন্যায়ৰ পৰা ৰক্ষা কৰে, বাস্তৱতে আল্লাই অন্যায়ৰ পৰা নিজৰ ৰক্ষা কৰোঁতাসকলক ভাল পায়।

بَلٰى مَنْ اَوْفٰى بِعَهْدِهٖ وَاتَّقٰى فَاِنَّ اللّٰهَ يُحِبُّ الْمُتَّقِيْنَ ﴿٧٦﴾

৭৮) বাস্তৱতে যিবিলাকে আল্লাৰ অঙ্গীকাৰ আৰু নিজৰ শপত কিঞ্চিৎ বিনিময় লৈ সলনি কৰে, সেইবিলাকৰ পৰলোকত কোনো অংশ নাথাকিব; আল্লাই সিহঁতৰ লগত কথাও নাপাতিব, পুনৰুত্থানৰ দিনতো সিহঁতৰ প্ৰতি

اِنَّ الَّذِيْنَ يَشْتَرُوْنَ بِعَهْدِ اللّٰهِ وَاَيْمَانِهِمْ ثَمَنًا قَلِيْلًا اُولٰٓئِكَ لَا خَلَاقَ لَهُمْ فِى الْاٰخِرَةِ وَلَا يُكَلِّمُهُمُ

اللّٰهُ وَلَا يَنْظُرُ اِلَيْهِمْ يَوْمَ الْقِيٰمَةِ وَلَا يُزَكِّيْهِمْ وَلَهُمْ عَذَابٌ اَلِيْمٌ ﴿۷۷﴾

তেওঁৰ (অনুগ্ৰহৰ) দৃষ্টি নপৰিব আৰু সিহঁতক তেওঁ (পাপৰ পৰা) শুদ্ধও নকৰিব; বাস্তৱতে সিহঁতৰ নিমিত্তে যন্ত্ৰণাদায়ক শাস্তি থাকিব।

وَاِنَّ مِنْهُمْ لَفَرِيْقًا يَّلْوٗنَ اَلْسِنَتَهُمْ بِالْكِتٰبِ لِتَحْسَبُوْهُ مِنَ الْكِتٰبِ وَمَا هُوَ مِنَ الْكِتٰبِ وَيَقُوْلُوْنَ هُوَ مِنْ عِنْدِ اللّٰهِ وَمَا هُوَ مِنْ عِنْدِ اللّٰهِ وَيَقُوْلُوْنَ عَلَى اللّٰهِ الْكَذِبَ وَهُمْ يَعْلَمُوْنَ ﴿۷۸﴾

৭৯) আৰু সঁচাকৈয়ে সিহঁতৰ ভিতৰত এদল আছে যিবিলাকে ধৰ্ম্মপুথি জিভা ঘূৰাই (মুখ বেঙাই) আবৃত্তি কৰে, যাতে ই (আবৃত্তি কৰা অংশ) পুথিৰ পৰা নোহোৱাতো তোমালোকে তাক পুথিৰে বুলি গ্ৰহণ কৰিব পাৰা; আৰু সিহঁতে কয়, ই আল্লাৰ পৰা আহিছে, অথচ ই আল্লাৰ পৰা অহা নাই; সিহঁতে জ্ঞান থকা সত্বেও আল্লাৰ সম্বন্ধে মিছা মাতে।

مَا كَانَ لِبَشَرٍ اَنْ يُّؤْتِيَهُ اللّٰهُ الْكِتٰبَ وَالْحُكْمَ وَالنُّبُوَّةَ ثُمَّ يَقُوْلَ لِلنَّاسِ كُوْنُوْا عِبَادًا لِّيْ مِنْ دُوْنِ اللّٰهِ وَلٰكِنْ كُوْنُوْا رَبّٰنِيّٖنَ بِمَا كُنْتُمْ تُعَلِّمُوْنَ الْكِتٰبَ وَبِمَا كُنْتُمْ تَدْرُسُوْنَ ﴿۷۹﴾

৮০) এনে এজন মানুহৰ পক্ষে যাক আল্লাই ধৰ্ম্মগ্ৰন্থ আৰু জ্ঞান আৰু নবীত্ব দান কৰিছে, 'আল্লাক এৰি তোমালোক মোৰ ভৃত্য হোৱাঁ' বুলি কোৱা সম্ভৱ নহয়; বৰং তেওঁ ক'ব, যিহেতু তোমালোকে ধৰ্ম্মগ্ৰন্থৰ শিক্ষা দিছিলা আৰু যিহেতু তোমালোকে ইয়াক অধ্যয়ন কৰিছিলা তোমালোক সকলোৰেই প্ৰভুৰ বাধ্য হোৱাঁ।

وَلَا يَاْمُرَكُمْ اَنْ تَتَّخِذُوا الْمَلٰٓئِكَةَ وَالنَّبِيّٖنَ اَرْبَابًا اَيَاْمُرُكُمْ بِالْكُفْرِ بَعْدَ اِذْ اَنْتُمْ مُّسْلِمُوْنَ ﴿۸۰﴾

৮১) আৰু তেওঁ তোমালোকক এই আদেশ নিদিয়ে, ফিৰিশ্‌তাবিলাকক আৰু নবীসকলক পালনকৰ্ত্তা বুলি গ্ৰহণ কৰাঁ; তোমালোকে আত্মসমৰ্পণ কৰাৰ পিছত তেওঁ তোমালোকক অবিশ্বাস গ্ৰহণ কৰিবলৈ আদেশ দিব নে?

وَاِذْ اَخَذَ اللّٰهُ مِيْثَاقَ النَّبِيّٖنَ لَمَآ اٰتَيْتُكُمْ مِّنْ كِتٰبٍ وَّحِكْمَةٍ ثُمَّ جَآءَكُمْ رَسُوْلٌ مُّصَدِّقٌ لِّمَا مَعَكُمْ لَتُؤْمِنُنَّ بِهٖ وَلَتَنْصُرُنَّهٗ قَالَ ءَاَقْرَرْتُمْ وَاَخَذْتُمْ عَلٰى ذٰلِكُمْ اِصْرِيْ قَالُوْٓا اَقْرَرْنَا قَالَ

৮২) আৰু মনত পেলোৱাঁ, যেতিয়া আল্লাই নবীসকলৰ পৰা অঙ্গীকাৰ গ্ৰহণ কৰিলে, বাস্তৱতে মই তোমালোকক গ্ৰন্থ আৰু জ্ঞান দান কৰাৰ পিছত যেতিয়া এজন ৰচুল তোমালোকৰ লগত থকা (গ্ৰন্থ আৰু জ্ঞানৰ) সত্যতাৰ সমৰ্থন-কাৰীৰূপে তোমালোকৰ ওচৰলৈ আহে, নিশ্চয় তোমালোকে তেওঁত বিশ্বাস কৰিবা, আৰু নিশ্চয় তোমালোকে তেওঁক সহায় কৰিবা; তেওঁ কলে,

فَاشْهَدُوْا وَاَنَا مَعَكُمْ مِّنَ الشّٰهِدِيْنَ ۝٨٢

তোমালোকে স্বীকাৰ কৰিছানে আৰু তোমালোকে মোৰ পৰা সেই বিষয়ে দায়িত্ব গ্ৰহণ কৰিছানে? তেওঁলোকে কলে, আমি স্বীকাৰ কৰিছোঁ; তেওঁ কলে, তেন্তে তোমালোক সাক্ষী থাকা আৰু তোমালোকৰ লগতে ময়ো সাক্ষী থাকিলোঁ।

فَمَنْ تَوَلّٰى بَعْدَ ذٰلِكَ فَاُولٰٓئِكَ هُمُ الْفٰسِقُوْنَ ۝٨٣

৮৩) শেহত, যিবিলাকে ইয়াৰ পিছতো বিমুখ হয় সিহঁতেই বিদ্ৰোহী।

اَفَغَيْرَ دِيْنِ اللّٰهِ يَبْغُوْنَ وَلَهٗٓ اَسْلَمَ مَنْ فِى السَّمٰوٰتِ وَالْاَرْضِ طَوْعًا وَّكَرْهًا وَّاِلَيْهِ يُرْجَعُوْنَ ۝٨٤

৮৪) সিহঁতে কি তেন্তে আল্লাৰ ধৰ্ম্মৰ বাহিৰে আন ধৰ্ম্ম বিচাৰেনে, অথচ আকাশমণ্ডলী আৰু পৃথিৱীৰ সকলো বস্তু ইচ্ছাৰেই বা অনিচ্ছাৰেই হওক তেওঁৰ বাধ্য, আৰু সকলোকে তেওঁৰ ওচৰলৈকে প্ৰত্যাবৰ্ত্তন কৰোৱা হ'ব?

قُلْ اٰمَنَّا بِاللّٰهِ وَمَآ اُنْزِلَ عَلَيْنَا وَمَآ اُنْزِلَ عَلٰٓى اِبْرٰهِيْمَ وَاِسْمٰعِيْلَ وَاِسْحٰقَ وَيَعْقُوْبَ وَالْاَسْبَاطِ وَمَآ اُوْتِىَ مُوْسٰى وَعِيْسٰى وَالنَّبِيُّوْنَ مِنْ رَّبِّهِمْ لَا نُفَرِّقُ بَيْنَ اَحَدٍ مِّنْهُمْ وَنَحْنُ لَهٗ مُسْلِمُوْنَ ۝٨٥

৮৫) কোৱাঁ, আমি আল্লাত বিশ্বাস কৰিছোঁ, আৰু আমালৈ যি নমাই পঠিওৱা হৈছে আৰু ইব্ৰাহিম আৰু ইচ্‌মাইল আৰু ইচ্‌হাক আৰু ইয়াকুব আৰু সন্তান-সন্ততিলৈ যি নমাই পঠিওৱা হৈছিল, তাত আৰু মুচাই, ঈচাই আৰু (অইন) নবীসকলে তেওঁলোকৰ প্ৰভুৰ পৰা পোৱা দানতো (বিশ্বাস কৰিছোঁ); তেওঁলোকৰ কাৰো ভিতৰত আমি প্ৰভেদ নকৰোঁ; আৰু তেওঁতেই আমি আত্মসমৰ্পণ কৰিছোঁ।

وَمَنْ يَّبْتَغِ غَيْرَ الْاِسْلَامِ دِيْنًا فَلَنْ يُّقْبَلَ مِنْهُ وَهُوَ فِى الْاٰخِرَةِ مِنَ الْخٰسِرِيْنَ ۝٨٦

৮৬) আৰু যি ইচ্‌লাম ধৰ্ম্মৰ বাহিৰে অইন ধৰ্ম্ম বিচাৰে, সঁচাকৈয়ে তাৰ পৰা সি গ্ৰহণ কৰা নহ'ব; আৰু পৰলোকত সি ক্ষতিগ্ৰস্ত বিলাকৰ মাজৰ হ'ব।

كَيْفَ يَهْدِى اللّٰهُ قَوْمًا كَفَرُوْا بَعْدَ اِيْمَانِهِمْ وَشَهِدُوْٓا اَنَّ الرَّسُوْلَ حَقٌّ وَّجَآءَهُمُ الْبَيِّنٰتُ وَاللّٰهُ

৮৭) যিবিলাকে বিশ্বাস কৰাৰ পিছতো অবিশ্বাস কৰিছে, আল্লাই সিহঁতক কেনেকৈ পথ-প্ৰদৰ্শন কৰিব যি স্থলত সিহঁত সাক্ষী হৈছে, এই ৰচুল সত্য, আৰু প্ৰত্যক্ষ নিদৰ্শনসমূহ সিহঁতলৈ আহিছে;

لَا يَهْدِى الْقَوْمَ الظّٰلِمِيْنَ ﴿٨٦﴾

আৰু আল্লাই অন্যায়কাৰীবিলাকক সুপথ প্ৰদৰ্শন নকৰে।

أُولٰٓئِكَ جَزَآؤُهُمْ اَنَّ عَلَيْهِمْ لَعْنَةَ اللّٰهِ وَالْمَلٰٓئِكَةِ وَالنَّاسِ اَجْمَعِيْنَ ﴿٨٧﴾

৮৮) সেইবিলাকৰ প্ৰতিফল এয়ে সিহঁতৰ ওপৰত আল্লাৰ আৰু ফিৰিশ্‌তাবিলাকৰ আৰু সকলো মানুহৰ অভিশাপ পৰিব।

خٰلِدِيْنَ فِيْهَا ۚ لَا يُخَفَّفُ عَنْهُمُ الْعَذَابُ وَلَا هُمْ يُنْظَرُوْنَ ﴿٨٨﴾

৮৯) সিহঁতে এনে অৱস্থাতেই স্থায়ী ৰূপে থাকিব ; সিহঁতৰ পৰা শাস্তি লঘু কৰা নহ'ব, আৰু সিহঁতক অলপো অৱসৰ দিয়া নহ'ব—

اِلَّا الَّذِيْنَ تَابُوْا مِنْۢ بَعْدِ ذٰلِكَ وَاَصْلَحُوْا ۗ فَاِنَّ اللّٰهَ غَفُوْرٌ رَّحِيْمٌ ﴿٨٩﴾

৯০) সেইবিলাকৰ বাহিৰে, যিবিলাকে তাৰ পিছত অনুতাপ কৰে আৰু নিজক সংশোধন কৰে ; কাৰণ প্ৰকৃততে আল্লা শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানশীল।

اِنَّ الَّذِيْنَ كَفَرُوْا بَعْدَ اِيْمَانِهِمْ ثُمَّ ازْدَادُوْا كُفْرًا لَّنْ تُقْبَلَ تَوْبَتُهُمْ ۚ وَاُولٰٓئِكَ هُمُ الضَّآلُّوْنَ ﴿٩٠﴾

৯১) বাস্তৱতে যিবিলাকে বিশ্বাস কৰাৰ পিছত অবিশ্বাস কৰে, পিছত অবিশ্বাসত বেছি আগ বাঢ়ে, সঁচাকৈয়ে সিহঁতৰ অনুতাপ কেতিয়াও গ্ৰহণ কৰা নহ'ব ; বাস্তৱতে সেইবিলাকেই বিপথগামী।

اِنَّ الَّذِيْنَ كَفَرُوْا وَمَاتُوْا وَهُمْ كُفَّارٌ فَلَنْ يُّقْبَلَ مِنْ اَحَدِهِمْ مِّلْءُ الْاَرْضِ ذَهَبًا وَّلَوِ افْتَدٰى بِهٖ ؕ اُولٰٓئِكَ لَهُمْ عَذَابٌ اَلِيْمٌ وَّمَا لَهُمْ مِّنْ نّٰصِرِيْنَ ﴿٩١﴾

৯২) বাস্তৱতে যিবিলাকে অবিশ্বাস কৰিছে আৰু অবিশ্বাসী হৈ থকা অৱস্থাতেই মৰিছে, পিছত নিশ্চয় সিহঁতৰ কাৰো পৰা পৃথিৱীৰ সমতুল্য সোণো গ্ৰহণ কৰা নহ'ব, যদিও সি তাক মোচনমূল্য স্বৰূপে দিয়ে ; সেইবিলাকৰেই নিমিত্তে কষ্টদায়ক শাস্তি থাকিব, আৰু সিহঁতৰ নিমিত্তে কোনো সাহায্যকাৰীও নাথাকিব।

لَنْ تَنَالُوا الْبِرَّ حَتّٰى تُنْفِقُوْا مِمَّا تُحِبُّوْنَ ۚ وَمَا تُنْفِقُوْا مِنْ شَيْءٍ فَاِنَّ اللّٰهَ بِهٖ عَلِيْمٌ ﴿٩٢﴾

৯৩) আল্লাৰ নিমিত্তে নিজৰ আদৰৰ বস্তু ব্যয় নকৰা মানে নিশ্চয় তোমালোকে কদাপি সম্পূৰ্ণ সদাচাৰ লভিব নোৱাৰিবা, আৰু তোমালোকে যিহকে ব্যয় কৰা, বাস্তৱতে তাক আল্লাই উত্তম-ৰূপে জানে।

كُلُّ الطَّعَامِ كَانَ حِلًّا لِّبَنِيٓ اِسْرَآءِيْلَ اِلَّا مَا حَرَّمَ
اِسْرَآءِيْلُ عَلٰى نَفْسِهٖ مِنْ قَبْلِ اَنْ تُنَزَّلَ التَّوْرٰىةُ ؕ
قُلْ فَأْتُوْا بِالتَّوْرٰىةِ فَاتْلُوْهَآ اِنْ كُنْتُمْ صٰدِقِيْنَ ﴿٩٣﴾

৯৪) তৌৰাত নমাই পঠিওৱাৰ আগতে ইস্রাইলে নিজৰ নিমিত্তে অবৈধ কৰা বস্তুৰ বাহিৰে ইস্রাইলৰ সন্ততিৰ কাৰণে সকলো আহাৰ বৈধ আছিল; কোৱাঁ, যদি তোমালোক সত্যবাদী হোৱা, তেন্তে তৌৰাত উলিয়াই আনা আৰু তাক পাঠ কৰাঁ।

فَمَنِ افْتَرٰى عَلَى اللّٰهِ الْكَذِبَ مِنْۢ بَعْدِ ذٰلِكَ فَاُولٰٓئِكَ
هُمُ الظّٰلِمُوْنَ ﴿٩٤﴾

৯৫) সেইকাৰণে যিবিলাকে ইয়াৰ পিছতো আল্লাৰ বিৰুদ্ধে মিছা সাজে, সেইবিলাকেই অন্যায়কাৰী।

قُلْ صَدَقَ اللّٰهُ ۗ فَاتَّبِعُوْا مِلَّةَ اِبْرٰهِيْمَ حَنِيْفًا ؕ وَمَا
كَانَ مِنَ الْمُشْرِكِيْنَ ﴿٩٥﴾

৯৬) কোৱাঁ, আল্লাই সত্য প্ৰকাশ কৰিছে, এতেকে আল্লাৰ একনিষ্ঠ সেৱক ইব্রাহিমৰ ধৰ্ম্মৰ অনুসৰণ কৰাঁ; কিয়নো, যিবিলাকে অইনক আল্লাৰ সমান পাতে তেওঁ সিহঁতৰ মাজৰ নাছিল।

اِنَّ اَوَّلَ بَيْتٍ وُّضِعَ لِلنَّاسِ لَلَّذِيْ بِبَكَّةَ مُبٰرَكًا
وَّهُدًى لِّلْعٰلَمِيْنَ ﴿٩٦﴾

৯৭) বাস্তৱতে, নিশ্চয় মানুহৰ উপাসনাৰ নিমিত্তে সজা প্ৰথম ঘৰটো মক্কাতে অৱস্থিত; সি মঙ্গলময় আৰু জগতৰ নিমিত্তে পথ প্ৰদৰ্শন।

فِيْهِ اٰيٰتٌۢ بَيِّنٰتٌ مَّقَامُ اِبْرٰهِيْمَ ۚ وَمَنْ دَخَلَهٗ كَانَ
اٰمِنًا ؕ وَلِلّٰهِ عَلَى النَّاسِ حِجُّ الْبَيْتِ مَنِ اسْتَطَاعَ
اِلَيْهِ سَبِيْلًا ؕ وَمَنْ كَفَرَ فَاِنَّ اللّٰهَ غَنِيٌّ عَنِ الْعٰلَمِيْنَ ﴿٩٧﴾

৯৮) ইয়াতেই সুস্পষ্ট নিদৰ্শনসমূহ আছে—ই ইব্রাহিমৰ উপাসনালয় —আৰু যেয়ে ইয়াৰ ভিতৰত প্ৰৱেশ কৰে সি নিৰাপদ; আৰু যিজনে আল্লাৰ নিমিত্তে সেই গৃহলৈ ভ্ৰমণ কৰিবলৈ সক্ষম সেই জনৰ নিমিত্তে তীৰ্থভ্ৰমণ অৱশ্যে কৰ্ত্তব্য; আৰু যেয়ে সত্যক অমান্য কৰে (সি জানি থক) নিশ্চয় আল্লা জগতৰ সকলো অভাৱৰ পৰা আঁতৰ।

قُلْ يٰٓاَهْلَ الْكِتٰبِ لِمَ تَكْفُرُوْنَ بِاٰيٰتِ اللّٰهِ ۖ وَاللّٰهُ
شَهِيْدٌ عَلٰى مَا تَعْمَلُوْنَ ﴿٩٨﴾

৯৯) কোৱা, হে ধৰ্ম্মগ্ৰন্থ পোৱাসকল, আল্লাই তোমালোকৰ কৰা কাৰ্য্যৰ নিৰীক্ষণ কৰি থাকে, তেন্তে আল্লাৰ নিদৰ্শনসমূহত তোমালোকে অবিশ্বাস কৰিছা কিয়?

قُلْ يٰٓاَهْلَ الْكِتٰبِ لِمَ تَصُدُّوْنَ عَنْ سَبِيْلِ اللّٰهِ

১০০) কোৱা, হে ধৰ্ম্মগ্ৰন্থ পোৱাসকল, যিসকলে বিশ্বাস কৰিছে সেই সকলক আল্লাৰ পথৰ পৰা

مَنْ اٰمَنَ تَبْغُوْنَهَا عِوَجًا وَّاَنْتُمْ شُهَدَآءُ ۭ وَمَا اللّٰهُ بِغَافِلٍ عَمَّا تَعْمَلُوْنَ ۝

তোমালোকে বাৰণ কিয় কৰিছা? তোমালোকে এই পথ বেকা কৰিবলৈ বিচাৰিছা, অথচ তোমালোকেই সাক্ষী আছা; আৰু তোমালোকে যি কাৰ্য্য কৰা আল্লাই তাক নজনা নহয়।

يٰٓاَيُّهَا الَّذِيْنَ اٰمَنُوْٓا اِنْ تُطِيْعُوْا فَرِيْقًا مِّنَ الَّذِيْنَ اُوْتُوا الْكِتٰبَ يَرُدُّوْكُمْ بَعْدَ اِيْمَانِكُمْ كٰفِرِيْنَ ۝

১০১) হে বিশ্বাসীসকল, যিবিলাকক ধৰ্ম্মপুথি দান কৰা হৈছে, যদি তোমালোকে সেইবিলাকৰ এদলৰ অনুগত হোৱা, তোমালোকে বিশ্বাস কৰাৰ পিছত সিহঁতে তোমালোকক দুনাই অবিশ্বাসী কৰিব।

وَكَيْفَ تَكْفُرُوْنَ وَاَنْتُمْ تُتْلٰى عَلَيْكُمْ اٰيٰتُ اللّٰهِ وَفِيْكُمْ رَسُوْلُهٗ ۭ وَمَنْ يَّعْتَصِمْ بِاللّٰهِ فَقَدْ هُدِيَ اِلٰى صِرَاطٍ مُّسْتَقِيْمٍ ۝ ع

১০২) আৰু তোমালোকে কেনেকৈ অবিশ্বাস কৰিবা, কিয়নো তোমালোকৰ আগতেই আল্লাৰ আয়তসমূহ আবৃত্তি কৰা হৈছে আৰু তোমালোকৰ মাজতেই তেওঁৰ (আল্লাৰ) ৰচুল বিদ্যমান? আৰু যিজনে আল্লাৰ আশ্ৰয় গ্ৰহণ কৰে তেওঁকেই স্বৰূপতে পোনবাটলৈ লৈ যোৱা হ'ব।

يٰٓاَيُّهَا الَّذِيْنَ اٰمَنُوا اتَّقُوا اللّٰهَ حَقَّ تُقٰتِهٖ وَلَا تَمُوْتُنَّ اِلَّا وَاَنْتُمْ مُّسْلِمُوْنَ ۝

১০৩) হে বিশ্বাসীসকল, আল্লালৈ যিদৰে ভয় ৰখা উচিত সেইদৰে তেওঁলৈ ভয় ৰাখাঁ, আৰু তোমালোকে সম্পূৰ্ণ আত্মসমৰ্পণ নকৰা অৱস্থাত নমৰিবা।

وَاعْتَصِمُوْا بِحَبْلِ اللّٰهِ جَمِيْعًا وَّلَا تَفَرَّقُوْا ۠ وَاذْكُرُوْا نِعْمَتَ اللّٰهِ عَلَيْكُمْ اِذْ كُنْتُمْ اَعْدَآءً فَاَلَّفَ بَيْنَ قُلُوْبِكُمْ فَاَصْبَحْتُمْ بِنِعْمَتِهٖٓ اِخْوَانًا ۚ وَكُنْتُمْ عَلٰى شَفَا حُفْرَةٍ مِّنَ النَّارِ فَاَنْقَذَكُمْ مِّنْهَا ۭ كَذٰلِكَ يُبَيِّنُ اللّٰهُ لَكُمْ اٰيٰتِهٖ لَعَلَّكُمْ تَهْتَدُوْنَ ۝

১০৪) আৰু তোমালোক সকলোৱে একেলগ হৈ আল্লাৰ ডোলডাল দৃঢ়ৰূপে ধৰাঁ আৰু ভিন ভিন নহবাঁ; আৰু তোমালোকৰ প্ৰতি আল্লাৰ অনুগ্ৰহ স্মৰণ কৰাঁ, যেতিয়া তোমালোক পৰস্পৰৰ শত্ৰু আছিলা তেতিয়া তেওঁ তোমালোকৰ অন্তঃকৰণত পৰস্পৰৰ প্ৰেম স্থাপন কৰিছিল, ফলত তেওঁৰ অনুগ্ৰহতে তোমালোক ভাই ভাই হৈ পৰিলা; আৰু তোমালোকে এটা অগ্নিপূৰ্ণ গহ্বৰৰ পাৰত আছিলা, পিছত তেওঁ তাৰ পৰা তোমালোকক উদ্ধাৰ কৰিলে; এইদৰে আল্লাই তেওঁৰ নিদৰ্শনসমূহ স্পষ্টৰূপে তোমালোকৰ আগত ব্যক্ত কৰে, যাতে তোমালোকে সুপথ পোৱা।

وَلۡتَكُنۡ مِّنۡكُمۡ اُمَّةٌ يَّدۡعُوۡنَ اِلَى الۡخَيۡرِ وَيَاۡمُرُوۡنَ بِالۡمَعۡرُوۡفِ وَيَنۡهَوۡنَ عَنِ الۡمُنۡكَرِ‌ؕ وَاُولٰٓـئِكَ هُمُ الۡمُفۡلِحُوۡنَ ۝١٠٥

১০৫) আৰু যি মঙ্গলৰ ফাললৈ আহ্বান কৰে আৰু সৎকাৰ্য্যলৈ আদেশ কৰে আৰু অসৎকাৰ্য্য বাৰণ কৰে তোমালোকৰ ভিতৰত এনে এটা দল থকা আৱশ্যক : বাস্তৱতে এই সকলেই কৃতাৰ্থ।

وَلَا تَكُوۡنُوۡا كَالَّذِيۡنَ تَفَرَّقُوۡا وَاخۡتَلَفُوۡا مِنۡۢ بَعۡدِ مَا جَآءَهُمُ الۡبَيِّنٰتُ‌ؕ وَاُولٰٓـئِكَ لَهُمۡ عَذَابٌ عَظِيۡمٌ ۝١٠٦

১০৬) আৰু যিবিলাকে সিহঁতৰ ওচৰলৈ স্পষ্ট নিদৰ্শনসমূহ অহাৰ পিছতো ভিন ভিন হৈ পৰিছিল আৰু যিবিলাকৰ মাজত মতভেদ হৈছিল সেই-বিলাকৰ সদৃশ নহ'বা; আৰু এইবিলাকৰ নিমিত্তেই ডাঙৰ শাস্তি বিহিত আছে।

يَّوۡمَ تَبۡيَضُّ وُجُوۡهٌ وَّتَسۡوَدُّ وُجُوۡهٌ‌ ۚ فَاَمَّا الَّذِيۡنَ اسۡوَدَّتۡ وُجُوۡهُهُمۡ اَكَفَرۡتُمۡ بَعۡدَ اِيۡمَانِكُمۡ فَذُوۡقُوا الۡعَذَابَ بِمَا كُنۡتُمۡ تَكۡفُرُوۡنَ ۝١٠٧

১০৭) সেইদিনা কিছুমান মুখ উজ্জ্বল হ'ব আৰু কিছুমান মুখ ক'লা পৰিব; পিছত যিবিলাকৰ মুখ ক'লা পৰিব সেইবিলাকক কোৱা হ'ব —কি! তোমালোকে বিশ্বাস কৰাৰ পিছত অবিশ্বাস কৰিছিলানে? তেন্তে তোমালোকে অবিশ্বাস কৰাৰ প্ৰতিফল স্বৰূপে শাস্তি ভোগ কৰা।

وَاَمَّا الَّذِيۡنَ ابۡيَضَّتۡ وُجُوۡهُهُمۡ فَفِىۡ رَحۡمَةِ اللّٰهِ‌ؕ هُمۡ فِيۡهَا خٰلِدُوۡنَ ۝١٠٨

১০৮) কিন্তু যিসকলৰ মুখ উজ্জ্বল হ'ব সেই-সকল আল্লাৰ কৰুণাৰ ভিতৰত থাকিব; তাতেই স্থায়ীৰূপে বাস কৰিব।

تِلۡكَ اٰيٰتُ اللّٰهِ نَـتۡلُوۡهَا عَلَيۡكَ بِالۡحَـقِّ‌ؕ وَمَا اللّٰهُ يُرِيۡدُ ظُلۡمًا لِّلۡعٰلَمِيۡنَ ۝١٠٩

১০৯) এইবিলাকেই আল্লাৰ নিদৰ্শন; তাকে আমি সত্যৰে সৈতে তোমালোকৰ আগত আবৃত্তি কৰিছোঁ; আৰু আল্লাই জগতৰ নিমিত্তে কোনো প্ৰকাৰ অন্যায় বাঞ্ছা নকৰে।

وَلِلّٰهِ مَا فِى السَّمٰوٰتِ وَمَا فِى الۡاَرۡضِ‌ؕ وَاِلَى اللّٰهِ تُرۡجَعُ الۡاُمُوۡرُ ۝١١٠ ع

১১০) আৰু আকাশমণ্ডলীত থকা আৰু পৃথিৱীত থকা সকলো বস্তু আল্লাৰ; আৰু সকলো কাৰ্য্যকে আল্লাৰ ফাললৈ প্ৰত্যাবৰ্ত্তন কৰোৱা হ'ব।

كُنۡتُمۡ خَيۡرَ اُمَّةٍ اُخۡرِجَتۡ لِلنَّاسِ تَاۡمُرُوۡنَ بِالۡمَعۡرُوۡفِ وَتَنۡهَوۡنَ عَنِ الۡمُنۡكَرِ وَتُؤۡمِنُوۡنَ بِاللّٰهِ‌ؕ وَلَوۡ اٰمَنَ

১১১) তোমালোকেই শ্ৰেষ্ঠ সম্প্ৰদায়, তোমা-লোকক মানৱৰ মঙ্গলৰ নিমিত্তেই উত্থাপন কৰা হৈছে; তোমালোকে সৎকাৰ্য্যলৈ আদেশ কৰিবা আৰু অসৎকাৰ্য্য বাৰণ কৰিবা, আৰু তোমা-

লোকে নিজেও আল্লাত বিশ্বাস স্থাপন কৰিবা; আৰু ধৰ্ম্মগ্ৰন্থ পোৱা সকলে বিশ্বাস কৰা হলে, ই সিহঁতৰ পক্ষে নিশ্চয় মঙ্গলজনক হ'লহেঁতেন; সিহঁতৰ কিছুমান বিশ্বাসী, কিন্তু সিহঁতৰ সৰহভাগেই বিদ্ৰোহী।

أَهْلُ الْكِتٰبِ لَكَانَ خَيْرًا لَّهُمْ ۚ مِنْهُمُ الْمُؤْمِنُوْنَ وَ أَكْثَرُهُمُ الْفٰسِقُوْنَ ﴿١١١﴾

১১২) বাস্তৱতে সামান্য অপকাৰৰ বাহিৰে সিহঁতে কদাপি তোমালোকৰ অনিষ্ট সাধন কৰিব নোৱাৰে; আৰু যদি সিহঁতে তোমালোকৰ বিপক্ষে সংগ্ৰামত প্ৰবৃত্ত হয়, তোমালোকৰ ফাললৈ পিঠি দিবলৈ সিহঁত বাধ্য হ'ব, আৰু সিহঁতক কোনো সাহায্য কৰা নহ'ব।

لَنْ يَّضُرُّوْكُمْ إِلَّآ أَذًى ۖ وَإِنْ يُّقَاتِلُوْكُمْ يُوَلُّوْكُمُ الْأَدْبَارَ قف ثُمَّ لَا يُنْصَرُوْنَ ﴿١١٢﴾

১১৩) সিহঁত আল্লাৰ আৰু মানুহৰ কোনো চুক্তিৰ ভিতৰত সোমাই নথকাৰ বাবে সিহঁতক য'তে পোৱা হৈছে; ত'তে লাঞ্ছনাৰে আঘাত কৰা হৈছে; আৰু সিহঁতে আল্লাৰ ক্ৰোধৰ পাত্ৰ হৈ পৰিছে, আৰু সিহঁতক দৈন্যৰ দ্বাৰা আঘাত কৰা হৈছে; ইয়াৰ কাৰণ, সিহঁতে আল্লাৰ নিদৰ্শনসমূহত অবিশ্বাস কৰিছিল আৰু অন্যায়ৰূপে নবীসকলক হত্যা কৰিছিল; ইয়াৰ কাৰণ, সিহঁত বিদ্ৰোহী আৰু সীমালঙ্ঘনকাৰী আছিল।

ضُرِبَتْ عَلَيْهِمُ الذِّلَّةُ أَيْنَ مَا ثُقِفُوْٓا إِلَّا بِحَبْلٍ مِّنَ اللّٰهِ وَحَبْلٍ مِّنَ النَّاسِ وَبَآءُوْ بِغَضَبٍ مِّنَ اللّٰهِ وَضُرِبَتْ عَلَيْهِمُ الْمَسْكَنَةُ ۚ ذٰلِكَ بِأَنَّهُمْ كَانُوْا يَكْفُرُوْنَ بِاٰيٰتِ اللّٰهِ وَيَقْتُلُوْنَ الْأَنْبِيَآءَ بِغَيْرِ حَقٍّ ۚ ذٰلِكَ بِمَا عَصَوْا وَّكَانُوْا يَعْتَدُوْنَ ﴿١١٣﴾

১১৪) সিহঁত সকলো একে নহয়; ধৰ্ম্মগ্ৰন্থ পোৱাবিলাকৰ ভিতৰত এটি দল আছে তেওঁলোক নিজৰ অঙ্গীকাৰত দৃঢ়, তেওঁলোকে আল্লাৰ আয়তসমূহ ৰাতি আবৃত্তি কৰে আৰু তেওঁলোকে আল্লাৰ আগত অৱনত হয়।

لَيْسُوْا سَوَآءً ۗ مِنْ أَهْلِ الْكِتٰبِ أُمَّةٌ قَآئِمَةٌ يَّتْلُوْنَ اٰيٰتِ اللّٰهِ اٰنَآءَ الَّيْلِ وَهُمْ يَسْجُدُوْنَ ﴿١١٤﴾

১১৫) তেওঁলোকে আল্লাত আৰু শেহদিনত বিশ্বাস কৰে আৰু সৎকাৰ্য্যলৈ আদেশ দিয়ে আৰু অসৎকাৰ্য্য নিষেধ কৰে আৰু সকলো প্ৰকাৰ সৎকাৰ্য্য সাধনত শীঘ্ৰে আগ বাঢ়ে; বাস্তৱতে এইসকলেই ধাৰ্ম্মিকসকলৰ ভিতৰৰ;

يُؤْمِنُوْنَ بِاللّٰهِ وَالْيَوْمِ الْاٰخِرِ وَيَأْمُرُوْنَ بِالْمَعْرُوْفِ وَيَنْهَوْنَ عَنِ الْمُنْكَرِ وَيُسَارِعُوْنَ فِي الْخَيْرٰتِ ۖ وَأُولٰٓئِكَ مِنَ الصّٰلِحِيْنَ ﴿١١٥﴾

১১৬) আৰু তেওঁলোকে যি সৎকাৰ্য্য সম্পাদন কৰে, বাস্তৱতে তাক অৱজ্ঞা কৰা নহ'ব; আৰু যিসকলে অসৎকাৰ্য্যৰ পৰা আঁতৰত থাকে আল্লাই তেওঁলোকক উত্তমৰূপে জানে।

وَمَا يَفْعَلُوا مِنْ خَيْرٍ فَلَنْ يُكْفَرُوهُ ۗ وَاللَّهُ عَلِيمٌ بِالْمُتَّقِينَ ﴿١١٥﴾

১১৭) বাস্তৱতে, যিবিলাকে অবিশ্বাস কৰে সিহঁতে সিহঁতৰ ধন-সম্পত্তি নাইবা সিহঁতৰ সন্তান-সন্ততিৰ পৰ আল্লাৰ বিৰুদ্ধে কোনো সহায় লাভ কৰিব নোৱাৰিব; আৰু এইবিলাকেই অগ্নিৰ অধিবাসী; সিহঁতে তাতেই স্থায়ীৰূপে বাস কৰিব।

إِنَّ الَّذِينَ كَفَرُوا لَنْ تُغْنِيَ عَنْهُمْ أَمْوَالُهُمْ وَلَا أَوْلَادُهُمْ مِنَ اللَّهِ شَيْئًا ۖ وَأُولَٰئِكَ أَصْحَابُ النَّارِ ۚ هُمْ فِيهَا خَالِدُونَ ﴿١١٦﴾

১১৮) এই পাৰ্থিব জীৱনত সিহঁতে যি ব্যয় কৰে সি এচাটি অত্যন্ত চেঁচা বতাহৰ প্ৰবাহৰ দৰে, সি নিজৰ অনিষ্টকাৰী মানুহবোৰৰ শস্য ক্ষেত্ৰত সোমাই তাক বিনাশ কৰে; আৰু আল্লাই সিহঁতক কোনো অন্যায় কৰা নাছিল সিহঁতে নিজেহে নিজৰ অন্যায় কৰে।

مَثَلُ مَا يُنْفِقُونَ فِي هَٰذِهِ الْحَيَاةِ الدُّنْيَا كَمَثَلِ رِيحٍ فِيهَا صِرٌّ أَصَابَتْ حَرْثَ قَوْمٍ ظَلَمُوا أَنْفُسَهُمْ فَأَهْلَكَتْهُ ۚ وَمَا ظَلَمَهُمُ اللَّهُ وَلَٰكِنْ أَنْفُسَهُمْ يَظْلِمُونَ ﴿١١٧﴾

১১৯) হে বিশ্বাসীসকল, তোমালোকৰ নিজ-লোকৰ বাহিৰে আন কাকো অন্তৰঙ্গ বন্ধুৰূপে গ্ৰহণ নকৰিবা, কিয়নো তোমালোকৰ অমঙ্গল সাধিবলৈ সিহঁতে অকণো যত্নৰ ত্ৰুটি নকৰিব; তোমালোক যাতে দুখকষ্টত পৰা এয়ে সিহঁতৰ অভিলাষ; সিহঁতৰ শত্ৰুতাৰ ভাব স্বৰূপতে সিহঁতৰ মুখেদি প্ৰকাশ পাইছে; আৰু সিহঁতৰ অন্তৰে যি গোপন কৰিছে সি তাতোকৈ গুৰুতৰ; আমি নিদৰ্শনসমূহ তোমালোকৰ মঙ্গলৰ কাৰণে স্পষ্টৰূপে ব্যক্ত কৰিছোঁ যদিহে তোমালোকে উপলব্ধি কৰা।

يَا أَيُّهَا الَّذِينَ آمَنُوا لَا تَتَّخِذُوا بِطَانَةً مِنْ دُونِكُمْ لَا يَأْلُونَكُمْ خَبَالًا وَدُّوا مَا عَنِتُّمْ قَدْ بَدَتِ الْبَغْضَاءُ مِنْ أَفْوَاهِهِمْ وَمَا تُخْفِي صُدُورُهُمْ أَكْبَرُ ۚ قَدْ بَيَّنَّا لَكُمُ الْآيَاتِ ۖ إِنْ كُنْتُمْ تَعْقِلُونَ ﴿١١٨﴾

১২০) চোৱাঁ! তোমালোকে সিহঁতক ভাল পোৱা কিন্তু সিহঁতে তোমালোকক ভাল নাপায়, অথচ তোমালোকে গোটেইখন গ্ৰন্থতে বিশ্বাস কৰা; আৰু যেতিয়া সিহঁত তোমালোকৰ সাক্ষাৎ হয় সিহঁতে কয়, আমি বিশ্বাস কৰোঁ; আৰু যেতিয়া

هَا أَنْتُمْ أُولَاءِ تُحِبُّونَهُمْ وَلَا يُحِبُّونَكُمْ وَتُؤْمِنُونَ بِالْكِتَابِ كُلِّهِ وَإِذَا لَقُوكُمْ قَالُوا آمَنَّا وَإِذَا خَلَوْا عَضُّوا عَلَيْكُمُ الْأَنَامِلَ مِنَ الْغَيْظِ ۚ قُلْ مُوتُوا

بِغَيْظِكُمْ ۗ إِنَّ اللَّهَ عَلِيمٌ بِذَاتِ الصُّدُورِ ﴿١١٩﴾

সিহঁত আঁতৰি যায় সিহঁতে তোমালোকৰ খঙত আঙুলি কামোৰে; কোৱাঁ, তহঁতে নিজেই নিজৰ খঙত মৰ! বাস্তৱতে আল্লাই অন্তৰৰ গোপনীয় ভাব বঢ়িয়াকৈ জানে।

إِن تَمْسَسْكُمْ حَسَنَةٌ تَسُؤْهُمْ وَإِن تُصِبْكُمْ سَيِّئَةٌ يَفْرَحُوا بِهَا ۖ وَإِن تَصْبِرُوا وَتَتَّقُوا لَا يَضُرُّكُمْ كَيْدُهُمْ شَيْئًا ۗ إِنَّ اللَّهَ بِمَا يَعْمَلُونَ مُحِيطٌ ﴿١٢٠﴾ ع

১২১) যদি তোমালোকৰ কোনো মঙ্গল সাধিত হয় তাত সিহঁতে বেজাৰ কৰে; আৰু যদি তোমালোকৰ কোনো অমঙ্গল ঘটে তাত সিহঁতে ৰং পায়; কিন্তু যদিহে তোমালোকে ধৈৰ্য্য ধৰা আৰু পাপৰ পৰা আঁতৰি থাকা, তেন্তে সিহঁতৰ দুৰভিসন্ধিয়ে তোমালোকৰ অলপো অনিষ্ট সাধন কৰিব নোৱাৰিব; বাস্তৱতে সিহঁতে যি কাৰ্য্য কৰে আল্লাই তাক আগুৰি ধৰে।

وَإِذْ غَدَوْتَ مِنْ أَهْلِكَ تُبَوِّئُ الْمُؤْمِنِينَ مَقَاعِدَ لِلْقِتَالِ ۗ وَاللَّهُ سَمِيعٌ عَلِيمٌ ﴿١٢١﴾

১২২) আৰু মনত পেলোৱাঁ যেতিয়া তুমি পুৱাতে নিজ পৰিয়ালৰ মাজৰ পৰা ওলাই আহি যুদ্ধৰ কাৰণে বিশ্বাসীসকলক বিভিন্ন ঠাইত স্থাপন কৰিছিলা; আৰু আল্লা শ্ৰেষ্ঠ শ্ৰোতা, সৰ্ব্বজ্ঞাতা।

إِذْ هَمَّت طَّائِفَتَانِ مِنكُمْ أَن تَفْشَلَا وَاللَّهُ وَلِيُّهُمَا ۗ وَعَلَى اللَّهِ فَلْيَتَوَكَّلِ الْمُؤْمِنُونَ ﴿١٢٢﴾

১২৩) যেতিয়া তোমালোকৰ ভিতৰৰ দুদলে কাপুৰুষতা প্ৰকাশ কৰি সঙ্কল্প কৰিছিল অথচ আল্লা আছিল সিহঁতৰ সহায় কৰোঁতা; বাস্তৱতে বিশ্বাসীসকলে আল্লাতেই নিৰ্ভৰ কৰা উচিত।

وَلَقَدْ نَصَرَكُمُ اللَّهُ بِبَدْرٍ وَأَنتُمْ أَذِلَّةٌ ۖ فَاتَّقُوا اللَّهَ لَعَلَّكُمْ تَشْكُرُونَ ﴿١٢٣﴾

১২৪) আৰু বাস্তৱিকতে ইয়াৰ আগেয়ে যেতিয়া তোমালোক দুৰ্ব্বল আছিলা আল্লাই তোমালোকক বদৰত সহায় কৰিছিল; গতিকে আল্লালৈ ভয় ৰাখাঁ, যাতে তোমালোক কৃতজ্ঞ হোৱা;

إِذْ تَقُولُ لِلْمُؤْمِنِينَ أَلَن يَكْفِيَكُمْ أَن يُمِدَّكُمْ رَبُّكُم بِثَلَاثَةِ آلَافٍ مِّنَ الْمَلَائِكَةِ مُنزَلِينَ ﴿١٢٤﴾

১২৫) যেতিয়া তুমি (হে নবী) বিশ্বাসীসকলক কৈছিলা, তোমালোকৰ প্ৰভুৱে তিনিহাজাৰ ফিৰিশ্তাক নমাই পঠিয়াই তোমালোকক সহায় কৰিলে ই তোমালোকৰ পক্ষে যথেষ্ট নহ'বনে?

بَلَىٰ ۚ إِن تَصْبِرُوا وَتَتَّقُوا وَيَأْتُوكُم مِّن فَوْرِهِمْ

১২৬) কিয় নহ'ব, যদি তোমালোকে ধৈৰ্য্য

هٰذَا يُمْدِدْكُمْ رَبُّكُمْ بِخَمْسَةِ اٰلٰفٍ مِّنَ الْمَلٰٓئِكَةِ
مُسَوِّمِيْنَ ﴿١٢٦﴾ ربع

ধৰা আৰু অসৎকাৰ্য্যৰ পৰা আঁতৰত থাকা আৰু সিহঁত ততাতৈয়াকৈ তোমালোকৰ কাষ চাপে তোমালোকৰ প্ৰভুৱে ভীষণ আক্ৰমণকাৰী পাঁচ হাজাৰ ফিৰিশ্তাৰে সৈতে তোমালোকক সহায় কৰিব।

وَمَا جَعَلَهُ اللّٰهُ اِلَّا بُشْرٰى لَكُمْ وَلِتَطْمَئِنَّ قُلُوْبُكُمْ بِهٖ ؕ
وَمَا النَّصْرُ اِلَّا مِنْ عِنْدِ اللّٰهِ الْعَزِيْزِ الْحَكِيْمِ ﴿١٢٧﴾

১২৭) আৰু আল্লাই তোমালোকৰ নিমিত্তে শুভ সংবাদ স্বৰূপ, আৰু তোমালোকৰ অন্তৰে যাতে ইয়াৰ দ্বাৰা শান্তি পাব পাৰে এই উদ্দেশ্যে এনে বিধান কৰিছিল ; আৰু নিশ্চয় একমাত্ৰ পৰাক্ৰম-শালী, শ্ৰেষ্ঠ জ্ঞানী আল্লাৰ পাৰাহে মাথোন সহায় আহে—

لِيَقْطَعَ طَرَفًا مِّنَ الَّذِيْنَ كَفَرُوْٓا اَوْ يَكْبِتَهُمْ فَيَنْقَلِبُوْا
خَآئِبِيْنَ ﴿١٢٨﴾

১২৮) যাতে তেওঁ অবিশ্বাসীবিলাকৰ এদলক ধ্বংস কৰে নাইবা সিহঁতক পৰাস্ত কৰে; ফলত সিহঁত বিফল মনোৰথ হৈ উভতি যাব।

لَيْسَ لَكَ مِنَ الْاَمْرِ شَيْءٌ اَوْ يَتُوْبَ عَلَيْهِمْ اَوْ يُعَذِّبَهُمْ
فَاِنَّهُمْ ظٰلِمُوْنَ ﴿١٢٩﴾

১২৯) এই বিষয়ত তোমাৰ কৰিব লগীয়া একো নাই, তেওঁ সিহঁতৰ প্ৰতি কৃপাদৃষ্টি কৰে বা সিহঁতক শাস্তিয়েই দিয়ে, কাৰণ সিহঁত বাস্তৱতে অন্যায়-কাৰী।

وَلِلّٰهِ مَا فِي السَّمٰوٰتِ وَمَا فِي الْاَرْضِ ؕ يَغْفِرُ لِمَنْ
يَّشَآءُ وَيُعَذِّبُ مَنْ يَّشَآءُ ؕ وَاللّٰهُ غَفُوْرٌ رَّحِيْمٌ ﴿١٣٠﴾ ع

১৩০) আৰু আকাশত থকা আৰু পৃথিৱীত থকা সকলো আল্লাৰ ; তেওঁ যাকে ইচ্ছা তাকেই ক্ষমা কৰে আৰু যাকে ইচ্ছা তাকেই শাস্তি দিয়ে ; আৰু আল্লাই শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানশীল।

يٰٓاَيُّهَا الَّذِيْنَ اٰمَنُوْا لَا تَاْكُلُوا الرِّبٰوٓا اَضْعَافًا مُّضٰعَفَةً ۪
وَاتَّقُوا اللّٰهَ لَعَلَّكُمْ تُفْلِحُوْنَ ﴿١٣١﴾

১৩১) হে বিশ্বাসীসকল, কেইবাগুণো বঢ়াই সুদ নলবা ; আৰু আল্লালৈ ভয় ৰাখাঁ, যাতে তোমালোক কৃতাৰ্থ হ'ব পাৰা।

وَاتَّقُوا النَّارَ الَّتِيْٓ اُعِدَّتْ لِلْكٰفِرِيْنَ ﴿١٣٢﴾

১৩২) আৰু নৰকৰ অগ্নিলৈ ভয় কৰাঁ, সেই অগ্নিক অবিশ্বাসীবিলাকৰ নিমিত্তে সাজু ৰখা হৈছে।

وَاَطِيْعُوا اللّٰهَ وَالرَّسُوْلَ لَعَلَّكُمْ تُرْحَمُوْنَ ۝١٣٢

১৩৩) আৰু আল্লাৰ আৰু ৰচুলৰ আজ্ঞা পালন কৰাঁ যাতে তোমালোক তেওঁৰ করুণাভাজন হোৱা।

وَ سَارِعُوْٓا اِلٰى مَغْفِرَةٍ مِّنْ رَّبِّكُمْ وَجَنَّةٍ عَرْضُهَا السَّمٰوٰتُ وَالْاَرْضُ اُعِدَّتْ لِلْمُتَّقِيْنَ ۝١٣٣

১৩৪) আৰু তোমালোকৰ পালনকৰ্ত্তাৰ ক্ষমাৰ পিনে আৰু ধৰ্ম্মভীৰুসকলৰ নিমিত্তে সাজু ৰখা, আকাশ আৰু পৃথিৱী ব্যাপি থকা স্বৰ্গৰ ফাললৈ সত্বৰে হ'বলৈ চেষ্টা কৰাঁ ঃ

الَّذِيْنَ يُنْفِقُوْنَ فِى السَّرَّآءِ وَالضَّرَّآءِ وَالْكٰظِمِيْنَ الْغَيْظَ وَالْعَافِيْنَ عَنِ النَّاسِ ؕ وَاللّٰهُ يُحِبُّ الْمُحْسِنِيْنَ ۝١٣٤

১৩৫) যিসকলে (আল্লাৰ পথত) সুখৰ দিনত আৰু দুখৰ কালত ব্যয় কৰে, আৰু যিসকল ক্ৰোধ সম্বৰণকাৰী অৰু মানুহৰ নিমিত্তে ক্ষমাশীল ; আৰু যিসকলে সজকাম কৰে সেইসকলক আল্লাই ভাল পায়।

وَالَّذِيْنَ اِذَا فَعَلُوْا فَاحِشَةً اَوْ ظَلَمُوْٓا اَنْفُسَهُمْ ذَكَرُوا اللّٰهَ فَاسْتَغْفَرُوْا لِذُنُوْبِهِمْ ۪ وَمَنْ يَّغْفِرُ الذُّنُوْبَ اِلَّا اللّٰهُ ۪۟ وَلَمْ يُصِرُّوْا عَلٰى مَا فَعَلُوْا وَهُمْ يَعْلَمُوْنَ ۝١٣٥

১৩৬) আৰু যেতিয়াই সিহঁতে কোনো নিৰ্গত কাম কৰে বা নিজ আত্মাৰ অন্যায় কৰে, তেতিয়াই আল্লাক স্মৰণ কৰে, পিছত নিজ পাপৰ কাৰণে ক্ষমা বিচাৰে ; আৰু আল্লাৰ বাহিৰে কোনে পাপাৰ ক্ষমা দান কৰে ?—আৰু সিহঁতে যি কাৰ্য্য কৰিছিল তাত জানি শুনি দৃঢ়ভাৱে আৱদ্ধ হৈ নাথাকে ;

اُولٰٓئِكَ جَزَآؤُهُمْ مَّغْفِرَةٌ مِّنْ رَّبِّهِمْ وَجَنّٰتٌ تَجْرِىْ مِنْ تَحْتِهَا الْاَنْهٰرُ خٰلِدِيْنَ فِيْهَا ؕ وَنِعْمَ اَجْرُ الْعٰمِلِيْنَ ۝١٣٦

১৩৭) সেইসকলৰ প্ৰতিদান তেওঁলোকৰ পালন-কৰ্ত্তাৰ পৰা অহা ক্ষমা আৰু তলেদি জুৰি বৈ যোৱা উদ্যানসমূহ ; তাতেই তেওঁলোক স্থায়ীৰূপে বাস কৰিব ; বাস্তৱতে সৎকৰ্ম্মীসকলৰ কি উত্তম প্ৰতিদান !

قَدْ خَلَتْ مِنْ قَبْلِكُمْ سُنَنٌ ۙ فَسِيْرُوْا فِى الْاَرْضِ فَانْظُرُوْا كَيْفَ كَانَ عَاقِبَةُ الْمُكَذِّبِيْنَ ۝١٣٧

১৩৮) তোমালোকৰ আগেয়ে বিভিন্ন নীতি আৰু বিৰান প্ৰচলন হৈ গৈছে ; গতিকে তোমালোকে পৃথিৱীত ভ্ৰমণ কৰাঁ, আৰু লক্ষ্য কৰাঁ (নবী-সকলক) মিথ্যাবাদী বুলি কোৱা মানুহৰ পৰিণাম কি হ'ল।

১৩৯) ই মানৱৰ নিমিত্তে সুস্পষ্ট বাণী আৰু ধাৰ্ম্মিকসকলৰ পথ-প্ৰদৰ্শন আৰু উপদেশ স্বৰূপ।

هٰذَا بَيَانٌ لِّلنَّاسِ وَهُدًى وَّمَوْعِظَةٌ لِّلْمُتَّقِيْنَ ﴿١٣٨﴾

১৪০) আৰু তোমালোক হতাশ নহবা আৰু শোকো প্ৰকাশ নকৰিবা; আৰু যদিহে বিশ্বাসী হোৱা বাস্তৱতে তোমালোকেই শ্ৰেষ্ঠ হবা।

وَلَا تَهِنُوْا وَلَا تَحْزَنُوْا وَاَنْتُمُ الْاَعْلَوْنَ اِنْ كُنْتُمْ مُّؤْمِنِيْنَ ﴿١٣٩﴾

১৪১) যদি তোমালোকৰ কোনো আঘাত লাগে, (তেন্তে জানিবা) সেই জাতিৰো স্বৰূপতে সেইৰূপ আঘাত লাগিছিল; আৰু এই দিন-কালকেই আমি মানুহৰ মাজত প্ৰৰৰ্ত্তন কৰাওঁ,—অৰু ইয়াৰ উদ্দেশ্য,যাতে বিশ্বাসীসকলক আল্লাই সুকীয়াকৈ জানিব পাৰে, আৰু তোমালোকৰ কিছুমানক সাহায্যকাৰীৰূপে গ্ৰহণ কৰিব পাৰে; সীমা-লঙ্ঘনকাৰীবিলাকক বাস্তৱতে আল্লাই ভাল নাপায়;

اِنْ يَّمْسَسْكُمْ قَرْحٌ فَقَدْ مَسَّ الْقَوْمَ قَرْحٌ مِّثْلُهٗ ؕ وَتِلْكَ الْاَيَّامُ نُدَاوِلُهَا بَيْنَ النَّاسِ ۚ وَلِيَعْلَمَ اللّٰهُ الَّذِيْنَ اٰمَنُوْا وَيَتَّخِذَ مِنْكُمْ شُهَدَآءَ ؕ وَاللّٰهُ لَا يُحِبُّ الظّٰلِمِيْنَ ۙ ﴿١٤٠﴾

১৪২) আৰু (এই উদ্দেশ্য), যাতে আল্লাই বিশ্বাসীসকলক পৱিত্ৰ কৰে আৰু অবিশ্বাসী-বিলাকক বিনাশ কৰে।

وَلِيُمَحِّصَ اللّٰهُ الَّذِيْنَ اٰمَنُوْا وَيَمْحَقَ الْكٰفِرِيْنَ ﴿١٤١﴾

১৪৩) তোমালোকে অনুমান কৰিছানে, তোমা-লোকে স্বৰ্গৰ ভিতৰত প্ৰৱেশ কৰিবা, অথচ আল্লাই এতিয়াও তোমালোকৰ ভিতৰৰ যিসকল কঠোৰ পৰিশ্ৰমী তেওঁলোকক সুকীয়াকৈ জানি লোৱা নাই আৰু ধৈৰ্য্যশীল সকলকো পৰীক্ষা কৰা নাই।

اَمْ حَسِبْتُمْ اَنْ تَدْخُلُوا الْجَنَّةَ وَلَمَّا يَعْلَمِ اللّٰهُ الَّذِيْنَ جٰهَدُوْا مِنْكُمْ وَيَعْلَمَ الصّٰبِرِيْنَ ﴿١٤٢﴾

১৪৪) আৰু বাস্তৱতে তোমালোক মৃত্যুৰ সন্মুখীন হোৱাৰ আগতে তাৰ আকাঙ্খা কৰি-ছিলা; পিছত তোমালোকে সেই মৃত্যুক নিজ চকুৰে দেখা পালা।

وَلَقَدْ كُنْتُمْ تَمَنَّوْنَ الْمَوْتَ مِنْ قَبْلِ اَنْ تَلْقَوْهُ ۪ فَقَدْ رَاَيْتُمُوْهُ وَاَنْتُمْ تَنْظُرُوْنَ ﴿١٤٣﴾ ع

১৪৫) আৰু মহম্মদ এজন ৰচুল মাথোন; তেওঁৰ আগেয়েও আন ৰচুলসকলে (সংসাৰ) এৰি গৈছে; এতেকে যদি তেওঁৰ মৃত্যু ঘটে বা তেওঁক হত্যা কৰা হয় তেন্তে তোমালোকে পিছ হোঁহোকিবানে?

وَمَا مُحَمَّدٌ اِلَّا رَسُوْلٌ ۚ قَدْ خَلَتْ مِنْ قَبْلِهِ الرُّسُلُ ؕ اَفَاۡئِنْ مَّاتَ اَوْ قُتِلَ انْقَلَبْتُمْ عَلٰۤى اَعْقَابِكُمْ ؕ وَمَنْ

আৰু যি পিছ হোঁহোকে সি আল্লাৰ কদাপি অলপো অনিষ্ট কৰিব নোৱাৰিব; আৰু নিশ্চয় আল্লাই কৃতজ্ঞসকলক প্ৰতিদান দিব।

يَنْقَلِبْ عَلٰى عَقِبَيْهِ فَلَنْ يَّضُرَّ اللّٰهَ شَيْـًٔا ۗ وَسَيَجْزِي اللّٰهُ الشّٰكِرِيْنَ ﴿٤٥﴾

১৪৬) আৰু আল্লাৰ বিনা আদেশে কোনো প্ৰাণীৰ মৰণ হ'ব নোৱাৰে — জীৱন আৰু মৰণ নিৰ্দিষ্ট সময়ৰ বিধান; আৰু যি ইহলোকৰ মঙ্গল কামনা কৰে আমি তাক তাৰ ভাগ প্ৰদান কৰিম, কিন্তু যি পৰলোকৰ মঙ্গল কামনা কৰে আমি তাক তাৰ ভাগ দিম; আৰু নিশ্চয় কৃতজ্ঞসকলক আমি প্ৰতিদান দিম।

وَمَا كَانَ لِنَفْسٍ اَنْ تَمُوْتَ اِلَّا بِاِذْنِ اللّٰهِ كِتٰبًا مُّؤَجَّلًا ۗ وَمَنْ يُّرِدْ ثَوَابَ الدُّنْيَا نُؤْتِهٖ مِنْهَا ۚ وَمَنْ يُّرِدْ ثَوَابَ الْاٰخِرَةِ نُؤْتِهٖ مِنْهَا ۗ وَسَنَجْزِي الشّٰكِرِيْنَ ﴿٤٦﴾

১৪৭) আৰু কত নবী অতীতত আহি গৈছে, সেইসকলৰ লগত বহু প্ৰভুপৰায়ণ লোকে যুঁজ কৰিছিল; পিছত আল্লাৰ পথত তেওঁলোকক যি বিপদে স্পৰ্শ কৰিছিল তাৰ বাবে তেওঁলোক হতাশ হৈ পৰা নাছিল, আৰু দুৰ্ব্বলতাও প্ৰকাশ কৰা নাছিল, আৰু শত্ৰুৰ আগত অপমানিত হোৱা নাছিল;: বাস্তৱতে আল্লাই ধৈৰ্য্যশীল সকলক ভাল পায়।

وَكَاَيِّنْ مِّنْ نَّبِيٍّ قٰتَلَ ۙ مَعَهٗ رِبِّيُّوْنَ كَثِيْرٌ ۚ فَمَا وَهَنُوْا لِمَآ اَصَابَهُمْ فِيْ سَبِيْلِ اللّٰهِ وَمَا ضَعُفُوْا وَمَا اسْتَكَانُوْا ۗ وَاللّٰهُ يُحِبُّ الصّٰبِرِيْنَ ﴿٤٧﴾

১৪৮) আৰু তেওঁলোকে এইদৰেই কৈ আছিল, হে আমাৰ প্ৰভু, আমাৰ ত্ৰুটি আৰু আমাৰ কাৰ্য্যৰ অতিৰিক্ততা মাৰ্জ্জনা কৰাঁ, আৰু আমাৰ খোজ দৃঢ় কৰাঁ, আৰু অবিশ্বাসীবিলাকৰ বিৰুদ্ধে আমাক সহায় কৰা।

وَمَا كَانَ قَوْلَهُمْ اِلَّآ اَنْ قَالُوْا رَبَّنَا اغْفِرْ لَنَا ذُنُوْبَنَا وَاِسْرَافَنَا فِيْٓ اَمْرِنَا وَثَبِّتْ اَقْدَامَنَا وَانْصُرْنَا عَلَى الْقَوْمِ الْكٰفِرِيْنَ ﴿٤٨﴾

১৪৯) সেইমতে আল্লাই তেওঁলোকক ইহলোকৰ মঙ্গল আৰু পৰলোকৰ শ্ৰেষ্ঠতৰ মঙ্গল প্ৰদান কৰিলে: বাস্তৱতে আল্লাই সৎকৰ্ম্মীসকলক ভাল পায়।

فَاٰتٰىهُمُ اللّٰهُ ثَوَابَ الدُّنْيَا وَحُسْنَ ثَوَابِ الْاٰخِرَةِ ۗ وَاللّٰهُ يُحِبُّ الْمُحْسِنِيْنَ ﴿٤٩﴾ ع

১৫০) হে বিশ্বাসীসকল, যদি তোমালোক অবিশ্বাসীবিলাকৰ বাধ্য হৈ চলা, সিহঁতে তোমালোকক পিছলৈ ওভোতাব, ফলত তোমালোক ক্ষতিগ্ৰস্ত হবা।

يٰٓاَيُّهَا الَّذِيْنَ اٰمَنُوْٓا اِنْ تُطِيْعُوا الَّذِيْنَ كَفَرُوْا يَرُدُّوْكُمْ عَلٰٓى اَعْقَابِكُمْ فَتَنْقَلِبُوْا خٰسِرِيْنَ ﴿٥٠﴾

১৫১) বৰং, আল্লাই তোমালোকৰ গৰাকী আৰু তেৱেঁই শ্ৰেষ্ঠ সাহায্যকাৰী।

بَلِ اللّٰهُ مَوْلٰىكُمْ ۚ وَهُوَ خَيْرُ النّٰصِرِيْنَ ﴿١٥١﴾

১৫২) যিবিলাক অবিশ্বাসী নিশ্চয় আমি সিহঁতৰ অন্তৰত বিভীষিকাৰ সঞ্চাৰ কৰিম, কাৰণ সিহঁতে অইনক আল্লাৰ সমান পাতিছিল, যদিও তেওঁ সেই বিষয়ৰ সমৰ্থনত কোনো প্ৰমাণ অৱতীৰ্ণ কৰা নাই ; আৰু সিহঁতৰ আশ্ৰয়স্থান নৰকৰ অগ্নি ; বাস্তৱতে অন্যায়কাৰীবিলাক ৰাসস্থান কেনে নিকৃষ্ট !

سَنُلْقِيْ فِيْ قُلُوْبِ الَّذِيْنَ كَفَرُوا الرُّعْبَ بِمَآ اَشْرَكُوْا بِاللّٰهِ مَا لَمْ يُنَزِّلْ بِهٖ سُلْطٰنًا ۚ وَمَاْوٰىهُمُ النَّارُ ؕ وَبِئْسَ مَثْوَى الظّٰلِمِيْنَ ﴿١٥٢﴾

১৫৩) আৰু যেতিয়া তোমালোকে তেওঁৰ আদেশ মতে সিহঁতক সমূলি নিৰ্স্মূল কৰিছিলা বাস্তৱতে আল্লাই তোমালোকৰ প্ৰতি নিজ প্ৰতিশ্ৰুতি পূৰ্ণ কৰিছিল ; পিছত তোমালোক বিচলিত হৈছিলা আৰু ৰছুলৰ আজ্ঞা সম্বন্ধে বিবাদ কৰিছিলা, আৰু তোমালোকৰ যি বাঞ্ছা কৰিছিলা তাক তেওঁ তোমালোকক প্ৰদৰ্শন কৰাৰ পিছতো অবাধ্য হৈছিলা ; তোমালোকৰ মাজত কিছুমান আছিল, সিহঁতে ইহলোকৰ আকাঙ্ক্ষা কৰিছিল ; আৰু তোমালোকৰ মাজত আৰু কিছুমান আছিল, সিহঁতে পৰলোকৰ আকাঙ্ক্ষা কৰিছিল ; পিছত তেওঁ তোমালোকক সিহঁতৰ পৰা পৰাঙ্মুখ কৰিলে যাতে তেওঁ তোমালোকৰ পৰীক্ষা লয় ; আৰু স্বৰূপতে তেওঁ তোমালোকৰ অপৰাধ মাৰ্জ্জনা কৰিছে ; বাস্তৱতে আল্লা বিশ্বাসীসকলৰ প্ৰতি কৃপালু।

وَلَقَدْ صَدَقَكُمُ اللّٰهُ وَعْدَهٗۤ اِذْ تَحُسُّوْنَهُمْ بِاِذْنِهٖ ۚ حَتّٰۤى اِذَا فَشِلْتُمْ وَتَنَازَعْتُمْ فِى الْاَمْرِ وَعَصَيْتُمْ مِّنْۢ بَعْدِ مَاۤ اَرٰىكُمْ مَّا تُحِبُّوْنَ ؕ مِنْكُمْ مَّنْ يُّرِيْدُ الدُّنْيَا وَمِنْكُمْ مَّنْ يُّرِيْدُ الْاٰخِرَةَ ۚ ثُمَّ صَرَفَكُمْ عَنْهُمْ لِيَبْتَلِيَكُمْ ۚ وَلَقَدْ عَفَا عَنْكُمْ ؕ وَاللّٰهُ ذُوْ فَضْلٍ عَلَى الْمُؤْمِنِيْنَ ﴿١٥٣﴾

১৫৪) যেতিয়া তোমালোক ওপৰলৈ ল'ৰি গৈছিলা আৰু কালৈকো উলটি নাচাইছিলা, অথচ ৰছুলে শেহৰ শাৰীৰ পৰা তোমালোকক আহ্বান কৰি আছিল, তেতিয়া তেওঁ তোমালোকক শোকৰ উপৰি শোক ভোগাইছিল, যাতে তোমালোকে তোমালোকৰ যি ক্ষতি হৈছিল নাইবা তোমা-লোকক যি স্পৰ্শ কৰিছিল তাৰ বাবে যেন পিছত

اِذْ تُصْعِدُوْنَ وَلَا تَلْوٗنَ عَلٰۤى اَحَدٍ وَّالرَّسُوْلُ يَدْعُوْكُمْ فِيْۤ اُخْرٰىكُمْ فَاَثَابَكُمْ غَمًّاۢ بِغَمٍّ لِّكَيْلَا تَحْزَنُوْا عَلٰى مَا فَاتَكُمْ وَلَا مَاۤ اَصَابَكُمْ ؕ وَاللّٰهُ خَبِيْرٌ

بِمَا تَعۡمَلُوۡنَ ﴿۱۵۴﴾

বেজাৰ নকৰা ; আৰু তোমালোকে যি কাৰ্য্য কৰা আল্লাই তাক বঢ়িয়াকৈ জানে।

ثُمَّ اَنۡزَلَ عَلَيۡكُمۡ مِّنۡۢ بَعۡدِ الۡغَمِّ اَمَنَةً نُّعَاسًا يَّغۡشٰى طَآٮِٕفَةً مِّنۡكُمۡ‌ۙ وَطَآٮِٕفَةٌ قَدۡ اَهَمَّتۡهُمۡ اَنۡفُسُهُمۡ يَظُنُّوۡنَ بِاللّٰهِ غَيۡرَ الۡحَـقِّ ظَنَّ الۡجَـاهِلِيَّةِ‌ؕ يَقُوۡلُوۡنَ هَلۡ لَّنَا مِنَ الۡاَمۡرِ مِنۡ شَىۡءٍ‌ؕ قُلۡ اِنَّ الۡاَمۡرَ كُلَّهٗ لِلّٰهِ‌ؕ يُخۡفُوۡنَ فِىۡۤ اَنۡفُسِهِمۡ مَّا لَا يُبۡدُوۡنَ لَكَ‌ؕ يَقُوۡلُوۡنَ لَوۡ كَانَ لَنَا مِنَ الۡاَمۡرِ شَىۡءٌ مَّا قُتِلۡنَا هٰهُنَا ‌ؕ قُلۡ لَّوۡ كُنۡتُمۡ فِىۡ بُيُوۡتِكُمۡ لَبَرَزَ الَّذِيۡنَ كُتِبَ عَلَيۡهِمُ الۡقَتۡلُ اِلٰى مَضَاجِعِهِمۡ‌ۚ وَلِيَبۡتَلِىَ اللّٰهُ مَا فِىۡ صُدُوۡرِكُمۡ وَلِيُمَحِّصَ مَا فِىۡ قُلُوۡبِكُمۡ‌ؕ وَاللّٰهُ عَلِيۡمٌۢ بِذَاتِ الصُّدُوۡرِ ﴿۱۵۵﴾

১৫৫) তাৰ পিছত তেওঁ শোকৰ ঠাইত তোমালোকলৈ তন্দ্ৰাস্বৰূপ শান্তি অৱতাৰণ কৰিলে, সেয়ে তোমালোকৰ ভিতৰত এদলক আবৰি ধৰিছিল; আৰু আন এদলো আছিল যি নিজ প্ৰাণৰ চিন্তাতেই উদ্বিগ্ন হৈ পৰিছিল; সিহঁতে অন্যায়ৰূপে আল্লাৰ সম্বন্ধে অজ্ঞতাৰ ধাৰণা পোষণ কৰিছিল; সিহঁতে কৈছিল, শাসনত আমাৰ কোনো ভাগ আছেনে? কোৱাঁ, বাস্তৱতে শাসন সমূলি আল্লাৰ; সিহঁতে নিজ অন্তৰত যি গোপন ৰাখে তাক তোমাৰ আগত প্ৰকাশ নকৰে; সিহঁতে কয়ঃ শাসনত আমাৰ কোনো ভাগ থকা হলে আমি এই ঠাইত নিহত নহলোঁ হেঁতেন; কোৱাঁ, যদি তোমালোকে নিজৰ ঘৰতেই অৱস্থান কৰিলাহেঁতেন তেতিয়াও যাৰ সম্বন্ধে নিহত হোৱা লিপিবদ্ধ আছিল সিহঁতে নিশ্চয় নিজ পতনৰ ঠাইলৈকে নিজেই ওলাই আহিলহেঁতেন; উদ্দেশ্য এই, তোমালোকৰ হিয়াত যি আছিল যেন তাকে পৰীক্ষা কৰে আৰু তোমালোকৰ অন্তৰত যি আছিল তাকে যেন নিৰ্ম্মল কৰে; আৰু হৃদয়ৰ গোপনীয় ভাব সমূহ আল্লাই বঢ়িয়াকৈ জানে।

اِنَّ الَّذِيۡنَ تَوَلَّوۡا مِنۡكُمۡ يَوۡمَ الۡتَقَى الۡجَمۡعٰنِ ۙ اِنَّمَا اسۡتَزَلَّهُمُ الشَّيۡطٰنُ بِبَعۡضِ مَا كَسَبُوۡا‌ ۚ وَلَقَدۡ عَفَا اللّٰهُ عَنۡهُمۡ‌ؕ اِنَّ اللّٰهَ غَفُوۡرٌ حَلِيۡمٌ ﴿۱۵۶﴾ ع

১৫৬). বাস্তৱতে দুদল সৈন্য যুদ্ধত পৰস্পৰ মুখামুখি হোৱাৰ দিনা তোমালোকৰ যিবিলাক পৰাঙমুখ হৈছিল সিহঁতে যি অন্যায় আৰ্জ্জিছিল তাৰ বাবে ছয়তানে সিহঁতক বিচলিত কৰিছিল; আৰু স্বৰূপতে আল্লাই সিহঁতৰ অপৰাধ মাৰ্জ্জনা কৰিছে; নিশ্চয় আল্লা শ্ৰেষ্ঠ ক্ষমাশীল, সহিষ্ণু।

يٰۤاَيُّهَا الَّذِيۡنَ اٰمَنُوۡا لَا تَكُوۡنُوۡا كَالَّذِيۡنَ كَفَرُوۡا وَقَالُوۡا لِاِخۡوَانِهِمۡ اِذَا ضَرَبُوۡا فِى الۡاَرۡضِ اَوۡ كَانُوۡا غُزًّى لَّوۡ

১৫৭) হে বিশ্বাসীসকল, যিবিলাকে অবিশ্বাস কৰিছে আৰু যিবিলাকে সিহঁতৰ ভ্ৰাতৃবৰ্গ দেশ ভ্ৰমণ বা যুদ্ধলৈ ওলাওঁতে সিহঁতৰ সম্বন্ধে কয়, আমাৰ লগত থকা হলে সিহঁত মৃত্যুৰ মুখত

كَانُوا عِنْدَنَا مَا مَاتُوا وَمَا قُتِلُوا لِيَجْعَلَ اللّٰهُ ذٰلِكَ حَسْرَةً فِي قُلُوبِهِمْ ۗ وَاللّٰهُ يُحْيِي وَيُمِيتُ ۗ وَاللّٰهُ بِمَا تَعْمَلُونَ بَصِيرٌ ﴿١٥٦﴾

নপৰিলহেঁতেন আৰু নিহতো নহ'লহেঁতেন, সেইবিলাকৰ নিচিনা নহবা; পিছত আল্লাই ইয়াকেই সিহঁতৰ অন্তঃকৰণত শোকৰ কাৰণ কৰি তুলিছে; আৰু আল্লাই জীৱন দান কৰে আৰু সংহাৰো কৰে; আৰু তোমালোকে যিহকে কৰা আল্লাই তাক নিৰীক্ষণ কৰে।

وَلَئِنْ قُتِلْتُمْ فِي سَبِيلِ اللّٰهِ أَوْ مُتُّمْ لَمَغْفِرَةٌ مِنَ اللّٰهِ وَرَحْمَةٌ خَيْرٌ مِمَّا يَجْمَعُونَ ﴿١٥٧﴾

১৫৮) আৰু যদি আল্লাৰ পথত তোমালোক নিহত হোৱা বা তোমালোকৰ মৃত্যু ঘটে, তেন্তে নিশ্চয় আল্লাৰ ক্ষমা আৰু কৰুণা সিহঁতে যি সঞ্চয় কৰিছিল তাতোকৈ শ্ৰেষ্ঠ।

وَلَئِنْ مُتُّمْ أَوْ قُتِلْتُمْ لَإِلَى اللّٰهِ تُحْشَرُونَ ﴿١٥٨﴾

১৫৯) আৰু যদি তোমালোকৰ মৃত্যু ঘটে বা তোমালোকে নিহত হোৱা, নিশ্চয় তোমালোকৰ সকলোকেই আল্লাৰ কাষত সমবেত কৰা হ'ব।

فَبِمَا رَحْمَةٍ مِنَ اللّٰهِ لِنْتَ لَهُمْ ۖ وَلَوْ كُنْتَ فَظًّا غَلِيظَ الْقَلْبِ لَانْفَضُّوا مِنْ حَوْلِكَ ۖ فَاعْفُ عَنْهُمْ وَاسْتَغْفِرْ لَهُمْ وَشَاوِرْهُمْ فِي الْأَمْرِ ۖ فَإِذَا عَزَمْتَ فَتَوَكَّلْ عَلَى اللّٰهِ ۚ إِنَّ اللّٰهَ يُحِبُّ الْمُتَوَكِّلِينَ ﴿١٥٩﴾

১৬০) পিছত তুমি যে সিহঁতৰ প্ৰতি মৰমিয়াল হবা ই আল্লাৰ কৰুণা ; কিন্তু যদি তুমি অশিষ্ট আৰু কঠিন অন্তঃকৰণৰ হলা হেঁতেন তেন্তে নিশ্চয় সিহঁত তোমাৰ কাষৰ পৰা ছেদেলি ভেদেলি হৈ পৰিল হেঁতেন ; গতিকে সিহঁতৰ অপৰাধ মাৰ্জ্জনা কৰাঁ আৰু সিহঁতৰ কাৰণে আল্লাৰ পৰা ক্ষমা ভিক্ষা কৰাঁ; আৰু শাসন কাৰ্য্যত সিহঁতৰ লগত পৰামৰ্শ কৰিবা; পিছত যেতিয়া তুমি কোনো কাৰ্য্যৰ সঙ্কল্প কৰা, তেতিয়া আল্লাৰ ওপৰত নিৰ্ভৰ কৰিবা; বাস্তৱতে যিসকলে তেওঁতে নিৰ্ভৰ কৰে আল্লাই তেওঁলোকক ভাল পায়।

إِنْ يَنْصُرْكُمُ اللّٰهُ فَلَا غَالِبَ لَكُمْ ۖ وَإِنْ يَخْذُلْكُمْ فَمَنْ ذَا الَّذِي يَنْصُرُكُمْ مِنْ بَعْدِهِ ۗ وَعَلَى اللّٰهِ فَلْيَتَوَكَّلِ الْمُؤْمِنُونَ ﴿١٦٠﴾

১৬১) যদি আল্লাই তোমালোকক সহায় কৰে, তেন্তে কোনেও তোমালোকক পৰাজয় কৰিব নোৱাৰিব, আৰু যদিহে তেওঁ তোমালোকক নিঃসহায় কৰি এৰি দিয়ে তেন্তে তেওঁত ভিন্ন এনে কোন আছে যি তোমালোকক সহায় কৰিব? বাস্তৱতে বিশ্বাসীসকলৰ কৰ্ত্তব্য হৈছে একমাত্ৰ আল্লাতেই নিৰ্ভৰ কৰা।

১৬২) আৰু কোনো নবীৰ পক্ষে বিশ্বাসঘাতকী হোৱা সম্ভৱপৰ নহয়; আৰু যেয়ে বিশ্বাসঘাতকী হয় সেয়ে পুনৰুত্থানৰ দিনত নিজ বিশ্বাসঘাতকতাৰ কাৰ্য্য দাঙি ধৰিব; পিছত প্ৰত্যেক আত্মাকেই নিজ অৰ্জ্জনৰ প্ৰতিফল সম্পূৰ্ণৰূপে প্ৰদান কৰা হ'ব, আৰু সিহঁতৰ কোনো অন্যায় কৰা নহ'ব।

وَمَا كَانَ لِنَبِيٍّ أَنْ يَغُلَّ ۚ وَمَنْ يَغْلُلْ يَأْتِ بِمَا غَلَّ يَوْمَ الْقِيَامَةِ ۚ ثُمَّ تُوَفَّىٰ كُلُّ نَفْسٍ مَا كَسَبَتْ وَهُمْ لَا يُظْلَمُونَ ﴿١٦٢﴾

১৬৩) কি! যিজনে আল্লাৰ সন্তোষলাভ বিচাৰে সেইজনৰ লগত যি আল্লাৰ ক্ৰোধৰ পাত্ৰ হৈ পৰে আৰু যাৰ আশ্ৰয়স্থান নৰক, তাৰ তুলনা হ'ব পাৰে নে? বাস্তৱতে নৰকেই প্ৰত্যাবৰ্ত্তনৰ নিকৃষ্ট স্থান।

أَفَمَنِ اتَّبَعَ رِضْوَانَ اللَّهِ كَمَنْ بَاءَ بِسَخَطٍ مِنَ اللَّهِ وَمَأْوَاهُ جَهَنَّمُ ۚ وَبِئْسَ الْمَصِيرُ ﴿١٦٣﴾

১৬৪) তেওঁলোকৰ কাৰণে আল্লাৰ কাষত বিভিন্ন পদবী নিৰ্দ্ধাৰিত আছে, আৰু তেওঁলোকে যি কাৰ্য্য কৰে আল্লাই তাক নিৰীক্ষণ কৰে;

هُمْ دَرَجَاتٌ عِنْدَ اللَّهِ ۗ وَاللَّهُ بَصِيرٌ بِمَا يَعْمَلُونَ ﴿١٦٤﴾

১৬৫) স্বৰূপতে বিশ্বাসীসকলৰ প্ৰতি আল্লাই অনুগ্ৰহ দান কৰিছে, কিয়নো তেওঁলোকৰ মাজত তেওঁলোকৰ পক্ষৰ পৰাই এজন ৰচুলক তেওঁ আৱিৰ্ভাব কৰিলে; তেওঁ আল্লাৰ আয়তসমূহ তেওঁলোকৰ সম্মুখত আবৃত্তি কৰে আৰু তেওঁ-লোকক পুথিখনৰ আৰু জ্ঞানৰ শিক্ষা দান কৰে; আৰু প্ৰকৃততে তেওঁলোক ইয়াৰ আগেয়ে প্ৰত্যক্ষ ভ্ৰমত পৰি আছিল।

لَقَدْ مَنَّ اللَّهُ عَلَى الْمُؤْمِنِينَ إِذْ بَعَثَ فِيهِمْ رَسُولًا مِنْ أَنْفُسِهِمْ يَتْلُو عَلَيْهِمْ آيَاتِهِ وَيُزَكِّيهِمْ وَيُعَلِّمُهُمُ الْكِتَابَ وَالْحِكْمَةَ وَإِنْ كَانُوا مِنْ قَبْلُ لَفِي ضَلَالٍ مُبِينٍ ﴿١٦٥﴾

১৬৬) যেতিয়া তোমালোকে কষ্ট ভোগ কৰিছিলা অথচ তোমালোকে সিহঁতৰ ওপৰত দুগুণ কষ্ট প্ৰয়োগ কৰিছিলা, তেতিয়া তোমালোকে কৈছিলা, ক'ৰ পৰানো এনে শাস্তি আহিল? কোৱা, ই তোমালোকৰ নিজৰ কীৰ্ত্তি; বাস্তৱতে সকলো বস্তুৰ ওপৰত আল্লাৰ মহৎ ক্ষমতা।

أَوَلَمَّا أَصَابَتْكُمْ مُصِيبَةٌ قَدْ أَصَبْتُمْ مِثْلَيْهَا قُلْتُمْ أَنَّىٰ هَٰذَا ۖ قُلْ هُوَ مِنْ عِنْدِ أَنْفُسِكُمْ ۗ إِنَّ اللَّهَ عَلَىٰ كُلِّ شَيْءٍ قَدِيرٌ ﴿١٦٦﴾

১৬৭) আৰু যিদিনা দুইদল সৈন্য যুদ্ধৰ নিমিত্তে মুখামুখি হৈছিল সেইদিনা তোমালোকৰ ওপৰত যি বিপদ আহি পৰিছিল সি আল্লাৰ আদেশতেই;

وَمَا أَصَابَكُمْ يَوْمَ الْتَقَى الْجَمْعَانِ فَبِإِذْنِ اللَّهِ

وَلِيَعْلَمَ الْمُؤْمِنِينَ ﴿١٦٧﴾

উদ্দেশ্য এই, যাতে তেওঁ বিশ্বাসীসকলক সুকীয়াকৈ জানি লয় ;

وَلِيَعْلَمَ الَّذِينَ نَافَقُوا ۚ وَقِيلَ لَهُمْ تَعَالَوْا قَاتِلُوا فِي سَبِيلِ اللَّهِ أَوِ ادْفَعُوا ۖ قَالُوا لَوْ نَعْلَمُ قِتَالًا لَاتَّبَعْنَاكُمْ ۗ هُمْ لِلْكُفْرِ يَوْمَئِذٍ أَقْرَبُ مِنْهُمْ لِلْإِيمَانِ ۚ يَقُولُونَ بِأَفْوَاهِهِمْ مَا لَيْسَ فِي قُلُوبِهِمْ ۗ وَاللَّهُ أَعْلَمُ بِمَا يَكْتُمُونَ ﴿١٦٨﴾

১৬৮) আৰু যাতে তেওঁ ভণ্ডবিলাককো জানি লয় ; আৰু সিহঁতক কোৱা হৈছিল, আহাঁ, আল্লাৰ পথত যুদ্ধ কৰাঁ, নাইবা নিজকেই ৰক্ষা কৰা ; সিহঁতে কলে, যদি আমি ৰণ-বিদ্যাত পাৰ্গত হলোঁহেঁতেন নিশ্চয় আমি তোমালোকৰ অনুসৰণ কৰিলোঁ হেঁতেন ; সেইদিনা সিহঁত সিহঁতৰ তুলনাত বিশ্বাসতকৈ অবিশ্বাসৰ বেছি কাষ চাপিছিল ; সিহঁতে নিজ মুখেৰে যি কয় সিহঁতৰ অন্তৰত সি নাই ; আৰু সিহঁতে যি গোপন কৰে আল্লাই তাক বঢ়িয়াকৈ জানে।

الَّذِينَ قَالُوا لِإِخْوَانِهِمْ وَقَعَدُوا لَوْ أَطَاعُونَا مَا قُتِلُوا ۗ قُلْ فَادْرَءُوا عَنْ أَنْفُسِكُمُ الْمَوْتَ إِنْ كُنْتُمْ صَادِقِينَ ﴿١٦٩﴾

১৬৯) সেইবিলাকেই নিজে বহি থাকি সিহঁতৰ ভ্ৰাতৃবৰ্গৰ সম্বন্ধে কৈছিল, সিহঁতে আমাৰ কথা শুনা হেঁতেন সিহঁত নিহত নহ'ল হেঁতেন : অথচ নিজেই বহি থাকিল ; কোৱাঁ, যদি তোমালোক সক্ষম হোৱা তোমালোকৰ মৃত্যু নিবাৰণ কৰাঁ, যদিহে তোমালোক সত্যবাদী হোৱা।

وَلَا تَحْسَبَنَّ الَّذِينَ قُتِلُوا فِي سَبِيلِ اللَّهِ أَمْوَاتًا ۚ بَلْ أَحْيَاءٌ عِنْدَ رَبِّهِمْ يُرْزَقُونَ ﴿١٧٠﴾

১৭০) আৰু যিসকল আল্লাৰ পথত নিহত হৈছে সেইসকলক কদাপি মৃত বুলি নধৰিবা ; নহয়, তেওঁলোক নিজ প্ৰভুৰ কাষত জীৱিত, তেওঁৰ পৰা সম্বল প্ৰাপ্ত।

فَرِحِينَ بِمَا آتَاهُمُ اللَّهُ مِنْ فَضْلِهِ وَيَسْتَبْشِرُونَ بِالَّذِينَ لَمْ يَلْحَقُوا بِهِمْ مِنْ خَلْفِهِمْ أَلَّا خَوْفٌ عَلَيْهِمْ وَلَا هُمْ يَحْزَنُونَ ﴿١٧١﴾

১৭১) আল্লাই নিজ কৃপাৰে তেওঁলোকক যি দান কৰিছিল তাতেই তেওঁলোক সুখী ; আৰু যিসকল তেওঁলোকৰ পৰবৰ্ত্তী আৰু এতিয়াও তেওঁলোকৰ লগত সম্মিলিত হোৱা নাই তেওঁলোকে সেইসকলৰ সম্বন্ধে সুসংবাদ পাইছে—তেওঁলোকৰ কোনো ভয় নহ'ব আৰু তেওঁলোকক কোনো শোকে নুছুব।

يَسْتَبْشِرُونَ بِنِعْمَةٍ مِنَ اللَّهِ وَفَضْلٍ وَأَنَّ اللَّهَ لَا يُضِيعُ

১৭২) তেওঁলোকে আল্লাৰ পৰা অহা অনুগ্ৰহ

ۚ اَجۡرَ الۡمُؤۡمِنِیۡنَ ﴿۱۷۲﴾

আৰু কৃপাৰ সম্বন্ধে সুসংবাদ পাইছে আৰু জানে আল্লাই বিশ্বাসীসকলৰ প্ৰতিদান নষ্ট নকৰে।

اَلَّذِیۡنَ اسۡتَجَابُوۡا لِلّٰهِ وَالرَّسُوۡلِ مِنۡۢ بَعۡدِ مَاۤ اَصَابَهُمُ الۡقَرۡحُ ؕۛ لِلَّذِیۡنَ اَحۡسَنُوۡا مِنۡهُمۡ وَاتَّقَوۡا اَجۡرٌ عَظِیۡمٌ ﴿۱۷۳﴾ۚ

১৭৩) যিসকলে নিজে দাৰুণ কষ্ট ভোগ কৰাৰ পিছতো আল্লাৰ আৰু ৰচুলৰ বাধ্য হৈছিল তেওঁলোকৰ ভিতৰৰ যিসকলে সৎকাৰ্য্য কৰিছিল আৰু পাপৰ পৰা আঁতৰত আছিল তেওঁলোকৰ নিমিত্তে মহৎ প্ৰতিদান নিৰ্দ্ধাৰিত আছে।

اَلَّذِیۡنَ قَالَ لَهُمُ النَّاسُ اِنَّ النَّاسَ قَدۡ جَمَعُوۡا لَكُمۡ فَاخۡشَوۡهُمۡ فَزَادَهُمۡ اِیۡمَانًا ۖۗ وَّقَالُوۡا حَسۡبُنَا اللّٰهُ وَنِعۡمَ الۡوَكِیۡلُ ﴿۱۷۴﴾

১৭৪) যিসকলক লোকে কৈছিল, স্বৰূপতে (মক্কাৰ) অধিবাসী বিলাকে তোমালোকৰ লগত যুদ্ধ কৰিবৰ উদ্দেশ্য গোট খাইছেহি এতেকে সিহঁতলৈ ভয় কৰাঁ ; কিন্তু ই তেওঁলোকৰ বিশ্বাস হে বৃদ্ধি কৰিলে, আৰু তেওঁলোকে কলে, আল্লা আমাৰ পক্ষে যথেষ্ট আৰু তেৱেঁই উত্তম সাহায্যকাৰী।

فَانۡقَلَبُوۡا بِنِعۡمَةٍ مِّنَ اللّٰهِ وَفَضۡلٍ لَّمۡ یَمۡسَسۡهُمۡ سُوۡٓءٌ ۙ وَّاتَّبَعُوۡا رِضۡوَانَ اللّٰهِ ؕ وَاللّٰهُ ذُوۡ فَضۡلٍ عَظِیۡمٍ ﴿۱۷۵﴾

১৭৫) পিছত তেওঁলোকে কোনো কষ্টত নপৰি আল্লাৰ অনুগ্ৰহ আৰু কৃপাৰে সৈতে উভতি আহিল ; আৰু তেওঁলোকে আল্লাৰ সন্তোষৰহে অনুসৰণ কৰিছিল ; বাস্তৱতে আল্লা মহৎ কৃপাৰ গৰাকী।

اِنَّمَا ذٰلِكُمُ الشَّیۡطٰنُ یُخَوِّفُ اَوۡلِیَآءَهٗ ۪ فَلَا تَخَافُوۡهُمۡ وَخَافُوۡنِ اِنۡ كُنۡتُمۡ مُّؤۡمِنِیۡنَ ﴿۱۷۶﴾

১৭৬) কেৱল সেই ছয়তানেহে নিজৰ বন্ধু-বিলাকক ভয় দেখুৱায় ; গতিকে সিহঁতলৈ ভয় নকৰিবা আৰু মোলৈ ভয় ৰাখিবা, যদিহে তোমালোক বিশ্বাসী হোৱা।

وَلَا یَحۡزُنۡكَ الَّذِیۡنَ یُسَارِعُوۡنَ فِی الۡكُفۡرِ ۚ اِنَّهُمۡ لَنۡ یَّضُرُّوا اللّٰهَ شَیۡـًٔا ؕ یُرِیۡدُ اللّٰهُ اَلَّا یَجۡعَلَ لَهُمۡ حَظًّا فِی الۡاٰخِرَةِ ۚ وَلَهُمۡ عَذَابٌ عَظِیۡمٌ ﴿۱۷۷﴾

১৭৭) আৰু যিবিলাকে অবিশ্বাসৰ পিনে বেগাই অগ্ৰসৰ হ'বলৈ চেষ্টা কৰে, সিহঁতে যেন তোমাক বিষাদিত নকৰে ; নিশ্চয় সিহঁতে কদাপি আল্লাৰ অকণো অনিষ্ট কৰিব নোৱাৰে, আল্লাই পৰকালত সিহঁতৰ কাৰণে অংশ ৰাখিবৰ ইচ্ছা নকৰে: বাস্তৱতে সিহঁতৰ নিমিত্তে মহা শাস্তি বিহিত আছে।

إِنَّ الَّذِينَ اشْتَرَوُا الْكُفْرَ بِالْإِيمَانِ لَن يَضُرُّوا اللَّهَ شَيْئًا ۖ وَلَهُمْ عَذَابٌ أَلِيمٌ ﴿١٧٧﴾

১৭৮) বাস্তৱতে যিবিলাকে বিশ্বাসৰ সলনি অবিশ্বাস কিনে, সিহঁতে কদাপি আল্লাৰ অকণো অনিষ্ট কৰিব নোৱাৰে; বাস্তৱতে সিহঁতে যন্ত্ৰণাদায়ক শাস্তি ভোগ কৰিব।

وَلَا يَحْسَبَنَّ الَّذِينَ كَفَرُوا أَنَّمَا نُمْلِي لَهُمْ خَيْرٌ لِّأَنفُسِهِمْ ۚ إِنَّمَا نُمْلِي لَهُمْ لِيَزْدَادُوا إِثْمًا ۚ وَلَهُمْ عَذَابٌ مُّهِينٌ ﴿١٧٨﴾

১৭৯) আৰু যিবিলাক অবিশ্বাসী হৈছে সিহঁতে যেন নাভাবে,আমি সিহঁতক যি অৱকাশ প্ৰদান কৰিছোঁ সি সিহঁতৰ নিমিত্তে মঙ্গলজনক; আমি সিহঁতক নিশ্চয় অৱকাশ দিওঁ, ফলত সিহঁতে নিজৰ পাপহে বৃদ্ধি কৰে; আৰু সিহঁতৰ নিমিত্তে অপমানজনক শাস্তি নিৰ্দিষ্ট আছে।

مَّا كَانَ اللَّهُ لِيَذَرَ الْمُؤْمِنِينَ عَلَىٰ مَا أَنتُمْ عَلَيْهِ حَتَّىٰ يَمِيزَ الْخَبِيثَ مِنَ الطَّيِّبِ ۗ وَمَا كَانَ اللَّهُ لِيُطْلِعَكُمْ عَلَى الْغَيْبِ وَلَٰكِنَّ اللَّهَ يَجْتَبِي مِن رُّسُلِهِ مَن يَشَاءُ ۖ فَآمِنُوا بِاللَّهِ وَرُسُلِهِ ۚ وَإِن تُؤْمِنُوا وَتَتَّقُوا فَلَكُمْ أَجْرٌ عَظِيمٌ ﴿١٧٩﴾

১৮০) আল্লাই অপৱিত্ৰক পৱিত্ৰৰ পৰা পৃথক নকৰালৈকে তোমালোকে যি (দুৰ্ব্বল) অৱস্থাত আছা সেই অৱস্থাত বিশ্বাসীসকলক এৰি থয় ই সম্ভৱ নাছিল; ইও সম্ভৱ নাছিল, আল্লাই অদৃশ্যাৰ জ্ঞান তোমালোকক দান কৰে; কিন্তু আল্লাই তেওঁৰ ৰছুলসকলৰ মাজত যাকে ইচ্ছা তাকে বাছি লয়; গতিকে তোমালোকে আল্লাত আৰু তেওঁৰ ৰছুলসকলত বিশ্বাস কৰাঁ; বাস্তৱতে যদি তোমালোকে বিশ্বাস কৰা আৰু পাপৰ পৰা নিজক ৰক্ষা কৰি থাকা তেন্তে জানিবা তোমালোকৰ কাৰণে মহৎ প্ৰতিদান নিৰ্দ্ধাৰিত আছে।

وَلَا يَحْسَبَنَّ الَّذِينَ يَبْخَلُونَ بِمَا آتَاهُمُ اللَّهُ مِن فَضْلِهِ هُوَ خَيْرًا لَّهُم ۖ بَلْ هُوَ شَرٌّ لَّهُمْ ۖ سَيُطَوَّقُونَ مَا بَخِلُوا بِهِ يَوْمَ الْقِيَامَةِ ۗ وَلِلَّهِ مِيرَاثُ السَّمَاوَاتِ وَالْأَرْضِ ۗ وَاللَّهُ بِمَا تَعْمَلُونَ خَبِيرٌ ﴿١٨٠﴾ ع

১৮১) আৰু যিবিলাকে আল্লাই নিজ কৃপা গুণেৰে সিহঁতক দান কৰা সম্বল সম্বন্ধে কৃপণতা কৰে, সেইবিলাকে যেন নাভাবে সি সিহঁতৰ পক্ষে মঙ্গলজনক নহয়, সি সিহঁতৰ পক্ষে অমঙ্গলজনকহে; নিশ্চয় পুনৰুত্থানৰ দিনত সিহঁতে যি কৃপণতা কৰিছিল তাৰ জৰী সিহঁতৰ ডিঙিত পিন্ধোৱা হ'ব; আৰু আকাশমণ্ডলী আৰু পৃথিৱীৰ অধিকাৰ আল্লাৰেই; বাস্তৱতে তোমালোকে যিহকে কৰা আল্লাই তাক ভালকৈ জানে।

لَّقَدْ سَمِعَ اللَّهُ قَوْلَ الَّذِينَ قَالُوا إِنَّ اللَّهَ فَقِيرٌ وَ

১৮২) বাস্তৱতে যিবিলাকে কৈছিল, 'নিশ্চয়

আল্লা অভাৱগ্ৰস্ত, কিন্তু আমাৰহে অভাৱ নাই.' আল্লাই সেইবিলাকৰ কথা শুনিছে ; সিহঁতে কোৱা কথা আৰু সিহঁতৰ অন্যায়ৰূপে নবীসকলক হত্যা কৰা নিশ্চয় আমি লিপিবদ্ধ কৰিম, আৰু আমি ক'ম, তোমালোকে পোৰণিৰ শাস্তিৰ সোৱাদ লৈ থাকাঁ।

نَحْنُ أَغْنِيَاءُ ۘ سَنَكْتُبُ مَا قَالُوا وَقَتْلَهُمُ الْأَنْبِيَاءَ
بِغَيْرِ حَقٍّ وَنَقُولُ ذُوقُوا عَذَابَ الْحَرِيقِ ﴿١٨١﴾

১৮৩) তোমালোকে পূৰ্ব্বে যি অৰ্জ্জিছিলা এই শাস্তি তাৰেই প্ৰতিফল; আৰু নিশ্চয় আল্লা ভৃত্যবিলাকৰ প্ৰতি কঠোৰ অত্যাচাৰী নহয়।

ذَٰلِكَ بِمَا قَدَّمَتْ أَيْدِيكُمْ وَأَنَّ اللَّهَ لَيْسَ بِظَلَّامٍ
لِلْعَبِيدِ ﴿١٨٢﴾

১৮৪) সেইবিলাকেই কৈছিল, বাস্তৱতে আল্লাই আমাক কঠোৰ আদেশ দিছে যে যেতিয়ালৈকে আমাৰ নিমিত্তে তেওঁ অগ্নিয়ে দাহ কৰা কুৰবানী লৈ নাহে আমি কোনো ৰচুলত বিশ্বাস নকৰোঁ; কোৱাঁ, যদিহে তোমালোক সত্যবাদী আছিলা, মোৰ পুৰ্ব্বে স্বৰূপতে তোমালোকলৈ প্ৰকাশ্য নিদৰ্শনে সৈতে আৰু তোমালোকে যি বিচাৰিছা তাকে লৈ ৰচুলসকল আহিছিল, তথাপি তোমা-লোকে কিয় তেওঁলোকক হত্যা কৰিবলৈ প্ৰবৃত্ত হৈছিলা ?

الَّذِينَ قَالُوا إِنَّ اللَّهَ عَهِدَ إِلَيْنَا أَلَّا نُؤْمِنَ لِرَسُولٍ
حَتَّىٰ يَأْتِيَنَا بِقُرْبَانٍ تَأْكُلُهُ النَّارُ ۗ قُلْ قَدْ جَاءَكُمْ
رُسُلٌ مِنْ قَبْلِي بِالْبَيِّنَاتِ وَبِالَّذِي قُلْتُمْ فَلِمَ قَتَلْتُمُوهُمْ
إِنْ كُنْتُمْ صَادِقِينَ ﴿١٨٣﴾

১৮৫) গতিকে যদি সিহঁতে তোমাক মিথ্যাবাদী বিবেচনা কৰে, তেন্তে (জানিবা) তোমাৰ পূৰ্ব্বে যি সকল ৰচুল প্ৰত্যক্ষ প্ৰমাণসমূহ আৰু ধৰ্ম্মগ্ৰন্থ আৰু জ্যোতিৰ্ম্ময় গ্ৰন্থৰ সৈতে আহিছিল, তেওঁলোককো নিশ্চয় মিথ্যাবাদী বুলি বিবেচনা কৰা হৈছিল।

فَإِنْ كَذَّبُوكَ فَقَدْ كُذِّبَ رُسُلٌ مِنْ قَبْلِكَ جَاءُوا
بِالْبَيِّنَاتِ وَالزُّبُرِ وَالْكِتَابِ الْمُنِيرِ ﴿١٨٤﴾

১৮৬) মৃত্যুৰ সোৱাদ প্ৰত্যেক আত্মাই লবই লাগিব; আৰু নিশ্চয় পুনৰুত্থানৰ দিনত তোমালোকক নিজৰ প্ৰতিদান সম্পূৰ্ণৰূপে দিয়া হ'ব ; এতেকে যাক অগ্নিৰ পৰা দূৰৈত ৰখা হ'ব আৰু উদ্যানত প্ৰৱেশ কৰোৱা হ'ব স্বৰূপতে তেওঁৰেই বাঞ্ছা পূৰ্ণ হ'ব ; বাস্তৱতে এই পাৰ্থিৱ জীৱন প্ৰবঞ্চনাৰ মূলমাত্ৰ।

كُلُّ نَفْسٍ ذَائِقَةُ الْمَوْتِ ۗ وَإِنَّمَا تُوَفَّوْنَ أُجُورَكُمْ
يَوْمَ الْقِيَامَةِ ۖ فَمَنْ زُحْزِحَ عَنِ النَّارِ وَأُدْخِلَ الْجَنَّةَ
فَقَدْ فَازَ ۗ وَمَا الْحَيَاةُ الدُّنْيَا إِلَّا مَتَاعُ الْغُرُورِ ﴿١٨٥﴾

لَتُبْلَوُنَّ فِيْٓ اَمْوَالِكُمْ وَاَنْفُسِكُمْ ۣ وَلَتَسْمَعُنَّ مِنَ الَّذِيْنَ
اُوْتُوا الْكِتٰبَ مِنْ قَبْلِكُمْ وَمِنَ الَّذِيْنَ اَشْرَكُوْٓا اَذًى
كَثِيْرًا ۭ وَاِنْ تَصْبِرُوْا وَتَتَّقُوْا فَاِنَّ ذٰلِكَ مِنْ عَزْمِ
الْاُمُوْرِ ﴿١٨٦﴾

১৮৭) নিশ্চয় তোমালোকৰ নিজ ধন-সম্পত্তি আৰু নিজ প্ৰাণৰ বিষয়ে পৰীক্ষা লোৱা হ'ব; আৰু নিশ্চয় তোমালোকক পূৰ্ব্বৰ্ত্তী ধৰ্ম্মগ্ৰন্থ পোৱাসকলৰ পৰা আৰু যিবিলাকে আনক আল্লাৰ সমান পাতে সেইবিলাকৰ পৰা বহুত কষ্টদায়ক কথা শুনিব লাগিব; কিন্তু যদি তোমালোকে ধৈৰ্য্য ধৰি থাকা আৰু পাপৰ পৰা নিজকে ৰক্ষা কৰা, তেন্তে নিশ্চয় ই দৃঢ় সঙ্কল্পৰ সাধনা।

وَاِذْ اَخَذَ اللّٰهُ مِيْثَاقَ الَّذِيْنَ اُوْتُوا الْكِتٰبَ لَتُبَيِّنُنَّهٗ
لِلنَّاسِ وَلَا تَكْتُمُوْنَهٗ ۡ فَنَبَذُوْهُ وَرَاۗءَ ظُهُوْرِهِمْ
وَاشْتَرَوْا بِهٖ ثَـمَنًا قَلِيْلًا ۭ فَبِئْسَ مَا يَشْتَرُوْنَ ﴿١٨٧﴾

১৮৮) আৰু মনত পেলোৱা যিবিলাকক ধৰ্ম্মগ্ৰন্থ দান কৰা হৈছিল সেইবিলাকৰ পৰা আল্লাই যেতিয়া এই দৰে চুক্তি গ্ৰহণ কৰিছিল, তোমালোকে নিশ্চয় নিশ্চয় এই কোৰাণক মানুহৰ প্ৰতি সুস্পষ্টৰূপে প্ৰকাশ কৰিবা আৰু কদাপি ইয়াক গোপন নকৰিবা; কিন্তু সিহঁতে ইয়াক সিহঁতৰ পিছ ফালে দলিয়াই দিলে আৰু ইয়াৰ সলনি সামান্য মূল্য গ্ৰহণ কৰিলে; কিন্তু সিহঁতে যি গ্ৰহণ কৰিছিল সি কেনে নিকৃষ্ট!

لَا تَحْسَبَنَّ الَّذِيْنَ يَفْرَحُوْنَ بِمَآ اَتَوْا وَّيُحِبُّوْنَ اَنْ
يُّحْمَدُوْا بِمَا لَمْ يَفْعَلُوْا فَلَا تَحْسَبَنَّھُمْ بِمَفَازَةٍ مِّنَ
الْعَذَابِ ۚ وَلَھُمْ عَذَابٌ اَلِيْمٌ ﴿١٨٨﴾

১৮৯) যিবিলাকে নিজে কৰা (অন্যায়) কাৰ্য্যত প্ৰফুল্ল হয় আৰু নকৰা ন্যায় কাৰ্য্যত প্ৰশংসিত হ'বলৈ ভাল পায় সিহঁতক লেখতেই নলবা; সিহঁত শাস্তিৰ পৰা নিৰাপদ হৈ আছে বুলিও নাভাবিবা; প্ৰকৃততে সিহঁতৰ নিমিত্তে আছে কষ্টকৰ শাস্তি।

وَلِلّٰهِ مُلْكُ السَّمٰوٰتِ وَالْاَرْضِ ۭ وَاللّٰهُ عَلٰي كُلِّ شَيْءٍ
قَدِيْرٌ ﴿١٨٩﴾ ع

১৯০) আৰু আকাশ আৰু পৃথিৱীৰ ৰাজত্ব একমাত্ৰ আল্লাৰেই; আৰু আল্লাৰ সকলো বস্তুৰ ওপৰতে সম্পূৰ্ণ ক্ষমতা।

اِنَّ فِيْ خَلْقِ السَّمٰوٰتِ وَالْاَرْضِ وَاخْتِلَافِ الَّيْلِ
وَالنَّهَارِ لَاٰيٰتٍ لِّاُولِي الْاَلْبَابِ ﴿١٩٠﴾

১৯১) বাস্তৱতে গগনমণ্ডলৰ আৰু পৃথিৱীৰ সৃজনত আৰু দিন আৰু ৰাতিৰ অনুবৰ্ত্তনত নিশ্চয় নিদৰ্শন সমূহ নিহিত আছে বুদ্ধিমন্ত লোকসকলৰ নিমিত্তে;

الَّذِيْنَ يَذْكُرُوْنَ اللّٰهَ قِيٰمًا وَّقُعُوْدًا وَّعَلٰي جُنُوْبِهِمْ

১৯২) যিসকলে উঠোঁতে আৰু বহোঁতে আৰু

শোওঁতে আল্লাৰ স্মৰণ কৰে আৰু আকাশ-মণ্ডলীৰ আৰু পৃথিৱীৰ সৃজনৰ বিষয়ে চিন্তা কৰে, আৰু এইদৰে কয়, হে আমাৰ প্ৰভু, তুমি এইবিলাক অকাৰণত অনৰ্থকভাৱে সৃষ্টি কৰা নাই; তুমিয়েই পৰম পৱিত্ৰ, এতেকে তুমিয়েই অগ্নিৰ শাস্তিৰ পৰা আমাক ৰক্ষা কৰাঁ।

وَيَتَفَكَّرُونَ فِي خَلْقِ السَّمَاوَاتِ وَالْأَرْضِ رَبَّنَا مَا
خَلَقْتَ هَٰذَا بَاطِلًا سُبْحَانَكَ فَقِنَا عَذَابَ النَّارِ ﴿١٩١﴾

১৯৩) হে আমাৰ প্ৰভু, বাস্তৱতে তুমি যাক অগ্নিৰ ভিতৰত প্ৰৱেশ কৰাইছা, তাক প্ৰকৃততে অপমানিত কৰিছা; বাস্তৱতে অন্যায়কাৰী-বিলাকৰ নিমিত্তে সহায় কৰোঁতা কেও নাথাকিব।

رَبَّنَا إِنَّكَ مَنْ تُدْخِلِ النَّارَ فَقَدْ أَخْزَيْتَهُ ۖ وَمَا
لِلظَّالِمِينَ مِنْ أَنْصَارٍ ﴿١٩٢﴾

১৯৪) হে আমাৰ প্ৰভু, বাস্তৱতে এজন আহ্বানকাৰীৰ কথা আমি শুনিছোঁ; তেওঁ বিশ্বাসৰ ফাললৈ এই বুলি আহ্বান কৰিছে, তোমালোকে নিজ প্ৰতিপালকত বিশ্বাস কৰাঁ; সেইমতে আমি বিশ্বাস কৰিছোঁ; হে আমাৰ প্ৰভু, আমাৰ নিমিত্তে আমাৰ অপৰাধসমূহ মাৰ্জ্জনা কৰাঁ, আৰু আমাৰ কুকাৰ্য্যবিলাক আমাৰ পৰা আঁতৰাই নিয়া আৰু ধাৰ্ম্মিকসকলৰ সঙ্গী কৰি আমাৰ মৰণ ঘটোৱা।

رَبَّنَا إِنَّنَا سَمِعْنَا مُنَادِيًا يُنَادِي لِلْإِيمَانِ أَنْ آمِنُوا
بِرَبِّكُمْ فَآمَنَّا ۚ رَبَّنَا فَاغْفِرْ لَنَا ذُنُوبَنَا وَكَفِّرْ عَنَّا
سَيِّئَاتِنَا وَتَوَفَّنَا مَعَ الْأَبْرَارِ ﴿١٩٣﴾

১৯৫) হে আমাৰ প্ৰভু, আৰু নিজ ৰচুলসকলৰ প্ৰতি তুমি যে আমাৰ পক্ষে অঙ্গীকাৰ কৰিছিলা তাক দান কৰাঁ, আৰু পুনৰুত্থানৰ দিনত আমাক লাঞ্ছিত নকৰিবা; নিশ্চয় তুমি কদাপি অঙ্গীকাৰৰ ব্যতিক্ৰম নকৰা।

رَبَّنَا وَآتِنَا مَا وَعَدْتَنَا عَلَىٰ رُسُلِكَ وَلَا تُخْزِنَا يَوْمَ
الْقِيَامَةِ ۗ إِنَّكَ لَا تُخْلِفُ الْمِيعَادَ ﴿١٩٤﴾

১৯৬) তেতিয়া সিহঁতৰ প্ৰভুৱে সিহঁতক এইদৰে উত্তৰ দিলে, তোমালোকৰ মাজৰ কোনো কাৰ্য্য-কাৰীৰ কাৰ্য্য, পুৰুষেই হওক বা তিৰোতাই হওক, বিনষ্ট নকৰোঁ; তোমালোকৰ পৰস্পৰ সম্বন্ধ আছে; কিন্তু যিসকলে দেশান্তৰলৈ গৈছিল আৰু যিসকলক নিজৰ বাসস্থানৰ পৰা উলিয়াই দিয়া হৈছিল আৰু যিসকলক মোৰ পথত উৎপীড়ণ

فَاسْتَجَابَ لَهُمْ رَبُّهُمْ أَنِّي لَا أُضِيعُ عَمَلَ عَامِلٍ
مِنْكُمْ مِنْ ذَكَرٍ أَوْ أُنْثَىٰ ۖ بَعْضُكُمْ مِنْ بَعْضٍ ۖ فَالَّذِينَ
هَاجَرُوا وَأُخْرِجُوا مِنْ دِيَارِهِمْ وَأُوذُوا فِي سَبِيلِي
وَقَاتَلُوا وَقُتِلُوا لَأُكَفِّرَنَّ عَنْهُمْ سَيِّئَاتِهِمْ وَلَأُدْخِلَنَّهُمْ

জَنّٰتٍ تَجْرِیْ مِنْ تَحْتِهَا الْاَنْهٰرُ ثَوَابًا مِّنْ عِنْدِ اللّٰهِ وَ اللّٰهُ عِنْدَهٗ حُسْنُ الثَّوَابِ ﴿۱۹۵﴾

কৰা হৈছিল, আৰু যিসকলে যুদ্ধত প্ৰবৃত্ত আৰু নিহত হৈছিল, সেই সকলৰ কাষৰ পৰা কুকাৰ্য্য-সমূহ নিশ্চয় নিশ্চয় আঁতৰাই নিম আৰু নিশ্চয় নিশ্চয় আল্লাৰ কাষৰ পৰা পুণ্যফলৰূপে তলেদি জুৰি বৈ যোৱা সুন্দৰ ফুলনিত তেওঁলোকক সোমাবলৈ দিম; আৰু আল্লাৰ ওচৰতেই আছে উত্তম পুণ্যফল।

لَا یَغُرَّنَّكَ تَقَلُّبُ الَّذِیْنَ كَفَرُوْا فِی الْبِلَادِ ﴿۱۹۶﴾

১৯৭) অবিশ্বাসীবিলাকৰ নগৰে নগৰে অবাধ গমনাগমনে যেন তোমালোকক প্ৰতাৰণা নকৰে।

مَتَاعٌ قَلِیْلٌ ثُمَّ مَاْوٰىهُمْ جَهَنَّمُ وَ بِئْسَ الْمِهَادُ ﴿۱۹۷﴾

১৯৮) ই সামান্য সম্বল মাত্ৰ; পিছত সিহঁতৰ আশ্ৰয়স্থল হ'ব নৰক, আৰু সেই জিৰণিৰ স্থান কেনে নিকৃষ্ট!

لٰكِنِ الَّذِیْنَ اتَّقَوْا رَبَّهُمْ لَهُمْ جَنّٰتٌ تَجْرِیْ مِنْ تَحْتِهَا الْاَنْهٰرُ خٰلِدِیْنَ فِیْهَا نُزُلًا مِّنْ عِنْدِ اللّٰهِ وَ مَا عِنْدَ اللّٰهِ خَیْرٌ لِّلْاَبْرَارِ ﴿۱۹۸﴾

১৯৯) কিন্তু যিসকলে নিজৰ প্ৰভুলৈ ভয় ৰাখে সেই সকলৰ নিমিত্তে তলেদি জুৰিবিলাক বৈ যোৱা উদ্যানসমূহ আছে; তাতেই তেওঁলোক স্থায়ীৰূপে বাস কৰিব; ই আল্লাৰ কাষৰ পৰা অহা আতিথ্য; আৰু আল্লাৰ ওচৰত যি আছে সি ধাৰ্ম্মিকসকলৰ নিমিত্তে সৰাতো উত্তম।

وَ اِنَّ مِنْ اَهْلِ الْكِتٰبِ لَمَنْ یُّؤْمِنُ بِاللّٰهِ وَ مَاۤ اُنْزِلَ اِلَیْكُمْ وَ مَاۤ اُنْزِلَ اِلَیْهِمْ خٰشِعِیْنَ لِلّٰهِ لَا یَشْتَرُوْنَ بِاٰیٰتِ اللّٰهِ ثَمَنًا قَلِیْلًا اُولٰٓىِٕكَ لَهُمْ اَجْرُهُمْ عِنْدَ رَبِّهِمْ اِنَّ اللّٰهَ سَرِیْعُ الْحِسَابِ ﴿۱۹۹﴾

২০০) আৰু বাস্তৱতে গ্ৰন্থ পোৱাসকলৰ ভিতৰত আল্লাত আৰু তোমালোকলৈ যি নমাই পঠিওৱা হৈছে আৰু তেওঁলোকলৈ যি নমাই পঠিওৱা হৈছিল আল্লাৰ আগত অনুনয় বিনয় কৰি তাত বিশ্বাস কৰা কিছুমান লোক আছে; তেওঁ-লোকে আল্লাৰ নিদৰ্শনসমূহৰ সলনি সামান্য মূল্য গ্ৰহণ নকৰে; এইসকলেহে তেওঁলোকৰ প্ৰভুৰ কাষত নিজৰ প্ৰতিদান পাব; বাস্তৱতে আল্লা লেখ-জোখত বেগী।

یٰۤاَیُّهَا الَّذِیْنَ اٰمَنُوا اصْبِرُوْا وَ صَابِرُوْا وَ رَابِطُوْا وَ اتَّقُوا اللّٰهَ لَعَلَّكُمْ تُفْلِحُوْنَ ﴿۲۰۰﴾

২০১) হে বিশ্বাসীসকল, ধৈৰ্য্য ধৰাঁ আৰু ধৈৰ্যত প্ৰতিযোগিতা কৰিবা আৰু সদায় সতৰ্ক হৈ থাকিবা; আৰু আল্লালৈ সতৰ্ক হৈ থাকিবা; আৰু আল্লালৈ ভয় ৰাখাঁ, যাতে তোমালোক সফলমনোৰথ হ'ব পাৰা।

سُوْرَةُ النِّسَاءِ مَدَنِيَّةٌ (٤)

চুৰা 4 AL-NISA **আল-নিচা** মদিনাত অৱতীৰ্ণ

১) পৰম কৰুণাময়, পৰম দানশীল আল্লাৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

২। হে মানৱজাতি! তোমালোকৰ প্ৰভুলৈ ভয় ৰাখাঁ, যিজনে এক আত্মাৰ পৰা তোমালোকক সৃজন কৰিলে, আৰু তাৰেই পৰা তাৰ সহচৰীকো সৃজন কৰিলে, আৰু সেই দুইজনৰ পৰা অনেক পুৰুষ আৰু নাৰীক বিস্তাৰ কৰিলে; আৰু আল্লালৈ ভয় ৰাখাঁ, যিজনৰ ওচৰত তোমালোকে অনুগ্ৰহ প্ৰাৰ্থনা কৰা আৰু গৰ্ভৰ সম্বন্ধক গ্ৰাহ্য কৰিবা; বাস্তৱতে আল্লা তোমালোকৰ ৰখীয়া।

يٰۤاَيُّهَا النَّاسُ اتَّقُوْا رَبَّكُمُ الَّذِيْ خَلَقَكُمْ مِّنْ نَّفْسٍ وَّاحِدَةٍ وَّخَلَقَ مِنْهَا زَوْجَهَا وَبَثَّ مِنْهُمَا رِجَالًا كَثِيْرًا وَّنِسَآءً ۚ وَاتَّقُوا اللّٰهَ الَّذِيْ تَسَآءَلُوْنَ بِهٖ وَالْاَرْحَامَ ۗ اِنَّ اللّٰهَ كَانَ عَلَيْكُمْ رَقِيْبًا ②

৩) আৰু মাউৰাবিলাকক সিহঁতৰ ধন-সম্পত্তি প্ৰদান কৰিবা, আৰু সিহঁতৰ বিশুদ্ধ বস্তুৰে সৈতে তোমালোকৰ অশুদ্ধ বস্তু সলনি নকৰিবা, আৰু তোমালোকৰ নিজৰ সম্পত্তিৰ লগত সিহঁতৰ সম্পত্তি গ্ৰাস নকৰিবা; বাস্তৱতে ই মহা পাপ।

وَاٰتُوا الْيَتٰمٰۤى اَمْوَالَهُمْ وَلَا تَتَبَدَّلُوا الْخَبِيْثَ بِالطَّيِّبِ ۪ وَلَا تَاْكُلُوْۤا اَمْوَالَهُمْ اِلٰۤى اَمْوَالِكُمْ ؕ اِنَّهٗ كَانَ حُوْبًا كَبِيْرًا ③

৪) আৰু যদি তোমালোকৰ এনে আশঙ্কা হয়, তোমালোকে মাউৰী তিৰোতাবিলাকৰ প্ৰতি ন্যায়সঙ্গত ব্যৱহাৰ কৰিব নোৱাৰা, তেন্তে নিজৰ কাৰণে ভাল বুলি বিবেচনা কৰিলে, দুই, তিনি বা চাৰি জনীকৈ তিৰোতা বিয়া কৰিবা; কিন্তু যদি তোমালোকে ন্যায় আচৰণ কৰিব নোৱাৰা বুলি আশঙ্কা কৰা তেনেহলে এজনীকে মাত্ৰ বিয়া কৰিবা, অথবা তোমাৰ সোঁহাতে যাৰ অধিকাৰ লাভ কৰিছে তাইক (দাসীক বিয়া কৰিবা); এনে কাৰ্য্য অন্যায় ত্যাগ কৰাৰ ওচৰ।

وَاِنْ خِفْتُمْ اَلَّا تُقْسِطُوْا فِي الْيَتٰمٰى فَانْكِحُوْا مَا طَابَ لَكُمْ مِّنَ النِّسَآءِ مَثْنٰى وَثُلٰثَ وَرُبٰعَ ۚ فَاِنْ خِفْتُمْ اَلَّا تَعْدِلُوْا فَوَاحِدَةً اَوْ مَا مَلَكَتْ اَيْمَانُكُمْ ؕ ذٰلِكَ اَدْنٰۤى اَلَّا تَعُوْلُوْا ④

৫) আৰু তিৰোতাবিলাকক সিহঁতৰ যৌতুক সন্তোষ চিতেৰে দিবা ; কিন্তু যদিহে সিহঁতে নিজ ইচ্ছামতে তাৰ কিছু ভাগ দান কৰে, সন্তোষেৰে তাক আৰু ভাল দৰে ভোগ কৰাঁ।

وَاٰتُوا النِّسَآءَ صَدُقٰتِهِنَّ نِحْلَةً ۚ فَاِنْ طِبْنَ لَكُمْ عَنْ شَيْءٍ مِّنْهُ نَفْسًا فَكُلُوْهُ هَنِيْٓـًٔا مَّرِيْٓـًٔا ۝٥

৬) আৰু অবোধবিলাকক আল্লাই তোমালোকৰ নিমিত্তে জীৱিকাৰ উপায় কৰা সম্পত্তি দান নকৰিবা ; আৰু তাৰে পৰা সিহঁতক কিছু সম্বল দান কৰাঁ, আৰু সিহঁতক সাজ-পাৰ দিয়াঁ আৰু সিহঁতক ভাল দৰে সোধ-পোছ কৰাঁ।

وَلَا تُؤْتُوا السُّفَهَآءَ اَمْوَالَكُمُ الَّتِيْ جَعَلَ اللّٰهُ لَكُمْ قِيٰمًا وَّارْزُقُوْهُمْ فِيْهَا وَاكْسُوْهُمْ وَقُوْلُوْا لَهُمْ قَوْلًا مَّعْرُوْفًا ۝٦

৭) আৰু বিবাহৰ যোগ্য নোহোৱালৈকে মাউৰাবিলাকক নিৰীক্ষণ কৰিবা ; পিছত যদিহে তোমালোকে সিহঁতৰ ভিতৰত উপযুক্ত বিচাৰ-বুদ্ধি দেখিবলৈ পোৱা, সিহঁতৰ সেই সম্পত্তি সিহঁতক সমৰ্পণ কৰিবা ; কিন্তু সিহঁত বয়সপ্ৰাপ্ত হ'ব এই ভয়ত সেই সম্পত্তি অপব্যয় কৰি আৰু ততাতৈয়াকৈ গ্ৰাস নকৰিবা ; আৰু ধনীক ত্যাগ স্বীকাৰ কৰিবলৈ আৰু অভাৱগ্ৰস্তজনক ন্যায়মতে **ভোগ** কৰিবলৈ উপদেশ দিবা ; আৰু তোমালোকে সিহঁতক সিহঁতৰ ধন-সম্পত্তি সমৰ্পণ কৰাৰ সময়ত সিহঁতৰ কাৰণে সাক্ষী ৰাখিবা ; বাস্তৱতে আল্লাই লেখ-জোখত যথেষ্ট।

وَابْتَلُوا الْيَتٰمٰى حَتّٰٓى اِذَا بَلَغُوا النِّكَاحَ ۚ فَاِنْ اٰنَسْتُمْ مِّنْهُمْ رُشْدًا فَادْفَعُوْٓا اِلَيْهِمْ اَمْوَالَهُمْ ۚ وَلَا تَاْكُلُوْهَآ اِسْرَافًا وَّبِدَارًا اَنْ يَّكْبَرُوْا ۗ وَمَنْ كَانَ غَنِيًّا فَلْيَسْتَعْفِفْ ۚ وَمَنْ كَانَ فَقِيْرًا فَلْيَاْكُلْ بِالْمَعْرُوْفِ ۗ فَاِذَا دَفَعْتُمْ اِلَيْهِمْ اَمْوَالَهُمْ فَاَشْهِدُوْا عَلَيْهِمْ ۗ وَكَفٰى بِاللّٰهِ حَسِيْبًا ۝٧

৮) পিতৃ-মাতৃ আৰু ওচৰ সম্বন্ধীয়াই যি সম্পত্তি এৰি যায় তাত পুৰুষৰ নিমিত্তে ভাগ আছে ; আৰু পিতৃ-মাতৃ আৰু ওচৰ সম্বন্ধীয়াই যি সম্পত্তি এৰি যায় তাত তিৰোতাবিলাকৰ নিমিত্তেও, তাকৰেই হওক বা সৰহেই হওক, ভাগ আছে। সেই ভাগ নিৰ্দ্ধাৰিত আছে।

لِلرِّجَالِ نَصِيْبٌ مِّمَّا تَرَكَ الْوَالِدٰنِ وَالْاَقْرَبُوْنَ ۖ وَلِلنِّسَآءِ نَصِيْبٌ مِّمَّا تَرَكَ الْوَالِدٰنِ وَالْاَقْرَبُوْنَ مِمَّا قَلَّ مِنْهُ اَوْ كَثُرَ ۚ نَصِيْبًا مَّفْرُوْضًا ۝٨

৯) সম্পত্তিৰ ভাগ হোৱাৰ সময়ত সম্বন্ধীয়লোক আৰু মাউৰা আৰু দৰিদ্ৰলোক উপস্থিত থাকিলে সিহঁতক তাৰ পৰাই কিছু দান কৰিবা, আৰু সিহঁতৰ লগত মিঠা মুখেৰে কথা হ'বা।

وَاِذَا حَضَرَ الْقِسْمَةَ اُولُوا الْقُرْبٰى وَالْيَتٰمٰى وَالْمَسٰكِيْنُ فَارْزُقُوْهُمْ مِّنْهُ وَقُوْلُوْا لَهُمْ قَوْلًا مَّعْرُوْفًا ۝٩

১০) যিবিলাকে নিজৰ মৃত্যুৰ পিছত দুৰ্ব্বল সন্তান এৰি থৈ যাব লগীয়া হ'ব বুলি সিহঁতৰ কাৰণে ভয় কৰে সেইবিলাকে মাউৰাবিলাকৰ সম্বন্ধে সাৱধান হোৱা উচিত; এতেকে সিহঁতে আল্লালৈ ভয় ৰখা আৰু সিহঁতক সৰলভাৱে কথা কোৱা উচিত।

وَلْيَخْشَ الَّذِيْنَ لَوْ تَرَكُوْا مِنْ خَلْفِهِمْ ذُرِّيَّةً ضِعٰفًا خَافُوْا عَلَيْهِمْ فَلْيَتَّقُوا اللّٰهَ وَلْيَقُوْلُوْا قَوْلًا سَدِيْدًا ⑩

১১) বাস্তৱতে যিবিলাকে মাউৰাবিলাকৰ সম্পত্তি অন্যায়ৰূপে ভোগ কৰে, সিহঁতে কেৱল অগ্নি উদৰস্থ কৰে, আৰু সিহঁত নিশ্চয় নৰকৰ অগ্নিত পৰিব।

اِنَّ الَّذِيْنَ يَأْكُلُوْنَ اَمْوَالَ الْيَتٰمٰى ظُلْمًا اِنَّمَا يَأْكُلُوْنَ فِيْ بُطُوْنِهِمْ نَارًا ۗ وَسَيَصْلَوْنَ سَعِيْرًا ⑪

১২) আল্লাই তোমালোকৰ সন্তান বিলাকৰ বিষয়ে এই বিধান কৰিছে, এজন পুৰুষৰ ভাগ দুজনী তিৰোতাৰ ভাগৰ সমান; যদি দুজনীতকৈ সৰহ তিৰোতা থাকে, সিহঁতে মৃতকে যি সম্পত্তি এৰি গৈছে তাৰ তিনিভাগৰ দুভাগ পাব, আৰু যদি এজনী থাকে তেন্তে তাই আধা ভাগ পাব; আৰু তাৰ পিতৃ-মাতৃৰ প্ৰত্যেকে সি যি সম্পত্তি এৰি গৈছে, যদিহে তাৰ কোনো সন্তান থাকে তাৰ ষষ্ঠাংশ পাব; কিন্তু যদি তাৰ সন্তান নাথাকে আৰু তাৰ পিতৃ-মাতৃ তাৰ উত্তৰাধিকাৰী হয়, তেন্তে তাৰ মাতৃয়ে তৃতীয় অংশ পাব; কিন্তু ককাই-ভাই থাকে, তেন্তে তাৰ দান-পত্ৰত লিখা দান ঋণ শোধ কৰাৰ পিছত তাৰ মাতৃয়ে ষষ্ঠাংশ পাব; তোমালোকৰ পিতৃ-মাতৃ আৰু তোমালোকৰ সন্তানবিলাক, ইহঁতৰ মাজত কল্যাণ সাধনত কোননো তোমালোকৰ বেছি ওচৰৰ তাক তোমালোকে নাজানা; ইয়েই আল্লাৰ নিৰ্দ্ধাৰিত ব্যৱস্থা; বাস্তৱতে আল্লা সৰ্ব্বজ্ঞ, শ্ৰেষ্ঠ জ্ঞানী।

يُوْصِيْكُمُ اللّٰهُ فِيْٓ اَوْلَادِكُمْ لِلذَّكَرِ مِثْلُ حَظِّ الْاُنْثَيَيْنِ ۚ فَاِنْ كُنَّ نِسَآءً فَوْقَ اثْنَتَيْنِ فَلَهُنَّ ثُلُثَا مَا تَرَكَ ۚ وَاِنْ كَانَتْ وَاحِدَةً فَلَهَا النِّصْفُ ۗ وَلِاَبَوَيْهِ لِكُلِّ وَاحِدٍ مِّنْهُمَا السُّدُسُ مِمَّا تَرَكَ اِنْ كَانَ لَهٗ وَلَدٌ ۚ فَاِنْ لَّمْ يَكُنْ لَّهٗ وَلَدٌ وَّوَرِثَهٗٓ اَبَوٰهُ فَلِاُمِّهِ الثُّلُثُ ۚ فَاِنْ كَانَ لَهٗٓ اِخْوَةٌ فَلِاُمِّهِ السُّدُسُ مِنْۢ بَعْدِ وَصِيَّةٍ يُّوْصِيْ بِهَآ اَوْ دَيْنٍ ۗ اٰبَآؤُكُمْ وَاَبْنَآؤُكُمْ لَا تَدْرُوْنَ اَيُّهُمْ اَقْرَبُ لَكُمْ نَفْعًا ۚ فَرِيْضَةً مِّنَ اللّٰهِ ۗ اِنَّ اللّٰهَ كَانَ عَلِيْمًا حَكِيْمًا ⑫

১৩) আৰু তোমালোকৰ পত্নীবিলাকে যি সম্পত্তি এৰি যায়, সিহঁতৰ সন্তান নাথাকিলে তোমালোকৰ অংশ তাৰ আধা; কিন্তু যদি সিহঁতৰ কোনো সন্তান থাকে, তেন্তে তোমালোকে সিহঁতৰ

وَلَكُمْ نِصْفُ مَا تَرَكَ اَزْوَاجُكُمْ اِنْ لَّمْ يَكُنْ لَّهُنَّ وَلَدٌ ۚ فَاِنْ كَانَ لَهُنَّ وَلَدٌ فَلَكُمُ الرُّبُعُ مِمَّا تَرَكْنَ

দান-পত্ৰত লিখা দান বা ঋণ শোধ কৰাৰ পিছত সিহঁতে যি সম্পত্তি এৰি যায় তাৰ চতুৰ্থাংশ পাবা; আৰু তোমালোকে যি সম্পত্তি এৰি যোৱা আৰু তোমালোকৰ সন্তান নাথাকে তেন্তে সিহঁতে চতুৰ্থাংশ পাব, কিন্তু যদি তোমালোকৰ সন্তান থাকে তেন্তে তোমালোকে দান-পত্ৰত লিখা দান বা ঋণ শোধ কৰাৰ পিছত যি সম্পত্তি এৰি যোৱা তাৰ অষ্টমাংশ পাব; আৰু যদি পুৰুষ বা স্ত্ৰীৰ পিতৃ-মাতৃ বা সন্তান নোহোৱা কোনো কুটুম্ উত্তৰাধিকাৰী হয়, আৰু যদি তাৰ এজন ভাই বা এজনী ভনী থাকে, তেন্তে সিহঁতৰ প্ৰত্যেকে ষষ্ঠাংশ পাব; কিন্তু যদি তাতোকৈ সৰহ থাকে তেন্তে দান-পত্ৰত লিখা দান বা একো ক্ষতি নোহোৱাকৈ ঋণ শোধ কৰাৰ পিছত সিহঁত তৃতীয়াংশৰ ভাগী হ'ব: ইয়েই আল্লাৰ বিধান; বাস্তৱতে আল্লা সৰ্ব্বজ্ঞ, শ্ৰেষ্ঠ সহিষ্ণু।

مِنْۢ بَعْدِ وَصِيَّةٍ يُّوْصِيْنَ بِهَآ اَوْ دَيْنٍ ۚ وَلَهُنَّ الرُّبُعُ مِمَّا تَرَكْتُمْ اِنْ لَّمْ يَكُنْ لَّكُمْ وَلَدٌ ۚ فَاِنْ كَانَ لَكُمْ وَلَدٌ فَلَهُنَّ الثُّمُنُ مِمَّا تَرَكْتُمْ مِّنْۢ بَعْدِ وَصِيَّةٍ تُوْصُوْنَ بِهَآ اَوْ دَيْنٍ ۗ وَاِنْ كَانَ رَجُلٌ يُّوْرَثُ كَلٰلَةً اَوِ امْرَاَةٌ وَّلَهٗٓ اَخٌ اَوْ اُخْتٌ فَلِكُلِّ وَاحِدٍ مِّنْهُمَا السُّدُسُ ۚ فَاِنْ كَانُوْٓا اَكْثَرَ مِنْ ذٰلِكَ فَهُمْ شُرَكَاۗءُ فِي الثُّلُثِ مِنْۢ بَعْدِ وَصِيَّةٍ يُّوْصٰى بِهَآ اَوْ دَيْنٍ ۙ غَيْرَ مُضَاۗرٍّ ۚ وَصِيَّةً مِّنَ اللّٰهِ ۗ وَاللّٰهُ عَلِيْمٌ حَلِيْمٌ ﴿١٢﴾

১৪) এইবিলাকেই আল্লাই নিৰ্দিষ্ট কৰা সীমা; আৰু যিজন আল্লাৰ আৰু তেওঁৰ ৰচুলৰ আজ্ঞাধীন হয়, তেওঁ তেওঁক তলেদি জুৰি বৈ যোৱা উদ্যানসমূহৰ ভিতৰত প্ৰৱেশ কৰিবলৈ দিব; তাতেই তেওঁলোক স্থায়ীৰূপে বাস কৰিব; আৰু ইয়েই মহান সাৰ্থকতা।

تِلْكَ حُدُوْدُ اللّٰهِ ۗ وَمَنْ يُّطِعِ اللّٰهَ وَرَسُوْلَهٗ يُدْخِلْهُ جَنّٰتٍ تَجْرِيْ مِنْ تَحْتِهَا الْاَنْهٰرُ خٰلِدِيْنَ فِيْهَا ۗ وَذٰلِكَ الْفَوْزُ الْعَظِيْمُ ﴿١٣﴾

১৫) আৰু যি আল্লাক আৰু তেওঁৰ ৰচুলক অমান্য কৰে আৰু তেওঁৰ নিৰ্দিষ্ট সীমা অতিক্ৰম কৰে, তেওঁ তাক স্থায়ীৰূপে বাস কৰিবলৈ নৰকৰ অগ্নিৰ ভিতৰত সোমাবলৈ দিব; আৰু তাৰ নিমিত্তে তাত অপমানজনক শাস্তি থাকিব।

وَمَنْ يَّعْصِ اللّٰهَ وَرَسُوْلَهٗ وَيَتَعَدَّ حُدُوْدَهٗ يُدْخِلْهُ نَارًا خَالِدًا فِيْهَا ۠ وَلَهٗ عَذَابٌ مُّهِيْنٌ ﴿١٤﴾ ع

১৬) আৰু তোমালোকৰ তিৰোতাবিলাকৰ ভিতৰত যিবিলাকে নিৰ্গত কাৰ্য্য কৰাৰ দোষত পৰে, সিহঁতৰ বিপক্ষে তোমালোকৰ মাজৰ পৰা চাৰিজন সাক্ষী লবা; পিছত যদি সিহঁতে সাক্ষ্য প্ৰদান কৰে, তেন্তে সিহঁত মৃত্যুৰ মুখত নপৰালৈকে

وَالّٰتِيْ يَاْتِيْنَ الْفَاحِشَةَ مِنْ نِّسَاۗىِٕكُمْ فَاسْتَشْهِدُوْا عَلَيْهِنَّ اَرْبَعَةً مِّنْكُمْ ۚ فَاِنْ شَهِدُوْا فَاَمْسِكُوْھُنَّ فِي الْبُيُوْتِ حَتّٰى يَتَوَفّٰىھُنَّ الْمَوْتُ اَوْ يَجْعَلَ اللّٰهُ

অথবা আল্লাই সিহঁতৰ নিমিত্তে কোনো বাট মুকলি নকৰালৈকে সিহঁতক ঘৰৰ ভিতৰতেই আবদ্ধ ৰাখিবা।

لَهُنَّ سَبِيْلًا ﴿١٥﴾

১৭) আৰু যদি তোমালোকৰ মাজৰ কোনো দুজনে তেনেকুৱা নিৰ্গত কাৰ্য্য কৰাৰ দোষত পৰে, তেন্তে দুইজনকেই উচিত শাস্তি ভুঞ্জাবা ; কিন্তু যদি সিহঁতে অনুতাপ কৰে আৰু নিজকে সংশোধন কৰে তেন্তে সিহঁতৰ দায় এৰিবা ; বাস্তৱতে আল্লা অতি কৃপালু, পৰম দানশীল।

وَالَّذٰنِ يَاْتِيٰنِهَا مِنْكُمْ فَاٰذُوْهُمَا ۚ فَاِنْ تَابَا وَاَصْلَحَا
فَاَعْرِضُوْا عَنْهُمَا ۗ اِنَّ اللّٰهَ كَانَ تَوَّابًا رَّحِيْمًا ﴿١٦﴾

১৮) যিবিলাকে অজ্ঞাতবশতঃ অসৎকাৰ্য্য কৰাৰ পিছতেই শীঘ্ৰে অনুতাপ কৰে আল্লাই সেই বিলাকৰ পৰাহে অনুতাপ গ্ৰহণ কৰে ; এওঁলোকৰ প্ৰতিহে আল্লাই কৃপাদৃষ্টি কৰে ; বাস্তৱতে আল্লা সৰ্ব্বজ্ঞ, পৰম জ্ঞানী।

اِنَّمَا التَّوْبَةُ عَلَى اللّٰهِ لِلَّذِيْنَ يَعْمَلُوْنَ السُّوْٓءَ بِجَهَالَةٍ
ثُمَّ يَتُوْبُوْنَ مِنْ قَرِيْبٍ فَاُولٰٓئِكَ يَتُوْبُ اللّٰهُ عَلَيْهِمْ ۗ
وَكَانَ اللّٰهُ عَلِيْمًا حَكِيْمًا ﴿١٧﴾

১৯) আৰু যিবিলাকে অসৎকাৰ্য্য সদায় কৰি থাকে অনুতাপ সিহঁতৰ নিমিত্তে নহয়,—যেতিয়া সিহঁতৰ কোনো এজনৰ সম্মুখত মৃত্যু উপস্থিত হয় সি তেতিয়া কয়, বাস্তৱতে মই এতিয়াহে অনুতাপ কৰিছোঁ ; আৰু যিবিলাকৰ অবিশ্বাসী হৈ থকাৰ অৱস্থাতেই মৃত্যু ঘটে সিহঁতৰ নিমিত্তেও নহয় : সিহঁতৰেই নিমিত্তে আমি বেদনাদায়ক শাস্তি সাজুকৈ থৈছোঁ।

وَلَيْسَتِ التَّوْبَةُ لِلَّذِيْنَ يَعْمَلُوْنَ السَّيِّاٰتِ ۚ حَتّٰٓى اِذَا
حَضَرَ اَحَدَهُمُ الْمَوْتُ قَالَ اِنِّيْ تُبْتُ الْـٰٔنَ وَلَا
الَّذِيْنَ يَمُوْتُوْنَ وَهُمْ كُفَّارٌ ۗ اُولٰٓئِكَ اَعْتَدْنَا
لَهُمْ عَذَابًا اَلِيْمًا ﴿١٨﴾

২০) হে বিশ্বাসীসকল, উত্তৰাধিকাৰী হৈ তিৰোতাবিলাকৰ ওপৰত বল প্ৰয়োগ কৰি অধিকাৰ লাভ কৰা তোমালোকৰ নিমিত্তে বৈধ নহয় ; আৰু সিহঁতে প্ৰকাশ্য নিৰ্গত কাৰ্য্য নকৰাকৈ তোমালোকে সিহঁতক যি দান কৰিছিলা তাৰ কিছু অংশ গ্ৰহণ কৰাৰ অভিপ্ৰায়ে সিহঁতক আটক কৰি নাৰাখিবা ; আৰু ন্যায়ৰূপে সিহঁতৰ লগত জীৱন যাপন কৰিবা ; কিন্তু যদি সিহঁতক তোমালোকে ভাল নোপোৱা, তেন্তে জানি ৰাখাঁ তোমালোকে

يٰٓاَيُّهَا الَّذِيْنَ اٰمَنُوْا لَا يَحِلُّ لَكُمْ اَنْ تَرِثُوا النِّسَاۤءَ كَرْهًا ۗ
وَلَا تَعْضُلُوْهُنَّ لِتَذْهَبُوْا بِبَعْضِ مَآ اٰتَيْتُمُوْهُنَّ
اِلَّآ اَنْ يَّاْتِيْنَ بِفَاحِشَةٍ مُّبَيِّنَةٍ ۚ وَعَاشِرُوْهُنَّ بِالْمَعْرُوْفِ ۚ
فَاِنْ كَرِهْتُمُوْهُنَّ فَعَسٰٓى اَنْ تَكْرَهُوْا شَيْـًٔا وَّيَجْعَلَ اللّٰهُ

فِيهِ خَيْرًا كَثِيرًا ﴿٢٠﴾

কোনো বস্তু ভাল নাপাব পাৰা অথচ আল্লাই তাতেই প্ৰচুৰ কল্যাণ ৰাখিছে।

وَإِنْ أَرَدتُّمُ اسْتِبْدَالَ زَوْجٍ مَّكَانَ زَوْجٍ وَّ
آتَيْتُمْ إِحْدَاهُنَّ قِنطَارًا فَلَا تَأْخُذُوا مِنْهُ شَيْئًا
أَتَأْخُذُونَهُ بُهْتَانًا وَّإِثْمًا مُّبِينًا ﴿٢١﴾

২১) আৰু যদি তোমালোকে এজনী ভাৰ্য্যাৰ ঠাইত আন এজনীক বিয়া কৰিবলৈ ইচ্ছা কৰা আৰু সিহঁতৰ এজনীক যদি প্ৰচুৰ সম্পত্তি আগতে দান কৰিছিলা তেন্তে সেই সম্পত্তিৰ পৰা অলপো গ্ৰহণ নকৰিবা; তোমালোকে মিছা অভিযোগ কৰি আৰু প্ৰকাশ্য পাপ কৰি তাক গ্ৰহণ কৰিবানে ?

وَكَيْفَ تَأْخُذُونَهُ وَقَدْ أَفْضَىٰ بَعْضُكُمْ إِلَىٰ بَعْضٍ
وَّأَخَذْنَ مِنكُم مِّيثَاقًا غَلِيظًا ﴿٢٢﴾

২২) আৰু যি স্থলত তোমালোকে পৰস্পৰে আগতে সহবাস কৰিছা, আৰু সিহঁতে তোমালোকৰ পৰা দৃঢ় প্ৰতিশ্ৰুতি গ্ৰহণ কৰিছে তোমালোকে তাক কিৰূপে গ্ৰহণ কৰিব পাৰা ?

وَلَا تَنكِحُوا مَا نَكَحَ آبَاؤُكُم مِّنَ النِّسَاءِ إِلَّا مَا قَدْ
سَلَفَ ۚ إِنَّهُ كَانَ فَاحِشَةً وَّمَقْتًا وَّسَاءَ سَبِيلًا ﴿٢٣﴾ ع

২৩) আৰু তোমালোকৰ পিতৃসকলে যিবিলাক তিৰোতাক বিয়া কৰিছিল সিহঁতক বিয়া নকৰিবা; অতীতত যি ঘটি গৈছে তাত দোষ নাই; বাস্তৱতে সি নিৰ্গত কাৰ্য্য, ঘৃণনীয় আচৰণ, আৰু গৰ্হিত প্ৰথা।

حُرِّمَتْ عَلَيْكُمْ أُمَّهَاتُكُمْ وَبَنَاتُكُمْ وَأَخَوَاتُكُمْ وَعَمَّاتُكُمْ
وَخَالَاتُكُمْ وَبَنَاتُ الْأَخِ وَبَنَاتُ الْأُخْتِ وَأُمَّهَاتُكُمُ
اللَّاتِي أَرْضَعْنَكُمْ وَأَخَوَاتُكُم مِّنَ الرَّضَاعَةِ وَأُمَّهَاتُ
نِسَائِكُمْ وَرَبَائِبُكُمُ اللَّاتِي فِي حُجُورِكُم مِّن نِّسَائِكُمُ
اللَّاتِي دَخَلْتُم بِهِنَّ فَإِن لَّمْ تَكُونُوا دَخَلْتُم بِهِنَّ فَلَا
جُنَاحَ عَلَيْكُمْ وَحَلَائِلُ أَبْنَائِكُمُ الَّذِينَ مِنْ
أَصْلَابِكُمْ وَأَن تَجْمَعُوا بَيْنَ الْأُخْتَيْنِ إِلَّا مَا قَدْ

২৪) তোমালোকৰ পক্ষে (বিবাহ) অবৈধ, —তোমালোকৰ মাতৃ আৰু তোমালোকৰ কন্যা আৰু তোমালোকৰ ভনীয়েৰা আৰু তোমালোকৰ খুৰী আই আৰু তোমালোকৰ মাহী আই আৰু ভায়েৰাৰ জীয়েক আৰু ভনীয়েৰাৰ জীয়েক আৰু তোমালোকক স্তনপান কৰোৱা মাতৃসকল আৰু তোমালোকে স্তনপান কৰা তোলনীয়া ভনীয়েৰা আৰু তোমালোকৰ পত্নীৰ মাতৃসকল আৰু তোমালোকৰ তত্বাৱধানৰ অধীনত থকা পত্নীৰ কন্যা, যদিহে সেই পত্নীবিলাকৰ লগত সহবাস কৰিছা; কিন্তু যদি তোমালোকে সিহঁতৰ লগত সহবাস কৰা নাই, তেন্তে তোমালোকৰ (সেই **পত্নীৰ** কন্যা বিয়া কৰাত) দোষ নাই; আৰু তোমালোকৰ ঔৰসজাত পুত্ৰৰ ভাৰ্য্যা আৰু দুজনী

সَلَفَ ۗ إِنَّ اللَّهَ كَانَ غَفُورًا رَّحِيمًا ﴿٢٣﴾

ভগ্নী কন্যাক একেলগে ভাৰ্য্যাৰূপে গ্ৰহণ কৰা: কিন্তু অতীতত যি ঘটি গৈছে তাত দোষ নাই: বাস্তৱতে আল্লাই শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানশীল।

## পঞ্চম পাৰা

وَّالْمُحْصَنٰتُ مِنَ النِّسَآءِ إِلَّا مَا مَلَكَتْ أَيْمَانُكُمْ ۚ كِتٰبَ اللَّهِ عَلَيْكُمْ ۚ وَأُحِلَّ لَكُم مَّا وَرَآءَ ذٰلِكُمْ أَن تَبْتَغُوا بِأَمْوَالِكُم مُّحْصِنِينَ غَيْرَ مُسٰفِحِينَ ۚ فَمَا اسْتَمْتَعْتُم بِهِ مِنْهُنَّ فَآتُوهُنَّ أُجُورَهُنَّ فَرِيضَةً ۚ وَلَا جُنَاحَ عَلَيْكُمْ فِيمَا تَرٰضَيْتُم بِهِ مِنۢ بَعْدِ الْفَرِيضَةِ ۚ إِنَّ اللَّهَ كَانَ عَلِيمًا حَكِيمًا ﴿٢٤﴾

২৫) আৰু যিবিলাক তিৰোতা তোমালোকৰ সোঁহাতৰ অধীন সিহঁতৰ বাহিৰে বিবাহিতা তিৰোতাবিলাকো (অবৈধ); তোমালোকৰ নিমিত্তে আল্লাই এই বিধান নিৰূপিত কৰিছে। আৰু সিহঁতৰ বাহিৰে সেইবিলাক তিৰোতা তোমালোকৰ পক্ষে বৈধ যিবিলাকৰে সৈতে তোমালোকে নিজ সম্পত্তি দান কৰি বৈবাহিক জীৱন যাপন কৰিবলৈহে বিচাৰা, ব্যভিচাৰৰ অৰ্থে নহয়; আৰু তোমালোকে যিবিলাকক বিয়া কৰি মঙ্গল লাভ কৰিছা সিহঁতক সিহঁতৰ নিৰূপিত যৌতুক প্ৰদান কৰিবা; আৰু যৌতুক নিৰূপিত হোৱাৰ পিছত তোমালোকে পৰস্পৰ সম্মত হৈ কোনো পৰিবৰ্ত্তন কৰিলে তাত তোমালোকৰ কোনো দোষ নাই; বাস্তৱতে আল্লা সৰ্ব্বজ্ঞ, শ্ৰেষ্ঠ জ্ঞানী।

وَمَن لَّمْ يَسْتَطِعْ مِنكُمْ طَوْلًا أَن يَنكِحَ الْمُحْصَنٰتِ الْمُؤْمِنٰتِ فَمِن مَّا مَلَكَتْ أَيْمَانُكُم مِّن فَتَيٰتِكُمُ الْمُؤْمِنٰتِ ۚ وَاللَّهُ أَعْلَمُ بِإِيمَانِكُم ۚ بَعْضُكُم مِّنۢ بَعْضٍ ۚ فَانكِحُوهُنَّ بِإِذْنِ أَهْلِهِنَّ وَآتُوهُنَّ أُجُورَهُنَّ بِالْمَعْرُوفِ مُحْصَنٰتٍ غَيْرَ مُسٰفِحٰتٍ وَلَا مُتَّخِذٰتِ أَخْدَانٍ ۚ فَإِذَآ أُحْصِنَّ فَإِنْ أَتَيْنَ بِفٰحِشَةٍ فَعَلَيْهِنَّ نِصْفُ مَا عَلَى الْمُحْصَنٰتِ مِنَ الْعَذَابِ ۚ ذٰلِكَ لِمَنْ خَشِيَ الْعَنَتَ مِنكُمْ ۚ وَأَن

২৬) আৰু তোমালোকৰ মাজৰ যিজনৰ স্বাধীনা বিশ্বাসিনী ৰমণীক বিবাহ কৰিবলৈ যথেষ্ট সম্বল নাথাকে সেইজনে তোমালোকৰ সোঁহাতৰ অধীনত থকা বিশ্বাসিনী দাসীৰ এগৰাকীক (বিবাহ কৰিব পাৰে; আৰু আল্লাই তোমালোকৰ বিশ্বাস ভালকৈ জানে; তোমালোকৰ সকলোৰেই পৰস্পৰৰ লগত সম্পৰ্ক, এতেকে সিহঁতৰ প্ৰভুবিলাকৰ অনুমতি লৈহে সিহঁতক বিবাহ কৰিবা আৰু ন্যায়ৰূপে সিহঁতক সিহঁতৰ যৌতুক দান কৰিবা—সিহঁতে ব্যভিচাৰিণী নোহোৱাকৈ অথবা গোপনে বন্ধু গ্ৰহণ নকৰি যেন বৈবাহিক জীৱন যাপন কৰে; আৰু সিহঁত বিবাহিতা হোৱাৰ পাছত যদি সিহঁতে প্ৰকাশ্য নিৰ্গত কাৰ্য্য কৰে তেন্তে স্বাধীনা ৰমণীয়ে যি শাস্তি পাব তাৰ আধা সিহঁতে ভোগ কৰিব। এই বিধান তোমালোকৰ মাজৰ সেইজনৰ নিমিত্তে যিজনে পাপলৈ ভয় কৰে; আৰু যদি তোমালোকে

ع تَصْبِرُوْا خَيْرٌ لَّكُمْ ۗ وَاللّٰهُ غَفُوْرٌ رَّحِيْمٌ ٢٥

সংযম কৰা ই তোমালোকৰ নিমিত্তে মঙ্গলজনক; আৰু আল্লা শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানশীল।

يُرِيْدُ اللّٰهُ لِيُبَيِّنَ لَكُمْ وَيَهْدِيَكُمْ سُنَنَ الَّذِيْنَ
مِنْ قَبْلِكُمْ وَيَتُوْبَ عَلَيْكُمْ ۗ وَاللّٰهُ عَلِيْمٌ حَكِيْمٌ ٢٦

২৭) তোমালোকৰ পূৰ্ব্ববৰ্ত্তীসকলৰ আদৰ্শসমূহ তোমালোকৰ আগত ব্যক্ত কৰিবলৈ আৰু সেই পথ প্ৰদৰ্শন কৰিবলৈ আৰু কৰুণাৰে সৈতে তোমালোকৰ ফাললৈ প্ৰত্যাবৰ্ত্তন কৰিবলৈ আল্লাই ইচ্ছা কৰে; আৰু আল্লা সৰ্ব্বজ্ঞ, শ্ৰেষ্ঠজ্ঞানী।

وَاللّٰهُ يُرِيْدُ اَنْ يَّتُوْبَ عَلَيْكُمْ ۫ وَيُرِيْدُ الَّذِيْنَ يَتَّبِعُوْنَ
الشَّهَوٰتِ اَنْ تَمِيْلُوْا مَيْلًا عَظِيْمًا ٢٧

২৮) আৰু তোমালোকৰ ফাললৈ কৰুণাৰে সৈতে প্ৰত্যাবৰ্ত্তন কৰিবলৈ আল্লাই ইচ্ছা কৰে; আৰু যিবিলাকে নিজৰ কামপ্ৰবৃত্তিৰ অনুসৰণ কৰে সিহঁতে ইয়াকে ইচ্ছা কৰে যেন তোমালোকে (পাপৰ ফাললৈ) সম্পূৰ্ণৰূপে প্ৰবৃত্ত হোৱা।

يُرِيْدُ اللّٰهُ اَنْ يُّخَفِّفَ عَنْكُمْ ۚ وَخُلِقَ الْاِنْسَانُ ضَعِيْفًا ٢٨

২৯) আল্লাই তোমালোকৰ ভাৰ লঘু কৰিবলৈ ইচ্ছা কৰে, কিয়নো মানৱক দুৰ্ব্বল কৰি সৃজন কৰা হৈছে।

يٰٓاَيُّهَا الَّذِيْنَ اٰمَنُوْا لَا تَاْكُلُوْٓا اَمْوَالَكُمْ بَيْنَكُمْ
بِالْبَاطِلِ اِلَّآ اَنْ تَكُوْنَ تِجَارَةً عَنْ تَرَاضٍ مِّنْكُمْ ۫
وَلَا تَقْتُلُوْٓا اَنْفُسَكُمْ ۗ اِنَّ اللّٰهَ كَانَ بِكُمْ رَحِيْمًا ٢٩

৩০) হে বিশ্বাসীসকল, তোমালোকে পৰস্পৰৰ সম্মতিক্ৰমে কৰা ব্যৱসা-বাণিজ্য এৰি ইজনে সিজনৰ সম্পত্তি গ্ৰাস নকৰিবা, আৰু তোমালোকে নিজৰ ধ্বংস সাধন কৰিবা; নিশ্চয় আল্লা তোমালোকৰ প্ৰতি-পৰম দানশীল।

وَمَنْ يَّفْعَلْ ذٰلِكَ عُدْوَانًا وَّظُلْمًا فَسَوْفَ نُصْلِيْهِ
نَارًا ۗ وَكَانَ ذٰلِكَ عَلَى اللّٰهِ يَسِيْرًا ٣٠

৩১) আৰু যেয়ে সীমালঙ্ঘন কৰি আৰু অন্যায়ৰূপে সেই কাৰ্য্যকেই কৰে আমি তাক নিশ্চয় নৰকৰ অগ্নিত নিক্ষেপ কৰিম, আৰু আল্লাৰ পক্ষে ই সহজ।

اِنْ تَجْتَنِبُوْا كَبَآئِرَ مَا تُنْهَوْنَ عَنْهُ نُكَفِّرْ عَنْكُمْ سَيِّاٰتِكُمْ
وَنُدْخِلْكُمْ مُّدْخَلًا كَرِيْمًا ٣١

৩২) যি মহাপাপসমূহৰ পৰা তোমালোকক সাৱধান কৰি দিয়া হৈছে তাৰ পৰা যদি তোমালোক বিৰত হোৱা আমি তোমালোকৰ সামান্য অপৰাধ সমূহ দূৰ কৰিম আৰু আমি তোমালোকক সম্মানৰ ঠাইত প্ৰবেশ কৰিবলৈ দিম।

وَلَا تَتَمَنَّوْا مَا فَضَّلَ اللّٰهُ بِهٖ بَعْضَكُمْ عَلٰى بَعْضٍ ۗ

৩৩) আৰু আল্লাই যি ধন সম্পত্তিৰ দবাৰা তোমালোকৰ কিছুমানক আন কিছুমানৰ ওপৰত

لِلرِّجَالِ نَصِيبٌ مِّمَّا اكْتَسَبُوا ۖ وَلِلنِّسَاءِ نَصِيبٌ مِّمَّا
اكْتَسَبْنَ ۚ وَاسْأَلُوا اللَّهَ مِن فَضْلِهِ ۗ إِنَّ اللَّهَ كَانَ
بِكُلِّ شَيْءٍ عَلِيمًا ﴿٣٢﴾

শ্ৰেষ্ঠতা দান কৰিছে তালৈ তোমালোকে লোভ নকৰিবা; পুৰুষে যি অৰ্জ্জন কৰিছে তাৰ অংশ পুৰুষে পাব, আৰু তিৰোতাই যি অৰ্জ্জন কৰিছে তাৰ অংশ তিৰোতাই পাব; আৰু তোমালোকে আল্লাৰ পৰা তেওঁৰ দান ভিক্ষা কৰাঁ; নিশ্চয় আল্লাৰ সকলো বস্তুৰেই উত্তম জ্ঞান আছে।

وَلِكُلٍّ جَعَلْنَا مَوَالِيَ مِمَّا تَرَكَ الْوَالِدَانِ وَالْأَقْرَبُونَ ۚ
وَالَّذِينَ عَقَدَتْ أَيْمَانُكُمْ فَآتُوهُمْ نَصِيبَهُمْ ۚ إِنَّ
ع اللَّهَ كَانَ عَلَىٰ كُلِّ شَيْءٍ شَهِيدًا ﴿٣٣﴾

৩৪) আৰু প্ৰত্যেকৰ নিমিত্তে পিতামাতাই আৰু আত্মীয়স্বজনে যি এৰি থৈ যায় তাৰ উত্তৰাধিকাৰী আমি নিযুক্ত কৰিছোঁ; আৰু সেইবিলাককো যিবিলাকৰে সৈতে তোমালোক অঙ্গীকাৰৰে আবদ্ধ; তোমালোকে সিহঁতক সিহঁতৰ অংশ দান কৰাঁ; বাস্তৱতে সকলো বস্তুৰ ওপৰতেই আল্লাই লক্ষ্য ৰাখে।

الرِّجَالُ قَوَّامُونَ عَلَى النِّسَاءِ بِمَا فَضَّلَ اللَّهُ بَعْضَهُمْ
عَلَىٰ بَعْضٍ وَبِمَا أَنفَقُوا مِنْ أَمْوَالِهِمْ ۚ فَالصَّالِحَاتُ
قَانِتَاتٌ حَافِظَاتٌ لِّلْغَيْبِ بِمَا حَفِظَ اللَّهُ ۚ وَاللَّاتِي تَخَافُونَ
نُشُوزَهُنَّ فَعِظُوهُنَّ وَاهْجُرُوهُنَّ فِي الْمَضَاجِعِ
وَاضْرِبُوهُنَّ ۖ فَإِنْ أَطَعْنَكُمْ فَلَا تَبْغُوا عَلَيْهِنَّ
سَبِيلًا ۗ إِنَّ اللَّهَ كَانَ عَلِيًّا كَبِيرًا ﴿٣٤﴾

৩৫) পুৰুষ স্ত্ৰীৰ সংৰক্ষক, কিয়নো সিহঁতৰ কিছুমানক (পুৰুষক) আল্লাই কিছুমানৰ (স্ত্ৰীৰ) ওপৰত শ্ৰেষ্ঠতা দান কৰিছে আৰু সিহঁতে (পুৰুষে) নিজৰ ধন-সম্পদৰ পৰা ব্যয় কৰি (স্ত্ৰীৰ) প্ৰতিপালন কৰে; সেই কাৰণে ধাৰ্ম্মিকা নাৰীবিলাক বাধ্য হৈ থাকে,—আল্লাই যিদৰে ৰক্ষা কৰে সেই দৰে তেওঁলোকে যি গোপনীয় তাৰ সংৰক্ষণ কৰে; কিন্তু যিবিলাক স্ত্ৰীৰ সম্বন্ধে সিহঁতৰ অবাধ্যতাৰ তোমালোকে আশঙ্কা কৰা, সিহঁতক সজ উপদেশ দিবা, আৰু শয্যাৰ পৰা সিহঁতক পৃথক কৰি ৰাখিবা, আৰু (আৱশ্যক হলে) সিহঁতক প্ৰহাৰ কৰিবা; পিছত যদি সিহঁত তোমালোকৰ বাধ্য হয় সিহঁতৰ বিপক্ষে কোনো প্ৰকাৰ চেলু নিবিচাৰিবা; নিশ্চয় আল্লা উচ্চ, মহান।

وَإِنْ خِفْتُمْ شِقَاقَ بَيْنِهِمَا فَابْعَثُوا حَكَمًا مِّنْ
أَهْلِهِ وَحَكَمًا مِّنْ أَهْلِهَا إِن يُرِيدَا إِصْلَاحًا يُوَفِّقِ

৩৬) আৰু যদি তোমালোকে উভয়ৰ (স্বামী-স্ত্ৰীৰ) মাজত বিচ্ছেদ হ'বৰ আশঙ্কা কৰা, তেন্তে তাৰ পৰিয়ালৰ এজন বিচাৰক আৰু তাইৰ পৰিয়ালৰো এজন বিচাৰক নিযুক্ত কৰিবা; যদি সিহঁত দুয়ো পুনৰ্ম্মিলনৰ বাঞ্ছা কৰে, আল্লাই

اللّٰهُ بَيْنَهُمَا ۭ اِنَّ اللّٰهَ كَانَ عَلِيْمًا خَبِيْرًا ۝٣٦

উভয়ৰ মাজত তাকেই স্থাপন কৰিব ; নিশ্চয় আল্লা সৰ্ব্বজ্ঞ, শ্ৰেষ্ঠ জ্ঞাতা।

وَاعْبُدُوا اللّٰهَ وَلَا تُشْرِكُوْا بِهٖ شَيْـًٔا وَّبِالْوَالِدَيْنِ
اِحْسَانًا وَّبِذِي الْقُرْبٰى وَالْيَتٰمٰى وَالْمَسٰكِيْنِ وَالْجَارِ
ذِي الْقُرْبٰى وَالْجَارِ الْجُنُبِ وَالصَّاحِبِ بِالْجَنْۢبِ
وَابْنِ السَّبِيْلِ ۙ وَمَا مَلَكَتْ اَيْمَانُكُمْ ۭ اِنَّ اللّٰهَ لَا يُحِبُّ
مَنْ كَانَ مُخْتَالًا فَخُوْرَا ۝٣٧

৩৭) আৰু আল্লাৰেই আৰাধনা কৰাঁ, আৰু তেওঁৰে সৈতে কোনো বস্তুকেই অংশী নাপাতিবা ; আৰু পিতৃমাতৃ আৰু আত্মীয়বিলাক আৰু মাউৰাবিলাক আৰু দৰিদ্ৰবিলাক আৰু সম্পৰ্কীয় ওচৰচুবুৰীয়া আৰু আচহুৱা ওচৰচুবুৰীয়া আৰু সহযাত্ৰী আৰু পথিক আৰু যিবিলাকক তোমালোকৰ সোঁহাতে অধিকাৰ কৰিছে, সকলোৰে প্ৰতি সদয় ব্যৱহাৰ কৰিবা ; নিশ্চয় দাম্ভিক অহঙ্কাৰীবিলাকক আল্লাই ভাল নাপায় ;

الَّذِيْنَ يَبْخَلُوْنَ وَيَاْمُرُوْنَ النَّاسَ بِالْبُخْلِ وَيَكْتُمُوْنَ
مَآ اٰتٰىهُمُ اللّٰهُ مِنْ فَضْلِهٖ ۭ وَاَعْتَدْنَا لِلْكٰفِرِيْنَ عَذَابًا
مُّهِيْنًا ۝٣٨

৩৮) আৰু সেইবিলাককো যিবিলাকে নিজেও কৃপণতা কৰে আৰু অইন মানুহকো কৃপণ হ'বলৈ আদেশ দিয়ে, আৰু সিহঁতক আল্লাই নিজ কৃপাৰে যি দান কৰিছে তাক গোপন কৰে; আৰু অবিশ্বাসীবিলাকৰ নিমিত্তে আমি সাজু কৰি থৈছোঁ অপমানজনক শাস্তি ;

وَالَّذِيْنَ يُنْفِقُوْنَ اَمْوَالَهُمْ رِئَاۗءَ النَّاسِ وَلَا يُؤْمِنُوْنَ
بِاللّٰهِ وَلَا بِالْيَوْمِ الْاٰخِرِ ۭ وَمَنْ يَّكُنِ الشَّيْطٰنُ لَهٗ قَرِيْنًا
فَسَاۗءَ قَرِيْنًا ۝٣٩

৩৯) আৰু সেইবিলাককো যিবিলাকে মানুহক দেখুৱাবলৈ নিজৰ ধনসম্পত্তি ব্যয় কৰে, আৰু আল্লাত আৰু শেহদিনত বিশ্বাস নকৰে; আৰু যেয়ে শ্বয়তানক নিজৰ সঙ্গী কৰে, (সি যেন মনত ৰাখে) সি কেনে অসৎ সঙ্গী!

وَمَاذَا عَلَيْهِمْ لَوْ اٰمَنُوْا بِاللّٰهِ وَالْيَوْمِ الْاٰخِرِ وَاَنْفَقُوْا
مِمَّا رَزَقَهُمُ اللّٰهُ ۭ وَكَانَ اللّٰهُ بِهِمْ عَلِيْمًا ۝٤٠

৪০) আৰু সিহঁতৰ নো কি কষ্ট হ'লহেঁতেন যদি সিহঁতে আল্লাত আৰু শেহ দিনত বিশ্বাস কৰিলহেঁতেন, আৰু সিহঁতক যি সম্পদ আল্লাই দান কৰিছে তাৰে পৰা ব্যয় কৰিলহেঁতেন ? আৰু সিহঁতৰ সম্বন্ধে আল্লা সৰ্ব্বজ্ঞ।

اِنَّ اللّٰهَ لَا يَظْلِمُ مِثْقَالَ ذَرَّةٍ ۚ وَاِنْ تَكُ حَسَنَةً
يُّضٰعِفْهَا وَيُؤْتِ مِنْ لَّدُنْهُ اَجْرًا عَظِيْمًا ۝٤١

৪১) বাস্তৱতে আল্লাই বিন্দুমাত্ৰও অন্যায় নকৰে : আৰু যদি কোনো সৎকাৰ্য্য কৰা হয় তেওঁ তাক বৃদ্ধি কৰে ; আৰু নিজৰ কাৰ্য্যৰ পৰা মহৎ বিনিময় প্ৰদান কৰে।

فَكَيْفَ اِذَا جِئْنَا مِنْ كُلِّ اُمَّةٍۢ بِشَهِيْدٍ وَّجِئْنَا بِكَ

৪২) সেই ঘটনা কেনে হ'ব যেতিয়া আমি প্ৰত্যেক সম্প্ৰদায়ৰ পৰা একোজন সাক্ষী আনিম, আৰু

عَلٰى هٰٓؤُلَآءِ شَهِيْدًا ﴿٤١﴾

সিহঁতৰ সম্বন্ধে তোমাক সাক্ষীস্বৰূপে সম্মুখীন কৰিম!

يَوْمَئِذٍ يَّوَدُّ الَّذِيْنَ كَفَرُوْا وَعَصَوُا الرَّسُوْلَ لَوْ تُسَوّٰى
بِهِمُ الْاَرْضُ ؕ وَلَا يَكْتُمُوْنَ اللّٰهَ حَدِيْثًا ﴿٤٢﴾ ع

৪৩) সেইদিনা যিবিলাকে অবিশ্বাস কৰিছে আৰু এইজন ৰছুলৰ অবাধ্য হৈছে সিহঁতে ইয়াকে বাঞ্ছা কৰিব, যেন সিহঁত পৃথিৱীত বিলীন হৈ যায়! আৰু সিহঁতে আল্লাৰ পৰা কোনো কথাকেই গোপন কৰিব নোৱাৰিব।

يٰۤاَيُّهَا الَّذِيْنَ اٰمَنُوْا لَا تَقْرَبُوا الصَّلٰوةَ وَاَنْتُمْ سُكٰرٰى
حَتّٰى تَعْلَمُوْا مَا تَقُوْلُوْنَ وَلَا جُنُبًا اِلَّا عَابِرِىْ سَبِيْلٍ
حَتّٰى تَغْتَسِلُوْا ؕ وَاِنْ كُنْتُمْ مَّرْضٰۤى اَوْ عَلٰى سَفَرٍ اَوْ جَآءَ
اَحَدٌ مِّنْكُمْ مِّنَ الْغَآئِطِ اَوْ لٰمَسْتُمُ النِّسَآءَ فَلَمْ تَجِدُوْا
مَآءً فَتَيَمَّمُوْا صَعِيْدًا طَيِّبًا فَامْسَحُوْا بِوُجُوْهِكُمْ وَ
اَيْدِيْكُمْ ؕ اِنَّ اللّٰهَ كَانَ عَفُوًّا غَفُوْرًا ﴿٤٣﴾

৪৪) হে বিশ্বাসীসকল, যেতিয়া তোমালোক অচেতন অৱস্থাত থাকা যি বাক্য উচ্চাৰণ কৰা তাৰ অৰ্থ নুবুজালৈকে, নমাজৰ ওচৰ নাচাপিবা,—আৰু ভ্ৰমণ নকৰিলে অপৱিত্ৰ অৱস্থাতো স্নান নকৰালৈকে (নমাজৰ ওচৰ নাচাপিবা); কিন্তু যদি তোমালোক নৰীয়াত পৰা বা ভ্ৰমণত থাকা, বা তোমালোকৰ কোনোজনে শৌচাচাৰ কৰি উঠাৰ পিছত অথবা তোমালোকে স্ত্ৰী স্পৰ্শ কৰাৰ পিছত পানী নোপোৱা তেন্তে বিশুদ্ধ মাটিৰে তয়স্মুম্ কৰি লবা, আৰু তোমালোকৰ মুখ আৰু তোমালোকৰ দুখন হাত মচি পেলাবা; নিশ্চয় আল্লা শ্ৰেষ্ঠ সহনশীল, পৰম মাৰ্জ্জনাকাৰী।

اَلَمْ تَرَ اِلَى الَّذِيْنَ اُوْتُوْا نَصِيْبًا مِّنَ الْكِتٰبِ يَشْتَرُوْنَ
الضَّلٰلَةَ وَيُرِيْدُوْنَ اَنْ تَضِلُّوا السَّبِيْلَ ﴿٤٤﴾

৪৫) তুমি সেইবিলাকৰ প্ৰতি লক্ষ্য কৰা নাই নে যিবিলাকক পুথিৰ এভাগ দান কৰা হৈছে? সিহঁতে ভ্ৰম অৰ্জ্জন কৰে, আৰু সিহঁতে ইয়াকে ইচ্ছা কৰে যেন তোমালোকেও পথভ্ৰান্ত হোৱা।

وَاللّٰهُ اَعْلَمُ بِاَعْدَآئِكُمْ ؕ وَكَفٰى بِاللّٰهِ وَلِيًّا ۙ وَّكَفٰى
بِاللّٰهِ نَصِيْرًا ﴿٤٥﴾

৪৬) আৰু আল্লাই তোমালোকৰ শত্ৰুবিলাকক ভালকৈ জানে; আৰু বন্ধুৰূপে আল্লাই যথেষ্ট।

مِنَ الَّذِيْنَ هَادُوْا يُحَرِّفُوْنَ الْكَلِمَ عَنْ مَّوَاضِعِهٖ
وَيَقُوْلُوْنَ سَمِعْنَا وَعَصَيْنَا وَاسْمَعْ غَيْرَ مُسْمَعٍ وَّ
رَاعِنَا لَيًّا بِاَلْسِنَتِهِمْ وَطَعْنًا فِى الدِّيْنِ ؕ وَلَوْ اَنَّهُمْ
قَالُوْا سَمِعْنَا وَاَطَعْنَا وَاسْمَعْ وَانْظُرْنَا لَكَانَ خَيْرًا

৪৭) ইহুদীবিলাকৰ মাজৰ কিছুমানে যথাস্থানৰ পৰা শব্দবিলাক আঁতৰায়, আৰু সিহঁতে কয়, "আমি শুনিছোঁ আৰু অমান্য কৰিছোঁ," আৰু "তুমি শুনা যি শুনিব নোৱাৰি," আৰু নিজৰ জিভা ঘূৰাই আৰু ধৰ্ম্মবিষয়ে বিদ্ৰূপ কৰি (কয়) "ৰাইনা"; কিন্তু যদি সিহঁতে ইয়াকে ক'লেহেঁতেন "আমি শুনিছোঁ আৰু আমি বাধ্য হৈছোঁ", আৰু "তুমি শুনা" আৰু "আমাৰ ফাললৈ মন কৰা," সি

সিহঁতৰ পক্ষে নিশ্চয় উত্তম আৰু অধিক সঙ্গত হ'লহেঁতেন কিন্তু সিহঁতৰ অবিশ্বাসৰ কাৰণে আল্লাই সিহঁতৰ প্ৰতি অভিসম্পাত পেলাইছে; সেই দেখি সিহঁতে অলপহে বিশ্বাস কৰে।

لَهُمْ وَاَقْوَمَ ۙ وَلٰكِنْ لَّعَنَهُمُ اللّٰهُ بِكُفْرِهِمْ فَلَا يُؤْمِنُوْنَ اِلَّا قَلِيْلًا ۝٤٧

৪৮) হে ধৰ্ম্মপুথিৰ লোকবিলাক, তোমালোকৰ লগত থকা পুথিৰ সত্যতাৰ সমৰ্থকৰূপে আমি যি (কোৰান) নমাই পঠিয়াইছোঁ তাত বিশ্বাস কৰাঁ— আমি কিছুমানৰ মুখ পৰিবৰ্ত্তন কৰাৰ পূৰ্ব্বেই; পিছত সিহঁতক সিহঁতৰ পিঠিৰ ফালে ঘূৰাম, অথবা যিদৰে আমি জিৰণিৰ দিনৰ বিধান লঙ্ঘনকৰোঁতাবিলাকক বৰ্জ্জন কৰিছিলোঁ সেইদৰে সিহঁতকো বৰ্জ্জন কৰিম; আৰু আল্লাৰ আদেশ সম্পন্ন হোৱা সুনিশ্চিত।

يٰۤاَيُّهَا الَّذِيْنَ اُوْتُوا الْكِتٰبَ اٰمِنُوْا بِمَا نَزَّلْنَا مُصَدِّقًا لِّمَا مَعَكُمْ مِّنْ قَبْلِ اَنْ نَّطْمِسَ وُجُوْهًا فَنَرُدَّهَا عَلٰۤى اَدْبَارِهَاۤ اَوْ نَلْعَنَهُمْ كَمَا لَعَنَّاۤ اَصْحٰبَ السَّبْتِ ؕ وَكَانَ اَمْرُ اللّٰهِ مَفْعُوْلًا ۝٤٨

৪৯) যদি আনক আল্লাৰ সমান কৰা হয়, আল্লাই তাক নিশ্চয় ক্ষমা নকৰে; আৰু তাৰ বাহিৰে যাকে ইচ্ছা তাকে সকলো ক্ষমা কৰে; আৰু যেয়ে আনক আল্লাৰ সমান কৰে, স্বৰূপতে সি এটা গুৰুতৰ পাপ সাজে।

اِنَّ اللّٰهَ لَا يَغْفِرُ اَنْ يُّشْرَكَ بِهٖ وَيَغْفِرُ مَا دُوْنَ ذٰلِكَ لِمَنْ يَّشَآءُ ۚ وَمَنْ يُّشْرِكْ بِاللّٰهِ فَقَدِ افْتَرٰۤى اِثْمًا عَظِيْمًا ۝٤٩

৫০) যিবিলাকে নিজকে পৱিত্ৰ বুলি প্ৰচাৰ কৰে সেইবিলাকৰ ফালে তুমি মন কৰা নাই নে? নহয়, আল্লাইহে যাকে ইচ্ছা তাকে পৱিত্ৰ কৰে; আৰু সিহঁতৰ অকণো অন্যায় কৰা নহ'ব

اَلَمْ تَرَ اِلَى الَّذِيْنَ يُزَكُّوْنَ اَنْفُسَهُمْ ؕ بَلِ اللّٰهُ يُزَكِّيْ مَنْ يَّشَآءُ وَلَا يُظْلَمُوْنَ فَتِيْلًا ۝٥٠

৫১) চোৱাঁ, আল্লাৰ বিৰুদ্ধে সিহঁতে কেনেকৈ মিছা সাজে! সেয়ে প্ৰত্যক্ষ পাপ হিচাবে যথেষ্ট।

اُنْظُرْ كَيْفَ يَفْتَرُوْنَ عَلَى اللّٰهِ الْكَذِبَ ؕ وَكَفٰى بِهٖۤ اِثْمًا مُّبِيْنًا ۝٥١ ع

৫২) যিবিলাকক ধৰ্ম্ম-পুথিৰ কিছু অংশ দান কৰা হৈছে সেইবিলাকৰ বিষয়ে তুমি ভাবি চোৱা নাই নে? সিহঁতে দেৱ-দেৱী আৰু শ্বয়তানৰ প্ৰতি বিশ্বাস কৰে; আৰু অবিশ্বাসীবিলাকৰ সম্বন্ধে কয়, বিশ্বাসীবিলাকতকৈ সিহঁতহে সুপথত অগ্ৰগামী।

اَلَمْ تَرَ اِلَى الَّذِيْنَ اُوْتُوْا نَصِيْبًا مِّنَ الْكِتٰبِ يُؤْمِنُوْنَ بِالْجِبْتِ وَالطَّاغُوْتِ وَيَقُوْلُوْنَ لِلَّذِيْنَ كَفَرُوْا هٰۤؤُلَاۤءِ اَهْدٰى مِنَ الَّذِيْنَ اٰمَنُوْا سَبِيْلًا ۝٥٢

৫৩) সেইবিলাকক আল্লাই অভিশাপ দিছে, আৰু আল্লাই যাক অভিশাপ দিয়ে তাৰ নিমিত্তে তুমি এজনো সাহায্যকাৰী নোপোৱা।

اُولٰٓئِكَ الَّذِيْنَ لَعَنَهُمُ اللّٰهُ ؕ وَمَنْ يَّلْعَنِ اللّٰهُ فَلَنْ تَجِدَ لَهٗ نَصِيْرًا ۝٥٣

(৫৪) ৰাজত্বত সিহঁতৰ কোনো অংশ আছে নে? যদি থাকে, সিহঁতে মানুহক খেজুৰগুটিৰ সৰু আঁচৰ সমানো দান নকৰিব।

أَمْ لَهُمْ نَصِيبٌ مِّنَ الْمُلْكِ فَإِذًا لَّا يُؤْتُونَ النَّاسَ نَقِيرًا ﴿٥٣﴾

(৫৫) অথবা আল্লাই নিজ প্ৰাচুৰ্য্যৰ পৰা মানুহক যি দান কৰিছে তাৰ কাৰণে সিহঁতে সিহঁতক হিংসা কৰে নে? অথচ স্বৰূপতে আমি ইব্ৰাহীমৰ সন্ততিক ধৰ্ম্মপুথি আৰু জ্ঞান দান কৰিছিলোঁ, আৰু তেওঁলোকক দান কৰিছিলোঁ এখন বিশাল সাম্ৰাজ্য।

أَمْ يَحْسُدُونَ النَّاسَ عَلَىٰ مَا آتَاهُمُ اللَّهُ مِن فَضْلِهِ ۖ فَقَدْ آتَيْنَا آلَ إِبْرَاهِيمَ الْكِتَابَ وَالْحِكْمَةَ وَآتَيْنَاهُم مُّلْكًا عَظِيمًا ﴿٥٤﴾

(৫৬) পিছত সিহঁতৰ মাজৰ কিছুমানে তেওঁত বিশ্বাস কৰিছিল, আৰু সিহঁতৰ মাজৰ আন কিছুমানে তেওঁৰ পৰা বিমুখ হৈছিল; আৰু নৰক প্ৰজ্বলিত অগ্নিৰ নিমিত্তে যথেষ্ট।

فَمِنْهُم مَّنْ آمَنَ بِهِ وَمِنْهُم مَّن صَدَّ عَنْهُ ۚ وَكَفَىٰ بِجَهَنَّمَ سَعِيرًا ﴿٥٥﴾

(৫৭) যিবিলাকে আমাৰ নিদৰ্শনসমূহত অবিশ্বাস কৰিছে সেইবিলাকক আমি নিশ্চয় নৰকৰ অগ্নিত নিক্ষেপ কৰিম; সিহঁতৰ গাৰ ছাল পুৰি নষ্ট হোৱা মাত্ৰ তাৰ সলনি আন এখন ছাল সিহঁতক দিম, যাতে সিহঁতে শাস্তিৰ সোৱাদ লৈ থাকিব পাৰে; নিশ্চয় আল্লাই ক্ষমতাশালী, শ্ৰেষ্ঠজ্ঞানী।

إِنَّ الَّذِينَ كَفَرُوا بِآيَاتِنَا سَوْفَ نُصْلِيهِمْ نَارًا كُلَّمَا نَضِجَتْ جُلُودُهُم بَدَّلْنَاهُمْ جُلُودًا غَيْرَهَا لِيَذُوقُوا الْعَذَابَ ۗ إِنَّ اللَّهَ كَانَ عَزِيزًا حَكِيمًا ﴿٥٦﴾ ع

(৫৮) আৰু যিসকলে বিশ্বাস কৰে আৰু সৎকাৰ্য্য কৰে তেওঁলোকক আমি যাৰ তলেদি জুৰিসমূহ বৈ গৈছে এনে উদ্যান বিলাকত প্ৰবেশ কৰিবলৈ দিম, য'ত তেওঁলোকে অনন্তকাল বসতি কৰিব; তাত তেওঁলোকৰ নিমিত্তে থাকিব পবিত্ৰ সহচৰী সকল; আৰু তেওঁলোকক আমি সুশীতল ছাঁৰ মাজত অৱস্থান কৰিবলৈ দিম।

وَالَّذِينَ آمَنُوا وَعَمِلُوا الصَّالِحَاتِ سَنُدْخِلُهُمْ جَنَّاتٍ تَجْرِي مِن تَحْتِهَا الْأَنْهَارُ خَالِدِينَ فِيهَا أَبَدًا ۖ لَّهُمْ فِيهَا أَزْوَاجٌ مُّطَهَّرَةٌ ۖ وَنُدْخِلُهُمْ ظِلًّا ظَلِيلًا ﴿٥٧﴾

(৫৯) স্বৰূপতে আল্লাই তোমালোকক ইয়াকে আদেশ দিছে যে যিবিলাক দায়িত্ব গ্ৰহণ কৰিবৰ উপযুক্ত সেইবিলাকৰ প্ৰতি তোমালোকে দায়িত্বৰ ভাৰ ন্যস্ত কৰাঁ; আৰু তোমালোকে মানুহৰ মাজত বিচাৰ কৰিব ধৰিলে, ন্যায়মতে বিচাৰ কৰিবা; আল্লাই যি শিক্ষা তোমালোকক দিছে সি নিশ্চয় অতি উত্তম; প্ৰকৃততে আল্লা পৰম শ্ৰোতা, শ্ৰেষ্ঠ নিৰীক্ষণ কৰোঁতা।

إِنَّ اللَّهَ يَأْمُرُكُمْ أَن تُؤَدُّوا الْأَمَانَاتِ إِلَىٰ أَهْلِهَا وَإِذَا حَكَمْتُم بَيْنَ النَّاسِ أَن تَحْكُمُوا بِالْعَدْلِ ۚ إِنَّ اللَّهَ نِعِمَّا يَعِظُكُم بِهِ ۗ إِنَّ اللَّهَ كَانَ سَمِيعًا بَصِيرًا ﴿٥٨﴾

يٰٓاَيُّهَا الَّذِيْنَ اٰمَنُوْٓا اَطِيْعُوا اللّٰهَ وَاَطِيْعُوا الرَّسُوْلَ وَ
اُولِي الْاَمْرِ مِنْكُمْ ۚ فَاِنْ تَنَازَعْتُمْ فِيْ شَيْءٍ فَرُدُّوْهُ
اِلَى اللّٰهِ وَالرَّسُوْلِ اِنْ كُنْتُمْ تُؤْمِنُوْنَ بِاللّٰهِ وَالْيَوْمِ
الْاٰخِرِ ۭ ذٰلِكَ خَيْرٌ وَّاَحْسَنُ تَاْوِيْلًا ۝٦٠ ع

৬০) হে বিশ্বাসীসকল, তোমালোকে আল্লাৰ বাধ্য হোৱাঁ, আৰু বাধ্য হোৱাঁ ৰচুলজনৰ, আৰু যি শাসনকৰ্ত্তাবিলাকক তোমালোকে বাছি লৈছা তেওঁলোকৰো ; পিছত যদি তোমালোকৰ মাজত কোনো বিষয়ে বাদ-বিসংবাদ হয় তেন্তে সেই বিষয়ৰ মীমাংসা আল্লা আৰু ৰচুলজনৰ পৰা বিচাৰিবা,—যদিহে তোমালোকে আল্লাত আৰ শেহ দিনত বিশ্বাস কৰা ; সেয়ে উত্তম উপায় আৰু উৎকৃষ্ট পৰিণাম।

اَلَمْ تَرَ اِلَى الَّذِيْنَ يَزْعُمُوْنَ اَنَّهُمْ اٰمَنُوْا بِمَآ اُنْزِلَ
اِلَيْكَ وَمَآ اُنْزِلَ مِنْ قَبْلِكَ يُرِيْدُوْنَ اَنْ يَّتَحَاكَمُوْٓا
اِلَى الطَّاغُوْتِ وَقَدْ اُمِرُوْٓا اَنْ يَّكْفُرُوْا بِهٖ ۭ وَيُرِيْدُ
الشَّيْطٰنُ اَنْ يُّضِلَّهُمْ ضَلٰلًۢا بَعِيْدًا ۝٦١

৬১) সেইবিলাকৰ বিষয়ে তুমি ভাবি চোৱা নাই নে, যিবিলাকে ছল কৰি কয় যে তোমালৈ যি নমাই পঠোৱা হৈছে আৰু তোমাৰ আগেয়ে যি নমাই পঠোৱা হৈছিল তাত সিহঁতে বিশ্বাস কৰে ? সিহঁতে ইচ্ছা কৰে, বিদ্ৰোহী জনৰ মীমাংসা বিচাৰিবলৈ, অথচ সিহঁতক সেইজনৰ বাধ্যতা স্বীকাৰ নকৰিবলৈ আদেশ দিয়া হৈছিল ; আৰু শ্বয়তানে ইয়াকে ইচ্ছা কৰে যেন সিহঁতক পথভ্ৰান্ত কৰি দূৰৈৰ বিপথে লৈ যায়।

وَاِذَا قِيْلَ لَهُمْ تَعَالَوْا اِلٰى مَآ اَنْزَلَ اللّٰهُ وَاِلَى الرَّسُوْلِ
رَاَيْتَ الْمُنٰفِقِيْنَ يَصُدُّوْنَ عَنْكَ صُدُوْدًا ۝٦٢

৬২) আৰু যেতিয়া সিহঁতক কোৱা হয়, 'আল্লাই যি নমাই পঠিয়াইছে তালৈ আৰু ৰচুলৰ ফাললৈ আহাঁ', তুমি ভণ্ডবিলাকক দেখি পাবা সিহঁতে বিৰক্ত হৈ তোমাৰ পৰা বিমুখ হৈ গৈছে।

فَكَيْفَ اِذَآ اَصَابَتْهُمْ مُّصِيْبَةٌۢ بِمَا قَدَّمَتْ اَيْدِيْهِمْ
ثُمَّ جَاۗءُوْكَ يَحْلِفُوْنَ ڰ بِاللّٰهِ اِنْ اَرَدْنَآ اِلَّآ اِحْسَانًا
وَّتَوْفِيْقًا ۝٦٣

৬৩) সিহঁতে যি আগেয়ে আৰ্জ্জিছিল তাৰ বাবে সিহঁতৰ ওপৰত যেতিয়া বিপদ পৰিব তেতিয়া কেনে অৱস্থা হ'ব ? পিছত সিহঁতে তোমাৰ ওচৰলৈ আহি আল্লাৰ শপত খাই ক'ব, মঙ্গল সাধন আৰু মিলন স্থাপনৰ বাহিৰে আন একোৰেই আমি বাঞ্ছা কৰা নাই।

اُولٰۗىِٕكَ الَّذِيْنَ يَعْلَمُ اللّٰهُ مَا فِيْ قُلُوْبِهِمْ ۤ فَاَعْرِضْ
عَنْهُمْ وَعِظْهُمْ وَقُلْ لَّهُمْ فِيْٓ اَنْفُسِهِمْ قَوْلًۢا بَلِيْغًا ۝٦٤

৬৪) এইবিলাকৰ অন্তৰসমূহত যি আছে তাক আল্লাই জানে ; গতিকে সিহঁতৰ পৰা বেলেগ হৈ থাকিবা, কিন্তু সিহঁতক সৎ উপদেশ দিবা, আৰু সিহঁতৰে সৈতে এনে কথা কবা যি সিহঁতৰ হৃদয় স্পৰ্শ কৰে।

৬৫) আৰু আমি কেৱল এনে ৰচুলকহে প্ৰেৰণ কৰিছোঁ যিজনৰ বাধ্যতা আল্লাৰ আদেশ মতে স্বীকাৰ কৰা হয়, আৰু যদি নিজ আত্মাৰ প্ৰতি অন্যায় কৰাৰ সময়ত সিহঁতে তোমাৰ ওচৰলৈ আহি আল্লাৰ ক্ষমা ভিক্ষা কৰিলেহেঁতেন, আৰু ৰচুলেও সিহঁতৰ হৈ ক্ষমা ভিক্ষা কৰিলেহেঁতেন, সিহঁতে নিশ্চয় আল্লাক শ্ৰেষ্ঠ কৃপাদৃষ্টি কৰোঁতা, পৰম দানশীল পালেহেঁতেন।

وَمَآ اَرْسَلْنَا مِنْ رَّسُوْلٍ اِلَّا لِيُطَاعَ بِاِذْنِ اللّٰهِ ؕ وَلَوْ اَنَّهُمْ اِذْ ظَّلَمُوْٓا اَنْفُسَهُمْ جَآءُوْكَ فَاسْتَغْفَرُوا اللّٰهَ وَاسْتَغْفَرَ لَهُمُ الرَّسُوْلُ لَوَجَدُوا اللّٰهَ تَوَّابًا رَّحِيْمًا ﴿٦٥﴾

৬৬) কিন্তু নহয়; তোমাৰ প্ৰভুৰ শপত, যেতিয়ালৈকে সিহঁতে নিজ বিবাদ-বিসম্বাদসমূহ বিচাৰৰ নিমিত্তে তোমাৰ ওচৰলৈ নানে, পিছত তুমি যি মীমাংসা কৰা সেই সম্বন্ধে সিহঁতে নিজ অন্তৰসমূহত কোনো সংশয় বোধ নকৰে, আৰু (যেতিয়ালৈকে) সিহঁতে সম্পূৰ্ণৰূপে (তোমাৰ) বাধ্য নহয়, তেতিয়ালৈকে সিহঁত প্ৰকৃতপক্ষে বিশ্বাসী নহয়।

فَلَا وَرَبِّكَ لَا يُؤْمِنُوْنَ حَتّٰى يُحَكِّمُوْكَ فِيْمَا شَجَرَ بَيْنَهُمْ ثُمَّ لَا يَجِدُوْا فِيْٓ اَنْفُسِهِمْ حَرَجًا مِّمَّا قَضَيْتَ وَيُسَلِّمُوْا تَسْلِيْمًا ﴿٦٦﴾

৬৭) আৰু যদি আমি সিহঁতৰ নিমিত্তে ইয়াকে লিপিবদ্ধ কৰিলোঁহেঁতেন। তোমালোকে নিজৰ জীৱন বিসৰ্জ্জন কৰাঁ অথবা নিজ ঘৰ এৰি ওলাই যোৱাঁ, সিহঁতে অলপ কিছুমানৰ বাহিৰে এই কাৰ্য্য সম্পন্ন নকৰিলেহেঁতেন ; কিন্তু সিহঁতক যি উপদেশ দিয়া হৈছিল সেই অনুযায়ী সিহঁতে কাৰ্য্য কৰা হলে, সি সিহঁতৰ পক্ষে নিশ্চয় মঙ্গলজনক হ'লহেঁতেন আৰু সিহঁতক (বিশ্বাসত) বেছিকৈ দৃঢ় কৰিলেহেঁতেন।

وَلَوْ اَنَّا كَتَبْنَا عَلَيْهِمْ اَنِ اقْتُلُوْٓا اَنْفُسَكُمْ اَوِ اخْرُجُوْا مِنْ دِيَارِكُمْ مَّا فَعَلُوْهُ اِلَّا قَلِيْلٌ مِّنْهُمْ ؕ وَلَوْ اَنَّهُمْ فَعَلُوْا مَا يُوْعَظُوْنَ بِهٖ لَكَانَ خَيْرًا لَّهُمْ وَاَشَدَّ تَثْبِيْتًا ﴿٦٦﴾

৬৮) আৰু তেতিয়া আমি সিহঁতক আমাৰ কাষৰ পৰা নিশ্চয় মহৎ প্ৰতিদান প্ৰদান কৰিলোঁহেঁতেন।

وَّاِذًا لَّاٰتَيْنٰهُمْ مِّنْ لَّدُنَّآ اَجْرًا عَظِيْمًا ﴿٦٨﴾

৬৯) আৰু নিশ্চয় আমি সিহঁতক পোন বাটেদি লৈ গলোঁহেঁতেন।

وَّلَهَدَيْنٰهُمْ صِرَاطًا مُّسْتَقِيْمًا ﴿٦٩﴾

৭০) আৰু যিসকলে আল্লাৰ আৰু ৰচুলৰ আজ্ঞা অনুসৰি চলে তেওঁলোক হ'ব সেই সকলৰ সঙ্গী যি সকলৰ ওপৰত আল্লাই অনুগ্ৰহ কৰিছে, অৰ্থাৎ নবীসকল, আৰু সত্যপ্ৰিয়সকল, আৰু প্ৰাণ

وَمَنْ يُّطِعِ اللّٰهَ وَالرَّسُوْلَ فَاُولٰٓئِكَ مَعَ الَّذِيْنَ اَنْعَمَ اللّٰهُ عَلَيْهِمْ مِّنَ النَّبِيّٖنَ وَالصِّدِّيْقِيْنَ وَالشُّهَدَآءِ

وَالصّٰلِحِيْنَ ۚ وَحَسُنَ اُولٰٓئِكَ رَفِيْقًا ۞

উৎসৰ্গ কৰোঁতাসকল, আৰু ধৰ্ম্মপৰায়ণসকল; এইসকলেই হৈছে উত্তম সঙ্গী।

ع ذٰلِكَ الْفَضْلُ مِنَ اللّٰهِ ؕ وَكَفٰى بِاللّٰهِ عَلِيْمًا ۞

৭১) এই কৃপা আহিছে আল্লাৰ ফালৰ পৰা, আৰু সৰ্ব্বজ্ঞ আল্লাই যথেষ্ট।

يٰٓاَيُّهَا الَّذِيْنَ اٰمَنُوْا خُذُوْا حِذْرَكُمْ فَانْفِرُوْا ثُبَاتٍ اَوِ انْفِرُوْا جَمِيْعًا ۞

৭২) হে বিশ্বাসীসকল, (আত্মৰক্ষাৰ কাৰণে) তোমালোকে সৰ্তক থকাৰ উপায় অৱলম্বন কৰাঁ, তাৰ পিছত বেলেগ বেলেগ দল বান্ধি ওলাই পৰিবা, অথবা সকলোৰে একগোট হৈ ওলাবা।

وَاِنَّ مِنْكُمْ لَمَنْ لَّيُبَطِّئَنَّ ۚ فَاِنْ اَصَابَتْكُمْ مُّصِيْبَةٌ قَالَ قَدْ اَنْعَمَ اللّٰهُ عَلَيَّ اِذْ لَمْ اَكُنْ مَّعَهُمْ شَهِيْدًا ۞

৭৩) আৰু তোমালোকৰ মাজত এনে মানুহ আছে যি নিশ্চয় পিছ হুঁহকি থাকিব; পিছত যদি তোমালোকৰ ওপৰত বিপদ পৰে, সি ক'ব, মই যে সিহঁতৰ লগত উপস্থিত নাছিলোঁ স্বৰূপতে আল্লাই মোৰ প্ৰতি অনুগ্ৰহহে কৰিলে।

وَلَئِنْ اَصَابَكُمْ فَضْلٌ مِّنَ اللّٰهِ لَيَقُوْلَنَّ كَاَنْ لَّمْ تَكُنْۢ بَيْنَكُمْ وَبَيْنَهٗ مَوَدَّةٌ يّٰلَيْتَنِيْ كُنْتُ مَعَهُمْ فَاَفُوْزَ فَوْزًا عَظِيْمًا ۞

৭৪) কিন্তু যদি আল্লাৰ ফালৰ পৰা তোমালোকলৈ কৃপা আহে সি নিশ্চয় ইয়াকে ক'ব এনেদৰে— যেন তোমালোকৰ আৰু তাৰ মাজত কদাপি কোনো বন্ধুতায়ে নাছিল,—'হায়! মই সিহঁতৰ সঙ্গী হৈ থকা হ'লে, ময়ো মহান সফলতা লাভ কৰিলোঁহেঁতেন!'

فَلْيُقَاتِلْ فِيْ سَبِيْلِ اللّٰهِ الَّذِيْنَ يَشْرُوْنَ الْحَيٰوةَ الدُّنْيَا بِالْاٰخِرَةِ ؕ وَمَنْ يُّقَاتِلْ فِيْ سَبِيْلِ اللّٰهِ فَيُقْتَلْ اَوْ يَغْلِبْ فَسَوْفَ نُؤْتِيْهِ اَجْرًا عَظِيْمًا ۞

৭৫) গতিকে সেইবিলাকেই আল্লাৰ পথত যুদ্ধ কৰক যিবিলাকে পাৰ্থিৱ জীৱন সলনি দি পৰলোক লাভ কৰিবলৈ ইচ্ছা কৰে; আৰু যিজনে আল্লাৰ পথত যুদ্ধ কৰে, তাৰ ফলত তেওঁ নিহত হওক নাইবা বিজয়ী হওক, সেইজনক আমি দান কৰিম মহান প্ৰতিদান।

وَمَا لَكُمْ لَا تُقَاتِلُوْنَ فِيْ سَبِيْلِ اللّٰهِ وَالْمُسْتَضْعَفِيْنَ مِنَ الرِّجَالِ وَالنِّسَآءِ وَالْوِلْدَانِ الَّذِيْنَ يَقُوْلُوْنَ رَبَّنَآ اَخْرِجْنَا مِنْ هٰذِهِ الْقَرْيَةِ الظَّالِمِ اَهْلُهَا وَاجْعَلْ لَّنَا مِنْ لَّدُنْكَ وَلِيًّا ۚ وَّاجْعَلْ لَّنَا مِنْ

৭৬) আৰু তোমালোকে কিয়নো আল্লাৰ পথত আৰু সেই শক্তিহীন পুৰুষ আৰু তিৰোতা আৰু সন্তান-সন্ততিৰ কাৰণে যুদ্ধ নকৰিবা যিবিলাকে কয়, হে আমাৰ প্ৰভু, যি নগৰৰ অধিবাসীবিলাক এনে অত্যাচাৰী তাৰ পৰা আমাক উদ্ধাৰ কৰি লৈ যোৱাঁ, আৰু তোমাৰ কাষৰ পৰা আমাৰ নিমিত্তে কোনো এজন বন্ধু উত্থিত কৰাঁ, আৰু আমাৰ

لَّدُنْكَ نَصِيرًا ۝٧٥

কাৰণে তোমাৰ সন্নিধানৰ পৰা কোনো এজন সহায়কাৰী প্ৰতিষ্ঠিত কৰা।

الَّذِينَ آمَنُوا يُقَاتِلُونَ فِي سَبِيلِ اللَّهِ ۖ وَالَّذِينَ كَفَرُوا
يُقَاتِلُونَ فِي سَبِيلِ الطَّاغُوتِ فَقَاتِلُوا أَوْلِيَاءَ الشَّيْطَانِ ۖ
ع إِنَّ كَيْدَ الشَّيْطَانِ كَانَ ضَعِيفًا ۝٧٦

৭৭) যিসকল (প্ৰকৃততে) বিশ্বাসী সেই সকলে আল্লাৰ পথত যুদ্ধ কৰে, কিন্তু যিবিলাক অবিশ্বাসী সিহঁতে শ্বয়তানৰ পথত যুদ্ধ কৰে; গতিকে শ্বয়তানৰ বন্ধুবিলাকৰ বিৰুদ্ধে তোমালোকে সংগ্ৰাম কৰাঁ ; বাস্তৱতে শ্বয়তানৰ কৌশল দুৰ্ব্বল।

أَلَمْ تَرَ إِلَى الَّذِينَ قِيلَ لَهُمْ كُفُّوا أَيْدِيَكُمْ وَأَقِيمُوا
الصَّلَاةَ وَآتُوا الزَّكَاةَ فَلَمَّا كُتِبَ عَلَيْهِمُ الْقِتَالُ
إِذَا فَرِيقٌ مِّنْهُمْ يَخْشَوْنَ النَّاسَ كَخَشْيَةِ اللَّهِ
أَوْ أَشَدَّ خَشْيَةً ۚ وَقَالُوا رَبَّنَا لِمَ كَتَبْتَ عَلَيْنَا
الْقِتَالَ لَوْلَا أَخَّرْتَنَا إِلَىٰ أَجَلٍ قَرِيبٍ ۗ قُلْ مَتَاعُ
الدُّنْيَا قَلِيلٌ وَالْآخِرَةُ خَيْرٌ لِّمَنِ اتَّقَىٰ وَلَا
تُظْلَمُونَ فَتِيلًا ۝٧٧

৭৮) সেইবিলাকৰ পিনে তুমি মন কৰা নাই নে যিবিলাকক কোৱা হৈছিল, তোমালোকে নিজৰ হাতসমূহ টানি ৰাখাঁ আৰু নমাজৰ অনুষ্ঠান কৰাঁ আৰ জকাত দান কৰাঁ; পিছত যেতিয়া সিহঁতৰ নিমিত্তে যুদ্ধৰ বিধান কৰা হ'ল সিহঁতৰ মাজৰ এদলে আল্লাক যিদৰে ভয় কৰা উচিত সেই দৰে বা তাতোকৈ বেছিকৈ মানুহক ভয় কৰিব ধৰিল; আৰু সিহঁতে কৈছিল, হে আমাৰ প্ৰভু, কিয়নো তুমি আমাৰ নিমিত্তে যুদ্ধৰ বিধান কৰিলা ? অলপ সময়ৰ নিমিত্তে তুমি আমাক অৱকাশ নিদিবা নে ? —তুমি কোৱাঁ, ইহলোকৰ সম্পদ অলপীয়া, আৰু যিজনে আল্লাৰ ভয় ৰাখে তেওঁৰ নিমিত্তে পৰলোকহে মঙ্গলময়, আৰু তোমালোকৰ ওপৰত অকণো অন্যায় কৰা নহ'ব।

أَيْنَمَا تَكُونُوا يُدْرِككُّمُ الْمَوْتُ وَلَوْ كُنتُمْ فِي بُرُوجٍ
مُّشَيَّدَةٍ ۗ وَإِن تُصِبْهُمْ حَسَنَةٌ يَقُولُوا هَٰذِهِ مِنْ
عِندِ اللَّهِ ۖ وَإِن تُصِبْهُمْ سَيِّئَةٌ يَقُولُوا هَٰذِهِ مِنْ
عِندِكَ ۚ قُلْ كُلٌّ مِّنْ عِندِ اللَّهِ ۖ فَمَالِ هَٰؤُلَاءِ الْقَوْمِ
لَا يَكَادُونَ يَفْقَهُونَ حَدِيثًا ۝٧٨

৭৯) তোমালোকে য'তে থাকা ত'তে তোমালোকক মৃত্যুৱে লগ পাব—যদিও তোমালোকে দৃঢ়কৈ নিৰ্ম্মাণ কৰা ওখ দুৰ্গসমূহৰ ভিতৰত থাকা; আৰু যদি সিহঁতে কোনো মঙ্গল লাভ কৰে সিহঁতে কয় এই মঙ্গল আল্লাৰ কাষৰ পৰা আহিছে; কিন্তু যদি সিহঁতৰ কোনো অমঙ্গল ঘটে সিহঁতে কয়, এই অমঙ্গল তোমাৰ ফালৰ পৰা আহিছে; তুমি কোৱাঁ, সকলো আল্লাৰ কাষৰ পৰা আহে; তেন্তে সেই জাতিৰ কি হৈছে যে কোনো কথাৰ ভালকৈ উপলব্ধি কৰিবৰ ওচৰো নাচাপে ?

مَّا أَصَابَكَ مِنْ حَسَنَةٍ فَمِنَ اللَّهِ ۖ وَمَا أَصَابَكَ مِن

৮০) যি মঙ্গল তোমাৰ ভাগত পৰে সি আল্লাৰ পৰাহে আহে, আৰু তোমাৰ যি অমঙ্গল ঘটে সি

سَيِّئَةٍ فَمِنْ نَّفْسِكَ ۚ وَأَرْسَلْنٰكَ لِلنَّاسِ رَسُوْلًا ۚ وَكَفٰى بِاللّٰهِ شَهِيْدًا ۝٨٠

তোমাৰ নিজৰ পৰা; আৰু মানৱজাতিৰ নিমিত্তে আমি তোমাক ৰছুল স্বৰূপে প্ৰেৰণ কৰিছোঁ; আৰু সাক্ষীৰূপে আল্লাই যথেষ্ট।

مَنْ يُّطِعِ الرَّسُوْلَ فَقَدْ أَطَاعَ اللّٰهَ ۚ وَمَنْ تَوَلّٰى فَمَآ أَرْسَلْنٰكَ عَلَيْهِمْ حَفِيْظًا ۝٨١

৮১) যি ৰছুলৰ বাধ্য হয় স্বৰূপত সি আল্লাৰো বাধ্য হয়; কিন্তু যিবিলাক বিমুখ হয় সেইবিলাকৰ কাৰণে তোমাক ৰক্ষকৰূপে আমি পঠিওৱা নাই।

وَيَقُوْلُوْنَ طَاعَةٌ ۖ فَإِذَا بَرَزُوْا مِنْ عِنْدِكَ بَيَّتَ طَآئِفَةٌ مِّنْهُمْ غَيْرَ الَّذِيْ تَقُوْلُ ۚ وَاللّٰهُ يَكْتُبُ مَا يُبَيِّتُوْنَ ۚ فَأَعْرِضْ عَنْهُمْ وَتَوَكَّلْ عَلَى اللّٰهِ ۚ وَكَفٰى بِاللّٰهِ وَكِيْلًا ۝٨٢

৮২) আৰু সিহঁতে কয়, বাধ্যতা (আমাৰ কৰ্ত্তব্য); কিন্তু যেতিয়া সিহঁতে তোমাক এৰি ওলাই যায়, সিহঁতৰ মাজৰ এদলে তুমি যি কোৱা তাৰ বিপৰীত কথা লৈ নিশা পৰস্পৰ কু-অভিসন্ধি কৰে; আৰু সিহঁতে নিশা যি পৰস্পৰ কু-অভিসন্ধি কৰে সকলো আল্লাই লিপিবদ্ধ কৰে; গতিকে তুমি সিহঁতৰ পৰা আঁতৰি থাকাঁ, আৰ আল্লাৰ প্ৰতি ভৰসা ৰাখাঁ; আৰু কাৰ্য্যসম্পাদকৰূপে আল্লাই যথেষ্ট।

أَفَلَا يَتَدَبَّرُوْنَ الْقُرْاٰنَ ۚ وَلَوْ كَانَ مِنْ عِنْدِ غَيْرِ اللّٰهِ لَوَجَدُوْا فِيْهِ اخْتِلَافًا كَثِيْرًا ۝٨٣

৮৩) সিহঁতে কোৰানৰ সম্বন্ধে দ-কৈ চিন্তা নকৰে নে? এই গ্ৰন্থখন আল্লাত ভিন্ন অইনৰ পৰা অহা হ'লে সিহঁতে ইয়াত বহুত বিৰোধ পালেহেঁতেন।

وَإِذَا جَآءَهُمْ أَمْرٌ مِّنَ الْأَمْنِ أَوِ الْخَوْفِ أَذَاعُوْا بِهٖ ۚ وَلَوْ رَدُّوْهُ إِلَى الرَّسُوْلِ وَإِلٰٓى أُولِي الْأَمْرِ مِنْهُمْ لَعَلِمَهُ الَّذِيْنَ يَسْتَنْۢبِطُوْنَهٗ مِنْهُمْ ۚ وَلَوْلَا فَضْلُ اللّٰهِ عَلَيْكُمْ وَرَحْمَتُهٗ لَاتَّبَعْتُمُ الشَّيْطٰنَ إِلَّا قَلِيْلًا ۝٨٤

৮৪) আৰু যেতিয়া সিহঁতৰ ওচৰলৈ নিৰ্ভয়ৰ বা ভয়ৰ কোনো সংবাদ আহি পায়, সিহঁতে তাকে প্ৰচাৰ কৰি ফুৰে; কিন্তু তাকে সিহঁতে ৰছুলৰ ওচৰলৈ আৰু নিজ নিয়ন্তাবিলাকৰ ওচৰলৈ লৈ যোৱা হ'লে, সিহঁতৰ মাজৰ যিবিলাকে তাৰ তত্ত্ব উলিয়াব পাৰে সেইবিলাকে নিশ্চয় সেই বিষয় উপলব্ধি কৰিব পাৰিলেহেঁতেন; আৰু তোমালোকৰ প্ৰতি আল্লাৰ কৃপা আৰু তেওঁৰ কৰুণা নোহোৱা হ'লে, কেইজনমানৰ বাহিৰে, তোমালোকে নিশ্চয় শ্বয়তানৰ অনুসৰণ হে কৰিলাহেঁতেন।

فَقَاتِلْ فِيْ سَبِيْلِ اللّٰهِ ۚ لَا تُكَلَّفُ إِلَّا نَفْسَكَ وَحَرِّضِ الْمُؤْمِنِيْنَ ۚ عَسَى اللّٰهُ أَنْ يَّكُفَّ بَأْسَ الَّذِيْنَ

৮৫) গতিকে তুমি আল্লাৰ পথত যুদ্ধ কৰাঁ—তোমাৰ প্ৰতি নিজৰ বাহিৰে আন কাৰো দায়িত্বৰ ভাৰ অৰ্পণ কৰা হোৱা নাই—আৰু বিশ্বাসীসকলক অনুপ্ৰাণিত কৰাঁ; হ'ব পাৰে

كَفَرُوْا ۚ وَاللّٰهُ اَشَدُّ بَاْسًا وَّاَشَدُّ تَنْكِيْلًا ﴿٨٤﴾

আল্লাই অবিশ্বাসীবিলাকৰ সংগ্ৰাম প্ৰতিৰোধ কৰিব; আৰু আল্লা সংগ্ৰামত যেনে ক্ষমতাশালী শাস্তি দিয়াতো তেনে কঠোৰ।

مَنْ يَّشْفَعْ شَفَاعَةً حَسَنَةً يَّكُنْ لَّهٗ نَصِيْبٌ مِّنْهَا ۚ
وَمَنْ يَّشْفَعْ شَفَاعَةً سَيِّئَةً يَّكُنْ لَّهٗ كِفْلٌ مِّنْهَا ۗ
وَكَانَ اللّٰهُ عَلٰى كُلِّ شَيْءٍ مُّقِيْتًا ﴿٨٥﴾

৮৬) যিজনে সৎকাৰ্য্য সম্পাদনৰ উপদেশ দিয়ে সেইজনে তাৰ পুণ্যফলৰ অংশ পাব; যিজনে অসৎ কাৰ্য্য সম্পাদনৰ উপদেশ দিয়ে সেইজনে তাৰ প্ৰতিফলৰ ভাগ পাব; আৰু আল্লা সকলো বস্তুৰ ওপৰত ক্ষমতাশালী।

وَاِذَا حُيِّيْتُمْ بِتَحِيَّةٍ فَحَيُّوْا بِاَحْسَنَ مِنْهَآ اَوْ رُدُّوْهَا ۗ
اِنَّ اللّٰهَ كَانَ عَلٰى كُلِّ شَيْءٍ حَسِيْبًا ﴿٨٦﴾

৮৭) আৰু যেতিয়া তোমালোকক আদৰেৰে সম্ভাষণ কৰা হয়, তোমালোকে তাতোকৈ উত্তমৰূপে সম্ভাষণ কৰিবা, নাইবা (অন্ততঃ) সেইদৰেই সম্ভাষণ ওলোটাই দিবা; নিশ্চয় আল্লাই সকলো বস্তুৰে লেখ লওঁতা।

اَللّٰهُ لَآ اِلٰهَ اِلَّا هُوَ ۗ لَيَجْمَعَنَّكُمْ اِلٰى يَوْمِ الْقِيٰمَةِ لَا
رَيْبَ فِيْهِ ۗ وَمَنْ اَصْدَقُ مِنَ اللّٰهِ حَدِيْثًا ﴿٨٧﴾

৮৮) সেইজনেই আল্লা যাৰ বাজে আন উপাস্য নাই; অৱশ্যে তেওঁ তোমালোকক পুনৰুত্থানৰ দিনলৈকে একেলগ কৰিব; ইয়াত কোনো সন্দেহ নাই; আৰু বাক্যত কোন আল্লাতকৈ অধিক সত্যপৰায়ণ হ'ব পাৰে?

فَمَا لَكُمْ فِى الْمُنٰفِقِيْنَ فِئَتَيْنِ وَاللّٰهُ اَرْكَسَهُمْ
بِمَا كَسَبُوْا ۗ اَتُرِيْدُوْنَ اَنْ تَهْدُوْا مَنْ اَضَلَّ اللّٰهُ ۗ
وَمَنْ يُّضْلِلِ اللّٰهُ فَلَنْ تَجِدَ لَهٗ سَبِيْلًا ﴿٨٨﴾

৮৯) কি কাৰণে ভণ্ডবিলাকৰ সম্বন্ধে তোমালোকৰ মাজত দুটা দল হৈ পৰিল, অথচ সিহঁতে যি অৰ্জ্জন কৰিছিল তাৰ বাবে সিহঁতক আল্লাই লুটিয়াই পেলাইছে: যাক আল্লাই পথভ্ৰান্ত কৰিছে তাক তোমালোকে সুপথত লৈ যাবলৈ ইচ্ছা কৰিছা নে? অথচ আল্লাই যাক বিভ্ৰান্ত কৰিছে তাৰ নিমিত্তে তুমি কেতিয়াও কোনো বাটকেই মুকলি নোপোৱা।

وَدُّوْا لَوْ تَكْفُرُوْنَ كَمَا كَفَرُوْا فَتَكُوْنُوْنَ سَوَآءً فَلَا
تَتَّخِذُوْا مِنْهُمْ اَوْلِيَآءَ حَتّٰى يُهَاجِرُوْا فِيْ سَبِيْلِ اللّٰهِ ۗ
فَاِنْ تَوَلَّوْا فَخُذُوْهُمْ وَاقْتُلُوْهُمْ حَيْثُ وَجَدْتُّمُوْهُمْ

৯০) সিহঁতে ইয়াকে বাঞ্ছা কৰে—সিহঁতে যিদৰে অবিশ্বাস কৰিছে তোমালোকেও সেইদৰে অবিশ্বাস কৰা হ'লে, তোমালোক সকলোৱে এক শ্ৰেণী হৈ পৰিলা হেঁতেন। সেই দেখি আল্লাৰ পথত সিহঁতে দেশত্যাগ নকৰালৈকে সিহঁতৰ মাজৰ পৰা বন্ধু গ্ৰহণ নকৰিবা; পিছত, সিহঁত যদি (শত্ৰুৰ দললৈ)

وَلَا تَتَّخِذُوا مِنْهُمْ وَلِيًّا وَلَا نَصِيرًا ﴿٨٩﴾

উলটি যায়, সিহঁতক ধৰি লবা, আৰু সিহঁতক য'তে পোৱা ত'তে বধ কৰিবা; আৰু সিহঁতৰ মাজৰ পৰা তোমালোকে কেতিয়াও বন্ধু বা সহায়কাৰী গ্ৰহণ নকৰিবা ;—

إِلَّا الَّذِينَ يَصِلُونَ إِلَىٰ قَوْمٍ بَيْنَكُمْ وَبَيْنَهُم مِّيثَاقٌ
أَوْ جَاءُوكُمْ حَصِرَتْ صُدُورُهُمْ أَن يُقَاتِلُوكُمْ أَوْ
يُقَاتِلُوا قَوْمَهُمْ ۚ وَلَوْ شَاءَ اللَّهُ لَسَلَّطَهُمْ عَلَيْكُمْ
فَلَقَاتَلُوكُمْ ۚ فَإِنِ اعْتَزَلُوكُمْ فَلَمْ يُقَاتِلُوكُمْ وَأَلْقَوْا
إِلَيْكُمُ السَّلَمَ فَمَا جَعَلَ اللَّهُ لَكُمْ عَلَيْهِمْ سَبِيلًا ﴿٩٠﴾

৯১) সেইবিলাকক এৰি যিবিলাকে সেই জাতিৰ লগত যোগ দিয়ে যি তোমালোকৰ সৈতে চুক্তি-বদ্ধ, অথবা যিবিলাকে তোমালোকৰ বিপক্ষে যুদ্ধ কৰিবলৈ নাইবা সিহঁতৰ স্বজাতিৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ সঙ্কুচিত হিয়া লৈ তোমালোকৰ ওচৰলৈ আহে; আৰু আল্লাই ইচ্ছা কৰা হ'লে তেওঁ নিশ্চয় সিহঁতক তোমালোকৰ বিৰুদ্ধে ক্ষমতা দিব পাৰিলেহেঁতেন, তেতিয়া সিহঁতে নিশ্চয় তোমালোকৰ বিৰুদ্ধে সংগ্ৰাম চলাই থাকিলেহেঁতেন। পিছত যদি সিহঁত তোমালোকৰ বিৰুদ্ধে ৰণ কৰাৰ পৰা নিবৃত্ত হয়, আৰু তোমালোকৰ লগত সন্ধিৰ প্ৰস্তাৱ কৰে, তেনে অৱস্থাত সিহঁতৰ বিপক্ষে (ৰণ কৰিবলৈ) কোনো বাট আল্লাই মুকলি ৰখা নাই।

سَتَجِدُونَ آخَرِينَ يُرِيدُونَ أَن يَأْمَنُوكُمْ وَيَأْمَنُوا
قَوْمَهُمْ كُلَّمَا رُدُّوا إِلَى الْفِتْنَةِ أُرْكِسُوا فِيهَا ۚ فَإِن لَّمْ
يَعْتَزِلُوكُمْ وَيُلْقُوا إِلَيْكُمُ السَّلَمَ وَيَكُفُّوا أَيْدِيَهُمْ
فَخُذُوهُمْ وَاقْتُلُوهُمْ حَيْثُ ثَقِفْتُمُوهُمْ ۚ وَأُولَٰئِكُمْ
ع جَعَلْنَا لَكُمْ عَلَيْهِمْ سُلْطَانًا مُّبِينًا ﴿٩١﴾

৯২) তোমালোকে আন কিছুমানক পাবা যিবিলাকে তোমালোকৰ পৰা নিৰ্ভয় হ'বলৈ আৰু সিহঁতৰ নিজৰ দলৰ পৰাও নিৰ্ভয় হ'বলৈ বাঞ্ছা কৰে; যেতিয়াই সিহঁতক শত্ৰুতাৰ ফালে ওলোটাই নিয়া হয় সিহঁতে তাত জপিয়াই পৰে, পিছত যদি সিহঁতে তোমালোকলৈ সন্ধিৰ প্ৰস্তাৱ পঠিয়াই তোমালোকৰ বিৰুদ্ধাচৰণৰ পৰা নিবৃত্ত নহয়, আৰু নিজৰ হাতসমূহ টানি নাৰাখে, তেন্তে সিহঁতক ধৰি লবা আৰু সিহঁতক য'তে পোৱা ত'তে বধ কৰিবা; আৰু সেইবিলাকৰ বিৰুদ্ধেই আমি তোমালোকক প্ৰকাশ্য ক্ষমতা দান কৰিছোঁ।

وَمَا كَانَ لِمُؤْمِنٍ أَن يَقْتُلَ مُؤْمِنًا إِلَّا خَطَأً ۚ وَمَن
قَتَلَ مُؤْمِنًا خَطَأً فَتَحْرِيرُ رَقَبَةٍ مُّؤْمِنَةٍ وَدِيَةٌ

৯৩) আৰু ভুলক্ৰমে ভিন্ন এজন বিশ্বাসীয়ে আন এজন বিশ্বাসীক হত্যা কৰিব নোৱাৰে; আৰু যদি কোনো এজনে ভুলক্ৰমে এজন বিশ্বাসীকহত্যা কৰে, তেন্তে (তাৰ শাস্তি হৈছে) এজন বিশ্বাসী

দাসক মুক্তি দান কৰা, তাৰ ওপৰি মৃতকৰ পৰিয়ালক হত্যাৰ বিনিময় সমৰ্পণ কৰা—যদিহে সিহঁতে নিজ ইচ্ছাৰে দাবী এৰি নিদিয়ে; কিন্তু যদি মৃতক তোমালোকৰ শত্ৰুপৰ হয়, আৰু সি বিশ্বাসী, তেন্তে (তাৰ শাস্তি হৈছে, কেৱল) এজন বিশ্বাসী দাসক মুক্তি দান কৰা, আৰু যদি সি সেই সম্প্ৰদায়ৰ যাৰ সৈতে তোমালোক মিত্ৰতাৰ চুক্তিত আবদ্ধ, তেন্তে (তাৰ শাস্তি হৈছে) মৃতকৰ পৰিয়ালক হত্যাৰ বিনিময় সমৰ্পণ কৰা, তাৰ উপৰি এজন বিশ্বাসী দাসক মুক্তি দান কৰা; কিন্তু তাকে কৰিবলৈ সি যদি অক্ষম, সি আল্লাৰ ক্ষমা প্ৰাৰ্থনাৰূপে একেৰাহে দুমাহ ৰোজা পালন কৰিব; আৰু আল্লাই সৰ্ব্বজ্ঞ, শ্ৰেষ্ঠ জ্ঞানী।

مُّسَلَّمَةٌ اِلٰٓى اَهْلِهٖٓ اِلَّآ اَنْ يَّصَّدَّقُوْا ۚ فَاِنْ كَانَ مِنْ
قَوْمٍ عَدُوٍّ لَّكُمْ وَهُوَ مُؤْمِنٌ فَتَحْرِيْرُ رَقَبَةٍ مُّؤْمِنَةٍ ۚ
وَاِنْ كَانَ مِنْ قَوْمٍۢ بَيْنَكُمْ وَبَيْنَهُمْ مِّيْثَاقٌ فَدِيَةٌ
مُّسَلَّمَةٌ اِلٰٓى اَهْلِهٖ وَتَحْرِيْرُ رَقَبَةٍ مُّؤْمِنَةٍ ۚ فَمَنْ
لَّمْ يَجِدْ فَصِيَامُ شَهْرَيْنِ مُتَتَابِعَيْنِ ۡ تَوْبَةً مِّنَ
اللّٰهِ ۗ وَكَانَ اللّٰهُ عَلِيْمًا حَكِيْمًا ﴿٩٢﴾

৯৪) আৰু যেয়ে এজন বিশ্বাসীক ইচ্ছা কৰি হত্যা কৰে; তাৰ প্ৰতিদান হব নৰক; তাতেই সি স্থায়ীৰূপে বাসকৰিব; আৰু তাৰ ওপৰত নিজৰ ক্ৰোধ নিক্ষেপ কৰিব আৰু তাক নিজ সন্নিধানৰ পৰা আঁতৰ কৰিব আৰু তাৰ নিমিত্তে সাজু ৰাখিব ভীষণ শাস্তি।

وَمَنْ يَّقْتُلْ مُؤْمِنًا مُّتَعَمِّدًا فَجَزَآؤُهٗ جَهَنَّمُ خٰلِدًا
فِيْهَا وَغَضِبَ اللّٰهُ عَلَيْهِ وَلَعَنَهٗ وَاَعَدَّ لَهٗ عَذَابًا
عَظِيْمًا ﴿٩٣﴾

৯৫) হে বিশ্বাসীসকল, যেতিয়া তোমালোক আল্লাৰ পথত (ঘৰৰ পৰা) ওলাই যোৱা সকলো কথাৰ তদন্ত কৰিবা, আৰু যিজনে তোমালোকক (শান্তিৰ) সম্ভাষণ জনায় সিজনক নকবা, 'তুমি বিশ্বাসী নোহোৱা'; তোমালোকে পাৰ্থিব জীৱনৰ সম্বল বিচাৰিছা, কিন্তু উত্তম সম্পদ প্ৰচুৰ পৰিমাণে আছে আল্লাৰ কাষত; অতিতত তেনে আছিলা তোমালেকো; পিছত তোমালোকৰ প্ৰতি আল্লাই অনুগ্ৰহ বৰ্ষণ কৰিলে। গতিকে তোমালোকে উচিতমতে তদন্ত কৰি লবা; তোমালোকে যি কাৰ্য্যকে কৰা সেই সম্বন্ধে আল্লা সম্পূৰ্ণৰূপে অভিজ্ঞ।

يٰٓاَيُّهَا الَّذِيْنَ اٰمَنُوْٓا اِذَا ضَرَبْتُمْ فِيْ سَبِيْلِ اللّٰهِ فَتَبَيَّنُوْا
وَلَا تَقُوْلُوْا لِمَنْ اَلْقٰٓى اِلَيْكُمُ السَّلٰمَ لَسْتَ مُؤْمِنًا ۚ
تَبْتَغُوْنَ عَرَضَ الْحَيٰوةِ الدُّنْيَا ۡ فَعِنْدَ اللّٰهِ مَغَانِمُ
كَثِيْرَةٌ ۗ كَذٰلِكَ كُنْتُمْ مِّنْ قَبْلُ فَمَنَّ اللّٰهُ عَلَيْكُمْ
فَتَبَيَّنُوْا ۗ اِنَّ اللّٰهَ كَانَ بِمَا تَعْمَلُوْنَ خَبِيْرًا ﴿٩٤﴾

৯৬। যিবিলাক অক্ষম হৈ কষ্টত পৰি আছে সেইবিলাকৰ বাহিৰে যিবিলাক বিশ্বাসী (ঘৰতেই)

لَا يَسْتَوِى الْقٰعِدُوْنَ مِنَ الْمُؤْمِنِيْنَ غَيْرُ اُولِى الضَّرَرِ

وَالْمُجٰهِدُوْنَ فِيْ سَبِيْلِ اللّٰهِ بِاَمْوَالِهِمْ وَاَنْفُسِهِمْ ؕ
فَضَّلَ اللّٰهُ الْمُجٰهِدِيْنَ بِاَمْوَالِهِمْ وَاَنْفُسِهِمْ عَلَى
الْقٰعِدِيْنَ دَرَجَةً ؕ وَكُلًّا وَّعَدَ اللّٰهُ الْحُسْنٰى ؕ وَفَضَّلَ
اللّٰهُ الْمُجٰهِدِيْنَ عَلَى الْقٰعِدِيْنَ اَجْرًا عَظِيْمًا ﴿٩٦﴾

বহি থাকে সিহঁত সেইসকলৰ তুল্য হ'ব নোৱাৰে যিসকলে নিজ ধন আৰু নিজ প্ৰাণেৰে সৈতে আল্লাৰ পথত যুদ্ধ কৰে; যিসকলে নিজ ধন আৰু নিজ প্ৰাণৰে সৈতে যুদ্ধ কৰে সেইসকলক আল্লাই (ঘৰতে) বহি থকাবিলাকৰ ওপৰত সম্ভ্ৰমৰ শ্ৰেষ্ঠতা দান কৰিছে, আৰু আল্লাই (সেইসকলৰ) প্ৰত্যেককে মঙ্গলৰ প্ৰতিশ্ৰুতি দিছে; আৰু যুদ্ধত যিসকলে কৰিছে সেই সকলক (ঘৰতে) বহি থকাবিলাকতকৈ মহান প্ৰতিদান দি আল্লাই শ্ৰেষ্ঠ কৰিছে,—

دَرَجٰتٍ مِّنْهُ وَمَغْفِرَةً وَّرَحْمَةً ؕ وَكَانَ اللّٰهُ غَفُوْرًا
رَّحِيْمًا ﴿٩٧﴾ ع ١٣ ١٠

৯৭) তেওঁৰ পৰা অহা নানাৰূপ সমাদৰ আৰু মাৰ্জ্জনা আৰু কৰুণা; আৰু আল্লাই শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানশীল।

اِنَّ الَّذِيْنَ تَوَفّٰىهُمُ الْمَلٰٓئِكَةُ ظَالِمِيْٓ اَنْفُسِهِمْ قَالُوْا
فِيْمَ كُنْتُمْ ؕ قَالُوْا كُنَّا مُسْتَضْعَفِيْنَ فِي الْاَرْضِ ؕ قَالُوْٓا
اَلَمْ تَكُنْ اَرْضُ اللّٰهِ وَاسِعَةً فَتُهَاجِرُوْا فِيْهَا ؕ فَاُولٰٓئِكَ
مَاْوٰىهُمْ جَهَنَّمُ ؕ وَسَآءَتْ مَصِيْرًا ﴿٩٨﴾

৯৮) নিজ আত্মাৰ অন্যায় কৰি থাকোঁতে ফিৰিশ্‌তাবিলাকে যিবিলাকৰ মৃত্যু ঘটাইছিল সিহঁতক তেওঁলোকে ক'ব, তোমালোকৰ অৱস্থা কেনে আছিল? সিহঁতে ক'ব, আমি পৃথিবীত দুৰ্ব্বল আৰু নিঃসহায় আছিলোঁ; ফিৰিশ্‌তা-বিলাকে ক'ব, আল্লাৰ পৃথিৱীখন ইমান প্ৰশস্ত নাছিল নে যে তোমালোকে গৃহত্যাগ কৰি অইন ঠাইত বসতি কৰিলাহেঁতেন? পিছত সিহঁতলৈ থাকিবৰ ঠাই হ'ব নৰক, আৰু ই কি নিকৃষ্ট আশ্ৰয়-স্থল!—

اِلَّا الْمُسْتَضْعَفِيْنَ مِنَ الرِّجَالِ وَالنِّسَآءِ وَالْوِلْدَانِ لَا
يَسْتَطِيْعُوْنَ حِيْلَةً وَّلَا يَهْتَدُوْنَ سَبِيْلًا ﴿٩٩﴾

৯৯) পুৰুষ আৰু স্ত্ৰী আৰু ল'ৰা-ছোৱালীৰ মাজৰ সেইবিলাকৰ বাহিৰে যিবিলাক দলিত, দুৰ্ব্বল, ওলাই যাবলৈ উপায় নাপায়, আৰু (মুক্তিৰ) কোনো বাট দেখি নাপায়।

فَاُولٰٓئِكَ عَسَى اللّٰهُ اَنْ يَّعْفُوَ عَنْهُمْ ؕ وَكَانَ اللّٰهُ عَفُوًّا
غَفُوْرًا ﴿١٠٠﴾

১০০) সেইবিলাকক (দেশ-ত্যাগ কৰিব নোৱা-ৰাৰ বাবে) আল্লাই সম্ভৱতঃ মাৰ্জ্জনা কৰিব; আৰু আল্লা পৰম মৰ্ষণকাৰী, শ্ৰেষ্ঠ ক্ষমাশীল।

وَمَنْ يُّهَاجِرْ فِيْ سَبِيْلِ اللّٰهِ يَجِدْ فِي الْاَرْضِ مُرٰغَمًا
كَثِيْرًا وَّسَعَةً ؕ وَمَنْ يَّخْرُجْ مِنْ بَيْتِهٖ مُهَاجِرًا اِلَى

১০১) আৰু যিজনে আল্লাৰ পথত দেশত্যাগ কৰে সেইজনে আশ্ৰয় লবৰ বহুতো স্থান, আৰু সম্পদৰ প্ৰচুৰতা, লাভ কৰিব; আৰু যিজনে আল্লা আৰু

তেওঁৰ ৰচুলৰ কাৰণে ঘৰ এৰি ওলাই যায়, আৰু তেনে অৱস্থাত সিজনৰ মৃত্যু ঘটে, স্বৰূপতে তেওঁক প্ৰতিদান দিয়াৰ ভাৰ আল্লাৰ ওপৰত ; আৰু আল্লা শ্ৰেষ্ঠ মাৰ্জ্জনাকাৰী, পৰম দানশীল।

اللّٰهِ وَرَسُوْلِهٖ ثُمَّ يُدْرِكْهُ الْمَوْتُ فَقَدْ وَقَعَ اَجْرُهٗ
ع عَلَى اللّٰهِ ؕ وَكَانَ اللّٰهُ غَفُوْرًا رَّحِيْمًا ﴿۱۰۰﴾

১০২) আৰু দেশৰ মাজত ভ্ৰমণ কৰোঁতে যদি আশঙ্কা কৰা, তোমালোকক অবিশ্বাসীবিলাকে বিপদত পেলাব, তেন্তে নমাজ চমু কৰাত তোমালোকৰ কোনো অপৰাধ নহ'ব; নিশ্চয় অবিশ্বাসীবিলাক তোমালোকৰ প্ৰকাশ্য শত্ৰু।

وَاِذَا ضَرَبْتُمْ فِى الْاَرْضِ فَلَيْسَ عَلَيْكُمْ جُنَاحٌ اَنْ
تَقْصُرُوْا مِنَ الصَّلٰوةِ ۖ اِنْ خِفْتُمْ اَنْ يَّفْتِنَكُمُ
الَّذِيْنَ كَفَرُوْا ؕ اِنَّ الْكٰفِرِيْنَ كَانُوْا لَكُمْ عَدُوًّا مُّبِيْنًا ﴿۱۰۱﴾

১০৩) আৰু যেতিয়া তুমি সিহঁতৰ মাজত থাকা আৰু সিহঁতক একেলগে নমাজ পঢ়াবৰ আয়োজন কৰা, তেতিয়া সিহঁতৰ এদলে যেন নিজ নিজ অস্ত্ৰ লৈ তোমাৰ লগতে থিয় হৈ থাকে ; আৰু যেতিয়া সিহঁত চিয্‌দা (সাষ্টাঙ্গে প্ৰণিপাত) কৰি উঠে, সিহঁতে যেন তোমালোকৰ পিছত স্থান লয়, আৰু দ্বিতীয় দলে যি নমাজ পঢ়া নাই, আগ বাঢ়ি আহক আৰু তোমাৰ লগতে নমাজ পঢ়ক ; আৰু সিহঁতে যেন নিজ নিজ আত্মৰক্ষাৰ সঁজুলি আৰু নিজ নিজ অস্ত্ৰ-শস্ত্ৰ লৈ থাকে ; অবিশ্বাসীবিলাকে এই ইচ্ছা কৰে, তোমালোকক নিজ অস্ত্ৰ-শস্ত্ৰ আৰু বয়-বস্তু সম্বন্ধে অসতৰ্ক হোৱামাত্ৰ একোবতে খেদা মাৰি আক্ৰমণ কৰে ; কিন্তু যদি বৰষুণৰ কাৰণে তোমালোক অসুবিধাত পৰা বা তোমালোক নৰীয়াত পৰা, অস্ত্ৰ নোলোৱাকৈ নমাজ পঢ়াত তোমালোকৰ কোনো দোষ নহ'ব আত্মৰক্ষাৰ উপায় তোমালোকে অৱলম্বন কৰি থাকিবা ; আৰু অবিশ্বাসীবিলাকৰ নিমিত্তে আল্লাই প্ৰস্তুত থৈছে অপমানজনক শাস্তি।

وَاِذَا كُنْتَ فِيْهِمْ فَاَقَمْتَ لَهُمُ الصَّلٰوةَ فَلْتَقُمْ طَآئِفَةٌ
مِّنْهُمْ مَّعَكَ وَلْيَاْخُذُوْۤا اَسْلِحَتَهُمْ ۫ فَاِذَا سَجَدُوْا
فَلْيَكُوْنُوْا مِنْ وَّرَآئِكُمْ ۪ وَلْتَاْتِ طَآئِفَةٌ اُخْرٰى لَمْ
يُصَلُّوْا فَلْيُصَلُّوْا مَعَكَ وَلْيَاْخُذُوْا حِذْرَهُمْ وَاَسْلِحَتَهُمْ ۚ
وَدَّ الَّذِيْنَ كَفَرُوْا لَوْ تَغْفُلُوْنَ عَنْ اَسْلِحَتِكُمْ وَاَمْتِعَتِكُمْ
فَيَمِيْلُوْنَ عَلَيْكُمْ مَّيْلَةً وَّاحِدَةً ؕ وَلَا جُنَاحَ عَلَيْكُمْ
اِنْ كَانَ بِكُمْ اَذًى مِّنْ مَّطَرٍ اَوْ كُنْتُمْ مَّرْضٰۤى اَنْ تَضَعُوْۤا
اَسْلِحَتَكُمْ ۚ وَخُذُوْا حِذْرَكُمْ ؕ اِنَّ اللّٰهَ اَعَدَّ لِلْكٰفِرِيْنَ
عَذَابًا مُّهِيْنًا ﴿۱۰۲﴾

১০৪) আৰু নমাজ শেহ কৰাৰ পাছত আল্লাক স্মৰণ কৰি থাকিবা—থিয় আৰু বহি থাকোঁতে, আৰু কাতি হওঁতে ; কিন্তু যেতিয়া তোমালোকৰ নিমিত্তে আতঙ্কৰ কোনো কাৰণ নাথাকে, (নিয়ম মতে) নমাজৰ অনুষ্ঠান কৰিবা ; বিশ্বাসীসকলৰ

فَاِذَا قَضَيْتُمُ الصَّلٰوةَ فَاذْكُرُوا اللّٰهَ قِيٰمًا وَّقُعُوْدًا وَّعَلٰى
جُنُوْبِكُمْ ۚ فَاِذَا اطْمَاْنَنْتُمْ فَاَقِيْمُوا الصَّلٰوةَ ۚ اِنَّ

الصَّلٰوةَ كَانَتْ عَلَى الْمُؤْمِنِيْنَ كِتٰبًا مَّوْقُوْتًا ﴿١٠٣﴾

নিমিত্তে নিশ্চয় নিৰ্দ্ধাৰিত সময়ত নমাজ পঢ়াটো অৱশ্য কৰ্ত্তব্য।

وَلَا تَهِنُوْا فِي ابْتِغَآءِ الْقَوْمِ ۭ اِنْ تَكُوْنُوْا تَاْلَمُوْنَ فَاِنَّهُمْ يَاْلَمُوْنَ كَمَا تَاْلَمُوْنَ ۚ وَتَرْجُوْنَ مِنَ اللّٰهِ مَا لَا يَرْجُوْنَ ۭ وَكَانَ اللّٰهُ عَلِيْمًا حَكِيْمًا ﴿١٠٤﴾

১০৫) আৰু (শত্ৰু-) দলক খেদি নিয়াত হেলা নকৰিবা; আৰু যদি তোমালোকে কষ্ট ভোগ কৰিছা, সিহঁতেও তোমালোকৰ দৰেই কষ্ট ভোগ কৰিছে; কিন্তু যি তোমালোকে আল্লাৰ পৰা আশা কৰা সিহঁতে সেই আশা নকৰে; আৰু আল্লা সৰ্ব্বজ্ঞ শ্ৰেষ্ঠ জ্ঞানী।

اِنَّآ اَنْزَلْنَآ اِلَيْكَ الْكِتٰبَ بِالْحَقِّ لِتَحْكُمَ بَيْنَ النَّاسِ بِمَآ اَرٰىكَ اللّٰهُ ۭ وَلَا تَكُنْ لِّلْخَآىِٕنِيْنَ خَصِيْمًا ﴿١٠٥﴾

১০৬) নিশ্চয় আমি সত্যৰে সৈতে ধৰ্ম্মগ্ৰন্থখন তোমালৈ নমাই পঠিয়াইছোঁ, যাতে আল্লাই তোমাক যি অনুভূতি দান কৰিছে তাৰ সহায়ৰে তুমি মানৱৰ মাজত বিচাৰ কৰিব পাৰা; আৰু তুমি বিশ্বাসঘাতকবিলাকৰ হৈ খাটনি নধৰিবা।

وَّاسْتَغْفِرِ اللّٰهَ ۭ اِنَّ اللّٰهَ كَانَ غَفُوْرًا رَّحِيْمًا ﴿١٠٦﴾

১০৭) আৰু আল্লাৰ পৰা ক্ষমা-প্ৰাৰ্থনা কৰা; নিশ্চয় আল্লা শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানশীল।

وَلَا تُجَادِلْ عَنِ الَّذِيْنَ يَخْتَانُوْنَ اَنْفُسَھُمْ ۭ اِنَّ اللّٰهَ لَا يُحِبُّ مَنْ كَانَ خَوَّانًا اَثِـيْمًا ﴿١٠٧﴾

১০৮) আৰু যিবিলাক নিজৰ প্ৰতি অসঞ্জাতী সেইবিলাকৰ হৈ তুমি খাটনি নধৰিবা; নিশ্চয় আল্লাই অসঞ্জাতী মহাপাপীক ভাল নাপায়।

يَّسْتَخْفُوْنَ مِنَ النَّاسِ وَلَا يَسْتَخْفُوْنَ مِنَ اللّٰهِ وَھُوَ مَعَھُمْ اِذْ يُبَيِّتُوْنَ مَا لَا يَرْضٰى مِنَ الْقَوْلِ ۭ وَكَانَ اللّٰهُ بِمَا يَعْمَلُوْنَ مُحِيْطًا ﴿١٠٨﴾

১০৯) সিহঁতে (নিজ কুকাৰ্য্য) মানুহৰ পৰা গোপন ৰাখিবলৈ চেষ্টা কৰে, কিন্তু আল্লাৰ পৰা গোপন ৰাখিব নোৱাৰে; আৰু যি কথাত তেওঁ অসন্তুষ্ট তাকে লৈ যেতিয়া সিহঁতে নিশা পৰস্পৰ মন্ত্ৰণা কৰে তেওঁ তেতিয়া সিহঁতৰ লগতেই থাকে; আৰু সিহঁতে যি কাৰ্য্য কৰে আল্লাই তাকে আগুৰি ধৰে।

هٰٓاَنْتُمْ هٰٓؤُلَاۗءِ جٰدَلْتُمْ عَنْھُمْ فِي الْحَيٰوةِ الدُّنْيَا ۣ فَمَنْ يُّجَادِلُ اللّٰهَ عَنْھُمْ يَوْمَ الْقِيٰمَةِ اَمْ مَّنْ يَّكُوْنُ عَلَيْهِمْ وَكِيْلًا ﴿١٠٩﴾

১১০) চোৱাঁ, তোমালোকেই সিহঁতৰ পক্ষ সমৰ্থন কৰি খাটিছা এই পাৰ্থিব জীৱনত; কিন্তু পুনৰুত্থানৰ দিনা আল্লাৰ আগত সিহঁতৰ হৈ কোনে খাটনি ধৰিব? বা কোনে সিহঁতৰ কাৰ্য্যৰ ভাৰ গ্ৰহণ কৰিব?

وَمَنْ يَّعْمَلْ سُوْۗءًا اَوْ يَظْلِمْ نَفْسَهٗ ثُمَّ يَسْتَغْفِرِ اللّٰهَ

১১১) আৰু যিজনে অসৎকাৰ্য্য কৰে বা নিজ আত্মাৰ প্ৰতি অন্যায় কৰে, তাৰ পাছত আল্লাৰ

يَجِدِ اللّٰهَ غَفُوْرًا رَّحِيْمًا ﴿١١١﴾

ক্ষমা প্ৰাৰ্থনা কৰে, সিজনে আল্লাক পাব শ্ৰেষ্ঠ মাৰ্জ্জনাকাৰী, পৰম দানশীল।

وَمَنْ يَّكْسِبْ اِثْمًا فَاِنَّمَا يَكْسِبُهٗ عَلٰى نَفْسِهٖ ؕ وَكَانَ اللّٰهُ عَلِيْمًا حَكِيْمًا ﴿١١٢﴾

১১২) আৰু যি পাপ অৰ্জ্জন কৰে সি কেৱল নিজ আত্মাৰ নিমিত্তে তাকে অৰ্জ্জন কৰে; আৰু আল্লা সৰ্ব্বজ্ঞ, মহাজ্ঞানী।

وَمَنْ يَّكْسِبْ خَطِيْٓئَةً اَوْ اِثْمًا ثُمَّ يَرْمِ بِهٖ بَرِيْٓــًٔا فَقَدِ احْتَمَلَ بُهْتَانًا وَّ اِثْمًا مُّبِيْنًا ﴿١١٣﴾ ع ١٦

১১৩) আৰু যি নিজে দোষ বা পাপ অৰ্জ্জন কৰে, তাৰ পাছত তাকে কোনো নিৰ্দ্দোষীৰ ওপৰত পেলাই সেইজনক দোষাৰোপ কৰে, স্বৰূপতে সি মিছা অপবাদ আৰু প্ৰত্যক্ষ পাপৰ বোজা নিজেই বহন কৰিব।

وَلَوْلَا فَضْلُ اللّٰهِ عَلَيْكَ وَرَحْمَتُهٗ لَهَمَّتْ طَّآئِفَةٌ مِّنْهُمْ اَنْ يُّضِلُّوْكَ ؕ وَمَا يُضِلُّوْنَ اِلَّآ اَنْفُسَهُمْ وَمَا يَضُرُّوْنَكَ مِنْ شَيْءٍ ؕ وَاَنْزَلَ اللّٰهُ عَلَيْكَ الْكِتٰبَ وَالْحِكْمَةَ وَعَلَّمَكَ مَا لَمْ تَكُنْ تَعْلَمُ ؕ وَكَانَ فَضْلُ اللّٰهِ عَلَيْكَ عَظِيْمًا ﴿١١٤﴾

১১৪) আৰু তোমাৰ প্ৰতি আল্লাৰ কৃপা আৰু তেওঁৰ কৰুণা নোহোৱা হ'লে, সিহঁতৰ এদলে নিশ্চয় তোমাক ভ্ৰমৰ বাটেদি নিববৈ ইচ্ছা কৰিলে হেঁতেন; কিন্তু সিহঁতে নিজকেই ভ্ৰমৰ বাটেদি লৈ যায়, আৰু সিহঁতে তোমাৰ অকণো অনিষ্ট কৰিব নোৱাৰে; আৰু আল্লাই তোমালৈ ধৰ্ম্মগ্ৰন্হখন আৰু জ্ঞান নমাই পঠিয়াইছে, আৰু যি জ্ঞান পূৰ্ব্বে তোমাৰ নাছিল সেই জ্ঞান তেওঁ তোমাক প্ৰদান কৰিছে; আৰু তোমাৰ প্ৰতি আল্লাৰ অনুগ্ৰহ মহান।

لَا خَيْرَ فِيْ كَثِيْرٍ مِّنْ نَّجْوٰىهُمْ اِلَّا مَنْ اَمَرَ بِصَدَقَةٍ اَوْ مَعْرُوْفٍ اَوْ اِصْلَاحٍۢ بَيْنَ النَّاسِ ؕ وَمَنْ يَّفْعَلْ ذٰلِكَ ابْتِغَآءَ مَرْضَاتِ اللّٰهِ فَسَوْفَ نُؤْتِيْهِ اَجْرًا عَظِيْمًا ﴿١١٥﴾

১১৫) সিহঁতৰ বেছিভাগ মন্ত্ৰণাত কোনো কল্যাণ নাই, সেই মন্ত্ৰণাৰ বাহিৰে যি অনুযায়ী কোনোৱে পৰৰ উপকাৰ বা ন্যায় কাৰ্য্য কৰিববলৈ, বা মানুহৰ মাজত মিলন স্থাপন কৰিববলৈ আদেশ দিয়ে; আৰু যিজনে আল্লাৰ সন্তোষলাভৰ অভিপ্ৰায়ে তেনে কাৰ্য্য কৰে সেইজনক শীঘ্ৰে আমি প্ৰদান কৰিম মহৎ প্ৰতিদান।

وَمَنْ يُّشَاقِقِ الرَّسُوْلَ مِنْۢ بَعْدِ مَا تَبَيَّنَ لَهُ الْهُدٰى وَيَتَّبِعْ غَيْرَ سَبِيْلِ الْمُؤْمِنِيْنَ نُوَلِّهٖ مَا تَوَلّٰى وَنُصْلِهٖ جَهَنَّمَ ؕ وَسَآءَتْ مَصِيْرًا ﴿١١٦﴾ ع ١٧

১১৬) আৰু যদি কেও, তাৰ নিমিত্তে সুপথ প্ৰকাশ হোৱাৰ পিছতো, (আমাৰ) ৰছুলৰ বিৰুদ্ধাচৰণ কৰে আৰু বিশ্বাসীসকলৰ পথ এৰি অইন পথ অনুসৰণ কৰে, তাক যিফালে সি ঘূৰিছে সেইফালেই আমি ঘূৰাম, আৰু তাক নৰকত নিক্ষেপ কৰিম; আৰু (নৰকেই) প্ৰত্যাবৰ্ত্তনৰ নিকৃষ্ট স্থান।

১১৭) যদি আনক আল্লাৰ সমানে উপাস্য পতা হয়, আল্লাই তাক নিশ্চয় ক্ষমা নকৰে; আৰু তাৰ বাহিৰে যাকে ইচ্ছা তাৰ নিমিত্তে সকলো ক্ষমা কৰে; আৰু যেয়ে আনক আল্লাৰ সমান উপাস্য পাতে, স্বৰূপতে সি বহুদুৰ বিপথে গৈছে।

إِنَّ اللَّهَ لَا يَغْفِرُ أَنْ يُشْرَكَ بِهِ وَيَغْفِرُ مَا دُونَ ذَٰلِكَ لِمَنْ يَشَاءُ ۚ وَمَنْ يُشْرِكْ بِاللَّهِ فَقَدْ ضَلَّ ضَلَالًا بَعِيدًا ﴿١١٦﴾

১১৮) সিহঁতে তেওঁক এৰি নাৰী-মূৰ্ত্তি প্ৰতিমাসমূহক আহ্বান কৰে; আৰু সিহঁতে কেৱল বিদ্ৰোহী শ্বয়তানকেই আহ্বান কৰি থাকে;

إِنْ يَدْعُونَ مِنْ دُونِهِ إِلَّا إِنَاثًا وَإِنْ يَدْعُونَ إِلَّا شَيْطَانًا مَرِيدًا ﴿١١٧﴾

১১৯) তাক আল্লাই অভিশাপ দিছিল; আৰু সি কৈছিল, অৱশ্যে মই তোমাৰ ভৃত্যবিলাকৰ ভিতৰৰ নিৰ্দ্ধাৰিত এভাগক (মোৰ অনুগামী ৰূপে) গ্ৰহণ কৰিম;

لَعَنَهُ اللَّهُ ۘ وَقَالَ لَأَتَّخِذَنَّ مِنْ عِبَادِكَ نَصِيبًا مَفْرُوضًا ﴿١١٨﴾

১২০) আৰু সিহঁতক মই নিশ্চয় বিপথলৈ নিম, আৰু সিহঁতৰ অন্তৰত মই নিশ্চয় মিছা আকাঙ্ক্ষাৰ সঞ্চাৰ কৰিম, আৰু মই নিশ্চয় সিহঁতক আদেশ দিম, যাতে সিহঁতে ঘৰচীয়া জন্তুৰ কাণ কাটে, আৰু মই নিশ্চয় সিহঁতক আদেশ দিম, যাতে সিহঁতে আল্লাই গঢ়া সৃষ্টিৰ আকাৰ পৰিবৰ্ত্তন কৰে। আৰু যেয়ে আল্লাক এৰি শ্বয়তানক নিজ বন্ধু বুলি গ্ৰহণ কৰে, সি স্বৰূপতে স্পষ্ট ক্ষতিত পৰি ক্ষতিগ্ৰস্ত হয়।

وَلَأُضِلَّنَّهُمْ وَلَأُمَنِّيَنَّهُمْ وَلَآمُرَنَّهُمْ فَلَيُبَتِّكُنَّ آذَانَ الْأَنْعَامِ وَلَآمُرَنَّهُمْ فَلَيُغَيِّرُنَّ خَلْقَ اللَّهِ ۚ وَمَنْ يَتَّخِذِ الشَّيْطَانَ وَلِيًّا مِنْ دُونِ اللَّهِ فَقَدْ خَسِرَ خُسْرَانًا مُبِينًا ﴿١١٩﴾

১২১) সি সিহঁতক মিছা প্ৰতিশ্ৰুতি দিয়ে আৰু সিহঁতৰ অন্তৰত মিছা আকাঙ্ক্ষাৰ সঞ্চাৰ কৰে, আৰু সিহঁতক শ্বয়তানে কেৱল প্ৰবঞ্চনাৰহে প্ৰতিশ্ৰুতি দিয়ে।

يَعِدُهُمْ وَيُمَنِّيهِمْ ۖ وَمَا يَعِدُهُمُ الشَّيْطَانُ إِلَّا غُرُورًا ﴿١٢٠﴾

১২২) সেইবিলাকৰেই আশ্ৰয়-স্থল নৰক, আৰু সিহঁতে তাৰ পৰা কেতিয়াও নিস্তাৰ নাপায়।

أُولَٰئِكَ مَأْوَاهُمْ جَهَنَّمُ وَلَا يَجِدُونَ عَنْهَا مَحِيصًا ﴿١٢١﴾

১২৩) কিন্তু যিসকলে বিশ্বাস কৰে আৰু সৎকাৰ্য্য কৰে তেওঁলোকক আমি নিশ্চয় এনে উদ্যানসমূহৰ ভিতৰত প্ৰবেশ কৰবলৈ দিম যাৰ তলেদি জুৰিবিলাক বৈ যায়; তাতেই তেওঁলোক স্থায়ীৰূপে বসতি কৰিব; এয়ে আল্লাৰ সত্য

وَالَّذِينَ آمَنُوا وَعَمِلُوا الصَّالِحَاتِ سَنُدْخِلُهُمْ جَنَّاتٍ تَجْرِي مِنْ تَحْتِهَا الْأَنْهَارُ خَالِدِينَ فِيهَا أَبَدًا ۖ

وَعْدَ اللّٰهِ حَقًّا ۗ وَمَنْ اَصْدَقُ مِنَ اللّٰهِ قِيْلًا ﴿١٢٢﴾

অঙ্গীকাৰ ; আৰু আল্লাতকৈ কোন বাক্যত অধিক সত্যবাদী ?

لَيْسَ بِاَمَانِيِّكُمْ وَلَآ اَمَانِيِّ اَهْلِ الْكِتٰبِ ۗ مَنْ يَّعْمَلْ
سُوْٓءًا يُّجْزَ بِهٖ ۙ وَلَا يَجِدْ لَهٗ مِنْ دُوْنِ اللّٰهِ وَلِيًّا
وَّلَا نَصِيْرًا ﴿١٢٣﴾

১২৪) তোমালোকৰ বৃথা আকাঙ্ক্ষাসমূহ পূৰ্ণ নহ'ব; আৰু গ্ৰন্থ পোৱা বিলাকৰো বৃথা আকাঙ্ক্ষাসমূহ পূৰ্ণ নহ'ব, যেয়ে অসৎকাৰ্য্য কৰে সেইমতে তাৰ প্ৰতিফল তাক দিয়া হ'ব, আৰু সি নিজৰ নিমিত্তে আল্লাত ভিন্ন আন কোনো বন্ধু বা সহায়কাৰী নাপাব।

وَمَنْ يَّعْمَلْ مِنَ الصّٰلِحٰتِ مِنْ ذَكَرٍ اَوْ اُنْثٰى وَهُوَ
مُؤْمِنٌ فَاُولٰٓئِكَ يَدْخُلُوْنَ الْجَنَّةَ وَلَا يُظْلَمُوْنَ
نَقِيْرًا ﴿١٢٤﴾

১২৫) কিন্তু পুৰুষেই হওক বা তিৰোতাই হওক, যিসকলে সৎকাৰ্য্য কৰে আৰু বিশ্বাসত দৃঢ় হৈ থাকে, সেই সকলেই স্বৰ্গ উদ্যানৰ ভিতৰত প্ৰৱেশ কৰিব, আৰু সেই সকলৰ প্ৰতি খেজুৰ গুটিৰ আঁচৰ সমানো অন্যায় কৰা নহ'ব।

وَمَنْ اَحْسَنُ دِيْنًا مِّمَّنْ اَسْلَمَ وَجْهَهٗ لِلّٰهِ وَهُوَ
مُحْسِنٌ وَّاتَّبَعَ مِلَّةَ اِبْرٰهِيْمَ حَنِيْفًا ۗ وَاتَّخَذَ
اللّٰهُ اِبْرٰهِيْمَ خَلِيْلًا ﴿١٢٥﴾

১২৬) ধৰ্ম্ম সম্বন্ধে সেইজনতকৈ অধিক শ্ৰেষ্ঠ কোন যিজনে আল্লাত আত্মসমৰ্পণ কৰে আৰু সজ কাম কৰে আৰু (আল্লাৰ) একনিষ্ঠ সেৱক ইব্ৰাহিমৰ ধৰ্ম্মৰ অনুসৰণ কৰে, কিয়নো আল্লাই ইব্ৰাহিমক নিজ বন্ধুৰূপে গ্ৰহণ কৰিছিল।

وَلِلّٰهِ مَا فِي السَّمٰوٰتِ وَمَا فِي الْاَرْضِ ۗ وَكَانَ اللّٰهُ
بِكُلِّ شَيْءٍ مُّحِيْطًا ﴿١٢٦﴾ ع ١٥

১২৭) আৰু আকাশমণ্ডলত যি আছে আৰু পৃথিৱীত যি আছে সকলো আল্লাৰ ; আৰু সকলো বস্তুকে আল্লাই আগুৰি ৰাখিছে।

وَيَسْتَفْتُوْنَكَ فِي النِّسَآءِ ۗ قُلِ اللّٰهُ يُفْتِيْكُمْ فِيْهِنَّ ۙ وَ
مَا يُتْلٰى عَلَيْكُمْ فِي الْكِتٰبِ فِيْ يَتٰمَى النِّسَآءِ الّٰتِيْ لَا
تُؤْتُوْنَهُنَّ مَا كُتِبَ لَهُنَّ وَتَرْغَبُوْنَ اَنْ تَنْكِحُوْهُنَّ
وَالْمُسْتَضْعَفِيْنَ مِنَ الْوِلْدَانِ ۙ وَاَنْ تَقُوْمُوْا لِلْيَتٰمٰى
بِالْقِسْطِ ۗ وَمَا تَفْعَلُوْا مِنْ خَيْرٍ فَاِنَّ اللّٰهَ كَانَ بِهٖ

১২৮) আৰু সিহঁতে তিৰোতাবিলাকৰ বিষয়ে তোমাৰ বিচাৰ প্ৰাৰ্থনা কৰে; তুমি কোৱাঁ, সেইবিলাকৰ সম্বন্ধে আল্লাই নিজ বিচাৰ তোমালোকক জ্ঞাপন কৰিছে ; আৰু পুথিখনত যি তোমালোকৰ আগত আবৃত্তি কৰা হৈছে সেইমতে সেই মাউৰী তিৰোতাবিলাকৰ সম্বন্ধেও (তেওঁ বিচাৰ কৰি দিছে), যিবিলাকক তোমালোকে বিয়া কৰিবলৈ ইচ্ছা কৰা অথচ যি (যৌতুক) দানৰ বিধান দিয়া হৈছে সিহঁতক অৰ্পণ নকৰা ; আৰু ল'ৰাছোৱালীবিলাকৰ মাজত যি নিঃসহায় সিহঁতৰ বিষয়েও : আৰু (আল্লাৰ এই আদেশ) যে পিতৃহীন বিলাকৰ সম্বন্ধে ন্যায়-বিচাৰ প্ৰতিষ্ঠা

عَلِيْمًا ﴿١٢٨﴾

কৰিবা; আৰু তোমালোকে যি মঙ্গল সাধন কৰা আল্লাই তাক নিশ্চয় ভালকৈ জানে।

وَإِنِ امْرَأَةٌ خَافَتْ مِنْ بَعْلِهَا نُشُوزًا أَوْ إِعْرَاضًا فَلَا جُنَاحَ عَلَيْهِمَا أَنْ يُصْلِحَا بَيْنَهُمَا صُلْحًا ۚ وَالصُّلْحُ خَيْرٌ ۗ وَأُحْضِرَتِ الْأَنْفُسُ الشُّحَّ ۚ وَإِنْ تُحْسِنُوا وَتَتَّقُوا فَإِنَّ اللَّهَ كَانَ بِمَا تَعْمَلُونَ خَبِيرًا ﴿١٢٩﴾

১২৯) আৰু যদি কোনো তিৰোতাই নিজ স্বামীৰ ফালৰ পৰা নিষ্ঠুৰ ব্যৱহাৰ বা বৰ্জ্জনৰ আশঙ্কা কৰে, দুয়োৰ মাজত পুনৰ্ম্মিলন-স্থাপনৰ ব্যৱস্থা কৰাত উভয়ৰে কোনো অপৰাধ নহ'ব, কিয়নো পুনৰ্ম্মিলন অতি উত্তম; আৰু (মানৱৰ) আত্মা-সমূহত ধনলোভ বদ্ধমূল; কিন্তু যদি তোমালোকে মঙ্গল সাধন কৰা আৰু পাপৰ পৰা বিৰত থাকা, তেন্তে তোমালোকে যি কাৰ্য্যকেই কৰা তাক আল্লাই ভালকৈ জানে।

وَلَنْ تَسْتَطِيعُوا أَنْ تَعْدِلُوا بَيْنَ النِّسَاءِ وَلَوْ حَرَصْتُمْ ۖ فَلَا تَمِيلُوا كُلَّ الْمَيْلِ فَتَذَرُوهَا كَالْمُعَلَّقَةِ ۚ وَإِنْ تُصْلِحُوا وَتَتَّقُوا فَإِنَّ اللَّهَ كَانَ غَفُورًا رَحِيمًا ﴿١٣٠﴾

১৩০) তোমালোকে যিমানেই বেছিকৈ হেপাহ কৰা, নিজ পত্নীবিলাকৰ মাজত কেতিয়াও (পূৰ্ণ মাত্ৰাই) ন্যায়বান হ'ব নোৱাৰা; কিন্তু (সেই বুলি) এজনীক ওলমি থকা অৱস্থাত পেলাই আন এজনীৰ ফালে সমূলি ঢাল নলবা; আৰু যদি তোমালোকে নিজৰ ভুল সংশোধন কৰি লোৱা আৰু পাপৰ পৰা বিৰত থাকা, তেন্তে আল্লা নিশ্চয় শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানশীল।

وَإِنْ يَتَفَرَّقَا يُغْنِ اللَّهُ كُلًّا مِنْ سَعَتِهِ ۚ وَكَانَ اللَّهُ وَاسِعًا حَكِيمًا ﴿١٣١﴾

১৩১) আৰু যদি সিহঁত দুয়ো পৃথক হ'ব লগীয়া হয়, আল্লাই নিজ প্ৰচুৰ সম্বলেৰে প্ৰত্যেকৰে অভাৱ দূৰ কৰিব; কিয়নো আল্লা সঙ্গতি-সম্পন্ন, শ্ৰেষ্ঠ জ্ঞানী।

وَلِلَّهِ مَا فِي السَّمَاوَاتِ وَمَا فِي الْأَرْضِ ۗ وَلَقَدْ وَصَّيْنَا الَّذِينَ أُوتُوا الْكِتَابَ مِنْ قَبْلِكُمْ وَإِيَّاكُمْ أَنِ اتَّقُوا اللَّهَ ۚ وَإِنْ تَكْفُرُوا فَإِنَّ لِلَّهِ مَا فِي السَّمَاوَاتِ وَمَا فِي الْأَرْضِ ۚ وَكَانَ اللَّهُ غَنِيًّا حَمِيدًا ﴿١٣٢﴾

১৩২) আৰু আকাশমণ্ডলীত যি আছে আৰু পৃথিৱীত যি আছে সকলোৰে ওপৰত আল্লাৰেই অধিকাৰ; আৰু স্বৰূপতে তোমালোকৰ পূৰ্ব্বে যিবিলাকক পুথি দান কৰা হৈছে সেই বিলাকক, আৰু তোমালোককো, আমি এই আদেশ দিছিলোঁ, তোমালোকে আল্লাৰ ভয় ৰাখিবা; কিন্তু যদি তোমালোক অবিশ্বাসী হোৱা, তেন্তে (স্মৰণ কৰিবা) আকাশমণ্ডলীত যি আছে আৰু পৃথিৱীত যি আছে সকলো নিশ্চয় আল্লাৰেই; আৰু আল্লা অভাৱহীন, সকলো প্ৰশংসাৰ ভাজন।

وَلِلّٰهِ مَا فِي السَّمٰوٰتِ وَمَا فِي الْاَرْضِ ؕ وَكَفٰى بِاللّٰهِ
وَكِيْلًا ﴿۱۳۲﴾

১৩৩) আৰু আকাশমণ্ডলীত যি আছে আৰু পৃথিৱীত যি আছে সকলোৰে ওপৰত আল্লাৰেই অধিকাৰ; আৰু কাৰ্য্য সম্পন্ন কৰাত আল্লাই যথেষ্ট।

اِنْ يَّشَاْ يُذْهِبْكُمْ اَيُّهَا النَّاسُ وَيَاْتِ بِاٰخَرِيْنَ ؕ
وَكَانَ اللّٰهُ عَلٰى ذٰلِكَ قَدِيْرًا ﴿۱۳۳﴾

১৩৪) হে লোকবিলাক, যদি তেওঁ ইচ্ছা কৰে, তেওঁ তোমালোকক বিলোপ কৰি আন জাতিক (তোমালোকৰ ঠাইত) প্ৰতিষ্ঠিত কৰিব; আৰু তাকে কৰিবলৈ আল্লা সম্পূৰ্ণৰূপে ক্ষমতাশালী।

مَنْ كَانَ يُرِيْدُ ثَوَابَ الدُّنْيَا فَعِنْدَ اللّٰهِ ثَوَابُ الدُّنْيَا
ع وَالْاٰخِرَةِ ؕ وَكَانَ اللّٰهُ سَمِيْعًۢا بَصِيْرًا ﴿۱۳۴﴾

১৩৫) যেয়ে ইহলোকৰ প্ৰতিদানৰ আকাঙ্ক্ষা কৰে (সি যেন ইয়াকে মনত ৰাখে) আল্লাৰ কাষত আছে ইহলোক আৰু পৰলোক উভয়ৰেই প্ৰতিদান; আল্লাই শ্ৰেষ্ঠ শ্ৰোতা, পৰম দ্ৰষ্টা।

يٰۤاَيُّهَا الَّذِيْنَ اٰمَنُوْا كُوْنُوْا قَوّٰمِيْنَ بِالْقِسْطِ شُهَدَآءَ
لِلّٰهِ وَلَوْ عَلٰۤى اَنْفُسِكُمْ اَوِ الْوَالِدَيْنِ وَالْاَقْرَبِيْنَ ۚ اِنْ
يَّكُنْ غَنِيًّا اَوْ فَقِيْرًا فَاللّٰهُ اَوْلٰى بِهِمَا ۫ فَلَا تَتَّبِعُوا
الْهَوٰۤى اَنْ تَعْدِلُوْا ۚ وَاِنْ تَلْوٗۤا اَوْ تُعْرِضُوْا فَاِنَّ اللّٰهَ
كَانَ بِمَا تَعْمَلُوْنَ خَبِيْرًا ﴿۱۳۵﴾

১৩৬) হে বিশ্বাসীসকল, কেৱল আল্লাৰ কাৰণে সাক্ষী হৈ ন্যায়ৰ ওপৰত তোমালোকে দৃঢ়ৰূপে স্থিতি লোৱাঁ, যদিও সেই সাক্ষ্যদান নিজৰ নাইবা পিতৃমাতৃৰ আৰু আত্মীয়স্বজনৰ বিৰুদ্ধেই যায়; ধনীয়েই হওক বা নিৰ্ধনীয়েই হওক, (তোমালোকে ন্যায় সাক্ষ্য দিবা), কিয়নো উভয়ৰ নিমিত্তে আল্লা (তোমালোকতকৈ) অধিক মনোযোগী; গতিকে তোমালোকে নিকৃষ্ট আকাঙ্ক্ষাৰ অনুসৰণ নকৰিবা, যাতে তোমালোক ন্যায়বিচাৰ কৰিবলৈ অক্ষম নোহোৱা; আৰু যদি তোমালোকে (সত্যক) বিকৃত কৰা নাইবা (তাৰ পৰা) বিৰত হোৱা, তেন্তে (জানি থবা) তোমালোকে যি কাৰ্য্য কৰা আল্লাই তাক নিশ্চয় ভালকৈ জানে।

يٰۤاَيُّهَا الَّذِيْنَ اٰمَنُوْۤا اٰمِنُوْا بِاللّٰهِ وَرَسُوْلِهٖ وَالْكِتٰبِ الَّذِيْ
نَزَّلَ عَلٰى رَسُوْلِهٖ وَالْكِتٰبِ الَّذِيْۤ اَنْزَلَ مِنْ قَبْلُ ؕ وَمَنْ
يَّكْفُرْ بِاللّٰهِ وَمَلٰٓئِكَتِهٖ وَكُتُبِهٖ وَرُسُلِهٖ وَالْيَوْمِ الْاٰخِرِ فَقَدْ
ضَلَّ ضَلٰلًۢا بَعِيْدًا ﴿۱۳۶﴾

১৩৭) হে বিশ্বাসীসকল, আল্লা আৰু তেওঁৰ ৰচুলত, আৰু যিখন গ্ৰন্থ তেওঁ নিজ ৰচুলৰ প্ৰতি নমাই পঠিয়াইছে আৰু যি গ্ৰন্থ তেওঁ পূৰ্বেই নমাইছিল তাত তোমালোকে বিশ্বাস কৰিবা; আৰু যেয়ে আল্লাত আৰু ফিৰিশ্তাবিলাকত আৰু তেওঁৰ ধৰ্ম্মগ্ৰন্থসমূহত আৰু তেওঁৰ ৰচুলসকলত আৰু শেহ দিনত অবিশ্বাস কৰে, স্বৰূপতে সি বহু দূৰলৈ বিপথে গৈছে।

১৩৮) যিবিলাকে বিশ্বাস কৰে, পিছত অবিশ্বাসী হয়, দুনাই বিশ্বাসী হয়, পুনৰায় অবিশ্বাস কৰে, তাৰ পিছতো (এইদৰে) অবিশ্বাসত বেছিকৈ আগ বাঢ়ি গৈ থাকে, সঁচাকৈয়ে সিহঁতক আল্লাই কেতিয়াও ক্ষমা নকৰিব, আৰু সিহঁতক কেতিয়াও সুপথে লৈ নেযাব।

إِنَّ الَّذِيْنَ اٰمَنُوْا ثُمَّ كَفَرُوْا ثُمَّ اٰمَنُوْا ثُمَّ كَفَرُوْا ثُمَّ ازْدَادُوْا كُفْرًا
لَّمْ يَكُنِ اللّٰهُ لِيَغْفِرَ لَهُمْ وَلَا لِيَهْدِيَهُمْ سَبِيْلًا ﴿١٣٧﴾

১৩৯) ভণ্ডবিলাকক তুমি এই সংবাদ দিয়া সিহঁতৰ নিমিত্তে যন্ত্রণাদায়ক শাস্তি সাজু ৰখা হৈছে ;—

بَشِّرِ الْمُنٰفِقِيْنَ بِاَنَّ لَهُمْ عَذَابًا اَلِيْمًا ﴿١٣٨﴾

১৪০) সেই ভণ্ডবিলাকে বিশ্বাসীসকলক এৰি অবিশ্বাসীবিলাকক বন্ধুভাৱে গ্রহণ কৰে। কি! সিহঁতে সিহঁতৰ ওচৰলৈ সম্মান বিচাৰি যায় নে? অথচ সঁচাকৈয়ে আল্লাই সকলো সম্মানৰ গৰাকী।

الَّذِيْنَ يَتَّخِذُوْنَ الْكٰفِرِيْنَ اَوْلِيَآءَ مِنْ دُوْنِ
الْمُؤْمِنِيْنَ ؕ اَيَبْتَغُوْنَ عِنْدَهُمُ الْعِزَّةَ فَاِنَّ الْعِزَّةَ
لِلّٰهِ جَمِيْعًا ﴿١٣٩﴾

১৪১) আৰু স্বৰূপতে এই গ্রন্থখনত তোমালোকৰ প্রতি তেওঁ ইতিপূৰ্ব্বে এই আদেশ নমাইছে, আল্লাৰ নিদর্শনসমূহক প্রত্যাখ্যান কৰা আৰু সেইবিলাক লৈ উপহাস কৰা যেতিয়া তোমালোকক শুনিব লগীয়া হয় তেতিয়া তোমালোকে সিহঁতৰ লগত বহি নাথাকিবা, যেতিয়ালৈকে সিহঁতে সেই কথা এৰি অনি কথাত লাগি নাযায়; তেনে কৰিলে তোমালোকো সিহঁতৰে সদৃশ হবা; ভণ্ডবিলাক আৰু অবিশ্বাসীবিলাক সকলোকে নিশ্চয় আল্লাই নৰকত একেলগে গোট খুৱাব ;—

وَقَدْ نَزَّلَ عَلَيْكُمْ فِي الْكِتٰبِ اَنْ اِذَا سَمِعْتُمْ اٰيٰتِ
اللّٰهِ يُكْفَرُ بِهَا وَيُسْتَهْزَاُ بِهَا فَلَا تَقْعُدُوْا مَعَهُمْ
حَتّٰى يَخُوْضُوْا فِيْ حَدِيْثٍ غَيْرِهٖٓ ۖ اِنَّكُمْ اِذًا مِّثْلُهُمْ ؕ
اِنَّ اللّٰهَ جَامِعُ الْمُنٰفِقِيْنَ وَالْكٰفِرِيْنَ فِيْ جَهَنَّمَ
جَمِيْعًا ﴿١٤٠﴾

১৪২) সেইবিলাকে তোমালোকৰ (যুদ্ধৰ গতিৰ) প্রতীক্ষা কৰি থাকে; পিছত যদি তোমালোকে আল্লাৰ সহায়ৰে জয় লাভ কৰা, সিহঁতে কয়, আমি তোমালোকৰ সঙ্গী হৈ নাছিলোঁ নে? কিন্তু যদি (জয়ৰ) ভাগ অবিশ্বাসীবিলাকে পায়, সিহঁতে (সিহঁতক) কয়, আমি তোমালোকৰ ওপৰত সুবিধা পোৱা নাছিলোঁ নে? তথাপি আমি বিশ্বাসীবিলাকৰ (আক্রমণৰ) পৰা তোমালোকক ৰক্ষা কৰা নাছিলোঁ নে? শেহত পুনৰুত্থানৰ দিনা

الَّذِيْنَ يَتَرَبَّصُوْنَ بِكُمْ ۚ فَاِنْ كَانَ لَكُمْ فَتْحٌ مِّنَ اللّٰهِ
قَالُوْٓا اَلَمْ نَكُنْ مَّعَكُمْ ۖ وَاِنْ كَانَ لِلْكٰفِرِيْنَ نَصِيْبٌ ۙ
قَالُوْٓا اَلَمْ نَسْتَحْوِذْ عَلَيْكُمْ وَنَمْنَعْكُمْ مِّنَ الْمُؤْمِنِيْنَ ؕ
فَاللّٰهُ يَحْكُمُ بَيْنَكُمْ يَوْمَ الْقِيٰمَةِ ؕ وَلَنْ يَّجْعَلَ اللّٰهُ

ع لِلْكٰفِرِيْنَ عَلَى الْمُؤْمِنِيْنَ سَبِيْلًا ﴿١٤١﴾

তোমালোকৰ মাজত আল্লাই বিচাৰ কৰিব ; আৰু বিশ্বাসীসকলৰ বিৰুদ্ধে অবিশ্বাসীবিলাকৰ বাট কদাপি আল্লাই মুকলি নকৰে।

إِنَّ الْمُنٰفِقِيْنَ يُخٰدِعُوْنَ اللّٰهَ وَهُوَ خَادِعُهُمْ ۚ وَإِذَا
قَامُوْٓا إِلَى الصَّلٰوةِ قَامُوْا كُسَالٰى ۙ يُرَآءُوْنَ النَّاسَ
وَلَا يَذْكُرُوْنَ اللّٰهَ إِلَّا قَلِيْلًا ﴿١٤٢﴾

১৪৩) বাস্তৱতে ভণ্ডবিলাকে আল্লাক প্ৰতাৰণা কৰিববলৈ বিচাৰে, কিন্তু তেওঁ সেই প্ৰতাৰণাৰ প্ৰতিফল সিহঁতকেই দিব ; আৰু যেতিয়া সিহঁতে নমাজৰ নিমিত্তে থিয় হয়, মানুহক দেখুৱাবলৈ হেলেম-হেতেমকৈ থিয় হয় ; আৰু সিহঁতে অলপ হে মাথোন আল্লাক স্মৰণ কৰে ;

مُّذَبْذَبِيْنَ بَيْنَ ذٰلِكَ ۖ لَآ إِلٰى هٰٓؤُلَآءِ وَلَآ إِلٰى هٰٓؤُلَآءِ ۚ
وَمَنْ يُّضْلِلِ اللّٰهُ فَلَنْ تَجِدَ لَهٗ سَبِيْلًا ﴿١٤٣﴾

১৪৪) —তাৰ মাজতে দোধোৰ মোৰ হৈ (প্ৰকৃতপক্ষে) ইটো দলৰো নহয় সিটো দলৰো নহয় ; আৰু যাক আল্লাই বিপথগামী হ'বলৈ দিয়ে, তাক উদ্ধাৰ কৰিবৰ উপায় তুমি কদাপি নোপোৱা।

يٰٓأَيُّهَا الَّذِيْنَ اٰمَنُوْا لَا تَتَّخِذُوا الْكٰفِرِيْنَ أَوْلِيَآءَ مِنْ
دُوْنِ الْمُؤْمِنِيْنَ ۚ أَتُرِيْدُوْنَ أَنْ تَجْعَلُوْا لِلّٰهِ عَلَيْكُمْ
سُلْطٰنًا مُّبِيْنًا ﴿١٤٤﴾

১৪৫) হে বিশ্বাসীসকল, তোমালোকে বিশ্বাসীসকলক এৰি অবিশ্বাসী বিলাকক বন্ধুভাৱে গ্ৰহণ নকৰিবা ; তোমালোকে নিজৰেই বিৰুদ্ধে আল্লাক প্ৰকাশ্য প্ৰমাণ দিবলৈ ইচ্ছা কৰা নে ?

إِنَّ الْمُنٰفِقِيْنَ فِي الدَّرْكِ الْأَسْفَلِ مِنَ النَّارِ ۚ وَلَنْ
تَجِدَ لَهُمْ نَصِيْرًا ﴿١٤٥﴾

১৪৬) ভণ্ডবিলাক নিশ্চয় নৰক-অগ্নিৰ নিম্নতম তৰপত থাকিব, আৰু সিহঁতৰ কাৰণে তুমি কেতিয়াও কোনো সহায়কাৰী নোপোৱা,—

إِلَّا الَّذِيْنَ تَابُوْا وَأَصْلَحُوْا وَاعْتَصَمُوْا بِاللّٰهِ وَأَخْلَصُوْا
دِيْنَهُمْ لِلّٰهِ فَأُولٰٓئِكَ مَعَ الْمُؤْمِنِيْنَ ۗ وَسَوْفَ يُؤْتِ
اللّٰهُ الْمُؤْمِنِيْنَ أَجْرًا عَظِيْمًا ﴿١٤٦﴾

১৪৭) সেইসকলৰ বাহিৰে যিসকলে অনুতাপ কৰে আৰু নিজৰ সংশোধন কৰে আৰু আল্লাক দৃঢ়ৰূপে ধৰি থাকে আৰু আল্লাৰ কাৰণে আন্তৰিকতাৰে সৈতে নিজৰ ধৰ্ম্ম পালন কৰে ; সেইসকলেই বিশ্বাসীসকলৰ সঙ্গী ; আৰু বিশ্বাসীসকলক আল্লাই শীঘ্ৰে প্ৰদান কৰিব মহৎ প্ৰতিদান।

مَا يَفْعَلُ اللّٰهُ بِعَذَابِكُمْ إِنْ شَكَرْتُمْ وَاٰمَنْتُمْ ۚ وَ
كَانَ اللّٰهُ شَاكِرًا عَلِيْمًا ﴿١٤٧﴾

১৪৮) যদি তোমালোকে কৃতজ্ঞতা স্বীকাৰ কৰা আৰু বিশ্বাস স্থাপন কৰা, আল্লাই তোমালোকক শাস্তি দিয়াৰ প্ৰয়োজন কি ? আৰু আল্লা কৃতজ্ঞতা গ্ৰহণ কৰোঁতা, সৰ্ব্বজ্ঞ।

### ষষ্ঠ পাৰা

الجزء ٦ لَا يُحِبُّ اللّٰهُ الْجَهْرَ بِالسُّوْٓءِ مِنَ الْقَوْلِ إِلَّا

১৪৯) যাৰ প্ৰতি অন্যায় কৰা হৈছে তাৰ বাহিৰে

مَنْ ظُلِمَ ۚ وَكَانَ اللّٰهُ سَمِيْعًا عَلِيْمًا ﴿١٤٩﴾

আন কোনোৱে অশিষ্টতা জনাজাত কৰিলে আল্লাই ভাল নাপায়; আৰু আল্লা শ্ৰেষ্ঠ শ্ৰোতা, সৰ্ব্বজ্ঞ।

اِنْ تُبْدُوْا خَيْرًا اَوْ تُخْفُوْهُ اَوْ تَعْفُوْا عَنْ سُوْٓءٍ فَاِنَّ اللّٰهَ كَانَ عَفُوًّا قَدِيْرًا ﴿١٥٠﴾

১৫০) যদি তোমালোকে সৎকাৰ্য্য প্ৰকাশ্যে কৰা, বা তাকে গোপনে কৰা, অথবা অশিষ্ট কাৰ্য্যৰ কাৰণে আনক ক্ষমা কৰা, তেন্তে (জানিবা) আল্লা শ্ৰেষ্ঠ ক্ষমাশীল, সৰ্ব্বশক্তিমান।

اِنَّ الَّذِيْنَ يَكْفُرُوْنَ بِاللّٰهِ وَرُسُلِهٖ وَيُرِيْدُوْنَ اَنْ يُّفَرِّقُوْا بَيْنَ اللّٰهِ وَرُسُلِهٖ وَيَقُوْلُوْنَ نُؤْمِنُ بِبَعْضٍ وَّنَكْفُرُ بِبَعْضٍ ۙ وَّيُرِيْدُوْنَ اَنْ يَّتَّخِذُوْا بَيْنَ ذٰلِكَ سَبِيْلًا ۙ ﴿١٥١﴾

১৫১) নিশ্চয় যিবিলাকে আল্লাত আৰু তেওঁৰ ৰচুলসকলত বিশ্বাস নকৰে, আৰু আল্লা আৰু তেওঁৰ ৰচুলসকলৰ মাজত প্ৰভেদ কৰিবলৈ ইচ্ছা কৰে, আৰু কয়, আমি কিছুমানত বিশ্বাস কৰোঁ আৰু কিছুমানত বিশ্বাস নকৰোঁ, আৰু উভয়ৰ মাজতে এটা বাট ধৰিবলৈ ইচ্ছা কৰে,

اُولٰٓئِكَ هُمُ الْكٰفِرُوْنَ حَقًّا ۚ وَاَعْتَدْنَا لِلْكٰفِرِيْنَ عَذَابًا مُّهِيْنًا ﴿١٥٢﴾

১৫২) সেইবিলাক যথাৰ্থপক্ষে অবিশ্বাসী; আৰু আমি অবিশ্বাসীবিলাকৰ নিমিত্তে অপমানজনক শাস্তি সাজু কৰি থৈছোঁ।

وَالَّذِيْنَ اٰمَنُوْا بِاللّٰهِ وَرُسُلِهٖ وَلَمْ يُفَرِّقُوْا بَيْنَ اَحَدٍ مِّنْهُمْ اُولٰٓئِكَ سَوْفَ يُؤْتِيْهِمْ اُجُوْرَهُمْ ۗ وَكَانَ اللّٰهُ غَفُوْرًا رَّحِيْمًا ﴿١٥٣﴾ ع

১৫৩) আৰু যিসকলে আল্লাত আৰু তেওঁৰ ৰচুলসকলত বিশ্বাস কৰিছে, আৰু তেওঁলোকৰ মাজত কোনো পাৰ্থক্য কৰা নাই, সেইসকলকেই সেইসকলৰ প্ৰতিদান তেওঁ শীঘ্ৰে প্ৰদান কৰিব; আৰু আল্লা শ্ৰেষ্ঠ মাৰ্জ্জনাকাৰী, পৰম দানশীল।

يَسْئَلُكَ اَهْلُ الْكِتٰبِ اَنْ تُنَزِّلَ عَلَيْهِمْ كِتٰبًا مِّنَ السَّمَآءِ فَقَدْ سَاَلُوْا مُوْسٰٓى اَكْبَرَ مِنْ ذٰلِكَ فَقَالُوْٓا اَرِنَا اللّٰهَ جَهْرَةً فَاَخَذَتْهُمُ الصّٰعِقَةُ بِظُلْمِهِمْ ۚ ثُمَّ اتَّخَذُوا الْعِجْلَ مِنْ بَعْدِ مَا جَآءَتْهُمُ الْبَيِّنٰتُ فَعَفَوْنَا عَنْ ذٰلِكَ ۚ وَاٰتَيْنَا مُوْسٰى سُلْطٰنًا مُّبِيْنًا ﴿١٥٤﴾

১৫৪) গ্ৰন্থপোৱাবিলাকে তোমাক অনুৰোধ কৰিছে, তুমি যেন সিহঁতলৈ আকাশৰ পৰা এখন পুথি নমাই আনা, স্বৰূপতে মুচাক সিহঁতে তাতোকৈ গুৰুতৰ অনুৰোধ কৰিছিল, কিয়নো সিহঁতে কৈছিল, আল্লাক তুমি প্ৰকাশ্যভাৱে আমাক দেখিবলৈ দিয়া; তেতিয়া সিহঁতৰ অন্যায় আচৰণৰ কাৰণে মেঘৰ গৰ্জ্জন আৰু বিজুলীয়ে সিহঁতক ধৰিলে; আৰু সিহঁতলৈ প্ৰত্যক্ষ প্ৰমাণ অহাৰ পিছতো (পূজিবৰ নিমিত্তে) দামুৰিটো সাজিলে; কিন্তু তাৰ বাবে আমি সিহঁতক ক্ষমা কৰিছিলোঁ; আৰু মুচাক আমি প্ৰত্যক্ষ প্ৰমাণ দান কৰিছিলোঁ।

وَرَفَعْنَا فَوْقَهُمُ الطُّوْرَ بِمِيْثَاقِهِمْ وَقُلْنَا لَهُمُ

১৫৫) আৰু আমি চুক্তি-স্থাপনৰ সময়ত

ادْخُلُوا الْبَابَ سُجَّدًا وَقُلْنَا لَهُمْ لَا تَعْدُوا فِي
السَّبْتِ وَأَخَذْنَا مِنْهُمْ مِّيثَاقًا غَلِيظًا ﴿١٥٤﴾

সিহঁতক তুৰ পৰ্ব্বতৰ নামনিত ৰাখিছিলোঁ, আৰু সিহঁতক আমি কৈছিলোঁ, তোমালোক বিনীতভাৱে দুৱাৰেদি সোমাই যোৱাঁ, আৰু সিহঁতক আমি কৈছিলোঁ, জিৰণিৰ পৱিত্ৰ দিনৰ (শনিবাৰৰ) নিয়ম লঙ্ঘন নকৰিবা ; আৰু সিহঁতৰ পৰা সুদৃঢ় চুক্তি গ্ৰহণ কৰিছিলোঁ।

فَبِمَا نَقْضِهِم مِّيثَاقَهُمْ وَكُفْرِهِم بِآيَاتِ اللَّهِ
وَقَتْلِهِمُ الْأَنبِيَاءَ بِغَيْرِ حَقٍّ وَقَوْلِهِمْ قُلُوبُنَا
غُلْفٌ ۚ بَلْ طَبَعَ اللَّهُ عَلَيْهَا بِكُفْرِهِمْ فَلَا يُؤْمِنُونَ
إِلَّا قَلِيلًا ﴿١٥٥﴾

১৫৬) পিছত সিহঁতৰ নিজৰ চুক্তি-ভঙ্গ, আৰু আল্লাৰ নিদৰ্শন সমূহত সিহঁতৰ অবিশ্বাস, আৰু অন্যায়ৰূপে নবীসকলক হত্যা কৰিবলৈ সিহঁতৰ চেষ্টা, আৰু 'আমাৰ অন্তৰ-সমূহত আবৰণ পৰিছে' এনে কথা কোৱাৰ কাৰণে,—অথচ সেই অন্তৰ সমূহত সিহঁতৰ অবিশ্বাসৰ বাবে আল্লাই মোহৰ মাৰিছে যাৰ ফলত সিহঁতে অলপহে মাথোন বিশ্বাস কৰে,—

وَبِكُفْرِهِمْ وَقَوْلِهِمْ عَلَىٰ مَرْيَمَ بُهْتَانًا
عَظِيمًا ﴿١٥٦﴾

১৫৭) আৰু সিহঁতৰ অবিশ্বাস, আৰু মৰ্য়মৰ বিৰুদ্ধে ঘোৰ মিছা অপবাদ দিয়াৰ কাৰণে,—

وَقَوْلِهِمْ إِنَّا قَتَلْنَا الْمَسِيحَ عِيسَى ابْنَ مَرْيَمَ
رَسُولَ اللَّهِ وَمَا قَتَلُوهُ وَمَا صَلَبُوهُ وَلَٰكِن شُبِّهَ
لَهُمْ ۚ وَإِنَّ الَّذِينَ اخْتَلَفُوا فِيهِ لَفِي شَكٍّ مِّنْهُ ۚ
مَا لَهُم بِهِ مِنْ عِلْمٍ إِلَّا اتِّبَاعَ الظَّنِّ ۚ وَمَا قَتَلُوهُ
يَقِينًا ﴿١٥٧﴾

১৫৮) আৰু সিহঁতে এই কথা কোৱাৰ কাৰণে—'বাস্তৱিকতে আল্লাৰ ৰছুল মৰ্য়মৰ পুত্ৰ ঈচা মচীহক আমি হত্যা কৰিছিলোঁ', অথচ সিহঁতে তেওঁক হত্যা কৰা নাছিল আৰু তেওঁক ক্ৰুচত দি মৰাও নাছিল, কিন্তু সিহঁতৰ মনত এই বিষয়ে সন্দেহৰ উদয় হ'ল; আৰু যিবিলাকৰ মাজত এই সম্বন্ধে মতভেদ হৈছিল সিবিলাক নিশ্চয় সেই বিষয়ে সংশয়ত পৰি আছিল; এই সম্পৰ্কে সিহঁতৰ কোনো (নিশ্চিত) জ্ঞান নাছিল, বৰং সিহঁতে কেৱল অনুমানৰহে অনুসৰণ কৰিছিল; আৰু সিহঁতে যে তেওঁক বধ কৰা নাছিল, ই সুনিশ্চিত ;—

بَل رَّفَعَهُ اللَّهُ إِلَيْهِ ۚ وَكَانَ اللَّهُ عَزِيزًا حَكِيمًا ﴿١٥٨﴾

১৫৯) বৰং আল্লাই তেওঁক নিজ সন্নিধানত তুলি লৈছিল ; আৰু আল্লা ক্ষমতাশালী, মহাজ্ঞানী ;

وَإِن مِّنْ أَهْلِ الْكِتَابِ إِلَّا لَيُؤْمِنَنَّ بِهِ قَبْلَ مَوْتِهِ ۖ

১৬০) আৰু পুথিপোৱালোকৰ এনে কোনো নাই যি নিজ মৃত্যুৰ পূৰ্ব্বে ইয়াত (এই ভুল ধাৰণাত যে ঈচা মচীহৰ মৃত্যু ক্ৰুচত ঘটিছিল) নিশ্চিতকৈ

وَيَوْمَ الْقِيٰمَةِ يَكُوْنُ عَلَيْهِمْ شَهِيْدًا ﴿١٦٠﴾

বিশ্বাস কৰি নাথাকিব ; কিন্তু পুনৰুত্থানৰ দিনত তেওঁ নিজেই (ঈচা-মচীহে) সিহঁতৰ বিপক্ষে সাক্ষী হ'ব ;—

فَبِظُلْمٍ مِّنَ الَّذِيْنَ هَادُوْا حَرَّمْنَا عَلَيْهِمْ طَيِّبٰتٍ
اُحِلَّتْ لَهُمْ وَبِصَدِّهِمْ عَنْ سَبِيْلِ اللّٰهِ كَثِيْرًا ﴿١٦١﴾

১৬১) আৰু ইহুদীবিলাকৰ অন্যায় আচৰণ, আৰু বহুতক সিহঁতে আল্লাৰ পথৰ পৰা প্ৰতিৰোধ কৰাৰ কাৰণে যিবিলাক শুদ্ধ বস্তু সিহঁতৰ নিমিত্তে পূৰ্ব্বে বৈধ কৰা হৈছিল সেইবিলাকক সিহঁতলৈ আমি অবৈধ কৰিলোঁ ;

وَّاَخْذِهِمُ الرِّبٰوا وَقَدْ نُهُوْا عَنْهُ وَاَكْلِهِمْ اَمْوَالَ
النَّاسِ بِالْبَاطِلِ ۗ وَاَعْتَدْنَا لِلْكٰفِرِيْنَ مِنْهُمْ
عَذَابًا اَلِيْمًا ﴿١٦٢﴾

১৬২) আৰু সিহঁতে সুত্ গ্ৰহণ কৰাৰ কাৰণে—অথচ সিহঁতক সেই বিষয়েপূৰ্ব্বে নিষেধ কৰা হৈছিল—আৰু লোকৰ ধন-সম্পত্তি সিহঁতে অন্যায় ৰূপে ভোগ কৰাৰ কাৰণে—আৰু সিহঁতৰ মাজৰ অবিশ্বাসীবিলাকৰ নিমিত্তে, আমি যন্ত্ৰণাদায়ক শাস্তি সাজু কৰি থৈছোঁ।

لٰكِنِ الرّٰسِخُوْنَ فِى الْعِلْمِ مِنْهُمْ وَالْمُؤْمِنُوْنَ يُؤْمِنُوْنَ
بِمَآ اُنْزِلَ اِلَيْكَ وَمَآ اُنْزِلَ مِنْ قَبْلِكَ وَالْمُقِيْمِيْنَ
الصَّلٰوةَ وَالْمُؤْتُوْنَ الزَّكٰوةَ وَالْمُؤْمِنُوْنَ بِاللّٰهِ وَ
ع الْيَوْمِ الْاٰخِرِ ۗ اُولٰۤئِكَ سَنُؤْتِيْهِمْ اَجْرًا عَظِيْمًا ﴿١٦٣﴾

১৬৩) কিন্তু সিহঁতৰ মাজৰ যিসকল জ্ঞানত সুদৃঢ় আৰু বিশ্বাসী, আৰু তোমালৈ যি নমাই পঠিওৱা হৈছে আৰু তোমাৰ পূৰ্ব্বে যি নমাই পঠিওৱা হৈছিল যিসকলে তাত বিশ্বাস কৰে সেইসকল, আৰু নমাজৰ অনুষ্ঠান কৰোঁতাসকল, আৰু জকাত দান কৰোঁতাসকল, আৰু আল্লা আৰু শেহদিনত বিশ্বাস কৰোঁতাসকল—এই সকলকেই নিশ্চয় আমি প্ৰদান কৰিম মহৎ প্ৰতিদান।

اِنَّآ اَوْحَيْنَآ اِلَيْكَ كَمَآ اَوْحَيْنَآ اِلٰى نُوْحٍ وَّالنَّبِيّٖنَ
مِنْۢ بَعْدِهٖ ۚ وَاَوْحَيْنَآ اِلٰٓى اِبْرٰهِيْمَ وَاِسْمٰعِيْلَ وَ
اِسْحٰقَ وَيَعْقُوْبَ وَالْاَسْبَاطِ وَعِيْسٰى وَاَيُّوْبَ
وَيُوْنُسَ وَهٰرُوْنَ وَسُلَيْمٰنَ ۚ وَاٰتَيْنَا دَاوٗدَ
زَبُوْرًا ﴿١٦٤﴾

১৬৪) বাস্তৱতে নুহ আৰু তেওঁৰ পিছত অহা নবীসকলৰ প্ৰতি যিদৰে আমি প্ৰত্যাদেশ কৰিছিলোঁ সেইদৰে আমি তোমাৰ প্ৰতিও প্ৰত্যাদেশ কৰিছোঁ ; আৰু ইব্ৰাহিম আৰু ইস্মাইল আৰু ইচ্হাক্ আৰু ইয়াক্কুব আৰু (তেওঁৰ) সন্ততিবিলাক আৰু ঈচা আৰু আইয়ুব আৰু ইয়ুনুচ্ আৰু হাৰুন আৰু চুলইমানৰ প্ৰতিও আমি প্ৰত্যাদেশ কৰিছোঁ; আৰু জবুৰপুথি আমি দাউদক প্ৰদান কৰিছোঁ।

وَرُسُلًا قَدْ قَصَصْنٰهُمْ عَلَيْكَ مِنْ قَبْلُ وَرُسُلًا

১৬৫) (আৰু আমি প্ৰত্যাদেশ কৰিছোঁ) কিছুমান এনে ৰচুলৰ প্ৰতি যিসকলৰ ইতিবৃত্ত ইয়াৰ পূৰ্ব্বে

لَّمْ نَقْصُصْهُمْ عَلَيْكَ ۚ وَكَلَّمَ اللَّهُ مُوسَىٰ تَكْلِيمًا ١٦٥

তোমাৰ আগত ব্যক্ত কৰিছোঁ, আৰু এনে কিছুমান ৰচুলৰ প্ৰতি যিসকলৰ ইতিবৃত্ত তোমাৰ আগত আমি ব্যক্ত কৰা নাই; আৰু মুচাৰ সৈতে আল্লাই স্পষ্ট বাক্যৰে কথা পাতিছিল—

رُّسُلًا مُّبَشِّرِينَ وَمُنذِرِينَ لِئَلَّا يَكُونَ لِلنَّاسِ عَلَى اللَّهِ حُجَّةٌ بَعْدَ الرُّسُلِ ۚ وَكَانَ اللَّهُ عَزِيزًا حَكِيمًا ١٦٦

১৬৬) এনে ৰচুলসকলৰ প্ৰতি, যিসকল আনন্দ-বাৰ্ত্তা দিওঁতা আৰু সতৰ্ক কৰোঁতা,— যাতে সেই ৰচুলসকলৰ (আবিৰ্ভাৱৰ) পিছত মানুহে আল্লাৰ আগত কোনো ওজৰ আপত্তি আনিব নোৱাৰে; আৰু আল্লা ক্ষমতাশালী, শ্ৰেষ্ঠ জ্ঞানী।

لَّٰكِنِ اللَّهُ يَشْهَدُ بِمَا أَنزَلَ إِلَيْكَ ۖ أَنزَلَهُ بِعِلْمِهِ ۖ وَالْمَلَائِكَةُ يَشْهَدُونَ ۚ وَكَفَىٰ بِاللَّهِ شَهِيدًا ١٦٧

১৬৭) কিন্তু তোমালৈ আল্লাই যি (কোৰান) নমাই পঠিয়াইছে তাৰ বিষয়ে তেওঁ এই সাক্ষী দান কৰিছে যে সেইখনক তেওঁ নিজ জ্ঞানৰে সৈতে অবতীৰ্ণ কৰিছে; আৰু ফিৰিশ্তাবিলাকেও (সেইৰূপে) সাক্ষী দিয়ে; আৰু সাক্ষীস্বৰূপে আল্লাই যথেষ্ট।

إِنَّ الَّذِينَ كَفَرُوا وَصَدُّوا عَن سَبِيلِ اللَّهِ قَدْ ضَلُّوا ضَلَالًا بَعِيدًا ١٦٨

১৬৮) বাস্তৱতে যিবিলাকে অবিশ্বাস কৰিছে আৰু আল্লাৰ পথত বাধা দিছে, স্বৰূপতে সেইবিলাক বহুদূৰলৈ বিপথে গৈছে।

إِنَّ الَّذِينَ كَفَرُوا وَظَلَمُوا لَمْ يَكُنِ اللَّهُ لِيَغْفِرَ لَهُمْ وَلَا لِيَهْدِيَهُمْ طَرِيقًا ١٦٩

১৬৯) নিশ্চয় যিবিলাকে অবিশ্বাস কৰিছে আৰু অন্যায় কৰিছে সিবিলাকক কদাপি আল্লাই ক্ষমা নকৰিব, আৰু সিবিলাকক কোনো পথো প্ৰদৰ্শন নকৰিব—

إِلَّا طَرِيقَ جَهَنَّمَ خَالِدِينَ فِيهَا أَبَدًا ۚ وَكَانَ ذَٰلِكَ عَلَى اللَّهِ يَسِيرًا ١٧٠

১৭০) নৰকৰ পথ ভিন্ন; তাতেই সিহঁতে স্থায়ীৰূপে বহুকাল বাস কৰিব; আৰু ই আল্লাৰ পক্ষে সহজ।

يَا أَيُّهَا النَّاسُ قَدْ جَاءَكُمُ الرَّسُولُ بِالْحَقِّ مِن رَّبِّكُمْ فَآمِنُوا خَيْرًا لَّكُمْ ۚ وَإِن تَكْفُرُوا فَإِنَّ لِلَّهِ مَا فِي السَّمَاوَاتِ وَالْأَرْضِ ۚ وَكَانَ اللَّهُ عَلِيمًا حَكِيمًا ١٧١

১৭১) হে মানৱজাতি, তোমালোকৰ ওচৰলৈ তোমালোকৰ প্ৰভুৰ পৰা নিশ্চয় সত্যৰে সৈতে এই ৰচুলজন আহিছে; গতিকে তোমালোকে বিশ্বাস স্থাপন কৰিবা; সেয়ে তোমালোকৰ পক্ষে মঙ্গলময়; কিন্তু যদিহে তোমালোকে বিশ্বাস স্থাপন নকৰা, তেন্তে (জানি থোৱাঁ) আকাশমণ্ডলী আৰু পৃথিৱীত যি আছে সকলোৰে ওপৰত আল্লাৰেই অধিকাৰ; আৰু আল্লা সৰ্ব্বজ্ঞ, শ্ৰেষ্ঠ জ্ঞানী।

১৭২) হে পুথিপোৱাসকল, নিজ ধৰ্ম্ম সম্বন্ধে তোমালোক চৰম-পন্হী নহবা, আৰু আল্লাৰ বিষয়ে সত্যৰ বাহিৰে আন কথা নকবা ; মচীহ ঈচা মৰয়মৰ পুত্ৰ আল্লাৰ ৰচুলহে মাথোন, আৰু তেওঁৰ (পূৰ্ণ হোৱা) বাক্য যি তেওঁ মৰয়মৰ প্ৰতি জ্ঞাপন কৰিছিল, আৰু তেওঁৰ পৰা অহা সংবাদ স্বৰূপে ; গতিকে আল্লাত আৰু তেওঁৰ ৰচুলসকলত বিশ্বাস কৰা, আৰু (আল্লা) তিনিজন বুলি নকবা ; ক্ষান্ত হোৱা—ই তোমালোকৰ পক্ষে কল্যাণকৰ ; আল্লাই মাথোন একমাত্ৰ উপাস্য ; তেওঁৰ যে সন্তান হ'ব পাৰে, ই তেওঁৰ পৱিত্ৰতাৰ পৰা বহুদুৰ ; আকাশ-মণ্ডলীত যি আছে আৰু পৃথিৱীত যি আছে সকলোৰে ওপৰত তেওঁৰেই অধিকাৰ, আৰু কাৰ্য্য সম্পাদন কৰাত আল্লাই যথেষ্ট।

يٰٓاَهْلَ الْكِتٰبِ لَا تَغْلُوْا فِيْ دِيْنِكُمْ وَلَا تَقُوْلُوْا عَلَى
اللّٰهِ اِلَّا الْحَقَّ ؕ اِنَّمَا الْمَسِيْحُ عِيْسَى ابْنُ مَرْيَمَ
رَسُوْلُ اللّٰهِ وَكَلِمَتُهٗ ۚ اَلْقٰىهَاۤ اِلٰى مَرْيَمَ وَرُوْحٌ مِّنْهُ ؗ
فَاٰمِنُوْا بِاللّٰهِ وَرُسُلِهٖ ۚ وَلَا تَقُوْلُوْا ثَلٰثَةٌ ؕ اِنْتَهُوْا
خَيْرًا لَّكُمْ ؕ اِنَّمَا اللّٰهُ اِلٰهٌ وَّاحِدٌ ؕ سُبْحٰنَهٗۤ اَنْ يَّكُوْنَ
لَهٗ وَلَدٌ ۘ لَهٗ مَا فِي السَّمٰوٰتِ وَمَا فِي الْاَرْضِ ؕ وَكَفٰى
بِاللّٰهِ وَكِيْلًا ﴿١٧١﴾

১৭৩) নিশ্চয় আল্লাৰ ভৃত্য হ'বলৈ মচীহে, আৰু আল্লাৰ সন্নিধানত থকা ফিৰিশ্তাবিলাকে কদাপি অপমানজনক বুলি নাভাবে ; আৰু যিবিলাকে তেওঁৰ আৰাধনা কৰা হেয় ভাবি বিমুখ হয়, আৰু দাম্ভিকতা দেখুৱায়, তেওঁ সিহঁতৰ সকলোকে নিজ সম্মুখত সমবেত কৰিব।

لَنْ يَّسْتَنْكِفَ الْمَسِيْحُ اَنْ يَّكُوْنَ عَبْدًا لِّلّٰهِ وَلَا
الْمَلٰٓئِكَةُ الْمُقَرَّبُوْنَ ؕ وَمَنْ يَّسْتَنْكِفْ عَنْ عِبَادَتِهٖ وَ
يَسْتَكْبِرْ فَسَيَحْشُرُهُمْ اِلَيْهِ جَمِيْعًا ﴿١٧٢﴾

১৭৪) পিছত যিবিলাকে বিশ্বাস কৰিছে আৰু সজ কাম কৰিছে তেওঁলোকক তেওঁলোকৰ প্ৰতিদান তেওঁ **পূৰ্ণমাত্ৰাই** দান কৰিব, আৰু তেওঁলোকৰ প্ৰতি নিজ কৃপা বৃদ্ধি কৰিব ; কিন্তু যিবিলাকে অপমান বোধ কৰিছিল আৰু দাম্ভিকতা দেখুৱাইছিল, সিহঁতক তেওঁ যন্ত্ৰণাদায়ক শাস্তি প্ৰদান কৰিব ; আৰু সিহঁতে নিজৰ নিমিত্তে আল্লাক এৰি আন কোনো বন্ধু নাইবা সহায় কৰোঁতা নাপাব।

فَاَمَّا الَّذِيْنَ اٰمَنُوْا وَعَمِلُوا الصّٰلِحٰتِ فَيُوَفِّيْهِمْ اُجُوْرَهُمْ
وَيَزِيْدُهُمْ مِّنْ فَضْلِهٖ ۚ وَاَمَّا الَّذِيْنَ اسْتَنْكَفُوْا وَ
اسْتَكْبَرُوْا فَيُعَذِّبُهُمْ عَذَابًا اَلِيْمًا ۙ وَّلَا يَجِدُوْنَ
لَهُمْ مِّنْ دُوْنِ اللّٰهِ وَلِيًّا وَّلَا نَصِيْرًا ﴿١٧٣﴾

১৭৫) হে মানৱজাতি, স্বৰূপতে তোমালোকৰ প্ৰভুৰ পৰা তোমালোকলৈ আহি পাইছে প্ৰত্যক্ষ প্ৰমাণ, আৰু তোমালোকলৈ আমি অৱতীৰ্ণ কৰিছোঁ দীপ্তিমান জেউতি।

يٰٓاَيُّهَا النَّاسُ قَدْ جَآءَكُمْ بُرْهَانٌ مِّنْ رَّبِّكُمْ وَ
اَنْزَلْنَآ اِلَيْكُمْ نُوْرًا مُّبِيْنًا ﴿١٧٤﴾

فَأَمَّا الَّذِينَ آمَنُوا بِاللَّهِ وَاعْتَصَمُوا بِهِ فَسَيُدْخِلُهُمْ
فِي رَحْمَةٍ مِنْهُ وَفَضْلٍ وَيَهْدِيهِمْ إِلَيْهِ صِرَاطًا
مُسْتَقِيمًا ﴿١٧٥﴾

১৭৬) পিছত যিসকলে আল্লাত বিশ্বাস কৰে আৰু তেওঁকেই খামোচ মাৰি ধৰি থাকে তেওঁলোকক তেওঁ নিজ কৰুণা আৰু কৃপাৰ ভিতৰত প্ৰৱেশ কৰিবলৈ দিব, আৰু তেওঁলোকক তেওঁ নিজৰ ফাললৈ পোন বাটেদি লৈ যাব।

يَسْتَفْتُونَكَ قُلِ اللَّهُ يُفْتِيكُمْ فِي الْكَلَالَةِ إِنِ امْرُؤٌ
هَلَكَ لَيْسَ لَهُ وَلَدٌ وَلَهُ أُخْتٌ فَلَهَا نِصْفُ مَا تَرَكَ
وَهُوَ يَرِثُهَا إِنْ لَمْ يَكُنْ لَهَا وَلَدٌ فَإِنْ كَانَتَا اثْنَتَيْنِ
فَلَهُمَا الثُّلُثَانِ مِمَّا تَرَكَ وَإِنْ كَانُوا إِخْوَةً رِجَالًا
وَنِسَاءً فَلِلذَّكَرِ مِثْلُ حَظِّ الْأُنْثَيَيْنِ يُبَيِّنُ اللَّهُ
لَكُمْ أَنْ تَضِلُّوا وَاللَّهُ بِكُلِّ شَيْءٍ عَلِيمٌ ﴿١٧٦﴾ ع

১৭৭) সিহঁতে তোমাৰ বিচাৰ প্ৰাৰ্থনা কৰিছে; তুমি কোৱাঁ পিতৃ-মাতৃহীন আৰু সন্তানহীন মৃতকৰ বিষয়ে আল্লাই নিজ বিচাৰ তোমালোকক জ্ঞাপন কৰিছে; যদি এনে এজন মানুহৰ সন্তানহীন অৱস্থাত মৃত্যু ঘটে, আৰু তাৰ এজনী ভনীয়েক থাকে, সি যি সম্পত্তি এৰি যায় তাই তাৰ আধাখিনি পাব; আৰু যদি তাইৰ (মৃত্যুৰ সময়ত) কোনো সন্তান নাথাকে, তেন্তে সেই ভাই বা ককাইজন তাইৰ উত্তৰাধিকাৰী হ'ব; কিন্তু যদি দুজনী ভনীয়েক থাকে, তেন্তে সি যি সম্পত্তি এৰি যায় সিহঁত দুয়ো তাৰ তিনিভাগৰ দুভাগ পাব; আৰু যদি ভাই-ককাই আৰু বাই-ভনী থাকে, তেন্তে পুৰুষে দুজনী তিৰোতাৰ সমান অংশ পাব; তোমালোকৰ আগত (এই বিধান) ফটফটীয়াকৈ আল্লাই ব্যক্ত কৰিছে, যাতে তোমালোক ভ্ৰমত নপৰা; আৰু আল্লা সকলো বিষয়ে সৰ্ব্বজ্ঞ।

سُوْرَةُ الْمَآئِدَةِ مَدَنِيَّةٌ (٥)

## চুৰা ৫ AL-MA'IDAH আল্-মাইদা ঃ আহাৰ মদিনাত অৱতীৰ্ণ

১) পৰম করুণাময়, পৰম দানশীল, আল্লাৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ۝١

২) হে বিশ্বাসীসকল, তোমালোকে নিজ চুক্তি-বন্ধন ৰক্ষা কৰিবা। তোমালোকলৈ (কোৰানত অবৈধ বুলি) উল্লেখ কৰা জন্তুৰ বাহিৰে, চতুষ্পদী ঘৰচীয়া জন্তুবিলাক তোমালোকৰ নিমিত্তে বৈধ কৰা হৈছে,—কিন্তু তোমালোক যেতিয়া হযত আবদ্ধ থাকা চিকাৰ কৰা জন্তুক বৈধ বুলি নধৰিবা ; বাস্তৱতে আল্লাই যি ইচ্ছা তাকেই আদেশ কৰে।

يٰٓاَيُّهَا الَّذِيْنَ اٰمَنُوْٓا اَوْفُوْا بِالْعُقُوْدِ ۬ اُحِلَّتْ لَكُمْ
بَهِيْمَةُ الْاَنْعَامِ اِلَّا مَا يُتْلٰى عَلَيْكُمْ غَيْرَ مُحِلِّى الصَّيْدِ
وَاَنْتُمْ حُرُمٌ ۭ اِنَّ اللّٰهَ يَحْكُمُ مَا يُرِيْدُ ۝٢

৩) হে বিশ্বাসীসকল, আল্লাৰ চানেকীসমূহৰ, আৰু পৱিত্ৰ মাহৰ, আৰু কুৰ্‌বানীৰ নিমিত্তে অনা জন্তুবিলাকৰ, আৰু মালা পিন্ধোৱা জন্তুবিলাকৰ, আৰু সেইবিলাকৰ যিবিলাকে নিজ প্ৰতিপালকৰ কৃপা আৰু সন্তুষ্টি বিচাৰি পৱিত্ৰ গৃহলৈ যাত্ৰা কৰে, তোমালোকে পৱিত্ৰতা লঙ্ঘন নকৰিবা : আৰু যেতিয়া তোমালোক হয্‌-পদ্ধতি আৰু এহ্‌ৰাম পালনৰ পৰা আজৰি হোৱা তেতিয়াহে চিকাৰ কৰিব পাৰা : আৰু যি দলে তোমালোকক পৱিত্ৰ মচ্‌যিদলৈ যোৱাত বাধা দিছিল সেই দলৰ শত্ৰুতাই যেন তোমালোকক সীমালঙ্ঘন কৰিবলৈ উচটাই নিদিয়ে, আৰু ন্যায়পৰায়ণতা আৰু ধৰ্ম্মশীলতাত তোমালোকে পৰস্পৰ সহায় কৰিবা, কিন্তু পাপ আৰু অন্যায় আচৰণত পৰস্পৰ সহায় নকৰিবা : আৰু আল্লাৰ ভয় ৰাখি চলিবা ; শাস্তি দিয়াত আল্লা নিশ্চয় কঠোৰ।

يٰٓاَيُّهَا الَّذِيْنَ اٰمَنُوْا لَا تُحِلُّوْا شَعَآئِرَ اللّٰهِ وَلَا الشَّهْرَ
الْحَرَامَ وَلَا الْهَدْيَ وَلَا الْقَلَآئِدَ وَلَآ اٰمِّيْنَ الْبَيْتَ
الْحَرَامَ يَبْتَغُوْنَ فَضْلًا مِّنْ رَّبِّهِمْ وَرِضْوَانًا ۭ وَاِذَا
حَلَلْتُمْ فَاصْطَادُوْا ۭ وَلَا يَجْرِمَنَّكُمْ شَنَاٰنُ قَوْمٍ اَنْ
صَدُّوْكُمْ عَنِ الْمَسْجِدِ الْحَرَامِ اَنْ تَعْتَدُوْا ۘ وَتَعَاوَنُوْا
عَلَى الْبِرِّ وَالتَّقْوٰى ۠ وَلَا تَعَاوَنُوْا عَلَى الْاِثْمِ وَالْعُدْوَانِ ۠
وَاتَّقُوا اللّٰهَ ۭ اِنَّ اللّٰهَ شَدِيْدُ الْعِقَابِ ۝٣

৪) তোমালোকৰ নিমিত্তে (খাদ্য) অবৈধ কৰা হৈছে ঃ—মৃতপ্ৰাণীৰ মঙহ আৰু তেজ আৰু গাহৰিৰ মঙহ আৰু যি জন্তুক আল্লাত ভিন্ন

حُرِّمَتْ عَلَيْكُمُ الْمَيْتَةُ وَالدَّمُ وَلَحْمُ الْخِنْزِيْرِ وَ
مَآ اُهِلَّ لِغَيْرِ اللّٰهِ بِهٖ وَالْمُنْخَنِقَةُ وَالْمَوْقُوْذَةُ وَالْمُتَرَدِّيَةُ

وَالنَّطِيحَةُ وَمَآ أَكَلَ السَّبُعُ إِلَّا مَا ذَكَّيْتُمْ وَمَا ذُبِحَ
عَلَى النُّصُبِ وَأَنْ تَسْتَقْسِمُوا بِالْأَزْلَامِ ذٰلِكُمْ فِسْقٌ
اَلْيَوْمَ يَئِسَ الَّذِيْنَ كَفَرُوْا مِنْ دِيْنِكُمْ فَلَا تَخْشَوْهُمْ
وَاخْشَوْنِ اَلْيَوْمَ اَكْمَلْتُ لَكُمْ دِيْنَكُمْ وَاَتْمَمْتُ عَلَيْكُمْ
نِعْمَتِيْ وَرَضِيْتُ لَكُمُ الْاِسْلَامَ دِيْنًا فَمَنِ اضْطُرَّ فِيْ
مَخْمَصَةٍ غَيْرَ مُتَجَانِفٍ لِّاِثْمٍ فَاِنَّ اللّٰهَ غَفُوْرٌ رَّحِيْمٌ (৩)

অইনলৈ উচৰ্গা কৰা হৈছে আৰু যি জন্তুক টেটুত চেপা দি বধ কৰা হৈছে আৰু যি জন্তুক টাঙ্গোনেৰে বধ কৰা হৈছে আৰু যি জন্তু (ওপৰৰ পৰা) পৰি মৰে আৰু যি জন্তু শিঙৰ খোঁচ খাই মৰে আৰু যি জন্তু বনৰীয়া পশুৱে (এভাগ) খাই এৰিছে, সেই বিলাক জন্তুক এৰি যিবিলাকক তোমালোকে উচিত মতে জবই কৰিছা, আৰু যি জন্তুক যজ্ঞৰ ভেটিৰ ওপৰত বলি দিয়া হৈছে। আৰু (অবৈধ কৰা হৈছে) কাঁড় মাৰি তোমালোকে যে নিজ ভাগ্য পৰীক্ষা কৰা। সেয়ে হৈছে অবাধ্যতাৰ কাৰ্য্য। যিবিলাক অবিশ্বাসী সিবিলাকে আজিৰ দিনা তোমালোকৰ ধৰ্ম্ম সম্বন্ধে সকলো আশা ত্যাগ কৰিছে; গতিকে তোমালোকে সিহঁতক ভয় নকৰিবা, বৰং মোলৈহে ভয় ৰাখিবা। আজিৰ দিনা মই তোমালোকৰ নিমিত্তে তোমালোকৰ ধৰ্ম্ম সম্পূৰ্ণ কৰিলোঁ, আৰু তোমালোকৰ প্ৰতি মোৰ অনুগ্ৰহ সমাপন কৰিলোঁ, আৰু ইচ্‌লামকেই তোমালোকৰ ধৰ্ম্ম মনোনীত কৰিলোঁ। কিন্তু যি পাপৰ পিনে আকৃষ্ট নহৈ ভোকত নিৰুপায় হৈ পৰে, তেন্তে নিশ্চয় আল্লা শ্ৰেষ্ঠ মাৰ্জ্জনাকাৰী, পৰম দানশীল।

يَسْـَٔلُوْنَكَ مَاذَآ اُحِلَّ لَهُمْ قُلْ اُحِلَّ لَكُمُ الطَّيِّبٰتُ
وَمَا عَلَّمْتُمْ مِّنَ الْجَوَارِحِ مُكَلِّبِيْنَ تُعَلِّمُوْنَهُنَّ مِمَّا
عَلَّمَكُمُ اللّٰهُ فَكُلُوْا مِمَّآ اَمْسَكْنَ عَلَيْكُمْ وَاذْكُرُوا اسْمَ
اللّٰهِ عَلَيْهِ وَاتَّقُوا اللّٰهَ اِنَّ اللّٰهَ سَرِيْعُ الْحِسَابِ (৫)

(৫) সিহঁতে তোমাক প্ৰশ্ন কৰে, সিহঁতৰ নিমিত্তে কি বৈধ কৰা হৈছে? তুমি কোৱাঁ, সকলো বিশুদ্ধ বস্তু তোমালোকৰ নিমিত্তে বৈধ কৰা হৈছে; আৰু (সেই জন্তুবিলাককো) যাক চিকাৰ কৰিবলৈ তোমালোকে চিকাৰী জন্তু আৰু চৰাইক সেইদৰে শিকাইছা যিদৰে আল্লাই তোমালোকক শিক্ষা দিছে; গতিকে সিহঁতে তোমালোকৰ নিমিত্তে যি ধৰে তাক তোমালোকে খোৱাঁ, কিন্তু তাৰ ওপৰত আল্লাৰ নাম উচ্চাৰণ কৰিবা, আৰু আল্লালৈ ভয় ৰাখিবা, কিয়নো লেখ লোৱাত আল্লা বেগী।

اَلْيَوْمَ اُحِلَّ لَكُمُ الطَّيِّبٰتُ وَطَعَامُ الَّذِيْنَ اُوْتُوا الْكِتٰبَ
حِلٌّ لَّكُمْ وَطَعَامُكُمْ حِلٌّ لَّهُمْ وَالْمُحْصَنٰتُ مِنَ

(৬) আজিৰ দিনা তোমালোকৰ নিমিত্তে সকলো বিশুদ্ধ বস্তু বৈধ কৰা হৈছে; পুথিপোৱাবিলাকৰ খাদ্য তোমালোকৰ নিমিত্তে বৈধ, আৰু

ٱلْمُؤْمِنَٰتِ وَٱلْمُحْصَنَٰتُ مِنَ ٱلَّذِينَ أُوتُوا۟ ٱلْكِتَٰبَ مِن قَبْلِكُمْ إِذَآ ءَاتَيْتُمُوهُنَّ أُجُورَهُنَّ مُحْصِنِينَ غَيْرَ مُسَٰفِحِينَ وَلَا مُتَّخِذِىٓ أَخْدَانٍ ۗ وَمَن يَكْفُرْ بِٱلْإِيمَٰنِ فَقَدْ حَبِطَ عَمَلُهُۥ وَهُوَ فِى ٱلْءَاخِرَةِ مِنَ ٱلْخَٰسِرِينَ ۝٥

তোমালোকৰ খাদ্য তেওঁলোকৰ নিমিত্তে বৈধ; আৰু বিশ্বাসিনীবিলাকৰ মাজৰ সতী তিৰোতাবিলাক, আৰু তোমালোকক পূৰ্ব্বে যিবিলাকক পুথি দান কৰা হৈছিল সেইবিলাকৰ সতী তিৰোতাবিলাকো (তোমালোকৰ নিমিত্তে বৈধ)—যদিহে কোনোপ্ৰকাৰ ব্যভিচাৰ নকৰি আৰু উপপত্নীৰূপে নাৰাখি সিহঁতক সিহঁতৰ (প্ৰাপ্য) যৌতুক দান কৰি (নিয়মমতে) বিয়া কৰা; আৰু যেয়ে বিশ্বাস স্থাপন কৰা সত্ত্বেও অবিশ্বাস কৰে তাৰ কাৰ্য্য নিশ্চয় নিস্ফল হল; আৰু পৰলোকত সি ক্ষতিগ্ৰস্ত বিলাকৰ মাজৰ হৈ থাকিব।

يَٰٓأَيُّهَا ٱلَّذِينَ ءَامَنُوٓا۟ إِذَا قُمْتُمْ إِلَى ٱلصَّلَوٰةِ فَٱغْسِلُوا۟ وُجُوهَكُمْ وَأَيْدِيَكُمْ إِلَى ٱلْمَرَافِقِ وَٱمْسَحُوا۟ بِرُءُوسِكُمْ وَأَرْجُلَكُمْ إِلَى ٱلْكَعْبَيْنِ ۚ وَإِن كُنتُمْ جُنُبًا فَٱطَّهَّرُوا۟ ۚ وَإِن كُنتُم مَّرْضَىٰٓ أَوْ عَلَىٰ سَفَرٍ أَوْ جَآءَ أَحَدٌ مِّنكُم مِّنَ ٱلْغَآئِطِ أَوْ لَٰمَسْتُمُ ٱلنِّسَآءَ فَلَمْ تَجِدُوا۟ مَآءً فَتَيَمَّمُوا۟ صَعِيدًا طَيِّبًا فَٱمْسَحُوا۟ بِوُجُوهِكُمْ وَأَيْدِيكُم مِّنْهُ ۚ مَا يُرِيدُ ٱللَّهُ لِيَجْعَلَ عَلَيْكُم مِّنْ حَرَجٍ وَلَٰكِن يُرِيدُ لِيُطَهِّرَكُمْ وَلِيُتِمَّ نِعْمَتَهُۥ عَلَيْكُمْ لَعَلَّكُمْ تَشْكُرُونَ ۝٦

৭) হে বিশ্বাসীসকল, যেতিয়া তোমালোকে নমাজ পঢ়িবলৈ থিয় হোৱা, তোমালোকে নিজৰ মুখ, আৰু কিলাকুটিলৈকে নিজৰ হাত ধুই লবা; আৰু তোমালোকে নিজৰ মূৰ মছিবা; আৰু নিজৰ ভৰিও গাঁঠিলৈকে (ধুই লবা); আৰু যদি তোমালোক অপৱিত্ৰ অৱস্থাত থাকা তেন্তে তোমালোকে স্নান কৰি সম্পূৰ্ণৰূপে শুদ্ধ হবা: কিন্তু যদি তোমালোকৰ নৰীয়া হয়, নাইবা তোমালোক প্ৰবাসত থাকা, বা তোমালোকৰ কোনোজন শৌচাচাৰ কৰি আহে, বা তোমালোকে স্ত্ৰী-স্পৰ্শ কৰা, আৰু তোমালোকে পানী নোপোৱা, এনে অৱস্থাত শুদ্ধ মাটি বিচাৰি তয়স্মুম্ সম্পাদন কৰিবা, আৰু তাৰে তোমালোকে নিজৰ মুখ আৰু নিজৰ হাত মোহাৰিবা; আল্লাই তোমালোকক কোনো কষ্টত পেলাবলৈ ইচ্ছা নকৰে, বৰং তেওঁ তোমালোকক পৱিত্ৰ কৰিবলৈ আৰু তোমালোকৰ প্ৰতি নিজ অনুগ্ৰহ পূৰ্ণ কৰিবলৈহে ইচ্ছা কৰে, যাতে তোমালোকে কৃতজ্ঞতা স্বীকাৰ কৰা।

وَٱذْكُرُوا۟ نِعْمَةَ ٱللَّهِ عَلَيْكُمْ وَمِيثَٰقَهُ ٱلَّذِى وَاثَقَكُم بِهِۦٓ إِذْ قُلْتُمْ سَمِعْنَا وَأَطَعْنَا ۖ وَٱتَّقُوا۟ ٱللَّهَ ۚ إِنَّ ٱللَّهَ

৮) আৰু তোমালোকৰ প্ৰতি আল্লাৰ অনুগ্ৰহ আৰু তেওঁৰে সৈতে তোমালোক যি চুক্তিত আবদ্ধ হৈছিলা, আৰু কৈছিলা—আমি শুনিছোঁ আৰু বাধ্য হৈছোঁ, সেই চুক্তি তোমালোকে স্মৰণ কৰা;

عَلِيْمٌۢ بِذَاتِ الصُّدُوْرِ ⑧

আৰু আল্লালৈ ভয় ৰাখাঁ ; নিশ্চয় অন্তৰৰ সকলো কথা আল্লাই ভালকৈ জানে।

يٰۤاَيُّهَا الَّذِيْنَ اٰمَنُوْا كُوْنُوْا قَوّٰمِيْنَ لِلّٰهِ شُهَدَآءَ بِالْقِسْطِ
وَلَا يَجْرِمَنَّكُمْ شَنَاٰنُ قَوْمٍ عَلٰٓى اَلَّا تَعْدِلُوْا ؕ اِعْدِلُوْا ۟
هُوَ اَقْرَبُ لِلتَّقْوٰى ۫ وَاتَّقُوا اللّٰهَ ؕ اِنَّ اللّٰهَ خَبِيْرٌۢ بِمَا
تَعْمَلُوْنَ ⑨

৯) হে বিশ্বাসীসকল, আল্লাৰ কাৰণে ন্যায় সাক্ষী দিয়াত তোমালোক দৃঢ় হৈ থাকিবা ; আৰু কোনো সম্প্ৰদায়ৰ বিদেবষভাবে যেন ন্যায় পথৰ পৰা তোমালোকক বিচলিত হ'বলৈ উদগনি নিদিয়ে ; তোমালোকে ন্যায় বিচাৰ কৰিবা—সেয়ে ধৰ্ম্মপৰায়ণতাৰ অধিক ওচৰ ; আৰু আল্লালৈ ভয় ৰাখি চলিবা ; নিশ্চয় তোমালোকে যি কাৰ্য্যকে কৰা আল্লাই সেই সম্বন্ধে সম্পূৰ্ণৰূপে জ্ঞাত।

وَعَدَ اللّٰهُ الَّذِيْنَ اٰمَنُوْا وَعَمِلُوا الصّٰلِحٰتِ ۙ لَهُمْ
مَّغْفِرَةٌ وَّاَجْرٌ عَظِيْمٌ ⑩

১০) যিসকলে বিশ্বাস কৰিছে আৰু সৎকাৰ্য্য কৰিছে তেওঁলোকক আল্লাই প্ৰতিশ্ৰুতি প্ৰদান কৰিছে,—তেওঁলোকৰ নিমিত্তে থাকিব মাৰ্জ্জনা আৰু মহান প্ৰতিদান।

وَالَّذِيْنَ كَفَرُوْا وَكَذَّبُوْا بِاٰيٰتِنَاۤ اُولٰٓئِكَ اَصْحٰبُ الْجَحِيْمِ ⑪

১১) কিন্তু যিবিলাকে অবিশ্বাস কৰিছে আৰু আমাৰ নিদৰ্শনসমূহ অগ্ৰাহ্য কৰিছে সেইবিলাকেই নৰকৰ অধিবাসী।

يٰۤاَيُّهَا الَّذِيْنَ اٰمَنُوا اذْكُرُوْا نِعْمَتَ اللّٰهِ عَلَيْكُمْ اِذْ هَمَّ
قَوْمٌ اَنْ يَّبْسُطُوْۤا اِلَيْكُمْ اَيْدِيَهُمْ فَكَفَّ اَيْدِيَهُمْ
عَنْكُمْ ۚ وَاتَّقُوا اللّٰهَ ؕ وَعَلَى اللّٰهِ فَلْيَتَوَكَّلِ الْمُؤْمِنُوْنَ ⑫ ع

১২) হে বিশ্বাসীসকল, তোমালোকৰ প্ৰতি আল্লাৰ অনুগ্ৰহ স্মৰণ কৰিবা—যেতিয়া এদলে তোমালোকৰ ফাললৈ সিহঁতৰ হাতসমূহ বিস্তাৰিত কৰিববলৈ উদ্যত হৈছিল তেওঁ তোমালোকৰ পৰা সিহঁতৰ হাতসমূহ আঁতৰাই ৰাখিলে ; আৰু তোমালোকে আল্লালৈ ভয় ৰাখিবা, আৰু বিশ্বাসীসকলে আল্লাতেই ভৰসা ৰখা উচিত।

وَلَقَدْ اَخَذَ اللّٰهُ مِيْثَاقَ بَنِيْۤ اِسْرَآءِيْلَ ۚ وَبَعَثْنَا مِنْهُمُ
اثْنَيْ عَشَرَ نَقِيْبًا ؕ وَقَالَ اللّٰهُ اِنِّيْ مَعَكُمْ ؕ لَئِنْ اَقَمْتُمُ
الصَّلٰوةَ وَاٰتَيْتُمُ الزَّكٰوةَ وَاٰمَنْتُمْ بِرُسُلِيْ وَعَزَّرْتُمُوْهُمْ
وَاَقْرَضْتُمُ اللّٰهَ قَرْضًا حَسَنًا لَّاُكَفِّرَنَّ عَنْكُمْ سَيِّاٰتِكُمْ
وَلَاُدْخِلَنَّكُمْ جَنّٰتٍ تَجْرِيْ مِنْ تَحْتِهَا الْاَنْهٰرُ ۚ فَمَنْ

১৩) আৰু স্বৰূপতে আল্লাই ইস্ৰাইলৰ সন্তান-সন্ততিৰ পৰা চুক্তি গ্ৰহণ কৰিছিল ; আৰু আমি সিহঁতৰ মাজৰ পৰা বাৰজন নেতা উত্থাপন কৰিছিলোঁ ; আৰু আল্লাই কৈছিল, বাস্তৱতে মই তোমালোকৰ লগতেই ; যদি তোমালোকে নমাজ প্ৰতিষ্ঠিত কৰা আৰু জকাত দান কৰা আৰু মোৰ ৰচুল সকলত বিশ্বাস কৰা আৰু তেওঁলোকক সাহায্য কৰা আৰু ধৰ্ম্মৰ কাৰণে নিজৰ ধন উত্তমৰূপে ব্যয় কৰা, তেন্তে ময়ো নিশ্চয়

كَفَرَ بَعْدَ ذٰلِكَ مِنْكُمْ فَقَدْ ضَلَّ سَوَآءَ السَّبِيْلِ ﴿١٣﴾

তোমালোকৰ পৰা তোমালোকৰ অমঙ্গলসমূহ আঁতৰ কৰিম, আৰু মই নিশ্চয় তোমালোকক এনে উদ্যানসমূহৰ ভিতৰত প্ৰৱেশ কৰিবলৈ দিম যাৰ তলেদি জুৰিসমূহ বৈ গৈছে। গতিকে তাৰ পাছতো তোমালোকৰ মাজৰ যেয়ে অবিশ্বাস কৰে সি নিশ্চয় সৰল বাটৰ পৰা বিভ্ৰান্ত হয়।

فَبِمَا نَقْضِهِمْ مِّيْثَاقَهُمْ لَعَنّٰهُمْ وَجَعَلْنَا قُلُوْبَهُمْ
قٰسِيَةً ۚ يُحَرِّفُوْنَ الْكَلِمَ عَنْ مَّوَاضِعِهٖ ۙ وَنَسُوْا حَظًّا
مِّمَّا ذُكِّرُوْا بِهٖ ۚ وَلَا تَزَالُ تَطَّلِعُ عَلٰى خَآئِنَةٍ مِّنْهُمْ
اِلَّا قَلِيْلًا مِّنْهُمْ فَاعْفُ عَنْهُمْ وَاصْفَحْ ۗ اِنَّ اللّٰهَ يُحِبُّ
الْمُحْسِنِيْنَ ﴿١٤﴾

১৪) পিছত সিহঁতৰ চুক্তিভঙ্গৰ কাৰণে আমি সিহঁতক আমাৰ সন্নিধানৰ পৰা আঁতৰ কৰিছিলোঁ আৰু সিহঁতৰ অন্তৰসমূহ কঠোৰ কৰিছিলোঁ; সিহঁতে পুথিৰ শব্দবোৰ যথাস্থানৰ পৰা লৰচৰ কৰে, আৰু যিসম্বন্ধে সিহঁতক সৰ্তক কৰি দিয়া হৈছিল তাৰ কিছু অংশ সিহঁতে পাহৰিছিল, আৰু সিহঁতৰ ভিতৰৰ কেইজনমানৰ বাহিৰে সকলোৰে মাজত বিশ্বাসঘাতকতা তুমি সদায় লক্ষ্য কৰিবা; কিন্তু তুমি সিহঁতক ক্ষমা কৰিবা, আৰু দোষ নধৰিবা; নিশ্চয় আল্লাই সৎকৰ্ম্মীসকলক ভাল পায়।

وَمِنَ الَّذِيْنَ قَالُوْٓا اِنَّا نَصٰرٰٓى اَخَذْنَا مِيْثَاقَهُمْ فَنَسُوْا
حَظًّا مِّمَّا ذُكِّرُوْا بِهٖ ۪ فَاَغْرَيْنَا بَيْنَهُمُ الْعَدَاوَةَ وَالْبَغْضَآءَ
اِلٰى يَوْمِ الْقِيٰمَةِ ۗ وَسَوْفَ يُنَبِّئُهُمُ اللّٰهُ بِمَا كَانُوْا
يَصْنَعُوْنَ ﴿١٥﴾

১৫) আৰু যিবিলাকে কয়, আমি খৃষ্টিয়ান, সেইবিলাকৰো পৰা আমি চুক্তি গ্ৰহণ কৰিছিলোঁ; কিন্তু যিবিষয়ে সিহঁতক সৰ্তক কৰি দিয়া হৈছিল তাৰে কিছু অংশ সিহঁতে পাহৰিছিল; গতিকে পুনৰুত্থানৰ দিনলৈকে আমি সিহঁতৰ ভিতৰত শত্ৰুতা আৰু হিংসাৰ উদ্ৰেক কৰিছোঁ; আৰু সিহঁতে যি কাৰ্য্য কৰিছিল সেই বিষয়ে আল্লাই সিহঁতক আগলৈ জ্ঞাত কৰিব।

يٰٓاَهْلَ الْكِتٰبِ قَدْ جَآءَكُمْ رَسُوْلُنَا يُبَيِّنُ لَكُمْ كَثِيْرًا
مِّمَّا كُنْتُمْ تُخْفُوْنَ مِنَ الْكِتٰبِ وَيَعْفُوْا عَنْ كَثِيْرٍ ۬
قَدْ جَآءَكُمْ مِّنَ اللّٰهِ نُوْرٌ وَّكِتٰبٌ مُّبِيْنٌ ۙ ﴿١٦﴾

১৬) হে ধৰ্ম্মগ্ৰন্থ পোৱা লোকসকল, স্বৰূপতে আমাৰ বচুলজন তোমালোকৰ ওচৰলৈ আগমন কৰিছে যাতে তেওঁ তোমালোকে পুথিৰ যি অংশ গোপন কৰিছিলা তাৰ ভালেখিনি তোমালোকৰ আগত প্ৰকাশ কৰে, আৰু তেওঁ (যি অনাৱশ্যক তাৰ) বহুখিনি এৰি দিয়ে। স্বৰূপতে আল্লাৰ সন্নিধানৰ পৰা তোমালোকলৈ আহিছে জ্যোতি আৰু সুস্পষ্ট গ্ৰন্থ,—

يَّهْدِيْ بِهِ اللّٰهُ مَنِ اتَّبَعَ رِضْوَانَهٗ سُبُلَ السَّلٰمِ
وَيُخْرِجُهُمْ مِّنَ الظُّلُمٰتِ اِلَى النُّوْرِ بِاِذْنِهٖ وَيَهْدِيْهِمْ
اِلٰى صِرَاطٍ مُّسْتَقِيْمٍ ⑯

১৭) তাৰ সৈতে যিসকলে তেওঁৰ সন্তুষ্টিৰ অনুসৰণ কৰে সেইসকলক আল্লাই শান্তিৰ পথসমূহ প্ৰদৰ্শন কৰে, আৰু নিজ ইচ্ছাৰে সেইসকলক ঘোৰ অন্ধকাৰৰ পৰা পোহৰলৈ উলিয়াই আনে, আৰু তেওঁ সেইসকলক পোন বাটেদি লৈ যায়।

لَقَدْ كَفَرَ الَّذِيْنَ قَالُوْٓا اِنَّ اللّٰهَ هُوَ الْمَسِيْحُ ابْنُ مَرْيَمَ ؕ
قُلْ فَمَنْ يَّمْلِكُ مِنَ اللّٰهِ شَيْـًٔا اِنْ اَرَادَ اَنْ يُّهْلِكَ
الْمَسِيْحَ ابْنَ مَرْيَمَ وَاُمَّهٗ وَمَنْ فِى الْاَرْضِ جَمِيْعًا ؕ
وَلِلّٰهِ مُلْكُ السَّمٰوٰتِ وَالْاَرْضِ وَمَا بَيْنَهُمَا ؕ يَخْلُقُ
مَا يَشَآءُ ؕ وَاللّٰهُ عَلٰى كُلِّ شَيْءٍ قَدِيْرٌ ⑰

১৮) যিবিলাকে কয়, বাস্তৱিকতে আল্লা মৰ্য়মৰ পুত্ৰ মচীহ্, নিশ্চয় সেইবিলাকেই অবিশ্বাসী হৈছে ; তুমি কোৱাঁ, যদি তেওঁ মৰ্য়মৰ পুত্ৰ মচীহক আৰু তেওঁৰ মাতৃক আৰু পৃথিৱীৰ সমগ্ৰ অধিবাসীবিলাকক বিনাশ কৰিবলৈ ইচ্ছা কৰে, তেন্তে আল্লাৰ বিৰুদ্ধে অকণো ক্ষমতা প্ৰয়োগ কৰিবলৈ কাৰ অধিকাৰ? আৰু আকাশমণ্ডলী আৰু পৃথিৱী আৰু এই দুয়োৰ মাজতে থকা সকলো বস্তুৰ ওপৰত আল্লাৰেই অধিকাৰ ; তেওঁ যি ইচ্ছা তাকেই সৃজন কৰে ; আৰু সকলো বস্তুৰেই ওপৰত আল্লাৰ মহান ক্ষমতা।

وَقَالَتِ الْيَهُوْدُ وَالنَّصٰرٰى نَحْنُ اَبْنٰٓؤُا اللّٰهِ وَاَحِبَّآؤُهٗ ؕ
قُلْ فَلِمَ يُعَذِّبُكُمْ بِذُنُوْبِكُمْ ؕ بَلْ اَنْتُمْ بَشَرٌ مِّمَّنْ
خَلَقَ ؕ يَغْفِرُ لِمَنْ يَّشَآءُ وَيُعَذِّبُ مَنْ يَّشَآءُ ؕ وَلِلّٰهِ مُلْكُ
السَّمٰوٰتِ وَالْاَرْضِ وَمَا بَيْنَهُمَا ؗ وَاِلَيْهِ الْمَصِيْرُ ⑱

১৯) আৰু ইহুদী আৰু খৃষ্টিয়ানবিলাকে কয়, আমিয়েই আল্লাৰ সন্তান আৰু তেওঁৰ মৰমৰ পাত্ৰ ; তুমি কোৱাঁ, কিয় তেন্তে তোমালোকৰ পাপসমূহৰ কাৰণে তেওঁ তোমালোকক শাস্তি প্ৰদান কৰে? নহয়, তেওঁ যি মানৱ সৃষ্টি কৰিছে তাৰেই ভিতৰৰ তোমালোকো ; যাকে ইচ্ছা তেওঁ তাকেই ক্ষমা দান কৰে, আৰু যাকে ইচ্ছা তেওঁ তাকেই শাস্তি দিয়ে ; আৰু আকাশমণ্ডলী আৰু পৃথিৱী আৰু এই দুয়োৰ মাজতে থকা সকলো বস্তুৰ ওপৰত আল্লাৰেই অধিকাৰ ; আৰু তেওঁৰ ফাললৈ হ'ব সকলোৰেই প্ৰত্যাগমন।

يٰٓاَهْلَ الْكِتٰبِ قَدْ جَآءَكُمْ رَسُوْلُنَا يُبَيِّنُ لَكُمْ عَلٰى
فَتْرَةٍ مِّنَ الرُّسُلِ اَنْ تَقُوْلُوْا مَا جَآءَنَا مِنْۢ بَشِيْرٍ وَّ
لَا نَذِيْرٍ ؗ فَقَدْ جَآءَكُمْ بَشِيْرٌ وَّنَذِيْرٌ ؕ وَاللّٰهُ عَلٰى

২০) হে গ্ৰন্থপোৱাসকল, ৰচুলসকলৰ আবিৰ্ভাৱ বন্ধ হোৱাৰ পাছত স্বৰূপতে আল্লাৰ ৰচুল তোমালোকৰ কাৰণে সকলো কথা সুস্পষ্ট কৰিবলৈ তোমালোকৰ ওচৰলৈ আহিছে— তোমালোকে যেন ইয়াকে নোকোৱা আমাৰ

كُلِّ شَيْءٍ قَدِيرٌ ۝٢٠ ع

ওচৰলৈ কোনো আনন্দৰ বাৰ্ত্তাবাহক বা কোনো সতৰ্ককাৰী অহা নাছিল; গতিকে নিশ্চয় তোমালোকৰ ওচৰলৈ এজন আনন্দৰ বাৰ্ত্তাবাহক আৰু সৰ্তককাৰী আহিছে: আৰু সকলো বস্তুৰ ওপ্ৰতে আছে আল্লাৰ মহান ক্ষমতা।

وَإِذْ قَالَ مُوسَىٰ لِقَوْمِهِ يَا قَوْمِ اذْكُرُوا نِعْمَةَ اللَّهِ عَلَيْكُمْ إِذْ جَعَلَ فِيكُمْ أَنبِيَاءَ وَجَعَلَكُم مُّلُوكًا وَآتَاكُم مَّا لَمْ يُؤْتِ أَحَدًا مِّنَ الْعَالَمِينَ ۝٢١

২১) আৰু (মনত পেলোৱাঁ) যেতিয়া মুচাই নিজ সম্প্ৰদায়ক কৈছিল, হে মোৰ সম্প্ৰদায়, তোমালোকৰ প্ৰতি আল্লাৰ অনুগ্ৰহ স্মৰণ কৰাঁ, কিয়নো, তেওঁ তোমালোকৰ মাজত নবীসকলক প্ৰেৰণ কৰিছিল আৰু তোমালোকক ৰাজ্যৰ অধিপতি কৰিছিল; আৰু সকলোজাতিৰ মাজত কোনো জাতিকেই এনে দান তেওঁ প্ৰদান কৰা নাই যি তোমালোকক প্ৰদান কৰিছিল।

يَا قَوْمِ ادْخُلُوا الْأَرْضَ الْمُقَدَّسَةَ الَّتِي كَتَبَ اللَّهُ لَكُمْ وَلَا تَرْتَدُّوا عَلَىٰ أَدْبَارِكُمْ فَتَنقَلِبُوا خَاسِرِينَ ۝٢٢

২২) হে মোৰ সম্প্ৰদায়, আল্লাই তোমালোকৰ নিমিত্তে নিৰ্দ্দেশ কৰা সেই পৱিত্ৰ দেশত প্ৰবেশ কৰাঁ, আৰু নিজৰ পিঠি দেখুৱাই ঘূৰি নেযাবা, কিয়নো তেনে কৰিলে তোমালোক ক্ষতিগ্ৰস্ত হৈ উলটি আহিবলৈ বাধ্য হবা।

قَالُوا يَا مُوسَىٰ إِنَّ فِيهَا قَوْمًا جَبَّارِينَ وَإِنَّا لَن نَّدْخُلَهَا حَتَّىٰ يَخْرُجُوا مِنْهَا فَإِن يَخْرُجُوا مِنْهَا فَإِنَّا دَاخِلُونَ ۝٢٣

২৩) সিহঁতে ক'লে, হে মুচা, সেই দেশত পৰাক্ৰমশালী এটা জাতি বাস কৰে, আৰু নিশ্চয় সিহঁত তাৰ পৰা ওলাই নোযোৱালৈকে আমি কদাপি তাৰ ভিতৰত নোসোমাওঁ; কিন্তু তাৰ পৰা সিহঁত ওলাই গলে আমি নিশ্চয় তাৰ ভিতৰত সোমাম।

قَالَ رَجُلَانِ مِنَ الَّذِينَ يَخَافُونَ أَنْعَمَ اللَّهُ عَلَيْهِمَا ادْخُلُوا عَلَيْهِمُ الْبَابَ فَإِذَا دَخَلْتُمُوهُ فَإِنَّكُمْ غَالِبُونَ ۚ وَعَلَى اللَّهِ فَتَوَكَّلُوا إِن كُنتُم مُّؤْمِنِينَ ۝٢٤

২৪) (আল্লাক) ভয় কৰাবিলাকৰ মাজৰ যি দুইজনৰ প্ৰতি আল্লাই অনুগ্ৰহ কৰিছিল সেই দুইজনে ক'লে, তোমালোকে (নগৰৰ) দুৱাৰেদি সোমাই সিহঁতক আক্ৰমণ কৰাঁ; তোমালোকে ভিতৰত সোমাই গলেই তোমালোকে নিশ্চয় জয় লাভ কৰিবা; আৰু যদি তোমালোক বিশ্বাসী হোৱা তেন্তে তোমালোকে আল্লাৰ ওপৰতেই নিৰ্ভৰ কৰিবা।

قَالُوا يَا مُوسَىٰ إِنَّا لَن نَّدْخُلَهَا أَبَدًا مَّا دَامُوا فِيهَا

২৫) সিহঁতে ক'লে, হে মুচা! সিহঁতে

فَاذْهَبْ أَنْتَ وَرَبُّكَ فَقَاتِلَا إِنَّا هٰهُنَا قٰعِدُوْنَ ﴿٢٥﴾

যেতিয়ালৈকে তাত (সেই নগৰত) থাকে, নিশ্চয় আমি কোনোমতেই তাৰ ভিতৰত কেতিয়াও নোসোমাম; গতিকে তুমি আৰু তোমাৰ প্ৰভু ৰণলৈ ওলাই যোৱাঁ, আমি নিশ্চয় এই ঠাইতে বহি থাকিম।

قَالَ رَبِّ إِنِّيْ لَآ أَمْلِكُ إِلَّا نَفْسِيْ وَأَخِيْ فَافْرُقْ بَيْنَنَا وَبَيْنَ الْقَوْمِ الْفٰسِقِيْنَ ﴿٢٦﴾

২৬) তেওঁ ক'লে, হে মোৰ প্ৰভু, নিজৰ আৰু মোৰ ভ্ৰাতাৰ বাহিৰে আন কাৰো ওপৰত নিশ্চয় মোৰ কোনো অধিকাৰ নাই; সেই দেখি আমাৰ আৰু এই অবাধ্য সম্প্ৰদায়ৰ মাজত পাৰ্থক্য কৰি দিয়াঁ।

قَالَ فَإِنَّهَا مُحَرَّمَةٌ عَلَيْهِمْ أَرْبَعِيْنَ سَنَةً يَتِيْهُوْنَ فِي الْأَرْضِ فَلَا تَأْسَ عَلَى الْقَوْمِ الْفٰسِقِيْنَ ﴿٢٧﴾ ع ٤

২৭) তেওঁ ক'লে সেই কাৰণে চল্লিশ বছৰলৈকে সিহঁতক এই দেশৰ পৰা বঞ্চিত কৰা হ'ব; সিহঁতে পৃথিৱীত উদবাউল হৈ ঘূৰি ফুৰিব; কিন্তু তুমি এই অবাধ্য লোকবিলাকৰ হৈ শোক নকৰিবা।

وَاتْلُ عَلَيْهِمْ نَبَأَ ابْنَيْ اٰدَمَ بِالْحَقِّ إِذْ قَرَّبَا قُرْبَانًا فَتُقُبِّلَ مِنْ أَحَدِهِمَا وَلَمْ يُتَقَبَّلْ مِنَ الْاٰخَرِ قَالَ لَأَقْتُلَنَّكَ قَالَ إِنَّمَا يَتَقَبَّلُ اللّٰهُ مِنَ الْمُتَّقِيْنَ ﴿٢٨﴾

২৮) আৰু আদমৰ দুয়ো সন্তানৰ বিবৃতি তুমি সত্যৰে সৈতে সিহঁতৰ আগত বৰ্ণনা কৰাঁ,— যেতিয়া উভয়ে ক্কুৰ্‌বাণী উচৰ্গা কৰিলে, তেওঁলোকৰ এজনৰ পৰা সেই ক্কুৰ্‌বাণী গ্ৰহণ কৰা হ'ল, কিন্তু আন জনৰ পৰা গ্ৰহণ কৰা নহ'ল। এজনে ক'লে, মই তোমাক নিশ্চয় হত্যা কৰিম; আনজনে ক'লে ধৰ্ম্মপৰায়ণসকলৰ পৰাহে মাথোন আল্লাই (ক্কুৰ্‌বাণী) গ্ৰহণ কৰে।

لَئِنْ بَسَطْتَّ إِلَيَّ يَدَكَ لِتَقْتُلَنِيْ مَآ أَنَا بِبَاسِطٍ يَّدِيَ إِلَيْكَ لِأَقْتُلَكَ إِنِّيْٓ أَخَافُ اللّٰهَ رَبَّ الْعٰلَمِيْنَ ﴿٢٩﴾

২৯) মোক হত্যা কৰিবৰ অৰ্থে যদি তুমি মোৰ ফাললৈ নিজৰ হাত মেলা মই তোমাক হত্যা কৰিবৰ অৰ্থে তোমাৰ ফাললৈ নিজৰ হাত নেমেলোঁ; বাস্তৱতে মই বিশ্বজগতৰ প্ৰতিপালক আল্লাৰলৈ ভয় ৰাখোঁ।

إِنِّيْٓ أُرِيْدُ أَنْ تَبُوْٓأَ بِإِثْمِيْ وَإِثْمِكَ فَتَكُوْنَ مِنْ أَصْحٰبِ النَّارِ وَذٰلِكَ جَزٰٓؤُا الظّٰلِمِيْنَ ﴿٣٠﴾

৩০) বাস্তৱতে মই ইয়াকে ইচ্ছা কৰোঁ, মোৰ (হত্যাৰ) পাপ আৰু তোমাৰ নিজৰ পাপ সকলোখিনি যেন তুমিয়েই বহন কৰা; তেনে কাৰ্য্য কৰি পিছত তুমি অগ্নিৰ অধিবাসীবিলাকৰ মাজৰ হবা; আৰু সেয়ে অন্যায় কাৰীবিলাকৰ প্ৰতিফল।

فَطَوَّعَتْ لَهٗ نَفْسُهٗ قَتْلَ أَخِيْهِ فَقَتَلَهٗ فَأَصْبَحَ

৩১) পিছত আনজনক তেওঁৰ অন্তৰে নিজৰ

مِنَ الْخٰسِرِيْنَ ۝٣١

ভায়েকক হত্যা কৰিবলৈ উদগনি দিলে; গতিকে তেওঁক হত্যা কৰি সেইজন ক্ষতিগ্ৰস্তবিলাকৰ মাজৰ হ'ল।

فَبَعَثَ اللّٰهُ غُرَابًا يَّبْحَثُ فِي الْاَرْضِ لِيُرِيَهٗ كَيْفَ يُوَارِيْ سَوْءَةَ اَخِيْهِ ؕ قَالَ يٰوَيْلَتٰۤى اَعَجَزْتُ اَنْ اَكُوْنَ مِثْلَ هٰذَا الْغُرَابِ فَاُوَارِيَ سَوْءَةَ اَخِيْ ۚ فَاَصْبَحَ مِنَ النّٰدِمِيْنَ ۝٣٢

৩২) যেতিয়া আল্লাই ঢোৰা কাউৰী এজনী পঠিয়ালে; তাই সেইজনক নিজ ভায়েকৰ মৰা-শ তেওঁ কিদৰে আবৃত কৰিব পাৰে তাকে তেওঁক দেখুৱাবৰ অৰ্থে মাটি আঁচুৰিব ধৰিল; সেইজনে ক'লে, মোৰ প্ৰতি ধিক! মই নিজ ভাইৰ মৰা-শ আবৃত কৰিবলৈ এই ঢোৰা কাউৰীজনীৰ নিচিনাও হ'বলৈ অপাৰগ হলোঁ। পিছত সেইজন. অনুতাপ কৰোঁতা বিলাকৰ মাজৰ হৈ পৰিল।

مِنْ اَجْلِ ذٰلِكَ ۛۚ كَتَبْنَا عَلٰى بَنِيْۤ اِسْرَآءِيْلَ اَنَّهٗ مَنْ قَتَلَ نَفْسًۢا بِغَيْرِ نَفْسٍ اَوْ فَسَادٍ فِي الْاَرْضِ فَكَاَنَّمَا قَتَلَ النَّاسَ جَمِيْعًا ؕ وَمَنْ اَحْيَاهَا فَكَاَنَّمَاۤ اَحْيَا النَّاسَ جَمِيْعًا ؕ وَلَقَدْ جَآءَتْهُمْ رُسُلُنَا بِالْبَيِّنٰتِ ثُمَّ اِنَّ كَثِيْرًا مِّنْهُمْ بَعْدَ ذٰلِكَ فِي الْاَرْضِ لَمُسْرِفُوْنَ ۝٣٣

৩৩) সেই কাৰণে ইস্ৰাইলৰ সন্ততিৰ নিমিত্তে আমি এই বিধান লিপিবদ্ধ কৰিছিলোঁ—আত্মাৰ হত্যাৰ পৰিণামত, নাইবা দেশত অশান্তি গুচাবৰ অৰ্থে কাৰণ নথকাতো, যদি কোনো এজনে আন এজনক হত্যা কৰে, সি যেন সকলো মানুহকে হত্যা কৰিলে; সেইদৰে যদি কোনো এজনে আন এজনৰ জীৱন ৰক্ষা কৰে, সি যেন সকলো মানুহৰেই জীৱন ৰক্ষা কৰিলে; আৰু স্বৰূপতে সিহঁতৰ ওচৰলৈ আমাৰ ৰছুলসকল প্ৰত্যক্ষ প্ৰমাণসমূহৰে সৈতে আহিছিল, তথাপি তাৰ পাছতো সিহঁতৰ সৰহভাগে পৃথিৱীত নিশ্চয় সীমা লঙ্ঘনকাৰী হৈছে।

اِنَّمَا جَزٰٓؤُا الَّذِيْنَ يُحَارِبُوْنَ اللّٰهَ وَرَسُوْلَهٗ وَيَسْعَوْنَ فِي الْاَرْضِ فَسَادًا اَنْ يُّقَتَّلُوْۤا اَوْ يُصَلَّبُوْۤا اَوْ تُقَطَّعَ اَيْدِيْهِمْ وَاَرْجُلُهُمْ مِّنْ خِلَافٍ اَوْ يُنْفَوْا مِنَ الْاَرْضِ ؕ ذٰلِكَ لَهُمْ خِزْيٌ فِي الدُّنْيَا وَلَهُمْ فِي الْاٰخِرَةِ عَذَابٌ عَظِيْمٌ ۝٣٤

৩৪) যিবিলাকে আল্লা আৰু তেওঁৰ ৰছুলৰ বিৰুদ্ধে যুদ্ধ কৰে আৰু পৃথিৱীত অশান্তিৰ সৃষ্টি কৰিবলৈ (অসীম) চেষ্টা কৰে সেইবিলাকৰ শাস্তি এয়ে—সিহঁতক ৱধ কৰা হ'ব বা শূলত দিয়া হ'ব, অথবা সিহঁতৰ হাত আৰু সিহঁতৰ ভৰি বিপৰীত ফালৰ পৰা কাটি পেলোৱা হ'ব, নাইবা সিহঁতক দেশান্তৰ কৰা হ'ব; ইহলোকতে সিহঁতে ভোগ কৰিব এই লাঞ্ছনা, আৰু পৰলোকত সিহঁতৰ নিমিত্তে থাকিব কঠোৰ শাস্তি,—

اِلَّا الَّذِيْنَ تَابُوْا مِنْ قَبْلِ اَنْ تَقْدِرُوْا عَلَيْهِمْ ۚ فَاعْلَمُوْۤا

৩৫) সেই বিলাকৰ ভিন্ন যিবিলাকে

তোমালোকৰ ক্ষমতাৰ অধীন হোৱাৰ পূৰ্বেই অনুতাপ কৰে; এনে অৱস্থা হ'লে তোমালোকৰ যেন জ্ঞান থাকে, আল্লা শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানশীল।

اَنَّ اللّٰهَ غَفُوْرٌ رَّحِیْمٌ ﴿۳۴﴾

৩৬) হে বিশ্বাসীসকল, আল্লালৈ ভয় ৰাখিবা আৰু তেওঁৰ পথত অসীম চেষ্টা কৰা যাতে তোমালোক সফলমনোৰথ হ'ব পাৰা।

يٰۤاَيُّهَا الَّذِيْنَ اٰمَنُوا اتَّقُوا اللّٰهَ وَابْتَغُوْۤا اِلَيْهِ الْوَسِيْلَةَ وَجَاهِدُوْا فِيْ سَبِيْلِهٖ لَعَلَّكُمْ تُفْلِحُوْنَ ﴿۳۵﴾

৩৭) বাস্তৱতে যদি অবিশ্বাসীবিলাক পৃথিৱীত থকা সকলো বস্তুৰ আৰু তাৰ লগতে তাৰ তুল্য আৰু বস্তুৰ গৰাকী হ'লহেঁতেন যাতে সিহঁতে পুনৰুত্থানৰ দিনৰ শাস্তিৰ পৰা ৰক্ষা পাবলৈ গোটেইখিনি মোচন মূল্য স্বৰূপে দিয়ে, তথাপি সিহঁতৰ পৰা সেইবিলাক গ্ৰহণ কৰা নহ'ব আৰু সিহঁতৰ নিমিত্তে থাকিব যন্ত্ৰণাদায়ক শাস্তি।

اِنَّ الَّذِيْنَ كَفَرُوْا لَوْ اَنَّ لَهُمْ مَّا فِي الْاَرْضِ جَمِيْعًا وَّمِثْلَهٗ مَعَهٗ لِيَفْتَدُوْا بِهٖ مِنْ عَذَابِ يَوْمِ الْقِيٰمَةِ مَا تُقُبِّلَ مِنْهُمْ ۚ وَلَهُمْ عَذَابٌ اَلِيْمٌ ﴿۳۶﴾

৩৮) নৰকৰ অগ্নিৰ পৰা ওলাই আহিবলৈ সিহঁতে ইচ্ছা কৰিব, কিন্তু সিহঁতে তাৰ পৰা ওলাই আহিবলৈ নোৱাৰিব, আৰু সিহঁতৰ নিমিত্তে থাকিব স্থায়ী শাস্তি।

يُرِيْدُوْنَ اَنْ يَّخْرُجُوْا مِنَ النَّارِ وَمَا هُمْ بِخٰرِجِيْنَ مِنْهَا ۖ وَلَهُمْ عَذَابٌ مُّقِيْمٌ ﴿۳۷﴾

৩৯) আৰু যিবিলাক চোৰ, পুৰুষেই হওক আৰু নাৰীয়েই হওক, সিহঁতে যি অৰ্জ্জন কৰিছে তাৰ প্ৰতিদান আল্লাৰ পৰা আদৰ্শ শাস্তি স্বৰূপে সিহঁতৰ হাত কাটিবা; আৰু আল্লাই পৰম ক্ষমতাশালী, মহাজ্ঞানী।

وَالسَّارِقُ وَالسَّارِقَةُ فَاقْطَعُوْۤا اَيْدِيَهُمَا جَزَآءًۢ بِمَا كَسَبَا نَكَالًا مِّنَ اللّٰهِ ؕ وَاللّٰهُ عَزِيْزٌ حَكِيْمٌ ﴿۳۸﴾

৪০) কিন্তু যিজনে নিজ অন্যায়াচৰণৰ পিছত অনুতাপ কৰে আৰু নিজকে সংশোধন কৰে, নিশ্চয় আল্লাই সেইজনৰ প্ৰতি কৃপাদৃষ্টি কৰে; বাস্তৱতে আল্লাই শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানশীল।

فَمَنْ تَابَ مِنْ بَعْدِ ظُلْمِهٖ وَاَصْلَحَ فَاِنَّ اللّٰهَ يَتُوْبُ عَلَيْهِ ؕ اِنَّ اللّٰهَ غَفُوْرٌ رَّحِيْمٌ ﴿۳۹﴾

৪১) তুমি কি নাজানা, আকাশমণ্ডলী আৰু পৃথিৱীৰ ৰাজত্বৰ অধিকাৰ আল্লাৰেই ? তেওঁ যাকে ইচ্ছা তাকেই শাস্তি দিয়ে, আৰু যাকে ইচ্ছা তাকেই ক্ষমা কৰে; আৰু সকলো বস্তুৰ ওপৰতে আছে আল্লাৰ মহান ক্ষমতা।

اَلَمْ تَعْلَمْ اَنَّ اللّٰهَ لَهٗ مُلْكُ السَّمٰوٰتِ وَالْاَرْضِ ؕ يُعَذِّبُ مَنْ يَّشَآءُ وَيَغْفِرُ لِمَنْ يَّشَآءُ ؕ وَاللّٰهُ عَلٰى كُلِّ شَيْءٍ قَدِيْرٌ ﴿۴۰﴾

৪২) হে ৰছুল, যিবিলাকে নিজ মুখেৰে কয়, আমি বিশ্বাস কৰিছোঁ, অথচ সিহঁতৰ অন্তৰে বিশ্বাস কৰা নাই সেই বিলাকৰ ভিতৰৰ, আৰু ইহুদীবিলাকৰো ভিতৰৰ কিছুমানে যে অবিশ্বাসৰ কাৰ্য্যত পৰস্পৰক চেৰ পেলাব বিচাৰে, ই যেন তোমাক বেজাৰ নিদিয়ে; সিহঁতে সহজে মিছা কথালৈ কাণ দিয়ে; সিহঁতে আন সম্প্ৰদায়ৰ এনেবিলাকৰ কথাও সহজে শুনে যিবিলাকে তোমাৰ ওচৰলৈকে অহা নাই; সিহঁতে বাক্যসমূহক যথাস্থানৰ পৰা লৰ-চৰ কৰে; সিহঁতে কয়, যদি তোমালোকক এনে আদেশ দিয়া হয়, তেন্তে তাক পালন কৰিবা, কিন্তু যদি তেনে আদেশ তোমালোকক দিয়া নহয় তেন্তে সতৰ্ক হবা। আৰু আল্লাই যাক পৰীক্ষাত পেলাবলৈ ইচ্ছা কৰে, আল্লাৰ আগত তাৰ পক্ষ সমৰ্থন কৰিবলৈ তোমাৰ কোনো অধিকাৰ নাই; যিবিলাকৰেই অন্তৰসমূহ পৱিত্ৰ কৰিবলৈ আল্লাই ইচ্ছা নকৰে এইবিলাকে; সিহঁতৰ নিমিত্তে ইহলোকত আছে লাঞ্ছনা; আৰু পৰলোকত থাকিব সিহঁতৰ নিমিত্তে কঠোৰ শাস্তি।

يَاَيُّهَا الرَّسُوْلُ لَا يَحْزُنْكَ الَّذِيْنَ يُسَارِعُوْنَ فِي الْكُفْرِ مِنَ الَّذِيْنَ قَالُوْٓا اٰمَنَّا بِاَفْوَاهِهِمْ وَلَمْ تُؤْمِنْ قُلُوْبُهُمْ ۛ وَمِنَ الَّذِيْنَ هَادُوْا ۛ سَمّٰعُوْنَ لِلْكَذِبِ سَمّٰعُوْنَ لِقَوْمٍ اٰخَرِيْنَ ۙ لَمْ يَاْتُوْكَ ۗ يُحَرِّفُوْنَ الْكَلِمَ مِنْۢ بَعْدِ مَوَاضِعِهٖ ۚ يَقُوْلُوْنَ اِنْ اُوْتِيْتُمْ هٰذَا فَخُذُوْهُ وَاِنْ لَّمْ تُؤْتَوْهُ فَاحْذَرُوْا ۗ وَمَنْ يُّرِدِ اللّٰهُ فِتْنَتَهٗ فَلَنْ تَمْلِكَ لَهٗ مِنَ اللّٰهِ شَيْـًٔا ۗ اُولٰٓئِكَ الَّذِيْنَ لَمْ يُرِدِ اللّٰهُ اَنْ يُّطَهِّرَ قُلُوْبَهُمْ ۗ لَهُمْ فِي الدُّنْيَا خِزْيٌ ۚ وَّلَهُمْ فِي الْاٰخِرَةِ عَذَابٌ عَظِيْمٌ ﴿٤٢﴾

৪৩) সিহঁতে সহজে মিছালৈ কাণ দিয়ে, যি অবৈধ তাক আহাৰ কৰে; গতিকে যদি সিহঁত তোমাৰ ওচৰলৈ (বিচাৰৰ নিমিত্তে) আহে, তুমি সিহঁতৰ মাজত বিচাৰ কৰিবা নাইবা সিহঁতৰ পৰা পৰাজ্মুখ হবা, আৰু যদি তুমি সিহঁতৰ পৰা পৰাজ্মুখ হোৱা সিহঁতে কেতিয়াও তোমাৰ অকণো অপকাৰ কৰিব নোৱাৰে; আৰু যদি তোমাক বিচাৰেই কৰিব লগা হয় তেন্তে তুমি সিহঁতৰ মাজত ন্যায়মতে বিচাৰ কৰিবা; নিশ্চয় আল্লাই ন্যায়বান সকলক ভাল পায়।

سَمّٰعُوْنَ لِلْكَذِبِ اَكّٰلُوْنَ لِلسُّحْتِ ۗ فَاِنْ جَآءُوْكَ فَاحْكُمْ بَيْنَهُمْ اَوْ اَعْرِضْ عَنْهُمْ ۚ وَاِنْ تُعْرِضْ عَنْهُمْ فَلَنْ يَّضُرُّوْكَ شَيْـًٔا ۗ وَاِنْ حَكَمْتَ فَاحْكُمْ بَيْنَهُمْ بِالْقِسْطِ ۗ اِنَّ اللّٰهَ يُحِبُّ الْمُقْسِطِيْنَ ﴿٤٣﴾

৪৪) আৰু যাৰ ভিতৰত আল্লাৰ বিচাৰ বিদ্যমান সেই তৌৰাত সিহঁতৰ কাষত থকা সত্ত্বেও সিহঁতে যেতিয়া ঘূৰি যায়, সিহঁতে কেনেকৈ তোমাৰ বিচাৰ গ্ৰহণ কৰিব ? আৰু সিহঁত কেতিয়াও বিশ্বাসী হ'ব নোৱাৰে।

وَكَيْفَ يُحَكِّمُوْنَكَ وَعِنْدَهُمُ التَّوْرٰىةُ فِيْهَا حُكْمُ اللّٰهِ ثُمَّ يَتَوَلَّوْنَ مِنْۢ بَعْدِ ذٰلِكَ ۗ وَمَآ اُولٰٓئِكَ بِالْمُؤْمِنِيْنَ ﴿٤٤﴾ ع

৪৫) নিশ্চয় আমি নমাই পঠিয়াইছিলোঁ তৌৰাত; তাৰ ভিতৰত আছিল সুপথ-প্ৰদৰ্শন আৰু জ্যোতি; যি নবীসকল আল্লাৰ আদেশৰ বাধ্য আছিল সেইসকলে তাৰ দবাৰা ইহুদীবিলাকৰ মাজত বিচাৰ কৰিছিল; শাস্ত্ৰজ্ঞ পণ্ডিত বিলাকেও আৰু ধৰ্ম্মযাজকবিলাকেও, কিয়নো আল্লাৰ পুথিৰ সংৰক্ষণৰ ভাৰ তেওঁলোকৰ প্ৰতি অৰ্পণ কৰা হৈছিল, আৰু তেওঁলোকেই তাৰ নিমিত্তে সাক্ষী-স্বৰূপ আছিল; গতিকে মানুহলৈ ভয় নকৰিবা, কেৱল মোলৈ ভয় ৰাখিবা, আৰু মোৰ নিৰ্দশনসমূহ সামান্য মূল্য লৈ সলনি নকৰিবা; আৰু যিবিলাকে আল্লাই যি অবতীৰ্ণ কৰিছে তাৰ দবাৰা বিচাৰ নকৰে সেইবিলাকেই অবিশ্বাসী।

إِنَّآ أَنزَلْنَا ٱلتَّوْرَىٰةَ فِيهَا هُدًى وَنُورٌ ۚ يَحْكُمُ بِهَا ٱلنَّبِيُّونَ ٱلَّذِينَ أَسْلَمُوا۟ لِلَّذِينَ هَادُوا۟ وَٱلرَّبَّـٰنِيُّونَ وَٱلْأَحْبَارُ بِمَا ٱسْتُحْفِظُوا۟ مِن كِتَـٰبِ ٱللَّهِ وَكَانُوا۟ عَلَيْهِ شُهَدَآءَ ۚ فَلَا تَخْشَوُا۟ ٱلنَّاسَ وَٱخْشَوْنِ وَلَا تَشْتَرُوا۟ بِـَٔايَـٰتِى ثَمَنًا قَلِيلًا ۚ وَمَن لَّمْ يَحْكُم بِمَآ أَنزَلَ ٱللَّهُ فَأُو۟لَـٰٓئِكَ هُمُ ٱلْكَـٰفِرُونَ ﴿٤٥﴾

৪৬) আৰু তাত সিহঁতৰ নিমিত্তে আমি এই আদেশ লিপিবদ্ধ কৰিছিলোঁ—প্ৰাণৰ নিমিত্তে প্ৰাণ, আৰু চকুৰ নিমিত্তে চকু , আৰু নাকৰ নিমিত্তে নাক, আৰু কাণৰ নিমিত্তে কাণ, আৰু দাঁতৰ নিমিত্তে দাঁত, আৰু আঘাতৰ সমান প্ৰতিদণ্ড; কিন্তু যদি কেও নিজ দাবী পৰিত্যাগ কৰে তেন্তে সেয়ে তাৰ পক্ষে প্ৰায়শ্চিত্ত; আৰু যিবিলাকে আল্লাই যি অৱতীৰ্ণ কৰিছে তাৰ দবাৰা বিচাৰ নকৰে সেইবিলাকেই অন্যায়কাৰী।

وَكَتَبْنَا عَلَيْهِمْ فِيهَآ أَنَّ ٱلنَّفْسَ بِٱلنَّفْسِ وَٱلْعَيْنَ بِٱلْعَيْنِ وَٱلْأَنفَ بِٱلْأَنفِ وَٱلْأُذُنَ بِٱلْأُذُنِ وَٱلسِّنَّ بِٱلسِّنِّ وَٱلْجُرُوحَ قِصَاصٌ ۚ فَمَن تَصَدَّقَ بِهِۦ فَهُوَ كَفَّارَةٌ لَّهُۥ ۚ وَمَن لَّمْ يَحْكُم بِمَآ أَنزَلَ ٱللَّهُ فَأُو۟لَـٰٓئِكَ هُمُ ٱلظَّـٰلِمُونَ ﴿٤٦﴾

৪৭) আৰু তেওঁলোকৰ পিছত তেওঁলোকৰ পদাঙ্কতেই আমি মৰ্য়মৰ পুত্ৰ ঈচাক তেওঁৰ পূৰ্ব্বে অহা তৌৰাতৰ সত্যতাৰ সমৰ্থনকাৰীৰূপে প্ৰেৰণ কৰিছিলোঁ; আৰু তেওঁক আমি ইন্‌যীল প্ৰদান কৰিছিলোঁ; তাৰ মাজত আছিল সুপথ-প্ৰদৰ্শন আৰু জ্যোতি; আৰু সেই পুথি আছিল তাৰ পূৰ্ব্ববৰ্ত্তী তৌৰাতৰ সত্যতাৰ সমৰ্থক, আৰু ধৰ্ম্মপৰায়ণসকলৰ নিমিত্তে সুপথ-প্ৰদৰ্শন আৰু সৎ-উপদেশ।

وَقَفَّيْنَا عَلَىٰٓ ءَاثَـٰرِهِم بِعِيسَى ٱبْنِ مَرْيَمَ مُصَدِّقًا لِّمَا بَيْنَ يَدَيْهِ مِنَ ٱلتَّوْرَىٰةِ ۖ وَءَاتَيْنَـٰهُ ٱلْإِنجِيلَ فِيهِ هُدًى وَنُورٌ وَمُصَدِّقًا لِّمَا بَيْنَ يَدَيْهِ مِنَ ٱلتَّوْرَىٰةِ وَهُدًى وَمَوْعِظَةً لِّلْمُتَّقِينَ ﴿٤٧﴾

৪৮) আৰু ইন্‌যীল পোৱাবিলাকৰ এয়ে উচিত আছিল যে তাৰ মাজত আল্লাই যি অৱতীৰ্ণ কৰিছিল সেই অনুযায়ী বিচাৰ কৰে; আৰু

وَلْيَحْكُمْ أَهْلُ ٱلْإِنجِيلِ بِمَآ أَنزَلَ ٱللَّهُ فِيهِ ۚ وَمَن لَّمْ

يَحْكُمْ بِمَآ اَنْزَلَ اللّٰهُ فَاُولٰٓئِكَ هُمُ الْفٰسِقُوْنَ ۝٤٧

যিবিলাকে আল্লাই যি অৱতীৰ্ণ কৰিছে তাৰ দবাৰা বিচাৰ নকৰে সেই বিলাকেই হৈছে বিৰুদ্ধাচাৰী।

وَاَنْزَلْنَآ اِلَيْكَ الْكِتٰبَ بِالْحَقِّ مُصَدِّقًا لِّمَا بَيْنَ يَدَيْهِ مِنَ الْكِتٰبِ وَمُهَيْمِنًا عَلَيْهِ فَاحْكُمْ بَيْنَهُمْ بِمَآ اَنْزَلَ اللّٰهُ وَلَا تَتَّبِعْ اَهْوَآءَهُمْ عَمَّا جَآءَكَ مِنَ الْحَقِّ لِكُلٍّ جَعَلْنَا مِنْكُمْ شِرْعَةً وَّمِنْهَاجًا وَلَوْ شَآءَ اللّٰهُ لَجَعَلَكُمْ اُمَّةً وَّاحِدَةً وَّلٰكِنْ لِّيَبْلُوَكُمْ فِيْ مَآ اٰتٰىكُمْ فَاسْتَبِقُوا الْخَيْرٰتِ اِلَى اللّٰهِ مَرْجِعُكُمْ جَمِيْعًا فَيُنَبِّئُكُمْ بِمَا كُنْتُمْ فِيْهِ تَخْتَلِفُوْنَ ۝٤٨

৪৯) আৰু (শেষত) এই গ্ৰন্থখন সত্যৰে সৈতে তোমাৰ প্ৰতি আমি অৱতীৰ্ণ কৰিছোঁ, তাৰ পূৰ্ব্ববৰ্ত্তী ধৰ্ম্মগ্ৰন্থৰ সত্যতাৰ সমৰ্থক আৰু তাৰ সংৰক্ষক স্বৰূপ; গতিকে আল্লাই যি অৱতীৰ্ণ কৰিছে তাৰ দবাৰা তুমি সিহঁতৰ মাজত বিচাৰ কৰিবা; আৰু যি সত্য তোমাৰ ওচৰলৈ আহিছে তাক এৰি সিহঁতৰ বৃথা বাঞ্ছাৰ অনুসৰণ নকৰিবা। আৰু তোমালোকৰ প্ৰত্যেক সম্প্ৰদায়ৰ নিমিত্তে আমি (বেলেগ) বিধি আৰু পন্থা নিৰ্দ্ধাৰণ কৰিছোঁ; আৰু আল্লাই ইচ্ছা কৰা হ'লে তেওঁ তোমালোকক একেটা সম্প্ৰদায় কৰিলেহেঁতেন; কিন্তু (তেওঁ তেনে কৰা নাই) যাতে তেওঁ তোমালোকক যি দান কৰিছে সেই সম্বন্ধে তোমালোকক পৰীক্ষা কৰে; সেই দেখি সজকাম কৰাত তোমালোকে ইজনে সিজনক চেৰ পেলাবলৈ চেষ্টা কৰিবা; আল্লাৰ ফালেই হ'ব তোমালোকৰ সকলোৰে প্ৰত্যাগমন; তেতিয়া যি বিষয়ে তোমালোকে বিৰোধ কৰিছিলা সেই বিষয়ে তেওঁ তোমালোকক জানিবলৈ দিব।

وَاَنِ احْكُمْ بَيْنَهُمْ بِمَآ اَنْزَلَ اللّٰهُ وَلَا تَتَّبِعْ اَهْوَآءَهُمْ وَاحْذَرْهُمْ اَنْ يَّفْتِنُوْكَ عَنْۢ بَعْضِ مَآ اَنْزَلَ اللّٰهُ اِلَيْكَ فَاِنْ تَوَلَّوْا فَاعْلَمْ اَنَّمَا يُرِيْدُ اللّٰهُ اَنْ يُّصِيْبَهُمْ بِبَعْضِ ذُنُوْبِهِمْ وَاِنَّ كَثِيْرًا مِّنَ النَّاسِ لَفٰسِقُوْنَ ۝٤٩

৫০) আৰু (আমি আদেশ কৰিছোঁ) আল্লাই যি অৱতীৰ্ণ কৰিছে সেই অনুযায়ী তুমি সিহঁতৰ মাজত বিচাৰ কৰাঁ; আৰু সিহঁতৰ বৃথা বাঞ্ছাৰ অনুসৰণ নকৰিবা, আৰু সিহঁতৰ পৰা সতৰ্ক হৈ থাকিবা যাতে আল্লাই যি তোমালৈ প্ৰত্যাদেশ কৰিছে তাৰ কোনো অংশ সম্পৰ্কে সিহঁতে তোমাক বিচলিত নকৰে; কিন্তু যদিহে সিহঁত বিমুখ হয় তেন্তে জানিবা, সিহঁতৰ কিছুমান পাপৰ কাৰণে আল্লাই সিহঁতক শাস্তি দিবলৈ ইচ্ছা কৰিছে; আৰু মানুহৰ সৰহভাগেই নিশ্চয় বিৰুদ্ধাচাৰী।

اَفَحُكْمَ الْجَاهِلِيَّةِ يَبْغُوْنَ وَمَنْ اَحْسَنُ مِنَ اللّٰهِ

৫১) কি! সিহঁতে অজ্ঞানতা যুগৰ বিচাৰ বিচাৰিছে নে? কিন্তু সুদৃঢ় বিশ্বাসী সকলৰ নিমিত্তে

حُكْمًا لِّقَوْمٍ يُّوقِنُوْنَ ﴿٥١﴾

বিচাৰ কৰাত আল্লাতকৈ অধিক শ্ৰেষ্ঠ কোন হ'ব পাৰে ?

يٰٓاَيُّهَا الَّذِيْنَ اٰمَنُوْا لَا تَتَّخِذُوا الْيَهُوْدَ وَالنَّصٰرٰٓى اَوْلِيَآءَ ۘ بَعْضُهُمْ اَوْلِيَآءُ بَعْضٍ ۗ وَمَنْ يَّتَوَلَّهُمْ مِّنْكُمْ فَاِنَّهٗ مِنْهُمْ ۗ اِنَّ اللّٰهَ لَا يَهْدِى الْقَوْمَ الظّٰلِمِيْنَ ﴿٥٢﴾

(৫২) হে বিশ্বাসীসকল, তোমালোকে ইহুদী আৰু খৃষ্টিয়ানবিলাকক বন্ধু ৰূপে গ্ৰহণ নকৰিবা ; সিহঁত পৰস্পৰ পৰস্পৰৰ বন্ধু; আৰু তোমালোকৰ কোনোৱে যদি সিহঁতৰে সৈতে বন্ধুতা কৰে, তেন্তে সিও সিহঁতৰ মাজৰেই; নিশ্চয় অন্যায়কাৰী জাতিক আল্লাই পথপ্ৰদৰ্শন নকৰে।

فَتَرَى الَّذِيْنَ فِىْ قُلُوْبِهِمْ مَّرَضٌ يُّسَارِعُوْنَ فِيْهِمْ يَقُوْلُوْنَ نَخْشٰٓى اَنْ تُصِيْبَنَا دَآئِرَةٌ ۗ فَعَسَى اللّٰهُ اَنْ يَّاْتِىَ بِالْفَتْحِ اَوْ اَمْرٍ مِّنْ عِنْدِهٖ فَيُصْبِحُوْا عَلٰى مَآ اَسَرُّوْا فِىْٓ اَنْفُسِهِمْ نٰدِمِيْنَ ﴿٥٣﴾

(৫৩) পিছত যিবিলাকৰ অন্তৰসমূহত ব্যাধি আছে সেই বিলাকক সিহঁতৰ মাজত সোমাই ফুৰা-চকা কৰা দেখি পাবা; সিহঁতে কৈ ফুৰে, কালচক্ৰত আমাৰ বিপৰ্য্যয় ঘটিব বুলি আমি ভয় কৰোঁ; কিন্তু অদূৰ ভৱিষ্যতত আল্লাই বিজয়ৰ উদ্ভাৱন কৰিব, অথবা (তাতোকৈ ডাঙৰ) ঘটনা নিজ কাষৰ পৰা ঘটাব; তেতিয়া সিহঁতে নিজৰ অন্তৰসমূহত যি গোপনে ৰাখিছিল তাৰ কাৰণে অনুতাপ কৰিব।

وَيَقُوْلُ الَّذِيْنَ اٰمَنُوْٓا اَهٰٓؤُلَآءِ الَّذِيْنَ اَقْسَمُوْا بِاللّٰهِ جَهْدَ اَيْمَانِهِمْ ۙ اِنَّهُمْ لَمَعَكُمْ ۗ حَبِطَتْ اَعْمَالُهُمْ فَاَصْبَحُوْا خٰسِرِيْنَ ﴿٥٤﴾

(৫৪) আৰু বিশ্বাসী সকলে ক'ব, যিবিলাকে আল্লাৰ নামত এই বুলি ডাঠি শপত খাইছিল যে সিহঁতে তোমালোকৰেই সঙ্গী হৈ থাকিব, ইহঁত সেইবিলাক নে ? সিহঁতৰ কাৰ্য্যসমূহ নিষ্ফল হ'ব ; শেহত সিহঁত ক্ষতিগ্ৰস্ত হৈ পৰিব।

يٰٓاَيُّهَا الَّذِيْنَ اٰمَنُوْا مَنْ يَّرْتَدَّ مِنْكُمْ عَنْ دِيْنِهٖ فَسَوْفَ يَاْتِى اللّٰهُ بِقَوْمٍ يُّحِبُّهُمْ وَيُحِبُّوْنَهٗٓ ۙ اَذِلَّةٍ عَلَى الْمُؤْمِنِيْنَ اَعِزَّةٍ عَلَى الْكٰفِرِيْنَ ۖ يُجَاهِدُوْنَ فِىْ سَبِيْلِ اللّٰهِ وَلَا يَخَافُوْنَ لَوْمَةَ لَآئِمٍ ۗ ذٰلِكَ فَضْلُ اللّٰهِ يُؤْتِيْهِ مَنْ يَّشَآءُ ۗ وَاللّٰهُ وَاسِعٌ عَلِيْمٌ ﴿٥٥﴾

(৫৫) হে বিশ্বাসী সকল, তোমালোকৰ মাজৰ যিবিলাকে নিজ ধৰ্ম্ম ত্যাগ কৰিব, (সিহঁতৰ ঠাইত) আল্লাই সোনকালে এনে এটা সম্প্ৰদায় উত্থাপন কৰিব যিবিলাকক আল্লাই ভাল পাব আৰু যিবিলাকে তেওঁকো ভাল পাব; তেওঁ লোক বিশ্বাসীসকলৰ প্ৰতি নম্ৰ হ'ব, অবিশ্বাসীবিলাকৰ প্ৰতি হ'ব কঠোৰ ; তেওঁলোকে আল্লাৰ পথত যুদ্ধ কৰিব, আৰু নিন্দাকাৰীৰ নিন্দালৈ ভয় নকৰিব ; সেয়ে আল্লাৰ কৃপা, যি তেওঁ যাকে ইচ্ছা তাকেই দান কৰিব ; আৰু আল্লা প্ৰচুৰ সঙ্গতি-সম্পন্ন, শ্ৰেষ্ঠ জ্ঞাতা।

إِنَّمَا وَلِيُّكُمُ اللَّهُ وَرَسُولُهُ وَالَّذِينَ آمَنُوا الَّذِينَ يُقِيمُونَ
الصَّلٰوةَ وَيُؤْتُونَ الزَّكٰوةَ وَهُمْ رٰكِعُونَ ﴿٥٦﴾

৫৬) প্ৰকৃততে তোমালোকৰ বন্ধু হৈছে আল্লা আৰু তেওঁৰ ৰচুল আৰু বিশ্বাসীবিলাকৰ মাজৰ সেইবিলাক যিবিলাকে নমাজৰ অনুষ্ঠান কৰে আৰু জকাত্ দান কৰে আৰু (আল্লাৰ) বাধ্য হৈ থাকে।

وَمَنْ يَتَوَلَّ اللَّهَ وَرَسُولَهُ وَالَّذِينَ آمَنُوا فَإِنَّ حِزْبَ
اللَّهِ هُمُ الْغٰلِبُونَ ﴿٥٧﴾ ع

৫৭) আৰু যিবিলাকে আল্লাক আৰু তেওঁৰ ৰচুলক আৰু বিশ্বাসীসকলক বন্ধুৰূপে গ্ৰহণ কৰে সেইবিলাকেই আল্লাৰ সঙ্গত; তেওঁলোক নিশ্চয় জয়ী হ'ব।

يٰۤأَيُّهَا الَّذِينَ آمَنُوا لَا تَتَّخِذُوا الَّذِينَ اتَّخَذُوا دِينَكُمْ
هُزُوًا وَلَعِبًا مِنَ الَّذِينَ أُوتُوا الْكِتٰبَ مِنْ قَبْلِكُمْ وَالْكُفَّارَ
أَوْلِيَاۤءَ ۚ وَاتَّقُوا اللَّهَ إِنْ كُنْتُمْ مُؤْمِنِينَ ﴿٥٨﴾

৫৮) হে বিশ্বাসীসকল, তোমালোকৰ পূৰ্ব্বে পুথিপোৱাবিলাকৰ মাজৰ আৰু অবিশ্বাসী-বিলাকৰ মাজৰ যিবিলাকে তোমালোকৰ ধৰ্ম্ম লৈ উপহাস আৰু ধেমালি কৰে সেইবিলাকক বন্ধুভাৱে গ্ৰহণ নকৰিবা; আৰু যদি তোমালোক (সঁচাকৈয়ে) বিশ্বাসী হোৱা, (কেৱল) আল্লালৈ ভয় ৰাখিবা।

وَإِذَا نَادَيْتُمْ إِلَى الصَّلٰوةِ اتَّخَذُوهَا هُزُوًا وَلَعِبًا ۚ
ذٰلِكَ بِأَنَّهُمْ قَوْمٌ لَا يَعْقِلُونَ ﴿٥٩﴾

৫৯) আৰু যেতিয়া তোমালোকে নমাজলৈ আহ্বান কৰা, সিহঁতে তাকে লৈ উপহাস আৰু ধেমালি কৰিব ধৰে; তাৰ কাৰণ এই, সিহঁত এনে এটা জাতি যাৰ বোধ নাই।

قُلْ يٰۤأَهْلَ الْكِتٰبِ هَلْ تَنْقِمُونَ مِنَّاۤ إِلَّاۤ أَنْ آمَنَّا بِاللَّهِ وَمَاۤ أُنْزِلَ
إِلَيْنَا وَمَاۤ أُنْزِلَ مِنْ قَبْلُ ۙ وَأَنَّ أَكْثَرَكُمْ فٰسِقُونَ ﴿٦٠﴾

৬০) তুমি কোৱাঁ, হে পুথিপোৱাসকল, তোমালোকে কেৱল এই কাৰণেই আমাৰ দোষ ধৰিছা নে যে আমি আল্লাত আৰু আমাৰ প্ৰতি যি অৱতীৰ্ণ হৈছে তাত আৰু যি পূৰ্ব্বে অৱতীৰ্ণ হৈছিল তাতো বিশ্বাস কৰিছোঁ ? অথবা এই কাৰণে নে যে তোমালোকৰ সৰহভাগেই (আল্লাৰ) অবাধ্য ?

قُلْ هَلْ أُنَبِّئُكُمْ بِشَرٍّ مِنْ ذٰلِكَ مَثُوبَةً عِنْدَ اللَّهِ ۚ مَنْ
لَعَنَهُ اللَّهُ وَغَضِبَ عَلَيْهِ وَجَعَلَ مِنْهُمُ الْقِرَدَةَ وَالْخَنَازِيرَ وَعَبَدَ

৬১) তুমি কোৱাঁ, আল্লাৰ কাষত কাৰ্য্যৰ প্ৰতিফল সম্পৰ্কে তাতোকৈ কোন অধিক নিকৃষ্ট মই তোমালোকক জানিব দিম নে ? যিবিলাকক আল্লাই নিজ সম্মুখৰ পৰা আঁতৰ কৰিছে আৰু যিবিলাকৰ প্ৰতি তেওঁ কুপিত হৈছে আৰু যিবিলাকৰ কিছুমানক বান্দৰ আৰু গাহৰি স্বৰূপ

কৰিছে; আৰু যিবিলাকে শ্বয়তানৰ পূজা কৰিছে, সেইবিলাকৰ অৱস্থা অধিক নিকৃষ্ট, আৰু সেই-বিলাক সজ বাটৰ পৰা বহুদূৰ বিভ্ৰান্ত।

الطَّاغُوتَ أُولَٰئِكَ شَرٌّ مَّكَانًا وَأَضَلُّ عَن سَوَاءِ السَّبِيلِ ﴿٦١﴾

৬২) আৰু সিহঁত যেতিয়া তোমালোকৰ ওচৰলৈ আহে, সিহঁতে কয়, আমি বিশ্বাস কৰিছোঁ; অথচ স্বৰূপতে সিহঁত অবিশ্বাস লৈ আহি সোমাইছিল আৰু তাকে লৈ ওলাই গ'ল; আৰু সিহঁতে যি গোপন কৰে তাঁক আল্লাই ভালকৈ জানে।

وَإِذَا جَاءُوكُمْ قَالُوا آمَنَّا وَقَد دَّخَلُوا بِالْكُفْرِ وَهُمْ قَدْ خَرَجُوا
بِهِ ۚ وَاللَّهُ أَعْلَمُ بِمَا كَانُوا يَكْتُمُونَ ﴿٦٢﴾

৬৩) আৰু তুমি সিহঁতৰ বহুতকে পাপ আৰু সীমা লঙ্ঘন আৰু অবৈধ আহাৰৰ পিনে খৰ-খেদা কৰি থকা দেখা পাবা; সিহঁতে যি কাৰ্য্য কৰিছে প্ৰকৃততে কি নিকৃষ্ট!

وَتَرَىٰ كَثِيرًا مِّنْهُمْ يُسَارِعُونَ فِي الْإِثْمِ وَالْعُدْوَانِ وَ
أَكْلِهِمُ السُّحْتَ ۚ لَبِئْسَ مَا كَانُوا يَعْمَلُونَ ﴿٦٣﴾

৬৪) শাস্ত্ৰজ্ঞ পণ্ডিতবিলাকে আৰু ধৰ্ম্মযাজক-বিলাকে কিয় সিহঁতক পাপৰ কথা কোৱা আৰু যি অবৈধ তাক আহাৰ কৰা সম্বন্ধে নিষেধ নকৰে? সিহঁতে যি সম্পন্ন কৰিছে প্ৰকৃততে কি নিকৃষ্ট!

لَوْلَا يَنْهَاهُمُ الرَّبَّانِيُّونَ وَالْأَحْبَارُ عَن قَوْلِهِمُ الْإِثْمَ
وَأَكْلِهِمُ السُّحْتَ ۚ لَبِئْسَ مَا كَانُوا يَصْنَعُونَ ﴿٦٤﴾

৬৫) আৰু ইহুদীবিলাকে কয়, আল্লাৰ হাত আবদ্ধ; সিহঁতৰ নিজৰেই হাত আবদ্ধ হ'ব; আৰু এনে কথা কোৱাৰ বাবে সিহঁতক অভিশাপ দিয়া হ'ব, নহয়, তেওঁৰ দুইখনেই হাত মুক্ত; তেওঁ যেনে ইচ্ছা তেনে কাৰ্য্য কৰে; আৰু তোমাৰ প্ৰভুৰ পৰা তোমাৰ প্ৰতি যি অৱতীৰ্ণ হৈছে তাৰ বাবে নিশ্চয় সিহঁতৰ সৰহভাগেই বিৰুদ্ধাচৰণ আৰু অবিশ্বাসত আগ বাঢ়িব; আৰু আমি সিহঁতৰ মাজত পুনৰুত্থানৰ দিনলৈকে শত্ৰুতা আৰু বিদ্বেষৰ ভাব সঞ্চাৰ কৰিছোঁ; যেতিয়া সিহঁতে যুদ্ধৰ অগনি প্ৰজ্বলিত কৰে আল্লাই তাক নিৰ্ব্বাপিত কৰে; আৰু সিহঁতে পৃথিৱীত অশান্তি সৃষ্টি কৰিবৰ অৰ্থে ঘূৰি ফুৰে; কিন্তু আল্লাই অশান্তি সৃষ্টি কৰোঁতা বিলাকক ভাল নাপায়।

وَقَالَتِ الْيَهُودُ يَدُ اللَّهِ مَغْلُولَةٌ ۚ غُلَّتْ أَيْدِيهِمْ
وَلُعِنُوا بِمَا قَالُوا ۘ بَلْ يَدَاهُ مَبْسُوطَتَانِ يُنفِقُ كَيْفَ
يَشَاءُ ۚ وَلَيَزِيدَنَّ كَثِيرًا مِّنْهُم مَّا أُنزِلَ إِلَيْكَ مِن
رَّبِّكَ طُغْيَانًا وَكُفْرًا ۚ وَأَلْقَيْنَا بَيْنَهُمُ الْعَدَاوَةَ
وَالْبَغْضَاءَ إِلَىٰ يَوْمِ الْقِيَامَةِ ۚ كُلَّمَا أَوْقَدُوا نَارًا
لِّلْحَرْبِ أَطْفَأَهَا اللَّهُ ۚ وَيَسْعَوْنَ فِي الْأَرْضِ فَسَادًا ۚ
وَاللَّهُ لَا يُحِبُّ الْمُفْسِدِينَ ﴿٦٥﴾

৬৬) আৰু পুথিপোৱাবিলাকে বিশ্বাস কৰা হ'লে আৰু ধৰ্ম্মপৰায়ণ হোৱা হ'লে আমি নিশ্চয়

وَلَوْ أَنَّ أَهْلَ الْكِتَابِ آمَنُوا وَاتَّقَوْا لَكَفَّرْنَا عَنْهُمْ

سَيِّاٰتِهِمۡ وَلَاَدۡخَلۡنٰهُمۡ جَنّٰتِ النَّعِيۡمِ ﴿٦٥﴾

সেইবিলাকৰ পৰা সেইবিলাকৰ কুকাৰ্য্যবিলাক আঁতৰাই নিলোঁহেঁতেন, আৰু আমি নিশ্চয় সেইবিলাকক আনন্দপূৰ্ণ উদ্যানসমূহৰ ভিতৰত প্ৰৱেশ কৰিবলৈ দিলোঁহেঁতেন।

وَلَوۡ اَنَّهُمۡ اَقَامُوا التَّوۡرٰىةَ وَالۡاِنۡجِيۡلَ وَمَاۤ اُنۡزِلَ
اِلَيۡهِمۡ مِّنۡ رَّبِّهِمۡ لَاَكَلُوۡا مِنۡ فَوۡقِهِمۡ وَمِنۡ تَحۡتِ
اَرۡجُلِهِمۡ ؕ مِنۡهُمۡ اُمَّةٌ مُّقۡتَصِدَةٌ ؕ وَكَثِيۡرٌ مِّنۡهُمۡ سَآءَ
مَا يَعۡمَلُوۡنَ ﴿٦٦﴾ ع ٩ ١٣

৬৭) আৰু তেওঁলোকে তৌৰাত আৰু ইন্‌যীল আৰু তেওঁলোকৰ প্ৰতি নিজ প্ৰভুৰ পৰা যি নমাই পঠোৱা হৈছে তাক প্ৰতিষ্ঠিত কৰা হ'লে, তেওঁলোকে নিশ্চয় তেওঁলোকৰ ওপৰৰ পৰা আৰু তেওঁলোকৰ ভৰিৰ তলৰ পৰা (সুখশান্তি) উপভোগ কৰিব পালেহেঁতেন; তেওঁলোকৰ মাজত এদল মধ্যপন্থীয়ো আছে, কিন্তু তেওঁলোকৰ সৰহভাগেই যি কাৰ্য্য কৰে সি কি নিকৃষ্ট!

يٰۤاَيُّهَا الرَّسُوۡلُ بَلِّغۡ مَاۤ اُنۡزِلَ اِلَيۡكَ مِنۡ رَّبِّكَ ؕ وَاِنۡ لَّمۡ
تَفۡعَلۡ فَمَا بَلَّغۡتَ رِسَالَتَهٗ ؕ وَاللّٰهُ يَعۡصِمُكَ مِنَ النَّاسِ ؕ
اِنَّ اللّٰهَ لَا يَهۡدِى الۡقَوۡمَ الۡكٰفِرِيۡنَ ﴿٦٧﴾

৬৮) হে ৰচুল, তোমাৰ প্ৰতি তোমাৰ প্ৰভুৰ পৰা যি অৱতীৰ্ণ হৈছে তাৰে সংবাদ (মানৱক) প্ৰদান কৰাঁ; আৰু তুমি যদি তাকে নকৰা, তেন্তে তেওঁ (তোমালৈ) পঠোৱা সংবাদ প্ৰচাৰৰ কাৰ্য্য তুমি সম্পন্ন নকৰিলা; আৰু আল্লাই তোমাক মানুহৰ (কু-অভিসন্ধিৰ) পৰা ৰক্ষা কৰিব; বাস্তৱতে আল্লাই বিশ্বাস অগ্ৰাহ্য কৰোঁতাবিলাকক সুপথ প্ৰদৰ্শন নকৰে।

قُلۡ يٰۤاَهۡلَ الۡكِتٰبِ لَسۡتُمۡ عَلٰى شَىۡءٍ حَتّٰى تُقِيۡمُوا التَّوۡرٰىةَ
وَالۡاِنۡجِيۡلَ وَمَاۤ اُنۡزِلَ اِلَيۡكُمۡ مِّنۡ رَّبِّكُمۡ ؕ وَلَيَزِيۡدَنَّ
كَثِيۡرًا مِّنۡهُمۡ مَّاۤ اُنۡزِلَ اِلَيۡكَ مِنۡ رَّبِّكَ طُغۡيَانًا وَّكُفۡرًا ۚ
فَلَا تَاۡسَ عَلَى الۡقَوۡمِ الۡكٰفِرِيۡنَ ﴿٦٨﴾

৬৯) তুমি কোৱাঁ, হে পুথিপোৱাসকল, তোমালোকে তৌৰাত আৰু ইন্‌যীল আৰু তোমালোকৰ প্ৰভুৰ পৰা তোমালোকৰ প্ৰতি যি অৱতীৰ্ণ হৈছে তাক প্ৰতিষ্ঠিত নকৰালৈকে তোমালোকৰ কোনো স্থিতাপি থাকিব নোৱাৰে আৰু তোমাৰ প্ৰভুৰ পৰা তোমাৰ প্ৰতি যি অৱতীৰ্ণ হৈছে তাৰ বাবে নিশ্চয় সিহঁতৰ সৰহভাগেই বিৰুদ্ধাচৰণ আৰু অবিশ্বাসত আগ বাঢ়িব; গতিকে তুমি অবিশ্বাসীবিলাকৰ নিমিত্তে বেজাৰ নকৰিবা।

اِنَّ الَّذِيۡنَ اٰمَنُوۡا وَالَّذِيۡنَ هَادُوۡا وَالصّٰبِـُٔوۡنَ وَالنَّصٰرٰى
مَنۡ اٰمَنَ بِاللّٰهِ وَالۡيَوۡمِ الۡاٰخِرِ وَعَمِلَ صَالِحًا فَلَا خَوۡفٌ

৭০) বাস্তৱিকতে বিশ্বাসীবিলাক আৰু ইহুদী-বিলাক আৰু চেবিয়ানবিলাক আৰু খৃষ্টিয়ান-বিলাকৰ যিবিলাকে আল্লাত আৰু শেষ দিনত

عَلَيْهِمْ وَلَا هُمْ يَحْزَنُوْنَ ۝٧٠

বিশ্বাস কৰে আৰু সজ কাম কৰে, তেওঁলোকৰ কোনো ভয় নাথাকিব আৰু তেওঁলোকে শোকো কৰিব নালাগিব।

لَقَدْ اَخَذْنَا مِيْثَاقَ بَنِيْٓ اِسْرَآءِيْلَ وَاَرْسَلْنَآ اِلَيْهِمْ رُسُلًا ۭ كُلَّمَا جَاۗءَهُمْ رَسُوْلٌۢ بِمَا لَا تَهْوٰٓى اَنْفُسُهُمْ ۙ فَرِيْقًا كَذَّبُوْا وَفَرِيْقًا يَّقْتُلُوْنَ ۝٧١

৭১) স্বৰূপতে আমি ইস্ৰাইলৰ সন্তান-সন্ততিৰ পৰা অঙ্গীকাৰ গ্ৰহণ কৰিছিলোঁ, আৰু সিহঁতৰ ওচৰলৈ ৰচুলসকলক প্ৰেৰণ কৰিছিলোঁ; সিহঁতৰ অন্তৰসমূহে যি বাঞ্ছা নকৰে তাকে লৈ যেতিয়া ৰচুল সিহঁতৰ ওচৰলৈ আহিছিল, তেতিয়া সিহঁতে কিছুমানক অসত্যবাদী বুলি কৈছিল আৰু কিছুমানক বধ কৰিবলৈ চেষ্টা কৰিছিল।

وَحَسِبُوْٓا اَلَّا تَكُوْنَ فِتْنَةٌ فَعَمُوْا وَصَمُّوْا ثُمَّ تَابَ اللّٰهُ عَلَيْهِمْ ثُمَّ عَمُوْا وَصَمُّوْا كَثِيْرٌ مِّنْهُمْ ۭ وَاللّٰهُ بَصِيْرٌۢ بِمَا يَعْمَلُوْنَ ۝٧٢

৭২) আৰু সিহঁতে ভাবিছিল, সিহঁত কোনো পৰীক্ষাত নপৰিব; সেই দেখি সিহঁত অন্ধ আৰু কলা হ'ল; তথাপি আল্লাই সিহঁতৰ ফালে কৃপাদৃষ্টি কৰিলে; কিন্তু পুনৰায় সিহঁতৰ সৰহভাগেই অন্ধ আৰু কলা হৈ থাকিল; আৰু সিহঁতে যি কাৰ্য্য কৰে আল্লাই তাক নিৰীক্ষণ কৰে।

لَقَدْ كَفَرَ الَّذِيْنَ قَالُوْٓا اِنَّ اللّٰهَ هُوَ الْمَسِيْحُ ابْنُ مَرْيَمَ ۭ وَقَالَ الْمَسِيْحُ يٰبَنِيْٓ اِسْرَآءِيْلَ اعْبُدُوا اللّٰهَ رَبِّيْ وَرَبَّكُمْ ۭ اِنَّهٗ مَنْ يُّشْرِكْ بِاللّٰهِ فَقَدْ حَرَّمَ اللّٰهُ عَلَيْهِ الْجَنَّةَ وَمَاْوٰىهُ النَّارُ ۭ وَمَا لِلظّٰلِمِيْنَ مِنْ اَنْصَارٍ ۝٧٣

৭৩) যিবিলাকে কয়, নিশ্চয় মৰ্য়মৰ পুত্ৰ মচীহহে আল্লা, সেইবিলাক স্বৰূপতে অবিশ্বাসী হৈছে; অথচ মচীহে (নিজেই) কৈছিল, হে ইস্ৰাইলৰ সন্তান-সন্ততি, মোৰ প্ৰভু আৰু তোমা-লোকৰ প্ৰভু আল্লাৰ আৰাধনা কৰাঁ, বাস্তৱতে যেয়ে আনক আল্লাৰ সমান কৰে, নিশ্চয় তাৰ নিমিত্তে আল্লাই স্বৰ্গৰ কানন অবৈধ কৰিছে, আৰু তাৰ আশ্ৰয়ৰ স্থল নৰকৰ অগ্নি; আৰু অন্যায়-কাৰীবিলাকৰ নিমিত্তে কোনো সহায় কৰোঁতা নাথাকিব।

لَقَدْ كَفَرَ الَّذِيْنَ قَالُوْٓا اِنَّ اللّٰهَ ثَالِثُ ثَلٰثَةٍ ۘ وَمَا مِنْ اِلٰهٍ اِلَّآ اِلٰهٌ وَّاحِدٌ ۭ وَاِنْ لَّمْ يَنْتَهُوْا عَمَّا يَقُوْلُوْنَ لَيَمَسَّنَّ الَّذِيْنَ كَفَرُوْا مِنْهُمْ عَذَابٌ اَلِيْمٌ ۝٧٤

৭৪) যিবিলাকে কয়, নিশ্চয় আল্লা তিনিজনৰ মাজৰ এজন, সেইবিলাক স্বৰূপতে অবিশ্বাসী হৈছে; অথচ একমাত্ৰ উপাস্য আল্লাৰ বাহিৰে আন উপাস্য নাই; আৰু এনে (আল্লাৰ) নিন্দা কৰাৰ পৰা যদি সিহঁত ক্ষান্ত নহয়, তেন্তে সিহঁতৰ মাজৰ অবিশ্বাসীবিলাকক যে যন্ত্ৰণাদায়ক শাস্তিয়ে স্পৰ্শ কৰিব এই কথা সুনিশ্চিত।

أَفَلَا يَتُوبُونَ إِلَى اللَّهِ وَيَسْتَغْفِرُونَهُ ۚ وَاللَّهُ غَفُورٌ رَّحِيمٌ ﴿٧٥﴾

৭৫) সিহঁতে কিয় আল্লাৰ ফালে প্ৰত্যাবৰ্ত্তন নকৰে আৰু ক্ষমা ভিক্ষা নকৰে ? অথচ আল্লা শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানশীল।

مَّا الْمَسِيحُ ابْنُ مَرْيَمَ إِلَّا رَسُولٌ قَدْ خَلَتْ مِن قَبْلِهِ الرُّسُلُ وَأُمُّهُ صِدِّيقَةٌ ۖ كَانَا يَأْكُلَانِ الطَّعَامَ ۗ انظُرْ كَيْفَ نُبَيِّنُ لَهُمُ الْآيَاتِ ثُمَّ انظُرْ أَنَّىٰ يُؤْفَكُونَ ﴿٧٦﴾

৭৬) মৰ্য়মৰ পুত্ৰ মচীহ আছিল এজন ৰচুল মাথোন; তেওঁৰ পূৰ্বে আহা অনেক ৰচুলৰ অন্তৰ্দ্ধান হৈছে; আৰু তেওঁৰ মাতৃ আছিল সত্যপৰায়ণা; উভয়েই (দৈনিক) খাদ্য আহাৰ কৰিছিল; চোৱাঁ, কেনেকৈ আমি সিহঁতৰ (মঙ্গলৰ) নিমিত্তে নিদৰ্শনসমূহ সুস্পষ্ট কৰিছোঁ; তথাপি চোৱাঁ কোন ফালে সিহঁতক ঘূৰাই নিয়া হৈছে!

قُلْ أَتَعْبُدُونَ مِن دُونِ اللَّهِ مَا لَا يَمْلِكُ لَكُمْ ضَرًّا وَلَا نَفْعًا ۚ وَاللَّهُ هُوَ السَّمِيعُ الْعَلِيمُ ﴿٧٧﴾

৭৭) তুমি কোৱাঁ, তোমালোকে আল্লাক এৰি এনেজনৰ আৰাধনা কৰিবা নে যাৰ কোনো ক্ষমতা নাই তোমালোকৰ অপকাৰ আৰু উপকাৰ কৰিবলৈ; আৰু কেৱল আল্লাই শ্ৰেষ্ঠ শ্ৰোতা, সৰ্ব্বজ্ঞাতা।

قُلْ يَا أَهْلَ الْكِتَابِ لَا تَغْلُوا فِي دِينِكُمْ غَيْرَ الْحَقِّ وَلَا تَتَّبِعُوا أَهْوَاءَ قَوْمٍ قَدْ ضَلُّوا مِن قَبْلُ وَأَضَلُّوا كَثِيرًا وَضَلُّوا عَن سَوَاءِ السَّبِيلِ ﴿٧٨﴾ ع

৭৮) তুমি কোৱাঁ, হে পুথিপোৱাসকল নিজ ধৰ্ম্ম সম্বন্ধে তোমালোকে অন্যায়ৰূপে সীমা অতিক্ৰম নকৰিবা; আৰু যিবিলাক পূৰ্বে বিপথে গৈছিল আৰু যিবিলাকে বহুতক পথভ্ৰান্ত কৰিছিল আৰু নিজেও সজ বাটৰ পৰা বিভ্ৰান্ত হৈছিল তোমালোকে সেইবিলাকৰ বৃথা আকাঙ্ক্ষাৰ অনুসৰণ নকৰিবা।

لُعِنَ الَّذِينَ كَفَرُوا مِن بَنِي إِسْرَائِيلَ عَلَىٰ لِسَانِ دَاوُودَ وَعِيسَى ابْنِ مَرْيَمَ ۚ ذَٰلِكَ بِمَا عَصَوا وَّكَانُوا يَعْتَدُونَ ﴿٧٩﴾

৭৯) ইস্ৰাইলৰ সন্তান-সন্ততিৰ মাজৰ যিবিলাকে অবিশ্বাস কৰিছিল সেইবিলাকক দাউদ আৰু মৰ্য়মৰ পুত্ৰ ঈচাৰ বাক্য দ্বাৰা অভিশাপ দিয়া হৈছিল; কিয়নো সিহঁত অবাধ্য হৈছিল আৰু সিহঁতে সীমা অতিক্ৰম কৰি থাকিছিল।

كَانُوا لَا يَتَنَاهَوْنَ عَن مُّنكَرٍ فَعَلُوهُ ۚ لَبِئْسَ مَا كَانُوا يَفْعَلُونَ ﴿٨٠﴾

৮০) সিহঁতে যি নিকৃষ্ট কাৰ্য্য নিজে কৰিছিল তাকে কৰিবলৈ সিহঁতে ইজনে সিজনক নিষেধ নকৰিছিল; সিহঁতে যি কাৰ্য্য কৰি আছিল সি নিশ্চয় অতি নিকৃষ্ট।

تَرَىٰ كَثِيرًا مِّنْهُمْ يَتَوَلَّوْنَ الَّذِينَ كَفَرُوا ۚ لَبِئْسَ مَا

৮১) তুমি সিহঁতৰ মাজৰ বহুতকে অবিশ্বাসী-

قَدَّمَتْ لَهُمْ أَنفُسُهُمْ أَن سَخِطَ اللَّهُ عَلَيْهِمْ وَفِي الْعَذَابِ هُمْ خَالِدُونَ ﴿٨١﴾

বিলাকৰ সৈতে বন্ধুতাৰ ভাব ৰখা দেখা পাবা; সিহঁতৰ নিমিত্তে সিহঁতৰ আত্মাই যি প্ৰস্তুত ৰাখিছে সি নিশ্চয় নিকৃষ্ট; তাৰ ফলত সিহঁতৰ প্ৰতি আল্লা অসন্তুষ্ট হৈছে, আৰু সিহঁতে এই শাস্তি স্থায়ীৰূপে ভোগ কৰি থাকিব।

وَلَوْ كَانُوا يُؤْمِنُونَ بِاللَّهِ وَالنَّبِيِّ وَمَا أُنزِلَ إِلَيْهِ مَا اتَّخَذُوهُمْ أَوْلِيَاءَ وَلَٰكِنَّ كَثِيرًا مِّنْهُمْ فَاسِقُونَ ﴿٨٢﴾

৮২) আৰু সিহঁতে আল্লাত আৰু নবীজনাত আৰু তেওঁৰ প্ৰতি যি অৱতীৰ্ণ হৈছে তাত বিশ্বাস কৰা হ'লে সিহঁতে সিহঁতক বন্ধুৰূপে গ্ৰহণ নকৰিলেহেঁতেন, কিন্তু সিহঁতৰ সৰহভাগেই অবাধ্য।

لَتَجِدَنَّ أَشَدَّ النَّاسِ عَدَاوَةً لِّلَّذِينَ آمَنُوا الْيَهُودَ وَالَّذِينَ أَشْرَكُوا وَلَتَجِدَنَّ أَقْرَبَهُم مَّوَدَّةً لِّلَّذِينَ آمَنُوا الَّذِينَ قَالُوا إِنَّا نَصَارَىٰ ذَٰلِكَ بِأَنَّ مِنْهُمْ قِسِّيسِينَ وَرُهْبَانًا وَأَنَّهُمْ لَا يَسْتَكْبِرُونَ ﴿٨٣﴾

৮৩) মানুহৰ মাজত ইহুদীবিলাকক আৰু অংশীবাদীবিলাকক বিশ্বাসীবিলাকৰ প্ৰতি তুমি নিশ্চয় শত্ৰুতাত সকলোতকৈ বেছি কঠোৰ পাবা; আৰু যিবিলাকে কয়, আমি খৃষ্টিয়ান, সেই-বিলাকক তুমি নিশ্চয় বন্ধুতাত সকলোতকৈ বিশ্বাসীবিলাকৰ বেছি ওচৰ পাবা; ইয়াৰ কাৰণ এই, তেওঁলোকৰ মাজত আছে এনে পণ্ডিতবিলাক যি ধৰ্ম্মশাস্ত্ৰত বিদবান, আৰু আছে এনে সাধু পুৰুষবিলাক যি উদাসীন; আৰু এটা কাৰণ, তেওঁলোকে অহঙ্কাৰ নকৰে।

## সপ্তম পাৰা

وَإِذَا سَمِعُوا مَا أُنزِلَ إِلَى الرَّسُولِ تَرَىٰ أَعْيُنَهُمْ تَفِيضُ مِنَ الدَّمْعِ مِمَّا عَرَفُوا مِنَ الْحَقِّ يَقُولُونَ رَبَّنَا آمَنَّا فَاكْتُبْنَا مَعَ الشَّاهِدِينَ ﴿٨٤﴾

৮৪) আৰু যেতিয়া তেওঁলোকে ৰচুললৈ যি (প্ৰত্যাদেশ) নমাই পঠিওৱা হৈছে তাক শুনে তেতিয়া তেওঁলোকে সত্য উপলব্ধি কৰাৰ বাবে তেওঁলোকৰ চকুলো বৈ থকা দেখিবা; তেওঁলোকে ইয়াকে প্ৰাৰ্থনা কৰে, হে আমাৰ প্ৰভু, আমি বিশ্বাস স্থাপন কৰিলোঁ, এতেকে (সত্যৰ) সাক্ষী দিওঁতাসকলৰ লগতে আমাকো লেখি থোৱাঁ।

وَمَا لَنَا لَا نُؤْمِنُ بِاللَّهِ وَمَا جَاءَنَا مِنَ الْحَقِّ وَنَطْمَعُ أَن يُدْخِلَنَا رَبُّنَا مَعَ الْقَوْمِ الصَّالِحِينَ ﴿٨٥﴾

৮৫) আৰু আল্লাত আৰু আমাৰ ওচৰলৈ অহা সত্যত বিশ্বাস নকৰিবলৈ আমাৰ কি কাৰণ থাকিব পাৰে, যিস্থলত আমি আশা কৰোঁ, আমাৰ প্ৰভুৱে আমাক ধাৰ্ম্মিসকলৰ সঙ্গী কৰি তেওঁলোকৰ অন্তৰ্গত কৰিব

فَأَثَابَهُمُ اللَّهُ بِمَا قَالُوا جَنَّاتٍ تَجْرِي مِن تَحْتِهَا الْأَنْهَارُ

৮৬) গতিকে তেওঁলোকে তেনে প্ৰাৰ্থনা কৰাৰ

خٰلِدِيْنَ فِيْهَا ؕ وَ ذٰلِكَ جَزَآءُ الْمُحْسِنِيْنَ ﴿٨٦﴾

বাবে আল্লাই প্ৰতিদান স্বৰূপ তেওঁলোকক এনে উদ্যানসমূহ দান কৰিছে যাৰ তলেদি জুৰিবিলাক বৈ গৈছে; তাতেই তেওঁলোকে স্থায়ীৰূপে বাস কৰিব; আৰু যিসকলে সজ কাম কৰে তেওঁলোকৰ প্ৰতিদান এয়ে।

ع وَالَّذِيْنَ كَفَرُوْا وَ كَذَّبُوْا بِاٰيٰتِنَآ اُولٰٓئِكَ اَصْحٰبُ الْجَحِيْمِ ﴿٨٧﴾

৮৭) আৰু যিবিলাকে অবিশ্বাস কৰে আৰু আমাৰ নিদৰ্শনসমূহ মিছা বুলি ভাবে সিহঁতেই নৰকৰ অধিবাসী।

يٰۤاَيُّهَا الَّذِيْنَ اٰمَنُوْا لَا تُحَرِّمُوْا طَيِّبٰتِ مَآ اَحَلَّ اللّٰهُ لَكُمْ وَلَا تَعْتَدُوْا ؕ اِنَّ اللّٰهَ لَا يُحِبُّ الْمُعْتَدِيْنَ ﴿٨٨﴾

৮৮) হে বিশ্বাসীসকল, আল্লাই যিবিলাক বিশুদ্ধ বস্তু তোমালোকৰ নিমিত্তে বৈধ কৰিছে সেইবিলাক অবৈধ নকৰিবা, আৰু কেতিয়াও সীমা অতিক্ৰম নকৰিবা; বাস্তৱতে সেইবিলাকক আল্লাই ভাল নাপায় যিবিলাকে সীমা অতিক্ৰম কৰে।

وَكُلُوْا مِمَّا رَزَقَكُمُ اللّٰهُ حَلٰلًا طَيِّبًا ۪ وَّ اتَّقُوا اللّٰهَ الَّذِيْۤ اَنْتُمْ بِهٖ مُؤْمِنُوْنَ ﴿٨٩﴾

৮৯) আৰু আল্লাই তোমালোকক যি বৈধ আৰু বিশুদ্ধ বস্তু দান কৰিছে তাকে তোমালোকে খাবা, আৰু যিজন আল্লাত বিশ্বাস কৰিছা তেওঁলৈ ভয় ৰাখিবা।

لَا يُؤَاخِذُكُمُ اللّٰهُ بِاللَّغْوِ فِيْۤ اَيْمَانِكُمْ وَلٰكِنْ يُّؤَاخِذُكُمْ بِمَا عَقَّدْتُّمُ الْاَيْمَانَ ۚ فَكَفَّارَتُهٗۤ اِطْعَامُ عَشَرَةِ مَسٰكِيْنَ مِنْ اَوْسَطِ مَا تُطْعِمُوْنَ اَهْلِيْكُمْ اَوْ كِسْوَتُهُمْ اَوْ تَحْرِيْرُ رَقَبَةٍ ؕ فَمَنْ لَّمْ يَجِدْ فَصِيَامُ ثَلٰثَةِ اَيَّامٍ ؕ ذٰلِكَ كَفَّارَةُ اَيْمَانِكُمْ اِذَا حَلَفْتُمْ ؕ وَاحْفَظُوْۤا اَيْمَانَكُمْ ؕ كَذٰلِكَ يُبَيِّنُ اللّٰهُ لَكُمْ اٰيٰتِهٖ لَعَلَّكُمْ تَشْكُرُوْنَ ﴿٩٠﴾

৯০) তোমালোকে নজনাকৈ খোৱা শপতৰ কাৰণে আল্লাই তোমালোকৰ দায় নধৰিব, কিন্তু তোমালোকে ইচ্ছা কৰি যি শপতত আবদ্ধ হৈছা তাৰ কাৰণে তেওঁ তোমালোকৰ দায় ধৰিব; তাৰ প্ৰায়শ্চিত্ত হৈছে দহজন দৰিদ্ৰক এনে আহাৰ দান কৰা যি সাধাৰণতে নিজ পৰিয়ালক দিয়া, নাইবা পিন্ধিবলৈ সিহঁতক বস্ত্ৰ দান কৰা, নাইবা এটা দাসক মুক্ত কৰা; কিন্তু যাৰ এনে কৰিবৰ সামৰ্থ্য নাই তাৰ তিনি দিন ৰোজা পালন কৰা; যেতিয়া তোমালোকে কোনো শপত খোৱা সেই শপতৰ এয়ে হৈছে প্ৰায়শ্চিত্ত; আৰু তোমালোকে নিজ শপত ৰক্ষা কৰিবা; আল্লাই তেওঁৰ নিদৰ্শনসমূহ এইদৰেই স্পষ্ট কৰে, যাতে তোমালোকে কৃতজ্ঞতা স্বীকাৰ কৰা।

يٰۤاَيُّهَا الَّذِيْنَ اٰمَنُوْۤا اِنَّمَا الْخَمْرُ وَالْمَيْسِرُ وَالْاَنْصَابُ

৯১) হে বিশ্বাসীসকল, মাদক দ্ৰব্য আৰু জুৱা খেলা আৰু যজ্ঞৰ শিলত বলিদান আৰু কাঁড়ৰ

দবাৰা ভাগ্য নিৰ্ণয়,—এইবিলাক শ্বয়তানৰ ঘৃণনীয় কাৰ্য্যসমূহৰ অংশ মাথোন; এনে কাৰ্য্য তোমালোকে পৰিত্যাগ কৰিবা; সম্ভৱতঃ তোমালোক সফলকাম হ'ব পাৰিবা।

وَالْاَزْلَامُ رِجْسٌ مِّنْ عَمَلِ الشَّيْطٰنِ فَاجْتَنِبُوْهُ لَعَلَّكُمْ تُفْلِحُوْنَ ۝٩٠

৯২) শ্বয়তানে ইয়াকে ইচ্ছা কৰে, মাদক দ্ৰব্য আৰু জুৱাখেলৰ দবাৰা তোমালোকৰ ভিতৰত শত্ৰুতা আৰু বিদেবষ জন্মায়, আৰু আল্লাৰ স্মৰণৰ পৰা আৰু নমাজৰ পৰা তোমালোকক বিৰত কৰে; সেই দেখি (এনে কাৰ্য্যৰ পৰা) তোমালোক ক্ষান্ত হবানে?

اِنَّمَا يُرِيْدُ الشَّيْطٰنُ اَنْ يُّوْقِعَ بَيْنَكُمُ الْعَدَاوَةَ وَالْبَغْضَآءَ فِى الْخَمْرِ وَالْمَيْسِرِ وَيَصُدَّكُمْ عَنْ ذِكْرِ اللّٰهِ وَعَنِ الصَّلٰوةِ ۚ فَهَلْ اَنْتُمْ مُّنْتَهُوْنَ ۝٩١

৯৩) আৰু তোমালোক আল্লাৰ বাধ্য হোৱাঁ, আৰু ৰচুলৰো বাধ্য হোৱাঁ, আৰু (নিজৰ আচৰণ সম্বন্ধে) সতৰ্ক হৈ থাকিবা; কিন্তু যদি তোমালোক বিমুখ হোৱা তেনেহ'লে জানি থবা, আমাৰ ৰচুলৰ ওপৰত আছে কেৱল স্পষ্টকৈ বাণী প্ৰচাৰ কৰিবৰহে ভাৰ।

وَاَطِيْعُوا اللّٰهَ وَاَطِيْعُوا الرَّسُوْلَ وَاحْذَرُوْا ۚ فَاِنْ تَوَلَّيْتُمْ فَاعْلَمُوْٓا اَنَّمَا عَلٰى رَسُوْلِنَا الْبَلٰغُ الْمُبِيْنُ ۝٩٢

৯৪) যিসকলে বিশ্বাস কৰে আৰু সজ কাম কৰে তেওঁলোকে যি অবৈধ বস্তু আগতে খাইছিল তাৰ বাবে তেওঁলোকৰ কোনো দোষ নহ'ব, যদিহে তেওঁলোকে অসতৰ পৰা আঁতৰি থাকে আৰু বিশ্বাস কৰে আৰু সজ কাম কৰে; তাৰ পিছত তেওঁলোকে পাপৰ পৰা নিজকে ৰক্ষা কৰে আৰু বিশ্বাস স্থাপন কৰে; তাৰ পিছতো তেওঁলোকে আত্মসংযম কৰে আৰু সজ কাম কৰি থাকে; আৰু আল্লাই সজ কাম কৰোঁতাবিলাকক ভাল পায়।

لَيْسَ عَلَى الَّذِيْنَ اٰمَنُوْا وَعَمِلُوا الصّٰلِحٰتِ جُنَاحٌ فِيْمَا طَعِمُوْٓا اِذَا مَا اتَّقَوْا وَّاٰمَنُوْا وَعَمِلُوا الصّٰلِحٰتِ ثُمَّ اتَّقَوْا وَّاٰمَنُوْا ثُمَّ اتَّقَوْا وَّاَحْسَنُوْا ۗ وَاللّٰهُ يُحِبُّ الْمُحْسِنِيْنَ ۝٩٣ ع ١٢ ٢

৯৫) হে বিশ্বাসীসকল, তোমালোকৰ হাতসমূহ আৰু যাঠিসমূহৰে চিকাৰ কৰিব পৰা চিকাৰৰ দবাৰা আল্লাই নিশ্চয় তোমালোকক পৰীক্ষা কৰিব, যাতে তেওঁ জানে কোনে তেওঁক নেদেখাকৈ অন্তৰৰে ভয় কৰে; তাৰ পিছত যেয়ে সীমা অতিক্ৰম কৰিব তাৰ নিমিত্তে থাকিব কষ্টদায়ক শাস্তি।

يٰٓاَيُّهَا الَّذِيْنَ اٰمَنُوْا لَيَبْلُوَنَّكُمُ اللّٰهُ بِشَىْءٍ مِّنَ الصَّيْدِ تَنَالُهٗٓ اَيْدِيْكُمْ وَرِمَاحُكُمْ لِيَعْلَمَ اللّٰهُ مَنْ يَّخَافُهٗ بِالْغَيْبِ ۚ فَمَنِ اعْتَدٰى بَعْدَ ذٰلِكَ فَلَهٗ عَذَابٌ اَلِيْمٌ ۝٩٤

৯৬) হে বিশ্বাসীসকল, হয্ সম্পন্ন কৰাৰ

يٰٓاَيُّهَا الَّذِيْنَ اٰمَنُوْا لَا تَقْتُلُوا الصَّيْدَ وَاَنْتُمْ حُرُمٌ ۗ

وَمَنْ قَتَلَهُ مِنْكُمْ مُّتَعَمِّدًا فَجَزَآءٌ مِّثْلُ مَا قَتَلَ مِنَ
النَّعَمِ يَحْكُمُ بِهِ ذَوَا عَدْلٍ مِّنْكُمْ هَدْيًا بٰلِغَ الْكَعْبَةِ
أَوْ كَفَّارَةٌ طَعَامُ مَسٰكِيْنَ أَوْ عَدْلُ ذٰلِكَ صِيَامًا
لِّيَذُوْقَ وَبَالَ أَمْرِهٖ عَفَا اللّٰهُ عَمَّا سَلَفَ وَمَنْ عَادَ
فَيَنْتَقِمُ اللّٰهُ مِنْهُ وَاللّٰهُ عَزِيْزٌ ذُو انْتِقَامٍ (٩٥)

অৱস্থাত তোমালোকে কোনো চিকাৰৰ জন্তু বধ নকৰিবা; আৰু তোমালোকৰ মাজৰ যেয়ে জানি-বুজি তেনে জন্তু বধ কৰে তাৰ ক্ষতিপূৰণ হৈছে, তোমালোকৰ মাজৰ দুজন ন্যায়ৱন্ত মানুহৰ বিচাৰ মতে সেই বধ কৰা জন্তুটোৰ নিচিনা এটা জন্তু কা'বালৈ ক্কুৰ্‌বানী দিবৰ নিমিত্তে আনিবৰ দিহা কৰা; নাইবা তাৰ প্ৰায়শ্চিত্ত হৈছে দৰিদ্ৰবিলাকক ভোজন কৰোৱা; অথবা তাৰ সলনি ৰোজা পালন কৰা, যাতে সি তাৰ নিজ (নিকৃষ্ট) কৰ্ম্মৰ প্ৰতিফলৰ সোৱাদ লব পাৰে। যি অতীতত ঘটিল আল্লাই তাৰ বাবে ক্ষমা কৰিছে; কিন্তু যেয়ে পুনৰায় তেনে কৰ্ম্ম কৰিব তাক আল্লাই শাস্তিৰ প্ৰতিফল দিব; আৰু আল্লা পৰম ক্ষমতাশালী, প্ৰতিফল দিবৰ গৰাকী।

أُحِلَّ لَكُمْ صَيْدُ الْبَحْرِ وَطَعَامُهُ مَتَاعًا لَّكُمْ وَ
لِلسَّيَّارَةِ وَحُرِّمَ عَلَيْكُمْ صَيْدُ الْبَرِّ مَا دُمْتُمْ حُرُمًا
وَاتَّقُوا اللّٰهَ الَّذِيْٓ إِلَيْهِ تُحْشَرُوْنَ (٩٦)

৯৭) সাগৰৰ চিকাৰ আৰু তাৰ আহাৰ তোমালোকৰ নিমিত্তে বৈধ কৰা হৈছে— তোমালোকৰ আৰু ভ্ৰমণ কৰোঁতাবিলাকৰ নিমিত্তে সম্বল স্বৰূপ; আৰু যেতিয়ালৈকে তোমা-লোকে হয্ সম্পন্ন কৰাৰ অৱস্থাত থাকা তেতিয়া-লৈকে স্থলৰ চিক্কাৰ তোমালোকৰ নিমিত্তে অবৈধ কৰা হৈছে; আৰু যিজন আল্লাৰ সম্মুখত তোমালোকক একেলগ কৰি নিয়া হ'ব সেইজনলৈ ভয় ৰাখি চলিবা।

جَعَلَ اللّٰهُ الْكَعْبَةَ الْبَيْتَ الْحَرَامَ قِيٰمًا لِّلنَّاسِ وَ
الشَّهْرَ الْحَرَامَ وَالْهَدْيَ وَالْقَلَٓائِدَ ذٰلِكَ لِتَعْلَمُوْٓا
أَنَّ اللّٰهَ يَعْلَمُ مَا فِي السَّمٰوٰتِ وَمَا فِي الْأَرْضِ وَأَنَّ
اللّٰهَ بِكُلِّ شَيْءٍ عَلِيْمٌ (٩٧)

৯৮) পৱিত্ৰ ঘৰ কা'বা আৰু পৱিত্ৰ মাহ আৰু ক্কুৰ্‌বানীৰ জন্তুবিলাক আৰু ডিঙিত মালা পিন্ধোৱা জন্তুবিলাকক আল্লাই মানুহৰ স্থিতিৰ উপায় স্বৰূপ কৰিছে; এনে কৰাৰ উদ্দেশ্য এই, তোমালোকে যেন জানিব পাৰা, আকাশমণ্ডলী আৰু পৃথিৱীত থকা সকলো বস্তুৰেই আল্লাৰ (পূৰ্ণ) জ্ঞান আছে, আৰু সকলো বস্তুৰ বিষয়ে আল্লা শ্ৰেষ্ঠ জ্ঞাতা।

اِعْلَمُوْٓا أَنَّ اللّٰهَ شَدِيْدُ الْعِقَابِ وَأَنَّ اللّٰهَ غَفُوْرٌ
رَّحِيْمٌ (٩٨)

৯৯) তোমালোকে জানি থোৱাঁ, যেনে আল্লা কঠোৰ শাস্তি দিওঁতা তেনে আল্লা শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানাশীল।

১০০) ৰচুলৰ ওচৰত আছে কেৱল বাণী প্ৰচাৰৰ ভাৰ, আৰু তোমালোকে প্ৰকাশ্যে যি কৰা আৰু গোপনে যি কৰা আল্লাই সকলো জানে।

مَا عَلَى الرَّسُوْلِ اِلَّا الْبَلٰغُ ؕ وَ اللّٰهُ يَعْلَمُ مَا تُبْدُوْنَ
وَ مَا تَكْتُمُوْنَ ﴿١٠٠﴾

১০১) তুমি কোৱাঁ, অশুদ্ধ আৰু শুদ্ধ সমান নহয়, যদিও অশুদ্ধৰ প্ৰাচুৰ্য্যে তোমাক তৃপ্তি দিয়ে, এতেকে হে জ্ঞানবানবিলাক, আল্লালৈ ভয় ৰাখিবাঁ, সম্ভৱতঃ তোমালোকে সফলমনোৰথ হ'ব পাৰা।

قُلْ لَّا يَسْتَوِى الْخَبِيْثُ وَ الطَّيِّبُ وَلَوْ اَعْجَبَكَ كَثْرَةُ
الْخَبِيْثِ ۚ فَاتَّقُوا اللّٰهَ يٰۤاُولِى الْاَلْبَابِ لَعَلَّكُمْ
ع ١٣ ٢ تُفْلِحُوْنَ ﴿١٠١﴾

১০২) হে বিশ্বাসীসকল, সেইবোৰ (সামান্য) বিষয়ে তোমালোকে প্ৰশ্ন নকৰিবা যিবোৰ তোমালোকৰ আগত ব্যক্ত কৰিলে তোমালোকৰ অপকাৰহে হ'ব ; অৱশ্যে যি সময়ত কোৰান নমাই পঠিওৱা হয় সেই সময়ত যদি তোমালোকে সেইবোৰ বিষয়ে প্ৰশ্ন কৰা, তোমালোকৰ আগত (স্পষ্টকৈ) ব্যক্ত কৰা হ'ব ; (যি বিষয়ে আদেশ দিয়া হোৱা নাই) আল্লাই সেই বিষয়ে দোষ নধৰে ; আৰু আল্লা শ্ৰেষ্ঠ ক্ষমাশীল, সহিষ্ণু।

يٰۤاَيُّهَا الَّذِيْنَ اٰمَنُوْا لَا تَسْـَٔلُوْا عَنْ اَشْيَآءَ اِنْ تُبْدَ لَكُمْ
تَسُؤْكُمْ ۚ وَ اِنْ تَسْـَٔلُوْا عَنْهَا حِيْنَ يُنَزَّلُ الْقُرْاٰنُ
تُبْدَ لَكُمْ ؕ عَفَا اللّٰهُ عَنْهَا ؕ وَ اللّٰهُ غَفُوْرٌ حَلِيْمٌ ﴿١٠٢﴾

১০৩) তোমালোকৰ পূৰ্ব্বগামী কোনো সম্প্ৰদায়ে সেইবোৰ বিষয়ে প্ৰশ্ন কৰিছিল, পিছত সেইবোৰ বিষয়েই সিহঁত অবিশ্বাসী হ'ল।

قَدْ سَاَلَهَا قَوْمٌ مِّنْ قَبْلِكُمْ ثُمَّ اَصْبَحُوْا بِهَا
كٰفِرِيْنَ ﴿١٠٣﴾

১০৪) আল্লাই নিজে কোনো বহীৰা, বা চাইবা, বা ৱছীলা, বা হাম স্থিৰ কৰি দিয়া নাই, কিন্তু যিবিলাক অবিশ্বাসী সিহঁতে আল্লাৰ সম্বন্ধে মিছা সাজে, আৰু সিহঁতৰ সৰহভাগেই নুবুজে।

مَا جَعَلَ اللّٰهُ مِنْۢ بَحِيْرَةٍ وَّلَا سَآئِبَةٍ وَّلَا وَصِيْلَةٍ
وَّ لَا حَامٍ ۙ وَّلٰكِنَّ الَّذِيْنَ كَفَرُوْا يَفْتَرُوْنَ عَلَى اللّٰهِ
الْكَذِبَ ؕ وَ اَكْثَرُهُمْ لَا يَعْقِلُوْنَ ﴿١٠٤﴾

১০৫) আৰু যেতিয়া সিহঁতক কোৱা হয়, আল্লাই যি অৱতীৰ্ণ কৰিছে তাৰ পিনে আৰু আল্লাৰ ৰচুলৰ পিনে আঁহা, সিহঁতে কয়, আমি নিজ পিতৃ-পুৰুষবিলাকক যেনে কাম কৰা দেখি পাই আহিছোঁ সেয়ে আমাৰ পক্ষে যথেষ্ট। কি! যদিও সেই পিতৃপুৰুষবিলাকে (সত্য সম্বন্ধে) একোকে জনা নাছিল আৰু সুপথো পোৱা নাছিল!

وَ اِذَا قِيْلَ لَهُمْ تَعَالَوْا اِلٰى مَاۤ اَنْزَلَ اللّٰهُ وَ اِلَى
الرَّسُوْلِ قَالُوْا حَسْبُنَا مَا وَجَدْنَا عَلَيْهِ اٰبَآءَنَا ؕ اَوَلَوْ
كَانَ اٰبَآؤُهُمْ لَا يَعْلَمُوْنَ شَيْـًٔا وَّلَا يَهْتَدُوْنَ ﴿١٠٥﴾

১০৬) হে বিশ্বাসীসকল, নিজ আত্মাৰ যত্ন লোৱাৰ ভাৰ তোমালোকৰ ওপৰতেই ; বিপথ-গামীবিলাকে তোমালোকৰ কোনো অনিষ্ট কৰিব

يٰۤاَيُّهَا الَّذِيْنَ اٰمَنُوْا عَلَيْكُمْ اَنْفُسَكُمْ ۚ لَا يَضُرُّكُمْ مَّنْ

ضَلَّ إِذَا اهْتَدَيْتُمْ ۚ إِلَى اللَّهِ مَرْجِعُكُمْ جَمِيعًا فَيُنَبِّئُكُم بِمَا كُنتُمْ تَعْمَلُونَ ﴿١٠٥﴾

নোৱাৰে কিয়নো তোমালোকে সুপথ লাভ কৰিছা ; আল্লাৰ ফাললৈ তোমালোকৰ সকলোৰে প্ৰত্যাবৰ্ত্তন সুনিশ্চিত ; তেতিয়া তোমালোকে যি কাৰ্য্য কৰিছিলা তেওঁ তোমালোকক জানিব দিব।

يَا أَيُّهَا الَّذِينَ آمَنُوا شَهَادَةُ بَيْنِكُمْ إِذَا حَضَرَ أَحَدَكُمُ الْمَوْتُ حِينَ الْوَصِيَّةِ اثْنَانِ ذَوَا عَدْلٍ مِّنكُمْ أَوْ آخَرَانِ مِنْ غَيْرِكُمْ إِنْ أَنتُمْ ضَرَبْتُمْ فِي الْأَرْضِ فَأَصَابَتْكُم مُّصِيبَةُ الْمَوْتِ ۚ تَحْبِسُونَهُمَا مِن بَعْدِ الصَّلَاةِ فَيُقْسِمَانِ بِاللَّهِ إِنِ ارْتَبْتُمْ لَا نَشْتَرِي بِهِ ثَمَنًا وَلَوْ كَانَ ذَا قُرْبَىٰ ۙ وَلَا نَكْتُمُ شَهَادَةَ اللَّهِ إِنَّا إِذًا لَّمِنَ الْآثِمِينَ ﴿١٠٦﴾

১০৭) হে বিশ্বাসী সকল, তোমালোকৰ কোনো এজনৰ মৃত্যু উপস্থিত হ'লে সম্পত্তি অৰ্পণ কৰা পত্ৰ লিখাৰ সময়ত তোমালোকৰ মাজৰ সাক্ষী থকা উচিত—দুজন ন্যায়বান মানুহ তোমালোকৰ মাজৰ পৰা, নাইবা তোমালোকৰ (সম্প্ৰদায়ৰ) বাহিৰে আইন দুজন, যদি তোমালোকে দেশত ভ্ৰমণ কৰোঁতে তোমালোকৰ মৃত্যুৰ বিপদ উপস্থিত হয়! যদি তোমালোকৰ সন্দেহ হয়, সেই দুইজনকে নমাজৰ পিছলৈকে বৈ থাকিবলৈ কবা ; আৰু সেই দুয়োজনকে আল্লাৰ নাম লৈ শপত খাবলৈ দিবা এই বুলি ; .আমাৰ ওচৰ-সম্পৰ্কীয় হ'লেও আমি এই সাক্ষী দিয়াৰ কোনো মূল্য গ্ৰহণ নকৰোঁ, আৰু আমি আল্লাৰ সাক্ষী কোনো মতে গোপন নকৰোঁ ; যদিহে তাকে কৰোঁ অৱশ্যে আমি পাপীবিলাকৰ দলৰ হৈ পৰিম।

فَإِنْ عُثِرَ عَلَىٰ أَنَّهُمَا اسْتَحَقَّا إِثْمًا فَآخَرَانِ يَقُومَانِ مَقَامَهُمَا مِنَ الَّذِينَ اسْتَحَقَّ عَلَيْهِمُ الْأَوْلَيَانِ فَيُقْسِمَانِ بِاللَّهِ لَشَهَادَتُنَا أَحَقُّ مِن شَهَادَتِهِمَا وَمَا اعْتَدَيْنَا إِنَّا إِذًا لَّمِنَ الظَّالِمِينَ ﴿١٠٧﴾

১০৮) তাৰ পিছত যদি সেই দুজনে পাপমতিৰে সত্য গোপন কৰিছে বুলি প্ৰকাশ হয়, তেনেহ'লে সিহঁতৰ ওপৰত দাবী থকা ওচৰ সম্পৰ্কীয়-বিলাকৰ মাজৰ পৰা আইন দুজনক সেই দুজনৰ ঠাইত সাক্ষী দিবলৈ থিয় হ'বলৈ দিবা ; তাৰ পিছত এই দুজনক আল্লাৰ নাম লৈ শপত লবলৈ দিবা, এই বুলি ঃ নিশ্চয় আমাৰ সাক্ষী সেইদুজনৰ সাক্ষীতকৈ সত্যৰ বেছি ওচৰ, আৰু আমি সাক্ষী দিয়াত সীমা লঙ্ঘন কৰা নাই ; যদিহে তাকে কৰোঁ আমি নিশ্চয় অন্যায়কাৰীবিলাকৰ দলৰ হৈ পৰিম।

ذَٰلِكَ أَدْنَىٰ أَن يَأْتُوا بِالشَّهَادَةِ عَلَىٰ وَجْهِهَا أَوْ يَخَافُوا أَن تُرَدَّ أَيْمَانٌ بَعْدَ أَيْمَانِهِمْ ۗ وَاتَّقُوا اللَّهَ وَاسْمَعُوا

১০৯) এনে উপায় কৰিলে প্ৰকৃত ঘটনা সম্বন্ধে সিহঁতে সচাঁ সাক্ষী দিয়াৰ সম্ভাৱনা বেছি ; নহ'লে সিহঁতৰ এই ভয় থাকিব যে সিহঁতে শপত খোৱাৰ পাছতো আন সাক্ষীৰ শপত লোৱা হ'ব ; আৰু আল্লালৈ ভয় ৰাখি চলিবা, আৰু তেওঁৰ আদেশ

ع وَاللّٰهُ لَا يَهْدِى الْقَوْمَ الْفٰسِقِيْنَ ﴿١٠٩﴾

শুনিবা, কিয়নো অবাধ্যবিলাকক আল্লাই পথ-প্ৰদৰ্শন নকৰে।

يَوْمَ يَجْمَعُ اللّٰهُ الرُّسُلَ فَيَقُوْلُ مَاذَآ اُجِبْتُمْ ۖ قَالُوْا
لَا عِلْمَ لَنَا ؕ اِنَّكَ اَنْتَ عَلَّامُ الْغُيُوْبِ ﴿١١٠﴾

১১০) সেইদিনা আল্লাই ৰচুলসকলক একেলগ কৰি সুধিব, তোমালোকৰ আহ্বানৰ প্ৰত্যুত্তৰ কেনে দিয়া হৈছিল? তেওঁলোকে ক'ব, আমাৰ (এই বিষয়ে) কোনো জ্ঞান নাই; অৱশ্যে অদৃশ্য বিষয়সমূহৰ তুমিয়ে শ্ৰেষ্ঠ জ্ঞাতা।

اِذْ قَالَ اللّٰهُ يٰعِيْسَى ابْنَ مَرْيَمَ اذْكُرْ نِعْمَتِىْ عَلَيْكَ
وَعَلٰى وَالِدَتِكَ ۘ اِذْ اَيَّدْتُّكَ بِرُوْحِ الْقُدُسِ ۫ تُكَلِّمُ
النَّاسَ فِى الْمَهْدِ وَكَهْلًا ۚ وَاِذْ عَلَّمْتُكَ الْكِتٰبَ وَ
الْحِكْمَةَ وَالتَّوْرٰىةَ وَالْاِنْجِيْلَ ۚ وَاِذْ تَخْلُقُ مِنَ الطِّيْنِ
كَهَيْـَٔةِ الطَّيْرِ بِاِذْنِىْ فَتَنْفُخُ فِيْهَا فَتَكُوْنُ طَيْرًا بِاِذْنِىْ
وَتُبْرِئُ الْاَكْمَهَ وَالْاَبْرَصَ بِاِذْنِىْ ۚ وَاِذْ تُخْرِجُ الْمَوْتٰى
بِاِذْنِىْ ۚ وَاِذْ كَفَفْتُ بَنِىْٓ اِسْرَآءِيْلَ عَنْكَ اِذْ جِئْتَهُمْ
بِالْبَيِّنٰتِ فَقَالَ الَّذِيْنَ كَفَرُوْا مِنْهُمْ اِنْ هٰذَآ اِلَّا
سِحْرٌ مُّبِيْنٌ ﴿١١١﴾

১১১) যেতিয়া আল্লাই ক'ব, হে মৰ্য়মৰ পুত্ৰ ঈচা, তোমাৰ ওপৰত আৰু তোমাৰ মাতৃৰ ওপৰত মোৰ যি অনুগ্ৰহ হৈছিল স্মৰণ কৰা; যি সময়ত মই তোমাক নিজ পৱিত্ৰ আত্মাৰ দ্বাৰা সহায় কৰিছিলোঁ, তুমি দোলনত থাকোঁতে আৰু পূৰ্ণ বয়সত মানুহৰ সৈতে জ্ঞানৰ কথা পাতিছিলা, আৰু যিসময়ত মই তোমাক ধৰ্ম্মপুথি আৰু জ্ঞান আৰু তৌৰাত আৰু ইন্‌যীলৰ শিক্ষা দিছিলোঁ; আৰু যেতিয়া তুমি মোৰ আদেশমতে বোকাৰে সৈতে চৰাইৰ আকৃতি গঠন কৰিছিলা, পিছত তাৰ ভিতৰত ফুঁ দিছিলা, তাৰে ফলত মোৰ আদেশত সেই আকৃতি (উৰণীয়া) চৰাই হৈ পৰিছিল; আৰু যেতিয়া তুমি মোৰ আদেশত অন্ধক আৰু কুষ্ঠৰোগীক সুস্থ কৰিছিলা; আৰু যেতিয়া তুমি মোৰ আদেশত মৃতকক সজীৱ কৰিছিলা; আৰু যেতিয়া এই ইস্ৰাইলৰ সন্ততিক তুমি প্ৰত্যক্ষ প্ৰমাণসমূহ লৈ সিহঁতৰ ওচৰলৈ অহাৰ সময়ত তোমাৰ পৰা নিবৃত্ত কৰি থৈছিলোঁ। পিছত সিহঁতৰ মাজৰ অবিশ্বাসীবিলাকে এই কথা মাথোন কৈছিল, এনে (ক্ষমতা প্ৰদৰ্শনৰ) কাৰ্য্য প্ৰকাশ্য কুহক ভিন্ন একো নহয়।

وَاِذْ اَوْحَيْتُ اِلَى الْحَوَارِيّٖنَ اَنْ اٰمِنُوْا بِىْ وَبِرَسُوْلِىْ ۚ
قَالُوْٓا اٰمَنَّا وَاشْهَدْ بِاَنَّنَا مُسْلِمُوْنَ ﴿١١٢﴾

১১২) আৰু যেতিয়া মই (ঈচাৰ) শিষ্যসকলৰ প্ৰতি এই বুলি প্ৰত্যাদেশ কৰিছিলোঁ, মোৰ ওপৰত আৰু মোৰ ৰচুলৰ ওপৰত বিশ্বাস স্থাপন কৰা; তেওঁলোকে কৈছিল, আমি বিশ্বাস স্থাপন কৰিলোঁ, আৰু আমি যে (আল্লাত) আত্মসমৰ্পণ কৰিলোঁ তাৰ সাক্ষী তুমিয়ে থাকিবা।

إِذْ قَالَ الْحَوَارِيُّونَ يٰعِيسَى ابْنَ مَرْيَمَ هَلْ يَسْتَطِيعُ
رَبُّكَ أَنْ يُنَزِّلَ عَلَيْنَا مَآئِدَةً مِّنَ السَّمَآءِ قَالَ اتَّقُوا
اللّٰهَ إِنْ كُنْتُمْ مُّؤْمِنِينَ ﴿١١٢﴾
قَالُوا نُرِيدُ أَنْ نَّأْكُلَ مِنْهَا وَتَطْمَئِنَّ قُلُوبُنَا وَنَعْلَمَ
أَنْ قَدْ صَدَقْتَنَا وَنَكُونَ عَلَيْهَا مِنَ الشّٰهِدِينَ ﴿١١٣﴾

১১৩) যেতিয়া শিষ্যসকলে ক'লে, হে মৰ্য়মৰ পুত্ৰ 'ঈচা, আকাশৰ পৰা আমালৈ আহাৰ নমাই পঠিয়াবলৈ তোমাৰ প্ৰভু সক্ষম নে? তেওঁ কলে, যদি তোমালোক বিশ্বাসী হৈছা তেন্তে আল্লালৈ ভয় ৰাখি চলিবা।

১১৪) তেওঁলোকে ক'লে, আমি তাৰ পৰা ভোজন কৰিবলৈ ইচ্ছা কৰোঁ, আৰু (এই উপায়ে) আমাৰ অন্তৰসমূহে শান্তি লাভ কৰিব, আৰু স্বৰূপতে তুমি যে আমাক সত্য কথা কৈছা তাক জানিব পাৰিম, আৰু সেই বিষয়ে আমি সাক্ষী থাকিম।

قَالَ عِيسَى ابْنُ مَرْيَمَ اللّٰهُمَّ رَبَّنَآ أَنْزِلْ عَلَيْنَا مَآئِدَةً
مِّنَ السَّمَآءِ تَكُونُ لَنَا عِيدًا لِّأَوَّلِنَا وَاٰخِرِنَا وَاٰيَةً
مِّنْكَ وَارْزُقْنَا وَأَنْتَ خَيْرُ الرّٰزِقِينَ ﴿١١٤﴾

১১৫) মৰ্য়মৰ পুত্ৰ ঈচাই ক'লে, হে আমাৰ প্ৰভু আল্লা, আমাৰ প্ৰতি আকাশৰ পৰা আহাৰ নমাই পঠিওৱা, যি আমাৰ নিমিত্তে, আমাৰ মাজৰ প্ৰথমবিলাকৰ নিমিত্তে, আৰু আমাৰ পৰবৰ্ত্তী-বিলাকৰ নিমিত্তে আনন্দৰ উপলক্ষ আৰু তোমাৰ পৰা অহা এটি নিদৰ্শন হ'ব; আৰু আমাক জীৱিকা দান কৰা, কিয়নো উত্তম জীৱিকা দান কৰোঁতা তুমিয়েই।

قَالَ اللّٰهُ إِنِّي مُنَزِّلُهَا عَلَيْكُمْ فَمَنْ يَّكْفُرْ بَعْدُ مِنْكُمْ
فَإِنِّيٓ أُعَذِّبُهُ عَذَابًا لَّآ أُعَذِّبُهُ أَحَدًا مِّنَ الْعٰلَمِينَ ﴿١١٥﴾

১১৬) আল্লাই ক'লে, সেই আহাৰ মই নিশ্চয় তোমালোকলৈ নমাই পঠিয়াম কিন্তু তোমালোকৰ মাজৰ যেয়ে ইয়াৰ পিছতো অবিশ্বাস্ কৰিব তাক মই নিশ্চয় এনে শাস্তি ভুঞ্জিবলৈ দিম যি শাস্তি জগতৰ কোনো এজনকে দিয়া নাই।

وَإِذْ قَالَ اللّٰهُ يٰعِيسَى ابْنَ مَرْيَمَ ءَأَنْتَ قُلْتَ لِلنَّاسِ
اتَّخِذُونِي وَأُمِّيَ إِلٰهَيْنِ مِنْ دُونِ اللّٰهِ قَالَ سُبْحٰنَكَ
مَا يَكُونُ لِيٓ أَنْ أَقُولَ مَا لَيْسَ لِي بِحَقٍّ إِنْ كُنْتُ
قُلْتُهُ فَقَدْ عَلِمْتَهُ تَعْلَمُ مَا فِي نَفْسِي وَلَآ أَعْلَمُ

১১৭) আৰু যেতিয়া আল্লাই প্ৰশ্ন কৰিব, হে মৰ্য়মৰ পুত্ৰ ঈচা, তুমি মানুহক ইয়াকে কৈছিলা নে, আল্লাক এৰি মোক আৰু মোৰ মাতৃক, দুয়োজনকে, উপাস্য বুলি গ্ৰহণ কৰা? তেওঁ ক'ব, তুমিয়ে পৰম পৱিত্ৰ! যি কথা ক'বৰ অধিকাৰ মোৰ নাই সেই কথা কোৱা মোৰ নিমিত্তে যুগুত নাছিল; এই প্ৰকাৰ (গুৰুতৰ) কথা কোৱা হলে নিশ্চয় তুমি তাক জানিলাহেঁতেন; মোৰ অন্তৰত যি আছে তুমি সকলো জানা, কিন্তু তোমাৰ মনত যি আছে মই নাজানো; বাস্তৱতে সকলো গোপনীয় বিষয়

مَا فِيْ نَفْسِكَ ۚ اِنَّكَ اَنْتَ عَلَّامُ الْغُيُوْبِ ﴿١١٦﴾

জানোতা তুমিয়েই।

مَا قُلْتُ لَهُمْ اِلَّا مَاۤ اَمَرْتَنِيْ بِهٖۤ اَنِ اعْبُدُوا اللّٰهَ رَبِّيْ وَرَبَّكُمْ ۚ وَكُنْتُ عَلَيْهِمْ شَهِيْدًا مَّا دُمْتُ فِيْهِمْ ۚ فَلَمَّا تَوَفَّيْتَنِيْ كُنْتَ اَنْتَ الرَّقِيْبَ عَلَيْهِمْ ۭ وَاَنْتَ عَلٰى كُلِّ شَيْءٍ شَهِيْدٌ ﴿١١٧﴾

১১৮) মোৰ প্ৰভু আৰু তোমালোকৰ প্ৰভু আল্লাৰ আৰাধনা কৰাঁ, এনে দৰে ক'বলৈ যি আদেশ তুমি মোক দিছিলা তাৰ বাহিৰে মই সিহঁতক একোকে কোৱা নাছিলোঁ ; সিহঁতৰ মাজত যেতিয়ালৈকে মই জীৱিত আছিলোঁ সিহঁতক মই নিৰীক্ষণ কৰি থাকিছিলোঁ, কিন্তু যেতিয়া তুমি মোৰ মৃত্যু ঘটালা তুমিয়েই সিহঁতৰ ৰক্ষক থাকিলা ; আৰু তুমিয়েই সকলো বস্তুৰ নিৰীক্ষণ কৰোঁতা।

اِنْ تُعَذِّبْهُمْ فَاِنَّهُمْ عِبَادُكَ ۚ وَاِنْ تَغْفِرْ لَهُمْ فَاِنَّكَ اَنْتَ الْعَزِيْزُ الْحَكِيْمُ ﴿١١٨﴾

১১৯) যদি সিহঁতক তুমি শাস্তি দিয়া সিহঁত তোমাৰেই ভৃত্য, কিন্তু যদি সিহঁতক ক্ষমা কৰা তেনেহ'লে নিশ্চয় তুমিয়েই ক্ষমতাশালী, সৰ্ব্বজ্ঞানী।

قَالَ اللّٰهُ هٰذَا يَوْمُ يَنْفَعُ الصّٰدِقِيْنَ صِدْقُهُمْ ۭ لَهُمْ جَنّٰتٌ تَجْرِيْ مِنْ تَحْتِهَا الْاَنْهٰرُ خٰلِدِيْنَ فِيْهَاۤ اَبَدًا ۭ رَضِيَ اللّٰهُ عَنْهُمْ وَرَضُوْا عَنْهُ ۭ ذٰلِكَ الْفَوْزُ الْعَظِيْمُ ﴿١١٩﴾

১২০) আল্লাই ক'ব, আজিৰ দিনা সত্যবাদী সকলৰ সত্যতাই তেওঁলোকৰ মঙ্গল সাধন কৰিব ; তেওঁলোকৰ নিমিত্তে উদ্যানসমূহ আছে যাৰ তলেদি জুৰিবিলাক বৈ যায় ; তাতেই তেওঁলোক নিত্য বাস কৰিব ; আল্লা তেওঁলোকৰ প্ৰতি সন্তুষ্ট, আৰু তেওঁলোকো তেওঁৰ প্ৰতি সন্তুষ্ট ; সেয়ে মহান সফলতা।

لِلّٰهِ مُلْكُ السَّمٰوٰتِ وَالْاَرْضِ وَمَا فِيْهِنَّ ۭ وَهُوَ عَلٰى كُلِّ شَيْءٍ قَدِيْرٌ ﴿١٢٠﴾ ع

১২১) আকাশমণ্ডলী আৰু পৃথিৱীৰ, আৰু সেইবিলাকৰ মাজত যি আছে সকলোৰেই ওপৰত আছে আল্লাৰ ৰাজত্ব ; আৰু সকলো বস্তুৰ ওপৰতেই তেওঁ ক্ষমতাশালী।

ركوعاتها — سُوۡرَةُ الۡاَنۡعَامِ مَكِّيَّةٌ — (٦) اٰياتها

চূৰা ৬ AL-AN'AM

## আল-অন'আম মক্কাত অৱতীর্ণ

১) পৰম কৰুণাময়, পৰম দানশীল আল্লাৰ নামত।

بِسۡمِ اللّٰهِ الرَّحۡمٰنِ الرَّحِيۡمِ ①

২) সকলো প্ৰশংসাৰ গৰাকী আল্লা যিজনে আকাশমণ্ডলী আৰু পৃথিৱী সৃষ্টি কৰিছে, আৰু ঘোৰ অন্ধকাৰ আৰু জেউতি উৎপাদন কৰিছে; তথাপি অবিশ্বাসীবিলাকে অইনক সিহঁতৰ পালনকৰ্ত্তাৰ সমানে উপাস্য পাতি লয়।

اَلۡحَمۡدُ لِلّٰهِ الَّذِىۡ خَلَقَ السَّمٰوٰتِ وَالۡاَرۡضَ وَجَعَلَ
الظُّلُمٰتِ وَالنُّوۡرَ ؕ ثُمَّ الَّذِيۡنَ كَفَرُوۡا بِرَبِّهِمۡ يَعۡدِلُوۡنَ ②

৩) তেৱেঁই তোমালোকক মাটিৰে সৃজন কৰিছে, তাৰ পিছত এটা নিৰ্দ্ধাৰিত সময় নিৰ্ণয় কৰিছে; আৰু তেওঁৰেই ওচৰত আছে আন এটা নিৰূপিত কৰা সময়, অথচ তোমালোক সন্দেহত পৰি আছা।

هُوَ الَّذِىۡ خَلَقَكُمۡ مِّنۡ طِيۡنٍ ثُمَّ قَضٰٓى اَجَلًا ؕ وَاَجَلٌ
مُّسَمًّى عِنۡدَهٗ ثُمَّ اَنۡتُمۡ تَمۡتَرُوۡنَ ③

৪) আৰু আকাশমণ্ডলীৰ মাজত আৰু পৃথিৱীৰ মাজত বিৰাজমান তেৱেঁই আল্লা; তোমালোকৰ যি গোপনীয় আৰু তোমালোকৰ যি প্ৰকাশ্য সকলো তেওঁ জানে, আৰু তোমালোকে যি অৰ্জ্জন কৰি আছা তাকো তেওঁ জানে।

وَهُوَ اللّٰهُ فِى السَّمٰوٰتِ وَفِى الۡاَرۡضِ ؕ يَعۡلَمُ سِرَّكُمۡ
وَجَهۡرَكُمۡ وَيَعۡلَمُ مَا تَكۡسِبُوۡنَ ④

৫) আৰু সিহঁতৰ প্ৰভুৰ নিদৰ্শন সমূহৰ এনে কোনো নিৰ্দৰ্শন সিহঁতলৈ অহা নাই যাৰ পৰা সিহঁত বিমুখ হোৱা নাই।

وَمَا تَاۡتِيۡهِمۡ مِّنۡ اٰيَةٍ مِّنۡ اٰيٰتِ رَبِّهِمۡ اِلَّا كَانُوۡا عَنۡهَا
مُعۡرِضِيۡنَ ⑤

৬) পিছত যেতিয়া সত্য সিহঁতৰ ওচৰলৈ আহিছিল তাক স্বৰূপতে সিহঁতে অগ্ৰাহ্য কৰিছিল; অৱশেষত যি বিষয় লৈ সিহঁতে উপহাস কৰিছিল সেই বিষয়ৰ (প্ৰকৃত) সংবাদ সমূহ সিহঁতৰ ওচৰলৈ নিশ্চয় আহি পাব।

فَقَدۡ كَذَّبُوۡا بِالۡحَقِّ لَمَّا جَآءَهُمۡ ؕ فَسَوۡفَ يَاۡتِيۡهِمۡ
اَنۡۢبٰٓؤُا مَا كَانُوۡا بِهٖ يَسۡتَهۡزِءُوۡنَ ⑥

৭) সিহঁতৰ পূৰ্ব্বে কত জাতিক যে আমি বিনাশ কৰিছোঁ তাক সিহঁতে দেখি পোৱা নাই নে? পৃথিৱীত আমি সিহঁতক এনে ক্ষমতা দান

اَلَمۡ يَرَوۡا كَمۡ اَهۡلَكۡنَا مِنۡ قَبۡلِهِمۡ مِّنۡ قَرۡنٍ مَّكَّنّٰهُمۡ
فِى الۡاَرۡضِ مَا لَمۡ نُمَكِّنۡ لَّكُمۡ وَاَرۡسَلۡنَا السَّمَآءَ عَلَيۡهِمۡ

مدرارا وجعلنا الأنهر تجري من تحتهم فأهلكنهم بذنوبهم وأنشأنا من بعدهم قرنا آخرين ٧

কৰিছিলোঁ যি তোমালোককো দিয়া নাছিলোঁ; আৰু ধাৰাসাৰে বৰষুণ পেলোৱা মেঘ আমি সিহঁতৰ ওপৰেদি নমাইছিলোঁ; আৰু জুৰিবিলাক সিহঁতৰ তলেদি আমি প্ৰবাহিত কৰিছিলোঁ। তাৰ পিছত আমি সিহঁতক সিহঁতৰ পাপসমূহৰ কাৰণে সংহাৰ কৰিছিলোঁ; আৰু সিহঁতৰ পিছত আন আন জাতি বিলাক প্ৰতিষ্ঠিত কৰিছিলোঁ।

ولو نزلنا عليك كتبا في قرطاس فلمسوه بأيديهم لقال الذين كفروا إن هذا إلا سحر مبين ٨

৮) আৰু আমি তোমাৰ প্ৰতি কাকতত লেখা এখন পুথি নমাই পঠিওৱাহেঁতেন, আৰু সেইখন পুথি সিহঁতে নিজ হাতেৰ স্পৰ্শ কৰিলেহেঁতেন, তেতিয়াও অবিশ্বাসীবিলাকে নিশ্চয় ইয়াকে ক'লেহেঁতেন, ই প্ৰত্যক্ষ কুহক ভিন্ন একো নহয়।

وقالوا لولا أنزل عليه ملك ولو أنزلنا ملكا لقضي الأمر ثم لا ينظرون ٩

৯) আৰু সিহঁতে কয়, তেওঁৰ প্ৰতি এজন ফিৰিশ্বতা অৱতৰণ কৰোৱা নহ'ল কিয়? আৰু আমি এজন ফিৰিশ্বতাক নমাই পঠিওৱা হ'লে, অৱশ্যে সেই বিষয়ৰ মীমাংসা (একেবাৰেই) হ'লহেঁতেন; তেনে হোৱা হ'লে সিহঁতক অলপো অৱসৰ দিয়া নহ'লহেঁতেন।

ولو جعلنه ملكا لجعلنه رجلا وللبسنا عليهم ما يلبسون ١٠

১০) আৰু আমি তেওঁক ফিৰিশ্বতা কৰা হ'লে নিশ্চয় আমি তেওঁক মানুহৰ আকাৰ দিলোঁ-হেঁতেন; আৰু তেতিয়া নিশ্চয় সিহঁতে যি সন্দেহ কৰিছিল তাৰ ওপৰত আমি (নতুন) সন্দেহ মিহলি কৰা হ'লহেঁতেন।

ولقد استهزئ برسل من قبلك فحاق بالذين سخروا منهم ما كانوا به يستهزءون ١١ ع

১১) আৰু স্বৰূপতে তোমাৰ পূৰ্ব্বেও ৰছুলসকলক উপহাস কৰা হৈছিল, কিন্তু যি কথা লৈ সিহঁতে উপহাস কৰিছিল সেয়ে সিহঁতৰ মাজৰ উপহাস কৰোঁতাবিলাকক আগুৰি ধৰিছিল।

قل سيروا في الأرض ثم انظروا كيف كان عاقبة المكذبين ١٢

১২) তুমি কোৱাঁ, তোমালোকে পৃথিৱীত ভ্ৰমণ কৰাঁ; আৰু সত্যক যিবিলাকে মিছা বুলি ভাবিছিল সিহঁতৰ পৰিণাম কি হল চোৱাঁ।

قل لمن ما في السموت والأرض قل لله كتب على

১৩) তুমি কোৱাঁ, আকাশমণ্ডলী আৰু পৃথিৱীত যি আছে তাৰ গৰাকী কোন? কোৱাঁ, আল্লায়ে গৰাকী; তেওঁ নিজৰ অন্তৰত কৰুণা লেখি থৈছে;

নিশ্চয় তেওঁ তোমালোকক একেলগ কৰিব পুনৰুত্থানৰ দিনা; তাত কোনো সন্দেহ নাই; যিবিলাকে নিজৰ আত্মাৰ অনিষ্ট সাধন কৰিছে সিহঁতে কেতিয়াও বিশ্বাস নকৰে।

نَفْسِهِ الرَّحْمَةَ ۚ لَيَجْمَعَنَّكُمْ إِلَىٰ يَوْمِ الْقِيَامَةِ لَا رَيْبَ فِيهِ ۚ الَّذِينَ خَسِرُوا أَنْفُسَهُمْ فَهُمْ لَا يُؤْمِنُونَ ١٢

১৪) আৰু ৰাতি আৰু দিনত যি বিৰাজ কৰে তাৰ ওপৰত তেওঁৰেই অধিকাৰ; আৰু তেৱেঁই শ্ৰেষ্ঠ শ্ৰোতা, সৰ্ব্বজ্ঞাতা।

وَلَهُ مَا سَكَنَ فِي اللَّيْلِ وَالنَّهَارِ ۚ وَهُوَ السَّمِيعُ الْعَلِيمُ ١٣

১৫) তুমি কোৱাঁ, আকাশমণ্ডলী আৰু পৃথিৱীৰ সৃষ্টিকৰ্ত্তা আল্লাক এৰি মই অইনক সাহায্য-কাৰীৰূপে গ্ৰহণ কৰিম নে? অথচ তেৱেঁই (সকলোকে) আহাৰ দান কৰে, তেওঁক কিন্তু আহাৰৰ প্ৰয়োজন নাই; কোৱাঁ, যি সকলে আত্মসমৰ্পণ কৰিছে সেই সকলৰ মাজত যেন মই প্ৰথম হওঁ মোক নিশ্চয় ইয়াকে আদেশ দিয়া হৈছে। আৰু (আদেশ দিয়া হৈছে,) তুমি সেই বিলাকৰ মাজৰ নহ'বা যিবিলাকে অইনক আল্লাৰ সমানে উপাস্য পাতে।

قُلْ أَغَيْرَ اللَّهِ أَتَّخِذُ وَلِيًّا فَاطِرِ السَّمَاوَاتِ وَالْأَرْضِ وَهُوَ يُطْعِمُ وَلَا يُطْعَمُ ۗ قُلْ إِنِّي أُمِرْتُ أَنْ أَكُونَ أَوَّلَ مَنْ أَسْلَمَ ۖ وَلَا تَكُونَنَّ مِنَ الْمُشْرِكِينَ ١٤

১৬) তুমি কোৱাঁ, মই নিজ প্ৰভুৰ অবাধ্য হ'লে নিশ্চয় মই মহাদিনৰ শাস্তিৰ ভয় কৰি থাকিব লাগিব।

قُلْ إِنِّي أَخَافُ إِنْ عَصَيْتُ رَبِّي عَذَابَ يَوْمٍ عَظِيمٍ ١٥

১৭) সেইদিনা যিজনৰ পৰা সেই শাস্তি আঁতৰাই নিয়া হ'ব সেইজনৰ ওপৰত নিশ্চয় তেওঁ কৰুণা বৰ্ষণ কৰিলে; আৰু সেয়ে হৈছে প্ৰকাশ্য সফলতা।

مَنْ يُصْرَفْ عَنْهُ يَوْمَئِذٍ فَقَدْ رَحِمَهُ ۚ وَذَٰلِكَ الْفَوْزُ الْمُبِينُ ١٦

১৮) আৰু যদি আল্লাই তোমাক ক্লেশ-কষ্টত পেলায়, তেন্তে তেওঁত ভিন্ন তাৰ প্ৰতিবিধান কৰোঁতা কেও নাই; আৰু তেওঁ যদি তোমাক কল্যাণ লাভ কৰিবলৈ দিয়ে, তেন্তে (জানি থোৱাঁ) সকলো বস্তুৰেই ওপৰত আছে তেওঁৰ মহান ক্ষমতা।

وَإِنْ يَمْسَسْكَ اللَّهُ بِضُرٍّ فَلَا كَاشِفَ لَهُ إِلَّا هُوَ ۖ وَإِنْ يَمْسَسْكَ بِخَيْرٍ فَهُوَ عَلَىٰ كُلِّ شَيْءٍ قَدِيرٌ ١٧

১৯) আৰু নিজৰ ভৃত্যবিলাকৰ ওপৰত তেৱেঁই পৰাক্ৰমশালী; আৰু তেৱেঁই মহাজ্ঞানী, পৰিজ্ঞাত।

وَهُوَ الْقَاهِرُ فَوْقَ عِبَادِهِ ۚ وَهُوَ الْحَكِيمُ الْخَبِيرُ ١٨

২০) তুমি কোৱাঁ কেনে সাক্ষী আটাইতকৈ ডাঙৰ? মোৰ আৰু তোমালোকৰ মাজত আল্লা (নিজেই) সাক্ষী; আৰু মোৰ প্ৰতি এই কোৰান প্ৰত্যাদেশ কৰা হৈছে, যাতে মই ইয়াৰ দ্বাৰা তোমালোকক আৰু যিবিলাকে তাৰ সংবাদ পায় সেই বিলাককো সতৰ্ক কৰোঁ। কি! আল্লাৰ সঙ্গীৰূপে আৰু আন উপাস্য আছে বুলি সঁচাকৈয়ে তোমালোকে সাক্ষী দিছা নে? তুমি কোৱাঁ, এনে সাক্ষী মই হ'লে নিদিওঁ; তুমি (আৰু) কোৱাঁ, ইয়াত অকণো সন্দেহ নাই তেৱেঁই অকল একমাত্ৰ উপাস্য; আৰু তোমালোকে যে অইনক আল্লাৰ সমানে উপাস্য পাতিছা মই নিশ্চয় সেই সম্বন্ধে দায়ী নহওঁ।

قُلْ اَيُّ شَيْءٍ اَكْبَرُ شَهَادَةً ۖ قُلِ اللّٰهُ ۖ شَهِيْدٌۢ بَيْنِيْ وَبَيْنَكُمْ ۚ وَاُوْحِيَ اِلَيَّ هٰذَا الْقُرْاٰنُ لِاُنْذِرَكُمْ بِهٖ وَمَنْۢ بَلَغَ ۚ اَئِنَّكُمْ لَتَشْهَدُوْنَ اَنَّ مَعَ اللّٰهِ اٰلِهَةً اُخْرٰى ۚ قُلْ لَّآ اَشْهَدُ ۚ قُلْ اِنَّمَا هُوَ اِلٰهٌ وَّاحِدٌ وَّاِنَّنِيْ بَرِيْٓءٌ مِّمَّا تُشْرِكُوْنَ ﴿٢٠﴾

২১) যিবিলাকক আমি ধৰ্ম্মপুথি দান কৰিছোঁ সেইবিলাকে তেওঁক এনেদৰে চিনিব পাৰিছে যিদৰে নিজৰ সন্তানইঁতক চিনি পায়; যিবিলাকে নিজৰ আত্মাসমূহৰ অনিষ্ট সাধন কৰে সেই বিলাকে কেতিয়াও বিশ্বাস নকৰে।

اَلَّذِيْنَ اٰتَيْنٰهُمُ الْكِتٰبَ يَعْرِفُوْنَهٗ كَمَا يَعْرِفُوْنَ اَبْنَآءَهُمْ ۘ اَلَّذِيْنَ خَسِرُوْٓا اَنْفُسَهُمْ فَهُمْ لَا يُؤْمِنُوْنَ ﴿٢١﴾

২২) আৰু যিজনে আল্লাৰ সম্বন্ধে মিছা সাজে নাইবা তেওঁৰ নিদৰ্শনসমূহক মিছা বুলি ভাবি অমান্য কৰে তাতোকৈ অধিক অন্যায়কাৰী কোন? প্ৰকৃততে অন্যায়কাৰীবিলাক কেতিয়াও সফল-মনোৰথ নহয়।

وَمَنْ اَظْلَمُ مِمَّنِ افْتَرٰى عَلَى اللّٰهِ كَذِبًا اَوْ كَذَّبَ بِاٰيٰتِهٖ ۗ اِنَّهٗ لَا يُفْلِحُ الظّٰلِمُوْنَ ﴿٢٢﴾

২৩) আৰু আমি এদিন সিহঁতৰ সকলোকে (আমাৰ সমুখত) একেলগ কৰিম; আৰু যিবিলাকে অইনক আমাৰ সমানে উপাস্য পাতিছিল সিহঁতক আমি প্ৰশ্ন কৰিম, যিবিলাকক তোমালোকে নিজ অনুমানৰে আল্লাৰ অংশী পাতিছিলা সেইবিলাক আজি ক'ত?

وَيَوْمَ نَحْشُرُهُمْ جَمِيْعًا ثُمَّ نَقُوْلُ لِلَّذِيْنَ اَشْرَكُوْٓا اَيْنَ شُرَكَآؤُكُمُ الَّذِيْنَ كُنْتُمْ تَزْعُمُوْنَ ﴿٢٣﴾

২৪) তেতিয়া সিহঁতৰ কেৱল এই মিছা কথা কোৱাৰ বাহিৰে একো ওজৰ নাথাকিবঃ আমাৰ প্ৰভু আল্লাৰ শপত, অইনক আমি আল্লাৰ সমানে উপাস্য পতা নাছিলোঁ।

ثُمَّ لَمْ تَكُنْ فِتْنَتُهُمْ اِلَّآ اَنْ قَالُوْا وَاللّٰهِ رَبِّنَا مَا كُنَّا مُشْرِكِيْنَ ﴿٢٤﴾

২৫) চোৱাঁ, সিহঁতে নিজ আত্মাসমূহৰ বিৰুদ্ধে কেনেকৈ মিছা মাতিছে; আৰু সিহঁতে যি মিছা সাজিছিল সি সিহঁতৰ পৰা আঁতৰ হ'ল।

اُنْظُرْ كَيْفَ كَذَبُوْا عَلٰٓى اَنْفُسِهِمْ وَضَلَّ عَنْهُمْ مَّا كَانُوْا يَفْتَرُوْنَ ۝٢٥

২৬) আৰু সিহঁতৰ মাজৰ কিছুমানে তোমাৰ কথাৰ প্ৰতি কাণ দিয়ে। আৰু আমি সিহঁতৰ অন্তৰসমূহত আবৰণ পেলাইছোঁ যাতে সিহঁতে সেই কথা বুজিব নোৱাৰে, আৰু সিহঁতৰ কাণ গধুৰ কৰিছোঁ; আৰু সিহঁতে সকলো নিদৰ্শন দেখি পালেও তাত বিশ্বাস নকৰে, এনেকি সিহঁত তোমাৰ ওচৰলৈ আহিলে তোমাৰ সৈতে বাদ-বিসম্বাদহে কৰিব; তেতিয়া অবিশ্বাসী-বিলাকে ক'ব, এই কোৰান পূৰ্ব্ববৰ্ত্তী বিলাকৰ উপাখ্যানসমূহৰ সংগ্ৰহ মাথোন।

وَمِنْهُمْ مَّنْ يَّسْتَمِعُ اِلَيْكَ ۚ وَجَعَلْنَا عَلٰى قُلُوْبِهِمْ اَكِنَّةً اَنْ يَّفْقَهُوْهُ وَفِيْٓ اٰذَانِهِمْ وَقْرًا ۗ وَاِنْ يَّرَوْا كُلَّ اٰيَةٍ لَّا يُؤْمِنُوْا بِهَا ۗ حَتّٰٓى اِذَا جَاۤءُوْكَ يُجَادِلُوْنَكَ يَقُوْلُ الَّذِيْنَ كَفَرُوْٓا اِنْ هٰذَآ اِلَّآ اَسَاطِيْرُ الْاَوَّلِيْنَ ۝٢٦

২৭) আৰু সিহঁতে তাৰ পৰা (অইনক) বিৰত ৰাখে আৰু নিজেও তাৰ পৰা আঁতৰি থাকে; এই দৰে সিহঁতে কেৱল নিজৰ আত্মসমূহৰহে ধ্বংস সাধন কৰে, কিন্তু সিহঁতে নুবুজে।

وَهُمْ يَنْهَوْنَ عَنْهُ وَيَنْـَٔوْنَ عَنْهُ ۚ وَاِنْ يُّهْلِكُوْنَ اِلَّآ اَنْفُسَهُمْ وَمَا يَشْعُرُوْنَ ۝٢٧

২৮) আৰু যদি তুমি দেখিলাহেঁতেন, যেতিয়া সিহঁতক অগ্নিৰ সমুখত থিয় কৰোৱা হ'ব! তেতিয়া সিহঁতে ক'ব, হায়! আমাক (পৃথিৱীলৈ) পুনৰাই ওলটাই পঠিওৱাহেঁতেন! তেতিয়া আমি আমাৰ প্ৰভুৰ নিদৰ্শনসমূহক মিছা ভাবি অগ্ৰাহ্য নকৰিলোঁহেঁতেন।

وَلَوْ تَرٰٓى اِذْ وُقِفُوْا عَلَى النَّارِ فَقَالُوْا يٰلَيْتَنَا نُرَدُّ وَلَا نُكَذِّبَ بِاٰيٰتِ رَبِّنَا وَنَكُوْنَ مِنَ الْمُؤْمِنِيْنَ ۝٢٨

২৯) নহয়, সিহঁতে আগেয়ে যি গোপন কৰিছিল সি সিহঁতৰ আগত প্ৰকাশ হৈ পৰিব; আৰু যদি সিহঁতক পুনৰায় (পৃথিৱীলৈ) ওলটাই পঠিওৱা হয় তেন্তে যি কথাৰ পৰা সিহঁতক নিষেধ কৰা হৈছিল নিশ্চয় তাতেই সিহঁত দুনাই প্ৰবৃত্ত হ'ব আৰু নিশ্চয় সিহঁত মিছলীয়া।

بَلْ بَدَا لَهُمْ مَّا كَانُوْا يُخْفُوْنَ مِنْ قَبْلُ ۗ وَلَوْ رُدُّوْا لَعَادُوْا لِمَا نُهُوْا عَنْهُ وَاِنَّهُمْ لَكٰذِبُوْنَ ۝٢٩

৩০) আৰু সিহঁতে কয়, কেৱল এই পাৰ্থিৱ জীৱনহে আমাৰ নিমিত্তে, আৰু আমাৰ পুনৰুত্থান কেতিয়াও নহ'য়।

وَقَالُوْٓا اِنْ هِيَ اِلَّا حَيَاتُنَا الدُّنْيَا وَمَا نَحْنُ بِمَبْعُوْثِيْنَ ۝٣٠

৩১) আৰু যদি তুমি দেখিলাহেঁতেন যেতিয়া

وَلَوْ تَرٰٓى اِذْ وُقِفُوْا عَلٰى رَبِّهِمْ ۗ قَالَ اَلَيْسَ هٰذَا بِالْحَقِّ ۗ

সিহঁতক সিহঁতৰ প্ৰভুৰ সমুখত থিয় কৰোৱা হ'ব! তেওঁ ক'ব, ই (পুনৰুত্থান) সত্য নহয় নে? সিহঁতে উত্তৰ দিব, আমাৰ প্ৰভুৰ শপত, হয় (ই সত্য); তেওঁ ক'ব, তেনেহ'লে তোমালোকে যে অবিশ্বাস কৰিছিলা তাৰ বাবে (আজি) শাস্তিৰ সোৱাদ লোৱাঁ।

قَالُوا بَلَىٰ وَرَبِّنَا ۚ قَالَ فَذُوقُوا الْعَذَابَ بِمَا كُنتُمْ
ع تَكْفُرُونَ ٣١

৩২) যিবিলাকে আল্লাৰ সৈতে সাক্ষাৎ হোৱা মিছা বুলি কয়, স্বৰূপতে সিহঁতেই ক্ষতিগ্ৰস্ত; কালক্ৰমে যেতিয়া সেই নিৰ্দ্দিষ্ট সময় অকস্মাৎ সিহঁতৰ ওচৰলৈ আহি পাবহি, তেতিয়া সিহঁতে ক'ব, কি দুখৰ কথা! আমি যে এই বিষয়ে আওকাণ কৰিছিলোঁ! আৰু সিহঁতে নিজৰ ভাৰসমূহ নিজৰ পিঠিতেই বহন কৰিব; চোৱাঁ, সিহঁতে যি ভাৰ বহন কৰিছে কেনে অপকৃষ্ট!

قَدْ خَسِرَ الَّذِينَ كَذَّبُوا بِلِقَاءِ اللَّهِ ۖ حَتَّىٰ إِذَا جَاءَتْهُمُ
السَّاعَةُ بَغْتَةً قَالُوا يَا حَسْرَتَنَا عَلَىٰ مَا فَرَّطْنَا فِيهَا
وَهُمْ يَحْمِلُونَ أَوْزَارَهُمْ عَلَىٰ ظُهُورِهِمْ ۚ أَلَا سَاءَ مَا
يَزِرُونَ ٣٢

৩৩) আৰু পাৰ্থিব জীৱন আমোদ-প্ৰমোদ আৰু ৰং-ধেমালিৰ বাহিৰে একো নহয়; আৰু যি সকল ধৰ্ম্মপৰায়ণ সেই সকলৰ নিমিত্তে পৰলোকৰ আলয় নিশ্চয় অধিক শ্ৰেষ্ঠ। কি! তোমালোকে নুবুজা নে?

وَمَا الْحَيَاةُ الدُّنْيَا إِلَّا لَعِبٌ وَلَهْوٌ ۖ وَلَلدَّارُ الْآخِرَةُ
خَيْرٌ لِّلَّذِينَ يَتَّقُونَ ۗ أَفَلَا تَعْقِلُونَ ٣٣

৩৪) স্বৰূপতে আমি জানিছোঁ, সিহঁতে যি কথা কয় সি তোমাক বেজাৰ দিয়ে; কিন্তু নিশ্চয় সিহঁতে যে তোমাকে মিথ্যাবাদী বোলে এনে নহয়, বৰং আল্লাৰ নিদৰ্শনসমূহক অন্যায়কাৰীবিলাকে অস্বীকাৰ কৰে।

قَدْ نَعْلَمُ إِنَّهُ لَيَحْزُنُكَ الَّذِي يَقُولُونَ ۖ فَإِنَّهُمْ لَا
يُكَذِّبُونَكَ وَلَٰكِنَّ الظَّالِمِينَ بِآيَاتِ اللَّهِ يَجْحَدُونَ ٣٤

৩৫) আৰু স্বৰূপতে তোমাৰ পূৰ্ব্বেও ৰছুলসকলক মিছলীয়া বুলি অমান্য কৰা হৈছিল; কিন্তু তেওঁলোকক যে মিছলীয়া বোলা হৈছিল, আৰু তেওঁলোকলৈ আমাৰ (বিশেষ) সহায় নহা পৰ্য্যন্ত যে তেওঁলোকক যাতনা দিয়া হৈছিল, তাৰ বাবে তেওঁলোকে ধৈৰ্য্য ধৰি থাকিছিল; আৰু (জানিবা)) আল্লাৰ বাণীসমূহৰ পৰিবৰ্ত্তন কৰোঁতা কেওঁ নাই; আৰু স্বৰূপতে (অইন) ৰছুলসকলৰ কিছুমান বিৱৰণো ইতিপূৰ্ব্বে তোমাৰ ওচৰলৈ আহিছে।

وَلَقَدْ كُذِّبَتْ رُسُلٌ مِّن قَبْلِكَ فَصَبَرُوا عَلَىٰ مَا كُذِّبُوا
وَأُوذُوا حَتَّىٰ أَتَاهُمْ نَصْرُنَا ۚ وَلَا مُبَدِّلَ لِكَلِمَاتِ اللَّهِ ۚ
وَلَقَدْ جَاءَكَ مِن نَّبَإِ الْمُرْسَلِينَ ٣٥

وَاِنْ كَانَ كَبُرَ عَلَيْكَ اِعْرَاضُهُمْ فَاِنِ اسْتَطَعْتَ اَنْ تَبْتَغِيَ نَفَقًا فِي الْاَرْضِ اَوْ سُلَّمًا فِي السَّمَآءِ فَتَاْتِيَهُمْ بِاٰيَةٍ ؕ وَلَوْ شَآءَ اللّٰهُ لَجَمَعَهُمْ عَلَى الْهُدٰى فَلَا تَكُوْنَنَّ مِنَ الْجٰهِلِيْنَ ﴿٣٥﴾

النصف

৩৬) আৰু যদি সিহঁতে (সত্যৰ পৰা) বিমুখ হোৱাটো তোমাৰ পক্ষে অতি কষ্টকৰ হয়, তেন্তে, যদি তোমাৰ ক্ষমতা থাকে, পৃথিৱীৰ তলেদি এটা গাঁত বা আকাশত (উঠিবলৈ) এডাল জখলা বিচাৰি লোৱাঁ, যাতে সিহঁতলৈ তুমি নিদৰ্শন লৈ আনিব পাৰা, (তথাপি সিহঁত একেভাগে অবিশ্বাসী হৈ থাকিব) ; আৰু আল্লাই ইচ্ছা কৰা হ'লে তেওঁ নিশ্চয় সিহঁতৰ সকলোকে সুপথত একেলগ কৰিলেহেঁতেন ; গতিকে তুমি নজনাবিলাকৰ মাজৰ নহবা।

اِنَّمَا يَسْتَجِيْبُ الَّذِيْنَ يَسْمَعُوْنَ ؕ وَالْمَوْتٰى يَبْعَثُهُمُ اللّٰهُ ثُمَّ اِلَيْهِ يُرْجَعُوْنَ ﴿٣٦﴾

৩৭) যিবিলাকে (আল্লাৰ আহ্বান) কাণ দি শুনে সেইবিলাকেহে প্ৰত্যুত্তৰ দিয়ে ; আৰু যিবিলাক মৃতক (সিহঁতে কি উত্তৰ দিব ?) আল্লাই সিহঁতক পুনঃ উত্থান কৰিব ; পিছত সিহঁতক তেওঁৰ ফাললৈ ওভোতাই নিয়া হ'ব।

وَقَالُوْا لَوْلَا نُزِّلَ عَلَيْهِ اٰيَةٌ مِّنْ رَّبِّهٖ ؕ قُلْ اِنَّ اللّٰهَ قَادِرٌ عَلٰٓى اَنْ يُّنَزِّلَ اٰيَةً وَّلٰكِنَّ اَكْثَرَهُمْ لَا يَعْلَمُوْنَ ﴿٣٧﴾

৩৮) আৰু সিহঁতে কয়, তেওঁৰ প্ৰভুৰ পৰা তেওঁলৈ কোনো নিদৰ্শন নমাই পঠিয়াবলৈ আল্লা নিশ্চয় সক্ষম, কিন্তু সিহঁতৰ বেছি ভাগেই নাজানে।

وَمَا مِنْ دَآبَّةٍ فِي الْاَرْضِ وَلَا طٰٓئِرٍ يَّطِيْرُ بِجَنَاحَيْهِ اِلَّآ اُمَمٌ اَمْثَالُكُمْ ؕ مَا فَرَّطْنَا فِي الْكِتٰبِ مِنْ شَيْءٍ ثُمَّ اِلٰى رَبِّهِمْ يُحْشَرُوْنَ ﴿٣٨﴾

৩৯) আৰু পৃথিৱীত এনে জন্তু নাই, আৰু নিজৰ দুখন পাখিৰে উৰা এনে চৰায়ো নাই যি তোমালোকৰ দৰে দলবদ্ধ হৈ নাথাকে ; এই পুথিত কোনো (জানিব লগীয়া) বিষয়কে আমি বাদ দিয়া নাই ; পিছত সিহঁতক সকলোকে সিহঁতৰ প্ৰভুৰ ওচৰলৈ একেলগ কৰি নিয়া হ'ব।

وَالَّذِيْنَ كَذَّبُوْا بِاٰيٰتِنَا صُمٌّ وَّبُكْمٌ فِي الظُّلُمٰتِ ؕ مَنْ يَّشَاِ اللّٰهُ يُضْلِلْهُ ؕ وَمَنْ يَّشَاْ يَجْعَلْهُ عَلٰى صِرَاطٍ مُّسْتَقِيْمٍ ﴿٣٩﴾

৪০) আৰু যিবিলাকে আমাৰ নিদৰ্শনসমূহক মিছা বুলি ভাবে সিহঁত ক'লা আৰু বোবা হৈ ঘোৰ অন্ধকাৰত পৰি থাকে ; আল্লাই যাকে ইচ্ছা তাকে পথভ্ৰষ্ট কৰে, আৰু যাকে ইচ্ছা তাকে পোন বাটলৈ লৈ আনে।

قُلْ اَرَءَيْتَكُمْ اِنْ اَتٰىكُمْ عَذَابُ اللّٰهِ اَوْ اَتَتْكُمُ السَّاعَةُ

৪১) তুমি কোৱাঁ, তোমালোকে ভাবি চোৱা নাই নে, যদি তোমালোকৰ প্ৰতি আল্লাৰ শাস্তি আহে, নাইবা সেই (প্ৰতিশ্ৰুত) নিৰ্দ্দিষ্ট সময় তোমালোকৰ

اَغَيْرَ اللّٰهِ تَدْعُوْنَ ۚ اِنْ كُنْتُمْ صٰدِقِيْنَ ۝٤٠

সমুখত উপস্থিত হয়, তোমালোকে আল্লাক এৰি অইনক আহ্বান কৰিবা নে ? (উত্তৰ দিয়াঁ) যদিহে তোমালোক সত্যবাদী হোৱা।

بَلْ اِيَّاهُ تَدْعُوْنَ فَيَكْشِفُ مَا تَدْعُوْنَ اِلَيْهِ اِنْ شَآءَ وَتَنْسَوْنَ مَا تُشْرِكُوْنَ ۝٤١

৪১) নহয়, কেৱল তেওঁকেই তোমালোকে আহ্বান কৰিবা ; তেওঁ ইচ্ছা কৰিলে যি সঙ্কট দূৰ কৰিবলৈ তেওঁক আহ্বান কৰা তেওঁ তাৰ প্ৰতিকাৰ কৰিব আৰু আল্লাৰ লগতে যিবিলাকক অংশী পাতিছিলা সেইবিলাকক পাহৰি যাবা।

وَلَقَدْ اَرْسَلْنَآ اِلٰٓى اُمَمٍ مِّنْ قَبْلِكَ فَاَخَذْنٰهُمْ بِالْبَاْسَآءِ وَالضَّرَّآءِ لَعَلَّهُمْ يَتَضَرَّعُوْنَ ۝٤٢

৪২) আৰু স্বৰূপতে তোমাৰ পূৰ্ব্বে আন জাতিবিলাকৰ প্ৰতি আমি ৰচুলসকলক প্ৰেৰণ কৰিছিলোঁ ; পিছত আমি সিহঁতক দাৰিদ্ৰ্য আৰু ক্লেশ-কষ্টত পেলাইছিলোঁ যাতে সিহঁতে সবিনয়ে প্ৰাৰ্থনা কৰে।

فَلَوْلَآ اِذْ جَآءَهُمْ بَاْسُنَا تَضَرَّعُوْا وَلٰكِنْ قَسَتْ قُلُوْبُهُمْ وَزَيَّنَ لَهُمُ الشَّيْطٰنُ مَا كَانُوْا يَعْمَلُوْنَ ۝٤٣

৪৩) যেতিয়া আমাৰ পৰা সঙ্কট সিহঁতৰ সমুখত উপস্থিত হৈছিল তেতিয়া সিহঁতে কিয় সবিনয়ে প্ৰাৰ্থনা নকৰিলে ? বৰং (প্ৰকৃততে) সিহঁতৰ অন্তঃকৰণ কঠিন হ'ল আৰু সিহঁতে যি কাৰ্য্য কৰিছিল তাকে শয়তানে সিহঁতৰ কাৰণে দেখিবলৈ শোভনীয় কৰিছিল।

فَلَمَّا نَسُوْا مَا ذُكِّرُوْا بِهٖ فَتَحْنَا عَلَيْهِمْ اَبْوَابَ كُلِّ شَيْءٍ ۭ حَتّٰٓى اِذَا فَرِحُوْا بِمَآ اُوْتُوْٓا اَخَذْنٰهُمْ بَغْتَةً فَاِذَا هُمْ مُّبْلِسُوْنَ ۝٤٤

৪৪) পিছত যেতিয়া সিহঁতক যি উপদেশ দিয়া হৈছিল তাক সিহঁতে পাহৰিলে তেতিয়া আমি সিহঁতৰ নিমিত্তে বহু সম্বলৰ দুৱাৰসমূহ মুকলি কৰিছিলোঁ ; কালত সিহঁতক যি দান কৰা হৈছিল তাৰ বাবে সিহঁত উল্লাসিত হৈ থাকোঁতে আমি অকস্মাৎ সিহঁতক ধৰিলোঁ ; চোৱাঁ, তাৰ ফলত সিহঁত বিবুদ্ধি হৈ (মূৰ দোঁৱাই) ৰৈ থাকিল।

فَقُطِعَ دَابِرُ الْقَوْمِ الَّذِيْنَ ظَلَمُوْا ۭ وَالْحَمْدُ لِلّٰهِ رَبِّ الْعٰلَمِيْنَ ۝٤٥

৪৫) গতিকে যিবিলাকে অন্যায় কৰিছিল সিহঁতৰ বংশৰ মূলকে কাটি পেলোৱা হ'ল ; আৰু সকলো প্ৰশংসা ব্ৰহ্মাণ্ডৰ প্ৰতিপালক আল্লাৰ নিমিত্তেই।

قُلْ اَرَءَيْتُمْ اِنْ اَخَذَ اللّٰهُ سَمْعَكُمْ وَاَبْصَارَكُمْ وَخَتَمَ

৪৬) তুমি কোৱাঁ, তোমালোকে ভাবি চাইছা নে, যদি আল্লাই তোমালোকৰ শ্ৰৱণ আৰু দৃষ্টি কাঢ়ি লৈ যায় আৰু তোমালোকৰ অন্তৰসমূহত মোহৰ মাৰি

عَلَىٰ قُلُوبِكُم مَّنْ إِلَٰهٌ غَيْرُ اللَّهِ يَأْتِيكُم بِهِ ۗ انظُرْ
كَيْفَ نُصَرِّفُ الْآيَاتِ ثُمَّ هُمْ يَصْدِفُونَ ﴿٤٦﴾

দিয়ে তেন্তে আল্লাত ভিন্ন কোন এনে উপাস্য আছে যি তোমালোকক সেইবিলাক প্ৰত্যাৰ্পণ কৰিব? তুমি চোৱাঁ, কিদৰে আমি ঘূৰাই ঘূৰাই নিদৰ্শনসমূহ বৰ্ণনা কৰিছোঁ ; তথাপি সিহঁত (বিমুখ হৈ) উলটি যায়!

قُلْ أَرَأَيْتَكُمْ إِنْ أَتَاكُمْ عَذَابُ اللَّهِ بَغْتَةً أَوْ
جَهْرَةً هَلْ يُهْلَكُ إِلَّا الْقَوْمُ الظَّالِمُونَ ﴿٤٧﴾

৪৮) তুমি কোৱাঁ, তোমালোকে ভাবি চাইছা নে যদি আল্লাৰ শাস্তি তোমালোকৰ সমুখত অকস্মাৎ বা প্ৰকাশ্যে উপস্থিত হয়, তেন্তে অন্যায়কাৰী দলৰ বাহিৰে অইন কাকো সংহাৰ কৰা হ'বনে?

وَمَا نُرْسِلُ الْمُرْسَلِينَ إِلَّا مُبَشِّرِينَ وَمُنذِرِينَ ۖ
فَمَنْ آمَنَ وَأَصْلَحَ فَلَا خَوْفٌ عَلَيْهِمْ وَلَا هُمْ
يَحْزَنُونَ ﴿٤٨﴾

৪৯) আৰু আমি ৰচুলসকলক আনন্দ-বাৰ্ত্তা দিওঁতা আৰু সতৰ্ক কৰোতাঁ স্বৰূপতে প্ৰেৰণ কৰিছোঁ ; এতেকে যিসকলে বিশ্বাস কৰিছে আৰু নিজৰ সংশোধন সাধন কৰিছে সেই সকলৰ কোনো ভয় নাথাকিব আৰু তেওঁলোকে বেজাৰো কৰিব নালাগিব।

وَالَّذِينَ كَذَّبُوا بِآيَاتِنَا يَمَسُّهُمُ الْعَذَابُ بِمَا كَانُوا
يَفْسُقُونَ ﴿٤٩﴾

৫০) আৰু যিবিলাকে আমাৰ নিদৰ্শনসমূহক মিছা বুলি ভাবিছে সিহঁতক শাস্তিয়ে স্পৰ্শ কৰিব, কিয়নো সিহঁতে বিৰোধ কৰিছিল।

قُل لَّا أَقُولُ لَكُمْ عِندِي خَزَائِنُ اللَّهِ وَلَا أَعْلَمُ
الْغَيْبَ وَلَا أَقُولُ لَكُمْ إِنِّي مَلَكٌ ۖ إِنْ أَتَّبِعُ إِلَّا مَا
يُوحَىٰ إِلَيَّ ۚ قُلْ هَلْ يَسْتَوِي الْأَعْمَىٰ وَالْبَصِيرُ ۚ أَفَلَا
تَتَفَكَّرُونَ ﴿٥٠﴾ ع

৫১) তুমি কোৱাঁ, আল্লাৰ ধনভঁৰালসমূহ মোৰ কাষত আছে বুলি মই নকওঁ, আৰু যি অদৃশ্য তাকো মই নাজানো ; আৰু মই এজন ফিৰিশ্তা বুলিও তোমালোকক নকওঁ; মোৰ প্ৰতি যি প্ৰত্যাদেশ কৰা হৈছে তাৰেই মাথোন মই অনুসৰণ কৰোঁ। তুমি কোৱাঁ, অন্ধ আৰু দৃষ্টিশালী দুয়ো সমানহ'বপাৰে নে ?তেন্তে তোমালোকে কিয় চিন্তা নকৰা ?

وَأَنذِرْ بِهِ الَّذِينَ يَخَافُونَ أَن يُحْشَرُوا إِلَىٰ رَبِّهِمْ ۙ
لَيْسَ لَهُم مِّن دُونِهِ وَلِيٌّ وَلَا شَفِيعٌ لَّعَلَّهُمْ
يَتَّقُونَ ﴿٥١﴾

৫২) আৰু যিবিলাকে ইয়াকে ভয় কৰে যে সিহঁতৰ প্ৰভুৰ ওচৰত সিহঁতক একেলগ কৰা হ'ব, এই কোৰানৰ দবাৰা তুমি সিহঁতক সৰ্তক কৰিবা এই বুলি ঃ তেওঁৰ বাহিৰে সিহঁতৰ কোনো বন্ধু নাই আৰু সিহঁতৰ হৈ খাটোঁতা এজনো নাই ; হ'ব পাৰে (তাৰ ফলত) সিহঁত পাপৰ পৰা বিৰত থাকে।

وَلَا تَطْرُدِ الَّذِينَ يَدْعُونَ رَبَّهُم بِالْغَدَاةِ وَالْعَشِيِّ

৫৩) যিবিলাকে নিজ প্ৰভুৰ অনুগ্ৰহ আকাঙ্ক্ষা

يُرِيدُونَ وَجْهَهُ ۖ مَا عَلَيْكَ مِنْ حِسَابِهِمْ مِّنْ شَيْءٍ وَّمَا مِنْ حِسَابِكَ عَلَيْهِمْ مِّنْ شَيْءٍ فَتَطْرُدَهُمْ فَتَكُونَ مِنَ الظّٰلِمِيْنَ ﴿٥٢﴾

কৰি পুৰা আৰু সন্ধিয়া তেওঁৰ প্ৰাৰ্থনা কৰে সেইবিলাকক তুমি উলিয়াই নিদিবা; সিহঁতৰ কাৰণে তোমাৰ কোনো দায়িত্ব নাই, আৰু তোমাৰ কাৰণেও সিহঁতৰ কোনো দায়িত্ব নাই; গতিকে সিহঁতক উলিয়াই দিলে তুমি অন্যায়কাৰীবিলাকৰ মাজৰ হবা।

وَكَذٰلِكَ فَتَنَّا بَعْضَهُمْ بِبَعْضٍ لِّيَقُوْلُوْٓا اَهٰٓؤُلَآءِ مَنَّ اللّٰهُ عَلَيْهِمْ مِّنْۢ بَيْنِنَا ۗ اَلَيْسَ اللّٰهُ بِاَعْلَمَ بِالشّٰكِرِيْنَ ﴿٥٣﴾

(৫৪) আৰু এই দৰে কিছুমানৰ দবাৰা সিহঁতৰ কিছুমানক আমি পৰীক্ষা কৰিছোঁ? তাৰ ফলত সিহঁতে ক'ব, আমাৰ মাজৰ পৰা যিবিলাকৰ ওপৰত আল্লাই অনুগ্ৰহ কৰিছে এনেবিলাকেই নে? (আল্লাৰ ওচৰত) কোনবিলাকে কৃতজ্ঞতা স্বীকাৰ কৰিছে আল্লাই ভালকৈ নাজানে নে?

وَاِذَا جَآءَكَ الَّذِيْنَ يُؤْمِنُوْنَ بِاٰيٰتِنَا فَقُلْ سَلٰمٌ عَلَيْكُمْ كَتَبَ رَبُّكُمْ عَلٰى نَفْسِهِ الرَّحْمَةَ ۙ اَنَّهٗ مَنْ عَمِلَ مِنْكُمْ سُوْٓءًاۢ بِجَهَالَةٍ ثُمَّ تَابَ مِنْۢ بَعْدِهٖ وَاَصْلَحَ فَاَنَّهٗ غَفُوْرٌ رَّحِيْمٌ ﴿٥٤﴾

(৫৫) আৰু আমাৰ নিদৰ্শনসমূহত যিসকলে বিশ্বাস কৰিছে সেইসকল যেতিয়া তোমাৰ ওচৰলৈ আহে তুমি কবা, তোমালোকৰ ওপৰত শান্তি বৰ্ষণ হওক; তোমালোকৰ প্ৰভুৱে নিজৰ ওপৰতেই কৰুণা বিস্তাৰৰ ভাৰ থাকিব লিখি থৈছে; প্ৰকৃততে তোমালোকৰ মাজৰ যিবিলাকে অজ্ঞানতা বশতঃ নিকৃষ্ট কাৰ্য্য কৰে, কিন্তু পিছত অনুতাপ কৰে আৰু নিজৰ সংশোধন কৰি লয় (সিবিলাকে জানি থক) তেৱেঁই নিশ্চয় শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানশীল।

ع وَكَذٰلِكَ نُفَصِّلُ الْاٰيٰتِ وَلِتَسْتَبِيْنَ سَبِيْلُ الْمُجْرِمِيْنَ ﴿٥٥﴾

(৫৬) আৰু এইদৰেই আমি নিজ নিৰ্দশনসমূহ বহুলাই বৰ্ণনা কৰোঁ, আৰু যাতে (আল্লাৰ) অপৰাধীবিলাকে চলা বাট ওলাই পৰে।

قُلْ اِنِّيْ نُهِيْتُ اَنْ اَعْبُدَ الَّذِيْنَ تَدْعُوْنَ مِنْ دُوْنِ اللّٰهِ ۗ قُلْ لَّآ اَتَّبِعُ اَهْوَآءَكُمْ ۙ قَدْ ضَلَلْتُ اِذًا وَّمَآ اَنَا مِنَ الْمُهْتَدِيْنَ ﴿٥٦﴾

(৫৭) তুমি কোৱাঁ, বাস্তৱতে আল্লাক এৰি তোমালোকে যিবিলাকক আহ্বান কৰা সিবিলাকৰ আৰাধনা কৰিবলৈ মোক নিষেধ কৰা হৈছে; কোৱাঁ, মই তোমালোকৰ নিকৃষ্ট প্ৰবৃত্তিসমূহৰ অনুসৰণ নকৰোঁ; তেনে কৰিলে মই নিশ্চয় পথভ্ৰান্ত হম, আৰু সেইসকলৰ অন্তৰ্গত হ'ব নোৱাৰিম যিসকলে সুপথ লাভ কৰিব পাৰিছে।

قُلْ اِنِّيْ عَلٰى بَيِّنَةٍ مِّنْ رَّبِّيْ وَكَذَّبْتُمْ بِهٖ ۗ مَا عِنْدِيْ

(৫৮) মই নিশ্চয় নিজ প্ৰভুৰ পৰা পোৱা প্ৰত্যক্ষ

مَا تَسْتَعْجِلُوْنَ بِهٖ ۭ اِنِ الْحُكْمُ اِلَّا لِلّٰهِ ۭ يَقُصُّ الْحَقَّ وَهُوَ خَيْرُ الْفٰصِلِيْنَ ۝٥٨

প্ৰমাণৰ ওপৰত থিয় আছোঁ, কিন্তু তোমালোকে তাকে মিছা বুলি অগ্ৰাহ্য কৰিছা; যি বিষয়ে তভাতৈয়া কৰিব ইচ্ছা কৰিছা সি মোৰ হাতৰ কথা নহয়; বিচাৰৰ গৰাকী একমাত্ৰ আল্লা; তেৰেঁই সত্যৰ বৰ্ণনা স্পষ্টকৈ কৰে; আৰু বিচাৰক-বিলাকৰ সৰ্ব্বোত্তম বিচাৰক তেৰেঁই।

قُلْ لَّوْ اَنَّ عِنْدِيْ مَا تَسْتَعْجِلُوْنَ بِهٖ لَقُضِيَ الْاَمْرُ بَيْنِيْ وَبَيْنَكُمْ ۭ وَاللّٰهُ اَعْلَمُ بِالظّٰلِمِيْنَ ۝٥٩

(৫৯) তুমি কোৱাঁ, তোমালোকে যি বিষয়ে তভাতৈয়া কৰিবলৈ ইচ্ছা কৰিছা সি মোৰ হাতৰ কথা হোৱাহেঁতেন মোৰ আৰু তোমালোকৰ মাজত যি মতভেদ আছে তাৰ মীমাংসা কেতিয়াবাই হৈ গ'লহেঁতেন; আৰু অন্যায়কাৰী বিলাকক আল্লাই ভালকৈ জানে।

وَعِنْدَهٗ مَفَاتِحُ الْغَيْبِ لَا يَعْلَمُهَآ اِلَّا هُوَ ۭ وَيَعْلَمُ مَا فِي الْبَرِّ وَالْبَحْرِ ۭ وَمَا تَسْقُطُ مِنْ وَّرَقَةٍ اِلَّا يَعْلَمُهَا وَلَا حَبَّةٍ فِيْ ظُلُمٰتِ الْاَرْضِ وَلَا رَطْبٍ وَّلَا يَابِسٍ اِلَّا فِيْ كِتٰبٍ مُّبِيْنٍ ۝٦٠

(৬০) আৰু অদৃশ্যৰ চাবি সমূহ তেওঁৰ কাষতেই; সেইবিলাকৰ সম্বন্ধে তেওঁৰ বাহিৰে কাৰো জ্ঞান নাই; আৰু স্থলত আৰু সাগৰত যি আছে সকলো তেওঁ জানে; আৰু গছৰ পাত এখিলাও তেওঁ নজনাকৈ নপৰে; আৰু পৃথিৱীৰ ঘোৰ অন্ধকাৰত এটি শস্যকণিকাও নাই, আৰু এনে কোনো সেউজীয়া বা শুকান বস্তুও নাই যি (আল্লাৰ) সুস্পষ্ট পুথিত লিপিবদ্ধ নাথাকে।

وَهُوَ الَّذِيْ يَتَوَفّٰىكُمْ بِالَّيْلِ وَيَعْلَمُ مَا جَرَحْتُمْ بِالنَّهَارِ ثُمَّ يَبْعَثُكُمْ فِيْهِ لِيُقْضٰٓى اَجَلٌ مُّسَمًّى ۚ ثُمَّ اِلَيْهِ مَرْجِعُكُمْ ثُمَّ يُنَبِّئُكُمْ بِمَا كُنْتُمْ تَعْمَلُوْنَ ۝٦١ ع

(৬১) আৰু তেৰেঁই নিশা তোমালোকৰ টোপনি আনে, আৰু দিনৰ সময়ত যি অৰ্জ্জন কৰিছা তাকো তেওঁ জানে; তাৰ মাজতে তেওঁ তোমা-লোকক পুনৰায় সাৰ পোৱায়, যাতে জীৱনৰ নিৰ্দ্দিষ্ট কাল (এই দৰে) পূৰ্ণ কৰা হয়; অৱশেষত তেওঁৰ ওচৰলৈকে হ'ব তোমালোকৰ প্ৰত্যাবৰ্ত্তন; তেতিয়া যি কাৰ্য্য তোমালোকে (পাৰ্থিৱ জীৱনত) কৰিছিলা তেওঁ সকলো তোমালোকক জানিবলৈ দিব।

وَهُوَ الْقَاهِرُ فَوْقَ عِبَادِهٖ وَيُرْسِلُ عَلَيْكُمْ حَفَظَةً ۭ حَتّٰٓى اِذَا جَاۗءَ اَحَدَكُمُ الْمَوْتُ تَوَفَّتْهُ رُسُلُنَا وَهُمْ

(৬২) আৰু নিজৰ দাসবিলাকৰ ওপৰত তেওঁ পৰাক্ৰান্ত, আৰু তোমালোকৰ প্ৰতি তেওঁ ৰক্ষকবিলাকক প্ৰেৰণ কৰে; সময়ত যেতিয়া তোমালোকৰ কোনো এজনৰ মৃত্যু উপস্থিত হয়, আমি পঠোৱা দূতবিলাকে (ফিৰিস্থতাবিলাকে)

তাৰ মৃত্যু ঘটায়, আৰু তেওঁলোকে আমাৰ আদেশ পালনত) কোনো ক্ৰুটি নকৰে।

لَا يُفَرِّطُوْنَ ۝٦١

৬৩) তেতিয়া সিহঁতৰ প্ৰকৃত প্ৰভু আল্লাৰ ওচৰলৈ সিহঁতক ওভতাই নিয়া হ'ব; চোৱাঁ, বিচাৰৰ গৰাকী তেৱেঁই, আৰু তেওঁ লেখ লোৱাত অত্যন্ত বেগী।

ثُمَّ رُدُّوْٓا اِلَى اللّٰهِ مَوْلٰىهُمُ الْحَقِّ ۭ اَلَا لَهُ الْحُكْمُ ۣ وَهُوَ اَسْرَعُ الْحٰسِبِيْنَ ۝٦٢

৬৪) তুমি কোৱাঁ, স্থল আৰু সমুদ্ৰৰ ঘোৰ অন্ধকাৰৰ (বিপদৰ) পৰা তোমালোকক কোনে ৰক্ষা কৰে? (যেতিয়া) বিনীতভাৱে আৰু গোপনে তোমালোকে তেওঁক এই বুলি আহ্বান কৰা, তেওঁ যদি আমাক এই বিপদৰ পৰা ৰক্ষা কৰে আমি নিশ্চয় কৃতজ্ঞবিলাকৰ মাজৰ হম।

قُلْ مَنْ يُّنَجِّيْكُمْ مِّنْ ظُلُمٰتِ الْبَرِّ وَالْبَحْرِ تَدْعُوْنَهٗ تَضَرُّعًا وَّخُفْيَةً ۚ لَىِٕنْ اَنْجٰىنَا مِنْ هٰذِهٖ لَنَكُوْنَنَّ مِنَ الشّٰكِرِيْنَ ۝٦٣

৬৫) তুমি কোৱাঁ, এই বিপদসমূহৰ পৰা আৰু আন আন ক্লেশ-কষ্টৰ পৰা তোমালোকক আল্লাইহে ৰক্ষা কৰে; তথাপি তোমালোকে অইনক আল্লাৰ সমানে উপাস্য পাতিছা।

قُلِ اللّٰهُ يُنَجِّيْكُمْ مِّنْهَا وَمِنْ كُلِّ كَرْبٍ ثُمَّ اَنْتُمْ تُشْرِكُوْنَ ۝٦٤

৬৬) তুমি কোৱাঁ, আল্লাৰ (পূৰ্ণ) ক্ষমতা আছে, তোমালোকৰ ওপৰৰ (আকাশৰ) পৰা বা তোমালোকৰ ভৰিৰ তলৰ (পৃথিৱীৰ) পৰা তোমালোকৰ প্ৰতি শাস্তি প্ৰেৰণ কৰে, নাইবা তেওঁ তোমালোকক ভিন ভিন দলত বিভক্ত কৰি বিশৃঙ্খলাৰ সৃষ্টি কৰে, আৰু পৰস্পৰ কলহ-বিবাদৰ (তিতা) আস্বাদ লবলৈ দিয়ে; চোৱাঁ আমি নিদৰ্শনসমূহ কিদৰে ঘূৰাই ঘূৰাই বৰ্ণনা কৰোঁ, যাতে সিহঁতে তাক বুজিব পাৰে।

قُلْ هُوَ الْقَادِرُ عَلٰٓى اَنْ يَّبْعَثَ عَلَيْكُمْ عَذَابًا مِّنْ فَوْقِكُمْ اَوْ مِنْ تَحْتِ اَرْجُلِكُمْ اَوْ يَلْبِسَكُمْ شِيَعًا وَّيُذِيْقَ بَعْضَكُمْ بَاْسَ بَعْضٍ ۭ اُنْظُرْ كَيْفَ نُصَرِّفُ الْاٰيٰتِ لَعَلَّهُمْ يَفْقَهُوْنَ ۝٦٥

৬৭) আৰু তোমাৰ জাতিয়ে ইয়াক মিছা বুলি ভাবিছিল অথচ ই সত্য; কোৱাঁ, মই তোমালোকৰ ওপৰত কাৰ্য্যনিৰ্ব্বাহক নিযুক্ত হোৱা নাই।

وَكَذَّبَ بِهٖ قَوْمُكَ وَهُوَ الْحَقُّ ۭ قُلْ لَّسْتُ عَلَيْكُمْ بِوَكِيْلٍ ۝٦٦

৬৮) প্ৰত্যেক ভৱিষ্যৎবাণী পূৰ্ণ হোৱাৰ নিমিত্তে নিৰূপিত সময় আছে; আৰু তোমালোকে আগলৈ জানিব পাৰিবা।

لِكُلِّ نَبَاٍ مُّسْتَقَرٌّ ۡ وَّسَوْفَ تَعْلَمُوْنَ ۝٦٧

৬৯) আৰু যেতিয়া তুমি দেখি পোৱা, সিহঁতে আমাৰ নিদৰ্শনসমূহৰ বিষয়ে বৃথা তৰ্ক কৰি আছে,

وَاِذَا رَاَيْتَ الَّذِيْنَ يَخُوْضُوْنَ فِيْٓ اٰيٰتِنَا فَاَعْرِضْ

تेতিয়া সিহঁতে এই বিষয় এৰি আন বিষয়লৈ আলচ নকৰালৈকে সিহঁতৰ পৰা আঁতৰি থাকিবা ; আৰু যদি (কেতিয়াবা) শ্বয়তানে তোমাক এই আদেশ পাহৰায়, তেন্তে সেই আদেশ আকৌ মনত পৰাৰ পিছতেই অন্যায়কাৰীবিলাকৰ দলৰ সঙ্গত আৰু বহি নাথাকিবা।

عَنْهُمْ حَتّٰى يَخُوضُوا فِىْ حَدِيْثٍ غَيْرِهٖ ۚ وَاِمَّا يُنْسِيَنَّكَ الشَّيْطٰنُ فَلَا تَقْعُدْ بَعْدَ الذِّكْرٰى مَعَ الْقَوْمِ الظّٰلِمِيْنَ ﴿٦٨﴾

৭০) আৰু যিসকলে আল্লাৰ্লৈ ভয় ৰাখে সিহঁতৰ কাৰ্য্য সম্বন্ধে সেই সকলৰ কোনো দায়িত্ব নাই ; কেৱল ভাল উপদেশ তেওঁলোকে যেন সিহঁতক দি থাকে ; সম্ভৱ সিহঁতে (তাৰ ফলত) নিজকে পাপৰ পৰা ৰক্ষা কৰে।

وَمَا عَلَى الَّذِيْنَ يَتَّقُوْنَ مِنْ حِسَابِهِمْ مِّنْ شَيْءٍ وَّلٰكِنْ ذِكْرٰى لَعَلَّهُمْ يَتَّقُوْنَ ﴿٦٩﴾

৭১) আৰু যিবিলাকে নিজৰ ধৰ্ম্মক আমোদ প্ৰমোদ আৰু ৰং-ধেমালি স্বৰূপ গ্ৰহণ কৰিছে, আৰু যিবিলাকক পাৰ্থিৱ জীৱনে প্ৰৱঞ্চনাত পেলাইছে সিহঁতক তুমি বৰ্জ্জন কৰিবা, আৰু এই কোৰান দবাৰা উপদেশ দি থাকিবা ঃ আত্মাই যি (পাপ) অৰ্জ্জন কৰিছে জানোচা তাৰ বাবে তাকেই বিনাশ কৰা হয় ; (তেনে অৱস্থাত) আল্লাৰ বাহিৰে সেই আত্মাৰ আন বন্ধু নাথাকিব আৰু (তাৰ হৈ) কোনো খাটোঁতাও নাথাকিব ; এনেকি সেই আত্মাই যদি যথাসম্ভৱ ক্ষতিপূৰণ আগ বঢ়ায়, তাৰ পৰা সি গৃহীত নহ'ব ; সিহঁতে যি (পাপ) অৰ্জ্জন কৰিছিল তাৰ বাবে সিহঁতকেই বিনাশ কৰা হ'ব ; সিহঁতক উতলা পানী পিবলৈ দিয়া হ'ব আৰু কষ্টদায়ক শাস্তি, কিয়নো সিহঁতে অবিশ্বাস কৰিছিল।

وَذَرِ الَّذِيْنَ اتَّخَذُوْا دِيْنَهُمْ لَعِبًا وَّلَهْوًا وَّغَرَّتْهُمُ الْحَيٰوةُ الدُّنْيَا وَذَكِّرْ بِهٖٓ اَنْ تُبْسَلَ نَفْسٌۢ بِمَا كَسَبَتْ ۖ لَيْسَ لَهَا مِنْ دُوْنِ اللّٰهِ وَلِيٌّ وَّلَا شَفِيْعٌ ۚ وَاِنْ تَعْدِلْ كُلَّ عَدْلٍ لَّا يُؤْخَذْ مِنْهَا ۗ اُولٰٓئِكَ الَّذِيْنَ اُبْسِلُوْا بِمَا كَسَبُوْا ۚ لَهُمْ شَرَابٌ مِّنْ حَمِيْمٍ وَّعَذَابٌ اَلِيْمٌۢ بِمَا كَانُوْا يَكْفُرُوْنَ ﴿٧٠﴾ ع

৭২) তুমি কোৱাঁ, আল্লাক এৰি আমি অইনক আহ্বান কৰিম নে, যি আমাৰ উপকাৰ কৰিব নোৱাৰে আৰু আমাৰ অপকাৰো কৰিব নোৱাৰে ? আৰু আল্লাই আমাক পথ প্ৰদৰ্শন কৰাৰ পিছতো আমি এনে এজনৰ নিচিনাকৈ পিছ হুঁহকি যাম নে, যিজনক শ্বয়তানবিলাকে পৃথিৱীৰ এনে ঠাইত এৰি থৈ আহে য'ত সি বিবুদ্ধি হৈ ইফালে সিফালে ঘূৰি ফুৰে, অথচ তাৰ সঙ্গীবিলাকে তাক সুপথৰ পিনে মাতেঃ আমাৰ ওচৰলৈ আহাঁ। তুমি কোৱাঁ,

قُلْ اَنَدْعُوْا مِنْ دُوْنِ اللّٰهِ مَا لَا يَنْفَعُنَا وَلَا يَضُرُّنَا وَنُرَدُّ عَلٰٓى اَعْقَابِنَا بَعْدَ اِذْ هَدٰىنَا اللّٰهُ كَالَّذِى اسْتَهْوَتْهُ الشَّيٰطِيْنُ فِى الْاَرْضِ حَيْرَانَ ۖ لَهٗٓ اَصْحٰبٌ يَّدْعُوْنَهٗٓ اِلَى الْهُدَى ائْتِنَا ۗ قُلْ اِنَّ هُدَى اللّٰهِ

هُوَ الْهُدٰى ۗ وَاُمِرْنَا لِنُسْلِمَ لِرَبِّ الْعٰلَمِيْنَ ﴿٧١﴾

বাস্তৱতে আল্লাই দেখুওৱা পথেই সুপথ; আৰু আমি যেন ব্ৰহ্মাণ্ডৰ প্ৰতিপালকৰ প্ৰতি আত্ম-সমৰ্পণ কৰোঁ এয়ে আদেশ আমাক দিয়া হৈছে;

وَاَنْ اَقِيْمُوا الصَّلٰوةَ وَاتَّقُوْهُ ۗ وَهُوَ الَّذِيْۤ اِلَيْهِ تُحْشَرُوْنَ ﴿٧٢﴾

৭৩) আৰু (আদেশ দিয়া হৈছে) নমাজৰ অনুষ্ঠান কৰিবা, আৰু তেওঁলৈ ভয় ৰাখি চলিবা, আৰু তেৱেঁই সেইজনা যিজনাৰ ওচৰলৈ তোমালোকক গোট খোৱাই নিয়া হ'ব।

وَهُوَ الَّذِيْ خَلَقَ السَّمٰوٰتِ وَالْاَرْضَ بِالْحَقِّ ۗ وَيَوْمَ يَقُوْلُ كُنْ فَيَكُوْنُ ۚ قَوْلُهُ الْحَقُّ ۗ وَلَهُ الْمُلْكُ يَوْمَ يُنْفَخُ فِي الصُّوْرِ ۗ عٰلِمُ الْغَيْبِ وَالشَّهَادَةِ ۗ وَهُوَ الْحَكِيْمُ الْخَبِيْرُ ﴿٧٣﴾

৭৪) আৰু তেৱেঁই সত্যৰ সৈতে আকাশমণ্ডলী আৰু পৃথিবীৰ সৃজন কৰিছে; আৰু যিদিনা তেওঁ ক'ব, হৈ যোৱা, সকলোৱে (তেওঁৰ ইচ্ছা আৰু বিধান মতে) সৃষ্টি আৰু বিকাশ হ'ব।

তেওঁৰ বাণী সত্য; আৰু যিদিনা শিঙাত ফুঁ দিয়া হ'ব, ৰাজত্ব তেওঁৰেই চলিব; তেওঁ অদৃশ্য আৰু দৃশ্যৰ জ্ঞাতা, আৰু তেৱেঁই শ্ৰেষ্ঠ জ্ঞানী, সৰ্ব্বজ্ঞাতা।

وَاِذْ قَالَ اِبْرٰهِيْمُ لِاَبِيْهِ اٰزَرَ اَتَتَّخِذُ اَصْنَامًا اٰلِهَةً ۚ اِنِّيْۤ اَرٰىكَ وَقَوْمَكَ فِيْ ضَلٰلٍ مُّبِيْنٍ ﴿٧٤﴾

৭৫) আৰু যেতিয়া ইব্ৰাহিমে নিজৰ পিতৃ আজৰক ক'লে, প্ৰতিমাসমূহক উপাস্য বুলি তুমি গ্ৰহণ কৰিছা নে কি? মই সঁচাকৈয়ে তোমাক আৰু তোমাৰ দলক প্ৰকাশ্য ভ্ৰমত পৰি থকা দেখিছোঁ।

وَكَذٰلِكَ نُرِيْۤ اِبْرٰهِيْمَ مَلَكُوْتَ السَّمٰوٰتِ وَالْاَرْضِ وَلِيَكُوْنَ مِنَ الْمُوْقِنِيْنَ ﴿٧٥﴾

৭৬) আৰু এইদৰেই আমি ইব্ৰাহিমৰ আগত আকাশমণ্ডলী আৰু পৃথিৱী ৰাজ্য শাসনৰ ৰহস্য প্ৰকাশ কৰিছিলোঁ, যাতে তাৰ ফলত তেওঁ সেই-সকলৰ অন্তৰ্গত হয় যিসকলে নিশ্চিতকৈ বিশ্বাস কৰিছে।

فَلَمَّا جَنَّ عَلَيْهِ الَّيْلُ رَاٰ كَوْكَبًا ۚ قَالَ هٰذَا رَبِّيْ ۚ فَلَمَّاۤ اَفَلَ قَالَ لَاۤ اُحِبُّ الْاٰفِلِيْنَ ﴿٧٦﴾

৭৭) পিছত যেতিয়া তেওঁক নিশাৰ আন্ধাৰে আবৰি ধৰিলে, তেওঁ তৰা এটি দেখা পালে; তেওঁ কলে, এয়ে নে মোৰ প্ৰভু! আৰু তৰাটি অদৃশ্য হ'লত তেওঁ ক'লে, অদৃশ্য হৈ যোৱাবিলাকক মই ভাল নাপাওঁ।

فَلَمَّا رَاَ الْقَمَرَ بَازِغًا قَالَ هٰذَا رَبِّيْ ۚ فَلَمَّاۤ اَفَلَ قَالَ لَئِنْ لَّمْ يَهْدِنِيْ رَبِّيْ لَاَكُوْنَنَّ مِنَ الْقَوْمِ

৭৮) পিছত যেতিয়া জোনে পোহৰ দিয়া দেখিলে তেওঁ ক'লে, মোৰ প্ৰভু এয়ে নে! আকৌ ই অদৃশ্য হলত তেওঁ ক'লে, মোৰ প্ৰভুৱে মোক সুপথ নেদেখুওৱা হ'লে মই নিশ্চয় সেইবিলাকৰ অন্তৰ্গত

الضَّآلِّيْنَ ۝٧٧

হলোঁহেঁতেন যিবিলাক বিপথে গৈছে।

فَلَمَّا رَاَ الشَّمْسَ بَازِغَةً قَالَ هٰذَا رَبِّيْ هٰذَآ اَكْبَرُ ۚ
فَلَمَّآ اَفَلَتْ قَالَ يٰقَوْمِ اِنِّيْ بَرِيْٓءٌ مِّمَّا تُشْرِكُوْنَ ۝٧٨

৭৯) তাৰ পিছত যেতিয়া তেওঁ বেলিয়ে পোহৰ দিয়া দেখিলে তেওঁ ক'লে, মোৰ প্ৰভু এয়ে নে! ই সবাতকৈ ডাঙৰ! যেতিয়া ইয়ো মাৰ গ'ল তেওঁ ক'লে, হে মোৰ জাতি, তোমালোকে যে অইনক আল্লাৰ সমানে উপাস্য পাতিছা তাৰ নিমিত্তে মই কোনোমতে দায়ী নহওঁ।

اِنِّيْ وَجَّهْتُ وَجْهِيَ لِلَّذِيْ فَطَرَ السَّمٰوٰتِ وَالْاَرْضَ
حَنِيْفًا وَّمَآ اَنَا مِنَ الْمُشْرِكِيْنَ ۝٧٩

৮০) যিজনে আকাশমণ্ডল আৰু পৃথিৱী সৃষ্টি কৰিছে মই একাগ্ৰভক্তিৰে সৈতে তেওঁৰ ফাললৈ মু কৰিছোঁ; আৰু মই সেইবিলাকৰ মাজৰ নহওঁ যিবিলাকে আল্লাৰ সমানে অইন উপাস্য পাতি লয়।

وَحَآجَّهٗ قَوْمُهٗ ۭ قَالَ اَتُحَآجُّوْٓنِّيْ فِي اللّٰهِ وَقَدْ
هَدٰىنِ ۭ وَلَآ اَخَافُ مَا تُشْرِكُوْنَ بِهٖٓ اِلَّآ اَنْ يَّشَآءَ
رَبِّيْ شَيْـًٔا ۭ وَسِعَ رَبِّيْ كُلَّ شَيْءٍ عِلْمًا ۭ اَفَلَا تَتَذَكَّرُوْنَ ۝٨٠

৮১) আৰু তেওঁৰ জাতিয়ে তেওঁৰ সৈতে বিতৰ্ক কৰিছিল। তেওঁ ক'লে, কি! আল্লাৰ বিষয়ে মোৰে সৈতে তোমালোকে বিতৰ্ক কৰিছা নে, অথচ তেৰেঁই আগৰে পৰা মোক সুপথ দেখুৱাইছে? আৰু মোৰ প্ৰভুৰ ইচ্ছা নহ'লে, তোমালোকে যাক তেওঁৰ সমানে উপাস্য পাতিছা তালৈ মই নিশ্চয় কোনো ভয় নাৰাখোঁ; মোৰ প্ৰভুৰ জ্ঞানে সকলো বস্তুকে জুৰি ধৰি আছে; তথাপি তোমালোকে উপদেশ গ্ৰহণ নকৰা নে?

وَكَيْفَ اَخَافُ مَآ اَشْرَكْتُمْ وَلَا تَخَافُوْنَ اَنَّكُمْ
اَشْرَكْتُمْ بِاللّٰهِ مَا لَمْ يُنَزِّلْ بِهٖ عَلَيْكُمْ سُلْطٰنًا ۭ
فَاَيُّ الْفَرِيْقَيْنِ اَحَقُّ بِالْاَمْنِ ۚ اِنْ كُنْتُمْ تَعْلَمُوْنَ ۝٨١

৮২) আৰু তোমালোকে যাক আল্লাৰ সমানে উপাস্য পাতিছা তালৈ মই কেনেকৈ ভয় ৰাখিম, যেতিয়া তাক তেওঁৰ সমানে উপাস্য পাতিবলৈ তোমালোকে নিজেই ভয় নকৰা, অথচ এই বিষয়ে আল্লাই তোমালোকৰ প্ৰতি কোনো জ্বলন্ত প্ৰমাণ অৱতীৰ্ণ কৰা নাই? এতেকে (তুমি কোৱাঁ), তোমালোকে ভাবি চোৱাঁ, এই দুই দলৰ মাজত শান্তি লাভ কৰিবলৈ কোনটো দলৰ বেছি অধিকাৰ আছে, যদিহে তোমালোকৰ জ্ঞান থাকে।

اَلَّذِيْنَ اٰمَنُوْا وَلَمْ يَلْبِسُوْٓا اِيْمَانَهُمْ بِظُلْمٍ اُولٰۗىِٕكَ
لَهُمُ الْاَمْنُ وَهُمْ مُّهْتَدُوْنَ ۝٨٢

৮৩) যিসকলে বিশ্বাস কৰিছে, আৰু নিজ বিশ্বাসক অন্যায়েৰে সৈতে সানমিহলি কৰা নাই সেইসকলৰ নিমিত্তে থাকিব শান্তি, আৰু সেই-সকলেই হৈছে সুপথগামী।

وَ تِلْكَ حُجَّتُنَآ اٰتَيْنٰهَآ اِبْرٰهِيْمَ عَلٰى قَوْمِهٖ ؕ نَرْفَعُ دَرَجٰتٍ مَّنْ نَّشَآءُ ؕ اِنَّ رَبَّكَ حَكِيْمٌ عَلِيْمٌ ﴿۸۳﴾

৮৪) এয়ে আমাৰ প্ৰত্যক্ষ প্ৰমাণ যি আমি ইব্ৰাহিমক তেওঁৰ জাতিক বুজাবলৈ দান কৰিছিলোঁ; আমি যাকে ইচ্ছা তাকেই মান-সম্মানত উন্নতিশীল কৰোঁ; নিশ্চয় তোমাৰ প্ৰভু শ্ৰেষ্ঠ জ্ঞানী, সৰ্ব্বজ্ঞাতা।

وَ وَهَبْنَا لَهٗۤ اِسْحٰقَ وَ يَعْقُوْبَ ؕ كُلًّا هَدَيْنَا ۚ وَ نُوْحًا هَدَيْنَا مِنْ قَبْلُ وَ مِنْ ذُرِّيَّتِهٖ دَاوٗدَ وَ سُلَيْمٰنَ وَ اَيُّوْبَ وَ يُوْسُفَ وَ مُوْسٰى وَ هٰرُوْنَ ؕ وَ كَذٰلِكَ نَجْزِی الْمُحْسِنِيْنَ ﴿۸۴﴾

৮৫) আৰু আমি তেওঁক ইচ্হাক আৰু ইয়াকুবক (ইচ্হাকৰ পুতেক) দান কৰিছিলোঁ; প্ৰত্যেক-জনকেই আমি সুপথ প্ৰদৰ্শন কৰিছিলোঁ; আৰু আমি আগেয়ে নুহক আৰু তেওঁৰ বংশধৰ দাউদ আৰু চুলেইমান আৰু আইয়ুব আৰু ইয়ুচুফ্ আৰু মুচা আৰু হাৰুনকো সেয়ে সুপথ প্ৰদৰ্শন কৰিছিলোঁ; আৰু এইদৰেই আমি সজ কাম কৰোঁতাবিলাকক প্ৰতিদান দিওঁ।

وَ زَكَرِيَّا وَ يَحْيٰى وَ عِيْسٰى وَ اِلْيَاسَ ؕ كُلٌّ مِّنَ الصّٰلِحِيْنَ ﴿۸۵﴾

৮৬) আৰু (আমি সুপথ দেখুৱাইছিলোঁ) জ্বকৰিয়া আৰু ইয়হ্য়া আৰু ঈচা আৰু ইল্য়াচকো; প্ৰত্যেকজনেই ধৰ্ম্মপৰায়ণসকলৰ মাজৰ আছিল;

وَ اِسْمٰعِيْلَ وَ الْيَسَعَ وَ يُوْنُسَ وَ لُوْطًا ؕ وَ كُلًّا فَضَّلْنَا عَلَى الْعٰلَمِيْنَ ﴿۸۶﴾

৮৭) আৰু (আমি সুপথ দেখুৱাইছিলোঁ) ইস্মাইল আৰু আল্ইয়াচা' আৰু ইয়ুনুচ্ আৰু লুত্বকো, এইসকলক বহুলোকৰ ওপৰত আমি শ্ৰেষ্ঠতা দান কৰিছিলোঁ;

وَ مِنْ اٰبَآئِهِمْ وَ ذُرِّيّٰتِهِمْ وَ اِخْوَانِهِمْ ۚ وَ اجْتَبَيْنٰهُمْ وَ هَدَيْنٰهُمْ اِلٰى صِرَاطٍ مُّسْتَقِيْمٍ ﴿۸۷﴾

৮৮) আৰু (আমি সুপথ দেখুৱাইছিলোঁ) তেওঁলোকৰ পিতৃপুৰুষ, আৰু তেওঁলোকৰ সন্তান-সন্ততি, আৰু তেওঁলোকৰ ভ্ৰাতৃসকলৰ বহুতক; আৰু এই সকলক (আমাৰ অনুগ্ৰহৰ ভাগী হ'বলৈ) আমি বাচি লৈছিলোঁ; আৰু তেওঁলোকক পোন বাটেদি পৰিচালিত কৰিছিলোঁ।

ذٰلِكَ هُدَى اللّٰهِ يَهْدِیْ بِهٖ مَنْ يَّشَآءُ مِنْ عِبَادِهٖ ؕ وَ لَوْ اَشْرَكُوْا لَحَبِطَ عَنْهُمْ مَّا كَانُوْا يَعْمَلُوْنَ ﴿۸۸﴾

৮৯) এয়ে আল্লাৰ সুপথ; এই পথত তেওঁ নিজ দাসবিলাকৰ মাজৰ যাকে ইচ্ছা তাকে পৰিচালিত কৰে; কিন্তু তেওঁলোকে যদি অইনক আল্লাৰ সমানে উপাস্য পাতিলেহেঁতেন, তেন্তে নিশ্চয় তেওঁলোকে যি (সজ) কাম কৰিছিল সকলো তেওঁলোকৰ কাৰণে ব্যৰ্থ হ'লহেঁতেন।

৯০) এইসকলকেই আমি ধৰ্ম্মপুথি, ৰাজত্ব, আৰু নবিত্ব দান কৰিছিলোঁ ; গতিকে যদি অবিশ্বাসী-বিলাকে তাত বিশ্বাস নকৰে (নকৰক), কিয়নো আমি অইন এটা জাতিক যি সেইবিলাক (আল্লাৰ দান) অস্বীকাৰ নকৰে (ক্ষমতা দান কৰি) সেই ভাৰ অৰ্পণ কৰিছোঁ।

أُولَٰئِكَ الَّذِينَ آتَيْنَاهُمُ الْكِتَابَ وَالْحُكْمَ وَالنُّبُوَّةَ
فَإِن يَكْفُرْ بِهَا هَٰؤُلَاءِ فَقَدْ وَكَّلْنَا بِهَا قَوْمًا لَّيْسُوا
بِهَا بِكَافِرِينَ ﴿٩٠﴾

৯১) যিসকলক আল্লাই পথপ্ৰদৰ্শন কৰিছে এই সকলেই ; এতেকে (হে ৰচুল,) তুমিও তেওঁ-লোকৰেই পথ অনুসৰণ কৰাঁ ; তুমি কৈ দিয়া, ইয়াৰ বাবে মই তোমালোকৰ পৰা একো প্ৰতিদান বিচৰা নাই ; সকলো জাতিৰ নিমিত্তে এই কোৰান সৎ উপদেশ মাথোন।

أُولَٰئِكَ الَّذِينَ هَدَى اللَّهُ ۖ فَبِهُدَاهُمُ اقْتَدِهْ ۗ قُل لَّا
أَسْأَلُكُمْ عَلَيْهِ أَجْرًا ۖ إِنْ هُوَ إِلَّا ذِكْرَىٰ لِلْعَالَمِينَ ﴿٩١﴾

৯২) আৰু আল্লাই মানুহৰ প্ৰতি কোনো প্ৰত্যাদেশ অৱতীৰ্ণ কৰা নাই এনে আষাৰ কথা কৈ সিহঁতে আল্লা যি মহিমাৰ যোগ্য তেনে মহিমা তেওঁক কৰা নাছিল। তুমি কোৱাঁ, মুচাই মানৱজাতিৰ নিমিত্তে যি ধৰ্ম্মগ্ৰন্থ জেউতি আৰু পথ-প্ৰদৰ্শন স্বৰূপ লৈ আনিছিল তাক কোনে অৱতীৰ্ণ কৰিছিল ? তাক তোমালোকে কেইখিলা কাগজত লিপিবদ্ধ কৰি থৈছা ; তাৰে এভাগ তোমালোকে প্ৰকাশ কৰিছা আৰু সৰহভাগকেই গোপন কৰি থৈছা ; আৰু যি বিষয়ে তোমালোক আৰু তোমালোকৰ পিতৃপুৰুষো অজ্ঞান আছিলা তাৰ বিষয়ে তোমালোকক শিক্ষা দিয়া হৈছে। কোৱাঁ, আল্লাই (অৱতীৰ্ণ কৰিছে) ; পিছত সিহঁতক বৃথা আলোচনাত পৰি ওমলি থাকিবলৈ দিয়াঁ।

وَمَا قَدَرُوا اللَّهَ حَقَّ قَدْرِهِ إِذْ قَالُوا مَا أَنزَلَ اللَّهُ
عَلَىٰ بَشَرٍ مِّن شَيْءٍ ۗ قُلْ مَنْ أَنزَلَ الْكِتَابَ الَّذِي جَاءَ
بِهِ مُوسَىٰ نُورًا وَهُدًى لِّلنَّاسِ ۖ تَجْعَلُونَهُ قَرَاطِيسَ
تُبْدُونَهَا وَتُخْفُونَ كَثِيرًا ۖ وَعُلِّمْتُم مَّا لَمْ تَعْلَمُوا
أَنتُمْ وَلَا آبَاؤُكُمْ ۖ قُلِ اللَّهُ ۖ ثُمَّ ذَرْهُمْ فِي خَوْضِهِمْ
يَلْعَبُونَ ﴿٩٢﴾

৯৩) আৰু যি ধৰ্ম্মপুথিক মঙ্গলৰে পৰিপূৰ্ণ কৰি আৰু পূৰ্বে অহা সত্যৰ সমৰ্থকৰূপে আমি অৱতীৰ্ণ কৰিছোঁ সি এইখনেই ; উদ্দেশ্য এই, যাতে তুমি নগৰজননীক আৰু তাৰ চাৰিওফালে থকা মানুহবিলাকক সতৰ্ক কৰিব পাৰা ; আৰু যিসকলে পৰকালত বিশ্বাস কৰে সেইসকলে ইয়াতো বিশ্বাস স্থাপন কৰে, আৰু সেইসকলে

وَهَٰذَا كِتَابٌ أَنزَلْنَاهُ مُبَارَكٌ مُّصَدِّقُ الَّذِي بَيْنَ
يَدَيْهِ وَلِتُنذِرَ أُمَّ الْقُرَىٰ وَمَنْ حَوْلَهَا ۚ وَالَّذِينَ
يُؤْمِنُونَ بِالْآخِرَةِ يُؤْمِنُونَ بِهِ ۖ وَهُمْ عَلَىٰ صَلَاتِهِمْ

يُحَافِظُوْنَ ﴿٩٢﴾

নিয়মপৰায়ণ হৈ নিজ নমাজৰ সংৰক্ষণ কৰে।

وَمَنْ اَظْلَمُ مِمَّنِ افْتَرٰى عَلَى اللّٰهِ كَذِبًا اَوْ قَالَ اُوْحِيَ اِلَيَّ وَلَمْ يُوْحَ اِلَيْهِ شَيْءٌ وَّمَنْ قَالَ سَاُنْزِلُ مِثْلَ مَآ اَنْزَلَ اللّٰهُ ۗ وَلَوْ تَرٰى اِذِ الظّٰلِمُوْنَ فِيْ غَمَرٰتِ الْمَوْتِ وَالْمَلٰٓئِكَةُ بَاسِطُوْٓا اَيْدِيْهِمْ ۚ اَخْرِجُوْٓا اَنْفُسَكُمْ ۗ اَلْيَوْمَ تُجْزَوْنَ عَذَابَ الْهُوْنِ بِمَا كُنْتُمْ تَقُوْلُوْنَ عَلَى اللّٰهِ غَيْرَ الْحَقِّ وَكُنْتُمْ عَنْ اٰيٰتِهٖ تَسْتَكْبِرُوْنَ ﴿٩٣﴾

৯৪) আৰু সেইজনতকৈ কোন অধিক অন্যায়কাৰী যিজনে আল্লাৰ সম্বন্ধে মিছা সাজে বা এই বুলি কয়, মোৰ প্ৰতি আল্লাৰ প্ৰত্যাদেশ হৈছে, অথচ তাৰ প্ৰতি একোকে প্ৰত্যাদেশ হোৱা নাই, আৰু যিজনে কয়, আল্লাই যি নমাইপঠিয়াইছেমযো তাৰে সদৃশ নমাই আনিব পাৰোঁ ? আৰু যদি তুমি দেখিলা হেঁতেন! অন্যায়কাৰীবিলাকে কেনেকৈ মৃত্যু যাতনা ভোগ কৰিছে আৰু কেনেকৈ ফিৰিশ্তাবিলাকে নিজৰ হাতসমূহ মেলি (ক'ব ধৰিছে), তোমালোকে নিজৰ প্ৰাণসমূহ (শৰীৰৰ পৰা) উলিয়াই আনা ; আজিৰ দিনা তোমালোকক প্ৰতিফল দিয়া হ'ব লাঞ্ছনাৰ শাস্তি, কিয়নো তোমালোকে আল্লাৰ বিৰুদ্ধে অসত্য কথা কৈছিলা, আৰু অহঙ্কাৰ কৰি তেওঁৰ নিদৰ্শনসমূহ অস্বীকাৰ কৰিছিলা।

وَلَقَدْ جِئْتُمُوْنَا فُرَادٰى كَمَا خَلَقْنٰكُمْ اَوَّلَ مَرَّةٍ وَّتَرَكْتُمْ مَّا خَوَّلْنٰكُمْ وَرَآءَ ظُهُوْرِكُمْ ۚ وَمَا نَرٰى مَعَكُمْ شُفَعَآءَكُمُ الَّذِيْنَ زَعَمْتُمْ اَنَّهُمْ فِيْكُمْ شُرَكٰٓؤُا ۗ لَقَدْ تَّقَطَّعَ بَيْنَكُمْ وَضَلَّ عَنْكُمْ مَّا كُنْتُمْ تَزْعُمُوْنَ ﴿٩٤﴾ ع

৯৫) আৰু আমি যিদৰে তোমালোকক প্ৰথমবাৰ সৃজন কৰিছিলোঁ সেইদৰে (আজি) তোমালোকে অকলশৰীয়াকৈ আমাৰ ওচৰলৈ আহিছা, আৰু যি সম্বল আমি তোমালোকক দান কৰিছিলোঁ তোমালোকে নিজৰ পিঠিৰ পিছত এৰি থৈ আহিছা ; আৰু (আজি) তোমালোকৰ লগত তোমালোকৰ হৈ সেই খাটোঁতাবিলাকক আমি নেদেখোঁ যিবিলাকক তোমালোকে নিজ কাৰ্য্যত অংশী বুলি ভাবি লৈছিলা ; এতিয়া তোমালোকৰ পৰস্পৰৰ, সম্বন্ধ ছিগিল! আৰু তোমালোকে যি (সাহায্য লাভ কৰিবা বুলি) ভাবি থৈছিলা সকলো তোমালোকৰ পৰা দূৰীভূত হ'ল!

اِنَّ اللّٰهَ فَالِقُ الْحَبِّ وَالنَّوٰى ۗ يُخْرِجُ الْحَيَّ مِنَ الْمَيِّتِ وَمُخْرِجُ الْمَيِّتِ مِنَ الْحَيِّ ۚ ذٰلِكُمُ اللّٰهُ فَاَنّٰى تُؤْفَكُوْنَ ﴿٩٥﴾

৯৬) নিশ্চয় আল্লাই শস্যৰ বীজ আৰু খেজুৰ গুটিক ফালি তাৰে পৰা অঙ্কুৰ উৎপাদন কৰে ; তেওঁ মৃতকৰ পৰা জীৱিতক উদ্ভৱ কৰে, আৰু যি জীৱিত তাৰ মৃত্যু সাধন কৰে ; এনেজনেই তোমালোকৰ আল্লা ; তোমালোকক তেন্তে কোনফালে ঘূৰাই নিয়া হৈছে ?

৯৭) (তেওঁ ৰাতিক ফালি) পুৱাৰ উদ্ভৱ কৰে; আৰু তেওঁ নিশাক বিশ্ৰামৰ নিমিত্তে আৰু সূৰ্য্য আৰু চন্দ্ৰক সময় নিৰ্ণয়ৰ কাৰণে সৃষ্টি কৰিছে; এয়ে মহাশক্তিশালী, সৰ্ব্বজ্ঞাতাই স্থিৰ কৰা বিধান।

فَالِقُ الْإِصْبَاحِ وَجَعَلَ اللَّيْلَ سَكَنًا وَالشَّمْسَ وَالْقَمَرَ حُسْبَانًا ذَٰلِكَ تَقْدِيرُ الْعَزِيزِ الْعَلِيمِ ﴿٩٦﴾

৯৮) আৰু তেৱেঁই নক্ষত্ৰসমূহক তোমালোকৰ নিমিত্তে সৃজন কৰিছে, যাতে সেইবোৰৰ সহায়ৰে স্থল আৰু সমুদ্ৰৰ ঘোৰ অন্ধকাৰত বাট দেখি পোৱা, স্বৰূপতে যিবিলাকৰ জ্ঞান আছে সেইবিলাকৰ নিমিত্তে আমি নিদৰ্শনসমূহ বহলাই বৰ্ণনা কৰিছোঁ।

وَهُوَ الَّذِي جَعَلَ لَكُمُ النُّجُومَ لِتَهْتَدُوا بِهَا فِي ظُلُمَاتِ الْبَرِّ وَالْبَحْرِ قَدْ فَصَّلْنَا الْآيَاتِ لِقَوْمٍ يَعْلَمُونَ ﴿٩٧﴾

৯৯) আৰু তেৱেঁই তোমালোকক সৃজন কৰিছে এক আত্মাৰ পৰা; পিছত (তোমালোকৰ নিমিত্তে আছে) স্থায়ী অৱস্থান আৰু অস্থায়ী আশ্ৰয়স্থল; যিবিলাকৰ বোধশক্তি আছে সেইবিলাকৰ নিমিত্তে স্বৰূপতে আমি নিদৰ্শনসমূহ বহলাই বৰ্ণনা কৰিছোঁ।

وَهُوَ الَّذِي أَنْشَأَكُمْ مِنْ نَفْسٍ وَاحِدَةٍ فَمُسْتَقَرٌّ وَمُسْتَوْدَعٌ قَدْ فَصَّلْنَا الْآيَاتِ لِقَوْمٍ يَفْقَهُونَ ﴿٩٨﴾

১০০) আৰু তেৱেঁই আকাশৰ পৰা বৰষুণ নমাই পঠিয়ায়, পিছত আমি তাৰ পৰা সকলো প্ৰকাৰ উদ্ভিদ উৎপন্ন কৰোঁ; তাৰ পিছত আমি তাৰ পৰা সেউজীয়া ঘাঁহ-পাত উদ্ভৱ কৰোঁ; তাৰে পৰা থোপা-বন্ধা শস্য উৎপাদন কৰোঁ, আৰু খেজুৰ গছৰ কোষৰ পৰা তললৈ ওলমি থকা থোকবিলাক আৰু কাননসমূহ একেবিধ আৰু বিভিন্নবিধৰ আঙুৰ আৰু জলফাই আৰু দালিমৰে পৰিপূৰ্ণ; যেতিয়া তাত ফল ধৰে সেই ফলৰ পিনে আৰু যেতিয়া ই পকে তাৰ পিনে তোমালোকে দৃষ্টি কৰিবা; কোনো সন্দেহ নাই বিশ্বাস স্থাপনকাৰীলোকৰ নিমিত্তে ইয়াত নিদৰ্শনসমূহ আছে।

وَهُوَ الَّذِي أَنْزَلَ مِنَ السَّمَاءِ مَاءً فَأَخْرَجْنَا بِهِ نَبَاتَ كُلِّ شَيْءٍ فَأَخْرَجْنَا مِنْهُ خَضِرًا نُخْرِجُ مِنْهُ حَبًّا مُتَرَاكِبًا وَمِنَ النَّخْلِ مِنْ طَلْعِهَا قِنْوَانٌ دَانِيَةٌ وَجَنَّاتٍ مِنْ أَعْنَابٍ وَالزَّيْتُونَ وَالرُّمَّانَ مُشْتَبِهًا وَغَيْرَ مُتَشَابِهٍ انْظُرُوا إِلَىٰ ثَمَرِهِ إِذَا أَثْمَرَ وَيَنْعِهِ إِنَّ فِي ذَٰلِكُمْ لَآيَاتٍ لِقَوْمٍ يُؤْمِنُونَ ﴿١٠٠﴾

১০১) আৰু (চোৱাঁ) সিহঁতে যিনবিলাকক আল্লাৰ সঙ্গী পাতিছে, অথচ তেৱেঁই সিহঁতক সৃষ্টি কৰিছে; আৰু অজ্ঞতাৰ কাৰণে সিহঁতে তেওঁৰ পুতেক জীয়েক স্থিৰ কৰি লৈছে; তেৱেঁই পৰম

وَجَعَلُوا لِلَّهِ شُرَكَاءَ الْجِنَّ وَخَلَقَهُمْ وَخَرَقُوا لَهُ بَنِينَ وَبَنَاتٍ بِغَيْرِ عِلْمٍ سُبْحَانَهُ وَتَعَالَىٰ عَمَّا

পৱিত্ৰ, আৰু সিহঁতে যি (আল্লাৰ সম্বন্ধে) বৰ্ণনা কৰে তাৰ পৰা তেওঁ বহুত ওখত।

يَصِفُونَ ۝١٠١

১০২) আকাশমণ্ডল আৰু পৃথিৱীৰ আদি স্ৰষ্টা (আল্লা); তেওঁৰ সহচৰীয়ে নাই, সন্তান তেওঁৰ কেনেকৈ হ'ব? আৰু তেওঁ সকলো বস্তুকে সৃজন কৰিছে; আৰু সকলো বস্তুৰেই তেওঁৰ পূৰ্ণ জ্ঞান আছে।

بَدِيعُ السَّمٰوٰتِ وَالْاَرْضِ اَنّٰى يَكُوْنُ لَهٗ وَلَدٌ وَّلَمْ تَكُنْ لَّهٗ صَاحِبَةٌ وَخَلَقَ كُلَّ شَیْءٍ وَهُوَ بِكُلِّ شَیْءٍ عَلِيْمٌ ۝١٠٢

১০৩) তেৱেঁই তোমালোকৰ প্ৰভু আল্লা; তেওঁত ভিন্ন আন কোনো উপাস্য নাই; সকলো বস্তুৰেই সৃজন কৰোঁতা; এতেকে তেওঁৰেই আৰাধনা কৰাঁ, আৰু তেৱেঁই সকলো বিষয়ৰ সম্পাদন কৰোঁতা।

ذٰلِكُمُ اللّٰهُ رَبُّكُمْ لَاۤ اِلٰهَ اِلَّا هُوَ خَالِقُ كُلِّ شَیْءٍ فَاعْبُدُوْهُ وَهُوَ عَلٰى كُلِّ شَیْءٍ وَّكِيْلٌ ۝١٠٣

১০৪) নয়নসমূহে তেওঁক অনুভৱ কৰিব নোৱাৰে, কিন্তু তেওঁৰ দৃষ্টিয়ে নয়নসমূহকো ঢুকি পায়; আৰু তেওঁ সূক্ষ্মদৰ্শী, পৰিজ্ঞাত।

لَا تُدْرِكُهُ الْاَبْصَارُ وَهُوَ يُدْرِكُ الْاَبْصَارَ وَهُوَ اللَّطِيْفُ الْخَبِيْرُ ۝١٠٤

১০৫) স্বৰূপতে তোমালোকৰ প্ৰভুৰ পৰা তোমালোকলৈ আহিছে জ্বলন্ত প্ৰমাণসমূহ; এতেকে যেয়ে দেখিব বুজিব ই তাৰ নিজৰেই কল্যাণৰ নিমিত্তে; আৰু যি নেদেখে নুবুজে তাৰ নিমিত্তে সি নিজেই দায়ী; আৰু (তুমি কোৱাঁ) তোমালোকৰ ওপৰত মই ৰক্ষক হৈ অহা নাই।

قَدْ جَآءَكُمْ بَصَآئِرُ مِنْ رَّبِّكُمْ فَمَنْ اَبْصَرَ فَلِنَفْسِهٖ وَمَنْ عَمِیَ فَعَلَيْهَا وَمَاۤ اَنَا عَلَيْكُمْ بِحَفِيْظٍ ۝١٠٥

১০৬) আৰু এইদৰে আমি নিদৰ্শনসমূহ ঘূৰাই ঘূৰাই বৰ্ণনা কৰোঁ (যাতে সিহঁতে সত্য গ্ৰহণ কৰিব পাৰে), আৰু যাতে সিহঁতে কয়, তুমি কেনে উত্তম শিক্ষা দিছা! আৰু যাতে জ্ঞানবান লোকৰ নিমিত্তে তাকে স্পষ্টকৈ ব্যক্ত কৰোঁ।

وَكَذٰلِكَ نُصَرِّفُ الْاٰيٰتِ وَلِيَقُوْلُوْا دَرَسْتَ وَلِنُبَيِّنَهٗ لِقَوْمٍ يَّعْلَمُوْنَ ۝١٠٦

১০৭) তোমাৰ প্ৰভুৰ পৰা তোমাৰ প্ৰতি যি প্ৰত্যাদেশ হৈছে তুমি তাৰেই অনুসৰণ কৰাঁ; তেওঁৰ বাহিৰে আন উপাস্য নাই; আৰু তুমি সেইবিলাকৰ পৰা আঁতৰি থাকিবা যিবিলাকে আল্লাৰ সমানে অইনক উপাস্য পাতিছে।

اِتَّبِعْ مَاۤ اُوْحِیَ اِلَيْكَ مِنْ رَّبِّكَ لَاۤ اِلٰهَ اِلَّا هُوَ وَاَعْرِضْ عَنِ الْمُشْرِكِيْنَ ۝١٠٧

১০৮) আৰু আল্লাই ইচ্ছা কৰা হ'লে, সিহঁতে অইনক আল্লাৰ সমানে উপাস্য নাপাতিলেহেঁতেন; আৰু সিহঁতৰ ওপৰত আমি তোমাক ৰক্ষক

وَلَوْ شَآءَ اللّٰهُ مَاۤ اَشْرَكُوْا وَمَا جَعَلْنٰكَ عَلَيْهِمْ

حَفِيظًا ۚ وَمَآ أَنتَ عَلَيْهِم بِوَكِيلٍ ﴿١٠٧﴾

নিযুক্ত কৰা নাই; আৰু তুমি সিহঁতৰ কাৰণে সম্পাদন কৰোঁতাও নোহোৱা।

وَلَا تَسُبُّوا الَّذِينَ يَدْعُونَ مِن دُونِ اللَّهِ فَيَسُبُّوا
اللَّهَ عَدْوًا بِغَيْرِ عِلْمٍ ۗ كَذَٰلِكَ زَيَّنَّا لِكُلِّ أُمَّةٍ
عَمَلَهُمْ ثُمَّ إِلَىٰ رَبِّهِم مَّرْجِعُهُمْ فَيُنَبِّئُهُم بِمَا
كَانُوا يَعْمَلُونَ ﴿١٠٨﴾

১০৯) আৰু সিহঁতে আল্লাত ভিন্ন যিবিলাকক আহ্বান কৰে সেই বিলাকক নিন্দা নকৰিবা, নতুবা সিহঁতে নজনাকৈ আল্লা সম্বন্ধে বিদেবষৰ ভাবেৰে দুৰ্ব্বাক্য প্ৰয়োগ কৰিব; এইদৰে আমি সকলো সম্প্ৰদায়ৰ কাৰণে সিহঁতৰ কাৰ্য্য (দেখিবলৈ) শোভনীয় কৰোঁ: অৱশেষত সিহঁতৰ প্ৰভুৰ ওচৰলৈ সিহঁতৰ প্ৰত্যাবৰ্ত্তন হ'ব; তাৰ পিছত সিহঁতে যি কাৰ্য্য (পৃথিৱীত) কৰিছিল সকলোখিনি তেওঁ সিহঁতক জানিবলৈ দিব।

وَأَقْسَمُوا بِاللَّهِ جَهْدَ أَيْمَانِهِمْ لَئِن جَاءَتْهُمْ آيَةٌ
لَّيُؤْمِنُنَّ بِهَا ۚ قُلْ إِنَّمَا الْآيَاتُ عِندَ اللَّهِ ۖ وَمَا يُشْعِرُكُمْ
أَنَّهَا إِذَا جَاءَتْ لَا يُؤْمِنُونَ ﴿١٠٩﴾

১১০) আৰু সিহঁতে আল্লাৰ নামত ডাঙৰ শপত খাইছে, এই বুলি, যদি সিহঁতলৈ কোনো নিদৰ্শন আহে সিহঁতে নিশ্চয় তাত বিশ্বাস কৰিব। তুমি কোৱাঁ, প্ৰকৃততে নিদৰ্শনসমূহ আছে কেৱল আল্লাৰ কাষত। তোমালোকে এই কথা কেনেকৈ জানিবা, নিদৰ্শনসমূহ আহিলেও সিহঁতে তাত বিশ্বাস নকৰিব ?

وَنُقَلِّبُ أَفْئِدَتَهُمْ وَأَبْصَارَهُمْ كَمَا لَمْ يُؤْمِنُوا بِهِ أَوَّلَ
مَرَّةٍ وَنَذَرُهُمْ فِي طُغْيَانِهِمْ يَعْمَهُونَ ﴿١١٠﴾

১১১) আৰু যেনেকৈ সিহঁতে প্ৰথমবাৰ কোৰানত বিশ্বাস কৰা নাছিল, তেনেকৈ (এতিয়াও) আমি সিহঁতৰ অন্তৰসমূহ আৰু নয়নসমূহ লুটিয়াই দিম, আৰু সিহঁতক নিজৰ অবাধ্যতাতে অন্ধৰ দৰে খেপিয়াই ফুৰিবলৈ এৰি দিম।

## অষ্টম পাৰা

وَلَوْ أَنَّنَا نَزَّلْنَا إِلَيْهِمُ الْمَلَائِكَةَ وَكَلَّمَهُمُ الْمَوْتَىٰ
وَحَشَرْنَا عَلَيْهِمْ كُلَّ شَيْءٍ قُبُلًا مَّا كَانُوا لِيُؤْمِنُوا إِلَّا
أَن يَشَاءَ اللَّهُ وَلَٰكِنَّ أَكْثَرَهُمْ يَجْهَلُونَ ﴿١١١﴾

১১২) আৰু যদিও আমি সিহঁতৰ প্ৰতি ফিৰিশ্তাবিলাক নমাই পঠালোঁহেঁতেন, আৰু মৃতকবিলাকে সিহঁতৰ সৈতে আলাপ কৰিলেহেঁতেন, আৰু যদি আমি সকলো বস্তু গোটাই আনি সিহঁতৰ সম্মুখত আগ বঢ়ালোঁহেঁতেন, তত্ৰাচ আল্লাই (সিহঁত বিশ্বাসী হোৱাৰ) নিজে ইচ্ছা নকৰিলে, সিহঁতে কেতিয়াও বিশ্বাস নকৰিলেহেঁতেন; কিন্তু সিহঁতৰ সৰহভাগেই অবোধৰ দৰে ব্যৱহাৰ কৰে।

وَكَذَٰلِكَ جَعَلْنَا لِكُلِّ نَبِيٍّ عَدُوًّا شَيَاطِينَ الْإِنسِ وَ

১১৩) আৰু এই দৰে প্ৰত্যেক নবীৰ নিমিত্তে

আমি শত্রু নির্দ্দিষ্ট কৰিছোঁ, যি মানুহ আৰু যিনৰ মাজত শ্বয়তানৰূপী ; সিহঁতৰ কিছুমানে প্ৰতাৰণা কৰিবৰ অৰ্থে কিছুমানৰ হৃদয়ত সুশোভিত কথাৰ সঞ্চাৰণ কৰে ; আৰু তোমালোকৰ প্ৰভুৱে ইচ্ছা কৰা হলে সিহঁতে তেনে কাৰ্য্য নকৰিলেহেঁতেন ; গতিকে সিহঁতক তুমি পৰিত্যাগ কৰাঁ, আৰু সিহঁতক মিছা সাজি থাকিবলৈ দিয়াঁ,—

الْجِنِّ يُوحِي بَعْضُهُمْ إِلَىٰ بَعْضٍ زُخْرُفَ الْقَوْلِ غُرُورًا ۚ
وَلَوْ شَاءَ رَبُّكَ مَا فَعَلُوهُ ۖ فَذَرْهُمْ وَمَا يَفْتَرُونَ ﴿١١٢﴾

১১৪) আৰু যাতে যিবিলাকে পৰকালত বিশ্বাস নকৰে সিহঁতৰ অন্তৰসমূহ যেন সিফালে ঢাল খায়, আৰু সিহঁতে যেন তাতেই সন্তুষ্ট থাকে, আৰু সিহঁতে (নবীৰ শত্রুতা কৰি) যি অৰ্জ্জন কৰে তাকেই যেন অৰ্জ্জন কৰি থাকে।

وَلِتَصْغَىٰ إِلَيْهِ أَفْئِدَةُ الَّذِينَ لَا يُؤْمِنُونَ بِالْآخِرَةِ وَ
لِيَرْضَوْهُ وَلِيَقْتَرِفُوا مَا هُمْ مُقْتَرِفُونَ ﴿١١٣﴾

১১৫) তুমি কোৱাঁ, আল্লাক এৰি মই আইন বিচাৰকৰ বিচাৰ লবলৈ যাম নে? অথচ তেওঁৱেই তোমালোকৰ প্ৰতি অৱতীৰ্ণ কৰিছে ধৰ্ম্মপুথি যাৰ দ্বাৰা সকলো বিষয় বিস্তাৰিতভাৱে বৰ্ণোৱা হৈছে ; যিবিলাকক আমি পুথি দান কৰিছিলোঁ সিবিলাকে (সঠিককৈ) জানে , সেই পুথি সত্যৰ সৈতে তোমাৰ প্ৰভুৰ পৰা অৱতীৰ্ণ হৈছে ; এতেকে তুমি সেই-বিলাকৰ মাজৰ নহবা যিবিলাক সন্দেহত পৰি থাকে।

أَفَغَيْرَ اللَّهِ أَبْتَغِي حَكَمًا وَهُوَ الَّذِي أَنْزَلَ إِلَيْكُمُ
الْكِتَابَ مُفَصَّلًا ۚ وَالَّذِينَ آتَيْنَاهُمُ الْكِتَابَ يَعْلَمُونَ
أَنَّهُ مُنَزَّلٌ مِنْ رَبِّكَ بِالْحَقِّ ۖ فَلَا تَكُونَنَّ مِنَ الْمُمْتَرِينَ ﴿١١٤﴾

১১৬) আৰু তোমাৰ প্ৰভুৰ বাক্য সত্য আৰু ন্যায়ৰ সৈতে পূৰ্ণ হৈছে ; তেওঁৰ বাক্যসমূহ পৰিবৰ্ত্তন কৰোঁতা কেও নাই ; আৰু তেওঁৱেই শ্ৰেষ্ঠ শ্ৰোতা, সৰ্ব্বজ্ঞাতা।

وَتَمَّتْ كَلِمَتُ رَبِّكَ صِدْقًا وَعَدْلًا ۚ لَا مُبَدِّلَ
لِكَلِمَاتِهِ ۚ وَهُوَ السَّمِيعُ الْعَلِيمُ ﴿١١٥﴾

১১৭) আৰু যদি তুমি পৃথিৱীৰ বেছিভাগ মানুহৰ কথা শুনি চলা, সিহঁতে তোমাক আল্লাৰ পথৰ পৰা বিভ্ৰান্ত কৰিব, সিহঁতে কেৱল নিজ কল্পনাৰ হে অনুসৰণ কৰে, আৰু কেৱল অনিশ্চিত অনুমানৰ ফালে সিহঁতৰ গতি।

وَإِنْ تُطِعْ أَكْثَرَ مَنْ فِي الْأَرْضِ يُضِلُّوكَ عَنْ
سَبِيلِ اللَّهِ ۚ إِنْ يَتَّبِعُونَ إِلَّا الظَّنَّ وَإِنْ هُمْ
إِلَّا يَخْرُصُونَ ﴿١١٦﴾

১১৮) বাস্তৱতে তোমাৰ প্ৰভুৱে তেওঁৰ পথৰ পৰা বিভ্ৰান্ত হোৱা বিলাকক ভালকৈ জানে ; আৰু যিসকল সুপথপ্ৰাপ্ত সেই সকলকো বঢ়িয়াকৈ জানে।

إِنَّ رَبَّكَ هُوَ أَعْلَمُ مَنْ يَضِلُّ عَنْ سَبِيلِهِ ۖ وَهُوَ
أَعْلَمُ بِالْمُهْتَدِينَ ﴿١١٧﴾

১১৯) আৰু যদি তোমালোকে তেওঁৰ নিদৰ্শন-সমূহত বিশ্বাস কৰা তেনেহ'লে যি জন্তুৰ (বধ কৰোঁতে) আল্লাৰ নাম লোৱা হৈছে তাক (অবাধে) খাব পাৰিবা।

فَكُلُوا مِمَّا ذُكِرَ اسْمُ اللَّهِ عَلَيْهِ إِنْ كُنْتُمْ بِآيَاتِهِ
مُؤْمِنِينَ ﴿١١٩﴾

১২০) আৰু যি জন্তুৰ ওপৰত (বধ কৰোঁতে) আল্লাৰ নাম লোৱা হৈছে তাক খাবলৈ তোমা-লোকৰ কি আপত্তি হ'ব পাৰে, যেতিয়া যিবিলাক জন্তু তোমালোকৰ নিমিত্তে তেওঁ অবৈধ কৰিছে সেইবিলাক স্বৰূপতে তেওঁ বহলাই তোমালোকৰ আগত উল্লেখ কৰিছে,—সেইবিলাকৰ বাহিৰে যিবিলাক তোমালোকে নিৰুপায় অৱস্থাত খাব লগা হয়? আৰু নিশ্চয় বহুতে অজ্ঞতাবশতঃ নিজৰ নীচ আকাঙ্ক্ষাসমূহৰ দবাৰা আনক পথভ্ৰান্ত কৰি থাকে; বাস্তৱতে তোমাৰ প্ৰভুৱে সীমা অতিক্ৰম কৰোঁতাবিলাকক ভালকৈ জানে।

وَمَا لَكُمْ أَلَّا تَأْكُلُوا مِمَّا ذُكِرَ اسْمُ اللَّهِ عَلَيْهِ وَ
قَدْ فَصَّلَ لَكُمْ مَا حَرَّمَ عَلَيْكُمْ إِلَّا مَا اضْطُرِرْتُمْ
إِلَيْهِ ۗ وَإِنَّ كَثِيرًا لَيُضِلُّونَ بِأَهْوَائِهِمْ بِغَيْرِ عِلْمٍ ۗ
إِنَّ رَبَّكَ هُوَ أَعْلَمُ بِالْمُعْتَدِينَ ﴿١٢٠﴾

১২১) আৰু তোমালোকে পাপ পৰিত্যাগ কৰিবা, প্ৰকাশ্য হওক বা গুপ্ত হওক; বাস্তৱতে যিবিলাকে পাপ অৰ্জ্জন কৰে সিহঁতক সিহঁতে যি কুকাৰ্য্য কৰিছিল তাৰ বাবে নিশ্চয় প্ৰতিফল দিয়া হ'ব।

وَذَرُوا ظَاهِرَ الْإِثْمِ وَبَاطِنَهُ ۚ إِنَّ الَّذِينَ يَكْسِبُونَ
الْإِثْمَ سَيُجْزَوْنَ بِمَا كَانُوا يَقْتَرِفُونَ ﴿١٢١﴾

১২২) আৰু যি জন্তুৰ ওপৰত (বধ কৰোঁতে) আল্লাৰ নাম লোৱা হোৱা নাই তাক তোমালোকে নাখাবা, কিয়নো নিশ্চয় ই (স্পষ্ট) অবাধ্যতা; আৰু কোনো সন্দেহ নাই শয়তানৰূপী মানুহ-বিলাকে প্ৰকৃততে নিজৰ বন্ধুবিলাকক তোমা-লোকৰ সৈতে বাদ-বিসম্বাদ কৰিবলৈ কুমন্ত্ৰণা দিয়ে; আৰু যদি তোমালোক সিহঁতৰ বাধ্য হোৱা তেন্তে তোমালোক নিশ্চয় আল্লাৰ অংশী পাতোঁতা হৈ পৰিবা।

وَلَا تَأْكُلُوا مِمَّا لَمْ يُذْكَرِ اسْمُ اللَّهِ عَلَيْهِ وَإِنَّهُ
لَفِسْقٌ ۗ وَإِنَّ الشَّيَاطِينَ لَيُوحُونَ إِلَىٰ أَوْلِيَائِهِمْ
لِيُجَادِلُوكُمْ ۖ وَإِنْ أَطَعْتُمُوهُمْ إِنَّكُمْ لَمُشْرِكُونَ ﴿١٢٢﴾

১২৩) যিজনক মৃত অৱস্থাৰ পৰা আমি জীৱিত কৰিছিলোঁ, আৰু যাৰ নিমিত্তে আমি এনে পোহৰ স্থিৰ কৰিছিলোঁ যাৰ সহায়েৰে সি মানুহৰ মাজত ফুৰা-চকা কৰিব পাৰিছে, সেইজন এনে এজনৰ অনুৰূপ হ'ব পাৰে নে যি ঘোৰ অন্ধকাৰৰ মাজত

أَوَمَنْ كَانَ مَيْتًا فَأَحْيَيْنَاهُ وَجَعَلْنَا لَهُ نُورًا
يَمْشِي بِهِ فِي النَّاسِ كَمَنْ مَثَلُهُ فِي الظُّلُمَاتِ لَيْسَ

بِخَارِجٍ مِّنْهَا ۚ كَذَٰلِكَ زُيِّنَ لِلْكَافِرِينَ مَا كَانُوا يَعْمَلُونَ ﴿١٢٣﴾

থাকে (আৰু) তাৰ পৰা ওলাই আহিব নোৱাৰে? এইদৰেই অবিশ্বাসীবিলাকে যি কাৰ্য্য কৰিছিল সিহঁতৰ চকুত সুশোভিত কৰা হৈছিল।

وَكَذَٰلِكَ جَعَلْنَا فِي كُلِّ قَرْيَةٍ أَكَابِرَ مُجْرِمِيهَا لِيَمْكُرُوا فِيهَا ۖ وَمَا يَمْكُرُونَ إِلَّا بِأَنفُسِهِمْ وَمَا يَشْعُرُونَ ﴿١٢٤﴾

১২৪) আৰু এইদৰে আমি প্ৰত্যেক নগৰতে তাৰ অসৎকৰ্ম্মী অধিবাসীবিলাকৰ কিছুমানক নায়ক নিৰ্দ্দিষ্ট কৰিছোঁ, যাতে সিহঁতে তাত নানা তৰহৰ কু-অভিসন্ধি সাজি থাকে; কিন্তু সিহঁতে কু-অভিসন্ধি সাজে (প্ৰকৃততে) নিজৰ বিৰুদ্ধেহে, অথচ সিহঁতে নুবুজে।

وَإِذَا جَاءَتْهُمْ آيَةٌ قَالُوا لَن نُّؤْمِنَ حَتَّىٰ نُؤْتَىٰ مِثْلَ مَا أُوتِيَ رُسُلُ اللَّهِ ۘ اللَّهُ أَعْلَمُ حَيْثُ يَجْعَلُ رِسَالَتَهُ ۗ سَيُصِيبُ الَّذِينَ أَجْرَمُوا صَغَارٌ عِندَ اللَّهِ وَعَذَابٌ شَدِيدٌ بِمَا كَانُوا يَمْكُرُونَ ﴿١٢٥﴾

১২৫) আৰু যেতিয়া সিহঁতলৈ (সত্যৰ) নিদৰ্শন আহে সিহঁতে কয়, আল্লাৰ ৰচুলসকলক যেনে নিদৰ্শন দান কৰা হৈছিল সেই অনুৰূপ আমাকো যেতিয়ালৈকে দান কৰা নহয় আমি কেতিয়াও বিশ্বাস নকৰোঁ; ৰচুলৰ পদৱিত আল্লাই কেনেজনক নিযুক্ত কৰিব তেৱেঁই ভালকৈ জানে; যিবিলাক অপৰাধী সিহঁতে শীঘ্ৰে আল্লাৰ কাষত অৱমাননা পাব; আৰু সিহঁতে যি কু-অভিসন্ধি সাজিছিল তাৰ বাবে পাব কঠোৰ শাস্তি।

فَمَن يُرِدِ اللَّهُ أَن يَهْدِيَهُ يَشْرَحْ صَدْرَهُ لِلْإِسْلَامِ ۖ وَمَن يُرِدْ أَن يُضِلَّهُ يَجْعَلْ صَدْرَهُ ضَيِّقًا حَرَجًا كَأَنَّمَا يَصَّعَّدُ فِي السَّمَاءِ ۚ كَذَٰلِكَ يَجْعَلُ اللَّهُ الرِّجْسَ عَلَى الَّذِينَ لَا يُؤْمِنُونَ ﴿١٢٦﴾

১২৬) গতিকে আল্লাই যিজনক সুপথ দেখুৱাবলৈ ইচ্ছা কৰে সেইজনৰ হিয়া ইচলাম (গ্ৰহণৰ) নিমিত্তে মুকলি কৰি দিয়ে; আৰু আল্লাই যাক ভ্ৰান্তিত পেলাবলৈ ইচ্ছা কৰে তাৰ হিয়া সঙ্কুচিত, ৰুদ্ধ, সি যেন আকাশৰ পিনে উঠিব ধৰিছে (আৰু উশাহ লব নোৱাৰিছে); যিবিলাকে বিশ্বাস নকৰে আল্লাই সিহঁতৰ ওপৰত এইদৰে শাস্তি নিক্ষেপ কৰে।

وَهَٰذَا صِرَاطُ رَبِّكَ مُسْتَقِيمًا ۗ قَدْ فَصَّلْنَا الْآيَاتِ لِقَوْمٍ يَذَّكَّرُونَ ﴿١٢٧﴾

১২৭) এয়ে তোমাৰ প্ৰভুৰ পোন বাট; স্বৰূপতে যিসকলে উপদেশ গ্ৰহণ কৰে তেওঁলোকৰ নিমিত্তে আমি নিদৰ্শনসমূহ স্পষ্টকৈ বৰ্ণনা কৰিছোঁ।

لَهُمْ دَارُ السَّلَامِ عِندَ رَبِّهِمْ ۖ وَهُوَ وَلِيُّهُم بِمَا كَانُوا يَعْمَلُونَ ﴿١٢٨﴾

১২৮) তেওঁলোকৰ নিমিত্তে নিজ প্ৰভুৰ সন্নিধানত আছে শান্তিৰ নিকেতন; আৰু তেৱেঁই তেওঁলোকৰ সাহায্যকৰোঁতা, কিয়নো তেওঁলোকে (সজ) কাম কৰিছিল।

وَيَوْمَ يَحْشُرُهُمْ جَمِيعًا يَا مَعْشَرَ الْجِنِّ قَدِ

১২৯) আৰু সেইদিনা তেওঁ সিহঁতৰ সকলোকে

একেলগ কৰিব, (আৰু ক'ব,) হে যিনৰ দল, স্বৰূপতে তোমালোকে জনসাধাৰণৰ বহুতকে নিজৰ (অনুগামী) কৰি লৈছা ; আৰু জনসাধাৰণৰ মাজৰ যিবিলাক সিহঁতৰ বন্ধু সিহঁতে ক'ব, হে আমাৰ প্ৰভু হয়, আমি (পৃথিৱীত) পৰস্পৰে পৰস্পৰৰ পৰা লাভ অৰ্জ্জন কৰিছিলোঁ; আৰু তুমি আমাৰ নিমিত্তে যি সময় নিৰ্দ্ধাৰণ কৰিছিলা সেই সময় (এতিয়া) আমি পাইছোঁহি। তেওঁ ক'ব: তোমালোকৰ বাসস্থান হৈছে নৰকৰ অগ্নি! তাতেই তোমালোকে স্থায়ীৰূপে বাস কৰিবা,— সেইবিলাক ভিন্ন যিবিলাকক (পৰিত্ৰাণ দিবলৈ) আল্লাই ইচ্ছা কৰে। কোনো সন্দেহ নাই, তোমাৰ প্ৰভুৱেই শ্ৰেষ্ঠ জ্ঞানী, সৰ্ব্বজ্ঞাতা।

اسْتَكْثَرْتُمْ مِّنَ الْإِنسِ ۖ وَقَالَ أَوْلِيَاؤُهُم مِّنَ
الْإِنسِ رَبَّنَا اسْتَمْتَعَ بَعْضُنَا بِبَعْضٍ وَبَلَغْنَا
أَجَلَنَا الَّذِي أَجَّلْتَ لَنَا ۚ قَالَ النَّارُ مَثْوَاكُمْ
خَالِدِينَ فِيهَا إِلَّا مَا شَاءَ اللَّهُ ۗ إِنَّ رَبَّكَ حَكِيمٌ
عَلِيمٌ ﴿١٢٩﴾

১৩০) আৰু এইদৰে সিহঁতে যি অৰ্জ্জন কৰিছিল তাৰ বাবে অন্যায়কাৰীবিলাকৰ কিছুমানৰ ওপৰত আমি ক্ষমতা দান কৰিছিলোঁ।

وَكَذَٰلِكَ نُوَلِّي بَعْضَ الظَّالِمِينَ بَعْضًا بِمَا كَانُوا
يَكْسِبُونَ ﴿١٣٠﴾ ع ١٥

১৩১) (মই প্ৰশ্ন কৰিম) হে যিন্ আৰু মানুহৰ দল, তোমালোকৰ মাজৰ পৰাই তোমালোকৰ ওচৰলৈ এনে ৰচুলসকল অহা নাছিল নে, যিসকলে মোৰ নিদৰ্শনসমূহ তোমালোকৰ আগত বৰ্ণনা কৰিছিল, আৰু সেইদিনৰ সাক্ষাৎ সম্বন্ধে তোমালোকক সতৰ্ক কৰি দিছিল? সিহঁতে উত্তৰ দিব, আমাৰ বিপক্ষে আমি নিজেই সাক্ষী দিছোঁ। আৰু পাৰ্থিৱ জীৱনে সিহঁতক প্ৰৱঞ্চনা কৰিছিল; আৰু সিহঁতে নিজৰ বিপক্ষে নিজেই সাক্ষী দিব যে সিহঁত অবিশ্বাসী আছিল।

يَا مَعْشَرَ الْجِنِّ وَالْإِنسِ أَلَمْ يَأْتِكُمْ رُسُلٌ مِّنكُمْ
يَقُصُّونَ عَلَيْكُمْ آيَاتِي وَيُنذِرُونَكُمْ لِقَاءَ يَوْمِكُمْ
هَٰذَا ۚ قَالُوا شَهِدْنَا عَلَىٰ أَنفُسِنَا ۖ وَغَرَّتْهُمُ الْحَيَاةُ
الدُّنْيَا وَشَهِدُوا عَلَىٰ أَنفُسِهِمْ أَنَّهُمْ كَانُوا كَافِرِينَ ﴿١٣١﴾

১৩২) ইয়াৰ কাৰণ হৈছে, তোমাৰ প্ৰভুৱে নগৰসমূহ, তাৰ অধিবাসীবিলাকক সতৰ্ক নকৰাকৈ, অন্যায়ভাৱে ধ্বংস নকৰে।

ذَٰلِكَ أَن لَّمْ يَكُن رَّبُّكَ مُهْلِكَ الْقُرَىٰ بِظُلْمٍ وَ
أَهْلُهَا غَافِلُونَ ﴿١٣٢﴾

১৩৩) আৰু সকলোৱে নিজ কাৰ্য্য অনুসৰি সম্ভ্ৰম-শ্ৰেণী লাভ কৰিব আৰু সিহঁতে যি কাৰ্য্য কৰে সেই সম্বন্ধে তোমাৰ প্ৰভু অাওকণীয়া নহয়।

وَلِكُلٍّ دَرَجَاتٌ مِّمَّا عَمِلُوا ۚ وَمَا رَبُّكَ بِغَافِلٍ عَمَّا
يَعْمَلُونَ ﴿١٣٣﴾

১৩৪) আৰু তোমাৰ প্ৰভু অভাৱহীন, কৰুণাৰ

وَرَبُّكَ الْغَنِيُّ ذُو الرَّحْمَةِ ۚ إِن يَشَأْ يُذْهِبْكُمْ

وَيَسْتَخْلِفْ مِنْۢ بَعْدِكُمْ مَّا يَشَآءُ كَمَآ أَنشَأَكُم
مِّن ذُرِّيَّةِ قَوْمٍ ءَاخَرِينَ ﴿١٣٣﴾

আধাৰ; তেওঁ ইচ্ছা কৰিলে তোমালোকক নিজ সংস্থিতিৰ পৰা আঁতৰাব পাৰে, আৰু তোমালোকৰ ঠাইত যি জাতিকে ইচ্ছা তাকেই স্থাপিত কৰিব পাৰে, যেনেকৈ তোমালোকক অইন এটা জাতিৰ বংশধৰৰ পৰা তেওঁ উদ্ভৱ কৰিছিল।

إِنَّ مَا تُوعَدُونَ لَءَاتٍ ۖ وَمَآ أَنتُم بِمُعْجِزِينَ ﴿١٣٤﴾

১৩৫) তোমালোকক যি বিষয়ে অঙ্গীকাৰ কৰা হৈছে সি নিশ্চয় ঘটিবই, আৰু তাৰ প্ৰতিৰোধ কৰিবলৈ তোমালোক অক্ষম।

قُلْ يَٰقَوْمِ ٱعْمَلُوا۟ عَلَىٰ مَكَانَتِكُمْ إِنِّى عَامِلٌ ۖ فَسَوْفَ
تَعْلَمُونَ مَن تَكُونُ لَهُۥ عَٰقِبَةُ ٱلدَّارِ ۗ إِنَّهُۥ لَا يُفْلِحُ
ٱلظَّٰلِمُونَ ﴿١٣٥﴾

১৩৬) তুমি কোৱাঁ, হে মোৰ জাতি, তোমালোকে যথাসাধ্য নিজ ঠাইত কাম কৰি থাকা; অৱশ্যে ময়ো নিজৰ কাম কৰি গৈ থাকিম; পিছত অদূৰ ভৱিষ্যতে তোমালোকে জানিব পাৰিবা, শেহত শান্তিৰ আলয়ৰ গৰাকী কোন হ'ব; অন্যায়-কাৰীবিলাক যে কেতিয়াও সফলমনোৰথ নহয় ই সুনিশ্চিত কথা।

وَجَعَلُوا۟ لِلَّهِ مِمَّا ذَرَأَ مِنَ ٱلْحَرْثِ وَٱلْأَنْعَٰمِ نَصِيبًا
فَقَالُوا۟ هَٰذَا لِلَّهِ بِزَعْمِهِمْ وَهَٰذَا لِشُرَكَآئِنَا ۖ فَمَا
كَانَ لِشُرَكَآئِهِمْ فَلَا يَصِلُ إِلَى ٱللَّهِ ۖ وَمَا كَانَ
لِلَّهِ فَهُوَ يَصِلُ إِلَىٰ شُرَكَآئِهِمْ ۗ سَآءَ مَا يَحْكُمُونَ ﴿١٣٦﴾

১৩৭) আৰু আল্লাই সৃষ্টি কৰা শস্য আৰু ঘৰচীয়া জন্তুৰ এক অংশ আল্লাৰেই নিমিত্তে সিহঁতে নিৰূপিত কৰি থৈছে; পিছত সিহঁতে নিজৰ ভুল ধাৰণা অনুসৰি কয়, আল্লাৰ নিমিত্তে এই অংশ, আৰু এই অংশ আমাৰ অংশী উপাস্যবিলাকৰ (মূৰ্ত্তিবিলাকৰ) নিমিত্তে; কাৰ্য্যত যি অংশ সিহঁতৰ অংশী উপাস্যবিলাকৰ (মূৰ্ত্তিবিলাকৰ) নিমিত্তে নিৰূপিত সি আল্লাৰ কামত ব্যৱহাৰ কৰা নহয়, কিন্তু যি অংশ আল্লাৰ নিমিত্তে নিৰূপিত সি সিহঁতৰ অংশী-উপাস্যবিলাকৰ (মূৰ্ত্তিবিলাকৰ) কামত ব্যৱহাৰ কৰা হয়; সিহঁতে যি বিচাৰ কৰিছে কেনে নিকৃষ্ট!

وَكَذَٰلِكَ زَيَّنَ لِكَثِيرٍ مِّنَ ٱلْمُشْرِكِينَ قَتْلَ أَوْلَٰدِهِمْ
شُرَكَآؤُهُمْ لِيُرْدُوهُمْ وَلِيَلْبِسُوا۟ عَلَيْهِمْ دِينَهُمْ

১৩৮) আৰু এইদৰে অংশীবাদীবিলাকৰ বহুতৰ চকুত সিহঁতৰ অংশী-উপাস্যবিলাকে সন্তান-হত্যাৰ (নিচিনা গুৰুতৰ পাপকো) সুশোভিত কৰিছিল যাতে (তাৰ দ্বাৰা) সিহঁতৰ ধ্বংস সাধন কৰে, আৰু যাতে সিহঁতৰ ধৰ্ম্ম-বিশ্বাসত সন্দেহৰ সঞ্চাৰ কৰে; আৰু আল্লাই ইচ্ছা কৰা হ'লে সিহঁতে

এনে কাৰ্য্য নকৰিলেহেঁতেন; গতিকে সিহঁতক আৰু সিহঁতে যি মিছা সাজি লৈছে তাক তুমি পৰিত্যাগ কৰা।

وَلَوْ شَآءَ اللّٰهُ مَا فَعَلُوْهُ فَذَرْهُمْ وَمَا يَفْتَرُوْنَ ١٣٧

১৩৯) আৰু সিহঁতে কয়, এইবিলাক ঘৰচীয়া জন্তু আৰু শস্য নিষিদ্ধ; নিজৰ ভুল ধাৰণা অনুসাৰে (কয়,) আমি যাক ইচ্ছা কৰোঁ তাৰ বাহিৰে অইনে এইবিলাক খাব নোৱাৰে। আৰু কিছুমান ঘৰচীয়া জন্তু আছে যাৰ পিঠিসমূহ (আৰোহণ বা বোজাৰ কাৰণে) নিষিদ্ধ; আৰু কিছুমান ঘৰচীয়া জন্তু আছে যাৰ ওপৰত সিহঁতে (বধ কৰোঁতে) আল্লাৰ নাম নলয়, (এনে আদেশ) মিছাকৈ আল্লাৰ ফালে সিহঁতে আৰোপ কৰে; সিহঁতে যে (এই দৰে) মিছা সাজিছিল তাৰ বাবে সিহঁতক আল্লাই শীঘ্ৰে প্ৰতিফল দিব।

وَقَالُوْا هٰذِهٖٓ اَنْعَامٌ وَّحَرْثٌ حِجْرٌ ۖ لَّا يَطْعَمُهَآ اِلَّا
مَنْ نَّشَآءُ بِزَعْمِهِمْ وَاَنْعَامٌ حُرِّمَتْ ظُهُوْرُهَا وَاَنْعَامٌ
لَّا يَذْكُرُوْنَ اسْمَ اللّٰهِ عَلَيْهَا افْتِرَآءً عَلَيْهِ ۭ سَيَجْزِيْهِمْ
بِمَا كَانُوْا يَفْتَرُوْنَ ١٣٨

১৪০) আৰু সিহঁতে কয়, অমুক অমুক ঘৰচীয়া জন্তুবিলাকৰ গৰ্ভৰ পৰা যি ওপজে সি সুকীয়াকৈ আমাৰ পুৰুষবিলাকৰ খাদ্য, আৰু আমাৰ স্ত্ৰীবিলাকৰ নিমিত্তে নিষিদ্ধ; কিন্তু যদি মৰা পোৱালি ওপজে তেন্তে ইয়াৰ ভাগ পোৱাত (পুৰুষ তিৰোতা) সকলো সমান; (মিছাকৈ) সাজি লোৱা এনে কথাৰ বাবে সিহঁতক তেওঁ শীঘ্ৰে প্ৰতিফল দিব; নিশ্চয় তেওঁ শ্ৰেষ্ঠ জ্ঞানী, সৰ্ব্বজ্ঞাতা।

وَقَالُوْا مَا فِيْ بُطُوْنِ هٰذِهِ الْاَنْعَامِ خَالِصَةٌ لِّذُكُوْرِنَا
وَمُحَرَّمٌ عَلٰٓى اَزْوَاجِنَا ۚ وَاِنْ يَّكُنْ مَّيْتَةً فَهُمْ فِيْهِ
شُرَكَآءُ ۭ سَيَجْزِيْهِمْ وَصْفَهُمْ ۭ اِنَّهٗ حَكِيْمٌ عَلِيْمٌ ١٣٩

১৪১) স্বৰূপতে সিহঁত ক্ষতিগ্ৰস্ত হৈছে যিবিলাকে নিৰ্ব্বোধ হৈ অজ্ঞানতা বশতঃ নিজৰ সন্তান-সন্ততিক বধ কৰিছে, আৰু সিহঁতক আল্লাই যি (বিশুদ্ধ) জীৱিকা দান কৰিছে তাক আল্লাৰ বিৰুদ্ধে মিছা সাজি নিজেই অবৈধ কৰি লৈছে; স্বৰূপতে সিহঁত বিপথে গৈছে আৰু সিহঁত সুপথপ্ৰাপ্ত নহয়।

قَدْ خَسِرَ الَّذِيْنَ قَتَلُوْٓا اَوْلَادَهُمْ سَفَهًا بِغَيْرِ عِلْمٍ
وَّحَرَّمُوْا مَا رَزَقَهُمُ اللّٰهُ افْتِرَآءً عَلَى اللّٰهِ ۭ قَدْ ضَلُّوْا
وَمَا كَانُوْا مُهْتَدِيْنَ ١٤٠ ع

১৪২) আৰু চিলিঙাত বগোৱা আৰু নবগোৱা (গছ-লতাৰ) উদ্যানসমূহ, আৰু খেজুৰগছ, আৰু (খাবলৈ) নানাবিধ সোৱাদ থকা শস্য, আৰু জলফাই আৰু ডালিমৰ গছ,—দেখিবলৈ একেৰকমৰ আৰু বেলেগ ৰকমৰ, তেৱেঁই উৎপন্ন

وَهُوَ الَّذِيْٓ اَنْشَاَ جَنّٰتٍ مَّعْرُوْشٰتٍ وَّغَيْرَ مَعْرُوْشٰتٍ
وَّالنَّخْلَ وَالزَّرْعَ مُخْتَلِفًا اُكُلُهٗ وَالزَّيْتُوْنَ وَالرُّمَّانَ
مُتَشَابِهًا وَّغَيْرَ مُتَشَابِهٍ ۭ كُلُوْا مِنْ ثَمَرِهٖٓ اِذَآ اَثْمَرَ

কৰিছে; যেতিয়া সেইবোৰে ফল ধৰে তাৰ ফল ভোগ কৰিবা; আৰু তাক কাটিবৰ দিনা যি দান তাৰ কাৰণে দিব লগীয়া দিবা; আৰু অপব্যয় নকৰিবা; অপব্যয়ী বিলাকক তেওঁ নিশ্চয় ভাল নাপায়।

وَآتُوا حَقَّهُ يَوْمَ حَصَادِهِ ۖ وَلَا تُسْرِفُوا ۚ إِنَّهُ لَا يُحِبُّ الْمُسْرِفِينَ ﴿١٤١﴾

১৪৩) আৰু (তেওঁ সৃজন কৰিছে) ঘৰচীয়া জন্তুবিলাকৰ কিছুমান বোজা বোৱা আৰু কিছুমান আহাৰৰ যোগ্য; আল্লাই তোমালোকক যি জীৱিকা দান কৰিছে তাৰ পৰা খাবা, আৰু শ্বয়তানৰ পদ অনুসৰণ নকৰিবা; ইয়াত অকণো সন্দেহ নাই, তোমালোকৰ নিমিত্তে সি প্ৰকাশ্য শত্ৰু।

وَمِنَ الْأَنْعَامِ حَمُولَةً وَفَرْشًا ۚ كُلُوا مِمَّا رَزَقَكُمُ اللَّهُ وَلَا تَتَّبِعُوا خُطُوَاتِ الشَّيْطَانِ ۚ إِنَّهُ لَكُمْ عَدُوٌّ مُبِينٌ ﴿١٤٢﴾

১৪৪) (খাব পৰা) পশু আঠবিধ (তেওঁ সৃজন কৰিছে), ভেৰাৰ দুবিধ আৰু ছাগলীৰ দুবিধ (মতা আৰু মাইকী)। তুমি প্ৰশ্ন কৰাঁ, এই দুবিধ মতা পশুক নে এই দুবিধ মাইকী পশুক আল্লাই অবৈধ কৰিছে, নে এই দুবিধ মাইকী পশুৰ গৰ্ভত যি আছে তাক জ্ঞান অনুসাৰে মোক বুজাই উত্তৰ দিয়াঁ, যদিহে তোমালোক সত্যবাদী হোৱা।

ثَمَانِيَةَ أَزْوَاجٍ ۖ مِنَ الضَّأْنِ اثْنَيْنِ وَمِنَ الْمَعْزِ اثْنَيْنِ ۗ قُلْ آلذَّكَرَيْنِ حَرَّمَ أَمِ الْأُنْثَيَيْنِ أَمَّا اشْتَمَلَتْ عَلَيْهِ أَرْحَامُ الْأُنْثَيَيْنِ ۖ نَبِّئُونِي بِعِلْمٍ إِنْ كُنْتُمْ صَادِقِينَ ﴿١٤٣﴾

১৪৫) আৰু উটৰ দুবিধ আৰু গৰুৰ দুবিধ (মতা আৰু মাইকী); তুমি প্ৰশ্ন কৰাঁ, এই দুবিধ মতা পশুক নে দুবিধ মাইকী পশুক নে এই দুবিধ মাইকীৰ গৰ্ভত যি আছে তাক আল্লাই অবৈধ কৰিছে? এই বিষয়ে আল্লাই যেতিয়া তোমালোকক আদেশ দিছিল তেতিয়া তোমালোকে (আল্লাৰ সম্মুখত) উপস্থিত আছিলা নে? এতিয়া (কোৱাঁ) যি আল্লাৰ বিপক্ষে মিছা সাজে, যাতে (তাৰ প্ৰকৃত) জ্ঞান নোহোৱাৰ কাৰণে মানুহক বিপথে নিয়ে তাতোকৈ কোন বেছি অন্যায়কাৰী হ'ব পাৰে? সঁচাকৈয়ে অন্যায়কাৰীবিলাকক আল্লাই পথ প্ৰদৰ্শন নকৰে।

وَمِنَ الْإِبِلِ اثْنَيْنِ وَمِنَ الْبَقَرِ اثْنَيْنِ ۗ قُلْ آلذَّكَرَيْنِ حَرَّمَ أَمِ الْأُنْثَيَيْنِ أَمَّا اشْتَمَلَتْ عَلَيْهِ أَرْحَامُ الْأُنْثَيَيْنِ ۖ أَمْ كُنْتُمْ شُهَدَاءَ إِذْ وَصَّاكُمُ اللَّهُ بِهَٰذَا ۚ فَمَنْ أَظْلَمُ مِمَّنِ افْتَرَىٰ عَلَى اللَّهِ كَذِبًا لِيُضِلَّ النَّاسَ بِغَيْرِ عِلْمٍ ۗ إِنَّ اللَّهَ لَا يَهْدِي الْقَوْمَ الظَّالِمِينَ ﴿١٤٤﴾

১৪৬) তুমি কোৱাঁ, মোৰ প্ৰতি যি প্ৰত্যাদেশ অৱতীৰ্ণ হৈ[illegible] তাৰ মাজত মই এনে বস্তু পোৱা নাই যি খোৱ[illegible]নৰ পক্ষে অবৈধ, এই বিলাক ভিন্ন ঃ মৃত জীৱ, বা বৈ যোৱা ৰক্ত, বা গাহৰিৰ

قُلْ لَا أَجِدُ فِي مَا أُوحِيَ إِلَيَّ مُحَرَّمًا عَلَىٰ طَاعِمٍ يَطْعَمُهُ إِلَّا أَنْ يَكُونَ مَيْتَةً أَوْ دَمًا مَسْفُوحًا أَوْ لَحْمَ خِنْزِيرٍ

فَإِنَّهُ رِجْسٌ أَوْ فِسْقًا أُهِلَّ لِغَيْرِ اللَّهِ بِهِ ۚ فَمَنِ اضْطُرَّ غَيْرَ بَاغٍ وَلَا عَادٍ فَإِنَّ رَبَّكَ غَفُورٌ رَّحِيمٌ ﴿١٤٥﴾

মঙহ,—কিয়নো এইবিলাক নিশ্চয় অশুচি— অথবা যি খোৰাত আল্লাৰ অবাধ্যতা হয়, (অৰ্থাৎ) আল্লাত ভিন্ন আনলৈ উছৰ্গা কৰা জন্তু; কিন্তু যি বিদ্ৰোহী নাইবা সীমালঙ্ঘনকাৰী নোহোৱাকৈ নিৰুপায় অৱস্থাত পৰি, তাকে খায় (তাত দোষ নাই,) কিয়নো তোমাৰ প্ৰভু শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দয়ালু।

وَعَلَى الَّذِينَ هَادُوا حَرَّمْنَا كُلَّ ذِي ظُفُرٍ ۖ وَمِنَ الْبَقَرِ وَالْغَنَمِ حَرَّمْنَا عَلَيْهِمْ شُحُومَهُمَا إِلَّا مَا حَمَلَتْ ظُهُورُهُمَا أَوِ الْحَوَايَا أَوْ مَا اخْتَلَطَ بِعَظْمٍ ۚ ذَٰلِكَ جَزَيْنَاهُم بِبَغْيِهِمْ ۖ وَإِنَّا لَصَادِقُونَ ﴿١٤٦﴾

১৪৭) আৰু ইহুদীবিলাকৰ নিমিত্তে খুৰা থকা সকলো জন্তুকেই অবৈধ কৰিছিলোঁ; আৰু গৰু আৰু ছাগলীৰ পিঠিত বা নাড়ী-ভুৰুত ধৰা চৰ্ব্বি বা যি চৰ্ব্বি হাড়সমূহত সংলগ্ন থাকে তাৰ বাহিৰে উভয় জন্তুৰ আন চৰ্ব্বি আমি সিহঁতৰ নিমিত্তে অবৈধ কৰিছিলোঁ; আমি সিহঁতক এনে শাস্তি প্ৰদান কৰিছিলোঁ সিহঁতৰ বিৰোধাচৰণৰ প্ৰতিফল স্বৰূপ; আৰু (বৰ্ণনা কৰাত) আমি নিশ্চয় সত্যবাদী।

فَإِن كَذَّبُوكَ فَقُل رَّبُّكُمْ ذُو رَحْمَةٍ وَاسِعَةٍ وَلَا يُرَدُّ بَأْسُهُ عَنِ الْقَوْمِ الْمُجْرِمِينَ ﴿١٤٧﴾

১৪৮) এতেকে সিহঁতে যদি তোমাক মিথ্যাবাদী বুলি ভাবে তেন্তে কোৱাঁ, তোমালোকৰ প্ৰভু অসীম কৰুণাৰ আধাৰ; কিন্তু অপৰাধীবিলাকৰ পৰা তেওঁৰ শাস্তি নিবৃত্ত নহয়।

سَيَقُولُ الَّذِينَ أَشْرَكُوا لَوْ شَاءَ اللَّهُ مَا أَشْرَكْنَا وَلَا آبَاؤُنَا وَلَا حَرَّمْنَا مِن شَيْءٍ ۚ كَذَٰلِكَ كَذَّبَ الَّذِينَ مِن قَبْلِهِمْ حَتَّىٰ ذَاقُوا بَأْسَنَا ۗ قُلْ هَلْ عِندَكُم مِّنْ عِلْمٍ فَتُخْرِجُوهُ لَنَا ۖ إِن تَتَّبِعُونَ إِلَّا الظَّنَّ وَإِنْ أَنتُمْ إِلَّا تَخْرُصُونَ ﴿١٤٨﴾

১৪৯) যিবিলাকে আনক আল্লাৰ সমানে উপাস্য পাতে সিহঁতে ক'ব, আল্লাই ইচ্ছা কৰা হ'লে আমি, নাইবা আমাৰ পিতৃপুৰুষসকলে, আনক আল্লাৰ সমানে উপাস্য নাপাতিলোঁহেঁতেন, নাইবা আমি একো বস্তুকেই (নিজ অনুমানৰে) অবৈধ নকৰিলোঁহেঁতেন; এইদৰে সিহঁতৰ পূৰ্ব্ববৰ্ত্তীবিলাকেও (সত্যক) অগ্ৰাহ্য কৰিছিল, যি পৰ্য্যন্ত অৱশেষত আমাৰ শাস্তিৰ সোৱাদ সিহঁতে লোৱা নাছিল। কোৱাঁ, তোমালোকৰ কাষত (এই বিষয়ে প্ৰকৃত) জ্ঞান আছে নে? যদি আছে, আমাৰ সম্মুখত তাকে প্ৰকাশ কৰাঁ; তোমালোকে কেৱল নিজ কল্পনাৰহে অনুসৰণ কৰিছা, আৰু তোমালোকে কেৱল অনিশ্চিত অনুমানহে অৱলম্বন কৰিছা।

১৫০) তুমি কোৱাঁ, অন্তৰক আশ্বাস দিয়া প্ৰমাণৰ গৰাকী আল্লা, তেওঁ ইচ্ছা কৰা হ'লে তোমালোকৰ সকলোকে সুপথ প্ৰদৰ্শন কৰিলেহেঁতেন।

قُلْ فَلِلّٰهِ الْحُجَّةُ الْبَالِغَةُ ۚ فَلَوْ شَآءَ لَهَدٰىكُمْ اَجْمَعِيْنَ ﴿١٤٩﴾

১৫১) তুমি কোৱাঁ, তোমালোকৰ সেইবিলাক সাক্ষী লৈ আনা যিবিলাকে এই সাক্ষী দিব, আল্লাই (সঁচাকৈয়ে) ইয়াক অবৈধ কৰিছে; কিন্তু সিহঁতে এনে সাক্ষী দিলেও তুমি সিহঁতৰ সঙ্গী হৈ তেনে সাক্ষী নিদিবা; আৰু যিবিলাকে আমাৰ নিদৰ্শন-সমূহক মিছা বুলি অগ্ৰাহ্য কৰে, আৰু যিবিলাকে পৰকালত বিশ্বাস নকৰে আৰু আনক নিজ প্ৰভুৰ তুল্য বুলি ভাবে সেইবিলাকৰ বৃথা বাঞ্ছাসমূহৰ অনুসৰণ নকৰিবা

قُلْ هَلُمَّ شُهَدَآءَكُمُ الَّذِيْنَ يَشْهَدُوْنَ اَنَّ اللّٰهَ حَرَّمَ هٰذَا ۚ فَاِنْ شَهِدُوْا فَلَا تَشْهَدْ مَعَهُمْ ۚ وَلَا تَتَّبِعْ اَهْوَآءَ الَّذِيْنَ كَذَّبُوْا بِاٰيٰتِنَا وَالَّذِيْنَ لَا يُؤْمِنُوْنَ بِالْاٰخِرَةِ وَهُمْ بِرَبِّهِمْ يَعْدِلُوْنَ ﴿١٥٠﴾

১৫২) তুমি কোৱাঁ, (মোৰ ওচৰলৈ) আহাঁ, তোমালোকৰ নিমিত্তে তোমালোকৰ প্ৰভুৱে যি অবৈধ কৰিছে তাকে মই পাঠ কৰি শুনাওঁঃ তোমালোকে আনক আল্লাৰ সমানে উপাস্য পাতি নলবা। আৰু (তেওঁ আদেশ দিছে) পিতৃ মাতৃৰ সৈতে সদয় ব্যৱহাৰ কৰিবা, আৰু দাৰিদ্ৰ্যবশতঃ নিজৰ সন্তান-সন্ততিক হত্যা নকৰিবা,— তোমালোকৰ, আৰু সিহঁতৰো, জীৱিকা আমিয়েই প্ৰদান কৰোঁ; আৰু নিৰ্গত কাৰ্য্যসমূহৰ ওচৰো নাচাপিবা, সেইবোৰ প্ৰকাশ্য বা অপ্ৰকাশ্য হওক; আৰু যি আত্মাক বধ কৰিবলৈ আল্লাই নিষেধ কৰিছে তাক স্বত্ব নোহোৱাকৈ হত্যা নকৰিবা; এই বিধিসমূহৰ সম্বন্ধে তেওঁ ইয়াকে আদেশ দিছে, হ'ব পাৰে তোমালোকে বুজি পোৱা।

قُلْ تَعَالَوْا اَتْلُ مَا حَرَّمَ رَبُّكُمْ عَلَيْكُمْ اَلَّا تُشْرِكُوْا بِهٖ شَيْـًٔا وَّبِالْوَالِدَيْنِ اِحْسَانًا ۚ وَلَا تَقْتُلُوْٓا اَوْلَادَكُمْ مِّنْ اِمْلَاقٍ ۭ نَحْنُ نَرْزُقُكُمْ وَاِيَّاهُمْ ۚ وَلَا تَقْرَبُوا الْفَوَاحِشَ مَا ظَهَرَ مِنْهَا وَمَا بَطَنَ ۚ وَلَا تَقْتُلُوا النَّفْسَ الَّتِيْ حَرَّمَ اللّٰهُ اِلَّا بِالْحَقِّ ۭ ذٰلِكُمْ وَصّٰىكُمْ بِهٖ لَعَلَّكُمْ تَعْقِلُوْنَ ﴿١٥١﴾

১৫৩) আৰু মাউৰাৰ মঙ্গল সাধনৰ উদ্দেশ্য বিনে, তাৰ সাবালক অৱস্থা নোপোৱালৈকে (লোভত পৰি) তাৰ ধন-সম্পত্তিৰ ওচৰো নাচাপিবা; আৰু ন্যায়ভাৱে জোখ আৰু ওজন পূৰ্ণ কৰিবা; আমি কোনো আত্মাৰ ওপৰত তাৰ সাধ্যৰ অতীত ভাৰ অৰ্পণ নকৰোঁ; আৰু যেতিয়া তোমালোকে মত প্ৰকাশ কৰা, ন্যায়ভাৱে কৰিবা, যদিও সেই মত আত্মীয়স্বজনৰ বিষয়ে প্ৰকাশ কৰিব লগা হয়;

وَلَا تَقْرَبُوْا مَالَ الْيَتِيْمِ اِلَّا بِالَّتِيْ هِيَ اَحْسَنُ حَتّٰى يَبْلُغَ اَشُدَّهٗ ۚ وَاَوْفُوا الْكَيْلَ وَالْمِيْزَانَ بِالْقِسْطِ ۚ لَا نُكَلِّفُ نَفْسًا اِلَّا وُسْعَهَا ۚ وَاِذَا قُلْتُمْ فَاعْدِلُوْا وَلَوْ كَانَ ذَا

আৰু আল্লাৰ সৈতে চুক্তি পূৰ্ণ কৰিবা; এনে বিধানসমূহ সম্বন্ধে তেওঁ তোমালোকক ইয়াকে আদেশ দিছে, হ'ব পাৰে তোমালোকে উপদেশ গ্ৰহণ কৰা।

قُرْبٰى ۚ وَبِعَهْدِ اللّٰهِ اَوْفُوْا ۚ ذٰلِكُمْ وَصّٰكُمْ بِهٖ لَعَلَّكُمْ تَذَكَّرُوْنَ ﴿١٥٢﴾

১৫৪) আৰু (তেওঁ আদেশ দিছে) এই বুলি, মোৰ এই বাট পোন; এতেকে তাৰেই অনুসৰণ কৰা, আইনবিলাক পথৰ অনুসৰণ নকৰিবা, কিয়নো সেইবোৰ পথে তেওঁৰ পথৰ পৰা তোমালোকক আঁতৰাই নি ভিন্ ভিন্ দলৰ সৃষ্টি কৰিব; এনে বিধান সম্বন্ধে তেওঁ তোমালোকক এয়ে আদেশ দিছে, হ'ব পাৰে তোমালোকে পাপৰ পৰা বিৰত থাকা।

وَاَنَّ هٰذَا صِرَاطِيْ مُسْتَقِيْمًا فَاتَّبِعُوْهُ ۚ وَلَا تَتَّبِعُوا السُّبُلَ فَتَفَرَّقَ بِكُمْ عَنْ سَبِيْلِهٖ ۚ ذٰلِكُمْ وَصّٰكُمْ بِهٖ لَعَلَّكُمْ تَتَّقُوْنَ ﴿١٥٣﴾

১৫৫) আৰু চোৱাঁ, আমি মুচাক ধৰ্ম্মপুথি দান কৰিছোঁ—ইয়াৰ দবাৰা সৎকৰ্ম্মীৰ প্ৰতি (আমাৰ অনুগ্ৰহ) সম্পূৰ্ণ কৰি, আৰু সকলো (আৱশ্যকীয়) বস্তু সম্বন্ধে বিস্তাৰিতৰূপে উল্লেখ কৰি, আৰু (মানৱৰ নিমিত্তে) পথ প্ৰদৰ্শন আৰু কৰুণা স্বৰূপ; হ'ব পাৰে সিহঁতে নিজ প্ৰভুৰ দৰ্শন সম্বন্ধে বিশ্বাস স্থাপন কৰে।

ثُمَّ اٰتَيْنَا مُوْسَى الْكِتٰبَ تَمَامًا عَلَى الَّذِيْٓ اَحْسَنَ وَتَفْصِيْلًا لِّكُلِّ شَيْءٍ وَّهُدًى وَّرَحْمَةً لَّعَلَّهُمْ بِلِقَآءِ رَبِّهِمْ يُؤْمِنُوْنَ ﴿١٥٤﴾

১৫৬) আৰু আমি এইখন পুথি অৱতীৰ্ণ কৰিছোঁ মঙ্গলময় কৰি; এতেকে ইয়াৰ অনুসৰণ কৰা, আৰু পাপৰ পৰা বিৰত থাকিবা; সম্ভৱতঃ তোমা-লোকৰ প্ৰতি কৰুণা বৰ্ষণ কৰা হয়।

وَهٰذَا كِتٰبٌ اَنْزَلْنٰهُ مُبٰرَكٌ فَاتَّبِعُوْهُ وَاتَّقُوْا لَعَلَّكُمْ تُرْحَمُوْنَ ﴿١٥٥﴾

১৫৭) (এই অৰ্থে পুথিখন অৱতীৰ্ণ কৰিছোঁ), তোমালোকে যেন এই বুলি ক'ব নোৱাৰা, আমাৰ পূৰ্ব্বে দুই সম্প্ৰদায়ৰ প্ৰতিহে ধৰ্ম্মপুথি অৱতীৰ্ণ কৰা হৈছিল; আৰু সেইবিলাকে যি পাঠ কৰিছিল সেই সম্বন্ধে প্ৰকৃততে আমি পৰিজ্ঞাত নাছিলোঁ;

اَنْ تَقُوْلُوْٓا اِنَّمَآ اُنْزِلَ الْكِتٰبُ عَلٰى طَآئِفَتَيْنِ مِنْ قَبْلِنَا ۪ وَاِنْ كُنَّا عَنْ دِرَاسَتِهِمْ لَغٰفِلِيْنَ ﴿١٥٦﴾

১৫৮) অথবা তোমালোকে যেন এই বুলিও ক'ব নোৱাৰা, আমাৰ প্ৰতি তেনে ধৰ্ম্মপুথি অৱতীৰ্ণ হোৱা হ'লে আমি নিশ্চয় সিহঁততকৈ অধিক সুপথপ্ৰাপ্ত হলোঁহেঁতেন; এতিয়া স্বৰূপতে প্ৰভুৰ পৰা তোমালোকলৈ আহিছে প্ৰত্যক্ষ প্ৰমাণ, আৰু

اَوْ تَقُوْلُوْا لَوْ اَنَّآ اُنْزِلَ عَلَيْنَا الْكِتٰبُ لَكُنَّآ اَهْدٰى مِنْهُمْ ۚ فَقَدْ جَآءَكُمْ بَيِّنَةٌ مِّنْ رَّبِّكُمْ وَهُدًى وَّرَحْمَةٌ ۚ فَمَنْ اَظْلَمُ مِمَّنْ كَذَّبَ بِاٰيٰتِ اللّٰهِ وَصَدَفَ

عَنْهَا سَنَجْزِي الَّذِينَ يَصْدِفُونَ عَنْ آيَاتِنَا سُوءَ الْعَذَابِ بِمَا كَانُوا يَصْدِفُونَ ﴿١٥٧﴾

পথ-প্ৰদৰ্শন, আৰু (তেওঁৰ) কৰুণা; তেন্তে, যি আল্লাৰ নিদৰ্শনসমূহৰ অমান্য কৰিছে, আৰু সেইবিলাকৰ পৰা পৰাঙ্মুখ হৈছে, তাতকৈ অধিক অন্যায়কাৰী কোন হ'ব পাৰে? যিবিলাকে আমাৰ নিদৰ্শনসমূহৰ পৰা বিমুখ হৈছে সিহঁতক আমি শীঘ্ৰে প্ৰদান কৰিম নিকৃষ্ট শাস্তিৰ প্ৰতিফল, কিয়নো সিহঁত বিমুখ হৈ ঘূৰি গৈছিল।

هَلْ يَنْظُرُونَ إِلَّا أَنْ تَأْتِيَهُمُ الْمَلَائِكَةُ أَوْ يَأْتِيَ رَبُّكَ أَوْ يَأْتِيَ بَعْضُ آيَاتِ رَبِّكَ ۗ يَوْمَ يَأْتِي بَعْضُ آيَاتِ رَبِّكَ لَا يَنْفَعُ نَفْسًا إِيمَانُهَا لَمْ تَكُنْ آمَنَتْ مِنْ قَبْلُ أَوْ كَسَبَتْ فِي إِيمَانِهَا خَيْرًا ۗ قُلِ انْتَظِرُوا إِنَّا مُنْتَظِرُونَ ﴿١٥٨﴾

১৫৯) ফিৰিশ্বতাবিলাক যেন সিহঁতৰ ওচৰলৈ আহক, বা স্বয়ং তোমাৰ প্ৰভু উপস্থিত হওক, নাইবা তোমাৰ প্ৰভুৰ কিছুমান নিদৰ্শন উপনীত হওক, তালৈ মাথোন সিহঁতে অপেক্ষা কৰি আছে নে? যিদিনা তোমাৰ প্ৰভুৰ কিছুমান নিদৰ্শন পাবহি তেতিয়া তাত কোনো আত্মাই বিশ্বাস কৰাত একো লাভ নহ'ব, যিহেতু সি তাত আগেয়ে বিশ্বাস কৰা নাছিল, বা বিশ্বাস কৰিও কোনো কল্যাণ অৰ্জ্জন কৰা নাছিল; তুমি কোৱাঁ, তোমালোকে অপেক্ষা কৰি থাকাঁ, আমিও অপেক্ষা কৰি আছোঁ।

إِنَّ الَّذِينَ فَرَّقُوا دِينَهُمْ وَكَانُوا شِيَعًا لَسْتَ مِنْهُمْ فِي شَيْءٍ ۚ إِنَّمَا أَمْرُهُمْ إِلَى اللَّهِ ثُمَّ يُنَبِّئُهُمْ بِمَا كَانُوا يَفْعَلُونَ ﴿١٥٩﴾

১৬০) বাস্তৱতে যিবিলাকে নিজ ধৰ্ম্মত বিচ্ছেদৰ সৃষ্টি কৰিছে, আৰু ভিন্ ভিন্ সম্প্ৰদায়ত বিভক্ত হৈছে, সেইবিলাকৰ লগত তোমাৰ একো সম্বন্ধ নাই; প্ৰকৃততে সিহঁতৰ ব্যাপাৰ আল্লাৰ হাতত; শেহত, সিহঁতে যি কাৰ্য্য কৰিছিল সেই সম্বন্ধে তেওঁ সিহঁতক জানিবলৈ দিব।

مَنْ جَاءَ بِالْحَسَنَةِ فَلَهُ عَشْرُ أَمْثَالِهَا ۖ وَمَنْ جَاءَ بِالسَّيِّئَةِ فَلَا يُجْزَىٰ إِلَّا مِثْلَهَا وَهُمْ لَا يُظْلَمُونَ ﴿١٦٠﴾

১৬১) যিজনে (আল্লাৰ ওচৰত) সৎকৰ্ম্ম লৈ আনিব সেইজনে তাৰে সদৃশ দহগুণ প্ৰতিদান লাভ কৰিব; আৰু যেয়ে অসৎকৰ্ম্ম লৈ আনিব, তাক প্ৰতিদান দিয়া হ'ব কেৱল তাৰেই অনুৰূপ; আৰু সিহঁতৰ কোনো অন্যায় কৰা নহ'ব।

قُلْ إِنَّنِي هَدَانِي رَبِّي إِلَىٰ صِرَاطٍ مُسْتَقِيمٍ دِينًا قِيَمًا مِلَّةَ إِبْرَاهِيمَ حَنِيفًا ۚ وَمَا كَانَ مِنَ الْمُشْرِكِينَ ﴿١٦١﴾

১৬২) তুমি কোৱাঁ, মোৰ কথা এইঃ মোৰ প্ৰভুৱে নিশ্চয় মোক পোন বাটৰ ফালে চলাই নিছে; সেয়ে সঠিক ধৰ্ম্ম, একনিষ্ঠ সেৱক ইব্ৰাহিমৰ ধৰ্ম্ম-নীতি; আৰু তেওঁ সেইবিলাকৰ মাজৰ নাছিল যিবিলাকে আনক আল্লাৰ সমানে উপাস্য পাতে।

১৬৩) তুমি কোৱাঁ, নিশ্চয় মোৰ নমাজ আৰু মোৰ কুৰ্‌বাণী আৰু মোৰ জীৱন আৰু মোৰ মৰণ সকলো ব্ৰহ্মাণ্ডৰ প্ৰতিপালক আল্লাৰেই নিমিত্তে ;

قُلْ إِنَّ صَلَاتِي وَنُسُكِي وَمَحْيَايَ وَمَمَاتِي لِلَّهِ رَبِّ
الْعَٰلَمِينَ ﴿١٦٢﴾

১৬৪) তেওঁৰ কোনো অংশী নাই—মোক এনে আদেশ দিয়া হৈছে ; আৰু আত্মসমৰ্পণ কৰোঁতাসকলৰ মাজত ময়ে সৰ্ব্ব প্ৰথম।

لَا شَرِيكَ لَهُۥ ۖ وَبِذَٰلِكَ أُمِرْتُ وَأَنَا۠ أَوَّلُ الْمُسْلِمِينَ ﴿١٦٣﴾

১৬৫) তুমি কোৱাঁ, কি! আল্লাক এৰি মই আন প্ৰতিপালক অন্বেষণ কৰিম নে, অথচ তেৱেঁই সকলোৰে পালনকৰ্ত্তা ? আৰু প্ৰত্যেক মানুহে যি অৰ্জ্জন কৰে তাৰ দায়িত্ব তাৰেই ওপৰত ; আৰু কোনো ভাৰাক্ৰান্ত মানুহে আনৰ ভাৰ বহন নকৰিব ; শেহত তোমালোকৰ প্ৰভুৰ ওচৰলৈ হ'ব তোমালোকৰ প্ৰত্যাগমন ; সেই সময়ত যি বিষয়ে তোমালোকে বিৰোধ কৰিছিলা তাঁৰ প্ৰকৃতত্ব তেওঁ তোমালোকক জানিবলৈ দিব।

قُلْ أَغَيْرَ اللَّهِ أَبْغِي رَبًّا وَهُوَ رَبُّ كُلِّ شَيْءٍ ۚ وَلَا تَكْسِبُ
كُلُّ نَفْسٍ إِلَّا عَلَيْهَا ۚ وَلَا تَزِرُ وَازِرَةٌ وِزْرَ أُخْرَىٰ ۚ
ثُمَّ إِلَىٰ رَبِّكُم مَّرْجِعُكُمْ فَيُنَبِّئُكُم بِمَا كُنتُمْ فِيهِ
تَخْتَلِفُونَ ﴿١٦٤﴾

১৬৬) আৰু তেৱেঁই তোমালোকক পৃথিৱীত (আন জাতিৰ) উত্তৰাধিকাৰী পাতিছে, আৰু তেওঁ তোমালোকৰ কিছুমানক সম্মানত কিছুমানৰ ওপৰত সমুন্নত কৰিছে, যাতে তেওঁ যি (ক্ষমতা) তোমালোকক দান কৰিছে তাৰ সম্বন্ধে তোমালোকৰ পৰীক্ষা লয় ; সঁচাকৈয়ে শাস্তি দিয়াত তোমাৰ প্ৰভু ক্ষিপ্ৰ ; আৰু কোনো সন্দেহ নাই তেওঁ শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানশীল।

وَهُوَ الَّذِي جَعَلَكُمْ خَلَٰٓئِفَ الْأَرْضِ وَرَفَعَ بَعْضَكُمْ
فَوْقَ بَعْضٍ دَرَجَٰتٍ لِّيَبْلُوَكُمْ فِي مَآ ءَاتَىٰكُمْ ۗ إِنَّ رَبَّكَ
سَرِيعُ الْعِقَابِ وَإِنَّهُۥ لَغَفُورٌ رَّحِيمٌ ﴿١٦٥﴾




## চূৰা ৭ AL-A'RAF আল-আ'ৰাফ মক্কাত অৱতীৰ্ণ

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

১) পৰম করুণাময়, পৰম দানশীল আল্লাৰ নামত।

الٓمّٓصٓ ②

২) আলিফ, লাম, মীম, স্বাদ। (মই আল্লা, মই সৰ্বজ্ঞ, মই স্পষ্টৰূপে বৰ্ণনা কৰোঁতা—সত্যবাদী)

كِتٰبٌ اُنْزِلَ اِلَيْكَ فَلَا يَكُنْ فِيْ صَدْرِكَ حَرَجٌ مِّنْهُ لِتُنْذِرَ بِهٖ وَذِكْرٰى لِلْمُؤْمِنِيْنَ ③

৩) তোমাৰ প্ৰতি এই ধৰ্ম্মপুথিৰ অৱতাৰণ কৰা হৈছে যাতে তুমি ইয়াৰ দবাৰা (মানৱক) সতৰ্ক কৰি দিয়া, আৰু যাতে বিশ্বাসীসকলৰ নিমিত্তে এই পুথি উপদেশ স্বৰূপ হয়; কিন্তু (চোৱাঁ) এই বিষয়ে যেন তোমাৰ হিয়াত সঙ্কোচৰ সৃষ্টি নহয়।

اِتَّبِعُوْا مَآ اُنْزِلَ اِلَيْكُمْ مِّنْ رَّبِّكُمْ وَلَا تَتَّبِعُوْا مِنْ دُوْنِهٖٓ اَوْلِيَآءَ ؕ قَلِيْلًا مَّا تَذَكَّرُوْنَ ④

৪) তোমালোকৰ প্ৰভুৰ পৰা তোমালোকৰ প্ৰতি যি (কোৰান) নমাই পঠিওৱা হৈছে তাৰেই অনুসৰণ কৰাঁ, আৰু তেওঁক এৰি আন সাহায্যকাৰী বিলাকৰ অনুগামী নহবা; নিচেই অলপহে তোমালোকে উপদেশ গ্ৰহণ কৰা।

وَكَمْ مِّنْ قَرْيَةٍ اَهْلَكْنٰهَا فَجَآءَهَا بَاْسُنَا بَيَاتًا اَوْ هُمْ قَآئِلُوْنَ ⑤

৫) আৰু কতবোৰ নগৰৰ আমি ধ্বংস সাধন কৰিছোঁ! তাৰ (অধিবাসীবিলাকৰ) ওপৰত সিহঁতে নিশা শুই থাকোঁতে বা অপৰাহ্ন বিশ্ৰাম কৰোঁতে, অকস্মাৎ আমাৰ শাস্তি আহি পৰিল।

فَمَا كَانَ دَعْوٰىهُمْ اِذْ جَآءَهُمْ بَاْسُنَآ اِلَّآ اَنْ قَالُوْٓا اِنَّا كُنَّا ظٰلِمِيْنَ ⑥

৬) পিছত, সিহঁতৰ ওচৰলৈ আমাৰ শাস্তি আহিলত সিহঁতে ইয়াৰ বাহিৰে একোকে মাতিব নোৱাৰিছিল: সঁচাকৈয়ে আমি অন্যায়কাৰী আছিলোঁ।

فَلَنَسْـَٔلَنَّ الَّذِيْنَ اُرْسِلَ اِلَيْهِمْ وَلَنَسْـَٔلَنَّ الْمُرْسَلِيْنَ ⑦

৭) এতেকে যিবিলাকৰ প্ৰতি ৰচুলসকলক প্ৰেৰণ কৰা হৈছিল সিহঁতক আমি নিশ্চয় প্ৰশ্ন কৰিম; আৰু সেই ৰচুলসকলকো আমি নিশ্চয় প্ৰশ্ন কৰিম।

فَلَنَقُصَّنَّ عَلَيْهِمْ بِعِلْمٍ وَّمَا كُنَّا غَآئِبِيْنَ ⑧

৮) পিছত নিশ্চয় আমি নিজ (বিশেষ) জ্ঞানৰ সৈতে (সিহঁতৰ কাৰ্য্যাৱলী) সিহঁতৰ আগত বৰ্ণনা কৰিম, কিয়নো আমি (সেইবোৰ) নিৰীক্ষণ নকৰাকৈ নাছিলোঁ।

৯) সেইদিনাখন যে (কাৰ্য্যসমূহৰ) লেখ-জোখ লোৱা হ'ব ই সত্য; তেতিয়া যিবিলাকৰ (পুণ্যৰ তৰ্জ্জু গধুৰ হ'ব, সেইবিলাকেই হ'ব সফল মনোৰথ।

وَالْوَزْنُ يَوْمَئِذٍ الْحَقُّ ۚ فَمَن ثَقُلَتْ مَوَازِينُهُ فَأُولَٰئِكَ هُمُ الْمُفْلِحُونَ ﴿٩﴾

১০) কিন্তু যিবিলাকৰ (পুণ্যৰ) তৰ্জ্জু গধুৰ হ'ব, সেইবিলাকেই নিজ আত্মাসমূহৰ ক্ষতি কৰিছিল, কিয়নো সিহঁতে আমাৰ নিদৰ্শনসমূহৰ বিষয়ে অন্যায় ব্যৱহাৰ কৰিছিল।

وَمَنْ خَفَّتْ مَوَازِينُهُ فَأُولَٰئِكَ الَّذِينَ خَسِرُوا أَنفُسَهُم بِمَا كَانُوا بِآيَاتِنَا يَظْلِمُونَ ﴿١٠﴾

১১) আৰু স্বৰূপতে আমি তোমালোকক ক্ষমতা দান কৰি পৃথিৱীত সংস্থাপিত কৰিছোঁ, আৰু তোমালোকৰ নিমিত্তে জীৱিকা নিৰ্ব্বাহৰ উপায় তাতে কৰি দিছোঁ; (কিন্তু) তোমালোকে নিচেই অলপহে কৃতজ্ঞতা স্বীকাৰ কৰা।

وَلَقَدْ مَكَّنَّاكُمْ فِي الْأَرْضِ وَجَعَلْنَا لَكُمْ فِيهَا مَعَايِشَ ۗ قَلِيلًا مَّا تَشْكُرُونَ ﴿١١﴾ ع

১২) আৰু স্বৰূপতে আমি তোমালোকক সৃজন কৰিলোঁ আৰু তোমালোকক আকাৰ দান কৰিলোঁ; তাৰ পিছত আমি ফিৰিশ্বতাবিলাকক কলোঁ, তোমালোক আদমৰ বাধ্য হোৱাঁ; তেতিয়া ইব্লিচৰ বাহিৰে সকলোৱে বাধ্যতা স্বীকাৰ কৰিলে; (কিন্তু) সি বাধ্য হোৱাবিলাকৰ মাজৰ নহ'ল।

وَلَقَدْ خَلَقْنَاكُمْ ثُمَّ صَوَّرْنَاكُمْ ثُمَّ قُلْنَا لِلْمَلَائِكَةِ اسْجُدُوا لِآدَمَ فَسَجَدُوا إِلَّا إِبْلِيسَ لَمْ يَكُن مِّنَ السَّاجِدِينَ ﴿١٢﴾

১৩) তেওঁ ক'লে, মই যেতিয়া তোমাক আদেশ দিছিলোঁ তেতিয়া তুমি (আদমৰ) বাধ্য হোৱাত কি কথাই বাধা জন্মালে? সি ক'লে, মই তেওঁতকৈ শ্ৰেষ্ঠ; মোক তুমি অগ্নিৰে সৃজন কৰিছা, আৰু তেওঁক সৃজন কৰিছা আলতীয়া মাটিৰে।

قَالَ مَا مَنَعَكَ أَلَّا تَسْجُدَ إِذْ أَمَرْتُكَ ۖ قَالَ أَنَا خَيْرٌ مِّنْهُ خَلَقْتَنِي مِن نَّارٍ وَخَلَقْتَهُ مِن طِينٍ ﴿١٣﴾

১৪) তেওঁ ক'লে, তেন্তে তুমি এই ঠাইৰ পৰা নামি যোৱাঁ, কিয়নো এনে ঠাইত অহঙ্কাৰ কৰা তোমাৰ পক্ষে কোনো মতে নৰজে; গতিকে তুমি ওলাই যোৱাঁ; তুমি সেইবিলাকৰ মাজৰ হলা যিবিলাক হেয়, অধম।

قَالَ فَاهْبِطْ مِنْهَا فَمَا يَكُونُ لَكَ أَن تَتَكَبَّرَ فِيهَا فَاخْرُجْ إِنَّكَ مِنَ الصَّاغِرِينَ ﴿١٤﴾

১৫) সি কলে, যিদিনা সিহঁতৰ পুনৰুত্থান হ'ব সেই দিনলৈকে তুমি মোক অৱসৰ দিয়া।

قَالَ أَنظِرْنِي إِلَىٰ يَوْمِ يُبْعَثُونَ ﴿١٥﴾

১৬) তেওঁ কলে, নিশ্চয় তোমাক অৱসৰ দিয়া হ'ল।

قَالَ إِنَّكَ مِنَ الْمُنظَرِينَ ﴿١٦﴾

১৭) সি কলে, যিহেতু তুমি মোক বিনাশ-প্রাপ্ত বুলি স্থিৰ কৰিলা, ময়ো সিহঁতক বিপথে নিবলৈ তোমাৰ পোন বাটতে সিহঁতৰ খাপ লৈ বহি থাকিম।

قَالَ فَبِمَآ اَغْوَيْتَنِىْ لَاَقْعُدَنَّ لَهُمْ صِرَاطَكَ الْمُسْتَقِيْمَ ﴿١٦﴾

১৮) তাৰ পিছত মই নিশ্চয় সিহঁতৰ ওচৰলৈ আহিম, সিহঁতৰ আগফালৰ পৰা, আৰু সিহঁতৰ পিছফালৰ পৰা, আৰু সিহঁতৰ সোঁফালৰ পৰা, আৰু সিহঁতৰ বাঁও ফালৰ পৰা ; আৰু (ফলত) তুমি সিহঁতৰ বেছি ভাগকেই তোমাৰ কৃতজ্ঞতা স্বীকাৰ নকৰা দেখিবলৈ পাবা।

ثُمَّ لَاٰتِيَنَّهُمْ مِّنْۢ بَيْنِ اَيْدِيْهِمْ وَمِنْ خَلْفِهِمْ وَعَنْ اَيْمَانِهِمْ وَعَنْ شَمَآئِلِهِمْ ؕ وَلَا تَجِدُ اَكْثَرَهُمْ شٰكِرِيْنَ ﴿١٧﴾

১৯) তেওঁ কলে, তুমি এই ঠাইৰ পৰা ওলাই যোৱাঁ, অপমানিত, লাঞ্ছিত হৈ, যিবিলাকে তোমাৰ অনুসৰণ কৰিব সেইবিলাক আৰু তোমালোক সকলোৰে দবাৰা নিশ্চয় মই নৰক পূর্ণ কৰিম।

قَالَ اخْرُجْ مِنْهَا مَذْءُوْمًا مَّدْحُوْرًا ؕ لَمَنْ تَبِعَكَ مِنْهُمْ لَاَمْلَئَنَّ جَهَنَّمَ مِنْكُمْ اَجْمَعِيْنَ ﴿١٨﴾

২০) আৰু (ক'লে), হে আদম, তুমি আৰু তোমাৰ সহচৰী দুয়ো এই উদ্যানত বাস কৰাঁ, আৰু য'ৰে ইচ্ছা ত'ৰে পৰা খাবা, কিন্তু এই জোপা গছৰ ওচৰ নাচাঁপিবা ; ওচৰ চাপিলে তোমালোক দুয়ো অন্যায়কাৰীবিলাকৰ মাজৰ হবা।

وَيٰۤاٰدَمُ اسْكُنْ اَنْتَ وَزَوْجُكَ الْجَنَّةَ فَكُلَا مِنْ حَيْثُ شِئْتُمَا وَلَا تَقْرَبَا هٰذِهِ الشَّجَرَةَ فَتَكُوْنَا مِنَ الظّٰلِمِيْنَ ﴿١٩﴾

২১) কিন্তু শ্বয়তানে তেওঁলোকক কু-মন্ত্রণা দিলে, যাতে উভয়ৰ যি গোপনীয় লাজৰ অঙ্গ পৰস্পৰৰ পৰা পূর্ব্বে অদৃশ্য আছিল তাক উভয়ৰ সমুখত প্রকাশিত কৰে ; আৰু সি ক'লে, তোমালোক দুয়ো যাতে ফিৰিশ্তা হ'ব নোৱাৰা, নাইবা চিৰজীৱিতবিলাকৰ অন্তর্গত নোহোৱা, সেই কাৰণে মাথোন তোমালোকৰ প্রভুৱে তোমালোক দুইকো এই গছজোপাৰ ওচৰ চাপিবলৈ নিষেধ কৰিছে।

فَوَسْوَسَ لَهُمَا الشَّيْطٰنُ لِيُبْدِيَ لَهُمَا مَا وٗرِيَ عَنْهُمَا مِنْ سَوْاٰتِهِمَا وَقَالَ مَا نَهٰىكُمَا رَبُّكُمَا عَنْ هٰذِهِ الشَّجَرَةِ اِلَّاۤ اَنْ تَكُوْنَا مَلَكَيْنِ اَوْ تَكُوْنَا مِنَ الْخٰلِدِيْنَ ﴿٢٠﴾

২২) আৰু তেওঁলোকৰ আগত সি শপত খাই কৈছিল, মই নিশ্চয় তোমালোক উভয়ৰ মঙ্গলৰ কাৰণে উপদেশ দিছোঁ।

وَقَاسَمَهُمَاۤ اِنِّيْ لَكُمَا لَمِنَ النّٰصِحِيْنَ ﴿٢١﴾

২৩) পিছত যেতিয়া উভয়ে সেই গছ জোপাৰ (ফলৰ) সোৱাদ ললে, তেতিয়া তেওঁলোকৰ

فَدَلّٰىهُمَا بِغُرُوْرٍ ۚ فَلَمَّا ذَاقَا الشَّجَرَةَ بَدَتْ لَهُمَا

سَوْاٰتُهُمَا وَطَفِقَا يَخْصِفٰنِ عَلَيْهِمَا مِنْ وَّرَقِ
الْجَنَّةِ ؕ وَنَادٰىهُمَا رَبُّهُمَآ اَلَمْ اَنْهَكُمَا عَنْ تِلْكُمَا
الشَّجَرَةِ وَاَقُلْ لَّكُمَآ اِنَّ الشَّيْطٰنَ لَكُمَا عَدُوٌّ
مُّبِيْنٌ ﴿٢٢﴾

লাজৰ গোপনীয় অঙ্গ পৰস্পৰৰ সম্মুখত প্ৰকাশিত হ'ল; আৰু উভয়ে উদ্যানৰ পাত-লতাৰে নিজৰ লজ্জা আবৃত কৰিবলৈ ধৰিলে; আৰু তেওঁলোকৰ প্ৰভুৱে দুইকো এইদৰে সম্বোধন কৰি ক'লে, এই জোপা গছৰ ওচৰ চাপিবলৈ মই তোমালোক দুইকো নিষেধ কৰা নাছিলোঁ নে? আৰু মই তোমালোক দুইকো (সাৱধান কৰি) জনাই দিয়া নাছিলোঁ নে, তোমালোক উভয়ৰ নিমিত্তে শ্বয়তান নিশ্চয় প্ৰকাশ্য শত্ৰু?

قَالَا رَبَّنَا ظَلَمْنَآ اَنْفُسَنَا ٚ وَاِنْ لَّمْ تَغْفِرْ لَنَا وَ
تَرْحَمْنَا لَنَكُوْنَنَّ مِنَ الْخٰسِرِيْنَ ﴿٢٣﴾

২৪) তেওঁলোক উভয়ে প্ৰাৰ্থনা কৰিলেঃ হে আমাৰ প্ৰভু, আমি নিজৰেই অন্যায় কৰিলোঁ; আৰু এতিয়া তুমি আমাক ক্ষমা দান নকৰিলে আৰু আমাৰ প্ৰতি কৰুণা প্ৰদৰ্শন নকৰিলে, কোনো সন্দেহ নাই আমি ক্ষতিগ্ৰস্ত বিলাকৰ অন্তৰ্গত হম।

قَالَ اهْبِطُوْا بَعْضُكُمْ لِبَعْضٍ عَدُوٌّ ۚ وَلَكُمْ فِى الْاَرْضِ
مُسْتَقَرٌّ وَّمَتَاعٌ اِلٰى حِيْنٍ ﴿٢٤﴾

২৫) তেওঁ কলে, তোমালোক (ইয়াৰ পৰা অইন ঠাইলৈ) নামি যোৱাঁ; তোমালোক ইজন সিজনৰ শত্ৰু; আৰু তোমালোকৰ নিমিত্তে পৃথিৱীত কিছুদিনৰ কাৰণে বাসস্থান আৰু সম্বল আছে।

قَالَ فِيْهَا تَحْيَوْنَ وَفِيْهَا تَمُوْتُوْنَ وَمِنْهَا
تُخْرَجُوْنَ ع ﴿٢٥﴾ ع ١٥ ٩

২৬) তেওঁ (আৰু) কলে, তোমালোকে তাতেই জীৱন ধাৰণ কৰিবা, আৰু তাতেই প্ৰাণত্যাগ কৰিবা, আৰু (মৃত্যুৰ পাছত) তাৰে পৰা তোমালোকক পুনৰ উত্থিত কৰা হ'ব।

يٰبَنِيْٓ اٰدَمَ قَدْ اَنْزَلْنَا عَلَيْكُمْ لِبَاسًا يُّوَارِيْ سَوْاٰتِكُمْ
وَرِيْشًا ؕ وَلِبَاسُ التَّقْوٰى ۙ ذٰلِكَ خَيْرٌ ؕ ذٰلِكَ مِنْ
اٰيٰتِ اللّٰهِ لَعَلَّهُمْ يَذَّكَّرُوْنَ ﴿٢٦﴾

২৭) হে আদমৰ সন্তান-সন্ততি, স্বৰূপতে আমি তোমালোকৰ প্ৰতি তোমালোকৰ লজ্জা নিবাৰণৰ নিমিত্তে আৰু শোভনৰ নিমিত্তে সাজ অৱতীৰ্ণ কৰিছোঁ; কিন্তু ধৰ্ম্মপৰায়ণতাৰ সাজ হে অতি উত্তম; আল্লাৰ নিদৰ্শনসমূহৰ মাজৰ ইও এটা নিদৰ্শন; (তাকে দেখি) সম্ভৱতঃ সিহঁতে উপদেশ গ্ৰহণ কৰে।

يٰبَنِيْٓ اٰدَمَ لَا يَفْتِنَنَّكُمُ الشَّيْطٰنُ كَمَآ اَخْرَجَ اَبَوَيْكُمْ

২৮) হে আদমৰ সন্তান-সন্ততি, শ্বয়তানে যেন তোমালোকক প্ৰলোভনত নেপেলায়, যেনেকৈ সি তেওঁলোকৰ পিতৃ-মাতৃক স্বৰ্গ-উদ্যানৰ পৰা

مِّنَ الْجَنَّةِ يَنْزِعُ عَنْهُمَا لِبَاسَهُمَا لِيُرِيَهُمَا سَوْاٰتِهِمَا ۭ اِنَّهٗ يَرٰىكُمْ هُوَ وَقَبِيْلُهٗ مِنْ حَيْثُ لَا تَرَوْنَهُمْ ۭ اِنَّا جَعَلْنَا الشَّيٰطِيْنَ اَوْلِيَاۗءَ لِلَّذِيْنَ لَا يُؤْمِنُوْنَ ﴿٢٧﴾

ওলাই যাবলৈ বাধ্য কৰিলে, যাতে সি তেওঁলোকৰ সাজ সোলোকাই লৈ ইজনৰ লাজৰ গোপনীয় অঙ্গ সিজনৰ সম্মুখত প্ৰকাশিত কৰে। বাস্তৱতে সি আৰু তাৰ দলে এনে ঠাইৰ পৰা তোমালোকক দেখি থাকে য'ত সিহঁতক তোমালোকে দেখিবলৈ নোপোৱা। যিবিলাকে বিশ্বাস নকৰে সিহঁতৰ নিমিত্তে শ্বয়তানবিলাকক আমি নিশ্চয় বন্ধু নিযুক্ত কৰিছোঁ।

وَاِذَا فَعَلُوْا فَاحِشَةً قَالُوْا وَجَدْنَا عَلَيْهَآ اٰبَاۗءَنَا وَاللّٰهُ اَمَرَنَا بِهَا ۭ قُلْ اِنَّ اللّٰهَ لَا يَاْمُرُ بِالْفَحْشَاۗءِ ۭ اَتَقُوْلُوْنَ عَلَى اللّٰهِ مَا لَا تَعْلَمُوْنَ ﴿٢٨﴾

২৯) যেতিয়া সিহঁতে নিৰ্গত কাৰ্য্য কৰে সিহঁতে কয়, আমি আমাৰ পিতৃপুৰুষসকলক এনে কাৰ্য্য কৰা দেখি আহিছোঁ ; আৰু আমাকো আল্লাই এনে কাৰ্য্য কৰিবলৈ আদেশ দিছে ; তুমি কোৱাঁ, আল্লাই নিশ্চয় নিৰ্গত কাৰ্য্য কৰিবলৈ কদাপি আদেশ নিদিয়ে ; তোমালোকে আল্লাৰ সম্বন্ধে এনে কথা কৈছা যি তোমালোকে সমূলি নাজানা!

قُلْ اَمَرَ رَبِّيْ بِالْقِسْطِ ۣ وَاَقِيْمُوْا وُجُوْهَكُمْ عِنْدَ كُلِّ مَسْجِدٍ وَّادْعُوْهُ مُخْلِصِيْنَ لَهُ الدِّيْنَ ڛ كَمَا بَدَاَكُمْ تَعُوْدُوْنَ ﴿٢٩﴾

৩০) তুমি কোৱাঁ, মোৰ প্ৰভুৱে মোক ন্যায় বিচাৰৰ হে আদেশ দিছে ; আৰু (আদেশ দিছে), তোমালোকে প্ৰাৰ্থনাৰ ঠাইত (আৰু সময়ত) সঠিকৰূপে (আল্লাৰ ফালে) মন থিৰ কৰিবা ; আৰু তেওঁৰ ধৰ্ম্মত থাকি তেওঁক একাগ্ৰমনেৰে আহ্বান কৰিবা। আদিতে তোমালোকক যেনেকৈ তেওঁ সৃষ্টি কৰিছিল তেনেকৈ আকৌ (সেই অৱস্থালৈ) তোমালোক উভতি যাবা।

فَرِيْقًا هَدٰى وَفَرِيْقًا حَقَّ عَلَيْهِمُ الضَّلٰلَةُ ۭ اِنَّهُمُ اتَّخَذُوا الشَّيٰطِيْنَ اَوْلِيَاۗءَ مِنْ دُوْنِ اللّٰهِ وَيَحْسَبُوْنَ اَنَّهُمْ مُّهْتَدُوْنَ ﴿٣٠﴾

৩১) তেওঁ এদলক সুপথ প্ৰদৰ্শন কৰিছে, আৰু আন এদলৰ পক্ষে বিপথে যোৱাহে স্থিৰ কৰা হৈছে ; বাস্তৱতে সিহঁতে আল্লাক এৰি শ্বয়তানবিলাকক বন্ধুৰূপে গ্ৰহণ কৰিছে, অথচ সিহঁতে ভাবি লৈছে সিহঁতহে সুপথগামী।

يٰبَنِيْٓ اٰدَمَ خُذُوْا زِيْنَتَكُمْ عِنْدَ كُلِّ مَسْجِدٍ وَّكُلُوْا

৩২) হে আদমৰ সন্তান-সন্ততি, প্ৰত্যেক নমাজৰ ঠাইত (আৰু সময়ত) তোমালোকৰ সাজপাৰ সুশোভিত কৰি লবা ; আৰু আহাৰ কৰিবা আৰু পান কৰিবা ; (এনে কৰাত কোনো দোষ নাই,)

কিন্তু সীমা অতিক্ৰম নকৰিবা, সঁচাকৈয়ে তেওঁ সেইবিলাকক ভাল নাপায় যিবিলাকে সীমা অতিক্ৰম কৰে।

وَاشْرَبُوا وَلَا تُسْرِفُوا إِنَّهُ لَا يُحِبُّ الْمُسْرِفِينَ ﴿٣١﴾

৩৩) তুমি কোৱাঁ, আল্লাই নিজ ভৃত্যবিলাকৰ (ব্যৱহাৰৰ) নিমিত্তে যি শোভনীয় বস্তুবিলাক উদ্ভৱ কৰিছে, আৰু জীৱিকা নিৰ্ব্বাহৰ কাৰণে যি বিশুদ্ধ বস্তু (দান কৰিছে) সেই বোৰক কোনে অবৈধ কৰিছে? কোৱাঁ, যিসকলে বিশ্বাস স্থাপন কৰিছে সেই সকলে এইবিলাক (আল্লাৰ অনুগ্ৰহ) লাভ কৰিব পাৰ্থিৱ জীৱনত, আৰু সুকীয়াকৈ পুনৰুত্থানৰ দিনা; এইদৰে আমি নিদৰ্শনসমূহ জ্ঞানৱন্ত লোকৰ নিমিত্তে বিস্তাৰিতভাৱে বৰ্ণনা কৰোঁ।

قُلْ مَنْ حَرَّمَ زِينَةَ اللَّهِ الَّتِي أَخْرَجَ لِعِبَادِهِ وَالطَّيِّبَاتِ مِنَ الرِّزْقِ قُلْ هِيَ لِلَّذِينَ آمَنُوا فِي الْحَيَاةِ الدُّنْيَا خَالِصَةً يَوْمَ الْقِيَامَةِ كَذَٰلِكَ نُفَصِّلُ الْآيَاتِ لِقَوْمٍ يَعْلَمُونَ ﴿٣٢﴾

৩৪) তুমি কোৱাঁ, মোৰ প্ৰভুৱে নিষেধ কৰিছে কেৱল নিৰ্গত কাৰ্য্যসমূহ, তাৰ যি প্ৰকাশ্য আৰু যি গুপ্ত আৰু পাপ-কাৰ্য্য, আৰু অযথা বিৰোধিতা; আৰু ইয়াকো (নিষেধ কৰিছে) তোমালোকে যেন আনক আল্লাৰ সমানে উপাস্য পাতা, যি সম্বন্ধে তেওঁ কোনো প্ৰমাণৰ অৱতাৰণা কৰা নাই; আৰু ইয়াকো (নিষেধ কৰিছে) যেন তোমালোকে আল্লাৰ সম্বন্ধে এনে কথা কোৱা যি তোমালোকৰ জ্ঞানৰ অতীত।

قُلْ إِنَّمَا حَرَّمَ رَبِّيَ الْفَوَاحِشَ مَا ظَهَرَ مِنْهَا وَمَا بَطَنَ وَالْإِثْمَ وَالْبَغْيَ بِغَيْرِ الْحَقِّ وَأَنْ تُشْرِكُوا بِاللَّهِ مَا لَمْ يُنَزِّلْ بِهِ سُلْطَانًا وَأَنْ تَقُولُوا عَلَى اللَّهِ مَا لَا تَعْلَمُونَ ﴿٣٣﴾

৩৫) আৰু প্ৰত্যেক সম্প্ৰদায়ৰ নিমিত্তে এটা নিৰ্দ্ধাৰিত সময় আছে; গতিকে যেতিয়া সিহঁতৰ সেই নিৰ্দ্ধাৰিত সময় আহি পায় সিহঁতে তাক এক মুহূৰ্ত্তও পিছলৈ নিব নোৱাৰে আৰু আগলৈও আনিব নোৱাৰে।

وَلِكُلِّ أُمَّةٍ أَجَلٌ فَإِذَا جَاءَ أَجَلُهُمْ لَا يَسْتَأْخِرُونَ سَاعَةً وَلَا يَسْتَقْدِمُونَ ﴿٣٤﴾

৩৬) হে আদমৰ সন্তান-সন্ততি, মোৰ নিদৰ্শন-সমূহ বৰ্ণনা কৰিবলৈ যেতিয়া তোমালোকৰ মাজৰ পৰা তোমালোকৰ ওচৰলৈ ৰচুলসকল আহে, তেতিয়া যিসকলে নিজকে পাপৰ পৰা ৰক্ষা কৰিব আৰু নিজৰ সংশোধন কৰি লব সেই সকলৰ কোনো ভয় নাথাকিব, আৰু সেইসকলে বেজাৰো কৰিব নালাগিব।

يَا بَنِي آدَمَ إِمَّا يَأْتِيَنَّكُمْ رُسُلٌ مِنْكُمْ يَقُصُّونَ عَلَيْكُمْ آيَاتِي فَمَنِ اتَّقَىٰ وَأَصْلَحَ فَلَا خَوْفٌ عَلَيْهِمْ وَلَا هُمْ يَحْزَنُونَ ﴿٣٥﴾

৩৭) কিন্তু যিবিলাকে আমাৰ নিদৰ্শনসমূহক মিছা ভাবি অগ্ৰাহ্য কৰিব, আৰু অহঙ্কাৰ কৰি সেইবিলাকৰ বিৰোধ কৰিব, সেইবিলাকেই হ'ব অগ্নিৰ অধিবাসী ; তাতেই সিহঁত স্থায়ীৰূপে বাস কৰিব।

وَالَّذِيْنَ كَذَّبُوْا بِاٰيٰتِنَا وَاسْتَكْبَرُوْا عَنْهَآ اُولٰٓئِكَ اَصْحٰبُ النَّارِ ۚ هُمْ فِيْهَا خٰلِدُوْنَ ﴿٣٦﴾

৩৮) গতিকে যিজনে আল্লাৰ বিৰুদ্ধে মিছা সাজে নাইবা তেওঁৰ নিদৰ্শনসমূহক মিছা ভাবি অগ্ৰাহ্য কৰে, সেইজনতকৈ কোন অধিক অন্যায়কাৰী? এইবিলাকে সিহঁতৰ নিমিত্তে (আল্লাৰ) পুথিত যি ভাগ্য লিপিবদ্ধ তাকে পাব। সময়ক্ৰমে যেতিয়া আমাৰ ফিৰিশ্বতাবিলাক সিহঁতৰ প্ৰাণ লবলৈ সিহঁতৰ ওচৰলৈ আহি সুধিব, আল্লাক এৰি যিবিলাকক তোমালোকে আহ্বান কৰিছিলা সেইবিলাক (আজি) ক'ত? সিহঁতে উত্তৰ দিব, সেইবিলাক আমাৰ কাযৰ পৰা আঁতৰ হ'ল; আৰু এইদৰে সিহঁতে নিজৰ বিৰুদ্ধেই এই কথাৰ সাক্ষী দিব যে সিহঁতে বিশ্বাস স্থাপন কৰা নাছিল।

فَمَنْ اَظْلَمُ مِمَّنِ افْتَرٰى عَلَى اللّٰهِ كَذِبًا اَوْ كَذَّبَ بِاٰيٰتِهٖ ۚ اُولٰٓئِكَ يَنَالُهُمْ نَصِيْبُهُمْ مِّنَ الْكِتٰبِ ۚ حَتّٰٓى اِذَا جَآءَتْهُمْ رُسُلُنَا يَتَوَفَّوْنَهُمْ ۙ قَالُوْٓا اَيْنَ مَا كُنْتُمْ تَدْعُوْنَ مِنْ دُوْنِ اللّٰهِ ۚ قَالُوْا ضَلُّوْا عَنَّا وَشَهِدُوْا عَلٰٓى اَنْفُسِهِمْ اَنَّهُمْ كَانُوْا كٰفِرِيْنَ ﴿٣٧﴾

৩৯) তেওঁ আদেশ দিব, তোমালোকৰ পূৰ্ব্বে যিবিলাক যিন্ আৰু মানুহৰ মৃত্যু ঘটিছে সেই-বিলাকৰ দলৰ অন্তৰ্গত হৈ তোমালোকেও অগ্নিত প্ৰৱেশ কৰাঁ। যেতিয়া কোনো এদলে তাত প্ৰৱেশ কৰিব সেইদলে সিহঁতৰ সঙ্গী আন দলক অভিশাপ দিব; অৱশেষত যেতিয়া ক্ৰমান্বয়ে সকলো সেই অগ্নিৰ ভিতৰত সোমাই একেলগ হ'ব, শেহৰ দলে প্ৰথম দলৰ সম্বন্ধে ক'ব, হে আমাৰ প্ৰভু, সেইবিলাকেই আমাক পথভ্ৰান্ত কৰিছিল; অতএব সিহঁতক অগ্নিৰ শাস্তি দুগুণকৈ প্ৰদান কৰাঁ। তেওঁ ক'ব, প্ৰত্যেক পূৰ্ব্ববৰ্ত্তী দলে দুগুণকৈ শাস্তি ভোগ কৰিব; কিন্তু সেই বিষয়ে তোমালোকৰ জ্ঞান নাই।

قَالَ ادْخُلُوْا فِيْٓ اُمَمٍ قَدْ خَلَتْ مِنْ قَبْلِكُمْ مِّنَ الْجِنِّ وَالْاِنْسِ فِي النَّارِ ۚ كُلَّمَا دَخَلَتْ اُمَّةٌ لَّعَنَتْ اُخْتَهَا ۚ حَتّٰٓى اِذَا ادَّارَكُوْا فِيْهَا جَمِيْعًا ۙ قَالَتْ اُخْرٰىهُمْ لِاُوْلٰىهُمْ رَبَّنَا هٰٓؤُلَآءِ اَضَلُّوْنَا فَاٰتِهِمْ عَذَابًا ضِعْفًا مِّنَ النَّارِ ۚ قَالَ لِكُلٍّ ضِعْفٌ وَّلٰكِنْ لَّا تَعْلَمُوْنَ ﴿٣٨﴾

৪০) আৰু সেই অনুৰূপ সিহঁতৰ প্ৰথম দলে সিহঁতৰ শেহৰ দলক ক'ব, চোৱাঁ, আমাৰ ওপৰত তোমালোকৰ কোনো শ্ৰেষ্ঠতা নাথাকিল; গতিকে

وَقَالَتْ اُوْلٰىهُمْ لِاُخْرٰىهُمْ فَمَا كَانَ لَكُمْ عَلَيْنَا مِنْ

فَضْلٍ فَذُوقُوا الْعَذَابَ بِمَا كُنْتُمْ تَكْسِبُوْنَ ﴿٣٩﴾

তোমালোকে যি অৰ্জ্জন কৰিছিলা তাৰ কাৰণে শাস্তিৰ সোৱাদ লোৱা।

إِنَّ الَّذِيْنَ كَذَّبُوْا بِاٰيٰتِنَا وَاسْتَكْبَرُوْا عَنْهَا لَا تُفَتَّحُ
لَهُمْ اَبْوَابُ السَّمَآءِ وَلَا يَدْخُلُوْنَ الْجَنَّةَ حَتّٰى يَلِجَ
الْجَمَلُ فِيْ سَمِّ الْخِيَاطِ ۚ وَكَذٰلِكَ نَجْزِي الْمُجْرِمِيْنَ ﴿٤٠﴾

৪১) বাস্তৱতে যিবিলাকে আমাৰ নিদৰ্শনসমূহক মিছা বুলি ভাবি অগ্ৰাহ্য কৰে, আৰু অহঙ্কাৰ কৰি সেইবিলাকৰ বিৰোধ কৰে, সিহঁতৰ নিমিত্তে আকাশৰ দুৱাৰসমূহ উন্মুক্ত কৰা নহ'ব, আৰু বেজীৰ জলায়েদি উট সোমাব পাৰিব, কিন্তু সিহঁতে স্বৰ্গৰ উদ্যানৰ ভিতৰত প্ৰৱেশ কৰিব নোৱাৰিব; আৰু (আমাৰ) অপৰাধ কৰোঁতাবিলাকক এইদৰে আমি প্ৰতিফল দিওঁ।

لَهُمْ مِّنْ جَهَنَّمَ مِهَادٌ وَّمِنْ فَوْقِهِمْ غَوَاشٍ ۚ وَ
كَذٰلِكَ نَجْزِي الظّٰلِمِيْنَ ﴿٤١﴾

৪২) নৰকত সিহঁতৰ নিমিত্তে শয্যা হ'ব (অগ্নিৰ), আৰু সিহঁতৰ (গাৰ) ওপৰত থাকিব (তাৰেই) নিহালি; আৰু অন্যায়কাৰীবিলাকক আমি এইদৰেই প্ৰতিফল দিওঁ।

وَالَّذِيْنَ اٰمَنُوْا وَعَمِلُوا الصّٰلِحٰتِ لَا نُكَلِّفُ نَفْسًا اِلَّا
وُسْعَهَآ ۚ اُولٰٓئِكَ اَصْحٰبُ الْجَنَّةِ ۚ هُمْ فِيْهَا خٰلِدُوْنَ ﴿٤٢﴾

৪৩) আৰু যিসকলে বিশ্বাস কৰে আৰু সজ কাম কৰে সেইসকলৰ আত্মাৰ ওপৰত এনে ভাৰ অৰ্পণ নকৰোঁ যি তাৰ সাধ্যৰ অতিৰিক্ত; এই সকলেই স্বৰ্গৰ অধিবাসী; তাতেই তেওঁলোকে চিৰকাল বাস কৰিব।

وَنَزَعْنَا مَا فِيْ صُدُوْرِهِمْ مِّنْ غِلٍّ تَجْرِيْ مِنْ تَحْتِهِمُ
الْاَنْهٰرُ ۚ وَقَالُوا الْحَمْدُ لِلّٰهِ الَّذِيْ هَدٰىنَا لِهٰذَا ۗ وَمَا
كُنَّا لِنَهْتَدِيَ لَوْلَآ اَنْ هَدٰىنَا اللّٰهُ ۚ لَقَدْ جَآءَتْ
رُسُلُ رَبِّنَا بِالْحَقِّ ۗ وَنُوْدُوْٓا اَنْ تِلْكُمُ الْجَنَّةُ اُوْرِثْتُمُوْهَا
بِمَا كُنْتُمْ تَعْمَلُوْنَ ﴿٤٣﴾

৪৪) আৰু তেওঁলোকৰ হৃদয়সমূহত (পৰস্পৰৰ নিমিত্তে) যি অলপ বিদ্বেষ থাকে তাক আমি উলিয়াই দিম; তেওঁলোকৰ তলেদি জুৰিবিলাক বৈ যাব, আৰু তেওঁলোকে ক'ব, সকলো প্ৰশংসাৰ গৰাকী সেই আল্লা, যিজনে এনে (সুখৰ) ঠাইলৈ আমাক পথ প্ৰদৰ্শন কৰিলে; আৰু আল্লাই আমাক পথ প্ৰদৰ্শন নকৰাহ'লে আমাৰ পক্ষে সুপথ লাভ কৰা সম্ভৱ নাছিল; কোনো সন্দেহ নাই, আমাৰ প্ৰভুৰ ৰচুলসকলে সত্য লৈ আনিছিল। আৰু তেওঁলোকক ঘোষণা শুনাই দিয়া যাব, এই স্বৰ্গ তোমালোকৰ নিমিত্তে, তোমালোকে যি সৎকৰ্ম্ম কৰিছিলা তাৰেই প্ৰতিদান স্বৰূপ তোমালোকক (আজি) তাৰ উত্তৰাধিকাৰী কৰা হ'ল।

وَنَادٰٓى اَصْحٰبُ الْجَنَّةِ اَصْحٰبَ النَّارِ اَنْ قَدْ وَجَدْنَا

৪৫) আৰু স্বৰ্গ-উদ্যানৰ অধিবাসীসকলে

مَا وَعَدَنَا رَبُّنَا حَقًّا فَهَلْ وَجَدْتُّمْ مَّا وَعَدَ رَبُّكُمْ
حَقًّا ۖ قَالُوا نَعَمْ ۚ فَأَذَّنَ مُؤَذِّنٌ بَيْنَهُمْ أَنْ لَّعْنَةُ اللَّهِ
عَلَى الظَّالِمِينَ ﴿٤٤﴾

অগ্নিৰ অধিবাসীবিলাকক চিঞৰি ক'ব, যি প্ৰতিশ্ৰুতি আমাৰ প্ৰভুৱে আমাক দিছিল তাক আমি সঁচা পালোঁ, আৰু তোমালোকক তোমালোকৰ প্ৰভুৱে যি প্ৰতিশ্ৰুতি দিছিল তাক তোমালোকে সঁচা পাইছা নে? সিহঁতে ক'ব, হয়, (সঁচা পাইছোঁ); তেতিয়া সিহঁতৰ মাজৰ এজন ঘোষণা কৰোঁতাই এই বুলি ঘোষণা কৰিব— আল্লাৰ অভিসম্পাত পৰিছে অন্যায়কাৰীবিলাকৰ ওপৰত,—

الَّذِينَ يَصُدُّونَ عَنْ سَبِيلِ اللَّهِ وَيَبْغُونَهَا عِوَجًا
وَهُمْ بِالْآخِرَةِ كَافِرُونَ ﴿٤٥﴾

৪৬) সিহঁতে আল্লাৰ পথৰ পৰা (মানুহক) প্ৰতিৰোধ কৰিছিল, আৰু সেই পথ বেঁকা কৰিবলৈ বিচাৰিছিল, আৰু সিহঁতে পৰকালতো বিশ্বাস নকৰিছিল।

وَبَيْنَهُمَا حِجَابٌ ۚ وَعَلَى الْأَعْرَافِ رِجَالٌ يَعْرِفُونَ كُلًّا
بِسِيمَاهُمْ ۚ وَنَادَوْا أَصْحَابَ الْجَنَّةِ أَنْ سَلَامٌ عَلَيْكُمْ ۚ
لَمْ يَدْخُلُوهَا وَهُمْ يَطْمَعُونَ ﴿٤٦﴾

৪৭) আৰু দুই দলৰ মাজতে থাকিব এখন আঁৰ: আৰু ওখ ঠাইত থকাবিলাকে সিহঁতৰ চিন দেখি সকলোকে চিনি পাব। আৰু তেওঁলোকে স্বৰ্গৰ অধিবাসীসকলক এইদৰে সম্বোধন কৰিব, তোমালোকৰ প্ৰতি হওক শান্তি! তেতিয়ালৈকে সেই স্বৰ্গ-উদ্যানত সেইবিলাকে প্ৰৱেশ কৰা নাই, কিন্তু (প্ৰৱেশ কৰিবলৈ) আশা কৰি ৰৈ আছে।

وَإِذَا صُرِفَتْ أَبْصَارُهُمْ تِلْقَاءَ أَصْحَابِ النَّارِ قَالُوا رَبَّنَا
لَا تَجْعَلْنَا مَعَ الْقَوْمِ الظَّالِمِينَ ﴿٤٧﴾

৪৮) আৰু তেতিয়া অগ্নিৰ অধিবাসীবিলাকৰ প্ৰতি তেওঁলোকৰ নয়ন সমূহ ঘূৰাই নিয়া হ'ব, তেওঁলোকে এই বুলি ক'ব, হে আমাৰ প্ৰভু, তুমি অন্যায়কাৰী লোকৰ লগত আমাৰ অৱস্থান স্থিৰ নকৰিবা।

وَنَادَىٰ أَصْحَابُ الْأَعْرَافِ رِجَالًا يَعْرِفُونَهُمْ بِسِيمَاهُمْ
قَالُوا مَا أَغْنَىٰ عَنْكُمْ جَمْعُكُمْ وَمَا كُنْتُمْ تَسْتَكْبِرُونَ ﴿٤٨﴾

৪৯) আৰু ওখ ঠাইত থকাসকলে কিছুমান মানুহক সিহঁতৰ চিন দেখি চিনি পাই এইদৰে সম্বোধন কৰিব ঃ তোমালোকৰ দল-বল, আৰু যি বিষয়ে তোমালোকে গৰ্ব্ব কৰিছিলা সিও, (আজি) তোমালোকৰ কোনো কামতেই নালাগিল।

أَهَٰؤُلَاءِ الَّذِينَ أَقْسَمْتُمْ لَا يَنَالُهُمُ اللَّهُ بِرَحْمَةٍ ۚ

৫০) এইবিলাকৰেই সম্বন্ধে তোমালোকে শপত খাই কোৱা নাছিলা নে, আল্লাই তেওঁলোকক নিজ করুণাৰ ভাগ নিদিব? (অথচ আজি তেওঁলোকক

ادْخُلُوا الْجَنَّةَ لَا خَوْفٌ عَلَيْكُمْ وَلَا أَنْتُمْ تَحْزَنُونَ ٥٠

আল্লাই আদেশ দিছে,) স্বৰ্গৰ ভিতৰলৈ তোমালোকে প্ৰৱেশ কৰাঁ ; তোমালোকৰ একো ভয় নাথাকিব আৰু তোমালোকে শোকো কৰিব নালাগিব।

وَنَادَىٰ أَصْحَابُ النَّارِ أَصْحَابَ الْجَنَّةِ أَنْ أَفِيضُوا عَلَيْنَا
مِنَ الْمَاءِ أَوْ مِمَّا رَزَقَكُمُ اللَّهُ ۚ قَالُوا إِنَّ اللَّهَ حَرَّمَهُمَا
عَلَى الْكَافِرِينَ ٥١

(৫১) আৰু অগ্নিৰ অধিবাসীবিলাকে স্বৰ্গ-উদ্যানৰ অধিবাসীসকলক সম্বোধন কৰি এইদৰে ক'ব, ওপচি পৰা পানীৰে অলপখিনি আমাৰ কাৰণে ঢালি দিয়াঁ, নাইবা আল্লাই তোমালোকক যি জীৱিকা দান কৰিছে তাৰে কিছু (আমাকো দিয়াঁ)। তেওঁলোকে ক'ব, বাস্তৱতে (আজি) এই দুয়ো বস্তুকে অবিশ্বাসী বিলাকৰ নিমিত্তে আল্লাই নিষিদ্ধ কৰিছে—

الَّذِينَ اتَّخَذُوا دِينَهُمْ لَهْوًا وَلَعِبًا وَغَرَّتْهُمُ الْحَيَاةُ
الدُّنْيَا ۚ فَالْيَوْمَ نَنْسَاهُمْ كَمَا نَسُوا لِقَاءَ يَوْمِهِمْ هَٰذَا
وَمَا كَانُوا بِآيَاتِنَا يَجْحَدُونَ ٥٢

(৫২) (কিয়নো) সেইবিলাকে নিজৰ ধৰ্ম্ম আমোদ-প্ৰমোদ আৰু ৰং-ধেমালিৰূপে গ্ৰহণ কৰিছিল, আৰু সিহঁতক পাৰ্থিৱ জীৱনে প্ৰবঞ্চনাত পেলাইছিল। যিদৰে সিহঁতৰ আজিৰ দিনৰ সাক্ষাৎ সম্বন্ধে সিহঁতে আওহেলা কৰিছিল আৰু আমাৰ নিদৰ্শনসমূহ অস্বীকাৰ কৰিছিল সেইদৰে আমিও আজি সিহঁতক উপেক্ষা কৰিম।

وَلَقَدْ جِئْنَاهُمْ بِكِتَابٍ فَصَّلْنَاهُ عَلَىٰ عِلْمٍ هُدًى وَ
رَحْمَةً لِقَوْمٍ يُؤْمِنُونَ ٥٣

(৫৩) আৰু স্বৰূপতে জ্ঞানেৰে সৈতে আমি সিহঁতক দান কৰিছিলোঁ ধৰ্ম্মপুথি,—তাতে সকলো বিষয় বিস্তাৰিতভাৱে বৰ্ণনা কৰি, বিশ্বাসী লোকসকলৰ কাৰণে পথপ্ৰদৰ্শন আৰু কৰুণা ৰূপে।

هَلْ يَنْظُرُونَ إِلَّا تَأْوِيلَهُ ۚ يَوْمَ يَأْتِي تَأْوِيلُهُ يَقُولُ
الَّذِينَ نَسُوهُ مِنْ قَبْلُ قَدْ جَاءَتْ رُسُلُ رَبِّنَا بِالْحَقِّ
فَهَلْ لَنَا مِنْ شُفَعَاءَ فَيَشْفَعُوا لَنَا أَوْ نُرَدُّ فَنَعْمَلَ
غَيْرَ الَّذِي كُنَّا نَعْمَلُ ۚ قَدْ خَسِرُوا أَنْفُسَهُمْ وَضَلَّ

(৫৪) ঐশিক বাণী কেতিয়া পূৰ্ণ হয় সিহঁতে তাৰে মাথোন অপেক্ষা কৰি আছে নে? ঐশিক বাণী যিদিনা পূৰ্ণ হ'ব সেই সম্বন্ধে যিবিলাকে পূৰ্ব্বে আওহেলা কৰিছিল সিহঁতে ক'ব, স্বৰূপতে আমাৰ প্ৰভুৰ ৰচুলসকলে সত্য লৈ আহিছিল। এতিয়া আমাৰ হৈ মধ্যস্থতা কৰোঁতা কোনো এজন আছে নে যিজনে আমাৰ হৈ (আল্লাৰ আগত) খাটে? অথবা আমাক )পৃথিৱীলৈ) ওভতাই নিয়া হ'ব নে, যাতে পূৰ্ব্বে আমি যেনে কাৰ্য্য কৰিছিলোঁ তেনে

ع ٦ ١٣ عَنْهُمْ مَّا كَانُوْا يَفْتَرُوْنَ ﴿٥٤﴾ ع

নকৰি সজ কাম কৰিব পাৰোঁ? স্বৰূপতে সিহঁতে নিজৰ আত্মাসমূহৰেই ক্ষতি কৰিছে, আৰু সিহঁতে (আল্লাৰ বিৰুদ্ধে) যি মিছা সাজিছিল সি সিহঁতৰ পৰা সমূলি আঁতৰ হ'ল।

اِنَّ رَبَّكُمُ اللّٰهُ الَّذِيْ خَلَقَ السَّمٰوٰتِ وَالْاَرْضَ فِيْ سِتَّةِ اَيَّامٍ ثُمَّ اسْتَوٰى عَلَى الْعَرْشِ يُغْشِي الَّيْلَ النَّهَارَ يَطْلُبُهٗ حَثِيْثًا وَّالشَّمْسَ وَالْقَمَرَ وَالنُّجُوْمَ مُسَخَّرٰتٍۭ بِاَمْرِهٖ ؕ اَلَا لَهُ الْخَلْقُ وَالْاَمْرُ ؕ تَبٰرَكَ اللّٰهُ رَبُّ الْعٰلَمِيْنَ ﴿٥٥﴾

(৫৫) নিশ্চয় তোমালোকৰ প্ৰভু আল্লা, যিজনে ছ'দিনত আকাশমণ্ডলী আৰু পৃথিৱী স্ৰজন কৰিছে; তেতিয়া তেওঁ মহা সিংহাসনত প্ৰতিষ্ঠিত হ'ল; তেওঁ দিনক নিশাৰে আবৰিত কৰে; (এনে দেখি) যেন সি বেগেৰে তাৰ অনুসৰণ কৰে। আৰু (তেওঁ স্ৰজন কৰিছে) সূৰ্য্য আৰু চন্দ্ৰ আৰু নক্ষত্ৰসমূহ, যিবিলাকক অধীন কৰা হৈছে তেওঁৰ আদেশ দবাৰা; চোৱাঁ, স্ৰজন কৰা আৰু আদেশ দিয়াৰ গৰাকী তেৱেঁই; বিশ্ব-ব্ৰহ্মাণ্ডৰ প্ৰতিপালক আল্লা মঙ্গলময়।

اُدْعُوْا رَبَّكُمْ تَضَرُّعًا وَّخُفْيَةً ؕ اِنَّهٗ لَا يُحِبُّ الْمُعْتَدِيْنَ ﴿٥٦﴾

(৫৬) তোমালোকে নিজ প্ৰভুক আহ্বান কৰিবা, বিনীতভাৱে আৰু গোপনেও; নিশ্চয় তেওঁ সীমা লঙ্ঘনকাৰীবিলাকক ভাল নাপায়।

وَلَا تُفْسِدُوْا فِي الْاَرْضِ بَعْدَ اِصْلَاحِهَا وَادْعُوْهُ خَوْفًا وَّطَمَعًا ؕ اِنَّ رَحْمَتَ اللّٰهِ قَرِيْبٌ مِّنَ الْمُحْسِنِيْنَ ﴿٥٧﴾

(৫৭) আৰু পৃথিৱীত তাৰ সংস্কাৰ সাধনৰ পিছত শান্তি ভঙ্গ নকৰিবা, আৰু তেওঁক আহ্বান কৰিবা সংশয় আৰু আশাৰ ভাব লৈ; কোনো সন্দেহ নাই, আল্লাৰ কৰুণা সেইসকলৰ ওচৰতেই যিসকলে সজ কাম কৰে।

وَهُوَ الَّذِيْ يُرْسِلُ الرِّيٰحَ بُشْرًاۢ بَيْنَ يَدَيْ رَحْمَتِهٖ ؕ حَتّٰۤى اِذَاۤ اَقَلَّتْ سَحَابًا ثِقَالًا سُقْنٰهُ لِبَلَدٍ مَّيِّتٍ فَاَنْزَلْنَا بِهِ الْمَآءَ فَاَخْرَجْنَا بِهٖ مِنْ كُلِّ الثَّمَرٰتِ ؕ كَذٰلِكَ نُخْرِجُ الْمَوْتٰى لَعَلَّكُمْ تَذَكَّرُوْنَ ﴿٥٨﴾

(৫৮) আৰু তেৱেঁই তেওঁৰ কৰুণাৰ আগতে পৱনসমূহক শুভ-সংবাদৰূপে প্ৰেৰণ কৰে; অৱশেষত যেতিয়া বতাহে গধুৰ ডাৱৰক বহন কৰে আমি তাক অনুৰ্ব্বৰ ঠাইলৈ চলাই লৈ যাওঁ; পিছত তাৰে পৰা পানী নমাই তাৰে নানাপ্ৰকাৰৰ ফল-মূল উৎপাদন কৰোঁ। এইদৰেই আমি মৃতকক পুনৰ্জ্জীৱিত কৰোঁ, যাতে তোমালোকে উপদেশ গ্ৰহণ কৰা।

وَالْبَلَدُ الطَّيِّبُ يَخْرُجُ نَبَاتُهٗ بِاِذْنِ رَبِّهٖ ۚ وَالَّذِيْ خَبُثَ لَا يَخْرُجُ اِلَّا نَكِدًا ؕ كَذٰلِكَ نُصَرِّفُ الْاٰيٰتِ

(৫৯) আৰু যি ভূমি উৰ্ব্বৰ তাত উদ্ভিদসমূহ নিজ প্ৰভুৰ আদেশত (প্ৰচুৰ পৰিমাণে) উৎপন্ন হয়; আৰু যি ভূমি অনুৰ্ব্বৰ তাত যৎসামান্যত বাজে

لِقَوْمٍ يَّشْكُرُوْنَ ﴿٥٨﴾

একো উৎপন্ন নহয় ; এইদৰে শলাগ লোৱা লোকৰ নিমিত্তে আমি নিদৰ্শনসমূহ ঘূৰাই ঘূৰাই বৰ্ণনা কৰোঁ।

لَقَدْ اَرْسَلْنَا نُوْحًا اِلٰى قَوْمِهٖ فَقَالَ يٰقَوْمِ اعْبُدُوا اللّٰهَ مَا لَكُمْ مِّنْ اِلٰهٍ غَيْرُهٗ ؕ اِنِّيْۤ اَخَافُ عَلَيْكُمْ عَذَابَ يَوْمٍ عَظِيْمٍ ﴿٥٩﴾

৬০) স্বৰূপতে আমি নুহক তেওঁৰ জাতিৰ প্ৰতি প্ৰেৰণ কৰিছিলোঁ। তেওঁ গৈ কৈছিল, হে মোৰ জাতি, আল্লাৰেই আৰাধনা কৰাঁ, তোমালোকৰ নিমিত্তে তেওঁত ভিন্ন আন কোনো উপাস্য নাই, বাস্তৱতে মই আশঙ্কা কৰিছোঁ, কেনেবাকৈ মহাদিনৰ শাস্তি তোমালোকৰ ওপৰত আহি পৰে।

قَالَ الْمَلَاُ مِنْ قَوْمِهٖۤ اِنَّا لَنَرٰىكَ فِيْ ضَلٰلٍ مُّبِيْنٍ ﴿٦٠﴾

৬১) তেওঁৰ জাতিৰ ভিতৰৰ মুখিয়ালবিলাকে কলে, আমি নিশ্চয় তোমাক প্ৰত্যক্ষ ভ্ৰমত হে পৰি থকা দেখিছোঁ।

قَالَ يٰقَوْمِ لَيْسَ بِيْ ضَلٰلَةٌ وَّ لٰكِنِّيْ رَسُوْلٌ مِّنْ رَّبِّ الْعٰلَمِيْنَ ﴿٦١﴾

৬২) তেওঁ কলে, হে মোৰ জাতি, নহয়, মই কোনো ভ্ৰমত পৰা নাই, বৰং মই ব্ৰহ্মাণ্ডৰ প্ৰতিপালকৰ ফালৰ পৰা অহা এজন ৰচুল।

اُبَلِّغُكُمْ رِسٰلٰتِ رَبِّيْ وَ اَنْصَحُ لَكُمْ وَ اَعْلَمُ مِنَ اللّٰهِ مَا لَا تَعْلَمُوْنَ ﴿٦٢﴾

৬৩) মই নিজ প্ৰভুৰ সংবাদসমূহ তোমালোকক জ্ঞাপন কৰিছোঁ, আৰু তোমালোকৰ মঙ্গলৰ নিমিত্তে সৎ উপদেশ জনাইছোঁ, আৰু মই আল্লাৰ পৰা এনে জ্ঞান লাভ কৰিছোঁ যি জ্ঞান তোমালোকৰ নাই।

اَوَ عَجِبْتُمْ اَنْ جَآءَكُمْ ذِكْرٌ مِّنْ رَّبِّكُمْ عَلٰى رَجُلٍ مِّنْكُمْ لِيُنْذِرَكُمْ وَ لِتَتَّقُوْا وَ لَعَلَّكُمْ تُرْحَمُوْنَ ﴿٦٣﴾

৬৪) এই কাৰণে তোমালোক আচৰিত হৈছা নে যে তোমালোৰেই মাজৰ এজন মানুহৰ দবাৰা তোমালোকলৈ তোমালোকৰ প্ৰভুৰ পৰা উপদেশ অনা হৈছে,যাতে তেওঁ তোমালোকক সাৱধান কৰি দিয়ে, আৰু যাতে তোমালোক ধৰ্ম্মপৰায়ণ হ'ব পাৰা, আৰু যাতে তোমালোকৰ প্ৰতি (আল্লাৰ) করুণা প্ৰদৰ্শন কৰা হয়।

فَكَذَّبُوْهُ فَاَنْجَيْنٰهُ وَ الَّذِيْنَ مَعَهٗ فِي الْفُلْكِ وَ اَغْرَقْنَا

৬৫) কিন্তু সিহঁতে তেওঁক মিত্যাবাদী গণ্য কৰিলে। গতিকে আমি তেওঁক আৰু নাৱত উঠা তেওঁৰ সঙ্গীবিলাক, ৰক্ষা কৰিলোঁ, আৰু যিবিলাকে আমাৰ নিদৰ্শনসমূহক মিছা ভাবি অমান্য কৰিছিল সিহঁতক আমি পানীত বুৰাই

মাৰিলোঁ ; সঁচাকৈয়ে (সত্য) দেখি নোপোৱা এটা দল হৈ পৰিল।

الَّذِينَ كَذَّبُوا بِآيَاتِنَا ۚ إِنَّهُمْ كَانُوا قَوْمًا عَمِينَ ﴿٦٥﴾

৬৬) আৰু 'আদ-জাতিৰ প্ৰতি সিহঁতৰ ভ্ৰাতৃ হুদক (আমি প্ৰেৰণ কৰিছিলোঁ)। তেওঁ কৈছিল, হে মোৰ জাতি, আল্লাৰেই আৰাধনা কৰাঁ; তোমালোকৰ নিমিত্তে তেওঁত ভিন্ন আন কোনো উপাস্য নাই; আল্লাক তোমালোকে ভয় নকৰা নে ?

وَإِلَىٰ عَادٍ أَخَاهُمْ هُودًا ۗ قَالَ يَا قَوْمِ اعْبُدُوا اللَّهَ مَا لَكُم مِّنْ إِلَٰهٍ غَيْرُهُ ۚ أَفَلَا تَتَّقُونَ ﴿٦٦﴾

৬৭) তেওঁৰ জাতিৰ যিবিলাক মুখিয়াল মানুহে বিশ্বাস কৰা নাছিল সিহঁতে কলে, আমি নিশ্চয় তোমাক মূৰ্খতাত পৰি থকা দেখিছোঁ, আৰু আমি নিশ্চয় তোমাক মিথ্যাবাদীবিলাকৰ এজন বুলি ধৰি লৈছোঁ।

قَالَ الْمَلَأُ الَّذِينَ كَفَرُوا مِن قَوْمِهِ إِنَّا لَنَرَاكَ فِي سَفَاهَةٍ وَإِنَّا لَنَظُنُّكَ مِنَ الْكَاذِبِينَ ﴿٦٧﴾

৬৮) তেওঁ কলে, হে মোৰ জাতি, নহয়, মই মূৰ্খতাত পৰি থকা নাই; বৰং মই ব্ৰহ্মাণ্ডৰ প্ৰতিপালকৰ ফালৰ পৰা অহা এজন ৰচুল।

قَالَ يَا قَوْمِ لَيْسَ بِي سَفَاهَةٌ وَلَٰكِنِّي رَسُولٌ مِّن رَّبِّ الْعَالَمِينَ ﴿٦٨﴾

৬৯) মই নিজ প্ৰভুৰ সংবাদসমূহ তোমালোকক জ্ঞাপন কৰিছোঁ ; আৰু তোমালোকৰ নিমিত্তে মই এজন বিশ্বস্ত উপদেশ দিওঁতা।

أُبَلِّغُكُمْ رِسَالَاتِ رَبِّي وَأَنَا لَكُمْ نَاصِحٌ أَمِينٌ ﴿٦٩﴾

৭০) তোমালোকে এই কাৰণে আচৰিত হৈছা নে, তোমালোকৰ মাজৰেই এজন মানুহৰ দবাৰা যে তোমালোকলৈ তোমালোকৰ প্ৰভুৰ পৰা উপদেশ অনা হৈছে, যাতে তেওঁ তোমালোকক সাৱধান কৰি দিয়ে ? আৰু স্মৰণ কৰাঁ সেই সময় যেতিয়া নুহৰ জাতিৰ পিছত তেওঁ তোমালোকক সিহঁতৰ উত্তৰাধিকাৰী কৰিলে, আৰু তোমালোকক প্ৰচুৰ শক্তি-সমৃদ্ধি দান কৰিলে; গতিকে তোমালোকে আল্লাৰ অনুগ্ৰহসমূহ স্মৰণ কৰি থাকিবা, যাতে তোমালোক সফল মনোৰথ হ'ব পাৰা।

أَوَعَجِبْتُمْ أَن جَاءَكُمْ ذِكْرٌ مِّن رَّبِّكُمْ عَلَىٰ رَجُلٍ مِّنكُمْ لِيُنذِرَكُمْ ۚ وَاذْكُرُوا إِذْ جَعَلَكُمْ خُلَفَاءَ مِن بَعْدِ قَوْمِ نُوحٍ وَزَادَكُمْ فِي الْخَلْقِ بَسْطَةً ۖ فَاذْكُرُوا آلَاءَ اللَّهِ لَعَلَّكُمْ تُفْلِحُونَ ﴿٧٠﴾

৭১) সিহঁতে কলে, তোমালোকে আমাৰ ওচৰলৈ এই কাৰণে আহিছা নে, যাতে আমি অকল এক আল্লাৰ আৰাধনা কৰোঁ, আৰু যিবিলাকক আমাৰ পিতৃপুৰুষসকলে আৰাধনা কৰি আহিছিল সেইবিলাকক পৰিত্যাগ কৰোঁ? তেন্তে তুমি

قَالُوا أَجِئْتَنَا لِنَعْبُدَ اللَّهَ وَحْدَهُ وَنَذَرَ مَا كَانَ يَعْبُدُ آبَاؤُنَا ۖ فَأْتِنَا بِمَا تَعِدُنَا إِن كُنتَ مِنَ

الصّٰدِقِيْنَ ﴿٧١﴾

আমাক যি শাস্তিৰ ভয় দেখুওৱাইছিলা তাকে তুমি আমাৰ প্ৰতি লৈ আনা, যদিহে তুমি সত্যবাদী হোৱা।

قَالَ قَدْ وَقَعَ عَلَيْكُمْ مِّنْ رَّبِّكُمْ رِجْسٌ وَّغَضَبٌ ۚ
اَتُجَادِلُوْنَنِيْ فِيْٓ اَسْمَآءٍ سَمَّيْتُمُوْهَآ اَنْتُمْ وَاٰبَآؤُكُمْ
مَّا نَزَّلَ اللّٰهُ بِهَا مِنْ سُلْطٰنٍ ۚ فَانْتَظِرُوْٓا اِنِّيْ مَعَكُمْ
مِّنَ الْمُنْتَظِرِيْنَ ﴿٧٢﴾

৭২) তেওঁ কলে, স্বৰূপতে তোমালোকৰ প্ৰভুৰ পৰা (তেওঁ স্থিৰ কৰি থোৱা) শাস্তি আৰু ক্ৰোধ তোমালোকৰ ওপৰত পৰেহিহে লাগে ; তোমালোকে মোৰে সৈতে তৰ্ক কৰিব ওলাইছা কেইটামান নামৰ সম্বন্ধে, যি তোমালোকে নিজেই আৰু তোমালোকৰ পিতৃপুৰুষবিলাকেও নিৰ্দ্দিষ্ট কৰি লৈছিল, অথচ আল্লাই তাৰ কোনো প্ৰমাণ অৱতীৰ্ণ কৰা নাই ; গতিকে তোমালোকে (আহিব লগীয়া শাস্তিৰ) অপেক্ষা কৰি থাকাঁ, আৰু ময়ো তোমালোকৰ লগতে অপেক্ষা কৰি থাকিম।

فَاَنْجَيْنٰهُ وَالَّذِيْنَ مَعَهٗ بِرَحْمَةٍ مِّنَّا وَقَطَعْنَا دَابِرَ
الَّذِيْنَ كَذَّبُوْا بِاٰيٰتِنَا وَمَا كَانُوْا مُؤْمِنِيْنَ ﴿٧٣﴾

৭৩) পিছত, তেওঁক আৰু তেওঁৰ সঙ্গীসকলক আমি নিজ কৰুণাৰ দ্বাৰা ৰক্ষা কৰিলোঁ, আৰু যিবিলাকে আমাৰ নিদৰ্শনসমূহক মিছা ভাবি অমান্য কৰিছিল সিহঁতক একেবাৰে নিৰ্ম্মূল কৰিলোঁ, কিয়নো সিহঁতে কেতিয়াও বিশ্বাস স্থাপন কৰা নাছিল।

وَاِلٰى ثَمُوْدَ اَخَاهُمْ صٰلِحًا ۘ قَالَ يٰقَوْمِ اعْبُدُوا اللّٰهَ مَا
لَكُمْ مِّنْ اِلٰهٍ غَيْرُهٗ ؕ قَدْ جَآءَتْكُمْ بَيِّنَةٌ مِّنْ رَّبِّكُمْ ؕ
هٰذِهٖ نَاقَةُ اللّٰهِ لَكُمْ اٰيَةً فَذَرُوْهَا تَاْكُلْ فِيْٓ اَرْضِ
اللّٰهِ وَلَا تَمَسُّوْهَا بِسُوْٓءٍ فَيَاْخُذَكُمْ عَذَابٌ اَلِيْمٌ ﴿٧٤﴾

৭৪) আৰু তেওঁলোকৰ ভ্ৰাতা চালেহক ছমুদ জাতিৰ প্ৰতি (আমি প্ৰেৰণ কৰিছিলোঁ)। তেওঁ গৈ কৈছিল, হে মোৰ জাতি, আল্লাৰেই আৰাধনা কৰাঁ ; তোমালোকৰ নিমিত্তে তেওঁত ভিন্ন আন কোনো উপাস্য নাই ; স্বৰূপতে তোমালোকৰ প্ৰভুৰ পৰা তোমালোকলৈ আহিছে প্ৰত্যক্ষ প্ৰমাণ,—এইজনী উট আল্লাৰ, তোমালোকৰ নিমিত্তে নিদৰ্শন স্বৰূপ ; গতিকে আল্লাৰ পৃথিৱীত তাইক অবাধে চৰিবলৈ এৰি দিয়াঁ, আৰু তাইক স্পৰ্শ কৰি কষ্ট নিদিবা ; তেনে কৰিলে যন্ত্ৰণাদায়ক শাস্তিয়ে তোমালোকক আহি ধৰিব।

وَاذْكُرُوْٓا اِذْ جَعَلَكُمْ خُلَفَآءَ مِنْۢ بَعْدِ عَادٍ وَّبَوَّاَكُمْ
فِى الْاَرْضِ تَتَّخِذُوْنَ مِنْ سُهُوْلِهَا قُصُوْرًا وَّتَنْحِتُوْنَ

৭৫) আৰু (সেই সময়) স্মৰণ কৰাঁ যেতিয়া তেওঁ তোমালোকক 'আদ জাতিৰ পিছত সিহঁতৰ উত্তৰাধিকাৰী কৰিছিল, আৰু এই দেশত বসতি কৰিবলৈ তোমালোকক ঠাই দিছিল ; তাৰ সমতল

الْجِبَالَ بُيُوتًا ۚ فَاذْكُرُوا آلَاءَ اللَّهِ وَلَا تَعْثَوْا فِي
الْأَرْضِ مُفْسِدِينَ ﴿٧٤﴾

ভূমিত তোমালোকে প্ৰাসাদসমূহ সাজিছিলা, আৰু পৰ্ব্বতসমূহৰ ওপৰত থাকিবলৈ শিল ভাঙি বহুতো ঘৰ নিৰ্ম্মাণ কৰিছিলা। গতিকে আল্লাৰ অনুগ্ৰহসমূহ তোমালোকে স্মৰণ কৰি থাকিবা, আৰু পৃথিৱীত অন্যায় কৰি আৰু অশান্তিৰ সৃষ্টি কৰি নুফুৰিবা।

قَالَ الْمَلَأُ الَّذِينَ اسْتَكْبَرُوا مِن قَوْمِهِ لِلَّذِينَ
اسْتُضْعِفُوا لِمَنْ آمَنَ مِنْهُمْ أَتَعْلَمُونَ أَنَّ صَالِحًا
مُّرْسَلٌ مِّن رَّبِّهِ ۚ قَالُوا إِنَّا بِمَا أُرْسِلَ بِهِ مُؤْمِنُونَ ﴿٧٥﴾

৭৬) তেওঁৰ জাতিৰ যি মুখিয়ালবিলাকে অহঙ্কাৰ কৰিছিল সিহঁতে সিহঁতৰ মাজৰ যি বিশ্বাসীসকলক দুৰ্ব্বল গণ্য কৰা হৈছিল তেওঁলোকক সুধিলে, চালেহ যে তেওঁৰ প্ৰভুৰ পৰা ৰচুল স্বৰূপ প্ৰেৰিত হৈছে তোমালোকে সঁচা বুলি জানিছা নে? তেওঁলোকে উত্তৰ দিলে, যি সংবাদ লৈ তেওঁ প্ৰেৰিত (ৰচুল) হৈ আহিছে তাত আমি নিশ্চয় বিশ্বাস কৰিছোঁ।

قَالَ الَّذِينَ اسْتَكْبَرُوا إِنَّا بِالَّذِي آمَنتُم بِهِ كَافِرُونَ ﴿٧٦﴾

৭৭) অহঙ্কাৰ কৰোঁতাবিলাকে কলে, যি কথাত তোমালোকে বিশ্বাস স্থাপন কৰিছা তাত আমি নিশ্চয় বিশ্বাস স্থাপন নকৰোঁ।

فَعَقَرُوا النَّاقَةَ وَعَتَوْا عَنْ أَمْرِ رَبِّهِمْ وَقَالُوا يَا صَالِحُ
ائْتِنَا بِمَا تَعِدُنَا إِن كُنتَ مِنَ الْمُرْسَلِينَ ﴿٧٧﴾

৭৮) অৱশেষত সিহঁতে উটজনীৰ ভৰিৰ সিৰ কাটিলে, আৰু নিজ প্ৰভুৰ আদেশৰ বিৰুদ্ধাচৰণ কৰিলে; আৰু সিহঁতে কলে, হে চালেহ, তুমি আমাক যি শাস্তিৰ ভয় দেখুওৱাইছিলা তাকে তুমি আমাৰ প্ৰতি নমাই আনা, যদিহে তুমি (আল্লাৰ) এজন প্ৰেৰিত ৰচুল।

فَأَخَذَتْهُمُ الرَّجْفَةُ فَأَصْبَحُوا فِي دَارِهِمْ جَاثِمِينَ ﴿٧٨﴾

৭৯) তেতিয়া সিহঁতক ভীষণ ভূমিকম্পই ধৰিলে, আৰু সিহঁত নিজ বাসস্থানত উবুৰি খাই পৰি থাকিল।

فَتَوَلَّىٰ عَنْهُمْ وَقَالَ يَا قَوْمِ لَقَدْ أَبْلَغْتُكُمْ رِسَالَةَ
رَبِّي وَنَصَحْتُ لَكُمْ وَلَٰكِن لَّا تُحِبُّونَ النَّاصِحِينَ ﴿٧٩﴾

৮০) পিছত তেওঁ সিহঁতৰ পৰা বিমুখ হৈ আঁতৰ হ'ল, এই কথা কৈ,—হে মোৰ জাতি, স্বৰূপতে মই তোমালোকক জ্ঞাপন কৰিলোঁ মোৰ প্ৰভুৰ সংবাদ, আৰু মই তোমালোকক সৎ উপদেশো দিলোঁ; কিন্তু যিবিলাকে সৰল মনেৰে উপদেশ দিয়ে সেইবিলাকক তোমালোকে ভাল নোপোৱা।

وَلُوطًا إِذْ قَالَ لِقَوْمِهِۦٓ أَتَأْتُونَ الْفَٰحِشَةَ مَا سَبَقَكُم بِهَا مِنْ أَحَدٍ مِّنَ الْعَٰلَمِينَ ﴿٨١﴾

৮১) আৰু লুত্বকো (আমিয়ে প্ৰেৰণ কৰিছিলোঁ)। তেতিয়া তেওঁ নিজৰ জাতিক কৈছিল,—কি! তোমালোকে এনে কাৰ্য্য কৰা নে যি দেখাতেই নিৰ্গত, আৰু যি সমগ্ৰ জগতত তোমালোকৰ পূৰ্ব্ববৰ্ত্তীবিলাকৰ কোনেও কৰা নাছিল?

إِنَّكُمْ لَتَأْتُونَ الرِّجَالَ شَهْوَةً مِّن دُونِ النِّسَآءِ ۚ بَلْ أَنتُمْ قَوْمٌ مُّسْرِفُونَ ﴿٨٢﴾

৮২) বাস্তৱতে তোমালোকে কামপ্ৰবৃত্তি চৰিতাৰ্থ কৰিবৰ অভিপ্ৰায়ে নাৰীবিলাকক এৰি পুৰুষ-বিলাকৰ ওচৰ চাপাগৈ; নহয়, তোমালোকে এনে এটা জাতি যি সততে সীমা অতিক্ৰম কৰি থাকে।

وَمَا كَانَ جَوَابَ قَوْمِهِۦٓ إِلَّآ أَن قَالُوٓا۟ أَخْرِجُوهُم مِّن قَرْيَتِكُمْ ۖ إِنَّهُمْ أُنَاسٌ يَتَطَهَّرُونَ ﴿٨٣﴾

৮৩) আৰু তেওঁৰ জাতিৰ একেষাৰ কথাৰ বাজে আন উত্তৰ নাছিল; তোমালোকৰ নগৰৰ পৰা সিহঁতক নিৰ্ব্বাসিত কৰাঁ; নিশ্চয় সিহঁতে (মানুহক) ইয়াকে দেখুওৱাৰ ইচ্ছা কৰে, সিহঁত যেন অতি পবিত্ৰ!

فَأَنجَيْنَٰهُ وَأَهْلَهُۥٓ إِلَّا امْرَأَتَهُۥ كَانَتْ مِنَ الْغَٰبِرِينَ ﴿٨٤﴾

৮৪) তাৰ পিছত আমি তেওঁক আৰু তেওঁৰ পৰিয়ালক ৰক্ষা কৰিলোঁ; (কিন্তু) তেওঁৰ পত্নী আছিল পিছ পৰি থকাবিলাকৰ মাজৰ।

وَأَمْطَرْنَا عَلَيْهِم مَّطَرًا ۖ فَانظُرْ كَيْفَ كَانَ عَٰقِبَةُ الْمُجْرِمِينَ ﴿٨٥﴾

৮৫) আৰু আমি সিহঁতৰ ওপৰত ভীষণ বৰষুণ নমালোঁ; এতিয়া চোৱাঁ, (আমাৰ) অপৰাধী-বিলাকৰ শেষ পৰিণাম কেনে হৈছিল!

وَإِلَىٰ مَدْيَنَ أَخَاهُمْ شُعَيْبًا ۗ قَالَ يَٰقَوْمِ اعْبُدُوا۟ اللَّهَ مَا لَكُم مِّنْ إِلَٰهٍ غَيْرُهُۥ ۖ قَدْ جَآءَتْكُم بَيِّنَةٌ مِّن رَّبِّكُمْ ۖ فَأَوْفُوا۟ الْكَيْلَ وَالْمِيزَانَ وَلَا تَبْخَسُوا۟ النَّاسَ أَشْيَآءَهُمْ وَلَا تُفْسِدُوا۟ فِى الْأَرْضِ بَعْدَ إِصْلَٰحِهَا ۚ ذَٰلِكُمْ خَيْرٌ لَّكُمْ إِن كُنتُم مُّؤْمِنِينَ ﴿٨٦﴾

৮৬) আৰু আমি মদয়ন্ অধিবাসীবিলাকৰ প্ৰতি সিহঁতৰ ভ্ৰাতা শ্বো'আইবক (প্ৰেৰণ কৰিছিলোঁ)। তেওঁ (সিহঁতক) কৈছিল, হে মোৰ জাতি, তোমালোকে আল্লাৰেই আৰাধনা কৰাঁ; তেওঁত ভিন্ন আন কোনো উপাস্য নাই; স্বৰূপতে তোমালোকৰ প্ৰভুৰ পৰা তোমালোকলৈ আহিছে প্ৰত্যক্ষ প্ৰমাণ; গতিকে (ব্যৱসাত) পৰিমাণ আৰু জোখ পূৰ্ণ কৰিবা; আৰু লোকক (বেচোঁতে) জোখ কম কৰি সিহঁতৰ বস্তু নিদিবা; আৰু পৃথিৱীত তাৰ সংস্কাৰ হোৱাৰ পাছত অশান্তিৰ সৃষ্টি নকৰিবা; তোমালোকৰ পক্ষে এয়ে মঙ্গলজনক, যদিহে তোমালোক বিশ্বাসী হোৱা।

وَلَا تَقْعُدُوْا بِكُلِّ صِرَاطٍ تُوْعِدُوْنَ وَتَصُدُّوْنَ عَنْ سَبِيْلِ اللّٰهِ مَنْ اٰمَنَ بِهٖ وَتَبْغُوْنَهَا عِوَجًا ۚ وَاذْكُرُوْٓا اِذْ كُنْتُمْ قَلِيْلًا فَكَثَّرَكُمْ ۪ وَانْظُرُوْا كَيْفَ كَانَ عَاقِبَةُ الْمُفْسِدِيْنَ ﴿٨٦﴾

৮৭) আৰু যিসকলে আল্লাত বিশ্বাস কৰিছে সেইসকলক তোমালোকে ভয় দেখুওৱাবৰ আৰু তেওঁৰ পথৰ পৰা প্ৰতিৰোধ কৰিবৰ অভিপ্ৰায়ে, আৰু সেই পথ বেঁকা কৰিবৰ অৰ্থে, প্ৰত্যেক বাটে (তেওঁলোকৰ) খাপ লৈ বহি নাথাকিবা; আৰু স্মৰণ কৰাঁ তোমালোক সংখ্যাত (পোনপ্ৰথমে) লঘু আছিলা; পিছত তেওঁ তোমালোকৰ সংখ্যা বৃদ্ধি কৰিলে; আৰু চোৱাঁ, অশান্তিৰ সৃষ্টি কৰোঁতাবিলাকৰ শেষ পৰিণাম কি হৈছিল!

وَاِنْ كَانَ طَآئِفَةٌ مِّنْكُمْ اٰمَنُوْا بِالَّذِيْٓ اُرْسِلْتُ بِهٖ وَطَآئِفَةٌ لَّمْ يُؤْمِنُوْا فَاصْبِرُوْا حَتّٰى يَحْكُمَ اللّٰهُ بَيْنَنَا ۚ وَهُوَ خَيْرُ الْحٰكِمِيْنَ ﴿٨٧﴾

৮৮) আৰু যদি তোমালোকৰ মাজত এনে এদল থাকে, যি সংবাদ দিবলৈ মই প্ৰেৰিত হৈছোঁ তাত সিহঁতে বিশ্বাস কৰে, আৰু আন এদল থাকে যি বিশ্বাস নকৰে, তেন্তে তোমালোকে ধৈৰ্য্য ধৰি থাকাঁ সেই সময়লৈকে যেতিয়া আল্লাই আমাৰ মাজত বিচাৰ কৰিব; আৰু তেৰেঁই বিচাৰসকলৰ মাজত সৰ্ব্বশ্ৰেষ্ঠ।

## নৱম পাৰা

قَالَ الْمَلَاُ الَّذِيْنَ اسْتَكْبَرُوْا مِنْ قَوْمِهٖ لَنُخْرِجَنَّكَ يٰشُعَيْبُ وَالَّذِيْنَ اٰمَنُوْا مَعَكَ مِنْ قَرْيَتِنَآ اَوْ لَتَعُوْدُنَّ فِيْ مِلَّتِنَا ۚ قَالَ اَوَلَوْ كُنَّا كٰرِهِيْنَ ﴿٨٨﴾

৮৯) তেওঁৰ জাতিৰ যি মুখিয়ালবিলাকে অহঙ্কাৰ কৰিছিল সিহঁতে কলে, হে শ্বো'আইব, আমি নিশ্চয় তোমাক আৰু তোমাৰ লগৰীয়া বিশ্বাস কৰোঁতাবিলাকক আমাৰ নগৰৰ পৰা উলিয়াই দিম, নতুবা আমাৰ ধৰ্ম্মলৈ তোমালোক উভতি আহিবলৈ বাধ্য হবা। তেওঁ কলে, আমাৰ তেনে ইচ্ছা নাথাকিলেও (উভতি আহিব লাগিব) নে?

قَدِ افْتَرَيْنَا عَلَى اللّٰهِ كَذِبًا اِنْ عُدْنَا فِيْ مِلَّتِكُمْ بَعْدَ اِذْ نَجّٰىنَا اللّٰهُ مِنْهَا ۚ وَمَا يَكُوْنُ لَنَآ اَنْ نَّعُوْدَ فِيْهَآ اِلَّآ اَنْ يَّشَآءَ اللّٰهُ رَبُّنَا ۚ وَسِعَ رَبُّنَا كُلَّ شَيْءٍ عِلْمًا ۚ عَلَى اللّٰهِ تَوَكَّلْنَا ۚ رَبَّنَا افْتَحْ بَيْنَنَا وَبَيْنَ قَوْمِنَا

৯০) আল্লাই আমাক তোমালোকৰ ধৰ্ম্মৰ পৰা উলিয়াই অনাৰ পিছতো যদি আমি (আকৌ) তালৈ উভতি আহোঁ, তেন্তে আমাৰ পক্ষে আল্লাৰ বিৰুদ্ধে মিছা সজাহে হ'ব; আৰু আমাৰ প্ৰভু আল্লাই ইচ্ছা নকৰিলে সেই ধৰ্ম্মলৈ উভতি অহা আমাৰ পক্ষে সম্ভৱপৰ নহয়; আমাৰ প্ৰভুৱে নিজ জ্ঞানেৰে সকলো বস্তুকে আগুৰি ৰাখিছে; আমি নিৰ্ভৰ কৰিছোঁ কেৱল আল্লাৰ ওপৰত—হে আমাৰ প্ৰভু, আমাৰ আৰু আমাৰ জাতিৰ মাজত সত্যৰ সৈতে

بِالْحَقِّ وَاَنْتَ خَيْرُ الْفٰتِحِيْنَ ﴿٩٠﴾

তুমি মীমাংসা কৰাঁ; আৰু মীমাংসা কৰোঁতা-বিলাকৰ মাজত তুমিয়ে সৰ্ব্বশ্ৰেষ্ঠ।

وَقَالَ الْمَلَاُ الَّذِيْنَ كَفَرُوْا مِنْ قَوْمِهٖ لَئِنِ اتَّبَعْتُمْ شُعَيْبًا اِنَّكُمْ اِذًا لَّخٰسِرُوْنَ ﴿٩١﴾

৯১) আৰু তেওঁৰ জাতিৰ যিবিলাক মুখিয়াল মানুহে অবিশ্বাস কৰিছিল সেইবিলাকে কলে, তোমালোকে যদি শ্বো'আইবৰ অনুসৰণ কৰা, তোমালোক নিশ্চয় ক্ষতিগ্ৰস্ত হবা।

فَاَخَذَتْهُمُ الرَّجْفَةُ فَاَصْبَحُوْا فِيْ دَارِهِمْ جٰثِمِيْنَ ﴿٩٢﴾

৯২) অলপতেই সিহঁতক ভূমিকম্পই পালে; তেতিয়া সিহঁতে নিজৰ বাসস্থানত উবুৰি খাই পৰি থাকিল,

الَّذِيْنَ كَذَّبُوْا شُعَيْبًا كَاَنْ لَّمْ يَغْنَوْا فِيْهَا ۛ اَلَّذِيْنَ كَذَّبُوْا شُعَيْبًا كَانُوْا هُمُ الْخٰسِرِيْنَ ﴿٩٣﴾

৯৩) যিবিলাকে শ্বো'আইবক মিছলীয়া বুলি ভাবিছিল। (এনে হ'ল) যেন সিহঁতে সেই ঠাইত কেতিয়াও বসতি কৰায়ে নাছিল; সেইবিলাকেই ক্ষতিগ্ৰস্ত হৈছিল যিবিলাকে শ্বো'আইবক মিছলীয়া বুলি ভাবিছিল।

فَتَوَلّٰى عَنْهُمْ وَقَالَ يٰقَوْمِ لَقَدْ اَبْلَغْتُكُمْ رِسٰلٰتِ رَبِّيْ
ع وَنَصَحْتُ لَكُمْ ۚ فَكَيْفَ اٰسٰى عَلٰى قَوْمٍ كٰفِرِيْنَ ﴿٩٤﴾

৯৪) পিছত সিহঁতৰ পৰা তেওঁ বিমুখ হৈ আঁতৰ হ'ল, আৰু কলে, হে মোৰ জাতি, ৰূপতে মই নিজ প্ৰভুৰ সংবাদ সমূহ তোমালোকক জ্ঞাপন কৰিলোঁ, আৰু তোমালোকক ভাল উপদেশো দিলোঁ; গতিকে (এতিয়া) অবিশ্বাসী লোকবিলাকৰ কাৰণে মই শোক কৰোঁ কেনেকৈ?

وَمَا اَرْسَلْنَا فِيْ قَرْيَةٍ مِّنْ نَّبِيٍّ اِلَّا اَخَذْنَا اَهْلَهَا بِالْبَاْسَاءِ وَالضَّرَّاءِ لَعَلَّهُمْ يَضَّرَّعُوْنَ ﴿٩٥﴾

৯৫) আমি কোনো নগৰলৈ নবী প্ৰেৰণ নকৰাকৈ তাৰ অধিবাসীবিলাকক দাৰিদ্ৰ্য আৰু ক্লেশ-কষ্টত পেলোৱা নাই; (দাৰিদ্ৰ্য আৰু ক্লেশ-কষ্টৰ উদ্দেশ্য) সিহঁতে যেন বিনয় অৱলম্বন কৰে।

ثُمَّ بَدَّلْنَا مَكَانَ السَّيِّئَةِ الْحَسَنَةَ حَتّٰى عَفَوْا وَّقَالُوْا قَدْ مَسَّ اٰبَاءَنَا الضَّرَّاءُ وَالسَّرَّاءُ فَاَخَذْنٰهُمْ بَغْتَةً وَّهُمْ لَا يَشْعُرُوْنَ ﴿٩٦﴾

৯৬) পিছত আমি সিহঁতৰ অমঙ্গল মঙ্গলৰে সলনি কৰিলোঁ; কালক্ৰমে সিহঁত সম্পদশালী আৰু বহুসংখ্যক হ'ল, আৰু ক'ব ধৰিলে, ক্লেশ-কষ্ট আৰু সুখ-সন্তোষ আমাৰ পিতৃ-পুৰুষসকলেও ভোগ কৰিছিল। তাৰ পিছত আমি সিহঁতক অকস্মাৎ ধৰিলোঁ এনে ভাৰে যে সিহঁতে তাৰ গমকে নাপাইছিল।

وَلَوْ اَنَّ اَهْلَ الْقُرٰى اٰمَنُوْا وَاتَّقَوْا لَفَتَحْنَا عَلَيْهِمْ

৯৭) আৰু নগৰবাসীবিলাকে বিশ্বাস স্থাপন কৰা হলে, আৰু সিহঁতে পাপৰ পৰা আঁতৰি থকা হলে

بَرَكٰتٍ مِّنَ السَّمَآءِ وَالْاَرْضِ وَلٰكِنْ كَذَّبُوْا فَاَخَذْنٰهُمْ
بِمَا كَانُوْا يَكْسِبُوْنَ ۝٩٧

আমি নিশ্চয় সিহঁতৰ নিমিত্তে আকাশমণ্ডলী আৰু পৃথিৱীৰ পৰা মঙ্গলৰ ব্যৱস্থা কৰিলোঁহেঁতেন; কিন্তু সিহঁতে নিজেই যি অৰ্জ্জন কৰিছিল তাৰ বাবে আমি সিহঁতক ধৰিলোঁ।

اَفَاَمِنَ اَهْلُ الْقُرٰۤى اَنْ يَّاْتِيَهُمْ بَاْسُنَا بَيَاتًا وَّهُمْ نَآئِمُوْنَ ۝٩٨

৯৮) কি ! নগৰবাসীবিলাকে নিশা শুই থাকোঁতে আমাৰ শাস্তি সিহঁতৰ ওপৰত নপৰিব বুলি নিজকে নিৰাপদ ভাবিছে নে ?

اَوَاَمِنَ اَهْلُ الْقُرٰۤى اَنْ يَّاْتِيَهُمْ بَاْسُنَا ضُحًى وَّهُمْ يَلْعَبُوْنَ ۝٩٩

৯৯) কি ! নগৰবাসীবিলাকে পুৱা আমোদ-প্ৰমোদত মগন হৈ থাকোঁতে আমাৰ শাস্তি সিহঁতৰ ওপৰত নপৰিব বুলি নিজকে নিৰাপদ ভাবিছে নে ?

اَفَاَمِنُوْا مَكْرَ اللّٰهِ ۚ فَلَا يَاْمَنُ مَكْرَ اللّٰهِ اِلَّا الْقَوْمُ
الْخٰسِرُوْنَ ۝١٠٠

১০০) তেন্তে আল্লাৰ সূক্ষ্ম কৌশলৰ পৰা নিজকে নিৰাপদ বুলি ভাবিছে নে ? বাস্তৱিকতে যিবিলাক ক্ষতিগ্ৰস্ত আছিল সিহঁতৰ বাহিৰে আন কোনেও আল্লাৰ সূক্ষ্ম কৌশলৰ পৰা সাৰিব পাৰিব বুলি নাভাবে।

اَوَلَمْ يَهْدِ لِلَّذِيْنَ يَرِثُوْنَ الْاَرْضَ مِنْۢ بَعْدِ اَهْلِهَآ
اَنْ لَّوْ نَشَآءُ اَصَبْنٰهُمْ بِذُنُوْبِهِمْ ۚ وَنَطْبَعُ عَلٰى قُلُوْبِهِمْ
فَهُمْ لَا يَسْمَعُوْنَ ۝١٠١

১০১) দেশৰ গৰাকীবিলাকৰ পিছত সিহঁতৰ উত্তৰাধিকাৰী হৈছে সিহঁতে এই কথা বুজিবলৈ শিক্ষা পোৱা নাই নে, আমি ইচ্ছা কৰিলে সিহঁতৰ পাপসমূহৰ কাৰণে সিহঁতক কষ্টত পেলাব পাৰোঁ, আৰু সিহঁতৰ অন্তৰসমূহত মোহৰ মাৰিব পাৰোঁ, যাতে সিহঁতে (সত্য কথা) নুশুনে।

تِلْكَ الْقُرٰى نَقُصُّ عَلَيْكَ مِنْ اَنْۢبَآئِهَا ۚ وَلَقَدْ
جَآءَتْهُمْ رُسُلُهُمْ بِالْبَيِّنٰتِ ۚ فَمَا كَانُوْا لِيُؤْمِنُوْا بِمَا
كَذَّبُوْا مِنْ قَبْلُ ۚ كَذٰلِكَ يَطْبَعُ اللّٰهُ عَلٰى قُلُوْبِ
الْكٰفِرِيْنَ ۝١٠٢

১০২) এইবিলাক হৈছে (প্ৰাচীন) নগৰবিলাক যাৰ কিছু বৃত্তান্ত তোমাৰ আগত আমি বৰ্ণনা কৰিছোঁ; আৰু স্বৰূপতে বহু প্ৰত্যক্ষ প্ৰমাণ লৈ সিহঁতৰ ৰচুলসকল সিহঁতৰ ওচৰলৈ আহিছিল; কিন্তু যি কথা মিছা ভাবি সিহঁতে পূৰ্ব্বে অস্বীকাৰ কৰিছিল তাত (দুনাই) বিশ্বাস কৰিবলৈ টান পাইছিল। এইদৰেই আল্লাই অবিশ্বাসীবিলাকৰ অন্তৰসমূহত মোহৰ মাৰে।

وَمَا وَجَدْنَا لِاَكْثَرِهِمْ مِّنْ عَهْدٍ ۚ وَاِنْ وَّجَدْنَآ
اَكْثَرَهُمْ لَفٰسِقِيْنَ ۝١٠٣

১০৩) আৰু আমি সিহঁতৰ সৰহভাগেই চুক্তি ৰক্ষা কৰা দেখা নাই, আৰু নিশ্চয় আমি সিহঁতৰ অধিকাংশকে অবাধ্যহে পাইছোঁ।

১০৪) শেহত, সিহঁতৰ পিছত আমাৰ নিদৰ্শনসমূহৰ সৈতে মুচাক ফিৰৌন আৰু তেওঁৰ মুখিয়ালবিলাকৰ ওচৰলৈ আমি প্ৰেৰণ কৰিছিলোঁ; কিন্তু সিহঁতে অন্যায় কৰি সেই নিদৰ্শনসমূহ প্ৰত্যাখ্যান কৰিছিল; এতেকে চোৱাঁ অশান্তিৰ সৃষ্টি কৰোঁতাবিলাকৰ কি পৰিণাম হল!

ثُمَّ بَعَثْنَا مِنْۢ بَعْدِهِمْ مُّوْسٰى بِاٰيٰتِنَآ اِلٰى فِرْعَوْنَ وَمَلَا۟ئِهٖ فَظَلَمُوْا بِهَا ۚ فَانْظُرْ كَيْفَ كَانَ عَاقِبَةُ الْمُفْسِدِيْنَ ﴿١٠٣﴾

১০৫) আৰু মুচাই কলে, হে ফিৰৌন, সঁচাকৈয়ে মই বিশ্বব্ৰহ্মাণ্ডৰ প্ৰতিপালকে প্ৰেৰণ কৰা এজন ৰচুল।

وَقَالَ مُوْسٰى يٰفِرْعَوْنُ اِنِّيْ رَسُوْلٌ مِّنْ رَّبِّ الْعٰلَمِيْنَ ﴿١٠٤﴾

১০৬) মোৰ সঠিক কৰ্ত্তব্য এই, আল্লাৰ সম্পৰ্কে সত্য কথা বিনে একোকে নকওঁ; স্বৰূপতে তোমালোকৰ সকলোৰে প্ৰভুৰ পৰা মই প্ৰত্যক্ষ প্ৰমাণ লৈ তোমালোকৰ ওচৰলৈ আহিছোঁ; এতেকে ইস্ৰাইলৰ সতি-সন্ততিক মোৰ লগতে যাবলৈ দিয়াঁ।

حَقِيْقٌ عَلٰٓى اَنْ لَّآ اَقُوْلَ عَلَى اللّٰهِ اِلَّا الْحَقَّ ۗ قَدْ جِئْتُكُمْ بِبَيِّنَةٍ مِّنْ رَّبِّكُمْ فَاَرْسِلْ مَعِيَ بَنِيْٓ اِسْرَآءِيْلَ ﴿١٠٥﴾

১০৭) তেওঁ কলে, যদি তুমি কোনো নিদৰ্শন লৈ আহিছা তেন্তে তাক উপস্থিত কৰাঁ, যদিহে তুমি সত্যবাদী হোৱা।

قَالَ اِنْ كُنْتَ جِئْتَ بِاٰيَةٍ فَاْتِ بِهَآ اِنْ كُنْتَ مِنَ الصّٰدِقِيْنَ ﴿١٠٦﴾

১০৮) তেতিয়া তেওঁ নিজৰ লাখুটিডাল (তেওঁৰ আগত) পেলালে; চোৱাঁ, এই ডাল দেখাত সাপ হৈ পৰিল।

فَاَلْقٰى عَصَاهُ فَاِذَا هِيَ ثُعْبَانٌ مُّبِيْنٌ ﴿١٠٧﴾

১০৯) আৰু তেওঁ নিজৰ হাত এখন উলিয়াই দেখুৱালে; চোৱাঁ, ই দেখোঁতাবিলাকৰ আগত কেনে উজ্জ্বল হৈ উঠিল!

وَّنَزَعَ يَدَهٗ فَاِذَا هِيَ بَيْضَآءُ لِلنّٰظِرِيْنَ ﴿١٠٨﴾

১১০) ফিৰৌনৰ লোকবিলাকৰ মুখিয়ালবিলাকে কলে, কোনো সন্দেহ নাই এওঁ এজন অভিজ্ঞ যাদুকৰ।

قَالَ الْمَلَاُ مِنْ قَوْمِ فِرْعَوْنَ اِنَّ هٰذَا لَسٰحِرٌ عَلِيْمٌ ﴿١٠٩﴾

১১১) তেওঁ তোমালোকক নিজ দেশৰ পৰা উলিয়াই দিবলৈ সঙ্কল্প কৰিছে; এতিয়া তোমালোকে কি পৰামৰ্শ দিয়া?

يُّرِيْدُ اَنْ يُّخْرِجَكُمْ مِّنْ اَرْضِكُمْ ۚ فَمَاذَا تَاْمُرُوْنَ ﴿١١٠﴾

১১২) সিহঁতে কলে, তেওঁক আৰু তেওঁৰ ভায়েকক কিছু সময় দিয়াঁ, আৰু কেইবাখনো নগৰলৈ কিছুমান মানুহ চপাওঁতাক পঠিয়াই দিয়াঁ,

قَالُوْٓا اَرْجِهْ وَاَخَاهُ وَاَرْسِلْ فِي الْمَدَآئِنِ حٰشِرِيْنَ ﴿١١١﴾

يَأْتُوْكَ بِكُلِّ سٰحِرٍ عَلِيْمٍ ﴿١١٣﴾

১১৩) যাতে সিহঁতে প্ৰত্যেক অভিজ্ঞ যাদুকৰক তোমাৰ ওচৰলৈ লৈ আহে।*

وَجَآءَ السَّحَرَةُ فِرْعَوْنَ قَالُوْٓا اِنَّ لَنَا لَاَجْرًا اِنْ كُنَّا نَحْنُ الْغٰلِبِيْنَ ﴿١١٤﴾

১১৪) আৰু (সময় মতে) যাদুকৰবিলাক ফিৰৌনৰ ওচৰলৈ আহিল; সিহঁতে কলে, আমি জয়লাভ কৰিলে অৱশ্যে পুৰস্কাৰৰ অধিকাৰী হম।

قَالَ نَعَمْ وَاِنَّكُمْ لَمِنَ الْمُقَرَّبِيْنَ ﴿١١٥﴾

১১৫) তেওঁ কলে, এই কথা ঠিক; (তাৰ উপৰি) তোমালোক যে মোৰ সন্নিধানত থকাসকলৰ মাজৰ হবা ইয়াত কোনো সন্দেহ নাই।

قَالُوْا يٰمُوْسٰٓى اِمَّآ اَنْ تُلْقِيَ وَاِمَّآ اَنْ نَّكُوْنَ نَحْنُ الْمُلْقِيْنَ ﴿١١٦﴾

১১৬) সিহঁতে কলে, হে মুচা, তুমি (প্ৰথমে লাখুটি) পেলাবা নে আমি পেলাম?

قَالَ اَلْقُوْا ۚ فَلَمَّآ اَلْقَوْا سَحَرُوْٓا اَعْيُنَ النَّاسِ وَاسْتَرْهَبُوْهُمْ وَجَآءُوْ بِسِحْرٍ عَظِيْمٍ ﴿١١٧﴾

১১৭) তেওঁ কলে, (প্ৰথমে) তোমালোকে পেলোৱাঁ। আৰু যেতিয়া সিহঁতে (লাখুটিবোৰ) পেলাই লোকবিলাকৰ নয়নসমূহত বাণ মাৰিলে সিহঁতৰ মনত ভয়ৰ সঞ্চাৰ হ'ল; আৰু সিহঁতে দেখুৱালে ভীষণ যাদুক্ৰিয়া।

وَاَوْحَيْنَآ اِلٰى مُوْسٰٓى اَنْ اَلْقِ عَصَاكَ ۚ فَاِذَا هِيَ تَلْقَفُ مَا يَاْفِكُوْنَ ﴿١١٨﴾ۚ

১১৮) আৰু মুচাৰ প্ৰতি আমি প্ৰত্যাদেশ কৰিলোঁ, এতিয়া তোমাৰ লাখুটিডাল পেলোৱাঁ; চোৱাঁ, সিহঁতে যি মিছা কৌশল দেখুৱাইছিল গোটেইবোৰকেই গ্ৰাস কৰিলে।

فَوَقَعَ الْحَقُّ وَبَطَلَ مَا كَانُوْا يَعْمَلُوْنَ ﴿١١٩﴾ۚ

১১৯) ইয়াৰ ফলত সত্য প্ৰতিষ্ঠিত হ'ল, আৰু সিহঁতে যি কাৰ্য্য কৰিছিল অসত্য বুলি প্ৰমাণিত হ'ল।

فَغُلِبُوْا هُنَالِكَ وَانْقَلَبُوْا صٰغِرِيْنَ ﴿١٢٠﴾ۚ

১২০) শেহত সিহঁত এই ক্ষেত্ৰত পৰাজিত হ'ল, আৰু লাঞ্ছিত হৈ উভতি গ'ল।

وَاُلْقِيَ السَّحَرَةُ سٰجِدِيْنَ ﴿١٢١﴾ۚۖ

১২১) আৰু (এই ঘটনা দেখি) যাদুকৰবিলাক সাষ্টাঙ্গে প্ৰণিপাত কৰিবলৈ বাধ্য হ'ল।

قَالُوْٓا اٰمَنَّا بِرَبِّ الْعٰلَمِيْنَ ﴿١٢٢﴾ۙ

১২২) সিহঁতে কলে, আমি বিশ্বাস কৰিছোঁ বিশ্বব্ৰহ্মাণ্ডৰ প্ৰতিপালকত,

رَبِّ مُوْسٰى وَهٰرُوْنَ ﴿١٢٣﴾

১২৩) যিজন মুচা আৰু হাৰুনৰ প্ৰতিপালক।

قَالَ فِرْعَوْنُ اٰمَنْتُمْ بِهٖ قَبْلَ اَنْ اٰذَنَ لَكُمْ ۚ اِنَّ

১২৪) ফিৰৌনে কলে, মই তোমালোকক অনুমতি দিয়াৰ পূৰ্বেই তেওঁত বিশ্বাস কৰিলা নে: এইটো,

هٰذَا لَمَكۡرٌ مَّكَرۡتُمُوۡهُ فِی الۡمَدِیۡنَۃِ لِتُخۡرِجُوۡا مِنۡهَاۤ اَهۡلَهَا ۚ فَسَوۡفَ تَعۡلَمُوۡنَ ﴿۱۲۳﴾

নিশ্চয় এটা অভিসন্ধি, যি তোমালোকে এই নগৰত সাজিছা, যাতে তাৰ পৰা তাৰ (কিছুমান) অধিবাসীবিলাকক তোমালোকে উলিয়াই দিব পাৰা; কিন্তু (ইয়াৰ ফলাফল) অদূৰ ভৱিষ্যতে জানিব পাৰিবা।

لَاُقَطِّعَنَّ اَیۡدِیَکُمۡ وَ اَرۡجُلَکُمۡ مِّنۡ خِلَافٍ ثُمَّ لَاُصَلِّبَنَّکُمۡ اَجۡمَعِیۡنَ ﴿۱۲۴﴾

১২৫) নিশ্চয় মই তোমালোকৰ হাতবিলাক আৰু তোমালোকৰ ভৰিবিলাক বিপৰীত ফালৰ পৰা কাটি পেলাম; তাৰ পিছত নিশ্চয় মই তোমালোক সকলোকে পেৰেঙনিত বান্ধি মাৰিম।

قَالُوۡۤا اِنَّاۤ اِلٰی رَبِّنَا مُنۡقَلِبُوۡنَ ﴿۱۲۵﴾ۚ

১২৬) সিহঁতে কলে, (ভালেই হে), নিজ প্ৰভুৰ ফালেই আমি উভতি যাম।

وَ مَا تَنۡقِمُ مِنَّاۤ اِلَّاۤ اَنۡ اٰمَنَّا بِاٰیٰتِ رَبِّنَا لَمَّا جَآءَتۡنَا ؕ رَبَّنَاۤ اَفۡرِغۡ عَلَیۡنَا صَبۡرًا وَّ تَوَفَّنَا مُسۡلِمِیۡنَ ﴿۱۲۶﴾ۧ

১২৭) আৰু আমাৰ প্ৰভুৰ নিদৰ্শনসমূহ আমাৰ ওচৰলৈ অহাত আমি যে তাত বিশ্বাস কৰিলোঁ সেই হেতুহে তুমি আমাৰ প্ৰতিশোধ লববলৈ স্থিৰ কৰিছা! —হে আমাৰ প্ৰভু, ধৈৰ্য্য ধাৰণ কৰিবলৈ আমাক প্ৰচুৰ শক্তি প্ৰদান কৰাঁ, আৰু আত্মসমৰ্পণকাৰী হৈ থাকোঁতেই আমাৰ মৃত্যু বিধান কৰাঁ।

وَ قَالَ الۡمَلَاُ مِنۡ قَوۡمِ فِرۡعَوۡنَ اَتَذَرُ مُوۡسٰی وَ قَوۡمَهٗ لِیُفۡسِدُوۡا فِی الۡاَرۡضِ وَ یَذَرَکَ وَ اٰلِهَتَکَ ؕ قَالَ سَنُقَتِّلُ اَبۡنَآءَهُمۡ وَ نَسۡتَحۡیٖ نِسَآءَهُمۡ ۚ وَ اِنَّا فَوۡقَهُمۡ قٰهِرُوۡنَ ﴿۱۲۷﴾

১২৮) আৰু ফিৰৌনৰ দলৰ মুখিয়ালবিলাকে কলে, তুমি মুচা আৰু তেওঁৰ লোকবিলাকক এই কাৰণে এৰি দিছা নে যে তেওঁলোকে দেশত (অবাধে) অশান্তিৰ সৃষ্টি কৰে, আৰু (মুচাই) তোমাক আৰু তোমাৰ উপাস্যবিলাকক ত্যাগ কৰে? তেওঁ উত্তৰ দিলে, আমি সিহঁতৰ পুত্ৰসন্তান বিলাকক বধ কৰিম আৰু সিহঁতৰ তিৰোতাবিলাকক জীয়াই ৰাখিম; আৰু সিহঁতৰ ওপৰত আমি নিশ্চয় পৰাক্ৰমশালী।

قَالَ مُوۡسٰی لِقَوۡمِهِ اسۡتَعِیۡنُوۡا بِاللّٰهِ وَ اصۡبِرُوۡا ۚ اِنَّ الۡاَرۡضَ لِلّٰهِ ۟ۙ یُوۡرِثُهَا مَنۡ یَّشَآءُ مِنۡ عِبَادِهٖ ؕ وَ

১২৯) মুচাই নিজৰ লোকবিলাকক কলে, তোমালোকে আল্লাৰ পৰা সাহায্য প্ৰাৰ্থনা কৰাঁ আৰু ধৈৰ্য্য ধাৰণ কৰি থাকাঁ; প্ৰকৃততে পৃথিবীৰ গৰাকী আল্লা; তেওঁ নিজ ভৃত্যবিলাকৰ মাজৰ যাকে ইচ্ছা তাকেই তাৰ উত্তৰাধিকাৰী কৰে; আৰু

আল্লাক যিসকলে ভয় কৰে সেইসকলৰ নিমিত্তে আছে শুভফল।

الْعَاقِبَةُ لِلْمُتَّقِينَ ﴿١٢٨﴾

১৩০) সিহঁতে কলে, তুমি আমাৰ ওচৰলৈ অহাৰ পূৰ্ব্বে, আৰু এতিয়া তুমি আমাৰ ওচৰলৈ অহাৰ পিছতো আমাক নিৰ্য্যাতন কৰা হৈছে। তেওঁ কলে, অতি সম্ভৱ তোমালোকৰ প্ৰভুৱে তোমালোকৰ শত্ৰুক বিনাশ কৰিব,আৰু তোমালোকক (প্ৰতিশ্ৰুত) দেশৰ অধীশ্বৰ নিযুক্ত কৰিব, আৰু তেতিয়া তোমালোকে কিৰূপে কাৰ্য্য সম্পাদন কৰা তেওঁ দৰ্শন কৰিব।

قَالُوا أُوذِينَا مِن قَبْلِ أَن تَأْتِيَنَا وَمِن بَعْدِ مَا جِئْتَنَا ۚ قَالَ عَسَىٰ رَبُّكُمْ أَن يُهْلِكَ عَدُوَّكُمْ وَيَسْتَخْلِفَكُمْ فِي الْأَرْضِ فَيَنظُرَ كَيْفَ تَعْمَلُونَ ﴿١٢٩﴾

১৩১) আৰু স্বৰূপতে আমি ফিৰৌনৰ লোকবিলাকক শাস্তি দিছিলোঁ বছৰে বছৰে অনাবৃষ্টি আৰু ফল-শস্যৰ নাটনিৰ দবাৰা, যাতে সিহঁতে উপদেশ গ্ৰহণ কৰে।

وَلَقَدْ أَخَذْنَا آلَ فِرْعَوْنَ بِالسِّنِينَ وَنَقْصٍ مِّنَ الثَّمَرَاتِ لَعَلَّهُمْ يَذَّكَّرُونَ ﴿١٣٠﴾

১৩২) কিন্তু সিহঁতলৈ মঙ্গল আহিলত সিহঁতে কৈছিল, ই আহিছে আমাৰ উত্তম ভাগ্যৰ কাৰণে; আৰু অমঙ্গলে সিহঁতক স্পৰ্শ কৰিলে সিহঁতে মুচা আৰু তেওঁৰ সঙ্গীবিলাকৰ মন্দ ভাগ্যক তাৰ কাৰণ বুলি ধৰিছিল; সাৱধান! সিহঁতৰ মন্দ ভাগ্যৰ কাৰণ আল্লাৰ কাষত; কিন্তু সিহঁতৰ সৰহ ভাগৰেই জ্ঞান নাই।

فَإِذَا جَاءَتْهُمُ الْحَسَنَةُ قَالُوا لَنَا هَٰذِهِ ۖ وَإِن تُصِبْهُمْ سَيِّئَةٌ يَطَّيَّرُوا بِمُوسَىٰ وَمَن مَّعَهُ ۗ أَلَا إِنَّمَا طَائِرُهُمْ عِندَ اللَّهِ وَلَٰكِنَّ أَكْثَرَهُمْ لَا يَعْلَمُونَ ﴿١٣١﴾

১৩৩) আৰু সিহঁতে কলে, তুমি আমাক মোহিত কৰিবৰ অৰ্থে যি নিদৰ্শনকেই আমাৰ আগত উপস্থিত কৰা, আমি তোমাত কদাপি বিশ্বাস নকৰোঁ।

وَقَالُوا مَهْمَا تَأْتِنَا بِهِ مِنْ آيَةٍ لِّتَسْحَرَنَا بِهَا فَمَا نَحْنُ لَكَ بِمُؤْمِنِينَ ﴿١٣٢﴾

১৩৪) তাৰ পিছত আমি সিহঁতলৈ ধুমুহা বতাহ, আৰু কাকতী ফৰিং, আৰু ওকণী, আৰু ভেকুলি, আৰু ৰক্ত প্ৰভৃতি স্পষ্ট নিদৰ্শনস্বৰূপ প্ৰেৰণ কৰিছিলোঁ; কিন্তু সিহঁতে অহঙ্কাৰ কৰিছিল, আৰু সিহঁত আছিল এটা অপৰাধী দল।

فَأَرْسَلْنَا عَلَيْهِمُ الطُّوفَانَ وَالْجَرَادَ وَالْقُمَّلَ وَالضَّفَادِعَ وَالدَّمَ آيَاتٍ مُّفَصَّلَاتٍ فَاسْتَكْبَرُوا وَكَانُوا قَوْمًا مُّجْرِمِينَ ﴿١٣٣﴾

১৩৫) আৰু যেতিয়া (আল্লাই প্ৰেৰণ কৰা) শাস্তি সিহঁতৰ ওপৰত পৰিল, সিহঁতে কলে, হে মুচা, তোমাক তেওঁ যি প্ৰতিশ্ৰুতি দিছে সেই অনুযায়ী তোমাৰ প্ৰভুক আমাৰ হৈ প্ৰাৰ্থনা কৰাঁ; তুমি এই

وَلَمَّا وَقَعَ عَلَيْهِمُ الرِّجْزُ قَالُوا يَا مُوسَى ادْعُ لَنَا رَبَّكَ بِمَا عَهِدَ عِندَكَ ۖ لَئِن كَشَفْتَ عَنَّا الرِّجْزَ لَنُؤْمِنَنَّ

لَكَ وَلَنُرْسِلَنَّ مَعَكَ بَنِيٓ إِسْرَآءِيلَ ﴿١٣٤﴾

শাস্তি আমাৰ পৰা দূৰীভূত কৰিলে আমি নিশ্চয় তোমাত বিশ্বাস স্থাপন কৰিম, আৰু আমি নিশ্চয় ইস্রাইলৰ সন্ততিক তোমাৰ লগতে যাবলৈ দিম।

فَلَمَّا كَشَفْنَا عَنْهُمُ الرِّجْزَ إِلَىٰٓ أَجَلٍ هُم بَٰلِغُوهُ إِذَا هُمْ يَنكُثُونَ ﴿١٣٥﴾

১৩৬) কিন্তু যেতিয়া আমি সিহঁতৰ পৰা সেই শাস্তি সিহঁতে পাব লগীয়া নিৰ্দ্দিষ্ট সময়লৈকে আঁতৰাই নিলোঁ, চোৱাঁ, হঠাৎ সিহঁতে নিজ প্ৰতিজ্ঞা ভঙ্গ কৰিলে।

فَانتَقَمْنَا مِنْهُمْ فَأَغْرَقْنَٰهُمْ فِي الْيَمِّ بِأَنَّهُمْ كَذَّبُوا بِـَٔايَٰتِنَا وَكَانُوا عَنْهَا غَٰفِلِينَ ﴿١٣٦﴾

১৩৭) পিছত আমি সিহঁতক (সিহঁতৰ দুস্কাৰ্য্যৰ) প্ৰতিফল দিলোঁ আৰু সিহঁতক সাগৰত বুৰাই মাৰিলোঁ, কিয়নো সিহঁতে আমাৰ নিদৰ্শনসমূহ মিছা বুলি অস্বীকাৰ কৰিছিল, আৰু সেইবিলাকৰ সম্বন্ধে সিহঁত আওকণীয়া আছিল।

وَأَوْرَثْنَا الْقَوْمَ الَّذِينَ كَانُوا يُسْتَضْعَفُونَ مَشَٰرِقَ الْأَرْضِ وَمَغَٰرِبَهَا الَّتِي بَٰرَكْنَا فِيهَا ۖ وَتَمَّتْ كَلِمَتُ رَبِّكَ الْحُسْنَىٰ عَلَىٰ بَنِيٓ إِسْرَآءِيلَ بِمَا صَبَرُوا ۖ وَدَمَّرْنَا مَا كَانَ يَصْنَعُ فِرْعَوْنُ وَقَوْمُهُۥ وَمَا كَانُوا يَعْرِشُونَ ﴿١٣٧﴾

১৩৮) আৰু যি জাতি (প্ৰথমে) দুৰ্ব্বল বুলি পৰিগণিত হৈছিল তেওঁলোকক সেই দেশৰ পূৰ্ব্ব প্ৰান্তসমূহ আৰু পশ্চিম প্ৰান্তসমূহৰ উত্তৰাধিকাৰী কৰিলোঁ যি দেশত আমি নিজ আশীৰ্ব্বাদ বৰ্ষণ কৰিছিলোঁ। আৰু (এইদৰে) ইস্রাইলৰ সন্তান-সন্ততিৰ পক্ষে তোমাৰ প্ৰভুৰ শুভবাণী পূৰ্ণ হ'ল, কিয়নো সিহঁত (কষ্টত পৰি) ধৈৰ্য্য ধাৰণ কৰি আছিল। আৰু ফিৰৌন আৰু তেওঁৰ লোকবিলাকে যি স্মৃতিচিহ্নবোৰ আৰু যি প্ৰাসাদসমূহ সাজিছিল সেইবিলাক আমি সমূলে ধ্বংস কৰিলোঁ।

وَجَٰوَزْنَا بِبَنِيٓ إِسْرَآءِيلَ الْبَحْرَ فَأَتَوْا عَلَىٰ قَوْمٍ يَعْكُفُونَ عَلَىٰٓ أَصْنَامٍ لَّهُمْ ۚ قَالُوا يَٰمُوسَى اجْعَل لَّنَآ إِلَٰهًا كَمَا لَهُمْ ءَالِهَةٌ ۚ قَالَ إِنَّكُمْ قَوْمٌ تَجْهَلُونَ ﴿١٣٨﴾

১৩৯) আৰু আমি ইস্রাইলৰ সতি-সন্ততিক সাগৰ পাৰ কৰালোঁ, পিছত সিহঁতে এটা জাতিৰ ওচৰ পালেগৈ যি নিজ প্ৰতিমাবিলাকৰ প্ৰতি দুৰ্ঘোৰ আসক্ত আছিল। সিহঁতে কলে, হে মুচা, সিহঁতৰ যেনে উপাস্যবিলাক আছে তেনে এটি উপাস্য আমাৰ কাৰণেও সাজি দিয়াঁ। তেওঁ কলে, সঁচাকৈয়ে তোমালোক এটা জ্ঞানহীন জাতি।

إِنَّ هَٰٓؤُلَآءِ مُتَبَّرٌ مَّا هُمْ فِيهِ وَبَٰطِلٌ مَّا كَانُوا يَعْمَلُونَ ﴿١٣٩﴾

১৪০) বাস্তৱতে সিহঁত যি প্ৰকাৰ পূজাত আসক্ত তাৰ বিলোপ হোৱাটো নিশ্চিত ; আৰু সিহঁতে যি কাৰ্য্য কৰিছিল সি অসাৰ্থক।

قَالَ اَغَيْرَ اللّٰهِ اَبْغِيْكُمْ اِلٰهًا وَّهُوَ فَضَّلَكُمْ عَلَى
الْعٰلَمِيْنَ ﴿١٤١﴾

১৪১) তেওঁ কলে, তোমালোকৰ নিমিত্তে মই আল্লাক এৰি অইন উপাস্য অন্বেষণ কৰিম নে, অথচ তেৱেঁই তোমালোকক বহু জাতিৰ ওপৰত শ্ৰেষ্ঠতা দান কৰিছে ?

وَاِذْ اَنْجَيْنٰكُمْ مِّنْ اٰلِ فِرْعَوْنَ يَسُوْمُوْنَكُمْ سُوْٓءَ
الْعَذَابِ ۚ يُقَتِّلُوْنَ اَبْنَآءَكُمْ وَيَسْتَحْيُوْنَ نِسَآءَكُمْ ؕ
وَفِيْ ذٰلِكُمْ بَلَآءٌ مِّنْ رَّبِّكُمْ عَظِيْمٌ ﴿١٤٢﴾

১৪২) আৰু সেই সময় (মনত পেলোৱাঁ) যেতিয়া আমি তোমালোকক উদ্ধাৰ কৰিছিলোঁ ফিৰৌনৰ দলৰ পৰা, যিবিলাকে তোমালোকক দাৰুণ কষ্ট দি উৎপীড়ন কৰিছিল, আৰু তোমালোকৰ পুত্ৰ-সন্তানবিলাকক বধ কৰি তোমালোকৰ তিৰোতা-বিলাকক জীয়াই ৰাখিবলৈ সঙ্কল্প কৰিছিল। আৰু এইবিলাকতে তোমালোকৰ প্ৰভুৰ ফালৰ পৰা তোমালোকৰ নিমিত্তে আছিল এটা ভীষণ পৰীক্ষা।

وَوٰعَدْنَا مُوْسٰى ثَلٰثِيْنَ لَيْلَةً وَّاَتْمَمْنٰهَا بِعَشْرٍ
فَتَمَّ مِيْقَاتُ رَبِّهٖٓ اَرْبَعِيْنَ لَيْلَةً ۚ وَقَالَ مُوْسٰى
لِاَخِيْهِ هٰرُوْنَ اخْلُفْنِيْ فِيْ قَوْمِيْ وَاَصْلِحْ وَلَا تَتَّبِعْ
سَبِيْلَ الْمُفْسِدِيْنَ ﴿١٤٣﴾

১৪৩) আৰু আমি মুচাৰ প্ৰতি ত্ৰিশ ৰাতিৰ সময় নিৰ্দ্দিষ্ট কৰিছিলোঁ ; আৰু তাতে আমি আৰু দহ ৰাতি বৃদ্ধি কৰি নিৰ্দ্ধাৰিত সময় সম্পূৰ্ণ কৰিছিলোঁ। এইদৰে তেওঁৰ প্ৰভুৱে নিৰ্দ্দিষ্ট কৰা চল্লিশ ৰাতিৰ সময় পূৰ্ণ হ'ল। আৰু মুচাই তেওঁৰ ভায়েক হাৰুনক কলে, তুমি মোৰ অনুপস্থিতিত মোৰ লোকবিলাকৰ মাজত মোৰ প্ৰতিনিধি স্বৰূপে থাকিবা, আৰু ভালমতে (সকলো কাৰ্য্যৰ) নিয়ন্ত্ৰণ কৰিবা, আৰু সেইবিলাকৰ পথ কেতিয়াও অনুসৰণ নকৰিবা যিবিলাকে অশান্তিৰ সৃষ্টি কৰে।

وَلَمَّا جَآءَ مُوْسٰى لِمِيْقَاتِنَا وَكَلَّمَهٗ رَبُّهٗ ۙ قَالَ رَبِّ
اَرِنِيْٓ اَنْظُرْ اِلَيْكَ ؕ قَالَ لَنْ تَرٰىنِيْ وَلٰكِنِ انْظُرْ
اِلَى الْجَبَلِ فَاِنِ اسْتَقَرَّ مَكَانَهٗ فَسَوْفَ تَرٰىنِيْ ۚ فَلَمَّا
تَجَلّٰى رَبُّهٗ لِلْجَبَلِ جَعَلَهٗ دَكًّا وَّخَرَّ مُوْسٰى صَعِقًا ۚ

১৪৪) আৰু যেতিয়া মুচা আমাৰ নিৰ্দ্ধাৰিত সময়ত আহি উপস্থিত হ'ল, আৰু তেওঁৰ প্ৰভুৱে তেওঁৰ সৈতে বাক্যালাপ কৰিলে, তেওঁ ক'লে, হে মোৰ প্ৰভু, মোক (তোমাৰ) দৰ্শন দান কৰাঁ, মই যেন তোমাৰ ৰূপ দেখা পাওঁ। আল্লাই কলে, তুমি (এই চকুৰে) মোক কেতিয়াও দেখি নোপোৱা ; কিন্তু তুমি নিজ দৃষ্টি এই পৰ্ব্বতৰ ওপৰত পেলোৱাঁ ; তেতিয়া ই যদি নিজ ঠাইত স্থিৰ হৈ থাকে, তুমি মোৰ দৰ্শন লাভ কৰিবা। পিছত

فَلَمَّآ اَفَاقَ قَالَ سُبْحٰنَكَ تُبْتُ اِلَيْكَ وَاَنَا اَوَّلُ
الْمُؤْمِنِيْنَ ﴿١٤٣﴾

তেওঁৰ প্ৰভুৱে সেই পৰ্ব্বতৰ ওপৰত নিজৰ জেউতি নিক্ষেপ কৰিলে আৰু তাক (ভাঙি) খুদ্-খুদ্ কৰিলে; আৰু মুচা মূৰ্চ্ছিত হৈ মাটিত পৰিল। শেহত যেতিয়া তেওঁৰ চেতনা হ'ল, তেওঁ কলে, তুমিয়েই পৰম পৱিত্ৰ; তোমাৰ ফাললৈ মই মু কৰিছোঁ; আৰু (এই তত্ত্বত) মই প্ৰথম বিশ্বাস কৰোঁতা।

قَالَ يٰمُوْسٰٓى اِنِّي اصْطَفَيْتُكَ عَلَى النَّاسِ بِرِسٰلٰتِيْ
وَبِكَلَامِيْ ۖ فَخُذْ مَآ اٰتَيْتُكَ وَكُنْ مِّنَ الشّٰكِرِيْنَ ﴿١٤٤﴾

১৪৫) তেওঁ কলে, হে মুচা, মই নিজ সংবাদসমূহ আৰু নিজ বাণী দবাৰা মানৱৰ ওপৰত (শ্ৰেষ্ঠতা দান কৰি) তোমাক বাচি লৈছোঁ; এতেকে তোমাক যি দান কৰিছোঁ গ্ৰহণ কৰাঁ, আৰু শলাগ-লোৱাসসকলৰ মাজৰ হোৱাঁ।

وَكَتَبْنَا لَهٗ فِي الْاَلْوَاحِ مِنْ كُلِّ شَيْءٍ مَّوْعِظَةً وَّتَفْصِيْلًا
لِّكُلِّ شَيْءٍ ۚ فَخُذْهَا بِقُوَّةٍ وَّاْمُرْ قَوْمَكَ يَاْخُذُوْا بِاَحْسَنِهَا ۚ
سَاُورِيْكُمْ دَارَ الْفٰسِقِيْنَ ﴿١٤٥﴾

১৪৬) আৰু তেওঁৰ নিমিত্তে ফলিসমূহত সকলো (আৱশ্যকীয়) বিষয়ে উপদেশ আৰু সকলো (জানিবলগীয়া) বিধান স্পষ্টকৈ প্ৰকাশ কৰিছোঁ; এতেকে তাকে তুমি দৃঢ়ৰূপে ধৰি লোৱাঁ, আৰু তোমাৰ লোকবিলাককো আদেশ দিয়াঁ যাতে সিহঁতে তাৰ যিখিনি উৎকৃষ্ট তাকে গ্ৰহণ কৰে; অদূৰ ভৱিষ্যাতে অবাধ্যবিলাকৰ বাসস্থান মই তোমালোকক দেখুৱাম।

سَاَصْرِفُ عَنْ اٰيٰتِيَ الَّذِيْنَ يَتَكَبَّرُوْنَ فِي الْاَرْضِ
بِغَيْرِ الْحَقِّ ۚ وَاِنْ يَّرَوْا كُلَّ اٰيَةٍ لَّا يُؤْمِنُوْا بِهَا ۚ وَاِنْ
يَّرَوْا سَبِيْلَ الرُّشْدِ لَا يَتَّخِذُوْهُ سَبِيْلًا ۚ وَاِنْ يَّرَوْا
سَبِيْلَ الْغَيِّ يَتَّخِذُوْهُ سَبِيْلًا ۚ ذٰلِكَ بِاَنَّهُمْ كَذَّبُوْا
بِاٰيٰتِنَا وَكَانُوْا عَنْهَا غٰفِلِيْنَ ﴿١٤٦﴾

১৪৭) যিবিলাকে পৃথিৱীত অন্যায়ৰূপে অহঙ্কাৰ কৰি ফুৰে সিহঁতক মই শীঘ্ৰে নিজ নিদৰ্শনসমূহৰ পৰা ঘূৰাই নিম; আৰু যদিও সিহঁতে সমস্ত নিদৰ্শন দেখিবলৈ পাব তাত বিশ্বাস নকৰিব; আৰু সত্যৰ পথ দেখিলেও সেই পথ অৱলম্বন নকৰিব, কিন্তু যদি সিহঁতে ভ্ৰান্ত পথ দেখিবলৈ পাব তাকে অৱলম্বন কৰিব; ইয়াৰ কাৰণ এই, আমাৰ নিদৰ্শনসমূহক মিছা ভাবি সিহঁতে অমান্য কৰিছিল, আৰু সেইবিলাকৰ সম্বন্ধে আওকণীয়া আছিল।

وَالَّذِيْنَ كَذَّبُوْا بِاٰيٰتِنَا وَلِقَآءِ الْاٰخِرَةِ حَبِطَتْ اَعْمَالُهُمْ

১৪৮) আৰু যিবিলাকে আমাৰ নিদৰ্শনসমূহক

هَلْ يُجْزَوْنَ اِلَّا مَا كَانُوْا يَعْمَلُوْنَ ﴿١٤٨﴾

আৰু পৰকালৰ সাক্ষাৎ হোৱাক মিছা বুলি অস্বীকাৰ কৰে, সিহঁতৰ কাৰ্য্যসমূহ ব্যৰ্থ হ'ব; সিহঁতে যি কাৰ্য্য কৰি আছিল তাৰ প্ৰতিফল বিনে আৰু কি দিয়া হ'ব ?

وَاتَّخَذَ قَوْمُ مُوْسٰى مِنْۢ بَعْدِهٖ مِنْ حُلِيِّهِمْ عِجْلًا
جَسَدًا لَّهٗ خُوَارٌ ؕ اَلَمْ يَرَوْا اَنَّهٗ لَا يُكَلِّمُهُمْ وَلَا
يَهْدِيْهِمْ سَبِيْلًا ۘ اِتَّخَذُوْهُ وَكَانُوْا ظٰلِمِيْنَ ﴿١٤٩﴾

১৪৯) আৰু মুচাৰ লোকবিলাকে (তেওঁ পৰ্ব্বতলৈ যাওঁতে) তেওঁৰ অনুপস্থিতিত সিহঁতৰ অলঙ্কাৰসমূহৰে দামুৰি এটা সাজিছিল,—মাত্ৰ এটা মূৰ্ত্তি যাৰ পৰা হেম্বেলনিৰ শব্দহে ওলাইছিল। সিহঁতে এই কথা ভাবি চোৱা নাছিল নে, দামুৰিটোৱে সিহঁতৰ সৈতে কথা নকৈছিল, আৰু সিহঁতক সুপথো দেখুওৱাব নোৱাৰিছিল ? (অথচ) তাকে সিহঁতে (উপাস্যৰূপে) গ্ৰহণ কৰিছিল; আৰু এই বাবে সিহঁত অন্যায়কাৰী হৈছিল।

وَلَمَّا سُقِطَ فِيْۤ اَيْدِيْهِمْ وَرَاَوْا اَنَّهُمْ قَدْ ضَلُّوْا ۙ
قَالُوْا لَئِنْ لَّمْ يَرْحَمْنَا رَبُّنَا وَيَغْفِرْ لَنَا لَنَكُوْنَنَّ مِنَ
الْخٰسِرِيْنَ ﴿١٥٠﴾

১৫০) আৰু যেতিয়া সিহঁতক মনস্তাপ হ'ল আৰু সিহঁতে বুজিব পাৰিলে সে সিহঁত স্বৰূপতে বিপথে গৈছে, সিহঁতে ক'ব ধৰিলে, আমাৰ প্ৰতি যদি আমাৰ প্ৰভুৱে কৰুণা প্ৰদৰ্শন নকৰে আৰু আমাক ক্ষমা নকৰে আমি নিশ্চয় সেইবিলাকৰ অন্তৰ্গত হম যিবিলাক ক্ষতিগ্ৰস্ত।

وَلَمَّا رَجَعَ مُوْسٰۤى اِلٰى قَوْمِهٖ غَضْبَانَ اَسِفًا ۙ قَالَ
بِئْسَمَا خَلَفْتُمُوْنِيْ مِنْۢ بَعْدِيْ ۚ اَعَجِلْتُمْ اَمْرَ رَبِّكُمْ ۚ
وَاَلْقَى الْاَلْوَاحَ وَاَخَذَ بِرَاْسِ اَخِيْهِ يَجُرُّهٗۤ اِلَيْهِ ؕ
قَالَ ابْنَ اُمَّ اِنَّ الْقَوْمَ اسْتَضْعَفُوْنِيْ وَكَادُوْا
يَقْتُلُوْنَنِيْ ۫ۖ فَلَا تُشْمِتْ بِيَ الْاَعْدَآءَ وَلَا تَجْعَلْنِيْ
مَعَ الْقَوْمِ الظّٰلِمِيْنَ ﴿١٥١﴾

১৫১) আৰু মুচাই নিজ লোকবিলাকৰ ওচৰলৈ উভতি আহিলত (সিহঁতৰ কাৰ্য্য দেখি) তেওঁ ক্ৰোধান্বিত (আৰু) শোকাতুৰ হৈ কলে, মোৰ অনুপস্থিতিত তোমালোকে কি অপকৃষ্ট প্ৰতিনিধিত্ব কৰিলা! তোমালোকে নিজ প্ৰভুৰ আদেশৰ অপেক্ষা নকৰি অস্থিৰ হৈ এনে কাৰ্য্য কৰিলা! আৰু (খণ্ডত) তেওঁ ফলিসমূহ আগতে থৈ, তেওঁৰ ভায়েকক তেওঁৰ মূৰ ধৰি নিজৰ ফালে টানিব ধৰিলে। (তেতিয়া) হাৰুনে কলে, হে মোৰ মাতৃনন্দন, প্ৰকৃততে লোকবিলাকে মোক দুৰ্ব্বল বুলি ভাবিলে আৰু মোক প্ৰায় নিহত কৰেহে; গতিকে শত্ৰুবিলাকৰ আগত মোক হাস্যাস্পদ নকৰিবা আৰু মোক এই অন্যায়কাৰীবিলাকৰ সঙ্গী বুলি গণ্য নকৰিবা।

قَالَ رَبِّ اغْفِرْ لِي وَلِأَخِي وَأَدْخِلْنَا فِي رَحْمَتِكَ
وَأَنتَ أَرْحَمُ الرَّاحِمِينَ ﴿١٥١﴾

১৫২) তেওঁ (মুচাই) কলে, হে মোৰ প্ৰভু, তুমি ক্ষমা দান কৰাঁ মোক আৰু মোৰ ভাইক, আৰু আমাক তোমাৰ কৰুণাৰ অন্তৰ্ভুক্ত কৰাঁ ; আৰু কৰুণা প্ৰদৰ্শন কৰোঁতাসকলৰ মাজত তুমিয়েই শ্ৰেষ্ঠ কৰুণাময়।

إِنَّ الَّذِينَ اتَّخَذُوا الْعِجْلَ سَيَنَالُهُمْ غَضَبٌ مِّن رَّبِّهِمْ
وَذِلَّةٌ فِي الْحَيَاةِ الدُّنْيَا ۚ وَكَذَٰلِكَ نَجْزِي الْمُفْتَرِينَ ﴿١٥٢﴾

১৫৩) বাস্তৱতে যিবিলাকে দামুৰিটো (পূজা কৰিবৰ অৰ্থে) লৈছিল সেইবিলাকৰ ওপৰত পৰিব সিহঁতৰ প্ৰভুৰ ক্ৰোধ আৰু এই পাৰ্থিৱ জীৱনত লাঞ্ছনা ; আৰু মিছা সাজোঁতাবিলাকক আমি এই দৰেই প্ৰতিফল প্ৰদান কৰোঁ।

وَالَّذِينَ عَمِلُوا السَّيِّئَاتِ ثُمَّ تَابُوا مِن بَعْدِهَا وَ
آمَنُوا إِنَّ رَبَّكَ مِن بَعْدِهَا لَغَفُورٌ رَّحِيمٌ ﴿١٥٣﴾

১৫৪) আৰু যিবিলাকে অসৎ কাৰ্য্য কৰে, পিছত (তাৰ কাৰণে) অনুশোচনা কৰে আৰু বিশ্বাস স্থাপন কৰে, (সেইবিলাকৰ প্ৰতি) তাৰ পিছত তোমাৰ প্ৰভু হ'ব নিশ্চয় শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানশীল।

وَلَمَّا سَكَتَ عَن مُّوسَى الْغَضَبُ أَخَذَ الْأَلْوَاحَ ۖ وَفِي
نُسْخَتِهَا هُدًى وَرَحْمَةٌ لِّلَّذِينَ هُمْ لِرَبِّهِمْ يَرْهَبُونَ ﴿١٥٤﴾

১৫৫) আৰু মুচাৰ ক্ৰোধ প্ৰশান্ত হ'লত তেওঁ ফলিকিখন তুলি ললে ; আৰু তাৰ লিপিত আছিল পথপ্ৰদৰ্শন আৰু কৰুণা—সেইসকলৰ নিমিত্তে যিসকলে নিজৰ প্ৰভুলৈ ভয় ৰাখে।

وَاخْتَارَ مُوسَىٰ قَوْمَهُ سَبْعِينَ رَجُلًا لِّمِيقَاتِنَا ۖ فَلَمَّا
أَخَذَتْهُمُ الرَّجْفَةُ قَالَ رَبِّ لَوْ شِئْتَ أَهْلَكْتَهُم مِّن
قَبْلُ وَإِيَّايَ ۖ أَتُهْلِكُنَا بِمَا فَعَلَ السُّفَهَاءُ مِنَّا ۖ
إِنْ هِيَ إِلَّا فِتْنَتُكَ تُضِلُّ بِهَا مَن تَشَاءُ وَتَهْدِي
مَن تَشَاءُ ۖ أَنتَ وَلِيُّنَا فَاغْفِرْ لَنَا وَارْحَمْنَا وَأَنتَ

১৫৬) আৰু মুচাই আমাৰ নিৰ্দ্ধাৰণ কৰা সময়ত (উপস্থিত হবৰ) অভিপ্ৰায়ে তেওঁৰ লোকবিলাকৰ পৰা সত্তৰ জন মানুহ বাচি ল'লে ; কিন্তু যেতিয়া ভূমিকম্পই সিহঁতক আক্ৰমণ কৰিলে তেওঁ প্ৰাৰ্থনা কৰিলেঃ হে মোৰ প্ৰভু, তুমি ইচ্ছা কৰা হলে আগেয়ে সিহঁতক, আৰু (সিহঁতৰ লগতে) মোকো বিনাশ কৰিব পাৰিলাহেঁতেন ; আমাৰ মাজৰ কিছুমান নিৰ্ব্বোধ মানুহে কৰা কাৰ্য্যৰ বাবে আমাৰ সকলোকে তুমি বিনাশ কৰিবা নে ? তোমাৰ ফালৰ পৰা (আমাৰ নিমিত্তে) ই এটা পৰীক্ষাহে মাথোন ; ইয়াৰ দবাৰা তুমি যাকে ইচ্ছা তাকে বিপথে যাবলৈ দিয়া, আৰু যাকে ইচ্ছা তাকে সুপথে নিয়া ; তুমিয়ে আমাৰ সংৰক্ষক ; এতেকে তুমি আমাক ক্ষমা দান

خَيْرُ الْغٰفِرِيْنَ ﴿١٥٥﴾

কৰাঁ, আৰু আমাৰ প্ৰতি কৰুণা প্ৰদৰ্শন কৰাঁ; আৰু ক্ষমাশীলসকলৰ মাজত তুমিয়েই সৰ্ব্বশ্ৰেষ্ঠ।

وَاكْتُبْ لَنَا فِيْ هٰذِهِ الدُّنْيَا حَسَنَةً وَّفِي الْاٰخِرَةِ
اِنَّا هُدْنَاۤ اِلَيْكَ ؕ قَالَ عَذَابِيْۤ اُصِيْبُ بِهٖ مَنْ اَشَآءُ ۚ
وَرَحْمَتِيْ وَسِعَتْ كُلَّ شَيْءٍ ؕ فَسَاَكْتُبُهَا لِلَّذِيْنَ يَتَّقُوْنَ
وَيُؤْتُوْنَ الزَّكٰوةَ وَالَّذِيْنَ هُمْ بِاٰيٰتِنَا يُؤْمِنُوْنَ ﴿١٥٦﴾

১৫৭) তুমি আমাৰ নিমিত্তে মঙ্গল লিপিবদ্ধ কৰাঁ, ইহকালত আৰু পৰকালতো; আমি (অনুতাপ কৰি) তোমাৰ ফাললৈ ঘূৰি আহিছোঁ। তেওঁ কলে, মোৰ শাস্তি এনে, যাৰে ইচ্ছা তাৰে ওপৰত তাক নিক্ষেপ কৰোঁ; আৰু মোৰ কৰুণা এনে যি সমস্ত বস্তুকে বিয়পি আছে; গতিকে মই মোৰ কৰুণা সেইসকলৰ নিমিত্তে লিপিবদ্ধ কৰিম যিসকলে পাপৰ পৰা বিৰত থাকে আৰু জকাত দান কৰে, আৰু যিসকলে আমাৰ নিদৰ্শনসমূহত বিশ্বাস কৰে;

اَلَّذِيْنَ يَتَّبِعُوْنَ الرَّسُوْلَ النَّبِيَّ الْاُمِّيَّ الَّذِيْ يَجِدُوْنَهٗ
مَكْتُوْبًا عِنْدَهُمْ فِي التَّوْرٰىةِ وَالْاِنْجِيْلِ ؗ يَاْمُرُهُمْ
بِالْمَعْرُوْفِ وَيَنْهٰىهُمْ عَنِ الْمُنْكَرِ وَيُحِلُّ لَهُمُ الطَّيِّبٰتِ
وَيُحَرِّمُ عَلَيْهِمُ الْخَبٰٓئِثَ وَيَضَعُ عَنْهُمْ اِصْرَهُمْ
وَالْاَغْلٰلَ الَّتِيْ كَانَتْ عَلَيْهِمْ ؕ فَالَّذِيْنَ اٰمَنُوْا بِهٖ وَ
عَزَّرُوْهُ وَنَصَرُوْهُ وَاتَّبَعُوا النُّوْرَ الَّذِيْۤ اُنْزِلَ مَعَهٗۤ ۙ
ع اُولٰٓئِكَ هُمُ الْمُفْلِحُوْنَ ﴿١٥٧﴾

১৫৮) যিসকলে এই ৰচুলৰ অনুসৰণ কৰে যিজন নিৰক্ষৰ নবী, যিজনৰ সম্বন্ধে তেওঁলোকে নিজৰে পুথি তোৰা আৰু ইন্‌যীলত উল্লেখ থকা দেখা পায়, যিজনে সিহঁতক সৎ কাৰ্য্য কৰিবলৈ আদেশ দিয়ে আৰু সিহঁতক অসৎ কাৰ্য্য কৰিবলৈ নিষেধ কৰে, আৰু যিজনে যি শুচি তাক সিহঁতৰ নিমিত্তে বৈধ কৰে আৰু যি অশুচি তাক সিহঁতলৈ অবৈধ কৰে, আৰু যিজনে সিহঁতৰ পৰা সিহঁতৰ বোজা আঁতৰ কৰে, আৰু যি বিলাক বন্ধনত সিহঁত আবদ্ধ আছিল সেইবিলাকৰ পৰা সিহঁতক (মুক্ত কৰে); আৰু যিসকলে তেওঁত বিশ্বাস কৰে, আৰু তেওঁক সম্মান কৰে, আৰু তেওঁক (প্ৰচাৰ কাৰ্য্যত) সহায় কৰে, আৰু যি জেউতি তেওঁৰ লগতে নমাই পঠিওৱা হৈছে তাৰ অনুসৰণ কৰে, সেইসকলেই হ'ব সফলমনোৰথ।

قُلْ يٰۤاَيُّهَا النَّاسُ اِنِّيْ رَسُوْلُ اللّٰهِ اِلَيْكُمْ جَمِيْعًا الَّذِيْ
لَهٗ مُلْكُ السَّمٰوٰتِ وَالْاَرْضِ ۚ لَاۤ اِلٰهَ اِلَّا هُوَ يُحْيٖ وَ

১৫৯) তুমি কোৱাঁ, হে মানৱজাতি, প্ৰকৃততে তোমালোক সকলোৰে প্ৰতি মই সেই আল্লাৰ প্ৰেৰিত ৰচুল যিজন আকাশমণ্ডলী আৰু পৃথিৱীৰ ৰাজত্বৰ অধিকাৰী; তেওঁত ভিন্ন আন কোনো উপাস্য নাই; তেৱেঁই জীৱন দান কৰে, আৰু

يُمِيتُ فَآمِنُوا بِاللَّهِ وَرَسُولِهِ النَّبِيِّ الْأُمِّيِّ الَّذِي يُؤْمِنُ بِاللَّهِ وَكَلِمَاتِهِ وَاتَّبِعُوهُ لَعَلَّكُمْ تَهْتَدُونَ ﴿١٥٨﴾

সংহাৰো তেৱেঁই কৰে; এতেকে তোমালোকে আল্লাত, আৰু তেওঁৰ সেই ৰছুলত বিশ্বাস স্থাপন কৰা যিজন নিৰক্ষৰ নবী (আৰু) যিজনে আল্লাত আৰু তেওঁৰ বাণীসমূহত বিশ্বাস কৰে, আৰু তেওঁৰেই অনুসৰণ কৰাঁ যাতে তোমালোক সুপথপ্ৰাপ্ত হোৱা।

وَمِن قَوْمِ مُوسَىٰ أُمَّةٌ يَهْدُونَ بِالْحَقِّ وَبِهِ يَعْدِلُونَ ﴿١٥٩﴾

১৬০) আৰু মুচাৰ লোকবিলাকৰ মাজত এনে এদলো আছে যিসকলে (মানুহক) সত্যৰ পিনে বাট দেখুওৱায় আৰু (সিহঁতৰ মাজত) ন্যায় বিচাৰ কৰে সত্যৰ সৈতে।

وَقَطَّعْنَاهُمُ اثْنَتَيْ عَشْرَةَ أَسْبَاطًا أُمَمًا ۚ وَأَوْحَيْنَا إِلَىٰ مُوسَىٰ إِذِ اسْتَسْقَاهُ قَوْمُهُ أَنِ اضْرِب بِّعَصَاكَ الْحَجَرَ ۖ فَانبَجَسَتْ مِنْهُ اثْنَتَا عَشْرَةَ عَيْنًا ۖ قَدْ عَلِمَ كُلُّ أُنَاسٍ مَّشْرَبَهُمْ ۚ وَظَلَّلْنَا عَلَيْهِمُ الْغَمَامَ وَأَنزَلْنَا عَلَيْهِمُ الْمَنَّ وَالسَّلْوَىٰ ۖ كُلُوا مِن طَيِّبَاتِ مَا رَزَقْنَاكُمْ ۚ وَمَا ظَلَمُونَا وَلَٰكِن كَانُوا أَنفُسَهُمْ يَظْلِمُونَ ﴿١٦٠﴾

১৬১) আৰু আমি সিহঁতক বাৰটা বংশত বেলেগ বেলেগ দল কৰি বিভক্ত কৰিলোঁ; আৰু যেতিয়া মুচাৰ লোকবিলাকে তেওঁক পানী ভিক্ষা কৰিছিল আমি তেওঁক প্ৰত্যাদেশ কৰিছিলোঁ এই বুলি, লাখুটিডালেৰে শিল ডোখৰত আঘাত কৰাঁ। তেতিয়া তাৰে পৰা বাৰটি জুৰি ফাটি ওলাল; স্বৰূপতে প্ৰত্যেক দলেই নিজৰ পানী খোৱা ঠাই বাচি লৈছিল; আৰু আমি মেঘৰ দবাৰাই সিহঁতক ছাঁ দিয়াইছিলোঁ; আৰু আমি সিহঁতলৈ 'মন্না' আৰু 'চল্‌ৱা' নমাই পঠাইছিলোঁ। (আমি আদেশ কৰিলোঁ) যিবিলাক বিশুদ্ধ বস্তু জীৱিকাৰূপে তোমালোকক আমি দান কৰিছোঁ তাৰে পৰা খোৱাঁ। আৰু সেইবিলাকে আমাৰ অন্যায় কৰা নাছিল, বৰং নিজৰেইহে অন্যায় কৰিছিল।

وَإِذْ قِيلَ لَهُمُ اسْكُنُوا هَٰذِهِ الْقَرْيَةَ وَكُلُوا مِنْهَا حَيْثُ شِئْتُمْ وَقُولُوا حِطَّةٌ وَادْخُلُوا الْبَابَ سُجَّدًا نَّغْفِرْ لَكُمْ خَطِيئَاتِكُمْ ۚ سَنَزِيدُ الْمُحْسِنِينَ ﴿١٦١﴾

১৬২) আৰু সিহঁতক যেতিয়া কোৱা হৈছিল, তোমালোকে এইখন নগৰত বসতি কৰাঁ; আৰু য'ৰে ইচ্ছা ত'ৰে পৰা খোৱাঁ; আৰু তোমালোকে কোৱাঁ, (প্ৰভু), আমাৰ পাপৰ বোজা নমাই দিয়াঁ; আৰু তোমালোকে বিনীতভাৱে দুৱাৰেদি সোমাই যোৱাঁ। আমি তোমালোকৰ নিমিত্তে তোমালোকৰ ভ্ৰান্তিসমূহ মাৰ্জ্জনা কৰিম; অৱশ্যে সৎকৰ্ম্মী-সকলক আমি দিম তাতোকৈ অধিক প্ৰতিদান।

১৬৩) কিন্তু সিহঁতৰ মাজৰ অন্যায়কাৰীবিলাকে সিহঁতক যি কথাযাৰ কোৱা হৈছিল তাৰ ঠাইত অইন একাষাৰ সলনি কৰিলে; সেই কাৰণে আমি আকাশৰ পৰা সিহঁতলৈ শাস্তি নমাই পঠিয়ালোঁ, কিয়নো সিহঁতে অন্যায় কৰিছিল।

فَبَدَّلَ الَّذِيْنَ ظَلَمُوْا مِنْهُمْ قَوْلًا غَيْرَ الَّذِيْ قِيْلَ لَهُمْ فَاَرْسَلْنَا عَلَيْهِمْ رِجْزًا مِّنَ السَّمَآءِ بِمَا كَانُوْا يَظْلِمُوْنَ ﴿١٦٣﴾

১৬৪) আৰু সমুদ্ৰপাৰত অৱস্থিত নগৰখনৰ বিষয়ে তুমি সিহঁতক (বনি-ইস্ৰাইলক) প্ৰশ্ন কৰাঁ, —যেতিয়া সিহঁতে জিৰণিৰ দিনৰ নিয়ম লঙ্ঘন কৰিছিল; আৰু সিহঁতৰ জিৰণিৰ দিনত সিহঁতৰ মাছবোৰ পানীৰ ওপৰলৈ ওপঙি সিহঁতৰ কাষলৈ আহিছিল, কিন্তু যিদিনা জিৰণিৰ দিনৰ নিয়ম পালন কৰা নহয়, সেই মাছবোৰ সিহঁতৰ ওচৰলৈ নাহিছিল। এইদৰে আমি সিহঁতক পৰীক্ষা কৰিছিলোঁ, কিয়নো সিহঁতে সীমা লঙ্ঘন কৰিছিল।

وَسْئَلْهُمْ عَنِ الْقَرْيَةِ الَّتِيْ كَانَتْ حَاضِرَةَ الْبَحْرِ اِذْ يَعْدُوْنَ فِي السَّبْتِ اِذْ تَاْتِيْهِمْ حِيْتَانُهُمْ يَوْمَ سَبْتِهِمْ شُرَّعًا وَّيَوْمَ لَا يَسْبِتُوْنَ لَا تَاْتِيْهِمْ كَذٰلِكَ نَبْلُوْهُمْ بِمَا كَانُوْا يَفْسُقُوْنَ ﴿١٦٤﴾

১৬৫) আৰু যেতিয়া নগৰবাসীবিলাকৰ এদলে ক'লে, আল্লাহে যিবিলাকৰ ধ্বংস সাধন কৰিবলৈ, অথবা তেওঁ সিহঁতক কঠোৰ শাস্তি প্ৰদান কৰিবলৈ স্থিৰ কৰিছে সেইবিলাকক তোমালোকে কিয় উপদেশ দিব ধৰিছা? তেওঁলোকে ক'লে, তোমালোকৰ প্ৰভুৰ আগত (কৰ্ত্তব্য পালনৰ) ওজৰ দেখুওৱাবৰ অৰ্থে (উপদেশ দিছোঁ); আৰু হ'ব পাৰে (ইয়াৰ ফলত) সিহঁত ধৰ্ম্মপৰায়ণ হৈ পৰে।

وَاِذْ قَالَتْ اُمَّةٌ مِّنْهُمْ لِمَ تَعِظُوْنَ قَوْمَا ۙ اللّٰهُ مُهْلِكُهُمْ اَوْ مُعَذِّبُهُمْ عَذَابًا شَدِيْدًا ؕ قَالُوْا مَعْذِرَةً اِلٰى رَبِّكُمْ وَلَعَلَّهُمْ يَتَّقُوْنَ ﴿١٦٥﴾

১৬৬) পিছত, সিহঁতক যি উপদেশ দিয়া হৈছিল তাক সিহঁতে বিস্মৰণ কৰিলে; যিসকলে সিহঁতক অসৎকাৰ্য্যৰ পৰা বিৰত থাকিবলৈ উপদেশ দিছিল সেইসকলক আমি ৰক্ষা কৰিলোঁ, আৰু অন্যায়-কাৰীবিলাকক বিষম শাস্তিৰে আমি ধৰিলোঁ, কিয়নো সিহঁতে সীমা লঙ্ঘন কৰিছিল।

فَلَمَّا نَسُوْا مَا ذُكِّرُوْا بِهٖ اَنْجَيْنَا الَّذِيْنَ يَنْهَوْنَ عَنِ السُّوْٓءِ وَاَخَذْنَا الَّذِيْنَ ظَلَمُوْا بِعَذَابٍ بَئِيْسٍ بِمَا كَانُوْا يَفْسُقُوْنَ ﴿١٦٦﴾

১৬৭) কিন্তু যি বিষয়ে সিহঁতক নিষেধ কৰা হৈছিল সেই বিষয়ে যেতিয়া সিহঁতে সীমা অতিক্রম কৰিছিল, আমি সিহঁতক কলোঁ, তোমালোক এনে বান্দৰৰ অনুৰূপ হবা যি ঘৃণিত।

فَلَمَّا عَتَوْا عَنْ مَّا نُهُوْا عَنْهُ قُلْنَا لَهُمْ كُوْنُوْا قِرَدَةً
خٰسِـِٕيْنَ ﴿١٦٦﴾

১৬৮) আৰু চোৱাঁ, তোমাৰ প্ৰভুৱে জাননী দিলে, পুনৰুত্থানৰ দিনলৈকে তেওঁ সিহঁতৰ ওপৰত নিশ্চয় এনে লোকবিলাকক পৰাক্ৰমশালী কৰিব যিবিলাকে সিহঁতক দাৰুণ শাস্তিৰে উৎপীড়ন কৰিব; কোনো সন্দেহ নাই, তোমাৰ প্ৰভু শাস্তি দিয়াত ক্ষিপ্ৰ; আৰু (তথাপি) তেওঁ নিশ্চয় শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানশীল।

وَاِذْ تَاَذَّنَ رَبُّكَ لَيَبْعَثَنَّ عَلَيْهِمْ اِلٰى يَوْمِ الْقِيٰمَةِ
مَنْ يَّسُوْمُهُمْ سُوْٓءَ الْعَذَابِ ؕ اِنَّ رَبَّكَ لَسَرِيْعُ
الْعِقَابِ ۖۚ وَاِنَّهٗ لَغَفُوْرٌ رَّحِيْمٌ ﴿١٦٧﴾

১৬৯) আৰু আমি সিহঁতক পৃথিৱীত বিভিন্ন দলত বিভক্ত কৰিছিলোঁ; সিহঁতৰে ভিতৰত কিছুমান ধাৰ্ম্মিক আছিল, আৰু সিহঁতৰে ভিতৰত কিছুমান আছিল সিহঁতৰ বিপৰীত; আৰু আমি সিহঁতক পৰীক্ষা কৰিছিলোঁ মঙ্গলেৰে, আৰু অমঙ্গলেৰেও, সিহঁতে যেন আমাৰ পিনে উভতি আহে।

وَقَطَّعْنٰهُمْ فِى الْاَرْضِ اُمَمًا ۚ مِنْهُمُ الصّٰلِحُوْنَ وَمِنْهُمْ
دُوْنَ ذٰلِكَ ۫ وَبَلَوْنٰهُمْ بِالْحَسَنٰتِ وَالسَّيِّاٰتِ لَعَلَّهُمْ
يَرْجِعُوْنَ ﴿١٦٨﴾

১৭০) আৰু সিহঁতৰ পিছত সিহঁতৰ ঠাই লবলৈ (অযোগ্য) বংশধৰবিলাক আহি ধৰ্ম্মপুথিৰ উত্তৰাধিকাৰী হ'ল; সিহঁতে এই অধম পাৰ্থিব জীৱনৰ তুচ্ছ সম্বল গ্ৰহণ কৰে, আৰু কয়, ইয়াৰ বাবে আগলৈ আমাক ক্ষমা কৰা হ'ব। কিন্তু যদি পুনৰায় তেনে সম্বল সিহঁতৰ হাতলৈ আহে তাকো সিহঁতে (অলপো দিবধা নকৰি) গ্ৰহণ কৰে। ধৰ্ম্মপুথিত সিহঁতৰ পৰা এই কথাৰ চুক্তি লোৱা হোৱা নাই নে যে সিহঁতে আল্লাৰ সম্বন্ধে সত্য ভিন্ন একোকে নক'ব? অথচ পুথিত যি আছিল সিহঁতে পাঠ কৰিছিল! আৰু যিসকল ধৰ্ম্মপৰায়ণ সেইসকলৰ নিমিত্তে পৰকালৰ বাসস্থান অতি উত্তম। তোমালোকে এতিয়াও বুজি পোৱা নাই নে?

فَخَلَفَ مِنْۢ بَعْدِهِمْ خَلْفٌ وَّرِثُوا الْكِتٰبَ يَاْخُذُوْنَ
عَرَضَ هٰذَا الْاَدْنٰى وَيَقُوْلُوْنَ سَيُغْفَرُ لَنَا ۚ وَاِنْ
يَّاْتِهِمْ عَرَضٌ مِّثْلُهٗ يَاْخُذُوْهُ ؕ اَلَمْ يُؤْخَذْ عَلَيْهِمْ مِّيْثَاقُ
الْكِتٰبِ اَنْ لَّا يَقُوْلُوْا عَلَى اللّٰهِ اِلَّا الْحَقَّ وَدَرَسُوْا مَا
فِيْهِ ؕ وَالدَّارُ الْاٰخِرَةُ خَيْرٌ لِّلَّذِيْنَ يَتَّقُوْنَ ؕ اَفَلَا
تَعْقِلُوْنَ ﴿١٦٩﴾

১৭১) আৰু (সিহঁতৰ মাজৰ) যিসকলে ধৰ্ম্মপুথি দৃঢ়কৈ ধৰি থাকে আৰু নমাজৰ অনুষ্ঠান কৰে সেই সংশোধনকাৰীসকলৰ প্ৰতিদান আমি নিশ্চয় নষ্ট হ'বলৈ নিদিওঁ।

وَالَّذِيْنَ يُمَسِّكُوْنَ بِالْكِتٰبِ وَاَقَامُوا الصَّلٰوةَ ؕ اِنَّا
لَا نُضِيْعُ اَجْرَ الْمُصْلِحِيْنَ ﴿١٧٠﴾

১৭২) আৰু যেতিয়া আমি সিহঁতৰ ওপৰত পৰ্ব্বতক জোকাৰ খুৱাইছিলোঁ, ই (ঘৰৰ) চালৰ দৰে লৰিব ধৰিছিল, আৰু সিহঁতে ভাবিছিল, সেই পৰ্ব্বত সিহঁতৰ ওপৰতেই পৰিব, (আমি কৈছিলোঁ) আমি তোমালোকক যি দান কৰিছোঁ তাকে পূৰ্ণ শক্তিৰে ধৰি থাকাঁ, আৰু তাত যি (আদেশসমূহ) আছে তাকে সুঁৱৰি থাকিবা, যাতে তোমালোকে পাপৰ পৰা ৰক্ষা পাব পাৰা।

وَاِذْ نَتَقْنَا الْجَبَلَ فَوْقَهُمْ كَاَنَّهٗ ظُلَّةٌ وَّظَنُّوْۤا اَنَّهٗ
وَاقِعٌۢ بِهِمْ ۚ خُذُوْا مَاۤ اٰتَيْنٰكُمْ بِقُوَّةٍ وَّاذْكُرُوْا مَا
فِيْهِ لَعَلَّكُمْ تَتَّقُوْنَ ﴿١٧١﴾

১৭৩) আৰু (মনত পেলোৱাঁ) যেতিয়া তোমাৰ প্ৰভুৱে আদমৰ সতি-সন্ততিৰ ঔৰষৰ পৰা সিহঁতৰ যি বংশধৰ সৃষ্টি হ'বলগীয়া আছিল সেইবিলাকৰ পৰা অঙ্গীকাৰ লৈছিল, আৰু সিহঁতক নিজৰেই সম্বন্ধে সাক্ষী কৰিছিল তেতিয়া (তেওঁ এই প্ৰশ্ন কৰিছিল,) মই তোমালোকৰ প্ৰভু নহওঁ নে? সিহঁতে উত্তৰ দিছিল, হয়, (তুমিয়ে আমাৰ প্ৰভু), আমি এই বিষয়ে সাক্ষী থাকিলোঁ। (এনে সাক্ষী লোৱাৰ অৰ্থ এই) যাতে পুনৰুত্থানৰ দিনা তোমালোকে এই বুলি নোকোৱা—বাস্তৱতে আমি এই বিষয়ে অজ্ঞাত আছিলোঁ ;

وَاِذْ اَخَذَ رَبُّكَ مِنْۢ بَنِيْۤ اٰدَمَ مِنْ ظُهُوْرِهِمْ ذُرِّيَّتَهُمْ
وَاَشْهَدَهُمْ عَلٰۤى اَنْفُسِهِمْ ۚ اَلَسْتُ بِرَبِّكُمْ ؕ قَالُوْا بَلٰى ۛۚ
شَهِدْنَا ۛۚ اَنْ تَقُوْلُوْا يَوْمَ الْقِيٰمَةِ اِنَّا كُنَّا عَنْ
هٰذَا غٰفِلِيْنَ ﴿١٧٢﴾

১৭৪) অথবা তোমালোকে এই বুলি নোকোৱা, অতীতত কেৱল আমাৰ পিতৃপুৰুষে আনক আল্লাৰ সমানে উপাস্য পাতিছিল, আৰু তেওঁলোকৰ পাছত আমি তেওঁলোকৰেই বংশধৰ; (হে আমাৰ প্ৰভু,) সত্যক অসত্য কৰোঁতাবিলাকে কৰা কাৰ্য্যৰ বাবে তুমি আমাৰ বিনাশ কৰিবা নে?

اَوْ تَقُوْلُوْۤا اِنَّمَاۤ اَشْرَكَ اٰبَآؤُنَا مِنْ قَبْلُ وَكُنَّا ذُرِّيَّةً
مِّنْۢ بَعْدِهِمْ ۚ اَفَتُهْلِكُنَا بِمَا فَعَلَ الْمُبْطِلُوْنَ ﴿١٧٣﴾

১৭৫) আৰু এইদৰেই আমি নিদৰ্শনসমূহ বিস্তাৰিতভাৱে ব্যক্ত কৰোঁ (যাতে সিহঁতে চিন্তা কৰে) আৰু যাতে সিহঁতে (সত্যৰ পিনে) উভতি আহে।

وَكَذٰلِكَ نُفَصِّلُ الْاٰيٰتِ وَلَعَلَّهُمْ يَرْجِعُوْنَ ﴿١٧٥﴾

১৭৬) আৰু তুমি সিহঁতৰ আগত সেইজনৰ কথা উল্লেখ কৰাঁ যিজনক আমি আমাৰ নিদৰ্শনসমূহ দান কৰিছিলোঁ, কিন্তু সি সেইবিলাকৰ পৰা আঁতৰিহে গৈছিল; গতিকে তাৰ পিছে পিছে শ্বয়তান যাব ধৰিলে; তাৰ ফলত সি বিপথ-গামীবিলাকৰ এজন হৈ পৰিল।

وَاتْلُ عَلَيْهِمْ نَبَاَ الَّذِيْٓ اٰتَيْنٰهُ اٰيٰتِنَا فَانْسَلَخَ مِنْهَا فَاَتْبَعَهُ الشَّيْطٰنُ فَكَانَ مِنَ الْغٰوِيْنَ ﴿١٧٦﴾

১৭৭) আৰু আমি ইচ্ছা কৰা হ'লে সেই নিদৰ্শনসমূহ দ্বাৰা তাক নিশ্চয় ওপৰলৈ তুলিলোঁহেঁতেন, কিন্তু সি পৃথিৱীৰ ফাললৈ ঢাল ল'লে, আৰু তাৰ নিকৃষ্ট কামনাৰ অনুসৰণ কৰিছিল। গতিকে এনে জনৰ উপমা এটা (পিপাসু) কুকুৰৰ অনুৰূপ; যদি তাক কষ্ট দিয়া সি জিভা উলিয়ায়; অথবা যদি তুমি তাক (বাধা নিদি) এৰি দিয়া তেনেহ'লেও সি জিভা উলিয়ায়; যিবিলাকে আমাৰ নিদৰ্শনসমূহক মিছা ভাবি অগ্ৰাহ্য কৰে সেইবিলাকৰ উপমা এয়ে; গতিকে তুমি এনে বিবৰণ (সিহঁতৰ আগত) বৰ্ণনা কৰাঁ, যাতে সিহঁতে চিন্তা কৰি চায়।

وَلَوْ شِئْنَا لَرَفَعْنٰهُ بِهَا وَلٰكِنَّهٗٓ اَخْلَدَ اِلَى الْاَرْضِ وَاتَّبَعَ هَوٰىهُ ۚ فَمَثَلُهٗ كَمَثَلِ الْكَلْبِ ۚ اِنْ تَحْمِلْ عَلَيْهِ يَلْهَثْ اَوْ تَتْرُكْهُ يَلْهَثْ ؕ ذٰلِكَ مَثَلُ الْقَوْمِ الَّذِيْنَ كَذَّبُوْا بِاٰيٰتِنَا ۚ فَاقْصُصِ الْقَصَصَ لَعَلَّهُمْ يَتَفَكَّرُوْنَ ﴿١٧٦﴾

১৭৮) যিবিলাকে আমাৰ নিদৰ্শনসমূহক মিছা ভাবি অমান্য কৰিছিল সিহঁতৰ উপমা কেনে নিকৃষ্ট! আৰু (প্ৰকৃততে) সিহঁতে নিজৰেই অন্যায় কৰিছিল।

سَآءَ مَثَلَا ۨالْقَوْمُ الَّذِيْنَ كَذَّبُوْا بِاٰيٰتِنَا وَاَنْفُسَهُمْ كَانُوْا يَظْلِمُوْنَ ﴿١٧٧﴾

১৭৯) আল্লাহে যিজনক পথপ্ৰদৰ্শন কৰে সেইজনেই সুপথপ্ৰাপ্ত; আৰু যিবিলাকক আল্লাহে বিপথে যাবলৈ দিয়ে সেইবিলাক হৈছে ক্ষতিগ্ৰস্ত লোক।

مَنْ يَّهْدِ اللّٰهُ فَهُوَ الْمُهْتَدِيْ ۚ وَمَنْ يُّضْلِلْ فَاُولٰٓئِكَ هُمُ الْخٰسِرُوْنَ ﴿١٧٨﴾

১৮০) আৰু স্বৰূপতে আমি বহুসংখ্যক এনে যিন আৰু মানৱ সৃষ্টি কৰিছোঁ যিবিলাকৰ গন্তব্য স্থান নৰক ; সিহঁতৰ অন্তৰসমূহ আছে কিন্তু তাৰ দবাৰা সিহঁতে বুজি নাপায়; আৰু সিহঁতৰ নয়নসমূহ আছে কিন্তু তাৰে সিহঁতে দেখা নাপায়; আৰু সিহঁতৰ কাণসমূহ আছে কিন্তু তাৰে সিহঁতে শুনি নাপায়; ইহঁত বুদ্ধিহীন পশুৰ সদৃশ, বৰং তাতোকৈ অধিক বিভ্ৰান্ত; যিবিলাক (একেবাৰে) আওকণীয়া সিবিলাক ইহঁতেই।

وَلَقَدْ ذَرَأْنَا لِجَهَنَّمَ كَثِيرًا مِّنَ الْجِنِّ وَالْإِنسِ
لَهُمْ قُلُوبٌ لَّا يَفْقَهُونَ بِهَا وَلَهُمْ أَعْيُنٌ لَّا يُبْصِرُونَ
بِهَا وَلَهُمْ آذَانٌ لَّا يَسْمَعُونَ بِهَا أُولَٰئِكَ كَالْأَنْعَامِ
بَلْ هُمْ أَضَلُّ أُولَٰئِكَ هُمُ الْغَافِلُونَ ١٧٩

১৮১) ;আৰু সকলো উৎকৃষ্ট নামসমূহৰ যোগ্য আল্লা ; সুতৰাং সেইবোৰ নাম মনত ৰাখি তেওঁক আহ্বান কৰিবা; আৰু যিবিলাকে তেওঁৰ নামসমূহ লৈ বিকৃত মনোভাৱ পোষণ কৰে সেই-বিলাকৰ সঙ্গ পৰিত্যাগ কৰাঁ। অদূৰ ভৱিষ্যতে যি কাৰ্য্য সিহঁতে কৰিছিল তাৰ বাবে সিহঁতক নিশ্চয় (উচিত) প্ৰতিফল দিয়া হ'ব।

وَلِلَّهِ الْأَسْمَاءُ الْحُسْنَىٰ فَادْعُوهُ بِهَا وَذَرُوا الَّذِينَ
يُلْحِدُونَ فِي أَسْمَائِهِ سَيُجْزَوْنَ مَا كَانُوا يَعْمَلُونَ ١٨٠

১৮২) আৰু আমি সৃষ্টি কৰা লোকবিলাকৰ মাজত এনে এটা দলো আছে যি (মানুহক) পথ প্ৰদৰ্শন কৰে সত্যৰ সৈতে, আৰু তাৰে সৈতে (সকলোৰে লগত) ন্যায় আচৰণ কৰি থাকে।

ع وَمِمَّنْ خَلَقْنَا أُمَّةٌ يَهْدُونَ بِالْحَقِّ وَبِهِ يَعْدِلُونَ ١٨١

১৮৩) আৰু যিবিলাকে আমাৰ নিদৰ্শনসমূহক মিছা ভাবি অগ্ৰাহ্য কৰে সিহঁতক আমি ক্ৰমান্বয়ে (শেষ অৱস্থালৈ) এনে ভাৱে লৈ যাম যে সিহঁতে তাৰ গমকে নাপাব।

وَالَّذِينَ كَذَّبُوا بِآيَاتِنَا سَنَسْتَدْرِجُهُم مِّنْ حَيْثُ لَا
يَعْلَمُونَ ١٨٢

১৮৪) আৰু সিহঁতক মই (যথেষ্ট) অৱসৰ দিম, (কিয়নো) কোনো সন্দেহ নাই মোৰ কৌশল সুদৃঢ়।

وَأُمْلِي لَهُمْ إِنَّ كَيْدِي مَتِينٌ ١٨٣

১৮৫) সিহঁতে চিন্তা নকৰে নে, সিহঁতৰ সহচৰজনৰ কোনো উন্মত্ততা নাই, বৰং তেওঁ এজন প্ৰত্যক্ষ সতৰ্ক কৰোঁতা মাথোন ?

أَوَلَمْ يَتَفَكَّرُوا مَا بِصَاحِبِهِم مِّن جِنَّةٍ إِنْ هُوَ إِلَّا
نَذِيرٌ مُّبِينٌ ١٨٤

১৮৬) আকাশমণ্ডলী আৰু পৃথিৱীৰ ৰাজত্বলৈ, আৰু আল্লাই যি বস্তু সৃষ্টি কৰিছে তালৈ সিহঁতে

أَوَلَمْ يَنظُرُوا فِي مَلَكُوتِ السَّمَاوَاتِ وَالْأَرْضِ وَمَا

خَلَقَ اللّٰهُ مِنْ شَيْءٍ ۙ وَّاَنْ عَسٰۤى اَنْ يَّكُوْنَ قَدِ اقْتَرَبَ
اَجَلُهُمْ ۚ فَبِاَيِّ حَدِيْثٍۭ بَعْدَهٗ يُؤْمِنُوْنَ ﴿١٨٥﴾

লক্ষ্য নকৰে নে? আৰু (সিহঁতে নাভাবে নে) হ'ব পাৰে সিহঁতৰ নিৰ্দ্দিষ্ট সময় ওচৰ চাপিছেহি প্ৰায়? (এইবোৰ ভাবি-চিন্তিও যদি কোনো লাভ নহয়) ইয়াৰ পিছত আন কি কথাত সিহঁতে বিশ্বাস কৰিব?

مَنْ يُّضْلِلِ اللّٰهُ فَلَا هَادِيَ لَهٗ ۚ وَيَذَرُهُمْ فِيْ طُغْيَانِهِمْ
يَعْمَهُوْنَ ﴿١٨٦﴾

১৮৭) আল্লাই যাক ভ্ৰান্তিত পৰিবলৈ দিয়ে তাৰ পথপ্ৰদৰ্শক কেও নাই; আৰু তেওঁ সিহঁতক সিহঁতৰ অবাধ্যতাত অন্ধৰ দৰে খেপিয়াই ফুৰিবলৈ এৰি দিয়ে।

يَسْـَٔلُوْنَكَ عَنِ السَّاعَةِ اَيَّانَ مُرْسٰىهَا ۚ قُلْ اِنَّمَا عِلْمُهَا
عِنْدَ رَبِّيْ ۚ لَا يُجَلِّيْهَا لِوَقْتِهَاۤ اِلَّا هُوَ ۚ ثَقُلَتْ فِي
السَّمٰوٰتِ وَالْاَرْضِ ۚ لَا تَاْتِيْكُمْ اِلَّا بَغْتَةً ۚ يَسْـَٔلُوْنَكَ
كَاَنَّكَ حَفِيٌّ عَنْهَا ۚ قُلْ اِنَّمَا عِلْمُهَا عِنْدَ اللّٰهِ وَلٰكِنَّ
اَكْثَرَ النَّاسِ لَا يَعْلَمُوْنَ ﴿١٨٧﴾

১৮৮) সিহঁতে তোমাক (পুনৰুত্থানৰ) সময় সম্বন্ধে প্ৰশ্ন কৰেঃ সেই সময়ৰ আগমন হব কেতিয়া? (উত্তৰত) তুমি কোৱাঁ, তাৰ জ্ঞান কেৱল মোৰ প্ৰভুৰ কাষত; যথা সময়ত সেই গূঢ়তত্ত্ব তেওঁৰ বাহিৰে আন কোনেও প্ৰকাশ কৰিব নোৱাৰে; আকাশমণ্ডলী আৰু পৃথিৱী তাৰ ভাৰেৰে ভাৰাক্ৰান্ত; অকস্মাতেহে ই তোমা-লোকৰ ওচৰ পাবহি। সিহঁতে তোমাক প্ৰশ্ন কৰে, তুমি যেন সেই বিষয়ে সকলো পৰিজ্ঞাত। তুমি কোৱাঁ, প্ৰকৃত কথা এই, কেৱল আল্লাৰেই ওচৰত আছে তাৰ জ্ঞান; কিন্তু মানুহৰ সৰহভাগেই একোকে নাজানে।

قُلْ لَّاۤ اَمْلِكُ لِنَفْسِيْ نَفْعًا وَّلَا ضَرًّا اِلَّا مَا شَآءَ اللّٰهُ ۚ
وَلَوْ كُنْتُ اَعْلَمُ الْغَيْبَ لَاسْتَكْثَرْتُ مِنَ الْخَيْرِ ۚۛ
وَمَا مَسَّنِيَ السُّوْٓءُ ۚۛ اِنْ اَنَا اِلَّا نَذِيْرٌ وَّبَشِيْرٌ لِّقَوْمٍ
يُّؤْمِنُوْنَ ﴿١٨٨﴾ ع ٢٣ ١٣

১৮৯) কোৱাঁ, আল্লাই যিমানখিনি ইচ্ছা কৰে তাৰ বাজে মোৰ নিজৰেই মঙ্গল আৰু অমঙ্গল সাধন কৰিবলৈ কোনো ক্ষমতা নাই; আৰু মই অদৃশ্যত কি আছে জনা হলে নিশ্চয় নিজৰ নিমিত্তে মঙ্গলৰ প্ৰাচুৰ্য্য লাভ কৰিলোঁহেঁতেন, আৰু অমঙ্গলে মোক স্পৰ্শও নকৰিলেহেঁতেন; মই এজন সতৰ্ক কৰোঁতা মাথোন, আৰু মই সেই লোকসকলৰ নিমিত্তে আনন্দ-বাৰ্ত্তা বহন কৰোঁতা যিসকলে বিশ্বাস স্থাপন কৰিছে।

১৯০) তেৱেঁই তোমালোকক এক আত্মাৰ পৰা সৃজন কৰিছে আৰু তাক একে প্ৰকৃতিৰ সঙ্গী দিছে, সি যেন তাইৰ সঙ্গত শান্তি লাভ কৰে; পিচত তাইৰে সৈতে সংশ্ৰৱৰ ফলত তাই লঘু ভাৰ বহন কৰিবলৈ ধৰে, আৰু তাকে লৈ ফুৰা-চকা কৰে; কিন্তু যেতিয়া ক্ৰমে তাইৰ ভাৰ গধুৰ হয়, উভয়ে সিহঁতৰ প্ৰভু আল্লাক প্ৰাৰ্থনা কৰে, (হে প্ৰভু) তুমি যদি আমাক সুসন্তান দান কৰা আমি নিশ্চয় (তোমাৰ) শলাগ লৈ থাকিম।

هُوَ الَّذِىۡ خَلَقَكُمۡ مِّنۡ نَّفۡسٍ وَّاحِدَةٍ وَّجَعَلَ مِنۡهَا زَوۡجَهَا لِيَسۡكُنَ اِلَيۡهَا‌ ۚ فَلَمَّا تَغَشّٰٮهَا حَمَلَتۡ حَمۡلًا خَفِيۡفًا فَمَرَّتۡ بِهٖ‌ ۚ فَلَمَّاۤ اَثۡقَلَتۡ دَّعَوَا اللّٰهَ رَبَّهُمَا لَٮِٕنۡ اٰتَيۡتَـنَا صَالِحًا لَّنَكُوۡنَنَّ مِنَ الشّٰكِرِيۡنَ ۝١٩٠

১৯১) যেতিয়া তেওঁ সিহঁতক সুসন্তান দিলে; সিহঁতে তেওঁ যি দান কৰিছিল তাত অইনক তেওঁৰ অংশী পাতিলে; কিন্তু যাক সিহঁতে তেওঁৰ অংশী পাতিছিল তাতোকৈ আল্লা অতি মহান্।

فَلَمَّاۤ اٰتٰٮهُمَا صَالِحًا جَعَلَا لَهٗ شُرَكَآءَ فِيۡمَاۤ اٰتٰٮهُمَا‌ ۚ فَتَعٰلَى اللّٰهُ عَمَّا يُشۡرِكُوۡنَ ۝١٩١

১৯২) সিহঁতে এনেবিলাকক আল্লাৰ অংশী পাতে নে যিবিলাকে একোকে সৃষ্টি নকৰে, বৰং সিহঁতকহে সৃজন কৰা হৈছে?

اَيُشۡرِكُوۡنَ مَا لَا يَخۡلُقُ شَيۡـًٔا وَّهُمۡ يُخۡلَقُوۡنَ ۝١٩٢

১৯৩) আৰু সেই অংশীবিলাক সিহঁতক সহায় কৰিবলৈ অসমৰ্থ, আৰু নিজকো সহায় কৰিবলৈ সিহঁত অক্ষম।

وَلَا يَسۡتَطِيۡعُوۡنَ لَهُمۡ نَـصۡرًا وَّلَاۤ اَنۡفُسَهُمۡ يَنۡصُرُوۡنَ ۝١٩٣

১৯৪) আৰু যদি তোমালোকে সিহঁতক সুপথৰ ফাললৈ আহ্বান কৰা, সিহঁতে তোমালোকৰ অনুসৰণ নকৰে। সিহঁতক তোমালোকে আহ্বান কৰা, নাইবা নীৰৱে থাকা তোমালোকৰ পক্ষে দুইটাই সমান।

وَاِنۡ تَدۡعُوۡهُمۡ اِلَى الۡهُدٰى لَا يَتَّبِعُوۡكُمۡ‌ ؕ سَوَآءٌ عَلَيۡكُمۡ اَدَعَوۡتُمُوۡهُمۡ اَمۡ اَنۡتُمۡ صَامِتُوۡنَ ۝١٩٤

১৯৫) আল্লাক এৰি যিবিলাকক তোমালোকে আহ্বান কৰা সেইবিলাক অৱশ্যে তোমালোকৰেই অনুৰূপ দাস। এতেকে, তোমালোকে যদি সত্যবাদী হোৱা, সিহঁতক আহ্বান কৰি চোৱাঁ, সিহঁতে তোমালোকৰ প্ৰাৰ্থনাৰ উত্তৰ দিয়ে নে।

اِنَّ الَّذِيۡنَ تَدۡعُوۡنَ مِنۡ دُوۡنِ اللّٰهِ عِبَادٌ اَمۡثَالُكُمۡ‌ فَادۡعُوۡهُمۡ فَلۡيَسۡتَجِيۡبُوۡا لَـكُمۡ اِنۡ كُنۡتُمۡ صٰدِقِيۡنَ ۝١٩٥

١٩٦) এই মূৰ্ত্তিবিলাকৰ ভৰিসমূহ আছে নে যাৰে সিহঁতে খোজ লব পাৰে, বা সিহঁতৰ হাতসমূহ আছে নে যাৰে সিহঁতে ধাৰণ কৰিব পাৰে, বা সিহঁতৰ নয়নসমূহ আছে নে যাৰে সিহঁতে দেখিব পাৰে, বা সিহঁতৰ কাণসমূহ আছে নে যাৰে সিহঁতে শুনিব পাৰে? তুমি কোৱাঁ, তোমালোকে পাতি লোৱা (আল্লাৰ) অংশীবিলাকক আহ্বান কৰাঁ, তাৰ পিছত তোমালোক সকলোৱে মিলি মোৰ বিৰুদ্ধে চক্ৰান্ত কৰাঁ, আৰু মোক অলপো অৱসৰ নিদিবা।

أَلَهُمْ أَرْجُلٌ يَمْشُونَ بِهَا ۖ أَمْ لَهُمْ أَيْدٍ يَبْطِشُونَ بِهَا ۖ أَمْ لَهُمْ أَعْيُنٌ يُبْصِرُونَ بِهَا ۖ أَمْ لَهُمْ آذَانٌ يَسْمَعُونَ بِهَا ۗ قُلِ ادْعُوا شُرَكَاءَكُمْ ثُمَّ كِيدُونِ فَلَا تُنظِرُونِ ﴿١٩٥﴾

১৯৭) বাস্তৱতে মোৰ সংৰক্ষক হৈছে আল্লা, যিজনে এই ধৰ্ম্মপুথি ক্ৰমান্বয়ে নমাই পঠিয়াইছে; আৰু তেৱেঁই ধৰ্ম্মপৰায়ণসকলক ৰক্ষা কৰে।

إِنَّ وَلِيِّيَ اللَّهُ الَّذِي نَزَّلَ الْكِتَابَ ۖ وَهُوَ يَتَوَلَّى الصَّالِحِينَ ﴿١٩٦﴾

১৯৮) আৰু তেওঁক এৰি যিবিলাকক তোমালোকে আহ্বান কৰা, সেইবিলাকৰ তোমালোকক সহায় কৰিবৰ শক্তি নাই, আৰু নিজকো সহায় কৰিবলৈ সিহঁত অক্ষম।

وَالَّذِينَ تَدْعُونَ مِن دُونِهِ لَا يَسْتَطِيعُونَ نَصْرَكُمْ وَلَا أَنفُسَهُمْ يَنصُرُونَ ﴿١٩٧﴾

১৯৯) আৰু তোমালোকে সিহঁতক সুপথলৈ আহ্বান কৰিলে সিহঁতে কাণ দি নুশুনে; আৰু তুমি সিহঁতক দেখি পাবা সিহঁতে তোমাৰ পিনে একেথিৰে চাই আছে, অথচ সিহঁতে একোকে নেদেখে।

وَإِن تَدْعُوهُمْ إِلَى الْهُدَىٰ لَا يَسْمَعُوا ۖ وَتَرَاهُمْ يَنظُرُونَ إِلَيْكَ وَهُمْ لَا يُبْصِرُونَ ﴿١٩٨﴾

২০০) তুমি ক্ষমাৰ নীতি গ্ৰহণ কৰাঁ, আৰু আদেশ দিয়াঁ ন্যায় আচৰণৰ; আৰু জ্ঞানহীনবিলাকৰ পৰা আঁতৰি থাকিবা।

خُذِ الْعَفْوَ وَأْمُرْ بِالْعُرْفِ وَأَعْرِضْ عَنِ الْجَاهِلِينَ ﴿١٩٩﴾

২০১) আৰু শ্বয়তানৰ ফালৰ পৰা কু-প্ৰেৰণাই তোমাক যদি উদ্‌গনি দিয়ে তেন্তে (সেই মুহূৰ্ত্ততে) আল্লাৰ আশ্ৰয় প্ৰাৰ্থনা কৰিবা; ইয়াত সন্দেহ নাই তেৱেঁই শ্ৰেষ্ঠ শ্ৰোতা, সৰ্ব্বজ্ঞাতা।

وَإِمَّا يَنزَغَنَّكَ مِنَ الشَّيْطَانِ نَزْغٌ فَاسْتَعِذْ بِاللَّهِ ۚ إِنَّهُ سَمِيعٌ عَلِيمٌ ﴿٢٠٠﴾

إِنَّ الَّذِينَ اتَّقَوْا إِذَا مَسَّهُمْ طَٰئِفٌ مِّنَ الشَّيْطَٰنِ تَذَكَّرُوا فَإِذَا هُم مُّبْصِرُونَ ۝٢٠٢

২০২) যিসকল ধৰ্ম্মপৰায়ণ সেইসকলক যদি (কেনেবাকৈ) শ্বয়তানৰ সূচনাই স্পৰ্শ কৰে, তেওঁলোক (আল্লাক) স্মৰণ কৰি সাৱধান হয়; চোৱাঁ, (মুহূৰ্ত্ততে) সকলো বিষয় তেওঁলোকৰ দৃষ্টিগোচৰ হয়।

وَإِخْوَٰنُهُمْ يَمُدُّونَهُمْ فِي الْغَيِّ ثُمَّ لَا يُقْصِرُونَ ۝٢٠٣

২০৩) আৰু সিহঁতৰ ভ্ৰাতৃবিলাক সিহঁতক (অসৎকৰ্ম্মীবিলাকক) ভ্ৰান্তিৰ মাজত পেলাবলৈ টানি লৈ যায়; আৰু এনে চেষ্টাত সিহঁতে কোনো ক্ৰুটি নকৰে।

وَإِذَا لَمْ تَأْتِهِم بِآيَةٍ قَالُوا لَوْلَا اجْتَبَيْتَهَا ۚ قُلْ إِنَّمَا أَتَّبِعُ مَا يُوحَىٰ إِلَيَّ مِن رَّبِّي ۚ هَٰذَا بَصَائِرُ مِن رَّبِّكُمْ وَهُدًى وَرَحْمَةٌ لِّقَوْمٍ يُؤْمِنُونَ ۝٢٠٤

২০৪) আৰু তুমি যেতিয়া সিহঁতৰ সম্মুখত নিদৰ্শন উপস্থিত নকৰা সিহঁতে কয়, তুমি কোনো এটা নিদৰ্শন নিজে বাচি লৈ কিয় উপস্থিত নকৰা? কোৱাঁ, প্ৰকৃত কথা এয়ে মাথোন, যি প্ৰত্যাদেশ মোৰ প্ৰভুৰ পৰা মোৰ প্ৰতি অৱতীৰ্ণ হৈছে মই তাৰেই অনুসৰণ কৰোঁ। এইবিলাকেই তোমালোকৰ প্ৰভুৰ পৰা অহা জ্বলন্ত প্ৰমাণসমূহ, আৰু যিসকলে বিশ্বাস স্থাপন কৰিছে সেইসকলৰ নিমিত্তে পথ-প্ৰদৰ্শন আৰু কৰুণা।

وَإِذَا قُرِئَ الْقُرْآنُ فَاسْتَمِعُوا لَهُ وَأَنصِتُوا لَعَلَّكُمْ تُرْحَمُونَ ۝٢٠٥

২০৫) আৰু যেতিয়া কোৰান পাঠ কৰা হয়, তাকে কাণ দি শুনিবা, আৰু নীৰৱ থাকিবা, তোমালোকৰ প্ৰতি যেন কৰুণা প্ৰদৰ্শন কৰা হয়।

وَاذْكُر رَّبَّكَ فِي نَفْسِكَ تَضَرُّعًا وَخِيفَةً وَدُونَ الْجَهْرِ مِنَ الْقَوْلِ بِالْغُدُوِّ وَالْآصَالِ وَلَا تَكُن مِّنَ الْغَٰفِلِينَ ۝٢٠٦

২০৬) আৰু পুৱা আৰু সন্ধিয়া তোমাৰ প্ৰভুক স্মৰণ কৰিবা, নিজ অন্তৰত অনুনয় আৰু সংশয়ৰ ভাব লৈ, আৰু ওখ মাতেৰে নামাতি; আৰু তুমি অাওকণীয়াবিলাকৰ মাজৰ নহবা।

إِنَّ الَّذِينَ عِندَ رَبِّكَ لَا يَسْتَكْبِرُونَ عَنْ عِبَادَتِهِ وَيُسَبِّحُونَهُ وَلَهُ يَسْجُدُونَ ۩ ۝٢٠٧

২০৭) যিসকল তোমাৰ প্ৰভুৰ সান্নিধ্যপ্ৰাপ্ত সেইসকলে অহঙ্কাৰ কৰি তেওঁৰ আৰাধনা ত্যাগ নকৰে; বৰং তেওঁলোকে তেওঁৰ পৱিত্ৰতাৰ কীৰ্ত্তন কৰে, আৰু তেওঁৰ সম্মুখত সাষ্টাঙ্গে প্ৰণিপাত কৰে।




চূৰা ৮ AL-ANFAL **আল্-আন্‌ফাল ঃ সমৰ-অৰ্জ্জন** মদিনাত অৱতীৰ্ণ

১) পৰম কৰুণাময়, পৰম দানশীল আল্লাৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

২) সিহঁতে তোমাক সমৰ-অৰ্জ্জনৰ সম্বন্ধে প্ৰশ্ন কৰিছে; তুমি কোৱাঁ, সমৰ-অৰ্জ্জনৰ গৰাকী আল্লা আৰু (তেওঁৰ) ৰছুল; গতিকে যদি তোমালোক বিশ্বাসী হোৱা, তোমালোকে আল্লালৈ ভয় ৰাখিবা, আৰু পৰস্পৰৰ মাজত (দ্বন্দ্ব ভাঙি) মিলাপ্ৰীতি স্থাপন কৰিবা; আৰু তোমালোকে আল্লাৰ আৰু তেওঁৰ ৰছুলৰ বাধ্য হৈ থাকিবা।

يَسْـَٔلُوْنَكَ عَنِ الْاَنْفَالِ ۭ قُلِ الْاَنْفَالُ لِلّٰهِ وَالرَّسُوْلِ ۚ فَاتَّقُوا اللّٰهَ وَاَصْلِحُوْا ذَاتَ بَيْنِكُمْ ۠ وَاَطِيْعُوا اللّٰهَ وَرَسُوْلَهٗٓ اِنْ كُنْتُمْ مُّؤْمِنِيْنَ ②

৩) প্ৰকৃততে সেইসকলেইহে বিশ্বাসী যিসকলৰ অন্তৰসমূহ আল্লাৰ নাম লোৱা মাত্ৰকে কঁপি উঠে, আৰু যেতিয়া তেওঁৰ আয়তসমূহ তেওঁলোকৰ আগত পাঠ কৰা হয় তেওঁলোকৰ বিশ্বাস তাৰ দবাৰা বৃদ্ধি পায়, আৰু তেওঁলোকে নিৰ্ভৰ কৰি থাকে নিজ প্ৰভুৰ ওপৰতেই;

اِنَّمَا الْمُؤْمِنُوْنَ الَّذِيْنَ اِذَا ذُكِرَ اللّٰهُ وَجِلَتْ قُلُوْبُهُمْ وَاِذَا تُلِيَتْ عَلَيْهِمْ اٰيٰتُهٗ زَادَتْهُمْ اِيْمَانًا وَّعَلٰي رَبِّهِمْ يَتَوَكَّلُوْنَ ③

৪) যিসকলে নমাজৰ অনুষ্ঠান কৰে, আৰু আমি তেওঁলোকক যি সম্পদ দান কৰিছোঁ তাৰে পৰা (আমাৰ পথত) ব্যয় কৰে,

الَّذِيْنَ يُقِيْمُوْنَ الصَّلٰوةَ وَمِمَّا رَزَقْنٰهُمْ يُنْفِقُوْنَ ④

৫) সেইসকলেই যে প্ৰকৃততে বিশ্বাসী ইয়াত কোনো সন্দেহ নাই; তেওঁলোকৰ প্ৰভুৰ কাষত তেওঁলোকৰ নিমিত্তে নিৰ্দ্ধাৰিত কৰা আছে বিভিন্ন (উচ্চ) পদবী, আৰু মাৰ্জ্জনা, আৰু সম্মানজনক জীৱিকা।

اُولٰۗىِٕكَ هُمُ الْمُؤْمِنُوْنَ حَقًّا ۭ لَهُمْ دَرَجٰتٌ عِنْدَ رَبِّهِمْ وَمَغْفِرَةٌ وَّرِزْقٌ كَرِيْمٌ ⑤

৬) চোৱাঁ, কেনেকৈ তোমাৰ প্ৰভুৱে তোমাক নিজ ঘৰৰ পৰা (বদৰৰ যুদ্ধৰ কাৰণে) সত্যৰ সৈতে

كَمَآ اَخْرَجَكَ رَبُّكَ مِنْۢ بَيْتِكَ بِالْحَقِّ ۠ وَاِنَّ فَرِيْقًا

ওলাই আহিবলৈ আদেশ দিছিল! আৰু বিশ্বাসীবিলাকৰ এদলে তাকে ভাল নাপাইছিল।

مِّنَ الْمُؤْمِنِيْنَ لَكٰرِهُوْنَ ۝

৭) সত্য সুপ্ৰকাশিত হোৱাৰ পিছতো সেই সম্বন্ধে সিহঁতে তোমাৰ লগত তৰ্ক-বিতৰ্ক কৰিছিল; যি মৃত্যু সিহঁতে চকুৰ আগতে দেখি পাইছিল তাৰ ফালে সিহঁতক যেন বলেৰে হে নিয়া হৈছিল।

يُجَادِلُوْنَكَ فِي الْحَقِّ بَعْدَ مَا تَبَيَّنَ كَاَنَّمَا يُسَاقُوْنَ اِلَى الْمَوْتِ وَهُمْ يَنْظُرُوْنَ ۝

৮) আৰু (স্মৰণ কৰাঁ) যেতিয়া আল্লাই উভয় দলৰ মাজত এদলৰ ওপৰত তোমালোকে অধিকাৰ লাভ কৰিবা এই প্ৰতিশ্ৰুতি দিছিল; আৰু যি দল অস্ত্ৰহীন আছিল সেই দলৰ যেন তোমালোক অধীশ্বৰ হোৱা ইয়াকে তোমালোকে ভাল পাইছিলা; কিন্তু আল্লাই ইচ্ছা কৰিছিল তেওঁ নিজৰ বাণীসমূহ অনুযায়ী সত্যক সুপ্ৰতিষ্ঠিত কৰে, আৰু অবিশ্বাসীবিলাকক নিৰ্ম্মূল কৰে;

وَاِذْ يَعِدُكُمُ اللّٰهُ اِحْدَى الطَّآئِفَتَيْنِ اَنَّهَا لَكُمْ وَتَوَدُّوْنَ اَنَّ غَيْرَ ذَاتِ الشَّوْكَةِ تَكُوْنُ لَكُمْ وَيُرِيْدُ اللّٰهُ اَنْ يُّحِقَّ الْحَقَّ بِكَلِمٰتِهٖ وَيَقْطَعَ دَابِرَ الْكٰفِرِيْنَ ۝

৯) যাতে তেওঁ সত্যক সত্যৰূপে আৰু অসত্যক অসত্যৰূপে প্ৰতিপন্ন কৰে, যদিও অপৰাধীবিলাক অসন্তুষ্ট হৈছিল।

لِيُحِقَّ الْحَقَّ وَيُبْطِلَ الْبَاطِلَ وَلَوْ كَرِهَ الْمُجْرِمُوْنَ ۝

১০) চোৱাঁ, যেতিয়া তোমালোকে নিজ প্ৰভুৰ কাষত বিনীতভাৱে প্ৰাৰ্থনা কৰিছিলা, তেওঁ তোমালোকক এই বুলি প্ৰত্যুত্তৰ দিছিল, মই তোমালোকক সহায় কৰিম এহজোৰ ফিৰিশ্তাৰে সৈতে, যি ইদলৰ পিছত সিদল আহি থাকিব।

اِذْ تَسْتَغِيْثُوْنَ رَبَّكُمْ فَاسْتَجَابَ لَكُمْ اَنِّيْ مُمِدُّكُمْ بِاَلْفٍ مِّنَ الْمَلٰٓئِكَةِ مُرْدِفِيْنَ ۝

১১) আৰু আল্লাই এনে (সাহায্য) কৰিছিল যাতে ই তোমালোকৰ নিমিত্তে আনন্দৰ সংবাদ স্বৰূপ হয়, আৰু ইয়াৰ দবাৰা তোমালোকৰ অন্তৰসমূহে শান্তি পায়; আৰু সাহায্য আহে আল্লাৰ ওচৰৰ পৰাহে; নিশ্চয়, আল্লাই সৰ্ব্বশক্তিমান, মহাজ্ঞানী।

وَمَا جَعَلَهُ اللّٰهُ اِلَّا بُشْرٰى وَلِتَطْمَئِنَّ بِهٖ قُلُوْبُكُمْ وَمَا النَّصْرُ اِلَّا مِنْ عِنْدِ اللّٰهِ ۗ اِنَّ اللّٰهَ عَزِيْزٌ حَكِيْمٌ ۝ ع

১২) সেই সময়ত তেওঁ নিজৰফালৰ পৰা

اِذْ يُغَشِّيْكُمُ النُّعَاسَ اَمَنَةً مِّنْهُ وَيُنَزِّلُ عَلَيْكُمْ مِّنَ

السَّمَآءِ مَآءً لِّيُطَهِّرَكُمْ بِهٖ وَيُذْهِبَ عَنْكُمْ رِجْزَ الشَّيْطٰنِ
وَلِيَرْبِطَ عَلٰى قُلُوْبِكُمْ وَيُثَبِّتَ بِهِ الْاَقْدَامَ ⑫

(তোমালোকৰ মনৰ) শান্তিৰ কাৰণে তোমালোকক তন্দ্ৰাৰে আবৰি ধৰিছিল, আৰু আকাশৰ পৰা তোমালোকৰ ওপৰত বৰষুণ নমাই পঠিয়াইছিল, তেওঁ যেন তাৰ দ্বাৰা তোমালোকক নিৰ্ম্মল কৰে, আৰু শ্বয়তানৰ অশুচিতা তোমালোকৰ পৰা দূৰীভূত কৰে, আৰু তেওঁ যেন তোমালোকৰ অন্তৰসমূহত শক্তিৰ সঞ্চাৰ কৰে, আৰু তাৰ দ্বাৰা তোমালোকৰ পদসমূহক দৃঢ়কৈ স্থাপন কৰে।

اِذْ يُوْحِيْ رَبُّكَ اِلَى الْمَلٰٓئِكَةِ اَنِّيْ مَعَكُمْ فَثَبِّتُوا الَّذِيْنَ
اٰمَنُوْا ؕ سَاُلْقِيْ فِيْ قُلُوْبِ الَّذِيْنَ كَفَرُوا الرُّعْبَ فَاضْرِبُوْا
فَوْقَ الْاَعْنَاقِ وَاضْرِبُوْا مِنْهُمْ كُلَّ بَنَانٍ ⑬

১৩) সেই সময়তে ফিৰিশ্বতাবিলাকৰ প্ৰতি তোমাৰ প্ৰভুৱে নিৰ্দ্দেশ দিলে এই বুলিঃ মই থাকিলোঁ তোমালোকৰ লগতেই, এতেকে বিশ্বাসীসকলক তোমালোকে দৃঢ় কৰি ৰাখা; মই শীঘ্ৰে অবিশ্বাসীবিলাকৰ অন্তৰসমূহত (বিশ্বাসীসকললৈ) ভয়ৰ সঞ্চাৰ কৰিম। গতিকে (হে বিশ্বাসীসকল), তোমালোকে (সিহঁতৰ) গলসমূহৰ ওপৰ ভাগত আঘাত কৰাঁ আৰু সিহঁতৰ (হাতৰ) প্ৰত্যেকটো আঙুলিৰ মূৰ কাটি পেলোৱাঁ।

ذٰلِكَ بِاَنَّهُمْ شَآقُّوا اللّٰهَ وَرَسُوْلَهٗ ۚ وَمَنْ يُّشَاقِقِ
اللّٰهَ وَرَسُوْلَهٗ فَاِنَّ اللّٰهَ شَدِيْدُ الْعِقَابِ ⑭

১৪) ইয়াৰ কাৰণ এই, সিহঁতে আল্লাৰ আৰু তেওঁৰ ৰচুলৰ বিৰুদ্ধাচৰণ কৰিছিল; আৰু কেও যদি আল্লা আৰু তেওঁৰ ৰচুলৰ বিৰুদ্ধাচৰণ কৰে, (তাৰ নিমিত্তে) আল্লা নিশ্চয় শাস্তি দিয়াত কঠোৰ।

ذٰلِكُمْ فَذُوْقُوْهُ وَاَنَّ لِلْكٰفِرِيْنَ عَذَابَ النَّارِ ⑮

১৫) সেয়ে হৈছে তোমালোকৰ শাস্তি; গতিকে তাৰ সোৱাদ লোৱাঁ; আৰু (জানি থোৱাঁ) অবিশ্বাসীবিলাকৰ নিমিত্তে নৰকৰ অগ্নিৰ শাস্তি আছে।

يٰٓاَيُّهَا الَّذِيْنَ اٰمَنُوْٓا اِذَا لَقِيْتُمُ الَّذِيْنَ كَفَرُوْا زَحْفًا
فَلَا تُوَلُّوْهُمُ الْاَدْبَارَ ⑯

১৬) হে বিশ্বাসীসকল, যেতিয়া তোমালোকে সেই অবিশ্বাসীবিলাকৰ সম্মুখীন হোৱা যিবিলাকে (তোমালোকক) আক্ৰমণ কৰিবলৈ আগ বাঢ়ি আহে, তেতিয়া তোমালোকে (সিহঁতক) পিঠি নেদেখুৱাবা।

১৭) আৰু এনে দিনা যুদ্ধকৌশল স্বৰূপ, নাইবা নিজ দলৰ লগ লাগিবৰ অৰ্থে পিছ হুঁহকাৰ প্ৰয়োজন নোহোৱাকৈ, যেয়ে সিহঁতক পিঠি দেখুৱায় সি নিশ্চয় আল্লাৰ ক্ৰোধৰ পাত্ৰ হৈ পৰিব, আৰু তাৰ আশ্ৰয়-স্থান হ'ব নৰক, আৰু ই প্ৰত্যাবৰ্ত্তনৰ নিকৃষ্ট ঠাই।

وَمَنْ يُّوَلِّهِمْ يَوْمَئِذٍ دُبُرَهٗٓ اِلَّا مُتَحَرِّفًا لِّقِتَالٍ اَوْ مُتَحَيِّزًا اِلٰى فِئَةٍ فَقَدْ بَآءَ بِغَضَبٍ مِّنَ اللّٰهِ وَمَاْوٰىهُ جَهَنَّمُ وَبِئْسَ الْمَصِيْرُ ﴿١٦﴾

১৮) পিচত তোমালোকে যে সিহঁতক বধ কৰিছিলা এনে নহয়, বৰং আল্লাইহে সিহঁতক বধ কৰিছিল; আৰু (হে ৰচুল), এমুঠি ধূলি পেলাওঁতে তুমি যে পেলাইছিলা এনে নহয়, বৰং আল্লাইহে পেলাইছিল; আৰু (তেওঁৰ ইচ্ছা আছিল) যাতে তেওঁ উত্তম পৰীক্ষাৰে বিশ্বাসীসকলৰ পৰীক্ষা লৈ অনুগ্ৰহ দান কৰে; কোনো সন্দেহ নাই আল্লা শ্ৰেষ্ঠ শ্ৰোতা, সৰ্ব্বজ্ঞাতা।

فَلَمْ تَقْتُلُوْهُمْ وَلٰكِنَّ اللّٰهَ قَتَلَهُمْ ۪ وَمَا رَمَيْتَ اِذْ رَمَيْتَ وَلٰكِنَّ اللّٰهَ رَمٰى ۚ وَلِيُبْلِيَ الْمُؤْمِنِيْنَ مِنْهُ بَلَآءً حَسَنًا ؕ اِنَّ اللّٰهَ سَمِيْعٌ عَلِيْمٌ ﴿١٧﴾

১৯) এনেবিলাক ঘটনা ঘটিল; তদুপৰি (জানি থোৱাঁ) অবিশ্বাসীবিলাকৰ কু-অভিসন্ধি আল্লাই নিষ্ফল কৰিব।

ذٰلِكُمْ وَاَنَّ اللّٰهَ مُوْهِنُ كَيْدِ الْكٰفِرِيْنَ ﴿١٨﴾

২০) তোমালোকে যি মীমাংসা বিচাৰিছিলা সেই মীমাংসা স্বৰূপতে তোমালোকৰ সন্মুখত পালেহি; আৰু (ৰণৰ পৰা) যদি তোমালোক ক্ষান্ত হোৱা তেন্তে ই তোমালোকৰ পক্ষে উত্তম; কিন্তু যদি তোমালোকে (ৰণ কৰিবলৈ) উলটি আহা, আমিও উলটি আহিম; আৰু তোমালোকৰ সৈন্যদল সংখ্যাত অধিক হ'লেও সিহঁত কেতিয়াও তোমালোকৰ উপকাৰত নাহিব; আৰু নিশ্চয় আল্লা বিশ্বাসীসকলৰ সঙ্গী।

اِنْ تَسْتَفْتِحُوْا فَقَدْ جَآءَكُمُ الْفَتْحُ ۚ وَاِنْ تَنْتَهُوْا فَهُوَ خَيْرٌ لَّكُمْ ۚ وَاِنْ تَعُوْدُوْا نَعُدْ ۚ وَلَنْ تُغْنِيَ عَنْكُمْ فِئَتُكُمْ شَيْـًٔا وَّلَوْ كَثُرَتْ ۙ وَاَنَّ اللّٰهَ مَعَ الْمُؤْمِنِيْنَ ﴿١٩﴾

২১) হে বিশ্বাসীসকল, তোমালোক আল্লা আৰু তেওঁৰ ৰচুলৰ বাধ্য হৈ থাকিবা, আৰু তেওঁৰ পৰা বিমুখ নহবা, কিয়নো তোমালোকে (তেওঁৰ বাণী) শুনি আছা।

يٰۤاَيُّهَا الَّذِيْنَ اٰمَنُوْۤا اَطِيْعُوا اللّٰهَ وَرَسُوْلَهٗ وَلَا تَوَلَّوْا عَنْهُ وَاَنْتُمْ تَسْمَعُوْنَ ﴿٢٠﴾

২২) আৰু সেইবিলাকৰ নিচিনা নহবা যিবিলাকে কয়, আমি বাণী শুনি আছোঁ, কিন্তু সিহঁতে কাণ দি শুনা নাই।

وَلَا تَكُونُوا كَالَّذِينَ قَالُوا سَمِعْنَا وَهُمْ لَا يَسْمَعُونَ ﴿٢١﴾

২৩) সঁচাকৈয়ে আল্লাৰ কাষত সেই কলা আৰু বোবা মানুহ আটাইতকৈ নিকৃষ্ট প্ৰাণী; সেইবিলাকৰ বোধশক্তি নাই।

إِنَّ شَرَّ الدَّوَابِّ عِنْدَ اللَّهِ الصُّمُّ الْبُكْمُ الَّذِينَ لَا يَعْقِلُونَ ﴿٢٢﴾

২৪) আৰু সিহঁতৰ ভিতৰত আল্লাই অলপো মঙ্গল দেখা হ'লে সিহঁতক তেওঁ নিশ্চয় শ্ৰৱণশক্তি দিলেহেঁতেন; আৰু (সিহঁত যেনে) সিহঁতক তেওঁ শ্ৰৱণ-শক্তি দিলেও সিহঁতে নিশ্চয় মুখ ঘূৰাই উলটি যাব।

وَلَوْ عَلِمَ اللَّهُ فِيهِمْ خَيْرًا لَأَسْمَعَهُمْ ۖ وَلَوْ أَسْمَعَهُمْ لَتَوَلَّوْا وَهُمْ مُعْرِضُونَ ﴿٢٣﴾

২৫) হে বিশ্বাসীসকল, আল্লাৰ আৰু তেওঁৰ ৰচুলৰ (আহ্বানৰ) প্ৰত্যুত্তৰ দিবা, যেতিয়া তোমালোকক এনে ধৰ্ম্মৰ পিনে তেওঁ আহ্বান কৰে যি তোমালোকক নতুন জীৱন দিয়ে; আৰু তোমালোকে জানি থোৱাঁ, আল্লাই মানুহ আৰু তাৰ অন্তৰৰ মাজত মধ্যবৰ্ত্তী হয়। আৰু (স্মৰণ ৰাখিবা) তেওঁৰ সম্মুখত তোমালোকক একেলগ কৰি নিয়া হ'ব।

يَا أَيُّهَا الَّذِينَ آمَنُوا اسْتَجِيبُوا لِلَّهِ وَلِلرَّسُولِ إِذَا دَعَاكُمْ لِمَا يُحْيِيكُمْ ۖ وَاعْلَمُوا أَنَّ اللَّهَ يَحُولُ بَيْنَ الْمَرْءِ وَقَلْبِهِ وَأَنَّهُ إِلَيْهِ تُحْشَرُونَ ﴿٢٤﴾

২৬) আৰু তোমালোকে এনে (ব্যাপক) আপদ-বিপদলৈ ভয় ৰাখিবা যি সুকীয়াকৈ তোমালোকৰ ভিতৰৰ অন্যায়কাৰীবিলাকৰ ওপৰত পৰিব এনে নহয়; আৰু জানি থোৱাঁ আল্লা শাস্তি দিয়াত কঠোৰ।

وَاتَّقُوا فِتْنَةً لَا تُصِيبَنَّ الَّذِينَ ظَلَمُوا مِنْكُمْ خَاصَّةً ۖ وَاعْلَمُوا أَنَّ اللَّهَ شَدِيدُ الْعِقَابِ ﴿٢٥﴾

২৭) আৰু তোমালোকে সেই অৱস্থা স্মৰণ কৰাঁ যেতিয়া তোমালোক তাকৰীয়া আছিলা,—দেশত দুৰ্ব্বল বুলি পৰিগণিত, (আৰু) ভয় কৰি ফুৰিছিলা, কোনো দলে তোমালোকক (নিমিষতে) থাপ মাৰি লৈ যাব, এনেকুৱাতে তেওঁ তোমালোকক শক্তিসম্পন্ন কৰিলে, আৰু জীৱিকা

وَاذْكُرُوا إِذْ أَنْتُمْ قَلِيلٌ مُسْتَضْعَفُونَ فِي الْأَرْضِ تَخَافُونَ أَنْ يَتَخَطَّفَكُمُ النَّاسُ فَآوَاكُمْ وَأَيَّدَكُمْ

নিৰ্ব্বাহৰ নিমিত্তে তোমালোকক বিশুদ্ধ সম্বল প্ৰদান কৰিলে, যাতে তোমালোকে (তেওঁৰ) শলাগ লোৱা।

بِنَصْرِهٖ وَ رَزَقَكُمْ مِّنَ الطَّيِّبٰتِ لَعَلَّكُمْ تَشْكُرُوْنَ ﴿٢٧﴾

২৮) হে বিশ্বাসীসকল, তোমালোক আল্লাৰ আৰু তেওঁৰ ৰচুলৰ অসঙ্গাতী নহবা, আৰু জানি-শুনি পৰস্পাৰৰ বিশ্বাস ভঙ্গ নকৰিবা।

يٰٓاَيُّهَا الَّذِيْنَ اٰمَنُوْا لَا تَخُوْنُوا اللّٰهَ وَالرَّسُوْلَ وَتَخُوْنُوْٓا اَمٰنٰتِكُمْ وَاَنْتُمْ تَعْلَمُوْنَ ﴿٢٨﴾

২৯) আৰু জানি থোৱাঁ, তোমালোকৰ ধন-সম্পদ আৰু তোমালোকৰ সন্তান-সন্ততি প্ৰকৃততে এটা পৰীক্ষা মাত্ৰ; আৰু (জানিবা) আল্লাই সেইজন যিজনৰ কাষত আছে মহান প্ৰতিদান।

وَاعْلَمُوْٓا اَنَّمَآ اَمْوَالُكُمْ وَاَوْلَادُكُمْ فِتْنَةٌ ۙ وَّ اَنَّ اللّٰهَ عِنْدَهٗٓ اَجْرٌ عَظِيْمٌ ﴿٢٩﴾

৩০) হে বিশ্বাসীসকল, যদি তোমালোকে আল্লালৈ ভয় ৰাখা তেওঁ তোমালোকক স্বতন্ত্ৰ নিদৰ্শন দান কৰিব, আৰু তোমালোকৰ পৰা তোমালোকৰ অমঙ্গলসমূহ দূৰীভূত কৰিব, আৰু তোমালোকক ক্ষমা দান কৰিব; আৰু আল্লা মহান অনুগ্ৰহৰ গৰাকী।

يٰٓاَيُّهَا الَّذِيْنَ اٰمَنُوْٓا اِنْ تَتَّقُوا اللّٰهَ يَجْعَلْ لَّكُمْ فُرْقَانًا وَّيُكَفِّرْ عَنْكُمْ سَيِّاٰتِكُمْ وَيَغْفِرْ لَكُمْ ۗ وَاللّٰهُ ذُو الْفَضْلِ الْعَظِيْمِ ﴿٣٠﴾

৩১) আৰু (স্মৰণ কৰাঁ) যেতিয়া অবিশ্বাসী-বিলাকে তোমাৰ বিৰুদ্ধে গুপ্ত অভিসন্ধি সাজিছিল যাতে সিহঁতে তোমাক (বন্দীৰূপে) আটক কৰি ৰাখে, বা তোমাক হত্যা কৰে, অথবা তোমাক নিৰ্ব্বাসিত কৰে; আৰু (এইদৰে) সিহঁতে নানা গুপ্ত অভিসন্ধি কৰিছিল; আৰু (সিহঁতৰ লগে লগে) আল্লাইও নিজৰ সূক্ষ্ম কৌশল কাৰ্য্যকৰী কৰিছিল; আৰু আল্লা শ্ৰেষ্ঠ কৌশল কৰোঁতা।

وَاِذْ يَمْكُرُ بِكَ الَّذِيْنَ كَفَرُوْا لِيُثْبِتُوْكَ اَوْ يَقْتُلُوْكَ اَوْ يُخْرِجُوْكَ ۗ وَيَمْكُرُوْنَ وَيَمْكُرُ اللّٰهُ ۗ وَاللّٰهُ خَيْرُ الْمٰكِرِيْنَ ﴿٣١﴾

৩২) আৰু সিহঁতৰ সমুখত যেতিয়া আমাৰ আয়তসমূহ পাঠ কৰা হয় সিহঁতে কয়,—স্বৰূপতে আমি (এইবোৰ) শুনিছোঁ; আমি ইচ্ছা কৰা হ'লে তাৰে অনুৰূপ আমিও ৰচনা কৰিব পাৰিলোঁ-হেঁতেন; ই অতীতকালৰ লোকৰ আখ্যান ভিন্ন একোকে নহয়!

وَاِذَا تُتْلٰى عَلَيْهِمْ اٰيٰتُنَا قَالُوْا قَدْ سَمِعْنَا لَوْ نَشَآءُ لَقُلْنَا مِثْلَ هٰذَآ ۙ اِنْ هٰذَآ اِلَّآ اَسَاطِيْرُ الْاَوَّلِيْنَ ﴿٣٢﴾

৩৩) আৰু সেই সময়ত সিহঁতে কৈছিল, হে আল্লা, বাস্তৱতে ই যদি তোমাৰ কাষৰ পৰা অহা সত্য, তেন্তে আমাৰ ওপৰত আকাশৰ পৰা শিলৰ বৰষুণ পেলোৱাঁ, অথবা (অইন ধৰণৰ) যন্ত্ৰণাদায়ক শাস্তি আমাৰ প্ৰতি নমাই আনা।

وَإِذْ قَالُوا اللَّهُمَّ إِن كَانَ هَٰذَا هُوَ الْحَقَّ مِنْ عِندِكَ فَأَمْطِرْ عَلَيْنَا حِجَارَةً مِّنَ السَّمَاءِ أَوِ ائْتِنَا بِعَذَابٍ أَلِيمٍ ﴿٣٢﴾

৩৪) কিন্তু যেতিয়ালৈকে তুমি সিহঁতৰ মাজত অৱস্থান কৰা সিহঁতক শাস্তি দিবলৈ আল্লা অনিচ্ছুক; আৰু (সেইদৰে) সিহঁতে আল্লাৰ ক্ষমা ভিক্ষা কৰি থকা অৱস্থাতো সিহঁতৰ ওপৰত আল্লাই শাস্তি নেপেলায়।

وَمَا كَانَ اللَّهُ لِيُعَذِّبَهُمْ وَأَنتَ فِيهِمْ ۚ وَمَا كَانَ اللَّهُ مُعَذِّبَهُمْ وَهُمْ يَسْتَغْفِرُونَ ﴿٣٣﴾

৩৫) আৰু সিহঁতে কি ওজৰ দেখুৱাব পাৰে যাৰ কাৰণে সিহঁতক আল্লাই শাস্তি নিদিব? অথচ সিহঁতে (লোকক) পৱিত্ৰ মচ্‌যিদলৈ যোৱাত বাধা দিয়ে, আৰু সিহঁত তাৰ ৰক্ষক হ'বৰ উপযোগীও নহয়। যিসকল ধৰ্ম্মপৰায়ণ সেইসকলৰ বাহিৰে কেও তাৰ ৰক্ষক হ'ব নোৱাৰে; কিন্তু সিহঁতৰ সৰহভাগেই এই কথা নাজানে।

وَمَا لَهُمْ أَلَّا يُعَذِّبَهُمُ اللَّهُ وَهُمْ يَصُدُّونَ عَنِ الْمَسْجِدِ الْحَرَامِ وَمَا كَانُوا أَوْلِيَاءَهُ ۚ إِنْ أَوْلِيَاؤُهُ إِلَّا الْمُتَّقُونَ وَلَٰكِنَّ أَكْثَرَهُمْ لَا يَعْلَمُونَ ﴿٣٤﴾

৩৬) আৰু সেই (পৱিত্ৰ) ঘৰত সিহঁতৰ উপাসনা আছিল সুহুৰি মৰা আৰু চাপৰি বজোৱা মাথোন। (সিহঁতক কোৱা হ'ব,) তোমালোকে যে অবিশ্বাস কৰিছিলা তাৰ বাবে (আজি) শাস্তিৰ সোৱাদ লোৱাঁ।

وَمَا كَانَ صَلَاتُهُمْ عِندَ الْبَيْتِ إِلَّا مُكَاءً وَتَصْدِيَةً ۚ فَذُوقُوا الْعَذَابَ بِمَا كُنتُمْ تَكْفُرُونَ ﴿٣٥﴾

৩৭) বাস্তৱতে আল্লাৰ পথৰ পৰা (লোকক) প্ৰতিৰোধ কৰিবৰ উদ্দেশ্যে অবিশ্বাসীবিলাকে নিজৰ ধন-সম্পত্তি ব্যয় কৰে; আৰু সিহঁতে এইদৰে ব্যয় কৰিয়েই থাকিব, কিন্তু শেহত এনে কাৰ্য্য সিহঁতৰ পক্ষে অনুতাপৰ কাৰণহে হ'ব; পিছত সিহঁত পৰাজিত হ'ব; আৰু অবিশ্বাসী-বিলাকক একেলগ কৰি নৰকলৈ নিয়া হ'ব;

إِنَّ الَّذِينَ كَفَرُوا يُنفِقُونَ أَمْوَالَهُمْ لِيَصُدُّوا عَن سَبِيلِ اللَّهِ ۚ فَسَيُنفِقُونَهَا ثُمَّ تَكُونُ عَلَيْهِمْ حَسْرَةً ثُمَّ يُغْلَبُونَ ۗ وَالَّذِينَ كَفَرُوا إِلَىٰ جَهَنَّمَ يُحْشَرُونَ ﴿٣٦﴾

৩৮) যাতে আল্লাই পৱিত্ৰবিলাকৰ পৰা

لِيَمِيزَ اللَّهُ الْخَبِيثَ مِنَ الطَّيِّبِ وَيَجْعَلَ الْخَبِيثَ

بَعْضَهُ عَلَىٰ بَعْضٍ فَيَرْكُمَهُ جَمِيعًا فَيَجْعَلَهُ فِي جَهَنَّمَ ۚ
أُولَٰئِكَ هُمُ الْخَاسِرُونَ ﴿٣٨﴾

অপৱিত্ৰবিলাকক পৃথক কৰে; আৰু অপৱিত্ৰ-বিলাকৰ মাজত কিছুমানক কিছুমানৰ সৈতে সম্মিলিত কৰে; তাৰ পিছত সকলোকে একেলগে গোট খুৱাই নৰকৰ ভিতৰত পেলাই দিয়ে; প্ৰকৃতপক্ষে যিবিলাক ক্ষতিগ্ৰস্ত হ'ব সিহঁত এইবিলাকেই।

قُلْ لِلَّذِينَ كَفَرُوا إِنْ يَنْتَهُوا يُغْفَرْ لَهُمْ مَا قَدْ
سَلَفَ وَإِنْ يَعُودُوا فَقَدْ مَضَتْ سُنَّتُ الْأَوَّلِينَ ﴿٣٩﴾

৩৯) যিবিলাকে অবিশ্বাস কৰিছে সিহঁতক তুমি কোৱাঁ, সিহঁত যদি (অন্যায় আচৰণৰ পৰা) বিৰত থাকে, যি অতীতত ঘটিছে তাৰ বাবে সিহঁতক ক্ষমা দান কৰা হ'ব; কিন্তু যদি সিহঁত (পূৰ্ব্বৰ আচৰণলৈ) উলটি আহে, তেন্তে (সিহঁতে জানিছেই) অতীতৰ দুৰাচাৰীবিলাকৰে সৈতে কি নিয়ম পালন কৰা হৈছিল।

وَقَاتِلُوهُمْ حَتَّىٰ لَا تَكُونَ فِتْنَةٌ وَيَكُونَ الدِّينُ
كُلُّهُ لِلَّهِ ۚ فَإِنِ انْتَهَوْا فَإِنَّ اللَّهَ بِمَا يَعْمَلُونَ بَصِيرٌ ﴿٤٠﴾

৪০) আৰু অশান্তি আঁতৰ নোহোৱালৈকে, আৰু ধৰ্ম্ম কেৱল আল্লাৰ নিমিত্তে সম্পূৰ্ণৰূপে প্ৰতিষ্ঠিত নোহোৱালৈকে, সিহঁতৰ সৈতে যুদ্ধ কৰিবা; কিন্তু যদি সিহঁত ক্ষান্ত হয়, তেন্তে সিহঁতে কৰা কাৰ্য্য আল্লাৰ অগোচৰ নহয়।

وَإِنْ تَوَلَّوْا فَاعْلَمُوا أَنَّ اللَّهَ مَوْلَاكُمْ ۚ نِعْمَ الْمَوْلَىٰ
وَنِعْمَ النَّصِيرُ ﴿٤١﴾

৪১) কিন্তু যদি সিহঁত পুনৰায় ঘূৰি যায়, তেন্তে তোমালোকে জানি থোৱাঁ, তোমালোকৰ সংৰক্ষক আল্লাই; কেনে উত্তম সংৰক্ষক তেওঁ, আৰু কেনে শ্ৰেষ্ঠ সহায়কাৰী।

## দশম পাৰা

وَاعْلَمُوا أَنَّمَا غَنِمْتُمْ مِنْ شَيْءٍ فَأَنَّ لِلَّهِ خُمُسَهُ
وَلِلرَّسُولِ وَلِذِي الْقُرْبَىٰ وَالْيَتَامَىٰ وَالْمَسَاكِينِ
وَابْنِ السَّبِيلِ إِنْ كُنْتُمْ آمَنْتُمْ بِاللَّهِ وَمَا أَنْزَلْنَا
عَلَىٰ عَبْدِنَا يَوْمَ الْفُرْقَانِ يَوْمَ الْتَقَى الْجَمْعَانِ ۗ وَاللَّهُ

৪২) আৰু তোমালোকে জানি থোৱাঁ, যুদ্ধত তোমালোকে যি অৰ্জ্জন কৰা তাৰ পঞ্চম অংশ নিৰূপিত থাকিব আল্লাৰ নিমিত্তে, আৰু ৰচুলৰ আৰু পিতৃমাতৃহীনবিলাকৰ আৰু অভাৱগ্ৰস্ত-বিলাকৰ আৰু পথিকবিলাকৰ নিমিত্তে, যদিহে তোমালোকে আল্লাত, আৰু আমি নিজ ভৃত্যৰ প্ৰতি যি (বিশেষ সাহায্যৰ) অৱতাৰণ কৰিছিলোঁ মীমাংসাকাৰী দিনা তাত বিশ্বাস কৰা, যিদিনা দুয়ো দল (যুদ্ধ কৰিবলৈ) পৰস্পৰ সম্মুখীন।

عَلٰى كُلِّ شَيْءٍ قَدِيْرٌ ﴿٤١﴾

হৈছিল; আৰু সকলো বস্তুৰেই ওপৰত আছে আল্লাৰ মহান ক্ষমতা।

اِذْ اَنْتُمْ بِالْعُدْوَةِ الدُّنْيَا وَهُمْ بِالْعُدْوَةِ الْقُصْوٰى وَالرَّكْبُ اَسْفَلَ مِنْكُمْ ۗ وَلَوْ تَوَاعَدْتُّمْ لَاخْتَلَفْتُمْ فِي الْمِيْعٰدِ ۙ وَلٰكِنْ لِّيَقْضِيَ اللّٰهُ اَمْرًا كَانَ مَفْعُوْلًا ۙ لِّيَهْلِكَ مَنْ هَلَكَ عَنْۢ بَيِّنَةٍ وَّيَحْيٰى مَنْ حَيَّ عَنْۢ بَيِّنَةٍ ۗ وَاِنَّ اللّٰهَ لَسَمِيْعٌ عَلِيْمٌ ﴿٤٢﴾

৪৩) আৰু সেই সময়ত তোমালোক উপত্যকাৰ ওচৰ প্ৰান্তত আছিলা, আৰু সিহঁত আছিল দূৰৈৰ প্ৰান্তত। আৰু বণিক যাত্ৰীদল তোমালোকৰ তলত নামনিত আছিল; আৰু তোমালোকে (আক্ৰমণ সম্বন্ধে) পৰস্পৰ স্থিৰ কৰি থোৱা হ'লেও, নিশ্চয় তাৰ সময় লৈ তোমালোকৰ মাজত মতানৈক্যৰ সৃষ্টি হ'লহেঁতেন; কিন্তু (আল্লাই তোমালোকক যুদ্ধত সম্মুখীন কৰিলে) যাতে যি ঘটনা পূৰ্ব্বেই স্থিৰ কৰি থোৱা হৈছিল তাকে আল্লাই ঘটায়; তাৰ ফলত যি মৰে সি যেন প্ৰত্যক্ষ প্ৰমাণ দেখি মৰে, আৰু যি জীৱিত থাকে সি যেন প্ৰত্যক্ষ প্ৰমাণ দেখি জীৱিত থাকে; আৰু নিশ্চয় আল্লা শ্ৰেষ্ঠ শ্ৰোতা, সৰ্ব্বজ্ঞাতা।

اِذْ يُرِيْكَهُمُ اللّٰهُ فِيْ مَنَامِكَ قَلِيْلًا ۗ وَلَوْ اَرٰىكَهُمْ كَثِيْرًا لَّفَشِلْتُمْ وَلَتَنَازَعْتُمْ فِي الْاَمْرِ وَلٰكِنَّ اللّٰهَ سَلَّمَ ۗ اِنَّهٗ عَلِيْمٌۢ بِذَاتِ الصُّدُوْرِ ﴿٤٣﴾

৪৪) সেই সময়ত তোমাক আল্লাই তোমাৰ সপোনত সিহঁতক সংখ্যাত কম যেন দেখুৱাইছিল, কিয়নো তেওঁ সিহঁতক সংখ্যাত বেছি দেখুওৱা হ'লে তোমালোক নিশ্চয় নিৰুৎসাহ হলাহেঁতেন, আৰু নিশ্চয় (আক্ৰমণৰ) বিষয় লৈ তোমালোকে নিজৰ মাজতে কন্দল কৰিলাহেঁতেন। কিন্তু (তেনে অৱস্থাৰ পৰা তোমালোকক) আল্লাই ৰক্ষা কৰিলে। বাস্তৱতে অন্তৰসমূহত যি নিহিত থাকে তাকো আল্লাই ভালকৈ জানে।

وَاِذْ يُرِيْكُمُوْهُمْ اِذِ الْتَقَيْتُمْ فِيْ اَعْيُنِكُمْ قَلِيْلًا وَّيُقَلِّلُكُمْ فِيْ اَعْيُنِهِمْ لِيَقْضِيَ اللّٰهُ اَمْرًا كَانَ مَفْعُوْلًا ۗ

ع وَاِلَى اللّٰهِ تُرْجَعُ الْاُمُوْرُ ﴿٤٤﴾

৪৫) আৰু (চোৱাঁ) যেতিয়া যুদ্ধত তোমালোক পৰস্পৰ সম্মুখীন হলা, আল্লাই সিহঁতক তোমালোকৰ চকুত কম যেন দেখুৱাইছিল, আৰু তোমালোকক তেওঁ সিহঁতৰ চকুত (নিজতকৈ) কমেই দেখুৱাইছিল; আল্লাই এনে কৰাৰ উদ্দেশ্য,) যাতে যি ঘটনা পূৰ্ব্বেই স্থিৰ কৰি থোৱা হৈছিল তাকে আল্লাই ঘটায়; আৰু আল্লাৰ ফালে সকলো বিষয়ৰেই প্ৰত্যাবৰ্ত্তন।

৪৬) হে বিশ্বাসীসকল, (যুদ্ধত) যেতিয়া তোমালোকে কোনো শত্রুদলৰ সৈতে সম্মুখীন হোৱা তেতিয়া দৃঢ় হৈ থাকিবা, আৰু আল্লাক বেছিকৈ স্মৰণ কৰিবা, যাতে তোমালোকে সফলতা লাভ কৰিব পাৰা।

يَٰٓأَيُّهَا ٱلَّذِينَ ءَامَنُوٓا۟ إِذَا لَقِيتُمْ فِئَةً فَٱثْبُتُوا۟ وَٱذْكُرُوا۟
ٱللَّهَ كَثِيرًا لَّعَلَّكُمْ تُفْلِحُونَ ﴿٤٥﴾

৪৭) আৰু তোমালোক আল্লা আৰু তেওঁৰ ৰচুলৰ বাধ্য হৈ থাকিবা; আৰু পৰস্পৰ বিবাদ নকৰিবা; তেনে কৰিলে তোমালোক সৰপা হৈ পৰিবা, আৰু তোমালোকৰ শক্তি লোপ হ'ব; আৰু ধৈৰ্য্য ধাৰণ কৰিবা; নিশ্চয় ধৈৰ্য্য ধাৰণ কৰোঁতাসকলৰ সঙ্গী আল্লা।

وَأَطِيعُوا۟ ٱللَّهَ وَرَسُولَهُۥ وَلَا تَنَٰزَعُوا۟ فَتَفْشَلُوا۟ وَتَذْهَبَ
رِيحُكُمْ وَٱصْبِرُوٓا۟ إِنَّ ٱللَّهَ مَعَ ٱلصَّٰبِرِينَ ﴿٤٦﴾

৪৮) আৰু তোমালোক সেইবিলাকৰ সদৃশ নহবা যিবিলাক নিজৰ ঘৰবাৰীৰ পৰা (ৰণলৈ) ওলাই ছিল গৰ্ব্ব কৰি, আৰু মানুহক দেখুৱাবৰ কাৰণে, আৰু (লোকক) আল্লাৰ পথৰ পৰা প্ৰতিৰোধ কৰিবৰ অভিপ্ৰায়ে; আৰু সিহঁতে যি কাৰ্য্যকে কৰে আল্লাই তাক আগুৰি ধৰে।

وَلَا تَكُونُوا۟ كَٱلَّذِينَ خَرَجُوا۟ مِن دِيَٰرِهِم بَطَرًا وَ
رِئَآءَ ٱلنَّاسِ وَيَصُدُّونَ عَن سَبِيلِ ٱللَّهِ ۚ وَٱللَّهُ
بِمَا يَعْمَلُونَ مُحِيطٌ ﴿٤٧﴾

৪৯) আৰু (চোৱাঁ) শ্বয়তানে সিহঁতৰ কাৰ্য্যাৱলী সিহঁতৰ নিমিত্তে শোভনীয় কৰি দেখুৱাইছিল আৰু কৈছিল, মানুহৰ মাজত কেও নাই যি আজি তোমালোকৰ ওপৰত পৰাক্ৰান্ত হ'ব পাৰে; আৰু সঁচাকৈয়ে মইহে তোমালোকৰ সহায় কৰোঁতা। কিন্তু (ৰণক্ষেত্ৰত) যেতিয়া দুয়ো দল সম্মুখীন হ'ল, সি ইয়াকে কৈ পিছ হুঁহকি উভতি গ'ল, বাস্তৱতে (এতিয়া) তোমালোকৰ সৈতে মোৰ কোনো সম্পৰ্ক নাই; যি তোমালোকে দেখা পোৱা নাই, মই নিশ্চয় দেখা পাইছোঁ; নিশ্চয় মই আল্লালৈ ভয় ৰাখোঁ, কিয়নো শাস্তি দিয়াত আল্লা কঠোৰ।

وَإِذْ زَيَّنَ لَهُمُ ٱلشَّيْطَٰنُ أَعْمَٰلَهُمْ وَقَالَ لَا غَالِبَ
لَكُمُ ٱلْيَوْمَ مِنَ ٱلنَّاسِ وَإِنِّى جَارٌ لَّكُمْ ۖ فَلَمَّا تَرَآءَتِ
ٱلْفِئَتَانِ نَكَصَ عَلَىٰ عَقِبَيْهِ وَقَالَ إِنِّى بَرِىٓءٌ مِّنكُمْ
إِنِّىٓ أَرَىٰ مَا لَا تَرَوْنَ إِنِّىٓ أَخَافُ ٱللَّهَ ۚ وَٱللَّهُ شَدِيدُ
ع ٱلْعِقَابِ ﴿٤٨﴾

৫০) চোৱাঁ, কপটাচাৰীবিলাকে আৰু যিবিলাকৰ অন্তৰসমূহত ব্যাধি আছিল সেইবিলাকে কৈছিল, সিহঁতৰ ধৰ্ম্মই সিহঁতক

إِذْ يَقُولُ ٱلْمُنَٰفِقُونَ وَٱلَّذِينَ فِى قُلُوبِهِم مَّرَضٌ غَرَّ

هٰٓؤُلَآءِ دِيْنُهُمْ ۗ وَمَنْ يَّتَوَكَّلْ عَلَى اللّٰهِ فَاِنَّ اللّٰهَ عَزِيْزٌ
حَكِيْمٌ ﴿٥٠﴾

প্ৰবঞ্চনাত পেলাইছে; (কিন্তু প্ৰকৃততে তেওঁলোক আল্লাৰ ওপৰত নিৰ্ভৰশীল আছিল), আৰু আল্লাৰ ওপৰত যেয়ে নিৰ্ভৰ কৰে তাৰ নিমিত্তে নিশ্চয় আল্লা ক্ষমতাশালী, শ্ৰেষ্ঠ জ্ঞানী।

وَلَوْ تَرٰٓى اِذْ يَتَوَفَّى الَّذِيْنَ كَفَرُوا ۙ الْمَلٰٓئِكَةُ يَضْرِبُوْنَ
وُجُوْهَهُمْ وَاَدْبَارَهُمْ ۚ وَذُوْقُوْا عَذَابَ الْحَرِيْقِ ﴿٥١﴾

(৫১) আৰু অবিশ্বাসীবিলাকৰ মৃত্যু ঘটাবৰ সময়ত ফিৰিশ্তাবিলাকে কেনেকৈ সিহঁতৰ মুখ-সমূহত আৰু সিহঁতৰ পিঠিসমূহত আঘাত কৰিছিল্ তুমি যদি দেখা পোৱাহেঁতেন! আৰু (সিহঁতক কোৱা হৈছিল,) এতিয়া তোমালোকে পোৰণিৰ শাস্তিৰ সোৱাদ লৈ থাকা।

ذٰلِكَ بِمَا قَدَّمَتْ اَيْدِيْكُمْ وَاَنَّ اللّٰهَ لَيْسَ بِظَلَّامٍ
لِّلْعَبِيْدِ ﴿٥٢﴾

(৫২) যি তোমালোকে পূৰ্ব্বে আৰ্জ্জিছিলা এই শাস্তি তাৰেই প্ৰতিফল; আৰু (জানি থোৱাঁ,) আল্লাই (নিজ) ভৃত্যবিলাকৰ প্ৰতি কেতিয়াও অন্যায় নকৰে।

كَدَاْبِ اٰلِ فِرْعَوْنَ ۙ وَالَّذِيْنَ مِنْ قَبْلِهِمْ ۗ كَفَرُوْا
بِاٰيٰتِ اللّٰهِ فَاَخَذَهُمُ اللّٰهُ بِذُنُوْبِهِمْ ۗ اِنَّ اللّٰهَ
قَوِيٌّ شَدِيْدُ الْعِقَابِ ﴿٥٣﴾

(৫৩) ফিৰৌনৰ জ্ঞাতি আৰু সিহঁতৰ পূৰ্ব্বগামী-বিলাকৰ যি অৱস্থা হৈছিল (সিহঁতৰো অৱস্থা সেই অনুৰূপ); সিহঁতে আল্লাৰ নিদৰ্শনসমূহ অস্বীকাৰ কৰিছিল; সেই দেখি সিহঁতৰ পাপসমূহৰ বাবে আল্লাই সিহঁতক ধৰিছিল; নিশ্চয় আল্লা শক্তিশালী, শাস্তি দিয়াত কঠোৰ।

ذٰلِكَ بِاَنَّ اللّٰهَ لَمْ يَكُ مُغَيِّرًا نِّعْمَةً اَنْعَمَهَا عَلٰى قَوْمٍ
حَتّٰى يُغَيِّرُوْا مَا بِاَنْفُسِهِمْ ۙ وَاَنَّ اللّٰهَ سَمِيْعٌ عَلِيْمٌ ﴿٥٤﴾

(৫৪) ইয়াৰ কাৰণ এই, যি অনুগ্ৰহ আল্লাই কোনো জাতিক দান কৰে সেই অনুগ্ৰহ তেওঁ কেতিয়াও পৰিবৰ্ত্তন নকৰে, যেতিয়ালৈকে সেই জাতিয়ে নিজৰ অৱস্থা নিজেই পৰিবৰ্ত্তন কৰি নলয়; আৰু (স্মৰণ ৰাখাঁ) আল্লা শ্ৰেষ্ঠ শ্ৰোতা, সৰ্ব্বজ্ঞাতা।

كَدَاْبِ اٰلِ فِرْعَوْنَ ۙ وَالَّذِيْنَ مِنْ قَبْلِهِمْ ۗ كَذَّبُوْا
بِاٰيٰتِ رَبِّهِمْ فَاَهْلَكْنٰهُمْ بِذُنُوْبِهِمْ وَاَغْرَقْنَآ اٰلَ

(৫৫) ফিৰৌনৰ জ্ঞাতি আৰু সিহঁতৰ পূৰ্ব্বগামী-বিলাকৰ যি অৱস্থা হৈছিল (সিহঁতৰো অৱস্থা সেই অনুৰূপ); সিহঁতে নিজ প্ৰভুৰ নিদৰ্শনসমূহক মিছা ভাবি অমান্য কৰিছিল; সেই দেখি সিহঁতৰ পাপসমূহৰ বাবে সিহঁতক আমি বিনাশ কৰিলোঁ,

فِرْعَوْنَ ۚ وَكُلٌّ كَانُوا ظَالِمِينَ ٥٤

আৰু আমি ফিৰৌনৰ জ্ঞাতিক পানীত বুৰাই মাৰিলোঁ, কিয়নো সিহঁতৰ সকলোৰে অন্যায় আচৰণ কৰিছিল।

إِنَّ شَرَّ الدَّوَابِّ عِنْدَ اللَّهِ الَّذِينَ كَفَرُوا فَهُمْ لَا
يُؤْمِنُونَ ٥٥

৫৬) বাস্তৱতে আল্লাৰ ওচৰত আটাইতকৈ অপকৃষ্ট প্ৰাণী হৈছে সেই অবিশ্বাসীবিলাক যিবিলাকে (নিদৰ্শনসমূহ দেখিও) তাত বিশ্বাস নকৰে,—

الَّذِينَ عَاهَدْتَ مِنْهُمْ ثُمَّ يَنْقُضُونَ عَهْدَهُمْ
فِي كُلِّ مَرَّةٍ وَهُمْ لَا يَتَّقُونَ ٥٦

৫৭) সিহঁতৰ মাজৰ কিছুমানৰ সৈতে তুমি চুক্তিত আবদ্ধ আছিলা, কিন্তু সিহঁতে নিজে কৰা চুক্তি বাৰে বাৰে ভাঙিছিল, কিয়নো সিহঁতে আল্লালৈ ভয় নাৰাখে।

فَإِمَّا تَثْقَفَنَّهُمْ فِي الْحَرْبِ فَشَرِّدْ بِهِمْ مَنْ خَلْفَهُمْ
لَعَلَّهُمْ يَذَّكَّرُونَ ٥٧

৫৮) গতিকে তুমি যদি সিহঁতক (তোমাৰ বিৰুদ্ধে) যুদ্ধত উদ্যমশীল দেখা, তুমিও সিহঁতক এনেভাৱে পৰাস্ত কৰিবা, যাতে সিহঁতৰ পিছত থকা সৈন্যদল ছিন্ন-ভিন্ন হৈ পলাই যায় ; হ'ব পাৰে পিছত সিহঁতে শিক্ষা গ্ৰহণ কৰে।

وَإِمَّا تَخَافَنَّ مِنْ قَوْمٍ خِيَانَةً فَانْبِذْ إِلَيْهِمْ عَلَىٰ
ع سَوَاءٍ ۚ إِنَّ اللَّهَ لَا يُحِبُّ الْخَائِنِينَ ٥٨

৫৯) আৰু তুমি যদি কোনো এদলৰ বিশ্বাসঘাতকতাৰ আশঙ্কা কৰা, তেন্তে তুমিও সিহঁতৰ চুক্তি সিহঁতলৈ ন্যায়ৰূপে প্ৰত্যৰ্পণ কৰিবা, যাতে দুই দলৰ সমান অৱস্থা হৈ পৰে; আল্লাই বিশ্বাসঘাতকবিলাকক নিশ্চয় ভাল নাপায়।

وَلَا يَحْسَبَنَّ الَّذِينَ كَفَرُوا سَبَقُوا ۚ إِنَّهُمْ لَا
يُعْجِزُونَ ٥٩

৬০) আৰু অবিশ্বাসীবিলাকে যেন এনে ধাৰণা নকৰে, সিহঁতে (সত্য গ্ৰহণ কৰোঁতাসকলক) চেৰ পেলাই গৈছে। বাস্তৱতে সিহঁতে কেতিয়াও তেওঁলোকক নিৰুপায় কৰিব নোৱাৰে।

وَأَعِدُّوا لَهُمْ مَا اسْتَطَعْتُمْ مِنْ قُوَّةٍ وَمِنْ رِبَاطِ
الْخَيْلِ تُرْهِبُونَ بِهِ عَدُوَّ اللَّهِ وَعَدُوَّكُمْ وَآخَرِينَ

৬১) আৰু সিহঁতৰ বিপক্ষে সৈন্যশক্তি বৃদ্ধি কৰি আৰু সীমা ৰক্ষাৰ কাৰণে অশ্বাৰোহী সেনা নিযুক্ত কৰি নিজ সাধ্যমতে সকলো আয়োজন প্ৰস্তুত ৰাখিবা। এই উপায়েৰে তোমালোকে আল্লাৰ শত্ৰুৰ

আৰু তোমালোকৰ শত্ৰুৰ মনত, আৰু সিহঁতৰ উপৰি অইন শত্ৰুবিলাকৰো মনত—সিহঁতক তোমালোকে নাজানে, কিন্তু আল্লাই সিহঁতক জানে—ভীতি সঞ্চাৰ কৰিবা; আৰু যি ধন তোমালোকে আল্লাৰ পথত ব্যয় কৰা তোমালোকক পূৰ্ণমাত্ৰাই ওলটাই দিয়া হ'ব; আৰু তোমালোকৰ প্ৰতি অন্যায় কৰা নহ'ব।

مِنْ دُوْنِهِمْ ۚ لَا تَعْلَمُوْنَهُمْ ۚ اَللّٰهُ يَعْلَمُهُمْ ۭ وَمَا تُنْفِقُوْا مِنْ شَيْءٍ فِيْ سَبِيْلِ اللّٰهِ يُوَفَّ اِلَيْكُمْ وَاَنْتُمْ لَا تُظْلَمُوْنَ ۝٦٠

৬২) আৰু যদি সিহঁতে সন্ধি স্থাপন কৰিবলৈ ইচ্ছুক হয় তুমিও সেই ফালে ঢাল লবা; আৰু আল্লাৰ ওপৰত নিৰ্ভৰ কৰিবা; ইয়াত কোনো সন্দেহ নাই তেৰেঁই শ্ৰেষ্ঠ শ্ৰোতা, সৰ্ব্বজ্ঞাতা।

وَاِنْ جَنَحُوْا لِلسَّلْمِ فَاجْنَحْ لَهَا وَتَوَكَّلْ عَلَى اللّٰهِ ۭ اِنَّهٗ هُوَ السَّمِيْعُ الْعَلِيْمُ ۝٦١

৬৩) আৰু যদি সিহঁতে তোমাক প্ৰতাৰণা কৰিবলৈ ইচ্ছা কৰে, তেন্তে (জানিবা) তোমাৰ কাৰণে আল্লাই যথেষ্ট; তেৰেঁই নিজ ফালৰ পৰা সহায় দান কৰি আৰু বিশ্বাসীসকলৰ দল এটাৰে তোমাক শক্তিসম্পন্ন কৰিছে।

وَاِنْ يُّرِيْدُوْٓا اَنْ يَّخْدَعُوْكَ فَاِنَّ حَسْبَكَ اللّٰهُ ۭ هُوَ الَّذِيْٓ اَيَّدَكَ بِنَصْرِهٖ وَبِالْمُؤْمِنِيْنَ ۝٦٢

৬৪) আৰু তেওঁলোকৰ অন্তৰসমূহত তেওঁ পৰস্পৰৰ প্ৰীতি স্থাপন কৰিছে; পৃথিৱীৰ সমগ্ৰ বস্তু তুমি ব্যয় কৰা হ'লেও তেওঁলোকৰ অন্তৰসমূহত পৰস্পৰৰ প্ৰীতি স্থাপন কৰিবলৈ অক্ষম হলাহেঁতেন; কিন্তু আল্লাই (নিজে) তেওঁলোকৰ মাজত প্ৰীতি স্থাপন কৰিছে; ইয়াত সন্দেহ নাই তেৰেঁই ক্ষমতাশালী, শ্ৰেষ্ঠ জ্ঞানী।

وَاَلَّفَ بَيْنَ قُلُوْبِهِمْ ۭ لَوْ اَنْفَقْتَ مَا فِي الْاَرْضِ جَمِيْعًا مَّآ اَلَّفْتَ بَيْنَ قُلُوْبِهِمْ وَلٰكِنَّ اللّٰهَ اَلَّفَ بَيْنَهُمْ ۭ اِنَّهٗ عَزِيْزٌ حَكِيْمٌ ۝٦٣

৬৫) হে নবী, তোমাৰ নিমিত্তে, আৰু যি বিশ্বাসীসকলে তোমাৰ অনুগমন কৰিছে সেই সকলৰ নিমিত্তে আল্লাই যথেষ্ট।

ع يٰٓاَيُّهَا النَّبِيُّ حَسْبُكَ اللّٰهُ وَمَنِ اتَّبَعَكَ مِنَ الْمُؤْمِنِيْنَ ۝٦٤

৬৬) হে নবী, বিশ্বাসীসকলক যুদ্ধ কৰিবলৈ উদগনি দিয়াঁ; তোমালোকৰ মাজত ধৈৰ্য্য ধৰি থাকিব পৰা যদি কুৰিজন মানুহ ওলায় তেওঁলোক দুশ'জনৰ ওপৰত পৰাক্ৰান্ত হ'ব পাৰিব; আৰু

يٰٓاَيُّهَا النَّبِيُّ حَرِّضِ الْمُؤْمِنِيْنَ عَلَى الْقِتَالِ ۭ اِنْ يَّكُنْ مِّنْكُمْ عِشْرُوْنَ صٰبِرُوْنَ يَغْلِبُوْا مِائَتَيْنِ ۚ وَاِنْ

يَكُنْ مِّنْكُمْ مِّائَةٌ يَّغْلِبُوْٓا اَلْفًا مِّنَ الَّذِيْنَ كَفَرُوْا
بِاَنَّهُمْ قَوْمٌ لَّا يَفْقَهُوْنَ ﴿٦٥﴾

যদি তোমালোকৰ মাজত তেনে মানুহ এশ'জন থাকে, তেওঁলোকে অবিশ্বাসীবিলাকৰ মাজৰ এহেজাৰ মানুহৰ ওপৰত পৰাক্ৰান্ত হ'ব পাৰিব ; ইয়াৰ কাৰণ এই, অবিশ্বাসীবিলাক হৈছে এনে ধৰণৰ লোক যাৰ বোধশক্তি নাই।

اَلْـٰٔنَ خَفَّفَ اللّٰهُ عَنْكُمْ وَعَلِمَ اَنَّ فِيْكُمْ ضَعْفًا ۚ فَاِنْ
يَّكُنْ مِّنْكُمْ مِّائَةٌ صَابِرَةٌ يَّغْلِبُوْا مِائَتَيْنِ ۚ وَاِنْ يَّكُنْ مِّنْكُمْ
اَلْفٌ يَّغْلِبُوْٓا اَلْفَيْنِ بِاِذْنِ اللّٰهِ ۗ وَاللّٰهُ مَعَ الصّٰبِرِيْنَ ﴿٦٦﴾

৬৭) সম্প্ৰতি আল্লাই তোমালোকৰ ভাৰ লঘু কৰিছে, কিয়নো তেওঁ জানে তোমালোকৰ মাজত দুৰ্ব্বলতা বিদ্যমান। গতিকে তোমালোকৰ মাজত যদি ধৈৰ্য্য ধাৰণ কৰি থাকিব পৰা এশ'জন মানুহ থাকে, তেওঁলোকে দুশ'জনৰ ওপৰত পৰাক্ৰান্ত হ'ব পাৰিব ; আৰু যদি তেনে মানুহ তোমালোকৰ মাজত এহেজাৰ থাকে, তেওঁলোক আল্লাৰ আদেশ মতে দুই হেজাৰৰ ওপৰত পৰাক্ৰান্ত হ'ব পাৰিব ; আৰু (স্মৰণ থাকে যেন) আল্লা ধৈৰ্য্যশীলসকলৰ সঙ্গী।

مَا كَانَ لِنَبِيٍّ اَنْ يَّكُوْنَ لَهٗٓ اَسْرٰى حَتّٰى يُثْخِنَ فِى
الْاَرْضِ ۗ تُرِيْدُوْنَ عَرَضَ الدُّنْيَا ۖ وَاللّٰهُ يُرِيْدُ الْاٰخِرَةَ ۗ
وَاللّٰهُ عَزِيْزٌ حَكِيْمٌ ﴿٦٧﴾

৬৮) নবীৰ পক্ষে যুগুত নহয়, তেওঁ শত্ৰুপক্ষৰ মানুহক বন্দী কৰে, যেতিয়ালৈকে তেওঁ দেশৰ যুদ্ধত নিয়ম মতে প্ৰবৃত্ত নহয়। তোমালোকে ইহলোকৰ সম্বল কামনা কৰা, কিন্তু আল্লাই (তোমালোকৰ কাৰণে) পৰলোকৰ (মঙ্গলৰ) ইচ্ছা কৰে ; আৰু আল্লা ক্ষমতাশালী, শ্ৰেষ্ঠজ্ঞানী।

لَوْلَا كِتٰبٌ مِّنَ اللّٰهِ سَبَقَ لَمَسَّكُمْ فِيْمَآ اَخَذْتُمْ
عَذَابٌ عَظِيْمٌ ﴿٦٨﴾

৬৯) পূৰ্ব্বেই আল্লাৰ মীমাংসা লিপিবদ্ধ নোহোৱা হলে তোমালোকে (যুদ্ধত) যি গ্ৰহণ কৰিছিলা তাৰ বাবে তোমালোকক নিশ্চয় এটা মহান শাস্তিয়ে ধৰিলেহেঁতেন।

فَكُلُوْا مِمَّا غَنِمْتُمْ حَلٰلًا طَيِّبًا ۖ وَّاتَّقُوا اللّٰهَ ۗ اِنَّ اللّٰهَ
غَفُوْرٌ رَّحِيْمٌ ﴿٦٩﴾ ع

৭০) গতিকে তোমালোকে যি বৈধ, বিশুদ্ধ বস্তু যুদ্ধত লাভ কৰিছা তাকে উপভোগ কৰিবা ; আৰু (সকলো অৱস্থাতে) আল্লাৰ ভয় ৰাখিবা ; আৰু আল্লা শ্ৰেষ্ঠ মাৰ্জ্জনাকাৰী, পৰম দানশীল।

يٰٓاَيُّهَا النَّبِيُّ قُلْ لِّمَنْ فِيْٓ اَيْدِيْكُمْ مِّنَ الْاَسْرٰٓى ۙ

৭১) হে নবী, যি বন্দীবিলাক তোমালোকৰ

إِنْ يَعْلَمِ اللَّهُ فِي قُلُوبِكُمْ خَيْرًا يُؤْتِكُمْ خَيْرًا مِمَّا أُخِذَ مِنْكُمْ وَيَغْفِرْ لَكُمْ ۗ وَاللَّهُ غَفُورٌ رَحِيمٌ ﴿٧١﴾

হাতসমূহত পৰিছে সিহঁতক কোৱাঁ, তোমালোকৰ অন্তৰসমূহত আল্লাই উত্তম অভিপ্ৰায় দেখিলে তোমালোকৰ পৰা (বিনিময়ৰূপে) যি গ্ৰহণ কৰা হৈছে তাৰ সলনি তেওঁ তোমালোকক দান কৰিব যি তাতোকৈ উত্তম; আৰু তেওঁ তোমালোকক ক্ষমা কৰিব; আৰু আল্লা শ্ৰেষ্ঠ মাৰ্জ্জনাকাৰী, পৰম দানশীল।

وَإِنْ يُرِيدُوا خِيَانَتَكَ فَقَدْ خَانُوا اللَّهَ مِنْ قَبْلُ فَأَمْكَنَ مِنْهُمْ ۗ وَاللَّهُ عَلِيمٌ حَكِيمٌ ﴿٧٢﴾

৭২) আৰু যদি সিহঁতে তোমাৰ সৈতে বিশ্বাস-ঘাতকতা কৰিবলৈ ইচ্ছা কৰে, তেন্তে (জানিবা) স্বৰূপতে সিহঁতে ইয়াৰ পূৰ্ব্বে আল্লাৰো বিশ্বাস ভাঙিছিল; কিন্তু তেওঁ তোমাক সিহঁতৰ ওপৰত ক্ষমতা প্ৰদান কৰিলে; আৰু আল্লা সৰ্ব্বজ্ঞাতা, শ্ৰেষ্ঠ জ্ঞানী।

إِنَّ الَّذِينَ آمَنُوا وَهَاجَرُوا وَجَاهَدُوا بِأَمْوَالِهِمْ وَأَنْفُسِهِمْ فِي سَبِيلِ اللَّهِ وَالَّذِينَ آوَوْا وَنَصَرُوا أُولَٰئِكَ بَعْضُهُمْ أَوْلِيَاءُ بَعْضٍ ۚ وَالَّذِينَ آمَنُوا وَلَمْ يُهَاجِرُوا مَا لَكُمْ مِنْ وَلَايَتِهِمْ مِنْ شَيْءٍ حَتَّىٰ يُهَاجِرُوا ۚ وَإِنِ اسْتَنْصَرُوكُمْ فِي الدِّينِ فَعَلَيْكُمُ النَّصْرُ إِلَّا عَلَىٰ قَوْمٍ بَيْنَكُمْ وَبَيْنَهُمْ مِيثَاقٌ ۗ وَاللَّهُ بِمَا تَعْمَلُونَ بَصِيرٌ ﴿٧٣﴾

৭৩) যিসকলে বিশ্বাস স্থাপন কৰিছে, আৰু দেশত্যাগ কৰিছে, আৰু আল্লাৰ পথত নিজৰ ধন-সম্পদ আৰু প্ৰাণসমূহ বিসৰ্জন দি যুদ্ধ কৰিছে, আৰু যিসকলে (তেওঁলোকক) আশ্ৰয় দিছে আৰু সহায় কৰিছে, এই দুয়োদল নিশ্চয় পৰস্পৰৰ বন্ধু। আৰু যিসকল বিশ্বাসী হৈছে কিন্তু দেশত্যাগ কৰা নাই, তেওঁলোকৰ সংৰক্ষণৰ কোনো দায়িত্ব তোমালোকৰ ওপৰত নপৰে— যেতিয়ালৈকে তেওঁলোক দেশ এৰি ওলাই নাহে; কিন্তু যদি ধৰ্ম্মসম্বন্ধে তেওঁলোকে তোমালোকৰ সহায় বিচাৰে তেন্তে সহায় কৰা তোমালোকৰ কৰ্ত্তব্য, যদিহে (সেই সহায়) এনে জাতিৰ বিৰুদ্ধে কৰা নহয় যি জাতিৰ আৰু তোমালোকৰ মাজত সন্ধিৰ চুক্তি হৈ থাকে; আৰু তোমালোকে যি কাৰ্য্য কৰা আল্লাই নিৰীক্ষণ কৰে।

وَالَّذِينَ كَفَرُوا بَعْضُهُمْ أَوْلِيَاءُ بَعْضٍ ۚ إِلَّا تَفْعَلُوهُ تَكُنْ فِتْنَةٌ فِي الْأَرْضِ وَفَسَادٌ كَبِيرٌ ﴿٧٤﴾

৭৪) আৰু যিবিলাকে অবিশ্বাস কৰিছে সিহঁত পৰস্পৰৰ বন্ধু। সেই দেখি (যি উপদেশ বিশ্বাসী-বিলাকক সহায় কৰিবলৈ দিয়া হৈছে) তাকে যদি গ্ৰহণ নকৰা তেন্তে দেশত বিশৃঙ্খলা আৰু মহা অশান্তিৰ সৃষ্টি হ'ব।

وَالَّذِينَ اٰمَنُوا وَهَاجَرُوا وَجٰهَدُوا فِي سَبِيلِ اللّٰهِ
وَالَّذِينَ اٰوَوا وَّنَصَرُوا اُولٰئِكَ هُمُ الْمُؤْمِنُونَ حَقًّا
لَهُمْ مَّغْفِرَةٌ وَّرِزْقٌ كَرِيمٌ ۝٧٥

৭৫) আৰু যিসকলে বিশ্বাস কৰিছে আৰু নিজৰ দেশ এৰি ওলাইছে, আৰু আল্লাৰ পথত যুদ্ধ কৰিছে, আৰু যিসকলে তেওঁলোকক আশ্ৰয় দিছে আৰু সহায় কৰিছে, এই দুয়ো দল হৈছে যথাৰ্থপক্ষে বিশ্বাসী; এইসকলৰ নিমিত্তে আছে মাৰ্জ্জনা আৰ সম্মানজনক সম্বল।

وَالَّذِينَ اٰمَنُوا مِنْ بَعْدُ وَهَاجَرُوا وَجٰهَدُوا مَعَكُمْ
فَاُولٰئِكَ مِنْكُمْ وَاُولُوا الْاَرْحَامِ بَعْضُهُمْ اَوْلٰى بِبَعْضٍ
فِي كِتٰبِ اللّٰهِ اِنَّ اللّٰهَ بِكُلِّ شَيْءٍ عَلِيمٌ ۝٧٦ ع

৭৬) আৰু ইয়াৰ পাছতো যিসকল বিশ্বাসী হৈছে, আৰু নিজৰ ঘৰ এৰি ওলাই আহিছে আৰু তোমালোকৰ সঙ্গী হৈ সমানে যুদ্ধ কৰিছে, সেই সকলো তোমালোকৰেই অন্তৰ্গত; আৰু যিবিলাকৰ লগত বংশৰ সম্পৰ্ক আছে আল্লাৰ বিধান-লিপিৰ মতে ইজন সিজনতকৈ বেছি ওচৰ; নিশ্চয়কৈ আল্লা সকলো বিষয়ে শ্ৰেষ্ঠ জ্ঞাতা।

سُوْرَةُ التَّوْبَةِ مَدَنِيَّةٌ

(٩)

চুৰা ৯ AL-TAUBAH **আত-তাওবা** মদিনাত অৱতীৰ্ণ

১) অংশীৰাদীবিলাকৰ সৈতে তোমালোক যি চুক্তিত আবদ্ধ আছিলা তাৰ বিষয়ে আল্লা আৰু তেওঁৰ ৰচুলৰ ফালৰ পৰা অব্যাহতিৰ এই ঘোষণা কৰা হ'ল।

بَرَآءَةٌ مِّنَ اللّٰهِ وَرَسُوْلِهٖٓ اِلَى الَّذِيْنَ عٰهَدْتُّمْ مِّنَ الْمُشْرِكِيْنَ ﴿١﴾

২) গতিকে (হে অংশীবাদীবিলাক,) তোমা-লোকে দেশত চাৰি মাহ পৰ্য্যন্ত (নিৰ্বিবঘ্নে) ঘূৰি ফুৰিব পাৰিবা; আৰু জানি থোৱাঁ, তোমালোকে কেতিয়াও আল্লাৰ ইচ্ছাৰ প্ৰতিৰোধ কৰিব নোৱাৰা, আৰু আল্লাই অবিশ্বাসীবিলাকক লাঞ্ছিত কৰিব।

فَسِيْحُوْا فِى الْاَرْضِ اَرْبَعَةَ اَشْهُرٍ وَّاعْلَمُوْٓا اَنَّكُمْ غَيْرُ مُعْجِزِى اللّٰهِ ۙ وَاَنَّ اللّٰهَ مُخْزِى الْكٰفِرِيْنَ ﴿٢﴾

৩) আৰু মহা হযৰ দিনা জনসাধাৰণৰ প্ৰতি আল্লা আৰু ৰচুলৰ ফালৰ পৰা এই ঘোষণা কৰা হ'ল, (এতিয়াৰে পৰা) অংশীবদীবিলাকৰে সৈতে কৰা চুক্তিবন্ধনৰ দায়িত্বৰ পৰা আল্লা আৰু তেওঁৰ ৰচুল মুক্ত; আৰু তোমালোকে যদি অনুতাপ কৰা, ই তোমালোকৰ পক্ষে মঙ্গলজনক; কিন্তু যদি তোমালোকে ঘূৰি যোৱা তেন্তে জানি থোৱাঁ, তোমালোকে কেতিয়াও আল্লাৰ ইচ্ছাৰ প্ৰতিৰোধ কৰিব নোৱাৰা, আৰু যিবিলাকে অবিশ্বাস কৰিছে সেইবিলাকক তুমি যন্ত্ৰণাদায়ক শাস্তিৰ সংবাদ দিয়াঁ—

وَاَذَانٌ مِّنَ اللّٰهِ وَرَسُوْلِهٖٓ اِلَى النَّاسِ يَوْمَ الْحَجِّ الْاَكْبَرِ اَنَّ اللّٰهَ بَرِىْٓءٌ مِّنَ الْمُشْرِكِيْنَ ۙ وَرَسُوْلُهٗ ۚ فَاِنْ تُبْتُمْ فَهُوَ خَيْرٌ لَّكُمْ ۚ وَاِنْ تَوَلَّيْتُمْ فَاعْلَمُوْٓا اَنَّكُمْ غَيْرُ مُعْجِزِى اللّٰهِ ۗ وَبَشِّرِ الَّذِيْنَ كَفَرُوْا بِعَذَابٍ اَلِيْمٍ ﴿٣﴾

৪) সেই অংশীবাদীবিলাকক এৰি যিঁবিলাকৰ সৈতে তোমালোকে সন্ধিৰ চুক্তি কৰিছিলা, আৰু সেই চুক্তি পালন কৰাত সিহঁতে তালপো ত্ৰুটি কৰা নাছিল, আৰু তোমালোকৰ বিপক্ষে কোনো এটা দলক সহায়ো কৰা নাছিল; গতিকে সিহঁতৰে সৈতে কৰা চুক্তি সিহঁতে নিৰূপিত কৰা সময়লৈকে পূৰ্ণৰূপে পালন কৰিবা; কোনো সন্দেহ নাই ধৰ্ম্মপৰায়ণসকলক আল্লাই ভাল পায়।

اِلَّا الَّذِيْنَ عٰهَدْتُّمْ مِّنَ الْمُشْرِكِيْنَ ثُمَّ لَمْ يَنْقُصُوْكُمْ شَيْـًٔا وَّلَمْ يُظَاهِرُوْا عَلَيْكُمْ اَحَدًا فَاَتِمُّوْٓا اِلَيْهِمْ عَهْدَهُمْ اِلٰى مُدَّتِهِمْ ۗ اِنَّ اللّٰهَ يُحِبُّ الْمُتَّقِيْنَ ﴿٤﴾

فَإِذَا انْسَلَخَ الْأَشْهُرُ الْحُرُمُ فَاقْتُلُوا الْمُشْرِكِينَ حَيْثُ وَجَدْتُمُوهُمْ وَخُذُوهُمْ وَاحْصُرُوهُمْ وَاقْعُدُوا لَهُمْ كُلَّ مَرْصَدٍ ۚ فَإِنْ تَابُوا وَأَقَامُوا الصَّلَاةَ وَآتَوُا الزَّكَاةَ فَخَلُّوا سَبِيلَهُمْ ۚ إِنَّ اللَّهَ غَفُورٌ رَحِيمٌ ⑤

৫) পিছত যেতিয়া পৱিত্ৰ কেই মাহ অন্ত হয় সেই (যুঁজাৰু) অংশীবাদীবিলাকক য'তে পোৱা ত'তে বধ কৰাত, আৰু সিহঁতক ধৰি বন্দী কৰাত, আৰু সিহঁতক অবৰোধ কৰাত দোষ হ'ব নালাগে; আৰু প্ৰত্যেক লুকাই থকা ঠাইত সিহঁতৰ চোপ লবা; কিন্তু সিহঁতে যদি অনুতাপ কৰে আৰু নমাজৰ অনুষ্ঠান কৰে আৰু জকাত দান কৰে, সিহঁতৰ বাট মুকলি কৰিবা; কোনো সন্দেহ নাই আল্লা শ্ৰেষ্ঠ ক্ষমাৱন্ত, পৰম দানশীল।

وَإِنْ أَحَدٌ مِنَ الْمُشْرِكِينَ اسْتَجَارَكَ فَأَجِرْهُ حَتَّىٰ يَسْمَعَ كَلَامَ اللَّهِ ثُمَّ أَبْلِغْهُ مَأْمَنَهُ ۚ ذَٰلِكَ بِأَنَّهُمْ قَوْمٌ لَا يَعْلَمُونَ ⑥ ع

৬) আৰু যদি অংশীবাদীবিলাকৰ কোনো এজনে তোমাৰ আশ্ৰয় বিচাৰে তেন্তে সেইজনক আশ্ৰয় দিবা, যাতে সেইজনে আল্লাৰ বাণী মন দি শুনিব পাৰে; পিছত সেইজনক যি ঠাই তাৰ নিমিত্তে নিৰাপদ তালৈ পঠাই দিবা; ইয়াৰ কাৰণ এই, সিহঁত এনে লোক যিবিলাকৰ (এতিয়ালৈকে আল্লাৰ বাণীৰ গুৰুত্বৰ) জ্ঞান হোৱা নাই।

كَيْفَ يَكُونُ لِلْمُشْرِكِينَ عَهْدٌ عِنْدَ اللَّهِ وَعِنْدَ رَسُولِهِ إِلَّا الَّذِينَ عَاهَدْتُمْ عِنْدَ الْمَسْجِدِ الْحَرَامِ ۖ فَمَا اسْتَقَامُوا لَكُمْ فَاسْتَقِيمُوا لَهُمْ ۚ إِنَّ اللَّهَ يُحِبُّ الْمُتَّقِينَ ⑦

৭) যিবিলাকৰ সৈতে পৱিত্ৰ মচ্‌যিদৰ ওচৰত তোমালোক চুক্তিবদ্ধ হৈছিলা সেইবিলাকৰ বাহিৰে আন অংশীবাদীবিলাকৰে সৈতে (যিবিলাকে বাৰে বাৰে চুক্তি লঙ্ঘন কৰিছিল) আল্লা আৰু তেওঁৰ ৰচুলৰ কেনেকৈ চুক্তি স্থাপন হ'ব পাৰে? এতেকে যেতিয়ালৈকে সিহঁতে তোমালোকৰ সৈতে প্ৰতিজ্ঞাপৰায়ণ হৈ থাকে তোমালোকো সিহঁতৰ সৈতে প্ৰতিজ্ঞাপৰায়ণ হৈ থাকিবা; কোনো সন্দেহ নাই যিসকলে আল্লাৰ ভয় ৰাখে সেইসকলক আল্লাই ভাল পায়;

كَيْفَ وَإِنْ يَظْهَرُوا عَلَيْكُمْ لَا يَرْقُبُوا فِيكُمْ إِلًّا وَلَا ذِمَّةً ۚ يُرْضُونَكُمْ بِأَفْوَاهِهِمْ وَتَأْبَىٰ قُلُوبُهُمْ وَأَكْثَرُهُمْ فَاسِقُونَ ⑧

৮) আৰু যদি সিহঁতে তোমালোকৰ ওপৰত প্ৰাধান্য লাভ কৰি তোমালোকৰ বিষয়ে আত্মীয়তাৰ অথবা চুক্তিৰ সম্বন্ধ ৰক্ষা নকৰে তেন্তে কেনেকৈ (সিহঁতৰ সৈতে সন্ধি হ'ব পাৰে)? সিহঁতে মুখৰ কথাৰে তোমালোকক সন্তোষ দিব বিচাৰে কিন্তু সিহঁতৰ অন্তৰসমূহে তাৰ সমৰ্থন নকৰে; আৰু সিহঁতৰ সৰহ ভাগেই অসজ্জাতী।

৯) আল্লাৰ নিদৰ্শনসমূহৰ সলনি সিহঁতে সামান্য মূল্য গ্ৰহণ কৰে, আৰু তেওঁৰ পথৰ পৰা (মানুহক) প্ৰতিৰোধ কৰে; কোনো সন্দেহ নাই, সিহঁতে যি কাৰ্য্য কৰিছে কেনে জঘন্য!

اِشْتَرَوْا بِاٰيٰتِ اللّٰهِ ثَمَنًا قَلِيْلًا فَصَدُّوْا عَنْ سَبِيْلِهٖ ۗ اِنَّهُمْ سَآءَ مَا كَانُوْا يَعْمَلُوْنَ ⑨

১০) (সিহঁতৰ প্ৰতি) যিজনে বিশ্বাস কৰে সেইজনৰ বিষয়ে সিহঁতে আত্মীয়তা অথবা চুক্তিৰ সম্বন্ধ ৰক্ষা নকৰে; আৰু এই বিলাকেই হৈছে সীমালঙ্ঘনকাৰী।

لَا يَرْقُبُوْنَ فِيْ مُؤْمِنٍ اِلًّا وَّلَا ذِمَّةً ؕ وَاُولٰٓئِكَ هُمُ الْمُعْتَدُوْنَ ⑩

১১) কিন্তু যদি সিহঁতে অনুতাপ কৰে আৰু নমাজৰ অনুষ্ঠান কৰে আৰু জকাত দান কৰে, তেন্তে সিহঁত ধৰ্ম্মত তোমালোকৰ ভাই ককাই, আৰু যিবিলাক মানুহৰ জ্ঞান আছে সেইবিলাকৰ নিমিত্তে আমি নিদৰ্শনসমূহ ফট্‌ফটীয়াকৈ বৰ্ণনা কৰোঁ।

فَاِنْ تَابُوْا وَاَقَامُوا الصَّلٰوةَ وَاٰتَوُا الزَّكٰوةَ فَاِخْوَانُكُمْ فِى الدِّيْنِ ؕ وَنُفَصِّلُ الْاٰيٰتِ لِقَوْمٍ يَّعْلَمُوْنَ ⑪

১২) আৰু সিহঁতে যদি চুক্তিত আবদ্ধ হোৱাৰ পাছত নিজৰে শপতবোৰ ভাঙে আৰু তোমা-লোকৰ ধৰ্ম্মৰ নিন্দা কৰে, তেন্তে তোমালোকে অবিশ্বাসৰ নেতৃবৃন্দৰ সৈতে যুদ্ধ কৰিবা, যাতে সিহঁত অন্যায়ৰ পৰা বিৰত থাকে, কিয়নো সিহঁতে নিজৰ শপতবোৰ কেতিয়াও ৰক্ষা নকৰে।

وَاِنْ نَّكَثُوْۤا اَيْمَانَهُمْ مِّنْۢ بَعْدِ عَهْدِهِمْ وَطَعَنُوْا فِيْ دِيْنِكُمْ فَقَاتِلُوْۤا اَئِمَّةَ الْكُفْرِ ۙ اِنَّهُمْ لَاۤ اَيْمَانَ لَهُمْ لَعَلَّهُمْ يَنْتَهُوْنَ ⑫

১৩) যিবিলাকে নিজৰ শপতবোৰ ভাঙিছে আৰু ৰছুলক (ঘৰৰ পৰা) উলিয়াই দিবলৈ অভিসন্ধি পাতিছে, আৰু পোন প্ৰথমে যিবিলাকে (তোমা-লোকৰ বিৰুদ্ধে) অভিযান চলাইছে, সিহঁতৰে সৈতে যুদ্ধ নকৰিবা নে? তোমালোকে সিহঁতক ভয় কৰিছা নে কি? অথচ আল্লা অধিক যোগ্য যে তেওঁলৈ তোমালোকে ভয় ৰাখা, যদিহে তোমা-লোক বিশ্বাসী হোৱা।

اَلَا تُقَاتِلُوْنَ قَوْمًا نَّكَثُوْۤا اَيْمَانَهُمْ وَهَمُّوْا بِاِخْرَاجِ الرَّسُوْلِ وَهُمْ بَدَءُوْكُمْ اَوَّلَ مَرَّةٍ ؕ اَتَخْشَوْنَهُمْ ۚ فَاللّٰهُ اَحَقُّ اَنْ تَخْشَوْهُ اِنْ كُنْتُمْ مُّؤْمِنِيْنَ ⑬

১৪) সিহঁতৰ সৈতে সংগ্ৰাম চলাই থাকা; তোমালোকৰ হাতসমূহেৰে আল্লাই সিহঁতক শাস্তি

قَاتِلُوْهُمْ يُعَذِّبْهُمُ اللّٰهُ بِاَيْدِيْكُمْ وَيُخْزِهِمْ وَيَنْصُرْكُمْ

দিব, আৰু সিহঁতক লাঞ্ছিত কৰিব, আৰু সিহঁতৰ ওপৰত জয়ী হ'বলৈ তোমালোকক সহায় কৰিব, আৰু বিশ্বাসী লোকসকলৰ অন্তৰসমূহত আশ্বাস জন্মাব;

عَلَيْهِمْ وَيَشْفِ صُدُوْرَ قَوْمٍ مُّؤْمِنِيْنَ ﴿١٤﴾

১৫) আৰু তেওঁ সিহঁতৰ অন্তৰসমূহৰ ক্ৰোধ নিবাৰণ কৰিব, আৰু আল্লাই যাৰ ফালে ইচ্ছা তাৰ ফালেই কৃপাদৃষ্টি কৰিব; আৰু আল্লা সৰ্ব্বজ্ঞাতা, শ্ৰেষ্ঠ জ্ঞানী।

وَيُذْهِبْ غَيْظَ قُلُوْبِهِمْ ۗ وَيَتُوْبُ اللّٰهُ عَلٰى مَنْ يَّشَآءُ ۗ وَاللّٰهُ عَلِيْمٌ حَكِيْمٌ ﴿١٥﴾

১৬) তোমালোকে ভাবি লৈছা নে, ইমানতে তোমালোকক এৰি দিয়া হ'ব, অথচ এতিয়ালৈকে আল্লাই তোমালোকৰ মাজৰ সেই সকলৰ পৰীক্ষা লোৱা নাই যিসকলে সংগ্ৰাম কৰিছে, আৰু আল্লা আৰু তেওঁৰ ৰছুল আৰু বিশ্বাসীসকলৰ বাহিৰে আনক অন্তৰৰ বন্ধু বুলি গ্ৰহণ কৰা নাই? আৰু তোমালোকে যি কাৰ্য্য কৰা সেই সম্বন্ধে আল্লা পৰিজ্ঞাত।

اَمْ حَسِبْتُمْ اَنْ تُتْرَكُوْا وَلَمَّا يَعْلَمِ اللّٰهُ الَّذِيْنَ جٰهَدُوْا مِنْكُمْ وَلَمْ يَتَّخِذُوْا مِنْ دُوْنِ اللّٰهِ وَلَا رَسُوْلِهٖ وَلَا الْمُؤْمِنِيْنَ وَلِيْجَةً ۗ وَاللّٰهُ خَبِيْرٌ بِمَا تَعْمَلُوْنَ ﴿١٦﴾

১৭) যিহেতু অংশীবাদীবিলাকে নিজেই নিজৰ বিপক্ষে অবিশ্বাসৰ সাক্ষী দিছে সিহঁতৰ নিমিত্তে আল্লাৰ মচ্‌যিদ্‌সমূহৰ সংস্কাৰ সাধন কৰা নৰ'জে; যিবিলাকৰ কাৰ্য্যসমূহ নিষ্ফল কৰা হ'ব সিবিলাক ইহঁতেই; আৰু সিহঁত স্থায়ীৰূপে বাস কৰিব নৰকৰ অগ্নিত।

مَا كَانَ لِلْمُشْرِكِيْنَ اَنْ يَّعْمُرُوْا مَسٰجِدَ اللّٰهِ شٰهِدِيْنَ عَلٰٓى اَنْفُسِهِمْ بِالْكُفْرِ ۗ اُولٰٓئِكَ حَبِطَتْ اَعْمَالُهُمْ ۚ وَفِى النَّارِ هُمْ خٰلِدُوْنَ ﴿١٧﴾

১৮) আল্লাৰ মচ্‌যিদ্‌সমূহৰ সংস্কাৰ সাধন কৰিবৰ যোগ্য সেইজনেই যিজনে আল্লাত আৰু শেষ দিনত বিশ্বাস কৰিছে, আৰু নমাজৰ অনুষ্ঠান কৰিছে, আৰু জকাত দান কৰিছে, আৰু যিজনে আল্লাত ভিন্ন আনক ভয় নকৰে; শেহত সম্ভৱতঃ এনেবিলাকেই সুপথ-প্ৰাপ্তসকলৰ অন্তৰ্গত হ'ব।

اِنَّمَا يَعْمُرُ مَسٰجِدَ اللّٰهِ مَنْ اٰمَنَ بِاللّٰهِ وَالْيَوْمِ الْاٰخِرِ وَاَقَامَ الصَّلٰوةَ وَاٰتَى الزَّكٰوةَ وَلَمْ يَخْشَ اِلَّا اللّٰهَ فَعَسٰٓى اُولٰٓئِكَ اَنْ يَّكُوْنُوْا مِنَ الْمُهْتَدِيْنَ ﴿١٨﴾

১৯) হয় কৰোঁতাবিলাকৰ নিমিত্তে পানীৰ আয়োজন কৰা আৰু পৱিত্ৰ মচ্‌যিদৰ যত্ন লোৱাৰ

اَجَعَلْتُمْ سِقَايَةَ الْحَآجِّ وَعِمَارَةَ الْمَسْجِدِ الْحَرَامِ

كَمَنْ آمَنَ بِاللَّهِ وَالْيَوْمِ الْآخِرِ وَجَاهَدَ فِي سَبِيلِ
اللَّهِ ۚ لَا يَسْتَوُونَ عِنْدَ اللَّهِ ۗ وَاللَّهُ لَا يَهْدِي الْقَوْمَ
الظَّالِمِينَ ﴿١٩﴾

কাৰ্য্য সেইজনৰ (কাৰ্য্যৰ) তুল্য বুলি তোমালোকে গণ্য কৰিছা নে যিজনে আল্লাত আৰু শেষ দিনত বিশ্বাস স্থাপন কৰিছে আৰু আল্লাৰ পথত সংগ্ৰাম কৰিছে? এই দুবিধ কাৰ্য্য আল্লাৰ দৃষ্টিত সমান হ'ব নোৱাৰে; আৰু অন্যায়কাৰী লোকবিলাকক আল্লাই সুপথ প্ৰদৰ্শন নকৰে।

الَّذِينَ آمَنُوا وَهَاجَرُوا وَجَاهَدُوا فِي سَبِيلِ اللَّهِ
بِأَمْوَالِهِمْ وَأَنْفُسِهِمْ أَعْظَمُ دَرَجَةً عِنْدَ اللَّهِ ۚ وَ
أُولَٰئِكَ هُمُ الْفَائِزُونَ ﴿٢٠﴾

২০) যিসকলে বিশ্বাস কৰিছে আৰু ঘৰবাৰী ত্যাগ কৰিছে, আৰু নিজৰ ধন-সম্পদ আৰু নিজৰ প্ৰাণসমূহ বিসৰ্জন দি আল্লাৰ পথত সংগ্ৰাম কৰিছে, সেইসকলে লাভ কৰিব মহান মৰ্য্যাদা; আৰু সফল-মনোৰথ হোৱা লোক এই সকলেই।

يُبَشِّرُهُمْ رَبُّهُمْ بِرَحْمَةٍ مِنْهُ وَرِضْوَانٍ وَجَنَّاتٍ لَهُمْ
فِيهَا نَعِيمٌ مُقِيمٌ ﴿٢١﴾

২১) তেওঁলোকৰ প্ৰভুৱে তেওঁলোকক শুভ-সংবাদ দান কৰিব নিজ সন্নিধানৰ করুণাৰ, আৰু (নিজ) সন্তুষ্টিৰ, আৰু তেওঁলোকৰ নিমিত্তে এনে উদ্যানসমূহৰ যাৰ মাজত বিৰাজ কৰিব অনন্ত সুখ-সন্তোষ।

خَالِدِينَ فِيهَا أَبَدًا ۚ إِنَّ اللَّهَ عِنْدَهُ أَجْرٌ عَظِيمٌ ﴿٢٢﴾

২২) তাৰ মাজতে তেওঁলোক অৱস্থান কৰিব অনন্তকাল; ইয়াত কোনো সন্দেহ নাই, আল্লাৰেই ওচৰত আছে মহান প্ৰতিদান।

يَا أَيُّهَا الَّذِينَ آمَنُوا لَا تَتَّخِذُوا آبَاءَكُمْ وَإِخْوَانَكُمْ
أَوْلِيَاءَ إِنِ اسْتَحَبُّوا الْكُفْرَ عَلَى الْإِيمَانِ ۚ وَمَنْ يَتَوَلَّهُمْ
مِنْكُمْ فَأُولَٰئِكَ هُمُ الظَّالِمُونَ ﴿٢٣﴾

২৩) হে বিশ্বাসীসকল, যদি তোমালোকৰ পিতৃসকলে আৰু তোমালোকৰ ভ্ৰাতৃসকলে বিশ্বাসতকৈ অবিশ্বাসক বেছি ভাল পায়, তেওঁ-লোকক তোমালোকে বন্ধুৰূপে গ্ৰহণ নকৰিবা; আৰু তোমালোকৰ মাজৰ যিবিলাকে তেওঁ-লোকক বন্ধুৰূপে গ্ৰহণ কৰে, অন্যায়কাৰী লোক সেই বিলাকেই।

قُلْ إِنْ كَانَ آبَاؤُكُمْ وَأَبْنَاؤُكُمْ وَإِخْوَانُكُمْ وَأَزْوَاجُكُمْ
وَعَشِيرَتُكُمْ وَأَمْوَالٌ اقْتَرَفْتُمُوهَا وَتِجَارَةٌ تَخْشَوْنَ

২৪) তুমি কোৱাঁ, তোমালোকৰ পিতৃবিলাক, আৰু তোমালোকৰ পুত্ৰবিলাক, আৰু তোমা-লোকৰ ভ্ৰাতৃবৃন্দ, আৰু তোমালোকৰ পত্নীবিলাক, আৰু তোমালোকৰ আত্মীয়স্বজন, আৰু যি

كَسَادَهَا وَمَسٰكِنُ تَرْضَوْنَهَآ اَحَبَّ اِلَيْكُمْ مِّنَ اللّٰهِ
وَرَسُوْلِهٖ وَجِهَادٍ فِيْ سَبِيْلِهٖ فَتَرَبَّصُوْا حَتّٰى يَاْتِيَ
ع اللّٰهُ بِاَمْرِهٖ ؕ وَاللّٰهُ لَا يَهْدِي الْقَوْمَ الْفٰسِقِيْنَ ﴿٢٤﴾

ধন-সম্পত্তি তোমালোকে অৰ্জ্জন কৰিছা, আৰু যি ব্যৱসা শিথিল হোৱাৰ তোমালোকে আশঙ্কা কৰা, এনে বাসস্থানসমূহ যি তোমালোকে ভাল পোৱা,— এই সকলোবিলাক যদি তোমালোকৰ কাৰণে আল্লা, আৰু তেওঁৰ ৰচুলতকৈ, আৰু তেওঁৰ পথত সংগ্ৰাম কৰাতকৈ বেছি প্ৰীতিকৰ হয়, তেন্তে তোমালোকে আল্লাই নিজৰ মীমাংসা প্ৰকাশ কৰালৈকে অপেক্ষা কৰাঁ; আৰু আল্লাই অবাধ্য লোকবিলাকক পথ প্ৰদৰ্শন নকৰে।

لَقَدْ نَصَرَكُمُ اللّٰهُ فِيْ مَوَاطِنَ كَثِيْرَةٍ ۙ وَّيَوْمَ حُنَيْنٍ ۙ
اِذْ اَعْجَبَتْكُمْ كَثْرَتُكُمْ فَلَمْ تُغْنِ عَنْكُمْ شَيْـًٔا وَّ
ضَاقَتْ عَلَيْكُمُ الْاَرْضُ بِمَا رَحُبَتْ ثُمَّ وَلَّيْتُمْ
مُّدْبِرِيْنَ ﴿٢٥﴾

২৫) স্বৰূপতে আল্লাই বহু যুদ্ধক্ষেত্ৰত তোমালোকক সহায় কৰিছে, আৰু হুনাইন-যুদ্ধৰ দিনাও (সহায় কৰিছিল)—যিদিনা তোমালোকৰ সংখ্যাৰ অধিকতাই তোমালোকৰ মনত অহঙ্কাৰ জন্মাইছিল, কিন্তু তাৰে তোমালোকৰ একো লাভ হোৱা নাছিল; বৰং এই পৃথিৱী প্ৰশস্ত হোৱা সত্ত্বেও তোমালোকৰ নিমিত্তে সঙ্কীৰ্ণ হৈ পৰিছিল; ফলত তোমালোকে পিঠি দেখুৱাই পিছ হুঁহকি গৈছিলা।

ثُمَّ اَنْزَلَ اللّٰهُ سَكِيْنَتَهٗ عَلٰى رَسُوْلِهٖ وَعَلَى الْمُؤْمِنِيْنَ
وَاَنْزَلَ جُنُوْدًا لَّمْ تَرَوْهَا وَعَذَّبَ الَّذِيْنَ كَفَرُوْا
وَذٰلِكَ جَزَآءُ الْكٰفِرِيْنَ ﴿٢٦﴾

২৬) পিছত আল্লাই নিজ ৰচুলৰ প্ৰতি, আৰু বিশ্বাসীসকলৰ প্ৰতি, নিজ ফালৰ পৰা শান্তি অৱতীৰ্ণ কৰিছিল, আৰু এনে এদল সৈন্য নমাই পঠিয়াইছিল যিবিলাকক তোমালোকে দেখা পোৱা নাছিলা; আৰু যিবিলাক অবিশ্বাসী হৈছিল সেইবিলাকক তেওঁ (এইদৰে) শাস্তি প্ৰদান কৰিছিল; আৰু অবিশ্বাসীবিলাকৰ এয়ে প্ৰতিফল।

ثُمَّ يَتُوْبُ اللّٰهُ مِنْۢ بَعْدِ ذٰلِكَ عَلٰى مَنْ يَّشَآءُ ؕ وَاللّٰهُ
غَفُوْرٌ رَّحِيْمٌ ﴿٢٧﴾

২৭) তাৰ পাছত আল্লাই যাৰ প্ৰতি ইচ্ছা তাৰ প্ৰতি নিজ কৰুণাৰে সৈতে প্ৰত্যাবৰ্ত্তন কৰিব; আৰু আল্লা শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানশীল।

يٰٓاَيُّهَا الَّذِيْنَ اٰمَنُوْٓا اِنَّمَا الْمُشْرِكُوْنَ نَجَسٌ فَلَا يَقْرَبُوا
الْمَسْجِدَ الْحَرَامَ بَعْدَ عَامِهِمْ هٰذَا ۚ وَاِنْ خِفْتُمْ

২৮) হে বিশ্বাসীসকল প্ৰকৃত কথা এয়ে, অংশীবাদীবিলাক (আধ্যাত্মিকৰূপে) অশুচি, গতিকে সিহঁতৰ (হিচাবে) এই বছৰৰ পৰা সিহঁত যেন পৱিত্ৰ মচ্‌যিদৰ ওচৰ নাচাপে; আৰু তোমালোকে

যদি দাৰিদ্ৰ্যৰ আশঙ্কা কৰা, তেন্তে (জানিবা) আল্লাই ইচ্ছা কৰিলে নিজ কৃপা গুণে তোমালোকক সঙ্গতিসম্পন্ন কৰিব ; বাস্তৱতে আল্লা সৰ্ব্বজ্ঞাতা, শ্ৰেষ্ঠ জ্ঞানী।

عَيْلَةً فَسَوْفَ يُغْنِيكُمُ اللَّهُ مِن فَضْلِهِ إِن شَاءَ ۚ إِنَّ اللَّهَ عَلِيمٌ حَكِيمٌ ﴿٢٨﴾

২৯) পুথি পোৱাবিলাকৰ মাজৰ যিবিলাকে আল্লাত আৰু শেষ দিনত বিশ্বাস নকৰে, আৰু তেওঁৰ ৰচুলে যি অবৈধ কৰিছে তাক অবৈধ বুলি গণ্য নকৰে আৰু সত্য ধৰ্ম্মৰ অনুবৰ্ত্তন নকৰে, সেইবিলাকৰ বিৰুদ্ধেও তোমালোকে যুদ্ধ কৰিবা, যেতিয়ালৈকে সিহঁত নিজৰ অধীনতা স্বীকাৰ কৰি নিজ হাতেৰে যিজ্‌য়া আদায় নকৰে।

قَاتِلُوا الَّذِينَ لَا يُؤْمِنُونَ بِاللَّهِ وَلَا بِالْيَوْمِ الْآخِرِ وَلَا يُحَرِّمُونَ مَا حَرَّمَ اللَّهُ وَرَسُولُهُ وَلَا يَدِينُونَ دِينَ الْحَقِّ مِنَ الَّذِينَ أُوتُوا الْكِتَابَ حَتَّىٰ يُعْطُوا الْجِزْيَةَ عَن يَدٍ وَهُمْ صَاغِرُونَ ﴿٢٩﴾

৩০) আৰু ইহুদীবিলাকে কয়, এজ্‌ৰা আল্লাৰ পুত্ৰ, আৰু খৃষ্টিয়ানবিলাকে কয়, মচীহ আল্লাৰ পুত্ৰ ; ই সিহঁতৰ নিজ মুখসমূহৰ কথা মাথোন ; যিবিলাক আগতে অবিশ্বাসী হৈছিল সেইবিলাকৰ কথাৰহে সিহঁতে অনুকৰণ কৰিছে। সিহঁতৰ প্ৰতি আল্লাৰ অভিশাপ পৰক! সিহঁতক কোনফালে ঘূৰাই নিয়া হৈছে!

وَقَالَتِ الْيَهُودُ عُزَيْرٌ ابْنُ اللَّهِ وَقَالَتِ النَّصَارَى الْمَسِيحُ ابْنُ اللَّهِ ۖ ذَٰلِكَ قَوْلُهُم بِأَفْوَاهِهِمْ ۖ يُضَاهِئُونَ قَوْلَ الَّذِينَ كَفَرُوا مِن قَبْلُ ۚ قَاتَلَهُمُ اللَّهُ ۚ أَنَّىٰ يُؤْفَكُونَ ﴿٣٠﴾

৩১) সিহঁতে আল্লাক এৰি নিজ শাস্ত্ৰজ্ঞবিলাকক আৰু নিজ মঠবাসী সন্ন্যাসীবিলাকক আৰু মৰয়মৰ পুত্ৰ মচীহক প্ৰভুৰূপে গ্ৰহণ কৰিছে, অথচ সিহঁতক ইয়াকে মাথোন আদেশ দিয়া হৈছিল, সিহঁতে যেন একেজন উপাস্যৰ আৰাধনা কৰে, যিজনৰ বাহিৰে আন উপাস্য নাই ; সিহঁতে যে আইনক তেওঁৰ সমানে উপাস্য পাতি লৈছে তাৰ পৰা তেওঁ পৰম পবিত্ৰ।

اتَّخَذُوا أَحْبَارَهُمْ وَرُهْبَانَهُمْ أَرْبَابًا مِّن دُونِ اللَّهِ وَالْمَسِيحَ ابْنَ مَرْيَمَ وَمَا أُمِرُوا إِلَّا لِيَعْبُدُوا إِلَٰهًا وَاحِدًا ۖ لَّا إِلَٰهَ إِلَّا هُوَ ۚ سُبْحَانَهُ عَمَّا يُشْرِكُونَ ﴿٣١﴾

৩২) সিহঁতে নিজৰ মুখসমূহৰে ফু-মাৰি আল্লাৰ জেউতি নুমাবলৈ ইচ্ছা কৰে ; কিন্তু আল্লাই নিজ জেউতি পূৰ্ণ নকৰাকৈ নাথাকে, যদিও অবিশ্বাসী-বিলাকে তাকে ভাল নাপায়।

يُرِيدُونَ أَن يُطْفِئُوا نُورَ اللَّهِ بِأَفْوَاهِهِمْ وَيَأْبَى اللَّهُ إِلَّا أَن يُتِمَّ نُورَهُ وَلَوْ كَرِهَ الْكَافِرُونَ ﴿٣٢﴾

৩৩) তেৱেঁই সুপথ আৰু সত্য ধৰ্ম্মৰে সৈতে তেওঁৰ ৰচুলক প্ৰেৰণ কৰিছে, যাতে তেওঁ তাৰ শ্ৰেষ্ঠতা সকলো ধৰ্ম্মৰ ওপৰত স্থাপন কৰে, যদিও অংশীবাদীবিলাকে তাকে ভাল নাপায়।

هُوَ الَّذِيْٓ اَرْسَلَ رَسُوْلَهٗ بِالْهُدٰى وَدِيْنِ الْحَقِّ لِيُظْهِرَهٗ
عَلَى الدِّيْنِ كُلِّهٖ ۙ وَلَوْ كَرِهَ الْمُشْرِكُوْنَ ﴿٣٣﴾

৩৪) হে বিশ্বাসীসকল, সঁচাকৈয়ে শাস্ত্ৰজ্ঞবিলাকৰ আৰু মঠবাসী সন্ন্যাসী বিলাকৰ বহুতে মানুহৰ ধন-সম্পত্তি অসত্যৰূপে গ্ৰাস কৰে, আৰু সিহঁতে আল্লাৰ পথৰ পৰা মানুহক প্ৰতিৰোধ কৰে। আৰু যিবিলাকে সোণ ৰূপ সাঁচি থয়, আৰু তাকে আল্লাৰ পথত ব্যয় নকৰে, সেইবিলাকক তুমি যন্ত্ৰণাদায়ক শাস্তিৰ সংবাদ দিয়া।

يٰٓاَيُّهَا الَّذِيْنَ اٰمَنُوْٓا اِنَّ كَثِيْرًا مِّنَ الْاَحْبَارِ وَالرُّهْبَانِ
لَيَاْكُلُوْنَ اَمْوَالَ النَّاسِ بِالْبَاطِلِ وَيَصُدُّوْنَ عَنْ
سَبِيْلِ اللّٰهِ ۗ وَالَّذِيْنَ يَكْنِزُوْنَ الذَّهَبَ وَالْفِضَّةَ
وَلَا يُنْفِقُوْنَهَا فِيْ سَبِيْلِ اللّٰهِ ۙ فَبَشِّرْهُمْ بِعَذَابٍ
اَلِيْمٍ ﴿٣٤﴾

৩৫) সেইদিনা সেই (সাঁচি থোৱা) ধন নৰকৰ অগ্নিত তপত কৰা হ'ব; আৰু তাৰে সৈতে সিহঁতৰ কঁপালবোৰত আৰু সিহঁতৰ কাষবোৰত আৰু সিহঁতৰ পিঠিবোৰত (পুৰি) দাগ দিয়া হ'ব; (তেতিয়া সিহঁতক কোৱা হ'ব,) যি তোমালোকে নিজে ভোগ কৰিবলৈ সাঁচি থৈছিলা এই বোৰেই; গতিকে যি সাঁচি থৈছিলা তাৰে (আজি) সোঁৱাদ লোৱাঁ।

يَّوْمَ يُحْمٰى عَلَيْهَا فِيْ نَارِ جَهَنَّمَ فَتُكْوٰى بِهَا جِبَاهُهُمْ
وَجُنُوْبُهُمْ وَظُهُوْرُهُمْ ۗ هٰذَا مَا كَنَزْتُمْ لِاَنْفُسِكُمْ
فَذُوْقُوْا مَا كُنْتُمْ تَكْنِزُوْنَ ﴿٣٥﴾

৩৬) বাস্তৱতে আল্লাই আকাশমণ্ডলী আৰু পৃথিৱী সৃজন কৰাৰ দিনৰে পৰা আল্লাৰ লিপিত তেৱেঁ নিৰ্ণয় কৰা মাহসমূহৰ গণনা হৈছে বাৰটা মাহ, তাৰে,মাজৰ চাৰিটা মাহ পৱিত্ৰ ; সেয়ে সঠিক নিয়ম, গতিকে এই কেইটা মাহৰ ভিতৰত (তাৰ পৱিত্ৰতা লঙ্ঘন কৰি) তোমালোকে নিজৰ প্ৰতি অন্যায় নকৰিবা, আৰু যিদৰে অংশীবাদীবিলাকে একেলগ হৈ তোমালোকৰ সৈতে যুদ্ধ কৰিছে সেইদৰে তোমালোকেও একেলগ হৈ সিহঁতৰ সৈতে যুদ্ধ কৰিবা, আৰু জানি থোৱাঁ, আল্লা ধৰ্ম্ম-পৰায়ণসকলৰ সঙ্গী।

اِنَّ عِدَّةَ الشُّهُوْرِ عِنْدَ اللّٰهِ اثْنَا عَشَرَ شَهْرًا فِيْ كِتٰبِ
اللّٰهِ يَوْمَ خَلَقَ السَّمٰوٰتِ وَالْاَرْضَ مِنْهَآ اَرْبَعَةٌ حُرُمٌ ۗ
ذٰلِكَ الدِّيْنُ الْقَيِّمُ ۙ فَلَا تَظْلِمُوْا فِيْهِنَّ اَنْفُسَكُمْ
وَقَاتِلُوا الْمُشْرِكِيْنَ كَاۤفَّةً كَمَا يُقَاتِلُوْنَكُمْ كَاۤفَّةً ۗ
وَاعْلَمُوْٓا اَنَّ اللّٰهَ مَعَ الْمُتَّقِيْنَ ﴿٣٦﴾

৩৭) (পৱিত্ৰ মাহ) পাছলৈ নিয়াটো অবিশ্বাস

اِنَّمَا النَّسِيْۤءُ زِيَادَةٌ فِي الْكُفْرِ يُضَلُّ بِهِ الَّذِيْنَ كَفَرُوْا

يُحِلُّونَهُ عَامًا وَيُحَرِّمُونَهُ عَامًا لِّيُوَاطِـُٔوا عِدَّةَ مَا
حَرَّمَ اللَّهُ فَيُحِلُّوا مَا حَرَّمَ اللَّهُ ۚ زُيِّنَ لَهُمْ سُوٓءُ
أَعْمَالِهِمْ ۗ وَاللَّهُ لَا يَهْدِي الْقَوْمَ الْكَافِرِينَ ٣٧

বঢ়াই লোৱাৰ বাহিৰে একো নহয়; ইয়াৰ দবাৰা অবিশ্বাসীবিলাকক (আৰু বেছিকৈ) বিপথে নিয়াহে হয়; এটা বছৰত সিহঁতে যিটো মাহ বৈধ কৰে সেইটো মাহকে আন বছৰত অবৈধ কৰে, যাতে আল্লাই নিৰ্দ্দিষ্ট কৰা পৱিত্ৰ মাঁহৰ সংখ্যাৰ সৈতে সমন্বয় ৰাখিব পাৰে; তাৰ ফলত যিটো মাহ আল্লাই অবৈধ কৰিছে তাকে সিহঁতে বৈধ কৰে; (এইদৰে) সিহঁতৰ কুকাৰ্য্যসমূহ সিহঁতৰ চকুত শোভনীয় হৈ পৰে। আৰু আল্লাই অবিশ্বাসী লোকক সুপথ প্ৰদৰ্শন নকৰে।

يَا أَيُّهَا الَّذِينَ آمَنُوا مَا لَكُمْ إِذَا قِيلَ لَكُمُ انفِرُوا
فِي سَبِيلِ اللَّهِ اثَّاقَلْتُمْ إِلَى الْأَرْضِ ۚ أَرَضِيتُم بِالْحَيَاةِ
الدُّنْيَا مِنَ الْآخِرَةِ ۚ فَمَا مَتَاعُ الْحَيَاةِ الدُّنْيَا فِي
الْآخِرَةِ إِلَّا قَلِيلٌ ٣٨

৩৮) হে বিশ্বাসীসকল, তোমালোকৰ এনে অৱস্থা কিয়, যেতিয়া তোমালোকক আদেশ দিয়া হয় আল্লাৰ পথত ৰণ কৰিবলৈ ওলাই যোৱাঁ, তোমালোকে গধুৰ হৈ মাটিত পৰি লাগি থাকা? পৰকালতকৈ ইহকালৰ জীৱনত তোমালোক বেছি সন্তুষ্ট হৈছা নে? অথচ পৰকালৰ ৰিজনিত ইহকালৰ জীৱনৰ ভোগ-উপভোগ অলপীয়া মাথোন।

إِلَّا تَنفِرُوا يُعَذِّبْكُمْ عَذَابًا أَلِيمًا وَيَسْتَبْدِلْ قَوْمًا
غَيْرَكُمْ وَلَا تَضُرُّوهُ شَيْئًا ۗ وَاللَّهُ عَلَىٰ كُلِّ شَيْءٍ قَدِيرٌ ٣٩

৩৯) যদি তোমালোকে (ৰণলৈ) ওলাই নোযোৱা তেওঁ তোমালোকক ভোগ কৰিবলৈ দিব যন্ত্ৰণাদায়ক শাস্তি, আৰু তোমালোকৰ সলনি অইন এটা জাতিক প্ৰতিষ্ঠিত কৰিব; আৰু তোমালোকে তেওঁৰ কোনো ক্ষতি কৰিব নোৱাৰিবা; আৰু সকলো বস্তুৰ ওপৰত আল্লাৰ আছে মহান ক্ষমতা।

إِلَّا تَنصُرُوهُ فَقَدْ نَصَرَهُ اللَّهُ إِذْ أَخْرَجَهُ الَّذِينَ كَفَرُوا
ثَانِيَ اثْنَيْنِ إِذْ هُمَا فِي الْغَارِ إِذْ يَقُولُ لِصَاحِبِهِ
لَا تَحْزَنْ إِنَّ اللَّهَ مَعَنَا ۖ فَأَنزَلَ اللَّهُ سَكِينَتَهُ عَلَيْهِ

৪০) যদি তোমালোকে তেওঁক (ৰচুলক) সহায় নকৰা তেন্তে (স্মৰণ কৰাঁ) অবিশ্বাসীবিলাকে (নগৰৰ পৰা) তেওঁক উলিয়াই দিওঁতে আল্লাইহে স্বৰূপতে তেওঁক সহায় কৰিছিল; তেতিয়া দুয়োজন গুহাৰ ভিতৰত আশ্ৰয় লৈছিল; দুজনৰ মাজত তেওঁ আছিল এজন; তেওঁ নিজ সঙ্গীজনক কৈছিল, তুমি বেজাৰ নকৰিবা, নিশ্চয় আল্লা আছে

وَاَيَّدَهٗ بِجُنُوۡدٍ لَّمۡ تَرَوۡهَا وَجَعَلَ كَلِمَةَ الَّذِيۡنَ كَفَرُوا السُّفۡلٰى ؕ وَكَلِمَةُ اللّٰهِ هِىَ الۡعُلۡيَا ؕ وَاللّٰهُ عَزِيۡزٌ حَكِيۡمٌ ۝٤٠

আমাৰ লগতে। শেহত তেওঁৰ প্ৰতি আল্লাই নিজ ফালৰ পৰা অৱতীৰ্ণ কৰিছিল শান্তি; আৰু তেওঁক এনেবিলাক সেনা দি সহায় কৰিছিল যিবিলাকক তোমালোকে দেখা পোৱা নাছিলা; আৰু অবিশ্বাসীবিলাকৰ বাক্যক তেওঁ তল্নিয়া কৰিলে, আৰু যি আল্লাৰ বাক্য সেয়ে উন্নত; আৰু আল্লাই শক্তিশালী, শ্ৰেষ্ঠ জ্ঞানী।

اِنۡفِرُوۡا خِفَافًا وَّثِقَالًا وَّجَاهِدُوۡا بِاَمۡوَالِكُمۡ وَاَنۡفُسِكُمۡ فِىۡ سَبِيۡلِ اللّٰهِ ؕ ذٰ لِكُمۡ خَيۡرٌ لَّـكُمۡ اِنۡ كُنۡتُمۡ تَعۡلَمُوۡنَ ۝٤١

৪১) তোমালোক (ৰণলৈ) ওলাই যোৱাঁ, লঘু ভাৰ লৈ আৰু গধুৰ ভাৰ লৈ; আৰু আল্লাৰ পথত সংগ্ৰাম কৰা, নিজৰ ধন সম্পত্তি আৰু নিজৰ প্ৰাণসমূহ উৎসৰ্গ কৰি; সেয়ে তোমালোকৰ পক্ষে কল্যাণকৰ, যদিহে তোমালোকৰ জ্ঞান থাকে।

لَوۡ كَانَ عَرَضًا قَرِيۡبًا وَّسَفَرًا قَاصِدًا لَّاتَّبَعُوۡكَ وَلٰـكِنۡۢ بَعُدَتۡ عَلَيۡهِمُ الشُّقَّةُ ؕ وَسَيَحۡلِفُوۡنَ بِاللّٰهِ لَوِ اسۡتَطَعۡنَا لَخَرَجۡنَا مَعَكُمۡ ۚ يُهۡلِكُوۡنَ اَنۡفُسَهُمۡ ۚ وَاللّٰهُ يَعۡلَمُ اِنَّهُمۡ لَـكٰذِبُوۡنَ ۝٤٢

৪২) লাভৰ আশা সদ্যহ আৰু ভ্ৰমণ চুটি হোৱা হলে সিহঁত নিশ্চয় তোমাৰ অনুসৰণ কৰিলেহেঁতেন; কিন্তু যুদ্ধ যাত্ৰা চকুত লাগিল কঠিন, দীঘলীয়া। অথচ সিহঁতে আল্লাৰ নাম লৈ শপত খাই কৈছিল, সক্ষম হোৱা হলে আমিও তোমালোকৰ লগতে নিশ্চয় ওলাই পৰিলোঁহেঁতেন। (এনে কাৰ্য্য কৰি) সিহঁতে নিজ আত্মাসমূহৰহে ধ্বংস সাধন কৰিছে; আৰু সিহঁত যে নিশ্চয় মিথ্যাবাদী আল্লাই জানে।

عَفَا اللّٰهُ عَنۡكَ ۚ لِمَ اَذِنۡتَ لَهُمۡ حَتّٰى يَتَبَيَّنَ لَكَ الَّذِيۡنَ صَدَقُوۡا وَتَعۡلَمَ الۡـكٰذِبِيۡنَ ۝٤٣

৪৩) আল্লাই তোমাৰ চিন্তা দূৰ কৰক! সত্যবাদীবিলাকৰ সত্যতা তোমাৰ আগত সুস্পষ্ট নোহোৱালৈকে আৰু মিথ্যাবাদীবিলাকক তুমি চিনি নোপোৱালৈকে কিয় সিহঁতক (যুদ্ধলৈ যোৱাৰ পৰা অব্যাহতিৰ) অনুমতি দিছিলা?

لَا يَسۡتَاۡذِنُكَ الَّذِيۡنَ يُؤۡمِنُوۡنَ بِاللّٰهِ وَالۡيَوۡمِ الۡاٰخِرِ اَنۡ يُّجَاهِدُوۡا بِاَمۡوَالِهِمۡ وَاَنۡفُسِهِمۡ ؕ وَاللّٰهُ عَلِيۡمٌۢ بِالۡمُتَّقِيۡنَ ۝٤٤

৪৪) যিসকলে আল্লাত আৰু শেষ বিচাৰৰ দিনত বিশ্বাস কৰে সেইসকলে নিজৰ ধন-সম্পদ আৰু নিজৰ প্ৰাণসমূহ বিসৰ্জন দি সংগ্ৰামত যোগ দিয়াৰ পৰা (অব্যাহতিৰ) অনুমতি তোমাৰ পৰা নিবিচাৰে; আৰু ধৰ্ম্মপৰায়ণসকলক আল্লাই ভালকৈ জানে।

৪৫) কেৱল সেইবিলাকেই তোমাৰ পৰা (অব্যাহতিৰ) অনুমতি বিচাৰে যিবিলাকে আল্লাত আৰু শেষ বিচাৰৰ দিনত বিশ্বাস নকৰে; কিয়নো সিহঁতৰ অন্তৰসমূহ সন্দেহৰে পৰিপূৰ্ণ; সেই দেখি সিহঁতে নিজৰ সন্দেহৰ মাজতে দোধোৰমোৰ অৱস্থাত পৰি থাকে।

إِنَّمَا يَسْتَأْذِنُكَ الَّذِينَ لَا يُؤْمِنُونَ بِاللَّهِ وَالْيَوْمِ الْآخِرِ وَارْتَابَتْ قُلُوبُهُمْ فَهُمْ فِي رَيْبِهِمْ يَتَرَدَّدُونَ ﴿٤٥﴾

৪৬) আৰু ৰণলৈ ওলাবলৈ ইচ্ছা কৰা হলে তাৰ কাৰণে সিহঁতে কিছু পৰিমাণে নিশ্চয় আয়োজনো কৰিলেহেঁতেন; কিন্তু সিহঁতৰ পক্ষে ৰণলৈ ওলাই যোৱা আল্লাই ভাল পোৱা নাছিল; গতিকে তেওঁ সিহঁতক পিছ হুঁহকি থাকিবলৈ দিলে; আৰু সিহঁতক যেন কোৱা হৈছিল, (ঘৰতে) বহি থকাবিলাকৰ লগতে তোমালোকো বহি থাকাঁ।

وَلَوْ أَرَادُوا الْخُرُوجَ لَأَعَدُّوا لَهُ عُدَّةً وَلَٰكِن كَرِهَ اللَّهُ انبِعَاثَهُمْ فَثَبَّطَهُمْ وَقِيلَ اقْعُدُوا مَعَ الْقَاعِدِينَ ﴿٤٦﴾

৪৭) তোমালোকৰ লগতে সিহঁতো (ৰণলৈ) ওলোৱা হলে সিহঁতে তোমালোকৰ আতুৰণিহে বৃদ্ধি কৰিলেহেঁতেন, আৰু তোমালোকৰ মাজত বিচ্ছেদ সৃষ্টি কৰিবৰ অৰ্থে সিহঁতে তোমালোকৰ দলৰ মাজেদি ল'ৰা-ঢপৰাহে কৰিলেহেঁতেন; আৰু তোমালোকৰ মাজতো এনেবিলাক আছিল যিবিলাকে সিহঁতৰ কু-কথাত কাণ দিলেহেঁতেন; আৰু অন্যায়কাৰীবিলাকক আল্লাই ভালকৈ জানে।

لَوْ خَرَجُوا فِيكُم مَّا زَادُوكُمْ إِلَّا خَبَالًا وَلَأَوْضَعُوا خِلَالَكُمْ يَبْغُونَكُمُ الْفِتْنَةَ وَفِيكُمْ سَمَّاعُونَ لَهُمْ ۗ وَاللَّهُ عَلِيمٌ بِالظَّالِمِينَ ﴿٤٧﴾

৪৮) স্বৰূপতে ইতিপূৰ্বেও সিহঁতে বিচ্ছেদ সৃষ্টি কৰিবলৈ বিচাৰিছিল, আৰু তোমাৰ কাৰ্য্যসমূহ ওলট্-পালট কৰিবলৈ অভিসন্ধি পাতিছিল; সিহঁতৰ অনিচ্ছা সত্বেও সত্যৰ আগমন হ'ল, আৰু আল্লাৰ মীমাংসা প্ৰস্ফুটিত হৈ পৰিল।

لَقَدِ ابْتَغَوُا الْفِتْنَةَ مِن قَبْلُ وَقَلَّبُوا لَكَ الْأُمُورَ حَتَّىٰ جَاءَ الْحَقُّ وَظَهَرَ أَمْرُ اللَّهِ وَهُمْ كَارِهُونَ ﴿٤٨﴾

৪৯) আৰু সিহঁতৰ মাজত এনে মানুহো আছিল যি ইয়াকে কৈছিল মোক (ইয়াতে থাকিবলৈ) অনুমতি দিয়াঁ আৰু মোক পৰীক্ষাত নেপেলাবা; অথচ এনেবিলাক মানুহ এতিয়াও পৰীক্ষাত পৰি আছে। আৰু অবিশ্বাসীবিলাকক নিশ্চয় নৰকে আগুৰি ধৰিব।

وَمِنْهُم مَّن يَقُولُ ائْذَن لِّي وَلَا تَفْتِنِّي ۚ أَلَا فِي الْفِتْنَةِ سَقَطُوا ۗ وَإِنَّ جَهَنَّمَ لَمُحِيطَةٌ بِالْكَافِرِينَ ﴿٤٩﴾

(৫০) তোমাৰ মঙ্গল ঘটিলে সিহঁতে বেজাৰ কৰে; কিন্তু যদি তোমাৰ ওপৰত কোনো বিপদ পৰে সিহঁতে কয়, স্বৰূপতে ইয়াৰ প্ৰতিকাৰৰ নিমিত্তেই আগৰে পৰা আমি যত্ন লৈছিলোঁ; আৰু (ইয়াকে কৈ) সিহঁত প্ৰফুল্ল মনেৰে উভতি যায়।

إِن تُصِبۡكَ حَسَنَةٞ تَسُؤۡهُمۡۖ وَإِن تُصِبۡكَ مُصِيبَةٞ يَقُولُواْ قَدۡ أَخَذۡنَآ أَمۡرَنَا مِن قَبۡلُ وَيَتَوَلَّواْ وَّهُمۡ فَرِحُونَ ۝٥٠

(৫১) তুমি কোৱাঁ, আমাৰ নিমিত্তে আল্লাই যি লিপিবদ্ধ কৰি থৈছে তাৰ বাহিৰে কোনো বিপদ আমাৰ ওপৰত কেতিয়াও নপৰে; তেৱেঁই আমাৰ সংৰক্ষক; আৰু বিশ্বাসীসকলে তেওঁৰেই ওপৰত ভৰসা ৰখা উচিত।

قُل لَّن يُصِيبَنَآ إِلَّا مَا كَتَبَ ٱللَّهُ لَنَا هُوَ مَوۡلَىٰنَاۚ وَعَلَى ٱللَّهِ فَلۡيَتَوَكَّلِ ٱلۡمُؤۡمِنُونَ ۝٥١

(৫২) তুমি কোৱাঁ, আমাৰ পক্ষে দুইটিৰ এটি মঙ্গলৰ বাহিৰে আন (কোনো দুৰ্ঘটনাৰ) অপেক্ষা কৰিছা নেকি? কিন্তু আমি তোমালোকৰ সম্বন্ধে ইয়াৰে অপেক্ষা কৰিছোঁ যে আল্লাই নিজ ফালৰ পৰা নাইবা আমাৰ হাতসমূহ দ্বাৰা তোমালোকক শাস্তি প্ৰদান কৰে; এতেকে তোমালোকে অপেক্ষা কৰাঁ; আমিও তোমালোকৰ লগতে অপেক্ষা কৰি থাকিম।

قُلۡ هَلۡ تَرَبَّصُونَ بِنَآ إِلَّآ إِحۡدَى ٱلۡحُسۡنَيَيۡنِۖ وَنَحۡنُ نَتَرَبَّصُ بِكُمۡ أَن يُصِيبَكُمُ ٱللَّهُ بِعَذَابٖ مِّنۡ عِندِهِۦٓ أَوۡ بِأَيۡدِينَاۖ فَتَرَبَّصُوٓاْ إِنَّا مَعَكُم مُّتَرَبِّصُونَ ۝٥٢

(৫৩) কোৱাঁ, তোমালোকে নিজ ইচ্ছা বা অনিচ্ছাৰে ধন ব্যয় কৰাঁ; তোমালোকৰ পৰা এনে ধন কেতিয়াও গ্ৰহণ কৰা নহ'ব; (কিয়নো) নিশ্চয় তোমালোক অবাধ্য জাতি।

قُلۡ أَنفِقُواْ طَوۡعًا أَوۡ كَرۡهٗا لَّن يُتَقَبَّلَ مِنكُمۡ إِنَّكُمۡ كُنتُمۡ قَوۡمٗا فَٰسِقِينَ ۝٥٣

(৫৪) আৰু সিহঁতৰ অৰ্থদান সিহঁতৰ পৰা গৃহীত নোহোৱাৰ প্ৰতিৰোধ ইয়াৰ বাহিৰে একো নাই যে সিহঁতে আল্লাত আৰু তেওঁৰ ৰচুলত অবিশ্বাস কৰিছে, আৰু সিহঁতে যেতিয়া নমাজলৈ আহে এলেহুৱা হৈহে আহে, আৰু (ধৰ্ম্মৰ কাৰণে) সিহঁতে অনিচ্ছাৰেহে ধনব্যয় কৰে।

وَمَا مَنَعَهُمۡ أَن تُقۡبَلَ مِنۡهُمۡ نَفَقَٰتُهُمۡ إِلَّآ أَنَّهُمۡ كَفَرُواْ بِٱللَّهِ وَبِرَسُولِهِۦ وَلَا يَأۡتُونَ ٱلصَّلَوٰةَ إِلَّا وَهُمۡ كُسَالَىٰ وَلَا يُنفِقُونَ إِلَّا وَهُمۡ كَٰرِهُونَ ۝٥٤

(৫৫) এতেকে সিহঁতৰ ধন-সম্পত্তিয়ে আৰু সিহঁতৰ সন্তান-সন্ততিয়ে তোমাক যেন বিস্মিত

فَلَا تُعۡجِبۡكَ أَمۡوَٰلُهُمۡ وَلَآ أَوۡلَٰدُهُمۡۚ إِنَّمَا يُرِيدُ

اللّٰهُ لِيُعَذِّبَهُمْ بِهَا فِي الْحَيٰوةِ الدُّنْيَا وَتَزْهَقَ اَنْفُسُهُمْ وَهُمْ كٰفِرُوْنَ ۝٥٥

নকৰে; আল্লাই ইয়াকেহে ইচ্ছা কৰিছে, পাৰ্থিব জীৱনত সিহঁতক এই বিলাকৰ দ্বাৰা শাস্তি দিব আৰু অবিশ্বাসী অৱস্থাতেই যেন সিহঁতৰ প্ৰাণসমূহৰ প্ৰয়াণ হয়।

وَيَحْلِفُوْنَ بِاللّٰهِ اِنَّهُمْ لَمِنْكُمْ ؕ وَمَا هُمْ مِّنْكُمْ وَلٰكِنَّهُمْ قَوْمٌ يَّفْرَقُوْنَ ۝٥٦

(৫৬) আৰু সিহঁত নিশ্চয় তোমালোকৰ মাজৰেই বুলি সিহঁতে আল্লাৰ নাম লৈ শপত খায়, অথচ সিহঁত তোমালোকৰ মাজৰ নহয়; বৰং সিহঁত এটা ভয়াতুৰ জাতি।

لَوْ يَجِدُوْنَ مَلْجَاً اَوْ مَغٰرٰتٍ اَوْ مُدَّخَلًا لَّوَلَّوْا اِلَيْهِ وَهُمْ يَجْمَحُوْنَ ۝٥٧

(৫৭) সিহঁতে কোনো আশ্ৰয়-স্থল বা (পৰ্ব্বতৰ) গুহাসমূহ অথবা লুকাই সোমাবৰ এটা বাট দেখা পোৱা হ'লে তালৈকে সিহঁতে হুৰা-মূৰাকৈ ল'ৰি গ'লহেঁতেন।

وَمِنْهُمْ مَّنْ يَّلْمِزُكَ فِي الصَّدَقٰتِ ۚ فَاِنْ اُعْطُوْا مِنْهَا رَضُوْا وَاِنْ لَّمْ يُعْطَوْا مِنْهَاۤ اِذَا هُمْ يَسْخَطُوْنَ ۝٥٨

(৫৮) আৰু সিহঁতৰেই ভিতৰত এনেবিলাক মানুহো আছে যিবিলাকে দান-বিতৰণ সম্বন্ধে তোমাক দোষাৰোপ কৰে; কিন্তু দানৰ ভাগ সিহঁতকো যদি দিয়া হয় তেন্তে সিহঁতে সন্তোষ লাভ কৰে, আৰু যদি সিহঁতক তাৰ ভাগ দিয়া নহয়, চোৱাঁ, সিহঁতে কেনেকৈ অসন্তুষ্টি প্ৰকাশ কৰে।

وَلَوْ اَنَّهُمْ رَضُوْا مَاۤ اٰتٰىهُمُ اللّٰهُ وَرَسُوْلُهٗ ۙ وَقَالُوْا حَسْبُنَا اللّٰهُ سَيُؤْتِيْنَا اللّٰهُ مِنْ فَضْلِهٖ وَرَسُوْلُهٗۤ ۙ اِنَّاۤ اِلَى اللّٰهِ رٰغِبُوْنَ ۝٥٩

(৫৯) আৰু (সিহঁতৰ পক্ষে কেনে মঙ্গলজনক আছিল) যদি সিহঁত আল্লাই আৰু তেওঁৰ ৰছুলে সিহঁতক যি দান কৰিছে তাতে সন্তুষ্ট থাকি এইদৰে কৰিলেহেঁতেন, আল্লাই আমাৰ নিমিত্তে যথেষ্ট, আল্লাই শীঘ্ৰে নিজ বদান্যতাৰে আৰু তেওঁৰ ৰছুলেও ইয়াতোকৈ অধিক দান আমাক দিব; নিশ্চয় আমি কেৱল আল্লাৰ ফাললৈ আগ্ৰহৰে মু কৰিছোঁ।

اِنَّمَا الصَّدَقٰتُ لِلْفُقَرَآءِ وَالْمَسٰكِيْنِ وَالْعٰمِلِيْنَ

(৬০) নিৰ্দ্দিষ্ট দান হৈছে কেৱলমাত্ৰ দৰিদ্ৰ আৰু অভাৱগ্ৰস্তবিলাকৰ নিমিত্তে, আৰু তাৰে নিয়ন্ত্ৰণ কৰা কৰ্ম্মচাৰীবিলাকৰ নিমিত্তে আৰু

عَلَيْهَا وَالْمُؤَلَّفَةِ قُلُوبُهُمْ وَفِي الرِّقَابِ وَالْغٰرِمِينَ
وَفِي سَبِيلِ اللّٰهِ وَابْنِ السَّبِيلِ ۖ فَرِيضَةً مِّنَ اللّٰهِ ۗ
وَاللّٰهُ عَلِيمٌ حَكِيمٌ ﴿٦٠﴾

যিবিলাকৰ অন্তৰসমূহ (ধৰ্ম্মৰ প্ৰতি) আকৃষ্ট কৰা আৱশ্যক সেইবিলাকৰ নিমিত্তে, আৰু দাস-বিলাকৰ মুক্তিদানৰ নিমিত্তে, আৰু ধৰুৱাবিলাকৰ (সাহায্যৰ) নিমিত্তে, আৰু আল্লাৰ পথত (ব্যয় কৰিবৰ) নিমিত্তে, আৰু পথিকবিলাকৰ (কষ্ট দূৰ কৰিবৰ) নিমিত্তে; —এয়ে আল্লাই নিৰ্দ্ধাৰণ কৰা বিধান; আৰু আল্লা সৰ্ব্বজ্ঞাতা, শ্ৰেষ্ঠ জ্ঞানী।

وَمِنْهُمُ الَّذِينَ يُؤْذُونَ النَّبِيَّ وَيَقُولُونَ هُوَ أُذُنٌ ۚ
قُلْ أُذُنُ خَيْرٍ لَّكُمْ يُؤْمِنُ بِاللّٰهِ وَيُؤْمِنُ لِلْمُؤْمِنِينَ
وَرَحْمَةٌ لِّلَّذِينَ آمَنُوا مِنكُمْ ۚ وَالَّذِينَ يُؤْذُونَ رَسُولَ
اللّٰهِ لَهُمْ عَذَابٌ أَلِيمٌ ﴿٦١﴾

৬১) আৰু সিহঁতৰ মাজৰ কিছুমানে নবীক কষ্ট দিয়ে আৰু কয়, তেওঁ যাৰে তাৰে কথাত কাণ দিয়ে; তুমি কোৱাঁ, তেওঁ যদি সকলোৰে কথাত কাণ দিয়ে ই বৰং তোমালোকৰ পক্ষে মঙ্গলজনক; তেওঁ আল্লাত বিশ্বাস কৰে, আৰু তোমালোকৰ মাজৰ যিসকলে বিশ্বাস কৰিছে সেইসকলৰ নিমিত্তে তেওঁ কৰুণা স্বৰূপ; আৰু আল্লাৰ প্ৰেৰিত ৰচুলক যিবিলাকে কষ্ট দিয়ে সেইবিলাকে ভোগ কৰিব যন্ত্ৰণাদায়ক শাস্তি।

يَحْلِفُونَ بِاللّٰهِ لَكُمْ لِيُرْضُوكُمْ وَاللّٰهُ وَرَسُولُهُ أَحَقُّ الثلثة
أَن يُرْضُوهُ إِن كَانُوا مُؤْمِنِينَ ﴿٦٢﴾

৬২) তোমালোকক সন্তুষ্ট কৰিবৰ অভিপ্ৰায়ে সিহঁতে আল্লাৰ নাম লৈ তোমালোকৰ আগত শপত খায়; অথচ আল্লা আৰু তেওঁৰ ৰচুলৰ অধিক অধিকাৰ যে সিহঁতে তেওঁক (ৰচুলক) সন্তুষ্ট কৰে, যদিহে সিহঁত সঁচাকৈয়ে বিশ্বাসী।

أَلَمْ يَعْلَمُوا أَنَّهُ مَن يُحَادِدِ اللّٰهَ وَرَسُولَهُ فَأَنَّ
لَهُ نَارَ جَهَنَّمَ خَالِدًا فِيهَا ۚ ذٰلِكَ الْخِزْيُ الْعَظِيمُ ﴿٦٣﴾

৬৩) সিহঁত জনা নাই নে, যেয়ে আল্লাৰ আৰু তেওঁৰ ৰচুলৰ বিৰুদ্ধাচাৰণ কৰে তাৰ নিমিত্তে আছে নৰকৰ অগ্নি যাৰ মাজত সি বহুকালৰ নিমিত্তে থাকিব লাগিব? সেয়ে হৈছে বিষম অৱমাননা।

يَحْذَرُ الْمُنٰفِقُونَ أَن تُنَزَّلَ عَلَيْهِمْ سُورَةٌ تُنَبِّئُهُم
بِمَا فِي قُلُوبِهِمْ ۚ قُلِ اسْتَهْزِءُوا ۚ إِنَّ اللّٰهَ مُخْرِجٌ

৬৪) কপটাচাৰীবিলাকে সিহঁতৰ বিষয়ে এনে এটা চুৰা অৱতীৰ্ণ হ'ব বুলি আশঙ্কা কৰে যি সিহঁতৰ অন্তৰসমূহৰ ভিতৰৰ কথা সিহঁতৰ আগত প্ৰকাশ কৰিব; তুমি কোৱাঁ, তোমালোকে উপহাস

مَا تَحْذَرُوْنَ ﴿٦٤﴾

কৰি থাকা; বাস্তৱতে যিত কথালৈ তোমালোকে আশংকা কৰিছা তাকে আল্লাই (পোহৰলৈ) উলিয়াই আনিব।

وَلَئِنْ سَاَلْتَهُمْ لَيَقُوْلُنَّ اِنَّمَا كُنَّا نَخُوْضُ وَنَلْعَبُ ؕ
قُلْ اَبِاللّٰهِ وَاٰيٰتِهٖ وَرَسُوْلِهٖ كُنْتُمْ تَسْتَهْزِءُوْنَ ﴿٦٥﴾

৬৫) আৰু তুমি সিহঁতক সুধিলে সিহঁতে নিশ্চয় ক'ব, আমি উপহাস আৰু ধেমালিহে কৰিছিলোঁ; তুমি কোৱাঁ, কি! তোমালোকে আল্লা-আৰু তেওঁৰ নিদৰ্শনসমূহ আৰু তেওঁৰ ৰচুল সম্বন্ধে উপহাস কৰিছিলা নে?

لَا تَعْتَذِرُوْا قَدْ كَفَرْتُمْ بَعْدَ اِيْمَانِكُمْ ؕ اِنْ نَّعْفُ عَنْ
طَآئِفَةٍ مِّنْكُمْ نُعَذِّبْ طَآئِفَةًۢ بِاَنَّهُمْ كَانُوْا مُجْرِمِيْنَ ﴿٦٦﴾

৬৬) তোমালোকে চেলু বিচাৰি নুলিয়াবা; সঁচাকৈয়ে তোমালোকে বিশ্বাস স্থাপন কৰাৰ পাছত পুনৰ অবিশ্বাস কৰিব লাগিছা; তোমালোকৰ মাজৰ এদলক ক্ষমা কৰিবলৈ যদিও আমি প্ৰস্তুত, অইন এদলক আমি নিশ্চয় শাস্তি দিম, কিয়নো সিহঁত প্ৰকৃততে অপৰাধী আছিল।

اَلْمُنٰفِقُوْنَ وَالْمُنٰفِقٰتُ بَعْضُهُمْ مِّنْۢ بَعْضٍ ۘ يَاْمُرُوْنَ
بِالْمُنْكَرِ وَيَنْهَوْنَ عَنِ الْمَعْرُوْفِ وَيَقْبِضُوْنَ اَيْدِيَهُمْ ؕ
نَسُوا اللّٰهَ فَنَسِيَهُمْ ؕ اِنَّ الْمُنٰفِقِيْنَ هُمُ الْفٰسِقُوْنَ ﴿٦٧﴾

৬৭) পুৰুষ ভণ্ডবিলাক আৰু নাৰী ভণ্ডবিলাকৰ ইদল সিদলৰেই নিচিনা; সিহঁতে অসৎকাৰ্য্য কৰিবলৈ আদেশ দিয়ে আৰু সৎকাৰ্য্য কৰিবলৈ নিষেধ কৰে; আৰু নিজৰ হাতসমূহ বন্ধ কৰি ৰাখে; সিহঁতে আল্লাক পাহৰিছে, সেই দেখি আল্লায়ো সিহঁতক এৰি দিছে; যিবিলাক ভণ্ড নিশ্চয় সিহঁতেই বিৰোধী।

وَعَدَ اللّٰهُ الْمُنٰفِقِيْنَ وَالْمُنٰفِقٰتِ وَالْكُفَّارَ نَارَ جَهَنَّمَ
خٰلِدِيْنَ فِيْهَا ؕ هِيَ حَسْبُهُمْ ۚ وَلَعَنَهُمُ اللّٰهُ ۚ وَلَهُمْ
عَذَابٌ مُّقِيْمٌ ﴿٦٨﴾

৬৮) পুৰুষ ভণ্ডবিলাক আৰু নাৰী ভণ্ড-বিলাকলৈ, আৰু অবিশ্বাসীবিলাকলৈ আল্লাই নৰকৰ অগ্নিৰ প্ৰতিশ্ৰুতি দিছে; তাতেই সিহঁতে স্থায়ীৰূপে বাস কৰিব; এনে শাস্তিয়ে সিহঁতৰ নিমিত্তে যথেষ্ট; তাৰ উপৰিও আল্লাই নিজ কৰুণাৰ পৰা সিহঁতক বঞ্চিত কৰিছে; আৰু সিহঁতৰ নিমিত্তে আছে অবিৰাম শাস্তি,—

كَالَّذِيْنَ مِنْ قَبْلِكُمْ كَانُوْٓا اَشَدَّ مِنْكُمْ قُوَّةً وَّاَكْثَرَ

৬৯) সেইবিলাকৰ দৰে যিবিলাক তোমালোকৰ পূৰ্ব্ববৰ্ত্তী আছিল; সিহঁত তোমালোকতকৈয়ো

اَمْوَالًا وَّ اَوْلَادًا فَاسْتَمْتَعُوْا بِخَلَاقِهِمْ فَاسْتَمْتَعْتُمْ بِخَلَاقِكُمْ كَمَا اسْتَمْتَعَ الَّذِيْنَ مِنْ قَبْلِكُمْ بِخَلَاقِهِمْ وَخُضْتُمْ كَالَّذِيْ خَاضُوْا اُولٰٓئِكَ حَبِطَتْ اَعْمَالُهُمْ فِي الدُّنْيَا وَالْاٰخِرَةِ وَاُولٰٓئِكَ هُمُ الْخٰسِرُوْنَ ۝٦٩

অধিক শক্তিশালী আছিল, আৰু সিহঁতৰ ধন-সম্পদ আৰু সন্তানসন্ততিও বেছি আছিল। পিছত সিহঁতে নিজৰ ভাগ কিছুকাল উপভোগ কৰিছিল আৰু তোমালোকেও নিজৰ ভাগ কিছুকাল উপভোগ কৰিছিলা, অবিকল সেইদৰে যিদৰে তোমালোকৰ পূৰ্ব্ববৰ্ত্তীবিলাকে নিজ নিজ অংশ কিছুকাললৈ ভোগ কৰিছিল; আৰু সিহঁতে যেনেকৈ বৃথা কথাত মগ্ন থাকিছিল, তেনেকৈ তোমালোকেও বৃথা কথাত মগ্ন আছিলা। সেইবিলাকৰে কাৰ্য্যসমূহ ইহকাল আৰু পৰকালত নিষ্ফল হ'ব; আৰু সেইবিলাকেই হৈছে ক্ষতিগ্ৰস্ত লোক।

اَلَمْ يَاْتِهِمْ نَبَاُ الَّذِيْنَ مِنْ قَبْلِهِمْ قَوْمِ نُوْحٍ وَّعَادٍ وَّثَمُوْدَ ۬ وَقَوْمِ اِبْرٰهِيْمَ وَاَصْحٰبِ مَدْيَنَ وَالْمُؤْتَفِكٰتِ اَتَتْهُمْ رُسُلُهُمْ بِالْبَيِّنٰتِ فَمَا كَانَ اللّٰهُ لِيَظْلِمَهُمْ وَلٰكِنْ كَانُوْا اَنْفُسَهُمْ يَظْلِمُوْنَ ۝٧٠

৭০) সিহঁতলৈ সেইবিলাকৰ বাতৰি অহা নাই নে যিবিলাক সিহঁতৰ পূৰ্ব্বগামী আছিল,—নুহ আৰু আদ আৰু ছমুদৰ জাতি, আৰু ইব্ৰাহিমৰ জাতি, আৰু মদ্য়নৰ অধিবাসীবিলাক, আৰু ভালেমান ধ্বংস হোৱা নগৰ? সিহঁতৰ ওচৰলৈ আহিছিল সিহঁতৰ ৰছুলসকল সুস্পষ্ট প্ৰমাণসমূহৰে সৈতে গতিকে সিহঁতৰ প্ৰতি আল্লাই যে অন্যায় কৰিছিল ই অসম্ভৱ, বৰং সিহঁতে নিজৰ প্ৰতি নিজেইহে অন্যায় কৰিছিল।

وَالْمُؤْمِنُوْنَ وَالْمُؤْمِنٰتُ بَعْضُهُمْ اَوْلِيَآءُ بَعْضٍ يَاْمُرُوْنَ بِالْمَعْرُوْفِ وَيَنْهَوْنَ عَنِ الْمُنْكَرِ وَيُقِيْمُوْنَ الصَّلٰوةَ وَيُؤْتُوْنَ الزَّكٰوةَ وَيُطِيْعُوْنَ اللّٰهَ وَرَسُوْلَهٗ اُولٰٓئِكَ سَيَرْحَمُهُمُ اللّٰهُ اِنَّ اللّٰهَ عَزِيْزٌ حَكِيْمٌ ۝٧١

৭১) আৰু বিশ্বাসী আৰু বিশ্বাসীবিলাক পৰস্পৰ পৰস্পৰৰ বন্ধু; তেওঁলোকে সৎকাৰ্য্য কৰিবলৈ আদেশ দিয়ে আৰু অসৎকাৰ্য্য কৰিবলৈ বাৰণ কৰে; আৰু তেওঁলোকে নমাজৰ অনুষ্ঠান কৰে আৰু জকাত দান কৰে; আৰু তেওঁলোক আল্লা আৰু তেওঁৰ ৰছুলৰ বাধ্য হৈ থাকে; এইসকলৰ প্ৰতি নিশ্চয় আল্লাই নিজ কৰুণা প্ৰদৰ্শন কৰিব; নিশ্চয় আল্লা ক্ষমতাশালী, শ্ৰেষ্ঠ জ্ঞানী।

وَعَدَ اللّٰهُ الْمُؤْمِنِيْنَ وَالْمُؤْمِنٰتِ جَنّٰتٍ تَجْرِيْ مِنْ تَحْتِهَا الْاَنْهٰرُ خٰلِدِيْنَ فِيْهَا وَمَسٰكِنَ طَيِّبَةً فِيْ

৭২) বিশ্বাসী পুৰুষ আৰু নাৰীসকলক আল্লাই এনে উদ্যানসমূহৰ প্ৰতিশ্ৰুতি দিছে যাৰ তলেদি জুৰিবিলাক বৈ যায়, তাতেই তেওঁলোক স্থায়ীৰূপে

جَنّٰتِ عَدْنٍ ؕ وَ رِضْوَانٌ مِّنَ اللّٰهِ اَكْبَرُ ؕ ذٰلِكَ هُوَ الْفَوْزُ الْعَظِيْمُ ﴿٧٢﴾

বাস কৰিব ; আৰু (তেওঁ প্ৰতিশ্ৰুতি দিছে) অনন্ত উদ্যানসমূহ থকা পৱিত্ৰ বাসস্থানবিলাকৰ; আৰু সকলোতকৈ শ্ৰেষ্ঠ (স্বৰ্গ-সুখ) হ'ব আল্লাৰ সন্তুষ্টি ; এয়ে মহান মনোৰথ সফলতা।

يٰۤاَيُّهَا النَّبِيُّ جَاهِدِ الْكُفَّارَ وَ الْمُنٰفِقِيْنَ وَ اغْلُظْ عَلَيْهِمْ ؕ وَ مَاْوٰىهُمْ جَهَنَّمُ ؕ وَ بِئْسَ الْمَصِيْرُ ﴿٧٣﴾

৭৩) হে নবি, অবিশ্বাসীবিলাক আৰু কপটাচাৰীবিলাকৰ বিৰুদ্ধে তুমি সংগ্ৰাম চলাই যোৱাঁ, আৰু সিহঁতৰ সৈতে তোমাৰ ব্যৱহাৰ কঠোৰ কৰিবা, আৰু (জানিবা) নৰকেই সিহঁতৰ আশ্ৰয়স্থল, আৰু সেয়ে প্ৰত্যাবৰ্ত্তনৰ নিকৃষ্ট ঠাই।

يَحْلِفُوْنَ بِاللّٰهِ مَا قَالُوْا ؕ وَ لَقَدْ قَالُوْا كَلِمَةَ الْكُفْرِ وَ كَفَرُوْا بَعْدَ اِسْلَامِهِمْ وَ هَمُّوْا بِمَا لَمْ يَنَالُوْا ۚ وَ مَا نَقَمُوْۤا اِلَّاۤ اَنْ اَغْنٰىهُمُ اللّٰهُ وَ رَسُوْلُهٗ مِنْ فَضْلِهٖ ۚ فَاِنْ يَّتُوْبُوْا يَكُ خَيْرًا لَّهُمْ ۚ وَ اِنْ يَّتَوَلَّوْا يُعَذِّبْهُمُ اللّٰهُ عَذَابًا اَلِيْمًا ۙ فِي الدُّنْيَا وَ الْاٰخِرَةِ ۚ وَ مَا لَهُمْ فِي الْاَرْضِ مِنْ وَّلِيٍّ وَّ لَا نَصِيْرٍ ﴿٧٤﴾

৭৪) সিহঁতে এনে কথা কোৱা নাই বুলি আল্লাৰ নাম লৈ শপত খায়; কিন্তু অবিশ্বাসমূলক কথা সঁচাকৈয়ে সিহঁতে কৈছিল; আৰু ইচ্লাম গ্ৰহণ কৰাৰ পিছতো সিহঁতৰ আচৰণ আছিল অবিশ্বাসী বিলাকৰ; আৰু সিহঁতে যিহকে সঙ্কল্প কৰিছিল তাত সফলমনোৰথ হোৱা নাছিল; আৰু সিহঁতৰ বিৰুদ্ধাচৰণৰ ইয়াৰ বাহিৰে কি কাৰণ হ'ব পাৰে যে সিহঁতক আল্লাই নিজ কৃপাগুণে আৰু তেওঁৰ ৰছুলে সম্পদশালী কৰিছিল? এতিয়াও যদি সিহঁতে অনুতাপ কৰে ই সিহঁতৰ পক্ষে মঙ্গলজনক হ'ব; কিন্তু যদিহে সিহঁত ঘূৰি যায়, আল্লাই সিহঁতক ইহকাল আৰু পৰকালত দিব যন্ত্ৰণাদায়ক শাস্তি; আৰু পৃথিৱীত সিহঁতৰ নিমিত্তে নাথাকিব কোনো বন্ধু নাইবা কোনো সহায় কৰোঁতা।

وَ مِنْهُمْ مَّنْ عٰهَدَ اللّٰهَ لَئِنْ اٰتٰىنَا مِنْ فَضْلِهٖ لَنَصَّدَّقَنَّ وَ لَنَكُوْنَنَّ مِنَ الصّٰلِحِيْنَ ﴿٧٥﴾

৭৫) আৰু সিহঁতৰ মাজত এনে কিছুমান আছিল যিবিলাকে আল্লাৰ সৈতে এই বুলি চুক্তি কৰিছিল: তেওঁ যদি আমাক নিজ কৃপাৰ ভাগ দান কৰে তেন্তে আমি নিশ্চয় দান-দক্ষিণা কৰিম, আৰু আমি নিশ্চয় ধাৰ্ম্মিকসকলৰ মাজৰ হম।

فَلَمَّاۤ اٰتٰىهُمْ مِّنْ فَضْلِهٖ بَخِلُوْا بِهٖ وَ تَوَلَّوْا وَّ هُمْ مُّعْرِضُوْنَ ﴿٧٦﴾

৭৬) কিন্তু যেতিয়া তেওঁ নিজ কৃপাৰ কিছু ভাগ সিহঁতক দান কৰিলে তেতিয়া সিহঁতে তাকে লৈ কিপিণালি কৰিব ধৰিলে; আৰু সিহঁত বিৰোধী হৈ (সেই চুক্তিৰ পৰা) ঘূৰি গ'ল।

৭৭) তাৰ ফলত তেওঁ সিহঁতৰ অন্তৰসমূহ এনে কপটেৰে পৰিপূৰ্ণ কৰিলে যি তেওঁৰে সৈতে সিহঁতৰ সাক্ষাৎ হোৱা দিনালৈকে বিদ্যমান থাকিব; ইয়াৰ কাৰণ এই সিহঁতে আল্লাক যি প্ৰতিজ্ঞা দিছিল তাকে ভঙ্গ কৰিলে, আৰু এই হেতু যে সিহঁতে মিছা মাতিব ধৰিছিল।

فَأَعْقَبَهُمْ نِفَاقًا فِي قُلُوبِهِمْ إِلَىٰ يَوْمِ يَلْقَوْنَهُ بِمَا أَخْلَفُوا
اللَّهَ مَا وَعَدُوهُ وَبِمَا كَانُوا يَكْذِبُونَ ٧٧

৭৮) সিহঁতে জানিব পৰা নাই নে, সিহঁতৰ মনত নিহিত থকা ভাব আৰু সিহঁতৰ গুপ্ত মন্ত্ৰণা সকলোখিনি আল্লাই জানে, আৰু সমগ্ৰ অদৃশ্য বিষয়ে আল্লাৰ জ্ঞান সম্পূৰ্ণ?

أَلَمْ يَعْلَمُوا أَنَّ اللَّهَ يَعْلَمُ سِرَّهُمْ وَنَجْوَاهُمْ وَأَنَّ
اللَّهَ عَلَّامُ الْغُيُوبِ ٧٨

৭৯) দান দিবলৈ যি বিশ্বাসীসকল অতিশয় অনুৰাগী সেইসকলক যিবিলাকে দোষাৰোপ কৰে, আৰু যিসকল নিজ পৰিশ্ৰমৰে অৰ্জ্জন কৰা সম্বলৰ অধিক দান কৰিবলৈ অক্ষম সেইসকলক যিবিলাকে উপহাস কৰে সেইবিলাকক আল্লাই নিজে উপহাসৰ প্ৰতিফল দিব, আৰু সিহঁতৰ নিমিত্তে থাকিব যন্ত্ৰণাদায়ক শাস্তি।

الَّذِينَ يَلْمِزُونَ الْمُطَّوِّعِينَ مِنَ الْمُؤْمِنِينَ فِي
الصَّدَقَاتِ وَالَّذِينَ لَا يَجِدُونَ إِلَّا جُهْدَهُمْ فَيَسْخَرُونَ
مِنْهُمْ سَخِرَ اللَّهُ مِنْهُمْ وَلَهُمْ عَذَابٌ أَلِيمٌ ٧٩

৮০) তুমি সিহঁতৰ হৈ ক্ষমা প্ৰাৰ্থনা কৰা অথবা সিহঁতৰ হৈ ক্ষমা প্ৰাৰ্থনা নকৰা (দুয়ো একে কথা); সিহঁতৰ হৈ যদি তুমি সত্তৰ বাৰো ক্ষমা ভিক্ষা কৰা সিহঁতক আল্লাই কেতিয়াও ক্ষমা নকৰে, কিয়নো সিহঁতে আল্লা আৰু তেওঁৰ ৰচুলত অবিশ্বাস কৰি বিৰুদ্ধাচাৰণ কৰিছিল; আৰু (আল্লাৰ বিধান এই) বিদ্ৰোহী জাতিক আল্লাই কেতিয়াও সুপথ প্ৰদৰ্শন নকৰে।

اسْتَغْفِرْ لَهُمْ أَوْ لَا تَسْتَغْفِرْ لَهُمْ إِنْ تَسْتَغْفِرْ لَهُمْ
سَبْعِينَ مَرَّةً فَلَنْ يَغْفِرَ اللَّهُ لَهُمْ ذَٰلِكَ بِأَنَّهُمْ كَفَرُوا
بِاللَّهِ وَرَسُولِهِ وَاللَّهُ لَا يَهْدِي الْقَوْمَ الْفَاسِقِينَ ٨٠ ع

৮১) যিবিলাকক পিছ পৰি থাকিব দিয়া হ'ল সেইবিলাকে আল্লাৰ ৰচুলৰ লগত (ৰণলৈ নোলাই ঘৰতে) বহি থাকিব পাই উল্লাসিত হৈছিল; আৰু সিহঁতৰ সমূলি ইচ্ছা নাছিল যে নিজৰ ধন-সম্পত্তি আৰু নিজৰ প্ৰাণসমূহ বিসৰ্জন দি আল্লাৰ পথত যুদ্ধ কৰে; আৰু সিহঁতে কৈ ফুৰিছিল, এনে

فَرِحَ الْمُخَلَّفُونَ بِمَقْعَدِهِمْ خِلَافَ رَسُولِ اللَّهِ وَ
كَرِهُوا أَنْ يُجَاهِدُوا بِأَمْوَالِهِمْ وَأَنْفُسِهِمْ فِي سَبِيلِ
اللَّهِ وَقَالُوا لَا تَنْفِرُوا فِي الْحَرِّ قُلْ نَارُ جَهَنَّمَ أَشَدُّ

حَرًّا ۚ لَوْ كَانُوا يَفْقَهُونَ ﴿٨١﴾

জহকালি ৰণলৈ নোলাবা। তুমি কোৱাঁ, নৰকৰ অগ্নিৰ উত্তাপ তাতোকৈ তীব্ৰ, যদিহে সিহঁতৰ বোধশক্তি থকাহেঁতেন!

فَلْيَضْحَكُوا قَلِيلًا وَلْيَبْكُوا كَثِيرًا جَزَاءً بِمَا كَانُوا يَكْسِبُونَ ﴿٨٢﴾

৮২) এতিয়া সিহঁতে (হাঁহিব খুজিছে) অলপ হাঁহি লক; আৰু পিছত সিহঁতে বেছিকৈ কান্দিব লাগিব,—যি সিহঁতে নিজেই অৰ্জ্জন কৰিছিল তাৰে প্ৰতিফল স্বৰূপ।

فَإِن رَّجَعَكَ اللَّهُ إِلَىٰ طَائِفَةٍ مِّنْهُمْ فَاسْتَأْذَنُوكَ لِلْخُرُوجِ فَقُل لَّن تَخْرُجُوا مَعِيَ أَبَدًا وَلَن تُقَاتِلُوا مَعِيَ عَدُوًّا ۖ إِنَّكُمْ رَضِيتُم بِالْقُعُودِ أَوَّلَ مَرَّةٍ فَاقْعُدُوا مَعَ الْخَالِفِينَ ﴿٨٣﴾

৮৩) পিছত যদি আল্লাই সিহঁতৰ কোনো এদলৰ ওচৰলৈ তোমাক (নিৰাপদে) ওভতাই আনে, আৰু তাকে দেখি সিহঁতে ৰণলৈ ওলাবলৈ তোমাৰ অনুমতি বিচাৰে, তুমি কবা তোমালোকে আৰু কেতিয়াও মোৰ সঙ্গী হৈ ৰণলৈ ওলাবলৈ নোপোৱা; বাস্তৱতে পোন-প্ৰথমেও তোমালোকে (ৰণলৈ নগৈ) বহি থাকিবলৈ ভাল পাইছিলা, এতিয়াও পিছপৰাবিলাকৰ লগতে বহি থাকাঁ।

وَلَا تُصَلِّ عَلَىٰ أَحَدٍ مِّنْهُم مَّاتَ أَبَدًا وَلَا تَقُمْ عَلَىٰ قَبْرِهِ ۖ إِنَّهُمْ كَفَرُوا بِاللَّهِ وَرَسُولِهِ وَمَاتُوا وَهُمْ فَاسِقُونَ ﴿٨٤﴾

৮৪) আৰু সিহঁতৰ কোনো এজনৰ যদি মৃত্যু ঘটে সেইজনৰ কাৰণে কেতিয়াও জযনাজাৰ নমাজ (সমাধি-প্ৰাৰ্থনা) নপঢ়িবা আৰু সেইজনৰ কবৰৰ (সমাধিৰ)কাষতো তুমি থিয় নহবা; ইয়াৰ কাৰণ এই, সিহঁতে নিশ্চয় আল্লাত আৰু তেওঁৰ ৰচুলত অবিশ্বাস কৰিছিল, আৰু (সত্যৰ) বিৰোধী হোৱা অৱস্থাতে সিহঁতৰ মৃত্যু ঘটিছিল।

وَلَا تُعْجِبْكَ أَمْوَالُهُمْ وَأَوْلَادُهُمْ ۚ إِنَّمَا يُرِيدُ اللَّهُ أَن يُعَذِّبَهُم بِهَا فِي الدُّنْيَا وَتَزْهَقَ أَنفُسُهُمْ وَهُمْ كَافِرُونَ ﴿٨٥﴾

৮৫) আৰু সিহঁতৰ ধন-সম্পত্তি আৰু সিহঁতৰ সন্তান-সন্ততিয়ে যেন তোমাক বিস্ময়ত নেপেলায়; আল্লাই ইয়াকে ইচ্ছা কৰে, সেইবিলাকৰ দ্বাৰা ইহলোকত সিহঁতক শাস্তি দিয়ে, আৰু অবিশ্বাসী অৱস্থাতেই যেন সিহঁতৰ প্ৰাণসমূহৰ প্ৰয়াণ হয়।

وَإِذَا أُنزِلَتْ سُورَةٌ أَنْ آمِنُوا بِاللَّهِ وَجَاهِدُوا مَعَ

৮৬) আৰু যেতিয়া চুৰা এটা এই আদেশ লৈ অৱতীৰ্ণ হয়, তোমালোকে আল্লাত বিশ্বাস কৰাঁ,

رَسُوۡلِهٖ اسۡتَاۡذَنَكَ اُولُوا الطَّوۡلِ مِنۡهُمۡ وَقَالُوۡا ذَرۡنَا نَكُنۡ مَّعَ الۡقٰعِدِيۡنَ ۝٨٦

আৰু তেওঁৰ ৰচুলৰ লগত যোগ দি ধৰ্ম্মৰক্ষাৰ যুদ্ধ কৰাঁ, তেতিয়া সিহঁতৰ মাজৰ সম্পত্তিশালী কিছুমানে তোমাৰ ওচৰলৈ অনুমতি লবলৈ আহে, আৰু ইয়াকে কয়, আমাক এৰি দিয়াঁ, ঘৰতে বহি থকাবিলাকৰ লগতে আমিও বহি থাকিম।

رَضُوۡا بِاَنۡ يَّكُوۡنُوۡا مَعَ الۡخَوَالِفِ وَطُبِعَ عَلٰى قُلُوۡبِهِمۡ فَهُمۡ لَا يَفۡقَهُوۡنَ ۝٨٧

৮৭) সিহঁতে পিছ পৰি থকা তিৰোতাবিলাকৰ লগতে (ঘৰতে) থাকিবলৈ ভাল পাইছিল; আৰু সিহঁতৰ অন্তৰসমূহত ছাপ মাৰি থোৱা হৈছে; গতিকে সিহঁতে বুজি নাপায়।

لٰكِنِ الرَّسُوۡلُ وَالَّذِيۡنَ اٰمَنُوۡا مَعَهٗ جٰهَدُوۡا بِاَمۡوَالِهِمۡ وَاَنۡفُسِهِمۡ ؕ وَاُولٰٓئِكَ لَهُمُ الۡخَيۡرٰتُ وَاُولٰٓئِكَ هُمُ الۡمُفۡلِحُوۡنَ ۝٨٨

৮৮) কিন্তু ৰচুলে আৰু তেওঁৰ সহযোগী হৈ বিশ্বাসীসকলে নিজৰ ধন-সম্পত্তি আৰু নিজৰ প্ৰাণসমূহ বিসৰ্জন দি ধৰ্ম্মৰক্ষাৰ সংগ্ৰাম চলাব ধৰিছে; আৰু এই সকলৰ নিমিত্তে আছে বহু কল্যাণ, আৰু সেইসকলেই হৈছে কৃতাৰ্থ।

اَعَدَّ اللّٰهُ لَهُمۡ جَنّٰتٍ تَجۡرِىۡ مِنۡ تَحۡتِهَا الۡاَنۡهٰرُ خٰلِدِيۡنَ فِيۡهَا ؕ ذٰلِكَ الۡفَوۡزُ الۡعَظِيۡمُ ۝٨٩

৮৯) সেইসকলৰ নিমিত্তে আল্লাই প্ৰস্তুত ৰাখিছে এনে উপবনসমূহ যাৰ তলেদি জুৰিবিলাক বৈ গৈছে; তাতেই তেওঁলোকে স্থায়ীৰূপে বাস কৰিব; সেয়ে হৈছে মহান সফলতা।

وَجَآءَ الۡمُعَذِّرُوۡنَ مِنَ الۡاَعۡرَابِ لِيُؤۡذَنَ لَهُمۡ وَقَعَدَ الَّذِيۡنَ كَذَبُوا اللّٰهَ وَرَسُوۡلَهٗ ؕ سَيُصِيۡبُ الَّذِيۡنَ كَفَرُوۡا مِنۡهُمۡ عَذَابٌ اَلِيۡمٌ ۝٩٠

৯০) আৰু কিছুমান মৰুবাসীয়ে উপস্থিত হৈ নানা ওজৰ-আপত্তি দেখুৱাইছিল যাতে সিহঁতক (যুদ্ধত যোগদানৰ পৰা) অব্যাহতি দিয়া হয়; আৰু যিবিলাকে আল্লা আৰু তেওঁৰ ৰচুলৰ আগত (প্ৰকৃততে বিশ্বাসী বুলি) মিছাকৈ জ্ঞাপন কৰিছিল সিহঁত (ঘৰতে) বহি থাকিল; সিহঁতৰ মাজত যিবিলাকে অবিশ্বাসী হৈছিল সিহঁতক নিশ্চয় স্পৰ্শ কৰিব যন্ত্ৰণাদায়ক শাস্তিয়ে।

لَيۡسَ عَلَى الضُّعَفَآءِ وَلَا عَلَى الۡمَرۡضٰى وَلَا عَلَى الَّذِيۡنَ لَا يَجِدُوۡنَ مَا يُنۡفِقُوۡنَ حَرَجٌ اِذَا نَصَحُوۡا

৯১) দুৰ্ব্বল আৰু ব্যাধিগ্ৰস্ত লোকৰ আৰু যাৰ ব্যয় কৰিবলৈ একো সম্বল নাই এনে মানুহবিলাকৰ কোনো দোষ নাই, যদিহে তেওঁলোকে আল্লা আৰু

لِلّٰهِ وَرَسُوْلِهٖ مَا عَلَى الْمُحْسِنِيْنَ مِنْ سَبِيْلٍ وَ
اللّٰهُ غَفُوْرٌ رَّحِيْمٌ ﴿٩١﴾

তেওঁৰ ৰচুলৰ কৰ্ত্তব্য অকপটভাৱে পালন কৰে; সৎকাৰ্য্যকাৰী সকলকো দোষাৰোপ কৰিবৰ কোনো কাৰণ নাই; আৰু আল্লা শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানশীল।

وَّلَا عَلَى الَّذِيْنَ اِذَا مَاۤ اَتَوْكَ لِتَحْمِلَهُمْ قُلْتَ لَاۤ
اَجِدُ مَاۤ اَحْمِلُكُمْ عَلَيْهِ تَوَلَّوْا وَّاَعْيُنُهُمْ تَفِيْضُ مِنَ
الدَّمْعِ حَزَنًا اَلَّا يَجِدُوْا مَا يُنْفِقُوْنَ ﴿٩٢﴾

৯২) আৰু সেইবিলাকৰো কোনো দোষ নাই যিবিলাক যেতিয়া তোমাৰ ওচৰলৈ এই অভিপ্ৰায়ে আহিছিল যাতে তুমি সিহঁতৰ নিমিত্তে (তোমাৰ লগতে ওলাবলৈ) যান-বাহনৰ ব্যৱস্থা কৰা; তুমি কৈছিলা, তোমালোকৰ নিমিত্তে এনে বাহনৰ আয়োজন কৰিব নোৱাৰোঁ যাৰ ওপৰত তোমালোকক তুলি নিব পাৰোঁ। সিহঁত তেতিয়া উভতি গ'ল, আৰু যুদ্ধৰ কাৰণে ব্যয় কৰিবলৈ সিহঁতৰ একোকে নথকাৰ শোকত সিহঁতৰ চকুবোৰ অশ্ৰুৰে উপচি পৰিল।

اِنَّمَا السَّبِيْلُ عَلَى الَّذِيْنَ يَسْتَاْذِنُوْنَكَ وَهُمْ
اَغْنِيَآءُ ۚ رَضُوْا بِاَنْ يَّكُوْنُوْا مَعَ الْخَوَالِفِ ۙ وَطَبَعَ
اللّٰهُ عَلٰى قُلُوْبِهِمْ فَهُمْ لَا يَعْلَمُوْنَ ﴿٩٣﴾

৯৩) প্ৰকৃততে দোষ সেইবিলাকৰ যিবিলাক সম্পদশালী হোৱা সত্ত্বেও তোমাৰ পৰা (যুদ্ধত যোগ নিদিবলৈ) অনুমতি বিচাৰিছিল; পিছত থকা তিৰোতাবিলাকৰ লগত ঘৰতে থাকিবলৈ সিহঁতে ভাল পাইছিল; আৰু সিহঁতৰ অন্তৰসমূহত আল্লাই মোহৰ মাৰি থৈছে, সেই দেখি সিহঁতৰ জ্ঞান নাই।

## একাদশ পাৰা

يَعْتَذِرُوْنَ اِلَيْكُمْ اِذَا رَجَعْتُمْ اِلَيْهِمْ ۗ قُلْ
لَّا تَعْتَذِرُوْا لَنْ نُّؤْمِنَ لَكُمْ قَدْ نَبَّاَنَا اللّٰهُ مِنْ
اَخْبَارِكُمْ ۗ وَسَيَرَى اللّٰهُ عَمَلَكُمْ وَرَسُوْلُهٗ ثُمَّ تُرَدُّوْنَ
اِلٰى عٰلِمِ الْغَيْبِ وَالشَّهَادَةِ فَيُنَبِّئُكُمْ بِمَا كُنْتُمْ

৯৪) সিহঁতৰ ওচৰলৈ তোমালোক যেতিয়া উভতি যাবা তোমালোকৰ আগত সিহঁতে নানা ওজৰ-আপত্তি দেখুৱাব; তুমি কবা, তোমালোকে ওজৰ-আপত্তি দেখুৱাবৰ সকাম নাই; আমি তোমালোকৰ কথাত কেতিয়াও বিশ্বাস নকৰোঁ; স্বৰূপতে তোমালোকৰ সম্বন্ধে সকলো সংবাদ আমাক আল্লাই আগতেই প্ৰদান কৰিছে; আৰু আল্লাই আৰু তেওঁৰ ৰচুলে তোমালোকৰ কাৰ্য্য সোনকালে নিৰীক্ষণ কৰিব; তাৰ পিছত তোমালোকক সেইজনৰ ওচৰলৈ ওভতাই নিয়া হ'ব যিজনে অদৃশ্য আৰু প্ৰকাশ্য সকলো জানে;

تَعْمَلُوْنَ ﴿٩٤﴾

গতিকে তোমালোকে যি কাৰ্য্য কৰিছিলা তাকে তেওঁ তোমালোকক জানিবলৈ দিব।

سَيَحْلِفُوْنَ بِاللّٰهِ لَكُمْ اِذَا انْقَلَبْتُمْ اِلَيْهِمْ لِتُعْرِضُوْا
عَنْهُمْ ؕ فَاَعْرِضُوْا عَنْهُمْ ؕ اِنَّهُمْ رِجْسٌ ؗ وَّ مَاْوٰىهُمْ
جَهَنَّمُ ۚ جَزَآءًۢ بِمَا كَانُوْا يَكْسِبُوْنَ ﴿٩٥﴾

৯৫) সিহঁতৰ ওচৰলৈ যেতিয়া তোমালোক উভতি যাবা, সিহঁতে আল্লাৰ নাম লৈ তোমালোকৰ আগত শপত খাব, তোমালোকে যেন সিহঁতৰ একো দায়-দোষ নধৰা ; গতিকে সিহঁতক তোমালোকে একেবাৰে বৰ্জ্জন কৰিবা ; নিশ্চয় সিহঁত অপৱিত্ৰ, আৰু সিহঁতৰ আশ্ৰয়ৰ স্থান হ'ব নৰক— সিহঁতে যি অৰ্জ্জন কৰিছিল তাৰেই প্ৰতিফল স্বৰূপ।

يَحْلِفُوْنَ لَكُمْ لِتَرْضَوْا عَنْهُمْ ۚ فَاِنْ تَرْضَوْا عَنْهُمْ
فَاِنَّ اللّٰهَ لَا يَرْضٰى عَنِ الْقَوْمِ الْفٰسِقِيْنَ ﴿٩٦﴾

৯৬) তোমালোক যেন সিহঁতৰ প্ৰতি সন্তুষ্ট হোৱা, তোমালোকৰ আগত সিহঁতে শপত খাব ; কিন্তু তোমালোক সিহঁতৰ প্ৰতি সন্তুষ্ট হ'লেও, যিবিলাকে বাধ্যতা স্বীকাৰ নকঁৰে সেইবিলাকৰ প্ৰতি নিশ্চয় আল্লা কেতিয়াও সন্তুষ্ট নহয়।

اَلْاَعْرَابُ اَشَدُّ كُفْرًا وَّ نِفَاقًا وَّ اَجْدَرُ اَلَّا يَعْلَمُوْا
حُدُوْدَ مَاۤ اَنْزَلَ اللّٰهُ عَلٰى رَسُوْلِهٖ ؕ وَاللّٰهُ عَلِيْمٌ حَكِيْمٌ ﴿٩٧﴾

৯৭) মৰুবাসী আৰববিলাক অবিশ্বাস আৰু কপটতাত অতি কঠোৰ, আৰু আল্লাই নিজ ৰচুলৰ প্ৰতি অৱতীৰ্ণ কৰা বিধি-বিধানসমূহৰ বিষয়ে অজ্ঞান থকা সিহঁতৰ পক্ষে অধিক যোগ্য ; আৰু আল্লা সৰ্ব্বজ্ঞাতা, শ্ৰেষ্ঠ জ্ঞানী।

وَمِنَ الْاَعْرَابِ مَنْ يَّتَّخِذُ مَا يُنْفِقُ مَغْرَمًا وَّ يَتَرَبَّصُ
بِكُمُ الدَّوَآئِرَ ؕ عَلَيْهِمْ دَآئِرَةُ السَّوْءِ ؕ وَاللّٰهُ سَمِيْعٌ
عَلِيْمٌ ﴿٩٨﴾

৯৮) আৰু মৰুবাসী আৰববিলাকৰ কিছুমানে যি ধন ব্যয় কৰে তাকে দণ্ডস্বৰূপ ভাবে, আৰু তোমালোকৰ ওপৰত যেন ভাগ্যচক্ৰৰ বিপদ-আপদ পৰে তালৈকে অপেক্ষা কৰি থাকে ; ভাগ্যচক্ৰৰ দুৰ্ঘোৰ বিপদ পৰিব সিহঁতৰ ওপৰতেই ; আৰু আল্লা শ্ৰেষ্ঠ শ্ৰোতা, সৰ্ব্বজ্ঞাতা।

وَمِنَ الْاَعْرَابِ مَنْ يُّؤْمِنُ بِاللّٰهِ وَالْيَوْمِ الْاٰخِرِ
وَيَتَّخِذُ مَا يُنْفِقُ قُرُبٰتٍ عِنْدَ اللّٰهِ وَصَلَوٰتِ الرَّسُوْلِ ؕ

৯৯) আৰু মৰুবাসী আৰববিলাকৰ মাজত এনে কিছুমানো আছে যিবিলাকে আল্লাত আৰু শেষ দিনত বিশ্বাস কৰে ; আৰু যি ধন সেইবিলাকে ব্যয় কৰে তাকে আল্লাৰ কাষ চাপিবৰ আৰু ৰচুলৰ

أَلَآ إِنَّهَا قُرْبَةٌ لَّهُمْ ۚ سَيُدْخِلُهُمُ ٱللَّهُ فِى رَحْمَتِهِۦٓ ۗ
إِنَّ ٱللَّهَ غَفُورٌ رَّحِيمٌ ٩٩

আশীৰ্ব্বাদসমূহ লভিবৰ উপায় বুলিহে ভাবে। মনত ৰাখিবা তেওঁলোকৰ এনে কাৰ্য্য সঁচাকৈয়ে আল্লাৰ কাষ চাপিবৰ উপায়; সোনকালে তেওঁলোকক আল্লাই নিজ কৰুণাৰ ভিতৰলৈ প্ৰৱেশ কৰিবলৈ দিব ; নিশ্চয় আল্লা শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানশীল।

وَٱلسَّٰبِقُونَ ٱلْأَوَّلُونَ مِنَ ٱلْمُهَٰجِرِينَ وَٱلْأَنصَارِ
وَٱلَّذِينَ ٱتَّبَعُوهُم بِإِحْسَٰنٍ رَّضِىَ ٱللَّهُ عَنْهُمْ
وَرَضُوا۟ عَنْهُ وَأَعَدَّ لَهُمْ جَنَّٰتٍ تَجْرِى تَحْتَهَا
ٱلْأَنْهَٰرُ خَٰلِدِينَ فِيهَآ أَبَدًا ۚ ذَٰلِكَ ٱلْفَوْزُ ٱلْعَظِيمُ ١٠٠

১০০) আৰু মুহাযেৰীন আৰু আনস্বাৰৰ মাজৰ যিসকল (বিশ্বাসত) আগুৱান আৰু সৰ্ব্বপ্ৰথম, আৰু যিসকলে আন্তৰিকতাৰে সৈতে তেওঁলোকৰ অনুসৰণ কৰিছে, সেইসকলৰ প্ৰতি আল্লা সন্তুষ্ট, আৰু তেওঁৰ প্ৰতি তেওঁলোকো সন্তুষ্ট; আৰু তেওঁলোকৰ নিমিত্তে তেওঁ প্ৰস্তুত ৰাখিছে এনে উদ্যানসমূহ যাৰ তলেদি জুৰিবিলাক বৈ যায়; তাতেই তেওঁলোকে চিৰকাল বাস কৰিব,—সেয়ে মহান্ সফলতা।

وَمِمَّنْ حَوْلَكُم مِّنَ ٱلْأَعْرَابِ مُنَٰفِقُونَ ۖ وَمِنْ
أَهْلِ ٱلْمَدِينَةِ ۖ مَرَدُوا۟ عَلَى ٱلنِّفَاقِ لَا تَعْلَمُهُمْ ۖ
نَحْنُ نَعْلَمُهُمْ ۚ سَنُعَذِّبُهُم مَّرَّتَيْنِ ثُمَّ يُرَدُّونَ إِلَىٰ
عَذَابٍ عَظِيمٍ ١٠١

১০১) তোমালোকৰ চাৰিওফালে মৰুভূমিত বাস কৰা আৰববিলাকৰ মাজত, আৰু মদিনা-অধিবাসীবিলাকৰো মাজত কিছুমান আছে কপটাচাৰী সিহঁত কপটাচাৰতেই বদ্ধমূল; সিহঁতক তুমি নাজানা, আমি সিহঁতক জানো; অলপতে আমি সিহঁতক দুবাৰকৈ শাস্তি দিম ; তাৰ পিছত সিহঁতক ঘূৰাই নিয়া হ'ব এটা ডাঙৰ শাস্তিলৈ।

وَءَاخَرُونَ ٱعْتَرَفُوا۟ بِذُنُوبِهِمْ خَلَطُوا۟ عَمَلًا صَٰلِحًا
وَءَاخَرَ سَيِّئًا عَسَى ٱللَّهُ أَن يَتُوبَ عَلَيْهِمْ ۚ إِنَّ ٱللَّهَ
غَفُورٌ رَّحِيمٌ ١٠٢

১০২) আৰু আন কিছুমানো আছে যিবিলাকে নিজৰ অপৰাধসমূহ স্বীকাৰ কৰিছে ; তেওঁলোকে সৎকাৰ্য্য আৰু কুকাৰ্য্যৰ সানমিহলি কৰিছে; সম্ভৱতঃ তেওঁলোকৰ প্ৰতি আল্লাই কৃপা-দৃষ্টি কৰিব; নিশ্চয় আল্লা শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানশীল।

خُذْ مِنْ أَمْوَٰلِهِمْ صَدَقَةً تُطَهِّرُهُمْ وَتُزَكِّيهِم

১০৩) নিজ সম্পত্তিৰ পৰা সিহঁতে যি দান দিয়ে তুমি গ্ৰহণ কৰিবা, যাতে তাৰ দবাৰা তুমি সিহঁতক

بِهَا وَصَلِّ عَلَيْهِمْ ۖ إِنَّ صَلَوٰتَكَ سَكَنٌ لَّهُمْ ۗ وَٱللَّهُ
سَمِيعٌ عَلِيمٌ ﴿١٠٣﴾

বিশুদ্ধ কৰিব পাৰা আৰু সিহঁতক নিৰ্ম্মল কৰিব পাৰা; আৰু সিহঁতৰ হৈ তুমি প্ৰাৰ্থনা কৰিবা; ইয়াত কোনো সন্দেহ নাই, তোমাৰ প্ৰাৰ্থনা সিহঁতৰ পক্ষে শান্তিৰ কাৰণ; আৰু আল্লা শ্ৰেষ্ঠ শ্ৰোতা, সৰ্ব্বজ্ঞাতা।

أَلَمْ يَعْلَمُوٓا۟ أَنَّ ٱللَّهَ هُوَ يَقْبَلُ ٱلتَّوْبَةَ عَنْ عِبَادِهِۦ وَ
يَأْخُذُ ٱلصَّدَقَٰتِ وَأَنَّ ٱللَّهَ هُوَ ٱلتَّوَّابُ ٱلرَّحِيمُ ﴿١٠٤﴾

১০৪) সিহঁতে নাজানে নে, আল্লাই নিজ ভৃত্য-বিলাকৰ ক্ষমা-প্ৰাৰ্থনা গ্ৰহণ কৰে, আৰু সিহঁতে যি দান সমূহ দিয়ে তাকো গ্ৰহণীয় কৰে ? আৰু আল্লাই শ্ৰেষ্ঠ কৃপা-দৃষ্টি কৰোঁতা, পৰম দানশীল।

وَقُلِ ٱعْمَلُوا۟ فَسَيَرَى ٱللَّهُ عَمَلَكُمْ وَرَسُولُهُۥ وَٱلْمُؤْمِنُونَ ۖ
وَسَتُرَدُّونَ إِلَىٰ عَٰلِمِ ٱلْغَيْبِ وَٱلشَّهَٰدَةِ فَيُنَبِّئُكُم بِمَا
كُنتُمْ تَعْمَلُونَ ﴿١٠٥﴾

১০৫) আৰু তুমি কোৱাঁ, তোমালোকে নিজ কাৰ্য্য কৰি থাকাঁ, তোমালোকৰ সেই কাৰ্য্য নিশ্চয় আল্লাই আৰু তেওঁৰ ৰচুলে আৰু বিশ্বাসীসকলেও নিৰীক্ষণ কৰিব; আৰু অদূৰ ভৱিষ্যতত এনেজনৰ ওচৰলৈ তোমালোকক ওভতাই নিয়া হ'ব যিজনে অদৃশ্য আৰু প্ৰকাশ্য সকলো জানে; গতিকে তোমালোকে যি কাৰ্য্য কৰিছিলা সকলো তেওঁ তোমালোকক জানিবলৈ দিব।

وَءَاخَرُونَ مُرْجَوْنَ لِأَمْرِ ٱللَّهِ إِمَّا يُعَذِّبُهُمْ وَإِمَّا يَتُوبُ
عَلَيْهِمْ ۗ وَٱللَّهُ عَلِيمٌ حَكِيمٌ ﴿١٠٦﴾

১০৬) আৰু এনে কিছুমান মানুহো আছে যিবিলাকৰ বিষয় আল্লাৰ আদেশ নহালৈকে স্থগিত ৰখা হৈছে—তেওঁ সিহঁতক শাস্তি প্ৰদান কৰে নে সিঁহতৰ প্ৰতি কৃপা-দৃষ্টি কৰে; আৰু আল্লা সৰ্ব্ব-জ্ঞাতা, শ্ৰেষ্ঠ জ্ঞানী।

وَٱلَّذِينَ ٱتَّخَذُوا۟ مَسْجِدًا ضِرَارًا وَكُفْرًا وَتَفْرِيقًۢا
بَيْنَ ٱلْمُؤْمِنِينَ وَإِرْصَادًا لِّمَنْ حَارَبَ ٱللَّهَ وَرَسُولَهُۥ
مِن قَبْلُ ۚ وَلَيَحْلِفُنَّ إِنْ أَرَدْنَآ إِلَّا ٱلْحُسْنَىٰ ۖ وَٱللَّهُ يَشْهَدُ

১০৭) আৰু (ভণ্ডবিলাকৰ মাজত) এনে কিছুমান আছে যিবিলাকে মচ্যিদ নিৰ্ম্মাণ কৰিছে (ইচ্লামৰ) অনিষ্ট সাধন কৰিবৰ আৰু অবিশ্বাস প্ৰতিষ্ঠিত কৰিবৰ অৰ্থে, আৰু বিশ্বাসীসকলৰ মাজত অনৈক্য সৃষ্টি কৰিবৰ উদ্দেশ্যে, আৰু যিজনে আগৰে পৰা আল্লা আৰু তেওঁৰ ৰচুলৰ বিৰুদ্ধে যুদ্ধ চলাইছিল সেইজনে যেন খাপ লৈ আক্ৰমণ কৰবলৈ সুবিধা পায় তাৰ কাৰণে। অথচ সেইবিলাকে নিশ্চয় শপত খাব এই বুলি, আমি

إِنَّهُمْ لَكَٰذِبُونَ ١٠٧

মঙ্গলসাধন ভিন্ন আন একোৰে কামনা কৰা নাছিলোঁ; কিন্তু আল্লাই ইয়াকে সাক্ষী দিছে, সিহঁত নিশ্চয় অসত্যবাদী।

لَا تَقُمْ فِيهِ أَبَدًا ۚ لَّمَسْجِدٌ أُسِّسَ عَلَى التَّقْوَىٰ مِنْ أَوَّلِ
يَوْمٍ أَحَقُّ أَن تَقُومَ فِيهِ ۚ فِيهِ رِجَالٌ يُحِبُّونَ أَن يَتَطَهَّرُوا ۚ
وَاللَّهُ يُحِبُّ الْمُطَّهِّرِينَ ١٠٨

১০৮) তুমি কেতিয়াও সেই মচ্‌যিদৰ ভিতৰত (নমাজৰ নিমিত্তে) থিয় নহ'বা; যি মচ্‌যিদ্ ধৰ্ম্মৰ ভিত্তিত স্থাপিত সেই মচ্‌যিদ্ নিশ্চয় অধিক যোগ্য যে তাৰ ভিতৰত তুমি (নমাজ পঢ়িবলৈ) থিয় হোৱা; এনে মচ্‌যিদত সেইসকল হে গোট খায় যিসকলে নিজকে পৱিত্ৰ কৰিবলৈ ভাল পায়; আৰু আল্লায়ো সেইসকলক ভাল পায় যিসকলে নিজকে পৱিত্ৰ কৰে।

أَفَمَنْ أَسَّسَ بُنْيَانَهُ عَلَىٰ تَقْوَىٰ مِنَ اللَّهِ وَرِضْوَانٍ
خَيْرٌ أَم مَّنْ أَسَّسَ بُنْيَانَهُ عَلَىٰ شَفَا جُرُفٍ هَارٍ
فَانْهَارَ بِهِ فِي نَارِ جَهَنَّمَ ۗ وَاللَّهُ لَا يَهْدِي الْقَوْمَ
الظَّالِمِينَ ١٠٩

১০৯) যিজনে আল্লাৰ ভয় আৰু তেওঁৰ সন্তোষৰ ভিত্তিৰ ওপৰত নিজৰ বাসস্থান স্থাপিত কৰিছে সেইজন শ্ৰেষ্ঠ নে এনেজন শ্ৰেষ্ঠ যিজনে ভাগিব লগীয়া, পানীয়ে প্ৰায় খহাই নিব এনে গৰাৰ কাষতে নিজ বাসস্থানৰ ভিত্তি স্থাপিত কৰিছে? শেহত সেই বাসস্থান তাৰ গৰাকীৰে সৈতে নৰকৰ অগ্নিৰ মাজত পৰিব। আৰু অন্যায়কাৰী লোকক আল্লাই সুপথ প্ৰদৰ্শন নকৰে।

لَا يَزَالُ بُنْيَانُهُمُ الَّذِي بَنَوْا رِيبَةً فِي قُلُوبِهِمْ
إِلَّا أَن تَقَطَّعَ قُلُوبُهُمْ ۗ وَاللَّهُ عَلِيمٌ حَكِيمٌ ١١٠

১১০) এনে ভিত্তিৰ ওপৰত সিহঁতে যি ঘৰ (মচ্‌যিদ) সাজিছে সি সিহঁতৰ অন্তৰসমূহত সদায় অশান্তি সৃষ্টি কৰি থাকিব, যেতিয়ালৈকে (তাৰ ফলত) সিহঁতৰ অন্তৰসমূহ ভাগি ডোখৰ ডোখৰ হৈ নাযায়; আৰু আল্লা সৰ্ব্বজ্ঞাতা, শ্ৰেষ্ঠ জ্ঞানী।

إِنَّ اللَّهَ اشْتَرَىٰ مِنَ الْمُؤْمِنِينَ أَنفُسَهُمْ وَأَمْوَالَهُم
بِأَنَّ لَهُمُ الْجَنَّةَ ۚ يُقَاتِلُونَ فِي سَبِيلِ اللَّهِ فَيَقْتُلُونَ
وَيُقْتَلُونَ ۖ وَعْدًا عَلَيْهِ حَقًّا فِي التَّوْرَاةِ وَالْإِنجِيلِ

১১১) স্বৰূপতে বিশ্বাসীসকলৰ নিমিত্তে যি স্বৰ্গৰ উদ্যান আছে তাৰে সলনি আল্লাই তেওঁলোকৰ পৰা তেওঁলোকৰ প্ৰাণসমূহ আৰু তেওঁলোকৰ ধনসম্পত্তি কিনি লৈছে; (তাৰ ফলত) তেওঁ-লোকে আল্লাৰ পথত যুদ্ধ কৰে, (শত্ৰুক) নিহত কৰে আৰু নিজেও নিহত হয়;—এয়ে সেই অঙ্গীকাৰ যি পূৰ্ণ কৰিবৰ ভাৰ তৌৰাত, ইন্‌যীল,

وَالْقُرْاٰنِ ؕ وَمَنْ اَوْفٰى بِعَهْدِهٖ مِنَ اللّٰهِ فَاسْتَبْشِرُوْا
بِبَيْعِكُمُ الَّذِىْ بَايَعْتُمْ بِهٖ ؕ وَذٰلِكَ هُوَ الْفَوْزُ الْعَظِيْمُ ﴿١١١﴾

আৰু কোৰানত আল্লাই নিজেই লৈছে, আৰু আল্লাই দিয়া প্রতিশ্রুতি তেওঁতকৈ বেছি পালন কৰে এনে কোন হ'ব পাৰে? গতিকে তেওঁৰে সৈতে তোমালোকে যি বেহা-বেপাৰ কৰিলা তাৰ বাবে তোমালোক আনন্দময় হোৱাঁ; আৰু সেয়ে হৈছে মহান সফলতা।

اَلتَّآئِبُوْنَ الْعٰبِدُوْنَ الْحٰمِدُوْنَ السَّآئِحُوْنَ الرّٰكِعُوْنَ
السّٰجِدُوْنَ الْاٰمِرُوْنَ بِالْمَعْرُوْفِ وَالنَّاهُوْنَ عَنِ
الْمُنْكَرِ وَالْحٰفِظُوْنَ لِحُدُوْدِ اللّٰهِ ؕ وَبَشِّرِ الْمُؤْمِنِيْنَ ﴿١١٢﴾

১১২) (সেইবিলাকেই হৈছে) অনুতাপ কৰোঁতা, (আল্লাৰ) আৰাধনা কৰোঁতা, গুণকীর্ত্তন কৰোঁতা, (আল্লাৰ পথত) ভ্রমণ কৰোঁতা, (তেওঁৰ সম্মুখত) মূৰ দোৱাঁওতা, সাষ্টাঙ্গে প্রণিপাত কৰোঁতা, সৎকার্য্য কৰিবলৈ আদেশ কৰোঁতা আৰু অসৎ-কার্য্য কৰিবলৈ নিষেধ কৰোঁতা, আৰু আল্লাৰ বিধানসমূহৰ সীমা ৰক্ষা কৰোঁতা; আৰু সকলো বিশ্বাসীকে আনন্দ-বার্ত্তা প্রদান কৰা।

مَا كَانَ لِلنَّبِىِّ وَالَّذِيْنَ اٰمَنُوْۤا اَنْ يَّسْتَغْفِرُوْا لِلْمُشْرِكِيْنَ
وَلَوْ كَانُوْۤا اُولِىْ قُرْبٰى مِنْۢ بَعْدِ مَا تَبَيَّنَ لَهُمْ اَنَّهُمْ
اَصْحٰبُ الْجَحِيْمِ ﴿١١٣﴾

১১৩) অংশীবাদীবিলাক যে নৰকৰ অধিবাসী এই কথা নবীজনৰ আৰু বিশ্বাসীসকলৰ আগত ফটফটীয়াকৈ স্পষ্ট হোৱাৰ পাছত তেওঁলোকে সিহঁতৰ হৈ ক্ষমা-প্রার্থনা কৰা যুগুত নহয়, এনেকি যদিও সিহঁত সিহঁতৰ আত্মীয়স্বজনো হয়।

وَمَا كَانَ اسْتِغْفَارُ اِبْرٰهِيْمَ لِاَبِيْهِ اِلَّا عَنْ مَّوْعِدَةٍ
وَّعَدَهَاۤ اِيَّاهُ ۚ فَلَمَّا تَبَيَّنَ لَهٗۤ اَنَّهٗ عَدُوٌّ لِّلّٰهِ تَبَرَّاَ مِنْهُ ؕ
اِنَّ اِبْرٰهِيْمَ لَاَوَّاهٌ حَلِيْمٌ ﴿١١٤﴾

১১৪) আৰু নিজ পিতৃৰ হৈ ইব্রাহিমে ক্ষমা-প্রার্থনা কৰাৰ কাৰণ আছিল সেই প্রতিশ্রুতি মাথোন যি তেওঁ পূৰ্বেই তেওঁক দি থৈছিল; কিন্তু তেওঁ যে আল্লাৰ শত্রু এই কথা তেওঁৰ আগত ফটফটীয়াকৈ স্পষ্ট হৈ পৰিলত তেওঁ তেওঁৰ পৰা বিমুখ হ'ল। ইয়াত কোনো সন্দেহ নাই, ইব্রাহিম আছিল অতি মৰমিয়াল, ধৈর্য্যশীল।

وَمَا كَانَ اللّٰهُ لِيُضِلَّ قَوْمًاۢ بَعْدَ اِذْ هَدٰىهُمْ

১১৫) আৰু আল্লাই কোনো জাতিক পথপ্রদর্শন কৰাৰ পাছত সিহঁতক তেওঁ যে পুনৰ পথ-ভ্রান্ত কৰিব ই কদাপি তেওঁৰ যুগুত নহয়—যেতিয়া-লৈকে যি কৰ্ম্মৰ পৰা সিহঁত বিৰত থকা উচিত তাকে তেওঁ সিহঁতৰ আগত স্পষ্টকৈ প্রকাশ

নকৰে; নিশ্চয় সকলো বস্তুৰে আছে আল্লাৰ সম্পূৰ্ণ জ্ঞান।

حَتّٰى يُبَيِّنَ لَهُمْ مَّا يَتَّقُوْنَ ۭ اِنَّ اللّٰهَ بِكُلِّ شَيْءٍ عَلِيْمٌ ﴿١١٥﴾

১১৬) নিশ্চয় আকাশমণ্ডলী আৰু পৃথিৱীৰ ৰাজত্বৰ যিজন গৰাকী তেৰেঁই আল্লা; তেৰেঁই জীৱন দান কৰে আৰু তেৰেঁই মৃত্যু ঘটায়; আৰু তোমালোকৰ পক্ষে আল্লাত ভিন্ন আন কোনো বন্ধু আৰু সহায় কৰোঁতা নাই।

اِنَّ اللّٰهَ لَهٗ مُلْكُ السَّمٰوٰتِ وَالْاَرْضِ ۭ يُحْيٖ
وَيُمِيْتُ ۭ وَمَا لَكُمْ مِّنْ دُوْنِ اللّٰهِ مِنْ
وَّلِيٍّ وَّلَا نَصِيْرٍ ﴿١١٦﴾

১১৭) স্বৰূপতে নবীৰ প্ৰতি আৰু সেই মুহাযেৰীন আৰু আনস্বাৰৰ প্ৰতি যিসকলে সঙ্কটৰ সময়ত তেওঁলোকৰ মাজৰ এদলৰ অন্তৰসমূহ প্ৰায় বিচলিত হোৱাতো তেওঁৰেই অনুসৰণ কৰিছিল, আল্লাই কৰুণাৰে সৈতে কৃপাদৃষ্টি কৰিছে। তেওঁলোকৰ প্ৰতি তেওঁ পুনৰ কৃপাদৃষ্টি কৰিলে; নিশ্চয়, তেওঁলোকৰ প্ৰতি তেওঁ দয়ালু, পৰম দানশীল।

لَقَدْ تَّابَ اللّٰهُ عَلَي النَّبِيِّ وَالْمُهٰجِرِيْنَ وَالْاَنْصَارِ
الَّذِيْنَ اتَّبَعُوْهُ فِيْ سَاعَةِ الْعُسْرَةِ مِنْۢ بَعْدِ مَا
كَادَ يَزِيْغُ قُلُوْبُ فَرِيْقٍ مِّنْهُمْ ثُمَّ تَابَ عَلَيْهِمْ ۭ
اِنَّهٗ بِهِمْ رَءُوْفٌ رَّحِيْمٌ ﴿١١٧﴾

১১৮) আৰু (তেওঁ কৃপাদৃষ্টি কৰিলে) সেই তিনিজনৰ প্ৰতিও যিকেইজনৰ সম্বন্ধে (আল্লাৰ) আদেশ স্থগিত ৰখা হৈছিল; সেই অৱস্থাত পৃথিৱী বিস্তীৰ্ণ হোৱা সত্ত্বেও সিহঁতৰ কাৰণে সঙ্কীৰ্ণ হৈ পৰিছিল; আৰু সিহঁতৰ পক্ষে সিহঁতৰ প্ৰাণ-সমূহও সঙ্কুচিত হৈছিল; আৰু সিহঁতে ভালকৈ বুজিব পাৰিছিল, আল্লাৰ শাস্তিৰ পৰা ৰক্ষা পাবলৈ তেওঁৰ বাহিৰে আন কোনো আশ্ৰয়স্থল নাই; অৱশেষত তেওঁ সিহঁতৰ প্ৰতি পুনৰায় কৃপাদৃষ্টি কৰিলে, যাতে সিহঁতে অনুতাপ কৰি ক্ষমা ভিক্ষা কৰে; কোনো সন্দেহ নাই, আল্লাই একমাত্ৰ কৃপাদৃষ্টি কৰোঁতা, পৰম দানশীল।

وَّعَلَي الثَّلٰثَةِ الَّذِيْنَ خُلِّفُوْا ۭ حَتّٰٓي اِذَا ضَاقَتْ عَلَيْهِمُ الْاَرْضُ بِمَا
رَحُبَتْ وَضَاقَتْ عَلَيْهِمْ اَنْفُسُهُمْ وَظَنُّوْٓا اَنْ لَّا مَلْجَاَ
مِنَ اللّٰهِ اِلَّآ اِلَيْهِ ۭ ثُمَّ تَابَ عَلَيْهِمْ لِيَتُوْبُوْا ۭ اِنَّ اللّٰهَ
هُوَ التَّوَّابُ الرَّحِيْمُ ﴿١١٨﴾ ع

১১৯) হে বিশ্বাসীসকল, আল্লালৈ ভয় ৰাখিবা আৰু সত্যবাদীসকলৰ সঙ্গী হবা।

يٰٓاَيُّهَا الَّذِيْنَ اٰمَنُوا اتَّقُوا اللّٰهَ وَكُوْنُوْا مَعَ الصّٰدِقِيْنَ ﴿١١٩﴾

১২০) মদিনাৰ অধিবাসীবিলাকৰ পক্ষে আৰু

مَا كَانَ لِاَهْلِ الْمَدِيْنَةِ وَمَنْ حَوْلَهُمْ مِّنَ الْاَعْرَابِ

أَن يَتَخَلَّفُوا عَن رَّسُولِ اللَّهِ وَلَا يَرْغَبُوا بِأَنفُسِهِمْ عَن
نَّفْسِهِ ۚ ذَٰلِكَ بِأَنَّهُمْ لَا يُصِيبُهُمْ ظَمَأٌ وَلَا نَصَبٌ وَلَا
مَخْمَصَةٌ فِي سَبِيلِ اللَّهِ وَلَا يَطَـُٔونَ مَوْطِئًا يَغِيظُ
الْكُفَّارَ وَلَا يَنَالُونَ مِنْ عَدُوٍّ نَّيْلًا إِلَّا كُتِبَ لَهُم بِهِ
عَمَلٌ صَالِحٌ ۚ إِنَّ اللَّهَ لَا يُضِيعُ أَجْرَ الْمُحْسِنِينَ ﴿١٢٠﴾

সিহঁতৰ কেওফালে মৰুভূমিত থকা আৰব-বিলাকৰ পক্ষে আল্লাৰ ৰচুলৰ লগতে (ৰণলৈ) নোলাই পিছ পৰি থকা আৰু তেওঁৰ প্ৰাণতকৈ নিজৰ প্ৰাণসমূহ বেছি ভাল পোৱা কেতিয়াও যুগুত নাছিল; কিয়নো আল্লাৰ পথত সেইবিলাকে তৃষ্ণা, ক্লান্তি আৰু অনশনৰ কষ্ট ভোগ কৰা হলে, আৰু অবিশ্বাসীবিলাকৰ বাট ধৰি সিহঁতৰ ক্ৰোধৰ উদ্ৰেক কৰা হলে, আৰু শত্ৰুৰ অনিষ্ট সাধন কৰা হলে, সেইবিলাকৰ নিমিত্তে এনেবোৰ কাৰ্য্য পুণ্যকাৰ্য্য বুলি লিপিবদ্ধ কৰা হ'লহেঁতেন। সৎকৰ্ম্মীসকলৰ প্ৰতিদান নিশ্চয় আল্লাই ব্যৰ্থ নকৰে।

وَلَا يُنفِقُونَ نَفَقَةً صَغِيرَةً وَلَا كَبِيرَةً وَلَا يَقْطَعُونَ
وَادِيًا إِلَّا كُتِبَ لَهُمْ لِيَجْزِيَهُمُ اللَّهُ أَحْسَنَ مَا كَانُوا
يَعْمَلُونَ ﴿١٢١﴾

১২১) আৰু কমেই হওক বা বেছিয়েই হওক তেওঁলোকে এন ধন ব্যয় নকৰে, আৰু কোনো উপত্যকা তেওঁলোকে অতিক্ৰম নকৰে যি তেওঁলোকৰ নিমিত্তে লিপিবদ্ধ কৰি থোৱা নহয় যাতে তেওঁলোকে যি কাৰ্য্যকে কৰিছিল তাৰ বাবে আল্লাই তেওঁলোকক উত্তম প্ৰতিদান দিয়ে।

وَمَا كَانَ الْمُؤْمِنُونَ لِيَنفِرُوا كَافَّةً ۚ فَلَوْلَا نَفَرَ مِن
كُلِّ فِرْقَةٍ مِّنْهُمْ طَائِفَةٌ لِّيَتَفَقَّهُوا فِي الدِّينِ
وَلِيُنذِرُوا قَوْمَهُمْ إِذَا رَجَعُوا إِلَيْهِمْ لَعَلَّهُمْ
يَحْذَرُونَ ﴿١٢٢﴾

১২২) আৰু মৰুবাসীবিলাকৰ পক্ষে সম্ভৱ নাছিল যে সকলোৱে একেলগে (ৰণলৈ) ওলাই পৰে; সিহঁতৰ প্ৰত্যেক সম্প্ৰদায়ৰ পৰা কিয় একোটা দল ধৰ্ম্মজ্ঞান লাভ কৰিবৰ উদ্দেশ্যে (কেন্দ্ৰলৈ) ওলাই নাহে, যাতে পিছত নিজৰ লোকবিলাকৰ ওচৰলৈ উভতি গৈ সিহঁতক (শিক্ষা দি) সতৰ্ক কৰিব পাৰে? হ'ব পাৰে সিহঁত এই উপায়ে কুকৰ্ম্ম সম্বন্ধে সাৱধান হয়।

يَا أَيُّهَا الَّذِينَ آمَنُوا قَاتِلُوا الَّذِينَ يَلُونَكُم مِّنَ الْكُفَّارِ
وَلْيَجِدُوا فِيكُمْ غِلْظَةً ۚ وَاعْلَمُوا أَنَّ اللَّهَ مَعَ الْمُتَّقِينَ ﴿١٢٣﴾

১২৩) হে বিশ্বাসীসকল, তোমালোকে সেই অবিশ্বাসীবিলাকৰে সৈতে যুদ্ধ কৰাঁ যিবিলাক তোমালোকৰ ওচৰতেই আছে, আৰু এনে ভাবে যুদ্ধ কৰাঁ সিহঁতে যেন তোমালোকক কঠোৰ, দৃঢ় দেখা পায়; আৰু তোমালোকে জানি থোৱাঁ, আল্লা ধৰ্ম্মপৰায়ণসকলৰ সঙ্গী।

১২৪) আৰু কোনো এটা চুৰা অৱতীৰ্ণ হ'লে সিহঁতে (ইতিকিং কৰি) সোধে, এই চুৰা দবাৰা তোমালোকৰ কোনো এজনৰো বিশ্বাস বৃদ্ধি হ'ল নে? প্ৰকৃততে যি সকল বিশ্বাসী সেইসকলৰ হে বিশ্বাস ইয়াৰ দ্বাৰা বৃদ্ধি পায়; আৰু সেই কাৰণে তেওঁলোক হৈছে আনন্দেৰে পৰিপূৰ্ণ।

وَإِذَا مَآ أُنزِلَتْ سُورَةٌ فَمِنْهُم مَّن يَقُولُ أَيُّكُمْ زَادَتْهُ هَٰذِهِۦٓ إِيمَٰنًا ۚ فَأَمَّا ٱلَّذِينَ ءَامَنُوا۟ فَزَادَتْهُمْ إِيمَٰنًا وَهُمْ يَسْتَبْشِرُونَ ١٢٤

১২৫) কিন্তু যিবিলাকৰ অন্তৰসমূহত ব্যাধি আছে সিহঁতৰ কাৰণে এই চুৰাই সিহঁতৰ অশুচিতাৰ ওপৰত অশুচিতা হে বৃদ্ধি কৰে; আৰু অবিশ্বাসী হৈ থকা অৱস্থাতেই সিহঁতৰ মৃত্যু ঘটে।

وَأَمَّا ٱلَّذِينَ فِى قُلُوبِهِم مَّرَضٌ فَزَادَتْهُمْ رِجْسًا إِلَىٰ رِجْسِهِمْ وَمَاتُوا۟ وَهُمْ كَٰفِرُونَ ١٢٥

১২৬) সিহঁতে এই কথা ভাবি নাচায় নে, প্ৰতি বছৰতে এবাৰ বা দুবাৰ সিহঁতৰ পৰীক্ষা লোৱা হয়? তথাপি সিহঁতে অনুতাপ নকৰে, আৰু উপদেশ গ্ৰহণ নকৰে।

أَوَلَا يَرَوْنَ أَنَّهُمْ يُفْتَنُونَ فِى كُلِّ عَامٍ مَّرَّةً أَوْ مَرَّتَيْنِ ثُمَّ لَا يَتُوبُونَ وَلَا هُمْ يَذَّكَّرُونَ ١٢٦

১২৭) আৰু কোনো এটা চুৰা অৱতীৰ্ণ হলেই সিহঁতৰ ইজনে সিজনলৈ চকু টিপ মাৰে (আৰু কয়), চোৱাঁ তোমালোকক কোনোবাই লক্ষ্য কৰিছে নে কি? তাৰ পিছত সিহঁত ঘূৰি যায়; সিহঁতৰ অন্তৰসমূহ আল্লাইহে ওলটাইছে, কিয়নো সিহঁত এনে লোক যি একোকে উপলব্ধি নকৰে।

وَإِذَا مَآ أُنزِلَتْ سُورَةٌ نَّظَرَ بَعْضُهُمْ إِلَىٰ بَعْضٍ هَلْ يَرَىٰكُم مِّنْ أَحَدٍ ثُمَّ ٱنصَرَفُوا۟ ۚ صَرَفَ ٱللَّهُ قُلُوبَهُم بِأَنَّهُمْ قَوْمٌ لَّا يَفْقَهُونَ ١٢٧

১২৮) স্বৰূপতে তোমালোকৰ ওচৰলৈ ৰছুল আহিছে তোমালোকৰেই মাজৰ পৰা। যিখিনি কষ্ট তোমালোকে ভোগ কৰা তাৰ বাবে তেওঁৰ মন ভাৰাক্ৰান্ত; তোমালোকৰ কল্যাণৰ নিমিত্তে তেওঁ উদিবগ্ন; বিশ্বাসীসকলৰ নিমিত্তে তেওঁ স্নেহশীল, দয়ালু।

لَقَدْ جَآءَكُمْ رَسُولٌ مِّنْ أَنفُسِكُمْ عَزِيزٌ عَلَيْهِ مَا عَنِتُّمْ حَرِيصٌ عَلَيْكُم بِٱلْمُؤْمِنِينَ رَءُوفٌ رَّحِيمٌ ١٢٨

১২৯) শেষত ইয়াৰ উপৰিও যদি সিহঁত বিমুখ হৈ ঘূৰি যায়, তুমি কবা, মোৰ কাৰণে একমাত্ৰ আল্লা যথেষ্ট; তেওঁৰ বাহিৰে আন উপাস্য নাই; তেওঁৰেই ওপৰত মই ভৰসা কৰিছোঁ; আৰু তেৱেঁই মহান্ সিংহাসনৰ অধীশ্বৰ।

فَإِن تَوَلَّوْا۟ فَقُلْ حَسْبِىَ ٱللَّهُ لَآ إِلَٰهَ إِلَّا هُوَ ۖ عَلَيْهِ تَوَكَّلْتُ ۖ وَهُوَ رَبُّ ٱلْعَرْشِ ٱلْعَظِيمِ ١٢٩




চুৰা ১০ YUNUS ইয়ুনুচ্ মক্কাত অৱতীর্ণ

১) পৰম কৰুণাময়, পৰম দানশীল আল্লাৰ নামত।

بِسۡمِ اللّٰهِ الرَّحۡمٰنِ الرَّحِيۡمِ ①

২) আলিফ্ লাম ৰা ; এইবিলাক জ্ঞানপূৰ্ণ গ্ৰন্থৰ আয়তসমূহ। (মই সৰ্বদৰ্শী আল্লা)

الٓرٰ تِلۡكَ اٰيٰتُ الۡكِتٰبِ الۡحَكِيۡمِ ②

৩) মানৱজাতিৰ নিমিত্তে ই বিস্ময়ৰ কাৰণ নে, আমি সিহঁতৰ মাজৰেই এজন মানুহক প্ৰত্যাদেশ কৰিলোঁ, তুমি মানৱজাতিক সতৰ্ক কৰাঁ, আৰু বিশ্বাসীসকলক এই আনন্দ-বাৰ্ত্তা দিয়াঁ যে তেওঁলোকৰ প্ৰভুৰ ওচৰত তেওঁলোকৰ সত্যৰ পদ সুদৃঢ় ? অবিশ্বাসীবিলাকে ইয়াকে কয়, বাস্তৱতে এইজন যে প্ৰকাশ্য যাদুকৰ ইয়াত কোনো সন্দেহ নাই।

اَكَانَ لِلنَّاسِ عَجَبًا اَنۡ اَوۡحَيۡنَاۤ اِلٰى رَجُلٍ مِّنۡهُمۡ اَنۡ اَنۡذِرِ النَّاسَ وَبَشِّرِ الَّذِيۡنَ اٰمَنُوۡۤا اَنَّ لَهُمۡ قَدَمَ صِدۡقٍ عِنۡدَ رَبِّهِمۡ ۘ قَالَ الۡكٰفِرُوۡنَ اِنَّ هٰذَا لَسٰحِرٌ مُّبِيۡنٌ ③

৪) নিশ্চয় তোমালোকৰ প্ৰভু সেই আল্লা যিজনে ছয়টা নিৰ্দ্দিষ্ট কালত গগনমণ্ডল আৰু পৃথিৱী সৃজন কৰিলে; আৰু তেওঁ মহা-সিংহাসনত সুপ্ৰতিষ্ঠিত হ'ল; তেৱেঁই সকলো কাৰ্য্যৰ নিয়ন্ত্ৰণ কৰে; তেওঁৰ বিনা অনুমতিৰে কেও (কাৰো হৈ) মধ্যস্থতা কৰিব নোৱাৰে; তেৱেঁই তোমালোকৰ প্ৰভু আল্লা, গতিকে তোমালোকে তেওঁৰেই উপাসনা কৰাঁ;—তোমালোকে তেন্তে উপদেশ গ্ৰহণ নকৰিবা নে ?

اِنَّ رَبَّكُمُ اللّٰهُ الَّذِىۡ خَلَقَ السَّمٰوٰتِ وَالۡاَرۡضَ فِىۡ سِتَّةِ اَيَّامٍ ثُمَّ اسۡتَوٰى عَلَى الۡعَرۡشِ يُدَبِّرُ الۡاَمۡرَ ؕ مَا مِنۡ شَفِيۡعٍ اِلَّا مِنۡۢ بَعۡدِ اِذۡنِهٖ ؕ ذٰ لِكُمُ اللّٰهُ رَبُّكُمۡ فَاعۡبُدُوۡهُ ؕ اَفَلَا تَذَكَّرُوۡنَ ④

৫) তেওঁৰেই ওচৰলৈ হ'ব তোমালোকৰ সকলোৰেই প্ৰত্যাবৰ্ত্তন— এয়ে আল্লাই দিয়া যথাৰ্থ প্ৰতিশ্ৰুতি; আদিতে তেৱেঁই সৃষ্টি কৰিছে, তাৰ পিছতো তেৱেঁই পুনৰায় জীৱিত কৰিব; উদ্দেশ্য এই, যিসকলে বিশ্বাস কৰিছে আৰু সৎকাৰ্য্য

اِلَيۡهِ مَرۡجِعُكُمۡ جَمِيۡعًا ؕ وَعۡدَ اللّٰهِ حَقًّا ؕ اِنَّهٗ يَبۡدَؤُا الۡخَلۡقَ ثُمَّ يُعِيۡدُهٗ لِيَجۡزِىَ الَّذِيۡنَ اٰمَنُوۡا وَعَمِلُوا

الصّٰلِحٰتِ بِالْقِسْطِ ۚ وَالَّذِيْنَ كَفَرُوْا لَهُمْ شَرَابٌ مِّنْ
حَمِيْمٍ وَّعَذَابٌ اَلِيْمٌۢ بِمَا كَانُوْا يَكْفُرُوْنَ ۝٥

কৰিছে সেইসকলক তেওঁ যেন ন্যায়মতে প্ৰতিদান দিয়ে; কিন্তু যিবিলাকে অবিশ্বাস কৰিছে সিহঁতৰ নিমিত্তে থাকিব পিবলৈ উতলা পানী, আৰু (ভোগ কৰিবলৈ) যন্ত্ৰণাদায়ক শাস্তি, কিয়নো সিহঁতে সত্য অগ্ৰাহ্য কৰিছিল।

هُوَ الَّذِيْ جَعَلَ الشَّمْسَ ضِيَآءً وَّالْقَمَرَ نُوْرًا وَّ
قَدَّرَهٗ مَنَازِلَ لِتَعْلَمُوْا عَدَدَ السِّنِيْنَ وَالْحِسَابَ ۚ مَا
خَلَقَ اللّٰهُ ذٰلِكَ اِلَّا بِالْحَقِّ ۚ يُفَصِّلُ الْاٰيٰتِ لِقَوْمٍ
يَّعْلَمُوْنَ ۝٦

৬) তেৰেঁই সূৰ্য্যক দীপ্তিকৰ জ্যোতিৰূপে আৰু চন্দ্ৰক আলোকৰূপে সৃষ্টি কৰিছে, আৰু তাৰ পৰিভ্ৰমণৰ পথ নিৰ্ণয় কৰি দিছে, যাতে তোমালোকে বছৰসমূহৰ সংখ্যা আৰু (সময়ৰ গতিৰ) গণনা নিৰূপিত কৰিব পাৰা; তাকে আল্লাই কেৱল সত্য জ্ঞানৰে সৈতে স্ৰজন কৰিছে। জ্ঞানবান লোকৰ নিমিত্তে তেওঁ নিদৰ্শনসমূহ বিস্তাৰিতভাৱে বৰ্ণনা কৰে।

اِنَّ فِي اخْتِلَافِ الَّيْلِ وَالنَّهَارِ وَمَا خَلَقَ اللّٰهُ فِي
السَّمٰوٰتِ وَالْاَرْضِ لَاٰيٰتٍ لِّقَوْمٍ يَّتَّقُوْنَ ۝٧

৭) বাস্তৱতে নিশা আৰু দিনৰ অনুবৰ্ত্তনত, আৰু আকাশমণ্ডলী আৰু পৃথিৱীত তেওঁ যি সৃজন কৰিছে তাত ধৰ্ম্মপৰায়ণ লোকসকলৰ নিমিত্তে নিহিত আছে নিদৰ্শনসমূহ।

اِنَّ الَّذِيْنَ لَا يَرْجُوْنَ لِقَآءَنَا وَرَضُوْا بِالْحَيٰوةِ الدُّنْيَا
وَاطْمَاَنُّوْا بِهَا وَالَّذِيْنَ هُمْ عَنْ اٰيٰتِنَا غٰفِلُوْنَ ۝٨

৮) যিবিলাকে আমাৰ সাক্ষাৎ পাবৰ আশা নকৰে আৰু পাৰ্থিৱ জীৱন লৈয়ে সন্তুষ্ট থাকে, আৰু তাতেই শান্তি অনুভৱ কৰে, আৰু যিবিলাকে আমাৰ নিদৰ্শনসমূহ অগ্ৰাহ্য কৰে—

اُولٰٓئِكَ مَاْوٰىهُمُ النَّارُ بِمَا كَانُوْا يَكْسِبُوْنَ ۝٩

৯) নিশ্চয় সেইবিলাকৰ আশ্ৰয়স্থল হব নৰকৰ অগ্নি, সিহঁতে যি অৰ্জ্জন কৰিছিল তাৰ ফলত।

اِنَّ الَّذِيْنَ اٰمَنُوْا وَعَمِلُوا الصّٰلِحٰتِ يَهْدِيْهِمْ رَبُّهُمْ
بِاِيْمَانِهِمْ ۚ تَجْرِيْ مِنْ تَحْتِهِمُ الْاَنْهٰرُ فِيْ جَنّٰتِ
النَّعِيْمِ ۝١٠

১০) যি সকলে বিশ্বাস কৰে আৰু সৎকাৰ্য্য কৰে সেইসকলক নিশ্চয় তেওঁলোকৰ প্ৰভুৱে পথ প্ৰদৰ্শন কৰিব তেওঁলোকৰ বিশ্বাসৰ গুণে; তেওঁলোকে বাস কৰিব সুখ-শান্তিৰ এনে উদ্যানসমূহৰ মাজত য'ত তেওঁলোকৰ তলেদি জুৰিবিলাক বৈ যায়।

১১) তাৰে ভিতৰত তেওঁলোকৰ প্ৰাৰ্থনাৰ ধ্বনি এই দৰে উঠিব—হে আল্লা, তুমিয়েই পৰম পৱিত্ৰ! আৰু তাত হ'ব পৰস্পৰৰ অভিবাদন—শান্তি। আৰু সদৌ শেষত উঠিব তেওঁলোকৰ প্ৰাৰ্থনাৰ ধ্বনি—সকলো প্ৰশংসাৰ গৰাকী বিশ্বব্ৰহ্মাণ্ডৰ পালনকৰ্ত্তা আল্লা!

دَعْوٰىهُمْ فِيْهَا سُبْحٰنَكَ اللّٰهُمَّ وَتَحِيَّتُهُمْ فِيْهَا سَلٰمٌ ۚ وَاٰخِرُ دَعْوٰىهُمْ اَنِ الْحَمْدُ لِلّٰهِ رَبِّ الْعٰلَمِيْنَ ﴿١١﴾

১২) মঙ্গল যেন শীঘ্ৰে আহে তাৰ কামনা মানৱে যিদৰে কৰে সেইদৰে সিহঁতৰ নিমিত্তে অমঙ্গল অনাত আল্লায়ো ক্ষিপ্ৰ হোৱা হলে, নিশ্চয় সিহঁতৰ (শাস্তিৰ) নিৰ্দ্দিষ্ট কাল কেতিয়াবাই পূৰ্ণ হ'লহেঁতেন ; গতিকে যিবিলাকে আমাৰ সাক্ষাৎ লভিবলৈ কোনো আশা নকৰে আমি সেইবিলাকক নিজৰে বিৰোধিতাৰ মাজত অন্ধৰ দৰে খেপিয়াই ফুৰিবলৈ এৰি দিওঁ।

وَلَوْ يُعَجِّلُ اللّٰهُ لِلنَّاسِ الشَّرَّ اسْتِعْجَالَهُمْ بِالْخَيْرِ لَقُضِيَ اِلَيْهِمْ اَجَلُهُمْ ۗ فَنَذَرُ الَّذِيْنَ لَا يَرْجُوْنَ لِقَآءَنَا فِيْ طُغْيَانِهِمْ يَعْمَهُوْنَ ﴿١٢﴾

১৩) আৰু যেতিয়া মানুহক ক্লেশ-কষ্টই স্পৰ্শ কৰে তেতিয়া সি যি অৱস্থাতেই থাকক, শোৱা নাইবা বহা নাইবা থিয় হোৱা, আমাক আহ্বান কৰে ; পিছত যেতিয়া আমি তাক ক্লেশ-কষ্টৰ পৰা উদ্ধাৰ কৰোঁ সি এনে ভাৱে আঁতৰি যায় যেন ক্লেশ-কষ্টই স্পৰ্শ কৰাৰ বাবে সি আমাক আহ্বান কৰায়ে নাছিল। এইদৰে সীমা লঙ্ঘন কৰোঁতা-বিলাকৰ চকুত সিহঁতে কৰা কুকৰ্ম্ম শোভনীয় কৰি দেখুওৱা হয়।

وَاِذَا مَسَّ الْاِنْسَانَ الضُّرُّ دَعَانَا لِجَنْۢبِهٖۤ اَوْ قَاعِدًا اَوْ قَآئِمًا ۚ فَلَمَّا كَشَفْنَا عَنْهُ ضُرَّهٗ مَرَّ كَاَنْ لَّمْ يَدْعُنَاۤ اِلٰى ضُرٍّ مَّسَّهٗ ۗ كَذٰلِكَ زُيِّنَ لِلْمُسْرِفِيْنَ مَا كَانُوْا يَعْمَلُوْنَ ﴿١٣﴾

১৪) আৰু স্বৰূপতে তোমালোকৰ পূৰ্ব্ববৰ্ত্তী-বিলাকক সিহঁতে অন্যায় আচৰণ কৰাৰ বাবে আমি ধ্বংস কৰিছিলোঁ ; অথচ সিহঁতৰ ৰচুলসকল বহু প্ৰত্যক্ষ প্ৰমাণ লৈ সিহঁতৰ ওচৰলৈ আহিছিল ; এনে অৱস্থাতো সিহঁতে বিশ্বাস কৰিবলৈ সাজু নহল ; অপৰাধী লোকক আমি এইদৰেই প্ৰতিফল দিওঁ।

وَلَقَدْ اَهْلَكْنَا الْقُرُوْنَ مِنْ قَبْلِكُمْ لَمَّا ظَلَمُوْا ۙ وَجَآءَتْهُمْ رُسُلُهُمْ بِالْبَيِّنٰتِ وَمَا كَانُوْا لِيُؤْمِنُوْا ۗ كَذٰلِكَ نَجْزِى الْقَوْمَ الْمُجْرِمِيْنَ ﴿١٤﴾

১৫) আৰু পৃথিৱীত সিহঁতৰ পাছত আমি তোমালোকক উত্তৰাধিকাৰী পাতিলোঁ, যাতে তোমালোকে কি ধৰণৰ কাৰ্য্য কৰা আমি লক্ষ্য কৰোঁ।

ثُمَّ جَعَلْنٰكُمْ خَلٰٓئِفَ فِي الْاَرْضِ مِنْۢ بَعْدِهِمْ لِنَنْظُرَ كَيْفَ تَعْمَلُوْنَ ⑮

১৬) আৰু যেতিয়া আমাৰ স্পষ্ট আয়তসমূহ সিহঁতৰ আগত আবৃত্তি কৰা হয়, যিবিলাকে আমাৰ সাক্ষাৎ লাভ কৰিবলৈ কোনো আশা নকৰে সেইবিলাকে কয়, এইখন কোৰানৰ সলনি তুমি আন এখন লৈ আঁহা নাইবা এইখনকেই সাল-সলনি কৰাঁ। তুমি কোৱাঁ, মই নিজ ইচ্ছামতে এই পুথিখন সাল-সলনি কৰিম ই মোৰ সাধ্যৰ অতীত; মোৰ প্ৰতি যি প্ৰত্যাদেশ হয় মই তাৰেই মাথোন অনুসৰণ কৰোঁ; মই যদি নিজ প্ৰভুৰ অবাধ্য হওঁ, নিশ্চয় মোৰ এয়ে ভয়, মহাদিনৰ শাস্তি মই ভোগ কৰিব লাগিব।

وَاِذَا تُتْلٰى عَلَيْهِمْ اٰيَاتُنَا بَيِّنٰتٍ ۙ قَالَ الَّذِيْنَ لَا يَرْجُوْنَ لِقَآءَنَا ائْتِ بِقُرْاٰنٍ غَيْرِ هٰذَآ اَوْ بَدِّلْهُ ؕ قُلْ مَا يَكُوْنُ لِيْٓ اَنْ اُبَدِّلَهٗ مِنْ تِلْقَآئِ نَفْسِيْ ۚ اِنْ اَتَّبِعُ اِلَّا مَا يُوْحٰٓى اِلَيَّ ۚ اِنِّيْٓ اَخَافُ اِنْ عَصَيْتُ رَبِّيْ عَذَابَ يَوْمٍ عَظِيْمٍ ⑯

১৭) তুমি কোৱাঁ, আল্লাই এনে ইচ্ছ কৰা হলে, তোমালোকৰ আগত মই এই কোৰান আবৃত্তি নকৰিলোঁহেঁতেন আৰু ইয়াৰ দবাৰা তোমালোকক (জ্ঞানৰ) শিক্ষা নিদিলোঁহেতেন; চোৱাঁ, তোমালোকৰ মাজতে মোৰ সমগ্ৰ জীৱন ইতিপূৰ্ব্বে অতিবাহিত কৰিছোঁ; তোমালোকে তেন্তে ভাবি চিন্তি নোচোৱাঁ নে?

قُلْ لَّوْ شَآءَ اللّٰهُ مَا تَلَوْتُهٗ عَلَيْكُمْ وَلَآ اَدْرٰىكُمْ بِهٖ ۫ۖ فَقَدْ لَبِثْتُ فِيْكُمْ عُمُرًا مِّنْ قَبْلِهٖ ؕ اَفَلَا تَعْقِلُوْنَ ⑰

১৮) গতিকে যিজনে আল্লাৰ সম্বন্ধে মিছা সাজে আৰু আল্লাৰ নিদৰ্শনসমূহ অমান্য কৰে সেইজনতকৈ অধিক অন্যায়কাৰী কোন হ'ব পাৰে? কোনো সন্দেহ নাই অপৰাধীবিলাক কেতিয়াও সফলমনোৰথ হ'ব নোৱাৰে।

فَمَنْ اَظْلَمُ مِمَّنِ افْتَرٰى عَلَى اللّٰهِ كَذِبًا اَوْ كَذَّبَ بِاٰيٰتِهٖ ؕ اِنَّهٗ لَا يُفْلِحُ الْمُجْرِمُوْنَ ⑱

১৯) আৰু সিহঁতে আল্লাক এৰি এনেবিলাকৰ উপাসনা কৰে যিবিলাকে সিহঁতৰ অপকাৰো কৰিব নোৱাৰে আৰু সিহঁতৰ উপকাৰো সাধিব নোৱাৰে; অথচ সিহঁতে কয়, আমাৰ হৈ আল্লাৰ

وَيَعْبُدُوْنَ مِنْ دُوْنِ اللّٰهِ مَا لَا يَضُرُّهُمْ وَلَا يَنْفَعُهُمْ وَيَقُوْلُوْنَ هٰٓؤُلَآءِ شُفَعَآؤُنَا عِنْدَ اللّٰهِ ؕ قُلْ اَتُنَبِّـُٔوْنَ

ওচৰত মধ্যস্থতা কৰোঁতা এইবিলাকেই। আকাশ-মণ্ডলীত আৰু পৃথিৱীত আল্লাই যি নাজানে তাকে তেওঁক তোমালোকে জানিবলৈ দিবা নে! পৰম পৱিত্ৰ তেৱেঁই; আৰু সিহঁতে যিবিলাকক আল্লাৰ সমানে উপাস্য পাতি লৈছে সেইবিলাকতকৈ তেওঁ বহুত উচ্চ।

اللّٰهَ بِمَا لَا يَعْلَمُ فِي السَّمٰوٰتِ وَلَا فِي الْاَرْضِ سُبْحٰنَهٗ وَتَعٰلٰى عَمَّا يُشْرِكُوْنَ ⑲

২০) আৰু (আদিতে) মানৱ জাতি একেটা মাত্ৰ সম্প্ৰদায় আছিল, পিছত সিহঁত বিভিন্ন দল হৈ পৰিল; আৰু তোমাৰ প্ৰভুৰ ফালৰ পৰা পূৰ্ব্বেই এনে ৰীতি স্থিৰ নোহোৱা হলে, কেতিয়াবাই সিহঁতৰ মাজত সেই বিষয়ে মীমাংসা হৈ গ'লহেঁতেন যি বিষয়ে সিহঁতৰ মাজত মতভেদ আছিল।

وَمَا كَانَ النَّاسُ اِلَّآ اُمَّةً وَّاحِدَةً فَاخْتَلَفُوْا وَلَوْلَا كَلِمَةٌ سَبَقَتْ مِنْ رَّبِّكَ لَقُضِيَ بَيْنَهُمْ فِيْمَا فِيْهِ يَخْتَلِفُوْنَ ⑳

২১) আৰু সিহঁতে কয়, তেওঁৰ প্ৰভুৰ পৰা তেওঁৰ প্ৰতি কোনো এটি নিদৰ্শন কিয় অৱতীৰ্ণ নহ'ল? তেন্তে তুমি উত্তৰ দি কোৱাঁ, অদৃশ্যৰ জ্ঞান আল্লাৰহে মাথোন; এতেকে তোমালোকে প্ৰতীক্ষা কৰি থাকা; তোমালোকৰ সৈতে নিশ্চয় ময়ো প্ৰতীক্ষা কৰি থাকিম।

وَيَقُوْلُوْنَ لَوْلَآ اُنْزِلَ عَلَيْهِ اٰيَةٌ مِّنْ رَّبِّهٖ فَقُلْ اِنَّمَا الْغَيْبُ لِلّٰهِ فَانْتَظِرُوْا اِنِّيْ مَعَكُمْ مِّنَ الْمُنْتَظِرِيْنَ ㉑

২২) আৰু যেতিয়া আমি মানৱক, সিহঁতক দুখ-কষ্টই স্পৰ্শ কৰাৰ পাছত, কৰুণাৰ সোৱাদ লবলৈ দিওঁ, তেতিয়া সিহঁতে আল্লাৰ নিদৰ্শনসমূহৰ বিৰুদ্ধে নানা প্ৰকাৰ কৌশল কৰিব ধৰে; তুমি কোৱাঁ, কৌশল কৰাত আল্লা অধিক ক্ষিপ্ৰ। বাস্তৱতে তোমালোকে যি কৌশলেই কৰা তাকে আমাৰ ফিৰিশ্তাবিলাকে লিপিবদ্ধ কৰি ৰাখে।

وَاِذَآ اَذَقْنَا النَّاسَ رَحْمَةً مِّنْۢ بَعْدِ ضَرَّآءَ مَسَّتْهُمْ اِذَا لَهُمْ مَّكْرٌ فِيْٓ اٰيَاتِنَا قُلِ اللّٰهُ اَسْرَعُ مَكْرًا اِنَّ رُسُلَنَا يَكْتُبُوْنَ مَا تَمْكُرُوْنَ ㉒

২৩) তেৱেঁই তোমালোকক স্থল আৰু জলত ভ্ৰমণ কৰিবৰ সকলো উপায় প্ৰদান কৰে; আৰু যেতিয়া তোমালোকে জাহাজত আৰোহণ কৰা আৰু অনুকূল বতাহৰ সহায়ত সেই জাহাজবোৰ

هُوَ الَّذِيْ يُسَيِّرُكُمْ فِي الْبَرِّ وَالْبَحْرِ حَتّٰٓى اِذَا كُنْتُمْ فِي الْفُلْكِ وَجَرَيْنَ بِهِمْ بِرِيْحٍ طَيِّبَةٍ وَّفَرِحُوْا بِهَا

আৰোহণ কৰোঁতাবিলাকক লৈ ভাহি গৈ থাকে, আৰু সিহঁতে সেই সাগৰ-ভ্ৰমণত উল্লাসিত হৈ থাকোঁতেই (হঠাৎ) ধুমুহা বতাহে বেৰি ধৰেহি, আৰু ইফাল-সিফালৰ পৰা ঢৌৰ ওপৰত ঢৌ সিহঁতৰ ওপৰত আহি পৰে, আৰু সিহঁতে ভালকৈ বুজি পায় সিহঁতক সেই ঢৌবোৰে (ভীষণৰূপে) বেৰি ধৰিলে; তেতিয়াহে সিহঁতে (উপায় নাপাই) আন্তৰিকতাৰে আৰু ধৰ্ম্মপ্ৰাণ হৈ আল্লাৰ আগত প্ৰাৰ্থনা কৰি কয়, (হে আল্লা,) এই বিপদৰ পৰা যদি তুমি আমাকে উদ্ধাৰ কৰা নিশ্চয় আমি তোমাৰ ওচৰত কৃতজ্ঞ হৈ থাকিম।

جَآءَتْهَا رِيحٌ عَاصِفٌ وَّجَآءَهُمُ الْمَوْجُ مِن كُلِّ
مَكَانٍ وَّظَنُّوٓا أَنَّهُمْ أُحِيطَ بِهِمْ دَعَوُا اللّٰهَ مُخْلِصِينَ
لَهُ الدِّينَ لَئِنْ أَنجَيْتَنَا مِنْ هٰذِهٖ لَنَكُونَنَّ مِنَ
الشّٰكِرِينَ ﴿٢٢﴾

২৪) কিন্তু যেতিয়া তেওঁ সিহঁতক উদ্ধাৰ কৰে, চোৱাঁ, সিহঁতে পৃথিৱীত অন্যায়ৰূপে বিৰুদ্ধাচৰণ কৰিবলৈ আৰম্ভ কৰে। হে মানৱজাতি, তোমালোকে নিজৰেই বিৰুদ্ধে অন্যায়াচৰণ কৰিব ধৰিছা; ই পাৰ্থিৱ জীৱনৰ (অসাৰ) সম্বল মাত্ৰ; পিছত আমাৰ পিনে হ'ব তোমালোকৰ প্ৰত্যাবৰ্ত্তন; সেই সময়ত তোমালোকে (পৃথিৱীত) যিহকে কৰিছিলা তাকে আমি তোমালোকক জানিবলৈ দিম।

فَلَمَّآ أَنجٰهُمْ إِذَا هُمْ يَبْغُونَ فِي الْأَرْضِ بِغَيْرِ الْحَقِّ
يٰٓأَيُّهَا النَّاسُ إِنَّمَا بَغْيُكُمْ عَلٰٓى أَنفُسِكُم مَّتَاعَ الْحَيٰوةِ
الدُّنْيَا ثُمَّ إِلَيْنَا مَرْجِعُكُمْ فَنُنَبِّئُكُم بِمَا كُنتُمْ
تَعْمَلُونَ ﴿٢٣﴾

২৫) বাস্তৱিকতে এই পাৰ্থিৱ জীৱনৰ উপমা আমি আকাশৰ পৰা যি বাৰিধাৰা নমাই আনো তাৰেই নিচিনা; তাৰে সৈতে মিহলি হৈ নানা তৰহৰ উদ্ভিদ উৎপন্ন হয়; তাৰেই পৰা মানুহৰ আৰু পশুৰ খাদ্য উৎপন্ন হয়; অৱশেষত এনে সময় আহি পায় যেতিয়া পৃথিৱীয়ে নিজৰ সাজ-পাৰেৰে অপূৰ্ব্ব ৰূপ ধাৰণ কৰে আৰু দেখিবলৈ ধুনীয়া হৈ পৰে; আৰু সেই (উৎপাদনৰ) গৰাকীবিলাকে ভাবে, সকলোখিনি ফলমূলৰ ওপৰত সিহঁতৰেই অধিকাৰ। শেহত কোনো এৰাতি বা কোনো এদিন সেইবিলাকৰ সম্বন্ধে আমাৰ আদেশ আহি পায়; সেই মুহূৰ্ত্তে

إِنَّمَا مَثَلُ الْحَيٰوةِ الدُّنْيَا كَمَآءٍ أَنزَلْنٰهُ مِنَ السَّمَآءِ
فَاخْتَلَطَ بِهٖ نَبَاتُ الْأَرْضِ مِمَّا يَأْكُلُ النَّاسُ وَ
الْأَنْعٰمُ حَتّٰٓى إِذَآ أَخَذَتِ الْأَرْضُ زُخْرُفَهَا وَ
ازَّيَّنَتْ وَظَنَّ أَهْلُهَآ أَنَّهُمْ قٰدِرُونَ عَلَيْهَآ أَتٰىهَآ
أَمْرُنَا لَيْلًا أَوْ نَهَارًا فَجَعَلْنٰهَا حَصِيدًا كَأَن لَّمْ تَغْنَ

بِالْاَمْسِ كَذٰلِكَ نُفَصِّلُ الْاٰيٰتِ لِقَوْمٍ يَّتَفَكَّرُوْنَ ۝٢٤

আমি সেইবোৰক নিৰ্ম্মূল কৰি এনেদৰে ধ্বংস কৰি পেলাওঁ যেন তাৰ আগৰ দিনালৈকে সেইবোৰৰ অস্তিত্বই নাছিল। এইদৰে চিন্তাশীলবিলাকৰ নিমিত্তে আমি আমাৰ নিদৰ্শনসমূহ বৰ্ণনা কৰোঁ।

وَاللّٰهُ يَدْعُوْٓا اِلٰى دَارِ السَّلٰمِ ۚ وَيَهْدِيْ مَنْ يَّشَآءُ اِلٰى صِرَاطٍ مُّسْتَقِيْمٍ ۝٢٥

২৬) আৰু আল্লাই আহ্বান কৰে শান্তিধামলৈ, আৰু যাকে ইচ্ছা তাকে তেওঁ সজ বাটেদি লৈ যায়।

لِلَّذِيْنَ اَحْسَنُوا الْحُسْنٰى وَزِيَادَةٌ ۗ وَلَا يَرْهَقُ وُجُوْهَهُمْ قَتَرٌ وَّلَا ذِلَّةٌ ۗ اُولٰٓئِكَ اَصْحٰبُ الْجَنَّةِ ۚ هُمْ فِيْهَا خٰلِدُوْنَ ۝٢٦

২৭) যিসকলে সৎকাৰ্য্য কৰে সেইসকলৰ নিমিত্তে 'থাকিব উত্তম প্ৰতিদান, আৰু থাকিব তাতোকৈ যি শ্ৰেষ্ঠ ; আৰু কলঙ্কই আৰু লাঞ্ছনাই সেইসকলৰ মুখ কেতিয়াও ছাটি নধৰে ; সেইসকলেই স্বৰ্গ-উদ্যানৰ অধিবাসী, তাতেই সেইসকলে চিৰকাল বাস কৰিব।

وَالَّذِيْنَ كَسَبُوا السَّيِّاٰتِ جَزَآءُ سَيِّئَةٍۢ بِمِثْلِهَا ۙ وَتَرْهَقُهُمْ ذِلَّةٌ ۗ مَا لَهُمْ مِّنَ اللّٰهِ مِنْ عَاصِمٍ ۚ كَاَنَّمَآ اُغْشِيَتْ وُجُوْهُهُمْ قِطَعًا مِّنَ الَّيْلِ مُظْلِمًا ۗ اُولٰٓئِكَ اَصْحٰبُ النَّارِ ۚ هُمْ فِيْهَا خٰلِدُوْنَ ۝٢٧

২৮) আৰু যিবিলাকে অমঙ্গল অৰ্জ্জন কৰিছে তাৰ শাস্তি থাকিব সেই অমঙ্গলৰেই অনুৰূপ, আৰু সিহঁতক লাঞ্ছনাই আবৰি ধৰিব ; আল্লাৰ শাস্তিৰ পৰা সিহঁতক উদ্ধাৰ কৰে এনে কেও নাই ; (সিহঁতৰ মুখত কালিমা পৰিব), যেনে আন্ধাৰ নিশাৰ এভাগে সিহঁতৰ মুখ ঢাকি ধৰিব ; সেইবিলাকেই অগ্নিৰ অধিবাসী ; তাতেই সিহঁত স্থায়ীৰূপে বাস কৰিব।

وَيَوْمَ نَحْشُرُهُمْ جَمِيْعًا ثُمَّ نَقُوْلُ لِلَّذِيْنَ اَشْرَكُوْا مَكَانَكُمْ اَنْتُمْ وَشُرَكَآؤُكُمْ ۚ فَزَيَّلْنَا بَيْنَهُمْ وَقَالَ شُرَكَآؤُهُمْ مَّا كُنْتُمْ اِيَّانَا تَعْبُدُوْنَ ۝٢٨

২৯) আৰু (মহা বিচাৰৰ) দিনা সিহঁতৰ আটাইবিলাকক আমি গোট খুৱাম ; পিছত যিবিলাকে আনক আমাৰ সমানে উপাস্য পাতিছিল সেইবিলাকক আমি আদেশ দিম—তোমালোক নিজ নিজ ঠাইত থিয় হোৱাঁ, আৰু তোমালোকে পাতি লোৱা উপাস্যবিলাকো ; তাৰ পিছত আমি ইদলক সিদলৰ পৰা পৃথক কৰিম, আৰু (তেতিয়া) সিহঁতে পাতি লোৱা উপাস্যবিলাকে ক'ব, তোমালোকে সুকীয়াকৈ আমাৰেই উপাসনা কৰা নাছিলা ;

৩০) (আজি) আমাৰ আৰু তোমালোকৰ মাজত আল্লাৰ সাক্ষী যথেষ্ট ; তোমালোকে যে আমাৰেই উপাসনা কৰিছিলা আমি নিশ্চয় জনা নাছিলোঁ।

فَكَفَىٰ بِاللَّهِ شَهِيدًا بَيْنَنَا وَبَيْنَكُمْ إِن كُنَّا عَنْ
عِبَادَتِكُمْ لَغَافِلِينَ ۝

৩১) প্ৰতিজনে আগতে যি কাৰ্য্য কৰিছিল তাৰ প্ৰতিফল কি তাকে ভালকৈ জানিব পাৰিব ; আৰু সিহঁতক ওভতাই নিয়া হ'ব সিহঁতৰ প্ৰকৃত অধীশ্বৰ আল্লাৰ ফালে ; আৰু সিহঁতে (সত্যৰ বিৰুদ্ধে) যে মিছা সাজিছিল সকলো সিহঁতৰ কাৰণে ব্যৰ্থ হ'ব।

هُنَالِكَ تَبْلُوا كُلُّ نَفْسٍ مَّا أَسْلَفَتْ وَرُدُّوا إِلَى اللَّهِ
مَوْلَاهُمُ الْحَقِّ وَضَلَّ عَنْهُم مَّا كَانُوا يَفْتَرُونَ ۝ ع

৩২) তুমি (সিহঁতক) প্ৰশ্ন কৰাঁ, আকাশ আৰু পৃথিৱীৰ পৰা কোনে তোমালোকক জীৱিকা প্ৰদান কৰে? (তোমালোকৰ) শ্ৰৱণশক্তি আৰু দৃষ্টিশক্তিৰ ওপৰত কাৰ অধিকাৰ? আৰু কোনে মৃতকৰ পৰা জীৱিত উদ্ধাৰন কৰে, আৰু উদ্ধাৰন কৰে জীৱিতৰ পৰা মৃতক? আৰু (জগতৰ) সকলো কাৰ্য্যৰ নিয়ন্ত্ৰণ কৰে কোনে? সিহঁতে ততালিকে উত্তৰ দিব, আল্লাই। তেতিয়া তুমি কবা, তোমালোকে তেন্তে আল্লালৈ ভয় নাৰাখিবা নে?

قُلْ مَن يَرْزُقُكُم مِّنَ السَّمَاءِ وَالْأَرْضِ أَمَّن يَمْلِكُ
السَّمْعَ وَالْأَبْصَارَ وَمَن يُخْرِجُ الْحَيَّ مِنَ الْمَيِّتِ
وَيُخْرِجُ الْمَيِّتَ مِنَ الْحَيِّ وَمَن يُدَبِّرُ الْأَمْرَ
فَسَيَقُولُونَ اللَّهُ فَقُلْ أَفَلَا تَتَّقُونَ ۝

৩৩) গতিকে সেইজনেই তোমালোকৰ প্ৰকৃত প্ৰতিপালক আল্লা ; আৰু সত্য আহি যোৱাৰ পাছত (তাকে অগ্ৰাহ্য কৰা প্ৰত্যক্ষ) ভ্ৰান্তিৰ বাহিৰে আৰু কি হ'ব পাৰে? চোৱাঁ! তোমালোকক কোন ফালে ঘূৰাই নিয়া হৈছে?

فَذَٰلِكُمُ اللَّهُ رَبُّكُمُ الْحَقُّ فَمَاذَا بَعْدَ الْحَقِّ إِلَّا
الضَّلَالُ فَأَنَّىٰ تُصْرَفُونَ ۝

৩৪) অবাধ্যবিলাকৰ বিৰুদ্ধে তোমাৰ প্ৰভুৰে কোৱা বাণী যে সিহঁতে কেতিয়াও বিশ্বাস নকৰে এই দৰেই সত্য বুলি প্ৰমাণিত হ'ল।

كَذَٰلِكَ حَقَّتْ كَلِمَتُ رَبِّكَ عَلَى الَّذِينَ فَسَقُوا
أَنَّهُمْ لَا يُؤْمِنُونَ ۝

৩৫) তুমি (সিহঁতক) প্ৰশ্ন কৰাঁ, তোমালোকে নিজে পাতি লোৱা উপাস্যবিলাকৰ মাজত এনে কোনোজন আছে নে যিজনে (এবাৰ) সৃষ্টিৰ সূচনা কৰে, আৰু পিছত তাকে পুনৰায় সৃষ্টি কৰে? তুমি

قُلْ هَلْ مِن شُرَكَائِكُم مَّن يَبْدَأُ الْخَلْقَ ثُمَّ

কৈ দিয়াঁ, এই সৃষ্টিৰ আল্লাই হে সূচনা কৰিছে, পিছত তাকে তেওঁ নতুনকৈ আকৌ সৃষ্টি কৰিব ; চোৱাঁ (সত্যৰ পৰা) কোন ফালে তোমালোকক বিভ্ৰান্ত কৰি নিয়া হৈছে ?

يُعِيْدُهٗ ۗ قُلِ اللّٰهُ يَبْدَؤُا الْخَلْقَ ثُمَّ يُعِيْدُهٗ فَاَنّٰى
تُؤْفَكُوْنَ ۝٣٥

৩৬) তুমি (সিহঁতক) **প্ৰশ্ন কৰাঁ**, তোমালোকে নিজে পাতি লোৱা উপাস্যবিলাকৰ মাজত এনে কোনোজন আছে নে যিজনে সত্যৰ বাট দেখুৱাব পাৰে? তুমি নিজেই উত্তৰ দিয়াঁ, সত্যৰ পিনে আল্লাই হে বাট দেখুৱায়; গতিকে যিজনে সত্যৰ পিনে পথপ্ৰদৰ্শন কৰে সেইজন অনুগমন কৰাৰ উপযোগী নে সেইজন যিজনে আনে বাট নেদেখুৱালে নিজে সুপথ বিচাৰি লব নোৱাৰে? তোমালোকৰ নো কি হৈছে, তোমালোকে এনেদৰে বিচাৰ কৰিছাঁ ?

قُلْ هَلْ مِنْ شُرَكَآئِكُمْ مَّنْ يَّهْدِيْٓ اِلَى الْحَقِّ ۗ قُلِ
اللّٰهُ يَهْدِيْ لِلْحَقِّ ۗ اَفَمَنْ يَّهْدِيْٓ اِلَى الْحَقِّ اَحَقُّ
اَنْ يُّتَّبَعَ اَمَّنْ لَّا يَهِدِّيْٓ اِلَّآ اَنْ يُّهْدٰى ۚ فَمَا لَكُمْ ۟
كَيْفَ تَحْكُمُوْنَ ۝٣٦

৩৭) আৰু সিহঁতৰ বেছি ভাগে অনুমানৰ হে অনুসৰণ কৰে ; বাস্তৱতে সত্য বুজিবলৈ অনুমানে একোকে সহায় নকৰে। যি কাৰ্য্য সিহঁতে কৰে তাক আল্লাই নিশ্চয় ভালকৈ জানে।

وَمَا يَتَّبِعُ اَكْثَرُهُمْ اِلَّا ظَنًّا ۗ اِنَّ الظَّنَّ لَا يُغْنِيْ
مِنَ الْحَقِّ شَيْـًٔا ۗ اِنَّ اللّٰهَ عَلِيْمٌۢ بِمَا يَفْعَلُوْنَ ۝٣٧

৩৮) আৰু আল্লাৰ বাহিৰে অইনৰ দ্বাৰা ৰচিত হ'ব পাৰে এই কোৰান এনে পুথি নহয়; আৰু পূৰ্ব্ববৰ্তী সত্যৰ এই পুথি সমৰ্থন স্বৰূপ আৰু ধৰ্ম্ম-গ্ৰন্থৰ (বিধানৰ) বিস্তৃত বিৱৰণ স্বৰূপ; ইয়াৰ সম্বন্ধে কোনো সন্দেহ উৎপন্ন হ'ব নোৱাৰে, কিয়নো বিশ্ব-জগতৰ প্ৰতিপালকৰ পৰা অহা এইখন পুথি।

وَمَا كَانَ هٰذَا الْقُرْاٰنُ اَنْ يُّفْتَرٰى مِنْ دُوْنِ اللّٰهِ
وَلٰكِنْ تَصْدِيْقَ الَّذِيْ بَيْنَ يَدَيْهِ وَتَفْصِيْلَ الْكِتٰبِ
لَا رَيْبَ فِيْهِ مِنْ رَّبِّ الْعٰلَمِيْنَ ۝٣٨

৩৯) কি! সিহঁতে ইয়াকে কয় নে, এই পুথিখন তেওঁ নিজেই ৰচনা কৰি আল্লাৰ বুলি মিছাকৈ ঘোষণা কৰিছে? তুমি কোৱাঁ, সেয়ে যদি হয়, তেন্তে ইয়াৰে চুৰা এটিৰ সদৃশ (ৰচনা কৰি) লৈ আনা, আৰু (তাৰ উপৰি) আল্লাক এৰি আন যাকে

اَمْ يَقُوْلُوْنَ افْتَرٰىهُ ۗ قُلْ فَاْتُوْا بِسُوْرَةٍ مِّثْلِهٖ وَادْعُوْا

مَنِ اسْتَطَعْتُمْ مِّنْ دُوْنِ اللّٰهِ اِنْ كُنْتُمْ صٰدِقِيْنَ ۝٣٩

পাৰা তাকে তোমালোকক সহায় কৰিবলৈ আহ্বান কৰাঁ, যদিহে তোমালোক সত্যবাদী হোৱা।

بَلْ كَذَّبُوْا بِمَا لَمْ يُحِيْطُوْا بِعِلْمِهٖ وَلَمَّا يَاْتِهِمْ تَاْوِيْلُهٗ كَذٰلِكَ كَذَّبَ الَّذِيْنَ مِنْ قَبْلِهِمْ فَانْظُرْ كَيْفَ كَانَ عَاقِبَةُ الظّٰلِمِيْنَ ۝٤٠

৪০) নহয়, বৰং যি জ্ঞান সিহঁতে আগুৰিব পৰা নাই আৰু যাৰ সঠিক তাৎপৰ্য্য এতিয়াও সিহঁতৰ ওচৰলৈ আহি পোৱা নাই তাকে সিহঁতে মিছা বুলি অগ্ৰাহ্য কৰিছে; সেইদৰে সিহঁতৰ পূৰ্ব্ববৰ্ত্তী-বিলাকেও (সত্য আহিলত) তাকে মিছা বুলি অগ্ৰাহ্য কৰিছিল; এতেকে তুমি ভাবি চোৱাঁ, অন্যায়কাৰীবিলাকৰ শেষ পৰিণাম কি হ'ল!

وَمِنْهُمْ مَّنْ يُّؤْمِنُ بِهٖ وَمِنْهُمْ مَّنْ لَّا يُؤْمِنُ بِهٖ وَرَبُّكَ اَعْلَمُ بِالْمُفْسِدِيْنَ ۝٤١ ع

৪১) আৰু সিহঁতৰ মাজৰ কিছুমানে এই কোৰানত বিশ্বাস কৰিব, আৰু সিহঁতৰ মাজৰ আন কিছুমানে ইয়াত কেতিয়াও বিশ্বাস নকৰে; আৰু তোমাৰ প্ৰভুৱে অশান্তি সৃষ্টি কৰোঁতা-বিলাকক ভালকৈ জানে।

وَاِنْ كَذَّبُوْكَ فَقُلْ لِّيْ عَمَلِيْ وَلَكُمْ عَمَلُكُمْ اَنْتُمْ بَرِيْٓـــُٔوْنَ مِمَّآ اَعْمَلُ وَاَنَا بَرِيْٓءٌ مِّمَّا تَعْمَلُوْنَ ۝٤٢

৪২) আৰু সিহঁতে যদি তোমাক মিথ্যাবাদী বুলি অমান্য কৰে তুমি কোৱাঁ, মোৰ নিমিত্তে নিৰূপিত, আৰু তোমালোকৰ নিমিত্তে নিৰূপিত আছে তোমালোকৰ কাৰ্য্য; মই কৰা কাৰ্য্যৰ নিমিত্তে তোমালোক দায়ী নোহোৱা, আৰু তোমালোকে যি কাৰ্য্য কৰা তাৰ বাবে ময়ো দায়ী নহওঁ।

وَمِنْهُمْ مَّنْ يَّسْتَمِعُوْنَ اِلَيْكَ اَفَاَنْتَ تُسْمِعُ الصُّمَّ وَلَوْ كَانُوْا لَا يَعْقِلُوْنَ ۝٤٣

৪৩) আৰু সিহঁতৰ কিছুমানে তোমাৰ কথালৈ কাণ দিয়াৰ ভাও জোৰে, কিন্তু নুশুনে; যদি সিহঁতৰ বোধ-শক্তিয়ে নাথাকে তেন্তে কলাক তুমি কেনেকৈ শুনাবা?

وَمِنْهُمْ مَّنْ يَّنْظُرُ اِلَيْكَ اَفَاَنْتَ تَهْدِى الْعُمْىَ وَلَوْ كَانُوْا لَا يُبْصِرُوْنَ ۝٤٤

৪৪) আৰু সিহঁতৰ কিছুমানে তোমাৰ পিনে চাই থাকে (কিন্তু লক্ষ্য নকৰে); যদি সিহঁতৰ দৃষ্টি শক্তিয়ে নোহোৱা হয় তেন্তে অন্ধক তুমি কেনেকৈ বাট দেখুৱাবা?

৪৫) আল্লাই নিশ্চয় মানৱৰ প্ৰতি অকণো অন্যায় নকৰে কিন্তু মানৱে নিজৰ প্ৰতি নিজেই অন্যায় কৰে।

إِنَّ اللَّهَ لَا يَظْلِمُ النَّاسَ شَيْئًا وَّلٰكِنَّ النَّاسَ
أَنْفُسَهُمْ يَظْلِمُوْنَ ﴿٤٥﴾

৪৬) আৰু যিদিনা তেওঁ সিহঁতক (নিজৰ সম্মুখত) গোট খুৱাব (তেতিয়া সিহঁতে অনুভৱ কৰিব, পৃথিৱীত) যেন সিহঁত দিনৰ এঘণ্টামান হে থাকিছিল; তেতিয়া সিহঁতৰ ইজনে সিজনক চিনি পাব; যিবিলাকে আল্লাৰ সাক্ষাৎ পোৱা অস্বীকাৰ কৰিছিল আৰু সুপথ পোৱা নাছিল স্বৰূপতে সেইবিলাকেই ক্ষতিগ্ৰস্ত হ'ব।

وَيَوْمَ يَحْشُرُهُمْ كَأَنْ لَّمْ يَلْبَثُوْٓا إِلَّا سَاعَةً مِّنَ
النَّهَارِ يَتَعَارَفُوْنَ بَيْنَهُمْ ۚ قَدْ خَسِرَ الَّذِيْنَ كَذَّبُوْا
بِلِقَآءِ اللّٰهِ وَمَا كَانُوْا مُهْتَدِيْنَ ﴿٤٦﴾

৪৭) আৰু সিহঁতৰ সম্বন্ধে আমি যি অঙ্গীকাৰ কৰিছোঁ তাৰে এভাগ (তোমাৰ জীৱনতেই) নিশ্চয় পূৰ্ণ কৰি দেখুৱাম, অথবা (তাকে পূৰ্ণ কৰিম) তোমাৰ মৃত্যু ঘটোৱাৰ পাছত; অৱশেষত আমাৰ ওচৰলৈ হ'ব সিহঁতৰ প্ৰত্যাবৰ্ত্তন; তাৰ উপৰি সিহঁতে (এতিয়া) যি কাৰ্য্য কৰি আছে তাক আল্লাই দেখি থাকে।

وَإِمَّا نُرِيَنَّكَ بَعْضَ الَّذِيْ نَعِدُهُمْ أَوْ نَتَوَفَّيَنَّكَ فَإِلَيْنَا
مَرْجِعُهُمْ ثُمَّ اللّٰهُ شَهِيْدٌ عَلٰى مَا يَفْعَلُوْنَ ﴿٤٧﴾

৪৮) আৰু প্ৰত্যেক জাতিৰ নিমিত্তে একোজন ৰচুল থাকে; গতিকে সিহঁতলৈ ৰচুলৰ আগমন হলে সিহঁতৰ মাজত ন্যায়মতে বিচাৰ কৰা হয়, আৰু সিহঁতৰ প্ৰতি কোনো অন্যায় কৰা নহয়।

وَلِكُلِّ أُمَّةٍ رَّسُوْلٌ ۚ فَإِذَا جَآءَ رَسُوْلُهُمْ قُضِيَ بَيْنَهُمْ
بِالْقِسْطِ وَهُمْ لَا يُظْلَمُوْنَ ﴿٤٨﴾

৪৯) আৰু সিহঁতে সোধে, যদি তোমালোক সত্যবাদী তেন্তে কোৱাঁ সেই অঙ্গীকাৰ পূৰ্ণ হ'বৰ সময় কেতিয়া?

وَيَقُوْلُوْنَ مَتٰى هٰذَا الْوَعْدُ إِنْ كُنْتُمْ صٰدِقِيْنَ ﴿٤٩﴾

৫০) তুমি উত্তৰ দিয়াঁ, আল্লাই যি ইচ্ছা কৰে তাৰ বিনে, নিজৰেই ক্ষতি আৰু লাভৰ ওপৰত মোৰ একো অধিকাৰ নাই; প্ৰত্যোক জাতিৰ নিমিত্তে (সিহঁতৰ কাৰ্য্যৰ ফলৰ) সময় নিৰ্দ্দিষ্ট আছে; সেই নিৰ্দ্দিষ্ট সময় যেতিয়া সিহঁতৰ প্ৰতি উপনীত হয়, তেতিয়া সিহঁতে খন্তেকৰ নিমিত্তে পিছো পৰিব নোৱাৰে আৰু আগো বাঢ়িব নোৱাৰে।

قُلْ لَّآ أَمْلِكُ لِنَفْسِيْ ضَرًّا وَّلَا نَفْعًا إِلَّا مَا شَآءَ اللّٰهُ ۗ
لِكُلِّ أُمَّةٍ أَجَلٌ ۚ إِذَا جَآءَ أَجَلُهُمْ فَلَا يَسْتَأْخِرُوْنَ
سَاعَةً وَّلَا يَسْتَقْدِمُوْنَ ﴿٥٠﴾

(৫১) তুমি কোৱাঁ, তোমালোকে ভাবি চাইছা নে, যদি আল্লাৰ শাস্তি নিশাতে বা দিনতে তোমালোকৰ ওচৰ পায়হি (তাৰ প্ৰতিৰোধৰ উপায় আছে নে?) তেন্তে অপৰাধীবিলাকে কি কাৰণে তাৰ সময়লৈ খৰ-খেদা কৰিছে?

قُلْ أَرَأَيْتُمْ إِنْ أَتَاكُمْ عَذَابُهُ بَيَاتًا أَوْ نَهَارًا مَاذَا
يَسْتَعْجِلُ مِنْهُ الْمُجْرِمُونَ ۝٥١

(৫২) সেই শাস্তি উপনীত হোৱাৰ পাছত তোমালোক তাত বিশ্বাস কৰিবা নে? (বিশ্বাস কৰিবৰ) সময় এতিয়াহে হ'ল! অথচ তোমালোকে নিজেই আগৰে পৰা সেই শাস্তিৰ কাৰণে খৰ-খেদা কৰিছিলা।

أَثُمَّ إِذَا مَا وَقَعَ آمَنْتُمْ بِهِ ۚ آلْآنَ وَقَدْ كُنْتُمْ بِهِ
تَسْتَعْجِلُونَ ۝٥٢

(৫৩)পিছত অন্যায়কাৰীবিলাকক কোৱা হ'ব, তোমালোকে অবিৰাম শাস্তিৰ সোৱাদ লোৱাঁ; তোমালোকে নিজেই যি অৰ্জ্জন কৰিছিলা তাৰ প্ৰতি ফলৰ বাহিৰে আন কি তোমালোকক দিয়া হ'ব?

ثُمَّ قِيلَ لِلَّذِينَ ظَلَمُوا ذُوقُوا عَذَابَ الْخُلْدِ هَلْ
تُجْزَوْنَ إِلَّا بِمَا كُنْتُمْ تَكْسِبُونَ ۝٥٣

(৫৪) আৰু তোমাৰ পৰা সিহঁতে ইয়াকে জানিব বিচাৰে, এই কথা সত্য নে; তুমি কোৱাঁ, হয়, মোৰ প্ৰভুৰ শপত, ই ধ্ৰুৱ সত্য; আৰু তাৰ প্ৰতিকাৰ তোমালোকে কেতিয়াও কৰিব নোৱাৰা।

وَيَسْتَنْبِئُونَكَ أَحَقٌّ هُوَ ۖ قُلْ إِي وَرَبِّي إِنَّهُ لَحَقٌّ ۖ
وَمَا أَنْتُمْ بِمُعْجِزِينَ ۝٥٤

(৫৫) আৰু যিজন অন্যায়কাৰী সেইজনৰ পৃথিৱীত যি আছে তাৰ ওপৰত যদি অধিকাৰ থাকে সেই সকলো বস্তু প্ৰতিশ্ৰুত শাস্তি আঁতৰাবলৈ সেইজনে মোচন মূল্য স্বৰূপ নিশ্চয় প্ৰদান কৰিব; আৰু সিহঁতে যেতিয়া সেই শাস্তি অহা দেখা পাব, সিহঁতে মনে মনে অনুতাপ কৰিব ধৰিব। আৰু সিহঁতৰ (বিশ্বাসী আৰু অন্যায়কাৰীবিলাকৰ) মাজত ন্যায়মতে বিচাৰ কৰা হব; আৰু সিহঁতৰ প্ৰতি কোনো অন্যায় কৰা নহ'ব।

وَلَوْ أَنَّ لِكُلِّ نَفْسٍ ظَلَمَتْ مَا فِي الْأَرْضِ لَافْتَدَتْ
بِهِ ۗ وَأَسَرُّوا النَّدَامَةَ لَمَّا رَأَوُا الْعَذَابَ ۖ وَقُضِيَ
بَيْنَهُمْ بِالْقِسْطِ ۚ وَهُمْ لَا يُظْلَمُونَ ۝٥٥

(৫৬) সাৱধান! আকাশমণ্ডলী আৰু পৃথিৱীত যি আছে সকলোৰে ওপৰত আল্লাৰেই অধিকাৰ; সতৰ্ক হৈ থাকিবা, আল্লাৰ অঙ্গীকাৰ নিশ্চয় সত্য কিন্তু সিহঁতৰ সৰহভাগেই নাজানে।

أَلَآ إِنَّ لِلّٰهِ مَا فِى السَّمٰوٰتِ وَالْأَرْضِ ۗ أَلَآ إِنَّ وَعْدَ
اللّٰهِ حَقٌّ وَّلٰكِنَّ أَكْثَرَهُمْ لَا يَعْلَمُوْنَ ٥٥

(৫৭) তেৱেঁই জীৱন দান ক'ৰে, আৰু তেৱেঁই মৃত্যু সাধন কৰে; আৰু তেওঁৰেই ওচৰলৈ তোমালোকক ঘূৰাই নিয়া হ'ব।

هُوَ يُحْيٖ وَيُمِيْتُ وَإِلَيْهِ تُرْجَعُوْنَ ٥٦

(৫৮) হে মানৱজাতি, তোমালোকৰ প্ৰভুৰ পৰা তোমালোকলৈ আহিছে উপদেশ, আৰু অন্তৰ-সমূহৰ সকলো ব্যাধিৰ আৰোগ্য, আৰু বিশ্বাসীসকলৰ নিমিত্তে পথপ্ৰদৰ্শন আৰু করুণা।

يٰٓأَيُّهَا النَّاسُ قَدْ جَآءَتْكُمْ مَّوْعِظَةٌ مِّنْ رَّبِّكُمْ
وَشِفَآءٌ لِّمَا فِى الصُّدُوْرِ ۙ وَهُدًى وَّرَحْمَةٌ
لِّلْمُؤْمِنِيْنَ ٥٧

(৫৯) তুমি কোৱাঁ, এইবিলাক আল্লাৰেই কৃপা আৰু তেওঁৰেই করুণা এতেকে তাৰ বাবে সিহঁতে যেন আনন্দ প্ৰকাশ কৰে। সিহঁতে (পাৰ্থিৱ জীৱনত) যি সঞ্চয় কৰিছে ই তাতোকৈ শ্ৰেষ্ঠ।

قُلْ بِفَضْلِ اللّٰهِ وَبِرَحْمَتِهٖ فَبِذٰلِكَ فَلْيَفْرَحُوْا ۗ هُوَ
خَيْرٌ مِّمَّا يَجْمَعُوْنَ ٥٨

৬০) তুমি কোৱাঁ, তোমালোকে ভাবি চাইছা নে, তোমালোকৰ নিমিত্তে আল্লাই যি জীৱিকা নমাই পঠিয়াইছে তাৰে কিছুমান তোমালোকে অবৈধ আৰু কিছুমান বৈধ কৰি লৈছা নিজ অনুমানেৰে। তুমি (আৰু) প্ৰশ্ন কৰাঁ, আল্লাই তোমালোকক সেই সম্বন্ধে আদেশ দিছে নে তোমালোকে আল্লাই আদেশ দিছে বুলি নিজেই মিছা সাজি লৈছা?

قُلْ أَرَءَيْتُمْ مَّآ أَنْزَلَ اللّٰهُ لَكُمْ مِّنْ رِّزْقٍ فَجَعَلْتُمْ
مِّنْهُ حَرَامًا وَّحَلٰلًا ۗ قُلْ آٰللّٰهُ أَذِنَ لَكُمْ أَمْ عَلَى اللّٰهِ
تَفْتَرُوْنَ ٥٩

৬১) আৰু যিবিলাকে আল্লাৰ সম্বন্ধে মিছা সাজে, পুনৰুত্থানৰ দিন সম্বন্ধে সিহঁতে কি ভাবিছে? নিশ্চয় মানৱৰ প্ৰতি আল্লা কৃপালু; কিন্তু সিহঁতৰ সৰহভাগেই (তেওঁৰ) শলাগ নলয়।

وَمَا ظَنُّ الَّذِيْنَ يَفْتَرُوْنَ عَلَى اللّٰهِ الْكَذِبَ يَوْمَ
الْقِيٰمَةِ ۗ إِنَّ اللّٰهَ لَذُوْ فَضْلٍ عَلَى النَّاسِ وَلٰكِنَّ
ع أَكْثَرَهُمْ لَا يَشْكُرُوْنَ ٦٠

৬২) আৰু (হে মহম্মদ,) তুমি যি অৱস্থাতে থাকা আৰু কোৰানৰ যি অংশকেই আবৃত্তি কৰা, আৰু (হে মানৱজাতি,) তোমালোকে যি কাৰ্য্যকে

وَمَا تَكُوْنُ فِىْ شَأْنٍ وَّمَا تَتْلُوْا مِنْهُ مِنْ قُرْاٰنٍ وَّ

কৰা, তাত তোমালোকে ব্যস্ত হৈ থাকোঁতে আমি তোমালোকক নিৰীক্ষণ কৰি থাকোঁ; পৃথিৱীত আৰু আকাশত পৰমাণুৰ সমানো, আৰু তাতোকৈ সৰু নাইবা ডাঙৰ এনে কোনো বস্তু নাই যি তোমাৰ প্ৰভুৰ অগোচৰ আৰু যি সুস্পষ্ট গ্ৰন্থত লিপিবদ্ধ নাই।

لَا تَعْمَلُونَ مِنْ عَمَلٍ إِلَّا كُنَّا عَلَيْكُمْ شُهُودًا إِذْ تُفِيضُونَ فِيهِ ۚ وَمَا يَعْزُبُ عَنْ رَّبِّكَ مِنْ مِّثْقَالِ ذَرَّةٍ فِي الْأَرْضِ وَلَا فِي السَّمَاءِ وَلَا أَصْغَرَ مِنْ ذٰلِكَ وَلَا أَكْبَرَ إِلَّا فِي كِتٰبٍ مُّبِينٍ ﴿٦٢﴾

৬৩) চোৱাঁ, যিসকল আল্লাৰ বন্ধু নিশ্চয় সেইসকলৰ কোনো ভয় নাথাকিব, আৰু সেইসকলে বেজাৰো কৰিব নালাগিব।

أَلَا إِنَّ أَوْلِيَاءَ اللّٰهِ لَا خَوْفٌ عَلَيْهِمْ وَلَا هُمْ يَحْزَنُونَ ﴿٦٣﴾

৬৪) সেইসকল বিশ্বাসী আছিল আৰু আল্লালৈ ভয় ৰাখি চলিছিল।

الَّذِينَ آمَنُوا وَكَانُوا يَتَّقُونَ ﴿٦٤﴾

৬৫) তেওঁলোকৰ নিমিত্তে পাৰ্থিৱ জীৱনত আৰু পৰলোকতো আছে আনন্দৰ সম্বাদ; আল্লাৰ বাণীসমূহৰ কোনো পৰিবৰ্ত্তন হ'ব নোৱাৰে; এয়ে সেই মহান সফলতা।

لَهُمُ الْبُشْرٰى فِي الْحَيٰوةِ الدُّنْيَا وَفِي الْآخِرَةِ ۚ لَا تَبْدِيلَ لِكَلِمٰتِ اللّٰهِ ۚ ذٰلِكَ هُوَ الْفَوْزُ الْعَظِيمُ ﴿٦٥﴾

৬৬) আৰু (হে নবী,) সিহঁতৰ কথাই যেন তোমাক দুখ নিদিয়ে; নিশ্চয় আল্লাই সকলো সন্মানৰ গৰাকী; তেৱেঁই শ্ৰেষ্ঠ শ্ৰোতা, সৰ্বৰ্বজ্ঞাতা।

وَلَا يَحْزُنْكَ قَوْلُهُمْ ۘ إِنَّ الْعِزَّةَ لِلّٰهِ جَمِيعًا ۚ هُوَ السَّمِيعُ الْعَلِيمُ ﴿٦٦﴾

৬৭) সাৱধান! আকাশমণ্ডলীত যি আছে আৰু পৃথিৱীত যি আছে নিশ্চয় আল্লাৰেই অধীন; আৰু যিবিলাকে আল্লাক এৰি আনক আল্লাৰ অংশীৰূপে আহ্বান কৰে সিহঁতে নো কিহৰ অনুসৰণ কৰে?—সিহঁতে অনুসৰণ কৰে নিজ কল্পনাৰ হে মাথোন, আৰু সিহঁত কেৱল অনিশ্চিত কথাত মগ্ন হৈ থাকে।

أَلَا إِنَّ لِلّٰهِ مَنْ فِي السَّمٰوٰتِ وَمَنْ فِي الْأَرْضِ ۗ وَمَا يَتَّبِعُ الَّذِينَ يَدْعُونَ مِنْ دُونِ اللّٰهِ شُرَكَاءَ ۚ إِنْ يَتَّبِعُونَ إِلَّا الظَّنَّ وَإِنْ هُمْ إِلَّا يَخْرُصُونَ ﴿٦٧﴾

৬৮) তেৱেঁই তোমালোকৰ নিমিত্তে নিশা সৃষ্টি কৰিছে যাতে সেই সময়ত তোমালোকে বিশ্ৰাম কৰিব পাৰা, আৰু তেৱেঁই দিন সৃষ্টি কৰিছে যাতে

هُوَ الَّذِي جَعَلَ لَكُمُ اللَّيْلَ لِتَسْكُنُوا فِيهِ وَالنَّهَارَ

مُبْصِرًا ۗ إِنَّ فِي ذَٰلِكَ لَآيَاتٍ لِّقَوْمٍ يَسْمَعُونَ ﴿٦٨﴾

তাৰ পোহৰত তোমালোকে সকলো বস্তুকে দেখা পোৱা; যিবিলাকে (ভাল কথাত) কাণ দিয়ে সেইবিলাকৰ নিমিত্তে তাত নিশ্চয় আছে বহু নিদৰ্শন।

قَالُوا اتَّخَذَ اللَّهُ وَلَدًا ۗ سُبْحَانَهُ ۖ هُوَ الْغَنِيُّ ۖ لَهُ مَا فِي
السَّمَاوَاتِ وَمَا فِي الْأَرْضِ ۚ إِنْ عِندَكُم مِّن سُلْطَانٍ
بِهَٰذَا ۚ أَتَقُولُونَ عَلَى اللَّهِ مَا لَا تَعْلَمُونَ ﴿٦٩﴾

৬৯) সিহঁতে কয়, আল্লাই এজনক সন্তানৰূপে গ্ৰহণ কৰিছে; (ই অসম্ভৱ) তেওঁ পৰম পৱিত্ৰ। তেওঁ অভাৱহীন; আকাশমণ্ডলীত যি আছে আৰু পৃথিৱীত যি আছে সকলোৰে গৰাকী তেৱেঁই; (তেওঁ যে সন্তান গ্ৰহণ কৰিছে) তাৰ কোনো প্ৰমাণ তোমালোকৰ ওচৰত আছে নে? আল্লাৰ সম্বন্ধে তোমালোকে এনে (গুৰুতৰ) কথা ক'ব ধৰিছা যি বিষয়ে তোমালোকৰ কোনো জ্ঞান নাই।

قُلْ إِنَّ الَّذِينَ يَفْتَرُونَ عَلَى اللَّهِ الْكَذِبَ لَا
يُفْلِحُونَ ﴿٧٠﴾

৭০) তুমি কোৱা, যিবিলাকে আল্লাৰ সম্বন্ধে মিছা সাজে সিহঁতে নিশ্চয় সফলতা লাভ কৰিব নোৱাৰে।

مَتَاعٌ فِي الدُّنْيَا ثُمَّ إِلَيْنَا مَرْجِعُهُمْ ثُمَّ نُذِيقُهُمُ
ع الْعَذَابَ الشَّدِيدَ بِمَا كَانُوا يَكْفُرُونَ ﴿٧١﴾

৭১) (সিহঁতৰ নিমিত্তে) পৃথিৱীত আছে সামান্য সম্বল; পিছত আমাৰ ফালে সিহঁতৰ প্ৰত্যাবৰ্ত্তন হ'ব; অৱশেষত সিহঁতে যে অবিশ্বাস কৰিছিল তাৰ বাবে সিহঁতক আমি কঠোৰ শাস্তিৰ সোৱাদ লবলৈ দিম।

وَاتْلُ عَلَيْهِمْ نَبَأَ نُوحٍ إِذْ قَالَ لِقَوْمِهِ يَا قَوْمِ إِن
كَانَ كَبُرَ عَلَيْكُم مَّقَامِي وَتَذْكِيرِي بِآيَاتِ اللَّهِ فَعَلَى
اللَّهِ تَوَكَّلْتُ فَأَجْمِعُوا أَمْرَكُمْ وَشُرَكَاءَكُمْ ثُمَّ لَا يَكُنْ

৭২) আৰু সিহঁতৰ আগত তুমি নুহৰ আখ্যান বৰ্ণনা কৰা; কথা এই, তেওঁ স্বজাতিবিলাকক কৈছিলঃ হে মোৰ জাতি, (সত্যৰ ওপৰত যে) মোৰ স্থিতি, আৰু মই যে আল্লাৰ নিদৰ্শনসমূহৰ সহায় লৈ তোমালোকক উপদেশ দিছোঁ তাকে তোমালোকে অসহনীয় বুলি ভাবিছা; তেন্তে (জানি ৰাখাঁ), মই আল্লাৰেই ওপৰত ভৰসা কৰিছোঁ; গতিকে তোমালোকে নিজে একমত হৈ মোৰ বিৰুদ্ধে এটি সঙ্কল্প স্থিৰ কৰাঁ, আৰু লগতে তোমালোকৰ অংশীবিলাকক লোৱাঁ, যাতে তোমালোকৰ কাৰ্য্য-পদ্ধতি সম্বন্ধে তোমালোকৰ

(মনত) কোনো সন্দেহ নাথাকে ; তাৰ পাছত মোৰ বিৰুদ্ধে সেই সঙ্কল্প কাৰ্য্যত পৰিণত কৰি চোৱাঁ, আৰু মোক অলপো সময় নিদিবা।

أَمْرُكُمْ عَلَيْكُمْ غُمَّةً ثُمَّ اقْضُوٓا إِلَيَّ وَلَا تُنْظِرُوْنِ ٧١

৭৩) কিন্তু (এতিয়াও) যদি তোমালোক বিমুখ হোৱা (তাৰ কাৰণে তোমালোক নিজে দায়ী হবা) ; মই তোমালোকৰ পৰা একো প্ৰতিদান বিচৰা নাই ; মোৰ প্ৰতিদান আছে আল্লাৰেই ওচৰত মাথোন ; আৰু মই যেন আত্মসমৰ্পণকাৰীবিলাকৰ মাজৰ হওঁ মোক ইয়াকে আদেশ দিয়া হৈছে।

فَإِنْ تَوَلَّيْتُمْ فَمَا سَأَلْتُكُمْ مِّنْ أَجْرٍ ۖ إِنْ أَجْرِيَ إِلَّا
عَلَى اللّٰهِ ۙ وَأُمِرْتُ أَنْ أَكُوْنَ مِنَ الْمُسْلِمِيْنَ ٧٢

৭৪) তথাপি সিহঁতে তেওঁক মিথ্যাবাদী বুলি অমান্য কৰিছিল, কিন্তু তেওঁক আৰু নাওখনত উঠা তেওঁৰ সঙ্গীবিলাককো আমি ৰক্ষা কৰিলোঁ ; আৰু তেওঁলোকক আমি (পৃথিৱীত) ৰাজত্ব দান কৰিলোঁ, আৰু যিবিলাকে আমাৰ নিদৰ্শনসমূহ মিছা বুলি অগ্ৰাহ্য কৰিছিল সেইবিলাকক (সাগৰত) বুৰাই মাৰিলোঁ। গতিকে চোৱাঁ, (অবাধ্যতাৰ কাৰণে) সেইবিলাকৰ পৰিণাম কি হ'ল যিবিলাকক আগতেই সতৰ্ক কৰি দিয়া হৈছিল।

فَكَذَّبُوْهُ فَنَجَّيْنٰهُ وَمَنْ مَّعَهٗ فِي الْفُلْكِ وَجَعَلْنٰهُمْ
خَلٰٓئِفَ وَأَغْرَقْنَا الَّذِيْنَ كَذَّبُوْا بِاٰيٰتِنَا ۚ فَانْظُرْ كَيْفَ
كَانَ عَاقِبَةُ الْمُنْذَرِيْنَ ٧٣

৭৫) অৱশেষত তেওঁৰ পাছতো সিহঁতৰ আন আন জাতিবিলাকৰ প্ৰতি আৰু কিছুমান ৰচুল প্ৰেৰণ কৰিলোঁ ; আৰু তেওঁলোক সিহঁতৰ ওচৰলৈ আহিছিল বহু স্পষ্ট প্ৰমাণ লৈ ; কিন্তু তাত বিশ্বাস কৰিবলৈ সিহঁত প্ৰস্তুত নাছিল, যিহেতু সিহঁতে সেই কথা পূৰ্ব্বেই মিছা বুলি ভাবি লৈছিল। এইদৰেই আমি সীমা-লঙ্ঘনকাৰীবিলাকৰ অন্তৰসমূহত মোহৰ মাৰি দিওঁ।

ثُمَّ بَعَثْنَا مِنْ بَعْدِهٖ رُسُلًا إِلٰى قَوْمِهِمْ فَجَآءُوْهُمْ
بِالْبَيِّنٰتِ فَمَا كَانُوْا لِيُؤْمِنُوْا بِمَا كَذَّبُوْا بِهٖ مِنْ قَبْلُ ۚ
كَذٰلِكَ نَطْبَعُ عَلٰى قُلُوْبِ الْمُعْتَدِيْنَ ٧٤

৭৬) আৰু সিহঁতৰ পিছত মুচা আৰু হাৰুনক আমাৰ নিদৰ্শনসমূহৰে সৈতে ফিৰৌন আৰু তেওঁৰ পাৰিষদবিলাকৰ ওচৰলৈ প্ৰেৰণ কৰিছিলোঁ ;

ثُمَّ بَعَثْنَا مِنْ بَعْدِهِمْ مُّوْسٰى وَهٰرُوْنَ إِلٰى فِرْعَوْنَ

وَمَلَا۟ئِهٖ بِاٰيٰتِنَا فَاسْتَكْبَرُوْا وَكَانُوْا قَوْمًا مُّجْرِمِيْنَ ﴿٧٥﴾

কিন্তু সিহঁতে অহঙ্কাৰ কৰিলে, আৰু সিহঁত এটা অপৰাধী দল হৈ পৰিল।

فَلَمَّا جَآءَهُمُ الْحَقُّ مِنْ عِنْدِنَا قَالُوْٓا اِنَّ هٰذَا لَسِحْرٌ مُّبِيْنٌ ﴿٧٦﴾

৭৭) পিছত যেতিয়া আমাৰ ফালৰ পৰা সিহঁতলৈ সত্য আহি পালে সিহঁতে ইয়াকে কলে, ই নিশ্চয় প্ৰকাশ্য কুহক মাথোন।

قَالَ مُوْسٰٓى اَتَقُوْلُوْنَ لِلْحَقِّ لَمَّا جَآءَكُمْ ؕ اَسِحْرٌ هٰذَا ؕ وَلَا يُفْلِحُ السّٰحِرُوْنَ ﴿٧٧﴾

৭৮) মুচাই কলে, সত্য তোমালোকৰ ওচৰলৈ আহি প্ৰকাশ হৈ পৰিলতো তাৰ বিষয় তোমালোকে এনে কথা কোৱা নে? এনে সত্য কুহক হ'ব পাৰে নে: আৰু যাদুকৰবিলাক কেতিয়াও সফলকাম হ'ব নোৱাৰে।

قَالُوْٓا اَجِئْتَنَا لِتَلْفِتَنَا عَمَّا وَجَدْنَا عَلَيْهِ اٰبَآءَنَا وَتَكُوْنَ لَكُمَا الْكِبْرِيَآءُ فِى الْاَرْضِ ؕ وَمَا نَحْنُ لَكُمَا بِمُؤْمِنِيْنَ ﴿٧٨﴾

৭৯) সিহঁতে কলে, যি বাটেদি আমি আমাৰ পূৰ্ব্বপুৰুষসকলক চলি থকা দেখি আহিছোঁ সেই বাটৰ পৰা আমাক ঘূৰাই নিবৰ কাৰণে, আৰু (আমাৰ) দেশত তোমালোক উভয়ে আধিপত্য লাভ কৰিবৰ উদ্দেশ্যে তুমি আমাৰ ওচৰলৈ আহিছা নে? বাস্তৱতে তোমালোক দুয়োগৰাকীত আমি কেতিয়াও বিশ্বাস নকৰোঁ।

وَقَالَ فِرْعَوْنُ ائْتُوْنِىْ بِكُلِّ سٰحِرٍ عَلِيْمٍ ﴿٧٩﴾

৮০) আৰু ফিৰৌনে (বিষয়াবিলাকক) কলে, সকলো নিপুণ যাদুকৰবিলাকক তোমালোকে আনি মোৰ আগত উপস্থিত কৰাঁ।

فَلَمَّا جَآءَ السَّحَرَةُ قَالَ لَهُمْ مُّوْسٰٓى اَلْقُوْا مَآ اَنْتُمْ مُّلْقُوْنَ ﴿٨٠﴾

৮১) পিছত যেতিয়া যাদুকৰবিলাক উপস্থিত হ'লহি, মুচাই সিহঁতক কলে, যি নিক্ষেপ কৰিবলৈ তোমালোক উদ্যত তাকে নিক্ষেপ কৰাঁ।

فَلَمَّآ اَلْقَوْا قَالَ مُوْسٰى مَا جِئْتُمْ بِهِ ۙ السِّحْرُ ؕ اِنَّ اللّٰهَ سَيُبْطِلُهٗ ؕ اِنَّ اللّٰهَ لَا يُصْلِحُ عَمَلَ الْمُفْسِدِيْنَ ﴿٨١﴾

৮২) যেতিয়া সিহঁতে (লাখুটি কেইডাল আৰু জৰী) নিক্ষেপ কৰিলে, মুচাই কলে, তোমালোকে যি উলিয়াই দেখুৱালা সি কুহক মাথোন, তাক আল্লাই নিশ্চয় ব্যৰ্থ কৰিব; কোনো সন্দেহ নাই, অনিষ্টকাৰীবিলাকৰ কাৰ্য্য আল্লাই কেতিয়াও ফলৱন্ত নকৰে।

ع ١٢ ١٣ وَيُحِقُّ اللّٰهُ الْحَقَّ بِكَلِمٰتِهٖ وَلَوْ كَرِهَ الْمُجْرِمُوْنَ ﴿٨٣﴾

৮৩) আৰু নিজ বাণীসমূহ দ্বাৰা আল্লাই সুপ্ৰতিষ্ঠিত কৰে সত্যকে যদিও অপৰাধীবিলাকে তাকে ভাল নাপায়।

فَمَآ اٰمَنَ لِمُوْسٰىٓ اِلَّا ذُرِّيَّةٌ مِّنْ قَوْمِهٖ عَلٰى خَوْفٍ مِّنْ فِرْعَوْنَ وَمَلَا۠ئِهِمْ اَنْ يَّفْتِنَهُمْ ؕ وَاِنَّ فِرْعَوْنَ لَعَالٍ فِى الْاَرْضِ ۚ وَاِنَّهٗ لَمِنَ الْمُسْرِفِيْنَ ﴿٨٤﴾

৮৪) তথাপি ফিৰৌন আৰু সিহঁতৰ পাৰিষদবিলাকে সিহঁতক উৎপীড়ন কৰিব এই ভয়তে মুচাৰ জাতিৰ কিছুমান স্ব-বংশ মানুহৰ বাহিৰে আন কোনেও তেওঁত বিশ্বাস নকৰিলে; আৰু কোনো সন্দেহ নাই, (মিছৰ) দেশত ফিৰৌন এজন অত্যাচাৰী ৰজা আছিল; আৰু ইয়াতো কোনো সন্দেহ নাই তেওঁ আছিল সীমালঙ্ঘন-কাৰীবিলাকৰ মাজৰ এজন।

وَقَالَ مُوْسٰى يٰقَوْمِ اِنْ كُنْتُمْ اٰمَنْتُمْ بِاللّٰهِ فَعَلَيْهِ تَوَكَّلُوْٓا اِنْ كُنْتُمْ مُّسْلِمِيْنَ ﴿٨٥﴾

৮৫) আৰু মুচাই কলে, হে মোৰ স্বজাতিসকল, যদি তোমালোকে আল্লাত বিশ্বাস কৰিছা আৰু তেওঁৰ বাধ্যতা সঁচাকৈয়ে স্বীকাৰ কৰিছা, তেন্তে তোমালোকে তেওঁৰেই ওপৰত ভৰসা ৰাখাঁ।

فَقَالُوْا عَلَى اللّٰهِ تَوَكَّلْنَا ۚ رَبَّنَا لَا تَجْعَلْنَا فِتْنَةً لِّلْقَوْمِ الظّٰلِمِيْنَ ﴿٨٦﴾

৮৬) তেতিয়া তেওঁলোকে কলে, আমি আল্লাৰেই ওপৰত ভৰসা কৰিলোঁ;—হে আমাৰ প্ৰভু, অন্যায়কাৰী জাতিৰ নিৰ্য্যাতনৰ সম্মুখীন কৰি। আমাক পৰীক্ষাত নেপেলাবা;

وَنَجِّنَا بِرَحْمَتِكَ مِنَ الْقَوْمِ الْكٰفِرِيْنَ ﴿٨٧﴾

৮৭) আৰু নিজ কৰুণা দ্বাৰা অবিশ্বাসী জাতিৰ (অত্যাচাৰৰ) পৰা আমাক ৰক্ষা কৰা।

وَاَوْحَيْنَآ اِلٰى مُوْسٰى وَاَخِيْهِ اَنْ تَبَوَّاٰ لِقَوْمِكُمَا بِمِصْرَ بُيُوْتًا وَّاجْعَلُوْا بُيُوْتَكُمْ قِبْلَةً وَّاَقِيْمُوا الصَّلٰوةَ ؕ وَبَشِّرِ الْمُؤْمِنِيْنَ ﴿٨٨﴾

৮৮) আৰু আমি মুচা আৰু তেওঁৰ ভ্ৰাতৃৰ প্ৰতি প্ৰত্যাদেশ কৰিলোঁ, তোমালোকে নিজ জাতিৰ নিমিত্তে মিছৰ দেশত ঘৰ সাজি লোৱাঁ, আৰু নিজৰ ঘৰসমূহতেই (আল্লাৰ) উপাসনাৰ ঠাই নিৰ্দ্ধাৰিত কৰি লোৱাঁ; আৰু তাতে নমাজৰ অনুষ্ঠান কৰাঁ, আৰু বিশ্বাসীসকলক শুভসম্বাদ দিয়াঁ।

৮৯) আৰু মুচাই প্ৰাৰ্থনা কৰিলে, হে আমাৰ প্ৰভু, বাস্তৱতে এই পাৰ্থিৱ জীৱনত ফিৰৌনক আৰু তেওঁৰ বৰমূৰীয়াবিলাকক নানা সুশোভিত বস্তু আৰু বহু ধন-সম্পদ দান কৰিছা; হে আমাৰ প্ৰভু (তুমি এইবোৰ সিহঁতক এই কাৰণে দান কৰিছা নে) যাতে সিহঁতে (মানৱক) তোমাৰ পথৰ পৰা বিভ্ৰান্ত কৰে? হে আমাৰ প্ৰভু, সিহঁতৰ ধন-সম্পদ তুমি বিলুপ্ত কৰি পেলোৱাঁ, আৰু সিহঁতৰ অন্তৰসমূহ কঠোৰ কৰা, যাতে সিহঁত বিশ্বাসী নহয়, যেতিয়ালৈকে সিহঁতে যন্ত্ৰণাদায়ক শাস্তি দেখা নাপায়।

وَقَالَ مُوسَىٰ رَبَّنَا إِنَّكَ آتَيْتَ فِرْعَوْنَ وَمَلَأَهُ زِينَةً وَأَمْوَالًا فِي الْحَيَاةِ الدُّنْيَا رَبَّنَا لِيُضِلُّوا عَنْ سَبِيلِكَ رَبَّنَا اطْمِسْ عَلَىٰ أَمْوَالِهِمْ وَاشْدُدْ عَلَىٰ قُلُوبِهِمْ فَلَا يُؤْمِنُوا حَتَّىٰ يَرَوُا الْعَذَابَ الْأَلِيمَ ﴿٨٨﴾

৯০) তেওঁ কলে, স্বৰূপতে তোমালোক দুয়োৰে প্ৰাৰ্থনা গৃহীত হ'ল; গতিকে তোমালোক দুয়ো (নিজ কাৰ্য্যত) দৃঢ় হৈ থাকাঁ, আৰু সেইবিলাকৰ পথ অনুসৰণ নকৰিবা যিবিলাক অজ্ঞান।

قَالَ قَدْ أُجِيبَتْ دَعْوَتُكُمَا فَاسْتَقِيمَا وَلَا تَتَّبِعَانِّ سَبِيلَ الَّذِينَ لَا يَعْلَمُونَ ﴿٨٩﴾

৯১) আৰু আমি বনি-ইস্ৰাইলক সাগৰ পাৰ কৰালোঁ; পিছত ফিৰৌন আৰু তেওঁৰ সৈন্যদলে বিৰোধ আৰু বিদ্বেষৰ ভাব লৈ তেওঁলোকৰ পিছে পিছে যাব ধৰিলে; অৱশেষত যেতিয়া তেওঁ প্ৰায় জল-মগন হয় তেওঁ এইদৰে স্বীকাৰ কৰিলে—মই ইয়াকে বিশ্বাস কৰিছোঁ, ইস্ৰাইল-সন্ততিয়ে যিজন উপাস্যত বিশ্বাস কৰিছে; সেইজনৰ বাহিৰে আন উপাস্য নাই; আৰু এতিয়া ময়ো সেইবিলাকৰ মাজৰ হলোঁ যিবিলাকে আত্মসমৰ্পণ কৰিছে।

وَجَاوَزْنَا بِبَنِي إِسْرَائِيلَ الْبَحْرَ فَأَتْبَعَهُمْ فِرْعَوْنُ وَجُنُودُهُ بَغْيًا وَعَدْوًا حَتَّىٰ إِذَا أَدْرَكَهُ الْغَرَقُ قَالَ آمَنْتُ أَنَّهُ لَا إِلَٰهَ إِلَّا الَّذِي آمَنَتْ بِهِ بَنُو إِسْرَائِيلَ وَأَنَا مِنَ الْمُسْلِمِينَ ﴿٩٠﴾

৯২) (আমি কলোঁ) কি! এতিয়াহে বিশ্বাস কৰিলা! ইয়াৰ পূৰ্ব্বে তুমি অবাধ্যতা কৰিছিলা আৰু অশান্তিৰ সৃষ্টি কৰোঁতাবিলাকৰ মাজৰ এজন আছিলা।

آلْآنَ وَقَدْ عَصَيْتَ قَبْلُ وَكُنْتَ مِنَ الْمُفْسِدِينَ ﴿٩١﴾

৯৩) গতিকে আজি তোমাক তোমাৰ শৰীৰৰ সৈতে ৰক্ষা কৰিম, যাতে তোমাৰ পৰবৰ্ত্তীবিলাকৰ নিমিত্তে তুমি এটা (আল্লাৰ) নিদৰ্শনস্বৰূপ হোৱা;

فَالْيَوْمَ نُنَجِّيكَ بِبَدَنِكَ لِتَكُونَ لِمَنْ خَلْفَكَ آيَةً

ع ٩ وَاِنَّ كَثِيْرًا مِّنَ النَّاسِ عَنْ اٰيٰتِنَا لَغٰفِلُوْنَ ﴿٩٢﴾

আৰু প্ৰকৃততে মানৱৰ বেছি ভাগেই আমাৰ নিদৰ্শনসমূহ সম্বন্ধে আওকণীয়া।

وَلَقَدْ بَوَّاْنَا بَنِيْٓ اِسْرَآءِيْلَ مُبَوَّاَ صِدْقٍ وَّرَزَقْنٰهُمْ مِّنَ الطَّيِّبٰتِ فَمَا اخْتَلَفُوْا حَتّٰى جَآءَهُمُ الْعِلْمُ اِنَّ رَبَّكَ يَقْضِيْ بَيْنَهُمْ يَوْمَ الْقِيٰمَةِ فِيْمَا كَانُوْا فِيْهِ يَخْتَلِفُوْنَ ﴿٩٣﴾

৯৪) আৰু স্বৰূপতে ইস্ৰাইল-সন্ততিবিলাকক বসতি কৰিবলৈ আমি উত্তম ঠাই দান কৰিছিলোঁ, আৰু নানাপ্ৰকাৰ বিশুদ্ধ বস্তু সিহঁতক জীৱিকা-ৰূপে প্ৰদান কৰিছিলোঁ; পিছত সিহঁতলৈ জ্ঞান নহালৈকে সিহঁতে বিৰোধ কৰা নাছিল; যি বিষয়ে সিহঁতে বিৰোধ কৰিছিল সেই বিষয়ে তোমাৰ প্ৰভুৱে পুনৰুত্থানৰ দিনা সিহঁতৰ মাজত নিশ্চয় বিচাৰ কৰিব।

فَاِنْ كُنْتَ فِيْ شَكٍّ مِّمَّآ اَنْزَلْنَآ اِلَيْكَ فَسْـَٔلِ الَّذِيْنَ يَقْرَءُوْنَ الْكِتٰبَ مِنْ قَبْلِكَ لَقَدْ جَآءَكَ الْحَقُّ مِنْ رَّبِّكَ فَلَا تَكُوْنَنَّ مِنَ الْمُمْتَرِيْنَ ﴿٩٤﴾

৯৫) আৰু তোমাৰ প্ৰতি যি (গ্ৰন্থ) আমি অৱতীৰ্ণ কৰিছোঁ তাৰ কোনো বিষয়ে যদি তোমাৰ সন্দেহ থাকে তেন্তে তোমাৰ পূৰ্ব্বে যিসকলে ধৰ্ম্মগ্ৰন্থ অধ্যয়ন কৰিছিল সেইসকলক সুধি চোৱাঁ; স্বৰূপতে এই সত্য আহিছে তোমাৰ ওচৰলৈ তোমাৰ প্ৰভুৰ পৰা; গতিকে তুমি সন্দেহ কৰোঁতাবিলাকৰ মাজৰ নহবা।

وَلَا تَكُوْنَنَّ مِنَ الَّذِيْنَ كَذَّبُوْا بِاٰيٰتِ اللّٰهِ فَتَكُوْنَ مِنَ الْخٰسِرِيْنَ ﴿٩٥﴾

৯৬) আৰু যিবিলাকে আল্লাৰ নিদৰ্শনসমূহ মিছা বুলি অমান্য কৰিছিল তুমি কেতিয়াও সেই-বিলাকৰ মাজৰ নহবা; (সিহঁতৰ সদৃশ যদি হোৱা) তেন্তে তুমি ক্ষতিগ্ৰস্তবিলাকৰহে অন্তৰ্গত হৈ পাৰিবা।

اِنَّ الَّذِيْنَ حَقَّتْ عَلَيْهِمْ كَلِمَتُ رَبِّكَ لَا يُؤْمِنُوْنَ ﴿٩٦﴾

৯৭) যিবিলাকৰ সম্বন্ধে তোমাৰ প্ৰভুৰ ৱাণী সত্য বুলি প্ৰমাণিত হৈছে সিহঁতে নিশ্চয় বিশ্বাস নকৰে,—

وَلَوْ جَآءَتْهُمْ كُلُّ اٰيَةٍ حَتّٰى يَرَوُا الْعَذَابَ الْاَلِيْمَ ﴿٩٧﴾

৯৮) যদিও সিহঁতৰ ওচৰলৈ সকলো ধৰণৰ নিদৰ্শন আহি পায়;—অৱশেষত সিহঁতে যন্ত্ৰণাদায়ক শাস্তি দেখা পাব।

فَلَوْلَا كَانَتْ قَرْيَةٌ اٰمَنَتْ فَنَفَعَهَآ اِيْمَانُهَآ اِلَّا قَوْمَ

৯৯) ইয়ুনুচৰ জাতিৰ বাহিৰে আন কোনো

يُونُسَ لَمَّآ اٰمَنُوْا كَشَفْنَا عَنْهُمْ عَذَابَ الْخِزْيِ فِي
الْحَيٰوةِ الدُّنْيَا وَ مَتَّعْنٰهُمْ اِلٰى حِيْنٍ ﴿٩٩﴾

নগৰবাসীয়ে এনে বিশ্বাস কৰা নাছিল যি বিশ্বাস সিহঁতৰ কাৰণে লাভজনক হৈছিল। তেওঁলোক বিশ্বাসী হোৱাৰ পাছত পাৰ্থিৱ জীৱনত ভোগ কৰিব লগীয়া লাঞ্ছনাৰ শাস্তি তেওঁলোকৰ পৰা আমি আঁতৰাইছিলোঁ, আৰু কিছুকালৰ নিমিত্তে তেওঁলোকক জীৱিকাৰ সম্বল দান কৰিছিলোঁ।

وَ لَوْ شَآءَ رَبُّكَ لَاٰمَنَ مَنْ فِي الْاَرْضِ كُلُّهُمْ جَمِيْعًا
اَفَاَنْتَ تُكْرِهُ النَّاسَ حَتّٰى يَكُوْنُوْا مُؤْمِنِيْنَ ﴿١٠٠﴾

১০০) আৰু তোমাৰ প্ৰভুৱে এনে ইচ্ছা কৰা হলে পৃথিৱীৰ সমগ্ৰ অধিবাসী নিশ্চয় বিশ্বাসী হ'লহেঁতেন; তেন্তে তুমি কি মানৱৰ প্ৰতি বল প্ৰয়োগ কৰিবা যেতিয়ালৈকে সিহঁত বিশ্বাসী নহয়?

وَمَا كَانَ لِنَفْسٍ اَنْ تُؤْمِنَ اِلَّا بِاِذْنِ اللّٰهِ وَيَجْعَلُ
الرِّجْسَ عَلَى الَّذِيْنَ لَا يَعْقِلُوْنَ ﴿١٠١﴾

১০১) আৰু আল্লাৰ আদেশ ভিন্ন কোনো আত্মাই বিশ্বাস স্থাপন কৰিব নোৱাৰে; আৰু যিবিলাকৰ বোধশক্তি নাই সিহঁতৰ ভাগত যি অশুদ্ধ তাকে তেওঁ নিৰ্দ্ধাৰিত কৰে।

قُلِ انْظُرُوْا مَاذَا فِي السَّمٰوٰتِ وَ الْاَرْضِ وَمَا تُغْنِي
الْاٰيٰتُ وَ النُّذُرُ عَنْ قَوْمٍ لَّا يُؤْمِنُوْنَ ﴿١٠٢﴾

১০২) তুমি কোৱাঁ, আকাশমণ্ডলী আৰু পৃথিৱীৰ মাজত যিবোৰ ঘটনা ঘটে সেইবোৰৰ বিষয়ে ভাবি চোৱাঁ। কিন্তু যি জাতিয়ে বিশ্বাস স্থাপন নকৰে সিহঁতৰ কোনো উপকাৰ নিদৰ্শনসমূহে আৰু সতৰ্ককাৰীবিলাকে কৰিব নোৱাৰে।

فَهَلْ يَنْتَظِرُوْنَ اِلَّا مِثْلَ اَيَّامِ الَّذِيْنَ خَلَوْا مِنْ
قَبْلِهِمْ قُلْ فَانْتَظِرُوْٓا اِنِّيْ مَعَكُمْ مِّنَ الْمُنْتَظِرِيْنَ ﴿١٠٣﴾

১০৩) তেন্তে সিহঁতৰ পূৰ্ব্ববৰ্ত্তীবিলাকে (শাস্তি অহাৰ) দিনলৈ যেনেকৈ বাট চাই আছিল, সিহঁতেও তেনেকৈ বাট চাই আছেনে? তুমি কোৱাঁ, তেন্তে তোমালোক প্ৰতীক্ষা কৰাঁ; তোমালোকৰ লগতে ময়ো প্ৰতীক্ষা কৰিম।

ثُمَّ نُنَجِّيْ رُسُلَنَا وَ الَّذِيْنَ اٰمَنُوْا كَذٰلِكَ حَقًّا عَلَيْنَا
نُنْجِ الْمُؤْمِنِيْنَ ﴿١٠٤﴾

১০৪) পিছত আমি আমাৰ ৰছুলসকলক আৰু যিসকলে বিশ্বাস স্থাপন কৰিছে সেইসকলক (দেশব্যাপী শাস্তিৰ পৰা) ৰক্ষা কৰিম; বিশ্বাসীসকলক ৰক্ষা কৰাৰ ভাৰ আমাৰ নিজৰ ওপৰতেই।

১০৫) তুমি কোৱাঁ, হে মানৱসকল, মোৰ ধৰ্ম্ম সম্বন্ধে যদি তোমালোকৰ কোনো সন্দেহ থাকে তেন্তে (ভালকৈ জানি থোৱাঁ,) আল্লাক এৰি যিবিলাকৰ তোমালোকে আৰাধনা কৰা মই সেইবিলাকৰ আৰাধনা নকৰোঁ; কিন্তু মই সেই আল্লাৰহে আৰাধনা কৰোঁ যিজনে (জীৱন দিয়াৰ পিছত) তোমালোকৰ মৃত্যু সাধন কৰে; আৰু মই যেন বিশ্বাসীসকলৰ অন্তৰ্গত হওঁ তাকে মোক আদেশ দিয়া হৈছে।

قُلْ يٰٓاَيُّهَا النَّاسُ اِنْ كُنْتُمْ فِيْ شَكٍّ مِّنْ دِيْنِيْ
فَلَآ اَعْبُدُ الَّذِيْنَ تَعْبُدُوْنَ مِنْ دُوْنِ اللّٰهِ وَ لٰكِنْ
اَعْبُدُ اللّٰهَ الَّذِيْ يَتَوَفّٰىكُمْ ۖۚ وَ اُمِرْتُ اَنْ اَكُوْنَ
مِنَ الْمُؤْمِنِيْنَ ﴿١٠٥﴾

১০৬) আৰু (এই আদেশ দিয়া হৈছে,) আল্লাৰ একনিষ্ঠ সেৱক হৈ তুমি সত্য ধৰ্ম্মৰ ফালে নিজ মুখ ঘূৰাই লোৱাঁ; আৰু যিবিলাকে আনক আল্লাৰ সমান উপাস্য পাতি লৈছে সেইবিলাকৰ মাজৰ কেতিয়াও নহবা;

وَ اَنْ اَقِمْ وَجْهَكَ لِلدِّيْنِ حَنِيْفًا ۚ وَ لَا تَكُوْنَنَّ مِنَ
الْمُشْرِكِيْنَ ﴿١٠٦﴾

১০৭) আৰু আল্লাক এৰি এনেজনক তুমি আহ্বান নকৰিবা যিজনে তোমাৰ একো উপকাৰ কৰিব নোৱাৰে আৰু তোমাৰ একো অপকাৰো কৰিব নোৱাৰে; কিন্তু যদিহে তেনে কৰা, তেন্তে নিশ্চয় তুমি অন্যায়কাৰীবিলাকৰ মাজৰ হৈ পৰিবা।

وَ لَا تَدْعُ مِنْ دُوْنِ اللّٰهِ مَا لَا يَنْفَعُكَ وَ لَا يَضُرُّكَ ۚ
فَاِنْ فَعَلْتَ فَاِنَّكَ اِذًا مِّنَ الظّٰلِمِيْنَ ﴿١٠٧﴾

১০৮) আৰু যদি আল্লাই তোমাক কষ্টত পেলায় তেন্তে তেওঁৰ বাহিৰে কেও সেই কষ্ট দূৰ কৰিব নোৱাৰে; আৰু তেওঁ যদি তোমাৰ মঙ্গল সাধন কৰিবলৈ ইচ্ছা কৰে তেন্তে তেওঁৰ কৃপাৰ প্ৰতিৰোধ কৰোঁতা কেও নাই; তেওঁৰ ভৃত্যবিলাকৰ যাকে ইচ্ছা তাৰেই প্ৰতি তেওঁ সেই কৃপা অৰ্পণ কৰে; আৰু তেৱেঁই শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানশীল।

وَ اِنْ يَّمْسَسْكَ اللّٰهُ بِضُرٍّ فَلَا كَاشِفَ لَهٗٓ اِلَّا هُوَ ۚ وَ
اِنْ يُّرِدْكَ بِخَيْرٍ فَلَا رَآدَّ لِفَضْلِهٖ ؕ يُصِيْبُ بِهٖ مَنْ
يَّشَآءُ مِنْ عِبَادِهٖ ؕ وَ هُوَ الْغَفُوْرُ الرَّحِيْمُ ﴿١٠٨﴾

১০৯) তুমি কোৱাঁ, হে মানৱজাতি, স্বৰূপতে তোমালোকৰ প্ৰভুৰ পৰা তোমালোকৰ ওচৰলৈ সত্য উপনীত হৈছে; তাৰ পিছত যিজনে সুপথ

قُلْ يٰٓاَيُّهَا النَّاسُ قَدْ جَآءَكُمُ الْحَقُّ مِنْ رَّبِّكُمْ ۚ فَمَنِ

اهْتَدٰى فَاِنَّمَا يَهْتَدِيْ لِنَفْسِهٖ ۚ وَمَنْ ضَلَّ فَاِنَّمَا
يَضِلُّ عَلَيْهَا ۚ وَمَآ اَنَا عَلَيْكُمْ بِوَكِيْلٍ ۝١٠٩

লাভ কৰে সেইজনে সুপথ লাভ কৰে কেৱল নিজৰ কল্যাণৰ নিমিত্তে; আৰু যিজন বিপথে যায় সেইজন বিপথে যায় কেৱল নিজৰেই অমঙ্গলৰ কাৰণে; আৰু (মনত ৰাখাঁ) মই তোমালোকৰ প্ৰতি ৰক্ষক (নিযুক্ত হৈ) অহা নাই।

وَاتَّبِعْ مَا يُوْحٰٓى اِلَيْكَ وَاصْبِرْ حَتّٰى يَحْكُمَ اللّٰهُ ۚ وَهُوَ
خَيْرُ الْحٰكِمِيْنَ ۝١١٠

১১০) আৰু তোমাৰ প্ৰতি যি প্ৰত্যাদেশ কৰা হৈছে তাৰেই অনুসৰণ কৰাঁ, আৰু আল্লাই বিচাৰ কৰা পৰ্য্যন্ত ধৈৰ্য্য ধৰি থাকাঁ; আৰু (প্ৰকৃততে) সকলো বিচাৰকৰ মাজত সৰ্ব্বশ্ৰেষ্ঠ বিচাৰক তেৱেঁই।




চুৰা ১১ HOUD হূদ মক্কাত অৱতীৰ্ণ

১) পৰম করুণাময়, পৰম দানশীল আল্লাৰ নামত।

بِسۡمِ اللّٰهِ الرَّحۡمٰنِ الرَّحِيۡمِ ①

২) আলিফ্, লাম, ৰা। শ্রেষ্ঠ জ্ঞানী, সৰ্ব্বজ্ঞ আল্লাৰ সন্নিধানৰ পৰা অহা ধৰ্ম্ম-পুথি এইখন; ইয়াৰ আয়তসমূহ সুনিশ্চিত তত্ত্বৰে পৰিপূৰ্ণ কৰা হৈছে, আৰু বিস্তৃত কৰি বোধগম্য কৰা হৈছে।

الٓرٰ كِتٰبٌ اُحۡكِمَتۡ اٰيٰتُهٗ ثُمَّ فُصِّلَتۡ مِنۡ لَّدُنۡ
حَكِيۡمٍ خَبِيۡرٍ ②

৩) (তুমি কোৱাঁ) তোমালোকে আল্লাক এৰি আনৰ আৰাধনা নকৰিবা; বাস্তৱতে মই তোমালোকৰ নিমিত্তে তেওঁৰ প্ৰেৰণ কৰা এজন সৰ্তক কৰোঁতা আৰু আনন্দৰ সম্বাদ দিওঁতা।

اَلَّا تَعۡبُدُوۡۤا اِلَّا اللّٰهَ ؕ اِنَّنِىۡ لَـكُمۡ مِّنۡهُ نَذِيۡرٌ وَّبَشِيۡرٌ ③

৪) (আৰু কোৱাঁ) তোমালোকে নিজ প্ৰভুৰ ওচৰত ক্ষমা প্রাৰ্থনা কৰাঁ; পিছত অনুতাপ কৰি তেওঁৰ ফালে মু কৰাঁ; তেওঁ তোমালোকক নিৰ্দিষ্ট কাললৈ ভোগ কৰিবলৈ দিব উত্তম সম্বল, আৰু অনুগ্ৰহ পাবৰ যোগ্য একোজনকে তেওঁ দান কৰিব নিজৰ অনুগ্ৰহ; কিন্তু যদিহে তোমালোক বিমুখ হোৱা তেন্তে মোৰ এয়ে আশঙ্কা, তোমালোকৰ ওপৰত পৰিব মহান দিনৰ শাস্তি।

وَّاَنِ اسۡتَغۡفِرُوۡا رَبَّكُمۡ ثُمَّ تُوۡبُوۡۤا اِلَيۡهِ يُمَتِّعۡكُمۡ
مَّتَاعًا حَسَنًا اِلٰٓى اَجَلٍ مُّسَمًّى وَّيُؤۡتِ كُلَّ ذِىۡ فَضۡلٍ
فَضۡلَهٗ ؕ وَاِنۡ تَوَلَّوۡا فَاِنِّىۡۤ اَخَافُ عَلَيۡكُمۡ عَذَابَ
يَوۡمٍ كَبِيۡرٍ ④

৫) আল্লাৰেই ফালে হ'ব তোমালোকৰ প্ৰত্যাবৰ্ত্তন; আৰু সকলো বস্তুৰ ওপৰত তেওঁৰেই শ্ৰেষ্ঠ ক্ষমতা।

اِلَى اللّٰهِ مَرۡجِعُكُمۡ ۚ وَهُوَ عَلٰى كُلِّ شَىۡءٍ قَدِيۡرٌ ⑤

৬) শুনা, নিশ্চয় সিহঁতে অন্তৰৰ ভাব তেওঁৰ পৰা লুকাই ৰাখিবৰ অভিপ্ৰায়ে নিজৰ হিয়া আবৰি ৰাখে। সাৱধান! যেতিয়া সিহঁতে নিজৰ সাজেৰে নিজকে আবৰি ৰাখে (সিহঁতে নাজানে) সিহঁতে যি

اَلَاۤ اِنَّهُمۡ يَثۡنُوۡنَ صُدُوۡرَهُمۡ لِيَسۡتَخۡفُوۡا مِنۡهُ ؕ اَلَا
حِيۡنَ يَسۡتَغۡشُوۡنَ ثِيَابَهُمۡ ۙ يَعۡلَمُ مَا يُسِرُّوۡنَ وَمَا

يُعۡلِنُونَ ۚ إِنَّهُۥ عَلِيمُۢ بِذَاتِ ٱلصُّدُورِ ۞

গোপনে ৰাখে আৰু যি প্ৰকাশ কৰে সকলো আল্লাই জানে; কোনো সন্দেহ নাই, অন্তৰ সমূহত যি নিহিত তেওঁ সকলো ভালকৈ জানে।

## দ্বাদশ পাৰা

وَمَا مِن دَآبَّةٖ فِي ٱلۡأَرۡضِ إِلَّا عَلَى ٱللَّهِ رِزۡقُهَا وَيَعۡلَمُ مُسۡتَقَرَّهَا وَمُسۡتَوۡدَعَهَاۚ كُلّٞ فِي كِتَٰبٖ مُّبِينٖ ۞

৭) আৰু পৃথিৱীত চলি ফুৰি থকা এনে কোনো জন্তু নাই যাৰ উপজীৱিকাৰ ভাৰ আল্লাই লোৱা নাই; আৰু তাৰ জিৰণিৰ ঠাই আছে ক'ত আৰু শেষ অৱস্থান হ'ব ক'ত তেৱেঁই জানে; প্ৰকাশ্য গ্ৰন্থত সকলো লিখা আছে।

وَهُوَ ٱلَّذِي خَلَقَ ٱلسَّمَٰوَٰتِ وَٱلۡأَرۡضَ فِي سِتَّةِ أَيَّامٖ وَكَانَ عَرۡشُهُۥ عَلَى ٱلۡمَآءِ لِيَبۡلُوَكُمۡ أَيُّكُمۡ أَحۡسَنُ عَمَلٗاۗ وَلَئِن قُلۡتَ إِنَّكُم مَّبۡعُوثُونَ مِنۢ بَعۡدِ ٱلۡمَوۡتِ لَيَقُولَنَّ ٱلَّذِينَ كَفَرُوٓاْ إِنۡ هَٰذَآ إِلَّا سِحۡرٞ مُّبِينٞ ۞

৮) আৰু তেৱেঁই আকাশমণ্ডলী আৰু পৃথিৱী ছয়টা নিৰ্দ্দিষ্ট কালত স্ৰজন কৰিছে, আৰু পানীৰ ওপৰতো তেওঁৰ সিংহাসন বিদ্যমান;—(সৃষ্টিৰ) উদ্দেশ্য এই, তেওঁ যেন তোমালোকক পৰীক্ষা কৰি ইয়াকে প্ৰকাশ কৰে, তোমালোকৰ মাজত কাৰ্য্য কৰাত কোন উৎকৃষ্ট; আৰু তুমি যদি (সিহঁতক) কোৱাঁ, মৃত্যুৰ পাছত তোমালোকে নিশ্চয় পুনৰ্জ্জীৱন লাভ কৰিবা, অবিশ্বাসীবিলাকে অৱশ্যে কব, এই কথা স্পষ্ট প্ৰবঞ্চনা ভিন্ন একো নহয়!

وَلَئِنۡ أَخَّرۡنَا عَنۡهُمُ ٱلۡعَذَابَ إِلَىٰٓ أُمَّةٖ مَّعۡدُودَةٖ لَّيَقُولُنَّ مَا يَحۡبِسُهُۥٓۗ أَلَا يَوۡمَ يَأۡتِيهِمۡ لَيۡسَ مَصۡرُوفًا عَنۡهُمۡ وَحَاقَ بِهِم مَّا كَانُواْ بِهِۦ يَسۡتَهۡزِءُونَ ۞

৯) আৰু আমি যদি এটা নিৰ্দ্দিষ্ট সময়লৈকে সিহঁতৰ পৰা শাস্তি আঁতৰাই ৰাখোঁ, সিহঁতে নিশ্চয় কব ধৰিব, সেই শাস্তি অহা স্থগিত ৰাখিছে কি কথাই? সাৱধান! যিদিনা সেই শাস্তি সিহঁতৰ আগত উপস্থিত হবহি, সিহঁতৰ পৰা তাক আঁতৰাই নিয়া নহব; আৰু যাকে লৈ সিহঁতে বিদ্ৰূপ কৰিছিল সেয়ে সিহঁতক আবৰি ধৰিব।

وَلَئِنۡ أَذَقۡنَا ٱلۡإِنسَٰنَ مِنَّا رَحۡمَةٗ ثُمَّ نَزَعۡنَٰهَا مِنۡهُ إِنَّهُۥ لَيَـُٔوسٞ كَفُورٞ ۞

১০) আৰু যদি মানৱক আমি নিজ ফালৰ পৰা কৰুণাৰ সোৱাদ লবলৈ দিওঁ, আৰু পিছত তাকে তাৰ পৰা যদি আঁতৰাই লওঁ, ইয়াত সন্দেহ নাই, সি তেতিয়া নিশ্চয় হতাশ (আৰু) অকৃতজ্ঞ হৈ পৰে।

وَلَئِنۡ أَذَقۡنَٰهُ نَعۡمَآءَ بَعۡدَ ضَرَّآءَ مَسَّتۡهُ لَيَقُولَنَّ

১১) আৰু যদি কষ্টই তাক স্পৰ্শ কৰাৰ পাছত সুখ-স্বচ্ছন্দতাৰ সোৱাদ লবলৈ দিওঁ সি তেতিয়া

ذَهَبَ السَّيِّاٰتُ عَنِّيْ ؕ اِنَّهٗ لَفَرِحٌ فَخُوْرٌ ﴿١١﴾

নিশ্চয় কব ধৰে; মোৰ পৰা এতিয়া সকলো অমঙ্গল আঁতৰ হ'ল! বাস্তৱতে সি তেতিয়া নিশ্চয় উলাহত অহঙ্কাৰ কৰিব ধৰে।

اِلَّا الَّذِيْنَ صَبَرُوْا وَعَمِلُوا الصّٰلِحٰتِ ؕ اُولٰٓئِكَ لَهُمْ
مَّغْفِرَةٌ وَّاَجْرٌ كَبِيْرٌ ﴿١٢﴾

১২) কিন্তু যিসকলে ধৈৰ্য্য ধৰি থাকে আৰু সৎকাৰ্য্য কৰে সেইসকল এনে নহয়; সেইসকলৰেই নিমিত্তে আছে মাৰ্জ্জনা আৰু মহান প্ৰতিদান।

فَلَعَلَّكَ تَارِكٌۢ بَعْضَ مَا يُوْحٰۤى اِلَيْكَ وَضَآئِقٌۢ بِهٖ
صَدْرُكَ اَنْ يَّقُوْلُوْا لَوْلَاۤ اُنْزِلَ عَلَيْهِ كَنْزٌ اَوْ جَآءَ
مَعَهٗ مَلَكٌ ؕ اِنَّمَاۤ اَنْتَ نَذِيْرٌ ؕ وَاللّٰهُ عَلٰى كُلِّ شَيْءٍ
وَّكِيْلٌ ﴿١٣﴾

১৩) তেওঁৰ (ৰচুলৰ) প্ৰতি ধনৰ ভঁৰাল নমোৱা নহ'ল কিয়, নাইবা ফিৰিশ্তা এগৰাকী তেওঁৰ লগতে নাহিল কিয়, এনেবোৰ কথা সিহঁতে কোৱাৰ কাৰণেই ই সম্ভৱ হ'ব পাৰে নে, যি প্ৰত্যাদেশ তোমালৈ আহিছে তাৰ এভাগ তুমি এৰি দিয়া, নাইবা সেই বাবে তোমাৰ হিয়া সঙ্কীৰ্ণ হয়? (মানৱৰ নিমিত্তে) তুমি এজন সতৰ্ক কৰোঁতা মাত্ৰ; আৰু সকলো বস্তুৰ আল্লাই ৰক্ষক।

اَمْ يَقُوْلُوْنَ افْتَرٰىهُ ؕ قُلْ فَاْتُوْا بِعَشْرِ سُوَرٍ مِّثْلِهٖ
مُفْتَرَيٰتٍ وَّادْعُوْا مَنِ اسْتَطَعْتُمْ مِّنْ دُوْنِ اللّٰهِ اِنْ
كُنْتُمْ صٰدِقِيْنَ ﴿١٤﴾

১৪) কি! এই কোৰান তেওঁ নিজেই সাজি লৈছে বুলি সিহঁতে কয় নে? তুমি কোৱাঁ, সেয়ে যদি হয়, ইয়াৰে অনুৰূপ দহোটা চুৰা তোমালোকে নিজে সাজি আনা, আৰু আল্লাৰ বাহিৰে যাকে পাৰা তাকে (সহায় কৰিবলৈ) মাতি আনা, যদিহে তোমালোক সত্যবাদী হোৱা।

فَاِلَّمْ يَسْتَجِيْبُوْا لَكُمْ فَاعْلَمُوْۤا اَنَّمَاۤ اُنْزِلَ بِعِلْمِ اللّٰهِ
وَاَنْ لَّاۤ اِلٰهَ اِلَّا هُوَ ۚ فَهَلْ اَنْتُمْ مُّسْلِمُوْنَ ﴿١٥﴾

১৫) পিছত সিহঁতে যদি তোমালোকৰ (আহ্বানৰ) উত্তৰ নিদিয়ে তেন্তে জানিবা, এই পুথিখন আল্লাৰ জ্ঞানেৰে পৰিপূৰ্ণ হৈ অৱতীৰ্ণ হৈছে; আৰু তেওঁত ভিন্ন আন কোনো উপাস্য নাই; গতিকে এতিয়াও তোমালোক বাধ্য হবা নে?

مَنْ كَانَ يُرِيْدُ الْحَيٰوةَ الدُّنْيَا وَزِيْنَتَهَا نُوَفِّ
اِلَيْهِمْ اَعْمَالَهُمْ فِيْهَا وَهُمْ فِيْهَا لَا يُبْخَسُوْنَ ﴿١٦﴾

১৬) যিবিলাকে পাৰ্থিৱ জীৱন আৰু তাৰ শোভাৰ অভিলাষ কৰে আমি সিহঁতক সিহঁতে কৰা কাৰ্য্যসমূহৰ ফল পূৰ্ণমাত্ৰাই এই জীৱনতে দান কৰিম; আৰু ইহলোকত সিহঁতৰ কোনো ক্ষতি কৰা নহব।

১৭) যিবিলাকৰ নিমিত্তে পৰলোকত নৰকৰ অগ্নিৰ বাহিৰে একোকে নাথাকিব সিহঁত এইবিলাকেই; আৰু ইহলোকত সিহঁতে যি সাজিছিল সকলো ব্যৰ্থ হ'ব; আৰু সিহঁতে যি কাৰ্য্য কৰিছিল সেইবোৰো নিষ্ফল হ'ব।

أُولَٰئِكَ الَّذِينَ لَيْسَ لَهُمْ فِي الْآخِرَةِ إِلَّا النَّارُ ۖ وَحَبِطَ مَا صَنَعُوا فِيهَا وَبَاطِلٌ مَّا كَانُوا يَعْمَلُونَ ⑯

১৮) চোৱাঁ, নিজ প্ৰভুৰ পৰা অহা প্ৰত্যক্ষ প্ৰমাণৰ ওপৰত যিজনৰ স্থিতি, আৰু যিজনৰ নিমিত্তে আল্লাৰ পৰা আবৃত্তি কৰিবলৈ (তেওঁৰ প্ৰত্যাদেশ) সাক্ষীৰূপে আহে, আৰু তাৰ পূৰ্ব্বেও পথপ্ৰদৰ্শক আৰু করুণাস্বৰূপে আহিছিল মুচাৰ ধৰ্ম্মপুথি (এনেজনৰ সদৃশ হ'ব পাৰে নে যিজনে মিছা দাবী কৰে?) সেইবিলাকে তেওঁত বিশ্বাস কৰে; কিন্তু (বিৰোধী) দলবোৰৰ মাজৰ যেয়ে অবিশ্বাস কৰে তাৰ নিমিত্তে প্ৰতিশ্ৰুত ঠাই হৈছে নৰকৰ অগ্নি। গতিকে তুমি এই বিষয়ে কোনো প্ৰকাৰ সংশয়ত নপৰিবা; ইয়াত কোনো সন্দেহ নাই ই তোমাৰ প্ৰভুৰ পৰা অহা সত্য; কিন্তু মানৱৰ সৰহ-ভাগেই বিশ্বাস নকৰে।

أَفَمَن كَانَ عَلَىٰ بَيِّنَةٍ مِّن رَّبِّهِ وَيَتْلُوهُ شَاهِدٌ مِّنْهُ وَمِن قَبْلِهِ كِتَابُ مُوسَىٰ إِمَامًا وَرَحْمَةً ۚ أُولَٰئِكَ يُؤْمِنُونَ بِهِ ۚ وَمَن يَكْفُرْ بِهِ مِنَ الْأَحْزَابِ فَالنَّارُ مَوْعِدُهُ ۚ فَلَا تَكُ فِي مِرْيَةٍ مِّنْهُ ۚ إِنَّهُ الْحَقُّ مِن رَّبِّكَ وَلَٰكِنَّ أَكْثَرَ النَّاسِ لَا يُؤْمِنُونَ ⑰

১৯) আৰু যেয়ে আল্লাৰ সম্বন্ধে মিছা সাজে তাতোকৈ অধিক অন্যায়কাৰী কোন হ'ব পৰে? সিহঁতক সিহঁতৰ প্ৰভুৰ সম্মুখত উপস্থিত কৰা হ'ব; আৰু (তেতিয়া) সাক্ষীবিলাকে এই বুলি সাক্ষী দিব,—যিবিলাকে নিজ প্ৰভুৰ বিৰুদ্ধে মিছা আৰোপ কৰিছিল সেইবিলাক ইহঁতেই; সাৱধান! আল্লাৰ অভিশাপ পৰিব অন্যায়কাৰীবিলাকৰ ওপৰত;—

وَمَنْ أَظْلَمُ مِمَّنِ افْتَرَىٰ عَلَى اللَّهِ كَذِبًا ۚ أُولَٰئِكَ يُعْرَضُونَ عَلَىٰ رَبِّهِمْ وَيَقُولُ الْأَشْهَادُ هَٰؤُلَاءِ الَّذِينَ كَذَبُوا عَلَىٰ رَبِّهِمْ ۚ أَلَا لَعْنَةُ اللَّهِ عَلَى الظَّالِمِينَ ⑱

২০) যিবিলাকে আল্লাৰ পথৰ পৰা (মানুহক) প্ৰতিৰোধ কৰে, আৰু সেই পথকে তেৰা-বেকা কৰিবলৈ চেষ্টা কৰে; আৰু পৰকালতো এইবিলাকেই অবিশ্বাস কৰে।

الَّذِينَ يَصُدُّونَ عَن سَبِيلِ اللَّهِ وَيَبْغُونَهَا عِوَجًا وَهُم بِالْآخِرَةِ هُمْ كَافِرُونَ ⑲

২১) পৃথিৱীত (আল্লাৰ ইচ্ছা পূৰ্ণ হোৱাত)

أُولَٰئِكَ لَمْ يَكُونُوا مُعْجِزِينَ فِي الْأَرْضِ وَمَا كَانَ

لَهُمْ مِّنْ دُوْنِ اللّٰهِ مِنْ اَوْلِيَآءَ ۘ يُضٰعَفُ لَهُمُ الْعَذَابُ ؕ مَا كَانُوْا يَسْتَطِيْعُوْنَ السَّمْعَ وَمَا كَانُوْا يُبْصِرُوْنَ ﴿٢١﴾

সিহঁতে কদাপি বাধা জন্মাব নোৱাৰে, আৰু আল্লাৰ বাহিৰে সিহঁতৰ আন কোনো বন্ধুও হ'ব নোৱাৰে; সিহঁতৰ কাৰণে শাস্তি দুগুণ কৰা হ'ব, (কিয়নো) সিহঁতে (সত্যৰ পিনে) কাণ দিব পৰা নাছিল, আৰু (সত্যৰ পিনে) সিহঁতৰ দৃষ্টিও নাছিল।

اُولٰٓئِكَ الَّذِيْنَ خَسِرُوْٓا اَنْفُسَهُمْ وَضَلَّ عَنْهُمْ مَّا كَانُوْا يَفْتَرُوْنَ ﴿٢٢﴾

২২) নিজ আত্মাসমূহৰ সেইবিলাকেই অনিষ্ট সাধন কৰিছে, আৰু সিহঁতে যি মিছা সাজিছিল তাৰ দ্বাৰা সিহঁতৰ একো লাভ নহ'ল।

لَا جَرَمَ اَنَّهُمْ فِى الْاٰخِرَةِ هُمُ الْاَخْسَرُوْنَ ﴿٢٣﴾

২৩) পৰকালত সিহঁতেই যে সকলোতকৈ বেছি ক্ষতিগ্ৰস্থ হ'ব তাত কোনো সন্দেহ নাই।

اِنَّ الَّذِيْنَ اٰمَنُوْا وَعَمِلُوا الصّٰلِحٰتِ وَاَخْبَتُوْٓا اِلٰى رَبِّهِمْ ۙ اُولٰٓئِكَ اَصْحٰبُ الْجَنَّةِ ۚ هُمْ فِيْهَا خٰلِدُوْنَ ﴿٢٤﴾

২৪) বাস্তৱতে যিসকলে বিশ্বাস কৰে, আৰু সজ কাম কৰে, আৰু নিজ প্ৰভুৰ আগত বিনয় প্ৰকাশ কৰে সেইসকল স্বৰ্গৰ অধিবাসী; তাতেই সেইসকলে স্থায়ীৰূপে বাস কৰিব।

مَثَلُ الْفَرِيْقَيْنِ كَالْاَعْمٰى وَالْاَصَمِّ وَالْبَصِيْرِ وَالسَّمِيْعِ ؕ هَلْ يَسْتَوِيٰنِ مَثَلًا ؕ اَفَلَا تَذَكَّرُوْنَ ﴿٢٥﴾

২৫) এই দুই দলৰ উপমা এনে, এজন হৈছে অন্ধ আৰু কলা, আৰু আনজনৰ দৃষ্টিশক্তি আছে আৰু স্মৰণশক্তিও আছে; তুলনাত দুয়ো সমান হ'ব পাৰে নে? তেন্তে তোমালোকে উপদেশ গ্ৰহণ নকৰা কিয়?

وَلَقَدْ اَرْسَلْنَا نُوْحًا اِلٰى قَوْمِهٖٓ اِنِّىْ لَكُمْ نَذِيْرٌ مُّبِيْنٌ ﴿٢٦﴾

২৬) আৰু স্বৰূপতে আমি নুহক তেওঁৰ জাতিৰ ওচৰলৈ প্ৰেৰণ কৰিছিলোঁ। (তেওঁ সিহঁতক কৈছিল,) মই নিশ্চয় তোমালোকৰ নিমিত্তে এজন প্ৰকাশ্য সতৰ্ক কৰোঁতা;

اَنْ لَّا تَعْبُدُوْٓا اِلَّا اللّٰهَ ؕ اِنِّىْٓ اَخَافُ عَلَيْكُمْ عَذَابَ يَوْمٍ اَلِيْمٍ ﴿٢٧﴾

২৭) তোমালোকে যেন আল্লাক এৰি আনৰ আৰাধনা নকৰা; বাস্তৱতে তোমালোকৰ প্ৰতি শাস্তিৰ এটা ভীষণ দিন আহিব বুলি মই ভয় কৰিছোঁ।

২৮) তেতিয়া তেওঁৰ জাতিৰ যি প্ৰধান মানুহবিলাকে অবিশ্বাস কৰিছিল সিহঁতে কলে, তোমাক আমি আমাৰেই নিচিনা এজন পুৰুষ বুলি গণ্য কৰোঁ; আৰু আমি ইয়াকহে দেখা পাইছোঁ, যিবিলাক আমাৰ মাজত দেখাতেই অতি সামান্য মানুহ সেইবিলাকহে তোমাৰ অনুগামী হৈছে: আৰু আমাৰ ওপৰত যে তোমালোকৰ কোনো শ্ৰেষ্ঠতা আছে তাকো আমি ভাবি পোৱা নাই; বৰং তোমালোকক আমি অসত্যবাদী বুলি ধৰি লৈছোঁ।

فَقَالَ الْمَلَأُ الَّذِينَ كَفَرُوا مِن قَوْمِهِ مَا نَرَاكَ إِلَّا بَشَرًا مِّثْلَنَا وَمَا نَرَاكَ اتَّبَعَكَ إِلَّا الَّذِينَ هُمْ أَرَاذِلُنَا بَادِيَ الرَّأْيِ وَمَا نَرَىٰ لَكُمْ عَلَيْنَا مِن فَضْلٍ بَلْ نَظُنُّكُمْ كَاذِبِينَ ﴿٢٧﴾

২৯) তেওঁ ক'লে, হে মোৰ জাতি, তোমালোকে এই কথা ভাবি চাইছা নে, যদি (সঁচাকৈয়ে) মই মোৰ প্ৰভুৰ পৰা অহা প্ৰত্যক্ষ প্ৰমাণৰ ওপৰত থিয় দি আছোঁ, আৰু যদি তেওঁ নিজ কাষৰ পৰা মোক এনে কৰুণা দান কৰিছে যি তোমালোকৰ অগোচৰ; সেই কৰুণা গ্ৰহণ কৰিবলৈ আমি কি তোমালোকক বাধ্য কৰিমনে, অথচ তোমালোকে নিজেই এনে কৰাটো ভাল নোপোৱা?

قَالَ يَا قَوْمِ أَرَأَيْتُمْ إِن كُنتُ عَلَىٰ بَيِّنَةٍ مِّن رَّبِّي وَآتَانِي رَحْمَةً مِّنْ عِندِهِ فَعُمِّيَتْ عَلَيْكُمْ أَنُلْزِمُكُمُوهَا وَأَنتُمْ لَهَا كَارِهُونَ ﴿٢٨﴾

৩০) আৰু হে মোৰ জাতি, যি কাৰ্য্যত লাগিছোঁ তাৰ বাবে মই তোমালোকৰ পৰা ধন-সম্পত্তি বিচৰা নাই; মোৰ কাৰ্য্যৰ প্ৰতিদান একমাত্ৰ আল্লাৰ ওপৰত; আৰু যিসকলে বিশ্বাস কৰিছে সেইসকলক (হেয় ভাবি) মই উলিয়াই দিব নোৱাৰোঁ; তেওঁলোকে নিশ্চয় নিজ প্ৰভুৰ সাক্ষাৎ লাভ কৰিব; কিন্তু মই দেখা পাইছোঁ তোমালোক এটা অজ্ঞান জাতি।

وَيَا قَوْمِ لَا أَسْأَلُكُمْ عَلَيْهِ مَالًا إِنْ أَجْرِيَ إِلَّا عَلَى اللَّهِ وَمَا أَنَا بِطَارِدِ الَّذِينَ آمَنُوا إِنَّهُم مُّلَاقُو رَبِّهِمْ وَلَٰكِنِّي أَرَاكُمْ قَوْمًا تَجْهَلُونَ ﴿٢٩﴾

৩১) আৰু হে মোৰ জাতি, মই যদি তেওঁলোকক (নিজ কাষৰ পৰা) উলিয়াই দিওঁ তেন্তে আল্লাৰ বিৰুদ্ধে মোক কোনে সহায় কৰিব? এই কথা তোমালোকে চিন্তা নকৰা নে?

وَيَا قَوْمِ مَن يَنصُرُنِي مِنَ اللَّهِ إِن طَرَدتُّهُمْ أَفَلَا تَذَكَّرُونَ ﴿٣٠﴾

৩২) আৰু তোমালোকক মই নকওঁ যে মোৰ কাষত আল্লাৰ ধনৰ ভঁৰালসমূহ আছে; আৰু যি

وَلَا أَقُولُ لَكُمْ عِندِي خَزَائِنُ اللَّهِ وَلَا أَعْلَمُ

الْغَيْبَ وَلَآ اَقُوْلُ اِنِّيْ مَلَكٌ وَّلَآ اَقُوْلُ لِلَّذِيْنَ
تَزْدَرِيْٓ اَعْيُنُكُمْ لَنْ يُّؤْتِيَهُمُ اللّٰهُ خَيْرًا ۗ اَللّٰهُ
اَعْلَمُ بِمَا فِيْٓ اَنْفُسِهِمْ ۚۖ اِنِّيْٓ اِذًا لَّمِنَ الظّٰلِمِيْنَ ﴿٣١﴾

অদৃশ্য তাকো মই নাজানো ; আৰু মই এনে কথাও নকওঁ যে মই এজন ফিৰিশ্তা ; আৰু যিবিলাক তোমালোকৰ চকুত হীন সেইবিলাকৰ সম্বন্ধে মই নকওঁ যে আল্লাই তেওঁলোকক কেতিয়াও মঙ্গল দান নকৰিব ; তেওঁলোকৰ অন্তৰসমূহত যি আছে আল্লাই ভালকৈ জানে। (যদি মই এনে কথা কওঁ) কোৰা মাত্ৰ মই নিশ্চয় অন্যায়কাৰীবিলাকৰ অন্তৰ্গত হৈ পৰিম।

قَالُوْا يٰنُوْحُ قَدْ جٰدَلْتَنَا فَاَكْثَرْتَ جِدَالَنَا فَاْتِنَا
بِمَا تَعِدُنَآ اِنْ كُنْتَ مِنَ الصّٰدِقِيْنَ ﴿٣٢﴾

৩৩) সিহঁতে কলে, হে নুহ, স্বৰূপতে তুমি আমাৰ সৈতে তৰ্ক কৰিব ধৰিছা, আৰু ইয়াৰ পূৰ্ব্বেও বহু তৰ্ক কৰিলা ; যদি তুমি সত্যবাদীবিলাকৰ মাজৰ হোৱা তেন্তে যি শাস্তিৰ অঙ্গীকাৰ কৰিছিলা তাকে তুমি আমাৰ নিমিত্তে এতিয়া উপস্থিত কৰাঁ।

قَالَ اِنَّمَا يَاْتِيْكُمْ بِهِ اللّٰهُ اِنْ شَآءَ وَمَآ اَنْتُمْ
بِمُعْجِزِيْنَ ﴿٣٣﴾

৩৪) তেওঁ কলে, ইয়াত কোনো সন্দেহ নাই, আল্লাই নিজ ইচ্ছামতে সেই শাস্তি তোমালোকৰ প্ৰতি নমাই আনিব ; আৰু তাৰ প্ৰতিৰোধ কৰিবৰ ক্ষমতা তোমালোকৰ নাই।

وَلَا يَنْفَعُكُمْ نُصْحِيْٓ اِنْ اَرَدْتُّ اَنْ اَنْصَحَ لَكُمْ
اِنْ كَانَ اللّٰهُ يُرِيْدُ اَنْ يُّغْوِيَكُمْ ۗ هُوَ رَبُّكُمْ ۗ
وَاِلَيْهِ تُرْجَعُوْنَ ﴿٣٤﴾

৩৫) আৰু মই তোমালোকক ভাল উপদেশ দিবৰ ইচ্ছা কৰিলেও মোৰ সেই উপদেশ দ্বাৰা তোমালোকৰ কোনো উপকাৰ নহয়, যদিহে আল্লাই তোমালোকক সংহাৰ কৰিবলৈ স্থিৰ কৰিছে। তোমালোকৰ প্ৰতিপালক তেৱেঁই আৰু তেওঁৰ পিনেই তোমালোকক ওভতাই নিয়া হ'ব।

اَمْ يَقُوْلُوْنَ افْتَرٰىهُ ۗ قُلْ اِنِ افْتَرَيْتُهٗ فَعَلَيَّ اِجْرَامِيْ
وَاَنَا بَرِيْٓءٌ مِّمَّا تُجْرِمُوْنَ ﴿٣٥﴾ ع

৩৬) ইয়াৰ উপৰিও সিহঁতে ইয়াকে কয় নে, এই কথাবোৰ তেওঁ নিজেই সাজি লৈছে ? তুমি কোৱাঁ, মই যদি মিছা সাজিছোঁ তাৰ দোষ মোৰ ওপৰত, আৰু তোমালোকে যি দোষ কৰিছা তাৰ নিমিত্তে মই দায়ী নহওঁ।

وَاُوْحِيَ اِلٰى نُوْحٍ اَنَّهٗ لَنْ يُّؤْمِنَ مِنْ قَوْمِكَ اِلَّا

৩৭) আৰু নুহৰ প্ৰতি এই প্ৰত্যাদেশ কৰা হ'ল, তোমাৰ জাতিৰ যিসকলে বিশ্বাস কৰিছে সেই

مَنْ قَدْ اٰمَنَ فَلَا تَبْتَئِسْ بِمَا كَانُوْا يَفْعَلُوْنَ ﴿٣٦﴾

সকলৰ বাহিৰে আনবিলাকে কেতিয়াও বিশ্বাস নকৰে ; গতিকে সিহঁতে যেনে কাৰ্য্য কৰিব ধৰিছে তাৰ বাবে তুমি বেজাৰ নকৰিবা।

وَاصْنَعِ الْفُلْكَ بِاَعْيُنِنَا وَوَحْيِنَا وَلَا تُخَاطِبْنِيْ فِي الَّذِيْنَ ظَلَمُوْا ۚ اِنَّهُمْ مُّغْرَقُوْنَ ﴿٣٧﴾

৩৮) আৰু তুমি আমাৰ চকুৰ আগতে আৰু আমাৰ আদেশ মতে এখন নাও সাজিব ধৰাঁ, আৰু যিবিলাকে অন্যায় কৰিছে সেইবিলাকৰ হৈ মোৰ আগত নাখাটিবা ; সিহঁতক নিশ্চয় জল-মগ্ন কৰা হ'ব।

وَيَصْنَعُ الْفُلْكَ ۫ وَكُلَّمَا مَرَّ عَلَيْهِ مَلَاٌ مِّنْ قَوْمِهٖ سَخِرُوْا مِنْهُ ؕ قَالَ اِنْ تَسْخَرُوْا مِنَّا فَاِنَّا نَسْخَرُ مِنْكُمْ كَمَا تَسْخَرُوْنَ ﴿٣٨﴾

৩৯) আৰু তেওঁ নাও সাজিব ধৰিলে ; আৰু তেওঁৰ জাতিৰ প্ৰধান মানুহবিলাকে তেওঁৰ কাষেদি অহা-যোৱা কৰোঁতে তেওঁক লৈ বিদ্ৰূপ কৰিছিল। তেওঁ ইয়াকে কৈছিল, যদি তোমালোকে (আজি) আমাক লৈ বিদ্ৰূপ কৰিছা তেন্তে (এদিন আহিব ধৰিছে যেতিয়া) আমিও নিশ্চয় তোমালোকক লৈ বিদ্ৰূপ কৰিম যিদৰে তোমালোকে বিদ্ৰূপ কৰিছা।

فَسَوْفَ تَعْلَمُوْنَ ۙ مَنْ يَّاْتِيْهِ عَذَابٌ يُّخْزِيْهِ وَيَحِلُّ عَلَيْهِ عَذَابٌ مُّقِيْمٌ ﴿٣٩﴾

৪০) অদূৰ ভৱিষ্যতে তোমালোকে জানিব পাৰিবা, কাৰ ওপৰত এনে শাস্তি পৰিব যি সিহঁতক লাঞ্ছিত কৰিব ; আৰু কাক এনে শাস্তিয়ে আগুৰি ধৰিব যি স্থায়ী।

حَتّٰۤى اِذَا جَآءَ اَمْرُنَا وَفَارَ التَّنُّوْرُ ۙ قُلْنَا احْمِلْ فِيْهَا مِنْ كُلٍّ زَوْجَيْنِ اثْنَيْنِ وَاَهْلَكَ اِلَّا مَنْ سَبَقَ عَلَيْهِ الْقَوْلُ وَمَنْ اٰمَنَ ؕ وَمَاۤ اٰمَنَ مَعَهٗۤ اِلَّا قَلِيْلٌ ﴿٤٠﴾

৪১) অৱশেষত যেতিয়া আমি স্থিৰ কৰা প্লাবনৰ সময় আহিল, আৰু সেই উপত্যকাৰ (জৰণাসমূহৰ) পানী উপচি পৰিল আমি আদেশ দিলোঁ, সকলো (প্ৰয়োজনীয় জন্তুৰ দম্পতি এযোৰ এযোৰকৈ নাওখনত তুলি লোৱাঁ, আৰু যাৰ সম্বন্ধে ইতিপূৰ্ব্বে (আমাৰ) বাণী প্ৰয়োগ কৰা হৈছে তাক এৰি তোমাৰ (গোটেই) পৰিয়ালকো (তুলি লোৱাঁ), আৰু সেইবিলাককো যিবিলাকে বিশ্বাস কৰিছে ; আৰু অলপ কিছুমানৰ বাহিৰে তেওঁৰ সৈতে কেও বিশ্বাস কৰা নাছিল।

وَقَالَ ارْكَبُوْا فِيْهَا بِسْمِ اللّٰهِ مَجْرٖىهَا وَمُرْسٰىهَا ؕ اِنَّ رَبِّيْ لَغَفُوْرٌ رَّحِيْمٌ ﴿۴۱﴾

৪২) আৰু তেওঁ কলে, এই নাওখনত তোমালোক উঠা; আল্লাৰ নামতে ইয়াৰ যাত্ৰা আৰু ইয়াৰ ঠাৰৰ; মোৰ প্ৰভু নিশ্চয় শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানশীল।

وَهِيَ تَجْرِيْ بِهِمْ فِيْ مَوْجٍ كَالْجِبَالِ ۟ وَنَادٰى نُوْحُ ۟ابْنَهٗ وَكَانَ فِيْ مَعْزِلٍ يّٰبُنَيَّ ارْكَبْ مَّعَنَا وَلَا تَكُنْ مَّعَ الْكٰفِرِيْنَ ﴿۴۲﴾

৪৩) আৰু সেই নাওখন তেওঁলোকক লৈ পৰ্ব্বতৰ অনুৰূপ ওখ ঢৌৰ ওপৰেদি ওপঙি যাব ধৰিলে। আৰু নুহে নিজৰ পুতেকক, যি নিলগতে ৰৈ আছিল, চিঞৰি মাতিলে, হে মোৰ মৰমৰ পুত্ৰ, তুমিয়ো আমাৰ লগতে উঠি লোৱাঁ, আৰু অবিশ্বাসীবিলাকৰ লগ নালাগিবা।

قَالَ سَاٰوِيْۤ اِلٰى جَبَلٍ يَّعْصِمُنِيْ مِنَ الْمَآءِ ؕ قَالَ لَا عَاصِمَ الْيَوْمَ مِنْ اَمْرِ اللّٰهِ اِلَّا مَنْ رَّحِمَ ۚ وَحَالَ بَيْنَهُمَا الْمَوْجُ فَكَانَ مِنَ الْمُغْرَقِيْنَ ﴿۴۳﴾

৪৪) সি কলে, মই এনে এটা পৰ্ব্বতৰ আশ্ৰয় ল'মগৈ যি বানপানীৰ পৰা মোক ৰক্ষা কৰিব। তেওঁ কলে, যাৰ প্ৰতি আল্লাই কৃপা কৰে (সিহে ৰক্ষা পাব); আজিৰ দিনা আল্লাই স্থিৰ কৰা শাস্তিৰ পৰা ৰক্ষা কৰোঁতা কেও নাই। সেই মুহূৰ্ত্ততে উভয়ৰ মাজতে এটা ঢৌ উঠি আহিল, আৰু সি সেইবিলাকৰ মাজৰ হ'ল যি বুৰি মৰিছিল।

وَقِيْلَ يٰۤاَرْضُ ابْلَعِيْ مَآءَكِ وَيٰسَمَآءُ اَقْلِعِيْ وَغِيْضَ الْمَآءُ وَقُضِيَ الْاَمْرُ وَاسْتَوَتْ عَلَى الْجُوْدِيِّ وَقِيْلَ بُعْدًا لِّلْقَوْمِ الظّٰلِمِيْنَ ﴿۴۴﴾ ع

৪৫) আৰু (পিছত) আদেশ দিয়া হ'ল, হে পৃথিৱী, তুমি নিজৰ পানী গিলি পেলোৱাঁ; আৰু হে আকাশ, তুমিও ক্ষান্ত হোৱাঁ। অৱশেষত পানী লাহে লাহে কম হ'ব ধৰিল; আৰু আল্লাই স্থিৰ কৰা কাৰ্য্য সম্পন্ন হ'ল; আৰু নাওখন যুদী পৰ্ব্বতত লাগিলগৈ। তেতিয়া ঘোষণা কৰা হ'ল, অন্যায়কাৰী জাতি (আল্লাৰ কৰুণাৰ পৰা) আঁতৰ হওক!

وَنَادٰى نُوْحٌ رَّبَّهٗ فَقَالَ رَبِّ اِنَّ ابْنِيْ مِنْ اَهْلِيْ وَاِنَّ وَعْدَكَ الْحَقُّ وَاَنْتَ اَحْكَمُ الْحٰكِمِيْنَ ﴿۴۵﴾

৪৬) আৰু নুহে নিজ প্ৰভুক আহ্বান কৰিলে আৰু কলে, হে মোৰ প্ৰভু, মোৰ পুত্ৰ নিশ্চয় মোৰ পৰিয়ালৰ অৰ্ন্তভুক্ত, আৰু নিশ্চয় তোমাৰ প্ৰতিশ্ৰুতি সত্য, আৰু তুমি সকলো বিচাৰকৰ শ্ৰেষ্ঠ বিচাৰক।

قَالَ يٰنُوْحُ اِنَّهٗ لَيْسَ مِنْ اَهْلِكَ ۚ اِنَّهٗ عَمَلٌ غَيْرُ صَالِحٍ ۖ فَلَا تَسْـَٔلْنِ مَا لَيْسَ لَكَ بِهٖ عِلْمٌ ؕ اِنِّيْۤ اَعِظُكَ اَنْ تَكُوْنَ مِنَ الْجٰهِلِيْنَ ﴿٤٦﴾

৪৭) তেওঁ কলে, হে নুহ, নিশ্চয় তোমাৰ পৰিয়ালৰ অৰ্ন্তভুক্ত সি নহয়, কিয়নো তাৰ ভাগত আছে অসৎকাৰ্য্য; গতিকে যি বিষয়ে তোমাৰ জ্ঞান নাই সেই বিষয়ে মোক অনুৰোধ নকৰিবা; মই তোমাক এই উপদেশ দিছোঁ, তুমি যেন অজ্ঞান-বিলাকৰ মাজৰ নোহোৱা।

قَالَ رَبِّ اِنِّيْۤ اَعُوْذُ بِكَ اَنْ اَسْـَٔلَكَ مَا لَيْسَ لِيْ بِهٖ عِلْمٌ ؕ وَ اِلَّا تَغْفِرْ لِيْ وَ تَرْحَمْنِيْۤ اَكُنْ مِّنَ الْخٰسِرِيْنَ ﴿٤٧﴾

৪৮) তেওঁ কলে, হে মোৰ প্ৰভু, মই তোমাৰেই আশ্ৰয় বিচাৰিছোঁ, যি বিষয়ে মোৰ জ্ঞান নাই সেই বিষয়ে আগলৈ মই যেন তোমাক প্ৰশ্ন নকৰোঁ; আৰু মোৰ প্ৰতি যদি তুমি ক্ষমা প্ৰদৰ্শন নকৰা, আৰু যদি মোৰ প্ৰতি অনুগ্ৰহ নকৰা মই সেইবিলাকৰ মাজৰ হম যিবিলাক ক্ষতিগ্ৰস্ত।

قِيْلَ يٰنُوْحُ اهْبِطْ بِسَلٰمٍ مِّنَّا وَ بَرَكٰتٍ عَلَيْكَ وَ عَلٰۤى اُمَمٍ مِّمَّنْ مَّعَكَ ؕ وَ اُمَمٌ سَنُمَتِّعُهُمْ ثُمَّ يَمَسُّهُمْ مِّنَّا عَذَابٌ اَلِيْمٌ ﴿٤٨﴾

৪৯) আদেশ দিয়া হ'ল, হে নুহ, এতিয়া নাৱৰ পৰা তুমি নামি যোৱাঁ, তোমাৰ প্ৰতি আৰু তোমাৰ লগৰ লোকসকলৰ প্ৰতি আমাৰ শান্তি আৰু বহু আশীৰ্ব্বাদে সৈতে; আৰু কিছুমান লোক আছে যিবিলাকক আমি ভৱিষ্যতে সম্বল দান কৰিম; তাৰ পিছত সিহঁতকো আমাৰ ফালৰ পৰা যন্ত্ৰণাদায়ক শাস্তিয়ে স্পৰ্শ কৰিব।

تِلْكَ مِنْ اَنْۢبَآءِ الْغَيْبِ نُوْحِيْهَاۤ اِلَيْكَ ۚ مَا كُنْتَ تَعْلَمُهَاۤ اَنْتَ وَ لَا قَوْمُكَ مِنْ قَبْلِ هٰذَا ۛؕ فَاصْبِرْ ۛؕ اِنَّ الْعَاقِبَةَ لِلْمُتَّقِيْنَ ﴿٤٩﴾ ع

৫০) এইবিলাক হৈছে নেদেখা ঘটনাৰ কিছু বিৱৰণ; তাকে (হে মহম্মদ,) তোমাৰ প্ৰতি আমি প্ৰত্যাদেশ কৰি প্ৰকাশ কৰিছোঁ; ইয়াৰ পূৰ্ব্বে এই বাতৰি তুমি জনা নাছিলা আৰু তোমাৰ জাতিয়েও জনা নাছিল; গতিকে তুমি ধৈৰ্য্য ধৰি থাকাঁ; ইয়াত কোনো সন্দেহ নাই, ধৰ্ম্মপৰায়ণসকলৰ নিমিত্তে আছে উত্তম পৰিণাম।

وَ اِلٰى عَادٍ اَخَاهُمْ هُوْدًا ۚ قَالَ يٰقَوْمِ اعْبُدُوا اللّٰهَ

৫১) আৰু 'আদ জাতিৰ প্ৰতি হুদক (আমি প্ৰেৰণ কৰিলোঁ); তেওঁ সিহঁতৰ ভাই-ককাইৰ মাজৰেই এজন আছিল। তেওঁ কলে, হে মোৰ জাতি, তোমালোকে আল্লাৰেই আৰাধনা কৰাঁ; তেওঁৰ বাহিৰে তোমালোকৰ নিমিত্তে আন কোনো

مَا لَكُمْ مِّنْ اِلٰهٍ غَيْرُهٗ ؕ اِنْ اَنْتُمْ اِلَّا مُفْتَرُوْنَ ﴿٥٠﴾

উপাস্য নাই; তোমালোকে (সত্যক এৰি) কেৱল মিছা সাজিব ধৰিছা।

يٰقَوْمِ لَاۤ اَسْـَٔلُكُمْ عَلَيْهِ اَجْرًا ؕ اِنْ اَجْرِىَ اِلَّا عَلَى
الَّذِىْ فَطَرَنِىْ ؕ اَفَلَا تَعْقِلُوْنَ ﴿٥١﴾

(৫২) হে মোৰ জাতি, মই এই উপদেশ দিয়াৰ কাৰণে তোমালোকৰ পৰা কোনো প্ৰতিদান বিচৰা নাই; যিজনে মোক স্ৰজন কৰিছে সেইজনৰ ওচৰতহে আছে মোৰ প্ৰতিদান; তোমালোকে নুবুজা নে?

وَيٰقَوْمِ اسْتَغْفِرُوْا رَبَّكُمْ ثُمَّ تُوْبُوْۤا اِلَيْهِ يُرْسِلِ
السَّمَآءَ عَلَيْكُمْ مِّدْرَارًا وَّيَزِدْكُمْ قُوَّةً اِلٰى قُوَّتِكُمْ
وَلَا تَتَوَلَّوْا مُجْرِمِيْنَ ﴿٥٢﴾

(৫৩) আৰু হে মোৰ জাতি, তোমালোকে নিজ প্ৰভুৰ পৰা ক্ষমা ভিক্ষা কৰাঁ আৰু তেওঁৰ আগত অনুতাপ কৰাঁ। তোমালোকৰ নিমিত্তে (তেতিয়া) তেওঁ ধাৰাসাৰে বৰষুণ দিয়া মেঘ পঠাব, আৰু তোমালোকৰ শক্তিৰ ওপৰত তোমালোকৰ আৰু শক্তি বৃদ্ধি কৰিব; কিন্তু তোমালোক অপৰাধী হৈ (তেওঁৰ পৰা) বিমুখ নহবা।

قَالُوْا يٰهُوْدُ مَا جِئْتَنَا بِبَيِّنَةٍ وَّمَا نَحْنُ بِتَارِكِىْۤ
اٰلِهَتِنَا عَنْ قَوْلِكَ وَمَا نَحْنُ لَكَ بِمُؤْمِنِيْنَ ﴿٥٣﴾

(৫৪) সিহঁতে কলে, হে হুদ, তুমি আমাৰ ওচৰলৈ প্ৰত্যক্ষ প্ৰমাণ লৈ অহা নাই; গতিকে তোমাৰ কোৱা কথাত আমি আমাৰ উপাস্য সকলক পৰিত্যাগ কৰিব নোৱাৰোঁ; আৰু তোমাত আমি (কোনো মতেই) বিশ্বাস স্থাপন নকৰোঁ।

اِنْ نَّقُوْلُ اِلَّا اعْتَرٰىكَ بَعْضُ اٰلِهَتِنَا بِسُوْٓءٍ ؕ قَالَ اِنِّىْۤ
اُشْهِدُ اللّٰهَ وَاشْهَدُوْۤا اَنِّىْ بَرِىْٓءٌ مِّمَّا تُشْرِكُوْنَ ﴿٥٤﴾

(৫৫) আমাৰ উক্তি এয়ে মাথোন, আমাৰে দেৱতাসকলৰ কোনো এজনে অহিতৰ এনে অৱস্থাত তোমাক পেলাইছে। তেওঁ কলে, মই নিশ্চয় আল্লাকেই সাক্ষী মানিছোঁ, আৰু তোমালোকো সাক্ষী থাকিবা, ইয়াৰ বাবে দায়ী মই নহওঁ যে তোমালোকে অইনক আল্লাৰ সমানে উপাস্য পাতিছা—

مِنْ دُوْنِهٖ فَكِيْدُوْنِىْ جَمِيْعًا ثُمَّ لَا تُنْظِرُوْنِ ﴿٥٥﴾

(৫৬) আল্লাত ভিন্ন; গতিকে তোমালোক সকলোৱে একেলগ হৈ মোৰ বিৰুদ্ধে অভিসন্ধি পাতি থাকা, আৰু মোক (অলপো) অৱসৰ নিদিবা।

(৫৭) বাস্তৱতে যিজন আল্লা মোৰ প্ৰতিপালক আৰু তোমালোকৰো প্ৰতিপালক সেইজনৰ ওপৰতেই মই নির্ভৰ কৰি আছোঁ। এনে কোনো বিচৰণ কৰা প্ৰাণী নাই যাৰ মূৰ ধৰি (নিজ ক্ষমতাৰ অধীন কৰি) তেওঁ ৰাখি থোৱা নাই। নিশ্চয় মোৰ প্ৰভু ন্যায়-পথত বিৰাজমান।

إِنِّي تَوَكَّلْتُ عَلَى اللّٰهِ رَبِّي وَرَبِّكُمْ مَا مِنْ دَآبَّةٍ إِلَّا هُوَ اٰخِذٌۢ بِنَاصِيَتِهَا ۚ إِنَّ رَبِّي عَلٰى صِرَاطٍ مُّسْتَقِيمٍ ﴿٥٦﴾

(৫৮) ইয়াৰ পাছতো যদি তোমালোক পৰাঙ্মুখ হোৱা, তেন্তে (জানি থোৱাঁ) তোমালোকক যি সংবাদ দিবলৈ মোক প্ৰেৰণ কৰা হৈছিল সেই সংবাদ মই তোমালোকক দিলোঁ; আৰু (তাকে অগ্ৰাহ্য কৰাৰ বাবে) তোমালোকৰ ঠাইত মোৰ প্ৰভুৱে অইন এটা জাতিক প্ৰতিষ্ঠিত কৰিব। তোমালোকে তেওঁৰ অকণো অনিষ্ট কৰিব নোৱাৰা; বাস্তৱতে মোৰ প্ৰভু সকলো বস্তুৰেই সংৰক্ষক।

فَإِنْ تَوَلَّوْا فَقَدْ أَبْلَغْتُكُمْ مَّآ أُرْسِلْتُ بِهٖٓ إِلَيْكُمْ ۚ وَيَسْتَخْلِفُ رَبِّي قَوْمًا غَيْرَكُمْ ۚ وَلَا تَضُرُّونَهٗ شَيْـًٔا ۚ إِنَّ رَبِّي عَلٰى كُلِّ شَيْءٍ حَفِيظٌ ﴿٥٧﴾

(৫৯) আৰু যেতিয়া আমাৰ (সেই স্থিৰ কৰা) শাস্তি পালেহি, আমি নিজ কৰুণা দবাৰা হুদক ৰক্ষা কৰিলোঁ, আৰু তেওঁৰ লগতে সেইসকলকো যিসকলে (সত্যত) বিশ্বাস কৰিছিল; আৰু তেওঁলোকক আমি কঠোৰ শাস্তিৰ পৰা ৰক্ষা কৰিলোঁ।

وَلَمَّا جَآءَ أَمْرُنَا نَجَّيْنَا هُوْدًا وَّالَّذِينَ اٰمَنُوْا مَعَهٗ بِرَحْمَةٍ مِّنَّا ۚ وَنَجَّيْنٰهُمْ مِّنْ عَذَابٍ غَلِيظٍ ﴿٥٨﴾

(৬০) আৰু এনে জাতি আছিল 'আদ,—সিহঁতে নিজ প্ৰভুৰ নিদর্শন সমূহ অস্বীকাৰ কৰিছিল, আৰু সিহঁতলৈ অহা ৰচুলসকলৰ অবাধ্য হৈছিল, আৰু সিহঁত প্ৰত্যেক অহঙ্কাৰী বিৰুদ্ধাচাৰীৰ আজ্ঞাৰহে অনুবৰ্ত্তী হৈছিল।

وَتِلْكَ عَادٌ ۟ جَحَدُوْا بِاٰيٰتِ رَبِّهِمْ وَعَصَوْا رُسُلَهٗ وَاتَّبَعُوْٓا أَمْرَ كُلِّ جَبَّارٍ عَنِيدٍ ﴿٥٩﴾

(৬১) আৰু (সেই কাৰণে) অভিশাপক সিহঁতৰ অনুগমন কৰিব দিয়া হ'ল এই পৃথিবীত আৰু পুনৰুত্থানৰ দিনতো; চোৱাঁ 'আদজাতি নিজ প্ৰভুৰ কেনে অবিশ্বাসী হৈছিল! সাৱধান, হুদৰ জাতি 'আদৰ প্ৰতি আল্লাৰ অভিশাপ!

وَأُتْبِعُوْا فِي هٰذِهِ الدُّنْيَا لَعْنَةً وَّيَوْمَ الْقِيٰمَةِ ۗ أَلَآ إِنَّ عَادًا كَفَرُوْا رَبَّهُمْ ۗ أَلَا بُعْدًا لِّعَادٍ قَوْمِ هُوْدٍ ﴿٦٠﴾ ع

৬২) আৰু (আমি প্ৰেৰণ কৰিছিলোঁ) ছমুদজাতিৰ প্ৰতি চালেহক; তেওঁ সিহঁতৰ ভাই-ককাইৰ মাজৰে এজন আছিল; তেওঁ কলে, হে মোৰ জাতি, আল্লাৰেই আৰাধনা কৰাঁ; তেওঁত ভিন্ন তোমালোকৰ আন কোনো উপাস্য নাই; তেৱেঁই তোমালোকক মাটিৰ পৰা সৃজন কৰিছে, আৰু সেই মাটিতেই (পৃথিৱীতেই) তোমালোকক বসতি কৰিবলৈ দিলে; গতিকে তোমালোকে তেওঁৰ ক্ষমা প্ৰাৰ্থনা কৰাঁ; আৰু তেওঁৰ আগত অনুতাপ কৰাঁ; নিশ্চয় মোৰ প্ৰভু আছে (প্ৰত্যেকৰেই) ওচৰত, (তেৱেঁই)প্ৰাৰ্থনাৰ প্ৰত্যুত্তৰ দিওঁতা।

وَإِلَىٰ ثَمُودَ أَخَاهُمْ صَالِحًا قَالَ يَٰقَوْمِ اعْبُدُوا اللَّهَ
مَا لَكُم مِّنْ إِلَٰهٍ غَيْرُهُ هُوَ أَنشَأَكُم مِّنَ الْأَرْضِ
وَاسْتَعْمَرَكُمْ فِيهَا فَاسْتَغْفِرُوهُ ثُمَّ تُوبُوا إِلَيْهِ
إِنَّ رَبِّي قَرِيبٌ مُّجِيبٌ ﴿٦٢﴾

৬৩) সিহঁতে কলে হে চালেহ, স্বৰূপতে ইয়াৰ পূৰ্ব্বে তুমি আমাৰ মাজত সকলোৰে আশা-ভৰসাৰ স্থল আছিলা, অথচ আমাৰ পূৰ্ব্বপুৰুষহঁতে যি উপাস্যবিলাকৰ পূজা কৰি আহিছে সেইবিলাকৰ পূজা কৰিবলৈ তুমিয়ে নিষেধ কৰিছা! আৰু বাস্তৱতে যি কথাৰ ফালে তুমি আমাক আহ্বান কৰিছা তাৰ বিষয়ে আমি সন্দেহত পৰি অস্থিৰ হৈ আছোঁ।

قَالُوا يَٰصَٰلِحُ قَدْ كُنتَ فِينَا مَرْجُوًّا قَبْلَ هَٰذَا أَتَنْهَىٰنَا
أَن نَّعْبُدَ مَا يَعْبُدُ ءَابَاؤُنَا وَإِنَّنَا لَفِي شَكٍّ مِّمَّا
تَدْعُونَا إِلَيْهِ مُرِيبٍ ﴿٦٣﴾

৬৪) তেওঁ কলে, হে মোৰ জাতি, তোমালোকে ভাবি চোৱা নাই নে, মই মোৰ প্ৰভুৰ পৰা অহা প্ৰত্যক্ষ প্ৰমাণৰ ওপৰত থিয় দি আছোঁ, আৰু তেওঁ নিজ কাষৰ পৰা মোক কৰুণা দান কৰিছে; এনে অৱস্থাতো যদি মই তেওঁৰ অবাধ্য হওঁ, তেন্তে মোক তেওঁৰ বিৰুদ্ধে কোনে সহায় কৰিব পাৰে? তেনে অৱস্থাত তোমালোকে মোৰ ক্ষতিৰ ভাগহে বৃদ্ধি কৰিবা।

قَالَ يَٰقَوْمِ أَرَءَيْتُمْ إِن كُنتُ عَلَىٰ بَيِّنَةٍ مِّن رَّبِّي
وَءَاتَىٰنِي مِنْهُ رَحْمَةً فَمَن يَنصُرُنِي مِنَ اللَّهِ إِنْ
عَصَيْتُهُ فَمَا تَزِيدُونَنِي غَيْرَ تَخْسِيرٍ ﴿٦٤﴾

৬৫) আৰু হে মোৰ জাতি, আল্লাৰ (নামত এৰি দিয়া) এই উটজনী তোমালোকৰ নিমিত্তে (আল্লাৰ) নিদৰ্শন স্বৰূপ; গতিকে তাইক এৰি দিয়াঁ যাতে তাই আল্লাৰ পৃথিৱীত চৰি ফুৰে, আৰু কোনো

وَيَٰقَوْمِ هَٰذِهِ نَاقَةُ اللَّهِ لَكُمْ ءَايَةً فَذَرُوهَا تَأْكُلْ
فِي أَرْضِ اللَّهِ وَلَا تَمَسُّوهَا بِسُوءٍ فَيَأْخُذَكُمْ عَذَابٌ

قَرِيبٌ ﴿٦٤﴾

প্ৰকাৰৰ কষ্ট দিবৰ অৰ্থে তাইক স্পৰ্শ নকৰিবা; যদি তাকে কৰা তেন্তে অবিলম্বে (আল্লাৰ) শাস্তিয়ে তোমালোকক আহি ধৰিব।

فَعَقَرُوهَا فَقَالَ تَمَتَّعُوا فِي دَارِكُمْ ثَلَٰثَةَ أَيَّامٍ ذَٰلِكَ وَعْدٌ غَيْرُ مَكْذُوبٍ ﴿٦٥﴾

৬৬) তথাপি সিহঁতে তাইৰ ভৰিৰ সিৰ কাটি পেলালে; তেতিয়া তেওঁ ক'লে, তোমালোকে নিজৰ ঘৰতে তিনি দিনলৈ (সুখেৰে) খাই-বৈ থাকা; (শাস্তিৰ) এই অঙ্গীকাৰ কেতিয়াও মিছা হ'ব নোৱাৰে।

فَلَمَّا جَآءَ أَمْرُنَا نَجَّيْنَا صَٰلِحًا وَالَّذِينَ ءَامَنُوا مَعَهُ بِرَحْمَةٍ مِّنَّا وَمِنْ خِزْيِ يَوْمِئِذٍ إِنَّ رَبَّكَ هُوَ الْقَوِيُّ الْعَزِيزُ ﴿٦٦﴾

৬৭) পিছত যেতিয়া আমাৰ (স্থিৰ কৰা) শাস্তি পালেহি, আমি নিজ করুণা দবাৰা (চালেহক) উদ্ধাৰ কৰিলোঁ, আৰু তেওঁৰ লগতে সেইসকলকো যিসকলে (সত্যত) বিশ্বাস স্থাপন কৰিছিল; আৰু সেই দিনৰ লাঞ্ছনাৰ পৰাও (ৰক্ষা কৰিলোঁ); নিশ্চয় তোমাৰ প্ৰভু শক্তিশালী, পৰাক্ৰান্ত।

وَأَخَذَ الَّذِينَ ظَلَمُوا الصَّيْحَةُ فَأَصْبَحُوا فِي دِيَٰرِهِمْ جَٰثِمِينَ ﴿٦٧﴾

৬৮) আৰু যিবিলাকে অন্যায় কৰিছিল সিহঁতক ভীষণ গুম্-গুমনিয়ে ধৰিলে। তেতিয়া সিহঁতে নিজৰ ঘৰতে উবুৰি খাই পৰি থাকিল—

كَأَن لَّمْ يَغْنَوْا فِيهَآ أَلَآ إِنَّ ثَمُودَا۟ كَفَرُوا رَبَّهُمْ أَلَا بُعْدًا لِّثَمُودَ ﴿٦٨﴾

৬৯) (এনে ভাৱে) যেন কেতিয়াও তাত সিহঁত বাস কৰায়ে নাছিল। চোৱাঁ,ছমুদ জাতি নিশ্চয় নিজ প্ৰভুৰ অবিশ্বাসী হৈছিল; সাৱধান! ছমুদ জাতিৰ প্ৰতি (আল্লাৰ) অভিশাপ!

وَلَقَدْ جَآءَتْ رُسُلُنَآ إِبْرَٰهِيمَ بِالْبُشْرَىٰ قَالُوا سَلَٰمًا قَالَ سَلَٰمٌ فَمَا لَبِثَ أَن جَآءَ بِعِجْلٍ حَنِيذٍ ﴿٦٩﴾

৭০) আৰু স্বৰূপতে আমাৰ দূতসকল ইব্ৰাহিমৰ ওচৰলৈ আনন্দৰ সংবাদ লৈ আহিল; তেওঁলোকে কলে, শান্তি হওক (তোমাৰ প্ৰতি)! তেওঁ কলে, (তোমালোকৰ প্ৰতিও শান্তি হওক!) আৰু ততালিকে এটা ভজা দামুৰি আনি আগ বঢ়ালে।

فَلَمَّا رَءَآ أَيْدِيَهُمْ لَا تَصِلُ إِلَيْهِ نَكِرَهُمْ وَأَوْجَسَ

৭১) পিছত যেতিয়া তেওঁ দেখিলে তেওঁলোকে খাদ্যৰ পিনে হাত নেমেলে, তেতিয়া তেওঁলোক নো কোন সেই বিষয়ে তেওঁৰ মনত সন্দেহ হ'ল,

مِنْهُمْ خِيفَةً ۚ قَالُوا لَا تَخَفْ إِنَّا أُرْسِلْنَا إِلَىٰ
قَوْمِ لُوطٍ ﴿٧١﴾

আৰু তেওঁলোকৰ সম্বন্ধে তেওঁৰ মনত আশঙ্কা জন্মিল। তেওঁলোকে কলে, তুমি ভয় নকৰিবা; বাস্তৱতে আমাক পঠোৱা হৈছে লুতৰ জাতিলৈ।

وَامْرَأَتُهُ قَائِمَةٌ فَضَحِكَتْ فَبَشَّرْنَاهَا بِإِسْحَاقَ وَ
مِنْ وَرَاءِ إِسْحَاقَ يَعْقُوبَ ﴿٧٢﴾

৭২) আৰু তেওঁৰ পত্নীয়ে থিয় দি (এই কথাবোৰ শুনি) আছিল; তেওঁ হাঁহিলে। তাৰ পিছত আমি তেওঁক ইচ্‌হাকৰ জন্ম সম্বন্ধে আৰু ইচ্‌হাকৰ পাছত ইয়াকুবৰ আগমন সম্বন্ধে শুভসংবাদ দিলোঁ।

قَالَتْ يَا وَيْلَتَىٰ أَأَلِدُ وَأَنَا عَجُوزٌ وَهَٰذَا بَعْلِي شَيْخًا ۖ
إِنَّ هَٰذَا لَشَيْءٌ عَجِيبٌ ﴿٧٣﴾

৭৩) তেওঁ কলে, কি আচৰিত কথা! মোৰ সন্তান কেনেকৈ হ'ব? মই যে বৃদ্ধা আৰু মোৰ স্বামীজনো বৃদ্ধ; নিশ্চয় ই এটা অতি আচৰিত কথা!

قَالُوا أَتَعْجَبِينَ مِنْ أَمْرِ اللَّهِ ۖ رَحْمَتُ اللَّهِ وَبَرَكَاتُهُ
عَلَيْكُمْ أَهْلَ الْبَيْتِ ۚ إِنَّهُ حَمِيدٌ مَجِيدٌ ﴿٧٤﴾

৭৪) তেওঁলোকে কলে, কি! আল্লাৰ কাৰ্য্য সম্বন্ধে বিস্মিত হৈছা নে? হেৰা এই ঘৰৰ পৰিয়াল! আল্লাৰ কৰুণা আৰু তেওঁৰ বহু আশীৰ্ব্বাদ তোমালোকৰ প্ৰতি হওক। নিশ্চয় তেৰেঁই সকলো প্ৰশংসাৰ যোগ্য, অতি মহান।

فَلَمَّا ذَهَبَ عَنْ إِبْرَاهِيمَ الرَّوْعُ وَجَاءَتْهُ الْبُشْرَىٰ
يُجَادِلُنَا فِي قَوْمِ لُوطٍ ﴿٧٥﴾

৭৫) পিছত যেতিয়া ইব্ৰাহিমৰ (মনৰ) পৰা ভয় দূৰ হ'ল, আৰু তেওঁলৈ (আমাৰ) শুভ সংবাদ আহিল, তেতিয়া তেওঁ লুতৰ জাতিৰ পক্ষে আমাৰ ওচৰত বৰকৈ খাটিব ধৰিলে।

إِنَّ إِبْرَاهِيمَ لَحَلِيمٌ أَوَّاهٌ مُنِيبٌ ﴿٧٦﴾

৭৬) কোনো সন্দেহ নাই ইব্ৰাহিম আছিল ধৈৰ্য্য ধাৰণ কৰোঁতা, কোমল অন্তঃকৰণৰ, (আল্লাৰ ফালে) বিনীত ভাৱে বাৰে বাৰে ঘূৰি আহোঁতা।

يَا إِبْرَاهِيمُ أَعْرِضْ عَنْ هَٰذَا ۖ إِنَّهُ قَدْ جَاءَ أَمْرُ
رَبِّكَ ۖ وَإِنَّهُمْ آتِيهِمْ عَذَابٌ غَيْرُ مَرْدُودٍ ﴿٧٧﴾

৭৭) হে ইব্ৰাহিম, সিহঁতৰ হৈ আৰু খাটিবলৈ এৰি দিয়াঁ; স্বৰূপতে তোমাৰ প্ৰভুৰ আদেশ (পূৰ্ণ হবৰ সময়) পালেহি; আৰু নিশ্চয় সিহঁতৰ ওপৰত এনে শাস্তি পৰিব যি অনিবাৰ্য্য।

وَلَمَّا جَآءَتْ رُسُلُنَا لُوْطًا سِيْٓءَ بِهِمْ وَضَاقَ بِهِمْ ذَرْعًا وَّقَالَ هٰذَا يَوْمٌ عَصِيْبٌ ۝٧٧

৭৮) আৰু আমাৰ দূতসকল লুতৰ ওচৰলৈ আহিলত তেওঁ দুখ কৰিলে; আৰু তেওঁলোকক ৰক্ষা কৰিবৰ ক্ষমতা তেওঁৰ নাই ভাবি তেওঁ কলে, আজি (বিপদৰ) কি কঠিন দিন!

وَجَآءَهٗ قَوْمُهٗ يُهْرَعُوْنَ اِلَيْهِ ۭ وَمِنْ قَبْلُ كَانُوْا يَعْمَلُوْنَ السَّيِّاٰتِ ۭ قَالَ يٰقَوْمِ هٰٓؤُلَآءِ بَنَاتِيْ هُنَّ اَطْهَرُ لَكُمْ فَاتَّقُوا اللّٰهَ وَلَا تُخْزُوْنِ فِيْ ضَيْفِيْ ۭ اَلَيْسَ مِنْكُمْ رَجُلٌ رَّشِيْدٌ ۝٧٨

৭৯) আৰু তেওঁৰ জাতিৰ লোক বিলাক (উত্তেজিত হৈ) তেওঁৰ ওচৰলৈ দম্‌দমাই লৰি আহিলে; আৰু পূৰ্ব্বৰে পৰা সিহঁতে অসৎ কাৰ্য্য কৰি আহিছিল। তেওঁ কলে, হে মোৰ জাতি, এইবিলাক মোৰেই কন্যা; এইবিলাকেই তোমালোকৰ নিমিত্তে অধিক পৱিত্ৰ; গতিকে আল্লাৰ ভয় ৰাখাঁ, আৰু মোৰ আলহীসকলৰ কাৰণে মোক লাঞ্ছিত নকৰিবা; তোমালোকৰ মাজত ন্যায়ৱন্ত মানুহ এজনো নাই নে?

قَالُوْا لَقَدْ عَلِمْتَ مَا لَنَا فِيْ بَنٰتِكَ مِنْ حَقٍّ ۚ وَاِنَّكَ لَتَعْلَمُ مَا نُرِيْدُ ۝٧٩

৮০) সিহঁতে কলে, স্বৰূপতে তুমি জানিবলৈ পাইছা, তোমাৰ কন্যাসকলৰ ওপৰত আমাৰ কোনো অধিকাৰ নাই; আৰু আমি কি ইচ্ছা কৰিছোঁ তাকো তুমি নিশ্চিতকৈ জানা।

قَالَ لَوْ اَنَّ لِيْ بِكُمْ قُوَّةً اَوْ اٰوِيْٓ اِلٰى رُكْنٍ شَدِيْدٍ ۝٨٠

৮১) তেওঁ কলে, হায়! তোমালোকক প্ৰতিৰোধ কৰিবলৈ মোৰ শক্তি থকাহেঁতেন! নাইবা এজন শক্তিশালী ব্যক্তিৰ সহায় লব পৰাহেঁতেন!

قَالُوْا يٰلُوْطُ اِنَّا رُسُلُ رَبِّكَ لَنْ يَّصِلُوْٓا اِلَيْكَ فَاَسْرِ بِاَهْلِكَ بِقِطْعٍ مِّنَ الَّيْلِ وَلَا يَلْتَفِتْ مِنْكُمْ اَحَدٌ اِلَّا امْرَاَتَكَ ۭ اِنَّهٗ مُصِيْبُهَا مَآ اَصَابَهُمْ ۭ اِنَّ مَوْعِدَهُمُ الصُّبْحُ ۭ اَلَيْسَ الصُّبْحُ بِقَرِيْبٍ ۝٨١

৮২) সেই দূতবিলাকে কলে, হে লুত, আমি কেইজন তোমাৰ প্ৰভুৱে পঠোৱা দূত; সিহঁতে কেতিয়াও তোমাৰ ওচৰ চাপিব নোৱাৰে; গতিকে নিশা থাকোঁতেই (কোনো সময়ত) নিজ পৰিয়ালক লৈ ওলাই যোৱাঁ; আৰু (চোৱাঁ) তোমালোকৰ এজনেও যেন ইফালে সিফালে মন নকৰে— তোমাৰ পত্নী ভিন্ন, কিয়নো যি বিপদ সিহঁতৰ ওপৰত পৰিব সেই বিপদ নিশ্চয় তেওঁৰ ওপৰতো পৰিব; বাস্তৱতে ৰাতি পুৱাৰ সময় হৈছে, সিহঁতৰ (শাস্তিৰ) প্ৰতিশ্ৰুত সময়; (আৰু) পুৱাৰ সময় নিচেই ওচৰতে নহয় নে?

৮৩) পিছত যেতিয়া আমাৰ আদেশ (পূৰ্ণ হ'বৰ নিৰ্দ্ধাৰিত সময়) আহিল, আমি সেই নগৰখন (ভূমিকম্প দ্বাৰা) তল-ওপৰ কৰি লুটিয়াই দিলোঁ; আৰু তাৰে ওপৰত আমি টান শিলৰ বৰষুণ পেলালোঁ, ঠাক্ ঠাক্ কৰি।

فَلَمَّا جَآءَ اَمْرُنَا جَعَلْنَا عَالِيَهَا سَافِلَهَا وَاَمْطَرْنَا
عَلَيْهَا حِجَارَةً مِّنْ سِجِّيْلٍ ۙ مَّنْضُوْدٍ ۝٨٢

৮৪) সেইবিলাক শিল তোমাৰ প্ৰভুৰ মীমাংসা মতে (এই দিনৰ শাস্তিৰ কাৰণে) স্থিৰ কৰি থোৱা হৈছিল; আৰু এই শাস্তিৰ ঠাই (মক্কাৰ) অন্যায়-কাৰীবিলাকৰ পৰা দূৰ নহয়।

مُّسَوَّمَةً عِنْدَ رَبِّكَ ؕ وَمَا هِيَ مِنَ الظّٰلِمِيْنَ
ع بِبَعِيْدٍ ۝٨٣

৮৫) আৰু মদয়ন্ জাতিলৈ (আমি প্ৰেৰণ কৰিছিলোঁ) সিহঁতৰ ভাই-ককাইৰে মাজৰ শ্বো'আইব নামে এজনক। তেওঁ ক'লে, হে মোৰ জাতি, আল্লাৰেই আৰাধনা কৰাঁ; তোমালোকৰ নিমিত্তে তেওঁৰ বাহিৰে আন কোনো উপাস্য নাই; আৰু (বেপাৰ কৰোঁতে) মাপ-জোখ আৰু ওজন কম নকৰিবা; (আজি) অৱশ্যে তোমালোকক সমৃদ্ধিশালী দেখিছোঁ; কিন্তু মই সেই শাস্তিলৈ ভয় কৰিছোঁ যি এদিনা সকলোকে আগুৰি ধৰি তোমা-লোকৰ ওপৰত পৰিব।

وَاِلٰى مَدْيَنَ اَخَاهُمْ شُعَيْبًا ؕ قَالَ يٰقَوْمِ اعْبُدُوا
اللّٰهَ مَا لَكُمْ مِّنْ اِلٰهٍ غَيْرُهٗ ؕ وَلَا تَنْقُصُوا الْمِكْيَالَ
وَالْمِيْزَانَ اِنِّيْۤ اَرٰىكُمْ بِخَيْرٍ وَّاِنِّيْۤ اَخَافُ عَلَيْكُمْ
عَذَابَ يَوْمٍ مُّحِيْطٍ ۝٨٤

৮৬) আৰু হে মোৰ জাতি, (বেপাৰ কৰোঁতে) মাপ-জোখ আৰু ওজন ন্যায়মতে পূৰ্ণ কৰি (বস্তু) বেচিবা; আৰু লোকক বস্তু দিওঁতে কম নকৰি যি সিহঁতৰ প্ৰাপ্য তাকে দিবা; আৰু পৃথিৱীত অন্যায়াচৰণৰ দ্বাৰা অশান্তি বিস্তাৰ নকৰিবা।

وَيٰقَوْمِ اَوْفُوا الْمِكْيَالَ وَالْمِيْزَانَ بِالْقِسْطِ وَلَا
تَبْخَسُوا النَّاسَ اَشْيَآءَهُمْ وَلَا تَعْثَوْا فِي الْاَرْضِ
مُفْسِدِيْنَ ۝٨٥

৮৭) (ব্যৱসায়ত) যিখিনি লাভ আল্লাই দান কৰে তাতেই তোমালোকৰ নিমিত্তে আছে মঙ্গল, যদিহে তোমালোক বিশ্বাসী হোৱা; আৰু মই তোমা-লোকৰ সংৰক্ষণৰ ভাৰ লৈ অহা নাই।

بَقِيَّتُ اللّٰهِ خَيْرٌ لَّكُمْ اِنْ كُنْتُمْ مُّؤْمِنِيْنَ ۚ وَمَاۤ اَنَا
عَلَيْكُمْ بِحَفِيْظٍ ۝٨٦

৮৮) সিহঁতে কলে, হে শ্বো'আইব, তোমাৰ উপাসনাই তোমাক (ইয়াকে উপদেশ দিবলৈ)

قَالُوْا يٰشُعَيْبُ اَصَلٰوتُكَ تَاْمُرُكَ اَنْ نَّتْرُكَ مَا

يَعْبُدُ اٰبَآؤُنَآ اَوْ اَنْ نَّفْعَلَ فِيْٓ اَمْوَالِنَا مَا نَشٰٓؤُا
اِنَّكَ لَاَنْتَ الْحَلِيْمُ الرَّشِيْدُ ﴿٨٨﴾

আদেশ দিছে নে যে আমাৰ পিতৃ-পুৰুষে যিবিলাকৰ পূজা কৰিছিল সেইবিলাকক আমি পৰিত্যাগ কৰোঁ, নাইবা নিজৰ ধন ইচ্ছামতে ব্যয় নকৰোঁ ? নিশ্চয় (জগতত) ধৈৰ্য্যশীল, সত্যপৰায়ণ মানুহ অকল এজন তুমিহে !

قَالَ يٰقَوْمِ اَرَءَيْتُمْ اِنْ كُنْتُ عَلٰى بَيِّنَةٍ مِّنْ
رَّبِّيْ وَرَزَقَنِيْ مِنْهُ رِزْقًا حَسَنًا ۗ وَمَآ اُرِيْدُ اَنْ
اُخَالِفَكُمْ اِلٰى مَآ اَنْهٰىكُمْ عَنْهُ ۗ اِنْ اُرِيْدُ اِلَّا
الْاِصْلَاحَ مَا اسْتَطَعْتُ ۗ وَمَا تَوْفِيْقِيْٓ اِلَّا بِاللّٰهِ ۗ
عَلَيْهِ تَوَكَّلْتُ وَاِلَيْهِ اُنِيْبُ ﴿٨٩﴾

৮৯) তেওঁ কলে, হে মোৰ জাতি, তোমালোকে ভাবি চোৱা নাইনে, মোৰ প্ৰভুৰ পৰা অহা প্ৰত্যক্ষ প্ৰমাণৰ ওপৰত যদি মই থিয় দিছোঁ, আৰু তেৱেঁই যদি মোক উত্তম জীৱিকা প্ৰদান কৰিছে (তেন্তে মই সত্যৰ ফালে আহ্বান নকৰোঁ কিয়) ? আৰু মোৰ এনে ইচ্ছা কেতিয়াও হ'ব নোৱাৰে যে যি কুকাৰ্য্য কৰিবলৈ তোমালোকক বাৰণ কৰোঁ, তাকে নিজ কথাৰ বিপৰীত নিজেই কৰিব ধৰোঁ। পাৰ্য্যমানে সংস্কাৰ সাধনৰ বাহিৰে মোৰ কোনো ইচ্ছা নাই; আৰু (এই কাৰ্য্যত) আল্লাত ভিন্ন মোৰ আন কোনো সহায়ো নাই; তেওঁৰেই ওপৰত মই নিৰ্ভৰ কৰি আছোঁ, আৰু তেওঁৰেই পিনে বিনীতভাৱে মু কৰিছোঁ।

وَيٰقَوْمِ لَا يَجْرِمَنَّكُمْ شِقَاقِيْٓ اَنْ يُّصِيْبَكُمْ مِّثْلُ
مَآ اَصَابَ قَوْمَ نُوْحٍ اَوْ قَوْمَ هُوْدٍ اَوْ قَوْمَ صٰلِحٍ ۗ
وَمَا قَوْمُ لُوْطٍ مِّنْكُمْ بِبَعِيْدٍ ﴿٩٠﴾

৯০) আৰু হে মোৰ জাতি, মোৰ শত্ৰুতাই যেন তোমালোকক এনে অসৎ কাৰ্য্য কৰিবলৈ প্ৰবৃত্ত নকৰে যাৰ ফলত যেনে বিপদ নুহৰ জাতিবা হুদৰ জাতি নাইবা চালেহৰ জাতিৰ ওপৰত পৰিছিল তেনে বিপদ তোমালোকৰ ওপৰতো পৰে; আৰু লুতৰ জাতিৰ ঘটনা তোমালোকৰ নিমিত্তে বহুকালৰ ঘটনা নহয়।

وَاسْتَغْفِرُوْا رَبَّكُمْ ثُمَّ تُوْبُوْٓا اِلَيْهِ ۗ اِنَّ رَبِّيْ رَحِيْمٌ
وَّدُوْدٌ ﴿٩١﴾

৯১) আৰু তোমালোকে নিজ প্ৰভুৰ পৰা ক্ষমা ভিক্ষা কৰাঁ; তাৰ পিছত অনুতাপ কৰি তেওঁৰ ফালে মু কৰাঁ; বাস্তৱতে মোৰ প্ৰভু পৰম দানশীল, শ্ৰেষ্ঠ স্নেহময়।

قَالُوْا يٰشُعَيْبُ مَا نَفْقَهُ كَثِيْرًا مِّمَّا تَقُوْلُ وَاِنَّا

৯২) সিহঁতে কলে, হে শ্বো'আইব, তুমি যিবোৰ কথা কৈছা তাৰ বেছি ভাগেই আমি বুজিব

لَنَرٰىكَ فِيْنَا ضَعِيْفًا ۚ وَلَوْلَا رَهْطُكَ لَرَجَمْنٰكَ ۖ وَ
مَآ اَنْتَ عَلَيْنَا بِعَزِيْزٍ ﴿٩١﴾

নোৱাৰোঁ; নিশ্চয় আমি তোমাক আমাৰ মাজৰ এজন (সামান্য) শক্তিহীন মানুহ যেনহে গণ্য কৰোঁ; আৰু তোমাৰ লগত নিজৰ আত্মীয়বিলাক নথকা হলে আমি নিশ্চয় তোমাক শিল দলিয়াই মাৰিলোঁহেঁতেন; আৰু আমাৰ বিৰুদ্ধে তুমি পৰাক্রমী হব নোৱাৰা।

قَالَ يٰقَوْمِ اَرَهْطِيْٓ اَعَزُّ عَلَيْكُمْ مِّنَ اللّٰهِ ۗ وَاتَّخَذْتُمُوْهُ
وَرَآءَكُمْ ظِهْرِيًّا ۗ اِنَّ رَبِّيْ بِمَا تَعْمَلُوْنَ مُحِيْطٌ ﴿٩٢﴾

৯৩) তেওঁ কলে, হে মোৰ জাতি, তোমালোকৰ ওপৰত মোৰ আত্মীয়স্বজনৰ ক্ষমতা আল্লাতকৈ অধিক হ'ব পাৰে নে? আৰু সেই আল্লাকেই তোমালোকে আওকাণ কৰি পিঠি দিছা; তোমালোকে যিহকেই কৰা মোৰ প্ৰভুৱে নিশ্চয় তাক আগুৰি ধৰে।

وَيٰقَوْمِ اعْمَلُوْا عَلٰى مَكَانَتِكُمْ اِنِّيْ عَامِلٌ ۗ سَوْفَ
تَعْلَمُوْنَ ۙ مَنْ يَّأْتِيْهِ عَذَابٌ يُّخْزِيْهِ وَمَنْ هُوَ كَاذِبٌ ۗ
وَارْتَقِبُوْٓا اِنِّيْ مَعَكُمْ رَقِيْبٌ ﴿٩٣﴾

৯৪) আৰু হে মোৰ জাতি, তোমালোকে নিজৰ ঠাইত কাম কৰি গৈ থাকা, ময়ো নিজৰ কাম কৰি থাকিম; আগলৈ তোমালোকে জানিব পাৰিবা শাস্তি কাৰ ওপৰত পৰি কাক লাঞ্ছিত কৰিব, আৰু কোননো মিথ্যাবাদী; আৰু তোমালোকে প্ৰতীক্ষা কৰি থাকা, তোমালোকৰ লগে লগে ময়ো প্ৰতীক্ষা কৰি থাকিম।

وَلَمَّا جَآءَ اَمْرُنَا نَجَّيْنَا شُعَيْبًا وَّالَّذِيْنَ اٰمَنُوْا مَعَهٗ
بِرَحْمَةٍ مِّنَّا وَاَخَذَتِ الَّذِيْنَ ظَلَمُوا الصَّيْحَةُ فَاَصْبَحُوْا
فِيْ دِيَارِهِمْ جٰثِمِيْنَ ﴿٩٤﴾

৯৫) আৰু যেতিয়া আমাৰ আদেশ (পূৰ্ণ হোৱাৰ সময়) পালেহি, আমি শ্বো'আইবক আৰু তেওঁৰ লগতে যিসকলে বিশ্বাস কৰিছিল সেই সকলকো নিজ কৰুণা দবাৰা ৰক্ষা কৰিলোঁ। কিন্তু অন্যায়-কাৰীবিলাকক ভূমিকম্পৰ গুম্‌গুমনিয়ে ধৰিলে; তাৰ ফলত সিহঁত সিহঁতৰ ঘৰসমূহতেই উবুৰি খাই পৰি থাকিল।

كَاَنْ لَّمْ يَغْنَوْا فِيْهَا ۗ اَلَا بُعْدًا لِّمَدْيَنَ كَمَا بَعِدَتْ
ع ثَمُوْدُ ﴿٩٥﴾

৯৬) সিহঁতে যেন সেই ঠাইত কেতিয়াও অৱস্থান কৰা নাছিল। সাৱধান! ছমুদজাতিৰ ওপৰত যি অভিশাপ পৰিছিল সেই অভিশাপ মদ্‌য়ন্‌জাতিৰ ওপৰতো পৰিল।

وَلَقَدْ أَرْسَلْنَا مُوسَىٰ بِآيَاتِنَا وَسُلْطَانٍ مُّبِينٍ ﴿٩٧﴾

৯৭) আৰু স্বৰূপতে মুচাক আমি প্ৰেৰণ কৰিছিলোঁ নিজ নিদৰ্শনসমূহ আৰু প্ৰত্যক্ষ প্ৰমাণেৰে সৈতে—

إِلَىٰ فِرْعَوْنَ وَمَلَئِهِ فَاتَّبَعُوا أَمْرَ فِرْعَوْنَ ۖ وَمَا
أَمْرُ فِرْعَوْنَ بِرَشِيدٍ ﴿٩٨﴾

৯৮) ফিৰৌন আৰু তেওঁৰ প্ৰধান বিষয়াবিলাকৰ ওচৰলৈ; কিন্তু সিহঁতে ফিৰৌনৰ আদেশ মতে চলিছিল, অথচ ফিৰৌনৰ আদেশ ন্যায়সঙ্গত নাছিল।

يَقْدُمُ قَوْمَهُ يَوْمَ الْقِيَامَةِ فَأَوْرَدَهُمُ النَّارَ ۖ وَبِئْسَ
الْوِرْدُ الْمَوْرُودُ ﴿٩٩﴾

৯৯) পুনৰুত্থানৰ দিনা তেওঁ নিজ জাতিৰ (নেতা স্বৰূপে) আগে আগে যাব, আৰু নৰকৰ অগ্নিৰ ফালে সিহঁতক নমাই লৈ যাব; আৰু য'ত নমাই নিয়া হ'ব সি নামিবৰ কি নিকৃষ্ট ঠাই!

وَأُتْبِعُوا فِي هَٰذِهِ لَعْنَةً وَيَوْمَ الْقِيَامَةِ ۚ بِئْسَ الرِّفْدُ
الْمَرْفُودُ ﴿١٠٠﴾

১০০) আৰু এই পৃথিৱীত, আৰু পুনৰুত্থানৰ দিনাও, (আল্লাৰ) অভিশাপক সিহঁতৰ অনুসৰণ কৰিবলৈ দিয়া হ'ব; যি প্ৰতিদান সিহঁতক দিয়া হব সি কি অপকৃষ্ট প্ৰতিদান!

ذَٰلِكَ مِنْ أَنبَاءِ الْقُرَىٰ نَقُصُّهُ عَلَيْكَ ۖ مِنْهَا قَائِمٌ
وَحَصِيدٌ ﴿١٠١﴾

১০১) (অতীতৰ) নগৰবিলাকৰ যি কাহিনীসমূহ আমি তোমাৰ আগত বৰ্ণাইছোঁ তাৰে মাজৰ ইও এটি; তাৰে কিছুমান (এতিয়াও) অৱস্থিত আৰু কিছুমান সমূলি ধ্বংস কৰি দিয়া হ'ল।

وَمَا ظَلَمْنَاهُمْ وَلَٰكِن ظَلَمُوا أَنفُسَهُمْ ۖ فَمَا أَغْنَتْ
عَنْهُمْ آلِهَتُهُمُ الَّتِي يَدْعُونَ مِن دُونِ اللَّهِ مِن
شَيْءٍ لَّمَّا جَاءَ أَمْرُ رَبِّكَ ۖ وَمَا زَادُوهُمْ غَيْرَ تَتْبِيبٍ ﴿١٠٢﴾

১০২) আৰু সিহঁতৰ প্ৰতি আমি একো অন্যায় কৰা নাছিলোঁ, বৰং সিহঁতে নিজেই নিজ আত্মাসমূহৰ প্ৰতি অন্যায় কৰিছিল; পিছত যেতিয়া তোমাৰ প্ৰভুৰ আদেশ পালেহি, আল্লাক এৰি যি উপাস্যবিলাকক সিহঁতে আহ্বান কৰিছিল সেইবিলাকৰ দবাৰা সিহঁতৰ একোকে উপকাৰ নহল, বৰং সিহঁতে সিহঁতৰ সংহাৰ-বৃদ্ধিৰহে কাৰণ হ'ল।

وَكَذَٰلِكَ أَخْذُ رَبِّكَ إِذَا أَخَذَ الْقُرَىٰ وَهِيَ ظَالِمَةٌ

১০৩) আৰু যেতিয়া নগৰবাসীবিলাকক সিহঁতে অন্যায় কৰি থাকোঁতে তোমাৰ প্ৰভুৱে ধৰে তেওঁ

إِنَّ أَخْذَهُ أَلِيمٌ شَدِيدٌ ﴿١٠٢﴾

অবিকল এই অনুৰূপে ধৰে; তেওঁৰ ধৰা অতি যন্ত্ৰণাদায়ক, অতি কঠোৰ।

إِنَّ فِي ذَٰلِكَ لَآيَةً لِّمَنْ خَافَ عَذَابَ الْآخِرَةِ ۚ ذَٰلِكَ
يَوْمٌ مَّجْمُوعٌ لَّهُ النَّاسُ وَذَٰلِكَ يَوْمٌ مَّشْهُودٌ ﴿١٠٣﴾

১০৪) যেয়ে পৰলোকৰ শাস্তিৰ ভয় ৰাখে তাৰ নিমিত্তে ইয়াৰ মাজত অৱশ্যে নিদৰ্শন আছে। এয়ে সেই (শেষ দিন) যিদিনা সমগ্ৰ মানৱজাতিক একেলগ কৰা হ'ব; এয়ে সকলোৱে দৰ্শন কৰা দিন।

وَمَا نُؤَخِّرُهُ إِلَّا لِأَجَلٍ مَّعْدُودٍ ﴿١٠٤﴾

১০৫) আৰু সেই দিন আমি স্থগিত ৰাখিছোঁ এটা নিৰ্দ্ধাৰিত সময় পৰ্য্যন্ত।

يَوْمَ يَأْتِ لَا تَكَلَّمُ نَفْسٌ إِلَّا بِإِذْنِهِ ۚ فَمِنْهُمْ شَقِيٌّ
وَسَعِيدٌ ﴿١٠٥﴾

১০৬) যেতিয়া সেইদিন আহি পাব তেওঁৰ অনুমতি বিনা কোনো আত্মাই মাত মাতিব নোৱাৰিব; পিছত সেই মানুহবিলাকৰ মাজত এভাগ হ'ব দুৰ্ভগীয়া, আৰু আন এভাগ হব সৌভাগ্যশালী।

فَأَمَّا الَّذِينَ شَقُوا فَفِي النَّارِ لَهُمْ فِيهَا زَفِيرٌ وَ
شَهِيقٌ ﴿١٠٦﴾

১০৭) আৰু যিবিলাক হ'ব দুৰ্ভগীয়া সেইবিলাক নৰকৰ অগ্নিত পৰিব, আৰু সিহঁতৰ নিমিত্তে তাত থাকিব আৰ্ত্তনাদ আৰু কান্দোন—

خَالِدِينَ فِيهَا مَا دَامَتِ السَّمَاوَاتُ وَالْأَرْضُ إِلَّا مَا
شَاءَ رَبُّكَ ۚ إِنَّ رَبَّكَ فَعَّالٌ لِّمَا يُرِيدُ ﴿١٠٧﴾

১০৮) তাতেই সিহঁতে বহুকাললৈ থাকিবলগীয়া হব যেতিয়ালৈকে আকাশমণ্ডলী আৰু পৃথিৱী বিদ্যমান, যদিহে তোমাৰ প্ৰভুৰ অন্যৰূপ ইচ্ছা নহয়, কিয়নো তোমাৰ প্ৰভুৰ যি ইচ্ছা তাকে সম্পন্ন কৰিবৰ পূৰ্ণ ক্ষমতা আছে।

وَأَمَّا الَّذِينَ سُعِدُوا فَفِي الْجَنَّةِ خَالِدِينَ فِيهَا مَا
دَامَتِ السَّمَاوَاتُ وَالْأَرْضُ إِلَّا مَا شَاءَ رَبُّكَ ۖ
عَطَاءً غَيْرَ مَجْذُوذٍ ﴿١٠٨﴾

১০৯) কিন্তু যিসকল সৌভাগ্যশালী সেইসকল স্বৰ্গত থাকিব, তাতেই চিৰকাল বাস কৰিব যেতিয়ালৈকে আকাশমণ্ডলী আৰু পৃথিৱী বিদ্যমান, যদিহে তোমাৰ প্ৰভুৰ অন্যৰূপ ইচ্ছা নহয়,—(আল্লাৰ) এই অনুগ্ৰহ অনন্ত।

فَلَا تَكُ فِي مِرْيَةٍ مِّمَّا يَعْبُدُ هَٰؤُلَاءِ ۚ مَا يَعْبُدُونَ

১১০) গতিকে যিবিলাকৰ সিহঁতে পূজা কৰে সেই

إِلَّا كَمَا يَعْبُدُ آبَاؤُهُم مِّن قَبْلُ ۚ وَإِنَّا لَمُوَفُّوهُمْ نَصِيبَهُمْ غَيْرَ مَنقُوصٍ ﴿١٠٩﴾

সম্বন্ধে তোমাৰ (মনত) যেন কোনো সন্দেহ নাথাকে; পূৰ্ব্বে যিদৰে সিহঁতৰ পিতৃপুৰুষবিলাকে পূজা কৰিছিল অবিকল সেইদৰে সিহঁতেও পূজা কৰিছে; আৰু নিশ্চয় আমি সিহঁতক সিহঁতে কৰা (অসৎকাৰ্য্যৰ প্ৰতিফলৰ) অংশ লঘু নকৰি পূৰ্ণমাত্ৰাই দিম।

وَلَقَدْ آتَيْنَا مُوسَى الْكِتَابَ فَاخْتُلِفَ فِيهِ ۚ وَلَوْلَا كَلِمَةٌ سَبَقَتْ مِن رَّبِّكَ لَقُضِيَ بَيْنَهُمْ ۚ وَإِنَّهُمْ لَفِي شَكٍّ مِّنْهُ مُرِيبٍ ﴿١١٠﴾

১১১) আৰু স্বৰূপতে আমি মুচাক ধৰ্ম্মগ্ৰন্থ দান কৰিছিলোঁ, কিন্তু তাৰ মাজত (নানা) বিৰোধৰ সৃষ্টি কৰা হ'ল; আৰু পূৰ্ব্বেই তোমাৰ প্ৰভুৰ বিধান স্থাপিত নোহোৱা হলে, সিহঁতৰ মাজত নিশ্চয় কেতিয়াবাই মীমাংসা হৈ গ'লহেঁতেন; আৰু (এতিয়াও) এই বিষয়ে সিহঁত নিশ্চয় সন্দেহত থৰকবৰক হৈ পৰি আছে।

وَإِنَّ كُلًّا لَّمَّا لَيُوَفِّيَنَّهُمْ رَبُّكَ أَعْمَالَهُمْ ۚ إِنَّهُ بِمَا يَعْمَلُونَ خَبِيرٌ ﴿١١١﴾

১১২) আৰু সকলোৰে নিমিত্তে নিশ্চিতকৈ এয়ে ঘটিব যে যথাসময়ত তোমাৰ প্ৰভুৱে সকলোকে সিহঁতৰ কাৰ্য্যৰ প্ৰতিদান নিশ্চয় পূৰ্ণ পৰিমাণে দিব, (কিয়নো) সিহঁতে যিহকে কৰে সেই সম্বন্ধে তেওঁ নিশ্চয় পৰিজ্ঞাত।

فَاسْتَقِمْ كَمَا أُمِرْتَ وَمَن تَابَ مَعَكَ وَلَا تَطْغَوْا ۚ إِنَّهُ بِمَا تَعْمَلُونَ بَصِيرٌ ﴿١١٢﴾

১১৩) গতিকে (হে মহম্মদ,) তোমাক যি আদেশ দিয়া হৈছে সেই অনুসাৰে তুমি, আৰু তোমাৰ লগতে সেইসকলেও যিসকলে (আল্লাৰ ফালে) মু কৰিছে, (নিজ কাৰ্য্যত) দৃঢ় হৈ থাকা, আৰু তোমালোকে কেতিয়াও সীমা লঙ্ঘন নকৰিবা; তোমালোকে যিহকে কৰা তেওঁ নিশ্চয় নিৰীক্ষণ কৰি থাকে।

وَلَا تَرْكَنُوا إِلَى الَّذِينَ ظَلَمُوا فَتَمَسَّكُمُ النَّارُ وَمَا لَكُم مِّن دُونِ اللَّهِ مِنْ أَوْلِيَاءَ ثُمَّ لَا تُنصَرُونَ ﴿١١٣﴾

১১৪) আৰু যিবিলাক অন্যায়কাৰী সিহঁতৰ ফালে তোমালোকে ঢাল নলবা, নতুবা অগ্নিয়ে তোমালোকক স্পৰ্শ কৰিব; আৰু আল্লাত ভিন্ন তোমালোকৰ নিমিত্তে কোনো বন্ধু নাই; আৰু তোমালোকক কোনো প্ৰকাৰ সহায় দিয়া নহব।

وَاَقِمِ الصَّلٰوةَ طَرَفَيِ النَّهَارِ وَزُلَفًا مِّنَ الَّيْلِ اِنَّ الْحَسَنٰتِ يُذْهِبْنَ السَّيِّاٰتِ ذٰلِكَ ذِكْرٰى لِلذّٰكِرِيْنَ ﴿١١٤﴾

১১৫) আৰু তুমি নমাজৰ অনুষ্ঠান কৰাঁ, দিনৰ দুই প্ৰান্তে আৰু নিশাৰ সেই ভাগতো যি (দিনৰ) বেছি ওচৰ; কোনো সন্দেহ নাই সৎকাৰ্য্যসমূহে অসৎকাৰ্য্যসমূহক দূৰীভূত কৰে; উপদেশ গ্ৰহণ কৰোঁতাবিলাকৰ নিমিত্তে এয়ে সৎ উপদেশ।

وَاصْبِرْ فَاِنَّ اللّٰهَ لَا يُضِيْعُ اَجْرَ الْمُحْسِنِيْنَ ﴿١١٥﴾

১১৬) আৰু তুমি (সত্যপ্ৰতিষ্ঠাৰ কাৰ্য্যত) ধৈৰ্য্য ধৰি থাকা, কিয়নো কোনো সন্দেহ নাই আল্লাই সৎকৰ্ম্মীসকলৰ প্ৰতিদান কদাপি বিনষ্ট নকৰে।

فَلَوْلَا كَانَ مِنَ الْقُرُوْنِ مِنْ قَبْلِكُمْ اُولُوْا بَقِيَّةٍ يَّنْهَوْنَ عَنِ الْفَسَادِ فِي الْاَرْضِ اِلَّا قَلِيْلًا مِّمَّنْ اَنْجَيْنَا مِنْهُمْ وَاتَّبَعَ الَّذِيْنَ ظَلَمُوْا مَا اُتْرِفُوْا فِيْهِ وَكَانُوْا مُجْرِمِيْنَ ﴿١١٦﴾

১১৭) এতেকে (ভাবি চোৱাঁ) তোমালোকৰ পূৰ্ব্ববৰ্ত্তী জাতিবিলাকৰ মাজত জ্ঞান আৰু বুদ্ধি থকাবিলাকে কিয় (মানুহক) পৃথিৱীত অশান্তি সৃষ্টি কৰিবলৈ নিষেধ কৰা নাছিল, —লেখৰ কিছুমানৰ বাহিৰে যিবিলাকক আমি ৰক্ষা কৰিছিলোঁ। আৰু অন্যায়কাৰীবিলাকক যি সুখ-সন্তোষ উপভোগ কৰিবলৈ দিয়া হৈছিল, সেইবিলাকে তাৰে অনুসৰণ কৰি আছিল; আৰু (আল্লাৰ সম্মুখত) সেইবিলাকেই অপৰাধী প্ৰমাণিত হ'ল।

وَمَا كَانَ رَبُّكَ لِيُهْلِكَ الْقُرٰى بِظُلْمٍ وَّاَهْلُهَا مُصْلِحُوْنَ ﴿١١٧﴾

১১৮) তোমাৰ প্ৰভুৰ ই যোগ্য নহয় যে তেওঁ নগৰসমূহ তাৰ অধিবাসীবিলাক আত্মসংশোধনৰ নিমিত্তে যত্নশীল হৈ থাকোঁতে অন্যায়ৰূপে ধ্বংস কৰে।

وَلَوْ شَآءَ رَبُّكَ لَجَعَلَ النَّاسَ اُمَّةً وَّاحِدَةً وَّلَا يَزَالُوْنَ مُخْتَلِفِيْنَ ﴿١١٨﴾

১১৯) আৰু তোমাৰ প্ৰভুৱে ইচ্ছা কৰা হলে তেওঁ নিশ্চয় মানৱজাতিক একেটা সম্প্ৰদায় কৰিলেহেঁতেন; (তেওঁ এনে ইচ্ছা কৰা নাই) সেই দেখি সিহঁত সদায় বেলেগ বেলেগ দল হৈ থাকিব,—

اِلَّا مَنْ رَّحِمَ رَبُّكَ وَلِذٰلِكَ خَلَقَهُمْ وَتَمَّتْ كَلِمَةُ

১২০) সেইসকলৰ বাহিৰে যিসকলৰ প্ৰতি তোমাৰ প্ৰভুৰ কৰুণা বৰ্ষণ হয়; আৰু সেইসকলক তেওঁ সৃষ্টি কৰিছে সেই কৰুণাৰ যোগ্য কৰিবলৈ; আৰু (তেনে বিৰোধৰ ফলত) তোমাৰ প্ৰভুৰ এই

رَبِّكَ لَأَمْلَـَٔنَّ جَهَنَّمَ مِنَ الْجِنَّةِ وَالنَّاسِ أَجْمَعِينَ ﴿١٢٠﴾

বাণী পূৰ্ণ হব,—মই নিশ্চয় সেইসকল যিন্ আৰু মানৱেৰে নৰক পৰিপূৰ্ণ কৰিম।

وَكُلًّا نَّقُصُّ عَلَيْكَ مِنْ أَنۢبَآءِ الرُّسُلِ مَا نُثَبِّتُ بِهِۦ
فُؤَادَكَ ۚ وَجَآءَكَ فِى هَـٰذِهِ الْحَقُّ وَمَوْعِظَةٌ وَذِكْرَىٰ
لِلْمُؤْمِنِينَ ﴿١٢١﴾

১২১) আৰু ৰছুলসকলৰ নানা কাহিনী তোমাৰ আগত আমি এনেভাৱে বৰ্ণনা কৰোঁ যাতে তাৰ দবাৰা তোমাৰ অন্তৰ আমি দৃঢ় কৰোঁ; আৰু তোমাৰ ওচৰলৈ বিশ্বাসীসকলৰ নিমিত্তে এই বিবৃতিৰ মাজেদি আহি পাইছে সত্য, আৰু সৎ উপদেশ; আৰু সোঁৱৰণী।

وَقُل لِّلَّذِينَ لَا يُؤْمِنُونَ اعْمَلُوا عَلَىٰ مَكَانَتِكُمْ إِنَّا عَـٰمِلُونَ ﴿١٢٢﴾

১২২) আৰু অবিশ্বাসীবিলাকক তুমি কোৱাঁ, তোমালোকে নিজ ঠাইত (সাধ্যমতে) কাৰ্য্য কৰি থাকা, আমিও নিজ কাৰ্য্য নিশ্চয় কৰি গৈ থাকিম;

وَانتَظِرُوٓا إِنَّا مُنتَظِرُونَ ﴿١٢٣﴾

১২৩) আৰু তোমালোকে (কাৰ্য্যৰ ফলৰ) অপেক্ষা কৰি থাকা; আমিও নিশ্চয় অপেক্ষা কৰি থাকিম।

وَلِلَّهِ غَيْبُ السَّمَـٰوَٰتِ وَالْأَرْضِ وَإِلَيْهِ يُرْجَعُ الْأَمْرُ كُلُّهُۥ
فَاعْبُدْهُ وَتَوَكَّلْ عَلَيْهِ ۚ وَمَا رَبُّكَ بِغَـٰفِلٍ عَمَّا تَعْمَلُونَ ﴿١٢٤﴾

১২৪) আৰু আকাশমণ্ডলী আৰু পৃথিৱীৰ সকলো অদৃশ্য বিষয়ৰ জ্ঞান আছে আল্লাৰেই; আৰু তেওঁৰেই ওচৰত সকলো কাৰ্য্যৰ (শেষ) প্ৰত্যাবৰ্ত্তন। গতিকে তুমি তেওঁৰেই আৰাধনা কৰি থাকাঁ, আৰু তেওঁৰেই ওপৰত নিৰ্ভৰ কৰি থাকিবা; আৰু তোমালোকে যিহকে কৰা তাৰ বিষয়ে তোমাৰ প্ৰভু আওকণীয়া নহয়।



চুৰা ১২ YUSUF ইয়ুচুফ্ মক্কাত অৱতীৰ্ণ

১) পৰম করুণাময়, পৰম দানশীল আল্লাৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

২) আলিফ্‌লাম ৰা। (মই আল্লাহ, সকলো নিৰীক্ষণ কৰি থাকোঁ) এই আয়তসমূহ সুস্পষ্ট গ্ৰন্থৰ।

الۤرٰ تِلْكَ اٰيٰتُ الْكِتٰبِ الْمُبِيْنِ ②

৩) আমি নিশ্চয় এই গ্ৰন্থ আৰবী ভাষাত কোৰানৰূপে অৱতীৰ্ণ কৰিছোঁ যাতে তোমালোকে বুজিব পাৰা।

اِنَّآ اَنْزَلْنٰهُ قُرْءٰنًا عَرَبِيًّا لَّعَلَّكُمْ تَعْقِلُوْنَ ③

৪) তোমাৰ প্ৰতি এই কোৰান প্ৰত্যাদেশ কৰি আমি তোমাৰ আগত অতি উত্তমৰূপে এটি কাহিনী বৰ্ণনা কৰিছোঁ; কাৰণ এই, ইয়াৰ পূৰ্ব্বে তুমি নিশ্চয় সেইবিলাকৰ মাজৰ আছিলা যিবিলাক (এই কাহিনীৰ তত্ত্ব সম্বন্ধে) পৰিজ্ঞাত নাছিল।

نَحْنُ نَقُصُّ عَلَيْكَ اَحْسَنَ الْقَصَصِ بِمَآ اَوْحَيْنَآ اِلَيْكَ هٰذَا الْقُرْاٰنَ ۖ وَاِنْ كُنْتَ مِنْ قَبْلِهٖ لَمِنَ الْغٰفِلِيْنَ ④

৫) (চোৱা) ইয়ুচুফে যেতিয়া নিজ পিতৃক কলে, হে মোৰ পিতা, সপোনত মই দেখা পালোঁ এঘাৰটি তৰা আৰু বেলি আৰু জোন,—আৰু দেখিলোঁ সেইবিলাকে মোৰ আগত (প্ৰণিপাত কৰি) মূৰ দোৱাঁইছে।

اِذْ قَالَ يُوْسُفُ لِاَبِيْهِ يٰٓاَبَتِ اِنِّيْ رَاَيْتُ اَحَدَ عَشَرَ كَوْكَبًا وَّالشَّمْسَ وَالْقَمَرَ رَاَيْتُهُمْ لِيْ سٰجِدِيْنَ ⑤

৬) তেওঁ কলে, হে মোৰ মৰমৰ পুত্ৰ, তোমাৰ এই সপোন তোমাৰ ভাই ককাইহঁতৰ আগত বৰ্ণনা নকৰিবা, জানোচা তোমাৰ বিৰুদ্ধে সিহঁতে এটা ডাঙৰ চক্ৰান্তে সাজে; মানুহৰ নিমিত্তে শ্বয়তান নিশ্চয় প্ৰকাশ্য শত্ৰু।

قَالَ يٰبُنَيَّ لَا تَقْصُصْ رُءْيَاكَ عَلٰٓى اِخْوَتِكَ فَيَكِيْدُوْا لَكَ كَيْدًا ۗ اِنَّ الشَّيْطٰنَ لِلْاِنْسَانِ عَدُوٌّ مُّبِيْنٌ ⑥

وَكَذٰلِكَ يَجْتَبِيْكَ رَبُّكَ وَيُعَلِّمُكَ مِنْ تَأْوِيْلِ
الْاَحَادِيْثِ وَيُتِمُّ نِعْمَتَهٗ عَلَيْكَ وَعَلٰٓى اٰلِ يَعْقُوْبَ
كَمَآ اَتَمَّهَا عَلٰٓى اَبَوَيْكَ مِنْ قَبْلُ اِبْرٰهِيْمَ وَاِسْحٰقَ ؕ
اِنَّ رَبَّكَ عَلِيْمٌ حَكِيْمٌ ۝٦

৭) আৰু (তুমি সপোনত যেনে দেখিছা) সেই অনুৰূপ তোমাক তোমাৰ প্ৰভুৱে বাচি লব, আৰু সকলো কথাৰ তত্ত্ব উলিয়াবলৈ শিক্ষা দিব, আৰু তোমাৰ প্ৰতি আৰু ইয়াকুবৰ সন্তান-সন্ততিৰ প্ৰতি নিজ অনুগ্ৰহ পূৰ্ণ কৰিব, যেনেকৈ তেওঁ ইয়াৰ পূৰ্ব্বে তেনে অনুগ্ৰহ তোমাৰ পিতৃপুৰুষ ইব্ৰাহিম আৰু ইচ্‌হাকৰ প্ৰতি পূৰ্ণ কৰিছিল; নিশ্চয় তোমাৰ প্ৰভু সৰ্ব্বজ্ঞাতা, শ্ৰেষ্ঠ জ্ঞানী।

لَقَدْ كَانَ فِيْ يُوْسُفَ وَاِخْوَتِهٖٓ اٰيٰتٌ لِّلسَّآئِلِيْنَ ۝٧

৮) স্বৰূপতে ইয়ুচুফ্ আৰু তেওঁৰ ভাই-ককাইৰ কাহিনীত প্ৰশ্ন কৰোঁতাবিলাকৰ নিমিত্তে আছে বহু নিদৰ্শন।

اِذْ قَالُوْا لَيُوْسُفُ وَاَخُوْهُ اَحَبُّ اِلٰٓى اَبِيْنَا مِنَّا وَ
نَحْنُ عُصْبَةٌ ؕ اِنَّ اَبَانَا لَفِيْ ضَلٰلٍ مُّبِيْنِ ۝٨

৯) (চোৰাঁ) যেতিয়া সিহঁতৰ ইজনে সিজনক কব ধৰিলে, নিশ্চয় ইয়ুচুফ্ আৰু তেওঁৰ ভায়েক আমাৰ পিতৃৰ চকুত আমাতকৈ অধিক প্ৰিয়, অথচ দলে-বলে আমিহে শ্ৰেষ্ঠ; প্ৰকৃততে আমাৰ পিতৃ প্ৰত্যক্ষ ভ্ৰান্তিত পৰি আছে;—

اقْتُلُوْا يُوْسُفَ اَوِ اطْرَحُوْهُ اَرْضًا يَّخْلُ لَكُمْ وَجْهُ
اَبِيْكُمْ وَتَكُوْنُوْا مِنْۢ بَعْدِهٖ قَوْمًا صٰلِحِيْنَ ۝٩

১০) গতিকে ইয়ুচুফক বধ কৰাঁ নাইবা তেওঁক কোনো (দূৰ) দেশলৈ লৈ গৈ এৰি আহাঁ, যাতে তোমালোকৰ পিতৃৰ মৰমৰ পাত্ৰ অকল তোমালোকেই হ'ব পাৰা; তাৰ পাছতো তোমালোকে (ইচ্ছা কৰিলে) ন্যায়পৰায়ণ দল হ'বপাৰিবা।

قَالَ قَآئِلٌ مِّنْهُمْ لَا تَقْتُلُوْا يُوْسُفَ وَاَلْقُوْهُ فِيْ
غَيٰبَتِ الْجُبِّ يَلْتَقِطْهُ بَعْضُ السَّيَّارَةِ اِنْ كُنْتُمْ
فٰعِلِيْنَ ۝١٠

১১) সিহঁতৰ মাজৰ কথা কোৱা এজনে এইদৰে মত দিলে, ইয়ুচুফক্ বধ নকৰিবা; আৰু যদি এটা (ডাঙৰ) কামকেই কৰিবলৈ ওলাইছা, তেন্তে এটা শুকান নাদৰ তললৈ তেওঁক পেলাই দিয়াঁ; হ'ব পাৰে বাটৰুৱাবিলাকৰ কোনো এদলে তেওঁক তুলি লগতে লৈ যাব।

قَالُوْا يٰٓاَبَانَا مَا لَكَ لَا تَاْمَنَّا عَلٰى يُوْسُفَ وَاِنَّا
لَهٗ لَنٰصِحُوْنَ ۝١١

১২) (ইয়াকুবৰ ওচৰলৈ আহি) সিহঁতে কলে, হে আমাৰ পিতা, ইয়ুচুফৰ সম্বন্ধে কিয় তুমি আমাক বিশ্বাস নকৰা; অথচ আমি নিশ্চয় তেওঁৰ মঙ্গলহে কামনা কৰোঁ?

১৩) কাইলৈ তেওঁক আমাৰ লগতে যাব দিয়াঁ; তেওঁ (বনৰ মাজত) আমোদ কৰিব আৰু ধেমালি কৰি ফুৰিব; আৰু আমি নিশ্চয় তেওঁক (আপদ-বিপদৰ পৰা) ৰক্ষা কৰিম।

أَرْسِلْهُ مَعَنَا غَدًا يَرْتَعْ وَيَلْعَبْ وَإِنَّا لَهُ لَحَٰفِظُونَ ١٢

১৪) তেওঁ কলে, তেওঁক তোমালোকে (মোৰ পৰা) আঁতৰ (কৰি লৈ) গলে মোৰ মনত দুখ লাগিব, আৰু (বনত) তেওঁলৈ তোমালোক অমনোযোগী হলে মই ভয় কৰিছোঁ তেওঁক বাঘে যেন নাখায়।

قَالَ إِنِّي لَيَحْزُنُنِي أَن تَذْهَبُوا بِهِ وَأَخَافُ أَن يَأْكُلَهُ الذِّئْبُ وَأَنتُمْ عَنْهُ غَٰفِلُونَ ١٣

১৫) সিহঁতে কলে, আমি দলে-বলে লগতে থকা সত্ত্বেও যদি তেওঁক বাঘে ধৰি খায় তেন্তে আমি (নিতান্ত) ক্ষতিগ্ৰস্ত (অকামিলা) লোক!

قَالُوا لَئِنْ أَكَلَهُ الذِّئْبُ وَنَحْنُ عُصْبَةٌ إِنَّا إِذًا لَّخَٰسِرُونَ ١٤

১৬) পিছত যেতিয়া সিহঁত তেওঁক লৈ ওলাই গ'ল, আৰু নাদৰ তললৈ তেওঁক পেলাই দিবলৈ সকলোৱে একমত হ'ল (আৰু তাকে কাৰ্য্যত পৰিণত কৰিলে), তেতিয়া আমি তেওঁৰ প্ৰতি প্ৰত্যাদেশ কৰিলোঁ—(এদিনা) তুমি নিশ্চয় সিহঁতৰ এই কাৰ্য্য সম্বন্ধে সিহঁতক পৰিজ্ঞাত কৰিবা, কিন্তু (আজি) সিহঁতে তাৰ গমকে পোৱা নাই।

فَلَمَّا ذَهَبُوا بِهِ وَأَجْمَعُوا أَن يَجْعَلُوهُ فِي غَيَٰبَتِ الْجُبِّ وَأَوْحَيْنَا إِلَيْهِ لَتُنَبِّئَنَّهُم بِأَمْرِهِمْ هَٰذَا وَهُمْ لَا يَشْعُرُونَ ١٥

১৭) আৰু নিশা পোৱাৰ লগে লগে সিহঁত নিজ পিতৃৰ ওচৰলৈ কান্দি কান্দি আহিল।

وَجَاءُو أَبَاهُمْ عِشَاءً يَبْكُونَ ١٦

১৮) সিহঁতে কলে, হে আমাৰ পিতা, বাস্তৱতে দৌড়-বাজিত কোনে জিকিব পাৰে তাকে চাবলৈ আমি ল'ৰি ওলাই গৈছিলোঁ, আৰু ইয়ুছুফক আমাৰ বস্ত-বাহানিৰ ওচৰতে ৰাখি গৈছিলোঁ; এইখিনি সময়তে তেওঁক বাঘে আহি খালে। কিন্তু (আমি জানো) আমি সঁচা কথা কলেও তুমি আমাক বিশ্বাস নকৰা।

قَالُوا يَٰأَبَانَا إِنَّا ذَهَبْنَا نَسْتَبِقُ وَتَرَكْنَا يُوسُفَ عِندَ مَتَٰعِنَا فَأَكَلَهُ الذِّئْبُ وَمَا أَنتَ بِمُؤْمِنٍ لَّنَا وَلَوْ كُنَّا صَٰدِقِينَ ١٧

وَجَآءُو عَلَىٰ قَمِيصِهِۦ بِدَمٍ كَذِبٍ ۚ قَالَ بَلْ سَوَّلَتْ
لَكُمْ أَنفُسُكُمْ أَمْرًا ۖ فَصَبْرٌ جَمِيلٌ ۖ وَٱللَّهُ ٱلْمُسْتَعَانُ
عَلَىٰ مَا تَصِفُونَ ﴿١٩﴾

১৯) আৰু সিহঁতে (ইয়ুচুফৰ) চোলাটো মিছা তেজ লগাই লৈ আনিছিল। তেওঁ কলে, (এনে কথা নহয়) বৰং তোমালোকে যি ফন্দী পাতিছা তাকে তোমালোকৰ নিজ আত্মাসমূহে তোমালোকৰ চকুত চমৎকাৰ কৰি দেখুৱাইছে; গতিকে প্ৰকৃষ্ট ধৈৰ্য্য ধাৰণ (নকৰি মই আৰু কি কৰিব পাৰোঁ ?) আৰু তোমালোকে যি ডাঠি কৈছা সেই বিষয়ে (মোৰ নিমিত্তে) থাকিল কেৱল আল্লাৰ পৰা সহায় ভিক্ষা কৰা।

وَجَآءَتْ سَيَّارَةٌ فَأَرْسَلُوا۟ وَارِدَهُمْ فَأَدْلَىٰ دَلْوَهُۥ ۖ
قَالَ يَٰبُشْرَىٰ هَٰذَا غُلَٰمٌ ۚ وَأَسَرُّوهُ بِضَٰعَةً ۚ وَٱللَّهُ
عَلِيمٌۢ بِمَا يَعْمَلُونَ ﴿٢٠﴾

২০) এনে হ'ল যে এটা বণিক-দল (সেই নাদৰ কাষেদি) যাব ধৰিছিল; আৰু সিহঁতে এজনক পানী তুলিবলৈ পঠালে; সি নিজৰ বাল্টি নাদৰ ভিতৰত নমোৱাৰ লগে লগে (চিঞৰি) কলে, আহা ! কি আনন্দৰ কথা; (চোৱাঁ) এইটি কি সুন্দৰ ল'ৰা! তেতিয়া সিহঁতে ল'ৰাটিক (তুলি আনি) বাণিজ্য বস্তুৰ লগতে লুকাই লৈ গ'ল; আৰু সিহঁতে যি কাৰ্য্য কৰিছিল আল্লাই সকলো ভালকৈ জানিছিল।

وَشَرَوْهُ بِثَمَنٍۭ بَخْسٍ دَرَٰهِمَ مَعْدُودَةٍ وَكَانُوا۟
ع ٢ ١٣ ١٢ فِيهِ مِنَ ٱلزَّٰهِدِينَ ﴿٢١﴾

২১) পিছত সিহঁতে কেইটি দিৰ্‌হম্ লৈ সামান্য মূল্যতে তেওঁক বেচিলে; আৰু এই বিষয়ে সিহঁতৰ (অধিক) লোভো নাছিল।

وَقَالَ ٱلَّذِى ٱشْتَرَىٰهُ مِن مِّصْرَ لِٱمْرَأَتِهِۦٓ أَكْرِمِى
مَثْوَىٰهُ عَسَىٰٓ أَن يَنفَعَنَآ أَوْ نَتَّخِذَهُۥ وَلَدًا ۚ وَكَذَٰلِكَ
مَكَّنَّا لِيُوسُفَ فِى ٱلْأَرْضِ وَلِنُعَلِّمَهُۥ مِن تَأْوِيلِ
ٱلْأَحَادِيثِ ۚ وَٱللَّهُ غَالِبٌ عَلَىٰٓ أَمْرِهِۦ وَلَٰكِنَّ أَكْثَرَ
ٱلنَّاسِ لَا يَعْلَمُونَ ﴿٢٢﴾

২২) আৰু মিছৰ দেশৰ যিজনে ইয়ুচুফক কিনি লৈছিল সেইজনে নিজ পত্নীক কলে, এই ল'ৰাটিক আদৰ কৰি (ঘৰতে) ৰাখাঁ, জানোচা সি (এদিন) আমাৰ উপকাৰ কৰিব, নাইবা তাক আমি পুত্ৰৰূপে তুলি লম। আৰু এইদৰে আমি ইয়ুচুফক সন্মান আৰু ক্ষমা দি সেই দেশত প্ৰতিষ্ঠিত কৰিলোঁ; আৰু এই অৰ্থে (কৰিলোঁ) যাতে আমি তেওঁক সকলো কথাৰ তত্ত্ব উলিয়াবলৈ শিক্ষা দিওঁ। আৰু নিজ কাৰ্য্য সম্পন্ন কৰিবৰ পূৰ্ণ ক্ষমতা আল্লাৰ আছে; কিন্তু মানৱৰ সৰহভাগেই নাজানে।

২৩) আৰু যেতিয়া তেওঁ যৌৱনপ্ৰাপ্ত হ'ল আমি তেওঁক দান কৰিলোঁ বিচাৰ-শক্তি আৰু জ্ঞান; আৰু আমি সৎকৰ্ম্মীসকলক এইদৰেই প্ৰতিদান দি থাকোঁ।

وَلَمَّا بَلَغَ اَشُدَّهٗۤ اٰتَيْنٰهُ حُكْمًا وَّعِلْمًا ؕ وَكَذٰلِكَ نَجْزِى الْمُحْسِنِيْنَ ۝٢٣

২৪) আৰু যি তিৰোতাৰ ঘৰত তেওঁ বাস কৰিছিল তেওঁ তেওঁক প্ৰলোভনত পেলাই তেওঁৰ মন ব্যাকুল কৰিছিল, আৰু দুৱাৰবোৰ জপাই কলে, এতিয়া তুমি আহাঁ। তেওঁ কলে, (এনে কামৰ পৰা) মই আল্লাৰহে আশ্ৰয় বিচাৰোঁ; তেওঁ মোৰ প্ৰভু, তেৱেঁই মোক আদৰ কৰি এই ঘৰত থাকিবলৈ দিছে; কোনো সন্দেহ নাই অন্যায়কাৰীবিলাক কেতিয়াও কৃতাৰ্থ হ'ব নোৱাৰে।

وَرَاوَدَتْهُ الَّتِىْ هُوَ فِىْ بَيْتِهَا عَنْ نَّفْسِهٖ وَغَلَّقَتِ الْاَبْوَابَ وَقَالَتْ هَيْتَ لَكَ ؕ قَالَ مَعَاذَ اللّٰهِ اِنَّهٗ رَبِّىْۤ اَحْسَنَ مَثْوَاىَ ؕ اِنَّهٗ لَا يُفْلِحُ الظّٰلِمُوْنَ ۝٢٤

২৫) আৰু স্বৰূপতে সেই তিৰোতাৰ মনত তেওঁলৈ কাম-ভাৱৰ উদয় হ'ল, আৰু ইয়ুচুফে তেওঁৰ সম্বন্ধে শুভ ইচ্ছাহে প্ৰকাশ কৰিছিল, আৰু তেওঁ নিজ প্ৰভুৰ প্ৰত্যক্ষ প্ৰমাণ দেখা নোপোৱা হলে (তেওঁ অবিচল থাকিবলৈ সক্ষম নহ'ল-হেঁতেন)। এনে ঘটনা ঘটাৰ ফলত আমি তেওঁৰ পৰা আঁতৰাই নিলোঁ অমঙ্গল আৰু অশিষ্টতা। তেওঁ নিশ্চয় আমাৰ এনে ভৃত্যসকলৰ মাজৰ আছিল যিসকলক আমি (আমাৰ বিশেষ অনুগ্ৰহৰ পাত্ৰ কৰি) বাচি লৈছোঁ।

وَلَقَدْ هَمَّتْ بِهٖ ۚ وَهَمَّ بِهَا لَوْلَاۤ اَنْ رَّاٰ بُرْهَانَ رَبِّهٖ ؕ كَذٰلِكَ لِنَصْرِفَ عَنْهُ السُّوْٓءَ وَالْفَحْشَآءَ ؕ اِنَّهٗ مِنْ عِبَادِنَا الْمُخْلَصِيْنَ ۝٢٥

২৬) আৰু দুয়ো দুৱাৰৰ ফালে লৰ মাৰি গ'ল ইজনে সিজনতকৈ আগ বাঢ়িবলৈ; আৰু সেই তিৰোতাই তেওঁৰ চোলা পিছ ফালৰ পৰা টান মাৰি ফালিলে; আৰু এনেকুৱাত দুয়ো দুৱাৰডলিতে তেওঁৰ স্বামী (আজীজক) দেখা পালে। তেওঁ (তত্‌হেৰা হৈ) কলে, তোমাৰ পত্নী সম্বন্ধে যেয়ে বেয়া ভাব ৰাখে তাৰ কাৰণে ইয়াৰ বাহিৰে আৰু কি শাস্তি হ'বপাৰে যে তাক বন্দী কৰা হয় বা আন কোনো যন্ত্ৰণাদায়ক শাস্তি দিয়া হয়?

وَاسْتَبَقَا الْبَابَ وَقَدَّتْ قَمِيْصَهٗ مِنْ دُبُرٍ وَّاَلْفَيَا سَيِّدَهَا لَدَا الْبَابِ ؕ قَالَتْ مَا جَزَآءُ مَنْ اَرَادَ بِاَهْلِكَ سُوْٓءًا اِلَّاۤ اَنْ يُّسْجَنَ اَوْ عَذَابٌ اَلِيْمٌ ۝٢٦

২৭) ইয়ুছুফে কলে, তেৰেঁই মোক প্ৰলোভনত পেলাই মোৰ মন ব্যাকুল কৰিছে; আৰু তেওঁৰ পৰিয়ালৰেই এজন সাক্ষীয়ে সাক্ষী দিলে এই বুলি, যদি তেওঁৰ চোলা আগফালে ফলা হৈছে তেন্তে তিৰোতাৰ কথা সঁচা আৰু তেওঁ মিথ্যাবাদী-বিলাকৰ মাজৰ।

قَالَ هِيَ رَاوَدَتْنِي عَنْ نَّفْسِي وَشَهِدَ شَاهِدٌ مِّنْ أَهْلِهَا ۚ إِنْ كَانَ قَمِيصُهُ قُدَّ مِنْ قُبُلٍ فَصَدَقَتْ وَهُوَ مِنَ الْكٰذِبِيْنَ ﴿٢٧﴾

২৮) কিন্তু যদি তেওঁৰ চোলা পিঠিৰফালে ফলা হৈছে তেন্তে তিৰোতাৰ কথা মিছা আৰু তেওঁ সত্যবাদীবিলাকৰ মাজৰ।

وَإِنْ كَانَ قَمِيصُهُ قُدَّ مِنْ دُبُرٍ فَكَذَبَتْ وَهُوَ مِنَ الصّٰدِقِيْنَ ﴿٢٨﴾

২৯) যেতিয়া তেওঁৰ স্বামীয়ে দেখা পালে তেওঁৰ চোলা পিঠিৰফালে ফলা হৈছে, তেওঁ কলে, নিশ্চয় তোমালোক নাৰীজাতিৰ ই এটা চক্ৰান্ত মাত্ৰ; প্ৰকৃততে তোমালোকৰ চক্ৰান্ত ভীষণ।

فَلَمَّا رَاٰ قَمِيصَهُ قُدَّ مِنْ دُبُرٍ قَالَ إِنَّهُ مِنْ كَيْدِكُنَّ ۖ إِنَّ كَيْدَكُنَّ عَظِيْمٌ ﴿٢٩﴾

৩০) হে ইয়ুছুফ, এই কথা আৰু যাবলৈ দিয়াঁ; আৰু হে মোৰ পত্নী, তুমি নিজ দোষৰ নিমিত্তে (আল্লাৰ) ক্ষমা প্ৰাৰ্থনা কৰাঁ; তুমি নিশ্চয় অপৰাধীবিলাকৰ অন্তৰ্গত হ'লা।

يُوْسُفُ أَعْرِضْ عَنْ هٰذَا ۜ وَاسْتَغْفِرِيْ لِذَنْۢبِكِ ۖ إِنَّكِ كُنْتِ مِنَ الْخٰطِـِٕيْنَ ﴿٣٠﴾

৩১) আৰু নগৰত মহিলাবিলাকে কব ধৰিলে আজীজৰ পত্নীৰ নিজৰ ডেকা দাস এজনক প্ৰলোভনত পেলাই তাৰ মন ব্যাকুল কৰিছে; স্বৰূপতে ইয়ুছুফৰ প্ৰেমে তেওঁক আপোন-পাহৰা কৰি তুলিছে; আমি দেখিছোঁ সঁচাকৈয়ে তেওঁ প্ৰত্যক্ষ ভ্ৰমত পৰিছে।

وَقَالَ نِسْوَةٌ فِي الْمَدِيْنَةِ امْرَاَتُ الْعَزِيْزِ تُرَاوِدُ فَتٰىهَا عَنْ نَّفْسِهٖ ۚ قَدْ شَغَفَهَا حُبًّا ۗ إِنَّا لَنَرٰىهَا فِيْ ضَلٰلٍ مُّبِيْنٍ ﴿٣١﴾

৩২) আৰু যেতিয়া সিহঁতৰ গুপ্ত-চৰ্চ্চাৰ কথা আজীজ-পত্নীৰ কাণত পৰিলে, তেওঁ সিহঁতক মাতি পঠালে আৰু সিহঁতৰ নিমিত্তে এটা ডাঙৰ ভোজৰ দিহা কৰিলে, আৰু সিহঁতৰ প্ৰত্যেকৰ আগত (খাদ্যৰ লগতে) এখন এখন ছুৰী থলে। আৰু (তেতিয়া) তেওঁ (ইয়ুছুফক) আদেশ দিলে, এওঁলোকক (দিয়া-মেলা কৰিবলৈ) তুমি ওলাই

فَلَمَّا سَمِعَتْ بِمَكْرِهِنَّ أَرْسَلَتْ إِلَيْهِنَّ وَأَعْتَدَتْ لَهُنَّ مُتَّكَاً وَّاٰتَتْ كُلَّ وَاحِدَةٍ مِّنْهُنَّ سِكِّيْنًا وَّ قَالَتِ اخْرُجْ عَلَيْهِنَّ ۚ فَلَمَّا رَاَيْنَهٗ اَكْبَرْنَهٗ وَقَطَّعْنَ

আহাঁ। তেতিয়া তেওঁক তেওঁলোকে দেখা পাই তেওঁৰ মাহাত্ম্য স্বীকাৰ কৰিলে; আৰু (বিস্ময়-পূৰ্ণ হৈ) নিজৰ হাতবোৰকে যেন কাটিব ধৰিলে। আৰু তেওঁলোকে ইয়াকে কলে, আল্লা পৱিত্ৰ! এইজন মানৱ নহয়! প্ৰকৃততে এওঁ এজন সন্মানিত ফিৰিস্থতা হে!

أَيْدِيَهُنَّ وَقُلْنَ حَاشَ لِلَّهِ مَا هَٰذَا بَشَرًا إِنْ هَٰذَا
إِلَّا مَلَكٌ كَرِيمٌ ﴿٣١﴾

৩৩) তেওঁ কলে, যাক লৈ তোমালোকে মোৰ নিন্দা কৰিছিলা এইজনা তেৱেঁই; আৰু এই আষাৰ কথা সঁচা, ময়ে তেওঁক প্ৰলোভনত পেলাই তেওঁৰ মন ব্যাকুল কৰিছিলোঁ; কিন্তু তেওঁ আত্ম-সংযম কৰিলে। আৰু (মই এতিয়াও কওঁ) তেওঁক মই যি আদেশ দিওঁ তাকে যদি তেওঁ পালন নকৰে, তেওঁক নিশ্চয় বন্দী কৰা হ'ব আৰু তেওঁ নিশ্চয় লাঞ্ছিত লোকবিলাকৰ অন্তৰ্গত হ'ব।

قَالَتْ فَذَٰلِكُنَّ الَّذِي لُمْتُنَّنِي فِيهِ ۖ وَلَقَدْ رَاوَدْتُهُ
عَنْ نَفْسِهِ فَاسْتَعْصَمَ ۖ وَلَئِنْ لَمْ يَفْعَلْ مَا آمُرُهُ
لَيُسْجَنَنَّ وَلَيَكُونًا مِنَ الصَّاغِرِينَ ﴿٣٢﴾

৩৪) তেওঁ (আল্লাৰ আগত) প্ৰাৰ্থনা কৰিলে, হে মোৰ প্ৰতিপালক, যি কথাৰ ফালে তেওঁলোকে মোক আহ্বান কৰিছে তাতোকৈ মোৰ পক্ষে বন্দীশাল হে অধিক প্ৰিয়, আৰু তুমিয়ে যদি তেওঁলোকৰ চতুৰালি মোৰ পৰা আঁতৰাই নিদিয়া, হব পাৰে মই তেওঁলোকৰ ফালে ঢাল লওঁ, আৰু (তাৰ ফলত) অজ্ঞানবিলাকৰ মাজৰ এজন হম।

قَالَ رَبِّ السِّجْنُ أَحَبُّ إِلَيَّ مِمَّا يَدْعُونَنِي إِلَيْهِ ۖ
وَإِلَّا تَصْرِفْ عَنِّي كَيْدَهُنَّ أَصْبُ إِلَيْهِنَّ وَأَكُنْ
مِنَ الْجَاهِلِينَ ﴿٣٣﴾

৩৫) তেতিয়া তেওঁৰ প্ৰাৰ্থনা তেওঁৰ প্ৰতি-পালকে গ্ৰহণ কৰিলে, আৰু তেওঁৰ পৰা তেওঁলোকৰ চতুৰালি আঁতৰালে; প্ৰকৃততে তেৱেঁই শ্ৰেষ্ঠ শ্ৰোতা, সৰ্ব্বজ্ঞাতা।

فَاسْتَجَابَ لَهُ رَبُّهُ فَصَرَفَ عَنْهُ كَيْدَهُنَّ ۚ إِنَّهُ
هُوَ السَّمِيعُ الْعَلِيمُ ﴿٣٤﴾

৩৬) পিছত (ইয়ুচুফ্ নিৰ্দ্দোষ হোৱাৰ) নিদৰ্শন-সমূহ দেখা পোৱা সত্বেও তেওঁলোকে (আজীজ আৰু তেওঁৰ লগৰীয়াবিলাকে) ইয়াকে উচিত বুলি ভাবিলে, কিছুকালৰ নিমিত্তে নিশ্চয় ইয়ুচুফক কাৰাৰুদ্ধ কৰি ৰাখে।

ثُمَّ بَدَا لَهُمْ مِنْ بَعْدِ مَا رَأَوُا الْآيَاتِ لَيَسْجُنُنَّهُ
حَتَّىٰ حِينٍ ﴿٣٥﴾

৩৭) আৰু তেওঁৰ লগতে আৰু দুজন ডেকা বন্দীশালত (বন্দী হৈ)· সোমাইছিল। সেই দুজনৰ এজনে কলে, সপোন দেখিলোঁ (আঙ্গুৰৰ পৰা) মই মদ চেপি উলিয়াইছোঁ; আৰু আনজনে কলে, সপোন দেখিলোঁ, ৰুটি কেইটামান মূৰৰ ওপৰত মই লৈ যাব ধৰিছোঁ, তাকে চৰাইবোৰে খুটি খুটি খাইছে। (দুয়ো জনে ইয়ুচুফক কলে) সপোনৰ মৰ্ম্ম কি তুমি আমাক বুজাই দিয়াঁ, কিয়নো আমি দেখা পাইছোঁ তুমি সৎকৰ্ম্মীসকলৰ মাজৰ এজন।

وَدَخَلَ مَعَهُ السِّجْنَ فَتَيٰنِ ؕ قَالَ اَحَدُهُمَآ اِنِّيْٓ
اَرٰىنِيْٓ اَعْصِرُ خَمْرًا ۚ وَقَالَ الْاٰخَرُ اِنِّيْٓ اَرٰىنِيْٓ اَحْمِلُ
فَوْقَ رَاْسِيْ خُبْزًا تَاْكُلُ الطَّيْرُ مِنْهُ ؕ نَبِّئْنَا بِتَاْوِيْلِهٖ ۚ
اِنَّا نَرٰىكَ مِنَ الْمُحْسِنِيْنَ ﴿٣٦﴾

৩৮) তেওঁ কলে তোমালোক দুইকো মই সপোনৰ মৰ্ম্ম বুজাই নিদিয়ালৈকে তোমালোকলৈ নিয়মিত খাদ্য নাহে;—খাদ্য তোমালোকলৈ অহাৰ পূৰ্ব্বেই (তাৰ মৰ্ম্ম তোমালোকক বুজাই দিম); মোৰ প্ৰতিপালকে মোক যি শিক্ষা দিছে সপোনৰ জ্ঞানো তাৰে এটা অংশ মাত্ৰ; যি জাতিয়ে আল্লাত বিশ্বাস নকৰে, আৰু যিবিলাকে পৰলোক আছে বুলি স্বীকাৰ নকৰে সেইবিলাকৰ ধৰ্ম্ম মই ত্যাগ কৰিছোঁ।

قَالَ لَا يَاْتِيْكُمَا طَعَامٌ تُرْزَقٰنِهٖٓ اِلَّا نَبَّاْتُكُمَا بِتَاْوِيْلِهٖ
قَبْلَ اَنْ يَّاْتِيَكُمَا ؕ ذٰلِكُمَا مِمَّا عَلَّمَنِيْ رَبِّيْ ؕ اِنِّيْ تَرَكْتُ
مِلَّةَ قَوْمٍ لَّا يُؤْمِنُوْنَ بِاللّٰهِ وَهُمْ بِالْاٰخِرَةِ هُمْ
كٰفِرُوْنَ ﴿٣٧﴾

৩৯) আৰু মই অনুসৰণ কৰিছোঁ মোৰ পিতৃ-পুৰুষ ইব্ৰাহিম আৰু ইয়াকুবৰ ধৰ্ম্ম। যেই সেই বস্তুকে আমি আল্লাৰ সমানে উপাস্য পাতি ল'ম ই আমাৰ পক্ষে অসম্ভৱ; আমাৰ প্ৰতি আৰু মানৱ জাতিৰ প্ৰতি এই ধৰ্ম্ম আল্লাৰেই কৃপা স্বৰূপ; কিন্তু মানৱৰ সৰহভাগেই (আল্লাৰ আগত) কৃতজ্ঞতা স্বীকাৰ নকৰে।

وَاتَّبَعْتُ مِلَّةَ اٰبَآءِيْٓ اِبْرٰهِيْمَ وَاِسْحٰقَ وَيَعْقُوْبَ ؕ
مَا كَانَ لَنَآ اَنْ نُّشْرِكَ بِاللّٰهِ مِنْ شَيْءٍ ؕ ذٰلِكَ مِنْ
فَضْلِ اللّٰهِ عَلَيْنَا وَعَلَى النَّاسِ وَلٰكِنَّ اَكْثَرَ النَّاسِ
لَا يَشْكُرُوْنَ ﴿٣٨﴾

৪০) হে মোৰ বন্দীশালৰ সঙ্গী দুজন, (মোক ভাবি কোৱাঁ চোন) পৃথক পৃথক কেইবাজন প্ৰভু ভাল নে একেজন পৰাক্ৰান্ত আল্লা ভাল?

يٰصَاحِبَيِ السِّجْنِ ءَاَرْبَابٌ مُّتَفَرِّقُوْنَ خَيْرٌ اَمِ
اللّٰهُ الْوَاحِدُ الْقَهَّارُ ﴿٣٩﴾

৪১) আল্লাক এৰি তোমালোকে কেতবোৰ নামৰহে পূজা কৰিছা; সিবিলাক হৈছে তোমা-লোকে আৰু তোমালোকৰ পিতৃপুৰুষে স্থিৰ কৰা

مَا تَعْبُدُوْنَ مِنْ دُوْنِهٖٓ اِلَّآ اَسْمَآءً سَمَّيْتُمُوْهَآ

নাম মাত্ৰ; সেইবিলাকৰ সম্বন্ধে কোনো প্ৰমাণ আল্লাই অৱতীৰ্ণ কৰা নাই; মীমাংসাৰ গৰাকী একমাত্ৰ আল্লা; তেওঁ ইয়াকে আদেশ দিছে, তোমালোকে তেওঁক এৰি আন কাৰো আৰাধনা যেন নকৰা; সেয়ে হৈছে সঠিক ধৰ্ম্ম, কিন্তু মানৱৰ বেছিভাগেই নাজানে।

أَنْتُمْ وَآبَاؤُكُمْ مَا أَنْزَلَ اللَّهُ بِهَا مِنْ سُلْطَانٍ ۚ إِنِ
الْحُكْمُ إِلَّا لِلَّهِ ۚ أَمَرَ أَلَّا تَعْبُدُوا إِلَّا إِيَّاهُ ۚ ذَٰلِكَ
الدِّينُ الْقَيِّمُ وَلَٰكِنَّ أَكْثَرَ النَّاسِ لَا يَعْلَمُونَ ﴿٤٠﴾

৪২) হে মোৰ বন্দীশাল সঙ্গী দুজন, (এতিয়া সপোনৰ ব্যাখ্যা কৰোঁ শুনা)—তোমালোকৰ এজনৰ কথা এয়ে, তেওঁ নিজ প্ৰভুক মদ পান কৰোৱা পদবীত (আকৌ) নিযুক্ত হ'ব; আৰু সিজনৰ কথা (ইয়াকে বুজিছোঁ), তেওঁক পিঙ্গত দিয়া হ'ব; আৰু (মৃত্যুৰ পাছত) তেওঁৰ মূৰ (চৰায়ে) খুটি খাব; যিবিষয়ে তোমালোকে প্ৰশ্ন কৰিছিলা তাৰ মীমাংসা (এতিয়া) কৰি দিয়া হ'ল।

يَا صَاحِبَيِ السِّجْنِ أَمَّا أَحَدُكُمَا فَيَسْقِي رَبَّهُ خَمْرًا ۖ
وَأَمَّا الْآخَرُ فَيُصْلَبُ فَتَأْكُلُ الطَّيْرُ مِنْ رَأْسِهِ ۚ
قُضِيَ الْأَمْرُ الَّذِي فِيهِ تَسْتَفْتِيَانِ ﴿٤١﴾

৪৩) সেই দুজনৰ মাজত যিজনক (মুক্তি) দিয়া হ'ব বুলি তেওঁ ভাবিছিল সেইজনক তেওঁ কলে, নিজ প্ৰভুৰ ওচৰত তুমি মোৰ কথা (অলপ-আচৰপ) উল্লেখ কৰিবা। কিন্তু (শেষত) তেওঁৰ প্ৰভুৰ আগত (ইয়ুচুফৰ বিষয়ে) উল্লেখ কৰিবলৈ শ্বয়তানে তেওঁক পাহৰালে; গতিকে সেই কাৰা-গাৰতেই আৰু কেইবছৰমান তেওঁ (বন্দীৰূপে) থাকিব লগীয়া হ'ল।

وَقَالَ لِلَّذِي ظَنَّ أَنَّهُ نَاجٍ مِنْهُمَا اذْكُرْنِي عِنْدَ
رَبِّكَ فَأَنْسَاهُ الشَّيْطَانُ ذِكْرَ رَبِّهِ فَلَبِثَ فِي السِّجْنِ
بِضْعَ سِنِينَ ﴿٤٢﴾ ع

৪৪) আৰু (এদিনা) ৰজাই কলে, মই সপোন দেখিছোঁ, সাতজনী হৃষ্ট-পুষ্ট গাভীক সাতজনী ক্ষীণ গাভীয়ে খাব ধৰিছে; আৰু (দেখিছোঁ) শস্যৰ আঁটি সেউজীয়া আৰু আন সাতোটা শুকান; হে বিষয়াসকল, যদি তোমালোকে সপোনৰ ব্যাখ্যা কৰিব পাৰা, মোৰ এই সপোনৰ অৰ্থ মোক ভাঙি কোৱাঁ।

وَقَالَ الْمَلِكُ إِنِّي أَرَىٰ سَبْعَ بَقَرَاتٍ سِمَانٍ يَأْكُلُهُنَّ
سَبْعٌ عِجَافٌ وَسَبْعَ سُنْبُلَاتٍ خُضْرٍ وَأُخَرَ يَابِسَاتٍ ۖ يَا أَيُّهَا
الْمَلَأُ أَفْتُونِي فِي رُؤْيَايَ إِنْ كُنْتُمْ لِلرُّؤْيَا تَعْبُرُونَ ﴿٤٣﴾

৪৫) তেওঁলোকে কলে, এইবিলাক সিঁচৰিত ভাৱৰ শৃঙ্খলা নোহোৱা সপোন, আৰু আমি

قَالُوا أَضْغَاثُ أَحْلَامٍ ۖ وَمَا نَحْنُ بِتَأْوِيلِ الْأَحْلَامِ

بِعٰلِمِيْنَ ۝٤٤

এনেবোৰ বিশৃঙ্খল সপোনৰ ব্যাখ্যা কৰিব নাজানো।

وَقَالَ الَّذِيْ نَجَا مِنْهُمَا وَادَّكَرَ بَعْدَ اُمَّةٍ اَنَا اُنَبِّئُكُمْ بِتَاْوِيْلِهٖ فَاَرْسِلُوْنِ ۝٤٥

৪৬) আৰু সেই দুজন বন্দীৰ মজৰ যিজনে মুক্তি লাভ কৰিছিল আৰু বহু কালৰ পাছত (ইয়ুচুফৰ কথা) যাৰ মনত পৰিল সেইজনে কলে, এই সপোনৰ অৰ্থ মই তোমালোকক জানিবলৈ দিম; (তাৰ কাৰণে) মোক এঠাইলৈ যাব দিয়াঁ।

يُوْسُفُ اَيُّهَا الصِّدِّيْقُ اَفْتِنَا فِيْ سَبْعِ بَقَرٰتٍ سِمَانٍ يَّاْكُلُهُنَّ سَبْعٌ عِجَافٌ وَّسَبْعِ سُنْۢبُلٰتٍ خُضْرٍ وَّاُخَرَ يٰبِسٰتٍ لَّعَلِّيْٓ اَرْجِعُ اِلَى النَّاسِ لَعَلَّهُمْ يَعْلَمُوْنَ ۝٤٦

৪৭) (বন্দীশালত সি ইয়ুচুফৰ লগ ধৰি কলে,) হে ইয়ুচুফ, তুমি সত্যপৰায়ণ; সাতজনী হৃষ্ট-পুষ্ট গাভীক সাতজনী ক্ষীণ গাভীয়ে খাব ধৰিছে, আৰু সাতোটা শস্যৰ আঁটি সেউজীয়া আৰু আন সাতোটা শুকান, এই সপোনৰ অৰ্থ আমাক ভাঙি কোৱাঁ, যাতে মই লোকসকলৰ ওচৰলৈ উভতি গৈ তেওঁলোকক জানিবলৈ দিব পাৰোঁ।

قَالَ تَزْرَعُوْنَ سَبْعَ سِنِيْنَ دَاَبًا ۚ فَمَا حَصَدْتُّمْ فَذَرُوْهُ فِيْ سُنْۢبُلِهٖٓ اِلَّا قَلِيْلًا مِّمَّا تَاْكُلُوْنَ ۝٤٧

৪৮) তেওঁ কলে, তোমালোকে ক্ৰমান্বয়ে সাত বছৰ নিয়ম মতে খেতি কৰিবা, আৰু শস্য কাটোঁতে খাবৰ জোখা কাটি লৈ অৱশিষ্টখিনি আঁটিতেই থাকিব দিবা।

ثُمَّ يَاْتِيْ مِنْۢ بَعْدِ ذٰلِكَ سَبْعٌ شِدَادٌ يَّاْكُلْنَ مَا قَدَّمْتُمْ لَهُنَّ اِلَّا قَلِيْلًا مِّمَّا تُحْصِنُوْنَ ۝٤٨

৪৯) কিয়নো তাৰ পাছত আহিব সাতোটা কঠিন বছৰ; তোমালোকে সেই কেইবছৰৰ নিমিত্তে যিখিনি শস্য সঞ্চয় কৰি ৰাখিবা তাকে যেন সেই সাতোটা (কঠিন) বছৰে খাই শেষ কৰিবা,—যৎসামান্য শস্যৰ বাহিৰে যি তোমালোকে সাঁচি থব পাৰা।

ثُمَّ يَاْتِيْ مِنْۢ بَعْدِ ذٰلِكَ عَامٌ فِيْهِ يُغَاثُ النَّاسُ وَفِيْهِ يَعْصِرُوْنَ ۝٤٩ ع

৫০) আৰু তাৰ পিছত আহিব এনে এটা বছৰ যেতিয়া মানুহৰ নিমিত্তে বৰষুণ পেলোৱা হ'ব আৰু সেই সময়ত সিহঁতে (আঙ্গুৰ) চেপি ৰস উলিয়াব।

وَقَالَ الْمَلِكُ ائْتُوْنِيْ بِهٖ ۚ فَلَمَّا جَآءَهُ الرَّسُوْلُ قَالَ

৫১) আৰু ৰজাই কলে, তেওঁক মোৰ ওচৰলৈ লৈ আনা; কিন্তু যেতিয়া সেই দূতজন ইয়ুচুফৰ

ارْجِعْ إِلَىٰ رَبِّكَ فَسْـَٔلْهُ مَا بَالُ النِّسْوَةِ الّٰتِيْ قَطَّعْنَ أَيْدِيَهُنَّ ۚ إِنَّ رَبِّيْ بِكَيْدِهِنَّ عَلِيْمٌ ﴿٥٠﴾

ওচৰলৈ আহিল তেওঁ কলে, তুমি নিজ প্ৰভুৰ ওচৰলৈ উভতি গৈ সুধিবা, যি মহিলাসকলে (ইয়ুচুফক দেখি) নিজৰ হাত কাটিছিল সেইসকলৰ সম্বন্ধে কি বিচাৰ হ'ল? বাস্তৱতে মোৰ প্ৰভুৱে তেওঁলোকৰ চাতুৰিৰ বিষয়ে ভালকৈ জানে।

قَالَ مَا خَطْبُكُنَّ إِذْ رَاوَدْتُّنَّ يُوْسُفَ عَنْ نَّفْسِهٖ ۚ قُلْنَ حَاشَ لِلّٰهِ مَا عَلِمْنَا عَلَيْهِ مِنْ سُوْٓءٍ ۚ قَالَتِ امْرَاَتُ الْعَزِيْزِ الْـٰٔنَ حَصْحَصَ الْحَقُّ ۫ اَنَا رَاوَدْتُّهٗ عَنْ نَّفْسِهٖ وَاِنَّهٗ لَمِنَ الصّٰدِقِيْنَ ﴿٥١﴾

৫২) তেওঁ (সেই মহিলাসকলক) সুধিলে, তোমালোকে যে ইয়ুচুফক প্ৰলোভনত পেলাই তেওঁৰ মন ব্যাকুল কৰিছিলা তাত তোমালোকৰ কি অভিপ্ৰায় আছিল? তেওঁলোকে উত্তৰ দিলে, আল্লাই জানে এনে নহয়! তেওঁৰ সম্বন্ধে কোনো অসৎকৰ্ম্মৰ কথা আমি জানিব পৰা নাই। আজীজ-পত্নীয়ে কলে, এতিয়া সত্য কথা প্ৰকাশ হৈ পৰিল; মইহে তেওঁক প্ৰলোভনত পেলাই তেওঁৰ মন ব্যাকুল কৰি তুলিছিলোঁ; আৰু ইয়াত কোনো সন্দেহ নাই ইয়ুচুফ সেইসকলৰ মাজৰ যিসকল সত্যবাদী।

ذٰلِكَ لِيَعْلَمَ اَنِّيْ لَمْ اَخُنْهُ بِالْغَيْبِ وَاَنَّ اللّٰهَ لَا يَهْدِيْ كَيْدَ الْخَآئِنِيْنَ ﴿٥٢﴾

৫৩) (পিছত ইয়ুচুফে কলে) মই তদন্ত বিচাৰিছিলোঁ এই কাৰণে, তেওঁ (আজীজে) যেন জানিব পাৰে যে তেওঁৰ অনুপস্থিতিত মই বিশ্বাসঘাতকৰ কাৰ্য্য কৰা নাছিলোঁ, আৰু আল্লাই বিশ্বাসঘাতকবিলাকৰ অভিসন্ধি কেতিয়াও সফল নকৰে।

## ত্ৰয়োদশ পাৰা

وَمَآ اُبَرِّئُ نَفْسِيْ ۚ اِنَّ النَّفْسَ لَاَمَّارَةٌ ۢ بِالسُّوْٓءِ اِلَّا مَا رَحِمَ رَبِّيْ ۚ اِنَّ رَبِّيْ غَفُوْرٌ رَّحِيْمٌ ﴿٥٣﴾

৫৪) আৰু মই নিজকে নিৰ্দ্দোষ বুলিও নাভাবোঁ; মোৰ প্ৰভুৱে করুণা প্ৰদৰ্শন নকৰিলে (মানুহক) আত্মাই নিশ্চয় অসৎ কাৰ্য্যৰ প্ৰেৰণা দিয়ে; নিশ্চয় মোৰ প্ৰভু শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানশীল।

وَقَالَ الْمَلِكُ ائْتُوْنِيْ بِهٖٓ اَسْتَخْلِصْهُ لِنَفْسِيْ ۚ فَلَمَّا كَلَّمَهٗ قَالَ اِنَّكَ الْيَوْمَ لَدَيْنَا مَكِيْنٌ اَمِيْنٌ ﴿٥٤﴾

৫৫) আৰু ৰজাই কলে, তেওঁক মোৰ ওচৰলৈ মাতি আনা; মই নিজৰ কোনো কামত তেওঁক সুকীয়াকৈ নিযুক্ত কৰিম। পিছত তেওঁৰে সৈতে কথা-বাৰ্ত্তা হলত তেওঁ কলে, নিশ্চয় আমাৰ ওচৰত আজি তুমি সুপ্ৰতিষ্ঠিত, বিশ্বাসভাজন।

৫৬) ইয়ুচুফে কলে, দেশৰ অৰ্থশাসনৰ ভাৰ তুমি মোৰ ওপৰত ন্যস্ত কৰাঁ; মই উত্তম ৰক্ষক, অতি অভিজ্ঞ।

قَالَ اجْعَلْنِىْ عَلٰى خَزَآئِنِ الْاَرْضِۚ اِنِّىْ حَفِيْظٌ عَلِيْمٌ ۝٥٦

৫৭) আৰু এইদৰে (মিছৰ) দেশত আমি ইয়ুচুফক সুপ্ৰতিষ্ঠিত কৰিছিলোঁ, তেওঁ যেন য'তে ইচ্ছা ত'তে সন্মানৰে সৈতে বাস কৰিব পাৰে; আমি যাকে ইচ্ছা তাকেই আমাৰ করুণা উপভোগ কৰিবলৈ দিওঁ; আৰু আমি সৎকৰ্ম্মীসকলৰ প্ৰতিদান কেতিয়াও বিনষ্ট নকৰোঁ।

وَكَذٰلِكَ مَكَّنَّا لِيُوْسُفَ فِى الْاَرْضِۚ يَتَبَوَّاُ مِنْهَا حَيْثُ يَشَآءُؕ نُصِيْبُ بِرَحْمَتِنَا مَنْ نَّشَآءُ وَلَا نُضِيْعُ اَجْرَ الْمُحْسِنِيْنَ ۝٥٧

৫৮) আৰু যিসকলে (আল্লাত) বিশ্বাস কৰে আৰু তেওঁলৈ ভয় ৰাখে সেইসকলৰ নিমিত্তে পৰলোকৰ প্ৰতিদান তাতোকৈ অধিক শ্ৰেষ্ঠ।

وَلَاَجْرُ الْاٰخِرَةِ خَيْرٌ لِّلَّذِيْنَ اٰمَنُوْا وَكَانُوْا يَتَّقُوْنَ ۝٥٨

৫৯) আৰু ইয়ুচুফৰ ককায়েকহঁত (মিছৰলৈ) আহিল। যেতিয়া তেওঁৰ সন্মুখত সিহঁত উপস্থিত হ'লহি, তেওঁ সিহঁতক চিনি পালে, কিন্তু সিহঁতে তেওঁক চিনি নাপালে।

وَجَآءَ اِخْوَةُ يُوْسُفَ فَدَخَلُوْا عَلَيْهِ فَعَرَفَهُمْ وَهُمْ لَهٗ مُنْكِرُوْنَ ۝٥٩

৬০) আৰু তেওঁ সিহঁতক সিহঁতৰ শস্য-সম্ভাৰ যোগাই দি কলে, এইবাৰ আহিলে তোমালোকৰ একেজন পিতাৰ (মাহীয়তি) ভাইকো মোৰ ওচৰলৈ লৈ আহিবা; তোমালোকে লক্ষ্য কৰা নাই নে মই শস্যৰ পৰিমাণ পূৰ্ণ কৰি দিওঁ, আৰু মই অতিথি- সৎকাৰো উত্তমৰূপে কৰোঁ।

وَلَمَّا جَهَّزَهُمْ بِجَهَازِهِمْ قَالَ ائْتُوْنِىْ بِاَخٍ لَّكُمْ مِّنْ اَبِيْكُمْۚ اَلَا تَرَوْنَ اَنِّىْٓ اُوْفِى الْكَيْلَ وَاَنَا خَيْرُ الْمُنْزِلِيْنَ ۝٦٠

৬১) কিন্তু যদি তোমালোকে তেওঁক মোৰ ওচৰলৈ লৈ নাহা, তেন্তে তোমালোকে মোৰ পৰা কিছু পৰিমাণো (শস্য) পাবৰ আশা নকৰিবা, আৰু তোমালোক মোৰ কাষ চাপিব নোৱাৰিবা।

فَاِنْ لَّمْ تَاْتُوْنِىْ بِهٖ فَلَا كَيْلَ لَكُمْ عِنْدِىْ وَلَا تَقْرَبُوْنِ ۝٦١

৬২) সিহঁতে কলে, আমি তেওঁৰ পিতৃক তেওঁক পঠিয়াবলৈ সন্মত কৰাম আৰু নিশ্চয় আমি এই কাৰ্য্য কৰিবলৈ ভাৰ ললোঁ।

قَالُوْا سَنُرَاوِدُ عَنْهُ اَبَاهُ وَاِنَّا لَفٰعِلُوْنَ ۝٦٢

৬৩) আৰু তেওঁ নিজৰ চাকৰবিলাকক আদেশ দিলে, সিহঁতে মূল্যৰূপে দিয়া ধন সিহঁতৰ থৈলা-বোৰৰ ভিতৰতে (সিহঁতে নজনাকৈ) সুমাই থোৱাঁ ; অতি সম্ভৱ সিহঁতে নিজ পৰিয়ালৰ ওচৰলৈ উভতি যোৱাৰ পাছত এই ধন মূল্যৰূপে দিয়া ধন বুলি জানিব পাৰিব ; এনে কৰাৰ উদ্দেশ্য, যাতে সিহঁত দুনাই (শস্য কিনিবলৈ) আহে।

وَقَالَ لِفِتْيٰنِهِ اجْعَلُوْا بِضَاعَتَهُمْ فِيْ رِحَالِهِمْ لَعَلَّهُمْ يَعْرِفُوْنَهَآ اِذَا انْقَلَبُوْٓا اِلٰٓى اَهْلِهِمْ لَعَلَّهُمْ يَرْجِعُوْنَ ﴿٦٢﴾

৬৪) পিছত সিহঁতে নিজ পিতৃৰ ওচৰলৈ উভতি গৈ কলে, হে আমাৰ পিতা, আমাৰ নিমিত্তে আৰু শস্য কিনা নিষিদ্ধ হৈছে ; গতিকে আমাৰ ভাই (বিন্‌য়ামিনক) আমাৰ লগতে (মিছৰলৈ) পঠাই দিয়াঁ, যাতে আমি কিছু শস্য কিনি আনিব পাৰোঁ ; আৰু নিশ্চয় তেওঁক নিৰাপদে ৰাখিবৰ দায়িত্ব আমি নিজেই লৈছোঁ।

فَلَمَّا رَجَعُوْٓا اِلٰٓى اَبِيْهِمْ قَالُوْا يٰٓاَبَانَا مُنِعَ مِنَّا الْكَيْلُ فَاَرْسِلْ مَعَنَآ اَخَانَا نَكْتَلْ وَاِنَّا لَهٗ لَحٰفِظُوْنَ ﴿٦٣﴾

৬৫) তেওঁ কলে, ইয়াৰ পূৰ্ব্বে যেনেকৈ তেওঁৰ ককায়েক (ইয়ুচুফৰ) বিষয়ে তোমালোকক মই বিশ্বাস কৰি যি ফল পাইছিলোঁ তেনেকৈ তেওঁৰ বিষয়েও (তেনে ফল পাবলৈ) মই তোমালোকক বিশ্বাস কৰিম নে ? কিন্তু আল্লাই উত্তম সংৰক্ষক, আৰু কৰুণাশীলসকলৰ মাজত তেৱেঁই সৰ্ব্বশ্ৰেষ্ঠ কৰুণাময়।

قَالَ هَلْ اٰمَنُكُمْ عَلَيْهِ اِلَّا كَمَآ اَمِنْتُكُمْ عَلٰٓى اَخِيْهِ مِنْ قَبْلُ ؕ فَاللّٰهُ خَيْرٌ حٰفِظًا ۪ وَّهُوَ اَرْحَمُ الرّٰحِمِيْنَ ﴿٦٤﴾

৬৬) আৰু নিজৰ সম্ভাৰ মোকলাই চালত সিহঁতে মূল্যৰূপে দিয়া ধন সিহঁতলৈ যে ওভতাই দিয়া হৈছে দেখা পালে। সিহঁতে কলে, হে আমাৰ পিতা, ইয়াতোকৈ বেছি আমি কি আশা কৰিব পাৰোঁ ? (চোৱাঁ) এয়ে আমি মূল্যৰূপে দিয়া ধন, তাকে আমাক ওভতাই দিয়া হৈছে ; গতিকে আমাৰ পৰিয়ালৰ নিমিত্তে শস্য আনিবলৈ আমি (দুনাই) ওলাই যাব খোজোঁ ; আৰু আমি আমাৰ ভাইক নিৰাপদে ৰাখিবলৈ যত্ন লম ; আৰু আমি অধিক শস্য আনিব পাৰিম, এটা উটৰ বোজাৰ সমান ; এই পৰিমাণ শস্য অনা কঠিন নহয়।

وَلَمَّا فَتَحُوْا مَتَاعَهُمْ وَجَدُوْا بِضَاعَتَهُمْ رُدَّتْ اِلَيْهِمْ ؕ قَالُوْا يٰٓاَبَانَا مَا نَبْغِيْ ؕ هٰذِهٖ بِضَاعَتُنَا رُدَّتْ اِلَيْنَا ۚ وَنَمِيْرُ اَهْلَنَا وَنَحْفَظُ اَخَانَا وَنَزْدَادُ كَيْلَ بَعِيْرٍ ؕ ذٰلِكَ كَيْلٌ يَّسِيْرٌ ﴿٦٥﴾

৬৭) তেওঁ কলে, যেতিয়ালৈকে তোমালোকে আল্লাৰ নাম লৈ মোৰ আগত দৃঢ় অঙ্গীকাৰ নকৰা যে, তোমালোকক বেৰি ধৰি আটক কৰি ৰখা নহলে, তোমালোকে তেওঁক নিশ্চয় মোৰ ওচৰলৈ আকৌ লৈ আহিবা, মই কেতিয়াও তেওঁক তোমালোকৰ লগত নপঠিয়াওঁ। যেতিয়া সিহঁতে তেওঁৰ আগত সেইৰূপে দৃঢ় অঙ্গীকাৰ কৰিলে, তেওঁ কলে, আমি যি অঙ্গীকাৰ কৰিলোঁ সেই সম্বন্ধে আল্লাই সহায় কৰক।

قَالَ لَنْ اُرْسِلَهٗ مَعَكُمْ حَتّٰى تُؤْتُوْنِ مَوْثِقًا مِّنَ
اللّٰهِ لَتَاْتُنَّنِيْ بِهٖۤ اِلَّاۤ اَنْ يُّحَاطَ بِكُمْ ۚ فَلَمَّاۤ اٰتَوْهُ مَوْثِقَهُمْ
قَالَ اللّٰهُ عَلٰى مَا نَقُوْلُ وَكِيْلٌ ﴿٦٦﴾

৬৮) আৰু তেওঁ কলে, হে মোৰ পুত্ৰবিলাক, তোমালোকে (নগৰত) একেখন দুৱাৰেদি প্ৰৱেশ নকৰিবা, বৰং বিভিন্ন দুৱাৰেদি প্ৰৱেশ কৰিবা; আৰু আল্লাৰ ইচ্ছাৰ বিৰুদ্ধে মই তোমালোকক কোনোমতে সহায় কৰিব নোৱাৰোঁ; শেষ মীমাংসা কেৱল আল্লাৰ হাতত; মই নিৰ্ভৰ কৰিছোঁ তেওঁৰেই ওপৰত; আৰু সকলো নিৰ্ভৰশীল লোকে যেন তেওঁৰেই ওপৰত নিৰ্ভৰ কৰে।

وَقَالَ يٰبَنِيَّ لَا تَدْخُلُوْا مِنْۢ بَابٍ وَّاحِدٍ وَّادْخُلُوْا
مِنْ اَبْوَابٍ مُّتَفَرِّقَةٍ ۗ وَمَاۤ اُغْنِيْ عَنْكُمْ مِّنَ اللّٰهِ
مِنْ شَيْءٍ ۗ اِنِ الْحُكْمُ اِلَّا لِلّٰهِ ۗ عَلَيْهِ تَوَكَّلْتُ ۚ وَعَلَيْهِ
فَلْيَتَوَكَّلِ الْمُتَوَكِّلُوْنَ ﴿٦٧﴾

৬৯) আৰু সিহঁতৰ পিতাকে সিহঁতক যিদৰে (নগৰত প্ৰৱেশ কৰিবলৈ) আদেশ দিছিল যেতিয়া সিহঁতে সেইদৰে প্ৰৱেশ কৰিলে,—ই আছিল ইয়াকুবৰ আন্তৰিক ইচ্ছা যি তেওঁ পূৰ্ণ কৰিছিল; তাৰ বাহিৰে এনে কাৰ্য্য আল্লাৰ ইচ্ছাৰ বিৰুদ্ধে সহায়কাৰী হোৱা সম্ভৱ নাছিল। আৰু বাস্তৱতে তেওঁক আমি যি জ্ঞান দিছিলোঁ নিশ্চয় তেওঁ তেনে জ্ঞানৰ গৰাকী আছিল; কিন্তু মানুহৰ সৰহ ভাগেই নাজানে।

وَلَمَّا دَخَلُوْا مِنْ حَيْثُ اَمَرَهُمْ اَبُوْهُمْ ۗ مَا كَانَ يُغْنِيْ
عَنْهُمْ مِّنَ اللّٰهِ مِنْ شَيْءٍ اِلَّا حَاجَةً فِيْ نَفْسِ يَعْقُوْبَ
قَضٰىهَا ۗ وَاِنَّهٗ لَذُوْ عِلْمٍ لِّمَا عَلَّمْنٰهُ وَلٰكِنَّ اَكْثَرَ
النَّاسِ لَا يَعْلَمُوْنَ ﴿٦٨﴾ ع

৭০) আৰু যেতিয়া সিহঁত ইয়ুছুফৰ আগত উপস্থিত হ'ল, তেওঁ তেওঁৰ ভায়েকক নিজৰ কাষতে বহিবলৈ ঠাই দিলে; তেওঁ (তেওঁক গোপনে) কলে, বাস্তৱতে মই তোমাৰে ককাই (ইয়ুছুফ); সুতৰাং সিহঁতে তোমাৰ সৈতে যি

وَلَمَّا دَخَلُوْا عَلٰى يُوْسُفَ اٰوٰۤى اِلَيْهِ اَخَاهُ قَالَ اِنِّيْۤ

অপব্যৱহাৰ কৰি আহিছে তাৰ বাবে তুমি বেজাৰ নকৰিবা।

اَنَا اَخُوْكَ فَلَا تَبْتَىِٕسْ بِمَا كَانُوْا يَعْمَلُوْنَ ۝

৭১) পিছত সিহঁতৰ শস্যসম্ভাৰ সিহঁতক যোগাই দিওঁতে নিজৰ ভায়েক (বিন্‌য়ামিনৰ) থৈলাৰ ভিতৰত পানী খোৱা পিয়লা এটা সোমাই থলে তাৰ পিছত মাত দিওঁতা এজনে চিঞৰি মাত দিলে, হে যাত্ৰীদল, (ৰ'বা) তোমালোক নিশ্চয় চোৰৰ দল।

فَلَمَّا جَهَّزَهُمْ بِجَهَازِهِمْ جَعَلَ السِّقَايَةَ فِيْ رَحْلِ اَخِيْهِ ثُمَّ اَذَّنَ مُؤَذِّنٌ اَيَّتُهَا الْعِيْرُ اِنَّكُمْ لَسٰرِقُوْنَ ۝

৭২) সিহঁতৰ ফালে সিহঁতে খোজ লৈ সুধিলে, তোমালোকে কি বস্তু হেৰুৱাইছা ?

قَالُوْا وَاَقْبَلُوْا عَلَيْهِمْ مَّاذَا تَفْقِدُوْنَ ۝

৭৩) সিহঁতে কলে, আমি ৰজাৰ জোখ লোৱা পাত্ৰ এটা পোৱা নাই ; আৰু যেয়ে তাকে উলিয়াই আনিব সি এটা উটৰ বোজাৰ সমান (শস্য পুৰস্কাৰ) পাব; আৰু তাৰ কাৰণে মই নিজেই জামিন থাকিলোঁ।

قَالُوْا نَفْقِدُ صُوَاعَ الْمَلِكِ وَلِمَنْ جَآءَ بِهٖ حِمْلُ بَعِيْرٍ وَّاَنَا بِهٖ زَعِيْمٌ ۝

৭৪) সিহঁতে কলে, আল্লাৰ শপত, আমি যে এই দেশত অশান্তি সৃষ্টি কৰিবলৈ অহা নাই তোমা-লোকে আগতে জানি থৈছা; আৰু আমি কেতিয়াও চুৰ কৰা নাই।

قَالُوْا تَاللّٰهِ لَقَدْ عَلِمْتُمْ مَّا جِئْنَا لِنُفْسِدَ فِي الْاَرْضِ وَمَا كُنَّا سٰرِقِيْنَ ۝

৭৫) সিহঁতে কলে, তোমালোক মিথ্যাবাদী বুলি প্ৰমাণিত হলে তাৰ শাস্তি কি ?

قَالُوْا فَمَا جَزَآؤُهٗٓ اِنْ كُنْتُمْ كٰذِبِيْنَ ۝

৭৬) সিহঁতে উত্তৰ দিলে, তাৰ শাস্তি এই, যাৰ থৈলাত সেই বস্তু ওলায়, সি নিজেই হ'ব তাৰ বিনিময় স্বৰূপ; (চোৰা,) অন্যায়কাৰীবিলাকক আমি এইদৰেই শাস্তি দিওঁ।

قَالُوْا جَزَآؤُهٗ مَنْ وُّجِدَ فِيْ رَحْلِهٖ فَهُوَ جَزَآؤُهٗ كَذٰلِكَ نَجْزِي الظّٰلِمِيْنَ ۝

৭৭) পিছত তেওঁ আপোন ভায়েকৰ থৈলাত (পিয়লাটো) বিচৰাৰ আগতে সিহঁতৰ থৈলাবোৰ মেলি চাবলৈ আৰম্ভ কৰিলে; তাৰ পিছত তেওঁ

فَبَدَاَ بِاَوْعِيَتِهِمْ قَبْلَ وِعَآءِ اَخِيْهِ ثُمَّ اسْتَخْرَجَهَا

مِنْ وِّعَآءِ اَخِيْهِؕ كَذٰلِكَ كِدْنَا لِيُوْسُفَؕ مَا كَانَ لِيَاْخُذَ اَخَاهُ فِىْ دِيْنِ الْمَلِكِ اِلَّاۤ اَنْ يَّشَآءَ اللّٰهُؕ نَرْفَعُ دَرَجٰتٍ مَّنْ نَّشَآءُؕ وَفَوْقَ كُلِّ ذِىْ عِلْمٍ عَلِيْمٌ۝۷۶

আপোন ভায়েকৰ থৈলাৰ পৰা পিয়লাটো পাই উলিয়ালে। এনে সূক্ষ্ম উপায় আমি ইয়ুচুফৰ কাৰণে অৱলম্বন কৰিছিলোঁ। আল্লাই এইৰূপ ইচ্ছা নকৰা হলে ৰজাৰ (প্ৰচলিত) বিধান মতে নিজৰ ভায়েকক আৱদ্ধ কৰি ৰাখিবৰ কোনো অধিকাৰ তেওঁৰ নাছিল। আমি যাৰে ইচ্ছা তাৰে সম্মান উন্নত কৰোঁ; আৰু সকলো জ্ঞানবান লোকৰ ওপৰতো আছে এজন সৰ্ব্বজ্ঞাতা।

قَالُوْۤا اِنْ يَّسْرِقْ فَقَدْ سَرَقَ اَخٌ لَّهٗ مِنْ قَبْلُۚ فَاَسَرَّهَا يُوْسُفُ فِىْ نَفْسِهٖ وَلَمْ يُبْدِهَا لَهُمْۚ قَالَ اَنْتُمْ شَرٌّ مَّكَانًاۚ وَاللّٰهُ اَعْلَمُ بِمَا تَصِفُوْنَ۝۷۷

৭৮) সিহঁতে কলে, তেওঁ যদি চুৰ কৰিছে (একো আচৰিত কথা নহয়); ইতিপূৰ্ব্বে তেওঁৰ ককায়েকেও চুৰ কৰিছিল কিন্তু এই কথা ইয়ুচুফে নিজ অন্তৰতে লুকাই ৰাখিছিল, আৰু সিহঁতৰ আগত তাকে প্ৰকাশ কৰা নাছিল। তেওঁ কেৱল ইয়াকে কলে, তোমালোকে বেয়া ঠাইত পৰিলাহি; আৰু তোমালোকে যি আৰোপ কৰিছা সেই বিষয়ে আল্লাই ভালকৈ জানে।

قَالُوْا يٰۤاَيُّهَا الْعَزِيْزُ اِنَّ لَهٗۤ اَبًا شَيْخًا كَبِيْرًا فَخُذْ اَحَدَنَا مَكَانَهٗۚ اِنَّا نَرٰىكَ مِنَ الْمُحْسِنِيْنَ۝۷۸

৭৯) সিহঁতে কলে, হে সম্ভ্ৰান্তজন, তেওঁৰ পিতাক সঁচাকৈয়ে নিতান্ত বৃদ্ধ; সেই দেখি তেওঁৰ পৰিবৰ্ত্তে আমাৰে মাজৰ যেই সেই এজনক আবদ্ধ কৰি ৰাখা; আমি দেখিবলৈ পাইছোঁ তুমি প্ৰকৃততে সৎকৰ্ম্মীসকলৰ এজন।

قَالَ مَعَاذَ اللّٰهِ اَنْ نَّاْخُذَ اِلَّا مَنْ وَّجَدْنَا مَتَاعَنَا عِنْدَهٗۤۙ اِنَّاۤ اِذًا لَّظٰلِمُوْنَ۝۷۹

৮০) ইয়ুচুফে কলে, যাৰ কাষত আমি নিজৰ বস্তু পাইছোঁ তাক নধৰি অইন এজনক আমি ধৰিম নে? এনে কৰ্ম্মৰ পৰা আল্লাই আমাক ৰক্ষা কৰক! তেনে কৰিলে আমি নিশ্চয় অন্যায়কাৰী হম।

فَلَمَّا اسْتَيْـَٔسُوْا مِنْهُ خَلَصُوْا نَجِيًّاؕ قَالَ كَبِيْرُهُمْ اَلَمْ تَعْلَمُوْۤا اَنَّ اَبَاكُمْ قَدْ اَخَذَ عَلَيْكُمْ مَّوْثِقًا مِّنَ اللّٰهِ وَمِنْ قَبْلُ مَا فَرَّطْتُّمْ فِىْ يُوْسُفَۚ فَلَنْ اَبْرَحَ الْاَرْضَ

৮১) পিছত তেওঁৰ পৰা কোনো আশা নেদেখি সিহঁত গোপনে মন্ত্ৰণা কৰিবৰ অৰ্থে আঁতৰ হ'ল। সিহঁতৰ মাজত যিজন ডাঙৰ ককায়েক তেওঁ কলে, তোমালোকে নাজানা নে, আগতে তোমালোকৰ পিতাৰে তোমালোকৰ পৰা আল্লাৰ নামত প্ৰতিশ্ৰুতি লৈছিল? আৰু ইয়াৰ পূৰ্ব্বেও (এবাৰ)

حَتّٰى يَأْذَنَ لِيْٓ اَبِيْٓ اَوْ يَحْكُمَ اللّٰهُ لِيْ ۚ وَهُوَ خَيْرُ الْحٰكِمِيْنَ ۝٨١

ইয়ুচুফৰ (ৰক্ষাৰ) বিষয়ে যি ভাৰ নিজৰ গাত লৈছিলা সেই বিষয়ে তোমালোকৰ ক্রূটি হ'ল। গতিকে যেতিয়ালৈকে মোৰ পিতৃয়ে মোক নিজে আদেশ নিদিয়ে, নাইবা আল্লাই মোৰ সম্বন্ধে অন্যৰূপ মীমাংসা নকৰে এই দেশৰ পৰা মই কেতিয়াও ওলাই নেযাওঁ; কিয়নো তেৰেঁই বিচাৰক সকলৰ মাজত সৰ্ব্বশ্ৰেষ্ঠ।

اِرْجِعُوْٓا اِلٰٓى اَبِيْكُمْ فَقُوْلُوْا يٰٓاَبَانَآ اِنَّ ابْنَكَ سَرَقَ ۚ وَمَا شَهِدْنَآ اِلَّا بِمَا عَلِمْنَا وَمَا كُنَّا لِلْغَيْبِ حٰفِظِيْنَ ۝٨٢

৮২) তোমালোক নিজ পিতাকৰ কাষলৈ উভতি যোৱাঁ আৰু ইয়াকে কোৱাঁ,—হে আমাৰ পিতা সঁচাকৈয়ে তোমাৰ পুতেক (বিন্‌য়ামিন) চুৰিত ধৰা পৰিছে; আৰু যি কথা আমি জানিব পাৰিছোঁ তাকে অবিকল (তোমাৰ আগত) ব্যক্ত কৰিছোঁ; আৰু যি অদৃশ্য সেই বিষয়ে আগৰে পৰা সতৰ্ক হোৱা (আমাৰ পক্ষে) সম্ভৱপৰ নাছিল।

وَسْـَٔلِ الْقَرْيَةَ الَّتِيْ كُنَّا فِيْهَا وَالْعِيْرَ الَّتِيْٓ اَقْبَلْنَا فِيْهَا ۗ وَاِنَّا لَصٰدِقُوْنَ ۝٨٣

৮৩) আৰু যিখন নগৰত আমি আছিলোঁ তাৰ অধিবাসীবিলাকক নাইবা যি যাত্ৰীদলৰ লগত আমি উভতি আহিছোঁ সিহঁতক সুধি চোৱাঁ; আৰু আমি নিশ্চয় সঁচা কথা কৈছোঁ।

قَالَ بَلْ سَوَّلَتْ لَكُمْ اَنْفُسُكُمْ اَمْرًا ۗ فَصَبْرٌ جَمِيْلٌ ۗ عَسَى اللّٰهُ اَنْ يَّأْتِيَنِيْ بِهِمْ جَمِيْعًا ۗ اِنَّهٗ هُوَ الْعَلِيْمُ الْحَكِيْمُ ۝٨٤

৮৪) তেওঁ কলে, নহয়; তোমালোকৰ নিজ অন্তৰসমূহে এনে কথা সাজি লৈছে; গতিকে মোৰ নিমিত্তে ধৈৰ্য্য ধৰি থকাই শ্ৰেয়ঃ; হ'ব পাৰে সকলোকে আল্লাই (এদিন) মোৰ ওচৰলৈ আনে; তেৰেঁই নিশ্চয় সৰ্ব্বজ্ঞাতা, শ্ৰেষ্ঠ জ্ঞানী।

وَتَوَلّٰى عَنْهُمْ وَقَالَ يٰٓاَسَفٰى عَلٰى يُوْسُفَ وَابْيَضَّتْ عَيْنٰهُ مِنَ الْحُزْنِ فَهُوَ كَظِيْمٌ ۝٨٥

৮৫) আৰু তেওঁ সিহঁতৰ পৰা মুখ ঘূৰাই ললে, আৰু কলে, হায়! ইয়ুচুফৰ কাৰণে মই কিমান শোক কৰিম! আৰু এই শোকত কান্দি কান্দি তেওঁৰ দুই চকু বগা হৈ পৰিল; তথাপি তেওঁ মনৰ দুখ সম্বৰণ কৰিছিল।

قَالُوْا تَاللّٰهِ تَفْتَؤُا تَذْكُرُ يُوْسُفَ حَتّٰى تَكُوْنَ حَرَضًا

৮৬) সিহঁতে কলে, আল্লাৰ শপত, তুমি ইয়ুচুফক স্মৰণ কৰাটো এৰিব নোৱাৰা, যেতিয়ালৈকে

أَوْ تَكُونَ مِنَ الْهَالِكِينَ ٨٥

নৰিয়া পৰি তুমি অপাৰগ নোহোৱা নাইবা নিজকে সংহাৰ নকৰা।

قَالَ إِنَّمَا أَشْكُو بَثِّي وَحُزْنِي إِلَى اللَّهِ وَأَعْلَمُ مِنَ
اللَّهِ مَا لَا تَعْلَمُونَ ٨٦

৮৭) তেওঁ কলে, মই মোৰ কষ্ট আৰু দুখ কেৱল আল্লাকহে জনাওঁ, আৰু তোমালোকে যি জানিব পৰা নাই মই আল্লাৰ পৰা জানিব পাৰিছোঁ।

يَا بَنِيَّ اذْهَبُوا فَتَحَسَّسُوا مِن يُوسُفَ وَأَخِيهِ وَلَا
تَيْأَسُوا مِن رَّوْحِ اللَّهِ ۖ إِنَّهُ لَا يَيْأَسُ مِن رَّوْحِ
اللَّهِ إِلَّا الْقَوْمُ الْكَافِرُونَ ٨٧

৮৮) হে মোৰ পুত্ৰবিলাক, তোমালোকে (মিছৰলৈ আৰু এবাৰ) ওলাই যোৱাঁ, আৰু ইয়ুচুফ আৰু তেওঁৰ ভায়েক (বিন্‌য়ামিনৰ) সন্ধান লোৱাঁ, আৰু আল্লাৰ অনুগ্ৰহ সম্বন্ধে নিৰাশ নহবা; ইয়াত কোনো সন্দেহ নাই যিবিলাক অবিশ্বাসী সেই বিলাকহে আল্লাৰ অনুগ্ৰহ সম্বন্ধে নিৰাশ হয়।

فَلَمَّا دَخَلُوا عَلَيْهِ قَالُوا يَا أَيُّهَا الْعَزِيزُ مَسَّنَا وَأَهْلَنَا
الضُّرُّ وَجِئْنَا بِبِضَاعَةٍ مُّزْجَاةٍ فَأَوْفِ لَنَا الْكَيْلَ
وَتَصَدَّقْ عَلَيْنَا ۖ إِنَّ اللَّهَ يَجْزِي الْمُتَصَدِّقِينَ ٨٨

৮৯) পিছত সিহঁত (মিছৰলৈ গৈ) ইয়ুচুফৰ সম্মুখত উপস্থিত হ'ল; সিহঁতে কলে, হে সম্ভ্ৰান্ত জন, আমি আমাৰ গোটেই পৰিয়ালৰ সৈতে বৰ কষ্টত পৰিছোঁ; আৰু আমি অলপ-অচৰপ ধন লৈ আনিছোঁ; এতেকে আমাক পূৰ্ণ পৰিমাণে শস্য দিয়াঁ, আৰু আমাৰ প্ৰতি বদান্য হোৱাঁ; নিশ্চয় আল্লাই বদান্যসকলক (যথেষ্ট) প্ৰতিদান দিয়ে।

قَالَ هَلْ عَلِمْتُم مَّا فَعَلْتُم بِيُوسُفَ وَأَخِيهِ إِذْ
أَنتُمْ جَاهِلُونَ ٨٩

৯০) তেওঁ কলে, যেতিয়া তোমালোক অজ্ঞান আছিলা তোমালোকে ইয়ুচুফ আৰু তেওঁৰ ভায়েকৰ সৈতে কেনে ব্যৱহাৰ কৰিছিলা, তোমালোকৰ জনা আছে নে?

قَالُوا أَإِنَّكَ لَأَنتَ يُوسُفُ ۖ قَالَ أَنَا يُوسُفُ وَهَٰذَا
أَخِي ۖ قَدْ مَنَّ اللَّهُ عَلَيْنَا ۖ إِنَّهُ مَن يَتَّقِ وَيَصْبِرْ
فَإِنَّ اللَّهَ لَا يُضِيعُ أَجْرَ الْمُحْسِنِينَ ٩٠

৯১) সিহঁতে (বিস্মিত হৈ) সুধিলে, কি! সঁচাকৈয়ে তুমি ইয়ুচুফ নে? তেওঁ কলে,ময়ে ইয়ুচুফ আৰু এইজন মোৰ (সৰু) ভাই; স্বৰূপতে আমাৰ প্ৰতি আল্লাই অনুগ্ৰহ কৰিছে; ইয়াত কোনো সন্দেহ নাই যি পাপৰ পৰা বিৰত থাকে আৰু ধৈৰ্য্য ধাৰণ কৰে (সি সৎকৰ্ম্মী); নিশ্চয় সৎকৰ্ম্মী-সকলৰ প্ৰতিদান আল্লাই কদাপি বিনষ্ট নকৰে।

قَالُوْا تَاللّٰهِ لَقَدْ اٰثَرَكَ اللّٰهُ عَلَيْنَا وَاِنْ كُنَّا لَخٰطِـِٕيْنَ ﴿٩٢﴾

৯২) সিহঁতে কলে, আল্লাৰ শপত, আমাৰ ওপৰত আল্লাই তোমাক প্ৰকৃততে শ্ৰেষ্ঠতা দান কৰিছে; আৰু ইয়াত কোনো ভুল নাই আমি তোমাৰ অপৰাধ কৰিছিলোঁ।

قَالَ لَا تَثْرِيْبَ عَلَيْكُمُ الْيَوْمَ ۗ يَغْفِرُ اللّٰهُ لَكُمْ ۖ وَهُوَ اَرْحَمُ الرّٰحِمِيْنَ ﴿٩٣﴾

৯৩) তেওঁ কলে, আজিৰ দিনা তোমালোকৰ প্ৰতি কোনো দোষাৰোপ কৰিবৰ কাৰণ নাই; আল্লাই তোমালোকক ক্ষমা দান কৰক! আৰু তেৱেঁই কৰুণাশীলসকলৰ মাজত শ্ৰেষ্ঠ কৰুণাময়।

اِذْهَبُوْا بِقَمِيْصِيْ هٰذَا فَاَلْقُوْهُ عَلٰى وَجْهِ اَبِيْ يَاْتِ بَصِيْرًا ۚ وَاْتُوْنِيْ بِاَهْلِكُمْ اَجْمَعِيْنَ ﴿٩٤﴾

৯৪) তোমালোকে মোৰ চোলাটো লৈ যোৱাঁ, আৰু তাকে মোৰ পিতৃক আগ বঢ়াই দিবা; তেতিয়া সকলো বিষয় তেওঁ দেখিব, বুজিব পাৰিব; তাৰ পাছত তোমালোক সকলোৱে নিজ নিজ পৰিয়ালক লগত লৈ মোৰ ওচৰলৈ ঘূৰি আহিবা।

وَلَمَّا فَصَلَتِ الْعِيْرُ قَالَ اَبُوْهُمْ اِنِّيْ لَاَجِدُ رِيْحَ يُوْسُفَ لَوْلَآ اَنْ تُفَنِّدُوْنِ ﴿٩٥﴾

৯৫) আৰু যেতিয়া যাত্ৰীদল (মিছৰৰ পৰা) দূৰলৈ গ'ল সেই সময়তে সিহঁতৰ পিতাকে (কেনানত) এনে আযাৰ কথা কৈছিল, সঁচাকৈয়ে মই ইয়ুচুফৰ সুগন্ধ পাইছোঁ, যদিহে তোমালোকে মোক বুঢ়া অৱস্থাত দেখি অবোধ বুলি নাভাবা।

قَالُوْا تَاللّٰهِ اِنَّكَ لَفِيْ ضَلٰلِكَ الْقَدِيْمِ ﴿٩٦﴾

৯৬) এই কথা শুনাবিলাকে কলে, আল্লাৰ শপত, নিশ্চয় তুমি (এতিয়াও) নিজৰ পুৰণি ভ্ৰান্তিত পৰি আছা।

فَلَمَّآ اَنْ جَآءَ الْبَشِيْرُ اَلْقٰىهُ عَلٰى وَجْهِهٖ فَارْتَدَّ بَصِيْرًا ۚ قَالَ اَلَمْ اَقُلْ لَّكُمْ ۚ اِنِّيْٓ اَعْلَمُ مِنَ اللّٰهِ مَا لَا تَعْلَمُوْنَ ﴿٩٧﴾

৯৭) পিছত যেতিয়া শুভ-সংবাদ আনোতা এজনে সেই চোলাটো আহি পোৱা মাত্ৰ তেওঁৰ সম্মুখত আগ বঢ়ালে, তেওঁ তেতিয়া অৰ্ন্তদৃষ্টি লাভ কৰিলে। তেওঁ কলে, মই তোমালোকক কোৱা নাছিলোঁ নে, যি তোমালোকৰ অজ্ঞাত সকলো মই আল্লাৰ পৰা জানিব পাৰিছোঁ?

৯৮) সিহঁতে কলে, হে আমাৰ পিতা, আমাৰ অপৰাধসমূহৰ কাৰণে তুমি আমাৰ হৈ আল্লাৰ) ক্ষমা প্ৰাৰ্থনা কৰাঁ; বাস্তৱতে আমি (ডাঙৰ) দোষ কৰিছোঁ।

قَالُوْا يٰۤاَبَانَا اسْتَغْفِرْ لَنَا ذُنُوْبَنَاۤ اِنَّا كُنَّا خٰطِـِٕيْنَ ﴿٩٨﴾

৯৯) তেওঁ কলে, মই আগলৈ তোমালোকৰ হৈ মোৰ প্ৰভুৰ পৰা ক্ষমা ভিক্ষা কৰিম; নিশ্চয় তেৱেঁই ক্ষমাশীল, পৰম দানশীল।

قَالَ سَوْفَ اَسْتَغْفِرُ لَكُمْ رَبِّيْ ؕ اِنَّهٗ هُوَ الْغَفُوْرُ الرَّحِيْمُ ﴿٩٩﴾

১০০) পিছত যেতিয়া তেওঁলোক ইয়ুচুফৰ আগত উপস্থিত হ'ল, তেওঁ নিজৰ পিতৃ-মাতৃ দুয়ো-জনাকে সাদৰ-সমভাষণ কৰি নিজৰ কাষতে বহিবলৈ দি'লৈ, আৰু কলে, যদি আল্লাই ইচ্ছা কৰে, তোমালোক নিৰাপদে নগৰত প্ৰৱেশ কৰাঁ।

فَلَمَّا دَخَلُوْا عَلٰى يُوْسُفَ اٰوٰۤى اِلَيْهِ اَبَوَيْهِ وَقَالَ ادْخُلُوْا مِصْرَ اِنْ شَآءَ اللّٰهُ اٰمِنِيْنَ ؕ ﴿١٠٠﴾

১০১) আৰু তেওঁ নিজ পিতৃ-মাতৃ দুয়োজনকে ওখ আসনত বহিবলৈ কলে; আৰু সকলোৱে তেওঁক এনে অৱস্থাত দেখি (আল্লাৰ আগত কৃতজ্ঞতা জনাবলৈ) সাষ্টাঙ্গে প্ৰণিপাত কৰি (মাটিত) পৰিল। আৰু তেওঁ কলে, হে মোৰ পিতা, মই পূৰ্ব্বে যি সপোন দেখিছিলোঁ তাৰ ব্যাখা এয়ে; স্বৰূপতে তাকে মোৰ প্ৰভুৱে সত্যত পৰিণত কৰিলে; আৰু তেওঁ মোক কাৰাগাৰৰ পৰা মুক্ত কৰি, আৰু শ্বয়তানে মোৰ আৰু মোৰ ভ্ৰাতৃবৰ্গৰ মাজত বিৰোধ সৃষ্টি কৰা সত্ত্বেও তোমালোকক মৰুভূমিৰ প্ৰান্তৰ পৰা (মোৰ ওচৰলৈ) আনি স্বৰূপতে মোৰ প্ৰতি (মহান) অনুগ্ৰহ) আৰিলে। বাস্তৱতে মোৰ প্ৰভুৱে যি কৰিবলৈ ইচ্ছা কৰে তাকে সূক্ষ্মা উপায় অৱলম্বন কৰি সম্পন্ন কৰে; ইয়াত কোনো সন্দেহ নাই তেওঁ সৰ্ব্বজ্ঞাতা, শ্ৰেষ্ঠ জ্ঞানী।

وَرَفَعَ اَبَوَيْهِ عَلَى الْعَرْشِ وَخَرُّوْا لَهٗ سُجَّدًا ۚ وَقَالَ يٰۤاَبَتِ هٰذَا تَاْوِيْلُ رُءْيَايَ مِنْ قَبْلُ ؗ قَدْ جَعَلَهَا رَبِّيْ حَقًّا ؕ وَقَدْ اَحْسَنَ بِيْۤ اِذْ اَخْرَجَنِيْ مِنَ السِّجْنِ وَجَآءَ بِكُمْ مِّنَ الْبَدْوِ مِنْۢ بَعْدِ اَنْ نَّزَغَ الشَّيْطٰنُ بَيْنِيْ وَبَيْنَ اِخْوَتِيْ ؕ اِنَّ رَبِّيْ لَطِيْفٌ لِّمَا يَشَآءُ ؕ اِنَّهٗ هُوَ الْعَلِيْمُ الْحَكِيْمُ ﴿١٠١﴾

১০২) হে মোৰ প্ৰভু, স্বৰপতে তুমি মোক ক্ষমতা দান কৰিলা আৰু সকলো বিষয়ৰ তত্ত্ব উলিয়াবৰ বিদ্যা শিকালা; হে আকাশমণ্ডলী আৰু পৃথিৱী

رَبِّ قَدْ اٰتَيْتَنِيْ مِنَ الْمُلْكِ وَعَلَّمْتَنِيْ مِنْ تَاْوِيْلِ

الْأَحَادِيثِ ۚ فَاطِرَ السَّمَاوَاتِ وَالْأَرْضِ أَنتَ وَلِيِّي فِي
الدُّنْيَا وَالْآخِرَةِ ۖ تَوَفَّنِي مُسْلِمًا وَأَلْحِقْنِي بِالصَّالِحِينَ ﴿١٠١﴾

সৃজন কৰোঁতা, ইহলোক আৰু পৰলোকত তুমিয়ে মোৰ ৰক্ষক; মই তোমাত আত্মসমৰ্পণ কৰা অৱস্থাতেই মোৰ মৃত্যু সাধন কৰিবা, আৰু ধৰ্ম্মপৰায়ণ সকলৰ সঙ্গী কৰি মোক তুলিবা।

ذَٰلِكَ مِنْ أَنبَاءِ الْغَيْبِ نُوحِيهِ إِلَيْكَ ۖ وَمَا كُنتَ
لَدَيْهِمْ إِذْ أَجْمَعُوا أَمْرَهُمْ وَهُمْ يَمْكُرُونَ ﴿١٠٢﴾

১০৩) এয়ে হৈছে অদৃশ্য অতীতৰ কিছু বিবৃতি যি আমি তোমাৰ প্ৰতি প্ৰত্যাদেশ কৰিছোঁ; কাৰণ যেতিয়া সিহঁতে নিজৰ কাৰ্য্য-পদ্ধতি সম্বন্ধে একমত হৈ চক্ৰান্ত কৰিছিল তেতিয়া তুমি সিহঁতৰ ওচৰত উপস্থিত নাছিলা।

وَمَا أَكْثَرُ النَّاسِ وَلَوْ حَرَصْتَ بِمُؤْمِنِينَ ﴿١٠٣﴾

১০৪) আৰু তুমি যিমানেই অভিলাষ কৰা মানুহৰ সৰহভাগেই বিশ্বাস স্থাপন নকৰে।

ع وَمَا تَسْأَلُهُمْ عَلَيْهِ مِنْ أَجْرٍ ۚ إِنْ هُوَ إِلَّا ذِكْرٌ لِّلْعَالَمِينَ ﴿١٠٤﴾

১০৫) অথচ তুমি সিহঁতৰ পৰা ইয়াৰ কাৰণে একো প্ৰতিদান বিচৰা নাই; প্ৰকৃততে ই মাত্ৰ এটি মহান উপদেশ, সকলো জাতিৰ নিমিত্তে।

وَكَأَيِّن مِّنْ آيَةٍ فِي السَّمَاوَاتِ وَالْأَرْضِ يَمُرُّونَ عَلَيْهَا
وَهُمْ عَنْهَا مُعْرِضُونَ ﴿١٠٥﴾

১০৬) আৰু আকাশমণ্ডলী আৰু পৃথিৱীৰ ভিতৰত কত নিদৰ্শন আছে যি সিহঁতে যাওঁতে আহোঁতে দেখা পায়, কিন্তু সিহঁতে সেইবিলাকৰ পৰা মুখ ঘূৰাই লয়।

وَمَا يُؤْمِنُ أَكْثَرُهُم بِاللَّهِ إِلَّا وَهُم مُّشْرِكُونَ ﴿١٠٦﴾

১০৭) আৰু সিহঁতৰ সৰহভাগেই অইনক আল্লাৰ সমানে উপাস্য নপতাকৈ তেওঁত বিশ্বাস নকৰে।

أَفَأَمِنُوا أَن تَأْتِيَهُمْ غَاشِيَةٌ مِّنْ عَذَابِ اللَّهِ أَوْ
تَأْتِيَهُمُ السَّاعَةُ بَغْتَةً وَهُمْ لَا يَشْعُرُونَ ﴿١٠٧﴾

১০৮) কি! সিহঁত এই বিষয়ে নিশ্চিন্ত হৈছে নে—সিহঁতৰ ওপৰত পৰিব আল্লাৰ এনে শাস্তি যি সকলোকে আবৰি ধৰিব, নাইবা সেই নিৰূপিত সময় সিহঁতলৈ এনেভাৱে অকস্মাৎ আহি পাব যে সিহঁতে তাৰ গমকে নাপাব?

قُلْ هَٰذِهِ سَبِيلِي أَدْعُو إِلَى اللَّهِ ۚ عَلَىٰ بَصِيرَةٍ أَنَا وَمَنِ

১০৯) (হে ৰছুল,) তুমি কোৱাঁ, মই যি পথে চলোঁ সি এয়ে—আল্লাৰ পিনে মই (মানৱক) আহ্বান কৰোঁ; সুনিশ্চিত প্ৰমাণৰ ওপৰত মোৰ স্থিতি,

اتَّبَعَنِيْ وَسُبْحٰنَ اللّٰهِ وَمَآ اَنَا مِنَ الْمُشْرِكِيْنَ ۝١٠٨

আৰু সেইসকলৰো যিসকলে মোৰ অনুসৰণ কৰিছে; আৰু আল্লা পৰম পৱিত্ৰ; আৰু মই সেইবিলাকৰ অন্তৰ্গত নহওঁ যিবিলাকে অইনক আল্লাৰ সমানে উপাস্য পাতি লৈছে।

وَمَآ اَرْسَلْنَا مِنْ قَبْلِكَ اِلَّا رِجَالًا نُّوْحِيْٓ اِلَيْهِمْ مِّنْ اَهْلِ الْقُرٰىؕ اَفَلَمْ يَسِيْرُوْا فِى الْاَرْضِ فَيَنْظُرُوْا كَيْفَ كَانَ عَاقِبَةُ الَّذِيْنَ مِنْ قَبْلِهِمْؕ وَلَدَارُ الْاٰخِرَةِ خَيْرٌ لِّلَّذِيْنَ اتَّقَوْاؕ اَفَلَا تَعْقِلُوْنَ ۝١١٠

১১০) আৰু তোমাৰ পূৰ্ব্বেও যিসকলে নগৰসমূহত বাস কৰিছিল সেইসকলৰ মাজৰেই কেইবাজন মানুহক আমি ৰচুল নিযুক্ত কৰি প্ৰেৰণ কৰিছিলোঁ, (আৰু) তেওঁলোকলৈ আমি প্ৰত্যাদেশ কৰিছিলোঁ। সিহঁতে পৃথিৱীত পৰিভ্ৰমণ নকৰে কিয় যাতে সিহঁতৰ পূৰ্ব্বগামীবিলাকৰ কি পৰিণাম হ'ল সিহঁতে লক্ষ্য কৰিব পাৰে? আৰু যিসকল ধৰ্ম্মপৰায়ণ সেইসকলৰ নিমিত্তে পৰলোকৰ বাস-স্থান নিশ্চয় অতি উত্তম; তোমালোকে এতিয়াও নুবুজা নে?

حَتّٰٓى اِذَا اسْتَيْـَٔسَ الرُّسُلُ وَظَنُّوْٓا اَنَّهُمْ قَدْ كُذِبُوْا جَآءَهُمْ نَصْرُنَاۙ فَنُجِّيَ مَنْ نَّشَآءُؕ وَلَا يُرَدُّ بَاْسُنَا عَنِ الْقَوْمِ الْمُجْرِمِيْنَ ۝١١١

১১১) অৱশেষত (অবিশ্বাসীবিলাকৰ সম্বন্ধে) যি সময়ত ৰচুলসকল নিৰাশ হৈ পৰিল, আৰু সেই অবিশ্বাসীবিলাকে ভাবিলে যি বিষয়ে সিহঁতক অঙ্গীকাৰ দিয়া হৈছিল সি মিছা হ'ল, (ঠিক) সেই সময়তে তেওঁলোকলৈ আহি পালে আমাৰ (বিশেষ) সাহায্য; তাৰ দ্বাৰা যাকে আমাৰ ইচ্ছা তাকে ৰক্ষা কৰা হ'ল; কিন্তু আমাৰ শাস্তি কেতিয়াও নিবৃত্ত নহয় পাপীষ্ঠ জাতিৰ পৰা।

لَقَدْ كَانَ فِيْ قَصَصِهِمْ عِبْرَةٌ لِّاُولِى الْاَلْبَابِؕ مَا كَانَ حَدِيْثًا يُّفْتَرٰى وَلٰكِنْ تَصْدِيْقَ الَّذِيْ بَيْنَ يَدَيْهِ وَتَفْصِيْلَ كُلِّ شَيْءٍ وَّهُدًى وَّرَحْمَةً لِّقَوْمٍ يُّؤْمِنُوْنَ ۝١١١

১১২) স্বৰূপতে সিহঁতৰ ইতিবৃত্তৰ মাজত বোধ-শক্তি থকাবিলাকৰ নিমিত্তে আছে শিকনি; এই (কোৰান) সাজি লোৱা বাণী নহয়, বৰঞ্চ ই পূৰ্ব্বগামী সত্যৰ সমৰ্থন আৰু সকলো (আৱশ্যকীয়) বিষয়ৰ বিবৰণ স্বৰূপ; আৰু বিশ্বাসীসকলৰ নিমিত্তে ই পথপ্ৰদৰ্শন আৰু করুণা।

سُوْرَةُ الرَّعْدِ مَكِّيَّةٌ

চুৰা ১৩ AL-RA'D **আৰ্-ৰা'দ ঃ বজ্ৰ** মক্কাত অৱতীৰ্ণ

১) পৰম করুণাময়, পৰম দানশীল আল্লাৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

২) আলিফ্, লাম, মীম, ৰা; এইবিলাক হৈছে ধৰ্ম্মগ্ৰন্থৰ আয়তসমূহ; আৰু তোমাৰ প্ৰভুৰ পৰা তোমাৰ প্ৰতি (হে মহম্মদ,) যি অৱতীৰ্ণ কৰা হৈছে সি সত্য; কিন্তু সৰহভাগ মানুহে বিশ্বাস নকৰে।

الٓمّٓرٰ ۚ تِلْكَ اٰيٰتُ الْكِتٰبِ ۗ وَالَّذِيْٓ اُنْزِلَ اِلَيْكَ مِنْ رَّبِّكَ الْحَقُّ وَلٰكِنَّ اَكْثَرَ النَّاسِ لَا يُؤْمِنُوْنَ ②

৩) যিজনে তোমালোকৰ দৃষ্টিত পৰা স্তম্ভ নোহোৱাকৈ আকাশমণ্ডলীক উৰ্দ্ধলোকত তুলি ৰাখিছে সেইজনেই আল্লা; পিছত তেওঁ প্ৰতিষ্ঠিত হ'ল মহা-সিংহাসনৰ ওপৰত; আৰু তেওঁ সূৰ্য্য আৰু চন্দ্ৰক (নিজ বিধানৰ) অধীন কৰিলে,— প্ৰত্যেকে নিৰূপিত সময় অনুযায়ী (নিজ পথেদি) আবৰ্ত্তন কৰে; সকলো বিষয় নিয়ন্ত্ৰণ কৰে তেৱেঁই, আৰু তেৱেঁই বিস্তাৰিতভাৱে বৰ্ণনা কৰে নিদৰ্শন-সমূহ; তাৰ উদ্দেশ্য হৈছে, তোমালোকে যেন নিজ প্ৰতিপালকৰ সাক্ষাৎ পোৱাত নিশ্চিতকৈ বিশ্বাস কৰা।

اَللّٰهُ الَّذِيْ رَفَعَ السَّمٰوٰتِ بِغَيْرِ عَمَدٍ تَرَوْنَهَا ثُمَّ اسْتَوٰى عَلَى الْعَرْشِ وَسَخَّرَ الشَّمْسَ وَالْقَمَرَ ۗ كُلٌّ يَّجْرِيْ لِاَجَلٍ مُّسَمًّى ۗ يُدَبِّرُ الْاَمْرَ يُفَصِّلُ الْاٰيٰتِ لَعَلَّكُمْ بِلِقَآءِ رَبِّكُمْ تُوْقِنُوْنَ ③

৪) আৰু এই পৃথিৱী তেৱেঁই প্ৰসাৰিত কৰিছে, আৰু তাত তেওঁ সৃষ্টি কৰিছে বহু পৰ্ব্বত আৰু বহু নদ-নদী; আৰু তাৰ মাজত তেওঁ ফল সৃজন কৰিছে, যোৰা যোৰাকৈ, দুবিধ দুবিধ; তেৱেঁই আবৃত কৰে দিনক নিশাৰে চিন্তাশীল মানুহৰ নিমিত্তে ইয়াৰ মাজত নিশ্চয় বহু নিদৰ্শন নিহিত আছে।

وَهُوَ الَّذِيْ مَدَّ الْاَرْضَ وَجَعَلَ فِيْهَا رَوَاسِيَ وَاَنْهٰرًا ۗ وَمِنْ كُلِّ الثَّمَرٰتِ جَعَلَ فِيْهَا زَوْجَيْنِ اثْنَيْنِ يُغْشِي الَّيْلَ النَّهَارَ ۗ اِنَّ فِيْ ذٰلِكَ لَاٰيٰتٍ لِّقَوْمٍ يَّتَفَكَّرُوْنَ ④

৫) আৰু পৃথিৱীত আছে (খেতিৰ) মাটি, বেলেগ বেলেগ আৰু লগালগিকৈ; আৰু আছে আঙুৰৰ

وَفِي الْاَرْضِ قِطَعٌ مُّتَجٰوِرٰتٌ وَّجَنّٰتٌ مِّنْ اَعْنَابٍ وَّ

বহু- উদ্যান, আৰু শস্যক্ষেত্ৰ, আৰু খেজুৰৰ গছবোৰ—একে শিপাৰে নাইবা বেলেগ বেলেগ শিপাৰ পৰা উৎপন্ন ; আটাইবোৰক একে পানীৰে সিঁচা হয়, অথচ খাদ্যৰূপে এবিধ ফলক আন এবিধ ফলতকৈ অমি শ্ৰেষ্ঠ কৰিছোঁ ; বুদ্ধিমন্ত লোকৰ নিমিত্তে নিশ্চয় ইয়াৰ মাজত আছে বহু নিদৰ্শন।

زَرْعٌ وَّنَخِيْلٌ صِنْوَانٌ وَّغَيْرُ صِنْوَانٍ يُّسْقٰى بِمَآءٍ وَّاحِدٍ وَنُفَضِّلُ بَعْضَهَا عَلٰى بَعْضٍ فِي الْاُكُلِ اِنَّ فِيْ ذٰلِكَ لَاٰيٰتٍ لِّقَوْمٍ يَّعْقِلُوْنَ ④

৬) আৰু তুমি যদি বিস্মিত হোৱা, সিহঁতে এনে কথা কোৱায়ে বিস্ময়কৰ—আমি মৃত্যুৰ পিছত মৃত্তিকাত পৰিণত হলে নতুনকৈ আমাৰ সৃষ্টি সচাকৈয়ে হ্ব পাৰে নে ? এই বিলাকেই নিজ প্ৰভুত অবিশ্বাস কৰিছে ; আৰু এই বিলাকৰ কণ্ঠসমূহত পৰিব শিকলিবিলাক, আৰু এনেবিলাকেই হ'ব নৰকৰ অগ্নিৰ অধিবাসী ; তাতেই সিহঁত স্থায়ীৰূপে বাস কৰিব।

وَاِنْ تَعْجَبْ فَعَجَبٌ قَوْلُهُمْ ءَاِذَا كُنَّا تُرٰبًا ءَاِنَّا لَفِيْ خَلْقٍ جَدِيْدٍ ۬ اُولٰٓئِكَ الَّذِيْنَ كَفَرُوْا بِرَبِّهِمْ وَاُولٰٓئِكَ الْاَغْلٰلُ فِيْٓ اَعْنَاقِهِمْ وَاُولٰٓئِكَ اَصْحٰبُ النَّارِ هُمْ فِيْهَا خٰلِدُوْنَ ⑤

৭) আৰু তোমাক সিহঁতে খাটিছে, তুমি যেন মঙ্গলৰ পূৰ্ব্বে অমঙ্গল শীঘ্ৰে লৈ আহাঁ, অথচ সিহঁতৰ পূৰ্ব্বে বহু ঘটনা দৃষ্টান্তস্বৰূপ ঘটি গৈছে ; আৰু কোনো সন্দেহ নাই, তোমাৰ প্ৰভু মানৱৰ নিমিত্তে সিহঁতৰ অন্যায় আচৰণ সত্ত্বেও মাৰ্জ্জনা-শীল ; আৰু ইয়াতো কোনো সন্দেহ নাই, (পাপিষ্ঠবিলাকক) শাস্তি দিয়াত তোমাৰ প্ৰভু কঠোৰ।

وَيَسْتَعْجِلُوْنَكَ بِالسَّيِّئَةِ قَبْلَ الْحَسَنَةِ وَقَدْ خَلَتْ مِنْ قَبْلِهِمُ الْمَثُلٰتُ وَاِنَّ رَبَّكَ لَذُوْ مَغْفِرَةٍ لِّلنَّاسِ عَلٰى ظُلْمِهِمْ وَاِنَّ رَبَّكَ لَشَدِيْدُ الْعِقَابِ ⑥

৮) আৰু অবিশ্বাসীবিলাকে সোধে, তেওঁৰ প্ৰতি তেওঁৰ প্ৰভুৰ পৰা কোনো নিদৰ্শন কিয় অৱতীৰ্ণ হোৱা নাই ? অথচ (সিহঁতে জনা উচিত) তুমি এজন সতৰ্ককাৰী মাথোন ; আৰু একোজন পথ-প্ৰদৰ্শক পঠোৱা হয় প্ৰত্যেক জাতিৰ নিমিত্তে।

وَيَقُوْلُ الَّذِيْنَ كَفَرُوْا لَوْلَآ اُنْزِلَ عَلَيْهِ اٰيَةٌ مِّنْ رَّبِّهٖ اِنَّمَآ اَنْتَ مُنْذِرٌ وَّلِكُلِّ قَوْمٍ هَادٍ ⑦

৯) প্ৰত্যেক তিৰোতাই যি গৰ্ভত ধাৰণ কৰে তাক আৰু সেই গৰ্ভবিলাকৰ হ্ৰাস হোৱা আৰু বৃদ্ধি

اَللّٰهُ يَعْلَمُ مَا تَحْمِلُ كُلُّ اُنْثٰى وَمَا تَغِيْضُ الْاَرْحَامُ

হোৰা সকলো আল্লাই জানে; আৰু তেওঁৰে ওচৰত আছে সকলো বস্তুৰ উপযুক্ত পৰিমাণ।

وَمَا تَزْدَادُ ۖ وَكُلُّ شَيْءٍ عِندَهُ بِمِقْدَارٍ ⑧

১০) অদৃশ্য আৰু দৃশ্য সকলো বিষয়ে তেওঁ পৰিজ্ঞাত; তেওঁ অতি মহান, গৌৰৱময়।

عَالِمُ الْغَيْبِ وَالشَّهَادَةِ الْكَبِيرُ الْمُتَعَالِ ⑩

১১) তোমালোকৰ মাজৰ যেয়ে কথা গোপনে ৰাখে আৰু যেয়ে তাকে প্ৰকাশ কৰে, আৰু যেয়ে নিশাৰ আন্ধাৰত লুকাই থাকে আৰু যেয়ে দিনৰ পোহৰত ফুৰা-চকা কৰে, (তেওঁৰ চকুত) এই-বিলাক সকলো সমান।

سَوَاءٌ مِّنكُم مَّنْ أَسَرَّ الْقَوْلَ وَمَن جَهَرَ بِهِ وَمَنْ هُوَ مُسْتَخْفٍ بِاللَّيْلِ وَسَارِبٌ بِالنَّهَارِ ⑪

১২) মানুহৰ সম্মুখত আৰু তাৰ পিছত তাৰ নিমিত্তে আছে এনে প্ৰহৰীবিলাক যিবিলাকে, ইজনৰ পিছত সিজনে, আল্লাৰ আদেশ অনুসাৰে তাক ৰক্ষা কৰি থাকে। ইয়াত অকণো সন্দেহ নাই, কোনো জাতিয়ে নিজেই নিজৰ অৱস্থা পৰিবৰ্ত্তন নকৰিলে, আল্লাই সিহঁতৰ অৱস্থাৰ কোনো পৰিবৰ্ত্তন নকৰে; আল্লাই কোনো জাতিৰ অমঙ্গল ইচ্ছা কৰিলে তাৰ কোনো প্ৰতিৰোধ নাই; আৰু সিহঁতৰ নিমিত্তে এজনো ৰক্ষা কৰোঁতা নাই তেওঁৰ বাহিৰে।

لَهُ مُعَقِّبَاتٌ مِّن بَيْنِ يَدَيْهِ وَمِنْ خَلْفِهِ يَحْفَظُونَهُ مِنْ أَمْرِ اللَّهِ ۗ إِنَّ اللَّهَ لَا يُغَيِّرُ مَا بِقَوْمٍ حَتَّىٰ يُغَيِّرُوا مَا بِأَنفُسِهِمْ ۗ وَإِذَا أَرَادَ اللَّهُ بِقَوْمٍ سُوءًا فَلَا مَرَدَّ لَهُ ۚ وَمَا لَهُم مِّن دُونِهِ مِن وَالٍ ⑫

১৩) তেৱেঁই তোমালোকক বিজুলী দেখুৱায়, যাতে (তোমালোকৰ মনত) ভয় আৰু আশাৰ সঞ্চাৰ হয়, আৰু (পানীৰে) গধুৰ মেঘমালা তেৱেঁই পৰিচালন কৰে।

هُوَ الَّذِي يُرِيكُمُ الْبَرْقَ خَوْفًا وَطَمَعًا وَيُنشِئُ السَّحَابَ الثِّقَالَ ⑬

১৪) আৰু প্ৰশংসাৰে সৈতে বজ্ৰই, আৰু ফিৰিশ্‌তাবিলাকেও, তেওঁলৈ ত্ৰাসিত হৈ তেওঁৰ পৱিত্ৰতাৰ কীৰ্ত্তন কৰে; আৰু তেৱেঁই বজ্ৰসমূহ নমাই তাৰ দবাৰা যাকে ইচ্ছা তাকেই আহত কৰে; তত্ৰাচ আল্লাৰ সম্বন্ধে সিহঁতে তৰ্ক-বিতৰ্কহে কৰে; আৰু ·(সিহঁতে জনা উচিত) আল্লা কঠোৰ ক্ষমতাশালী।

وَيُسَبِّحُ الرَّعْدُ بِحَمْدِهِ وَالْمَلَائِكَةُ مِنْ خِيفَتِهِ وَيُرْسِلُ الصَّوَاعِقَ فَيُصِيبُ بِهَا مَن يَشَاءُ وَهُمْ يُجَادِلُونَ فِي اللَّهِ وَهُوَ شَدِيدُ الْمِحَالِ ⑬

১৫) তেওঁকেই আহ্বান কৰা যথাৰ্থ আহ্বান; আৰু তেওঁত বিনে যিবিলাকক সিহঁতে আহ্বান কৰে সেইবিলাকে সিহঁতক কোনো উত্তৰকে নিদিয়ে—(সিহঁত হৈছে) সেইজনৰ সদৃশ যিজনে (পিয়াহত আকুল হৈ) পানীৰ পিনে নিজৰ হাতদুখন মেলি থাকে যাতে পানী তাৰ মুখত পৰে, কিন্তু সেই পানী তালৈ নাপায়হি; ইয়াৰ কাৰণ এই, অবিশ্বাসীবিলাকে প্ৰাৰ্থনা কৰা ভ্ৰান্তিত পৰাৰ বাহিৰে একোকে নহয়।

لَهٗ دَعْوَةُ الْحَقِّ ۖ وَالَّذِيْنَ يَدْعُوْنَ مِنْ دُوْنِهٖ لَا يَسْتَجِيْبُوْنَ لَهُمْ بِشَيْءٍ اِلَّا كَبَاسِطِ كَفَّيْهِ اِلَى الْمَآءِ لِيَبْلُغَ فَاهُ وَمَا هُوَ بِبَالِغِهٖ ۚ وَمَا دُعَآءُ الْكٰفِرِيْنَ اِلَّا فِيْ ضَلٰلٍ ﴿١٥﴾

১৬) আৰু আকাশমণ্ডলী আৰু পৃথিৱীৰ মাজত যি আছে সকলোৱে ইচ্ছাৰে হওক বা অনিচ্ছাৰে হওক, আল্লাৰেই বাধ্যতা স্বীকাৰ কৰে, আৰু তাৰ ছাঁবিলাকেও (তেনে কৰে) পুৱা আৰু সন্ধ্যা।

وَلِلّٰهِ يَسْجُدُ مَنْ فِي السَّمٰوٰتِ وَالْاَرْضِ طَوْعًا وَّكَرْهًا وَّظِلٰلُهُمْ بِالْغُدُوِّ وَالْاٰصَالِ ﴿١٦﴾

১৭) (হে ৰছুল,) তুমি প্ৰশ্ন কৰাঁ, আকাশমণ্ডলী আৰু পৃথিৱীৰ প্ৰভু কোন? তুমিয়ে (সিহঁতক) উত্তৰ দিয়াঁ, আল্লা। তুমি (আৰু) সোধা, তেন্তে তোমালোকে তেওঁত ভিন্ন এনেবিলাকক বন্ধুৰূপে কিয় গ্ৰহণ কৰিছা যিবিলাক নিজৰে উপকাৰ আৰু অপকাৰ সাধন কৰিবলৈ অসমৰ্থ? (আৰু) প্ৰশ্ন কৰাঁ, দৃষ্টিহীন আৰু দৃষ্টিশালী দুয়ো সমান হ'ব পাৰে নে? অথবা, ঘোৰ অন্ধকাৰ আৰু আলোক সমতুল্য হ'ব পাৰে নে? নাইবা সিহঁতে আল্লাৰ সমানে এনে অংশীবিলাক স্থিৰ কৰি লৈছে নে, যিবিলাকে তেওঁ সৃষ্টি কৰা দৰে (বহুতো বস্তু) সৃষ্টি কৰিছে; আৰু তেনে সৃষ্টি সিহঁতৰ চকুত (আল্লাৰ) সৃষ্টিৰ অনুৰূপ? তুমি কোৱাঁ, সকলো বস্তুৰে সৃজন কৰোঁতা হৈছে আল্লা; আৰু তেৱেঁই এক-অদ্বিতীয়, পৰাক্ৰমশালী।

قُلْ مَنْ رَّبُّ السَّمٰوٰتِ وَالْاَرْضِ ۚ قُلِ اللّٰهُ ۚ قُلْ اَفَاتَّخَذْتُمْ مِّنْ دُوْنِهٖۤ اَوْلِيَآءَ لَا يَمْلِكُوْنَ لِاَنْفُسِهِمْ نَفْعًا وَّلَا ضَرًّا ۚ قُلْ هَلْ يَسْتَوِي الْاَعْمٰى وَالْبَصِيْرُ ۙ اَمْ هَلْ تَسْتَوِي الظُّلُمٰتُ وَالنُّوْرُ ۚ اَمْ جَعَلُوْا لِلّٰهِ شُرَكَآءَ خَلَقُوْا كَخَلْقِهٖ فَتَشَابَهَ الْخَلْقُ عَلَيْهِمْ ۚ قُلِ اللّٰهُ خَالِقُ كُلِّ شَيْءٍ وَّهُوَ الْوَاحِدُ الْقَهَّارُ ﴿١٧﴾

১৮) তেৱেঁই মেঘৰ পৰা বৰষুণ নমায়; তাৰ ফলত উপত্যকাৰ প্ৰবাহসমূহ নিজ নিজ আয়তন অনুসাৰে বৈ যায়; আৰু যি ফেন-ফোটোকাৰ পানীৰ ওপৰত (ওপঙি থাকে) তাকে প্ৰবল সোঁতে

اَنْزَلَ مِنَ السَّمَآءِ مَآءً فَسَالَتْ اَوْدِيَةٌۢ بِقَدَرِهَا فَاحْتَمَلَ السَّيْلُ زَبَدًا رَّابِيًا ۚ وَمِمَّا يُوْقِدُوْنَ

عَلَيْهِ فِي النَّارِ ابْتِغَاءَ حِلْيَةٍ أَوْ مَتَاعٍ زَبَدٌ مِّثْلُهُ ۚ
كَذَٰلِكَ يَضْرِبُ اللَّهُ الْحَقَّ وَالْبَاطِلَ ۚ فَأَمَّا الزَّبَدُ
فَيَذْهَبُ جُفَاءً ۖ وَأَمَّا مَا يَنفَعُ النَّاسَ فَيَمْكُثُ
فِي الْأَرْضِ ۚ كَذَٰلِكَ يَضْرِبُ اللَّهُ الْأَمْثَالَ ﴿١٨﴾

উটাই নিয়ে। আৰু অলঙ্কাৰ বা কোনো প্ৰকাৰৰ প্ৰাত্ৰ গঢ়িবলৈ সিহঁতে যি ধাতুকে অগ্নিৰ তাপত গলায় তাৰ পৰাও সেই ধৰণৰ ফেন-ফোটোকাৰ ওলায়। এইদৰে আল্লাই ব্যক্ত কৰে সত্য আৰু অসত্যৰ উপমা। গতিকে সেই ফেন-ফোটোকাৰ কামত নলগা মলিৰ দৰে পেলনি যায়; কিন্তু যি মানৱৰ হিত সাধন কৰে সি মাটিতে ৰৈ যায়; আল্লাই উপমাসমূহৰ অৱতাৰণা কৰে এই দৰেই।

لِلَّذِينَ اسْتَجَابُوا لِرَبِّهِمُ الْحُسْنَىٰ ۚ وَالَّذِينَ لَمْ يَسْتَجِيبُوا
لَهُ لَوْ أَنَّ لَهُم مَّا فِي الْأَرْضِ جَمِيعًا وَمِثْلَهُ مَعَهُ
لَافْتَدَوْا بِهِ ۚ أُولَٰئِكَ لَهُمْ سُوءُ الْحِسَابِ وَمَأْوَاهُمْ
جَهَنَّمُ ۖ وَبِئْسَ الْمِهَادُ ﴿١٩﴾

১৯) যিসকলে নিজ প্ৰভুৰ আদেশ পালন কৰে সেইসকলৰ নিমিত্তে আছে (চিৰকালৰ) মঙ্গল; কিন্তু যিবিলাকে তেওঁৰ আদেশৰ বিৰুদ্ধে চলে, যদি সিহঁত পৃথিৱীৰ সকলো বস্তুৰ, আৰু তাৰ লগতে তাৰ সমান আৰু বস্তুৰ গৰাকী হয়, সিহঁতে (শাস্তিৰ পৰা ৰক্ষা পাবৰ নিমিত্তে) গোটেইখিনি মোচন-মূল্য স্বৰূপ দিবলৈ ইচ্ছা কৰিব, (কিন্তু তাকে গ্ৰহণ কৰা নহব; সিহঁতৰ পৰা লেখ লোৱা হব টানকৈ; আৰু সিহঁতৰ আশ্ৰয়-স্থল হব নৰক; আৰু নৰক জিৰণিৰ কি নিকৃষ্ট ঠাই!

أَفَمَن يَعْلَمُ أَنَّمَا أُنزِلَ إِلَيْكَ مِن رَّبِّكَ الْحَقُّ كَمَنْ
هُوَ أَعْمَىٰ ۚ إِنَّمَا يَتَذَكَّرُ أُولُو الْأَلْبَابِ ﴿٢٠﴾

২০) (হে ৰচুল,) কি! তোমাৰ প্ৰতি তোমাৰ প্ৰভুৰ পৰা যি অৱতীৰ্ণ হৈছে তাক যিজনে সত্য বুলি জানিছে তেওঁ সেইজনৰ নিচিনা হ'ব পাৰে নে যি অন্ধ? উপদেশ গ্ৰহণ কৰে কেৱল বোধশক্তি থকাসকলে,—

الَّذِينَ يُوفُونَ بِعَهْدِ اللَّهِ وَلَا يَنقُضُونَ الْمِيثَاقَ ﴿٢١﴾

২১) যিসকলে আল্লাৰ সৈতে কৰা অঙ্গীকাৰ পূৰ্ণ কৰে, আৰু কেতিয়াও চুক্তি ভঙ্গ নকৰে,

وَالَّذِينَ يَصِلُونَ مَا أَمَرَ اللَّهُ بِهِ أَن يُوصَلَ وَ
يَخْشَوْنَ رَبَّهُمْ وَيَخَافُونَ سُوءَ الْحِسَابِ ﴿٢٢﴾

২২) যিসকলে যেনে সম্বন্ধ স্থাপন কৰিবলৈ আল্লাই আদেশ দিছে তেনে সম্বন্ধ স্থাপন কৰে, আৰু নিজ প্ৰভুৰ ভয় ৰাখে, আৰু যিসকল (শেহ-দিনৰ) কঠোৰ লেখ সম্বন্ধে আতঙ্কিত থাকে,

وَالَّذِينَ صَبَرُوا ابْتِغَاءَ وَجْهِ رَبِّهِمْ وَأَقَامُوا

২৩) আৰু যি সকলে নিজ প্ৰভুৰ সন্তুষ্টিৰ অৰ্থে

ধৈৰ্য্য ধাৰণ কৰে আৰু নমাজৰ অনুষ্ঠান কৰে, আৰু তেওঁলোকক আমি যি সম্পদ দান কৰিছোঁ তাৰ পৰা ব্যয় কৰে, গোপনে আৰু প্ৰকাশ্যে, আৰু মঙ্গল দবাৰা অমঙ্গলৰ প্ৰতিবিধান কৰে; সেই-সকলৰ নিমিত্তে আছে পৰলোকৰ উত্তম বাসস্থান,

الصَّلٰوةَ وَاَنْفَقُوْا مِمَّا رَزَقْنٰهُمْ سِرًّا وَّعَلَانِيَةً وَّ
يَدْرَءُوْنَ بِالْحَسَنَةِ السَّيِّئَةَ اُولٰٓئِكَ لَهُمْ عُقْبَى
الدَّارِ ﴿٢٢﴾

২৪) চিৰকলীয়া কাননসমূহ, যাৰ ভিতৰত সেইসকলে প্ৰৱেশ কৰিব; আৰু তেওঁলোকৰ পিতৃবিলাকৰ আৰু তেওঁলোকৰ পত্নীবিলাকৰ আৰু তেওঁলোকৰ সন্তান সন্ততিৰ মাজৰ যিবিলাক ধৰ্ম্মপৰায়ণ সেইসকলেও (প্ৰৱেশ কৰিব), আৰু ফিৰিশ্তাবিলাকেও প্ৰৱেশ কৰি তেওঁলোকৰ সম্মুখত উপস্থিত হ'ব প্ৰত্যেক দুৱাৰেদি।

جَنّٰتُ عَدْنٍ يَّدْخُلُوْنَهَا وَمَنْ صَلَحَ مِنْ اٰبَآئِهِمْ
وَاَزْوَاجِهِمْ وَذُرِّيّٰتِهِمْ وَالْمَلٰٓئِكَةُ يَدْخُلُوْنَ عَلَيْهِمْ
مِّنْ كُلِّ بَابٍ ﴿٢٣﴾

২৫) (আৰু কব) তোমালোকৰ প্ৰতি শান্তি বৰ্ষণ হওক! কিয়নো তোমালোকে ধৈৰ্য্য ধাৰণ কৰিছিলা; গতিকে (তোমালোকলৈ স্থাপিত হ'ল) পৰলোকৰ কেনে উৎকৃষ্ট বাসস্থান!

سَلٰمٌ عَلَيْكُمْ بِمَا صَبَرْتُمْ فَنِعْمَ عُقْبَى الدَّارِ ﴿٢٤﴾

২৬) আৰু চুক্তি স্থাপন হৈ যোৱাৰ পাছত যিবিলাকে আল্লাৰ সৈতে কৰা অঙ্গীকাৰ ভঙ্গ কৰে আৰু যি সম্বন্ধ স্থাপন কৰিবলৈ আল্লাই আদেশ দিছে তাকে ছিঙি পেলায়, আৰু পৃথিৱীত অশান্তিৰ সৃষ্টি কৰে, সিহঁতৰ ওপৰত পৰিব (আল্লাৰ) অভিশাপ, আৰু সিহঁতৰ নিমিত্তে থাকিব নিকৃষ্ট বাসস্থান।

وَالَّذِيْنَ يَنْقُضُوْنَ عَهْدَ اللّٰهِ مِنْۢ بَعْدِ مِيْثَاقِهٖ
وَيَقْطَعُوْنَ مَآ اَمَرَ اللّٰهُ بِهٖٓ اَنْ يُّوْصَلَ وَيُفْسِدُوْنَ
فِى الْاَرْضِ اُولٰٓئِكَ لَهُمُ اللَّعْنَةُ وَلَهُمْ سُوْٓءُ الدَّارِ ﴿٢٥﴾

২৭) যাৰে ইচ্ছা তাৰে নিমিত্তে আল্লাই জীৱিকা প্ৰশস্ত কৰে, আৰু (প্ৰয়োজন মতে) সঙ্কীৰ্ণ কৰে; আৰু সিহঁত পাৰ্থিৱ জীৱন লৈ আনন্দিত; কিন্তু পৰকালৰ তুলনাত পাৰ্থিৱ জীৱন খন্তেকীয়া সম্বল মাত্ৰ।

اَللّٰهُ يَبْسُطُ الرِّزْقَ لِمَنْ يَّشَآءُ وَيَقْدِرُ وَفَرِحُوْا
بِالْحَيٰوةِ الدُّنْيَا وَمَا الْحَيٰوةُ الدُّنْيَا فِى الْاٰخِرَةِ اِلَّا
مَتَاعٌ ﴿٢٦﴾ ع

২৮) আৰু যিবিলাক অবিশ্বাসী সেইবিলাকে

وَيَقُوْلُ الَّذِيْنَ كَفَرُوْا لَوْلَآ اُنْزِلَ عَلَيْهِ اٰيَةٌ مِّنْ

কয়, তেওঁৰ প্ৰতি তেওঁৰ প্ৰভুৰ পৰা কোনো নিদৰ্শন কিয় অৱতীৰ্ণ হোৱা নাই? তুমি কোৱাঁ, আল্লাই যাকে ইচ্ছা তাকে ভ্ৰান্তিত পৰিব দিয়ে; আৰু তেওঁ নিজৰ ফালে বাট দেখুৱায় সেইজনক যিজনে (তেওঁৰ ফালে) ঘূৰি যাবলৈ বিচাৰে।

رَّبِّهٖ ؕ قُلۡ اِنَّ اللّٰهَ يُضِلُّ مَنۡ يَّشَآءُ وَيَهۡدِىۡۤ اِلَيۡهِ مَنۡ اَنَابَ ۖۚ ﴿۲۷﴾

২৯) তেওঁলোকেই বিশ্বাস কৰে; আৰু আল্লাৰ (বেছিকৈ) স্মৰণ কৰাৰ ফলত তেওঁলোকৰ অন্তৰসমূহে শান্তি লাভ কৰে; মন কৰিবা, অন্তৰসমূহে শান্তি লাভ কৰে আল্লাক বেছিকৈ স্মৰণ কৰিলে।

اَلَّذِيۡنَ اٰمَنُوۡا وَتَطۡمَٮِٕنُّ قُلُوۡبُهُمۡ بِذِكۡرِ اللّٰهِ ‌ؕ اَلَا بِذِكۡرِ اللّٰهِ تَطۡمَٮِٕنُّ الۡقُلُوۡبُ ؕ ﴿۲۸﴾

৩০) যিসকলে বিশ্বাস কৰে আৰু সজ কাম কৰে সেইসকলৰ নিমিত্তে আছে স্বৰ্গীয় সুখ আৰু উৎকৃষ্ট প্ৰত্যাবৰ্ত্তন।

اَلَّذِيۡنَ اٰمَنُوۡا وَعَمِلُوا الصّٰلِحٰتِ طُوۡبٰى لَهُمۡ وَحُسۡنُ مَاٰبٍ ﴿۲۹﴾

৩১) এইদৰে আমি তোমাক এনে এটা সম্প্ৰদায়লৈ প্ৰেৰণ কৰিছোঁ যাৰ পূৰ্ব্বে বহুতো সম্প্ৰদায় অন্তৰ্হিত হৈ গৈছে,—এই অৰ্থে, যাতে যি (কোৰান) আমি তোমাৰ প্ৰতি প্ৰত্যাদেশ কৰিছোঁ তাকে সিহঁতৰ আগত পাঠ কৰা। তত্ৰাচ সিহঁতে করুণাময় বিধাতাৰ (অস্তিত্ব) অস্বীকাৰ কৰে। তুমি কোৱাঁ, তেৱেঁই মোৰ প্ৰভু; তেওঁত ভিন্ন আৰু কেও উপাস্য নাই; তেওঁৰেই ওপৰত মই ভৰসা কৰিছোঁ; আৰু তেওঁৰেই ফালে হ'ব মোৰ প্ৰত্যাবৰ্ত্তন।

كَذٰلِكَ اَرۡسَلۡنٰكَ فِىۡۤ اُمَّةٍ قَدۡ خَلَتۡ مِنۡ قَبۡلِهَاۤ اُمَمٌ لِّتَتۡلُوَا۟ عَلَيۡهِمُ الَّذِىۡۤ اَوۡحَيۡنَاۤ اِلَيۡكَ وَهُمۡ يَكۡفُرُوۡنَ بِالرَّحۡمٰنِ‌ ؕ قُلۡ هُوَ رَبِّىۡ لَاۤ اِلٰهَ اِلَّا هُوَ‌ ۚ عَلَيۡهِ تَوَكَّلۡتُ وَاِلَيۡهِ مَتَابِ ﴿۳۰﴾

৩২) আৰু যদি এই কোৰানৰ দবাৰা পৰ্ব্বত-সমূহক সঞ্চালন কৰা হয়, নাইবা তাৰ দবাৰা পৃথিবীক ছিন্ন কৰা হয়, নাইবা তাৰ গুণে মৃত মানুহক কথা পাতিবলৈ সমৰ্থ কৰা হয় (তথাপি তাত সিহঁতে কেতিয়াও বিশ্বাস নকৰে)। নহয়, (প্ৰকৃত কথা এই) সকলো বিষয়ৰ নিয়ন্ত্ৰণ আল্লাৰ হাতত। কি! বিশ্বাসীবিলাকে (এতিয়াও) জানিব পৰা নাই নে, আল্লাই ইচ্ছা কৰা হলে, সমগ্ৰ মানৱ

وَلَوۡ اَنَّ قُرۡاٰنًا سُيِّرَتۡ بِهِ الۡجِبَالُ اَوۡ قُطِّعَتۡ بِهِ الۡاَرۡضُ اَوۡ كُلِّمَ بِهِ الۡمَوۡتٰى‌ ؕ بَلْ لِّلّٰهِ الۡاَمۡرُ جَمِيۡعًا ‌ؕ اَفَلَمۡ يَايۡـَٔسِ الَّذِيۡنَ اٰمَنُوۡۤا اَنۡ لَّوۡ يَشَآءُ اللّٰهُ لَهَدَى النَّاسَ جَمِيۡعًا ‌ؕ وَلَا يَزَالُ الَّذِيۡنَ كَفَرُوۡا تُصِيۡبُهُمۡ بِمَا صَنَعُوۡا قَارِعَةٌ اَوۡ تَحُلُّ قَرِيۡبًا مِّنۡ دَارِهِمۡ حَتّٰى

يَأْتِيَ وَعْدُ اللّٰهِ ۗ اِنَّ اللّٰهَ لَا يُخْلِفُ الْمِيْعَادَ ﴿٣١﴾

জাতিক সুপথ প্ৰদৰ্শন কৰিলেহেঁতেন; আৰু অবিশ্বাসীবিলাকে যি কু-কাৰ্য্য কৰিছে তাৰ বাবে সিহঁতৰ ওপৰত পৰিব বিপদৰ পাছত বিপদ, নাইবা সিহঁতৰ বাসস্থানৰ ওচৰতেই বিপদ উপনীত হ'ব। কালক্ৰমে আল্লাৰ প্ৰতিশ্ৰুতি পূৰ্ণ হ'বৰ সময় পাবহি; ইয়াত একো সন্দেহ নাই, আল্লাই নিজ অঙ্গীকাৰ কদাপি ভঙ্গ নকৰে।

وَلَقَدِ اسْتُهْزِئَ بِرُسُلٍ مِّنْ قَبْلِكَ فَاَمْلَيْتُ لِلَّذِيْنَ كَفَرُوْا ثُمَّ اَخَذْتُهُمْ ۗ فَكَيْفَ كَانَ عِقَابِ ﴿٣٢﴾

৩৩) স্বৰূপতে তোমাৰ পূৰ্ব্বে অহা ৰছুলসকলৰ সৈতেও উপহাস কৰা হৈছিল। কিন্তু মই অবিশ্বাসীবিলাকক (পোনতে) অৱসৰ দিছিলোঁ, পিছত (আত্ম সংশোধন নকৰাৰ বাবে) সিহঁতক ধৰিলোঁ; তেতিয়া (বিৰুদ্ধ আচাৰৰ) প্ৰতিফল কেনে (ভীষণ) আছিল!

اَفَمَنْ هُوَ قَآئِمٌ عَلٰى كُلِّ نَفْسٍۭ بِمَا كَسَبَتْ ۚ وَجَعَلُوْا لِلّٰهِ شُرَكَآءَ ؕ قُلْ سَمُّوْهُمْ ؕ اَمْ تُنَبِّئُوْنَهٗ بِمَا لَا يَعْلَمُ فِى الْاَرْضِ اَمْ بِظَاهِرٍ مِّنَ الْقَوْلِ ؕ بَلْ زُيِّنَ لِلَّذِيْنَ كَفَرُوْا مَكْرُهُمْ وَصُدُّوْا عَنِ السَّبِيْلِ ؕ وَمَنْ يُّضْلِلِ اللّٰهُ فَمَا لَهٗ مِنْ هَادٍ ﴿٣٣﴾

৩৪) আৰু, প্ৰত্যেক আত্মাই যি অৰ্জ্জন কৰিছে তাক যিজনে নিৰীক্ষণ কৰি থাকে (এনেজনৰ সদৃশ হ'ব পাৰে নে যিজন তাকে কৰিবলৈ অক্ষম?) অথচ সিহঁতে অইনক আল্লাৰ সমান উপাস্য পাতিছে! তুমি কোৱাঁ, সেইবিলাকৰ তোমালোকে নাম লোৱাঁ চোন! পৃথিৱীত এনে বস্তু সম্বন্ধে তোমালোকে তেওঁক জানিব দিবা নে যি তেওঁৰ জ্ঞানৰ অতীত? সেয়ে যদি নহয়, ই (মুখৰ) এটা অসাৰ বাক্য মাত্ৰ। নহয়, (প্ৰকৃততে) অবিশ্বাসী-বিলাকৰ চকুত শোভনীয় কৰা হৈছে সিহঁতৰ গুপ্ত অভিসন্ধি; আৰু সিহঁতক সুপথৰ পৰা প্ৰতিৰোধ কৰা হৈছে; আৰু যাক আল্লাই বিপথে যাবলৈ দিয়ে তাক সুপথ দেখুৱাবলৈ কেওঁ নাই।

لَهُمْ عَذَابٌ فِى الْحَيٰوةِ الدُّنْيَا وَلَعَذَابُ الْاٰخِرَةِ اَشَقُّ ۚ وَمَا لَهُمْ مِّنَ اللّٰهِ مِنْ وَّاقٍ ﴿٣٤﴾

৩৫) পাৰ্থিৱ জীৱনত সিহঁতৰ নিমিত্তে আছে শাস্তি; কিন্তু পৰলোকৰ শাস্তি নিশ্চয় তাতোকৈ অধিক কঠোৰ; আৰু আল্লাৰ বিৰুদ্ধে সিহঁতক ৰক্ষা কৰোঁতা কেওঁ নাই।

مَثَلُ الْجَنَّةِ الَّتِىْ وُعِدَ الْمُتَّقُوْنَ ؕ تَجْرِىْ مِنْ تَحْتِهَا

৩৬) ধাৰ্ম্মিকসকলৰ নিমিত্তে প্ৰতিশ্ৰুত স্বৰ্গ এনে

এখন উদ্যানৰ অনুৰূপ যাৰ তলেদি জুৰিবিলাক বৈ গৈছে, যাৰ ফল আৰু যাৰ ছাঁ চিৰকলীয়া; এয়ে সেইসকলৰ প্ৰতিদান যিসকলে আল্লাৰ ভয় ৰাখে; কিন্তু অবিশ্বাসীবিলাকৰ প্ৰতিফল হৈছে নৰকৰ অগ্নি।

الْأَنْهٰرُ ۖ أُكُلُهَا دَآئِمٌ وَّظِلُّهَا ۚ تِلْكَ عُقْبَى الَّذِيْنَ اتَّقَوْا ۖ وَّعُقْبَى الْكٰفِرِيْنَ النَّارُ ﴿٣٥﴾

৩৭) আৰু যিবিলাকক আমি ধৰ্ম্মগ্ৰন্থ দান কৰিছোঁ সেইবিলাকে তোমাৰ প্ৰতি যি অৱতীৰ্ণ হৈছে তাত (সাধাৰণতে) আনন্দ প্ৰকাশ কৰে; কিন্তু বিভিন্ন দলৰ কিছুমানে তাৰ কিছু ভাগ অস্বীকাৰ কৰে। তুমি কোৱাঁ, মোৰ প্ৰতি ইয়াকে মাথোন আদেশ কৰা হৈছে যে মই (কেৱল) আল্লাৰেই আৰাধনা কৰোঁ আৰু অইনক তেওঁৰ সমানে উপাস্য নাপাতোঁ; তেওঁৰেই ফালে মই (সকলোকে) আহ্বান কৰোঁ, আৰু তেওঁৰেই পিনে মোৰ প্ৰত্যাবৰ্ত্তন।

وَالَّذِيْنَ اٰتَيْنٰهُمُ الْكِتٰبَ يَفْرَحُوْنَ بِمَآ أُنْزِلَ إِلَيْكَ وَمِنَ الْأَحْزَابِ مَنْ يُّنْكِرُ بَعْضَهٗ ۚ قُلْ إِنَّمَآ أُمِرْتُ أَنْ أَعْبُدَ اللّٰهَ وَلَآ أُشْرِكَ بِهٖ ۚ إِلَيْهِ أَدْعُوْا وَإِلَيْهِ مَاٰبِ ﴿٣٦﴾

৩৮) আৰু এইদৰেই সকলো বিষয়ৰ মীমাংসা স্বৰূপে এই কোৰান আৰ্‌বী ভাষাত আমি অৱতীৰ্ণ কৰিছোঁ; আৰু তোমাৰ প্ৰতি জ্ঞান অহাৰ পিছতো যদি তুমি সিহঁতৰ বৃথা বাঞ্চাসমূহৰ অনুসৰণ কৰা, তেন্তে আল্লাৰ বিৰুদ্ধে তোমাৰ নিমিত্তে নাথাকিব কোনো সহায় কৰোঁতা আৰু কোনো ৰক্ষা কৰোঁতা।

وَكَذٰلِكَ أَنْزَلْنٰهُ حُكْمًا عَرَبِيًّا ۚ وَلَئِنِ اتَّبَعْتَ أَهْوَآءَهُمْ بَعْدَ مَا جَآءَكَ مِنَ الْعِلْمِ ۙ مَا لَكَ مِنَ اللّٰهِ مِنْ وَّلِيٍّ وَّلَا وَاقٍ ﴿٣٧﴾

৩৯) আৰু স্বৰূপতে তোমাৰ পূৰ্ব্বেও ৰচুল-সকলক আমি প্ৰেৰণ কৰিছিলোঁ; আৰু তেওঁলোকক (বিয়া কৰাবলৈ) দিছিলোঁ পত্নীবিলাক, আৰু (দিছিলোঁ) সন্তান-সন্ততি; আৰু আল্লাৰ আদেশ বিনে নিদৰ্শন উপনীত কৰে এনে ক্ষমতা কোনো ৰচুলৰে নাছিল; প্ৰকৃততে একোটা যুগৰ নিমিত্তে আছে (আল্লাই) নিৰূপিত কৰা বিধান।

وَلَقَدْ أَرْسَلْنَا رُسُلًا مِّنْ قَبْلِكَ وَجَعَلْنَا لَهُمْ أَزْوَاجًا وَّذُرِّيَّةً ۚ وَمَا كَانَ لِرَسُوْلٍ أَنْ يَّأْتِيَ بِاٰيَةٍ إِلَّا بِإِذْنِ اللّٰهِ ۗ لِكُلِّ أَجَلٍ كِتَابٌ ﴿٣٨﴾

৪০) যি ইচ্ছা তাকে আল্লাই লোপ হ'বলৈ দিয়ে,

يَمْحُوا اللّٰهُ مَا يَشَآءُ وَيُثْبِتُ ۖ وَعِنْدَهٗٓ

أُمُّ الْكِتٰبِ ۝٣٩

আৰু যি ইচ্ছা তাকে প্ৰতিষ্ঠিত কৰে; আৰু এই গ্ৰন্থৰ উৎপত্তি হৈছে আল্লাৰ সন্নিধানৰ পৰা।

وَاِنْ مَّا نُرِيَنَّكَ بَعْضَ الَّذِىْ نَعِدُهُمْ اَوْ نَتَوَفَّيَنَّكَ فَاِنَّمَا عَلَيْكَ الْبَلٰغُ وَعَلَيْنَا الْحِسَابُ ۝٤٠

৪১) আৰু সিহঁতৰ প্ৰতি যি অঙ্গীকাৰ আমি কৰিছিলোঁ তাৰ কিছু ভাগ (তোমাৰ জীৱনতে পূৰ্ণ কৰি) তোমাক দেখিবলৈ দিওঁ, নাইবা (তাৰ পূৰ্ব্বেই) তোমাৰ জীৱন অন্ত কৰোঁ।গতিকে তোমাৰ ওপৰত আছে মাথোন সত্য প্ৰচাৰ কৰাৰ ভাৰ, আৰু লেখ লোৱাৰ ভাৰ থাকিল আমাৰ ওপৰত।

اَوَلَمْ يَرَوْا اَنَّا نَاْتِى الْاَرْضَ نَنْقُصُهَا مِنْ اَطْرَافِهَا ۗ وَاللّٰهُ يَحْكُمُ لَا مُعَقِّبَ لِحُكْمِهٖ ۗ وَهُوَ سَرِيْعُ الْحِسَابِ ۝٤١

৪২) সিহঁতে নেদেখে নে, আমি দেশখন তাৰ প্ৰান্তৰসমূহৰ পৰা (ক্ৰমান্বয়ে) হ্ৰাস কৰি আনিছোঁ। আৰু (সকলো বিষয়ৰ) বিচাৰ আল্লাই কৰে; আৰু তেওঁৰ বিচাৰ ওলটাবলৈ কাৰো সাধ্য নাই; আৰু তেওঁ লেখ লোৱাত খৰতকীয়া।

وَقَدْ مَكَرَ الَّذِيْنَ مِنْ قَبْلِهِمْ فَلِلّٰهِ الْمَكْرُ جَمِيْعًا ۗ يَعْلَمُ مَا تَكْسِبُ كُلُّ نَفْسٍ ۗ وَسَيَعْلَمُ الْكُفّٰرُ لِمَنْ عُقْبَى الدَّارِ ۝٤٢

৪৩) আৰু স্বৰূপতে সিহঁতৰ পূৰ্ব্ববৰ্ত্তীবিলাকেও (সত্যৰ বিৰুদ্ধে) গোপনে অভিসন্ধি কৰিছিল; কিন্তু সকলো অভিসন্ধিৰ ওপৰত আছে আল্লাৰ ক্ষমতা। প্ৰত্যেক আত্মাই যি অৰ্জ্জন কৰে তাক তেওঁ জানে; আৰু অবিশ্বাসীবিলাকে আগলৈ জানিব পাৰিব পৰলোকৰ উত্তম বাসস্থানৰ গৰাকী কোন।

وَيَقُوْلُ الَّذِيْنَ كَفَرُوْا لَسْتَ مُرْسَلًا ۗ قُلْ كَفٰى بِاللّٰهِ شَهِيْدًا ۢ بَيْنِىْ وَبَيْنَكُمْ ۙ وَمَنْ عِنْدَهٗ عِلْمُ الْكِتٰبِ ۝٤٣

৪৪) আৰু যিবিলাক অবিশ্বাসী সেইবিলাকে (তোমাক) এই বুলি কয়, তুমি (আল্লাৰ) প্ৰেৰিত ৰছুল নোহোৱা; তুমি কোৱাঁ, মোৰ আৰু তোমালোকৰ মাজত আল্লাৰ, আৰু যিজনৰ ধৰ্ম্মগ্ৰন্থৰ জ্ঞান আছে তেনেজনৰ সাক্ষী যথেষ্ট।





১) পৰম করুণাময় পৰম দানশীল আল্লাৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

২) আলিফ্ লাম ৰা। এইখনেই ধৰ্ম্মগ্ৰন্থ যি তোমাৰ প্ৰতি আমি অৱতীৰ্ণ কৰিছোঁ, যাতে তুমি মানৱ জাতিক ঘোৰ অন্ধকাৰৰ পৰা আলোকৰ ফালে উলিয়াই নিয়া, সেই শক্তিশালী, প্ৰসংশনীয় (আল্লাৰ) বাটলৈ ;—

الٓرٰ كِتٰبٌ اَنْزَلْنٰهُ اِلَيْكَ لِتُخْرِجَ النَّاسَ مِنَ الظُّلُمٰتِ
اِلَى النُّوْرِ ۙ بِاِذْنِ رَبِّهِمْ اِلٰى صِرَاطِ الْعَزِيْزِ الْحَمِيْدِ ②

৩) যিজন আল্লা আকাশমণ্ডলীত থকা আৰু পৃথিৱীত থকা সকলোৰেই গৰাকী। আৰু কঠোৰ শাস্তিৰ কাৰণে সেই অবিশ্বাসীবিলাকৰ প্ৰতি ধিক!—

اللّٰهِ الَّذِيْ لَهٗ مَا فِي السَّمٰوٰتِ وَمَا فِي الْاَرْضِ ؕ وَوَيْلٌ
لِّلْكٰفِرِيْنَ مِنْ عَذَابٍ شَدِيْدِ ③

৪) যিবিলাকে পৰকালতকৈ পাৰ্থিৱ জীৱন বেছি ভাল পায়, আৰু (মানুহক) প্ৰতিৰোধ কৰে আল্লাৰ পথৰ পৰা, আৰু সেই পথকে একা-বেকা কৰিব বিচাৰে ; সেইবিলাকেই পৰি আছে দূৰৰ ভ্ৰান্তিত।

الَّذِيْنَ يَسْتَحِبُّوْنَ الْحَيٰوةَ الدُّنْيَا عَلَى الْاٰخِرَةِ
وَيَصُدُّوْنَ عَنْ سَبِيْلِ اللّٰهِ وَيَبْغُوْنَهَا عِوَجًا ؕ
اُولٰٓئِكَ فِيْ ضَلٰلٍ بَعِيْدٍ ④

৫) আৰু আমি এনে ৰচুলক হে প্ৰেৰণ কৰিছোঁ যি নিজ জাতিৰ ভাষা জানে, তেওঁ যেন সিহঁতক (আল্লাৰ-বাণী) স্পষ্টকৈ বুজাব পাৰে ; তাৰ পাছত আল্লাই যাকে ইচ্ছা তাকে ভ্ৰান্তিত পৰিবলৈ দিয়ে, আৰু যাকে ইচ্ছা তাকে সুপথে লৈ যায় ; আৰু তেৱেঁই ক্ষমতাশীল, শ্ৰেষ্ঠ জ্ঞানী।

وَمَآ اَرْسَلْنَا مِنْ رَّسُوْلٍ اِلَّا بِلِسَانِ قَوْمِهٖ لِيُبَيِّنَ
لَهُمْ ؕ فَيُضِلُّ اللّٰهُ مَنْ يَّشَآءُ وَيَهْدِيْ مَنْ يَّشَآءُ ؕ
وَهُوَ الْعَزِيْزُ الْحَكِيْمُ ⑤

৬) আৰু স্বৰূপতে আমি মুচাক প্ৰেৰণ কৰছিলোঁ নিজ নিদৰ্শনসমূহৰে সৈতে : (আৰু এই আদেশ দিছিলোঁ,) তুমি নিজ জাতিক উলিয়াই নিয়া ঘোৰ অন্ধকাৰৰ পৰা আলোকৰ ফালে, আৰু আল্লাই

وَلَقَدْ اَرْسَلْنَا مُوْسٰى بِاٰيٰتِنَآ اَنْ اَخْرِجْ قَوْمَكَ مِنَ
الظُّلُمٰتِ اِلَى النُّوْرِ ۙ وَذَكِّرْهُمْ بِاَيّٰىمِ اللّٰهِ ؕ اِنَّ فِيْ ذٰلِكَ

لَاٰيٰتٍ لِّكُلِّ صَبَّارٍ شَكُوْرٍ ۝٦

ঘটোৱা অতীতৰ ঘটনাসমূহ নির্দ্দেশ কৰি সিহঁতক সতর্ক কৰি দিয়াঁ। ধৈর্য্যশীল আৰু কৃতজ্ঞ ব্যক্তিৰ নিমিত্তে ইয়াত নিশ্চয় আছে বহু নিদর্শন।

وَاِذْ قَالَ مُوْسٰى لِقَوْمِهِ اذْكُرُوْا نِعْمَةَ اللّٰهِ عَلَيْكُمْ
اِذْ اَنْجٰىكُمْ مِّنْ اٰلِ فِرْعَوْنَ يَسُوْمُوْنَكُمْ سُوْٓءَ الْعَذَابِ
وَيُذَبِّحُوْنَ اَبْنَآءَكُمْ وَيَسْتَحْيُوْنَ نِسَآءَكُمْ ؕ وَفِيْ ذٰلِكُمْ
بَلَآءٌ مِّنْ رَّبِّكُمْ عَظِيْمٌ ۝٧

৭) আৰু (ভাবি চোৱাঁ) যেতিয়া মুচাই নিজ জাতিক কলে, তোমালোকক ফিৰৌনৰ লোকবিলাকৰ পৰা উদ্ধাৰ কৰি আল্লাই যি অনুগ্ৰহ তোমালোকৰ প্ৰতি কৰিছিল তাকে স্মৰণ কৰাঁ; সেইবিলাকে তোমালোকক দাৰুণ যন্ত্ৰণা দিছিল, আৰু তোমালোকৰ কন্যাবিলাকক জীয়াই ৰাখি পুত্ৰবিলাকক বধ কৰিছিল; আৰু তাতেই তোমালোকৰ নিমিত্তে আছিল তোমালোকৰ প্ৰভুৰ ফালৰ পৰা এটা ডাঙৰ পৰীক্ষা।

وَاِذْ تَاَذَّنَ رَبُّكُمْ لَىِٕنْ شَكَرْتُمْ لَاَزِيْدَنَّكُمْ وَلَىِٕنْ
كَفَرْتُمْ اِنَّ عَذَابِيْ لَشَدِيْدٌ ۝٨

৮) আৰু (মনত পেলোৱাঁ) যেতিয়া তোমালোকৰ প্ৰভুৱে জাননি দিছিল এই বুলি, যদি তোমালোক কৃতজ্ঞ হৈ থাকা তেন্তে তোমালোকৰ প্ৰতি নিজ (অনুগ্ৰহ) মই নিশ্চয় বৃদ্ধি কৰিম; কিন্তু যদিহে অকৃতজ্ঞ হোৱা তেন্তে (জানিবা) মোৰ শাস্তিও নিশ্চয় কঠোৰ।

وَقَالَ مُوْسٰٓى اِنْ تَكْفُرُوْٓا اَنْتُمْ وَمَنْ فِى الْاَرْضِ
جَمِيْعًا ۙ فَاِنَّ اللّٰهَ لَغَنِيٌّ حَمِيْدٌ ۝٩

৯) আৰু মুচাই কৈছিল, যদি তোমালোকে আৰু পৃথিৱীত থকা সকলোৱে (আল্লাৰ) কৃতজ্ঞতা স্বীকাৰ নকৰা (তাত তেওঁৰ একো ক্ষতি নহয়), কিয়নো আল্লা নিশ্চয় অভাৱহীন, প্ৰসংশনীয়।

اَلَمْ يَاْتِكُمْ نَبَؤُا الَّذِيْنَ مِنْ قَبْلِكُمْ قَوْمِ نُوْحٍ وَّعَادٍ
وَّثَمُوْدَ ۛ وَالَّذِيْنَ مِنْۢ بَعْدِهِمْ ۛ لَا يَعْلَمُهُمْ اِلَّا اللّٰهُ ؕ
جَآءَتْهُمْ رُسُلُهُمْ بِالْبَيِّنٰتِ فَرَدُّوْٓا اَيْدِيَهُمْ فِيْٓ اَفْوَاهِهِمْ
وَقَالُوْٓا اِنَّا كَفَرْنَا بِمَآ اُرْسِلْتُمْ بِهٖ وَاِنَّا لَفِيْ شَكٍّ مِّمَّا

১০) তোমালোকৰ পূৰ্ব্বে অহা নুহ আৰু 'আদ আৰু ছমুদ জাতিৰ, আৰু সিহঁতৰ পৰবৰ্ত্তীবিলাকৰ বিবৰণ তোমালোকলৈ অহা নাই নে? সেইবিলাকৰ বিষয়ে আল্লাত ভিন্ন আন কাৰো (পূৰ্ণ) জ্ঞান নাই। এই জাতিবিলাকৰ ওচৰলৈ ৰছুলসকল আহিছিল প্ৰত্যক্ষ প্ৰমাণসমূহ লৈ; কিন্তু সিহঁতে নিজৰ হাতবোৰ নিজ মুখবোৰত সোমাই ৰৈ থাকিল; আৰু সিহঁতে ইয়াকে কৈছিল, যি কথাৰ কাৰণে তোমালোকক প্ৰেৰণ কৰা হৈছে

تَدْعُوْنَنَآ اِلَيْهِ مُرِيْبٍ ⑩

তাত আমি নিশ্চয় বিশ্বাস নকৰোঁ, আৰু আমাক তোমালোকে যি কথাৰ পিনে আহ্বান কৰিছা সেই বিষয়েও নিশ্চয় আমাৰ ঘোৰ সন্দেহ।

قَالَتْ رُسُلُهُمْ اَفِي اللّٰهِ شَكٌّ فَاطِرِ السَّمٰوٰتِ وَالْاَرْضِ يَدْعُوْكُمْ لِيَغْفِرَ لَكُمْ مِّنْ ذُنُوْبِكُمْ وَيُؤَخِّرَكُمْ اِلٰٓى اَجَلٍ مُّسَمًّى ۗ قَالُوْٓا اِنْ اَنْتُمْ اِلَّا بَشَرٌ مِّثْلُنَا ۗ تُرِيْدُوْنَ اَنْ تَصُدُّوْنَا عَمَّا كَانَ يَعْبُدُ اٰبَآؤُنَا فَاْتُوْنَا بِسُلْطٰنٍ مُّبِيْنٍ ⑪

১১) সিহঁতৰ ৰচুলসকলে কৈছিল, আকাশমণ্ডলী আৰু পৃথিৱীৰ সৃজন কৰোঁতা আল্লাৰ সম্বন্ধে কোনো সন্দেহ হ'ব পাৰে নে? তেওঁ তোমালোকক এই অৰ্থে আহ্বান কৰিছ, তেওঁ যেন তোমালোকৰ সকলো পাপ মাৰ্জ্জনা কৰে, আৰু নিৰূপিত সময় পৰ্য্যন্ত তোমালোকক অৱসৰ দিয়ে। সিহঁতে উত্তৰ দিছিল, তোমালোক আমাৰ নিচিনা মানুহ মাত্ৰ; তোমালোকে ইয়াকে ইচ্ছা কৰিছা, যিবিলাকৰ পূজা আমাৰ পিতৃপুৰুষবিলাকে কৰিছিল সেই-বিলাকৰ পৰা আমাক প্ৰতিৰোধ কৰা। সেয়ে যদি হয়, তোমালোকে আমাৰ আগত প্ৰকাশ্য প্ৰমাণ উপস্থিত কৰাঁ।

قَالَتْ لَهُمْ رُسُلُهُمْ اِنْ نَّحْنُ اِلَّا بَشَرٌ مِّثْلُكُمْ وَلٰكِنَّ اللّٰهَ يَمُنُّ عَلٰى مَنْ يَّشَآءُ مِنْ عِبَادِهٖ ۗ وَمَا كَانَ لَنَآ اَنْ نَّاْتِيَكُمْ بِسُلْطٰنٍ اِلَّا بِاِذْنِ اللّٰهِ ۗ وَعَلَى اللّٰهِ فَلْيَتَوَكَّلِ الْمُؤْمِنُوْنَ ⑫

১২) সিহঁতৰ ৰচুলসকলে সিহঁতক উত্তৰ দিলে, হয়, তোমালোকৰ নিচিনা মানুহ নহে আৰু আমি কি হয়? কিন্তু আল্লাই নিজ ভৃত্যবিলাকৰ মাজৰ যাৰে প্ৰতি ইচ্ছা তাৰে প্ৰতি বিশেষ অনুগ্ৰহ বৰ্ষণ কৰে; আৰু আল্লাৰ আদেশ বিনে তোমালোকৰ আগত প্ৰকাশ্য প্ৰমাণ উপস্থিত কৰিবৰ অধিকাৰ আমাৰ নাই; গতিকে বিশ্বাসীসকলে একমাত্ৰ আল্লাতেই নিৰ্ভৰ কৰা উচিত।

وَمَا لَنَآ اَلَّا نَتَوَكَّلَ عَلَى اللّٰهِ وَقَدْ هَدٰىنَا سُبُلَنَا ۗ وَلَنَصْبِرَنَّ عَلٰى مَآ اٰذَيْتُمُوْنَا ۗ وَعَلَى اللّٰهِ فَلْيَتَوَكَّلِ الْمُتَوَكِّلُوْنَ ⑬

১৩) কেৱল আল্লাত আমি ভৰসা নকৰিম কিয় যিস্থলত তেৱেঁই আমাক (জীৱনৰ) সজ বাটবোৰ দেখুওৱাইছে? আৰু তোমালোকে আমাক যি যন্ত্ৰণা দিছা তাকে আমি নিশ্চয় সহ্য কৰি থাকিম; আৰু নিৰ্ভৰ কৰোঁতা সকলে যেন একমাত্ৰ আল্লাতেই নিৰ্ভৰ কৰি থাকে।

وَقَالَ الَّذِيْنَ كَفَرُوْا لِرُسُلِهِمْ لَنُخْرِجَنَّكُمْ مِّنْ

১৪) আৰু অবিশ্বাসীবিলাকে সিহঁতলৈ অহা ৰচুলসকলক ক'লে, আমাৰ এই দেশৰ পৰা তোমা-

| | |
|---|---|
| লোকক আমি নিশ্চয় উলিয়াই দিম, নতুবা তোমালোকে আমাৰ ধৰ্ম্মলৈ উলটি আহিব লাগিব। এনে অৱস্থাত তেওঁলোকৰ (ৰচুলসকলৰ) প্ৰভুৱে তেওঁলোকৰ প্ৰতি প্ৰত্যাদেশ কৰিলে, আমি নিশ্চয় অন্যায়কাৰীবিলাকক সংহাৰ কৰিম; | اَرْضِنَآ اَوْ لَتَعُوْدُنَّ فِيْ مِلَّتِنَا ۭ فَاَوْحٰٓى اِلَيْهِمْ رَبُّهُمْ لَنُهْلِكَنَّ الظّٰلِمِيْنَ ۝١٣ |
| ১৫) আৰু সিহঁতৰ পিছত সেই দেশতে আমি নিশ্চয় তোমালোকক বসতি কৰিবলৈ দিম। ই সেইজনৰ প্ৰতিদান স্বৰূপ যিজনে মোৰ সম্মুখত (বিচাৰ পাবৰ নিমিত্তে) থিয় দিবলৈ ভয় কৰে, আৰু মোৰ শাস্তিৰ অঙ্গীকাৰৰ কাৰণেও ভয়াতুৰ; | وَلَنُسْكِنَنَّكُمُ الْاَرْضَ مِنْۢ بَعْدِهِمْ ۭ ذٰلِكَ لِمَنْ خَافَ مَقَامِيْ وَخَافَ وَعِيْدِ ۝١٤ |
| ১৬) আৰু ৰচুলসকলে বিজয়ৰ নিমিত্তে প্ৰাৰ্থনা কৰিছিল; আৰু (তাৰে ফলত) প্ৰত্যেকটো দাম্ভিক অত্যাচাৰী নিৰাশ হৈ পৰিল। | وَاسْتَفْتَحُوْا وَخَابَ كُلُّ جَبَّارٍ عَنِيْدٍ ۝١٥ |
| ১৭) তাৰ আগতে আছে নৰক, আৰু (তাত) পান কৰিবলৈ তাক দিয়া হ'ব উতলা পানী; | مِّنْ وَّرَاۗىِٕهٖ جَهَنَّمُ وَيُسْقٰى مِنْ مَّاۗءٍ صَدِيْدٍ ۝١٦ |
| ১৮) সি সেই পানী ঢোকা ঢোকাকৈ পিব ধৰিব, কিন্তু তাকে সি সহজে গিলিবলৈ নোৱাৰিব; আৰু মৃত্যু ইফাল সিফালৰ পৰা তাৰ ওচৰলৈ চাপি আহিব, অথচ তাৰ মৰণ নহ'ব; আৰু তাৰ সম্মুখতে থাকিব ভীষণ শাস্তি। | يَّتَجَرَّعُهٗ وَلَا يَكَادُ يُسِيْغُهٗ وَيَاْتِيْهِ الْمَوْتُ مِنْ كُلِّ مَكَانٍ وَّمَا هُوَ بِمَيِّتٍ ۭ وَمِنْ وَّرَاۗىِٕهٖ عَذَابٌ غَلِيْظٌ ۝١٧ |
| ১৯) যিবিলাকে নিজ প্ৰতিপালকক অবিশ্বাস কৰিছে সিহঁতৰ উপমা এই—সিহঁতৰ কাৰ্যসমূহ এদ'মা ভস্মৰ অনুৰূপ; ধুমুহাৰ দিনা বতাহে তাক উৰাই লৈ যায়; সিহঁতে যি অৰ্জ্জন কৰিছে তাৰ কিছু ভাগো সিহঁতে ভোগ কৰিবলৈ অক্ষম হ'ব; এয়ে হৈছে বহু দূৰৰ ভ্ৰান্তি। | مَثَلُ الَّذِيْنَ كَفَرُوْا بِرَبِّهِمْ اَعْمَالُهُمْ كَرَمَادِ اشْتَدَّتْ بِهِ الرِّيْحُ فِيْ يَوْمٍ عَاصِفٍ ۭ لَا يَقْدِرُوْنَ مِمَّا كَسَبُوْا عَلٰي شَيْءٍ ۭ ذٰلِكَ هُوَ الضَّلٰلُ الْبَعِيْدُ ۝١٨ |
| ২০) তুমি ভাবি চোৱা নাই নে, আকাশমণ্ডলী আৰু পৃথিৱী আল্লাই সৃষ্টি কৰিছে সত্যৰে সৈতে; তেওঁ ইচ্ছা কৰিলে তোমালোকৰ অস্তিত্ব লোপ | اَلَمْ تَرَ اَنَّ اللّٰهَ خَلَقَ السَّمٰوٰتِ وَالْاَرْضَ بِالْحَقِّ ۭ |

إِن يَشَأْ يُذْهِبْكُمْ وَيَأْتِ بِخَلْقٍ جَدِيدٍ ﴿٢٠﴾

কৰিব পাৰে, আৰু (তোমালোকৰ ঠাইত) নতুন সৃষ্টিৰ উদ্ভাৱন কৰিব পাৰে।

وَمَا ذَٰلِكَ عَلَى اللَّهِ بِعَزِيزٍ ﴿٢١﴾

২১) আৰু এনে কাৰ্য্য কৰা আল্লাৰ পক্ষে কোনো মতেই কঠিন নহয়।

وَبَرَزُوا لِلَّهِ جَمِيعًا فَقَالَ الضُّعَفَاءُ لِلَّذِينَ اسْتَكْبَرُوا
إِنَّا كُنَّا لَكُمْ تَبَعًا فَهَلْ أَنتُم مُّغْنُونَ عَنَّا مِنْ
عَذَابِ اللَّهِ مِن شَيْءٍ ۚ قَالُوا لَوْ هَدَانَا اللَّهُ لَهَدَيْنَاكُمْ ۖ
سَوَاءٌ عَلَيْنَا أَجَزِعْنَا أَمْ صَبَرْنَا مَا لَنَا مِن مَّحِيصٍ ﴿٢٢﴾

২২) আৰু সিহঁতৰ আটাইবিলাককে (ক্বিয়ামতৰ দিনা) আল্লাৰ সম্মুখত উপস্থিত হ'ব লাগিব; তেতিয়া যিবিলাকে অহঙ্কাৰ কৰিছিল সেই-বিলাকক দুৰ্ব্বলবিলাকে কব, বাস্তৱতে (পৃথিৱীত) আমি তোমালোকৰেই অনুগমন কৰিছিলোঁ। গতিকে (আজি) আল্লাৰ শাস্তিৰ কিছুভাগ আমাৰ পৰা তোমালোকে আঁতৰাই নিবা নে? সিহঁতে উত্তৰ দিব, আল্লাই আমাক (সাৰিবৰ) বাট দেখুওৱা হ'লে আমিও তোমালোকক নিশ্চয় তেনে বাট দেখুওৱালোঁহেঁতেন, (আজি আমাৰ এনে অৱস্থা) আমি অস্থিৰ হওঁ নাইবা ধৈৰ্য্য ধৰোঁ, আমাৰ পক্ষে দুয়ো সমান। হায়, আমাৰ নিমিত্তে পলাই যাবলৈকে কোনো ঠাই নাই।

وَقَالَ الشَّيْطَانُ لَمَّا قُضِيَ الْأَمْرُ إِنَّ اللَّهَ وَعَدَكُمْ
وَعْدَ الْحَقِّ وَوَعَدتُّكُمْ فَأَخْلَفْتُكُمْ ۖ وَمَا كَانَ لِيَ
عَلَيْكُم مِّن سُلْطَانٍ إِلَّا أَن دَعَوْتُكُمْ فَاسْتَجَبْتُمْ لِي ۖ
فَلَا تَلُومُونِي وَلُومُوا أَنفُسَكُم ۖ مَّا أَنَا بِمُصْرِخِكُمْ
وَمَا أَنتُم بِمُصْرِخِيَّ ۖ إِنِّي كَفَرْتُ بِمَا أَشْرَكْتُمُونِ
مِن قَبْلُ ۗ إِنَّ الظَّالِمِينَ لَهُمْ عَذَابٌ أَلِيمٌ ﴿٢٣﴾

২৩) আৰু যেতিয়া সকলো বিষয়ৰ মীমাংসা হ'ব তেতিয়া শয়তানে কব, বাস্তৱতে তোমালোকৰ প্ৰতি আল্লাই যি অঙ্গীকাৰ কৰিছিল সি সঁচাকৈয়ে পূৰ্ণ হ'ল কিন্তু তোমালোকৰ সৈতে মই যি অঙ্গীকাৰ কৰিছিলোঁ তাকে মই পূৰ্ণ কৰিবলৈ নোৱাৰিলোঁ; আৰু তোমালোকক বাধ্য কৰিবলৈ মোৰ কোনো ক্ষমতাও নাছিল—মই তোমালোকক আহ্বান কৰিছিলোঁ মাত্ৰ, আৰু মোৰ কথাত তোমালোকে কাণ দিছিলা; গতিকে মোৰ নিন্দা নকৰি তোমালোকে নিজৰেই নিন্দা কৰাঁ। (আজিৰ দিনা) তোমালোকৰ আৰ্ত্তনাদ মই শুনিব নোৱাৰোঁ, আৰু তোমালোকেও শুনিব নোৱাৰা মোৰ আৰ্ত্তনাদ; ইয়াৰ পূৰ্ব্বে তোমালোকে যে মোক আল্লাৰ সমানে উপাস্য পাতিছিলা তাক মই অস্বীকাৰ কৰিছোঁ। ইয়াত একো সন্দেহ নাই, যিবিলাক অন্যায়কাৰী সিহঁতৰ নিমিত্তে থাকিব যন্ত্ৰণাদায়ক শাস্তি।

وَأُدْخِلَ الَّذِينَ آمَنُوا وَعَمِلُوا الصَّالِحَاتِ جَنَّاتٍ تَجْرِي مِن تَحْتِهَا الْأَنْهَارُ خَالِدِينَ فِيهَا بِإِذْنِ رَبِّهِمْ ۖ تَحِيَّتُهُمْ فِيهَا سَلَامٌ ٢٣

২৪) আৰু যিসকলে বিশ্বাস কৰিছে আৰু সজ কাম কৰিছে সেইসকলক এনে উদ্যানসমূহত প্ৰৱেশ কৰিবলৈ দিয়া হ'ব যাৰ তলেদি জুৰিবিলাক বৈ গৈছে; সেইসকলে নিজ প্ৰভুৰ আদেশত তাতেই অনন্তকাল বাস কৰিব; তাত সেইসকলে পৰস্পৰ সম্ভাষণ জনাব এইবুলি, (তোমালোকৰ প্ৰতি হওক) শান্তি!

أَلَمْ تَرَ كَيْفَ ضَرَبَ اللَّهُ مَثَلًا كَلِمَةً طَيِّبَةً كَشَجَرَةٍ طَيِّبَةٍ أَصْلُهَا ثَابِتٌ وَفَرْعُهَا فِي السَّمَاءِ ٢٤

২৫) তোমালোকে ভাবি চোৱা নাই নে, আল্লাই কিদৰে পৱিত্ৰ বাক্যৰ উপমা দিছে?—এজোপা পৱিত্ৰ গছৰ নিচিনা; তাৰ শিপা শকত আৰু তাৰ শাখাসমূহ আকাশ পাইছেগৈ।

تُؤْتِي أُكُلَهَا كُلَّ حِينٍ بِإِذْنِ رَبِّهَا ۗ وَيَضْرِبُ اللَّهُ الْأَمْثَالَ لِلنَّاسِ لَعَلَّهُمْ يَتَذَكَّرُونَ ٢٥

২৬) নিজ প্ৰভুৰ বিধিমতে ই নিয়মিত সময়ত ফল উৎপাদন কৰে; আৰু মানৱ জাতিৰ নিমিত্তে আল্লাই উপমাসমূহ বৰ্ণনা কৰে, যাতে সিহঁতে (চিন্তা কৰি) উপদেশ গ্ৰহণ কৰে।

وَمَثَلُ كَلِمَةٍ خَبِيثَةٍ كَشَجَرَةٍ خَبِيثَةٍ اجْتُثَّتْ مِن فَوْقِ الْأَرْضِ مَا لَهَا مِن قَرَارٍ ٢٦

২৭) আৰু অপৱিত্ৰ বাক্যৰ তুলনা এজোপা অপৱিত্ৰ গছৰ নিচিনা, যাৰ শিপা ছিগি মাটিৰ ওপৰত ওলাই পৰিছে; এনেজোপা গছৰ কোনো স্থায়িত্ব নাই।

يُثَبِّتُ اللَّهُ الَّذِينَ آمَنُوا بِالْقَوْلِ الثَّابِتِ فِي الْحَيَاةِ الدُّنْيَا وَفِي الْآخِرَةِ ۖ وَيُضِلُّ اللَّهُ الظَّالِمِينَ ۚ وَيَفْعَلُ اللَّهُ مَا يَشَاءُ ٢٧ ع

২৮) বিশ্বাসীসকলক দৃঢ় বাক্যৰে আল্লাই (বিশ্বাসত) প্ৰতিষ্ঠিত কৰে এই পাৰ্থিৱ জীৱনত আৰু পৰলোকৰ জীৱনতো; আৰু অন্যায়কাৰী-বিলাক বিপথে গলে আল্লাই যাবলৈ দিয়ে; আৰু আল্লাই যি ইচ্ছা তাকে সম্পন্ন কৰে।

أَلَمْ تَرَ إِلَى الَّذِينَ بَدَّلُوا نِعْمَتَ اللَّهِ كُفْرًا وَأَحَلُّوا قَوْمَهُمْ دَارَ الْبَوَارِ ٢٨

২৯) (হে ৰছুল তুমি সেইবিলাকৰ সম্বন্ধে ভাবি চোৱা নাই নে যিবিলাকে আল্লাৰ অনুগ্ৰহ নিজৰ অকৃতজ্ঞতাৰে সৈতে সলনি কৰিছে, আৰু স্বজাতিক বিধ্বংসনৰ বাসস্থানত নমাইছে?—

جَهَنَّمَ يَصْلَوْنَهَا ۖ وَبِئْسَ الْقَرَارُ ٢٩

৩০) নৰকত; তাৰ ভিতৰত সিহঁতে প্ৰৱেশ কৰিব; আৰু ই থাকিবলৈ কেনে নিকৃষ্ট ঠাই!

وَجَعَلُوا لِلَّهِ أَنْدَادًا لِيُضِلُّوا عَنْ سَبِيلِهِ ۗ قُلْ تَمَتَّعُوا فَإِنَّ مَصِيرَكُمْ إِلَى النَّارِ ﴿٣١﴾

৩১) আৰু সিহঁতে আনক আল্লাৰ তুল্য পাতি লৈছে, যাতে তেওঁৰ পথৰ পৰা (লোকক) বিপথে লৈ যায়; তুমি কোৱাঁ, (পৃথিৱীৰ) সুখ (দিনচেৰেকৰ নিমিত্তে) ভোগ কৰি লোৱাঁ; কিন্তু পিছত নৰকৰ অগ্নিৰ ফালে হ’ব তোমালোকৰ প্ৰত্যাবৰ্ত্তন।

قُلْ لِعِبَادِيَ الَّذِينَ آمَنُوا يُقِيمُوا الصَّلَاةَ وَيُنْفِقُوا مِمَّا رَزَقْنَاهُمْ سِرًّا وَعَلَانِيَةً مِنْ قَبْلِ أَنْ يَأْتِيَ يَوْمٌ لَا بَيْعٌ فِيهِ وَلَا خِلَالٌ ﴿٣٢﴾

৩২) মোৰ যি ভৃত্যবিলাকে বিশ্বাস কৰিছে তুমি সেইবিলাকক কোৱাঁ এনেদিন অহাৰ পূৰ্ব্বে যিদিনা বেচা-কিনা নহ’ব আৰু বন্ধুত্বৰ কোনো লক্ষণ নাথাকিব সেইবিলাকে যেন নমাজৰ অনুষ্ঠান কৰে, আৰু সিহঁতক আমি যি সম্বল দান কৰিছোঁ তাৰে পৰা সিহঁতে যেন ব্যয় কৰি থাকে, গোপনে আৰু প্ৰকাশ্যে।

اللَّهُ الَّذِي خَلَقَ السَّمَاوَاتِ وَالْأَرْضَ وَأَنْزَلَ مِنَ السَّمَاءِ مَاءً فَأَخْرَجَ بِهِ مِنَ الثَّمَرَاتِ رِزْقًا لَكُمْ ۖ وَسَخَّرَ لَكُمُ الْفُلْكَ لِتَجْرِيَ فِي الْبَحْرِ بِأَمْرِهِ ۖ وَسَخَّرَ لَكُمُ الْأَنْهَارَ ﴿٣٣﴾

৩৩) তেৱেঁই আল্লা, যিজনে আকাশমণ্ডলী আৰু পৃথিৱী সৃজন কৰিছে, আৰু মেঘৰ পৰা বৰষুণ নমাই তাৰ দ্বাৰা নানাবিধ ফল উৎপাদন কৰিছে তোমালোকৰ জীৱিকাৰ নিমিত্তে; আৰু তোমালোকৰ বশবৰ্ত্তী কৰিছে জাহাজবিলাক, যাতে তেওঁৰ আদেশ মতে সাগৰত সেইবোৰে যাতায়াত কৰিব পাৰে; আৰু নৈবিলাকো তেওঁ তোমালোকৰ বশীভূত কৰিছে।

وَسَخَّرَ لَكُمُ الشَّمْسَ وَالْقَمَرَ دَائِبَيْنِ ۖ وَسَخَّرَ لَكُمُ اللَّيْلَ وَالنَّهَارَ ﴿٣٤﴾

৩৪) আৰু তেওঁ তোমালোকৰ অধীন কৰিছে নিয়মিতৰূপে আবৰ্ত্তন কৰি থকা সূৰ্য্য আৰু চন্দ্ৰ; আৰু নিশা আৰু দিনকো তোমালোকৰ অধীন কৰিছে।

وَآتَاكُمْ مِنْ كُلِّ مَا سَأَلْتُمُوهُ ۚ وَإِنْ تَعُدُّوا نِعْمَتَ اللَّهِ لَا تُحْصُوهَا ۗ إِنَّ الْإِنْسَانَ لَظَلُومٌ كَفَّارٌ ﴿٣٥﴾

৩৫) আৰু তোমালোকে তেওঁৰ পৰা যি মাগিছিলা সকলো তেওঁ তোমালোকক দিছে; আৰু যদি তোমালোকে আল্লাৰ অনুগ্ৰহৰ লেখ লবলৈ যোৱা, তোমালোকৰ সাধ্য নাই তাকে গণনা কৰিবলৈ; কোনো সন্দেহ নাই, মানৱ নিতান্ত অন্যায়কাৰী, অত্যন্ত অকৃতজ্ঞ।

وَاِذْ قَالَ اِبْرٰهِيْمُ رَبِّ اجْعَلْ هٰذَا الْبَلَدَ اٰمِنًا وَّاجْنُبْنِيْ وَبَنِيَّ اَنْ نَّعْبُدَ الْاَصْنَامَ ۝٣٦

৩৬) আৰু (মনত পেলোৱাঁ) যেতিয়া ইব্ৰাহিমে এই দৰে প্ৰাৰ্থনা কৰিলে, হে মোৰ প্ৰভু! তুমি (এই ঠাইত) এখন শান্তিময় নগৰ পাতা, আৰু মোক আৰু মোৰ সন্তান-সন্ততিক মূৰ্ত্তিবিলাক পূজা কৰাৰ পৰা ৰক্ষা কৰাঁ।

رَبِّ اِنَّهُنَّ اَضْلَلْنَ كَثِيْرًا مِّنَ النَّاسِ ۚ فَمَنْ تَبِعَنِيْ فَاِنَّهٗ مِنِّيْ ۚ وَمَنْ عَصَانِيْ فَاِنَّكَ غَفُوْرٌ رَّحِيْمٌ ۝٣٧

৩৭) হে মোৰ প্ৰভু! সেই মূৰ্ত্তিবিলাকে মানৱ জাতিৰ ভালেখিনিকে পথভ্ৰষ্ট কৰিছে; কিন্তু যেয়ে মোৰ অনুসৰণ কৰিছে সি মোৰ আপোন কিন্তু যেয়ে মোৰ কথাত নচলে (তাৰ বিষয়ে) তুমি নিশ্চয় ক্ষমাৱান শ্ৰেষ্ঠ দানশীল।

رَبَّنَآ اِنِّيْٓ اَسْكَنْتُ مِنْ ذُرِّيَّتِيْ بِوَادٍ غَيْرِ ذِيْ زَرْعٍ عِنْدَ بَيْتِكَ الْمُحَرَّمِ ۙ رَبَّنَا لِيُقِيْمُوا الصَّلٰوةَ فَاجْعَلْ اَفْـِٕدَةً مِّنَ النَّاسِ تَهْوِيْٓ اِلَيْهِمْ وَارْزُقْهُمْ مِّنَ الثَّمَرٰتِ لَعَلَّهُمْ يَشْكُرُوْنَ ۝٣٨

৩৮) হে আমাৰ প্ৰভু! বাস্তৱতে এই শস্যবিহীন অনূৰ্ব্বৰ উপত্যকাত, তোমাৰ পৱিত্ৰ আলয়ৰ ওচৰত, মই মোৰ সন্তান-সন্ততিৰ কিছুমানক বসতি কৰিবলৈ দিছোঁ; হে আমাৰ প্ৰভু; (মোৰ অভিপ্ৰায়) তেওঁলোকে যেন (ইয়াত) নমাজ অনুষ্ঠিত কৰে। এতেকে মানুহৰ অন্তৰসমূহ তেওঁলোকৰ প্ৰতি আকৰ্ষিত কৰাঁ, আৰু নানাবিধ ফল তেওঁলোকক দান কৰাঁ, অতি সম্ভৱ তেওঁলোকে (তোমাৰ) শলাগ লব।

رَبَّنَآ اِنَّكَ تَعْلَمُ مَا نُخْفِيْ وَمَا نُعْلِنُ ۗ وَمَا يَخْفٰى عَلَى اللّٰهِ مِنْ شَيْءٍ فِي الْاَرْضِ وَلَا فِي السَّمَاۗءِ ۝٣٩

৩৯) হে আমাৰ প্ৰভু! আমি যি গোপনে ৰাখোঁ আৰু যি প্ৰকাশ কৰোঁ সকলো তুমি নিশ্চয় জানা; আৰু আল্লাৰ পৰা কোনো বস্তুৱেই অদৃশ্য নাথাকে, পৃথিৱীত নাইবা আকাশত।

اَلْحَمْدُ لِلّٰهِ الَّذِيْ وَهَبَ لِيْ عَلَى الْكِبَرِ اِسْمٰعِيْلَ وَاِسْحٰقَ ۭ اِنَّ رَبِّيْ لَسَمِيْعُ الدُّعَاۗءِ ۝٤٠

৪০) সকলো প্ৰশংসা আল্লাৰ কাৰণে যিজনে মোক বৃদ্ধাৱস্থা সত্ত্বেও ইস্মাইল আৰু ইচ্‌হাক (দুজন পুত্ৰ) দান কৰিছে; ইয়াত একো সন্দেহ নাই, মোৰ প্ৰভুৱে প্ৰাৰ্থনা গ্ৰহণ কৰে।

رَبِّ اجْعَلْنِيْ مُقِيْمَ الصَّلٰوةِ وَمِنْ ذُرِّيَّتِيْ ڰ رَبَّنَا وَتَقَبَّلْ دُعَاۗءِ ۝٤١

৪১) হে আমাৰ প্ৰভু! নমাজ প্ৰতষ্ঠিত কৰিবলৈ মোক আৰু মোৰ কিছুমান বংশধৰকো তুমিয়ে শক্তি দান কৰাঁ; হে আমাৰ প্ৰভু! মোৰ এই প্ৰাৰ্থনা গ্ৰহণ কৰাঁ।

৪২) হে আমাৰ প্ৰভু! যি দিনা (কৰ্ম্মৰ) লেখ লোৱাৰ অৱতাৰণা কৰা হ'ব, মোক আৰু মোৰ পিতৃ-মাতৃক আৰু বিশ্বাসীসকলক তুমি ক্ষমা দান কৰিবা।

رَبَّنَا اغْفِرْ لِي وَلِوَالِدَيَّ وَلِلْمُؤْمِنِينَ يَوْمَ يَقُومُ الْحِسَابُ ﴿٤١﴾

৪৩) আৰু অন্যায়কাৰীবিলাকে যি কাৰ্য্য কৰে তাক আল্লাই মন কৰা নাই বুলি নাভাবিবা ; তেওঁ সিহঁতক অৱসৰ দিছে মাথোন, সেই দিনালৈকে যিদিনা (সিহঁতৰ) চকুবোৰে (ভীষণ ঘটনাবিলাক) তধা লাগি একে-থৰে চাই থাকিব।

وَلَا تَحْسَبَنَّ اللَّهَ غَافِلًا عَمَّا يَعْمَلُ الظَّالِمُونَ ۚ إِنَّمَا يُؤَخِّرُهُمْ لِيَوْمٍ تَشْخَصُ فِيهِ الْأَبْصَارُ ﴿٤٢﴾

৪৪) সিহঁতে (ভয়তে)নিজৰ মূৰবোৰ দাঙি আগলৈ লৰ মাৰিব ; এনেদৰে যেন সিহঁতৰ দৃষ্টি সিহঁতলৈ উভতি নাহে, আৰু সিহঁতৰ অন্তৰসমূহ হ'ব (আশা) শূন্য।

مُهْطِعِينَ مُقْنِعِي رُءُوسِهِمْ لَا يَرْتَدُّ إِلَيْهِمْ طَرْفُهُمْ ۖ وَأَفْئِدَتُهُمْ هَوَاءٌ ﴿٤٣﴾

৪৫) আৰু তুমি মানুহবিলাকক সতৰ্ক কৰি দিয়াঁ সেই দিনৰ সম্বন্ধে, যিদিনা সিহঁতলৈ (প্ৰতিশ্ৰুত) শাস্তি আহি পাব; সেই সময়ত অন্যায়কাৰী-বিলাকে কব, হে আমাৰ প্ৰভু! অদূৰ সময় পৰ্য্যন্ত আমাক অৱসৰ দিয়াঁ, যাতে আমি তোমাৰ আহ্বানৰ প্ৰত্যুত্তৰ দিব পাৰোঁ, আৰু প্ৰেৰিত ৰছুলসকলৰো অনুগমন কৰিব পাৰোঁ। (তেতিয়া সিহঁতক আল্লাই ক'ব,) ইয়াৰ পূৰ্ব্বে তোমালোকে এই কথাৰ শপত খোৱা নাছিলা নে, তোমালোকৰ অৱস্থাৰ পতন কেতিয়াও নহ'ব ?

وَأَنذِرِ النَّاسَ يَوْمَ يَأْتِيهِمُ الْعَذَابُ فَيَقُولُ الَّذِينَ ظَلَمُوا رَبَّنَا أَخِّرْنَا إِلَىٰ أَجَلٍ قَرِيبٍ نُّجِبْ دَعْوَتَكَ وَنَتَّبِعِ الرُّسُلَ ۗ أَوَلَمْ تَكُونُوا أَقْسَمْتُم مِّن قَبْلُ مَا لَكُم مِّن زَوَالٍ ﴿٤٤﴾

৪৬) অথচ যিবিলাকে নিজ আত্মাসমূহৰ প্ৰতি অন্যায় কৰিছিল সিহঁতৰ বাসস্থানবিলাকত তোমালোকে বাস কৰিছিলা ; আৰু সিহঁতৰ সৈতে আমি কেনে ব্যৱহাৰ কৰিছিলোঁ তোমালোকৰ আগত প্ৰস্ফুটিত হ'ল; আৰু (তাৰ উপৰিও) আমি তোমালোকৰ নিমিত্তে বহু উপমা বৰ্ণনা কৰিছিলোঁ।

وَسَكَنتُمْ فِي مَسَاكِنِ الَّذِينَ ظَلَمُوا أَنفُسَهُمْ وَتَبَيَّنَ لَكُمْ كَيْفَ فَعَلْنَا بِهِمْ وَضَرَبْنَا لَكُمُ الْأَمْثَالَ ﴿٤٥﴾

৪৭) আৰু সিহঁতে সিহঁতৰ অভিসন্ধি পাতিলে, আৰু সিহঁতৰ অভিসন্ধি আল্লাৰ কাষত, যদিও সিহঁতৰ অভিসন্ধি ইমান গুৰুতৰ যে তাৰ ফলত পৰ্ব্বতসমূহ বিচলিত হয়।

وَقَدْ مَكَرُوا مَكْرَهُمْ وَعِنْدَ اللَّهِ مَكْرُهُمْ وَإِنْ كَانَ مَكْرُهُمْ لِتَزُولَ مِنْهُ الْجِبَالُ ۝٤٦

৪৮) গতিকে আল্লাই নিজৰ ৰছুলসকলক দিয়া প্ৰতিশ্ৰুতি ভঙ্গ কৰিব বুলি নাভাবিবা; নিশ্চয় আল্লা শক্তিশালী, (কুকৰ্ম্মৰ) প্ৰতিফল দিবৰ গৰাকী।

فَلَا تَحْسَبَنَّ اللَّهَ مُخْلِفَ وَعْدِهِ رُسُلَهُ إِنَّ اللَّهَ عَزِيزٌ ذُو انْتِقَامٍ ۝٤٧

৪৯) সেই দিনা এই পৃথিৱীক আন এখন পৃথিৱীত পৰিবৰ্ত্তন কৰা হ'ব, আৰু (তাৰ লগতে) আকাশ-মণ্ডলীৰো (পৰিবৰ্ত্তন হ'ব,) আৰু সিহঁতে সকলো উপস্থিত হ'ব একমাত্ৰ পৰাক্ৰমশালী আল্লাৰ সম্মুখত।

يَوْمَ تُبَدَّلُ الْأَرْضُ غَيْرَ الْأَرْضِ وَالسَّمَاوَاتُ وَبَرَزُوا لِلَّهِ الْوَاحِدِ الْقَهَّارِ ۝٤٨

৫০) আৰু সেইদিনা তুমি দেখা পাবা, অপৰাধী-বিলাকক একেলগ কৰি শিকলিবোৰৰে বান্ধি ৰখা হৈছে।

وَتَرَى الْمُجْرِمِينَ يَوْمَئِذٍ مُقَرَّنِينَ فِي الْأَصْفَادِ ۝٤٩

৫১) সিহঁতৰ পৰিধানবিলাক হ'ব আলকাত-ৰাৰে সনা, আৰু সিহঁতৰ মুখবোৰ অগ্নিয়ে আবৰি ধৰিব,

سَرَابِيلُهُمْ مِنْ قَطِرَانٍ وَتَغْشَىٰ وُجُوهَهُمُ النَّارُ ۝٥٠

৫২) এনেকুৱা হোৱাৰ কাৰণ হৈছে, প্ৰত্যেক আত্মাই যি অৰ্জ্জন কৰিছে তাৰ প্ৰতিফল আল্লাই তাক দিব; ইয়াত একো সন্দেহ নাই, লেখ লোৱাত আল্লা বেগৱন্ত।

لِيَجْزِيَ اللَّهُ كُلَّ نَفْسٍ مَا كَسَبَتْ إِنَّ اللَّهَ سَرِيعُ الْحِسَابِ ۝٥١

৫৩) এই কোৰান মানৱ জাতিৰ নিমিত্তে (মহান) সংবাদ স্বৰূপ; আৰু (ইয়াৰ অৱতীৰ্ণ হোৱাৰ উদ্দেশ্য এই,) তাৰ দ্বাৰা যেন সিহঁতক সতৰ্ক কৰা হয়, আৰু সিহঁতে যেন জানিব পাৰে, তেৱেঁই অকল একমাত্ৰ উপাস্য, আৰু বুদ্ধিমন্তসকলে যেন উপদেশ গ্ৰহণ কৰিব পাৰে।

هَٰذَا بَلَاغٌ لِلنَّاسِ وَلِيُنْذَرُوا بِهِ وَلِيَعْلَمُوا أَنَّمَا هُوَ إِلَٰهٌ وَاحِدٌ وَلِيَذَّكَّرَ أُولُو الْأَلْبَابِ ۝٥٢



চুৰা ১৫ AL-HIJR

## আল্-হিযৰ্ : হিযৰ্ পৰ্ব্বত

মক্কাত অৱতীৰ্ণ

১) পৰম কৰুণাময়, পৰম দানশীল আল্লাৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

২) আলিফ্, লাম, ৰা। ধৰ্ম্মপুথি আৰু সুস্পষ্ট কোৰ্-আনৰ এইবিলাক আয়ত্সমূহ।

الٓرٰ تِلْكَ اٰيٰتُ الْكِتٰبِ وَ قُرْاٰنٍ مُّبِيْنٍ ②

**চতুৰ্দশ পাৰা**

৩) এনে এটা সময় আহিব যেতিয়া অবিশ্বাসীবিলাকে (টানত পৰি) এই ইচ্ছা প্ৰকাশ কৰিব, সিহঁত যদি আত্মসমৰ্পণকাৰী হোৱাহেঁতেন!

رُبَمَا يَوَدُّ الَّذِيْنَ كَفَرُوْا لَوْ كَانُوْا مُسْلِمِيْنَ ③

৪) (হে ৰচুল,) তুমি সিহঁতক এৰি দিয়া যাতে সিহঁতে খাই-বৈ থাকে আৰু সুখ-সম্পদ উপভোগ কৰে, আৰু যাতে বৃথা আশঙ্কাই সিহঁতৰ মন মোহিত কৰি ৰাখে, কিন্তু অলপতে সিহঁতে (প্ৰকৃত কথা) জানিব পাৰিব।

ذَرْهُمْ يَاْكُلُوْا وَ يَتَمَتَّعُوْا وَ يُلْهِهِمُ الْاَمَلُ فَسَوْفَ يَعْلَمُوْنَ ④

৫) আৰু আমি কোনো নগৰকে সংহাৰ কৰা নাই যাৰ বিষয়ে পূৰ্ব্বেই (আমাৰ) মীমাংসা লিপিবদ্ধ নাছিল।

وَمَآ اَهْلَكْنَا مِنْ قَرْيَةٍ اِلَّا وَلَهَا كِتَابٌ مَّعْلُوْمٌ ⑤

৬) কোনো জাতিয়ে নিজ নিৰূপিত সময়ৰ আগ বাঢ়ি যাব নোৱাৰে, আৰু পিছো পৰিব নোৱাৰে।

مَا تَسْبِقُ مِنْ اُمَّةٍ اَجَلَهَا وَمَا يَسْتَاْخِرُوْنَ ⑥

৭) আৰু সিহঁতে কৈছিল, (হে মহম্মদ,) তোমাৰ প্ৰতি হেনো উপদেশ-পুথি অৱতীৰ্ণ হৈছে; ইয়াত কোনো সন্দেহ নাই, তুমি নিশ্চয় উন্মাদ!

وَقَالُوْا يٰۤاَيُّهَا الَّذِيْ نُزِّلَ عَلَيْهِ الذِّكْرُ اِنَّكَ لَمَجْنُوْنٌ ⑦

৮) যদি তুমি সত্যবাদী হোৱা, তেন্তে আমাৰ সম্মুখত ফিৰিশ্তা বিলাকক উপস্থিত নকৰা কিয়?

لَوْ مَا تَاْتِيْنَا بِالْمَلٰٓئِكَةِ اِنْ كُنْتَ مِنَ الصّٰدِقِيْنَ ⑧

৯) আমি ফিৰিশ্তাবিলাকক নমাই পঠাওঁ কেৱল সমুচিত কাৰণে; কিন্তু (ফিৰিশ্তা নমাৰ পিছত) সিহঁতক আৰু অৱসৰ দিয়া নহ'ব।

مَا نُنَزِّلُ الْمَلٰٓئِكَةَ اِلَّا بِالْحَقِّ وَمَا كَانُوْٓا اِذًا مُّنْظَرِيْنَ ٩

১০) এই উপদেশ-পুথিখন অৱতীর্ণ কৰিছোঁ আমিয়ে, আৰু নিশ্চয় আমিয়ে তাৰ সংৰক্ষক।

اِنَّا نَحْنُ نَزَّلْنَا الذِّكْرَ وَاِنَّا لَهٗ لَحٰفِظُوْنَ ١٠

১১) আৰু স্বৰূপতে তোমাৰ পূৰ্ব্বেও অতীত কালৰ বিভিন্ন জাতিৰ মাজত আমি ৰচুলসকলক প্ৰেৰণ কৰিছিলোঁ।

وَلَقَدْ اَرْسَلْنَا مِنْ قَبْلِكَ فِيْ شِيَعِ الْاَوَّلِيْنَ ١١

১২) কিন্তু এনে কোনো ৰচুল সিহঁতৰ ওচৰলৈ অহা নাই যাৰ সৈতে সিহঁতে বিদ্ৰূপ কৰা নাছিল।

وَمَا يَاْتِيْهِمْ مِّنْ رَّسُوْلٍ اِلَّا كَانُوْا بِهٖ يَسْتَهْزِءُوْنَ ١٢

১৩) এইদৰে আমি এনে (বিদ্ৰূপৰ) ভাৱ সঞ্চাৰ কৰোঁ অবিশ্বাসীবিলাকৰ অন্তৰসমূহত;

كَذٰلِكَ نَسْلُكُهٗ فِيْ قُلُوْبِ الْمُجْرِمِيْنَ ١٣

১৪) এই কোৰ-আনত সিহঁতে কেতিয়াও বিশ্বাস নকৰে, অথচ (সিহঁতে জানে) অতীতৰ লোকবিলাকৰো (ৰচুলসকলৰ সৈতে এনে ব্যৱহাৰ কৰাৰ) স্বভাৱ আছিল।

لَا يُؤْمِنُوْنَ بِهٖ وَقَدْ خَلَتْ سُنَّةُ الْاَوَّلِيْنَ ١٤

১৫) আৰু সিহঁতৰ নিমিত্তে যদি আমি আকাশৰ দুৱাৰ এখন মেলি থওঁ, আৰু তাৰ মাজেদি সিহঁত ওপৰলৈ উঠি গৈ থাকে, (তথাপি সিহঁতে বিশ্বাস নকৰে):

وَلَوْ فَتَحْنَا عَلَيْهِمْ بَابًا مِّنَ السَّمَآءِ فَظَلُّوْا فِيْهِ يَعْرُجُوْنَ ١٥

১৬) সিহঁতে তেতিয়াও নিশ্চয় ক'ব, আমাৰ চকুবোৰত চকমকনিহে লাগিছে মাথোন; নহয়, আমি কুহকগ্ৰস্ত লোক হৈ পৰিছোঁ।

لَقَالُوْٓا اِنَّمَا سُكِّرَتْ اَبْصَارُنَا بَلْ نَحْنُ قَوْمٌ مَّسْحُوْرُوْنَ ١٦

১৭) আৰু স্বৰূপতে আকাশত আমি নক্ষত্ৰপুঞ্জ সৃষ্টি কৰিছোঁ, আৰু সেইবিলাকক শোভনীয় কৰিছোঁ দৰ্শকবিলাকৰ নিমিত্তে;

وَلَقَدْ جَعَلْنَا فِي السَّمَآءِ بُرُوْجًا وَّزَيَّنّٰهَا لِلنّٰظِرِيْنَ ١٧

১৮) আৰু সেইবিলাকক আমি ৰক্ষা কৰিছোঁ প্ৰত্যেক নিৰ্ব্বাসিত শ্বয়তানৰ পৰা ;

وَحَفِظْنٰهَا مِنْ كُلِّ شَيْطٰنٍ رَّجِيْمٍ ۝١٧

১৯) কিন্তু যদি কেওঁ গোপনে ঐশিক কথা শুনিবলৈ কাণ পাতে, তাৰ অনুসৰণ কৰে উজ্জ্বল অগ্নি-শিখাই।

اِلَّا مَنِ اسْتَرَقَ السَّمْعَ فَاَتْبَعَهٗ شِهَابٌ مُّبِيْنٌ ۝١٨

২০) আৰু আমি পৃথিৱীক বিস্তীৰ্ণ কৰিছোঁ আৰু তাতে পৰ্ব্বতসমূহ সংস্থাপন কৰিছোঁ, আৰু তাৰ মাজতে সকলো বস্তু উৎপাদন কৰিছোঁ উচিত পৰিমাণে।

وَالْاَرْضَ مَدَدْنٰهَا وَاَلْقَيْنَا فِيْهَا رَوَاسِيَ وَاَنْۢبَتْنَا فِيْهَا مِنْ كُلِّ شَيْءٍ مَّوْزُوْنٍ ۝٢٠

২১) আৰু তাৰ ভিতৰত আমি জীৱিকাৰ নানা উপায় স্থিৰ কৰিছোঁ—তোমালোকৰ নিমিত্তে আৰু যাৰ উপজীৱিকাৰ ভাৰ তোমালোকৰ ওপৰত নাই তাৰ নিমিত্তেও।

وَجَعَلْنَا لَكُمْ فِيْهَا مَعَايِشَ وَمَنْ لَّسْتُمْ لَهٗ بِرٰزِقِيْنَ ۝٢١

২২) আৰু আমাৰে ওচৰত আছে সকলো বস্তুৰ বহু ভৰাল; আৰু প্ৰত্যেক বস্তুকে আমি (পৃথিৱীত) অৱতাৰণ কৰোঁ নিৰূপিত পৰিমাণ অনুসাৰে।

وَاِنْ مِّنْ شَيْءٍ اِلَّا عِنْدَنَا خَزَآئِنُهٗ وَمَا نُنَزِّلُهٗٓ اِلَّا بِقَدَرٍ مَّعْلُوْمٍ ۝٢٢

২৩) আৰু আমি (মেঘৰ) ভাৰ বহন কৰে এনে বতাহ বলিবলৈ দিওঁ, আৰু সেই মেঘৰ পৰা আমি নমাই পঠাওঁ বৰষুণ; পিছত সেই পানী তোমালোকক পান কৰিবলৈ দিওঁ; আৰু সেই পানী তোমালোকে সংগ্ৰহ কৰি ৰখা নাই।

وَاَرْسَلْنَا الرِّيٰحَ لَوَاقِحَ فَاَنْزَلْنَا مِنَ السَّمَآءِ مَآءً فَاَسْقَيْنٰكُمُوْهُۚ وَمَآ اَنْتُمْ لَهٗ بِخٰزِنِيْنَ ۝٢٣

২৪) আৰু নিশ্চয় আমিয়ে জীৱন দান কৰোঁ আৰু আমিয়ে মৃত্যু সাধন কৰোঁ ; আৰু আমিয়ে (সকলোৰে) উত্তৰাধিকাৰী।

وَاِنَّا لَنَحْنُ نُحْيٖ وَنُمِيْتُ وَنَحْنُ الْوٰرِثُوْنَ ۝٢٤

২৫) আৰু স্বৰূপতে তোমালোকৰ মাজৰ আগ বাঢ়ি যোৱাবিলাকক আমি জানো ; আৰু স্বৰূপতে সেইবিলাককো জানো যিবিলাক পিছ পৰি থাকে।

وَلَقَدْ عَلِمْنَا الْمُسْتَقْدِمِيْنَ مِنْكُمْ وَلَقَدْ عَلِمْنَا الْمُسْتَاْخِرِيْنَ ۝٢٥

২৬) আৰু (মহাবিচাৰৰ দিনা) নিশ্চয় তোমাৰ প্ৰভুৱে সিহঁতক একেলগ কৰিব ; নিশ্চয় তেওঁ শ্ৰেষ্ঠ জ্ঞানী, সৰ্ব্ব-জ্ঞাতা।

ع وَإِنَّ رَبَّكَ هُوَ يَحْشُرُهُمْ ۚ إِنَّهُ حَكِيمٌ عَلِيمٌ ٢٥

২৭) আৰু স্বৰূপতে আমি মানৱক সৃজন কৰিছোঁ এনে আলতীয়া বোকা মাটিৰে, যি শুকালে বাজে।

وَلَقَدْ خَلَقْنَا الْإِنسَانَ مِن صَلْصَالٍ مِّنْ حَمَإٍ
مَّسْنُونٍ ٢٦

২৮) আৰু ইয়াৰ আগতে যিনক আমি জ্বলন্ত অগ্নিৰ দ্বাৰা সৃষ্টি কৰিছিলোঁ।

وَالْجَانَّ خَلَقْنَاهُ مِن قَبْلُ مِن نَّارِ السَّمُومِ ٢٧

২৯) আৰু (চোৱাঁ) যেতিয়া ফিৰিশ্তাবিলাকক তোমাৰ প্ৰভুৱে কৈছিল, মই নিশ্চয় মানৱক এনে আলতীয়া বোকা মাটিৰে সৃজন কৰিব ধৰিছোঁ, যি শুকালে বাজে।

وَإِذْ قَالَ رَبُّكَ لِلْمَلَائِكَةِ إِنِّي خَالِقٌ بَشَرًا مِّن صَلْصَالٍ
مِّنْ حَمَإٍ مَّسْنُونٍ ٢٨

৩০) পিছত যেতিয়া মই মানৱৰ সৰ্ব্বাঙ্গ আকৃতি গঠন কৰিম আৰু তাৰ ভিতৰত নিজ আত্মাৰ নিশ্বাস পেলাম তেতিয়া তোমালোকে তেওঁৰ বাধ্যতা স্বীকাৰ কৰিবা।

فَإِذَا سَوَّيْتُهُ وَنَفَخْتُ فِيهِ مِن رُّوحِي فَقَعُوا لَهُ
سَاجِدِينَ ٢٩

৩১) এনেতে সকলো ফিৰিশ্তাই একেলগে (তেওঁৰ) বাধ্যতা স্বীকাৰ কৰিলে,—

فَسَجَدَ الْمَلَائِكَةُ كُلُّهُمْ أَجْمَعُونَ ٣٠

৩২) ইব্লিচ ভিন্ন ; সি বাধ্য হোৱাবিলাকৰ সঙ্গী হ'বলৈ অস্বীকাৰ কৰিলে।

إِلَّا إِبْلِيسَ أَبَىٰ أَن يَكُونَ مَعَ السَّاجِدِينَ ٣١

৩৩) তেওঁ ক'লে, হে ইব্লিচ, তুমি যে বাধ্য হোৱাবিলাকৰ সঙ্গী নহলা তাৰ কাৰণ তোমাৰ কিবা আছে নে ?

قَالَ يَا إِبْلِيسُ مَا لَكَ أَلَّا تَكُونَ مَعَ السَّاجِدِينَ ٣٢

৩৪) সি কলে, মই কোনোমতে এনে মানৱৰ বাধ্যতা স্বীকাৰ নকৰোঁ যাক তুমি সৃষ্টি কৰিছা আলতীয়া বোকা মাটিৰে যি শুকান হলে বাজে।

قَالَ لَمْ أَكُن لِّأَسْجُدَ لِبَشَرٍ خَلَقْتَهُ مِن صَلْصَالٍ
مِّنْ حَمَإٍ مَّسْنُونٍ ٣٣

قَالَ فَاخْرُجْ مِنْهَا فَإِنَّكَ رَجِيمٌ ﴿٣٤﴾

৩৫) তেওঁ কলে, তেন্তে এই ঠাইৰ পৰা তুমি ওলাই যোৱাঁ, কিয়নো তুমি (আজিৰ পৰা) নিৰ্ব্বাসিত হলা ;

وَإِنَّ عَلَيْكَ اللَّعْنَةَ إِلَىٰ يَوْمِ الدِّينِ ﴿٣٥﴾

৩৬) আৰু নিশ্চয় তোমাৰ ওপৰত পৰিব মোৰ অভিশাপ শেষ বিচাৰৰ দিনালৈকে।

قَالَ رَبِّ فَأَنظِرْنِي إِلَىٰ يَوْمِ يُبْعَثُونَ ﴿٣٦﴾

৩৭) সি কলে, হে মোৰ প্ৰভু, তেন্তে তুমি মোক অৱসৰ দান কৰাঁ, সেই দিনালৈকে যিদিনা মানৱৰ পুনৰুত্থান হ'ব।

قَالَ فَإِنَّكَ مِنَ الْمُنظَرِينَ ﴿٣٧﴾

৩৮) তেওঁ কলে, নিশ্চয় তোমাক অৱসৰ দিয়া হ'ল,—

إِلَىٰ يَوْمِ الْوَقْتِ الْمَعْلُومِ ﴿٣٨﴾

৩৯) নিৰূপিত কালৰ এদিনালৈকে।

قَالَ رَبِّ بِمَا أَغْوَيْتَنِي لَأُزَيِّنَنَّ لَهُمْ فِي الْأَرْضِ وَلَأُغْوِيَنَّهُمْ أَجْمَعِينَ ﴿٣٩﴾

৪০) সি কলে, হে মোৰ প্ৰভু, যিহেতু তুমি মোক বিপথে যোৱা বুলি স্থিৰ কৰি লৈছা, মইও পৃথিৱীত সিহঁতৰ চকুত (অন্যায়) শোভনীয় কৰি দেখুৱাম, আৰু নিশ্চয় বিপথে লৈ যাম সিহঁতৰ সকলোকে—

إِلَّا عِبَادَكَ مِنْهُمُ الْمُخْلَصِينَ ﴿٤٠﴾

৪১) সিহঁতৰ মাজৰ সেই ভৃত্যসকলক এৰি, যি-সকল তোমাৰ একান্ত ভক্ত।

قَالَ هَٰذَا صِرَاطٌ عَلَيَّ مُسْتَقِيمٌ ﴿٤١﴾

৪২) তেওঁ কলে, মোৰ পিনে আহিবলৈ এয়ে পোন বাট।

إِنَّ عِبَادِي لَيْسَ لَكَ عَلَيْهِمْ سُلْطَانٌ إِلَّا مَنِ اتَّبَعَكَ مِنَ الْغَاوِينَ ﴿٤٢﴾

৪৩) ইয়াত কোনো সন্দেহ নাই, মোৰ যি সকল বিশেষ ভৃত্য সেইসকলৰ প্ৰতি তোমাৰ কোনো ক্ষমতা নচলিব—চলিব সেই বিপথে যোৱা-বিলাকৰ প্ৰতি, যিবিলাকে তোমাৰেই অনুসৰণ কৰিব।

وَإِنَّ جَهَنَّمَ لَمَوْعِدُهُمْ أَجْمَعِينَ ﴿٤٣﴾

৪৪) আৰু নিশ্চয় সিহঁতৰ সকলোৰে নিমিত্তে নৰকেই হৈছে প্ৰতিশ্ৰুত স্থান।

৪৫) তাৰ আছে সাতখন দুৱাৰ; প্ৰত্যেক দুৱাৰেদি (সোমাব) সিহঁতৰ মাজৰ ভাগ কৰি দিয়া একোটা দল।

ع لَهَا سَبْعَةُ اَبْوَابٍ ؕ لِكُلِّ بَابٍ مِّنْهُمْ جُزْءٌ مَّقْسُوْمٌ ﴿٤٥﴾

৪৬) নিশ্চয় ধৰ্ম্মপৰায়ণসকলে ঝৰণাবিলাক থকা উদ্যানসমূহত (সুখ-শান্তিৰে) বাস কৰিব।

اِنَّ الْمُتَّقِيْنَ فِيْ جَنّٰتٍ وَّعُيُوْنٍ ؕ ﴿٤٦﴾

৪৭) (তেওঁলোকক কোৱা হ'ব,) তোমালোকে তাৰ ভিতৰত প্ৰবেশ কৰাঁ, শান্তিৰে সৈতে, নিৰাপদে।

اُدْخُلُوْهَا بِسَلٰمٍ اٰمِنِيْنَ ﴿٤٧﴾

৪৮) আৰু তেওঁলোকৰ হৃদয়সমূহত যি অলপ-অচৰপ বিদ্বেষ থাকে তাক আমি উলিয়াই দিম, যাৰ ফলত তেওঁলোকে উচ্চ আসনসমূহত উপবিষ্ট হ'ব, ভ্ৰাতৃভাব লৈ, পৰস্পৰ সম্মুখীন হৈ।

وَنَزَعْنَا مَا فِيْ صُدُوْرِهِمْ مِّنْ غِلٍّ اِخْوَانًا عَلٰى سُرُرٍ مُّتَقٰبِلِيْنَ ﴿٤٨﴾

৪৯) তেওঁলোকক তাত ভাগৰে স্পৰ্শ নকৰিব, আৰু তেওঁলোকক তাৰ পৰা কেতিয়াও নিৰ্ব্বাসিত কৰা নহ'ব।

لَا يَمَسُّهُمْ فِيْهَا نَصَبٌ وَّمَا هُمْ مِّنْهَا بِمُخْرَجِيْنَ ﴿٤٩﴾

৫০) মোৰ ভৃত্যবিলাকক তুমি জানিবলৈ দিয়াঁ, ইয়াত কোনো সন্দেহ নাই, মই শ্ৰেষ্ঠ ক্ষমাৱন্ত, পৰম দানশীল;

نَبِّئْ عِبَادِيْٓ اَنِّيْٓ اَنَا الْغَفُوْرُ الرَّحِيْمُ ﴿٥٠﴾

৫১) কিন্তু মোৰ শাস্তিও যন্ত্ৰণাদায়ক শাস্তি।

وَاَنَّ عَذَابِيْ هُوَ الْعَذَابُ الْاَلِيْمُ ﴿٥١﴾

৫২) আৰু ইব্ৰাহিমৰ অতিথিবিলাকৰ বিষয়েও সিহঁতক জানিবলৈ দিয়াঁ,—

وَنَبِّئْهُمْ عَنْ ضَيْفِ اِبْرٰهِيْمَ ﴿٥٢﴾

৫৩) যেতিয়া তেওঁলোক তেওঁৰ আগত উপস্থিত হ'ল, তেওঁলোকে কলে, (তোমাৰ প্ৰতি) শান্তি হওক! তেওঁ কলে, তোমালোকক দেখি আমি ভয়হে খাইছোঁ।

اِذْ دَخَلُوْا عَلَيْهِ فَقَالُوْا سَلٰمًا ؕ قَالَ اِنَّا مِنْكُمْ وَجِلُوْنَ ﴿٥٣﴾

৫৪) তেওঁলোকে কলে, তুমি ভয় নকৰিবা; বৰং

قَالُوْا لَا تَوْجَلْ اِنَّا نُبَشِّرُكَ بِغُلٰمٍ عَلِيْمٍ ٥٤

আমি তোমাৰ কাৰণে লৈ আহিছোঁ এটি জ্ঞানৱান পুত্ৰৰ (জন্মৰ) শুভ সংবাদ।

قَالَ اَبَشَّرْتُمُوْنِيْ عَلٰٓى اَنْ مَّسَّنِيَ الْكِبَرُ فَبِمَ تُبَشِّرُوْنَ ٥٥

৫৫) তেওঁ কলে, তোমালোকে মোক শুভ সংবাদ দিছা এনে সময়ত যেতিয়া মোক (একান্ত) বাৰ্দ্ধক্যই পাইছেহি ; তোমালোকে এই শুভ-সংবাদ আনিছা কি হেতু ?

قَالُوْا بَشَّرْنٰكَ بِالْحَقِّ فَلَا تَكُنْ مِّنَ الْقٰنِطِيْنَ ٥٦

৫৬) তেওঁলোকে কলে, আমি তোমালৈ শুভ সংবাদ আনিছোঁ সত্যৰ সৈতে। গতিকে তুমি নিৰাশবিলাকৰ মাজৰ নহবা।

قَالَ وَمَنْ يَّقْنَطُ مِنْ رَّحْمَةِ رَبِّهٖٓ اِلَّا الضَّآلُّوْنَ ٥٧

৫৭) তেওঁ কলে, বাস্তৱতে পথভ্ৰান্তবিলাকৰ বাহিৰে আৰু কোন নিজ প্ৰভুৰ কৰুণাৰ পৰা নিৰাশ হব পাৰে ?

قَالَ فَمَا خَطْبُكُمْ اَيُّهَا الْمُرْسَلُوْنَ ٥٨

৫৮) তেওঁ সুধিলে, হে সংবাদবাহসকল, তেন্তে (কোৱাঁ) তোমালোকৰ সকাম কি ?

قَالُوْٓا اِنَّآ اُرْسِلْنَآ اِلٰى قَوْمٍ مُّجْرِمِيْنَ ٥٩

৫৯) তেওঁলোকে কলে, সঁচাকৈয়ে এই অপৰাধী-বিলাকৰ প্ৰতি আমাক প্ৰেৰণ কৰা হৈছে (শাস্তি দিবলৈ),—

اِلَّآ اٰلَ لُوْطٍ اِنَّا لَمُنَجُّوْهُمْ اَجْمَعِيْنَ ٦٠

৬০) লুত্বৰ পৰিয়ালক এৰি, যিসকলক নিশ্চয় আমি ৰক্ষা কৰিম,

اِلَّا امْرَاَتَهٗ قَدَّرْنَآ اِنَّهَا لَمِنَ الْغٰبِرِيْنَ ٦١

৬১) কেৱল তেওঁৰ পত্নী ভিন্ন, কিয়নো আমি জানিব পাৰিছোঁ তেওঁ হ'ব পিছ পৰি থকাবিলাকৰ মাজৰ।

فَلَمَّا جَآءَ اٰلَ لُوْطِ ۨالْمُرْسَلُوْنَ ٦٢

৬২) পিছত যেতিয়া সেই দূতবিলাক লুত্বৰ পৰিয়ালৰ ওচৰলৈ আহিল,

قَالَ اِنَّكُمْ قَوْمٌ مُّنْكَرُوْنَ ٦٣

৬৩) তেওঁ কলে, তোমালোক নিশ্চয় আচহুৱা মানুহ।

قَالُوْا بَلْ جِئْنٰكَ بِمَا كَانُوْا فِيْهِ يَمْتَرُوْنَ ۝٦٣

৬৪) তেওঁলোকে কলে, নহয়, যি বিষয়ে সিহঁতে সন্দেহত পৰিছে তাকে সম্পন্ন কৰিবলৈ আমি তোমাৰ ওচৰলৈ আহিছোঁ ;

وَاَتَيْنٰكَ بِالْحَقِّ وَاِنَّا لَصٰدِقُوْنَ ۝٦٤

৬৫) আৰু তোমাৰ ওচৰলৈ আমি এনে বিষয় লৈ আহিছোঁ যি সত্য; আৰু অৱশ্যে আমি সত্যপৰায়ণ।

فَاَسْرِ بِاَهْلِكَ بِقِطْعٍ مِّنَ الَّيْلِ وَاتَّبِعْ اَدْبَارَهُمْ وَلَا يَلْتَفِتْ مِنْكُمْ اَحَدٌ وَّامْضُوْا حَيْثُ تُؤْمَرُوْنَ ۝٦٥

৬৬) এতেকে নিশা থাকোঁতেই তুমি নিজ পৰিয়ালক লগতে লৈ ওলাই যোৱাঁ; আৰু সিহঁতৰ পাছে পাছে গৈ থাকিবা; আৰু (চোৱাঁ) তোমালোকৰ এজনেও যেন পিছলৈ ঘূৰি নাচায়; আৰু যি ঠাইলৈ যাবলৈ তোমালোকক আদেশ দিয়া হৈছে সেই পিনেই গৈ থাকাঁ।

وَقَضَيْنَآ اِلَيْهِ ذٰلِكَ الْاَمْرَ اَنَّ دَابِرَ هٰٓؤُلَآءِ مَقْطُوْعٌ مُّصْبِحِيْنَ ۝٦٦

৬৭) আৰু আমি তেওঁক জ্ঞাপন কৰিলোঁ আমাৰ এই মীমাংসা—ৰাতি পুৱাৰ লগে লগে সিহঁতক সমূলি সংহাৰ কৰা হ'ব।

وَجَآءَ اَهْلُ الْمَدِيْنَةِ يَسْتَبْشِرُوْنَ ۝٦٧

৬৮) এনেতে (কিছুমান) নগৰবাসী উলহ-মালহৰে উপস্থিত হ'লহি।

قَالَ اِنَّ هٰٓؤُلَآءِ ضَيْفِيْ فَلَا تَفْضَحُوْنِ ۝٦٨

৬৯) তেওঁ কলে, সঁচাকৈয়ে এওঁলোক মোৰ অতিথি; সেই দেখি (সিহঁতক লৈ) তোমালোকে মোক লাজত নেপেলাবা।

وَاتَّقُوا اللّٰهَ وَلَا تُخْزُوْنِ ۝٦٩

৭০) আৰু তোমালোকে আল্লাৰ ভয় ৰাখাঁ, আৰু মোক লাঞ্ছিত নকৰিবা।

قَالُوْٓا اَوَلَمْ نَنْهَكَ عَنِ الْعٰلَمِيْنَ ۝٧٠

৭১) সিহঁতে কলে, যেই সেই জাতিৰ যাকে তাকে ঘৰলৈ আনিবলৈ আমি তোমাক নিষেধ কৰা নাছিলোঁ নে?

قَالَ هٰٓؤُلَآءِ بَنٰتِيْٓ اِنْ كُنْتُمْ

৭২) তেওঁ কলে, যদি (মোৰ বিৰুদ্ধে) তোমালোক কোনো কাম কৰিবলৈকে উদ্যত হৈছা

| | |
|---|---|
| فٰعِلِيْنَ ۝٧٢ | তেন্তে মোৰ এই কেইজনী কন্যাক (জামিনৰূপে গ্ৰহণ কৰাঁ)! |
| لَعَمْرُكَ اِنَّهُمْ لَفِيْ سَكْرَتِهِمْ يَعْمَهُوْنَ ۝٧٢ | ৭৩) (হে নবী,) তোমাৰ (পৱিত্ৰ) জীৱনৰ শপত, বাস্তৱিকতে সিহঁত উন্দীপ্ত হৈ অন্ধৰ দৰে ইফালে সিফালে খেপিয়াই ফুৰিছে। |
| فَاَخَذَتْهُمُ الصَّيْحَةُ مُشْرِقِيْنَ ۝٧٣ | ৭৪) পিছত সূৰ্য্য উদয়হোৱাৰ লগে লগে এটা ভয়াবহ ধ্বনিয়ে সিহঁতক ধৰিলে। |
| فَجَعَلْنَا عَالِيَهَا سَافِلَهَا وَ اَمْطَرْنَا عَلَيْهِمْ حِجَارَةً مِّنْ سِجِّيْلٍ ۝٧٤ | ৭৫) ততালিকে আমি সেই নগৰখন তল-ওপৰ কৰি লুটিয়াই দিলোঁ, আৰু তাৰ ওপৰত আমি বৰষালোঁ টান পোৰা শিল। |
| اِنَّ فِيْ ذٰلِكَ لَاٰيٰتٍ لِّلْمُتَوَسِّمِيْنَ ۝٧٥ | ৭৬) যিবিলাকে তত্ত্ব বিচাৰিবলৈ চিন্তা কৰে সেইবিলাকৰ নিমিত্তে এই ঘটনাত আছে বহু নিদৰ্শন। |
| وَ اِنَّهَا لَبِسَبِيْلٍ مُّقِيْمٍ ۝٧٦ | ৭৭) আৰু এয়ে নিশ্চিত কথা, সেই নগৰখন (বাণিজ্য) পথৰ ওপৰতে অৱস্থিত আছিল। |
| اِنَّ فِيْ ذٰلِكَ لَاٰيَةً لِّلْمُؤْمِنِيْنَ ۝٧٧ | ৭৮) বিশ্বাসীসকলৰ নিমিত্তে নিশ্চয় এই ঘটনাত আছে নিদৰ্শন |
| وَ اِنْ كَانَ اَصْحٰبُ الْاَيْكَةِ لَظٰلِمِيْنَ ۝٧٨ | ৭৯) আৰু ইয়াত কোনো সন্দেহ নাই, নিবিড় অৰণ্যত থকাবিলাকো অন্যায়কাৰী আছিল; |
| فَانْتَقَمْنَا مِنْهُمْ وَ اِنَّهُمَا لَبِاِمَامٍ مُّبِيْنٍ ۝٧٩ | ৮০) সেই কাৰণে আমি সিহঁতক (সিহঁতৰ বিৰুদ্ধ আচৰণৰ) প্ৰতিফল দিলোঁ; আৰু বাস্তৱতে দুয়োখন নগৰ অৱস্থিত আছিল অহা-যোৱাৰ মুকলি বাটতেই। |
| وَ لَقَدْ كَذَّبَ اَصْحٰبُ الْحِجْرِ الْمُرْسَلِيْنَ ۝٨٠ | ৮১) আৰু স্বৰূপতে হিয্ৰ-নিবাসীবিলাকেও ৰচুলসকলক মিথ্যাবাদী ভাবি অমান্য কৰিছিল; |

৮২) আৰু আমাৰ বহু নিদৰ্শন সিহঁতক প্ৰদান কৰিছিলোঁ; কিন্তু সিহঁত সেইবিলাকৰ পৰা বিমুখ হৈছিল;

وَاٰتَيۡنٰهُمۡ اٰيٰتِنَا فَكَانُوۡا عَنۡهَا مُعۡرِضِيۡنَ ۙ۝٨١

৮৩) আৰু সিহঁতে নিৰাপদে থাকিবলৈ শিল কাটি পৰ্ব্বতসমূহত বহু ঘৰ সাজি লৈছিল।

وَكَانُوۡا يَنۡحِتُوۡنَ مِنَ الۡجِبَالِ بُيُوۡتًا اٰمِنِيۡنَ ۝٨٢

৮৪) পিছত এদিন ৰাতিপুৱা (ভূমিকম্পৰ) ভীষণ গৰ্গৰণিয়ে সিহঁতক ধৰিলে;

فَاَخَذَتۡهُمُ الصَّيۡحَةُ مُصۡبِحِيۡنَ ۙ۝٨٣

৮৫) তেতিয়া সিহঁতে যি অৰ্জ্জন কৰিছিল তাৰ দবাৰা সিহঁতৰ কোনো লাভ নহল।

فَمَاۤ اَغۡنٰى عَنۡهُمۡ مَّا كَانُوۡا يَكۡسِبُوۡنَ ؕ۝٨٤

৮৬) আৰু আমি সৃজন কৰিছোঁ কেৱল সত্যৰ সৈতে আকাশমণ্ডলী আৰু পৃথিবী আৰু উভয়ৰ মাজত যি আছে সকলো। আৰু নিৰ্দ্দিষ্ট সময় যে উপস্থিত হ'বহি তাত কোনো সন্দেহ নাই; গতিকে তুমি (লোকৰ দোষ) সদয়ভাৱে মাৰ্জ্জনা কৰিবা।

وَمَا خَلَقۡنَا السَّمٰوٰتِ وَالۡاَرۡضَ وَمَا بَيۡنَهُمَاۤ اِلَّا بِالۡحَقِّ ؕ
وَاِنَّ السَّاعَةَ لَاٰتِيَةٌ فَاصۡفَحِ الصَّفۡحَ الۡجَمِيۡلَ ۝٨٥

৮৭) বাস্তৱতে তোমাৰ প্ৰভু একমাত্ৰ সৃষ্টিকৰ্ত্তা, সৰ্ব্বজ্ঞাতা।

اِنَّ رَبَّكَ هُوَ الۡخَلّٰقُ الۡعَلِيۡمُ ۝٨٦

৮৮) আৰু স্বৰূপতে আমি তোমাক দান কৰিছোঁ বাৰে বাৰে আবৃত্তি কৰিবলৈ সাতোটি আয়তৰ (এটি চুৰা), আৰু (তাৰ উপৰি) মহান কোৰ্-আন;

وَلَقَدۡ اٰتَيۡنٰكَ سَبۡعًا مِّنَ الۡمَثَانِىۡ وَالۡقُرۡاٰنَ الۡعَظِيۡمَ ۝٨٧

৮৯) আমি সিহঁতৰ বিভিন্ন শ্ৰেণীক (পাৰ্থিৱ জীৱনত) যি সুখ-সম্পদ দান কৰিছোঁ তুমি তালৈ নিজৰ (ঈৰ্ষা-মূলক) দুই চকুৰে দৃষ্টি নকৰিবা, আৰু সিহঁতৰ কাৰণে বেজাৰো নকৰিবা; আৰু নিজৰ পাখিৰে বিশ্বাসীসকলক ঢাকি লবা।

لَا تَمُدَّنَّ عَيۡنَيۡكَ اِلٰى مَا مَتَّعۡنَا بِهٖۤ اَزۡوَاجًا مِّنۡهُمۡ وَ
لَا تَحۡزَنۡ عَلَيۡهِمۡ وَاخۡفِضۡ جَنَاحَكَ لِلۡمُؤۡمِنِيۡنَ ۝٨٨

৯০) আৰু তুমি এই বুলি ঘোষণা কৰাঁ, নিশ্চয় মই তোমালোকৰ প্ৰতি প্ৰকাশ্য সাৱধান কৰোঁতা।

وَقُلۡ اِنِّىۡۤ اَنَا النَّذِيۡرُ الۡمُبِيۡنُ ۚ۝٨٩

৯১) যিদৰে আমি সেইবিলাকৰ প্ৰতি (শাস্তি)

كَمَآ اَنْزَلْنَا عَلَى الْمُقْتَسِمِيْنَ ﴿٩٠﴾

নমাইছিলোঁ যিবিলাকে (তোমাৰ বিৰুদ্ধে) বিভিন্ন দলৰ সৃষ্টি কৰিছিল,

الَّذِيْنَ جَعَلُوا الْقُرْاٰنَ عِضِيْنَ ﴿٩١﴾

৯২) (সেইদৰে আমি শাস্তি নমালোঁ) সেইবিলাকৰো প্ৰতি, যিবিলাকে কোৰ্-আনক ছিন্ন-বিচ্ছিন্ন কৰিছিল।

فَوَرَبِّكَ لَنَسْـَٔلَنَّهُمْ اَجْمَعِيْنَ ﴿٩٢﴾

৯৩) গতিকে, তোমাৰ প্ৰভুৰ শপত, নিশ্চয় আমি সিহঁতৰ সকলোকে প্ৰশ্ন কৰিম—

عَمَّا كَانُوْا يَعْمَلُوْنَ ﴿٩٣﴾

৯৪) সিহঁতে যি কাৰ্য্য কৰিছিল সেই বিষয়ে।

فَاصْدَعْ بِمَا تُؤْمَرُ وَاَعْرِضْ عَنِ الْمُشْرِكِيْنَ ﴿٩٤﴾

৯৫) এতেকে তোমাক যি আদেশ দিয়া হৈছে তাকে প্ৰকাশ্যে ঘোষণা কৰাঁ, আৰু যিবিলাকে আল্লাৰ সমানে আন উপাস্য পাতি লৈছে সিহঁতৰ পৰা আঁতৰি থাকিবা।

اِنَّا كَفَيْنٰكَ الْمُسْتَهْزِءِيْنَ ﴿٩٥﴾

৯৬) আমিয়ে তোমাৰ নিমিত্তে যথেষ্ট, সেইবিলাকৰ বিৰুদ্ধে যিবিলাকে (তোমাক লৈ) বিদ্ৰূপ কৰে,

الَّذِيْنَ يَجْعَلُوْنَ مَعَ اللّٰهِ اِلٰهًا اٰخَرَ ۚ فَسَوْفَ يَعْلَمُوْنَ ﴿٩٦﴾

৯৭) যিবিলাকে আল্লাৰ সমানে আন উপাস্য পাতি লয়। কিন্তু সিহঁতে অলপতেই (প্ৰকৃত কথা) জানিব পাৰিব।

وَلَقَدْ نَعْلَمُ اَنَّكَ يَضِيْقُ صَدْرُكَ بِمَا يَقُوْلُوْنَ ﴿٩٧﴾

৯৮) আৰু সিহঁতে যিবোৰ (অযথা) কথা কয় তাৰ বাবে যে তোমাৰ অন্তৰ সঙ্কুচিত হয় স্বৰূপতে আমি জানো।

فَسَبِّحْ بِحَمْدِ رَبِّكَ وَكُنْ مِّنَ السّٰجِدِيْنَ ﴿٩٨﴾

৯৯) গতিকে তুমি প্ৰশংসাৰ সৈতে নিজ প্ৰভুৰ পৱিত্ৰতা কীৰ্ত্তন কৰাঁ, আৰু সেইসকলৰ অন্তৰ্গত হোৱাঁ যিসকলে (আল্লাৰ সম্মুখত) সাষ্টাঙ্গে প্ৰণিপাত কৰে।

১০০) আৰু তোমাৰ সম্মুখত সুনিশ্চিত ঘটনা (মৃত্যু) উপনীত হোৱালৈকে নিজ প্ৰভুৰ আৰাধনা কৰি থাকিবা।

وَاعْبُدْ رَبَّكَ حَتّٰى يَأْتِيَكَ الْيَقِيْنُ ۝١٠٠ ع

Chapter 16 Part 14




## চুৰা ১৬ AL-NAHL আন্-নহল্ ঃ মৌমাখি

মক্কাত অৱতীৰ্ণ

১) পৰম করুণাময়, পৰম দানশীল আল্লাৰ নামাত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ۝١

২) আল্লাৰ আদেশ ওচৰ পাইছেহি; গতিকে তাকে বেগাই আনিবলৈ তোমালোকে বাঞ্ছা নকৰিবা। তেৱেঁই পৰম পৱিত্ৰ। আৰু সিহঁতে যে আনক আল্লাৰ সমানে উপাস্য পাতিছে তাৰ পৰা তেওঁ বহুত ওখত।

أَتٰىٓ أَمْرُ اللّٰهِ فَلَا تَسْتَعْجِلُوْهُ ؕ سُبْحٰنَهٗ وَتَعٰلٰى عَمَّا يُشْرِكُوْنَ ۝٢

৩) তেৱেঁই নিজ ভৃত্যবিলাকৰ মাজৰ পৰা যিজনকে ইচ্ছা কৰে সেইজনৰ প্ৰতি ফিৰিশ্বতা-সকলক অৱতীৰ্ণ কৰে নিজ আদেশৰ এই বাণী সৈতে—(মানৱক) সতৰ্ক কৰি দিয়াঁ যে মোৰ বিনে আন উপাস্য নাই, এতেকে তোমালোকে মোৰেই ভয় ৰাখিবা।

يُنَزِّلُ الْمَلٰٓئِكَةَ بِالرُّوْحِ مِنْ أَمْرِهٖ عَلٰى مَنْ يَّشَآءُ
مِنْ عِبَادِهٖٓ أَنْ أَنْذِرُوْٓا أَنَّهٗ لَآ إِلٰهَ إِلَّآ أَنَا فَاتَّقُوْنِ ۝٣

৪) আকাশমণ্ডলী আৰু পৃথিৱী তেওঁ সৃজন কৰিছে সত্যৰ সৈতে; সিহঁতে যে আনক আল্লাৰ সমানে উপাস্য পাতি লৈছে তাৰ পৰা তেওঁ বহুত ওখত।

خَلَقَ السَّمٰوٰتِ وَالْأَرْضَ بِالْحَقِّ ؕ تَعٰلٰى عَمَّا
يُشْرِكُوْنَ ۝٤

خَلَقَ الْإِنْسَانَ مِنْ نُّطْفَةٍ فَإِذَا هُوَ خَصِيمٌ مُّبِينٌ ⑤

৫) মানৱক তেওঁ সৃষ্টি কৰিছে এফোটা শুক্ৰৰ দ্বাৰা; অথচ (চোৱাঁ) সি দেখাতেই বাক্-বিতণ্ডা কৰোঁতা এজন হৈ পৰিল!

وَالْأَنْعَامَ خَلَقَهَا لَكُمْ فِيهَا دِفْءٌ وَمَنَافِعُ وَمِنْهَا تَأْكُلُونَ ⑥

৬) আৰু তোমালোকৰ নিমিত্তে তেওঁ সৃজন কৰিছে ঘৰচীয়া জন্তুবিলাক; সেইবোৰৰ পৰা (জাৰৰ সাজৰ নিমিত্তে) তোমালোকে নোম পোৱা, আৰু বহু উপকাৰ লাভ কৰা, আৰু তাৰে কিছুমানৰ (মঙহ) আহাৰ কৰা।

وَلَكُمْ فِيهَا جَمَالٌ حِينَ تُرِيحُونَ وَحِينَ تَسْرَحُونَ ⑦

৭) আৰু সেইবোৰ জন্তুক যেতিয়া তোমালোকে (গধূলি পথাৰৰ পৰা) ঘৰলৈ আনা, আৰু যেতিয়া (ৰাতিপুৱা আকৌ) ঘৰৰ পৰা উলিয়াই নিয়া, সেই দৃশ্য তোমালোকৰ নিমিত্তে কেনে মনোৰম!

وَتَحْمِلُ أَثْقَالَكُمْ إِلَىٰ بَلَدٍ لَّمْ تَكُونُوا بَالِغِيهِ إِلَّا بِشِقِّ الْأَنْفُسِ إِنَّ رَبَّكُمْ لَرَءُوفٌ رَّحِيمٌ ⑧

৮) আৰু নিজকে বহু কষ্টত নেপেলাই যি ঠাইলৈ তোমালোক যাবলৈ অক্ষম সেই জন্তুবোৰে তালৈ তোমালোকৰ নানা বস্তুৰ বোজা বহন কৰি লৈ যায়; কোনো সন্দেহ নাই, তোমালোকৰ প্ৰতিপালক নিশ্চয় অতি স্নেহময়, পৰম দানশীল।

وَالْخَيْلَ وَالْبِغَالَ وَالْحَمِيرَ لِتَرْكَبُوهَا وَزِينَةً وَيَخْلُقُ مَا لَا تَعْلَمُونَ ⑨

৯) আৰু (তেওঁ সৃজন কৰিছে) বহু ঘোঁৰা আৰু সেইবিলাক তোমালোকৰ নিমিত্তে) শোভা স্বৰূপ হয়; আৰু (এতিয়ালৈকে) যি তোমালোকৰ জ্ঞানৰ অতীত তাকো তেওঁ সৃষ্টি কৰে।

وَعَلَى اللَّهِ قَصْدُ السَّبِيلِ وَمِنْهَا جَائِرٌ وَلَوْ شَاءَ لَهَدَاكُمْ أَجْمَعِينَ ⑩ ع

১০) আৰু (মানৱক) সজ পথ প্ৰদৰ্শন কৰা আল্লাৰ কাৰ্য্য; আৰু পথসমূহৰ মাজত এনে পথো আছে যি একা-বেঁকা। আৰু আল্লাই ইচ্ছা কৰা হ'লে তোমালোকৰ সকলোকে সুপথ প্ৰদৰ্শন কৰিলে হেঁতেন।

هُوَ الَّذِي أَنْزَلَ مِنَ السَّمَاءِ مَاءً لَّكُمْ مِّنْهُ شَرَابٌ

১১) তেৱেঁই তোমালোকৰ নিমিত্তে মেঘৰ পৰা বৰষুণ নমায়, তোমালোকে তাক পান কৰিবৰ

وَّمِنْهُ شَجَرٌ فِيْهِ تُسِيْمُوْنَ ⑪

কাৰণে ; আৰু তাৰ দবাৰা উৎপন্ন হয় গছ-গছনি (আৰু ঘাঁহ) যি তোমালোকে ঘৰচীয়া জন্তুক চৰি খাবলৈ দিয়া।

يُنۢبِتُ لَكُمْ بِهِ الزَّرْعَ وَالزَّيْتُوْنَ وَالنَّخِيْلَ وَالْاَعْنَابَ وَمِنْ كُلِّ الثَّمَرٰتِ ؕ اِنَّ فِيْ ذٰلِكَ لَاٰيَةً لِّقَوْمٍ يَّتَفَكَّرُوْنَ ⑪

১২) আৰু সেই পানীৰ দবাৰা তোমালোকৰ নিমিত্তে তেৱেঁই উৎপাদন কৰে শস্যাদি আৰু জলফাই আৰু খেজুৰ আৰু আঙ্গুৰ আৰু নানা প্ৰকাৰৰ ফল। বাস্তৱতে তাৰে মাজত নিশ্চয় আছে নিদৰ্শন, সেই লোকসকলৰ নিমিত্তে, যিসকলে চিন্তা কৰে।

وَسَخَّرَ لَكُمُ الَّيْلَ وَالنَّهَارَ ۙ وَالشَّمْسَ وَالْقَمَرَ ؕ وَالنُّجُوْمُ مُسَخَّرٰتٌۢ بِاَمْرِهٖ ؕ اِنَّ فِيْ ذٰلِكَ لَاٰيٰتٍ لِّقَوْمٍ يَّعْقِلُوْنَ ۙ⑫

১৩) আৰু তেৱেঁই তোমালোকৰ বশৱৰ্ত্তী কৰিছে নিশা আৰু দিন, আৰু সূৰ্য্য আৰু চন্দ্ৰ ; আৰু তেওঁৰে আদেশ অনুসৰি নক্ষত্ৰপুঞ্জও (তোমালোকৰ) বশৱৰ্ত্তী ; বাস্তৱতে বুদ্ধিমন্ত লোকৰ নিমিত্তে তাৰে মাজত নিশ্চয় আছে বহু নিদৰ্শন।

وَمَا ذَرَاَ لَكُمْ فِي الْاَرْضِ مُخْتَلِفًا اَلْوَانُهٗ ؕ اِنَّ فِيْ ذٰلِكَ لَاٰيَةً لِّقَوْمٍ يَّذَّكَّرُوْنَ ⑬

وَهُوَ الَّذِيْ سَخَّرَ الْبَحْرَ لِتَاْكُلُوْا مِنْهُ لَحْمًا طَرِيًّا وَّتَسْتَخْرِجُوْا مِنْهُ حِلْيَةً تَلْبَسُوْنَهَا ۚ وَتَرَى الْفُلْكَ مَوَاخِرَ فِيْهِ وَلِتَبْتَغُوْا مِنْ فَضْلِهٖ وَلَعَلَّكُمْ تَشْكُرُوْنَ ⑭

১৪) আৰু পৃথিৱীত বিভিন্ন ধৰণৰ যিবিলাক বস্তু আল্লাই তোমালোকৰ নিমিত্তে সৃজন কৰিছে
১৫) আৰু তেৱেঁই সাগৰক (তোমালোকৰ) আয়ত্ত কৰিছে, যাতে তাৰে পৰা জীয়া মাছ মাৰি আহাৰ কৰিব পাৰা, আৰু তোমালোকে যি অলঙ্কাৰ পিন্ধা তাৰ কাৰণে (মণি-মুক্তা) তাৰে পৰা উলিয়াব পাৰা ; আৰু সেই সাগৰৰ মাজত তোমালোকে দেখা পোৱা জাহাজবিলাক, যি পানী ফালি চলি আছে ; আৰু যাতে (সমুদ্ৰযাত্ৰা কৰি) আল্লাৰ কৃপা তোমালোকে বিচাৰি ফুৰা, আৰু সম্ভৱতঃ তোমালোকে তেওঁৰ শলাগ লোৱা।

وَاَلْقٰى فِي الْاَرْضِ رَوَاسِيَ اَنْ تَمِيْدَ بِكُمْ وَاَنْهٰرًا وَّسُبُلًا لَّعَلَّكُمْ تَهْتَدُوْنَ ۙ⑮

১৬) আৰু পৃথিৱীত তেওঁ বহু পৰ্ব্বত সংস্থাপিত কৰিছে যাতে তোমালোকৰ লগতে সেইবিলাকো ঘূৰে ; আৰু নদ-নদী (তেৱেঁই প্ৰবাহিত কৰিছে) ; আৰু (তেওঁ উলিয়াইছে) অনেক বাট, যাতে তোমালোকে সঠিক বাটেদি যাব পাৰা ;

১৭) আৰু বাটৰ ঘাই চিনবিলাকো (প্ৰকাশিত কৰিছে) ; আৰু নক্ষত্ৰসমূহ, যাক লক্ষ্য কৰি মানুহে নিৰ্ণয় কৰে।

وَعَلٰمٰتٍ ؕ وَبِالنَّجۡمِ هُمۡ يَهۡتَدُوۡنَ ﴿۱۶﴾

১৮) তেন্তে (ভাবি চোৱাঁ) যিজনে সকলো সৃষ্টি কৰে সেইজনৰ সদৃশ সেইজন হ'ব পাৰে নে, যিজনে একোকে সৃষ্টি নকৰে ; তোমালোকে (এই কথালৈ) মন নকৰা নে ?

اَفَمَنۡ يَّخۡلُقُ كَمَنۡ لَّا يَخۡلُقُ ؕ اَفَلَا تَذَكَّرُوۡنَ ﴿۱۷﴾

১৯) আৰু যদি তোমালোকে আল্লাৰ অনুগ্ৰহৰ লেখ লব বিচাৰা, তাৰ সংখ্যা গণনা কৰিব নোৱাৰা।

وَاِنۡ تَعُدُّوۡا نِعۡمَةَ اللّٰهِ لَا تُحۡصُوۡهَا ؕ اِنَّ اللّٰهَ لَغَفُوۡرٌ رَّحِيۡمٌ ﴿۱۸﴾

২০) আৰু তোমালোকে যি গোপনে ৰাখা আৰু যি প্ৰকাশ কৰা সকলো আল্লাই জানে।

وَاللّٰهُ يَعۡلَمُ مَا تُسِرُّوۡنَ وَمَا تُعۡلِنُوۡنَ ﴿۱۹﴾

২১) আৰু আল্লাক এৰি যি উপাস্যবিলাকক সিহঁতে আহ্বান কৰে সিহঁতে একোকে সৃষ্টি কৰা নাই, বৰং সিহঁতকহে সৃষ্টি কৰা হৈছে ;—

وَالَّذِيۡنَ يَدۡعُوۡنَ مِنۡ دُوۡنِ اللّٰهِ لَا يَخۡلُقُوۡنَ شَيۡـًٔا وَّهُمۡ يُخۡلَقُوۡنَ ﴿۲۰﴾

২২) সিহঁত মৃত, জীৱিত নহয়, আৰু সিহঁতৰ পুনৰুত্থান কেতিয়া হ'ব তাৰো সিহঁতৰ একো জ্ঞান নাই।

اَمۡوَاتٌ غَيۡرُ اَحۡيَآءٍ ۚ وَمَا يَشۡعُرُوۡنَ اَيَّانَ يُبۡعَثُوۡنَ ﴿۲۱﴾

২৩) তোমালোকৰ উপাস্য একেজন উপাস্য (আল্লা) ; কিন্তু যিবিলাকে পৰলোকত বিশ্বাস নকৰে সিহঁতৰ অন্তৰসমূহ (সত্যৰ) অপলাপৰে পৰিপূৰ্ণ ; আৰু সেইবিলাকেই অহঙ্কাৰী।

اِلٰهُكُمۡ اِلٰهٌ وَّاحِدٌ ۚ فَالَّذِيۡنَ لَا يُؤۡمِنُوۡنَ بِالۡاٰخِرَةِ قُلُوۡبُهُمۡ مُّنۡكِرَةٌ وَّهُمۡ مُّسۡتَكۡبِرُوۡنَ ﴿۲۲﴾

২৪) এই কথাত কোনো সন্দেহ নাই, সিহঁতে যি গোপনে ৰাখে আৰু যি প্ৰকাশ কৰে সকলো আল্লাই জানে।

لَا جَرَمَ اَنَّ اللّٰهَ يَعۡلَمُ مَا يُسِرُّوۡنَ وَمَا يُعۡلِنُوۡنَ ؕ اِنَّهٗ لَا يُحِبُّ الۡمُسۡتَكۡبِرِيۡنَ ﴿۲۳﴾

২৫) আৰু সিহঁতক যেতিয়া প্ৰশ্ন কৰা হয়, তোমালোকৰ প্ৰভুৱে যি অৱতীৰ্ণ কৰিছে তাৰ

وَاِذَا قِيۡلَ لَهُمۡ مَّاذَاۤ اَنۡزَلَ رَبُّكُمۡ ۙ قَالُوۡۤا اَسَاطِيۡرُ

الْاَوَّلِيْنَ ۝٢٥

মাহাত্ম্য কি? (সিহঁতে কয়) এইবোৰ পূৰ্ব্ববৰ্ত্তীবিলাকৰ উপাখ্যান মাত্ৰ।

لِيَحْمِلُوْٓا اَوْزَارَهُمْ كَامِلَةً يَّوْمَ الْقِيٰمَةِ ۙ وَمِنْ اَوْزَارِ
الَّذِيْنَ يُضِلُّوْنَهُمْ بِغَيْرِ عِلْمٍ ۗ اَلَا سَآءَ مَا يَزِرُوْنَ ۝٢٦

২৬) (সত্য প্ৰত্যাখ্যান কৰাৰ ফলত) পুনৰুত্থানৰ দিনা সিহঁতে নিজৰ সম্পূৰ্ণ ভাৰ, আৰু যি জ্ঞানহীন-বিলাকক সিহঁতে বিপথে নিছিল সিহঁতৰো ভাৰৰ অংশ সিহঁতেই বহন কৰিব লাগিব; চোৱাঁ, সিহঁতে যি ভাৰ বহন কৰিব সি কি জঘন্য!

قَدْ مَكَرَ الَّذِيْنَ مِنْ قَبْلِهِمْ فَاَتَى اللّٰهُ بُنْيَانَهُمْ مِّنَ
الْقَوَاعِدِ فَخَرَّ عَلَيْهِمُ السَّقْفُ مِنْ فَوْقِهِمْ وَاَتٰىهُمُ
الْعَذَابُ مِنْ حَيْثُ لَا يَشْعُرُوْنَ ۝٢٧

২৭) স্বৰূপতে সিহঁতৰ পূৰ্ব্বে যিবিলাকে কু-অভিসন্ধি কৰিছিল সিহঁতে নিৰ্ম্মাণ কৰা ঘৰ ভেটিৰে সৈতে আল্লাই সিহঁতক ধ্বংস কৰিলে, আৰু ঘৰৰ চাল সিহঁতৰ ওপৰৰ ফালৰ পৰা সিহঁতৰ ওপৰতে পৰিল, আৰু সেই শাস্তি কোন ফালৰ পৰা হঠাতে আহিল সিহঁতে তাৰ গমকে নাপালে।

ثُمَّ يَوْمَ الْقِيٰمَةِ يُخْزِيْهِمْ وَيَقُوْلُ اَيْنَ شُرَكَآءِيَ
الَّذِيْنَ كُنْتُمْ تُشَآقُّوْنَ فِيْهِمْ ۗ قَالَ الَّذِيْنَ اُوْتُوا
الْعِلْمَ اِنَّ الْخِزْيَ الْيَوْمَ وَالسُّوْٓءَ عَلَى الْكٰفِرِيْنَ ۝٢٨

২৮) পিছত পুনৰুত্থানৰ দিনা সিহঁতক লাঞ্ছিত কৰিব, আৰু প্ৰশ্ন কৰিব, যিবিলাকক তোমালোকে মোৰ সমানে উপাস্য পাতি (নবীসকলৰ সৈতে) সিহঁতৰ বিষয়ে বাক-বিতণ্ডা কৰিছিলা সিহঁত (আজি) ক'লৈ গ'ল? যিসকলক জ্ঞান দান কৰা হৈছে সেইসকলে কব, ইয়াত সন্দেহ নাই, আজি অবিশ্বাসীবিলাকৰহে ওপৰত পৰিব লাঞ্ছনা আৰু অমঙ্গল।

الَّذِيْنَ تَتَوَفّٰىهُمُ الْمَلٰٓئِكَةُ ظَالِمِيْٓ اَنْفُسِهِمْ ۖ فَاَلْقَوُا
السَّلَمَ مَا كُنَّا نَعْمَلُ مِنْ سُوْٓءٍ ۗ بَلٰٓى اِنَّ اللّٰهَ عَلِيْمٌۢ
بِمَا كُنْتُمْ تَعْمَلُوْنَ ۝٢٩

২৯) সিহঁতে নিজৰ প্ৰতি অন্যায় কৰা অৱস্থাতে ফিৰিশ্বতাসকলে সিহঁতৰ প্ৰাণ হৰণ কৰিব; তেতিয়া সিহঁতে শান্তিৰ কামনা কৰি কব, আমি অন্যায় কাৰ্য্য কৰা নাছিলোঁ। ফিৰিশ্বতাসকলে কব, নহয়, তোমালোকে যি কাৰ্য্য কৰিছিলা আল্লাই তাক ভালকৈ জানে।

فَادْخُلُوْٓا اَبْوَابَ جَهَنَّمَ خٰلِدِيْنَ فِيْهَا ۖ فَلَبِئْسَ مَثْوَى

৩০) গতিকে নৰকত তাৰ দুৱাৰবোৰৰ মাজেদি প্ৰৱেশ কৰাঁ, তাতে স্থায়ীৰূপে বাস কৰিবলৈ;

الْمُتَكَبِّرِينَ ٣٠

কিয়নো অহঙ্কাৰীবিলাকৰ বাসস্থান নিশ্চয় অতি নিকৃষ্ট।

وَقِيلَ لِلَّذِينَ اتَّقَوْا مَاذَا أَنْزَلَ رَبُّكُمْ ۚ قَالُوا خَيْرًا ۗ لِلَّذِينَ أَحْسَنُوا فِي هَٰذِهِ الدُّنْيَا حَسَنَةٌ ۚ وَلَدَارُ الْآخِرَةِ خَيْرٌ ۚ وَلَنِعْمَ دَارُ الْمُتَّقِينَ ٣١

৩১) আৰু যিসকল ধৰ্ম্মপৰায়ণ সেইসকলক যদি প্ৰশ্ন কৰা হয়, তোমালোকৰ প্ৰভুৱে যি অৱতীৰ্ণ কৰিছে তাৰ গুৰুত্ব কি? তেওঁলোকে উত্তৰ দিব, ই মঙ্গলেই মঙ্গল; যিসকলে সৎকাৰ্য্য কৰে সেইসকলৰ নিমিত্তে ইহলোকত আছে কল্যাণ; কিন্তু পৰলোকৰ বাসস্থান অৱশ্যে তাতোকৈ অধিক কল্যাণময়; আৰু ধৰ্ম্মপৰায়ণ-সকলৰ নিমিত্তে থাকিব কি উৎকৃষ্ট নিকেতন!

جَنَّاتُ عَدْنٍ يَدْخُلُونَهَا تَجْرِي مِنْ تَحْتِهَا الْأَنْهَارُ ۖ لَهُمْ فِيهَا مَا يَشَاءُونَ ۚ كَذَٰلِكَ يَجْزِي اللَّهُ الْمُتَّقِينَ ٣٢

৩২) চিৰকলীয়া উদ্যানসমূহ; তাৰেই ভিতৰত তেওঁলোকে প্ৰৱেশ কৰিব; তাৰ তলেদি জুৰিসমূহ বৈ যায়; তাতে তেওঁলোকে যি ইচ্ছা তাকেই উপভোগ কৰিব; ধৰ্ম্মপৰায়ণসকলক আল্লাই এইদৰেই বিনিময় প্ৰদান কৰে।

الَّذِينَ تَتَوَفَّاهُمُ الْمَلَائِكَةُ طَيِّبِينَ ۙ يَقُولُونَ سَلَامٌ عَلَيْكُمُ ادْخُلُوا الْجَنَّةَ بِمَا كُنْتُمْ تَعْمَلُونَ ٣٣

৩৩) তেওঁলোকৰ মৃত্যু ঘটাব ফিৰিশ্তাসকলে পৱিত্ৰ অৱস্থাত, এইদৰে সম্ভাষণ কৰি, তোমালোকৰ প্ৰতি শান্তি বৰ্ষণ হওক! তোমালোকে (পৃথিৱীত) যি সজ কাম কৰিছিলা তাৰ বাবে স্বৰ্গৰ উদ্যানত (আজি প্ৰৱেশ কৰাঁ।

هَلْ يَنْظُرُونَ إِلَّا أَنْ تَأْتِيَهُمُ الْمَلَائِكَةُ أَوْ يَأْتِيَ أَمْرُ رَبِّكَ ۚ كَذَٰلِكَ فَعَلَ الَّذِينَ مِنْ قَبْلِهِمْ ۚ وَمَا ظَلَمَهُمُ اللَّهُ وَلَٰكِنْ كَانُوا أَنْفُسَهُمْ يَظْلِمُونَ ٣٤

৩৪) অবিশ্বাসীবিলাকে ইয়াৰে মাথোন অপেক্ষা কৰি আছে নে যে সিহঁতৰ ওচৰলৈ ফিৰিশ্তাসকল স্বয়ং উপস্থিত হয় অথবা তোমাৰ প্ৰভুৰ আদেশ পায়হি? এনে কাৰ্য্য সিহঁতৰ পূৰ্ব্ববৰ্ত্তীবিলাকেও কৰিছিল; অথচ সিহঁতৰ প্ৰতি আল্লাই একো অন্যায় কৰা নাছিল, বৰং নিজ আত্মাসমূহৰ প্ৰতি সিহঁতে নিজেই অন্যায় কৰিছিল।

فَأَصَابَهُمْ سَيِّئَاتُ مَا عَمِلُوا وَحَاقَ بِهِمْ مَا كَانُوا

৩৫) গতিকে সিহঁতে যি কাৰ্য্য কৰিছিল তাৰ কু-ফল সিহঁতৰ ওপৰতেই পৰিল; আৰু যি বিষয়

بِهٖ يَسْتَهْزِءُوْنَ ﴿٣٥﴾

লৈ সিহঁতে উপহাস কৰিছিল সেয়ে সিহঁতক আগুৰি ধৰিল।

وَقَالَ الَّذِيْنَ اَشْرَكُوْا لَوْ شَآءَ اللّٰهُ مَا عَبَدْنَا مِنْ دُوْنِهٖ مِنْ شَيْءٍ نَّحْنُ وَلَآ اٰبَآؤُنَا وَلَا حَرَّمْنَا مِنْ دُوْنِهٖ مِنْ شَيْءٍ ۭ كَذٰلِكَ فَعَلَ الَّذِيْنَ مِنْ قَبْلِهِمْ ۚ فَهَلْ عَلَى الرُّسُلِ اِلَّا الْبَلٰغُ الْمُبِيْنُ ﴿٣٦﴾

৩৬) আৰু যিবিলাকে আল্লাৰ সমানে আন উপাস্য পাতি লৈছে সিহঁতে কয়, আল্লাই এনে ইচ্ছা কৰা হলে আমি তেওঁত ভিন্ন অইন কোনো বস্তুৰেই উপাসনা নকৰিলোঁ হেঁতেন, আমি আৰু আমাৰ পিতৃ-পুৰুষ সকলেও,—আৰু তেওঁৰ আদেশ বিনে কোনো বস্তুকেই অবৈধ বুলি স্থিৰ নকৰিলোঁ হেঁতেন। এনেকাৰ্য্য সিহঁতৰ পূৰ্ব্ববৰ্ত্তীবিলাকেও কৰিছিল। কিন্তু আল্লাৰ সংবাদ স্পষ্টকৈ বহন কৰাৰ বাহিৰে ৰচুলসকলৰ আৰু কি দায়িত্ব থাকিব পাৰে?

وَلَقَدْ بَعَثْنَا فِيْ كُلِّ اُمَّةٍ رَّسُوْلًا اَنِ اعْبُدُوا اللّٰهَ وَاجْتَنِبُوا الطَّاغُوْتَ ۚ فَمِنْهُمْ مَّنْ هَدَى اللّٰهُ وَمِنْهُمْ مَّنْ حَقَّتْ عَلَيْهِ الضَّلٰلَةُ ۭ فَسِيْرُوْا فِي الْاَرْضِ فَانْظُرُوْا كَيْفَ كَانَ عَاقِبَةُ الْمُكَذِّبِيْنَ ﴿٣٧﴾

৩৭) আৰু স্বৰূপতে প্ৰত্যেক জাতিৰ মাজত আমি একেজন ৰচুল উত্থাপন কৰিছোঁ এই সংবাদ দিবলৈ যে তোমালোকে কেৱল আল্লাৰেই আৰাধনা কৰিবা, আৰু সীমালঙ্ঘনকাৰীৰ লগ নালাগিবা। পিছত সিহঁতৰ কিছু ভাগক আল্লাই সুপথ প্ৰদৰ্শন কৰিছিল, আৰু সিহঁতৰ মাজত এনেও কিছুমান আছিল যিবিলাকৰ সম্বন্ধে বিপথে যোৱাহে স্থিৰ কৰা হৈছিল। গতিকে তোমালোকে পৃথিৱীত পৰিভ্ৰমণ কৰি চোৱাঁ, যিবিলাকে (ৰচুলসকলক) মিথ্যাবাদী বুলি অমান্য কৰিছিল সিহঁতৰ পৰিণাম কি হৈছিল!

اِنْ تَحْرِصْ عَلٰي هُدٰىهُمْ فَاِنَّ اللّٰهَ لَا يَهْدِيْ مَنْ يُّضِلُّ وَمَا لَهُمْ مِّنْ نّٰصِرِيْنَ ﴿٣٨﴾

৩৮) সিহঁতে যেন সুপথ লাভ কৰে তাৰ বাবে যদি তুমি অতিশয় হেপাহ কৰিছা, তেন্তে (জানিবা) আল্লাই সেইবিলাকক নিশ্চয় সুপথ প্ৰদৰ্শন নকৰে, যিবিলাকে নিজেই বিপথে যাবলৈ স্থিৰ কৰি লৈছে; আৰু সিহঁতৰ নিমিত্তে কোনো সহায় কৰোঁতাও নাথাকিব।

وَاَقْسَمُوْا بِاللّٰهِ جَهْدَ اَيْمَانِهِمْ ۙ لَا يَبْعَثُ اللّٰهُ مَنْ

৩৯) আৰু সিহঁতে আল্লাৰ নাম লৈ টানকৈ শপত খায় যে, যাৰ (এবাৰ) মৃত্যু হৈছে তাক আল্লাই

পুনৰায় জীৱিত নকৰে। এনে নহয়; (তাৰ পুনৰুত্থান হ'বই হ'ব); নিজৰ প্ৰতিশ্ৰুতি তেওঁ নিশ্চিতকৈ পূৰ্ণ কৰিব; কিন্তু মানুহৰ সৰহ ভাগৰেই জ্ঞান নাই।

يَمُوتُ ۚ بَلَىٰ وَعْدًا عَلَيْهِ حَقًّا وَلَٰكِنَّ أَكْثَرَ النَّاسِ
لَا يَعْلَمُونَ ﴿٣٨﴾

৪০) (পুনৰুত্থানৰ ফল স্বৰূপ) যি বিষয়ে সিহঁতে বিবাদ কৰিছিল তাকে আল্লাই সিহঁতৰ আগত সুস্পষ্ট কৰিব, আৰু তেতিয়া অবিশ্বাসীবিলাকে জানিব পাৰিব, সিহঁতে যি কথা কৈছিল সি অসত্য।

لِيُبَيِّنَ لَهُمُ الَّذِي يَخْتَلِفُونَ فِيهِ وَلِيَعْلَمَ الَّذِينَ
كَفَرُوا أَنَّهُمْ كَانُوا كَاذِبِينَ ﴿٣٩﴾

৪১) যদি কোনো কাৰ্য্য সম্পন্ন হোৱাৰ বিষয়ে আমাৰ ইচ্ছা হয়, আমি একেটি বাক্য মাথোন প্ৰয়োগ কৰোঁ—হৈ যোৱাঁ; তেতিয়া সেই কাৰ্য্য (আমাৰ আদেশ আৰু বিধান মতে) সম্পন্ন হয়।

إِنَّمَا قَوْلُنَا لِشَيْءٍ إِذَا أَرَدْنَاهُ أَنْ نَقُولَ لَهُ كُنْ
فَيَكُونُ ﴿٤٠﴾ ع

৪২) আৰু যিসকলে অত্যাচাৰ সহ্য কৰাৰ পাছত আল্লাৰ কাৰণে নিজৰ দেশ ত্যাগ কৰিছে সেইসকলক আমি পৃথিৱীত বসতি কৰিবলৈ নিশ্চয় উৎকৃষ্ট ঠাই দান কৰিম, আৰু পৰলোকৰ প্ৰতিদান তাতোকৈ বহুগুণে মহান, যদিহে সিহঁতে তাকে জনা হেঁতেন!

وَالَّذِينَ هَاجَرُوا فِي اللَّهِ مِنْ بَعْدِ مَا ظُلِمُوا لَنُبَوِّئَنَّهُمْ
فِي الدُّنْيَا حَسَنَةً ۖ وَلَأَجْرُ الْآخِرَةِ أَكْبَرُ ۚ لَوْ كَانُوا
يَعْلَمُونَ ﴿٤١﴾

৪৩) তেওঁলোকে ধৈৰ্য্য ধাৰণ কৰে, আৰু নিজ প্ৰভুৰ ওপৰত ভৰসা কৰি থাকে।

الَّذِينَ صَبَرُوا وَعَلَىٰ رَبِّهِمْ يَتَوَكَّلُونَ ﴿٤٢﴾

৪৪) আৰু তোমাৰ পূৰ্ব্বে আমি কেৱল (বিশেষ) মানুহসকল ৰচুল নিযুক্ত কৰি প্ৰেৰণ কৰিছিলোঁ; যদি এই বিষয়ে তোমালোকৰ জ্ঞান নাই, তেন্তে উপদেশ গ্ৰহণকাৰী সকলক সুধি চোৱাঁ।

وَمَا أَرْسَلْنَا مِنْ قَبْلِكَ إِلَّا رِجَالًا نُوحِي إِلَيْهِمْ ۚ فَاسْأَلُوا
أَهْلَ الذِّكْرِ إِنْ كُنْتُمْ لَا تَعْلَمُونَ ﴿٤٣﴾

৪৫) (সেই ৰচুলসকলক আমি প্ৰেৰণ কৰিছিলোঁ) প্ৰত্যক্ষ প্ৰমাণসমূহ আৰু ধৰ্ম্মলিপি-সমূহৰ সৈতে; আৰু তোমাৰ প্ৰতি আমি এই (জ্ঞানগৰ্ভ) উপদেশ পুথি (কোৰ্-আন) অৱতীৰ্ণ

بِالْبَيِّنَاتِ وَالزُّبُرِ ۗ وَأَنْزَلْنَا إِلَيْكَ الذِّكْرَ لِتُبَيِّنَ

قف لِلنَّاسِ مَا نُزِّلَ إِلَيْهِمْ وَلَعَلَّهُمْ يَتَفَكَّرُونَ ٤٤

কৰিছোঁ, তুমি যেন মানৱজাতিলৈ যি নমাই পঠোৱা হৈছে তাকে সিহঁতক সুস্পষ্টকৈ বুজাব পাৰা, আৰু সিহঁতেও যেন চিন্তা কৰিব পাৰে।

أَفَأَمِنَ الَّذِينَ مَكَرُوا السَّيِّئَاتِ أَنْ يَخْسِفَ اللَّهُ بِهِمُ الْأَرْضَ أَوْ يَأْتِيَهُمُ الْعَذَابُ مِنْ حَيْثُ لَا يَشْعُرُونَ ٤٥

৪৬) তেন্তে যিবিলাকে কু-অভিসন্ধি কৰে সিহঁত এই বিষয়ে নির্ভয় হৈ আছে নে, যে আল্লাই সিহঁতক মাটিত পুতি বিলোপ কৰিব পাৰে, নাইবা সিহঁতলৈ এনে ঠাইৰ পৰা শাস্তি আহিব পাৰে যি সিহঁতে অনুমানো কৰিব নোৱাৰে;

أَوْ يَأْخُذَهُمْ فِي تَقَلُّبِهِمْ فَمَا هُمْ بِمُعْجِزِينَ ٤٦

৪৭) নাইবা ভ্রমণ কৰি থাকোঁতে সিহঁতক, তেওঁ এনে ভাৱে ধৰিব পাৰে যাৰ ফলত সিহঁত নিৰুপায় হৈ পৰিব;

أَوْ يَأْخُذَهُمْ عَلَىٰ تَخَوُّفٍ فَإِنَّ رَبَّكُمْ لَرَءُوفٌ رَحِيمٌ ٤٧

৪৮) নাইবা আল্লাই সিহঁতক বিনাশ কৰিব ধীৰে ধীৰে, কিয়নো কোনো সন্দেহ নাই তোমালোকৰ প্ৰভু অৱশ্যে স্নেহশীল, অতিশয় দয়ালু।

أَوَلَمْ يَرَوْا إِلَىٰ مَا خَلَقَ اللَّهُ مِنْ شَيْءٍ يَتَفَيَّأُ ظِلَالُهُ عَنِ الْيَمِينِ وَالشَّمَائِلِ سُجَّدًا لِلَّهِ وَهُمْ دَاخِرُونَ ٤٨

৪৯) আল্লাই সৃষ্টি কৰা বস্তুবিলাকৰ প্ৰতি সিহঁতে দৃষ্টিপাত নকৰে নে যে সেইবিলাকৰ ছাঁবোৰ সোঁফাল আৰু বাঁওফালে মাটিত দীঘল হৈ পৰি আল্লাৰ সম্মুখত বিনীতভাৱে প্ৰণিপাত কৰে?

وَلِلَّهِ يَسْجُدُ مَا فِي السَّمَاوَاتِ وَمَا فِي الْأَرْضِ مِنْ دَابَّةٍ وَالْمَلَائِكَةُ وَهُمْ لَا يَسْتَكْبِرُونَ ٤٩

৫০) আৰু আকাশমণ্ডলীৰ সকলো বস্তুৱে আৰু পৃথিৱীৰ সকলো প্ৰাণীয়ে, আৰু ফিৰিশ্‌তা-সকলেও আল্লাৰ সম্মুখত সাষ্টাঙ্গে প্ৰণিপাত কৰে, কিয়নো সেইবিলাকে কেতিয়াও অহঙ্কাৰ নকৰে। (তৃতীয় চিয্‌দা)

يَخَافُونَ رَبَّهُمْ مِنْ فَوْقِهِمْ وَيَفْعَلُونَ مَا
ع يُؤْمَرُونَ ۩ ٥٠

৫১) আৰু তেওঁলোকৰ উৰ্দ্ধে তেওঁলোকৰ যিজন প্ৰভু বিৰাজমান তেওঁলৈ তেওঁলোকে ভয় কৰি থাকে; আৰু তেওঁলোকক যি আদেশ দিয়া হয় তাকে তেওঁলোকে পালন কৰে।

وَقَالَ اللَّهُ لَا تَتَّخِذُوا إِلَٰهَيْنِ اثْنَيْنِ إِنَّمَا هُوَ إِلَٰهٌ

৫২) আৰু আল্লাই এই আদেশ দিছে,

وَاحِدٌ ۚ فَإِيَّايَ فَارْهَبُونِ ٥٢

তোমালোকে দুজনকৈ উপাস্য গ্ৰহণ নকৰিবা; তেৱেঁই অকল একমাত্ৰ উপাস্য, এতেকে তোমালোকে মোলৈ (আল্লালৈ) ভয় ৰাখিবা।

وَلَهُ مَا فِي السَّمَاوَاتِ وَالْأَرْضِ وَلَهُ الدِّينُ وَاصِبًا ۚ أَفَغَيْرَ اللَّهِ تَتَّقُونَ ٥٣

(৫৩) আৰু আকাশমণ্ডলী আৰু পৃথিৱীত যি আছে সকলো তেওঁৰেই; আৰু অবিৰাম ধৰ্ম্ম-উপাসনাৰ যোগ্য তেৱেঁই; সুতৰাং আল্লাত ভিন্ন আনক ভয় নকৰিবা।

وَمَا بِكُمْ مِنْ نِعْمَةٍ فَمِنَ اللَّهِ ۖ ثُمَّ إِذَا مَسَّكُمُ الضُّرُّ فَإِلَيْهِ تَجْأَرُونَ ٥٤

(৫৪) অথচ তোমালোকে যি অনুগ্ৰহৰ ভাগ পাইছা সকলো আহিছে আল্লাৰেই পৰা; আৰু যেতিয়া কষ্টই তোমালোকক স্পৰ্শ কৰে তেতিয়া তোমালোকে বিননি কৰা আল্লাৰেই আগত।

ثُمَّ إِذَا كَشَفَ الضُّرَّ عَنْكُمْ إِذَا فَرِيقٌ مِنْكُمْ بِرَبِّهِمْ يُشْرِكُونَ ٥٥

(৫৫) পিছত যেতিয়া সেই কষ্ট তোমালোকৰ পৰা তেওঁ বিদূৰিত কৰে তেতিয়া তোমালোকৰ মাজৰেই এদলে নিজ প্ৰভুৰ সমানে আন উপাস্য পাতি লয়,—

لِيَكْفُرُوا بِمَا آتَيْنَاهُمْ ۚ فَتَمَتَّعُوا ۖ فَسَوْفَ تَعْلَمُونَ ٥٦

(৫৬) তাৰ ফলত সিহঁতক আমি যি দান কৰিছোঁ তাৰ কাৰণে সিহঁত অশলাগী হয়। গতিকে তোমালোকে (খন্তেকীয়া সুখ) উপভোগ কৰি থাকা; কিন্তু অদূৰ ভৱিষ্যতে (প্ৰকৃত কথা) জানিব পাৰিবা।

وَيَجْعَلُونَ لِمَا لَا يَعْلَمُونَ نَصِيبًا مِمَّا رَزَقْنَاهُمْ ۗ تَاللَّهِ لَتُسْأَلُنَّ عَمَّا كُنْتُمْ تَفْتَرُونَ ٥٧

(৫৭) আৰু সিহঁতক আমি যি সম্বল দান কৰিছোঁ তাৰে (এভাগ) সিহঁতে সেই উপাস্যবিলাকৰ নিমিত্তে নিৰ্দ্দিষ্ট কৰে, যিবিলাকৰ সম্বন্ধে সিহঁতৰ একো জ্ঞান নাই। আল্লাৰ শপত, তোমালোকে যি মিছা সাজিছিলা সেই সম্বন্ধে তোমালোকক অৱশ্যে প্ৰশ্ন কৰা হ'ব।

وَيَجْعَلُونَ لِلَّهِ الْبَنَاتِ سُبْحَانَهُ ۙ وَلَهُمْ مَا يَشْتَهُونَ ٥٨

(৫৮) আৰু সিহঁতে স্থিৰ কৰিছে আল্লাৰ কন্যাবিলাক আছে বুলি! (এনে হ'ব পাৰে নে?) তেওঁ পৰম পবিত্ৰ! অথচ নিজৰ নিমিত্তে সিহঁতে যি বাঞ্ছা কৰে তাকেই (স্থিৰ কৰে)।

وَإِذَا بُشِّرَ أَحَدُهُم بِالْأُنثَىٰ ظَلَّ وَجْهُهُ مُسْوَدًّا وَهُوَ كَظِيمٌ ﴿٥٩﴾

৫৯) আৰু সিহঁতৰ কোনো এজনক যদি কন্যা (জন্ম) হোৱাৰ শুভ সংবাদ জ্ঞাপন কৰা হয় সেইজনৰ মুখ ক'লা পৰে আৰু সি শোকাতুৰ হয়।

يَتَوَارَىٰ مِنَ الْقَوْمِ مِن سُوءِ مَا بُشِّرَ بِهِ ۚ أَيُمْسِكُهُ عَلَىٰ هُونٍ أَمْ يَدُسُّهُ فِي التُّرَابِ ۗ أَلَا سَاءَ مَا يَحْكُمُونَ ﴿٦٠﴾

৬০) যি বিষয়ে সেইজনক সংবাদ দিয়া হয় তাকে অমঙ্গল বুলি ভাবি সি নিজৰ লোকৰ পৰা মুখ লুকাই ফুৰে; (আৰু তাৰ এয়ে চিন্তা) নিজে অপমান সহ্য কৰি সেই কেঁচুৱা কন্যাক জীয়াই ৰাখিব, নে তাইক মাটিত (গাঁত খান্দি) পুতি আহিব। চোৱাঁ, সিহঁতে যি মীমাংসা কৰিছে কি নিকৃষ্ট !

لِلَّذِينَ لَا يُؤْمِنُونَ بِالْآخِرَةِ مَثَلُ السَّوْءِ ۖ وَلِلَّهِ الْمَثَلُ الْأَعْلَىٰ ۚ وَهُوَ الْعَزِيزُ الْحَكِيمُ ﴿٦١﴾

৬১) যিবিলাকে পৰলোকত বিশ্বাস নকৰে সিহঁতৰ কাৰণে আছে অমঙ্গলৰ উপমা; আৰু আল্লাৰ উপমা হৈছে উচ্চতম; আৰু তেৱেঁই ক্ষমতাশালী, শ্ৰেষ্ঠ জ্ঞানী !

وَلَوْ يُؤَاخِذُ اللَّهُ النَّاسَ بِظُلْمِهِم مَّا تَرَكَ عَلَيْهَا مِن دَابَّةٍ وَلَٰكِن يُؤَخِّرُهُمْ إِلَىٰ أَجَلٍ مُّسَمًّى ۖ فَإِذَا جَاءَ أَجَلُهُمْ لَا يَسْتَأْخِرُونَ سَاعَةً ۖ وَلَا يَسْتَقْدِمُونَ ﴿٦٢﴾

৬২) আৰু মানৱজাতিক সিহঁতে অন্যায় কৰাৰ লগে লগে আল্লাই (শাস্তিৰ যোগ্য বুলি) ধৰা হ'লে, কোনো প্ৰাণীকে তেওঁ পৃথিৱীত জীয়াই নেৰিলে-হেঁতেন; কিন্তু সিহঁতক তেওঁ অৱসৰ দিয়ে নিৰূপিত কাললৈকে; পিছত যেতিয়া সিহঁতলৈ সেই নিৰূপিত সময় পায়হি, সিহঁতে তাক এক মুহূৰ্ত্ত পিছলৈ নিব নোৱাৰে আৰু আগলৈও আনিব নোৱাৰে।

وَيَجْعَلُونَ لِلَّهِ مَا يَكْرَهُونَ وَتَصِفُ أَلْسِنَتُهُمُ الْكَذِبَ أَنَّ لَهُمُ الْحُسْنَىٰ ۖ لَا جَرَمَ أَنَّ لَهُمُ النَّارَ وَأَنَّهُم مُّفْرَطُونَ ﴿٦٣﴾

৬৩) আৰু সিহঁতে যি (নিজৰ নিমিত্তে) ভাল নাপায় তাকে আল্লাৰ নিমিত্তে স্থিৰ কৰে! আৰু সিহঁতে জিভাৰে মিছাকৈ এই দাবী কৰে, সকলো মঙ্গলৰ গৰাকী সিহঁতেই। সিহঁতৰ নিমিত্তে থাকিব নৰকৰ অগ্নি আৰু তালৈ সিহঁতক আগ বাঢ়ি যাব দিয়া হ'ব, ই অনিবাৰ্য্য।

تَاللَّهِ لَقَدْ أَرْسَلْنَا إِلَىٰ أُمَمٍ مِّن قَبْلِكَ فَزَيَّنَ لَهُمُ

৬৪) আল্লাৰ শপত, স্বৰূপতে তোমাৰ পূৰ্ব্বেও বিভিন্ন জাতিৰ ওচৰলৈ আমি ৰচুলসকলক প্ৰেৰণ

الشَّيْطٰنُ اَعْمَالَهُمْ فَهُوَ وَلِيُّهُمُ الْيَوْمَ وَلَهُمْ عَذَابٌ اَلِيْمٌ ﴿٦٣﴾

কৰিছিলোঁ; কিন্তু শ্বয়তানে সিহঁতৰ কাৰ্য্যাৱলী সিহঁতৰ চকুত শোভনীয় কৰি দেখুৱাইছিল; এতেকে আজিও সিয়ে সিহঁতৰ বন্ধু; আৰু সিহঁতৰ নিমিত্তে প্ৰস্তুত আছে যন্ত্ৰণাদায়ক শাস্তি।

وَمَآ اَنْزَلْنَا عَلَيْكَ الْكِتٰبَ اِلَّا لِتُبَيِّنَ لَهُمُ الَّذِى اخْتَلَفُوْا فِيْهِ ۙ وَهُدًى وَّرَحْمَةً لِّقَوْمٍ يُّؤْمِنُوْنَ ﴿٦٤﴾

৬৫) আৰু তোমাৰ প্ৰতি এই ধৰ্ম্মগ্ৰন্থ আমি কেৱল এই অৰ্থে অৱতীৰ্ণ কৰিছোঁ, যাতে যি বিষয়ে সিহঁতে পৰস্পৰ বিৰোধ কৰিছিল সেই বিষয়ে (সকলো কথা) তুমি সিহঁতৰ আগত ফটফটীয়াকৈ বৰ্ণনা কৰিব পাৰা, আৰু যাতে যি সকলে বিশ্বাস কৰে সেইসকলৰ নিমিত্তে এই গ্ৰন্থ হ'ব পাৰে পথ-প্ৰদৰ্শন আৰু কৰুণা স্বৰূপ।

وَاللّٰهُ اَنْزَلَ مِنَ السَّمَآءِ مَآءً فَاَحْيَا بِهِ الْاَرْضَ بَعْدَ مَوْتِهَا ۗ اِنَّ فِىْ ذٰلِكَ لَاٰيَةً لِّقَوْمٍ يَّسْمَعُوْنَ ﴿٦٥﴾ ع

৬৬) আৰু আল্লাই মেঘৰ পৰা বৰষুণ নমায়, আৰু তাৰ দবাৰা পৃথিৱীক তাৰ মৃত্যুৰ পাছত নতুন জীৱন দান কৰে; নিশ্চয় সেই লোকসকলৰ নিমিত্তে ইয়াত আছে নিদৰ্শন, যিসকলে মন দি (উপদেশ) শুনে।

وَاِنَّ لَكُمْ فِى الْاَنْعَامِ لَعِبْرَةً ۚ نُسْقِيْكُمْ مِّمَّا فِىْ بُطُوْنِهٖ مِنْۢ بَيْنِ فَرْثٍ وَّدَمٍ لَّبَنًا خَالِصًا سَآئِغًا لِّلشّٰرِبِيْنَ ﴿٦٦﴾

৬৭) আৰু বাস্তৱতে পোহনীয়া জন্তুবোৰৰ মাজত তোমালোকৰ নিমিত্তে নিশ্চয় আছে শিকনি। সিহঁতৰ পেটৰ ভিতৰত যি মল আৰু ৰক্ত থাকে তাৰ মাজৰে পৰা এনে বিশুদ্ধ গাখীৰ উৎপাদন কৰি তোমালোকক আমি পিবলৈ দিওঁ যি পানকৰোঁতাবিলাকৰ নিমিত্তে তৃপ্তিজনক।

وَمِنْ ثَمَرٰتِ النَّخِيْلِ وَالْاَعْنَابِ تَتَّخِذُوْنَ مِنْهُ سَكَرًا وَّرِزْقًا حَسَنًا ۗ اِنَّ فِىْ ذٰلِكَ لَاٰيَةً لِّقَوْمٍ يَّعْقِلُوْنَ ﴿٦٧﴾

৬৮) আৰু আছে বহু খেজুৰ গছৰ ফল আৰু আঙুৰ; তাৰে পৰা তোমালোকে পিবলৈ ৰাগীয়াল ৰস আৰু নানাপ্ৰকাৰ ৰুচিকৰ খাদ্য প্ৰস্তুত কৰা; কোনো সন্দেহ নাই বুদ্ধিমন্ত লোকৰ নিমিত্তে ইয়াৰ মাজত আছে নিদৰ্শন।

وَاَوْحٰى رَبُّكَ اِلَى النَّحْلِ اَنِ اتَّخِذِىْ مِنَ الْجِبَالِ بُيُوْتًا

৬৯) আৰু তোমাৰ প্ৰভুৱে মৌ-মাখিক অনুভূতি দান কৰি ক'লে, পৰ্ব্বতসমূহৰ মাজত, আৰু গছ-গছনিৰ মাজত, আৰু মানুহে সজা ওখ ঠাইৰ

وَمِنَ الشَّجَرِ وَمِمَّا يَعْرِشُونَ ﴿٦٩﴾

চিলিঙাত তুমি নিজৰ মধুকোষবিলাক প্ৰস্তুত কৰাঁ।

ثُمَّ كُلِي مِنْ كُلِّ الثَّمَرٰتِ فَاسْلُكِي سُبُلَ رَبِّكِ ذُلُلًا ۚ
يَخْرُجُ مِنْ بُطُوْنِهَا شَرَابٌ مُّخْتَلِفٌ اَلْوَانُهٗ فِيْهِ شِفَآءٌ
لِّلنَّاسِ ۗ اِنَّ فِيْ ذٰلِكَ لَاٰيَةً لِّقَوْمٍ يَّتَفَكَّرُوْنَ ﴿٧٠﴾

৭০) আৰু সকলো প্ৰকাৰ ফল-ফুলৰ ৰস খাই ফুৰাঁ আৰু তোমাৰ প্ৰভুৱে দেখুওৱা বাটবোৰেদি বিনীতভাৱে উৰি গৈ থাকাঁ। সিহঁতৰ পেটৰ পৰা পিবলৈ নানা বৰণৰ মধু-ৰস ওলায়; তাৰে মাজত মানৱৰ (বহু ৰোগৰ) আৰোগ্য আছে। কোনো সন্দেহ নাই, চিন্তাশীল লোকৰ নিমিত্তে ইয়াত আছে নিদৰ্শন।

وَاللّٰهُ خَلَقَكُمْ ثُمَّ يَتَوَفّٰىكُمْ ۙ وَمِنْكُمْ مَّنْ يُّرَدُّ اِلٰٓى
اَرْذَلِ الْعُمُرِ لِكَيْ لَا يَعْلَمَ بَعْدَ عِلْمٍ شَيْـًٔا ۗ اِنَّ اللّٰهَ عَلِيْمٌ
قَدِيْرٌ ﴿٧١﴾ ع

৭১) আৰু তোমালোকক আল্লাই সৃষ্টি কৰিছে, পিছত তেৱেঁ তোমালোকৰ মৃত্যু ঘটায়; আৰু তোমালোকৰ মাজৰে কিছুমানক জীৱনৰ অধম অৱস্থা পাবলৈ দিয়ে; তেতিয়া সিহঁত জ্ঞানলাভৰ পাছতো একোকে নজনা হয়; আল্লা নিশ্চয় সৰ্ব্বজ্ঞাতা, সৰ্ব্বশক্তিমান।

وَاللّٰهُ فَضَّلَ بَعْضَكُمْ عَلٰى بَعْضٍ فِي الرِّزْقِ ۚ فَمَا
الَّذِيْنَ فُضِّلُوْا بِرَآدِّيْ رِزْقِهِمْ عَلٰى مَا مَلَكَتْ اَيْمَانُهُمْ
فَهُمْ فِيْهِ سَوَآءٌ ۗ اَفَبِنِعْمَةِ اللّٰهِ يَجْحَدُوْنَ ﴿٧٢﴾

৭২) আৰু (পাৰ্থিৱ) সম্বল সম্বন্ধে আল্লাই তোমালোকৰ কিছুমানক আন কিছুমানৰ ওপৰত শ্ৰেষ্ঠতা দান কৰিছে; কিন্তু যিবিলাকক শ্ৰেষ্ঠতা দান কৰা হৈছে সেইবিলাকে সিহঁতৰ সোঁ-হাতৰ অধীনবিলাকক নিজ সম্বলৰ ভাগ নিদিয়ে, জানোচা সিহঁত সম্বলত সিহঁতৰ সমান হৈ পৰে। এনে অৱস্থাতো সিহঁতে আল্লাৰ অনুগ্ৰহ অস্বীকাৰ কৰিব ধৰিছে নে?

وَاللّٰهُ جَعَلَ لَكُمْ مِّنْ اَنْفُسِكُمْ اَزْوَاجًا وَّجَعَلَ لَكُمْ
مِّنْ اَزْوَاجِكُمْ بَنِيْنَ وَحَفَدَةً وَّرَزَقَكُمْ مِّنَ الطَّيِّبٰتِ ۗ
اَفَبِالْبَاطِلِ يُؤْمِنُوْنَ وَبِنِعْمَتِ اللّٰهِ هُمْ يَكْفُرُوْنَ ﴿٧٣﴾

৭৩) আৰু আল্লাই তোমালোকৰ নিমিত্তে তোমালোকৰ মাজৰে পৰা সঙ্গিনীবিলাক স্থিৰ কৰিছে; আৰু তোমালোকৰ সঙ্গিনীবিলাকৰ পৰা তোমালোকৰ নিমিত্তে পুত্ৰসন্তান আৰু নাতি সন্তান আদি সৃষ্টি কৰিছে, আৰু তোমালোকক নানাবিধ বিশুদ্ধ বস্তু জীৱিকাৰূপে দান কৰিছে; তেন্তে এতিয়াও সিহঁতে অসাৰ বস্তুত বিশ্বাস কৰিব নে, আৰু (সাৰ বস্তু) আল্লাৰ অনুগ্ৰহত অবিশ্বাস কৰিব নে?

৭৪) আৰু সিহঁতে আল্লাক এৰি সেইবিলাকৰ পূজা কৰে যিবিলাকৰ সিহঁতক আকাশমণ্ডলী আৰু পৃথিৱীৰ পৰা জীৱিকা প্ৰদান কৰিবৰ কোনো অধিকাৰ নাই; আৰু সিহঁতৰ এনে ক্ষমতাও নাই।

وَيَعْبُدُوْنَ مِنْ دُوْنِ اللّٰهِ مَا لَا يَمْلِكُ لَهُمْ رِزْقًا مِّنَ السَّمٰوٰتِ وَالْاَرْضِ شَيْـًٔا وَّلَا يَسْتَطِيْعُوْنَ ﴿٧٣﴾

৭৫) গতিকে তোমালোকে আল্লাৰ সম্বন্ধে (সঁচা-মিছা) নানা উপমা নাসাজিবা; কোনো সন্দেহ নাই, আল্লাই (সকলো) জানে কিন্তু তোমালোকে নাজানা।

فَلَا تَضْرِبُوْا لِلّٰهِ الْاَمْثَالَ اِنَّ اللّٰهَ يَعْلَمُ وَاَنْتُمْ لَا تَعْلَمُوْنَ ﴿٧٤﴾

৭৬) আল্লাই উপমা দিছে পৰৰ অধীন এনে এজন দাসৰ যাৰ কোনো বিষয়ে ক্ষমতা নাই, আৰু এনেজন (স্বাধীন) পুৰুষৰ যাক আমি নিজ ফালৰ পৰা উত্তম সম্বল জীৱিকাৰূপে দান কৰিছোঁ; পিছত তাৰে পৰা সেইজনে ব্যয় কৰে, গোপনে আৰু প্ৰকাশ্যে; ইজন সিজনৰ তুল্য হ'ব পাৰে নে? সকলো প্ৰশংসাৰ যোগ্য কেৱল মাত্ৰ আল্লা! কিন্তু সিহঁতৰ সৰহ ভাগেই নাজানে।

ضَرَبَ اللّٰهُ مَثَلًا عَبْدًا مَّمْلُوْكًا لَّا يَقْدِرُ عَلٰى شَيْءٍ وَّمَنْ رَّزَقْنٰهُ مِنَّا رِزْقًا حَسَنًا فَهُوَ يُنْفِقُ مِنْهُ سِرًّا وَّجَهْرًا هَلْ يَسْتَوٗنَ اَلْحَمْدُ لِلّٰهِ بَلْ اَكْثَرُهُمْ لَا يَعْلَمُوْنَ ﴿٧٥﴾

৭৭) আৰু আল্লাই উপমা দিছে এনে দুজন মানুহৰ, যাৰ এজন হৈছে বোবা; তাৰ কোনো বিষয়ে ক্ষমতা নাই, বৰং সি নিজ প্ৰভুৰ ওপৰত নিজেই বোজা মাত্ৰ; তেওঁ তাক যিফালে পঠিয়ায় সেইফালৰ পৰা সি মঙ্গল লৈ নাহে; এনেজন সেইজনৰ সমান হ'ব পাৰে নে যিজনে ন্যায়-পৰায়ণতাৰ আদেশ দিয়ে আৰু তেওঁৰ স্থিতি সজ পথত?

وَضَرَبَ اللّٰهُ مَثَلًا رَّجُلَيْنِ اَحَدُهُمَآ اَبْكَمُ لَا يَقْدِرُ عَلٰى شَيْءٍ وَّهُوَ كَلٌّ عَلٰى مَوْلٰىهُ اَيْنَمَا يُوَجِّهْهُ لَا يَاْتِ بِخَيْرٍ هَلْ يَسْتَوِيْ هُوَ وَمَنْ يَّاْمُرُ بِالْعَدْلِ وَهُوَ عَلٰى صِرَاطٍ مُّسْتَقِيْمٍ ﴿٧٦﴾

৭৮) আৰু আকাশমণ্ডলী আৰু পৃথিৱীৰ ৰহস্যৰ জ্ঞান আল্লাৰেই; আৰু নিৰ্দ্দিষ্ট সময়ৰ ঘটনা চকুৰ পচাৰতেই ঘটিব, নাইবা ই তাতোকৈ দ্ৰুত; নিশ্চয় সকলো বস্তুৰ ওপৰত আছে আল্লাৰ মহান ক্ষমতা।

وَلِلّٰهِ غَيْبُ السَّمٰوٰتِ وَالْاَرْضِ وَمَآ اَمْرُ السَّاعَةِ اِلَّا كَلَمْحِ الْبَصَرِ اَوْ هُوَ اَقْرَبُ اِنَّ اللّٰهَ عَلٰى كُلِّ شَيْءٍ قَدِيْرٌ ﴿٧٧﴾

৭৯) আৰু আল্লাই তোমালোকক নিজ মাতৃ-গৰ্ভসমূহৰ পৰা উদ্ধাৰন কৰিলে; (তেতিয়া)

وَاللّٰهُ اَخْرَجَكُمْ مِّنْ بُطُوْنِ اُمَّهٰتِكُمْ لَا تَعْلَمُوْنَ شَيْـًٔا

وَّجَعَلَ لَكُمُ السَّمْعَ وَالْاَبْصَارَ وَالْاَفْـِٕدَةَ ۙ لَعَلَّكُمْ تَشْكُرُوْنَ ﴿٧٨﴾

তোমালোকে একোকে জনা নাছিলা; আৰু তেওঁ তোমালোকক প্ৰদান কৰিলে শ্ৰৱণশক্তি আৰু দৃষ্টিশক্তি আৰু অন্তৰৰ বোধশক্তি, যাতে তোমালোক তেওঁৰ শলাগ লোৱা।

اَلَمْ يَرَوْا اِلَى الطَّيْرِ مُسَخَّرٰتٍ فِيْ جَوِّ السَّمَآءِ ؕ مَا يُمْسِكُهُنَّ اِلَّا اللّٰهُ ؕ اِنَّ فِيْ ذٰلِكَ لَاٰيٰتٍ لِّقَوْمٍ يُّؤْمِنُوْنَ ﴿٧٩﴾

৮০) বায়ুমণ্ডলৰ মাজত চৰাইবোৰে (আল্লাৰ বিধানৰ) বশৱৰ্ত্তী হৈ উৰি থকা সিহঁতে নেদেখে নে? সেইবিলাকক আল্লাত বিনে কেও (আকাশত) ধাৰণ কৰিব নোৱাৰে। অৱশ্যে বিশ্বাসীসকলৰ নিমিত্তে ইয়াৰ মাজত আছে বহু নিদৰ্শন।

وَاللّٰهُ جَعَلَ لَكُمْ مِّنْۢ بُيُوْتِكُمْ سَكَنًا وَّجَعَلَ لَكُمْ مِّنْ جُلُوْدِ الْاَنْعَامِ بُيُوْتًا تَسْتَخِفُّوْنَهَا يَوْمَ ظَعْنِكُمْ وَيَوْمَ اِقَامَتِكُمْ ۙ وَمِنْ اَصْوَافِهَا وَاَوْبَارِهَا وَاَشْعَارِهَاۤ اَثَاثًا وَّمَتَاعًا اِلٰى حِيْنٍ ﴿٨٠﴾

৮১) আৰু আল্লাই তোমালোকক ঘৰবিলাক দিছে তোমালোকে শান্তিৰে বাস কৰিবলৈ; আৰু (ইয়াৰ উপৰি) তোমালোকৰ নিমিত্তে তাবুবিলাক পশুৰ ছালৰে সাজিছে; সেইবিলাক পাতল দেখি ভ্ৰমণ কৰিবৰ সময়ত আৰু বাহৰ পাতিবৰ কালত (সহজে) বহন কৰিব পাৰা; আৰু সেইবিলাকৰ ঊণ আৰু সেইবিলাকৰ নৰম নোম, আৰু সেইবিলাকৰ কেশৰ দবাৰা, তোমালোকে কিছুকাল উপভোগ কৰিবলৈ (তেওঁ প্ৰস্তুত কৰিছে) বহু (আৱশ্যকীয়) বস্তু আৰু সম্বল।

وَاللّٰهُ جَعَلَ لَكُمْ مِّمَّا خَلَقَ ظِلٰلًا وَّجَعَلَ لَكُمْ مِّنَ الْجِبَالِ اَكْنَانًا وَّجَعَلَ لَكُمْ سَرَابِيْلَ تَقِيْكُمُ الْحَرَّ وَسَرَابِيْلَ تَقِيْكُمْ بَاْسَكُمْ ؕ كَذٰلِكَ يُتِمُّ نِعْمَتَهٗ عَلَيْكُمْ لَعَلَّكُمْ تُسْلِمُوْنَ ﴿٨١﴾

৮২) আৰু আল্লাই যি বস্তুকেই সৃষ্টি কৰিছে তেওঁ তাৰে তোমালোকক দিছে ছাঁ; আৰু পৰ্ব্বতসমূহৰ মাজত তোমালোকে আশ্ৰয় লবৰ কাৰণে বহু (উপযুক্ত) ঠাই নিৰ্ণয় কৰি দিছে; আৰু তাপৰ পৰা ৰক্ষা পাবলৈ তোমালোকক তেওঁ সাজ দিছে, আৰু ৰণত শৰীৰ ৰক্ষা কৰিবলৈ বৰ্ম্মবিলাক। এইদৰেই তেওঁ নিজ অনুগ্ৰহ তোমালোকৰ প্ৰতি সম্পূৰ্ণ কৰে, যাতে তোমালোক (তেওঁৰ) বাধ্য হোৱা।

فَاِنْ تَوَلَّوْا فَاِنَّمَا عَلَيْكَ الْبَلٰغُ الْمُبِيْنُ ﴿٨٢﴾

৮৩) (এনে অনুগ্ৰহৰ) পাছতো যদি সিহঁত বিমুখ হয়, তেন্তে (জানিবা) তোমাৰ দায়িত্ব স্পষ্টৰূপে সংবাদ উত্থাপন কৰা মাথোন।

৮৪) সিহঁতে আল্লাৰ অনুগ্ৰহ বুজি পায়, অথচ তাৰ অমান্য কৰে, আৰু সিহঁতৰ সৰহভাগেই অবিশ্বাসী।

يَعْرِفُوْنَ نِعْمَتَ اللّٰهِ ثُمَّ يُنْكِرُوْنَهَا وَاَكْثَرُهُمُ الْكٰفِرُوْنَ ﴿٨٣﴾

৮৫) আৰু সেই দিনা প্ৰত্যেক সম্প্ৰদায়ৰ পৰা আমি একোজন সাক্ষী উত্থাপন কৰিম; তেতিয়া অবিশ্বাসীবিলাকক (ওজৰ আপত্তি কৰিবলৈ অনুমতি দিয়া নহ'ব, আৰু সিহঁতক অনুতাপ কৰিবলৈও সুযোগ দিয়া নহ'ব।

وَيَوْمَ نَبْعَثُ مِنْ كُلِّ اُمَّةٍ شَهِيْدًا ثُمَّ لَا يُؤْذَنُ لِلَّذِيْنَ كَفَرُوْا وَلَا هُمْ يُسْتَعْتَبُوْنَ ﴿٨٤﴾

৮৬) আৰু তেতিয়া অন্যায়কাৰীবিলাকে শাস্তি দেখা পাব, আৰু সেই শাস্তি সিহঁতৰ কাৰণে লঘু কৰা নহ'ব, আৰু সিহঁতক অৱসৰো দিয়া নহ'ব।

وَاِذَا رَاَ الَّذِيْنَ ظَلَمُوا الْعَذَابَ فَلَا يُخَفَّفُ عَنْهُمْ وَلَا هُمْ يُنْظَرُوْنَ ﴿٨٥﴾

৮৭) আৰু যিবিলাকক সিহঁতে আল্লাৰ সমানে উপাস্য পাতিছিল সেইবিলাকক সিহঁতে দেখা পাই ক'ৰ, হে আমাৰ প্ৰভু, তোমাক এৰি যিবিলাকক তোমাৰ সমান পাতি লৈ আমি আহ্বান কৰিছিলোঁ সেইবিলাক ইহঁতেই; তেতিয়া সিহঁতে সিহঁতক ওলটাই এই প্ৰত্যুত্তৰ দিব,—নহয়, নিশ্চয় তোমালোক মিথ্যাবাদী।

وَاِذَا رَاَ الَّذِيْنَ اَشْرَكُوْا شُرَكَآءَهُمْ قَالُوْا رَبَّنَا هٰٓؤُلَآءِ شُرَكَآؤُنَا الَّذِيْنَ كُنَّا نَدْعُوْا مِنْ دُوْنِكَ فَاَلْقَوْا اِلَيْهِمُ الْقَوْلَ اِنَّكُمْ لَكٰذِبُوْنَ ﴿٨٦﴾

৮৮) আৰু সেইদিনা সিহঁতে আল্লাৰ সন্মুখত বাধ্যতা স্বীকাৰ কৰি মূৰ দোঁৱাব, আৰু সিহঁতে যি মিছা সাজিছিল সিহঁতৰ পৰা সমূলি অদৃশ্য হ'ব।

وَاَلْقَوْا اِلَى اللّٰهِ يَوْمَئِذِ اِلسَّلَمَ وَضَلَّ عَنْهُمْ مَّا كَانُوْا يَفْتَرُوْنَ ﴿٨٧﴾

৮৯) যিবিলাকে অবিশ্বাস কৰিছে আৰু আল্লাৰ পথৰ পৰা (মানুহক) প্ৰতিৰোধ কৰিছে সিহঁতৰ প্ৰতি আমি বৃদ্ধি কৰিম শাস্তিৰ ওপৰত শাস্তি, কিয়নো সিহঁতে (নিজ অন্যায় আচৰণৰ দবাৰা) অশান্তিৰ সৃষ্টি কৰিছিল।

اَلَّذِيْنَ كَفَرُوْا وَصَدُّوْا عَنْ سَبِيْلِ اللّٰهِ زِدْنٰهُمْ عَذَابًا فَوْقَ الْعَذَابِ بِمَا كَانُوْا يُفْسِدُوْنَ ﴿٨٨﴾

৯০) আৰু এনে এদিন আহিব যেতিয়া প্ৰত্যেক সম্প্ৰদায়ৰ মাজত সিহঁতৰ বিৰুদ্ধে সিহঁতৰ মাজৰে পৰা একোজন (নবীক) সাক্ষীৰূপে উত্থাপন

وَيَوْمَ نَبْعَثُ فِيْ كُلِّ اُمَّةٍ شَهِيْدًا عَلَيْهِمْ مِّنْ اَنْفُسِهِمْ

কৰিম। আৰু (হে ৰছুল,) তেনে অবিশ্বাসীবিলাকৰ বিপক্ষে তোমাকো সাক্ষীৰূপে উপস্থিত কৰিম। আৰু (এই হেতু) তোমাৰ প্ৰতি আমি এই ধৰ্ম্মগ্ৰন্থখন অৱতীৰ্ণ কৰিছোঁ ; ইয়াৰ মাজত আছে (ধৰ্ম্ম সম্বন্ধে) সকলো বিষয়ৰ সুস্পষ্ট বিৱৰণ, আৰু আত্ম-সমৰ্পণ কৰোঁতাসকলৰ নিমিত্তে পথ-প্ৰদৰ্শন, আৰু কৰুণা, আৰু শুভ-সংবাদ।

وَجِئْنَا بِكَ شَهِيدًا عَلَىٰ هَٰٓؤُلَآءِ ۚ وَنَزَّلْنَا عَلَيْكَ الْكِتَٰبَ
ع ١٨ تِبْيَٰنًا لِّكُلِّ شَىْءٍ وَهُدًى وَرَحْمَةً وَبُشْرَىٰ لِلْمُسْلِمِينَ ۝٨٩

৯১) নিশ্চয় আল্লাই ন্যায় কাৰ্য্য আৰু হিত সাধন আৰু আত্মীয়-স্বজনক দান কৰিবলৈ আদেশ দিছে, আৰু নিৰ্গত কাৰ্য্য আৰু দুৰাচাৰ আৰু বিদ্ৰোহাচৰণ কৰিবলৈ নিষেধ কৰিছে: তেওঁ তোমালোকক ইয়াকে উপদেশ দিছে, তোমালোকে যেন সেই উপদেশ গ্ৰহণ কৰা।

إِنَّ اللَّهَ يَأْمُرُ بِالْعَدْلِ وَالْإِحْسَٰنِ وَإِيتَآئِ ذِى
الْقُرْبَىٰ وَيَنْهَىٰ عَنِ الْفَحْشَآءِ وَالْمُنكَرِ وَالْبَغْىِ ۚ
يَعِظُكُمْ لَعَلَّكُمْ تَذَكَّرُونَ ۝٩٠

৯২) আৰু যেতিয়া আল্লাৰ সৈতে চুক্তিত আবদ্ধ হোৱা তোমালোকে সেই চুক্তি পূৰ্ণ কৰিবা, আৰু শপত সমৰ্থন হৈ যোৱাৰ পাছত তাক ভঙ্গ নকৰিবা, কিয়নো স্বৰূপতে তোমালোকে আল্লাক (সেই শপতৰ) ৰক্ষক মানি লৈছিলা: তোমালোকে যি কাৰ্য্যকে কৰা নিশ্চয় আল্লাই তাক জানে।

وَأَوْفُوا بِعَهْدِ اللَّهِ إِذَا عَٰهَدتُّمْ وَلَا تَنقُضُوا الْأَيْمَٰنَ
بَعْدَ تَوْكِيدِهَا وَقَدْ جَعَلْتُمُ اللَّهَ عَلَيْكُمْ كَفِيلًا ۚ
إِنَّ اللَّهَ يَعْلَمُ مَا تَفْعَلُونَ ۝٩١

৯৩) আৰু তোমালোক এনে তিৰোতাজনীৰ নিচিনা নহবা যি নিজে কটা সূতাক শকত হোৱাৰ পাছত ছিঙি ছিন্ন-ভিন্ন কৰি পেলায়: এটা দল আন এটা দলতকৈ বেছি প্ৰৱল হৈ পৰিছে এই কাৰণে তোমালোকে নিজৰ শপতক ইজনে সিজনক প্ৰতাৰণা কৰিবৰ অৰ্থে উপায় স্বৰূপ স্থিৰ কৰিছা: ইয়াৰ দ্বাৰা আল্লাই তোমালোকক পৰীক্ষা কৰিছে মাথোন: আৰু যি বিষয়ে তোমালোকে (ইহজীৱনত) বিৰোধ কৰিছা, পুনৰুত্থানৰ দিনা তেওঁ নিশ্চয় তাকে জ্বল্‌জ্বল্ কৰি দেখুৱাব।

وَلَا تَكُونُوا كَالَّتِى نَقَضَتْ غَزْلَهَا مِنۢ بَعْدِ قُوَّةٍ
أَنكَٰثًا تَتَّخِذُونَ أَيْمَٰنَكُمْ دَخَلًۢا بَيْنَكُمْ أَن تَكُونَ
أُمَّةٌ هِىَ أَرْبَىٰ مِنْ أُمَّةٍ ۚ إِنَّمَا يَبْلُوكُمُ اللَّهُ بِهِۦ ۚ وَلَيُبَيِّنَنَّ
لَكُمْ يَوْمَ الْقِيَٰمَةِ مَا كُنتُمْ فِيهِ تَخْتَلِفُونَ ۝٩٢

৯৪) আৰু আল্লাই ইচ্ছা কৰা হ'লে, তোমালোকৰ সকলোকে নিশ্চয় একোটি

وَلَوْ شَآءَ اللَّهُ لَجَعَلَكُمْ أُمَّةً وَٰحِدَةً وَلَٰكِن يُضِلُّ

সম্প্ৰদায়ত পৰিণত কৰিলেহেঁতেন; কিন্তু (প্ৰকৃততে) তেওঁ যাকে ইচ্ছা তাকে পথভ্ৰান্ত হ'বলৈ দিয়ে, আৰু যাকে ইচ্ছা তাকে সুপথে লৈ যায়: আৰু তোমালোকে যি কাৰ্য্যকে কৰা সেই সম্বন্ধে নিশ্চয় তোমালোকক প্ৰশ্ন কৰা হ'ব।

مَنْ يَّشَآءُ وَيَهْدِىْ مَنْ يَّشَآءُ ۚ وَلَتُسْـَٔلُنَّ عَمَّا كُنْتُمْ تَعْمَلُوْنَ ﴿٩٣﴾

৯৫) আৰু তোমালোকে ইজনে সিজনক প্ৰতাৰণা কৰিবৰ অৰ্থে নিজৰ শপতক উপায়স্বৰূপ স্থিৰ নকৰিবা; তেনে কৰিলে (তোমালোকৰ) ভৰি দৃঢ়ৰূপে স্থাপিত হোৱাৰ পাছত পিছল খাব; আৰু (মানুহক) আল্লাৰ পথৰ পৰা যে প্ৰতিৰোধ কৰিছিলা তাৰ বাবে দুৰ্গতিৰ সোৱাদ লব লাগিব, আৰু (পৰকালত) তোমালোকৰ নিমিত্তে থাকিব ডাঙৰ শাস্তি।

وَلَا تَتَّخِذُوْٓا اَيْمَانَكُمْ دَخَلًاۢ بَيْنَكُمْ فَتَزِلَّ قَدَمٌۢ بَعْدَ ثُبُوْتِهَا وَتَذُوْقُوا السُّوْٓءَ بِمَا صَدَدْتُّمْ عَنْ سَبِيْلِ اللّٰهِ ۚ وَلَكُمْ عَذَابٌ عَظِيْمٌ ﴿٩٤﴾

৯৬) আৰু আল্লাৰ সৈতে চুক্তিৰ সলনি সামান্য মূল্য গ্ৰহণ নকৰিবা; এয়ে প্ৰকৃত কথা, আল্লাৰ কাষত যি (প্ৰতিদান) আছে সি তোমালোকৰ নিমিত্তে অধিক মঙ্গলময়, যদিহে তোমালোকৰ জ্ঞান থাকে।

وَلَا تَشْتَرُوْا بِعَهْدِ اللّٰهِ ثَمَنًا قَلِيْلًا ۗ اِنَّمَا عِنْدَ اللّٰهِ هُوَ خَيْرٌ لَّكُمْ اِنْ كُنْتُمْ تَعْلَمُوْنَ ﴿٩٥﴾

৯৭) তোমালোকৰ কাষত যি আছে সি (এদিন) শেষ হৈ যাব, কিন্তু আল্লাৰ কাষত যি আছে সি চিৰস্থায়ী; আৰু ইয়াত কোনো সন্দেহ নাই, ধৈৰ্য্য ধাৰণ কৰোঁতাসকলে যি উৎকৃষ্ট কাৰ্য্য কৰিছে তাৰ উচিত প্ৰতিদান আমি তেওঁলোকক দিম।

مَا عِنْدَكُمْ يَنْفَدُ وَمَا عِنْدَ اللّٰهِ بَاقٍ ۗ وَلَنَجْزِيَنَّ الَّذِيْنَ صَبَرُوْٓا اَجْرَهُمْ بِاَحْسَنِ مَا كَانُوْا يَعْمَلُوْنَ ﴿٩٦﴾

৯৮) যেয়ে সৎকাৰ্য্য কৰে—পুৰুষেই হওক বা নাৰী—আৰু বিশ্বাসত যাৰ স্থিতি, ইয়াত কোনো সন্দেহ নাই এনেজনক আমি পৱিত্ৰ জীৱন যাপন কৰিবলৈ (শক্তি) দিম; আৰু এনেসকলে যি উৎকৃষ্ট কাৰ্য কৰিছে তাৰ উচিত প্ৰতিদান আমি সেইসকলক নিশ্চয় দিম।

مَنْ عَمِلَ صَالِحًا مِّنْ ذَكَرٍ اَوْ اُنْثٰى وَهُوَ مُؤْمِنٌ فَلَنُحْيِيَنَّهٗ حَيٰوةً طَيِّبَةً ۚ وَلَنَجْزِيَنَّهُمْ اَجْرَهُمْ بِاَحْسَنِ مَا كَانُوْا يَعْمَلُوْنَ ﴿٩٧﴾

৯৯) আৰু চোৱাঁ, যেতিয়া তুমি কোৰ্-আন পাঠ

فَاِذَا قَرَاْتَ الْقُرْاٰنَ فَاسْتَعِذْ بِاللّٰهِ مِنَ الشَّيْطٰنِ

কৰিবলৈ লোৱা, (আগতে) আল্লাৰ আশ্ৰয় প্ৰাৰ্থনা কৰিবা নিৰ্ব্বাসিত শ্বয়তানৰ পৰা।

الرَّجِيْمِ ﴿٩٩﴾

১০০) অৱশ্যে তাৰ কোনো ক্ষমতা নচলে সেইসকলৰ ওপৰত, যিসকলে বিশ্বাস স্থাপন কৰে আৰু নিজ প্ৰভুৰ প্ৰতি নিৰ্ভৰ কৰি থাকে।

إِنَّهُ لَيْسَ لَهُ سُلْطٰنٌ عَلَى الَّذِيْنَ اٰمَنُوْا وَعَلٰى رَبِّهِمْ يَتَوَكَّلُوْنَ ﴿١٠٠﴾

১০১) তাৰ ক্ষমতা কেৱল সেইবিলাকৰ ওপৰতহে চলে যিবিলাকে তাক নিজৰ বন্ধু বুলি গ্ৰহণ কৰে, আৰু যিবিলাকে অইনক আল্লাৰ সমানে উপাস্য পাতে।

إِنَّمَا سُلْطٰنُهُ عَلَى الَّذِيْنَ يَتَوَلَّوْنَهُ وَالَّذِيْنَ هُمْ بِهٖ مُشْرِكُوْنَ ﴿١٠١﴾ ع ١٣

১০২) আৰু আমি যেতিয়া এটা প্ৰত্যাদেশক আন এটা প্ৰত্যাদেশৰে সলনি কৰোঁ,—আৰু আল্লাই কি (আৰু কেতিয়া) অৱতীৰ্ণ কৰিব লাগে ভালকৈ জানে,—সিহঁতে ক'ব ধৰে, তুমি এজন মিছা সাজোঁতা মাথোন; নহয় সিহঁতৰ মাজৰ বহুতে (প্ৰকৃত কথা) নাজানে।

وَإِذَا بَدَّلْنَآ اٰيَةً مَّكَانَ اٰيَةٍ ۙ وَّاللّٰهُ أَعْلَمُ بِمَا يُنَزِّلُ قَالُوْآ إِنَّمَآ أَنْتَ مُفْتَرٍ ۭ بَلْ أَكْثَرُهُمْ لَا يَعْلَمُوْنَ ﴿١٠٢﴾

১০৩) তুমি কোৱাঁ, এই কোৰ্-আন তোমাৰ প্ৰভুৰ পৰা সত্যৰ সৈতে পৱিত্ৰ আত্মাই ক্ৰমে ক্ৰমে অৱতীৰ্ণ কৰিছে, যাতে ই আত্ম-সমৰ্পণ কৰোঁতাসকলৰ নিমিত্তে হ'ব পাৰে পথ-প্ৰদৰ্শন আৰু শুভ-সংবাদ।

قُلْ نَزَّلَهُ رُوْحُ الْقُدُسِ مِنْ رَّبِّكَ بِالْحَقِّ لِيُثَبِّتَ الَّذِيْنَ اٰمَنُوْا وَهُدًى وَّبُشْرٰى لِلْمُسْلِمِيْنَ ﴿١٠٣﴾

১০৪) সিহঁতে যে কয়, এজন মানুহে তেওঁক সঁচাকৈয়ে (গোপনে) শিক্ষা দিয়েহি, আমি স্বৰূপতে এই বিষয়ে পৰিজ্ঞাত; যাৰ পিনে সিহঁতে অযথা ইঙ্গিত কৰিছে তাৰ ভাষা বিদেশী, কিন্তু এই (কোৰ্-আনৰ) ভাষা হৈছে সুস্পষ্ট আৰ্‌বী।

وَلَقَدْ نَعْلَمُ أَنَّهُمْ يَقُوْلُوْنَ إِنَّمَا يُعَلِّمُهُ بَشَرٌ ۭ لِسَانُ الَّذِيْ يُلْحِدُوْنَ إِلَيْهِ أَعْجَمِيٌّ وَّهٰذَا لِسَانٌ عَرَبِيٌّ مُّبِيْنٌ ﴿١٠٤﴾

১০৫) বাস্তৱতে যিবিলাকে আল্লাৰ নিদৰ্শন-সমূহত বিশ্বাস নকৰে সিহঁতক আল্লাই পথ-প্ৰদৰ্শন নকৰে; আৰু সিহঁতে ভোগ কৰিব যন্ত্ৰণাদায়ক শাস্তি।

إِنَّ الَّذِيْنَ لَا يُؤْمِنُوْنَ بِاٰيٰتِ اللّٰهِ ۙ لَا يَهْدِيْهِمُ اللّٰهُ وَلَهُمْ عَذَابٌ أَلِيْمٌ ﴿١٠٥﴾

إِنَّمَا يَفْتَرِي الْكَذِبَ الَّذِينَ لَا يُؤْمِنُونَ بِآيَاتِ
اللَّهِ ۖ وَأُولَٰئِكَ هُمُ الْكَاذِبُونَ ﴿١٠٦﴾

১০৬) প্ৰকৃত কথা এই, সেইবিলাকেহে মিছা সাজে, যিবিলাকে আল্লাৰ নিদৰ্শনসমূহত বিশ্বাস নকৰে; আৰু সেইবিলাকেই অসত্যবাদী।

مَنْ كَفَرَ بِاللَّهِ مِنْ بَعْدِ إِيمَانِهِ إِلَّا مَنْ أُكْرِهَ وَ
قَلْبُهُ مُطْمَئِنٌّ بِالْإِيمَانِ وَلَٰكِنْ مَنْ شَرَحَ بِالْكُفْرِ
صَدْرًا فَعَلَيْهِمْ غَضَبٌ مِنَ اللَّهِ وَلَهُمْ عَذَابٌ عَظِيمٌ ﴿١٠٧﴾

১০৭) যিবিলাকে (এবাৰ) বিশ্বাস স্থাপন কৰাৰ পাছত পুনৰায় আল্লাত অবিশ্বাস কৰে,—অৱশ্যে এনেজনৰ কথা পৃথক যিজনক (অবিশ্বাসী অৱস্থাত থাকিবলৈ) বাধ্য কৰা হয়, অথচ তেওঁৰ অন্তৰ বিশ্বাসত নিশ্চিন্ত,—কিন্তু নিজেই নিজৰ হিয়া অবিশ্বাসৰ নিমিত্তে মুকলি কৰি ৰাখে, সিহঁতৰ প্ৰতি পৰিব আল্লাৰ ক্ৰোধ, আৰু সিহঁতে ভোগ কৰিব ডাঙৰ শাস্তি।

ذَٰلِكَ بِأَنَّهُمُ اسْتَحَبُّوا الْحَيَاةَ الدُّنْيَا عَلَى الْآخِرَةِ وَ
أَنَّ اللَّهَ لَا يَهْدِي الْقَوْمَ الْكَافِرِينَ ﴿١٠٨﴾

১০৮) ইয়াৰ কাৰণ এই, সিহঁতে পৰলোকতকৈ ইহলোকৰ জীৱনকে অধিক ভাল পাইছে; আৰু অবিশ্বাসীবিলাকক আল্লাই যে সুপথ প্ৰদৰ্শন নকৰে তাৰো এয়ে কাৰণ।

أُولَٰئِكَ الَّذِينَ طَبَعَ اللَّهُ عَلَىٰ قُلُوبِهِمْ وَسَمْعِهِمْ وَ
أَبْصَارِهِمْ ۖ وَأُولَٰئِكَ هُمُ الْغَافِلُونَ ﴿١٠٩﴾

১০৯) সিহঁতৰেই অন্তৰসমূহত আৰু সিহঁতৰ কাণত আৰু সিহঁতৰ চকুবোৰত আল্লাই মোহৰ মাৰিছে; আৰু সিহঁতেই হৈছে আওকণীয়া।

لَا جَرَمَ أَنَّهُمْ فِي الْآخِرَةِ هُمُ الْخَاسِرُونَ ﴿١١٠﴾

১১০) সিহঁতেই যে পৰলোকত ক্ষতিগ্ৰস্ত হ'ব ইয়াত কোনো সন্দেহ নাই।

ثُمَّ إِنَّ رَبَّكَ لِلَّذِينَ هَاجَرُوا مِنْ بَعْدِ مَا فُتِنُوا
ثُمَّ جَاهَدُوا وَصَبَرُوا إِنَّ رَبَّكَ مِنْ بَعْدِهَا لَغَفُورٌ
رَحِيمٌ ﴿١١١﴾ ع

১১১) কিন্তু নিশ্চয় তোমাৰ প্ৰভু,—যিবিলাকে অত্যাচাৰ সহ্য কৰাৰ পাছত দেশত্যাগ কৰিছিল আৰু (আল্লাৰ পথত) সংগ্ৰাম কৰিছিল আৰু ধৈৰ্য্য ধাৰণ কৰিছিল সেইবিলাকৰ প্ৰতি,—এনে কাৰ্য্যৰ কাৰণে নিশ্চয় তোমাৰ প্ৰভু শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানশীল।

يَوْمَ تَأْتِي كُلُّ نَفْسٍ تُجَادِلُ عَنْ نَفْسِهَا وَتُوَفَّىٰ

১১২) সেইদিনা প্ৰত্যেক আত্মাই কেৱল নিজৰ হৈ টানকৈ খাটনি ধৰিবলৈ (আগ বাঢ়ি) আহিব, আৰু যি কাৰ্য্য প্ৰত্যেক আত্মাই কৰিছিল তাৰ প্ৰতিদান

كُلُّ نَفْسٍ مَّا عَمِلَتْ وَهُمْ لَا يُظْلَمُونَ ﴿١١٢﴾

পূৰ্ণমাত্ৰাই তাক দিয়া হ'ব; আৰু সেইবিলাকৰ প্ৰতি কোনো অন্যায় কৰা নহ'ব।

وَضَرَبَ اللّٰهُ مَثَلًا قَرْيَةً كَانَتْ اٰمِنَةً مُّطْمَئِنَّةً يَّأْتِيهَا رِزْقُهَا رَغَدًا مِّنْ كُلِّ مَكَانٍ فَكَفَرَتْ بِأَنْعُمِ اللّٰهِ فَأَذَاقَهَا اللّٰهُ لِبَاسَ الْجُوعِ وَالْخَوْفِ بِمَا كَانُوا يَصْنَعُونَ ﴿١١٣﴾

১১৩) আৰু আল্লাই উপমা দিছে এনে এখন নগৰৰ যি (এক সময়ত) নিৰাপদ, শান্তিপূৰ্ণ আছিল; তাৰে তাৰ উপজীৱিকা সকলো ঠাইৰ পৰা প্ৰচুৰ পৰিমাণে আহিছিল; কিন্তু সেই নগৰৰ অধিবাসীবিলাকে আল্লাই দিয়া অনুগ্ৰহ সমূহৰ কাৰণে তেঁৰ অশলাগী হৈছিল। গতিকে সিহঁতে যি অসৎ কৰ্ম্ম কৰিছিল তাৰ বাবে আল্লাই সিহঁতক অন্তিম অনশন আৰু আতঙ্কৰ সোৱাদ লবলৈ দিলে।

وَلَقَدْ جَاءَهُمْ رَسُولٌ مِّنْهُمْ فَكَذَّبُوهُ فَأَخَذَهُمُ الْعَذَابُ وَهُمْ ظَالِمُونَ ﴿١١٤﴾

১১৪) আৰু স্বৰূপতে সিহঁতৰে মাজৰ পৰা সিহঁতৰ ওচৰলৈ এজন ৰচুল আহিছিল; কিন্তু সিহঁতে তেওঁক মিছলীয়া ভাবি গ্ৰহণ নকৰিলে; সেই কাৰণে সিহঁতে অন্যায় কৰি থাকোঁতেই সিহঁতক (আল্লাৰ) শাস্তিয়ে ধৰিলে।

فَكُلُوا مِمَّا رَزَقَكُمُ اللّٰهُ حَلَالًا طَيِّبًا وَاشْكُرُوا نِعْمَتَ اللّٰهِ إِنْ كُنْتُمْ إِيَّاهُ تَعْبُدُونَ ﴿١١٥﴾

১১৫) এতেকে তোমালোকক আল্লাই যি বৈধ, বিশুদ্ধ জীৱিকা দান কৰিছে তাৰে পৰা আহাৰ কৰিবা; আৰু আল্লাই দিয়া অনুগ্ৰহৰ নিমিত্তে তেওঁৰ শলাগ লবা, যদিহে তোমালোকে কেৱল তেওঁৰেই আৰাধনা কৰা।

إِنَّمَا حَرَّمَ عَلَيْكُمُ الْمَيْتَةَ وَالدَّمَ وَلَحْمَ الْخِنْزِيرِ وَمَا أُهِلَّ لِغَيْرِ اللّٰهِ بِهِ فَمَنِ اضْطُرَّ غَيْرَ بَاغٍ وَّلَا عَادٍ فَإِنَّ اللّٰهَ غَفُورٌ رَّحِيمٌ ﴿١١٦﴾

১১৬) কেৱল এইবিলাকহে তেওঁ তোমালোকৰ কাৰণে অবৈধ কৰিছে,—যি জন্তু বধ কৰোঁতে আল্লাত ভিন্ন অইনৰ নাম লোৱা হৈছে; কিন্তু যি অবাধ্য নহৈ আৰু সীমা লঙ্ঘন নকৰি নিৰুপায় অৱস্থাত (প্ৰাণ ৰক্ষা কৰিব লগাত) পৰে, তাৰ কাৰণে আল্লা নিশ্চয় শ্ৰেষ্ঠ মাৰ্জ্জনাকাৰী, পৰম দানশীল।

وَلَا تَقُولُوا لِمَا تَصِفُ أَلْسِنَتُكُمُ الْكَذِبَ هٰذَا

১১৭) আৰু তোমালোকৰ জিভাবোৰে যি অসত্য বৰ্ণনা কৰে তাকে অনুসৰি আল্লাৰ বিৰুদ্ধে মিছা

حَلٰلٌ وَّهٰذَا حَرَامٌ لِّتَفْتَرُوْا عَلَى اللّٰهِ الْكَذِبَ ۗ اِنَّ الَّذِيْنَ يَفْتَرُوْنَ عَلَى اللّٰهِ الْكَذِبَ لَا يُفْلِحُوْنَ ﴿١١٦﴾

সাজিবৰ অৰ্থে তোমালোকে (নিজ ফালৰ পৰা) এই বুলি নকবা, এই বস্তু বৈধ আৰু সেই বস্তু অবৈধ। যিবিলাকে মিছা সাজি আল্লাৰ বিৰুদ্ধে অসত্য আৰোপ কৰে সিহঁত নিশ্চয় কেতিয়াও সফলমনোৰথ নহয়।

مَتَاعٌ قَلِيْلٌ ۠ وَّلَهُمْ عَذَابٌ اَلِيْمٌ ﴿١١٧﴾

১১৮) (পাৰ্থিৱ জীৱনৰ) সম্বল যত্‌কিঞ্চিৎ ; কিন্তু (পৰলোকত) সিহঁতে ভোগ কৰিব যন্ত্ৰণাদায়ক শাস্তি।

وَعَلَى الَّذِيْنَ هَادُوْا حَرَّمْنَا مَا قَصَصْنَا عَلَيْكَ مِنْ قَبْلُ ۚ وَمَا ظَلَمْنٰهُمْ وَلٰكِنْ كَانُوْٓا اَنْفُسَهُمْ يَظْلِمُوْنَ ﴿١١٨﴾

১১৯) আৰু ইহুদীবিলাকৰ প্ৰতি যি আমি অবৈধ কৰিছিলোঁ তাৰ উল্লেখ ইতিপূৰ্ব্বে তোমাৰ আগত কৰিছোঁ ; আৰু (এনে বিধান দবাৰা) সিহঁতৰ প্ৰতি অন্যায় কৰা নাছিলোঁ, বৰং সিহঁতে নিজৰ প্ৰতি নিজেই অন্যায় কৰিছিল।

ثُمَّ اِنَّ رَبَّكَ لِلَّذِيْنَ عَمِلُوا السُّوْٓءَ بِجَهَالَةٍ ثُمَّ تَابُوْا مِنْۢ بَعْدِ ذٰلِكَ وَاَصْلَحُوْٓا اِنَّ رَبَّكَ مِنْۢ بَعْدِهَا لَغَفُوْرٌ رَّحِيْمٌ ﴿١١٩﴾

১২০) আকৌ যিবিলাকে নাজানি নুবুজি অসৎ কৰ্ম্ম কৰে, কিন্তু তাৰ পিছত অনুতাপ কৰি নিজৰ সংস্কাৰ কৰে, সেইবিলাকৰ নিমিত্তে এনে কৰাৰ পাছত নিশ্চয় প্ৰভু শ্ৰেষ্ঠ মাৰ্জ্জনাকাৰী,পৰম দানশীল।

اِنَّ اِبْرٰهِيْمَ كَانَ اُمَّةً قَانِتًا لِّلّٰهِ حَنِيْفًا ۗ وَلَمْ يَكُ مِنَ الْمُشْرِكِيْنَ ﴿١٢٠﴾

১২১) বাস্তৱতে ইব্ৰাহিম আছিল এজন আদৰ্শ ধৰ্ম্ম-নেতা,—আল্লাৰ একান্ত বাধ্য, একনিষ্ঠ সেৱক ; আৰু তেওঁ বহু-ঈশ্বৰবাদীবিলাকৰ মাজৰ কেতিয়াও নাছিল।

شَاكِرًا لِّاَنْعُمِهٖ ۗ اِجْتَبٰهُ وَهَدٰهُ اِلٰى صِرَاطٍ مُّسْتَقِيْمٍ ﴿١٢١﴾

১২২) আল্লাই দিয়া বহু অনুগ্ৰহৰ কাৰণে তেওঁৰ কাষত (সততে) তেওঁ কৃতজ্ঞ। তেওঁক আল্লাই নিজেই (ৰচুলৰ পদৱিৰ নিমিত্তে) বাচি লৈছিল, আৰু তেওঁক পোন বাটেদি পৰিচালিত কৰিছিল।

وَاٰتَيْنٰهُ فِى الدُّنْيَا حَسَنَةً ۗ وَاِنَّهٗ فِى الْاٰخِرَةِ لَمِنَ الصّٰلِحِيْنَ ﴿١٢٢﴾

১২৩) আৰু তেওঁক ইহলোকত আমি মঙ্গল দান কৰিছিলোঁ ; আৰু ইয়াত কোনো সন্দেহ নাই, পৰলোকতো তেওঁ অৱশ্যে থাকিব ধৰ্ম্মপৰায়ণ-সকলৰ মাজত।

ثُمَّ اَوۡحَيۡنَاۤ اِلَيۡكَ اَنِ اتَّبِعۡ مِلَّةَ اِبۡرٰهِيۡمَ حَنِيۡفًا ؕ وَمَا كَانَ مِنَ الۡمُشۡرِكِيۡنَ ۝١٢٣

১২৪) (হে নবী) অৱশেষত আমি তোমাৰ প্ৰতি এই প্ৰত্যাদেশ কৰিলোঁ, একনিষ্ঠ সেৱক ইব্ৰাহিমৰ ধৰ্ম্ম-পদ্ধতি তুমি অৱলম্বন কৰাঁ, কিয়নো তেওঁ বহু-ঈশ্বৰবাদীবিলাকৰ মাজৰ নাছিল।

اِنَّمَا جُعِلَ السَّبۡتُ عَلَى الَّذِيۡنَ اخۡتَلَفُوۡا فِيۡهِ ؕ وَاِنَّ رَبَّكَ لَيَحۡكُمُ بَيۡنَهُمۡ يَوۡمَ الۡقِيٰمَةِ فِيۡمَا كَانُوۡا فِيۡهِ يَخۡتَلِفُوۡنَ ۝١٢٤

১২৫) কেৱল সেইবিলাকৰ নিমিত্তে জিৰণিৰ পৱিত্ৰ দিন নিৰূপিত কৰা হৈছিল যিবিলাকে এই বিষয়ে বাদ-বিসম্বাদ কৰিছিল, আৰু বাস্তৱতে যিবোৰ কথা লৈ সিহঁতে বাদ-বিসম্বাদ কৰিছিল সেই সম্বন্ধে পুনৰুত্থানৰ দিনা তোমাৰ প্ৰভুৱে নিশ্চয় সিহঁতৰ মাজত বিচাৰ কৰিব।

اُدۡعُ اِلٰى سَبِيۡلِ رَبِّكَ بِالۡحِكۡمَةِ وَالۡمَوۡعِظَةِ الۡحَسَنَةِ وَجَادِلۡهُمۡ بِالَّتِىۡ هِىَ اَحۡسَنُ ؕ اِنَّ رَبَّكَ هُوَ اَعۡلَمُ بِمَنۡ ضَلَّ عَنۡ سَبِيۡلِهٖ وَهُوَ اَعۡلَمُ بِالۡمُهۡتَدِيۡنَ ۝١٢٥

১২৬) প্ৰাজ্ঞতা আৰু উত্তম উপদেশ দবাৰা তোমাৰ প্ৰতিপালকৰ পথলৈ (সকলোকে) আহ্বান কৰাঁ, আৰু যদি সিহঁতৰ সৈতে তৰ্ক কৰিব লগীয়া হয় এনেভাৱে তৰ্ক কৰিবা যি অতি উৎকৃষ্ট। যি তেওঁৰ পথ এৰি বিপথে যায় তাক তোমাৰ প্ৰভুৱে ভালকৈ জানে; আৰু তেওঁ সেইসকলকো ভালকৈ জানে যিসকল সুপথ-প্ৰাপ্ত।

وَاِنۡ عَاقَبۡتُمۡ فَعَاقِبُوۡا بِمِثۡلِ مَا عُوۡقِبۡتُمۡ بِهٖ ؕ وَلَئِنۡ صَبَرۡتُمۡ لَهُوَ خَيۡرٌ لِّلصّٰبِرِيۡنَ ۝١٢٦

১২৭) আৰু যদি তোমালোকে সিহঁতৰ কঠোৰতাৰ প্ৰত্যুত্তৰ দিয়া, তেন্তে যি পৰিমাণে তোমালোকৰ সৈতে কঠোৰ ব্যৱহাৰ কৰা হৈছিল তোমালোকে সেই অনুৰূপ কঠোৰ ব্যৱহাৰ কৰিব পাৰা; কিন্তু যদি তোমালোকে ধৈৰ্য্য ধাৰণ কৰা ই নিশ্চয় ধৈৰ্য্যশীলসকলৰ নিমিত্তে অধিক মঙ্গলজনক।

وَاصۡبِرۡ وَمَا صَبۡرُكَ اِلَّا بِاللّٰهِ وَلَا تَحۡزَنۡ عَلَيۡهِمۡ وَلَا تَكُ فِىۡ ضَيۡقٍ مِّمَّا يَمۡكُرُوۡنَ ۝١٢٧

১২৮) আৰু (হে নবী,) তুমি ধৈৰ্য্য ধাৰণ কৰি থাকিবা: আৰু তোমাৰ ধৈৰ্য্য ধাৰণ যেন কেৱল আল্লাৰ কাৰণে হয়; আৰু সিহঁতৰ নিমিত্তে তুমি বেজাৰ নকৰিবা; আৰু সিহঁতে যি কু-অভিসন্ধি কৰে তাৰ কাৰণে তুমি মনত একো সঙ্কোচ বোধ নকৰিবা।

১২৯) যিসকলে আল্লাৰে ভয় ৰাখে, আৰু যিসকলে পৰৰ হিত সাধন কৰি থাকে নিশ্চয় সেইসকলৰ সঙ্গী আল্লা।

إِنَّ اللَّهَ مَعَ الَّذِينَ اتَّقَوا وَّالَّذِينَ هُم مُّحْسِنُونَ ﴿١٢٨﴾

Part 15 Chapter 17



চুৰা ১৭ BANIISRA'IL **বনি ইস্রাইল ঃ ইস্রাইল বংশ** মক্কাত অৱতীর্ণ

১) পৰম করুণাময়, পৰম দানশীল আল্লাৰ নামত।

بِسْمِ اللَّهِ الرَّحْمَٰنِ الرَّحِيمِ ﴿١﴾

## পঞ্চদশ পাৰা

২) পৰম পবিত্ৰ সেইজনেই যিজনে নিশা থাকোঁতে নিজ ভৃত্যক লৈ গৈছিল পৱিত্ৰ মচ্‌যিদৰ পৰা সেই দূৰৱৰ্ত্তী মচ্‌যিদলৈ যাৰ পাৰ্শ্বস্থ ঠাইবোৰক আমি মঙ্গলেৰে পৰিপূৰ্ণ কৰিছোঁ; (আমাৰ উদ্দেশ্য আছিল,) আমি নিজ নিদৰ্শনসমূহৰ কিছু ভাগ তেওঁক প্ৰদৰ্শন কৰোঁ; নিশ্চয় তেৱেঁই সকলো শুনোতা, সকলো দেখোঁতা।

سُبْحَٰنَ الَّذِي أَسْرَىٰ بِعَبْدِهِ لَيْلًا مِّنَ الْمَسْجِدِ الْحَرَامِ إِلَى الْمَسْجِدِ الْأَقْصَا الَّذِي بَٰرَكْنَا حَوْلَهُ لِنُرِيَهُ مِنْ ءَايَٰتِنَا إِنَّهُ هُوَ السَّمِيعُ الْبَصِيرُ ﴿٢﴾

৩) আৰু মুচাক আমি ধৰ্ম্মগ্ৰন্থ দান কৰিছিলোঁ, আৰু তাকে ইস্রাইলৰ সন্তান-সন্ততিৰ নিমিত্তে পথ-প্ৰদৰ্শন স্বৰূপ নিৰ্দ্দিষ্ট কৰিছিলোঁ; আৰু (তাতে এই আদেশ দিছিলোঁ) তোমালোকে মোক এৰি অইনক ৰক্ষক স্বৰূপ কেতিয়াও গ্ৰহণ নকৰিবা।

وَءَاتَيْنَا مُوسَى الْكِتَٰبَ وَجَعَلْنَٰهُ هُدًى لِّبَنِي إِسْرَٰٓءِيلَ أَلَّا تَتَّخِذُوا مِن دُونِي وَكِيلًا ﴿٣﴾

৪) যিবিলাকক নুহৰ লগতে আমি (নাৱত) তুলি লৈ ৰক্ষা কৰিছিলোঁ সেইবিলাকৰেই তোমালোক বংশধৰ; বাস্তৱিকতে তেওঁ আছিল এজন কৃতজ্ঞ সেৱক।

ذُرِّيَّةَ مَنْ حَمَلْنَا مَعَ نُوحٍ إِنَّهُ كَانَ عَبْدًا شَكُورًا ﴿٤﴾

৫) আৰু ইস্রাইলৰ সন্ততিৰ প্ৰতি পঠোৱা ধৰ্ম্ম-গ্ৰন্থত আমি এই মীমাংসা স্থিৰ কৰিছিলোঁ ঃ

وَقَضَيْنَا إِلَىٰ بَنِي إِسْرَٰٓءِيلَ فِي الْكِتَٰبِ لَتُفْسِدُنَّ

فِي الْأَرْضِ مَرَّتَيْنِ وَلَتَعْلُنَّ عُلُوًّا كَبِيرًا ⑤

তোমালোকে নিশ্চয় দেশত দুবাৰ অশান্তিৰ সৃষ্টি কৰিবা, আৰু নিশ্চয় অতিপাত উদ্ধতালিৰ আচৰণ প্ৰদৰ্শন কৰিবা।

فَإِذَا جَاءَ وَعْدُ أُولَاهُمَا بَعَثْنَا عَلَيْكُمْ عِبَادًا لَّنَا أُولِي بَأْسٍ شَدِيدٍ فَجَاسُوا خِلَالَ الدِّيَارِ وَكَانَ وَعْدًا مَّفْعُولًا ⑥

৬) পিছত যেতিয়া সেই দুয়ো প্ৰতিশ্ৰুতিৰ প্ৰথমটোৰ সময় পালেহি তেতিয়া আমি তোমালোকৰ বিৰুদ্ধে আমাৰ ভীষণ যুঁজাৰু ভৃত্যবিলাক প্ৰেৰণ কৰিলোঁ ; সেইবিলাকে নগৰৰ ভিতৰলৈ সোমাই আহিল ; আৰু (আমাৰ) পূৰ্ণ হ'ব লগীয়া প্ৰতিশ্ৰুতি পূৰ্ণ হ'ল।

ثُمَّ رَدَدْنَا لَكُمُ الْكَرَّةَ عَلَيْهِمْ وَأَمْدَدْنَاكُم بِأَمْوَالٍ وَبَنِينَ وَجَعَلْنَاكُمْ أَكْثَرَ نَفِيرًا ⑦

৭) কালচক্ৰত সিহঁতৰ ওপৰত আমি তোমালোকক পুনৰায় ক্ষমতা দান কৰিলোঁ, আৰু প্ৰচুৰ ধন-সম্পদ আৰু বহু সন্তান-সন্ততি দবাৰা তোমালোকক সাহায্য কৰিলোঁ, আৰু তোমালোকক সংখ্যা-গৰিষ্ঠ জাতি কৰি তুলিলোঁ।

إِنْ أَحْسَنتُمْ أَحْسَنتُمْ لِأَنفُسِكُمْ وَإِنْ أَسَأْتُمْ فَلَهَا فَإِذَا جَاءَ وَعْدُ الْآخِرَةِ لِيَسُوءُوا وُجُوهَكُمْ وَلِيَدْخُلُوا الْمَسْجِدَ كَمَا دَخَلُوهُ أَوَّلَ مَرَّةٍ وَلِيُتَبِّرُوا مَا عَلَوْا تَتْبِيرًا ⑧

৮) (এনে অৱস্থাত) যদি তোমালোকে সজ কাম কৰিছা নিজ আত্মাসমূহৰ কাৰণেই সজ কাম কৰিছা ; আৰু যদি অসৎ কাম কৰিছা সিও নিজ নিজ আত্মাসমূহৰ কাৰণে ; তাৰ পিছত যেতিয়া দিবতীয় প্ৰতিশ্ৰুতিৰ সময় পালেহি (তেতিয়া আমি আন কিছুমানক পঠালোঁ) যাতে সিহঁতে (আক্ৰমণ কৰি) তোমালোকৰ মুখ বিষাদৰে মলিন কৰে, আৰু যাতে সিহঁতে প্ৰথমবাৰ যিদৰে মচ্যিদৰ ভিতৰলৈ সোমাই আহিছিল সেইদৰে (আৰু এবাৰ) সোমাই আহে, আৰু যাতে সিহঁতৰ হাতত যি পৰে তাকে সমূলি বিনাশ কৰে।

عَسَىٰ رَبُّكُمْ أَن يَرْحَمَكُمْ وَإِنْ عُدتُّمْ عُدْنَا وَجَعَلْنَا جَهَنَّمَ لِلْكَافِرِينَ حَصِيرًا ⑨ وقف لازم

৯) এনে হ'ব পাৰে তোমালোকৰ প্ৰভুৱে তোমালোকৰ প্ৰতি কৰুণা প্ৰদৰ্শন কৰে ; কিন্তু যদি তোমালোক (পূৰ্ব্বৰ বিৰুদ্ধাচৰণৰ পিনে) উভতি যোৱা, আমিও (শাস্তি দিবলৈ) উভতি আহিম ; আৰু অবিশ্বাসীবিলাকৰ নিমিত্তে আমি নৰকক বন্দীশাল কৰি থৈছোঁ।

১০) বাস্তৱতে যি বাট আটাইতকৈ পোন সেই বাটেদি এই কোৰ্-আনে (মানুহক) পৰিচালিত কৰে, আৰু যি বিশ্বাসীসকলে সজ কাম কৰে সেইসকলক এই শুভ-সংবাদ প্ৰদান কৰে, তেওঁ-লোকলৈ নিশ্চয় থাকিব (আল্লাৰ) মহান প্ৰতিদান ;

إِنَّ هَٰذَا الْقُرْآنَ يَهْدِي لِلَّتِي هِيَ أَقْوَمُ وَيُبَشِّرُ الْمُؤْمِنِينَ الَّذِينَ يَعْمَلُونَ الصَّالِحَاتِ أَنَّ لَهُمْ أَجْرًا كَبِيرًا ﴿١٠﴾

১১) কিন্তু যিবিলাকে পৰলোকত বিশ্বাস নকৰে সিহঁতৰ নিমিত্তে আমি প্ৰস্তুত ৰাখিছোঁ যন্ত্ৰণাদায়ক শাস্তি।

وَأَنَّ الَّذِينَ لَا يُؤْمِنُونَ بِالْآخِرَةِ أَعْتَدْنَا لَهُمْ عَذَابًا أَلِيمًا ﴿١١﴾

১২) আৰু মানুহে মঙ্গল প্ৰাৰ্থনা কৰাৰ দৰে অমঙ্গলো প্ৰাৰ্থনা কৰে, কিয়নো মানুহ শীঘ্ৰতা প্ৰিয়।

وَيَدْعُ الْإِنسَانُ بِالشَّرِّ دُعَاءَهُ بِالْخَيْرِ ۖ وَكَانَ الْإِنسَانُ عَجُولًا ﴿١٢﴾

১৩) আৰু নিশা আৰু দিনক আমি দুটা নিদৰ্শন স্থিৰ কৰিছোঁ; আৰু নিশাৰ নিদৰ্শনক আমি আন্ধাৰেৰে ঢাকিছোঁ; আৰু দিনৰ নিদৰ্শনক পোহৰ দিওঁতা কৰিছোঁ, যাতে তোমালোকে নিজ প্ৰভুৰ পৰা কৃপা বিচাৰিব পাৰা, আৰু যাতে বছৰবোৰৰ সংখ্যা আৰু সময়ৰ গতিৰ গণনাৰ জ্ঞান লাভ কৰিব পাৰা; আৰু (এই কোৰ্-আনত) সকলো-খিনি (জানিব লগীয়া) বিষয় আমি বিশ্লেষণ কৰি বৰ্ণনা কৰিছোঁ।

وَجَعَلْنَا اللَّيْلَ وَالنَّهَارَ آيَتَيْنِ ۖ فَمَحَوْنَا آيَةَ اللَّيْلِ وَجَعَلْنَا آيَةَ النَّهَارِ مُبْصِرَةً لِّتَبْتَغُوا فَضْلًا مِّن رَّبِّكُمْ وَلِتَعْلَمُوا عَدَدَ السِّنِينَ وَالْحِسَابَ ۚ وَكُلَّ شَيْءٍ فَصَّلْنَاهُ تَفْصِيلًا ﴿١٣﴾

১৪) আৰু প্ৰত্যেক মানুহৰ (কাৰ্য্যৰ) পৰিণাম তাৰেই গলত আমি বান্ধি ৰাখিছোঁ; আৰু পুনৰুত্থানৰ দিনা তাৰ (চকুৰ) আগতে তাৰ কাৰ্য্যলিপি উলিয়াই ৰাখিম; সেইখন সি খোলা দেখিবলৈ পাব।

وَكُلَّ إِنسَانٍ أَلْزَمْنَاهُ طَائِرَهُ فِي عُنُقِهِ ۖ وَنُخْرِجُ لَهُ يَوْمَ الْقِيَامَةِ كِتَابًا يَلْقَاهُ مَنشُورًا ﴿١٤﴾

১৫) (তাক আদেশ দিয়া হ'ব,) তুমি নিজৰ কাৰ্য্যলিপি পাঠ কৰাঁ; আজি তোমাৰ বিৰুদ্ধে লেখ লবৰ নিমিত্তে তোমাৰ আত্মাই যথেষ্ট।

اقْرَأْ كِتَابَكَ كَفَىٰ بِنَفْسِكَ الْيَوْمَ عَلَيْكَ حَسِيبًا ﴿١٥﴾

১৬) যিজনে সুপথে যাব ধৰিছে সেইজনে সুপথ

مَّنِ اهْتَدَىٰ فَإِنَّمَا يَهْتَدِي لِنَفْسِهِ ۖ وَمَن ضَلَّ

فَإِنَّمَا يَضِلُّ عَلَيْهَا ۚ وَلَا تَزِرُ وَازِرَةٌ وِزْرَ أُخْرَىٰ ۗ
وَمَا كُنَّا مُعَذِّبِينَ حَتَّىٰ نَبْعَثَ رَسُولًا ﴿١٦﴾

লাভ কৰিছে কেৱল নিজৰ মঙ্গলৰ নিমিত্তে; আৰু যিজন বিপথে গৈছে সেইজনে বিপথে গৈ নিজৰে অনিষ্ঠ সাধন কৰিছে। আৰু কোনো এজন ভাৰ বহন কৰোঁতাই অইনৰ ভাৰ বহন নকৰিব; আৰু (কোনো জাতিকে সতৰ্ক কৰি দিবলৈ) ৰছুল প্ৰেৰণ নকৰালৈকে আমি শাস্তি নিদিওঁ।

وَإِذَا أَرَدْنَا أَن نُّهْلِكَ قَرْيَةً أَمَرْنَا مُتْرَفِيهَا
فَفَسَقُوا فِيهَا فَحَقَّ عَلَيْهَا الْقَوْلُ فَدَمَّرْنَاهَا تَدْمِيرًا ﴿١٧﴾

১৭) আৰু যেতিয়া কোনো এখন নগৰ ধ্বংস কৰিবলৈ আমি সঙ্কল্প কৰোঁ তেতিয়া (প্ৰথমে) সুখ-শান্তিত থকা নগৰবাসীবিলাকলৈ (ৰছুলৰ দবাৰা) আমাৰ আদেশ পঠাওঁ; তথাপি যদি সিহঁতে তাৰ বিৰুদ্ধাচৰণ কৰে, সিহঁতৰ বিৰুদ্ধে (আমাৰ শাস্তিৰ) বাণী সিদ্ধান্ত হয়। তাৰ ফলত আমি সিহঁতৰ সমূলি ধ্বংস সাধন কৰোঁ।

وَكَمْ أَهْلَكْنَا مِنَ الْقُرُونِ مِن بَعْدِ نُوحٍ ۗ وَكَفَىٰ
بِرَبِّكَ بِذُنُوبِ عِبَادِهِ خَبِيرًا بَصِيرًا ﴿١٨﴾

১৮) আৰু নুহৰ পিছত (সেইদৰে) কত জাতিকে আমি ধ্বংস কৰি আহিছোঁ; আৰু নিজ ভৃত্যবিলাকৰ অপৰাধসমূহ সম্পূৰ্ণৰূপে জানিবলৈ (আৰু) দেখিবলৈ তোমাৰ প্ৰভুৰেই যথেষ্ট।

مَّن كَانَ يُرِيدُ الْعَاجِلَةَ عَجَّلْنَا لَهُ فِيهَا مَا نَشَاءُ لِمَن
نُّرِيدُ ثُمَّ جَعَلْنَا لَهُ جَهَنَّمَ يَصْلَاهَا مَذْمُومًا
مَّدْحُورًا ﴿١٩﴾

১৯) যেয়ে ইহজীৱনৰ (অস্থায়ী সুখৰ) বাসনা কৰে, আমাৰ যি ইচ্ছা সেয়ে আৰু যাকে ইচ্ছা তাকে ইহজীৱনতেই শীঘ্ৰে প্ৰদান কৰিম; পিছত তাৰ নিমিত্তে আমি স্থিৰ কৰি থৈছোঁ নৰক; তাতে সি প্ৰবেশ কৰিব নিন্দিত হৈ, ঘৃণিত হৈ।

وَمَنْ أَرَادَ الْآخِرَةَ وَسَعَىٰ لَهَا سَعْيَهَا وَهُوَ مُؤْمِنٌ
فَأُولَٰئِكَ كَانَ سَعْيُهُم مَّشْكُورًا ﴿٢٠﴾

২০) কিন্তু যি সকলে পৰলোকৰ (সুখ-শান্তিৰ) কামনা কৰে, আৰু তাৰ কাৰণে যেনে সাধনা কৰা উচিত তেনে সাধনা কৰে, আৰু বিশ্বাসত দৃঢ় হৈ থাকে, সেইসকলৰ সাধনা (আল্লাৰ ওচৰত) আদৰণীয়।

كُلًّا نُّمِدُّ هَٰؤُلَاءِ وَهَٰؤُلَاءِ مِنْ عَطَاءِ رَبِّكَ ۚ وَمَا
كَانَ عَطَاءُ رَبِّكَ مَحْظُورًا ﴿٢١﴾

২১) আমি সকলোকে সাহায্য কৰোঁ—এই বিলাককো আৰু সেইবিলাককো—তোমাৰ প্ৰতিপালন দানৰ ভাগ দি; আৰু তোমাৰ প্ৰতিপালকৰ দান সীমাবদ্ধ নহয়।

২২) তুমি লক্ষ্য কৰাঁ, (এই পার্থিব জীৱনত) আমি তেওঁলোকৰ কিছুমানক কিছুমানৰ ওপৰত কিৰূপে শ্ৰেষ্ঠতা দান কৰিছোঁ; আৰু পৰলোকৰ জীৱন নিশ্চয় সম্ভ্ৰমত অধিক মহান আৰু শ্ৰেষ্ঠতাত উচ্চতম।

اُنۡظُرۡ کَیۡفَ فَضَّلۡنَا بَعۡضَهُمۡ عَلٰی بَعۡضٍ ؕ وَ لَلۡاٰخِرَۃُ اَکۡبَرُ دَرَجٰتٍ وَّ اَکۡبَرُ تَفۡضِیۡلًا ﴿۲۲﴾

২৩) আল্লাৰ অংশী কৰি তুমি আন উপাস্য নাপাতিবা। তেনে কৰিলে তুমি বহি পৰিবা নিন্দিত হৈ, লাঞ্ছিত হৈ।

لَا تَجۡعَلۡ مَعَ اللّٰهِ اِلٰـهًا اٰخَرَ فَتَقۡعُدَ مَذۡمُوۡمًا مَّخۡذُوۡلًا ﴿۲۳﴾ ع

২৪) আৰু তোমাৰ প্ৰভুৱে নিশ্চিতকৈ আদেশ দিছে—তেওঁক (আল্লাক) এৰি তোমালোকে অইনৰ আৰাধনা নকৰিবা; আৰু পিতৃ-মাতৃৰ সৈতে সদয় ব্যৱহাৰ কৰিবা; দুয়োৰ এজনে অথবা দুয়ো তোমাৰ সৈতে বুঢ়া বয়স পালে দুইৰে প্ৰতি অপ্ৰীতিকৰ এটি শব্দও উচ্চাৰণ নকৰিবা; আৰু তেওঁলোক দুইকে গৰিহা নকৰিবা, আৰু তেওঁলোকৰ সৈতে আদৰ সম্মানেৰ কথা পাতিবা।

وَ قَضٰی رَبُّکَ اَلَّا تَعۡبُدُوۡۤا اِلَّاۤ اِیَّاهُ وَ بِالۡوَالِدَیۡنِ اِحۡسَانًا ؕ اِمَّا یَبۡلُغَنَّ عِنۡدَکَ الۡکِبَرَ اَحَدُهُمَاۤ اَوۡ کِلٰهُمَا فَلَا تَقُلۡ لَّهُمَاۤ اُفٍّ وَّ لَا تَنۡهَرۡهُمَا وَ قُلۡ لَّهُمَا قَوۡلًا کَرِیۡمًا ﴿۲۳﴾

২৫) আৰু তুমি দুইকে মৰমেৰে বিনয়ৰ পাখিৰে ঢাকি লবা, আৰু এইদৰে প্ৰাৰ্থনা কৰিবা,—হে মোৰ প্ৰভু, শিশু অৱস্থাত যিদৰে দুয়ো মোৰ পোহপাল কৰিছিল সেইদৰে তুমিও তেওঁলোকৰ প্ৰতি কৰুণা বৰ্ষণ কৰাঁ।

وَ اخۡفِضۡ لَهُمَا جَنَاحَ الذُّلِّ مِنَ الرَّحۡمَۃِ وَ قُلۡ رَّبِّ ارۡحَمۡهُمَا کَمَا رَبَّیٰنِیۡ صَغِیۡرًا ﴿۲۵﴾

২৬) তোমালোকৰ অন্তৰসমূহত যি নিহিত সকলো তোমাৰ প্ৰভুৱে ভালকৈ জানে; যদি তোমালোক ধৰ্ম্মপৰায়ণ হোৱা তেন্তে (জানি থোৱাঁ) তেওঁ সেইসকলৰ প্ৰতি শ্ৰেষ্ঠ ক্ষমাশীল যিসকলে (অনুতপ্ত মনেৰে) তেওঁৰ ফালে ঘূৰি আহে।

رَبُّکُمۡ اَعۡلَمُ بِمَا فِیۡ نُفُوۡسِکُمۡ ؕ اِنۡ تَکُوۡنُوۡا صٰلِحِیۡنَ فَاِنَّهٗ کَانَ لِلۡاَوَّابِیۡنَ غَفُوۡرًا ﴿۲۶﴾

২৭) আৰু আত্মীয় স্বজনক আৰু দীন-দুখীয়াক আৰু পথিকক সিহঁতৰ যি (ন্যায্য) স্বত্ত্ব প্ৰদান কৰিবা; আৰু অপৰিমিতৰূপে ধন ব্যয় নকৰিবা।

وَ اٰتِ ذَا الۡقُرۡبٰی حَقَّهٗ وَ الۡمِسۡکِیۡنَ وَ ابۡنَ السَّبِیۡلِ وَ لَا تُبَذِّرۡ تَبۡذِیۡرًا ﴿۲۷﴾

إِنَّ الْمُبَذِّرِينَ كَانُوٓا إِخْوَانَ الشَّيٰطِينِ ۖ وَكَانَ الشَّيْطٰنُ لِرَبِّهِۦ كَفُورًا ﴿٢٧﴾

২৮) যিবিলাকে ধন অপৰিমিতৰূপে ব্যয় কৰে সিহঁত নিশ্চয় শ্বয়তানবিলাকৰ ভাই-ককাই; আৰু শ্বয়তান হৈছে নিজ প্ৰভুৰ অশলাগী।

وَإِمَّا تُعْرِضَنَّ عَنْهُمُ ابْتِغَآءَ رَحْمَةٍ مِّن رَّبِّكَ تَرْجُوهَا فَقُل لَّهُمْ قَوْلًا مَّيْسُورًا ﴿٢٨﴾

২৯) আৰু তোমাৰ প্ৰভুৰ পৰা যি কৰুণাৰ আশা কৰা তাকে বিচাৰি ফুৰিব লগাত সিহঁতৰ পৰা যদি তুমি মুখ ঘূৰাই লবলৈ বাধ্য হোৱা, তেন্তে মিঠা মাতেৰে (এই কথা) সিহঁতক বুজাই দিবা।

وَلَا تَجْعَلْ يَدَكَ مَغْلُولَةً إِلٰى عُنُقِكَ وَلَا تَبْسُطْهَا كُلَّ الْبَسْطِ فَتَقْعُدَ مَلُومًا مَّحْسُورًا ﴿٢٩﴾

৩০) আৰু তুমি নিজৰ হাত নিজৰ ডিঙিতেই বান্ধি নথবা, নাইবা হাত অতিপাত দীঘল নকৰিবা; তেনে কৰিলে তুমি নিন্দনীয়, নিঃসহায় হৈ পৰি থাকিবা।

إِنَّ رَبَّكَ يَبْسُطُ الرِّزْقَ لِمَن يَشَآءُ وَيَقْدِرُ ۚ إِنَّهُۥ كَانَ بِعِبَادِهِۦ خَبِيرًۢا بَصِيرًا ﴿٣٠﴾

৩১) নিশ্চয় তোমাৰ প্ৰভুৱে যাৰে ইচ্ছা তাৰে নিমিত্তে জীৱিকা প্ৰশস্ত কৰে, আৰু (প্ৰয়োজন অনুসৰি) সঙ্কীৰ্ণও কৰে; অৱশ্যে তেওঁ নিজ ভৃত্যবিলাকৰ অৱস্থা ভালকৈ জানে, ভালকৈ দেখে।

وَلَا تَقْتُلُوٓا أَوْلٰدَكُمْ خَشْيَةَ إِمْلٰقٍ ۖ نَّحْنُ نَرْزُقُهُمْ وَإِيَّاكُمْ ۚ إِنَّ قَتْلَهُمْ كَانَ خِطْـًٔا كَبِيرًا ﴿٣١﴾

৩২) আৰু দাৰিদ্ৰ্যৰ আশঙ্কা কৰি তোমালোকে নিজ সন্তান-সন্ততিৰ প্ৰাণ নাশ নকৰিবা। জীৱিকা প্ৰদান কৰোঁ আমিয়ে, সিহঁতকো আৰু তোমা-লোককো ইয়াত কোনো সন্দেহ নাই, সিহঁতৰ প্ৰাণ নাশ কৰা গুৰুতৰ পাপ।

وَلَا تَقْرَبُوا الزِّنٰىٓ ۖ إِنَّهُۥ كَانَ فٰحِشَةً وَسَآءَ سَبِيلًا ﴿٣٢﴾

৩৩) আৰু ব্যভিচাৰৰ ওচৰো নাচাপিবা; নিশ্চয় ব্যাভিচাৰ অশিষ্ট কাৰ্য্য আৰু নিকৃষ্ট আচৰণ।

وَلَا تَقْتُلُوا النَّفْسَ الَّتِى حَرَّمَ اللَّهُ إِلَّا بِالْحَقِّ ۗ وَمَن قُتِلَ مَظْلُومًا فَقَدْ جَعَلْنَا لِوَلِيِّهِۦ سُلْطٰنًا فَلَا يُسْرِف

৩৪) আৰু যি আত্মাক বধ কৰিবলৈ আল্লাই নিষেধ কৰিছে তাক অযথা কাৰণে তোমালোকে কেতিয়াও বধ নকৰিবা। আৰু এজনক যদি অন্যায়ৰূপে বধ কৰা হয়, স্বৰূপতে সেইজনৰ উত্তৰাধিকাৰীক (প্ৰতিশোধ নাইবা হত্যা-মূল্য

দাবী কৰিবৰ) অধিকাৰ আমি দান কৰিছোঁ ; কিন্তু সি হত্যা সম্বন্ধে (নিৰ্দ্দিষ্ট) সীমা অতিক্ৰম কৰা অনুচিত; ইয়াৰ কাৰণ এই, (আইনৰ) সাহায্য লবৰ ক্ষমতা তাক দিয়া হৈছে।

فِي الْقَتْلِ ۖ إِنَّهُ كَانَ مَنْصُورًا ٣٣

৩৫) আৰু মঙ্গল সাধনৰ উদ্দেশ্য বিনে মাউৰাৰ ধন-সম্পত্তিৰ ওচৰো নাচাপিবা, যেতিয়ালৈকে সি সাবালক অৱস্থা নাপায় ; আৰু তোমালোকে কৰা অঙ্গীকাৰ পালন কৰিবা; নিশ্চয় প্ৰত্যেক অঙ্গীকাৰ সম্বন্ধে প্ৰশ্ন কৰা হ'ব।

وَلَا تَقْرَبُوا مَالَ الْيَتِيمِ إِلَّا بِالَّتِي هِيَ أَحْسَنُ حَتَّىٰ
يَبْلُغَ أَشُدَّهُ ۚ وَأَوْفُوا بِالْعَهْدِ ۖ إِنَّ الْعَهْدَ كَانَ مَسْئُولًا ٣٤

৩৬) আৰু (বস্তুৰ) মাপ-জোখ কৰোঁতে পূৰ্ণ পৰিমাণ দিবা ; আৰু সঠিক তৰ্জুৰে ওজন কৰিবা ; এয়ে কল্যাণকৰ, ইয়াৰ পৰিণামো মঙ্গলজনক।

وَأَوْفُوا الْكَيْلَ إِذَا كِلْتُمْ وَزِنُوا بِالْقِسْطَاسِ الْمُسْتَقِيمِ ۚ
ذَٰلِكَ خَيْرٌ وَأَحْسَنُ تَأْوِيلًا ٣٥

৩৭) আৰু যি বিষয়ে তোমাৰ (সঠিক) জ্ঞান নাই তাৰ অনুধাৰন নকৰিবা ; এই সম্বন্ধে কাণ আৰু চকু আৰু অন্তঃকৰণ প্ৰভৃতিৰ প্ৰত্যেকটোকেই নিশ্চয় প্ৰশ্ন কৰা হ'ব।

وَلَا تَقْفُ مَا لَيْسَ لَكَ بِهِ عِلْمٌ ۚ إِنَّ السَّمْعَ وَالْبَصَرَ
وَالْفُؤَادَ كُلُّ أُولَٰئِكَ كَانَ عَنْهُ مَسْئُولًا ٣٦

৩৮) আৰু পৃথিৱীত তুমি উদ্ধতালি কৰি ঘূৰি নুফুৰিবা, কিয়নো এইদৰে তুমি পৃথিৱীক কেতিয়াও ফালিব নোৱাৰা, আৰু কেতিয়াও পৰ্ব্বতসমূহৰো সমান ওখ হ'ব নোৱাৰা।

وَلَا تَمْشِ فِي الْأَرْضِ مَرَحًا ۖ إِنَّكَ لَنْ تَخْرِقَ الْأَرْضَ
وَلَنْ تَبْلُغَ الْجِبَالَ طُولًا ٣٧

৩৯) এনেবোৰ নিকৃষ্ট আচৰণ তোমাৰ প্ৰভুৰ কাষত অতিশয় ঘৃণনীয়।

كُلُّ ذَٰلِكَ كَانَ سَيِّئُهُ عِنْدَ رَبِّكَ مَكْرُوهًا ٣٨

৪০) তোমাৰ প্ৰভুৰে তোমাৰ প্ৰতি যি পূৰ্ণ জ্ঞানৰ অৱতাৰণা কৰিছে ই (এই কোৰ্ আন) তাৰে এক অংশ মাত্ৰ ; এতেকে আল্লাৰ সঙ্গী কৰি তুমি আন উপাস্য পাতি নলবা ; তাকে যদি কৰা তোমাক নৰকত নিক্ষেপ কৰা হ'ব, নিন্দিত, বৰ্জিত অৱস্থাত।

ذَٰلِكَ مِمَّا أَوْحَىٰ إِلَيْكَ رَبُّكَ مِنَ الْحِكْمَةِ ۗ وَلَا تَجْعَلْ
مَعَ اللَّهِ إِلَٰهًا آخَرَ فَتُلْقَىٰ فِي جَهَنَّمَ مَلُومًا مَدْحُورًا ٣٩

৪১) কি! ই সম্ভৱপৰ নে, তোমালোকৰ প্ৰভুৱে তোমালোকক পুত্ৰবিলাক দান কৰিবলৈ বাচি লৈছে, কিন্তু তেওঁ নিজে গ্ৰহণ কৰিছে ফিৰিশ্তা-বিলাকৰ কিছুমানক কন্যাৰূপে? ইয়াত কোনো সন্দেহ নাই, প্ৰকৃততে তোমালোকে এটা অতিশয় গুৰুতৰ কথা কব ধৰিছা!

أَفَأَصْفَٰكُمْ رَبُّكُم بِٱلْبَنِينَ وَٱتَّخَذَ مِنَ ٱلْمَلَٰٓئِكَةِ إِنَٰثًا ۚ إِنَّكُمْ لَتَقُولُونَ قَوْلًا عَظِيمًا ﴿٤١﴾

৪২) আৰু স্বৰূপতে এই কোৰ্-আনত আমি নানাৰূপে (সত্য) বৰ্ণনা কৰিছোঁ, সিহঁতে যেন উপদেশ গ্ৰহণ কৰে; কিন্তু ইয়াৰ দবাৰা সিহঁতৰ অসন্তোষহে বৃদ্ধি পাইছে।

وَلَقَدْ صَرَّفْنَا فِى هَٰذَا ٱلْقُرْءَانِ لِيَذَّكَّرُوا۟ وَمَا يَزِيدُهُمْ إِلَّا نُفُورًا ﴿٤٢﴾

৪৩) তুমি কোৱাঁ, যদি তেওঁৰ লগতে সিহঁতে কোৱাৰ দৰে অইন উপাস্যবিলাক থকাহেঁতেন, সিহঁতে নিশ্চয় সিংহাসনৰ গৰাকীৰ কাষলৈ যোৱা বাট বিচাৰি পালেহেঁতেন।

قُل لَّوْ كَانَ مَعَهُۥٓ ءَالِهَةٌ كَمَا يَقُولُونَ إِذًا لَّٱبْتَغَوْا۟ إِلَىٰ ذِى ٱلْعَرْشِ سَبِيلًا ﴿٤٣﴾

৪৪) তেওঁ পৰম পৱিত্ৰ ঃ আৰু সিহঁতে (তেওঁৰ প্ৰতি) যি আৰোপ কৰে, তাৰ পৰা তেওঁ বহু ওখত, অতি উচ্চ, মহান।

سُبْحَٰنَهُۥ وَتَعَٰلَىٰ عَمَّا يَقُولُونَ عُلُوًّا كَبِيرًا ﴿٤٤﴾

৪৫) তেওঁৰেই পৱিত্ৰতাৰ কীৰ্ত্তন কৰে সাতোখন আকাশে আৰু পৃথিবীয়ে, আৰু তাৰে মাজত যি বিদ্যমান সকলোৱে; আৰু প্ৰশংসাৰে সৈতে তেওঁৰ পৱিত্ৰতাৰ কীৰ্তন নকৰে এনে বস্তুৱেই নাই; কিন্তু সেইবোৰৰ পৱিত্ৰতা-কীৰ্ত্তন তোমালোকে বুজি নোপোৱা; তেওঁ নিশ্চয় অতি সহিষ্ণু, শ্ৰেষ্ঠ ক্ষমাশীল।

تُسَبِّحُ لَهُ ٱلسَّمَٰوَٰتُ ٱلسَّبْعُ وَٱلْأَرْضُ وَمَن فِيهِنَّ ۚ وَإِن مِّن شَىْءٍ إِلَّا يُسَبِّحُ بِحَمْدِهِۦ وَلَٰكِن لَّا تَفْقَهُونَ تَسْبِيحَهُمْ ۗ إِنَّهُۥ كَانَ حَلِيمًا غَفُورًا ﴿٤٥﴾

৪৬) আৰু যেতিয়া তুমি কোৰান পাঠ কৰা তোমাৰ আৰু যিবিলাকে পৰকালত বিশ্বাস নকৰে সেইবিলাকৰ মাজত আমি এখন অদৃশ্য আবৰণ নিক্ষেপ কৰোঁ।

وَإِذَا قَرَأْتَ ٱلْقُرْءَانَ جَعَلْنَا بَيْنَكَ وَبَيْنَ ٱلَّذِينَ لَا يُؤْمِنُونَ بِٱلْءَاخِرَةِ حِجَابًا مَّسْتُورًا ﴿٤٦﴾

وَّجَعَلْنَا عَلٰى قُلُوْبِهِمْ اَكِنَّةً اَنْ يَّفْقَهُوْهُ وَفِيْٓ اٰذَانِهِمْ
وَقْرًا ۭ وَاِذَا ذَكَرْتَ رَبَّكَ فِي الْقُرْاٰنِ وَحْدَهٗ وَلَّوْا
عَلٰٓي اَدْبَارِهِمْ نُفُوْرًا ۝۴۷

৪৭) আৰু আমি ঢাকনি পেলাওঁ সিহঁতৰ অন্তৰসমূহত, আৰু সিহঁতৰ কাণবোৰ আমি গধূৰ কৰোঁ; তাৰ ফলত সিহঁতে সেই কোৰান শুনিয়ো নুবুজে; আৰু যেতিয়া তুমি কোৰান পাঠ কৰোঁতে তোমাৰ কেৱল একমাত্ৰ প্ৰভুকে স্মৰণ কৰা সিহঁতে অসন্তোষ প্ৰকাশ কৰি পিঠিদি ঘূৰি যায়।

نَحْنُ اَعْلَمُ بِمَا يَسْتَمِعُوْنَ بِهٖٓ اِذْ يَسْتَمِعُوْنَ اِلَيْكَ وَاِذْ هُمْ نَجْوٰٓى
اِذْ يَقُوْلُ الظّٰلِمُوْنَ اِنْ تَتَّبِعُوْنَ اِلَّا رَجُلًا مَّسْحُوْرًا ۝۴۸

৪৮) সিহঁতে যেতিয়া তোমাৰ পিনে কাণ দিয়ে কি কথালৈ অন্যায়কাৰীবিলাকে কাণ দিয়ে আমি ভালকৈ জানো; আৰু আমি জানো যেতিয়া নিজৰ মাজতে গোপনে পৰামৰ্শ কৰি (সিহঁতক) কয়, কেৱল এনে মানুহ এজনৰ তোমালোকে অনুসৰণ কৰিছা যিজন কুহক-গ্ৰস্ত।

اُنْظُرْ كَيْفَ ضَرَبُوْا لَكَ الْاَمْثَالَ فَضَلُّوْا فَلَا يَسْتَطِيْعُوْنَ
سَبِيْلًا ۝۴۹

৪৯) চোৱাঁ, তোমালোকলৈ সিহঁতে কেনে উপমাবোৰ সাজিব ধৰিছে! গতিকে সিহঁত বিপথে গৈছে, আৰু সজ বাট ধৰিবলৈ সিহঁত শক্তিহীন।

وَقَالُوْٓا ءَاِذَا كُنَّا عِظَامًا وَّرُفَاتًا ءَاِنَّا لَمَبْعُوْثُوْنَ
خَلْقًا جَدِيْدًا ۝۵۰

৫০) আৰু সিহঁতে কয়, আমি (এবাৰ) অস্থি আৰু ধূলিকণাত পৰিণত হোৱাৰ পাছত সঁচাকৈয়ে নতুন সৃষ্টিৰূপে আমাৰ পুনৰুত্থান হ'ব নে?

قُلْ كُوْنُوْا حِجَارَةً اَوْ حَدِيْدًا ۝۵۱

৫১) তুমি কোৱাঁ, (মৃত্যুৰ পাছত) তোমালোকে শিলেই হোৱা নাইবা লো হোৱা,

اَوْ خَلْقًا مِّمَّا يَكْبُرُ فِيْ صُدُوْرِكُمْ ۚ فَسَيَقُوْلُوْنَ
مَنْ يُّعِيْدُنَا ۭ قُلِ الَّذِيْ فَطَرَكُمْ اَوَّلَ مَرَّةٍ ۚ
فَسَيُنْغِضُوْنَ اِلَيْكَ رُءُوْسَهُمْ وَيَقُوْلُوْنَ مَتٰى

৫২) নাইবা সৃষ্টিৰ এনে বস্তুত পৰিণত হোৱা যি তোমালোকৰ অন্তৰসমূহে (দুনাই জীৱিত হোৱা) কঠিন বুলি ভাবে (তথাপি তোমালোকৰ পুনৰুত্থান সুনিশ্চিত)। সিহঁতে প্ৰশ্ন কৰিব, আমাক পুনৰায় কোনে জীৱন দান কৰিব? তুমি উত্তৰ দিয়াঁ, তোমালোকক যিজনে প্ৰথমবাৰ সৃজন কৰিছে সেইজনেই। তেতিয়া তোমাৰ আগত সিহঁতে নিজৰ মূৰবোৰ লৰাই সুধিব, তেনে ঘটনা ঘটিব

هُوَ قُلْ عَسٰٓى اَنْ يَّكُوْنَ قَرِيْبًا ۝٥١

কেতিয়া? তুমি কবা, হ'ব পাৰে তাৰ সময় ওচৰতে।

يَوْمَ يَدْعُوْكُمْ فَتَسْتَجِيْبُوْنَ بِحَمْدِهٖ وَتَظُنُّوْنَ اِنْ
ع ٥ لَّبِثْتُمْ اِلَّا قَلِيْلًا ۝٥٢

(৫৩) সেইদিনা তোমালোকক তেওঁ আহ্বান কৰিব; তেতিয়া তোমালোকে (সেই আহ্বানৰ) প্ৰত্যুত্তৰ দিবা, তেওঁৰ প্ৰশংসাৰ গুণ গাই; আৰু (তেতিয়া) অনুভৱ কৰিবা, (পুনৰুত্থানৰ পূৰ্ব্বে) তোমালোকে অৱস্থান কৰিছিলা অলপ সময় মাথোন।

وَقُلْ لِّعِبَادِيْ يَقُوْلُوا الَّتِيْ هِيَ اَحْسَنُ ۗ اِنَّ الشَّيْطٰنَ
يَنْزَغُ بَيْنَهُمْ ۗ اِنَّ الشَّيْطٰنَ كَانَ لِلْاِنْسَانِ عَدُوًّا
مُّبِيْنًا ۝٥٣

(৫৪) আৰু তুমি মোৰ ভৃত্যবিলাকক কোৱাঁ, যি কথা উৎকৃষ্ট তাকে যেন সিহঁতে কয়। বাস্তৱতে সিহঁতৰ মাজত অনৈক্য সৃষ্টি কৰে শ্বয়তানে; ইয়াত কোনো সন্দেহ নাই, শ্বয়তান মানৱৰ নিমিত্তে প্ৰকাশ্য শত্ৰু।

رَبُّكُمْ اَعْلَمُ بِكُمْ ۗ اِنْ يَّشَاْ يَرْحَمْكُمْ اَوْ اِنْ يَّشَاْ
يُعَذِّبْكُمْ ۗ وَمَآ اَرْسَلْنٰكَ عَلَيْهِمْ وَكِيْلًا ۝٥٤

(৫৫). তোমালোকৰ প্ৰভুৱে তোমালোকক ভালকৈ জানে; যদি তেওঁৰ ইচ্ছা হয় তেওঁ তোমালোকৰ প্ৰতি কৰুণা বৰ্ষণ কৰিব, নাইবা তেওঁ ইচ্ছা কৰিলে তোমালোকক শাস্তি প্ৰদান কৰিব; আৰু তোমাক সিহঁতৰ ওপৰত ৰক্ষকৰূপে আমি প্ৰেৰণ কৰা নাই।

وَرَبُّكَ اَعْلَمُ بِمَنْ فِي السَّمٰوٰتِ وَالْاَرْضِ ۗ وَلَقَدْ
فَضَّلْنَا بَعْضَ النَّبِيّٖنَ عَلٰى بَعْضٍ وَّاٰتَيْنَا دَاوٗدَ
زَبُوْرًا ۝٥٥

(৫৬) আৰু আকাশমণ্ডলী আৰু পৃথিৱীত যিবিলাক বিদ্যমান সকলোৰে সম্বন্ধে তোমাৰ প্ৰভুৰ জ্ঞান আছে; আৰু স্বৰূপতে নবীসকলৰ কিছুমানক আন কিছুমানৰ ওপৰত আমি শ্ৰেষ্ঠতা দান কৰিছোঁ; আৰু দাউদক আমি দান কৰিছিলোঁ জবুৰ গ্ৰন্থ।

قُلِ ادْعُوا الَّذِيْنَ زَعَمْتُمْ مِّنْ دُوْنِهٖ فَلَا يَمْلِكُوْنَ

(৫৭) তুমি কোৱাঁ, তোমালোকে আল্লাত ভিন্ন যিবিলাক (উপাস্যস্বৰূপে) ধৰি লৈছা সেই-বিলাকক (বিপদৰ সময়ত) আহ্বান কৰি চোৱাঁ; তেতিয়া (জানিব পাৰিবা) তোমালোকৰ পৰা কষ্ট

كَشْفَ الضُّرِّ عَنْكُمْ وَلَا تَحْوِيْلًا ﴿٥٦﴾

দূৰ কৰিবলৈ নাইবা (তোমালোকৰ ভাগ্য) পৰিবৰ্ত্তন কৰিবলৈ সিহঁতৰ কোনো ক্ষমতা নাই।

أُولَٰئِكَ الَّذِيْنَ يَدْعُوْنَ يَبْتَغُوْنَ إِلَىٰ رَبِّهِمُ الْوَسِيْلَةَ أَيُّهُمْ أَقْرَبُ وَيَرْجُوْنَ رَحْمَتَهُ وَيَخَافُوْنَ عَذَابَهُ ۚ إِنَّ عَذَابَ رَبِّكَ كَانَ مَحْذُوْرًا ﴿٥٧﴾

(৫৮) যিবিলাকক সিহঁতে আহ্বান কৰে সেইবিলাকে নিজেই নিজ প্ৰভুৰ সান্নিধ্য লাভ কৰিবৰ উপায় বিচাৰে,—এনেবিলাকেও যিবিলাক তেওঁৰ অধিক ওচৰ,—আৰু তেওঁৰ কৰুণাৰ প্ৰত্যাশা কৰে, আৰু তেওঁৰ শাস্তিলৈ ভয় কৰি থাকে; ইয়াত কোনো সন্দেহ নাই, তোমাৰ প্ৰভুৰ শাস্তি ভয় কৰিবলগীয়া।

وَإِنْ مِّنْ قَرْيَةٍ إِلَّا نَحْنُ مُهْلِكُوْهَا قَبْلَ يَوْمِ الْقِيٰمَةِ أَوْ مُعَذِّبُوْهَا عَذَابًا شَدِيْدًا ۚ كَانَ ذٰلِكَ فِي الْكِتٰبِ مَسْطُوْرًا ﴿٥٨﴾

(৫৯) আৰু (অবাধ্যবিলাকৰ) এনে কোনো নগৰ নাই যি পুনৰুত্থানৰ দিনৰ পূৰ্ব্বে আমি ধ্বংস নকৰোঁ অথবা তাৰ (অধিবাসীবিলাকক) আমি কঠোৰ শাস্তি নিদিওঁ; এই কথা (আল্লাৰ) পুথিত লিপিবদ্ধ আছে।

وَمَا مَنَعَنَا أَنْ نُّرْسِلَ بِالْاٰيٰتِ إِلَّا أَنْ كَذَّبَ بِهَا الْأَوَّلُوْنَ ۚ وَاٰتَيْنَا ثَمُوْدَ النَّاقَةَ مُبْصِرَةً فَظَلَمُوْا بِهَا ۚ وَمَا نُرْسِلُ بِالْاٰيٰتِ إِلَّا تَخْوِيْفًا ﴿٥٩﴾

(৬০) * আৰু আমি নিদৰ্শনসমূহ প্ৰেৰণ কৰাত একো প্ৰতিৰোধ হ'ব নোৱাৰে, যদিও পূৰ্ব্ববৰ্ত্তী-বিলাকে তেনে নিদৰ্শন মিছা বুলি অগ্ৰাহ্য কৰিছিল। (চোৱাঁ), ছমুদক স্পষ্ট চিনৰূপে আমি এজনী উট দান কৰিছিলোঁ; কিন্তু তাইকে লৈ সিহঁতে অন্যায় কৰিছিল; আৰু আমি নিদৰ্শন-সমূহ প্ৰেৰণ কৰোঁ কেৱল (মানুহৰ অন্তৰত) ভীতি সঞ্চাৰ কৰিবৰ অৰ্থে।

وَإِذْ قُلْنَا لَكَ إِنَّ رَبَّكَ أَحَاطَ بِالنَّاسِ ۚ وَمَا جَعَلْنَا الرُّءْيَا الَّتِيْٓ أَرَيْنٰكَ إِلَّا فِتْنَةً لِّلنَّاسِ وَالشَّجَرَةَ الْمَلْعُوْنَةَ فِي الْقُرْاٰنِ ۚ وَنُخَوِّفُهُمْ فَمَا يَزِيْدُهُمْ

(৬১) আৰু (মনত পেলোৱাঁ) সেই সময় যেতিয়া আমি তোমাক কৈছিলোঁ, নিশ্চয় তোমাৰ প্ৰভুৱে মানৱক (নিজ বিধি-বিধানৰ সীমাৰ মাজতে) বেৰি ৰাখিছে; আৰু যি সপোন আমি তোমাক দেখুৱাইছিলোঁ তাকে, আৰু কোৰআনত উল্লিখিত অভিশপ্ত গছ-জোপা, আমি মানৱৰ নিমিত্তে স্থিৰ কৰিছোঁ পৰীক্ষাস্বৰূপে; আৰু আমি সিহঁতৰ অন্তৰত ভীতি সঞ্চাৰ কৰিছোঁ; কিন্তু

بِهٖۤ اِلَّا طُغۡيَانًا كَبِيۡرًا ۝٦٠

বস্তুতঃ ইয়াৰ দ্বাৰা সিহঁতৰ বিষম বিৰোধিতা হে বাঢ়ে।

وَاِذۡ قُلۡنَا لِلۡمَلٰٓـئِكَةِ اسۡجُدُوۡا لِاٰدَمَ فَسَجَدُوۡۤا اِلَّاۤ اِبۡلِيۡسَ ؕ قَالَ ءَاَسۡجُدُ لِمَنۡ خَلَقۡتَ طِيۡنًا ۝٦١

৬২) আৰু যেতিয়া আমি ফিৰিশ্তাবিলাকক এই আদেশ দিছিলোঁ, তোমালোকে আদমৰ বাধ্যতা স্বীকাৰ কৰাঁ, তেতিয়া ইব্লিচৰ বাহিৰে সকলোৰে তেওঁৰ বাধ্যতা স্বীকাৰ কৰিলে। সি কলে, যিজনক তুমি আলতীয়া মাটিৰে সৃজন কৰিছা এনেজনৰ বাধ্যতা মই স্বীকাৰ কৰিম নে?

قَالَ اَرَءَيۡتَكَ هٰذَا الَّذِىۡ كَرَّمۡتَ عَلَىَّ لَئِنۡ اَخَّرۡتَنِ اِلٰى يَوۡمِ الۡقِيٰمَةِ لَاَحۡتَنِكَنَّ ذُرِّيَّتَهٗۤ اِلَّا قَلِيۡلًا ۝٦٢

৬৩) সি (আৰু) কৈছিল, এনে এজন (অধমক) মোৰ ওপৰত শ্ৰেষ্ঠতা দিবলৈ তুমি কি দেখি বিচাৰ কৰিলা? যদি পুনৰুত্থানৰ দিনলৈকে মোক অৱসৰ দিয়া তেন্তে তেওঁৰ বংশধৰবিলাকৰ অলপ কিছুমানক এৰি সকলোকে মই নিশ্চয় নিজ ক্ষমতাৰ অধীন কৰিম।

قَالَ اذۡهَبۡ فَمَنۡ تَبِعَكَ مِنۡهُمۡ فَاِنَّ جَهَنَّمَ جَزَآؤُكُمۡ جَزَآءً مَّوۡفُوۡرًا ۝٦٣

৬৪) তেওঁ আদেশ দিলে, তুমি নিজৰ বাট ধৰাঁ; কিন্তু সিহঁতৰ মাজৰ যিবিলাক তোমাৰ অনুসৰণ কৰিব তেন্তে (জানি থোৱাঁ) তোমালোকৰ সকলোৰে প্ৰতিফল পাব নৰক—পূৰ্ণ প্ৰতিফল।

وَاسۡتَفۡزِزۡ مَنِ اسۡتَطَعۡتَ مِنۡهُمۡ بِصَوۡتِكَ وَاَجۡلِبۡ عَلَيۡهِمۡ بِخَيۡلِكَ وَرَجِلِكَ وَشَارِكۡهُمۡ فِى الۡاَمۡوَالِ وَالۡاَوۡلَادِ وَعِدۡهُمۡ ؕ وَمَا يَعِدُهُمُ الشَّيۡطٰنُ اِلَّا غُرُوۡرًا ۝٦٤

৬৫) আৰু সিহঁতৰ মাজৰ যিবিলাকৰ ওপৰত তোমাৰ ক্ষমতা চলে সিহঁতক প্ৰলোভনত পেলোৱাঁ মুখৰ কথাৰে, আৰু সিহঁতৰ বিৰুদ্ধে অভিযান চলোৱাঁ নিজৰ অশ্বাৰোহী সেনা আৰু নিজৰ পদাতিক সেনা লৈ, আৰু সিহঁতৰ ধন-সম্পত্তিত আৰু সন্তান-সন্ততিত তোমাৰ অংশ ৰাখি থোৱাঁ, আৰু সিহঁতক বহু (মিছা) প্ৰতিশ্ৰুতি দি থাকিবা; আৰু সিহঁতক শ্বয়তানে প্ৰতাৰণাৰ প্ৰতিশ্ৰুতিৰ বাহিৰে আৰু কি প্ৰতিশ্ৰুতি দিব?

اِنَّ عِبَادِىۡ لَيۡسَ لَكَ عَلَيۡهِمۡ سُلۡطٰنٌ ؕ وَكَفٰى بِرَبِّكَ

৬৬) ইয়াত একো সন্দেহ নাই, যিসকল ভৃত্য মোৰ বাধ্য সেইসকলৰ ওপৰত তোমাৰ একো

وَكِيۡلًا ﴿٦٦﴾

ক্ষমতা নচলে ; আৰু কাৰ্য্যসম্পাদক ৰূপে তোমাৰ প্ৰভুৱেই যথেষ্ট।

رَبُّكُمُ الَّذِىۡ يُزۡجِىۡ لَـكُمُ الۡـفُلۡكَ فِى الۡبَحۡرِ لِتَبۡتَغُوۡا مِنۡ فَضۡلِهٖؕ اِنَّهٗ كَانَ بِكُمۡ رَحِيۡمًا ﴿٦٧﴾

৬৭) সেইজনেই তোমালোকৰ প্ৰভু যিজনে তোমালোকৰ কাৰণে সমুদ্ৰত জাহাজ সমুদ্ৰত জাহাজ সঞ্চালন কৰে, যাতে তোমালোকে (বাণিজ্য দবাৰা) তেওঁৰ কৃপা বিচাৰিব পাৰা; তোমালোকৰ প্ৰতি তেওঁ নিশ্চয় পৰম দয়ালু।

وَاِذَا مَسَّكُمُ الضُّرُّ فِى الۡبَحۡرِ ضَلَّ مَنۡ تَدۡعُوۡنَ اِلَّاۤ اِيَّاهُ ۚ فَلَمَّا نَجّٰٮكُمۡ اِلَى الۡبَـرِّ اَعۡرَضۡتُمۡ ؕ وَكَانَ الۡاِنۡسَانُ كَفُوۡرًا‏ ﴿٦٨﴾

৬৮) আৰু যেতিয়া সাগৰৰ মাজত তোমালোকক বিপদে পায়, তেতিয়া যিবিলাকক তোমালোকে আল্লাক এৰি আহ্বান কৰা সিহঁত তোমালোকৰ কাষৰ পৰা আঁতৰি যায়; কিন্তু যেতিয়া তেওঁ তোমালোকক ৰক্ষা কৰি পাৰলৈ আনে তেতিয়া তোমালোক (তেওঁৰ পৰা) বিমুখ হৈ পৰা। আৰু প্ৰকৃততে মানৱ নিতান্ত অকৃতজ্ঞ।

اَفَاَمِنۡتُمۡ اَنۡ يَّخۡسِفَ بِكُمۡ جَانِبَ الۡبَرِّ اَوۡ يُرۡسِلَ عَلَيۡكُمۡ حَاصِبًا ثُمَّ لَا تَجِدُوۡا لَـكُمۡ وَكِيۡلًا ۙ‏ ﴿٦٩﴾

৬৯) তেওঁ যে তোমালোকক স্থলৰ কোনো ঠাইত পোত খোৱাই মাৰিব পাৰে, নাইবা তোমালোকৰ প্ৰতি শিলৰ বৰষুণ নমাব পাৰে তাকে জানিও নিজকে নিৰাপদ বুলি ভাবি লৈছা নে ?—অথচ তেনে অৱস্থাত তোমালোকক ৰক্ষা কৰে এনে এজনক বিচাৰিও নোলোৱা।

اَمۡ اَمِنۡتُمۡ اَنۡ يُّعِيۡدَكُمۡ فِيۡهِ تَارَةً اُخۡرٰى فَيُرۡسِلَ عَلَيۡكُمۡ قَاصِفًا مِّنَ الرِّيۡحِ فَيُـغۡرِقَكُمۡ بِمَا كَفَرۡتُمۡۙ ثُمَّ لَا تَجِدُوۡا لَـكُمۡ عَلَيۡنَا بِهٖ تَبِيۡعًا‏ ﴿٧٠﴾

৭০) অথবা তেওঁ যে তোমালোকক দুনাই তেনে দুৰ্গতিত পেলাব পাৰে, আৰু তোমালোকৰ অকৃতজ্ঞতাৰ কাৰণে তোমালোকৰ প্ৰতি (সাগৰত) ভীষণ ধুমুহা-বতাহ প্ৰেৰণ কৰি তোমালোকক বুৰাই মাৰিব পাৰে, এই বিষয়ে তোমালোক নিৰ্ভয় হৈছা নে ? অথচ তোমালোকৰ হৈ আমাৰ আগত এই কথাৰ গোচৰ দিবলৈ এজনকো বিচাৰি নোপোৱা।

وَلَقَدۡ كَرَّمۡنَا بَنِىۡۤ اٰدَمَ وَحَمَلۡنٰهُمۡ فِى الۡبَرِّ وَالۡبَحۡرِ

৭১) আৰু স্বৰূপতে আদমৰ সন্তান-সন্ততিক

وَرَزَقْنٰهُمْ مِّنَ الطَّيِّبٰتِ وَفَضَّلْنٰهُمْ عَلٰى كَثِيْرٍ مِّمَّنْ خَلَقْنَا تَفْضِيْلًا ۝٧١

আমি সন্মানিত কৰিছোঁ, আৰু স্থলত আৰু সাগৰত চলাচল কৰিবলৈ আমি সিহঁতক পাৰ্গতালি দিছোঁ, আৰু নানবিধ বিশুদ্ধ বস্তু সিহঁতক দান কৰিছোঁ সিহঁতৰ জীৱিকা-নিৰ্ব্বাহৰ নিমিত্তে; আৰু আমি সৃষ্টি কৰা লোকৰ সৰহভাগৰ ওপৰতেই সিহঁতক পূৰ্ণ শ্ৰেষ্ঠতা দান কৰিছোঁ।

يَوْمَ نَدْعُوْا كُلَّ اُنَاسٍ بِاِمَامِهِمْ ۚ فَمَنْ اُوْتِيَ كِتٰبَهٗ بِيَمِيْنِهٖ فَاُولٰٓئِكَ يَقْرَءُوْنَ كِتٰبَهُمْ وَلَا يُظْلَمُوْنَ فَتِيْلًا ۝٧٢

৭২) সেই দিনা আমি প্ৰত্যেক জাতিকে সিহঁতৰ নেতাৰে সৈতে আমাৰ সমুখত উপস্থিত কৰিম। পিছত প্ৰত্যেকজনকে তাৰ কাৰ্য্যলিপি দিয়া হব তাৰ সোঁহাতত; সেইবিলাকে তেতিয়া নিজৰ কাৰ্য্যাবলী পাঠ কৰিব; আৰু সেইবিলাকৰ প্ৰতি অকণো অযথা অন্যায় কৰা নহ'ব।

وَمَنْ كَانَ فِيْ هٰذِهٖٓ اَعْمٰى فَهُوَ فِي الْاٰخِرَةِ اَعْمٰى وَاَضَلُّ سَبِيْلًا ۝٧٣

৭৩) আৰু ইহলোকত যি দৃষ্টিহীন পৰলোকতো সি দৃষ্টিহীন, আৰু নিতান্ত পথভ্ৰষ্ট।

وَاِنْ كَادُوْا لَيَفْتِنُوْنَكَ عَنِ الَّذِيْٓ اَوْحَيْنَآ اِلَيْكَ لِتَفْتَرِيَ عَلَيْنَا غَيْرَهٗ ۖ وَاِذًا لَّاتَّخَذُوْكَ خَلِيْلًا ۝٧٤

৭৪) আৰু তোমাৰ প্ৰতি আমি যি প্ৰত্যাদেশ কৰিছোঁ তাকে লৈ সিহঁতে নিশ্চয় তোমাক পৰীক্ষাত পেলাব ধৰিছিল, যাতে তুমি আমাৰ বিৰুদ্ধে ইয়াৰ বাহিৰে আন বাণী সাজি লোৱা; আৰু তুমি তাকে কৰা হলে সিহঁতে নিশ্চয় তোমাক নিজৰ বন্ধুৰূপে গ্ৰহণ কৰিলেহেঁতেন।

وَلَوْلَآ اَنْ ثَبَّتْنٰكَ لَقَدْ كِدْتَّ تَرْكَنُ اِلَيْهِمْ شَيْـًٔا قَلِيْلًا ۝٧٥

৭৫) আৰু আমি তোমাক (সত্যৰ ওপৰত) দৃঢ়ৰূপে সংস্থাপিত নকৰা হলে তুমি সিহঁতৰ ফালে অলপ নহয় অলপ ঢাল লবলৈ উদ্যত হলাহেঁতেন।

اِذًا لَّاَذَقْنٰكَ ضِعْفَ الْحَيٰوةِ وَضِعْفَ الْمَمَاتِ ثُمَّ لَا تَجِدُ لَكَ عَلَيْنَا نَصِيْرًا ۝٧٦

৭৬) তেনে অৱস্থাত আমি তোমাক এই জীৱনত দুগুণ শাস্তি আৰু মৃত্যুৰ পিছতো দুগুণ শাস্তিৰ সোৱাদ লবলৈ দিলোঁহেঁতেন; তেতিয়া আমাৰ বিৰুদ্ধে তুমি নিজকে ৰক্ষা কৰিবলৈ কোনো এজন সহায় কৰোঁতাও বিচাৰি নাপালাহেঁতেন।

৭৭) আৰু সিহঁতে তোমাক এনে দুৰৱস্থাত পেলাবলৈ চেষ্টা কৰিছিল যাতে তুমি নিজৰ দেশ ত্যাগ কৰিবলৈ বাধ্য হোৱা; কিন্তু সিহঁতে তেনে কৰিব পৰা হলে, তোমাৰ পাছত (দেশত) সিহঁতে অলপদিনহে থাকিব পাৰিলেহেঁতেন।

وَإِنْ كَادُوا لَيَسْتَفِزُّونَكَ مِنَ الْأَرْضِ لِيُخْرِجُوكَ
مِنْهَا وَإِذًا لَّا يَلْبَثُونَ خِلْفَكَ إِلَّا قَلِيلًا ﴿٧٦﴾

৭৮) তোমাৰ পূৰ্ব্বেও যিসকল ৰচুল আমি প্ৰেৰণ কৰিছিলোঁ সেইসকলৰ সৈতেও আমাৰ একে নিয়ম প্ৰচলিত আছিল; আৰু আমাৰ নিয়মৰ পৰিবৰ্ত্তন তুমি কেতিয়াও দেখিবলৈ নোপোৱা।

سُنَّةَ مَنْ قَدْ أَرْسَلْنَا قَبْلَكَ مِنْ رُّسُلِنَا وَلَا تَجِدُ
ع لِسُنَّتِنَا تَحْوِيلًا ﴿٧٧﴾ ৮

৭৯) (হে ৰচুল,) সূৰ্য্য আওঢলীয়া হোৱাৰ পাছৰ পৰা নিশাৰ আন্ধাৰ পৰ্য্যন্ত তুমি নমাজৰ প্ৰতিষ্ঠা কৰিবা, আৰু ৰাতিপুৱা (নমাজত) কোৰ্-আন পাঠ কৰিবা, কিয়নো ৰাতিপুৱাৰ কোৰ-আন -পাঠে আল্লাৰ অনুগ্ৰহ আকৰ্ষণ কৰে।

أَقِمِ الصَّلَوٰةَ لِدُلُوكِ الشَّمْسِ إِلَىٰ غَسَقِ الَّيْلِ وَ
قُرْآنَ الْفَجْرِ إِنَّ قُرْآنَ الْفَجْرِ كَانَ مَشْهُودًا ﴿٧٨﴾

৮০) আৰু (হে ৰচুল,) নিশাৰ এভাগত (পিছ বেলা) কোৰান পাঠৰ নিমিত্তে সাৰে থাকি তহ্যুদ্ সম্পন্ন কৰিবা; ই তোমাৰ নিমিত্তে অতিৰিক্ত (স্বেচ্ছামূলক) প্ৰাৰ্থনা; অতি সত্তৰ ইয়াৰ কাৰণে তোমাৰ প্ৰভুৱে তোমাক মহিমান্বিত স্থানলৈ উন্নত কৰিব।

وَمِنَ الَّيْلِ فَتَهَجَّدْ بِهِ نَافِلَةً لَّكَ عَسَىٰ أَنْ يَبْعَثَكَ
رَبُّكَ مَقَامًا مَّحْمُودًا ﴿٧٩﴾

৮১) আৰু প্ৰাৰ্থনা কৰিবা—হে মোৰ প্ৰভু, যেতিয়া তুমি মোক (কোনো ঠাইত) প্ৰৱেশ কৰিবলৈ দিয়া, তাত যেন মোৰ প্ৰৱেশ সত্যৰে সৈতে হয়; আৰু যি ঠাইৰ পৰা মোক ওলাই আহিবলৈ দিয়া তাৰ পৰা যেন মই সত্যৰে সৈতে ওলাব পাৰোঁ; আৰু নিজ সন্নিধানৰ পৰা এনে শক্তি মোক প্ৰদান কৰাঁ যি (সকলো অৱস্থাতে) মোক সহায় কৰে।

وَقُلْ رَّبِّ أَدْخِلْنِي مُدْخَلَ صِدْقٍ وَّأَخْرِجْنِي مُخْرَجَ
صِدْقٍ وَّاجْعَلْ لِّي مِنْ لَّدُنْكَ سُلْطَانًا نَّصِيرًا ﴿٨٠﴾

৮২) আৰু তুমি ঘোষণা কৰাঁ—(চোৱাঁ) এতিয়া

وَقُلْ جَاءَ الْحَقُّ وَزَهَقَ الْبَاطِلُ إِنَّ الْبَاطِلَ كَانَ

زَهُوْقًا ﴿٨١﴾

সত্যৰ আগমন হ’ল, আৰু অসত্য বিলুপ্ত হ’ল; অসত্য বিলুপ্ত হোৱা স্থিৰীকৃত আছিল।

وَنُنَزِّلُ مِنَ الْقُرْاٰنِ مَا هُوَ شِفَآءٌ وَّرَحْمَةٌ لِّلْمُؤْمِنِيْنَ ۙ وَلَا يَزِيْدُ الظّٰلِمِيْنَ اِلَّا خَسَارًا ﴿٨٢﴾

৮৩) আৰু বিশ্বাসীসকলৰ নিমিত্তে যি আৰোগ্য আৰু করুণা তাকে আমি কোৰ্-আনৰ দবাৰা অৱতীৰ্ণ কৰিছোঁ। কিন্তু ইয়াৰ দবাৰা অন্যায়কাৰী-বিলাকৰ ক্ষতিহে বৃদ্ধি পায়!

وَاِذَآ اَنْعَمْنَا عَلَى الْاِنْسَانِ اَعْرَضَ وَنَاٰ بِجَانِبِهٖ ۚ وَاِذَا مَسَّهُ الشَّرُّ كَانَ يَئُوْسًا ﴿٨٣﴾

৮৪) আৰু যেতিয়া মানৱক আমি অনুগ্ৰহ দান কৰোঁ, সি মুখ ঘূৰাই লয়, আৰু এফলীয়া হৈ থাকে; আৰু অমঙ্গলে তাক স্পৰ্শ কৰিলে সি নিৰাশ হৈ পৰে।

قُلْ كُلٌّ يَّعْمَلُ عَلٰى شَاكِلَتِهٖ ۗ فَرَبُّكُمْ اَعْلَمُ بِمَنْ هُوَ اَهْدٰى سَبِيْلًا ﴿٨٤﴾ ع

৮৫) তুমি কোৱাঁ, প্ৰত্যেকে কাৰ্য্য কৰে নিজ প্ৰকৃতি অনুসৰি; কিন্তু তোমাৰ প্ৰভুৱে ভালকৈ জানে কোন সুপথে বেছিকৈ আগ বাঢ়ি গৈছে।

وَيَسْـَٔلُوْنَكَ عَنِ الرُّوْحِ ۗ قُلِ الرُّوْحُ مِنْ اَمْرِ رَبِّيْ وَمَآ اُوْتِيْتُمْ مِّنَ الْعِلْمِ اِلَّا قَلِيْلًا ﴿٨٥﴾

৮৬) আৰু (হে ৰছুল,) সিহঁতে তোমাক আত্মা সম্বন্ধে প্ৰশ্ন কৰে; তুমি কোৱাঁ, আত্মাৰ সৃষ্টি মোৰ প্ৰভুৰ আদেশৰ দবাৰা; আৰু যথাৰ্থ জ্ঞান তোমালোকক অলপহে দিয়া হৈছে।

وَلَئِنْ شِئْنَا لَنَذْهَبَنَّ بِالَّذِيْٓ اَوْحَيْنَآ اِلَيْكَ ثُمَّ لَا تَجِدُ لَكَ بِهٖ عَلَيْنَا وَكِيْلًا ﴿٨٦﴾

৮৭) আৰু আমাৰ যদি এনে ইচ্ছা হয় যি আমি তোমাৰ প্ৰতি প্ৰত্যাদেশ কৰিছোঁ তাকে নিশ্চয় ওভোতাই লব পাৰোঁ—এনে ভাৱে যে তুমি এনে এজন কেতিয়াও নোপোৱা যিজনে আমাৰ বিৰুদ্ধে তোমাৰ পক্ষ সমৰ্থন কৰিব পাৰে।

اِلَّا رَحْمَةً مِّنْ رَّبِّكَ ۗ اِنَّ فَضْلَهٗ كَانَ عَلَيْكَ كَبِيْرًا ﴿٨٧﴾

৮৮) কিন্তু (তেওঁ যে এইৰূপ ইচ্ছা নকৰে) ই তোমাৰ প্ৰভুৰ করুণা; ইয়াত একো সন্দেহ নাই তোমাৰ প্ৰতি তেওঁৰ কৃপা মহান।

قُلْ لَّئِنِ اجْتَمَعَتِ الْاِنْسُ وَالْجِنُّ عَلٰٓى اَنْ يَّاْتُوْا بِمِثْلِ

৮৯) তুমি কোৱাঁ, এই কোৰ্-আনৰ অনুৰূপ গ্ৰন্থ এখন উলিয়াবৰ অৰ্থে যদি মানৱ আৰু যিনে

পৰস্পৰ সহযোগিতা কৰে সিহঁতে এনেখন গ্ৰন্থ কেতিয়াও উলিয়াব নোৱাৰে, যদিও ইদলে সিদলক (সাধ্যমতে) সাহায্য কৰে।

هٰذَا الْقُرْاٰنِ لَا يَاْتُوْنَ بِمِثْلِهٖ وَلَوْ كَانَ بَعْضُهُمْ لِبَعْضٍ ظَهِيْرًا ﴿٨٩﴾

৯০) আৰু স্বৰূপতে এই কোৰ্-আনত সকলো প্ৰকাৰ উপমা আমি ঘূৰাই ঘূৰাই বৰ্ণনা কৰিছোঁ মানুহৰ মঙ্গলৰ নিমিত্তে, কিন্তু মানৱৰ সৰহ ভাগেই অবিশ্বাস এৰি সকলো সত্যকে অস্বীকাৰ কৰে।

وَلَقَدْ صَرَّفْنَا لِلنَّاسِ فِيْ هٰذَا الْقُرْاٰنِ مِنْ كُلِّ مَثَلٍ فَاَبٰٓى اَكْثَرُ النَّاسِ اِلَّا كُفُوْرًا ﴿٩٠﴾

৯১) আৰু সিহঁতে কয়, আমি তোমাত কেতিয়াও বিশ্বাস নকৰোঁ যেতিয়ালৈকে তুমি আমাৰ নিমিত্তে মাটিৰ তলৰ পৰা জৰণি ফুটাই আনিব নোৱাৰা ;

وَقَالُوْا لَنْ نُّؤْمِنَ لَكَ حَتّٰى تَفْجُرَ لَنَا مِنَ الْاَرْضِ يَنْۢبُوْعًا ﴿٩١﴾

৯২) অথবা যেতিয়ালৈকে তোমাৰ এনে এখন খেজুৰ আৰু আঙুৰৰে পৰিপূৰ্ণ বাগিছা নাথাকে যাৰ মাজেদি জুৰিবোৰ প্ৰবল বেগৰে বোৱাব পাৰা ;

اَوْ تَكُوْنَ لَكَ جَنَّةٌ مِّنْ نَّخِيْلٍ وَّعِنَبٍ فَتُفَجِّرَ الْاَنْهٰرَ خِلٰلَهَا تَفْجِيْرًا ﴿٩٢﴾

৯৩) নাইবা যেতিয়ালৈকে তুমি নিজ দাবী অনুসৰি আকাশখন ডোখৰ ডোখৰ কৰি আমাৰ মূৰৰ ওপৰত পেলাব নোৱাৰা, নাইবা যেতিয়া-লৈকে আল্লা আৰু (তেওঁৰ) ফিৰিশ্তাবিলাকক আমাৰ আগত উপস্থিত কৰিব নোৱাৰা ;

اَوْ تُسْقِطَ السَّمَآءَ كَمَا زَعَمْتَ عَلَيْنَا كِسَفًا اَوْ تَاْتِيَ بِاللّٰهِ وَالْمَلٰٓئِكَةِ قَبِيْلًا ﴿٩٣﴾

৯৪) নাইবা যেতিয়ালৈকে তুমি এটি সোণৰে সজা নিকেতনৰ গৰাকী নোহোৱা; নাইবা তুমি উৰ্দ্ধলোকলৈ (সশৰীৰে) উঠি নোযোৱা ; আৰু ই সম্ভৱ হলেও আমি তোমাৰ আকাশলৈ আৰোহণ কৰাত বিশ্বাস নকৰোঁ, যদি তুমি আমাৰ নিমিত্তে (আকাশৰ পৰা) এনে এখন গ্ৰন্থ নমাই আনিব নোৱাৰা যি আমি পাঠ কৰিব পাৰোঁ। (হে মহম্মদ) এনেবোৰ অযথা কথাৰ এয়ে উত্তৰ দিয়াঁ, মোৰ প্ৰভু পৰম পৱিত্ৰ ; মই (আল্লাৰ প্ৰেৰিত) ৰচুল হৈ অহা এজন মানুহ মাথোন।

اَوْ يَكُوْنَ لَكَ بَيْتٌ مِّنْ زُخْرُفٍ اَوْ تَرْقٰى فِى السَّمَآءِ ؕ وَلَنْ نُّؤْمِنَ لِرُقِيِّكَ حَتّٰى تُنَزِّلَ عَلَيْنَا كِتٰبًا نَّقْرَؤُهٗ ؕ قُلْ سُبْحَانَ رَبِّيْ هَلْ كُنْتُ اِلَّا بَشَرًا رَّسُوْلًا ﴿٩٤﴾ ع

وَمَا مَنَعَ النَّاسَ أَنْ يُؤْمِنُوا إِذْ جَاءَهُمُ الْهُدَىٰ
إِلَّا أَنْ قَالُوا أَبَعَثَ اللَّهُ بَشَرًا رَسُولًا ﴿٩٥﴾

৯৫) আৰু মানৱ জাতিলৈ পথ-প্ৰদৰ্শন আহিলত, সিহঁতে (সত্যত) বিশ্বাস কৰাত ইয়াৰ বাহিৰে একো প্ৰতিবন্ধক নাছিল যে সিহঁতে ইয়াকে কৈ ফুৰিছিল—কি! আল্লাই (আমাৰ সদৃশ) মানুহ এজনকহে ৰছুল কৰি উত্থাপন কৰিলে!

قُلْ لَوْ كَانَ فِي الْأَرْضِ مَلَائِكَةٌ يَمْشُونَ مُطْمَئِنِّينَ
لَنَزَّلْنَا عَلَيْهِمْ مِنَ السَّمَاءِ مَلَكًا رَسُولًا ﴿٩٦﴾

৯৬) তুমি কোৱাঁ, এই পৃথিৱীত ফিৰিশ্বতা-বিলাকে অবাধে শান্তিৰে চলা ফুৰা কৰা হলে নিশ্চয় আমি আকাশৰ পৰা ফিৰিশ্বতা এজনক ৰছুল নিযুক্ত কৰি সিহঁতৰ ওচৰলৈ নমাই পঠালোঁহেঁতেন।

قُلْ كَفَىٰ بِاللَّهِ شَهِيدًا بَيْنِي وَبَيْنَكُمْ ۚ إِنَّهُ كَانَ
بِعِبَادِهِ خَبِيرًا بَصِيرًا ﴿٩٧﴾

৯৭) তুমি কোৱাঁ, মোৰ আৰু তোমালোকৰ মাজত আল্লা সাক্ষী থকাই যথেষ্ট; ইয়াত একো সন্দেহ নাই, নিজ ভৃত্যবিলাকৰ সম্বন্ধে তেৱেঁই শ্ৰেষ্ঠ জ্ঞাতা, উত্তম দৃষ্টি ৰাখোঁতা।

وَمَنْ يَهْدِ اللَّهُ فَهُوَ الْمُهْتَدِ ۖ وَمَنْ يُضْلِلْ فَلَنْ
تَجِدَ لَهُمْ أَوْلِيَاءَ مِنْ دُونِهِ ۖ وَنَحْشُرُهُمْ يَوْمَ
الْقِيَامَةِ عَلَىٰ وُجُوهِهِمْ عُمْيًا وَبُكْمًا وَصُمًّا ۖ مَأْوَاهُمْ
جَهَنَّمُ ۖ كُلَّمَا خَبَتْ زِدْنَاهُمْ سَعِيرًا ﴿٩٨﴾

৯৮) আৰু যিজনক আল্লাই পথ-প্ৰদৰ্শন কৰে সেইজন প্ৰকৃততে সুপথপ্ৰাপ্ত; কিন্তু যিবিলাকক তেওঁ পথভ্ৰষ্ট হ' বলৈ দিয়ে সিহঁতৰ নিমিত্তে তেওঁত ভিন্ন আন সহায় কৰোঁতা তুমি কেতিয়াও নোপোৱা। আৰু পুনৰুত্থানৰ দিনা আমি সিহঁতক উবুৰি পেলাই অন্ধ আৰু বোবা আৰু কলা কৰি একেলগ কৰিম; নৰক হৈছে সিহঁতৰ আশ্ৰয়স্থল; যেতিয়াই অগ্নি নুমাব ধৰিব তাকে আমি বেছিকৈ প্ৰজ্বলিত কৰিম।

ذَٰلِكَ جَزَاؤُهُمْ بِأَنَّهُمْ كَفَرُوا بِآيَاتِنَا وَقَالُوا أَإِذَا
كُنَّا عِظَامًا وَرُفَاتًا أَإِنَّا لَمَبْعُوثُونَ خَلْقًا جَدِيدًا ﴿٩٩﴾

৯৯) সেয়ে সিহঁতৰ প্ৰতিদান; তাৰ কাৰণ হৈছে, সিহঁতে আমাৰ নিদৰ্শনসমূহত অবিশ্বাস কৰিছিল, আৰু ইয়াকে কৈ ফুৰিছিল, আমি (এবাৰ) অস্থিসমূহ আৰু ধূলিকণাত পৰিণত হোৱাৰ পিছত এনে সম্ভৱ হব পাৰে নে যে আমাক ন-কৈ সৃষ্টি কৰি আমাৰ উত্থান কৰা হয়?

أَوَلَمْ يَرَوْا أَنَّ اللَّهَ الَّذِي خَلَقَ السَّمَٰوَٰتِ وَالْأَرْضَ قَادِرٌ عَلَىٰ أَن يَخْلُقَ مِثْلَهُمْ وَجَعَلَ لَهُمْ أَجَلًا لَّا رَيْبَ فِيهِ فَأَبَى الظَّٰلِمُونَ إِلَّا كُفُورًا ﴿١٠٠﴾

১০০) সিহঁতে ভাবি চোৱা নাই নে, যিজন আল্লাই আকাশমণ্ডলী আৰু পৃথিৱী সৃজন কৰিছে সেইজনৰ পূৰ্ণ ক্ষমতা আছে যে যিদৰে সিহঁতক (এবাৰ) সৃজন কৰিছিল সেইদৰে সিহঁতক তেওঁ (দুনাই) সৃজন কৰে; আৰু সিহঁতৰ (বিচাৰৰ) নিমিত্তে তেৱেঁই সময় নিৰূপিত কৰি থৈছে; এই সম্বন্ধে একো সন্দেহ নাই; কিন্তু অন্যায়কাৰী-বিলাকে কেৱল অবিশ্বাস কৰি (সত্যৰ) অস্বীকাৰ কৰি থাকে।

قُل لَّوْ أَنتُمْ تَمْلِكُونَ خَزَآئِنَ رَحْمَةِ رَبِّىٓ إِذًا لَّأَمْسَكْتُمْ خَشْيَةَ الْإِنفَاقِ وَكَانَ الْإِنسَٰنُ قَتُورًا ﴿١٠١﴾ ع

১০১) তুমি কোৱাঁ, মোৰ প্ৰভুৰ কৰুণা-ভাণ্ডাৰৰ ওপৰত তোমালোকৰ অধিকাৰ থকা হলেও তাকে তোমালোকে নিশ্চয় সাঁচি থলাহেঁতেন, এই আশঙ্কা কৰি যে ব্যয় কৰিব ধৰিলে সেই ধন ঢুকাই যাব।

وَلَقَدْ ءَاتَيْنَا مُوسَىٰ تِسْعَ ءَايَٰتٍۭ بَيِّنَٰتٍ فَسْـَٔلْ بَنِىٓ إِسْرَٰٓءِيلَ إِذْ جَآءَهُمْ فَقَالَ لَهُۥ فِرْعَوْنُ إِنِّى لَأَظُنُّكَ يَٰمُوسَىٰ مَسْحُورًا ﴿١٠٢﴾

১০২) আৰু স্বৰূপতে আমি মুচাক দান কৰিছিলোঁ ন'টি প্ৰকাশ্য নিদৰ্শন; গতিকে (সেই সম্বন্ধে) ইস্রাইল-সন্ততিক প্ৰশ্ন কৰাঁ। যেতিয়া তেওঁ সিহঁতৰ ওচৰলৈ আহিল ফিৰৌনে তেওঁক ক'লে, মই নিশ্চয় ইয়াকে ভাবিছোঁ তুমি কোনো এবিধ প্ৰবঞ্চনাত পৰিছা।

قَالَ لَقَدْ عَلِمْتَ مَآ أَنزَلَ هَٰٓؤُلَآءِ إِلَّا رَبُّ السَّمَٰوَٰتِ وَالْأَرْضِ بَصَآئِرَ وَإِنِّى لَأَظُنُّكَ يَٰفِرْعَوْنُ مَثْبُورًا ﴿١٠٣﴾

১০৩) তেওঁ কৈছিল, স্বৰূপতে তুমি জানিব পাৰিছা, আকাশমণ্ডলী আৰু পৃথিৱীৰ প্ৰতি-পালকৰ বাহিৰে অইন কোনোৱে সেই কেইটি নিদৰ্শন প্ৰত্যক্ষ প্ৰমাণসমূহৰূপে অৱতীৰ্ণ কৰা নাই; আৰু হে ফিৰৌন, মই নিশ্চয় তোমাক এনে এজন বুলি অনুমান কৰিছোঁ যাৰ ধ্বংস-সাধন (আল্লাই) স্থিৰ কৰি থৈছে।

فَأَرَادَ أَن يَسْتَفِزَّهُم مِّنَ الْأَرْضِ فَأَغْرَقْنَٰهُ وَمَن مَّعَهُۥ جَمِيعًا ﴿١٠٤﴾

১০৪) পিছত সি ইস্রাইল-সন্ততিক দেশৰ পৰা নিৰ্ব্বাসিত কৰিবলৈ মন মেলিছিল। সেই কাৰণে তাক আৰু তাৰ সকলো সঙ্গীবিলাকক আমি (সাগৰত) বুৰাই মাৰিলোঁ।

وَّقُلْنَا مِنْۢ بَعْدِهٖ لِبَنِيْٓ اِسْرَآءِيْلَ اسْكُنُوا الْاَرْضَ فَاِذَا جَآءَ وَعْدُ الْاٰخِرَةِ جِئْنَا بِكُمْ لَفِيْفًا ۝١٠٤

১০৫) আৰু এই ঘটনাৰ পাছত আমি ইস্রাইল-সন্ততিক এই আদেশ দিলোঁ,— তোমালোকে এই দেশত বসতি কৰাঁ। পিছত যেতিয়া শেষ প্রতিশ্রুতিৰ (সময়) পাবহি, তোমালোক সকলোকে মেৰ খোৱাই আনিম।

وَبِالْحَقِّ اَنْزَلْنٰهُ وَبِالْحَقِّ نَزَلَ ۗ وَمَآ اَرْسَلْنٰكَ اِلَّا مُبَشِّرًا وَّنَذِيْرًا ۝١٠٥

১০৬) আৰু আমি এই কোৰ্-আনখনো নমাই পঠাইছোঁ সত্যৰ সৈতে, আৰু সত্যৰে সৈতে এইখন অৱতীৰ্ণ হৈছে; আৰু (হে মহম্মদ,) আমি তোমাক প্রেৰণ কৰিছোঁ কেৱল আনন্দ-বাৰ্ত্তা বাহকৰূপে আৰু সাৱধান কৰোঁতাৰূপে।

وَقُرْاٰنًا فَرَقْنٰهُ لِتَقْرَاَهٗ عَلَى النَّاسِ عَلٰى مُكْثٍ وَّنَزَّلْنٰهُ تَنْزِيْلًا ۝١٠٦

১০৭) আৰু এই কোৰ্-আন আমি প্রত্যাদেশ কৰিছোঁ ভাগ ভাগ কৰি, যাতে তুমি (সময় বুজি) ৰৈ ৰৈ তাক মানুহৰ আগত পাঠ কৰিব পাৰা ; আৰু (সেই অৰ্থে) আমি সেই কোৰ্-আন ক্রমে ক্রমে অৱতীৰ্ণ কৰিছোঁ।

قُلْ اٰمِنُوْا بِهٖٓ اَوْ لَا تُؤْمِنُوْا ۗ اِنَّ الَّذِيْنَ اُوْتُوا الْعِلْمَ مِنْ قَبْلِهٖٓ اِذَا يُتْلٰى عَلَيْهِمْ يَخِرُّوْنَ لِلْاَذْقَانِ سُجَّدًا ۝١٠٧

১০৮) তুমি কোৱাঁ, তোমালোকে এই কোৰ্-আনত বিশ্বাস কৰা বা নকৰা (তোমালোকৰ ইচ্ছা), কিন্তু ইয়াৰ পূৰ্ব্বে যিসকলক (আল্লাৰ প্রত্যাদেশৰ) জ্ঞান প্রদান কৰা হৈছে সেই সকলৰ আগত যেতিয়া কোৰ্-আন পাঠ কৰা হয় সেইসকলে বিনীতভাৱে (আল্লাৰ আগত) সাষ্টাঙ্গে প্রণিপাত কৰিবলৈ উবুৰি হৈ পৰে,

وَّيَقُوْلُوْنَ سُبْحٰنَ رَبِّنَآ اِنْ كَانَ وَعْدُ رَبِّنَا لَمَفْعُوْلًا ۝١٠٨

১০৯) আৰু ইয়াকে কয়, আমাৰ প্রভু পৰম পৱিত্ৰ! ইয়াত একো সন্দেহ নাই, আমাৰ প্রভুৰ প্রতিশ্রুতি পূৰ্ণ হ'ব লগীয়া আছিল।

وَيَخِرُّوْنَ لِلْاَذْقَانِ يَبْكُوْنَ وَيَزِيْدُهُمْ خُشُوْعًا ۝١٠٩

১১০) আৰু সেইসকলে বিনীত ভাৱে উবুৰি হৈ পৰে চকুৰ লো টুকি ; আৰু কোৰ্-আন-পাঠ দবাৰা সেইসকলৰ বিনয় ভাৱ বৃদ্ধি পায়।

قُلِ ادْعُوا اللّٰهَ اَوِ ادْعُوا الرَّحْمٰنَ ؕ اَیًّا مَّا تَدْعُوْا فَلَهُ الْاَسْمَآءُ الْحُسْنٰى ۚ وَلَا تَجْهَرْ بِصَلَاتِكَ وَلَا تُخَافِتْ بِهَا وَابْتَغِ بَیْنَ ذٰلِكَ سَبِیْلًا ﴿۱۱۰﴾

১১১) (হে ৰছুল,) তুমি সিহঁতক কোৱাঁ, তোমালোকে (মোৰ প্ৰভুক) আল্লা বুলি আহ্বান কৰা, নাইবা ৰহমান নাম লৈ মাতা, যি নামকে লৈ আহ্বান কৰা (একে কথা), কিয়নো তেওঁৰ যতবোৰ নাম আছে সকলো অতি উৎকৃষ্ট। আৰু তুমি বৰ ওখ মাতৰে নমাজ নপঢ়িবা আৰু পঢ়োতে নিতান্ত নিমাতো নহবা ; বৰং দুয়ো অন্তৰ মাজেদি পথ অনুসৰণ কৰিবা।

وَقُلِ الْحَمْدُ لِلّٰهِ الَّذِیْ لَمْ یَتَّخِذْ وَلَدًا وَّلَمْ یَكُنْ لَّهٗ شَرِیْكٌ فِی الْمُلْكِ وَلَمْ یَكُنْ لَّهٗ وَلِیٌّ مِّنَ الذُّلِّ وَكَبِّرْهُ تَكْبِیْرًا ﴿۱۱۱﴾

১১২) আৰু তুমি ইয়াকে কোৱাঁ, সকলো প্ৰশংসাৰ গৰাকী সেই আল্লা যিজনে কোনো পুত্ৰ গ্ৰহণ কৰা নাই, আৰু ৰাজ্য-শাসনত যাৰ কোনো অংশী নাই, আৰু অভাৱৰ কাৰণে তেওঁক সহায় কৰোঁতাৰ আৱশ্যক নাই; আৰু (হে মহম্মদ,) তেওঁৰ মহিমাৰ ঘোষণা কৰাঁ, যি মহিমাৰ তেওঁ যোগ্য।

سُوْرَةُ الْكَهْفِ مَكِّيَّةٌ (١٨) اٰيَاتُهَا ١١٠ رُكُوْعَاتُهَا ١٢

চুৰা ১৮ AL-KAHF

## আল্-কহ্ফ্ ঃ গুহা মক্কাত অৱতীর্ণ

১) পৰম কৰুণাময়, পৰম দানশীল আল্লাৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ﴿١﴾

২) সকলো প্ৰশংসাৰ গৰাকী সেই আল্লা, যিজনে নিজ ভৃত্যৰ প্ৰতি এই গ্ৰন্থখন (কোৰ্-আন) অৱতীৰ্ণ কৰিছে, আৰু তেওঁ তাত কোনো প্ৰকাৰ ভাঁজ ৰখা নাই ;—

اَلْحَمْدُ لِلّٰهِ الَّذِيْٓ اَنْزَلَ عَلٰى عَبْدِهِ الْكِتٰبَ وَلَمْ يَجْعَلْ لَّهٗ عِوَجًا ﴿٢﴾

৩) (সেই গ্ৰন্থ) সমূলি সোজা,— যাতে ই তেওঁৰ কাষৰ পৰা আহিব লগা কঠোৰ শাস্তি সম্বন্ধে (অন্যায়কাৰীবিলাকক) সাৱধান কৰি দিয়ে, আৰু যি বিশ্বাসীসকলে সজ কাম কৰে তেওঁলোকৰ নিমিত্তে যে উৎকৃষ্ট প্ৰতিদান আছে তাৰে তেওঁলোকক শুভ-সংবাদ প্ৰদান কৰে ;

قَيِّمًا لِّيُنْذِرَ بَاْسًا شَدِيْدًا مِّنْ لَّدُنْهُ وَيُبَشِّرَ الْمُؤْمِنِيْنَ الَّذِيْنَ يَعْمَلُوْنَ الصّٰلِحٰتِ اَنَّ لَهُمْ اَجْرًا حَسَنًا ﴿٣﴾

৪) সেই (অপূৰ্ব্ব সুখৰ) মাজতে তেওঁলোক চিৰকাল বিৰাজ কৰিব ;

مَّاكِثِيْنَ فِيْهِ اَبَدًا ﴿٤﴾

৫) আৰু (যাতে) এই কোৰ্-আনে সেইবিলাকক সাৱধান কৰি দিয়ে যিবিলাকে কয়, আল্লাই এজন পুত্ৰ গ্ৰহণ কৰিছে।

وَّيُنْذِرَ الَّذِيْنَ قَالُوا اتَّخَذَ اللّٰهُ وَلَدًا ﴿٥﴾

৬) এই বিষয়ে সিহঁতৰ অকণো জ্ঞান নাই, আৰু সিহঁতৰ পিতৃপুৰুষবিলাকৰো (একো জ্ঞান) নাছিল; সিহঁতৰ মুখবোৰৰ পৰা ওলাইছে কি গুৰুতৰ কথা! সিহঁতে যি কয় সি একেবাৰেই অসত্য।

مَا لَهُمْ بِهٖ مِنْ عِلْمٍ وَّلَا لِاٰبَآئِهِمْ ۭ كَبُرَتْ كَلِمَةً تَخْرُجُ مِنْ اَفْوَاهِهِمْ ۭ اِنْ يَّقُوْلُوْنَ اِلَّا كَذِبًا ﴿٦﴾

৭) যিহেতু সিহঁতে আল্লাৰ বাণীত বিশ্বাস নকৰে অথচ উপদেশ দিবলৈ সিহঁতৰ পদে পদে তুমি গৈ থাকা ; অতি সম্ভৱ তুমি মনৰ বেজাৰত নিজৰ প্ৰাণ হেৰুৱাবা।

فَلَعَلَّكَ بَاخِعٌ نَّفْسَكَ عَلٰٓى اٰثَارِهِمْ اِنْ لَّمْ يُؤْمِنُوْا بِهٰذَا الْحَدِيْثِ اَسَفًا ﴿٧﴾

৮) পৃথিৱীৰ ওপৰত যি আছে সকলো নিশ্চয় আমি সৃজন কৰিছোঁ তাৰে শোভাৰূপে, যাতে আমি

اِنَّا جَعَلْنَا مَا عَلَى الْاَرْضِ زِيْنَةً لَّهَا لِنَبْلُوَهُمْ

أَيُّهُمْ أَحْسَنُ عَمَلًا ﴿٨﴾

সিহঁতৰ পৰীক্ষা লব পাৰোঁ, সিহঁতৰ মাজত কাৰ কাৰ্য্য সৰ্ব্বশ্ৰেষ্ঠ।

وَإِنَّا لَجَاعِلُونَ مَا عَلَيْهَا صَعِيدًا جُرُزًا ﴿٩﴾

৯) আৰু যি তাৰ (পৃথিৱীৰ) ওপৰত আছে তাক আমি নিশ্চয় শুকান ধূলিত পৰিণত কৰি পৃথিৱীক সমতল ভূমি কৰিম।

أَمْ حَسِبْتَ أَنَّ أَصْحَابَ الْكَهْفِ وَالرَّقِيمِ كَانُوا
مِنْ آيَاتِنَا عَجَبًا ﴿١٠﴾

১০) গুহা আৰু লিপিৰ অধিবাসীবিলাক আমাৰ নিদৰ্শনসমূহৰ এটা আঁচৰিত নিদৰ্শন আছিল বুলি তুমি (হে মহম্মদ,) ভাবিছা নে ?

إِذْ أَوَى الْفِتْيَةُ إِلَى الْكَهْفِ فَقَالُوا رَبَّنَا آتِنَا
مِنْ لَدُنْكَ رَحْمَةً وَهَيِّئْ لَنَا مِنْ أَمْرِنَا رَشَدًا ﴿١١﴾

১১) যেতিয়া যুৱকে কেইজনে আশ্ৰয় লবলৈ গুহাৰ ভিতৰত সোমাইছিল সিহঁতে (আগতে) এইদৰে প্ৰাৰ্থনা কৰিছিল,—হে আমাৰ প্ৰভু, তুমি আমাক করুণা দান কৰাঁ, নিজ সন্নিধানৰ পৰা, আৰু আমি যেন নিজৰ কাৰ্য্য ভালকৈ সম্পন্ন কৰিব পাৰোঁ তাৰে সজ উপায় আমাক প্ৰদৰ্শন কৰাঁ।

فَضَرَبْنَا عَلَىٰ آذَانِهِمْ فِي الْكَهْفِ سِنِينَ عَدَدًا ﴿١٢﴾

১২) পিছত সিহঁতে বাহিৰৰ শব্দ শুনিব নোপোৱাকৈ সেই গুহাৰ ভিতৰতে কেইবা বছৰলৈকে আমি সিহঁতক আবদ্ধ ৰাখিছিলোঁ।

ثُمَّ بَعَثْنَاهُمْ لِنَعْلَمَ أَيُّ الْحِزْبَيْنِ أَحْصَىٰ لِمَا
لَبِثُوا أَمَدًا ﴿١٣﴾ ع

১৩) কালক্ৰমে সিহঁতক আমি উত্থাপন কৰিলোঁ, যাতে (সেই গুহাৰ ভিতৰত) সিহঁতৰ অৱস্থিতি সম্বন্ধে দুই দলৰ মাজত কোন দলৰ অনুমান ঠিক সেই বিষয়ে আমি পৰীক্ষা লওঁ।

نَحْنُ نَقُصُّ عَلَيْكَ نَبَأَهُمْ بِالْحَقِّ إِنَّهُمْ فِتْيَةٌ
آمَنُوا بِرَبِّهِمْ وَزِدْنَاهُمْ هُدًى ﴿١٤﴾

১৪) সিহঁতৰ ইতিবৃত্ত আমি তোমাৰ আগত (হে ৰছুল,) সত্যৰে সৈতে বৰ্ণনা কৰিছোঁ। বাস্তৱতে সিহঁত আছিল যুৱক ; সিহঁতে নিজ প্ৰতিপালকত বিশ্বাস স্থাপন কৰিছিল, আৰু আমি সিহঁতক সুপথ বেছিকৈ প্ৰদৰ্শন কৰিছিলোঁ।

وَرَبَطْنَا عَلَىٰ قُلُوبِهِمْ إِذْ قَامُوا فَقَالُوا رَبُّنَا رَبُّ

১৫) আৰু সিহঁতৰ অন্তৰসমূহত আমি শক্তিৰ

السَّمٰوٰتِ وَالْاَرْضِ لَنْ نَّدْعُوَاۡ مِنْ دُوْنِهٖۤ اِلٰهًا
لَّقَدْ قُلْنَاۤ اِذًا شَطَطًا ﴿١٥﴾

সঞ্চাৰ কৰিছিলোঁ, যেতিয়া সিহঁত (সত্যৰ ওপৰত) থিয় দিলে সিহঁতে ইয়াকে কৈছিল, আকাশমণ্ডলী আৰু পৃথিৱীৰ প্ৰতিপালকেই আমাৰ প্ৰতিপালক ; তেওঁত ভিন্ন আমি কেতিয়াও অইন উপাস্যক আহ্বান নকৰোঁ ; (তেনে কৰিলে) আমাৰ পক্ষে নিশ্চয় গুৰুতৰ কথা কোৱা হ'ব।

هٰۤؤُلَاۤءِ قَوْمُنَا اتَّخَذُوْا مِنْ دُوْنِهٖۤ اٰلِهَةً ؕ لَوْ لَا
يَاْتُوْنَ عَلَيْهِمْ بِسُلْطٰنٍۭ بَيِّنٍ ؕ فَمَنْ اَظْلَمُ مِمَّنِ
افْتَرٰى عَلَى اللّٰهِ كَذِبًا ؕ ﴿١٦﴾

১৬) সেইবিলাক আমাৰ জাতিৰে মানুহ যিবিলাকে তেওঁত ভিন্ন কেতবোৰ অইন উপাস্য গ্ৰহণ কৰিছে। সিহঁতে কিয় সন্দেহহীন প্ৰমাণ আনি সেই উপাস্য বোৰৰ সমৰ্থন নকৰে? গতিকে যি আল্লাৰ বিৰুদ্ধে মিছা সাজে তাতোকৈ অধিক অন্যায়কাৰী কোন হ'ব পাৰে?

وَاِذِ اعْتَزَلْتُمُوْهُمْ وَمَا يَعْبُدُوْنَ اِلَّا اللّٰهَ فَاْوٗۤا
اِلَى الْكَهْفِ يَنْشُرْ لَكُمْ رَبُّكُمْ مِّنْ رَّحْمَتِهٖ وَيُهَيِّئْ
لَكُمْ مِّنْ اَمْرِكُمْ مِّرْفَقًا ﴿١٧﴾

১৭) আৰু যিহেতু তোমালোকে সিহঁতৰ পৰা আৰু সেইবিলাকৰ পৰা আঁতৰ হৈছা যিবিলাকক আল্লাক এৰি সিহঁতে উপাসনা কৰে, তোমালোকে গুহাৰ ভিতৰত সোমাই গৈ আশ্ৰয় গ্ৰহণ কৰাঁ ; তোমালোকৰ প্ৰতি তোমালোকৰ প্ৰভুৱে নিজ কৰুণা বিস্তৃত কৰিব, আৰু তেওঁ তোমালোকৰ নিমিত্তে এনে উপায় উলিয়াব যাৰ দ্বাৰা তোমালোকে নিজৰ কাৰ্য্য সহজে সমাধা কৰিব পাৰিবা।

وَتَرَى الشَّمْسَ اِذَا طَلَعَتْ تَّزٰوَرُ عَنْ كَهْفِهِمْ
ذَاتَ الْيَمِيْنِ وَاِذَا غَرَبَتْ تَّقْرِضُهُمْ ذَاتَ
الشِّمَالِ وَهُمْ فِيْ فَجْوَةٍ مِّنْهُ ؕ ذٰلِكَ مِنْ اٰيٰتِ
اللّٰهِ ؕ مَنْ يَّهْدِ اللّٰهُ فَهُوَ الْمُهْتَدِ ۚ وَمَنْ يُّضْلِلْ فَلَنْ
ع تَجِدَ لَهٗ وَلِيًّا مُّرْشِدًا ﴿١٨﴾

১৮) আৰু (সেই ঠাইত) তুমি দেখিবলৈ পাবা, যেতিয়া বেলি ওলায় সিহঁতৰ গুহাৰ সোঁ-ফালেদি বাট ধৰে, আৰু যেতিয়া বেলি মাৰ যায়, সিহঁতৰ বাঁওফালে নামি যায় ; আৰু তাৰে ভিতৰত অৱস্থান কৰিবলৈ সিহঁতে এডোখৰ মুকলি ঠাই বাচি লৈছিল। আল্লাৰ নিদৰ্শনসমূহৰ মাজৰ ই এটা নিদৰ্শন ; যাক আল্লাই পথ-প্ৰদৰ্শন কৰে সিয়ে সুপথ-প্ৰাপ্ত, আৰু যাক আল্লাই বিপথে যাবলৈ দিয়ে তাৰ নিমিত্তে তুমি এনেজন বন্ধু কেতিয়াও নোপোৱা যি তাক সজ বাটেদি লৈ যাব পাৰে।

وَتَحْسَبُهُمْ أَيْقَاظًا وَهُمْ رُقُودٌ ۖ وَنُقَلِّبُهُمْ
ذَاتَ الْيَمِينِ وَذَاتَ الشِّمَالِ ۖ وَكَلْبُهُم بَاسِطٌ
ذِرَاعَيْهِ بِالْوَصِيدِ ۚ لَوِ اطَّلَعْتَ عَلَيْهِمْ لَوَلَّيْتَ مِنْهُمْ
فِرَارًا وَلَمُلِئْتَ مِنْهُمْ رُعْبًا ﴿١٩﴾

১৯) আৰু সিহঁত জাগ্ৰত আছিল বুলি তুমি অনুমান কৰিছা, অথচ সিহঁত নিদ্ৰিত অৱস্থাত আছিল; আৰু আমি সিহঁতক সোঁফালে আৰু বাওঁফালে কাষ সলাবলৈ দিছিলোঁ। আৰু (গুহাৰ) মুখতে সিহঁতৰ কুকুৰটো তাৰ তাৰ আগ ঠেং দুটা মেলি বহি আছিল। সিহঁতৰ কি অৱস্থা তুমি জোপ লৈ দেখা হলে, নিশ্চয় সিহঁতৰ কাষৰ পৰা পলাই গলাহেঁতেন, আৰু সিহঁতক দেখি নিশ্চয় তুমি ভয়েতে বিহ্বল হলাহেঁতেন।

وَكَذَٰلِكَ بَعَثْنَاهُمْ لِيَتَسَاءَلُوا بَيْنَهُمْ ۚ قَالَ قَائِلٌ
مِّنْهُمْ كَمْ لَبِثْتُمْ ۖ قَالُوا لَبِثْنَا يَوْمًا أَوْ بَعْضَ يَوْمٍ ۚ
قَالُوا رَبُّكُمْ أَعْلَمُ بِمَا لَبِثْتُمْ فَابْعَثُوا أَحَدَكُم
بِوَرِقِكُمْ هَٰذِهِ إِلَى الْمَدِينَةِ فَلْيَنظُرْ أَيُّهَا أَزْكَىٰ
طَعَامًا فَلْيَأْتِكُم بِرِزْقٍ مِّنْهُ وَلْيَتَلَطَّفْ
وَلَا يُشْعِرَنَّ بِكُمْ أَحَدًا ﴿٢٠﴾

نصف القرآن باعتبار حروف

২০) আৰু কালক্ৰমে আমি সিহঁতৰ উত্থান কৰিছিলোঁ; তাৰ ফলত সিহঁতৰ মাজতে ইজনে সিজনক সোধ-পোছ কৰিব ধৰিলে। সিহঁতৰ মাজৰ প্ৰশ্ন কৰোঁতা এজনে প্ৰশ্ন কৰিলে, (এই গুহাৰ ভিতৰত) তোমালোকে কত কাল অৱস্থান কৰিলা? সিহঁতে কলে, (আমি জনাত) আমি অৱস্থান কৰিলোঁ মাত্ৰ এদিন, নাইবা এদিনৰো এভাগ। আন কেইজন মনে কলে, কিমান দিন (গুহাত) তোমালোক থাকিলা তোমালোকৰ প্ৰতিপালকেহে ভালকৈ জানে। (এই বিষয়ে অযথা তৰ্ক নকৰি) এতিয়া তোমালোকৰ এজনক এই মুদ্ৰা দি নগৰলৈ যাবলৈ দিয়াঁ, যাতে সেইজনে তালৈ গৈ ক'ত বিশুদ্ধ খাদ্য পোৱা যায় চাই মেলি তাৰে কিছু পৰিমাণ তোমালোকৰ কাৰণে কিনি আনে; আৰু সাৱধান! সেইজনে যেন (নগৰৰ সকলোৰে প্ৰতি) ভাল ব্যৱহাৰ কৰে, কিন্তু এজনকো যেন তোমালোকৰ বিষয়ে একোকে জানিব নিদিয়ে।

إِنَّهُمْ إِن يَظْهَرُوا عَلَيْكُمْ يَرْجُمُوكُمْ أَوْ يُعِيدُوكُمْ
فِي مِلَّتِهِمْ وَلَن تُفْلِحُوا إِذًا أَبَدًا ﴿٢١﴾

২১) যদি সিহঁতে তোমালোকৰ সন্দেশ পায় সিহঁতে শিল দলিয়াই তোমালোকক বধ কৰিব, নাইবা সিহঁতৰ ধৰ্ম্মলৈ উলটি যাবলৈ তোমালোকক বাধ্য কৰিব; এয়ে যদি হয় কেতিয়াও তোমালোক সফলকাম হ'ব নোৱাৰা।

وَكَذٰلِكَ اَعْثَرْنَا عَلَيْهِمْ لِيَعْلَمُوْٓا اَنَّ وَعْدَ اللّٰهِ
حَقٌّ وَّاَنَّ السَّاعَةَ لَا رَيْبَ فِيْهَا ۚ اِذْ يَتَنَازَعُوْنَ
بَيْنَهُمْ اَمْرَهُمْ فَقَالُوا ابْنُوْا عَلَيْهِمْ بُنْيَانًا ۗ رَبُّهُمْ
اَعْلَمُ بِهِمْ ۗ قَالَ الَّذِيْنَ غَلَبُوْا عَلٰٓى اَمْرِهِمْ لَنَتَّخِذَنَّ
عَلَيْهِمْ مَّسْجِدًا ﴿٢١﴾

২২) আৰু কালক্ৰমে এয়ে হ'ল যে আমি সিহঁতৰ কথা প্ৰকাশ কৰিলোঁ; ইয়াৰ ফলত সিহঁতে যেন জানিব পাৰে যে আল্লাৰ প্ৰতিশ্ৰুতি সত্য আৰু নিৰ্দ্দিষ্ট সময় অহা সম্বন্ধে একো সন্দেহ নাই। গুহাবাসীবিলাকৰ বিষয়ে যেতিয়া সিহঁতে পৰস্পৰ তৰ্ক-বিতৰ্ক কৰিব ধৰিলে, জনচেৰেকে এই অভিমত প্ৰকাশ কৰিলে, সিহঁতৰ (সমাধিৰ) ওপৰত এটা স্মৃতি-স্তম্ভ সাজা। সিহঁতৰ (প্ৰকৃত অৱস্থা) সম্বন্ধে সকলো কথা সিহঁতৰ প্ৰভুৱেহে জানে। সিহঁতৰ বিষয়ে যিবিলাকৰ মত গ্ৰহণীয় হ'ল সেইবিলাকে কলে, সিহঁতৰ (সমাধিৰ) ওপৰত আমি নিশ্চয় এটি উপাসনালয় সাজিম।

سَيَقُوْلُوْنَ ثَلٰثَةٌ رَّابِعُهُمْ كَلْبُهُمْ ۚ وَيَقُوْلُوْنَ
خَمْسَةٌ سَادِسُهُمْ كَلْبُهُمْ رَجْمًا ۢ بِالْغَيْبِ ۚ وَ
يَقُوْلُوْنَ سَبْعَةٌ وَّثَامِنُهُمْ كَلْبُهُمْ ۗ قُلْ رَّبِّيْٓ اَعْلَمُ
بِعِدَّتِهِمْ مَّا يَعْلَمُهُمْ اِلَّا قَلِيْلٌ ۗ فَلَا تُمَارِ
فِيْهِمْ اِلَّا مِرَآءً ظَاهِرًا ۖ وَّلَا تَسْتَفْتِ فِيْهِمْ
مِّنْهُمْ اَحَدًا ﴿٢٢﴾ ع

২৩) (সিহঁতৰ সংখ্যাৰ বিষয়ে নানা মানুহে নানা কথা কব); কিছুমানে কব, সিহঁত আছিল তিনিজন, সিহঁতৰ চতুৰ্থ আছিল সিহঁতৰ কুকুৰটো: আৰু আন কিছুমানে কব, সিহঁত আছিল পাঁচজন, সিহঁতৰ কুকুৰটো আছিল সিহঁতৰ মাজত ষষ্ঠ; এইবিলাক হৈছে নেদেখা বস্তু সম্বন্ধে অনুমান মাথোন। আৰু কিছুমান এনে মানুহো আছে যিবিলাকে কয়, সিহঁত আছিল সাতজনহে, আৰু সিহঁতৰ মাজৰ অষ্টম আছিল সিহঁতৰ কুকুৰটো। (হে মহম্মদ,) তুমি কোৱাঁ, সিহঁতৰ সংখ্যা মোৰ প্ৰভুৱেহে সঠিককৈ জানে; অল্পসংখ্যক কিছুমানৰ বাহিৰে কেও সিহঁতৰ সম্বন্ধে (প্ৰকৃত কথা) নাজানে; গতিকে সিহঁতৰ বিষয়ে যি প্ৰকাশ্য তাৰ বাহিৰে তুমি তৰ্ক নকৰিবা, আৰু সিহঁতৰ বিষয়ে সিহঁতৰ দলৰ এজনকো প্ৰশ্ন নকৰিবা।

وَلَا تَقُوْلَنَّ لِشَايْءٍ اِنِّيْ فَاعِلٌ ذٰلِكَ غَدًا ﴿٢٣﴾

২৪) আৰু কোনো কামৰ বিষয়ে এইদৰে (ডাঠিকৈ) নক'বা, কাইলৈ মই নিশ্চয়েই কামটো সমাপন কৰিম;

২৫) কিন্তু (ক'বা,) আল্লাই যদি ইচ্ছা কৰে৷ আৰু যদি তাকে কৰিবলৈ পাহৰি যোৱা আল্লাক স্মৰণ কৰি এই দৰে ক'বা, হ'ব পাৰে আল্লাই মোক এনে সুপথেদি লৈ যাব যি ইয়াতোকৈ বেছি ওচৰ৷

إِلَّآ أَن يَشَآءَ ٱللَّهُ ۚ وَٱذْكُر رَّبَّكَ إِذَا نَسِيتَ وَقُلْ عَسَىٰٓ أَن يَهْدِيَنِ رَبِّى لِأَقْرَبَ مِنْ هَٰذَا رَشَدًا ﴿٢٤﴾

২৬) আৰু (কিছুমানে ভাবে) সিহঁত নিজ গুহাৰ ভিতৰত বাস কৰিছিল তিনি শ বছৰ, আৰু আন কিছুমানে তাতে আৰু ন বছৰ বৃদ্ধি কৰে৷

وَلَبِثُوا۟ فِى كَهْفِهِمْ ثَلَٰثَ مِا۟ئَةٍ سِنِينَ وَٱزْدَادُوا۟ تِسْعًا ﴿٢٥﴾

২৭) তুমি কোৱাঁ, সিহঁত কিমান দিন (তাত) অৱস্থান কৰিছিল আল্লাইহে সঠিককৈ জানে; আকাশমণ্ডলী আৰু পৃথিৱীত যি অদৃশ্য তেওঁৰ অগোচৰ নহয়, তেওঁৰ দৃষ্টিশক্তি আৰু শ্ৰৱণশক্তি কি অপৰূপ৷ তেওঁত ভিন্ন তেওঁলোকৰ কেও সহায় কৰোঁতা নাই; আৰু তেওঁ নিজ নিয়ন্ত্ৰণ কাৰ্য্যত কাকো অংশীৰূপে গ্ৰহণ নকৰে৷

قُلِ ٱللَّهُ أَعْلَمُ بِمَا لَبِثُوا۟ ۖ لَهُۥ غَيْبُ ٱلسَّمَٰوَٰتِ وَٱلْأَرْضِ ۖ أَبْصِرْ بِهِۦ وَأَسْمِعْ ۚ مَا لَهُم مِّن دُونِهِۦ مِن وَلِىٍّ وَلَا يُشْرِكُ فِى حُكْمِهِۦٓ أَحَدًا ﴿٢٦﴾

২৮) আৰু (হে ৰচুল,) তোমাৰ প্ৰতি যি প্ৰত্যাদেশ কৰা হৈছে তোমাৰ প্ৰভুৰে (অৱতীৰ্ণ কৰা) গ্ৰন্থৰ পৰা পাঠ কৰাঁ; তেওঁৰ বাণীসমূহ পৰিবৰ্ত্তন কৰিব পাৰে এনে কেও নাই; আৰু নিশ্চয় তেওঁত ভিন্ন কোনো নাই যাৰ ওচৰত তুমি আশ্ৰয় লব পাৰা৷

وَٱتْلُ مَآ أُوحِىَ إِلَيْكَ مِن كِتَابِ رَبِّكَ ۖ لَا مُبَدِّلَ لِكَلِمَٰتِهِۦ وَلَن تَجِدَ مِن دُونِهِۦ مُلْتَحَدًا ﴿٢٧﴾

২৯) আৰু যিসকলে নিজ প্ৰভুৰ সন্তুষ্টি লভিবৰ আগ্ৰহ কৰি পুৱা আৰু সন্ধিয়া তেওঁক আহবান কৰি থাকে তুমি সেইসকলৰ সংসৰ্গ ৰাখি আত্ম-সংযম কৰিবা, আৰু পাৰ্থিৱ জীৱনৰ শোভাৰ আকাঙ্ক্ষা কৰি সেইসকলৰ পৰা নিজৰ দুই চকু ঘূৰাই নলবা; আৰু এনেজনৰ কথা নুশুনিবা যিজনৰ অন্তৰ আমাক স্মৰণ কৰিবলৈ আমি অমনোযোগী কৰিছোঁ, আৰু যি নিজৰ নিকৃষ্ট বাঞ্ছাৰ অনুসৰণ কৰে, যাৰ কাৰ্য্যই হৈছে সীমা লঙ্ঘন কৰা৷

وَٱصْبِرْ نَفْسَكَ مَعَ ٱلَّذِينَ يَدْعُونَ رَبَّهُم بِٱلْغَدَوٰةِ وَٱلْعَشِىِّ يُرِيدُونَ وَجْهَهُۥ ۖ وَلَا تَعْدُ عَيْنَاكَ عَنْهُمْ تُرِيدُ زِينَةَ ٱلْحَيَوٰةِ ٱلدُّنْيَا ۖ وَلَا تُطِعْ مَنْ أَغْفَلْنَا قَلْبَهُۥ عَن ذِكْرِنَا وَٱتَّبَعَ هَوَىٰهُ وَكَانَ أَمْرُهُۥ فُرُطًا ﴿٢٨﴾

৩০) আৰু তুমি কোৱাঁ, এই পূৰ্ণ সত্য (কোৰ্‌-আন-বাণী) আহিছে তোমালোকৰ প্ৰভুৰ পৰা ; সুতৰাং বিশ্বাস কৰিবৰ ইচ্ছা যাৰ সি ইয়াত বিশ্বাস কৰক, আৰু যি অবিশ্বাস কৰিবলৈ ইচ্ছা কৰে সি অবিশ্বাস কৰক। বাস্তৱিকতে অন্যায়-কাৰীবিলাকৰ কাৰণে আমি এনে অগ্নি প্ৰস্তুত কৰি ৰাখিছোঁ যাৰ (জ্বলন্ত) আবৰণে সিহঁতক আগুৰি ধৰিব; আৰু যেতিয়া সিহঁতে পানীৰ কাৰণে আৰ্ত্তনাদ কৰিব সিহঁতক এনে পানী পিবলৈ দিয়া হ'ব যি তপত গলোৱা পিতলৰ সদৃশ, যি (সিহঁতৰ) মুখবোৰ দাহ কৰিব ; সেই পানী পিবলৈ কি নিকৃষ্ট ! আৰু (নৰক) বিশ্ৰামৰ কেনে জঘন্য ঠাই !

وَقُلِ الْحَقُّ مِن رَّبِّكُمْ فَمَن شَاءَ فَلْيُؤْمِن وَمَن شَاءَ فَلْيَكْفُرْ إِنَّا أَعْتَدْنَا لِلظَّالِمِينَ نَارًا أَحَاطَ بِهِمْ سُرَادِقُهَا وَإِن يَسْتَغِيثُوا يُغَاثُوا بِمَاءٍ كَالْمُهْلِ يَشْوِي الْوُجُوهَ بِئْسَ الشَّرَابُ وَسَاءَتْ مُرْتَفَقًا ﴿٣٠﴾

৩১) যিসকলে বিশ্বাস স্থাপন কৰিছে আৰু সজ কাম কৰি আছে, ইয়াত একো সন্দেহ নাই সেইসকলে কৰা উৎকৃষ্ট কাৰ্য্যৰ প্ৰতিদান আমি কেতিয়াও ব্যৰ্থ নকৰোঁ।

إِنَّ الَّذِينَ آمَنُوا وَعَمِلُوا الصَّالِحَاتِ إِنَّا لَا نُضِيعُ أَجْرَ مَنْ أَحْسَنَ عَمَلًا ﴿٣١﴾

৩২) সেইসকলৰ নিমিত্তে থাকিব এনে চিৰন্তন উদ্যানসমূহ যাৰ তলেদি জুৰিবিলাক বৈ যায়, আৰু তাত তেওঁলোকক সোণৰ বালাৰ অলঙ্কাৰ পিন্ধোৱা হ'ব, আৰু তেওঁলোকে পিন্ধিবলৈ পাব সূক্ষ্ম ৰেচমৰ আৰু বন কৰা কিংখাপৰ সেউজীয়া পৰিধান ; তাতে তেওঁলোকে ওখ আসনসমূহত কাতি হব ; (তেওঁলোকৰ) কি উত্তম প্ৰতিদান! আৰু জিৰণিৰ উৎকৃষ্ট স্থান !

أُولَٰئِكَ لَهُمْ جَنَّاتُ عَدْنٍ تَجْرِي مِن تَحْتِهِمُ الْأَنْهَارُ يُحَلَّوْنَ فِيهَا مِنْ أَسَاوِرَ مِن ذَهَبٍ وَيَلْبَسُونَ ثِيَابًا خُضْرًا مِّن سُندُسٍ وَإِسْتَبْرَقٍ مُّتَّكِئِينَ فِيهَا عَلَى الْأَرَائِكِ نِعْمَ الثَّوَابُ وَحَسُنَتْ مُرْتَفَقًا ﴿٣٢﴾

৩৩) আৰু সিহঁতৰ আগত দুজন মানুহৰ উপমা তুমি বৰ্ণনা কৰাঁ ; সেই দুজনৰ এজনক আমি আঙুৰৰ দুখন উদ্যান সাজি দিছিলোঁ ; আৰু সেই উদ্যান দুখনক কেওফালে খাজুৰ গছ লগাই বেৰি থৈছিলোঁ ; আৰু দুইখন উদ্যানৰ মাজত থকা ঠাই ডোখৰত শস্য উৎপন্ন কৰিছিলোঁ

وَاضْرِبْ لَهُم مَّثَلًا رَّجُلَيْنِ جَعَلْنَا لِأَحَدِهِمَا جَنَّتَيْنِ مِنْ أَعْنَابٍ وَحَفَفْنَاهُمَا بِنَخْلٍ وَجَعَلْنَا بَيْنَهُمَا زَرْعًا ﴿٣٣﴾

كِلْتَا الْجَنَّتَيْنِ اٰتَتْ اُكُلَهَا وَلَمْ تَظْلِمْ مِّنْهُ شَيْـًٔا وَّفَجَّرْنَا خِلٰلَهُمَا نَهَرًا ﴿٣٣﴾

৩৪) (সময়ত) সেই উদ্যান দুখন ফলেৰে পৰিপূৰ্ণ হ'ল, আৰু তাৰ উৎপাদন অলপো কম হোৱা নাছিল; আৰু আমি জুৰি এখন বোৱাই নিছিলোঁ দুই উদ্যানৰ মাজেদি।

وَّكَانَ لَهٗ ثَمَرٌ فَقَالَ لِصَاحِبِهٖ وَهُوَ يُحَاوِرُهٗٓ اَنَا اَكْثَرُ مِنْكَ مَالًا وَّاَعَزُّ نَفَرًا ﴿٣٤﴾

৩৫) (উদ্যানৰ) গৰাকীৰ নিমিত্তে প্ৰচুৰ ফল উৎপন্ন হ'ল। পিছত সি (এদিন) কথা প্ৰসঙ্গত নিজ সঙ্গীক ক'লে, তোমাৰ তুলনাত মোৰ ধন-সম্পত্তি বেছি, আৰু দল হিচাপেও মই তোমাতকৈ অধিক শক্তিমান।

وَدَخَلَ جَنَّتَهٗ وَهُوَ ظَالِمٌ لِّنَفْسِهٖ قَالَ مَآ اَظُنُّ اَنْ تَبِيْدَ هٰذِهٖٓ اَبَدًا ﴿٣٥﴾

৩৬) আৰু সি নিজৰ উদ্যানৰ ভিতৰত প্ৰৱেশ কৰিলে, আৰু নিজ আত্মাৰ প্ৰতি অন্যায় কৰি ক'লে, এনেখন (সুন্দৰ) উদ্যান যে কেতিয়াবা বিনষ্ট হ'ব মই ভাবিবকে নোৱাৰোঁ।

وَّمَآ اَظُنُّ السَّاعَةَ قَآئِمَةً وَّلَئِنْ رُّدِدْتُّ اِلٰى رَبِّيْ لَاَجِدَنَّ خَيْرًا مِّنْهَا مُنْقَلَبًا ﴿٣٦﴾

৩৭) আৰু নিৰ্দ্দিষ্ট সময় যে আহিব লাগিছে তাৰো ধাৰণা মই নকৰোঁ; কিয়নো যদি এয়ে ঘটে যে মোক নিজ প্ৰভুৰ ফালে ওভতাই নিয়া হয়, অহা জীৱনত মই নিশ্চয় প্ৰত্যাবৰ্ত্তনৰ ইয়াতোকৈ উত্তম স্থান লাভ কৰিম।

قَالَ لَهٗ صَاحِبُهٗ وَهُوَ يُحَاوِرُهٗٓ اَكَفَرْتَ بِالَّذِيْ خَلَقَكَ مِنْ تُرَابٍ ثُمَّ مِنْ نُّطْفَةٍ ثُمَّ سَوّٰىكَ رَجُلًا ﴿٣٧﴾

৩৮) তাৰ সৈতে কথা পাতোঁতে তাৰ সঙ্গীজনে তাক ক'লে, কি! তুমি সেইজনত অবিশ্বাস কৰিছা নে যিজনে তোমাক সৃষ্টি কৰিলে মাটিৰ পৰা, পিছত শুক্ৰৰ পৰা, তাৰ পিছত তোমাক মানৱৰ পূৰ্ণ ৰূপ দান কৰিলে?

لٰكِنَّا۠ هُوَ اللّٰهُ رَبِّيْ وَلَآ اُشْرِكُ بِرَبِّيْٓ اَحَدًا ﴿٣٨﴾

৩৯) কিন্তু মোৰ বিশ্বাস কি; তেৱেঁই মোৰ প্ৰভু আল্লা, আৰু মই আইন কাকো মোৰ প্ৰভুৰ সমান কৰি উপাস্য নাপাতোঁ।

وَلَوْلَآ اِذْ دَخَلْتَ جَنَّتَكَ قُلْتَ مَا شَآءَ اللّٰهُ

৪০) আৰু নিজৰ উদ্যানৰ ভিতৰত সোমাওঁতে তুমি এই আষাৰ কথা কোৱা নাছিলা—আল্লাৰ

لَا قُوَّةَ إِلَّا بِاللّٰهِ ۚ إِنْ تَرَنِ أَنَا أَقَلَّ مِنْكَ مَالًا وَّوَلَدًا ﴿٣٩﴾

ইচ্ছাহে পূৰ্ণ হয়, সকলো শক্তি আল্লাৰেই। সম্পত্তিত আৰু সন্তান সন্ততিত যদিও তুমি মোক নিজতকৈ তাকৰীয়া দেখিছা।

فَعَسٰى رَبِّيْٓ أَنْ يُّؤْتِيَنِ خَيْرًا مِّنْ جَنَّتِكَ وَيُرْسِلَ عَلَيْهَا حُسْبَانًا مِّنَ السَّمَآءِ فَتُصْبِحَ صَعِيْدًا زَلَقًا ﴿٤٠﴾

৪১) কিন্তু হ'ব পাৰে মোক মোৰ প্ৰভুৱে যি দান কৰিব সি তোমাৰ উদ্যানতকৈ (অনেকগুণে) শ্ৰেষ্ঠতৰ; আৰু সেই উদ্যানৰ ওপৰত আকাশৰ পৰা তেওঁ বজ্ৰ নিক্ষেপ কৰিব, যাৰ ফলত ই ৰাতিপুৱা শস্যহীন সমতল ভূমিত পৰিণত হ'ব।

أَوْ يُصْبِحَ مَآؤُهَا غَوْرًا فَلَنْ تَسْتَطِيْعَ لَهٗ طَلَبًا ﴿٤١﴾

৪২) নাইবা তাৰ পানী (মটিৰ তললৈ গৈ) একেবাৰে শুকাই যাব, আৰু সেই পানী কোনো উপায়ে আকৌ লভিব নোৱাৰা, যিমানেই তুমি তাৰ চেষ্টা কৰা।

وَأُحِيْطَ بِثَمَرِهٖ فَأَصْبَحَ يُقَلِّبُ كَفَّيْهِ عَلٰى مَآ أَنْفَقَ فِيْهَا وَهِيَ خَاوِيَةٌ عَلٰى عُرُوْشِهَا وَيَقُوْلُ يٰلَيْتَنِيْ لَمْ أُشْرِكْ بِرَبِّيْٓ أَحَدًا ﴿٤٢﴾

৪৩) পিছত তাৰ সমগ্ৰ ফলমূল কেওফালৰ পৰা আগুৰি নষ্ট কৰি দিয়া হ'ল; আৰু পুৱা হ'লত সেই উদ্যানৰ ওপৰত যি ধন সি ব্যয় কৰিছিল তাৰ কাৰণে দুখ কৰি সি নিজৰ হাত দুখন মোহাৰিব লাগিলে; আৰু সেই উদ্যান তাৰ চিলিঙিবোৰৰ সৈতে হেৰেপা খাই পৰিছিল; আৰু সি ইয়াকে কৈ দুখ কৰিছিল, হায়, মোৰ প্ৰভুৰ সমান কৰি মই অইনক উপাস্য নপতাহেঁতেন!

وَلَمْ تَكُنْ لَّهٗ فِئَةٌ يَّنْصُرُوْنَهٗ مِنْ دُوْنِ اللّٰهِ وَمَا كَانَ مُنْتَصِرًا ﴿٤٣﴾

৪৪) আৰু আল্লাত ভিন্ন তাক সহায় কৰিবলৈ এটা দলো নুঠিল, আৰু নিজকে ৰক্ষা কৰিবলৈ সি সমৰ্থ নহ'ল।

هُنَالِكَ الْوَلَايَةُ لِلّٰهِ الْحَقِّ ۚ هُوَ خَيْرٌ ثَوَابًا وَّخَيْرٌ عُقْبًا ﴿٤٤﴾ ع

৪৫) ইয়াৰ পৰা প্ৰতিপন্ন হ'ল, ৰক্ষা কৰিবৰ শক্তি এক সত্য আল্লাৰ; (সৎকাৰ্য্যৰ) প্ৰতিদান দিয়াত তেৱেঁই সৰ্ব্বশ্ৰেষ্ঠ আৰু তেওঁৰ হাতত আছে উত্তম সামৰণি।

وَاضْرِبْ لَهُمْ مَّثَلَ الْحَيٰوةِ الدُّنْيَا كَمَآءٍ أَنْزَلْنٰهُ

৪৬) আৰু (হে ৰছুল,) তুমি সিহঁতৰ আগত

مِنَ السَّمَآءِ فَاخْتَلَطَ بِهٖ نَبَاتُ الْاَرْضِ فَاَصْبَحَ
هَشِيْمًا تَذْرُوْهُ الرِّيٰحُ ؕ وَكَانَ اللّٰهُ عَلٰى كُلِّ
شَيْءٍ مُّقْتَدِرًا ﴿٤٥﴾

পাৰ্থিৱ জীৱনৰ উপমা ব্যক্ত কৰাঁ,—ই সেই পানীৰ সদৃশ যি আমি মেঘৰ পৰা নমাই আনো, পিছত তাৰে সৈতে মিহলি হৈ মাটিৰ পৰা নানা প্ৰকাৰ উদ্ভিদ উৎপাদন হয়; সময়ত সেই উদ্ভিদ জৰ-জৰীয়া ঠাল-ঠেঙ্গুলিত পৰিণত হয়; তেতিয়া তাক বতাহে উৰাই নিয়ে। আৰু (মনত ৰাখিবা) আল্লা সকলো বস্তুৰ ওপৰত ক্ষমতাবান।

اَلْمَالُ وَالْبَنُوْنَ زِيْنَةُ الْحَيٰوةِ الدُّنْيَا ۚ وَالْبٰقِيٰتُ
الصّٰلِحٰتُ خَيْرٌ عِنْدَ رَبِّكَ ثَوَابًا وَّخَيْرٌ اَمَلًا ﴿٤٦﴾

৪৭) ধন-সম্পত্তি আৰু সন্তান-সন্ততি পাৰ্থিৱ জীৱনৰ আভৰণ মাথোন; কিন্তু, যিবোৰ সৎকৰ্ম্ম স্থায়ী তোমাৰ প্ৰভুৰ ওচৰত সেইবোৰৰ প্ৰতিদান উৎকৃষ্ট, আৰু সেইবোৰেই উত্তম আশা স্বৰূপ।

وَيَوْمَ نُسَيِّرُ الْجِبَالَ وَتَرَى الْاَرْضَ بَارِزَةً ۙ وَّحَشَرْنٰهُمْ
فَلَمْ نُغَادِرْ مِنْهُمْ اَحَدًا ۚ ﴿٤٧﴾

৪৮) আৰু এনে এদিন আহিব যিদিনা আমি পৰ্ব্বতবিলাকক গতিশীল কৰিম, আৰু পৃথিৱীক তুমি দেখিবলৈ পাবা সমতল ভূমিৰূপে; (সেই দিনা) সিহঁতৰ আটাইবিলাককে একেলগ কৰিম, আৰু সিহঁতৰ মাজৰ এজনকো এৰি নথওঁ।

وَعُرِضُوْا عَلٰى رَبِّكَ صَفًّا ؕ لَقَدْ جِئْتُمُوْنَا كَمَا خَلَقْنٰكُمْ
اَوَّلَ مَرَّةٍ ۫ بَلْ زَعَمْتُمْ اَلَّنْ نَّجْعَلَ لَكُمْ مَّوْعِدًا ﴿٤٨﴾

৪৯) আৰু সিহঁতক শাৰী শাৰীকৈ তোমাৰ প্ৰভুৰ সমুখলৈ নিয়া হ'ব। (তেতিয়া আমি এইদৰে কম,) আমি তোমালোকক প্ৰথম বাৰ যিৰূপে সৃজন কৰিছিলোঁ, স্বৰূপতে সেই অনুৰূপ (আজি) তোমালোক মোৰ আগত উপস্থিত হৈছা, অথচ তোমালোকে ভাবিছিলা, আমি নিজে দিয়া প্ৰতিশ্ৰুতি তোমালোকৰ কাৰণে পূৰ্ণ কৰিবলৈ সময় নিৰ্ণয় কৰা নাছিলোঁ।

وَوُضِعَ الْكِتٰبُ فَتَرَى الْمُجْرِمِيْنَ مُشْفِقِيْنَ مِمَّا
فِيْهِ وَيَقُوْلُوْنَ يٰوَيْلَتَنَا مَالِ هٰذَا الْكِتٰبِ لَا يُغَادِرُ
صَغِيْرَةً وَّلَا كَبِيْرَةً اِلَّاۤ اَحْصٰىهَا ۚ وَوَجَدُوْا مَا

৫০) আৰু (সেই দিনা) সিহঁতৰ আগত (সিহঁতৰ) কাৰ্য্যলিপি দাঙি ধৰা হ'ব। তেতিয়া তাৰ ভিতৰৰ লিখনি দেখি অপৰাধীবিলাক কেনেকৈ আতঙ্কিত হ'ব তুমি লক্ষ্য কৰিবা। আৰু সিহঁতে ইয়াকে ক'ব, ধিক আমাৰ প্ৰতি! ই কি অপৰূপ লিপি! সৰু-সুৰা নাইবা ডাঙৰ ই কোনো দোষকে এৰা নাই, বৰং সমগ্ৰ দোষকে সন্নিবিষ্ট কৰিছে। আৰু সিহঁতে যি কাৰ্য্য কৰিছিল তাৰে প্ৰতিৰূপ (নিজৰ আগতে) উপস্থিত পাব। আৰু

عَمِلُوْا حَاضِرًا ۗ وَلَا يَظْلِمُ رَبُّكَ اَحَدًا ۝٤٩

(মনত ৰাখিবা) তোমাৰ প্ৰভুৱে কাৰো প্ৰতি কেতিয়াও অন্যায় নকৰে।

وَاِذْ قُلْنَا لِلْمَلٰٓئِكَةِ اسْجُدُوْا لِاٰدَمَ فَسَجَدُوْٓا اِلَّآ اِبْلِيْسَ ۗ كَانَ مِنَ الْجِنِّ فَفَسَقَ عَنْ اَمْرِ رَبِّهٖ ۗ اَفَتَتَّخِذُوْنَهٗ وَذُرِّيَّتَهٗٓ اَوْلِيَآءَ مِنْ دُوْنِيْ وَهُمْ لَكُمْ عَدُوٌّ ۗ بِئْسَ لِلظّٰلِمِيْنَ بَدَلًا ۝٥٠

(৫১) আৰু যেতিয়া আমি ফিৰিশ্তাবিলাকক আদেশ দিছিলোঁ, তোমালোক আদমৰ বাধ্য হোৱাঁ, তেতিয়া সকলোৱে বাধ্যতা স্বীকাৰ কৰিলে, ইব্লিচৰ বাহিৰে; সি আছিল যিন্‌বিলাকৰ এজন; আৰু সি বিৰোধী হৈ নিজ প্ৰভুৰ আদেশ অমান্য কৰিছিল। তেন্তে কি তোমালোকে মোক এৰি তাক আৰু তাৰ বংশধৰবিলাকক বন্ধুৰূপে গ্ৰহণ কৰিবানে, অথচ (দেখাতেই) সিহঁত তোমালোকৰ শত্ৰু; এনে ধৰণৰ পৰিবৰ্ত্তন অন্যায়কাৰীবিলাকৰ পক্ষে কি অপকৃষ্ট !

مَآ اَشْهَدْتُّهُمْ خَلْقَ السَّمٰوٰتِ وَالْاَرْضِ وَلَا خَلْقَ اَنْفُسِهِمْ ۖ وَمَا كُنْتُ مُتَّخِذَ الْمُضِلِّيْنَ عَضُدًا ۝٥١

(৫২) আকাশমণ্ডলী আৰু পৃথিৱী সৃষ্টি কৰিবৰ সময়ত আৰু নিজ সিহঁতকো সৃজন কৰোঁতে মই সিহঁতক সাক্ষী ৰখা নাই; আৰু ই অসম্ভৱ যে অইনক পথভ্ৰষ্ট কৰোঁতাবিলাকক মোৰ সমৰ্থন-কাৰীৰূপে মই গ্ৰহণ কৰোঁ।

وَيَوْمَ يَقُوْلُ نَادُوْا شُرَكَآءِيَ الَّذِيْنَ زَعَمْتُمْ فَدَعَوْهُمْ فَلَمْ يَسْتَجِيْبُوْا لَهُمْ وَجَعَلْنَا بَيْنَهُمْ مَّوْبِقًا ۝٥٢

(৫৩) আৰু সেই (বিচাৰৰ) দিনা আল্লাই সিহঁতক সম্বোধন কৰি ক'ব এই দৰে,—যিবিলাকক তোমালোকে মোৰ অংশী বুলি জ্ঞান কৰিছিলা (আজি) সিহঁতক আহ্বান কৰি চোৱাঁ। তেতিয়া সিহঁতে সিহঁতক আহ্বান কৰিব; কিন্তু সিহঁতে কোনো প্ৰত্যুত্তৰ নিদিব। আৰু আমি ইদল আৰু সিদলৰ মাজত বৃহৎ অন্তৰায় স্থাপন কৰিম।

وَرَاَ الْمُجْرِمُوْنَ النَّارَ فَظَنُّوْٓا اَنَّهُمْ مُّوَاقِعُوْهَا وَلَمْ يَجِدُوْا عَنْهَا مَصْرِفًا ۝٥٣

(৫৪) আৰু যিবিলাক আল্লাৰ অপৰাধী সেই-বিলাকে নৰক-অগ্নি দেখিবলৈ পাব, আৰু নিশ্চিতকৈ জানিব যে সিহঁতেহে সেই অগ্নিৰ মাজত পৰিব লাগিব, আৰু তাৰ পৰা সাৰি উলটি আহিবলৈ কোনো ঠাই এডোখৰো নাপাব।

وَلَقَدْ صَرَّفْنَا فِيْ هٰذَا الْقُرْاٰنِ لِلنَّاسِ مِنْ كُلِّ مَثَلٍ ۗ وَكَانَ الْاِنْسَانُ اَكْثَرَ شَيْءٍ جَدَلًا ۝٥٤

(৫৫) আৰু স্বৰূপতে আমি এই কোৰ্-আনত সকলো প্ৰকাৰৰ উপমা ঘূৰাই ঘূৰাই বৰ্ণনা কৰিছোঁ মানৱৰ (মঙ্গলৰ) নিমিত্তে; কিন্তু মানৱে বেছি ভাগ বিষয়ে বাক-বিতণ্ডাহে কৰে।

وَمَا مَنَعَ النَّاسَ اَنْ يُّؤْمِنُوْٓا اِذْ جَآءَهُمُ الْهُدٰى وَ يَسْتَغْفِرُوْا رَبَّهُمْ اِلَّآ اَنْ تَأْتِيَهُمْ سُنَّةُ الْاَوَّلِيْنَ اَوْ يَأْتِيَهُمُ الْعَذَابُ قُبُلًا ۝٥٥

(৫৬) আৰু যেতিয়া মানৱৰ ওচৰলৈ পথ-প্ৰদৰ্শন আহিল তাত সিহঁতে বিশ্বাস স্থাপন কৰিবলৈ আৰু নিজ প্ৰভুৰ ক্ষমা প্ৰাৰ্থনা কৰিবলৈ ইয়াত ভিন্ন আন কি প্ৰতিবন্ধক হ'ব পাৰে যে (সিহঁতে নিজেই বিচাৰে যেন) পূৰ্ব্ববৰ্ত্তীবিলাকৰ দৰে সিহঁতৰ সৈতে সেই ব্যৱহাৰ কৰা হয়, নাইবা (আমাৰ) শাস্তি সিহঁতৰ সন্মুখত আহি উপস্থিত হয়।

وَمَا نُرْسِلُ الْمُرْسَلِيْنَ اِلَّا مُبَشِّرِيْنَ وَمُنْذِرِيْنَ وَيُجَادِلُ الَّذِيْنَ كَفَرُوْا بِالْبَاطِلِ لِيُدْحِضُوْا بِهِ الْحَقَّ وَاتَّخَذُوْٓا اٰيٰتِيْ وَمَآ اُنْذِرُوْا هُزُوًا ۝٥٦

(৫৭) আৰু আমি ৰচুলসকলক মাথোন এই কাৰণে প্ৰেৰণ কৰোঁ যাতে তেওঁলোকে (বিশ্বাসী-সকলক) শুভ-সংবাদ দিয়ে আৰু (অবিশ্বাসী-বিলাকক) সতৰ্ক কৰে; আৰু অবিশ্বাসীবিলাকে অসত্যৰ কাৰণে বাক-বিতণ্ডা কৰে, যাতে তাৰ দ্বাৰা সিহঁতে সত্যক নিষ্ফল কৰিব পাৰে, আৰু মোৰ নিদৰ্শনসমূহ লৈ, আৰু যি (শাস্তিৰ আগমন) সম্বন্ধে সিহঁতক সতৰ্ক কৰা হয় তাকে লৈ সিহঁতে উপহাস কৰে।

وَمَنْ اَظْلَمُ مِمَّنْ ذُكِّرَ بِاٰيٰتِ رَبِّهٖ فَاَعْرَضَ عَنْهَا وَنَسِيَ مَا قَدَّمَتْ يَدٰهُ ۗ اِنَّا جَعَلْنَا عَلٰى قُلُوْبِهِمْ اَكِنَّةً اَنْ يَّفْقَهُوْهُ وَفِيْٓ اٰذَانِهِمْ وَقْرًا ۗ وَاِنْ تَدْعُهُمْ اِلَى الْهُدٰى فَلَنْ يَّهْتَدُوْٓا اِذًا اَبَدًا ۝٥٧

(৫৮) আৰু সেইজনতকৈ অধিক অন্যায়কাৰী কোন হ'ব পাৰে যাক তাৰ প্ৰভুৰ নিদৰ্শনসমূহ সোঁৱৰাই দিয়া সত্ত্বেও সেইবোৰৰ পৰা সি আঁতৰি যায়; আৰু সি নিজৰ হাত দুখনৰে যি দুষ্কৰ্ম্ম অৰ্জ্জন কৰিছিল তাকো বিস্মৰণ কৰে। ইয়াত একো সন্দেহ নাই সিহঁতৰ অন্তৰসমূহৰ ওপৰত আমি আবৰণ পেলাইছোঁ; তাৰ ফলত সিহঁতে সত্য হৃদয়ঙ্গম কৰিব নোৱাৰে; আৰু সিহঁতৰ কাণবোৰো আমি গধুৰ কৰিছোঁ (যাতে সিহঁতে সত্যৰ বাণী নুশুনে); আৰু সুপথৰ পিনে যিমানে তুমি সিহঁতক আহ্বান কৰা সিহঁতে কেতিয়াও সুপথ অৱলম্বন নকৰে।

وَرَبُّكَ الْغَفُوْرُ ذُو الرَّحْمَةِ ۗ لَوْ يُؤَاخِذُهُمْ بِمَا

(৫৯) আৰু তোমাৰ প্ৰভু ক্ষমাশীল, কৰুণাৰ আধাৰ; সিহঁতে যি অৰ্জ্জন কৰিছিল সেই দোষত সিহঁতক তেওঁ ধৰা হ'লে, নিশ্চয় সিহঁতৰ প্ৰতি

كَسَبُوْا لَعَجَّلَ لَهُمُ الْعَذَابَ ۭ بَلْ لَّهُمْ مَّوْعِدٌ لَّنْ يَّجِدُوْا مِنْ دُوْنِهٖ مَوْىِٕلًا ۝٥٨

তেওঁ সত্বৰে শাস্তি নমালেহেঁতেন ; কিন্তু সিহঁতৰ (শাস্তিৰ) উচিত সময় নিৰ্দ্দিষ্ট কৰি থোৱা হৈছে ; তাৰ পৰা সাৰিবলৈ সিহঁতে আল্লাৰ বাহিৰে অইন কাৰো আশ্ৰয় ল'ব নোৱাৰে।

وَتِلْكَ الْقُرٰٓى اَهْلَكْنٰهُمْ لَمَّا ظَلَمُوْا وَجَعَلْنَا لِمَهْلِكِهِمْ مَّوْعِدًا ۝٥٩

৬০) আৰু যেতিয়া সিহঁতে অন্যায় কৰি আছিল আমি ধ্বংস কৰিছিলোঁ সিহঁতৰ নগৰবিলাক ; আৰু সিহঁতৰো ধ্বংসসাধনৰ সময় আমি আগৰে পৰা নিৰ্ণয় কৰি থৈছিলোঁ।

وَاِذْ قَالَ مُوْسٰى لِفَتٰىهُ لَآ اَبْرَحُ حَتّٰٓى اَبْلُغَ مَجْمَعَ الْبَحْرَيْنِ اَوْ اَمْضِيَ حُقُبًا ۝٦٠

৬১) আৰু (সেই ঘটনাত চিন্তা কৰা) যেতিয়া মুচাই নিজৰ তৰুণ সঙ্গীজনক ক'লে, দুই সাগৰৰ সঙ্গম-স্থল নোপোৱালৈকে মই (ভ্ৰমণৰ পৰা) ক্ষান্ত নহওঁ, যদিও বহু বছৰলৈ মোক ভ্ৰমণ কৰিব লগা হয়।

فَلَمَّا بَلَغَا مَجْمَعَ بَيْنِهِمَا نَسِيَا حُوْتَهُمَا فَاتَّخَذَ سَبِيْلَهٗ فِي الْبَحْرِ سَرَبًا ۝٦١

৬২) পিছত যেতিয়া উভয়ে সাগৰ দুখনৰ সঙ্গম-স্থান পালেগৈ, দুয়ো নিজৰ মাছটো (লৈ আহিবলৈ) পাহৰিলে। বাস্তৱতে সেই মাছটোৱে সাগৰত পৰি পানীৰ তলেদি নিজৰ বাট ধৰিলে।

فَلَمَّا جَاوَزَا قَالَ لِفَتٰىهُ اٰتِنَا غَدَآءَنَا ۡ لَقَدْ لَقِيْنَا مِنْ سَفَرِنَا هٰذَا نَصَبًا ۝٦٢

৬৩) দুয়ো (কিছুদূৰ) আগ বাঢ়ি যোৱাৰ পাছত তেওঁ নিজৰ তৰুণ সঙ্গীজনক ক'লে, আমাৰ পুৱাৰ জলপান (এতিয়াই) আনা, কিয়নো আজিৰ ভ্ৰমণে আমাক বৰকৈ শ্ৰান্ত কৰিছে।

قَالَ اَرَءَيْتَ اِذْ اَوَيْنَآ اِلَى الصَّخْرَةِ فَاِنِّيْ نَسِيْتُ الْحُوْتَ ۡ وَمَآ اَنْسٰىنِيْهُ اِلَّا الشَّيْطٰنُ اَنْ اَذْكُرَهٗ ۚ وَاتَّخَذَ سَبِيْلَهٗ فِي الْبَحْرِ ۖ عَجَبًا ۝٦٣

৬৪) সঙ্গীজনে ক'লে, যেতিয়া আমি পৰ্ব্বতৰ শিলৰ ওপৰত বহি জিৰণি লৈছিলোঁ তুমি দেখা পোৱা নাছিলা নে? সেই মাছটোৰ কথা মই (একেবাৰে) পাহৰি গলোঁ ; আৰু সেই কথা (তোমাৰ আগত) উল্লেখ কৰিবলৈ শ্বয়তানৰ বাহিৰে আৰু কেওও মোক বিস্মৃত কৰা নাই ; আৰু সেই মাছটোৱে সাগৰত পৰি পানীৰ তলেদি আচৰিতৰূপে নিজৰ পথ ললে।

৬৫) মুচাই ক'লে, আমি যি ঠাই বিচাৰি আহিছিলোঁ সেই ঠাই এয়ে। তাৰ পিছত উভয়ে নিজ পদৰ চিন ধৰি উভতি যাব লাগিলে।

قَالَ ذٰلِكَ مَا كُنَّا نَبْغِ ۖ فَارْتَدَّا عَلٰٓى اٰثَارِهِمَا قَصَصًا ۙ﴿٦٥﴾

৬৬) (অকস্মাৎ) উভয়ে আমাৰ (বিশেষ) ভৃত্যবিলাকৰ এজন ভৃত্যক লগ পালে; তেওঁক আমি নিজ সন্নিধানৰ পৰা করুণা দান কৰিছিলোঁ, আৰু আমাৰ কাযৰ পৰা তেওঁক দিছিলোঁ তত্ত্ব-জ্ঞানৰ শিক্ষা।

فَوَجَدَا عَبْدًا مِّنْ عِبَادِنَآ اٰتَيْنٰهُ رَحْمَةً مِّنْ عِنْدِنَا وَعَلَّمْنٰهُ مِنْ لَّدُنَّا عِلْمًا ﴿٦٦﴾

৬৭) মুচাই তেওঁক সুধিলে,মোক তোমাৰ অনুগামী হ'বলৈ দিবা নে, যাতে ধৰ্ম্মৰ যি বিশেষ জ্ঞান তোমাক দান কৰা হৈছে তৰে কিছু ভাগ মোকো শিকাই দি (তোমাৰ শৰণাপন্ন) কৰি লোৱা।

قَالَ لَهٗ مُوْسٰى هَلْ اَتَّبِعُكَ عَلٰٓى اَنْ تُعَلِّمَنِ مِمَّا عُلِّمْتَ رُشْدًا ﴿٦٧﴾

৬৮) তেওঁ উত্তৰ দিলে, মোৰ সঙ্গত ধৈৰ্য্য ধাৰণ কৰিবলৈ সঁচাকৈয়ে তোমাৰ ক্ষমতা নাই।

قَالَ اِنَّكَ لَنْ تَسْتَطِيْعَ مَعِيَ صَبْرًا ﴿٦٨﴾

৬৯) আৰু সেই বিষয়ে তুমি ধৈৰ্য্য ধৰিবা কেনেকৈ যাৰ গূঢ়-তত্ত্ব তোমাৰ (সীমাবদ্ধ) জ্ঞানে আগুৰিব নোৱাৰে?

وَكَيْفَ تَصْبِرُ عَلٰى مَا لَمْ تُحِطْ بِهٖ خُبْرًا ﴿٦٩﴾

৭০) মুচাই ক'লে, আল্লাই ইচ্ছা কৰিলে মোক তুমি ধৈৰ্য্যশীল পাৱা, আৰু তোমাৰ কোনো আদেশৰ মই কেতিয়াও বিৰোধ নকৰোঁ।

قَالَ سَتَجِدُنِيْٓ اِنْ شَآءَ اللّٰهُ صَابِرًا وَّلَآ اَعْصِيْ لَكَ اَمْرًا ﴿٧٠﴾

৭১) তেওঁ ক'লে যদি (সঁচাকৈয়ে) তুমি মোৰ অনুগমন কৰিবলৈ সাজু হৈছা, তেন্তে (মনত ৰাখিবা) কোনো বিষয় লৈ মোক প্ৰশ্ন নকৰিবা, যেতিয়ালৈকে সেই বিষয়ে মই নিজেই প্ৰথমতে তোমাৰ উল্লেখ নকৰোঁ।

قَالَ فَاِنِ اتَّبَعْتَنِيْ فَلَا تَسْـَٔلْنِيْ عَنْ شَيْءٍ حَتّٰٓى اُحْدِثَ لَكَ مِنْهُ ذِكْرًا ﴿٧١﴾ ع

৭২) তাৰ পাছত তেওঁলোক দুয়ো বাটেদি গৈ আছিল; (সাগৰৰ পাৰত) নাও এখন পাই নাৱত

فَانْطَلَقَا ۗ حَتّٰٓى اِذَا رَكِبَا فِي السَّفِيْنَةِ خَرَقَهَا ۗ قَالَ

اَخَرَقْتَهَا لِتُغْرِقَ اَهْلَهَا لَقَدْ جِئْتَ شَيْـًٔا اِمْرًا ۝٧١

উঠিলে। তেওঁ তেতিয়া নাওখনৰ তলিত বিন্ধা কৰিলে। মুচাই (বিচুৰ্ত্তি হৈ) সুধিলে, তুমি মানুহবিলাকক বুৰাই মাৰিবলৈ তলিত বিন্ধা কৰিলা নে? স্বৰূপতে এইটো কি ভীষণ কাৰ্য্য কৰিলা!

قَالَ اَلَمْ اَقُلْ اِنَّكَ لَنْ تَسْتَطِيْعَ مَعِىَ صَبْرًا ۝٧٢

৭৩) তেওঁ ক'লে কি! মই কোৱাঁ নাছিলোঁ নে, তুমি মোৰ সঙ্গত ধৈৰ্য্য ধাৰণ কৰিবলৈ নোৱাৰা?

قَالَ لَا تُؤَاخِذْنِىْ بِمَا نَسِيْتُ وَلَا تُرْهِقْنِىْ مِنْ اَمْرِىْ عُسْرًا ۝٧٣

৭৪) মুচাই কলে, মই (সেই কথা) সমূলি পাহৰিলোঁ; তাৰ বাবে মোৰ দোষ নধৰিবা; আৰু যি কাৰ্য্য কৰা মোৰ নিমিত্তে অতি কষ্টকৰ তাকে কৰিবলৈ মোক বাধ্য নকৰিবা।

فَانْطَلَقَا ٚ حَتّٰىٓ اِذَا لَقِيَا غُلٰمًا فَقَتَلَهٗ ۙ قَالَ اَقَتَلْتَ نَفْسًا زَكِيَّةًۢ بِغَيْرِ نَفْسٍ ؕ لَقَدْ جِئْتَ شَيْـًٔا نُّكْرًا ۝٧٤

৭৫) ' তাৰ পিছত দুজনেই আগ বাঢ়ি গৈ আছিল; (এখন গাঁও পালেগৈ, আৰু তাত) এটা ল'ৰাক দেখা পাই হঠাতে তেওঁ তাক বধ কৰিলে। মুচাই (তত-হেৰা হৈ) মাত লগালে, এনে নিৰ্দ্দোষ এজনক বধ কৰিলা কিয়, অথচ সি অইনক বধ কৰা নাছিল? স্বৰূপতে এইটো কি নিন্দনীয় কাণ্ড কৰিলা!

## ষষ্ঠদশ পাৰা

قَالَ اَلَمْ اَقُلْ لَّكَ اِنَّكَ لَنْ تَسْتَطِيْعَ مَعِىَ صَبْرًا ۝٧٥

৭৬) তেওঁ ক'লে, মই তোমাক কোৱা নাছিলোঁ নে, মোৰ সঙ্গত তুমি কেতিয়াও ধৈৰ্য্য ধাৰণ কৰিব নোৱাৰা?

قَالَ اِنْ سَاَلْتُكَ عَنْ شَىْءٍۢ بَعْدَهَا فَلَا تُصٰحِبْنِىْ ۚ قَدْ بَلَغْتَ مِنْ لَّدُنِّىْ عُذْرًا ۝٧٦

৭৭) মুচাই ক'লে, ইয়াৰ পাছত কোনো বিষয়ে যদি মই তোমাক পুনৰায় প্ৰশ্ন কৰোঁ, তুমি মোক নিজৰ সঙ্গীৰূপে নাৰাখিবা; স্বৰূপতে তেতিয়া (মোক পৃথক কৰাত) মোৰ তোমাৰ ওচৰত যি ওজৰ আছিল ব্যক্ত কৰা হ'ল।

فَانْطَلَقَا ٚ حَتّٰىٓ اِذَآ اَتَيَآ اَهْلَ قَرْيَةِ ۨ اسْتَطْعَمَآ اَهْلَهَا

৭৮) তেতিয়া দুয়ো অগ্ৰসৰ হ'ল, আৰু এখন

فَأَبَوْا أَنْ يُضَيِّفُوهُمَا فَوَجَدَا فِيهَا جِدَارًا يُرِيدُ
أَنْ يَنْقَضَّ فَأَقَامَهُ ۖ قَالَ لَوْ شِئْتَ لَتَّخَذْتَ
عَلَيْهِ أَجْرًا ۝٧٧

গাঁৱৰ মানুহবিলাকক লগ পালে। গাঁৱৰ মানুহবিলাকৰ পৰা আহাৰ আদি খুজিলত, সিহঁত দুয়োৰে অতিথিসেৱা কৰিবলৈ মান্তি নহ'ল তাৰ পিছত গৈ থাকোঁতে তেওঁলোকে সেই ঠাইত এনে (পুৰণি) দেৱাল এখন পালে যি প্ৰায় পৰিব লাগিছিল; কিন্তু ততালিকে তেওঁ সেই দেৱালখন তুলি (ন-কৈ) স্থাপিত কৰিলে। মুচাই মাত লগালে, তুমি ইচ্ছা কৰা হলে এই কামৰ নিমিত্তে (যথেষ্ট) মজুৰি খুজি ল'ব পাৰিলা হেঁতেন।

قَالَ هَٰذَا فِرَاقُ بَيْنِي وَبَيْنِكَ ۚ سَأُنَبِّئُكَ بِتَأْوِيلِ
مَا لَمْ تَسْتَطِعْ عَلَيْهِ صَبْرًا ۝٧٨

৭৯) তেওঁ ক'লে, ভাল, এইখিনিতেই মোৰ আৰু তোমাৰ মাজত বিচ্ছেদ ঘটিল; যি যি বিষয় লৈ তুমি ধৈৰ্য্য ধৰিব নোৱাৰিলা তাৰ গূঢ়াৰ্থ এতিয়া মই তোমাক ভাঙি কওঁ।

أَمَّا السَّفِينَةُ فَكَانَتْ لِمَسَاكِينَ يَعْمَلُونَ فِي الْبَحْرِ
فَأَرَدْتُ أَنْ أَعِيبَهَا وَكَانَ وَرَاءَهُمْ مَلِكٌ يَأْخُذُ
كُلَّ سَفِينَةٍ غَصْبًا ۝٧٩

৮০) সেই নাওখনৰ কথা (শুনা); তাৰ গৰাকী আছিল কেইবাজন দুখীয়া মানুহ; সিহঁতে নৈতে কাম-কাজ কৰিছিল; সেই নাওখন (বিন্ধা কৰি) মই ঘুণীয়া কৰিব খুজিলোঁ, কাৰণ সিহঁত যিফালে গৈ আছিল সেইফালৰ পৰা এজন ৰজা আহিব ধৰিছিল যাৰ কামেই আছিল, (ভাল) নাও পালে তাক বলেৰে কাঢ়ি লোৱা।

وَأَمَّا الْغُلَامُ فَكَانَ أَبَوَاهُ مُؤْمِنَيْنِ فَخَشِينَا أَنْ
يُرْهِقَهُمَا طُغْيَانًا وَكُفْرًا ۝٨٠

৮১) এতিয়া সেই ল'ৰাটিৰ কথা (কওঁ); তাৰ মাক-বাপেক আছিল, বিশ্বাসী; আৰু আমাৰ সংশয় হ'ল, সি নিজৰ বিৰুদ্ধ আচৰণ আৰু অবিশ্বাসৰ দবাৰা তেওঁলোকক দাৰুণ কষ্ট দিব;

فَأَرَدْنَا أَنْ يُبْدِلَهُمَا رَبُّهُمَا خَيْرًا مِنْهُ زَكَاةً
وَأَقْرَبَ رُحْمًا ۝٨١

৮২) গতিকে আমি ইয়াকে ইচ্ছা কৰিলোঁ, তেওঁলোকৰ প্ৰভুৱে যেন তাৰ সলনি তেওঁলোকক এনে এজন ল'ৰা দান কৰে যিজনে পবিত্ৰতাত তাতোকৈ উত্তম হ'ব, আৰু যাৰ থাকিব তেওঁলোকলৈ গাত-লগা মৰম।

وَأَمَّا الْجِدَارُ فَكَانَ لِغُلَامَيْنِ يَتِيمَيْنِ فِي الْمَدِينَةِ

৮৩) এতিয়া (থাকিল) সেই দেৱালৰ কথা; তাৰ

وَكَانَ تَحْتَهُ كَنزٌ لَّهُمَا وَكَانَ أَبُوهُمَا صَالِحًا
فَأَرَادَ رَبُّكَ أَن يَبْلُغَا أَشُدَّهُمَا وَيَسْتَخْرِجَا كَنزَهُمَا
رَحْمَةً مِّن رَّبِّكَ ۚ وَمَا فَعَلْتُهُ عَنْ أَمْرِي ۚ ذَٰلِكَ
تَأْوِيلُ مَا لَمْ تَسْطِع عَّلَيْهِ صَبْرًا ﴿٨٢﴾

অধিকাৰী*আছিল নগৰৰ দুজন মাউৰা ল'ৰা; আৰু দেৱালৰ তলতে সিহঁতে পাব লগীয়া ধন পুতি থোৱা আছিল; আৰু সিহঁতৰ পিতা আছিল এজন ধাৰ্ম্মিক পুৰুষ; সেই হেতু তোমাৰ প্ৰভুৰ এয়ে ইচ্ছা, যৌৱন- প্ৰাপ্ত হোৱাৰ পাছত সিহঁতে যেন নিজৰ ধন নিজেই (খান্দি) উলিয়াই লয়—এই কাৰ্য্য তোমাৰ প্ৰভুৰ করুণাস্বৰূপ; আৰু মই এই কাম নিজ ইচ্ছাৰে কৰা নাই। যি কেইটা বিষয়ে ধৈৰ্য্য ধৰিবলৈ অক্ষম হৈছিলা সেইবোৰৰ গূঢ়াৰ্থ এয়ে।

وَيَسْأَلُونَكَ عَن ذِي الْقَرْنَيْنِ ۖ قُلْ سَأَتْلُو عَلَيْكُم
مِّنْهُ ذِكْرًا ﴿٨٣﴾

৮৪) আৰু (হে মহম্মদ,) সিহঁতে জুল্-ক্কৰ্নাইনৰ সম্বন্ধে তোমাক প্ৰশ্ন কৰে; কোৱাঁ, তেওঁৰ বিষয়ে কিছু কথা তোমালোকৰ আগত এতিয়া পাঠ কৰিম।

إِنَّا مَكَّنَّا لَهُ فِي الْأَرْضِ وَآتَيْنَاهُ مِن كُلِّ شَيْءٍ
سَبَبًا ﴿٨٤﴾

৮৫) বাস্তৱতে তেওঁক আমি পৃথিৱীত ক্ষমতাবান কৰিছিলোঁ আৰু তেওঁক দান কৰিছিলোঁ কাৰ্য্য সম্পন্ন কৰিবৰ বহু উপায়।

فَأَتْبَعَ سَبَبًا ﴿٨٥﴾

৮৬) পিছত তেওঁ (এটা সামৰিক অভিযানৰ) যো-জা কৰিলে।

حَتَّىٰ إِذَا بَلَغَ مَغْرِبَ الشَّمْسِ وَجَدَهَا تَغْرُبُ فِي
عَيْنٍ حَمِئَةٍ وَوَجَدَ عِندَهَا قَوْمًا ۗ قُلْنَا يَا ذَا
الْقَرْنَيْنِ إِمَّا أَن تُعَذِّبَ وَإِمَّا أَن تَتَّخِذَ فِيهِمْ
حُسْنًا ﴿٨٦﴾

৮৭) তেওঁ (পশ্চিম ফালে) আগ বাঢ়ি গৈ এনে ঠাই পালে য'ৰ পৰা সূৰ্য্য অস্ত হোৱা দেখি। তেওঁ দেখিলে, সূৰ্য্য যেন ক'লা জলাহত মাৰ যাব ধৰিছে; তাৰ ওচৰতে (বসতি কৰিছে) এনে এটা জাতিক লগ পালে। আমি (তেওঁক) কলোঁ, হে জুল্-ক্কৰ্-নাইন, তুমি এই লোকবিলাকক কষ্ট দিয়া নাইবা সিহঁতৰ সৈতে সৎ ব্যৱহাৰ কৰা (তোমাৰ ইচ্ছা)।

قَالَ أَمَّا مَن ظَلَمَ فَسَوْفَ نُعَذِّبُهُ ثُمَّ يُرَدُّ إِلَىٰ

৮৮) তেওঁ কলে, যি অন্যায়কাৰী তাকেহে আমি নিশ্চয় শাস্তি দিম; পিছত তাক যেতিয়া তাৰ

رَبِّهٖ فَيُعَذِّبُهٗ عَذَابًا نُّكْرًا ﴿٨٧﴾

প্ৰতিপালকৰ ওচৰলৈ ওভতাই নিয়া হ'ব তেতিয়া তেওঁ তাক ভীষণ শাস্তি প্ৰদান কৰিব।

وَاَمَّا مَنْ اٰمَنَ وَعَمِلَ صَالِحًا فَلَهٗ جَزَآءَ ۨالْحُسْنٰى ۚ وَسَنَقُوْلُ لَهٗ مِنْ اَمْرِنَا يُسْرًا ﴿٨٨﴾

৮৯) কিন্তু যিজনে (সত্যত) বিশ্বাস কৰিব আৰু সজ কাম কৰিব সেইজনৰ নিমিত্তে থাকিব উৎকৃষ্ট প্ৰতিদান, আৰু সেইজনক আমি এনে আদেশ দিম যি তাৰ পক্ষে পালন কৰা সহজ।

ثُمَّ اَتْبَعَ سَبَبًا ﴿٨٩﴾

৯০) তাৰ পিছত তেওঁ (পূৰ্ব্ব পিনে) যাত্ৰা কৰিবলৈ প্ৰস্তুত হ'ল।

حَتّٰۤى اِذَا بَلَغَ مَطْلِعَ الشَّمْسِ وَجَدَهَا تَطْلُعُ عَلٰى قَوْمٍ لَّمْ نَجْعَلْ لَّهُمْ مِّنْ دُوْنِهَا سِتْرًا ﴿٩٠﴾

৯১) তেওঁ গৈ গৈ এনে ঠাই পালে য'ৰ পৰা সূৰ্য্য উদয় হোৱা দেখি ; তেওঁ দেখিলে, সূৰ্য্য উদয় হোৱা ঠাইত এনে এটা জাতি বসতি কৰিছে যি জাতিক সূৰ্য্যৰ (তাপৰ) পৰা ৰক্ষা পাবলৈ আমি কোনো আঁৰ দিয়া নাছিলোঁ।

كَذٰلِكَ ؕ وَقَدْ اَحَطْنَا بِمَا لَدَيْهِ خُبْرًا ﴿٩١﴾

৯২) সিহঁত এইৰূপ অৱস্থাতেই থাকিছিল ; আৰু তেওঁ কি অস্ত্ৰ-শস্ত্ৰ লগত নিছিল স্বৰূপতে সকলো আমাৰ জনা আছিল।

ثُمَّ اَتْبَعَ سَبَبًا ﴿٩٢﴾

৯৩) পিছত আৰু এটা (সামৰিক অভিযানৰ) তেওঁ যো-জা কৰিলে।

حَتّٰۤى اِذَا بَلَغَ بَيْنَ السَّدَّيْنِ وَجَدَ مِنْ دُوْنِهِمَا قَوْمًا ۙ لَّا يَكَادُوْنَ يَفْقَهُوْنَ قَوْلًا ﴿٩٣﴾

৯৪) ক্ৰমান্বয়ে তেওঁ দুইখন পৰ্ব্বতৰ মাজত থকা ঠাই পালেগৈ ; সেই ঠাইৰ সিফালে এনেবিলাক লোকক লগ পালে যিবিলাকে তেওঁৰ ভাষা একেবাৰে বুজি পোৱা নাছিল।

قَالُوْا يٰذَا الْقَرْنَيْنِ اِنَّ يَاْجُوْجَ وَمَاْجُوْجَ مُفْسِدُوْنَ فِى الْاَرْضِ فَهَلْ نَجْعَلُ لَكَ خَرْجًا عَلٰۤى اَنْ تَجْعَلَ بَيْنَنَا وَبَيْنَهُمْ سَدًّا ﴿٩٤﴾

৯৫) সিহঁতে (নিজ ভাষাত) তেওঁক বুজাই কলে, হে জুল্‌-ক্বৰ্‌-নাইন, বাস্তৱিকতে ইয়াযুয্‌ আৰু মাযুযে আমাৰ এই দেশৰ ভিতৰত (সোমাই আহি) নানাবিধ দৌৰাত্ম্য কৰি থাকে: আমি তোমাক (যথেষ্ট) কৰ দিম: তাৰ বিনিময়ত আমাৰ আৰু সিহঁতৰ মাজত গড় এটা সাজি দিবা নে ?

قَالَ مَا مَكَّنِّي فِيهِ رَبِّي خَيْرٌ فَأَعِينُونِي بِقُوَّةٍ أَجْعَلْ
بَيْنَكُمْ وَبَيْنَهُمْ رَدْمًا ﴿٩٥﴾

৯৬) তেওঁ উত্তৰ দিলে, মোৰ প্ৰভুৱে মোক এই বিষয়ে যি সঙ্গতি দান কৰিছে সেয়ে উত্তম ; গতিকে তোমালোকে মোক (কৰ নিদি) কেৱল শাৰীৰিক শ্ৰমেৰে সাহায্য কৰিবা ; মই তোমালোকৰ আৰু সিহঁতৰ মাজত এটা সুদৃঢ় প্ৰাচীৰ নিৰ্ম্মাণ কৰিম।

آتُونِي زُبَرَ الْحَدِيدِ ۖ حَتَّىٰ إِذَا سَاوَىٰ بَيْنَ الصَّدَفَيْنِ
قَالَ انفُخُوا ۖ حَتَّىٰ إِذَا جَعَلَهُ نَارًا قَالَ آتُونِي أُفْرِغْ
عَلَيْهِ قِطْرًا ﴿٩٦﴾

৯৭) তোমালোকে লোহৰ বহু গধুৰ চটাবিলাক মোক আনি দিয়া। অৱশেষত তেওঁ দুখন পৰ্ব্বতৰ মাজৰ গিৰিপথ পূৰ কৰি ওখকৈ (লোহৰ) দেৱাল তুলিলে ; তেওঁ (সিহঁতক) আদেশ দিলে, এতিয়া তোমালোকে জুই লগাই বতাহ দি থাকা। যেতিয়া সেই দেৱাল জ্বলি উঠিল তেওঁ কলে, এতিয়া তোমালোকে (যথেষ্ট) তাম গলাই আনি মোক দিয়াঁ ; তাকে মই সেই লোহৰ ওপৰত ঢালিম।

فَمَا اسْطَاعُوا أَن يَظْهَرُوهُ وَمَا اسْتَطَاعُوا لَهُ
نَقْبًا ﴿٩٧﴾

৯৮) (প্ৰাচীৰ সজা শেষ হ'লত ইয়াযুয্ আৰু মাযুয্ দেৱালৰ ওপৰেদি উঠি আহিবলৈ অক্ষম হ'ল আৰু তাৰ ভিতৰেও সুৰুঙ্গা কাটি সোমাই অহা অসম্ভৱ হ'ল।

قَالَ هَٰذَا رَحْمَةٌ مِّن رَّبِّي ۖ فَإِذَا جَاءَ وَعْدُ رَبِّي
جَعَلَهُ دَكَّاءَ ۖ وَكَانَ وَعْدُ رَبِّي حَقًّا ﴿٩٨﴾

৯৯) (কাম সমাধা হোৱাৰ পাছত) তেওঁ ক'লে (মোৰ দবাৰা যে এই কাম সম্পন্ন হ'ল) ই মোৰ প্ৰভুৰ ফালৰ পৰা কৰুণা ; কিন্তু যেতিয়া মোৰ প্ৰভুৰ প্ৰতিশ্ৰুতি (পূৰ্ণ হ'বৰ সময়) আহিব তেতিয়াহে এই প্ৰাচীৰ তেওঁ ধূলিকণাত পৰিণত কৰিব ; আৰু মোৰ প্ৰভুৰ প্ৰতিশ্ৰুতি অটল সত্য।

وَتَرَكْنَا بَعْضَهُمْ يَوْمَئِذٍ يَمُوجُ فِي بَعْضٍ ۖ وَنُفِخَ
فِي الصُّورِ فَجَمَعْنَاهُمْ جَمْعًا ﴿٩٩﴾

১০০) আৰু (সেই দিনা) আমি সিহঁতক এৰি দিম যাতে ইদলে সিদলক আক্ৰমণ কৰে, তৰঙ্গৰ পাছত তৰঙ্গ উঠাৰ দৰে ; আৰু (সেই সময়ত) শিঙাত ফু দিয়া হ'ব আৰু আমি সিহঁতৰ সকলোকে একেলগ কৰিম।

وَعَرَضْنَا جَهَنَّمَ يَوْمَئِذٍ لِّلْكَافِرِينَ عَرْضًا ﴿١٠٠﴾

১০১) আৰু সেই দিনা অবিশ্বাসীবিলাকৰ কাৰণে আমি নৰক সিহঁতৰ সম্মুখলৈ লৈ আহিম ;

১০২) এনে অবিশ্বাসীবিলাকৰ চকুবোৰত পৰিছিল ঢাকনি ; ফলত সিহঁত মোক স্মৰণ কৰা নাছিল, আৰু সিহঁতে (সৎ উপদেশৰ কথাতো) কাণ দিব নোৱাৰিছিল।

الَّذِينَ كَانَتْ أَعْيُنُهُمْ فِي غِطَاءٍ عَن ذِكْرِي وَكَانُوا
لَا يَسْتَطِيعُونَ سَمْعًا ﴿١٠١﴾

১০৩) কি ! অবিশ্বাসীবিলাকে ইয়াকে ভাবিছে নে যে সিহঁতে মোক এৰি মোৰ ভৃত্যবিলাকক (নিজৰ ৰক্ষকৰূপে গ্ৰহণ কৰিব ? বাস্তৱতে অবিশ্বাসী-বিলাকৰ অতিথিসৎকাৰৰ নিমিত্তে আমি প্ৰস্তুত কৰি থৈছোঁ নৰক।

أَفَحَسِبَ الَّذِينَ كَفَرُوا أَن يَتَّخِذُوا عِبَادِي مِن
دُونِي أَوْلِيَاءَ ۚ إِنَّا أَعْتَدْنَا جَهَنَّمَ لِلْكَافِرِينَ
نُزُلًا ﴿١٠٢﴾

১০৪) তুমি কোৱাঁ, নিজে কৰা কাৰ্য্যসমূহত কোন সবাতকৈ অধিক ক্ষতিগ্ৰস্ত আমি তোমালোকক জানিবলৈ দিম নে ?

قُلْ هَلْ نُنَبِّئُكُم بِالْأَخْسَرِينَ أَعْمَالًا ﴿١٠٣﴾

১০৫) সেইবিলাকৰ কাৰ্য্য-প্ৰচেষ্টা ব্যৰ্থ হ'ল এই পাৰ্থিব জীৱনত, অথচ সিহঁতে ধাৰণা কৰে যে সিহঁতে উৎকৃষ্ট কাৰ্য্য হে কৰিছে।

الَّذِينَ ضَلَّ سَعْيُهُمْ فِي الْحَيَاةِ الدُّنْيَا وَهُمْ
يَحْسَبُونَ أَنَّهُمْ يُحْسِنُونَ صُنْعًا ﴿١٠٤﴾

১০৬) যিবিলাকে অবিশ্বাস কৰিছে নিজ প্ৰভুৰ নিদৰ্শনসমূহত আৰু তেওঁৰ সন্দৰ্শনত সেইবিলাক ইহঁতেই ; সেই কাৰণে সিহঁতৰ সকলো কাৰ্য্য নিষ্ফল হ'ল। গতিকে পুনৰুত্থানৰ দিনা সিহঁতে কৰা কাৰ্য্যৰ প্ৰতি আমি একো গুৰুত্ব অৰ্পণ নকৰোঁ।

أُولَٰئِكَ الَّذِينَ كَفَرُوا بِآيَاتِ رَبِّهِمْ وَلِقَائِهِ
فَحَبِطَتْ أَعْمَالُهُمْ فَلَا نُقِيمُ لَهُمْ يَوْمَ الْقِيَامَةِ
وَزْنًا ﴿١٠٥﴾

১০৭) যিহেতু সিহঁতে অবিশ্বাস কৰিছিল, আৰু মোৰ নিদৰ্শনসমূহ আৰু মোৰ ৰচুলসকলক লৈ উপহাস কৰিছিল, (আজি) নৰকেই হৈছে সিহঁতৰ প্ৰতিফল।

ذَٰلِكَ جَزَاؤُهُمْ جَهَنَّمُ بِمَا كَفَرُوا وَاتَّخَذُوا آيَاتِي
وَرُسُلِي هُزُوًا ﴿١٠٦﴾

১০৮) যিসকলে বিশ্বাস স্থাপন কৰে আৰু সৎকাৰ্য্য কৰে সেইসকলৰ অতিথিসৎকাৰৰ নিমিত্তে থাকিব স্বৰ্গৰ উদ্যানসমূহ ;

إِنَّ الَّذِينَ آمَنُوا وَعَمِلُوا الصَّالِحَاتِ كَانَتْ لَهُمْ
جَنَّاتُ الْفِرْدَوْسِ نُزُلًا ﴿١٠٧﴾

خٰلِدِيْنَ فِيْهَا لَا يَبْغُوْنَ عَنْهَا حِوَلًا ۝١٠٨
قُلْ لَّوْ كَانَ الْبَحْرُ مِدَادًا لِّكَلِمٰتِ رَبِّيْ لَنَفِدَ
الْبَحْرُ قَبْلَ اَنْ تَنْفَدَ كَلِمٰتُ رَبِّيْ وَلَوْ جِئْنَا
بِمِثْلِهٖ مَدَدًا ۝١٠٩
قُلْ اِنَّمَآ اَنَا بَشَرٌ مِّثْلُكُمْ يُوْحٰٓى اِلَيَّ اَنَّمَآ اِلٰهُكُمْ اِلٰهٌ
وَّاحِدٌ ۚ فَمَنْ كَانَ يَرْجُوْا لِقَآءَ رَبِّهٖ فَلْيَعْمَلْ عَمَلًا
صَالِحًا وَّلَا يُشْرِكْ بِعِبَادَةِ رَبِّهٖٓ اَحَدًا ۝١١٠

১০৯) তাতে সেইসকলে চিৰকাল বাস কৰিব; তেওঁলোকে সেই ঠাইৰ সলনি অইন ঠাইৰ হেঁপাহ নকৰিব।

১১০) তুমি কোৱাঁ, মোৰ প্ৰভুৰ বাণীসমূহ (লিপিবদ্ধ কৰিবলৈ) এখন সাগৰৰ পানী যদি কালি হয়, তেন্তে মোৰ প্ৰভুৰ বাণীসমূহ লিখা শেষ হোৱাৰ আগতে সেই সাগৰৰ পানী শুকাই যাব, যদিও আমি তাৰে সদৃশ আৰু এখন সাগৰ সংযোগ কৰোঁ।

১১১) তুমি কোৱাঁ, মই তোমালোকৰেই নিচিনা এজন মানৱ মাত্ৰ; অৱশ্যে মোৰ প্ৰতি (আল্লাৰ পৰা) প্ৰত্যাদেশ হৈছে; তোমালোকৰ উপাস্য এজন একমাত্ৰ উপাস্য। গতিকে যেয়ে নিজ প্ৰভুৰ সন্দৰ্শনৰ কামনা কৰে, তেওঁৰ এয়ে উচিত, তেওঁ যেন সৎকাৰ্য্য কৰে আৰু নিজ প্ৰভুৰ উপাসনাত অইনক অংশী নাপাতে।



চূৰা ১৯ MARYAM মৰ্য়ম্ মক্কাত অৱতীৰ্ণ

১) পৰম করুণাময়, পৰম দানশীল আল্লাৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

২) কাফ্, হা; ইয়া, 'আইন, ছাদ।

كٓهٰيٰعٓصٓ ②

৩) যেতিয়া তেওঁ নিজ প্ৰভুৰ ওচৰত নীৰৱে প্ৰাৰ্থনা কৰিছিল,

ذِكْرُ رَحْمَتِ رَبِّكَ عَبْدَهٗ زَكَرِيَّا ③

৪) যেতিয়া তেওঁ নিজ প্ৰভুৰ ওচৰত নীৰৱে প্ৰাৰ্থনা কৰিছিল,

اِذْ نَادٰى رَبَّهٗ نِدَآءً خَفِيًّا ④

৫) (আৰু এইদৰে) কৈছিল, হে মোৰ প্ৰভু, বাস্তৱতে মোৰ অস্থি এতিয়া জীৰ্ণ হ'ল। আৰু বাৰ্দ্ধক্যৰ হেতু মূৰৰ চুলি পকি ধক্‌ধকীয়া হ'ল; আৰু হে মোৰ প্ৰভু, তোমাৰ ওচৰত প্ৰাৰ্থনা কৰি মই কেতিয়াও বিফলকাম হোৱা নাই।

قَالَ رَبِّ اِنِّيْ وَهَنَ الْعَظْمُ مِنِّيْ وَاشْتَعَلَ الرَّاْسُ شَيْبًا وَّلَمْ اَكُنْۢ بِدُعَآئِكَ رَبِّ شَقِيًّا ⑤

৬) আৰু মোৰ (মৃত্যুৰ) পাছত মোৰ জাতিৰ (ব্যৱহাৰ কেনে হ'ব) সেই সম্বন্ধে আশংকা কৰোঁ, কাৰণ, মোৰ স্ত্ৰী বন্ধ্যা; গতিকে তুমি নিজ সন্নিধানৰ পৰা মোক এনে এজন (পুত্ৰ) দান কৰাঁ,

وَاِنِّيْ خِفْتُ الْمَوَالِيَ مِنْ وَّرَآءِيْ وَكَانَتِ امْرَاَتِيْ عَاقِرًا فَهَبْ لِيْ مِنْ لَّدُنْكَ وَلِيًّا ⑥

৭) যিজন মোৰ উত্তৰাধিকাৰী হ'ব আৰু ইয়াকুবৰ জ্ঞাতিৰ (মঙ্গলৰ) কিছুভাগ লাভ কৰিব; আৰু হে প্ৰভু, সেইজনক (তোমাৰ) সন্তুষ্টি লাভ কৰিবৰ উপযোগী কৰিবা।

يَّرِثُنِيْ وَيَرِثُ مِنْ اٰلِ يَعْقُوْبَ ۖ وَاجْعَلْهُ رَبِّ رَضِيًّا ⑦

৮) (এই প্ৰাৰ্থনাৰ আল্লাই উত্তৰ দিলে,) হে জকৰীয়া, এজন পুত্ৰৰ (জন্মৰ) শুভ-সংবাদ আমি তোমাক দান কৰিলোঁ; তাৰ নাম দিয়া হ'ব ইয়্‌হয়া; ইতিপূৰ্ব্বে এই নাম আমি কাৰো নিমিত্তে স্থিৰ কৰা নাই।

يٰزَكَرِيَّآ اِنَّا نُبَشِّرُكَ بِغُلٰمِ ۨاسْمُهٗ يَحْيٰى ۙ لَمْ نَجْعَلْ لَّهٗ مِنْ قَبْلُ سَمِيًّا ⑧

৯) তেওঁ কলে, হে মোৰ প্ৰভু, মোৰ ল'ৰা হ'ব কেনেকৈ? যিস্থলত মোৰ পত্নী হৈছে বন্ধ্যা, আৰু স্বৰূপতে মই নিজেও বাৰ্দ্ধক্যৰ অন্তিম অৱস্থা পাইছোঁহি।

قَالَ رَبِّ اَنّٰى يَكُوْنُ لِيْ غُلٰمٌ وَّ كَانَتِ امْرَاَتِيْ عَاقِرًا وَّقَدْ بَلَغْتُ مِنَ الْكِبَرِ عِتِيًّا ﴿٩﴾

১০) আল্লাই কলে, এইদৰেই ঘটিব; তোমাৰ প্ৰভুৱে কৈছে, এনে কাৰ্য্য মোৰ পক্ষে সহজ; স্বৰূপতে আদিতে তোমাক ময়ে সৃজন কৰিছিলোঁ, অথচ তেতিয়া তোমাৰ অস্তিত্বয়ে নাছিল।

قَالَ كَذٰلِكَ ۚ قَالَ رَبُّكَ هُوَ عَلَيَّ هَيِّنٌ وَّ قَدْ خَلَقْتُكَ مِنْ قَبْلُ وَلَمْ تَكُ شَيْـًٔا ﴿١٠﴾

১১) জকৰীয়াই কলে, হে মোৰ প্ৰভু, মোৰ কাৰণে তুমি এটা নিদৰ্শন নিৰ্ণয় কৰি দিয়াঁ। আল্লাই উত্তৰ দিলে, ভাল, তুমি কাৰো সৈতে একেৰাহে তিনি ৰাতিলৈকে কথা নাপাতিবা; তোমাৰ কাৰণে থাকিল এয়ে নিদৰ্শন।

قَالَ رَبِّ اجْعَلْ لِّيْۤ اٰيَةً ؕ قَالَ اٰيَتُكَ اَلَّا تُكَلِّمَ النَّاسَ ثَلٰثَ لَيَالٍ سَوِيًّا ﴿١١﴾

১২) পিছত তেওঁ উপাসনাৰ খোটালীৰ পৰা ওলাই নিজ জ্ঞাতিৰ আগত উপস্থিত হ'ল, আৰু তেওঁলোকক ইঙ্গিতেৰে বুজালে, তোমালোকেও (মোৰ দৰে) পুৱা আৰু গধূলি (আল্লাৰ) পৱিত্ৰতাৰ কীৰ্ত্তন কৰিবা।

فَخَرَجَ عَلٰى قَوْمِهٖ مِنَ الْمِحْرَابِ فَاَوْحٰۤى اِلَيْهِمْ اَنْ سَبِّحُوْا بُكْرَةً وَّعَشِيًّا ﴿١٢﴾

১৩) (কালক্ৰমে আল্লাৰ বাণী পূৰ্ণ হোৱাৰ পাছত) আদেশ হ'ল, হে ইয়হ্য়া তুমি এই পুথিখন দৃঢ়মনা হৈ ধৰি থাকাঁ। আৰু ডেকা বয়সতেই আমি তেওঁক দান কৰিছিলোঁ পূৰ্ণ জ্ঞান,

يٰيَحْيٰى خُذِ الْكِتٰبَ بِقُوَّةٍ ؕ وَاٰتَيْنٰهُ الْحُكْمَ صَبِيًّا ﴿١٣﴾

১৪) আৰু হৃদয়ৰ কোমলতা; আৰু আত্মাৰ পৱিত্ৰতা নিজ সন্নিধানৰ পৰা তেওঁক দান কৰিলোঁ; আৰু তেওঁ এজন ধৰ্ম্মপৰায়ণ পুৰুষ হৈ পৰিল,

وَّحَنَانًا مِّنْ لَّدُنَّا وَزَكٰوةً ؕ وَكَانَ تَقِيًّا ﴿١٤﴾

১৫) আৰু নিজ পিতৃ-মাতৃৰ অনুগত: আৰু তেওঁ কেতিয়াও নাছিল নিৰ্দ্দয়, অবাধ্য।

وَّبَرًّا بِوَالِدَيْهِ وَلَمْ يَكُنْ جَبَّارًا عَصِيًّا ﴿١٥﴾

وَسَلٰمٌ عَلَيْهِ يَوْمَ وُلِدَ وَيَوْمَ يَمُوْتُ وَيَوْمَ يُبْعَثُ
حَيًّا ﴿١٦﴾ ع

১৬) আৰু তেওঁ আছিল শান্তিৰ ভাগী—যিদিনা তেওঁ জন্মগ্রহণ কৰিছিল, আৰু যিদিনা তেওঁৰ তিৰোধান হ'ব, আৰু যিদিনা তেওঁৰ পুনৰুত্থান হ'ব।

وقف لازم وَاذْكُرْ فِي الْكِتٰبِ مَرْيَمَ ۘ اِذِ انْتَبَذَتْ مِنْ اَهْلِهَا
مَكَانًا شَرْقِيًّا ﴿١٧﴾

১৭) আৰু (হে মহম্মদ,) তুমি মৰ্য়ম্ সম্বন্ধে এই গ্ৰন্থৰ বিৱৰণ মনত পেলোৱাঁ, যেতিয়া তেওঁ নিজ পৰিয়ালৰ পৰা আঁতৰ হৈ পূবফালৰ ঠাইলৈ গ'ল।

فَاتَّخَذَتْ مِنْ دُوْنِهِمْ حِجَابًا ۖ فَاَرْسَلْنَآ اِلَيْهَا
رُوْحَنَا فَتَمَثَّلَ لَهَا بَشَرًا سَوِيًّا ﴿١٨﴾

১৮) তেতিয়া সিহঁতে নেদেখাকৈ তেওঁ আঁৰ দি নিলগ হ'ল; পিছত আমি তেওঁৰ ওচৰলৈ আমাৰ (বাণী বহন কৰা) ফিৰিশ্বতা প্ৰেৰণ কৰিলোঁ; আৰু মৰ্য়মৰ আগত তেওঁ মানুহৰ অবিকল ৰূপ ধৰি উপস্থিত হ'ল।

قَالَتْ اِنِّيْٓ اَعُوْذُ بِالرَّحْمٰنِ مِنْكَ اِنْ كُنْتَ تَقِيًّا ﴿١٩﴾

১৯) মৰ্য়মে কলে, যদি তুমি আল্লাক ভয় কৰা, মই তোমাৰ পৰা পৰম কৰুণাময় আল্লাৰ ওচৰত আশ্ৰয় ভিক্ষা কৰিছোঁ।

قَالَ اِنَّمَآ اَنَا رَسُوْلُ رَبِّكِ ۖ لِاَهَبَ لَكِ غُلٰمًا
زَكِيًّا ﴿٢٠﴾

২০) তেওঁ কলে, মই তোমাৰ প্ৰভুৰ এজন সংবাদবাহক মাথোন; (মোক পঠোৱা হৈছে) যাতে তোমাক এটি পৱিত্ৰ সন্তানৰ (শুভ সংবাদ) দিওঁ।

قَالَتْ اَنّٰى يَكُوْنُ لِيْ غُلٰمٌ وَّلَمْ يَمْسَسْنِيْ بَشَرٌ وَّ
لَمْ اَكُ بَغِيًّا ﴿٢١﴾

২১) মৰ্য়মে কলে, মোৰ সন্তান কেনেকৈ হ'ব, যিস্থলত পুৰুষে মোক স্পৰ্শ কৰা নাই, আৰু মই কেতিয়াও অসতী নাছিলোঁ।

قَالَ كَذٰلِكِ ۚ قَالَ رَبُّكِ هُوَ عَلَيَّ هَيِّنٌ ۚ وَلِنَجْعَلَهٗٓ اٰيَةً
لِّلنَّاسِ وَرَحْمَةً مِّنَّا ۚ وَكَانَ اَمْرًا مَّقْضِيًّا ﴿٢٢﴾

২২) তেওঁ কলে, (আল্লাৰ ইচ্ছা) এই দৰেই; তোমাৰ প্ৰভুৱে কৈছে, এনে কাৰ্য্য মোৰ পক্ষে সহজ; আৰু ইয়াৰ অৰ্থ এই, আমি তেওঁক মানৱৰ নিমিত্তে নিদৰ্শন, আৰু আমাৰ কৰুণা স্বৰূপ কৰি পঠাম; আৰু এই সিদ্ধান্ত অটল, নিবন্ধ।

২৩) আৰু তেওঁ তাক গৰ্ভত ধাৰণ কৰিলে; পিছত তাকে লৈ (মানুহৰ পৰা) আঁতৰি দূৰৰ ঠাইলৈ গ'ল।

فَحَمَلَتْهُ فَانْتَبَذَتْ بِهِ مَكَانًا قَصِيًّا ﴿٢٢﴾

২৪) তাৰ পাছত প্ৰসৱ বেদনা আৰম্ভ হোৱাত তেওঁ খেজুৰ গছ এজোপাৰ গুৰিলৈ যাবলৈ বাধ্য হ'ল। তেওঁ কলে, হায় (কি দাৰুণ বেদনা!) ইয়াৰ পূৰ্ব্বেই মোৰ মৰণ হোৱা হেঁতেন আৰু মই সমূলি বিস্মৃত হোৱা হেঁতেন!

فَأَجَاءَهَا الْمَخَاضُ إِلَىٰ جِذْعِ النَّخْلَةِ قَالَتْ
يَا لَيْتَنِي مِتُّ قَبْلَ هَٰذَا وَكُنْتُ نَسْيًا مَنْسِيًّا ﴿٢٣﴾

২৫) সেই সময়তে তেওঁৰ তলৰ ঠাইৰ পৰা এজন মাত দিওঁতাই (ফিৰিশ্ তাই) মাত দিলে, তুমি শোক নকৰিবা; (চোৱাঁ) স্বৰূপতে তোমাৰ প্ৰভুৱে তোমাৰ (পদৰ) তলেদি জুৰি এখন বোৱাইছে;

فَنَادَاهَا مِنْ تَحْتِهَا أَلَّا تَحْزَنِي قَدْ جَعَلَ رَبُّكِ
تَحْتَكِ سَرِيًّا ﴿٢٤﴾

২৬) আৰু তুমি খেজুৰ গছজোপাৰ গা ধৰি নিজৰ ফালে টানি জোকাৰ মাৰাঁ; তোমাৰ ওচৰতে ডালৰ পৰা পৰিব বহু তাজা পূৰঠ খেজুৰ।

وَهُزِّي إِلَيْكِ بِجِذْعِ النَّخْلَةِ تُسَاقِطْ عَلَيْكِ رُطَبًا
جَنِيًّا ﴿٢٥﴾

২৭) তেতিয়া তাকে খাই আৰু পানী পান কৰি নিজৰ নয়ন শীতল কৰিবা। কিন্তু যদি কোনো এজন মানুহকো অহা দেখিবলৈ পোৱা তাকে (ইঙ্গিতৰ যোগেদি) ইয়াকে বুজাবা, মই কৰুণাময় আল্লাৰ আগত ব্ৰত ধৰিছোঁ ৰোজা পালন কৰিবলৈ; সেই কাৰণে আজি মই কোনো মানুহৰে সৈতে কথা পাতিবলৈ অক্ষম।

فَكُلِي وَاشْرَبِي وَقَرِّي عَيْنًا ۖ فَإِمَّا تَرَيِنَّ مِنَ الْبَشَرِ
أَحَدًا فَقُولِي إِنِّي نَذَرْتُ لِلرَّحْمَٰنِ صَوْمًا فَلَنْ أُكَلِّمَ
الْيَوْمَ إِنْسِيًّا ﴿٢٦﴾

২৮) অৱশেষত তেওঁ নিজৰ লোকবিলাকৰ ওচৰলৈ ল'ৰাটিক বাহনত লৈ আহিল: সিহঁত (তেওঁক দেখামাত্ৰ) কলে, হে মৰ্‌য়ম্, স্বৰূপতে তুমি এটি অপৰূপ বস্তু লগত আনিছা।

فَأَتَتْ بِهِ قَوْمَهَا تَحْمِلُهُ ۖ قَالُوا يَا مَرْيَمُ لَقَدْ جِئْتِ
شَيْئًا فَرِيًّا ﴿٢٧﴾

২৯) হে হাৰুনৰ ভগিনী, তোমাৰ পিতৃ অসৎ মানুহ নাছিল, আৰু তোমাৰ মাতৃও অসতী নাছিল।

يَا أُخْتَ هَارُونَ مَا كَانَ أَبُوكِ امْرَأَ سَوْءٍ وَمَا كَانَتْ
أُمُّكِ بَغِيًّا ﴿٢٨﴾

৩০) কিন্তু তেওঁ ল'ৰাটিৰ ফালে আঙুলিয়ালে। সিহঁতে কলে, আমি তাৰ সৈতে কি কথা পাতিম ? সি (সৰু ল'ৰা) দোলনৰ কেঁচুৱাৰ দৰে।

فَاَشَارَتْ اِلَيْهِ ؕ قَالُوْا كَيْفَ نُكَلِّمُ مَنْ كَانَ فِى الْمَهْدِ صَبِيًّا ۝٣٠

৩১) ল'ৰাটিয়ে নিজেই মাত লগালে, মই আল্লাৰ এজন সেৱক, তেওঁ মোক পুথি দান কৰিছে আৰু মোক নবী নিয়োজিত কৰিছে।

قَالَ اِنِّىْ عَبْدُ اللّٰهِ ۛؕ اٰتٰىنِىَ الْكِتٰبَ وَجَعَلَنِىْ نَبِيًّا ۝٣١

৩২) আৰু য'তে মই থাকোঁ ত'তে তেওঁ মোক মঙ্গলৱন্ত কৰিছে ; আৰু জীয়াই থকা পৰ্য্যন্ত মোক তেৰেঁ নমাজ অনুষ্ঠান কৰিবলৈ আৰু জকাত দিবলৈ আদেশ দিছে।

وَّجَعَلَنِىْ مُبٰرَكًا اَيْنَ مَا كُنْتُ ۪ وَاَوْصٰنِىْ بِالصَّلٰوةِ وَالزَّكٰوةِ مَا دُمْتُ حَيًّا ۝٣٢

৩৩) আৰু (তেওঁ আদেশ দিছে) নিজ মাতৃৰ সেৱা কৰিবলৈ ; তেওঁ মোক অহঙ্কাৰী, দুৰ্ভগীয়া পুৰুষ কৰা নাই।

وَّبَرًّاۢ بِوَالِدَتِىْ ۫ وَلَمْ يَجْعَلْنِىْ جَبَّارًا شَقِيًّا ۝٣٣

৩৪) আৰু (তেওঁৰ) শান্তি মোৰ প্ৰতি, যিদিনা মোৰ জন্ম হৈছিল, আৰু যিদিনা মোৰ মৃত্যু ঘটিব, আৰু যিদিনা জীৱিত হৈ মোৰ পুনঃউত্থান হ'ব।

وَالسَّلٰمُ عَلَىَّ يَوْمَ وُلِدْتُّ وَيَوْمَ اَمُوْتُ وَيَوْمَ اُبْعَثُ حَيًّا ۝٣٤

৩৫) এয়ে মৰ্য়মৰ পুত্ৰ ঈচাৰ কথা— সত্য কথা, যি বিষয়ে সিহঁতে সংশয়ত পৰি আছে।

ذٰلِكَ عِيْسَى ابْنُ مَرْيَمَ ۚ قَوْلَ الْحَقِّ الَّذِىْ فِيْهِ يَمْتَرُوْنَ ۝٣٥

৩৬) কোনো এজনক তেওঁ পুত্ৰৰূপে গ্ৰহণ কৰে ই আল্লাৰ যোগ্য নহয় ; তেওঁ পৰম পৱিত্ৰ ; যেতিয়া তেওঁ কোনো কাৰ্য্য সম্পন্ন কৰিবলৈ সঙ্কল্প কৰে, তেওঁ সেই সম্বন্ধে আদেশ দিয়ে মাথোন, সম্পন্ন হোৱাঁ, আৰু সেই কাৰ্য্য সম্পন্ন হয়।

مَا كَانَ لِلّٰهِ اَنْ يَّتَّخِذَ مِنْ وَّلَدٍ ۙ سُبْحٰنَهٗ ؕ اِذَا قَضٰۤى اَمْرًا فَاِنَّمَا يَقُوْلُ لَهٗ كُنْ فَيَكُوْنُ ۝٣٦

৩৭) আৰু একো সন্দেহ নাই, আল্লা মোৰ প্ৰতিপালক আৰু তোমালোকৰো প্ৰতিপালক ; গতিকে তেওঁৰেই আৰাধনা কৰাঁ ; এয়ে পোন বাট।

وَاِنَّ اللّٰهَ رَبِّىْ وَرَبُّكُمْ فَاعْبُدُوْهُ ؕ هٰذَا صِرَاطٌ مُّسْتَقِيْمٌ ۝٣٧

فَاخْتَلَفَ الْأَحْزَابُ مِنْ بَيْنِهِمْ ۚ فَوَيْلٌ لِّلَّذِينَ
كَفَرُوا مِن مَّشْهَدِ يَوْمٍ عَظِيمٍ ﴿٣٧﴾

৩৮) কিন্তু সিহঁতৰ মাজৰ সম্প্ৰদায়সমূহে পৰস্পৰ বিৰোধ কৰিবলৈ ধৰিলে; গতিকে, সেই মহাদিনৰ আগমন সম্বন্ধে যিবিলাকে অবিশ্বাস কৰিছে সেইবিলাকৰ প্ৰতি ধিক!

أَسْمِعْ بِهِمْ وَأَبْصِرْ يَوْمَ يَأْتُونَنَا لَٰكِنِ الظَّالِمُونَ
الْيَوْمَ فِي ضَلَالٍ مُّبِينٍ ﴿٣٨﴾

৩৯) যিদিনা সিহঁত আমাৰ সম্মুখত উপস্থিত হ'বহি সিহঁতৰ কাণে সকলো শুনি পাব আৰু চকুৱে সকলো দেখিবলৈ পাব; কিন্তু আজিৰ দিনা অন্যায়কাৰী বিলাক প্ৰকাশ্য ভ্ৰান্তিত পৰি আছে।

وَأَنذِرْهُمْ يَوْمَ الْحَسْرَةِ إِذْ قُضِيَ الْأَمْرُ وَهُمْ
فِي غَفْلَةٍ وَهُمْ لَا يُؤْمِنُونَ ﴿٣٩﴾

৪০) আৰু (হে মহম্মদ,) সেই সন্তাপৰ দিন সম্বন্ধে সিহঁতক তুমি সতৰ্ক কৰি দিয়াঁ, যিদিনা সকলো বিষয়ৰ মীমাংসা কৰি দিয়া হ'ব। কিন্তু (আজি) সিহঁত আওকণীয়া হৈ পৰি আছে আৰু সিহঁতে বিশ্বাস স্থাপন নকৰে।

إِنَّا نَحْنُ نَرِثُ الْأَرْضَ وَمَنْ عَلَيْهَا وَإِلَيْنَا
يُرْجَعُونَ ﴿٤٠﴾

৪১) এই পৃথিৱীৰ আৰু তাত থকা সকলোৰে আমিয়ে উত্তৰাধিকাৰী, আৰু আমাৰে ওচৰলৈকে সিহঁতৰ সকলোকে ওভতাই নিয়া হ'ব।

وَاذْكُرْ فِي الْكِتَابِ إِبْرَاهِيمَ ۚ إِنَّهُ كَانَ صِدِّيقًا
نَّبِيًّا ﴿٤١﴾

৪২) আৰু (হে মহম্মদ,) ইব্ৰাহিমৰ কথা যি এইখন গ্ৰন্থত (উল্লেখ) আছে তুমি বৰ্ণনা কৰাঁ; একো সন্দেহ নাই তেওঁ আছিল সত্যপৰায়ণ, নবী:

إِذْ قَالَ لِأَبِيهِ يَا أَبَتِ لِمَ تَعْبُدُ مَا لَا يَسْمَعُ وَلَا يُبْصِرُ
وَلَا يُغْنِي عَنكَ شَيْئًا ﴿٤٢﴾

৪৩) (সেই সময়ৰ কথা) যেতিয়া তেওঁ নিজৰ পিতাক কৈছিল, হে মোৰ পিতা, যি শুনি নাপায়, আৰু যি দেখি নাপায় আৰু যাৰ পৰা তোমাৰ একো উপকাৰ সাধন নহয়, তাৰ পূজা তুমি কিয় কৰা?

يَا أَبَتِ إِنِّي قَدْ جَاءَنِي مِنَ الْعِلْمِ مَا لَمْ يَأْتِكَ
فَاتَّبِعْنِي أَهْدِكَ صِرَاطًا سَوِيًّا ﴿٤٣﴾

৪৪) হে মোৰ পিতা, সঁচাকৈয়ে যি জ্ঞান মোৰ ওচৰলৈ আহিছে সেই জ্ঞান তোমাৰ ওচৰলৈ অহা নাই; এতেকে তুমি মোৰ অনুসৰণ কৰাঁ; মই তোমাক পোন বাটেদি লৈ যাম।

يَٰٓأَبَتِ لَا تَعْبُدِ ٱلشَّيْطَٰنَ ۖ إِنَّ ٱلشَّيْطَٰنَ كَانَ لِلرَّحْمَٰنِ عَصِيًّا ﴿٤٤﴾

৪৫) হে মোৰ পিতা, শ্বয়তানৰ পূজা নকৰিবা; নিশ্চয় শ্বয়তান হৈছে পৰম করুণাময় আল্লাৰ বিৰোধী।

يَٰٓأَبَتِ إِنِّىٓ أَخَافُ أَن يَمَسَّكَ عَذَابٌ مِّنَ ٱلرَّحْمَٰنِ فَتَكُونَ لِلشَّيْطَٰنِ وَلِيًّا ﴿٤٥﴾

৪৬) হে মোৰ পিতা, মোৰ এয়ে ভয়, জানোচা পৰম করুণাময় আল্লাৰ শাস্তিয়ে তোমাক স্পৰ্শ কৰে আৰু তুমি শ্বয়তানৰ বন্ধু হৈ পৰা।

قَالَ أَرَاغِبٌ أَنتَ عَنْ ءَالِهَتِى يَٰٓإِبْرَٰهِيمُ ۖ لَئِن لَّمْ تَنتَهِ لَأَرْجُمَنَّكَ ۖ وَٱهْجُرْنِى مَلِيًّا ﴿٤٦﴾

৪৭) তেওঁৰ পিতাকে কলে, হে ইব্ৰাহিম, তুমি কি মোৰ উপাস্যবিলাকক বেয়া পাই বৰ্জ্জন কৰিছা; যদি তুমি (এনে আচৰণৰ পৰা) বিৰত নোহোৱা মই নিশ্চয় তোমাক শিল দলিয়াই মাৰি পেলাম; নতুবা কিছুকালৰ নিমিত্তে মোক এৰি ওলাই যোৱাঁ।

قَالَ سَلَٰمٌ عَلَيْكَ ۖ سَأَسْتَغْفِرُ لَكَ رَبِّىٓ ۖ إِنَّهُۥ كَانَ بِى حَفِيًّا ﴿٤٧﴾

৪৮) তেওঁ কলে, (বাৰু মই ওলাই যাওঁ,) তোমাৰ প্ৰতি আল্লাৰ শান্তি! এতিয়া তোমাৰ কাৰণে মই নিজ প্ৰভুৰ ওচৰত ক্ষমা ভিক্ষা কৰিম; ইয়াত সন্দেহ নাই, মোৰ প্ৰতি তেওঁ অতিশয় দয়ালু।

وَأَعْتَزِلُكُمْ وَمَا تَدْعُونَ مِن دُونِ ٱللَّهِ وَأَدْعُوا۟ رَبِّى عَسَىٰٓ أَلَّآ أَكُونَ بِدُعَآءِ رَبِّى شَقِيًّا ﴿٤٨﴾

৪৯) আৰু মই এতিয়া নিলগ হৈছোঁ তোমালোকৰ পৰা, আৰু সেইবিলাকৰ পৰা যিবিলাকক তোমালোকে অৰ্চ্চনা কৰা আল্লাক এৰি; আৰু মই উপাসনা কৰিম মোৰ প্ৰতিপালকৰ; মই আশা কৰোঁ মোৰ প্ৰভুৰ ওচৰত প্ৰাৰ্থনা কৰি মই কেতিয়াও বিফলমনোৰথ নহওঁ।

فَلَمَّا ٱعْتَزَلَهُمْ وَمَا يَعْبُدُونَ مِن دُونِ ٱللَّهِ وَهَبْنَا لَهُۥٓ إِسْحَٰقَ وَيَعْقُوبَ ۖ وَكُلًّا جَعَلْنَا نَبِيًّا ﴿٤٩﴾

৫০) পিছত যেতিয়া তেওঁ সেইবিলাকক, আৰু যি উপাস্যবিলাকক সিহঁতে আল্লাক এৰি অৰ্চ্চনা কৰিছিল সিহঁতক পৰিত্যাগ কৰিলে, আমি তেওঁক ইচ্হাক আৰু (ইচ্হাকৰ পুতেক) ইয়াকুবক দান কৰিলোঁ আৰু প্ৰত্যেকজনকে নবী পাতিলোঁ।

وَوَهَبْنَا لَهُم مِّن رَّحْمَتِنَا وَجَعَلْنَا لَهُمْ لِسَانَ

৫১) আৰু তেওঁলোকক আমি নিজ করুণাৰ

ع صِدْقٍ عَلِيًّا ۝٥١

(প্ৰচুৰ) অংশ দান কৰিলোঁ, আৰু তেওঁলোকৰ নিমিত্তে স্থিৰ কৰিলোঁ সত্যৰ মহান (জগৎব্যাপী) খ্যাতি।

وَاذْكُرْ فِي الْكِتٰبِ مُوْسٰى اِنَّهٗ كَانَ مُخْلَصًا وَّكَانَ رَسُوْلًا نَّبِيًّا ۝٥٢

(৫২) আৰু (হে মহম্মদ,) এই গ্ৰন্থত উল্লেখ হোৱা মুচাৰ আখ্যান তুমি বৰ্ণনা কৰাঁ; অৱশ্যে তেওঁ (আল্লাৰ) এজন সংবাদবাহক, এজন নবী।

وَنَادَيْنٰهُ مِنْ جَانِبِ الطُّوْرِ الْاَيْمَنِ وَقَرَّبْنٰهُ نَجِيًّا ۝٥٣

(৫৩) আৰু তুৰ পৰ্ব্বতৰ সোঁফালৰ পৰা আমি তেওঁক আহ্বান কৰিছিলোঁ, আৰু তেওঁক নিজ সন্নিধানলৈ আনিছিলোঁ মিলন-আলাপৰ অৰ্থে।

وَوَهَبْنَا لَهٗ مِنْ رَّحْمَتِنَاۤ اَخَاهُ هٰرُوْنَ نَبِيًّا ۝٥٤

(৫৪) আৰু আমি নিজ কৰুণা দবাৰা তেওঁৰ লগতে তেওঁৰ ভ্ৰাতৃ হাৰুনক নবী পাতিছিলোঁ (যাতে তেওঁ মুচাক সহায় কৰিব পাৰে।)

وَاذْكُرْ فِي الْكِتٰبِ اِسْمٰعِيْلَ اِنَّهٗ كَانَ صَادِقَ الْوَعْدِ وَكَانَ رَسُوْلًا نَّبِيًّا ۝٥٥

(৫৫) আৰু (হে মহম্মদ) এই গ্ৰন্থত উল্লেখ হোৱা ইস্মাইলৰ আখ্যান তুমি বৰ্ণনা কৰাঁ; অৱশ্যে তেওঁ নিজ অঙ্গীকাৰত সত্যপৰায়ণ আছিল; আৰু তেওঁ আছিল (আল্লাৰ) এজন সংবাদবাহক, এজন নবী।

وَكَانَ يَاْمُرُ اَهْلَهٗ بِالصَّلٰوةِ وَالزَّكٰوةِ وَكَانَ عِنْدَ رَبِّهٖ مَرْضِيًّا ۝٥٦

(৫৬) আৰু তেওঁ নিজৰ পৰিয়ালক আদেশ দিছিল নমাজ অনুষ্ঠান কৰিবলৈ আৰু জকাত দিবলৈ; আৰু তেওঁ নিজ প্ৰভুৰ চৰণত আছিল তেওঁৰ প্ৰিয়জন হৈ।

وَاذْكُرْ فِي الْكِتٰبِ اِدْرِيْسَ اِنَّهٗ كَانَ صِدِّيْقًا نَّبِيًّا ۝٥٧

(৫৭) আৰু (হে মহম্মদ,) এই গ্ৰন্থত উল্লেখ হোৱা ইদ্ৰীচৰ আখ্যান তুমি বৰ্ণনা কৰাঁ; নিশ্চয় তেওঁ আছিল এজন সত্যপৰায়ণ পুৰুষ, এজন নবী;

وَّرَفَعْنٰهُ مَكَانًا عَلِيًّا ۝٥٨

(৫৮) আৰু তেওঁক আমি সমুন্নত স্থানলৈ তুলি নিছিলোঁ।

أُولَٰئِكَ الَّذِينَ أَنْعَمَ اللَّهُ عَلَيْهِمْ مِنَ النَّبِيِّينَ مِنْ
ذُرِّيَّةِ آدَمَ وَمِمَّنْ حَمَلْنَا مَعَ نُوحٍ وَمِنْ ذُرِّيَّةِ
إِبْرَاهِيمَ وَإِسْرَائِيلَ وَمِمَّنْ هَدَيْنَا وَاجْتَبَيْنَا ۚ
إِذَا تُتْلَىٰ عَلَيْهِمْ آيَاتُ الرَّحْمَٰنِ خَرُّوا سُجَّدًا وَبُكِيًّا ۩ السجدة ٥٩

(৫৯) আদম-জ্ঞাতিৰ নবীসকলৰ মাজত এই-সকলৰ প্ৰতি আল্লাই (বিশেষকৈ) অনুগ্ৰহ বৰ্ষণ কৰিছিল; আৰু যিবিলাকক নুহৰ লগতে (নাৱত) তুলিছিলোঁ সেইবিলাকৰ বংশধৰ এইসকল; আৰু ইব্ৰাহিম আৰু ইস্ৰাইলৰ বংশধৰ; আৰু যিসকলক আমি সুপথ প্ৰদৰ্শন কৰিছিলোঁ আৰু (নিজ অনুগ্ৰহৰ কাৰণে) বাচি লৈছিলোঁ সেই সকলৰো; যেতিয়া তেওঁলোকৰ সম্মুখত পৰম কৰুণাময় আল্লাৰ আয়তসমূহ পাঠ কৰা হৈছিল, তেওঁলোকে সাষ্টাঙ্গে প্ৰণিপাত কৰি আৰু কান্দি কান্দি মাটিত পৰিছিল।

فَخَلَفَ مِنْ بَعْدِهِمْ خَلْفٌ أَضَاعُوا الصَّلَاةَ وَاتَّبَعُوا
الشَّهَوَاتِ ۖ فَسَوْفَ يَلْقَوْنَ غَيًّا ٦٠

(৬০) কিন্তু পিছত এনেবোৰ বংশধৰ তেওঁলোকৰ উত্তৰাধিকাৰী হৈছিল যিবিলাকে নমাজৰ অভ্যাস ত্যাগ কৰিছিল আৰু কাম-প্ৰবৃত্তি চৰিতাৰ্থ কৰিবলৈ বিচাৰিছিল; ইয়াৰ ফলত আগলৈ সিহঁতে নিজ বিৰোধিতাৰ (শাস্তিৰ) সম্মুখীন হ'ব লাগিব;

إِلَّا مَنْ تَابَ وَآمَنَ وَعَمِلَ صَالِحًا فَأُولَٰئِكَ يَدْخُلُونَ
الْجَنَّةَ وَلَا يُظْلَمُونَ شَيْئًا ٦١

(৬১) সেইসকলৰ বাহিৰে যিসকলে অনুতাপ কৰিছিল আৰু বিশ্বাস স্থাপন কৰিছিল আৰু সজ কাম কৰিছিল; তাৰ প্ৰতিদানস্বৰূপে সেইসকলে স্বৰ্গৰ উদ্যানৰ ভিতৰত প্ৰৱেশ কৰিব, আৰু সেইসকলৰ প্ৰতি অকণো অন্যায় কৰা নহ'ব;

جَنَّاتِ عَدْنٍ الَّتِي وَعَدَ الرَّحْمَٰنُ عِبَادَهُ بِالْغَيْبِ ۚ
إِنَّهُ كَانَ وَعْدُهُ مَأْتِيًّا ٦٢

(৬২) সেই উদ্যানসমূহ চিৰকলীয়া; সেইবিলাকৰ প্ৰতিশ্ৰুতি পৰম কৰুণাময় আল্লাই আপোন ভৃত্যসকলক অদৃশ্যভাৱে দান কৰিছে; বাস্তৱতে তেওঁৰ প্ৰতিশ্ৰুতিৰ আগমন সুনিশ্চিত।

لَا يَسْمَعُونَ فِيهَا لَغْوًا إِلَّا سَلَامًا ۖ وَلَهُمْ رِزْقُهُمْ فِيهَا
بُكْرَةً وَعَشِيًّا ٦٣

(৬৩) তাত সেইসকলে শান্তি-সম্ভাষণ ভিন্ন আন অযথা কথা শুনি নাপাব, আৰু পুৱা আৰু সন্ধিয়া নিজৰ আহাৰ পাই থাকিব।

৬৪) এইখনেই সেই উদ্যান যাৰ উত্তৰাধিকাৰী আপোন ভৃত্যবিলাকৰ মাজৰ সেইসকলকে কৰিছোঁ যিসকলে নিজকে পাপৰ পৰা ৰক্ষা কৰি থাকে।

تِلْكَ الْجَنَّةُ الَّتِيْ نُوْرِثُ مِنْ عِبَادِنَا مَنْ كَانَ تَقِيًّا ﴿٦٣﴾

৬৫) আৰু (ফিৰিশ্তাসকলে ক'ব,) তোমাৰ প্ৰভুৰ আদেশ ভিন্ন আমি কেতিয়াও অৱতৰণ নকৰোঁ ; আমাৰ সম্মুখত আগলৈ (ভৱিষ্যতে) যি ঘটিব, আৰু আমাৰ পিছত (অতীজত) যি ঘটিছিল, আৰু ইয়াৰ মাজতে (বৰ্ত্তমান কালত) যি ঘটি আছে সকলো তেওঁৰ ক্ষমতা আৰু জ্ঞানৰ অধীন।

وَمَا نَتَنَزَّلُ اِلَّا بِاَمْرِ رَبِّكَ ۚ لَهٗ مَا بَيْنَ اَيْدِيْنَا وَمَا خَلْفَنَا وَمَا بَيْنَ ذٰلِكَ ۚ وَمَا كَانَ رَبُّكَ نَسِيًّا ﴿٦٤﴾

৬৬) আকাশমণ্ডলী আৰু পৃথিৱীৰ আৰু উভয়ৰ মাজত যি অৱস্থিত সকলোৰে প্ৰতিপালক তেৱেঁই ; গতিকে তুমি তেওঁৰেই আৰাধনা কৰাঁ, আৰু তেওঁৰ আৰাধনাৰ নেৰা-নেপেৰাকৈ যত্ন লবা ; তুমি অইন কোনোজনক জানা নে যি তেওঁৰ সমানে পূজনীয় হ'ব পাৰে ?

رَبُّ السَّمٰوٰتِ وَالْاَرْضِ وَمَا بَيْنَهُمَا فَاعْبُدْهُ وَاصْطَبِرْ لِعِبَادَتِهٖ ۚ هَلْ تَعْلَمُ لَهٗ سَمِيًّا ﴿٦٥﴾

৬৭) আৰু মানুহে কয়, ই কি সঁচাকৈয়ে সম্ভৱ, মোৰ মৃত্যু হোৱাৰ পাছত মোক পুনঃ জীৱিত কৰি তোলা হ'ব ?

وَيَقُوْلُ الْاِنْسَانُ ءَاِذَا مَا مِتُّ لَسَوْفَ اُخْرَجُ حَيًّا ﴿٦٦﴾

৬৮) কি ! মানুহে স্মৰণ নকৰে নে, আদিতে তাক আমিয়ে সৃজন কৰিছিলোঁ, অথচ (তেতিয়া) তাৰ অস্তিত্বয়ে নাছিল ?

اَوَلَا يَذْكُرُ الْاِنْسَانُ اَنَّا خَلَقْنٰهُ مِنْ قَبْلُ وَلَمْ يَكُ شَيْـًٔا ﴿٦٧﴾

৬৯) চোৱাঁ (হে মহম্মদ,) তোমাৰ প্ৰভুৰ শপত, নিশ্চয় সিহঁতক আৰু শ্বয়তানবিলাকক একেলগ কৰিম ; পিছত নিশ্চয় আমি সিহঁতক নৰকৰ কেওফালে আঁঠুমুৰীয়া কৰি উপস্থিত কৰিম ;

فَوَرَبِّكَ لَنَحْشُرَنَّهُمْ وَالشَّيٰطِيْنَ ثُمَّ لَنُحْضِرَنَّهُمْ حَوْلَ جَهَنَّمَ جِثِيًّا ﴿٦٨﴾

৭০) তাৰ পিছত প্ৰত্যেক দলৰ পৰা আমি নিশ্চয়

ثُمَّ لَنَنْزِعَنَّ مِنْ كُلِّ شِيْعَةٍ اَيُّهُمْ اَشَدُّ عَلَى الرَّحْمٰنِ

| | |
|---|---|
| এনেবিলাক মানুহক উলিয়াই বেলেগ কৰিম যিবিলাক পৰম কৰুণাময় আল্লাৰ কঠোৰ বিৰুদ্ধাচাৰী আছিল। | عِتِيًّا ۝٦٩ |
| ৭১) আৰু আমি নিশ্চয় ভালকৈ জানো, সেই নৰকৰ ভিতৰত প্ৰবেশ কৰিবৰ বেছিকৈ উপযোগী কোন। | ثُمَّ لَنَحْنُ أَعْلَمُ بِالَّذِينَ هُمْ أَوْلَىٰ بِهَا صِلِيًّا ۝٧٠ |
| ৭২) আৰু তোমালোকৰ মাজত এনে এজনো নাই যি নৰকত নমাৰ পৰা নিস্তাৰ পাব, ই তোমাৰ প্ৰভুৰে স্থিৰ কৰা অলৰ সিদ্ধান্ত। | وَإِن مِّنكُمْ إِلَّا وَارِدُهَا ۚ كَانَ عَلَىٰ رَبِّكَ حَتْمًا مَّقْضِيًّا ۝٧١ |
| ৭৩) আৰু যিসকল ধৰ্ম্মপৰায়ণ সেইসকলক আমি পৰিত্ৰাণ দান কৰিম; আৰু অন্যায়কাৰী-বিলাকক নৰকত থাকিবলৈ এৰিম, আঁঠুৰীয়া অৱস্থাত। | ثُمَّ نُنَجِّي الَّذِينَ اتَّقَوا وَّنَذَرُ الظَّالِمِينَ فِيهَا جِثِيًّا ۝٧٢ |
| ৭৪) আৰু যেতিয়া আমাৰ সুস্পষ্ট নিদৰ্শনসমূহ সিহঁতৰ সম্মুখত বৰ্ণোবা হয়, যিবিলাক অবিশ্বাসী সিহঁতে যিসকলে বিশ্বাস স্থাপন কৰিছে সেই-সকলক (গৰ্ব্ব কৰি) কয়, চোৱাঁ এই দুয়োদলৰ মাজত কোন দলৰ অৱস্থান উত্তম আৰু সঙ্গীবিলাক শ্ৰেষ্ঠ : | وَإِذَا تُتْلَىٰ عَلَيْهِمْ آيَاتُنَا بَيِّنَاتٍ قَالَ الَّذِينَ كَفَرُوا لِلَّذِينَ آمَنُوا أَيُّ الْفَرِيقَيْنِ خَيْرٌ مَّقَامًا وَأَحْسَنُ نَدِيًّا ۝٧٣ |
| ৭৫) অথচ সিহঁতৰ পূৰ্ব্বে এনে কত জাতিক আমি ধ্বংস কৰিছোঁ যিবিলাক সিহঁততকৈয়ো শ্ৰেষ্ঠ আছিল, সাজ-সম্পাদত আৰু বাহিৰা আড়ম্বৰত। | وَكَمْ أَهْلَكْنَا قَبْلَهُم مِّن قَرْنٍ هُمْ أَحْسَنُ أَثَاثًا وَرِئْيًا ۝٧٤ |
| ৭৬) (হে মহম্মদ,) তুমি কোৱাঁ, যি ভ্ৰান্তিত পৰি আছে তাক পৰম কৰুণাময় আল্লাই বহুকাললৈ অৱকাশ দিয়ে; অৱশেষত যিবিষয়ে সিহঁতক সতৰ্ক কৰি দিয়া হৈছিল তাকে সিহঁতে দৃষ্টি কৰিব, (প্ৰতিশ্ৰুত) শাস্তি নাইবা নিৰূপিত সময়; তেতিয়াহে সিহঁতে জানিব পাৰিব কাৰ অৱস্থান অধিক নিকৃষ্ট আৰু কাৰ সঙ্ঘ বেছি দুৰ্ব্বলী। | قُلْ مَن كَانَ فِي الضَّلَالَةِ فَلْيَمْدُدْ لَهُ الرَّحْمَٰنُ مَدًّا ۚ حَتَّىٰ إِذَا رَأَوْا مَا يُوعَدُونَ إِمَّا الْعَذَابَ وَإِمَّا السَّاعَةَ فَسَيَعْلَمُونَ مَنْ هُوَ شَرٌّ مَّكَانًا وَأَضْعَفُ جُندًا ۝٧٥ |

৭৭) আৰু যিসকলে সজ বাটেদি চলে সেইসকলক আল্লাই আৰু বেছিকৈ সুপথ প্ৰদৰ্শন কৰে; আৰু যি সৎকাৰ্য্যবিলাক যুগমীয়া সেইবিলাক তোমাৰ প্ৰভুৰ ওচৰত প্ৰতিদানস্বৰূপে উত্তম আৰু পৰিণামৰূপেও শ্ৰেষ্ঠ।

وَيَزِيدُ اللَّهُ الَّذِينَ اهْتَدَوْا هُدًى وَالْبَاقِيَاتُ الصَّالِحَاتُ خَيْرٌ عِندَ رَبِّكَ ثَوَابًا وَخَيْرٌ مَّرَدًّا ﴿٧٧﴾

৭৮) (হে মহম্মদ,) তুমি ভাবি চাইছা নে, সেইজনৰ কি অৱস্থা হ'ব যিজনে আমাৰ নিদৰ্শনসমূহ অস্বীকাৰ কৰে, আৰু ইয়াকে কয়, ইয়াত একো সন্দেহ নাই মোকো দিয়া হ'ব ধন-সম্পত্তি আৰু সন্তান-সন্ততি।

أَفَرَأَيْتَ الَّذِي كَفَرَ بِآيَاتِنَا وَقَالَ لَأُوتَيَنَّ مَالًا وَوَلَدًا ﴿٧٨﴾

৭৯) যি অদৃশ্য তাৰ সম্ভেদ সি পাইছে নে, নাইবা সেই সম্বন্ধে পৰম কৰুণাময় আল্লাৰ পৰা অঙ্গীকাৰ লৈ থৈছে নে?

أَطَّلَعَ الْغَيْبَ أَمِ اتَّخَذَ عِندَ الرَّحْمَٰنِ عَهْدًا ﴿٧٩﴾

৮০) ই অসম্ভৱ কথা; সি যি আৰোপ কৰিছে আমি নিশ্চয় লিপিবদ্ধ কৰিম, আৰু শাস্তিৰ যি অংশ তাৰ নিমিত্তে নিৰ্দিষ্ট আছে তাক আৰু বৰ্দ্ধিত কৰিম।

كَلَّا ۚ سَنَكْتُبُ مَا يَقُولُ وَنَمُدُّ لَهُ مِنَ الْعَذَابِ مَدًّا ﴿٨٠﴾

৮১) আৰু যি বস্তুৰ ওপৰত (তাৰ অধিকাৰ আছে বুলি) সি কয় তাৰো অধিকাৰী আমিয়ে হম; আৰু সি আহিব লগা হ'ব আমাৰ ওচৰলৈ অকলশৰীয়া হৈ।

وَنَرِثُهُ مَا يَقُولُ وَيَأْتِينَا فَرْدًا ﴿٨١﴾

৮২) আৰু আল্লাক এৰি আন উপাস্য সিহঁতে গ্ৰহণ কৰিছে, সিহঁতে যেন সিহঁতক ক্ষমতা দান কৰিব।

وَاتَّخَذُوا مِن دُونِ اللَّهِ آلِهَةً لِّيَكُونُوا لَهُمْ عِزًّا ﴿٨٢﴾

৮৩) ই অসম্ভৱ কথা! অবিশ্বাসীবিলাকে যে সিহঁতৰ উপাসনা কৰিছিল এই কথা উপাস্য-বিলাকে (মহাবিচাৰৰ দিনা) অস্বীকাৰ কৰিব; তদুপৰি সিহঁত সিহঁতৰ ঘোৰ বিৰোধী হৈ পৰিব।

كَلَّا ۚ سَيَكْفُرُونَ بِعِبَادَتِهِمْ وَيَكُونُونَ عَلَيْهِمْ ضِدًّا ﴿٨٣﴾

৮৪) (হে মহম্মদ,) তুমি লক্ষ্য কৰা নাই নে, অবিশ্বাসীইঁতৰ প্রতি আমি শ্বয়তানবিলাকক (প্রভাৱশালী কৰি) পঠাইছোঁ? সিইঁতে সিইঁতক অনবৰত উদ্দীপ্ত কৰি থাকে।

أَلَمْ تَرَ أَنَّا أَرْسَلْنَا الشَّيَاطِينَ عَلَى الْكَافِرِينَ تَؤُزُّهُمْ أَزًّا ﴿٨٣﴾

৮৫) গতিকে সিইঁতৰ সম্বন্ধে তুমি লৰালৰি নকৰিবা; আমি নিজেই সিইঁতৰ গণনা সম্পূর্ণৰূপে লৈ আছোঁ।

فَلَا تَعْجَلْ عَلَيْهِمْ ۖ إِنَّمَا نَعُدُّ لَهُمْ عَدًّا ﴿٨٤﴾

৮৬) (ক্বিয়ামতৰ) দিনা আমি ধৰ্ম্মপৰায়ণ-সকলক পৰম কৰুণাময় আল্লাৰ (নিজৰ) সম্মুখত অতিথি স্বৰূপে সমবেত কৰিম;

يَوْمَ نَحْشُرُ الْمُتَّقِينَ إِلَى الرَّحْمَٰنِ وَفْدًا ﴿٨٥﴾

৮৭) আৰু আমাৰ অপৰাধ কৰোঁতাবিলাকক তৃষ্ণাতুৰ অৱস্থাত নৰকৰ পিনে পৰিচালিত কৰিম।

وَنَسُوقُ الْمُجْرِمِينَ إِلَىٰ جَهَنَّمَ وِرْدًا ﴿٨٦﴾

৮৮) (আল্লাৰ ওচৰত) মধ্যস্থতা কৰিবলৈ সিইঁতৰ একো অধিকাৰ নাই,—অধিকাৰ থাকিব কেৱল সেইজনৰ যিজনে পৰম কৰুণাময় আল্লাৰ কাষৰ পৰা (এই বিষয়ে) প্রতিশ্রুতি লৈছে।

لَا يَمْلِكُونَ الشَّفَاعَةَ إِلَّا مَنِ اتَّخَذَ عِنْدَ الرَّحْمَٰنِ عَهْدًا ﴿٨٧﴾

৮৯) আৰু সিইঁতে কয়, পৰম কৰুণাময় আল্লাই পুত্র এজন গ্রহণ কৰিছে!

وَقَالُوا اتَّخَذَ الرَّحْمَٰنُ وَلَدًا ﴿٨٨﴾

৯০) (তুমি কোৱা,) তোমালোকে যি কথা সাজি আনিছা সি কি গুৰুতৰ কথা!

لَقَدْ جِئْتُمْ شَيْئًا إِدًّا ﴿٨٩﴾

৯১) আকাশমণ্ডলী বিদীর্ণ হয়হে লাগে, আৰু পৃথিৱী ফাটি যাব লাগিছে প্রায়, আৰু কঁপনিৰ হেতু পৰ্ব্বতসমূহ ভাগি পৰাৰ উপক্রম,—

تَكَادُ السَّمَاوَاتُ يَتَفَطَّرْنَ مِنْهُ وَتَنْشَقُّ الْأَرْضُ وَتَخِرُّ الْجِبَالُ هَدًّا ﴿٩٠﴾

৯২) সিইঁতে যে পৰম কৰুণাময় আল্লাৰ নিমিত্তে পুত্র এজন স্থিৰ কৰি লৈছে সেই কাৰণে!

أَنْ دَعَوْا لِلرَّحْمَٰنِ وَلَدًا ﴿٩١﴾

৯৩) অথচ প্ৰকৃততে পৰম করুণাময় আল্লাই পুত্ৰ গ্ৰহণ কৰিব, ই কেতিয়াও যোগ্য নহয় তেওঁৰ নিমিত্তে।

وَمَا يَنۢبَغِىْ لِلرَّحْمٰنِ اَنْ يَّتَّخِذَ وَلَدًا ﴿٩٣﴾

৯৪) আকাশমণ্ডলী আৰু পৃথিৱীত থকা প্ৰত্যেকে পৰম করুণাময় আল্লাৰ সম্মুখত উপস্থিত হ'ব, তেওঁৰ দাসত্ব স্বীকাৰ কৰি।

اِنْ كُلُّ مَنْ فِى السَّمٰوٰتِ وَالْاَرْضِ اِلَّاۤ اٰتِى الرَّحْمٰنِ عَبْدًا ﴿٩٤﴾

৯৫) স্বৰূপতে তেওঁ সিহঁতক আগুৰি আছে, আৰু সিহঁতৰ সঠিক লেখ লৈ থৈছে।

لَقَدْ اَحْصٰىهُمْ وَعَدَّهُمْ عَدًّا ﴿٩٥﴾

৯৬) আৰু পুনৰুত্থানৰ দিনা সিহঁতৰ প্ৰত্যেকজনেই তেওঁৰ সম্মুখত উপস্থি হ'বহি অকলশৰীয়া হৈ।

وَكُلُّهُمْ اٰتِيْهِ يَوْمَ الْقِيٰمَةِ فَرْدًا ﴿٩٦﴾

৯৭) যিসকলে বিশ্বাস স্থাপন কৰিছে আৰু সৎকাৰ্য্য কৰিছে সেইসকলৰ কাৰণে পৰম করুণাময় আল্লাই প্ৰীতি নিৰ্দ্দিষ্ট কৰিব।

اِنَّ الَّذِيْنَ اٰمَنُوْا وَعَمِلُوا الصّٰلِحٰتِ سَيَجْعَلُ لَهُمُ الرَّحْمٰنُ وُدًّا ﴿٩٧﴾

৯৮) (হে মহম্মদ,) এই কোৰ্-আন প্ৰকৃততে তোমাৰ নিজ ভাষাত সহজ কৰি নমাইছোঁ, যাতে তুমি ইয়াৰ যোগেদি ধৰ্ম্মপৰায়ণসকলক ভালকৈ আনন্দ বাৰ্ত্তা দিব পাৰা, আৰু বিৰোধীবিলাকক ইয়াৰ দবাৰা সাৱধান কৰিব পাৰা।

فَاِنَّمَا يَسَّرْنٰهُ بِلِسَانِكَ لِتُبَشِّرَ بِهِ الْمُتَّقِيْنَ وَتُنْذِرَ بِهٖ قَوْمًا لُّدًّا ﴿٩٨﴾

৯৯) আৰু সিহঁতৰ পূৰ্ব্বে কতবোৰ জাতিক আমি ধ্বংস কৰিছোঁ! (আজি) তুমি সিহঁতৰ এটি জাতিৰো অস্তিত্ব অনুভৱ কৰিব পাৰিছা নে? নাইবা সিহঁতৰ সাৰ-শব্দ শুনিবলৈ পাইছা নে?

وَكَمْ اَهْلَكْنَا قَبْلَهُمْ مِّنْ قَرْنٍ ؕ هَلْ تُحِسُّ مِنْهُمْ مِّنْ اَحَدٍ اَوْ تَسْمَعُ لَهُمْ رِكْزًا ﴿٩٩﴾ ع




চুৰা ২০ TA HA ত্বা-হা মক্কাত অৱতীৰ্ণ

১) পৰম করুণাময়, পৰম দানশীল আল্লাৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

২) ত্বা,হা।

طٰهٰ ②

৩) এই কোৰ্-আন আমি তোমাৰ প্ৰতি এই উদ্দেশ্য অৱতীৰ্ব কৰা নাই যে তুমি ক্লেশ-কষ্টত পৰা ;

مَآ اَنْزَلْنَا عَلَيْكَ الْقُرْاٰنَ لِتَشْقٰٓى ③

৪) বৰং যেয়ে আল্লাক ভয় কৰে তাৰ নিমিত্তে ই সোঁৱৰণি স্বৰূপ।

اِلَّا تَذْكِرَةً لِّمَنْ يَّخْشٰى ④

৫) যিজনে পৃথিৱী আৰু উচ্চ আকাশমণ্ডলী সৃজন কৰিছে এই কোৰ্-আন তেওঁৰ কাষৰ পৰা অৱতীৰ্ণ হোৱা প্ৰত্যাদেশ ;

تَنْزِيْلًا مِّمَّنْ خَلَقَ الْاَرْضَ وَالسَّمٰوٰتِ الْعُلٰى ⑤

৬) তেৱেঁই পৰম করুণাময় আল্লা; তেওঁ (শাসন-) সিংহাসনত বিৰাজমান ;

اَلرَّحْمٰنُ عَلَى الْعَرْشِ اسْتَوٰى ⑥

৭) আকাশমণ্ডলীত যি আছে, আৰু পৃথিৱীত যি আছে, আৰু এই দুয়োৰে মাজত যি আছে, আৰু ভূমিৰ তলতো যি আছে, সকলোৰে ওপৰত তেওঁৰেই আধিপত্য

لَهٗ مَا فِي السَّمٰوٰتِ وَمَا فِي الْاَرْضِ وَمَا بَيْنَهُمَا وَمَا تَحْتَ الثَّرٰى ⑦

৮) যদি তুমি উচ্চৈস্বৰে কথা কোৱা (তাকো তেওঁ শুনে), আৰু যি গুপ্ত, আৰু যি তাতোকৈ নিগূঢ়, তাকো তেওঁ জানে।

وَاِنْ تَجْهَرْ بِالْقَوْلِ فَاِنَّهٗ يَعْلَمُ السِّرَّ وَاَخْفٰى ⑧

৯) তেৱেঁই আল্লা, তেওঁত বিনে আন উপাস্য নাই ; উৎকৃষ্ট নামসমূহ তেওঁৰেই যোগ্য।

اَللّٰهُ لَآ اِلٰهَ اِلَّا هُوَ لَهُ الْاَسْمَآءُ الْحُسْنٰى ⑨

১০) আৰু (হে মহম্মদ,) মুচাৰ ইতিবৃত্ত তোমাৰ আগত বৰ্ণোৱা হৈছে নে ?

وقف لازم وَهَلْ أَتٰىكَ حَدِيْثُ مُوْسٰى ﴿١٠﴾

১১) তেওঁ অগ্নি দেখা পাই নিজ পৰিয়ালক কলে, এইখিনিতে তোমালোকে অপেক্ষা কৰাঁ ; মই নিশ্চয় অগ্নি দেখিবলৈ পাইছোঁ, অতি সম্ভৱ তাৰে পৰা এঙাৰ এটুকুৰা লৈ আহিব পাৰিম, নাইবা (অন্ততঃ) সেই অগ্নিৰ পৰা নিজৰ সঠিক পথ উলিয়াব পাৰিম।

إِذْ رَاٰ نَارًا فَقَالَ لِأَهْلِهِ امْكُثُوْٓا إِنِّيْٓ اٰنَسْتُ نَارًا
لَّعَلِّيْٓ اٰتِيْكُمْ مِّنْهَا بِقَبَسٍ أَوْ أَجِدُ عَلَى النَّارِ
هُدًى ﴿١١﴾

১২) পিছত যেতিয়া তেওঁ সেই অগ্নিৰ ওচৰ চাপিল তেওঁক আহ্বান কৰা হ'ল, হে মুচা !

فَلَمَّآ أَتٰىهَا نُوْدِيَ يٰمُوْسٰى ﴿١٢﴾

১৩) একো সন্দেহ নাই, মই তোমাৰ পালনকৰ্ত্তা ; গতিকে তোমাৰ পাদুকাযোৰ খুলি থোৱাঁ, কিয়নো তুমি ত্বোৱা পৰ্ব্বতৰ পৱিত্ৰ উপত্যকা পাইছাহি ;

إِنِّيْٓ أَنَا رَبُّكَ فَاخْلَعْ نَعْلَيْكَ إِنَّكَ بِالْوَادِ الْمُقَدَّسِ
طُوًى ﴿١٣﴾

১৪) আৰু তোমাক (ৰচুল নিযুক্ত কৰিবলৈ) মই বাচি লৈছোঁ ; এতেকে (এই মুহূৰ্ত্তত তোমাৰ প্ৰতি) যিহকে প্ৰত্যাদেশ কৰা হয় তাকে কাণ পাতি শুনিবা ;

وَأَنَا اخْتَرْتُكَ فَاسْتَمِعْ لِمَا يُوْحٰى ﴿١٤﴾

১৫) নিশ্চয় ময়ে আল্লা ; মোক এৰি আন উপাস্য নাই ; গতিকে মোৰেই উপাসনা কৰিবা, আৰু তুমি নমাজ অনুষ্ঠিত কৰিবা মোকে স্মৰণ কৰিববৰ অৰ্থে।

إِنَّنِيْٓ أَنَا اللّٰهُ لَآ إِلٰهَ إِلَّآ أَنَا فَاعْبُدْنِيْ وَأَقِمِ
الصَّلٰوةَ لِذِكْرِيْ ﴿١٥﴾

১৬) সেই নিৰূপিত সময় অহা সম্বন্ধে একো সন্দেহ নাই ; যি গুপ্ত তাকে (সেই সময়ত) প্ৰকাশ কৰিবলৈ মই উদ্যত,—প্ৰত্যেক আত্মাকে যেন তাৰ চেষ্টাৰ অনুপাতে প্ৰতিদান দিয়া হয়।

إِنَّ السَّاعَةَ اٰتِيَةٌ أَكَادُ أُخْفِيْهَا لِتُجْزٰى كُلُّ نَفْسٍ
بِمَا تَسْعٰى ﴿١٦﴾

১৭) (সতৰ্ক থাকিবা,) সেই দিনৰ আগমনত যেয়ে বিশ্বাস নকৰে, আৰু নিজ অপকৃষ্ট

فَلَا يَصُدَّنَّكَ عَنْهَا مَنْ لَّا يُؤْمِنُ بِهَا وَاتَّبَعَ

هَوٰىهُ فَتَرْدٰى ⑯

আকাঙ্ক্ষাৰ অনুসৰণ কৰে, সি যেন তোমাক তেনে বিশ্বাসৰ পৰা বিচলিত নকৰে যাৰ ফলত তোমাৰ ধ্বংস সাধন হয়।

وَمَا تِلْكَ بِيَمِيْنِكَ يٰمُوْسٰى ⑰

১৮) আৰু (তেওঁ আল্লাৰ বাণী শুনিব পালে,) হে মুচা, তোমাৰ সোঁ হাতত সেই ডাল কি?

قَالَ هِيَ عَصَايَ ۚ اَتَوَكَّؤُا عَلَيْهَا وَاَهُشُّ بِهَا عَلٰى غَنَمِيْ وَلِيَ فِيْهَا مَاٰرِبُ اُخْرٰى ⑱

১৯) তেওঁ উত্তৰ দিলে, এইডাল মোৰ লাখুটি; তাৰ ওপৰত মই ভৰ দিওঁ; আৰু মোৰ ভেৰা-ছাগলিৰ নিমিত্তে গছৰ পাত তাৰে ছাটি মাৰি তললৈ পেলাওঁ; আৰু ই মোৰ আন বহুতো কামতে লাগে।

قَالَ اَلْقِهَا يٰمُوْسٰى ⑲

২০) আল্লাই আদেশ দিলে, লাখুটিডাল (মাটিত) দলিয়াই পেলোৱা।

فَاَلْقٰىهَا فَاِذَا هِيَ حَيَّةٌ تَسْعٰى ⑳

২১) (আদেশ শুনামাত্ৰ) তেওঁ লাখুটিডাল দলিয়াই পেলালে; তেতিয়া দেখিলে কি? সেইডাল সাপ হৈ লৰ দিব ধৰিছে।

قَالَ خُذْهَا وَلَا تَخَفْ ۫ سَنُعِيْدُهَا سِيْرَتَهَا الْاُوْلٰى ㉑

২২) আল্লাই কলে, তাক (নিজ হাতেৰে) ধৰি লোৱাঁ, আৰু একো ভয় নকৰিবা; ধৰাৰ লগে লগে আমি তাক পূৰ্ব্বৰ আকাৰলৈ ওভোতাই নিম।

وَاضْمُمْ يَدَكَ اِلٰى جَنَاحِكَ تَخْرُجْ بَيْضَآءَ مِنْ غَيْرِ سُوْٓءٍ اٰيَةً اُخْرٰى ㉒

২৩) আৰু (হে মুচা,) তুমি তোমাৰ এখন হাত নিজ কাষত ঘঁহি চোৱাঁ; হাতখন ধলা, উজ্জ্বল হৈ ওলাব, কিন্তু কোনো প্ৰকাৰ ব্যাধিৰ চিন নোহোৱাকৈ। এইটো আৰু এটা নিদৰ্শন।

لِنُرِيَكَ مِنْ اٰيٰتِنَا الْكُبْرٰى ㉓

২৪) (এই দুইটা নিদৰ্শন এতিয়া দিয়া হ'ল;) যাতে পিছলৈ আৰু কেতবোৰ মহান নিদৰ্শন তোমাক প্ৰদৰ্শন কৰিম।

اِذْهَبْ اِلٰى فِرْعَوْنَ اِنَّهٗ طَغٰى ㉔

২৫) ভাল, (এতিয়া) তুমি ফিৰৌনৰ ওচৰলৈ যোৱাঁ; সঁচাকৈয়ে সি অতিপাত বিৰুদ্ধাচাৰী হ'ব ধৰিছে।

قَالَ رَبِّ اشْرَحْ لِي صَدْرِي ﴿٢٦﴾

২৬) মুচাই প্ৰাৰ্থনা কৰিলে, হে মোৰ প্ৰভু, মোৰ নিমিত্তে মোৰ হিয়া প্ৰশস্ত কৰাঁ ;

وَيَسِّرْ لِي أَمْرِي ﴿٢٧﴾

২৭) আৰু মোৰ কাৰ্য্য-সম্পাদন মোৰ পক্ষে সহজ কৰাঁ ;

وَاحْلُلْ عُقْدَةً مِّن لِّسَانِي ﴿٢٨﴾

২৮) আৰু মোৰ মাতৰ বান্ধ খুলি দিয়াঁ,

يَفْقَهُوا قَوْلِي ﴿٢٩﴾

২৯) যাতে মোৰ কথা সিহঁতে উপলব্ধি কৰিব পাৰে ;

وَاجْعَل لِّي وَزِيرًا مِّنْ أَهْلِي ﴿٣٠﴾

৩০) আৰু মোৰ কিছু ভাৰ বহন কৰিবলৈ মোৰ অংশী এজন নিযুক্ত কৰাঁ, মোৰেই পৰিয়ালৰ পৰা—

هَارُونَ أَخِي ﴿٣١﴾

৩১) মোৰ আপোন ককাই হাৰুনক ;

اشْدُدْ بِهِ أَزْرِي ﴿٣٢﴾

৩২) আৰু তেওঁৰ দ্বাৰা মোৰ শক্তি বৃদ্ধি কৰাঁ ;

وَأَشْرِكْهُ فِي أَمْرِي ﴿٣٣﴾

৩৩) আৰু কাৰ্য্য-সম্পাদনত তেওঁক মোৰ সহযোগী কৰাঁ,

كَيْ نُسَبِّحَكَ كَثِيرًا ﴿٣٤﴾

৩৪) যাতে আমি দুয়ো মিলি পৱিত্ৰতাৰ কীৰ্ত্তন বেছিকৈ কৰিব পাৰোঁ,

وَنَذْكُرَكَ كَثِيرًا ﴿٣٥﴾

৩৫) আৰু তোমাক স্মৰণ কৰিব পাৰোঁ অধিকতকৈ অধিক ;

إِنَّكَ كُنتَ بِنَا بَصِيرًا ﴿٣٦﴾

৩৬) আমাৰ প্ৰতি নিশ্চয় তুমিয়ে দৃষ্টি ৰাখোঁতা।

قَالَ قَدْ أُوتِيتَ سُؤْلَكَ يَا مُوسَىٰ ﴿٣٧﴾

৩৭) আল্লাই কলে, হে মুচা, স্বৰূপতে তোমাৰ প্ৰাৰ্থনা গৃহীত হ'ল ;

وَلَقَدْ مَنَنَّا عَلَيْكَ مَرَّةً أُخْرَىٰ ﴿٣٨﴾

৩৮) আৰু স্বৰূপতে পূৰ্ব্বেও এবাৰ তোমাৰ প্ৰতি আমি অনুগ্ৰহ কৰিছিলোঁ ;

৩৯) যেতিয়া আমি তোমাৰ মাতৃক প্ৰত্যাদেশ দবাৰা অনুভূতি দান কৰিছিলোঁ,

إِذْ أَوْحَيْنَآ إِلَىٰٓ أُمِّكَ مَا يُوحَىٰٓ ﴿٣٨﴾

৪০) এইৰূপে; শিশুটিক পেৰা এটাৰ ভিতৰত সোমোৱাই নৈত পেলাই দিয়া; পিছত নৈয়ে পেৰাটো পাৰত লগাব; তেতিয়া এনে এজনে তাক তুলি লব যিজন মোৰ শত্ৰু আৰু তাৰো শত্ৰু; আৰু মই নিজ ফালৰ পৰা তোমাৰ প্ৰতি (লোকৰ মনত) মৰম জন্মাইছিলোঁ, যাতে মোৰ দৃষ্টিৰ আগতে তোমাৰ লালন-পালনৰ উচিত ব্যৱস্থা কৰা হয়।

أَنِ ٱقْذِفِيهِ فِى ٱلتَّابُوتِ فَٱقْذِفِيهِ فِى ٱلْيَمِّ فَلْيُلْقِهِ
ٱلْيَمُّ بِٱلسَّاحِلِ يَأْخُذْهُ عَدُوٌّ لِّى وَعَدُوٌّ لَّهُۥ ۚ وَ
وقف لازم ٱلْقَيْتُ عَلَيْكَ مَحَبَّةً مِّنِّى ۚ وَلِتُصْنَعَ عَلَىٰ عَيْنِىٓ ﴿٣٩﴾

৪১) যেতিয়া তোমাৰ ভগ্নী (সেই ঠাই) পালেগৈ, তেওঁ (ফিৰৌনৰ জীয়েকক লগ ধৰি) কলে, এনে এজনী তিৰোতাৰ নিৰ্দ্দেশ মই তোমালোকক দিম নে যি হয়তো এই কেঁচুৱাটিক তুলিব পাৰিব? তাৰ পাছত আমি তোমাক তোমাৰ মাতৃৰ কাষলৈ ওভোতাই নিলোঁ, তেওঁৰ নয়ন যেন (তোমাক দেখি) শীতল হয়, আৰু তেওঁ যেন (তোমাৰ বাবে) শোক নকৰে। আৰু (এদিনা) তুমি এজন মানুহক হত্যা কৰিছিলা, কিন্তু আমি তোমাক সেই দুখৰ পৰা ৰক্ষা কৰিছিলোঁ; আৰু তোমাক (শিক্ষা দিবৰ অৰ্থে) নানা ধৰণৰ পৰীক্ষাত পেলাইছিলোঁ। পিছত তুমি মদয়নবাসীবিলাকৰ মাজত কেইবা বছৰো অৱস্থান কৰিলা। কালক্ৰমে তুমি, হে মুচা, যোগ্যতাৰ নিৰ্দ্ধাৰিত চৰম অৱস্থালৈ উঠিলা।

إِذْ تَمْشِىٓ أُخْتُكَ فَتَقُولُ هَلْ أَدُلُّكُمْ عَلَىٰ مَن يَكْفُلُهُۥ ۖ
فَرَجَعْنَٰكَ إِلَىٰٓ أُمِّكَ كَىْ تَقَرَّ عَيْنُهَا وَلَا تَحْزَنَ ۚ وَقَتَلْتَ
نَفْسًا فَنَجَّيْنَٰكَ مِنَ ٱلْغَمِّ وَفَتَنَّٰكَ فُتُونًا ۚ فَلَبِثْتَ
سِنِينَ فِىٓ أَهْلِ مَدْيَنَ ثُمَّ جِئْتَ عَلَىٰ قَدَرٍ يَٰمُوسَىٰ ﴿٤٠﴾

৪২) আৰু মই নিজ কামৰ নিমিত্তে তোমাক তৈয়াৰ কৰিছিলোঁ।

وَٱصْطَنَعْتُكَ لِنَفْسِى ﴿٤١﴾

৪৩) তুমি আৰু তোমাৰ ভ্ৰাতা দুয়ো মোৰ নিদৰ্শনসমূহ লৈ ওলাই যোৱাঁ আৰু মোক স্মৰণ কৰিবলৈ তোমালোকে আওহেলা নকৰিবা।

ٱذْهَبْ أَنتَ وَأَخُوكَ بِـَٔايَٰتِى وَلَا تَنِيَا فِى ذِكْرِى ﴿٤٢﴾

৪৪) (কালক্ৰমে মুচা আৰু হাৰুন মিছৰ দেশৰ প্ৰান্তত মিলিত হোৱাত আল্লাই আদেশ দিলে,) তোমালোক দুয়ো ফিৰৌনৰ ওচৰলৈ যোৱাঁ; সি নিশ্চয় অতিপাত বিৰুদ্ধাচৰণ কৰিব ধৰিছে;

اِذْهَبَآ اِلٰى فِرْعَوْنَ اِنَّهٗ طَغٰى ۝٤٣

৪৫) কিন্তু তাৰে সৈতে (নম্ৰভাৱে) কোমল মাতেৰে কথা কবা; হ'ব পাৰে সি উপদেশ গ্ৰহণ কৰে, নাইবা (মোলৈ) ভয় কৰে।

فَقُوْلَا لَهٗ قَوْلًا لَّيِّنًا لَّعَلَّهٗ يَتَذَكَّرُ اَوْ يَخْشٰى ۝٤٤

৪৬) উভয়ে কলে, হে আমাৰ প্ৰভু, আমি আশঙ্কা কৰোঁ, জানোচা ফিৰৌনে আমাৰ সৈতে উদ্ধতালি কৰে নাইবা আৰু অধিক বিৰুদ্ধাচৰণ কৰে।

قَالَا رَبَّنَآ اِنَّنَا نَخَافُ اَنْ يَّفْرُطَ عَلَيْنَآ اَوْ اَنْ يَّطْغٰى ۝٤٥

৪৭) আল্লাই (আশ্বাস দি) কলে, তোমালোকে ভয় নকৰিবা, মই নিশ্চয় তোমালোকৰ লগতে আছোঁ; মই সকলো শুনো আৰু সকলো দেখোঁ।

قَالَ لَا تَخَافَآ اِنَّنِيْ مَعَكُمَآ اَسْمَعُ وَاَرٰى ۝٤٦

৪৮) সুতৰাং তোমালোক দুয়ো তেওঁৰ ওচৰলৈ যোৱাঁ আৰু ইয়াকে কোৱাঁ নিশ্চয় আমি দুয়ো তোমাৰ প্ৰভুৱে প্ৰেৰণ কৰা ৰচুল; (আমাৰ ক'বলগীয়া কথা এই) বনি-ইস্ৰাইলক (মুক্তি দি) আমাৰ লগতে যাবলৈ দিয়াঁ, সিহঁতক আৰু যন্ত্ৰণা নিদিবা; স্বৰূপতে আমি তোমাৰ ওচৰলৈ আহিছোঁ তোমাৰ প্ৰভুৰ নিদৰ্শনৰ সৈতে; আৰু যি সুপথৰ অনুসৰণ কৰে তাৰ নিমিত্তে হওক শান্তি!

فَاْتِيٰهُ فَقُوْلَآ اِنَّا رَسُوْلَا رَبِّكَ فَاَرْسِلْ مَعَنَا بَنِيْٓ اِسْرَآءِيْلَ ۙ وَلَا تُعَذِّبْهُمْ ؕ قَدْ جِئْنٰكَ بِاٰيَةٍ مِّنْ رَّبِّكَ ؕ وَالسَّلٰمُ عَلٰى مَنِ اتَّبَعَ الْهُدٰى ۝٤٧

৪৯) স্বৰূপতে আমাৰ প্ৰতি প্ৰত্যাদেশ হৈছে, যি (সত্যক) মিছা বুলি অমান্য কৰিব আৰু (তাৰ পৰা) পৰাঙ্মুখ হ'ব তাৰ ওপৰত পৰিব (আল্লাৰ শাস্তি।

اِنَّا قَدْ اُوْحِيَ اِلَيْنَآ اَنَّ الْعَذَابَ عَلٰى مَنْ كَذَّبَ وَتَوَلّٰى ۝٤٨

৫০) ফিৰৌনে সুধিলে, তেন্তে, হে মুচা, তোমালোকৰ প্ৰভুনো কোন?

قَالَ فَمَنْ رَّبُّكُمَا يٰمُوْسٰى ۝٤٩

৫১) তেওঁ উত্তৰ দিলে, যিজনে প্ৰত্যেক বস্তুকে তাৰ সৃষ্টিৰ উপযোগী আকাৰ দিছে, আৰু তাৰ (কাৰ্য্য সম্পাদনৰ) বাট মুকলি কৰিছে সেইজনাই আমাৰ প্ৰভু।

قَالَ رَبُّنَا الَّذِیٓ اَعۡطٰی كُلَّ شَیۡءٍ خَلۡقَهٗ ثُمَّ هَدٰی ﴿٥٠﴾

৫২) ফিৰৌনে প্ৰশ্ন কৰিলে, তেন্তে পূৰ্ব্বগামী জাতিবিলাকৰ অৱস্থা সম্বন্ধে তুমি কি জানা ?

قَالَ فَمَا بَالُ الۡقُرُوۡنِ الۡاُوۡلٰی ﴿٥١﴾

৫৩) মুচাই উত্তৰ দিলে, সেইবিলাকৰ সম্বন্ধে প্ৰকৃত জ্ঞান মোৰ প্ৰভুৰ ওচৰত লিপিবদ্ধ; মোৰ প্ৰভুৱে ভ্ৰান্তি নকৰে আৰু তেওঁ বিস্মৃত নহয়;

قَالَ عِلۡمُهَا عِنۡدَ رَبِّیۡ فِیۡ كِتٰبٍ ۚ لَا یَضِلُّ رَبِّیۡ وَ لَا یَنۡسَی ﴿٥٢﴾

৫৪) তেৰেঁই পৃথিৱীক তোমালোকৰ নিমিত্তে শয্যাস্বৰূপ (বিস্তৃত) কৰিছে, আৰু তাৰে মাজত বহু পথ উলিয়াইছে তোমালোকৰ যাতায়াতৰ কাৰণে, আৰু তেৰেঁই আকাশৰপৰা বৰষুণ নমায়। (তেওঁ কৈছে,) তাৰ দ্বাৰা আমিয়ে নানাবিধৰ বেলেগ বেলেগ উদ্ভিদ উৎপন্ন কৰিছোঁ।

الَّذِیۡ جَعَلَ لَكُمُ الۡاَرۡضَ مَهۡدًا وَّ سَلَكَ لَكُمۡ فِیۡهَا سُبُلًا وَّ اَنۡزَلَ مِنَ السَّمَآءِ مَآءً ؕ فَاَخۡرَجۡنَا بِهٖۤ اَزۡوَاجًا مِّنۡ نَّبَاتٍ شَتّٰی ﴿٥٣﴾

৫৫) তাৰে কিছু তোমালোকে খোৱা আৰু কিছু ঘৰচীয়া জন্তুবিলাককো চৰি খাবলৈ দিয়া; বাস্তৱিকতে চিন্তাশীলসকলৰ নিমিত্তে ইয়াত আছে বহু নিদৰ্শন।

كُلُوۡا وَ ارۡعَوۡا اَنۡعَامَكُمۡ ؕ اِنَّ فِیۡ ذٰلِكَ لَاٰیٰتٍ لِّاُولِی النُّهٰی ﴿٥٤﴾ ع

৫৬) আমি তোমালোকক ইয়াৰ পৰা (মাটিৰ পৰা) সৃজন কৰিছোঁ; ইয়ালৈকে তোমালোকক ওভোতাই নিম; আৰু পুনৰায় ইয়াৰে পৰা তোমালোকক উত্থাপন কৰিম।

مِنۡهَا خَلَقۡنٰكُمۡ وَ فِیۡهَا نُعِیۡدُكُمۡ وَ مِنۡهَا نُخۡرِجُكُمۡ تَارَةً اُخۡرٰی ﴿٥٥﴾

৫৭) আৰু স্বৰূপতে আমি ফিৰৌনক আমাৰ নিদৰ্শনাৱলী সকলোখিনি দেখুওৱাইছিলোঁ, কিন্তু সি (সেইবোৰক) মিছা মানিলে আৰু প্ৰত্যাখ্যান কৰিলে।

وَ لَقَدۡ اَرَیۡنٰهُ اٰیٰتِنَا كُلَّهَا فَكَذَّبَ وَ اَبٰی ﴿٥٦﴾

৫৮) আৰু সি সুধিলে, হে মুচা, আমাৰ ওচৰলৈ

قَالَ اَجِئۡتَنَا لِتُخۡرِجَنَا مِنۡ اَرۡضِنَا بِسِحۡرِكَ

يٰمُوْسٰى ۝٥٨

তুমি এই কাৰণে আহিছা নে যে তুমি তোমাৰ যাদুক্রিয়া দেখুওৱাই আমাক নিজৰ মাতৃভূমিৰ পৰা উলিয়াই দিয়া ?

فَلَنَأْتِيَنَّكَ بِسِحْرٍ مِّثْلِهٖ فَاجْعَلْ بَيْنَنَا وَ بَيْنَكَ مَوْعِدًا لَّا نُخْلِفُهٗ نَحْنُ وَلَآ اَنْتَ مَكَانًا سُوًى ۝٥٩

৫৯) সেয়ে যদি হয়, সেই অনুৰূপ যাদুক্রিয়া আমিও নিশ্চয় তোমাৰ আগত উপস্থিত কৰিম; গতিকে তোমাৰ আৰু আমাৰ মাজত মিলিত হোৱাৰ এনে স্থান স্থিৰ কৰি লোৱা হওক যি উভয় পক্ষৰ নিমিত্তে সমানে সুবিধাজনক; আমি তাৰ বিৰোধ নকৰোঁ আৰু তুমিও নকৰিবা।

قَالَ مَوْعِدُكُمْ يَوْمُ الزِّيْنَةِ وَاَنْ يُّحْشَرَ النَّاسُ ضُحًى ۝٦٠

৬০) মুচাই কলে, উৎসৱৰ দিনেই (যাদু প্রতিযোগিতাৰ নিমিত্তে) ধাৰ্য্য হওক, আৰু পূৰ্ব্বাহ্নৰ সময়তে যেন মানুহক নিৰ্দ্ধাৰিত ঠাইত গোট খুৱাবৰ ব্যৱস্থা কৰা হয়।

فَتَوَلّٰى فِرْعَوْنُ فَجَمَعَ كَيْدَهٗ ثُمَّ اَتٰى ۝٦١

৬১) তাতে (সম্মতি দি) ফিৰৌন উভতি গ'ল, আৰু তাৰ সকলো কৌশলৰ যোগাৰ কৰিলে; তাৰ পাছত (যাদু প্রতিযোগিতাৰ দিনা) উপস্থিত হ'লহি।

قَالَ لَهُمْ مُّوْسٰى وَيْلَكُمْ لَا تَفْتَرُوْا عَلَى اللّٰهِ كَذِبًا فَيُسْحِتَكُمْ بِعَذَابٍ ۚ وَقَدْ خَابَ مَنِ افْتَرٰى ۝٦٢

৬২) (পোন প্রথমে) মুচাই সমবেত লোক-বিলাকক এইদৰে সম্বোধন কৰিলে ঃ তোমালোকৰ প্রতি ধিক! (সাৱধান!) আল্লাৰ প্রতি অসত্য আৰোপ নকৰিবা; তেনে কৰিলে তেওঁ শাস্তি নমাই তোমালোকক সমূলি বিনাশ কৰিব আৰু (আল্লাৰ বিৰুদ্ধে) যি মিছা সাজে সি স্বৰূপতে অকৃতাৰ্থ হয়।

فَتَنَازَعُوْٓا اَمْرَهُمْ بَيْنَهُمْ وَاَسَرُّوا النَّجْوٰى ۝٦٣

৬৩) তেতিয়া সিহঁতৰ কাৰ্য্যপদ্ধতিৰ বিষয়ে সিহঁতে পৰস্পৰ তৰ্ক-বিতৰ্ক কৰিব ধৰিলে, আৰু (তাৰ উপৰি) কাণে কাণেও ইজনে সিজনৰ সৈতে পৰামৰ্শ কৰিলে।

قَالُوْٓا اِنْ هٰذٰنِ لَسٰحِرٰنِ يُرِيْدٰنِ اَنْ يُّخْرِجٰكُمْ

৬৪) (পিছত) সিহঁতে কলে, এই দুজন যে

مِّنْ اَرْضِكُمْ بِسِحْرِهِمَا وَيَذْهَبَا بِطَرِيْقَتِكُمُ الْمُثْلٰى ﴿٦٣﴾

যাদুকৰ তাত একো সন্দেহ নাই; সিহঁতে যাদুৰ বলেৰে তোমালোকক নিজ দেশৰ পৰা উলিয়াই দিবলৈ, আৰু তোমালোকৰ শ্ৰেষ্ঠ দেশাচাৰ সমূহ বিলুপ্ত কৰিবলৈ সঙ্কল্প কৰিছে।

فَاَجْمِعُوْا كَيْدَكُمْ ثُمَّ ائْتُوْا صَفًّا ۚ وَقَدْ اَفْلَحَ الْيَوْمَ مَنِ اسْتَعْلٰى ﴿٦٤﴾

৬৫) গতিকে তোমালোকে সকলো প্ৰকাৰ কৌশল সংগ্ৰহ কৰি লোৱাঁ; তাৰ পিছত শাৰী পাতি আগ বাঢ়ি আহাঁ; আৰু স্বৰূপতে যি পক্ষই আজি প্ৰাধান্য লাভ কৰিব সেই পক্ষ হ'ব সফল-মনোৰথ।

قَالُوْا يٰمُوْسٰٓى اِمَّآ اَنْ تُلْقِيَ وَاِمَّآ اَنْ نَّكُوْنَ اَوَّلَ مَنْ اَلْقٰى ﴿٦٥﴾

৬৬) সিহঁতে কলে, হে মুচা, তুমি (লাখুটিডাল) পেলাবা নে প্ৰথমে আমি পেলাম?

قَالَ بَلْ اَلْقُوْا ۚ فَاِذَا حِبَالُهُمْ وَعِصِيُّهُمْ يُخَيَّلُ اِلَيْهِ مِنْ سِحْرِهِمْ اَنَّهَا تَسْعٰى ﴿٦٦﴾

৬৭) তেওঁ কলে, বৰং তোমালোকে (প্ৰথমে) পেলোৱাঁ। চোৱাঁ সিহঁতৰ জৰীবোৰ আৰু সিহঁতৰ লাখুটিবোৰ (পেলোৱা মাত্ৰ) সিহঁতৰ যাদুৰ গুণত ল'ৰিব ধৰিছে যেন তেওঁৰ চকুত লাগিল।

فَاَوْجَسَ فِيْ نَفْسِهٖ خِيْفَةً مُّوْسٰى ﴿٦٧﴾

৬৮) সেই দেখি নিজৰ মনত তেওঁ ভয় অনুভৱ কৰিলে, (জানোচা লোকৰ মন বিচলিত হয়)।

قُلْنَا لَا تَخَفْ اِنَّكَ اَنْتَ الْاَعْلٰى ﴿٦٨﴾

৬৯) আমি (মুচাক) কলোঁ; একো ভয় নকৰিবা, তুমিয়ে নিশ্চয় সৰ্ব্বোচ্চ হ'বা।

وَاَلْقِ مَا فِيْ يَمِيْنِكَ تَلْقَفْ مَا صَنَعُوْا ۗ اِنَّمَا صَنَعُوْا كَيْدُ سٰحِرٍ ۗ وَلَا يُفْلِحُ السَّاحِرُ حَيْثُ اَتٰى ﴿٦٩﴾

৭০) আৰু (এতিয়া) তোমাৰ সোঁহাতৰ লাখুটিডাল পেলোৱাঁ; সিহঁতে (যাদুৰে) যি সাজিছে সকলো এই ডালে গ্ৰাস কৰিব; সিহঁতে যি সাজিছে সেইবোৰ যাদুকৰৰ মিছা কৌশল মাথোন; কিয়নো যাদুকৰ কদাপি সফল-মনোৰথ হ'ব নোৱাৰে, লাগে সি যি উপায়কে অৱলম্বন কৰক।

فَاُلْقِيَ السَّحَرَةُ سُجَّدًا قَالُوْٓا اٰمَنَّا بِرَبِّ هٰرُوْنَ

৭১) সেই দৃশ্য দেখি যাদুকৰবিলাক (মাটিত

وَمُوْسٰى ۝٧٠

পৰি) সাষ্টাঙ্গে (আল্লাক) প্ৰণিপাত কৰিবলৈ বাধ্য হ'ল; সিহঁতে কব ধৰিলে, (এতিয়া) আমি বিশ্বাস স্থাপন কৰিলোঁ হাৰুন আৰু মুচাৰ প্ৰতিপালকত।

قَالَ اٰمَنْتُمْ لَهٗ قَبْلَ اَنْ اٰذَنَ لَكُمْ ۚ اِنَّهٗ لَكَبِيْرُكُمُ الَّذِىْ عَلَّمَكُمُ السِّحْرَ ۚ فَلَاُقَطِّعَنَّ اَيْدِيَكُمْ وَ اَرْجُلَكُمْ مِّنْ خِلَافٍ وَّلَاُوصَلِّبَنَّكُمْ فِىْ جُذُوْعِ النَّخْلِ ۖ وَلَتَعْلَمُنَّ اَيُّنَآ اَشَدُّ عَذَابًا وَّ اَبْقٰى ۝٧١

৭১) ফিৰৌনে কলে, মই তোমালোকক অনুমতি দিয়াৰ পূৰ্ব্বেই তোমালোকে তেওঁত বিশ্বাস স্থাপন কৰিলা! অৱশ্যে যিজনে তোমালোকক যাদুবিদ্যা শিকাব পাৰিলে সেইজন তোমালোকৰ ডাঙৰ নেতা নহে আৰু কোন হ'ব? ইয়াৰ ফলত মই নিশ্চয় তোমালোকৰ হাতবোৰ আৰু তোমালোকৰ ভৰিবোৰ বিপৰীত ফালৰ পৰা কাটি পেলাম, আৰু নিশ্চয় খেজুৰ গছৰ ডালবোৰত তোমালোকক শূলবিদ্ধ কৰিম। আৰু তেতিয়া তোমালোকে নিশ্চিতকৈ জানিব পাৰিবা, আমাৰ মাজত কাৰ শাস্তি কঠোৰতৰ আৰু অধিক স্থায়ী

قَالُوْا لَنْ نُّؤْثِرَكَ عَلٰى مَا جَآءَنَا مِنَ الْبَيِّنٰتِ وَ الَّذِىْ فَطَرَنَا فَاقْضِ مَآ اَنْتَ قَاضٍ ۖ اِنَّمَا تَقْضِىْ هٰذِهِ الْحَيٰوةَ الدُّنْيَا ۝٧٢

৭৩) তেওঁলোকে কলে, আমাৰ ওচৰলৈ যি সুস্পষ্ট নিদৰ্শনসমূহ আহিছে সেইবোৰতকৈ, আৰু যিজন আল্লাই সৃষ্টি কৰিছে তেওঁতকৈ তোমাক আমি শ্ৰেষ্ঠতৰ বুলি জ্ঞান নকৰোঁ; গতিকে যি বিচাৰ কৰিবলৈ তুমি মন কৰিছা তেনে বিচাৰ কৰা, তুমি বিচাৰ কৰিবা কেৱল মাত্ৰ এই পাৰ্থিব জীৱনৰ বিষয় লৈ হে।

اِنَّآ اٰمَنَّا بِرَبِّنَا لِيَغْفِرَ لَنَا خَطٰيٰنَا وَمَآ اَكْرَهْتَنَا عَلَيْهِ مِنَ السِّحْرِ ۗ وَاللّٰهُ خَيْرٌ وَّ اَبْقٰى ۝٧٣

৭৪) ইয়াত একো সন্দেহ নাই, আমি বিশ্বাস স্থাপন কৰিলোঁ আমাৰ (প্ৰকৃত) প্ৰতিপালকৰ প্ৰতি; তেওঁ যেন আমাৰ কাৰণে আমাৰ সকলো অপৰাধ, আৰু (বিশেষকৈ) যাদুপন্থালৈ তুমি যে আমাক বাধ্য কৰিছিলা সেই অপৰাধ মাৰ্জ্জনা কৰে; আৰু আল্লাই শ্ৰেষ্ঠতম, চিৰঞ্জীৱ।

اِنَّهٗ مَنْ يَّاْتِ رَبَّهٗ مُجْرِمًا فَاِنَّ لَهٗ جَهَنَّمَ ۚ لَا يَمُوْتُ فِيْهَا وَلَا يَحْيٰى ۝٧٤

৭৫) ইয়াত একো সন্দেহ নাই, যি নিজ প্ৰভুৰ ওচৰলৈ অপৰাধী হৈ আহিব নিশ্চয় তাৰ কাৰণে থাকিব নৰক, যাৰ ভিতৰত তাৰ মৰণো নাই আৰু জীৱনো নাই।

৭৬) কিন্তু সৎকাৰ্য্য কৰি আৰু বিশ্বাসী হৈ যি সকলে তেওঁৰ ওচৰলৈ আহিব সেইসকলৰ নিমিত্তে থাকিব সন্মানৰ পদৱীসমূহ ঃ

وَمَنْ يَّأْتِهٖ مُؤْمِنًا قَدْ عَمِلَ الصّٰلِحٰتِ فَاُولٰٓئِكَ لَهُمُ الدَّرَجٰتُ الْعُلٰى ﴿٧٥﴾

৭৭) এনে চিৰকলীয়া উদ্যানসমূহ যাৰ তলেদি জুৰিবিলাক বৈ যায়; তাতে তেওঁলোকে নিত্য অৱস্থান কৰিব; আৰু সেয়ে হৈছে সেইজনৰ প্ৰতিদান যিজনে নিজৰ আত্মাক নিৰ্ম্মল, পৱিত্ৰ কৰিছে।

جَنّٰتُ عَدْنٍ تَجْرِيْ مِنْ تَحْتِهَا الْاَنْهٰرُ خٰلِدِيْنَ فِيْهَا ۚ وَذٰلِكَ جَزٰٓؤُا مَنْ تَزَكّٰى ﴿٧٦﴾

৭৮) আৰু স্বৰূপতে আমি মুচাৰ প্ৰতি প্ৰত্যাদেশ কৰিছিলোঁ এইদৰেঃ তুমি মোৰ ভৃত্যবিলাকক নিশা থাকোঁতেই (মিছৰৰ পৰা) উলিয়াই লৈ যোৱাঁ; তাৰ পাছত সেইবিলাক যেন পাৰ হ'ব পাৰে এনে এটা শুকান বাট সাগৰৰ মাজত আঘাত কৰি বিচাৰি লোৱাঁ; ফিৰৌনৰ দলে (তোমালোকৰ) লগ পাবহি বুলি ভয় নকৰিবা, আৰু অইন কোনো আশঙ্কাও নকৰিবা।

وَلَقَدْ اَوْحَيْنَآ اِلٰى مُوْسٰٓى ۙ اَنْ اَسْرِ بِعِبَادِيْ فَاضْرِبْ لَهُمْ طَرِيْقًا فِى الْبَحْرِ يَبَسًا ۙ لَّا تَخٰفُ دَرَكًا وَّلَا تَخْشٰى ﴿٧٧﴾

৭৯) আৰু ফিৰৌনে নিজৰ সৈন্যদল লৈ তেওঁলোকৰ অনুসৰণ কৰিছিল; পিছত সাগৰৰ পানীয়ে সেইবিলাকক যেনেকৈ আবৰিব লাগে তেনেকৈ আবৰি ধৰিলে সম্পূৰ্ণৰূপে।

فَاَتْبَعَهُمْ فِرْعَوْنُ بِجُنُوْدِهٖ فَغَشِيَهُمْ مِّنَ الْيَمِّ مَا غَشِيَهُمْ ﴿٧٨﴾

৮০) আৰু ফিৰৌনে নিজৰ দলক পোন বাটেদি নিনি ভ্ৰান্তিৰ বাটেদি লৈ গৈছিল।

وَاَضَلَّ فِرْعَوْنُ قَوْمَهٗ وَمَا هَدٰى ﴿٧٩﴾

৮১) হে ইস্ৰাইলৰ সন্ততি, স্বৰূপতে আমিয়ে তোমালোকক তোমালোকৰ শত্ৰুৰ পৰা উদ্ধাৰ কৰিছিলোঁ; আৰু তুৰ পব্বৰ্তৰ সোঁফালে তোমালোকৰ প্ৰতি অঙ্গীকাৰ কৰিছিলোঁ, আৰু তোমালোকৰ কাৰণে 'মন্না' আৰু 'চল্‌ৱা' নমাইছিলোঁ।

يٰبَنِيْٓ اِسْرَآءِيْلَ قَدْ اَنْجَيْنٰكُمْ مِّنْ عَدُوِّكُمْ وَوٰعَدْنٰكُمْ جَانِبَ الطُّوْرِ الْاَيْمَنَ وَنَزَّلْنَا عَلَيْكُمُ الْمَنَّ وَالسَّلْوٰى ﴿٨٠﴾

৮২) (আমি আদেশ কৰিছিলোঁ) জীৱিকা

كُلُوْا مِنْ طَيِّبٰتِ مَا رَزَقْنٰكُمْ وَلَا تَطْغَوْا فِيْهِ فَيَحِلَّ

عَلَيْكُمْ غَضَبِيْ ۚ وَمَنْ يَّحْلِلْ عَلَيْهِ غَضَبِيْ فَقَدْ
هَوٰى ﴿٨١﴾

নিৰ্ব্বাহৰ নিমিত্তে যি পৱিত্ৰ বস্তু আমি তোমালোকক দান কৰিছোঁ তাৰে পৰা তোমালোকে আহাৰ কৰিবা, কিন্তু সেই বিষয়ে কেতিয়াও অতিৰিক্ততা নকৰিবা; যদি তাকে কৰা তোমালোকৰ প্ৰতি অৱতীৰ্ণ হ'ব মোৰ ক্ৰোধ ; আৰু যাৰে প্ৰতি মোৰ ক্ৰোধ অৱতীৰ্ণ হয় সি যে অধঃপাতে যাব ই সুনিশ্চিত।

وَاِنِّيْ لَغَفَّارٌ لِّمَنْ تَابَ وَاٰمَنَ وَعَمِلَ صَالِحًا ثُمَّ
اهْتَدٰى ﴿٨٢﴾

৮৩) আৰু যিজনে সন্তাপ কৰে, আৰু বিশ্বাস স্থাপন কৰে, আৰু সজ কাম কৰে, তাৰ পাছত সুপথে গতিশীল হয়, সেইজনৰ নিমিত্তে মই নিশ্চয় ক্ষমাশীল।

وَمَآ اَعْجَلَكَ عَنْ قَوْمِكَ يٰمُوْسٰى ﴿٨٣﴾

৮৪) আৰু হে মুচা, তুমি যে নিজৰ লোকবিলাকক পিছ পেলাই আগুৱাই আহিলা ইয়াৰ কাৰণ কি ?

قَالَ هُمْ اُولَآءِ عَلٰٓى اَثَرِيْ وَعَجِلْتُ اِلَيْكَ رَبِّ
لِتَرْضٰى ﴿٨٤﴾

৮৫) তেওঁ উত্তৰত কলে, সিহঁত মোৰ খোজে খোজে আহি আছে ; আৰু হে মোৰ প্ৰভু, তুমি যেন (মোৰ প্ৰতি) সন্তুষ্ট হোৱা সেই কাৰণে মই তোমাৰ ওচৰলৈ আগুৱাই আহিলোঁ।

قَالَ فَاِنَّا قَدْ فَتَنَّا قَوْمَكَ مِنْ بَعْدِكَ وَاَضَلَّهُمُ
السَّامِرِيُّ ﴿٨٥﴾

৮৬) আল্লাই কলে, কিন্তু স্বৰূপতে তোমাৰ অনুপস্থিতিত আমি তোমাৰ লোকবিলাকৰ (দৃঢ়তাৰ) পৰীক্ষা লৈছিলোঁ; আৰু চামেৰীয়ে সিহঁতক বিপথে লৈ যাবলৈ ধৰিছে।

فَرَجَعَ مُوْسٰٓى اِلٰى قَوْمِهٖ غَضْبَانَ اَسِفًا ۚ قَالَ
يٰقَوْمِ اَلَمْ يَعِدْكُمْ رَبُّكُمْ وَعْدًا حَسَنًا ۚ اَفَطَالَ
عَلَيْكُمُ الْعَهْدُ اَمْ اَرَدْتُّمْ اَنْ يَّحِلَّ عَلَيْكُمْ غَضَبٌ

৮৭) এই কথা শুনি মুচা ক্ৰুদ্ধ হৈ বেজাৰ মনেৰে নিজ লোকবিলাকৰ ওচৰলৈ উভতি গ'ল। তেওঁ সেইবিলাকক প্ৰশ্ন কৰিলে, হে মোৰ লোকসকল, তোমালোকক তোমালোকৰ প্ৰতিপালকে মঙ্গলৰ প্ৰতিশ্ৰুতি দিয়া নাছিল নে ? সেই প্ৰতিশ্ৰুতি (পূৰ্ণ হোৱাৰ) সময় দীঘলীয়া হ'ল বুলি ভাবিলা নে কি ? নাইবা তোমালোকে ইয়াকে ইচ্ছা কৰিছিলা নে যে

مِّن رَّبِّكُمْ فَأَخْلَفْتُم مَّوْعِدِي ۝٨٦

তোমালোকৰ প্ৰতিপালকৰ ফালৰ পৰা তোমালোকৰ প্ৰতি ক্ৰোধ অৱতীৰ্ণ হয় আৰু তাৰে কাৰণে মোৰ সৈতে কৰা অঙ্গীকাৰ তোমালোকে ভঙ্গ কৰিলা ?

قَالُوا مَا أَخْلَفْنَا مَوْعِدَكَ بِمَلْكِنَا وَلَٰكِنَّا حُمِّلْنَا أَوْزَارًا مِّن زِينَةِ الْقَوْمِ فَقَذَفْنَاهَا فَكَذَٰلِكَ أَلْقَى السَّامِرِيُّ ۝٨٧

৮৮) সিহঁতে কলে, আমি নিজ ইচ্ছাৰে তোমাৰ সৈতে কৰা অঙ্গীকাৰ ভঙ্গ কৰা নাই কিন্তু লোকবিলাকৰ অলঙ্কাৰৰ বোজা বহন কৰিবলৈ আমি বাধ্য হৈছিলোঁ; সেইবোৰকে আমি (অগ্নিত) নিক্ষেপ কৰিছিলোঁ, কিয়নো তেনে কৰিবলৈ চামেৰীয়ে (আমাক) নিৰ্দ্দেশ দিছিল।

فَأَخْرَجَ لَهُمْ عِجْلًا جَسَدًا لَّهُ خُوَارٌ فَقَالُوا هَٰذَا إِلَٰهُكُمْ وَإِلَٰهُ مُوسَىٰ فَنَسِيَ ۝٨٨

৮৯) পিছত সিহঁতৰ নিমিত্তে সি (সোণৰ) দামুৰি এটা সাজি উলিয়ালে, এটা (প্ৰাণহীন) প্ৰতিমূৰ্ত্তি মাত্ৰ, যাৰ পৰা গাভীৰ হেম্বেলনিৰ শব্দ হে ওলাইছিল। তাকে দেখি সিহঁতে কৈছিল, এই (সোণৰ দামুৰি) তোমালোকৰ উপাস্য আৰু মুচাৰো উপাস্য, কিন্তু মুচাই এই কথা পাহৰিলে।

أَفَلَا يَرَوْنَ أَلَّا يَرْجِعُ إِلَيْهِمْ قَوْلًا وَلَا يَمْلِكُ لَهُمْ ضَرًّا وَلَا نَفْعًا ۝٨٩

৯০) কি সিহঁতে লক্ষ্য কৰা নাছিল নে, সিহঁতৰ কোনো কথাৰ উত্তৰ দিবলৈ দামুৰিটো অক্ষম আছিল, আৰু সিহঁতৰ একো অপকাৰ আৰু উপকাৰ কৰিবৰ শক্তিও তাৰ নাছিল ?

وَلَقَدْ قَالَ لَهُمْ هَارُونُ مِن قَبْلُ يَا قَوْمِ إِنَّمَا فُتِنتُم بِهِ ۖ وَإِنَّ رَبَّكُمُ الرَّحْمَٰنُ فَاتَّبِعُونِي وَأَطِيعُوا أَمْرِي ۝٩٠

৯১) আৰু স্বৰূপতে হাৰুনে সিহঁতক পূৰ্ব্বেই কৈছিল, হে মোৰ লোকসকল, এই ঘটনাৰ দ্বাৰা কেৱল পৰীক্ষা হে লোৱা হৈছে; আৰু ইয়াত একো সন্দেহ নাই, পৰম কৰুণাময় আল্লা তোমালোকৰ প্ৰভু; গতিকে তোমালোকে মোৰ অনুসৰণ কৰাঁ, আৰু মোৰ আদেশ পালন কৰাঁ।

قَالُوا لَن نَّبْرَحَ عَلَيْهِ عَاكِفِينَ حَتَّىٰ يَرْجِعَ إِلَيْنَا مُوسَىٰ ۝٩١

৯২) সিহঁতে কলে, যেতিয়ালৈকে আমাৰ ওচৰলৈ মুচা উভতি নাহে, এই দামুৰি-পূজাত আমি নেৰানেপেৰাকৈ লাগি থাকিম।

قَالَ يٰهٰرُوْنُ مَا مَنَعَكَ اِذْ رَاَيْتَهُمْ ضَلُّوْٓا ۙ﴿٩٢﴾

৯৩) মুচাই (উভতি আহি) কলে, হে হাৰুন, যেতিয়া তুমি দেখিলা সিহঁত বিপথে যাব ধৰিছে, তোমাক কিহে প্ৰতিৰোধ কৰিলে—

اَلَّا تَتَّبِعَنِ ؕ اَفَعَصَيْتَ اَمْرِيْ ﴿٩٣﴾

৯৪) যে তুমি মোৰ অনুসৰণ নকৰিলা? তেন্তে তুমি কি মোৰ আদেশ অমান্য কৰিলা?

قَالَ يَبْنَؤُمَّ لَا تَاْخُذْ بِلِحْيَتِيْ وَلَا بِرَاْسِيْ ۚ اِنِّيْ
خَشِيْتُ اَنْ تَقُوْلَ فَرَّقْتَ بَيْنَ بَنِيْٓ اِسْرَآءِيْلَ
وَلَمْ تَرْقُبْ قَوْلِيْ ﴿٩٤﴾

৯৫) তেওঁ উত্তৰ দিলে, হে মোৰ মাতৃ নন্দন, মোৰ ডাঢ়ি আৰু মোৰ মূৰ টানি নধৰিবা; প্ৰকৃততে মই ইয়াকে আশঙ্কা কৰিছিলোঁ যে তুমি (মোকে দোষ দি) কবা, ইস্ৰাইল সন্ততিৰ মাজত তুমি বিচ্ছেদ সৃষ্টি কৰিলা আৰু মোৰ আদেশ গ্ৰাহ্য নকৰিলা।

قَالَ فَمَا خَطْبُكَ يٰسَامِرِيُّ ﴿٩٥﴾

৯৬) মুচাই (চামেৰীক) কলে, হে চামেৰী, তোমাক কিহে পাইছিল যে এনে কাম কৰিলা?

قَالَ بَصُرْتُ بِمَا لَمْ يَبْصُرُوْا بِهٖ فَقَبَضْتُ قَبْضَةً
مِّنْ اَثَرِ الرَّسُوْلِ فَنَبَذْتُهَا وَكَذٰلِكَ سَوَّلَتْ لِيْ نَفْسِيْ ﴿٩٦﴾

৯৭) সি কলে, যি মই দেখা পাইছিলোঁ ইস্ৰাইলবিলাকে দেখা পোৱা নাছিল; ৰচুলজনৰ (মুচাৰ) ধৰ্ম্মৰ কিছুভাগ মই গ্ৰহণ কৰিছিলোঁ; পিছত তাকে মই পৰিত্যাগ কৰিলোঁ; আৰু এনে কাম কৰিবলৈ মোৰ আত্মাই মোক প্ৰেৰণা দিছিল।

قَالَ فَاذْهَبْ فَاِنَّ لَكَ فِي الْحَيٰوةِ اَنْ تَقُوْلَ لَا
مِسَاسَ ۪ وَاِنَّ لَكَ مَوْعِدًا لَّنْ تُخْلَفَهٗ ۚ وَانْظُرْ
اِلٰٓى اِلٰهِكَ الَّذِيْ ظَلْتَ عَلَيْهِ عَاكِفًا ؕ لَنُحَرِّقَنَّهٗ ثُمَّ
لَنَنْسِفَنَّهٗ فِي الْيَمِّ نَسْفًا ﴿٩٧﴾

৯৮) মুচাই কলে, বাৰু তুমি ইয়াৰ পৰা গুচি যোৱাঁ, ইহ জীৱনত নিশ্চয় তোমাৰ (শাস্তি) এয়ে, তুমি (বাটে ঘাটে) কৈ ফুৰিবা, মোক যেন কোনেও স্পৰ্শ নকৰে; তদুপৰি তোমাৰ কাৰণে থাকিব (পৰজন্মৰো) শাস্তিৰ অঙ্গীকাৰ যি কেতিয়াও ভঙ্গ কৰা নহ'ব। আৰু যি উপাস্যৰ পূজা অৰ্চ্চনাত তুমি নেৰানেপেৰাকৈ লাগিছা তাৰো এতিয়া (কি দশা হ'ব) চাই থাকাঁ। নিশ্চয় আমি তাক জুইত পুৰি ভস্মীভূত কৰিম, তাৰ পাছত তাৰ ছাইবোৰ সাগৰত ছটিয়াই পেলাম।

৯৯) এয়ে সুনিশ্চিত কথা, তোমালোকৰ উপাস্য হৈছে আল্লা, তেওঁত ভিন্ন আন উপাস্য নাই ; নিজ জ্ঞানেৰে তেওঁ সকলো বস্তুকেই জুৰি আছে।

إِنَّمَآ إِلَٰهُكُمُ ٱللَّهُ ٱلَّذِي لَآ إِلَٰهَ إِلَّا هُوَ ۚ وَسِعَ كُلَّ شَيْءٍ عِلْمًا ﴿٩٨﴾

১০০) (হে মহম্মদ,) অতীজৰ কিছুমান আখ্যান আমি এইদৰে তোমাৰ আগত বৰ্ণনা কৰিছোঁ ; আৰু স্বৰূপতে আমি এই সোঁৱৰণী গ্ৰন্থ (কোৰ্-আন) তোমাক প্ৰদান কৰিছোঁ নিজ সন্নিধানৰ পৰা।

كَذَٰلِكَ نَقُصُّ عَلَيْكَ مِنْ أَنۢبَآءِ مَا قَدْ سَبَقَ ۚ وَقَدْ ءَاتَيْنَٰكَ مِن لَّدُنَّا ذِكْرًا ﴿٩٩﴾

১০১) তাৰ (শিক্ষাৰ) পৰা যি বিমুখ হয় সি পুনৰুত্থানৰ দিনা নিশ্চয় (বহু অপৰাধৰ) ভাৰ বহন কৰিব ;

مَّنْ أَعْرَضَ عَنْهُ فَإِنَّهُۥ يَحْمِلُ يَوْمَ ٱلْقِيَٰمَةِ وِزْرًا ﴿١٠٠﴾

১০২) তেনেবিলাক মানুহ দীৰ্ঘকাল সেই অৱস্থাতেই থাকিব, আৰু কি নিকৃষ্ট ভাৰ সিহঁতে বহন কৰিব লাগিব পুনৰুত্থানৰ দিনা—

خَٰلِدِينَ فِيهِ ۖ وَسَآءَ لَهُمْ يَوْمَ ٱلْقِيَٰمَةِ حِمْلًا ﴿١٠١﴾

১০৩) যিদিনা ফু মাৰি শিঙা বজোৱা হ'ব, আৰু যিদিনা অপৰাধীবিলাকক এনেদৰে আমি গোট খুৱাম যে (ভয়তে) সিহঁতৰ চকু নীলৱণীয়া হ'ব।

يَوْمَ يُنفَخُ فِي ٱلصُّورِ ۚ وَنَحْشُرُ ٱلْمُجْرِمِينَ يَوْمَئِذٍ زُرْقًا ﴿١٠٢﴾

১০৪) সিহঁতৰ ইজনে সিজনক কণাকণি কৰি কব, তোমালোকে সেই অৱস্থাত দহদিনমান হে আছিলা।

يَتَخَٰفَتُونَ بَيْنَهُمْ إِن لَّبِثْتُمْ إِلَّا عَشْرًا ﴿١٠٣﴾

১০৫) সিহঁতে যিদৰে নিজৰ ভাৱ ব্যক্ত কৰিব আমি ভালকৈ জানো তেতিয়া সিহঁতৰ মাজত যিজনৰ কথা সবাতকৈ যুক্তিসঙ্গত সেইজনে কব, তাত তোমালোক্‌ৰ অৱস্থান এদিনতকৈ বেছি হোৱা নাই।

نَّحْنُ أَعْلَمُ بِمَا يَقُولُونَ إِذْ يَقُولُ أَمْثَلُهُمْ طَرِيقَةً إِن لَّبِثْتُمْ إِلَّا يَوْمًا ﴿١٠٤﴾

১০৬) আৰু পৰ্ব্বতবিলাকৰ কি হ'ব সিহঁতে তোমাক প্ৰশ্ন কৰে ; তাৰ তুমি এই উত্তৰ দিয়াঁ, সেইবোৰক মোৰ প্ৰভুৱে ডোখৰ ডোখৰ কৰি সমূলি ভাঙি পেলাব ;

وَيَسْـَٔلُونَكَ عَنِ ٱلْجِبَالِ فَقُلْ يَنسِفُهَا رَبِّي نَسْفًا ﴿١٠٥﴾

| | |
|---|---|
| ১০৭) পিছত তেওঁ সেইবোৰক ভৈয়ামৰ দৰে সমতল ভূমি কৰি পেলাব ; | فَيَذَرُهَا قَاعًا صَفْصَفًا ﴿١٠٦﴾ |
| ১০৮) তাত তুমি বেঁকাবেকিঁ বাট বা তল-ওখ ঠাই একোকে দেখিবলৈ নোপোৱা। | لَّا تَرَىٰ فِيهَا عِوَجًا وَلَا أَمْتًا ﴿١٠٧﴾ |
| ১০৯) সেইদিনা সকলোৱে সেই আহ্বান কৰোঁতাজনৰ অনুসৰণ কৰিব যাৰ (আহ্বানত) একো কুটিলতা নাই, আৰু পৰম কৰুণাময় আল্লাৰ ভয়তে মাতবোৰ এনেদৰে ক্ষীণ হৈ পৰিব যে মৃদু গুণগুণনিৰ বাহিৰে তুমি একোকে শুনি নাপাবা। | يَوْمَئِذٍ يَتَّبِعُونَ الدَّاعِيَ لَا عِوَجَ لَهُ ۖ وَخَشَعَتِ الْأَصْوَاتُ لِلرَّحْمَٰنِ فَلَا تَسْمَعُ إِلَّا هَمْسًا ﴿١٠٨﴾ |
| ১১০) যিজনক পৰম কৰুণাময় আল্লাই অনুমতি প্ৰদান কৰিছে আৰু যিজনৰ অনুৰোধ তেওঁ ভাল পায় সেইজনত ভিন্ন আইনৰ মধ্যস্থতা সেইদিনা সাৰ্থক নহ'ব। | يَوْمَئِذٍ لَّا تَنفَعُ الشَّفَاعَةُ إِلَّا مَنْ أَذِنَ لَهُ الرَّحْمَٰنُ وَرَضِيَ لَهُ قَوْلًا ﴿١٠٩﴾ |
| ১১১) সিহঁতৰ সন্মুখত (ভৱিষ্যতে) যি ঘটিব, আৰু সিহঁতৰ পিছত (অতজিত) যি ঘটিছে সকলো আল্লাই জানে, কিন্তু সিহঁতে নিজ (সীমাবদ্ধ) জ্ঞানেৰে তাকে আগুৰিব নোৱাৰে। | يَعْلَمُ مَا بَيْنَ أَيْدِيهِمْ وَمَا خَلْفَهُمْ وَلَا يُحِيطُونَ بِهِ عِلْمًا ﴿١١٠﴾ |
| ১১২) আৰু সেই আল্লাৰ সন্মুখত যিজন চিৰজীৱন্ত, সকলোকে ধাৰণ কৰোঁতা, সিহঁতৰ শিৰবোৰ অৱনত হ'ব ; আৰু যি ন্যায় কাৰ্য্যৰ ভাৰ বহন কৰিছিল স্বৰূপতে সি নিৰাশ হ'ব লাগিব। | وَعَنَتِ الْوُجُوهُ لِلْحَيِّ الْقَيُّومِ ۖ وَقَدْ خَابَ مَنْ حَمَلَ ظُلْمًا ﴿١١١﴾ |
| ১১৩) আৰু যিজনে সত্ কাম কৰে আৰু বিশ্বাসী সেইজনৰ একো ভয় নাথাকিব, কোনো অন্যায়ৰ নাইবা তেওঁৰ প্ৰাপ্যৰ অস্বীকৃতিৰ ; | وَمَن يَعْمَلْ مِنَ الصَّالِحَاتِ وَهُوَ مُؤْمِنٌ فَلَا يَخَافُ ظُلْمًا وَلَا هَضْمًا ﴿١١٢﴾ |
| ১১৪) আৰু এইদৰে আমি এই কোৰ্-আন অৱতীৰ্ণ কৰিছোঁ আৰবী ভাষাত, আৰু তাৰ মাজত শাস্তিৰ নানা প্ৰতিশ্ৰুতি এই অৰ্থে ঘূৰাই | وَكَذَٰلِكَ أَنزَلْنَاهُ قُرْآنًا عَرَبِيًّا وَصَرَّفْنَا فِيهِ مِنَ |

الْوَعِيدِ لَعَلَّهُمْ يَتَّقُونَ أَوْ يُحْدِثُ لَهُمْ ذِكْرًا ﴿١١٤﴾

ঘূৰাই উল্লেখ কৰিছোঁ যাতে সিহঁতে পাপৰ পৰা বিৰত থাকিব অথবা এই কোৰ্-আন সিহঁতৰ কাৰণে সোঁৱৰণী স্বৰূপ হ'ব পাৰে।

فَتَعَالَى اللَّهُ الْمَلِكُ الْحَقُّ ۗ وَلَا تَعْجَلْ بِالْقُرْآنِ مِن قَبْلِ أَن يُقْضَىٰ إِلَيْكَ وَحْيُهُ ۖ وَقُل رَّبِّ زِدْنِي عِلْمًا ﴿١١٥﴾

১১৫) গতিকে সকলো মাহাত্ম্য সেই আল্লাৰ যোগ্য যিজন বিশ্ব-ৰাজত্বৰ গৰাকী, পৰম সত্য; আৰু কোৰ্-আনৰ প্ৰত্যাদেশ সামৰণ নোহোৱা পৰ্য্যন্ত তাৰ শিক্ষা সম্বন্ধে কোনো প্ৰকাৰ উদ্বেগ প্ৰদৰ্শন নকৰিবা; বৰং এইৰূপে প্ৰাৰ্থনা কৰিবা— হে মোৰ প্ৰভু, মোৰ জ্ঞান তুমি বৃদ্ধি কৰাঁ।

وَلَقَدْ عَهِدْنَا إِلَىٰ آدَمَ مِن قَبْلُ فَنَسِيَ وَلَمْ نَجِدْ لَهُ عَزْمًا ﴿١١٦﴾ ع

১১৬) আৰু স্বৰূপতে পূৰ্ব্বেই আমি আদমক অঙ্গীকাৰ আবদ্ধ কৰিছিলোঁ পিছত তেওঁ বিস্মৰণ কৰিলে, কিন্তু তেওঁৰ (অবাধ্যতাৰ) কোনো সঙ্কল্প আমি পোৱা নাই।

وَإِذْ قُلْنَا لِلْمَلَائِكَةِ اسْجُدُوا لِآدَمَ فَسَجَدُوا إِلَّا إِبْلِيسَ أَبَىٰ ﴿١١٧﴾

১১৭) আৰু যেতিয়া আমি ফিৰিশ্বতাসকলক আদেশ দিছিলোঁ, তোমালোক আদমৰ বাধ্য হোৱাঁ, তেতিয়া ইব্লিচৰ বাহিৰে সকলোৱে বাধ্যতা স্বীকাৰ কৰিলে; (কিন্তু) সি অমান্তি হৈছিল।

فَقُلْنَا يَا آدَمُ إِنَّ هَٰذَا عَدُوٌّ لَّكَ وَلِزَوْجِكَ فَلَا يُخْرِجَنَّكُمَا مِنَ الْجَنَّةِ فَتَشْقَىٰ ﴿١١٨﴾

১১৮) যেতিয়া আমি কলোঁ, হে আদম, সি প্ৰকৃততে তোমাৰ আৰু তোমাৰ সহচৰীৰ শত্ৰু; গতিকে (সাৱধান!) এই উদ্যানৰ পৰা সি যেন তোমালোক দুয়োকে উলিয়াই দিবৰ উপায় নকৰে। যদি সি তেনে কৰিব পাৰে, তোমাক (অনেক) ক্লেশ- কষ্ট ভুগিব লাগিব।

إِنَّ لَكَ أَلَّا تَجُوعَ فِيهَا وَلَا تَعْرَىٰ ﴿١١٩﴾

১১৯) ইয়াত একো সন্দেহ নাই, এই উদ্যানত তোমাক অনাহাৰে থাকিব নালাগিব আৰু আভৰণহীনো হ'ব নালাগিব;

وَأَنَّكَ لَا تَظْمَأُ فِيهَا وَلَا تَضْحَىٰ ﴿١٢٠﴾

১২০) আৰু ইয়াত পিয়াহত আতুৰ হ'ব নালাগিব, আৰু ৰ'দৰ (প্ৰচণ্ড) তাপো সহিব নালাগিব।

১২১) কিন্তু শ্বয়তানে তেওঁক কু-মন্ত্রণা দি কলে, হে আদম্, মই তোমাক এনে এজোপা গছৰ সন্ধেদ দিম নে যাৰ পৰা অমৰত্ব লভিব পাৰি, আৰু এনে এখন ৰাজ্যৰো যি অক্ষয় ?

فَوَسْوَسَ إِلَيْهِ الشَّيْطٰنُ قَالَ يٰٓاٰدَمُ هَلْ أَدُلُّكَ عَلٰى
شَجَرَةِ الْخُلْدِ وَمُلْكٍ لَّا يَبْلٰى ﴿١٢٠﴾

১২২) প্রলোভনত পৰি উভয়ে সেই জোপা গছৰ ফল খালে। তেতিয়া তেওঁলোকৰ লাজৰ গোপনীয় অঙ্গ পৰস্পৰৰ সম্মুখত প্রকাশিত হ'ল আৰু উভয়ে উদ্যানৰ পাত-লতাৰে নিজৰ লজ্জা আবৃত কৰিবলৈ ধৰিলে। আৰু আদমে নিজ প্রভুৰ আদেশ পালন নকৰিলে; তাৰ ফলত তেওঁ পথহাৰা হৈছিল।

فَأَكَلَا مِنْهَا فَبَدَتْ لَهُمَا سَوْاٰتُهُمَا وَطَفِقَا يَخْصِفٰنِ
عَلَيْهِمَا مِنْ وَّرَقِ الْجَنَّةِ ۚ وَعَصٰٓى اٰدَمُ رَبَّهٗ فَغَوٰى ﴿١٢١﴾

১২৩) তেওঁৰ অনুশোচনাৰ পাছত তেওঁৰ প্রভুৱে তেওঁক (অনুগ্রহ কৰিবলৈ) বাচি ললে, আৰু তেওঁৰ প্রতি কৃপাদৃষ্টি কৰিলে, আৰু পুনৰায় সজ বাটলৈ আনিলে।

ثُمَّ اجْتَبٰهُ رَبُّهٗ فَتَابَ عَلَيْهِ وَهَدٰى ﴿١٢٢﴾

১২৪) তেওঁ আদেশ দিলে, তোমালোক দুয়ো একেলগে এই উদ্যানৰ পৰা (অইন ঠাইলৈ) নামি যোৱাঁ, তোমালোক ইজন সিজনৰ শত্রু; পিছত যেতিয়া মোৰ ফালৰ পৰা তোমালোকলৈ পথৰ নির্দ্দেশ আহিব, তেতিয়া যি মোৰ নির্দ্দেশ মানি চলিব সি কেতিয়াও বিভ্রান্ত নহ'ব আৰু দুখ কষ্টতো নপৰিব।

قَالَ اهْبِطَا مِنْهَا جَمِيْعًاۢ بَعْضُكُمْ لِبَعْضٍ عَدُوٌّ ۚ فَإِمَّا
يَأْتِيَنَّكُمْ مِّنِّيْ هُدًى ۙ فَمَنِ اتَّبَعَ هُدَايَ فَلَا
يَضِلُّ وَلَا يَشْقٰى ﴿١٢٣﴾

১২৫) কিন্তু যেয়ে মোক স্মৰণ নকৰি আঁতৰি যায় তাৰ জীৱন যাপনৰ পথ হ'ব সঙ্কীর্ণ, আৰু পুনৰুত্থানৰ দিনা আমি তাক দৃষ্টিহীন কৰি তুলিম।

وَمَنْ أَعْرَضَ عَنْ ذِكْرِيْ فَإِنَّ لَهٗ مَعِيْشَةً ضَنْكًا
وَّنَحْشُرُهٗ يَوْمَ الْقِيٰمَةِ أَعْمٰى ﴿١٢٤﴾

১২৬) সি কব, হে মোৰ প্রভু, মোক (আজি) কিয় দৃষ্টিহীন কৰি তুলিলা, অথচ মই (পার্থিব জীৱনত) দৃষ্টিশালী আছিলোঁ ?

قَالَ رَبِّ لِمَ حَشَرْتَنِيْٓ أَعْمٰى وَقَدْ كُنْتُ بَصِيْرًا ﴿١٢٥﴾

১২৭) তেওঁ কব, এয়ে (আগৰে পৰা) স্থিৰ কৰা আছিল, আমাৰ নিদৰ্শনসমূহ তোমালৈ আহিছিল কিন্তু তুমি সেইবোৰক অগ্ৰাহ্য কৰিছিলা, আৰু আজি সেই অনুৰূপ তোমাকো অগ্ৰাহ্য কৰা হ'ব।

قَالَ كَذٰلِكَ اَتَتْكَ اٰيٰتُنَا فَنَسِيْتَهَا ۚ وَكَذٰلِكَ الْيَوْمَ تُنْسٰى ﴿١٢٦﴾

১২৮) আৰু যেয়ে সীমালঙ্ঘন কৰে আৰু নিজ প্ৰভুৰ নিদৰ্শনসমূহত বিশ্বাস নকৰে তাক আমি (ইহলোকত) এইদৰেই প্ৰতিফল দিম, আৰু পৰলোকৰ শাস্তি নিশ্চয় তাতোকৈ উগ্ৰতৰ আৰু অধিক স্থায়ী।

وَكَذٰلِكَ نَجْزِىْ مَنْ اَسْرَفَ وَلَمْ يُؤْمِنْ بِاٰيٰتِ رَبِّهٖ ؕ وَلَعَذَابُ الْاٰخِرَةِ اَشَدُّ وَاَبْقٰى ﴿١٢٧﴾

১২৯) সিহঁতে এই কথাৰ পৰা একো শিক্ষা গ্ৰহণ নকৰিলে নে, যে সিহঁতৰ পূৰ্ব্ববৰ্ত্তী কতবোৰ জাতিকে আমি সংহাৰ কৰিলোঁ, অথচ সেইবিলাকৰ বাসস্থানবোৰৰ কাষেদি সিহঁত (আজিও) অহা যোৱা কৰিব লাগিছে? নিশ্চয় যিসকল জ্ঞানী সেই সকলৰ নিমিত্তে ইয়াত আছে বহু নিদৰ্শন।

اَفَلَمْ يَهْدِ لَهُمْ كَمْ اَهْلَكْنَا قَبْلَهُمْ مِّنَ الْقُرُوْنِ يَمْشُوْنَ فِىْ مَسٰكِنِهِمْ ؕ اِنَّ فِىْ ذٰلِكَ لَاٰيٰتٍ لِّاُولِى النُّهٰى ﴿١٢٨﴾ ع ٧

১৩০) আৰু (শাস্তিৰ সম্পৰ্কে) পূৰ্ব্বেই তোমাৰ প্ৰভুৰ ৰীতি-নীতি স্থিৰ নোহোৱা হলে আৰু তেওঁ তাৰ সময় নিৰূপিত নকৰা হলে, সেই শাস্তি (এতিয়ালৈকে) নিশ্চয় পালেহিহেঁতেন।

وَلَوْلَا كَلِمَةٌ سَبَقَتْ مِنْ رَّبِّكَ لَكَانَ لِزَامًا وَّاَجَلٌ مُّسَمًّى ﴿١٢٩﴾

১৩১) গতিকে সিহঁতে যিহকে কয় তাকে শুনি তুমি সহ্য কৰি থাকিবা; আৰু সূৰ্য্য উদয় হোৱাৰ আগতে আৰু সি অস্ত হোৱাৰ পূৰ্ব্বে তোমাৰ প্ৰভুৰ পৱিত্ৰতাৰ কীৰ্ত্তন কৰিবা প্ৰশংসাৰে সৈতে; আৰু নিশাৰ এভাগত আৰু দিনৰ প্ৰান্ততো (তেওঁৰ) পৱিত্ৰতাৰ স্তৱ কৰিবা; সম্ভৱতঃ (ইয়াৰ ফলত) তুমি তৃপ্তি লাভ কৰিব পাৰা।

فَاصْبِرْ عَلٰى مَا يَقُوْلُوْنَ وَسَبِّحْ بِحَمْدِ رَبِّكَ قَبْلَ طُلُوْعِ الشَّمْسِ وَقَبْلَ غُرُوْبِهَا ۚ وَمِنْ اٰنَآئِ الَّيْلِ فَسَبِّحْ وَاَطْرَافَ النَّهَارِ لَعَلَّكَ تَرْضٰى ﴿١٣٠﴾

১৩২) আৰু এই পাৰ্থিৱ জীৱনৰ যি জাকজমক সিহঁতৰ বিভিন্ন শ্ৰেণীৰ মানুহক আমি এই অৰ্থে

وَلَا تَمُدَّنَّ عَيْنَيْكَ اِلٰى مَا مَتَّعْنَا بِهٖۤ اَزْوَاجًا مِّنْهُمْ

زَهۡرَةَ الۡحَيٰوةِ الدُّنۡيَاۙ لِنَفۡتِنَهُمۡ فِيۡهِ ؕ وَ رِزۡقُ رَبِّكَ خَيۡرٌ وَّ اَبۡقٰى ⑬

উপভোগ কৰিবলৈ দিছোঁ যাতে সেই বিষয়ে সিহঁতৰ পৰীক্ষা লব পাৰোঁ, তুমি তাৰ পিনে নিজৰ দুই চকু মেলি (তথা লাগি) চাই নাথাকিবা; আৰু তোমাৰ প্ৰভুৱে দিয়া জীৱিকাহে অতি উত্তম আৰু অধিক স্থায়ী।

وَاۡمُرۡ اَهۡلَكَ بِالصَّلٰوةِ وَاصۡطَبِرۡ عَلَيۡهَا ؕ لَا نَسۡـَٔلُكَ رِزۡقًا ؕ نَحۡنُ نَرۡزُقُكَ ؕ وَالۡعَاقِبَةُ لِلتَّقۡوٰى ⑬

১৩৩) আৰু তুমি নিজ পৰিয়ালক নমাজ সম্পন্ন কৰিবলৈ আদেশ দিয়া, আৰু তুমিও ধৈৰ্য্য ধৰি তাকে কৰাঁ; জীৱিকা আমি তোমাৰ পৰা নামাগোঁ; আমিহে তোমাক জীৱিকা দান কৰোঁ; আৰু ধৰ্ম্মপৰায়ণতাৰ শেষ ফল উত্তম।

وَقَالُوۡا لَوۡلَا يَاۡتِيۡنَا بِاٰيَةٍ مِّنۡ رَّبِّهٖ ؕ اَوَلَمۡ تَاۡتِهِمۡ بَيِّنَةُ مَا فِى الصُّحُفِ الۡاُوۡلٰى ⑬

১৩৪) আৰু সিহঁতে কয়, কোনো নিদৰ্শন তেওঁ নিজ প্ৰভুৰ পৰা আমাৰ ওচৰলৈ লৈ অহা নাই কিয়? (কোৰাঁ) আগৰ ধৰ্ম্মপুথিসমূহত (লিপিবদ্ধ) থকা প্ৰত্যক্ষ প্ৰমাণ সিহঁতলৈ অহা নাছিল নে?

وَلَوۡ اَنَّاۤ اَهۡلَكۡنٰهُمۡ بِعَذَابٍ مِّنۡ قَبۡلِهٖ لَقَالُوۡا رَبَّنَا لَوۡلَاۤ اَرۡسَلۡتَ اِلَيۡنَا رَسُوۡلًا فَنَتَّبِعَ اٰيٰتِكَ مِنۡ قَبۡلِ اَنۡ نَّذِلَّ وَنَخۡزٰى ⑬

১৩৫) আৰু ইতিপূৰ্ব্বে আমি শাস্তি নমাই সিহঁতক সংহাৰ কৰা হ'লে সিহঁতে নিশ্চয় ক'লেহেঁতেন, হে আমাৰ প্ৰভু, আমি এইদৰে লাঞ্ছিত আৰু অপমানিত হোৱাৰ পূৰ্ব্বেই তুমি আমাৰ ওচৰলৈ ৰচুল এজন কিয় প্ৰেৰণ নকৰিলা? তেতিয়াহে আমি তোমাৰ নিদৰ্শনসমূহৰ অনুসৰণ কৰিলাহেঁতেন।

قُلۡ كُلٌّ مُّتَرَبِّصٌ فَتَرَبَّصُوۡا ۚ فَسَتَعۡلَمُوۡنَ مَنۡ اَصۡحٰبُ الصِّرَاطِ السَّوِىِّ وَمَنِ اهۡتَدٰى ⑬ ع

১৩৬) তুমি উত্তৰ দিয়াঁ, আমাৰ প্ৰত্যেক জনেই (ভৱিষ্যতে কি ঘটে তাৰ) অপেক্ষা কৰি আছে; গতিকে তোমালোকেও অপেক্ষা কৰি থাকাঁ; অদূৰ ভৱিষ্যতে তোমালোকে জানিব পাৰিবা, সৰু বাটেদি চলিব লাগিছে সেইসকল কোন, আৰু (সফল জীৱনৰ) পথ লাভ কৰিছে সেইসকল নো কোন।



চূৰা ২১ AL-ANBIYA' **আল্-আম্বিয়া ঃ নবীসকল** মক্কাত অৱতীৰ্ণ

## সপ্তদশ পাৰা

—ইক্কতৰবা লিন্-নাচে—

১) পৰম করুণাময়, পৰম দানশীল আল্লাৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

২) মানুহবিলাকৰ কাৰণে সিহঁতৰ হিচাব-নিকাচৰ (সময়) ওচৰ চাপিছেহি অথচ সিহঁত (এতিয়াও) আওকণীয়া অৱস্থাতেই পৰি আছে।

اِقْتَرَبَ لِلنَّاسِ حِسَابُهُمْ وَهُمْ فِيْ غَفْلَةٍ مُّعْرِضُوْنَ ②

৩) সিহঁতৰ প্ৰভুৰ পৰা সিহঁতলৈ নতুনকৈ এনে কোনো উপদেশ অহা নাই যি সিহঁতে উপহাস নকৰাকৈ শুনিছে।

مَا يَأْتِيْهِمْ مِّنْ ذِكْرٍ مِّنْ رَّبِّهِمْ مُّحْدَثٍ اِلَّا اسْتَمَعُوْهُ وَهُمْ يَلْعَبُوْنَ ③

৪) সিহঁতৰ অন্তৰসমূহ কেৱল ৰং-ধেমালিতে মজি আছে; আৰু যিবিলাক অন্যায়কাৰী সিহঁতে গোপনে কুমন্ত্ৰণা কৰে, (আৰু কয়,) এওঁ তোমা-লোকৰে নিচিনা এজন মানুহ নহে আৰু কি হ'ব পাৰে? তোমালোকে দেখিও (নেদেখা হৈ) য'ত যাদু আছে তালৈ আহিব ধৰিছা নে?

لَاهِيَةً قُلُوْبُهُمْ ۚ وَاَسَرُّوا النَّجْوَى ۖ الَّذِيْنَ ظَلَمُوْا ۖ هَلْ هٰذَاۤ اِلَّا بَشَرٌ مِّثْلُكُمْ ۚ اَفَتَأْتُوْنَ السِّحْرَ وَاَنْتُمْ تُبْصِرُوْنَ ④

৫) তেওঁ (ৰচুলে) ক'লে, আকাশ আৰু পৃথিৱীৰ মাজত যি কথা-বতৰা হয় সকলো প্ৰভুৱে জানে; আৰু তেৱেঁই শ্ৰেষ্ঠ শ্ৰোতা, সৰ্ব্বজ্ঞাতা।

قٰلَ رَبِّيْ يَعْلَمُ الْقَوْلَ فِي السَّمَآءِ وَالْاَرْضِ ۖ وَهُوَ السَّمِيْعُ الْعَلِيْمُ ⑤

৬) নহয়, সিহঁতে কয়, (এই কোৰ্-আন) সপোনৰ আউলীয়া কথা মাত্ৰ; নহয়, তেওঁ তাকে নিজে সাজি লৈ (আল্লাৰ বুলি) প্ৰচাৰ কৰিছে; সিওঁ যদি নহয় তেওঁ এজন কবি; (যদি তেওঁ সঁচাকৈয়ে আল্লাৰ ৰচুল) তেন্তে পূৰ্ব্ববৰ্ত্তী ৰচুল-সকলক (যি ধৰণৰ নিদৰ্শনৰে সৈতে) প্ৰেৰণ কৰা হৈছিল, তেনে নিদৰ্শন তেওঁ আমাৰ ওচৰলৈ লৈ আহক

بَلْ قَالُوْۤا اَضْغَاثُ اَحْلَامٍۭ بَلِ افْتَرٰىهُ بَلْ هُوَ شَاعِرٌ ۚ فَلْيَأْتِنَا بِاٰيَةٍ كَمَاۤ اُرْسِلَ الْاَوَّلُوْنَ ⑥

৭) সিহঁতৰ পূৰ্ব্বে আমি যি নগৰকে ধ্বংস কৰিছিলোঁ, তাৰ অধিবাসীবিলাকে (নিদৰ্শন দেখিও) বিশ্বাস স্থাপন কৰা নাছিল, তেন্তে সিহঁতে যে বিশ্বাস স্থাপন কৰিব তাৰ সম্ভাৱনা আছে নে?

مَآ اٰمَنَتۡ قَبۡلَهُمۡ مِّنۡ قَرۡيَةٍ اَهۡلَكۡنٰهَا‌ ۚ اَفَهُمۡ يُؤۡمِنُوۡنَ ۝٧

৮) আৰু তোমাৰ পূৰ্ব্বে যিসকল ৰচুলক আমি প্ৰেৰণ কৰিছিলোঁ সেইসকল মানৱহে আছিল; সেইসকলৰ প্ৰতি আমি প্ৰত্যাদেশ নমাইছিলোঁ; গতিকে (সিহঁতক কোৱাঁ,) যদি তোমালোকে এই কথা নাজানা পুথি পোৱাসকলক সুধি চোৱাঁ।

وَمَآ اَرۡسَلۡنَا قَبۡلَكَ اِلَّا رِجَالًا نُّوۡحِىۡۤ اِلَيۡهِمۡ‌ فَسۡـَٔلُوۡۤا اَهۡلَ الذِّكۡرِ اِنۡ كُنۡتُمۡ لَا تَعۡلَمُوۡنَ ۝٨

৯) আৰু তেওঁলোকক আমি এনে শৰীৰ দিয়া নাছিলোঁ যে তেওঁলোকে আহাৰ খাবলৈ একো প্ৰয়োজন নাছিল; আৰু তেওঁলোক অমৰ, চিৰজীৱন্ত নাছিল।

وَمَا جَعَلۡنٰهُمۡ جَسَدًا لَّا يَاۡكُلُوۡنَ الطَّعَامَ وَمَا كَانُوۡا خٰلِدِيۡنَ ۝٩

১০) পিছত যি প্ৰতিশ্ৰুতি আমি তেওঁলোকক দিছিলোঁ তাকে সত্যত পৰিণত কৰিলোঁ; আৰু আমি তেওঁলোকক ৰক্ষা কৰিলোঁ; আৰু (তেওঁলোকৰ লগতে) আনবিলাকক'ো, নিজ ইচ্ছামতে।

ثُمَّ صَدَقۡنٰهُمُ الۡوَعۡدَ فَاَنۡجَيۡنٰهُمۡ وَمَنۡ نَّشَآءُ وَاَهۡلَكۡنَا الۡمُسۡرِفِيۡنَ ۝١٠

১১) স্বৰূপতে, আমি তোমালোকৰ প্ৰতি এনে গ্ৰন্থ অৱতীৰ্ণ কৰিছোঁ যাৰ মাজত আছে তোমালোকৰ নিমিত্তে সোঁৱৰণী, এতিয়াও তোমালোকে নুবুজা নে?

لَقَدۡ اَنۡزَلۡنَاۤ اِلَيۡكُمۡ كِتٰبًا فِيۡهِ ذِكۡرُكُمۡ‌ ؕ اَفَلَا تَعۡقِلُوۡنَ ۝١١

১২) আৰু যি অন্যায়কাৰী আছিল এনে অনেক নগৰকে আমি বিধ্বংস কৰিলোঁ, আৰু সেইবোৰৰ (অধিবাসীবিলাকৰ) ঠাইত ভিন্ন জাতিক উত্থাপন কৰিলোঁ।

وَكَمۡ قَصَمۡنَا مِنۡ قَرۡيَةٍ كَانَتۡ ظَالِمَةً وَّاَنۡشَاۡنَا بَعۡدَهَا قَوۡمًا اٰخَرِيۡنَ ۝١٢

১৩) কিন্তু আমাৰ শাস্তি অহাৰ গম পোৱাৰ লগে লগে সিহঁত সেই নগৰবোৰৰ পৰা পলাব ধৰিল।

فَلَمَّاۤ اَحَسُّوۡا بَاۡسَنَاۤ اِذَا هُمۡ مِّنۡهَا يَرۡكُضُوۡنَ ۝١٣

১৪) (আমি সিহঁতক কৈছিলোঁ,) তোমালোক পলাই নাযাবা; বৰং যি সুখ-স্বচ্ছন্দতাৰ অৱস্থাত আছিলা সেই অৱস্থালৈ আৰু নিজৰ বাসস্থান সমূহলৈ উভতি যোৱাঁ; সম্ভৱতঃ তোমালোকক সোধ পোছ কৰা হ'ব

لَا تَرْكُضُوْا وَارْجِعُوْٓا اِلٰى مَآ اُتْرِفْتُمْ فِيْهِ وَمَسٰكِنِكُمْ لَعَلَّكُمْ تُسْـَٔلُوْنَ ⑭

১৫) সিহঁত কৈছিল, হায়! আমাৰ কি দুৰ্ভাগ্য! সঁচাকৈয়ে আমি অন্যায়কাৰী আছিলোঁ।

قَالُوْا يٰوَيْلَنَآ اِنَّا كُنَّا ظٰلِمِيْنَ ⑮

১৬) আৰু আমি সিহঁতক (সংহাৰ কৰি) কাটি পেলোৱা শস্য অথবা ছাই ভস্মত পৰিণত নকৰা পৰ্য্যন্ত সিহঁতে সেইদৰেই অবিৰাম বিলাপ কৰি আছিল।

فَمَا زَالَتْ تِّلْكَ دَعْوٰىهُمْ حَتّٰى جَعَلْنٰهُمْ حَصِيْدًا خٰمِدِيْنَ ⑯

১৭) আৰু আকাশ আৰু পৃথিৱীক, আৰু উভয়ৰ মাজত থকা সমস্তকে আমি ৰং-ধেমালি কৰি সৃজন কৰা নাই।

وَمَا خَلَقْنَا السَّمَآءَ وَالْاَرْضَ وَمَا بَيْنَهُمَا لٰعِبِيْنَ ⑰

১৮) ধেমালিৰ ইচ্ছা থকা হলে আমি নিজৰ ফালৰ পৰাই তাৰ ব্যৱস্থা কৰিলোঁহেঁতেন; কিন্তু এনে কাৰ্য্য কৰা আমাৰ (মহিমাৰ) যোগ্য নাছিল।

لَوْ اَرَدْنَآ اَنْ نَّتَّخِذَ لَهْوًا لَّاتَّخَذْنٰهُ مِنْ لَّدُنَّآ ۖ اِنْ كُنَّا فٰعِلِيْنَ ⑱

১৯) নহয়, বৰং অসত্যৰ বিৰুদ্ধে (সংগ্ৰাম চলাবলৈ) সত্যক প্ৰবৃত্ত কৰোঁ, সি যেন তাৰ মূৰত প্ৰচণ্ড আঘাত কৰে; তাৰ ফলত হঠাতে অসত্য বিলুপ্ত হয়; আৰু যি অসাৰ্থক কথাবোৰ তোমালোকে ক'ব ধৰিছা তাৰ বাবে তোমালোকৰ প্ৰতি ধিক!

بَلْ نَقْذِفُ بِالْحَقِّ عَلَى الْبَاطِلِ فَيَدْمَغُهٗ فَاِذَا هُوَ زَاهِقٌ ۗ وَلَكُمُ الْوَيْلُ مِمَّا تَصِفُوْنَ ⑲

২০) আৰু আকাশমণ্ডলী আৰু পৃথিৱীত থকা সকলো প্ৰাণীৰ ওপৰত তেওঁৰেই অধিকাৰ; আৰু যিসকল ফিৰিস্তা তেওঁৰ সন্নিধানত বিৰাজমান সেইসকলে অহঙ্কাৰ কৰি তেওঁৰ আৰাধনা ত্যাগ নকৰে, আৰু (সতত অৰ্চ্চনা কৰি) তেওঁলোক ক্লান্ত নহয়।

وَلَهٗ مَنْ فِي السَّمٰوٰتِ وَالْاَرْضِ ۗ وَمَنْ عِنْدَهٗ لَا يَسْتَكْبِرُوْنَ عَنْ عِبَادَتِهٖ وَلَا يَسْتَحْسِرُوْنَ ⑳

২১) ৰাতিয়ে আৰু দিনে তেওঁলোকে আল্লাৰ পৱিত্ৰতাৰ কীৰ্ত্তন (আনন্দৰে) কৰি থাকে, আৰু কেতিয়াও তেওঁলোক সৰপা নহয়।

يُسَبِّحُونَ الَّيْلَ وَالنَّهَارَ لَا يَفْتُرُونَ ﴿٢٠﴾

২২) কি! সিহঁতে পৃথিৱীৰ (সৃষ্ট বস্তুৰ) পৰা এনে কিছুমান উপাস্য গ্ৰহণ কৰিছে নে যিবিলাকে মৃতকক জীৱিত কৰিব পাৰে?

أَمِ اتَّخَذُوا آلِهَةً مِّنَ الْأَرْضِ هُمْ يُنشِرُونَ ﴿٢١﴾

২৩) (আকাশ আৰু পৃথিৱী) উভয়ৰ মাজতে আল্লাত ভিন্ন আৰু কেতবোৰ উপাস্য থকা হলে নিশ্চয় তাৰ নিয়ন্ত্ৰণত বিশৃঙ্খলা ঘটিলহেঁতেন; আল্লা (এক অদ্বিতীয়), মহা-সিংহাসনৰ অধিপতি; (তেওঁৰ সম্বন্ধে) সিহঁতে যি আৰোপ কৰে সেই বিষয়ে তেওঁ অতি পৱিত্ৰ।

لَوْ كَانَ فِيهِمَا آلِهَةٌ إِلَّا اللَّهُ لَفَسَدَتَا ۚ فَسُبْحَانَ اللَّهِ رَبِّ الْعَرْشِ عَمَّا يَصِفُونَ ﴿٢٢﴾

২৪) তেওঁ যিহকে কৰে সেই বিষয়ে কোনো প্ৰশ্ন হ'ব নোৱাৰে, কিন্তু (সিহঁতে কৰা কাৰ্য্যৰ বিষয়ে) সিহঁতক অৱশ্যে প্ৰশ্ন কৰা হ'ব।

لَا يُسْأَلُ عَمَّا يَفْعَلُ وَهُمْ يُسْأَلُونَ ﴿٢٣﴾

২৫) কি! সিহঁতে তেওঁত ভিন্ন আন কিছুমান উপাস্য গ্ৰহণ কৰিছে নে? তুমি কোৱাঁ, তোমালোকে প্ৰমাণ উপস্থিত কৰা। যিসকল মোৰ সঙ্গী সেইসকলৰ নিমিত্তে এই কোৰ্-আন সোঁৱৰণী, আৰু মোৰ পূৰ্ব্ববৰ্ত্তী বিলাকৰো নিমিত্তে এই কোৰ্-আন সোঁৱৰণী; কিন্তু সিহঁতৰ সৰহ ভাগেই সত্য কি নাজানে; সেই হেতু সিহঁতে (সত্যৰ পৰা) মুখ ঘূৰাই লয়।

أَمِ اتَّخَذُوا مِن دُونِهِ آلِهَةً ۖ قُلْ هَاتُوا بُرْهَانَكُمْ ۖ هَٰذَا ذِكْرُ مَن مَّعِيَ وَذِكْرُ مَن قَبْلِي ۗ بَلْ أَكْثَرُهُمْ لَا يَعْلَمُونَ الْحَقَّ ۖ فَهُم مُّعْرِضُونَ ﴿٢٤﴾

২৬) আৰু (হে মহম্মদ,) তোমাৰ পূৰ্ব্বে আমি এনে কোনো ৰচুল প্ৰেৰণ কৰা নাই যিজনৰ প্ৰতি এই সত্য প্ৰকাশ কৰা নাছিলোঁ, মোৰ বাহিৰে আন কোনো উপাস্য নাই, গতিকে মোৰেই উপাসনা কৰাঁ।

وَمَا أَرْسَلْنَا مِن قَبْلِكَ مِن رَّسُولٍ إِلَّا نُوحِي إِلَيْهِ أَنَّهُ لَا إِلَٰهَ إِلَّا أَنَا فَاعْبُدُونِ ﴿٢٥﴾

২৭) আৰু সিহঁতে কয়, পৰম কৰুণাময় আল্লাই এজন পুত্ৰ গ্ৰহণ কৰিছে ; (ই অসম্ভৱ কথা !) তেওঁ পৰম পৱিত্ৰ; যথাৰ্থতে, নবীসকল (আল্লাৰ) সম্মানিত ভৃত্য ;

وَقَالُوا اتَّخَذَ الرَّحْمٰنُ وَلَدًا سُبْحٰنَهٗ ؕ بَلْ عِبَادٌ مُّكْرَمُوْنَ ﴿۲۶﴾

২৮) তেওঁলোকে তেওঁৰ সম্মুখত আগ বাঢ়ি মাত নামাতে, বৰং তেওঁৰ যি আদেশ সেই অনুযায়ী কাৰ্য্য কৰি থাকে।

لَا يَسْبِقُوْنَهٗ بِالْقَوْلِ وَهُمْ بِاَمْرِهٖ يَعْمَلُوْنَ ﴿۲۷﴾

২৯) তেওঁলোকৰ সম্মুখত (ভৱিষ্যতে) যি ঘটিব, আৰু তেওঁলোকৰ (অতীজত) যি ঘটি গৈছে সকলো তেওঁৰ জনা আছে; আৰু তেওঁলোকে (আল্লাৰ আগত) কেৱল এনে জনৰ হৈ খাটিব পাৰে যিজনক (ক্ষমা কৰিবলৈ) তেওঁ সম্মতি দিছে, আৰু তেওঁলোক নিজেই তেওঁৰ ভয়ত বিহ্বল।

يَعْلَمُ مَا بَيْنَ اَيْدِيْهِمْ وَمَا خَلْفَهُمْ وَلَا يَشْفَعُوْنَ اِلَّا لِمَنِ ارْتَضٰى وَهُمْ مِّنْ خَشْيَتِهٖ مُشْفِقُوْنَ ﴿۲۸﴾

৩০) আৰু সিহঁতৰ মাজৰ কোনো এজনে যদি কয়, আল্লাত ভিন্ন মই হে উপাস্য, ইয়াৰ প্ৰতিফলৰূপে আমি তাক লৈ যাম নৰকলৈ; অন্যায়কাৰীবিলাকক আমি এইদৰেই প্ৰতিফল দিওঁ।

وَمَنْ يَّقُلْ مِنْهُمْ اِنِّيْۤ اِلٰهٌ مِّنْ دُوْنِهٖ فَذٰلِكَ نَجْزِيْهِ جَهَنَّمَ ؕ كَذٰلِكَ نَجْزِى الظّٰلِمِيْنَ ﴿۲۹﴾

৩১) অবিশ্বাসীবিলাকে ভাবি চোৱা নাই নে, আকাশমণ্ডলী আৰু পৃথিৱী (আদিতে) পৰস্পৰ সংলগ্ন আছিল, পিছত আমি দুইকে পৃথক কৰিলোঁ আৰু সকলো প্ৰাণীকে আমি পানীৰ দবাৰা জীৱিত কৰিলোঁ ? এতিয়াও সিহঁতে বিশ্বাস স্থাপন নকৰে নে ?

اَوَلَمْ يَرَ الَّذِيْنَ كَفَرُوْۤا اَنَّ السَّمٰوٰتِ وَالْاَرْضَ كَانَتَا رَتْقًا فَفَتَقْنٰهُمَا ؕ وَجَعَلْنَا مِنَ الْمَآءِ كُلَّ شَىْءٍ حَىٍّ ؕ اَفَلَا يُؤْمِنُوْنَ ﴿۳۰﴾

৩২) আৰু পৃথিৱীত আমি পৰ্ব্বতসমূহ সংস্থাপন কৰিছোঁ যাতে পৃথিৱী সেইবোৰৰ সৈতে ঘূৰে; আৰু সেই পৰ্ব্বতসমূহৰ মাজেদি আমি যাতায়াতৰ বহু গিৰিপথ উলিয়াইছোঁ, যাতে সিহঁত গন্তব্য স্থানলৈ যাব পাৰে।

وَجَعَلْنَا فِى الْاَرْضِ رَوَاسِىَ اَنْ تَمِيْدَ بِهِمْ ۪ وَجَعَلْنَا فِيْهَا فِجَاجًا سُبُلًا لَّعَلَّهُمْ يَهْتَدُوْنَ ﴿۳۱﴾

৩৩) আৰু আমি আকাশক সৃষ্টি কৰিছোঁ অভেদ্য চাল ৰূপে, তথাপি সিহঁতে ইয়াত যিবোৰ নিদর্শন আছে তাৰ পৰা পৰাঙ্মুখ হৈছে।

وَجَعَلْنَا السَّمَآءَ سَقْفًا مَّحْفُوْظًا ۚ وَّهُمْ عَنْ
اٰيٰتِهَا مُعْرِضُوْنَ ﴿٣٢﴾

৩৪) আৰু নিশা আৰু দিন সৃজন কৰিছে আল্লাই, আৰু সূৰ্য্য আৰু চন্দ্ৰ ; প্ৰত্যেকে নিজৰ নিৰ্দ্দিষ্ট মণ্ডলত পৰিভ্ৰমণ কৰে।

وَهُوَ الَّذِىْ خَلَقَ الَّيْلَ وَالنَّهَارَ وَالشَّمْسَ وَ
الْقَمَرَ ؕ كُلٌّ فِىْ فَلَكٍ يَّسْبَحُوْنَ ﴿٣٣﴾

৩৫) আৰু তোমাৰ পূৰ্ব্বেও আমি কোনো মানুহকে চিৰকলীয়া জীৱন দিয়া নাই ; কি! তোমাৰ যদি মৃত্যুয়ে হয় (যি সিহঁতে কামনা কৰে) সিহঁতে চিৰকাল জীৱিত থাকিব নে ?

وَمَا جَعَلْنَا لِبَشَرٍ مِّنْ قَبْلِكَ الْخُلْدَ ؕ اَفَاۡئِنْ مِّتَّ
فَهُمُ الْخٰلِدُوْنَ ﴿٣٤﴾

৩৬) প্ৰত্যেক আত্মা মৃত্যুৰ সোৱাদ লবলৈ বিধিবদ্ধ ; আৰু আমি তোমালোকক অমঙ্গল আৰু মঙ্গল দুয়োকেভোগ কৰিবলৈ দি তোমালোকৰ পৰীক্ষাহে লওঁ ; আৰু (শেহত) তোমালোকক আমাৰ কাষলৈ ওভতাই নিয়া হ'ব !

كُلُّ نَفْسٍ ذَآئِقَةُ الْمَوْتِ ؕ وَنَبْلُوْكُمْ بِالشَّرِّ وَ
الْخَيْرِ فِتْنَةً ؕ وَاِلَيْنَا تُرْجَعُوْنَ ﴿٣٥﴾

৩৭) আৰু অবিশ্বাসীবিলাকে তোমাক দেখা পালেই তোমাক লৈ বিদ্ৰূপহে কৰে, (আৰু আপোন সঙ্গীবিলাকক কয়,) তোমালোকৰ দেৱতাসকলৰ সম্বন্ধে যি ব্যক্তিয়ে নানা কথা কয় তেওঁ এইজনেই নে? অথচ সিহঁতেই অস্বীকাৰ কৰে পৰম কৰুণাময় আল্লাক স্মৰণ কৰিবলৈ।

وَاِذَا رَاٰكَ الَّذِيْنَ كَفَرُوْۤا اِنْ يَّتَّخِذُوْنَكَ اِلَّا هُزُوًا ؕ
اَهٰذَا الَّذِىْ يَذْكُرُ اٰلِهَتَكُمْ ۚ وَهُمْ بِذِكْرِ الرَّحْمٰنِ
هُمْ كٰفِرُوْنَ ﴿٣٦﴾

৩৮) মানৱক সৃষ্টি কৰা হৈছে শীঘ্ৰতা-প্ৰিয় কৰি ; অনতিবিলম্বে তোমালোকক আমি নিজৰ নিদৰ্শনসমূহ অৱলোকন কৰিবলৈ দিম ; গতিকে তোমালোক অধীৰ নহ'বা।

خُلِقَ الْاِنْسَانُ مِنْ عَجَلٍ ؕ سَاُورِيْكُمْ اٰيٰتِىْ فَلَا
تَسْتَعْجِلُوْنِ ﴿٣٧﴾

৩৯) আৰু সিহঁতে সোধে, যদি তোমালোক সত্যবাদী, (তেন্তে কোৱাঁ) সেই প্ৰতিশ্ৰুতি পূৰ্ণ হ'বৰ সময় আহিব কেতিয়া ?

وَيَقُوْلُوْنَ مَتٰى هٰذَا الْوَعْدُ اِنْ كُنْتُمْ صٰدِقِيْنَ ﴿٣٨﴾

৪০) যি সময়ত অবিশ্বাসীবিলাকে নিজৰ সম্মুখৰ পৰা নাইবা নিজৰ পিঠিফালৰ পৰা অগ্নি নিবাৰণ কৰিব নোৱাৰিব, আৰু যি সময়ত সিহঁতক একো সহায়ো কৰা নহ'ব সেই সময় অহাৰ জ্ঞান সিহঁতৰ থকা হলে, (সিহঁত ইমানকৈ অস্থিৰ নহ'লহেঁতেন)।

لَوْ يَعْلَمُ الَّذِيْنَ كَفَرُوْا حِيْنَ لَا يَكُفُّوْنَ عَنْ وُّجُوْهِهِمُ النَّارَ وَلَا عَنْ ظُهُوْرِهِمْ وَلَا هُمْ يُنْصَرُوْنَ ۝٣٩

৪১) সেই (শাস্তিৰ) সময় সিহঁতৰ ওচৰলৈ অকস্মাৎ পাবহি, সিহঁতক বিবুদ্ধি কৰি তুলিব; গতিকে সেই শাস্তি দূৰীকৃত কৰিবলৈ সিহঁত অপাৰগ হ'ব; তদুপৰি সিহঁতক অলপো অৱকাশ দিয়া নহ'ব।

بَلْ تَأْتِيْهِمْ بَغْتَةً فَتَبْهَتُهُمْ فَلَا يَسْتَطِيْعُوْنَ رَدَّهَا وَلَا هُمْ يُنْظَرُوْنَ ۝٤٠

৪২) আৰু স্বৰূপতে তোমাৰ পূৰ্বেও ৰছুল-সকলক লৈ পৰিহাস কৰা হৈছিল: কিন্তু তাৰ ফলত যি শাস্তি সম্পৰ্কে সিহঁতৰ মাজৰ বিদ্ৰূপ কৰোঁতাবিলাকে পৰিহাস কৰিছিল সেই শাস্তিয়ে সিহঁতকেই আগুৰি ধৰিলে।

وَلَقَدِ اسْتُهْزِئَ بِرُسُلٍ مِّنْ قَبْلِكَ فَحَاقَ بِالَّذِيْنَ سَخِرُوْا مِنْهُمْ مَّا كَانُوْا بِهٖ يَسْتَهْزِءُوْنَ ۝٤١ ع

৪৩) তুমি কোৱাঁ, পৰম কৰুণাময় আল্লাৰ (শাস্তিৰ) পৰা, নিশাতেই হওক বা দিনতেই হওক, কোনে তোমালোকক ৰক্ষা কৰিব পাৰে? কিন্তু প্ৰকৃত কথা এই, সিহঁতে নিজেই নিজ প্ৰতিপালকক স্মৰণ নকৰি আঁতৰি গৈছে।

قُلْ مَنْ يَّكْلَؤُكُمْ بِالَّيْلِ وَالنَّهَارِ مِنَ الرَّحْمٰنِ ؕ بَلْ هُمْ عَنْ ذِكْرِ رَبِّهِمْ مُّعْرِضُوْنَ ۝٤٢

৪৪) নতুবা, সিহঁতক আমাৰ (শাস্তিৰ) পৰা ৰক্ষা কৰিব পাৰে এনেবিলাক উপাস্য সিহঁতৰ আছে নে? সিহঁতে যে নিজৰ সহায় নিজেই কৰিব এনে ক্ষমতাও সিহঁতৰ নাই; আৰু সিহঁতক সহায় কৰিবলৈ আমাৰ ফালৰ পৰাও কোনো সঙ্গী দিয়া নহ'ব।

اَمْ لَهُمْ اٰلِهَةٌ تَمْنَعُهُمْ مِّنْ دُوْنِنَا ؕ لَا يَسْتَطِيْعُوْنَ نَصْرَ اَنْفُسِهِمْ وَلَا هُمْ مِّنَّا يُصْحَبُوْنَ ۝٤٣

৪৫) প্ৰকৃতপক্ষে সিহঁতক আৰু সিহঁতৰ পিতৃ-পুৰুষসকলক আমি (যথেষ্ট) সুখ-সম্পদ দান কৰিছিলোঁ; তেনে অৱস্থাতেই সিহঁতে দীৰ্ঘকাল

بَلْ مَتَّعْنَا هٰۤؤُلَآءِ وَاٰبَآءَهُمْ حَتّٰى طَالَ عَلَيْهِمُ

الْعُمُرُ ۗ اَفَلَا يَرَوْنَ اَنَّا نَاْتِي الْاَرْضَ نَنْقُصُهَا مِنْ اَطْرَافِهَا ۗ اَفَهُمُ الْغٰلِبُوْنَ ﴿٤٤﴾

জীৱন নিৰ্ব্বাহ কৰিছিল। সিহঁতে দেখিবলৈ পোৱা নাই নে, তাৰ কেইবা প্ৰান্তৰ পৰা আমি পৃথিৱীক ক্ৰমান্বয়ে হ্ৰাস কৰি আনিছোঁ? (এই ক্ষেত্ৰত) সিহঁত জয়ী হ'ব পাৰিছে নে?

قُلْ اِنَّمَآ اُنْذِرُكُمْ بِالْوَحْيِ ۖ وَلَا يَسْمَعُ الصُّمُّ الدُّعَآءَ اِذَا مَا يُنْذَرُوْنَ ﴿٤٥﴾

৪৬) তুমি কোৱাঁ, মোৰ কাম মোথোন এই, (আল্লাৰ পৰা) প্ৰত্যাদেশ পাই তোমালোকক যেন সতৰ্ক কৰোঁ; কিন্তু শ্ৰৱণহীনবিলাকক যিমানেই সতৰ্ক কৰা হয় সিহঁতে (মোৰ) আহ্বানলৈ কাণ নিদিয়ে।

وَلَئِنْ مَّسَّتْهُمْ نَفْحَةٌ مِّنْ عَذَابِ رَبِّكَ لَيَقُوْلُنَّ يٰوَيْلَنَآ اِنَّا كُنَّا ظٰلِمِيْنَ ﴿٤٦﴾

৪৭) আৰু তোমাৰ প্ৰভুৰ শাস্তিৰ ছাঁট অকণেও যদি সিহঁতক স্পৰ্শ কৰে, সিহঁতে নিশ্চয় স্বীকাৰ কৰিব এই বুলি, কি দুৰ্ভাগ্য আমাৰ! সঁচাকৈয়ে আমি অন্যায়কাৰী আছিলোঁ।

وَنَضَعُ الْمَوَازِيْنَ الْقِسْطَ لِيَوْمِ الْقِيٰمَةِ فَلَا تُظْلَمُ نَفْسٌ شَيْـًٔا ۗ وَاِنْ كَانَ مِثْقَالَ حَبَّةٍ مِّنْ خَرْدَلٍ اَتَيْنَا بِهَا ۗ وَكَفٰى بِنَا حٰسِبِيْنَ ﴿٤٧﴾

৪৮) আৰু পুনৰুত্থানৰ দিনা আমি ন্যায়-বিচাৰৰ তৰ্জুবিলাক দাঙি ধৰিম; গতিকে কোনো আত্মাৰ প্ৰতি অলপো অন্যায় কৰা নহ'ব। যদি কেও সৰিয়হ-কণাৰ সমানো কাৰ্য্য কৰিছে সিও আমাৰ লেখত পৰিব; আৰু লেখ লোৱাত আমিয়ে যথেষ্ট।

وَلَقَدْ اٰتَيْنَا مُوْسٰى وَهٰرُوْنَ الْفُرْقَانَ وَضِيَآءً وَّذِكْرًا لِّلْمُتَّقِيْنَ ﴿٤٨﴾

৪৯) আৰু স্বৰূপতে মুচা আৰু হাৰুনক আমি দান কৰিছিলোঁ স্বতন্ত্ৰনিদৰ্শন, আৰু জ্যোতি, আৰু সোঁৱৰণী ধাৰ্ম্মিকসকলৰ নিমিত্তে—

الَّذِيْنَ يَخْشَوْنَ رَبَّهُمْ بِالْغَيْبِ وَهُمْ مِّنَ السَّاعَةِ مُشْفِقُوْنَ ﴿٤٩﴾

৫০) যিসকলে নিজ প্ৰভুক (চকুৰে) নেদেখাকৈয়ো ভয় কৰি থাকে, আৰু নিৰ্দ্দিষ্ট সময় পাবহি বুলি ভয়তে কঁপি থাকে।

وَهٰذَا ذِكْرٌ مُّبٰرَكٌ اَنْزَلْنٰهُ ۗ اَفَاَنْتُمْ لَهٗ مُنْكِرُوْنَ ﴿٥٠﴾

৫১) আৰু এই কোৰ্-আন হৈছে মঙ্গলৰে পৰিপূৰ্ণ উপদেশ; আমিয়ে তাক অৱতীৰ্ণ কৰিছোঁ; তত্ৰাচ তাকে তোমালোকে অস্বীকাৰ কৰিছা নে?

(৫২) আৰু স্বৰূপতে পূৰ্বেই আমি ইব্ৰাহিমক সুপথৰ এনে জ্ঞান দান কৰিছিলোঁ যি (সৰ্ব্ব প্ৰকাৰে) তেওঁৰ যোগ্য আছিল ; আৰু তেওঁৰ গুণ আমি উত্তমৰূপে জানিছিলোঁ।

وَلَقَدْ اٰتَيْنَآ اِبْرٰهِيْمَ رُشْدَهٗ مِنْ قَبْلُ وَكُنَّا بِهٖ عٰلِمِيْنَ ۝٥١

(৫৩) যেতিয়া তেওঁ নিজৰ দদায়েকক আৰু নিজৰ লোকবিলাকক সুধিলে, যি মূৰ্ত্তিবোৰৰ পূজা-অৰ্চ্চনাত তোমালোক লাগি আছা সেইবোৰ কি ?

اِذْ قَالَ لِاَبِيْهِ وَقَوْمِهٖ مَا هٰذِهِ التَّمَاثِيْلُ الَّتِيْٓ اَنْتُمْ لَهَا عٰكِفُوْنَ ۝٥٢

(৫৪) সিহঁতে উত্তৰ দিলে, আমাৰ পিতৃপুৰুষ-বিলাকক এই মূৰ্ত্তিবোৰৰ পূজা অৰ্চ্চনা কৰা আমি আগৰে পৰা দেখি আহিছোঁ।

قَالُوْا وَجَدْنَآ اٰبَآءَنَا لَهَا عٰبِدِيْنَ ۝٥٣

(৫৫) তেওঁ ক'লে, স্বৰূপতে তোমালোক, আৰু তোমালোকৰ পিতৃপুৰুষবিলাকো, প্ৰত্যক্ষ ভ্ৰান্তিত পৰি আছিলা।

قَالَ لَقَدْ كُنْتُمْ اَنْتُمْ وَاٰبَآؤُكُمْ فِيْ ضَلٰلٍ مُّبِيْنٍ ۝٥٤

(৫৬) সিহঁতে ক'লে, তুমি আমাৰ নিমিত্তে সত্য লৈ আহিছা নে (আমাৰ সৈতে) ধেমালি কৰিব লাগিছা ?

قَالُوْٓا اَجِئْتَنَا بِالْحَقِّ اَمْ اَنْتَ مِنَ اللّٰعِبِيْنَ ۝٥٥

(৫৭) তেওঁ ক'লে, নহয়, (শুনা) আকাশমণ্ডলী আৰু পৃথিৱীৰ যিজন প্ৰতিপালক, আৰু সেইবিলাকক যিজনে সৃষ্টি কৰিছে সেইজনা তোমালোকৰো প্ৰতিপালক, আৰু মই নিজেই তোমালোকৰ আগত ইয়াৰ সাক্ষী দিছোঁ।

قَالَ بَلْ رَّبُّكُمْ رَبُّ السَّمٰوٰتِ وَالْاَرْضِ الَّذِيْ فَطَرَهُنَّ ۖ وَاَنَا عَلٰى ذٰلِكُمْ مِّنَ الشّٰهِدِيْنَ ۝٥٦

(৫৮) আৰু আল্লাৰ শপত, তোমালোক পিঠি দি উভতি যোৱাৰ পিছত তোমালোকৰ প্ৰতিমাবোৰৰ বিষয়ে মই কিবা এটা উপায় উলিয়াবলৈ মন কৰিছোঁ।

وَتَاللّٰهِ لَاَكِيْدَنَّ اَصْنَامَكُمْ بَعْدَ اَنْ تُوَلُّوْا مُدْبِرِيْنَ ۝٥٧

৫৯) (সিহঁত যোৱাৰ) পিছত, সিহঁতৰ প্ৰধান প্ৰতিমাক এৰি তেওঁ বাকী আটাইবোৰ ভাঙি টুকুৰা-টুকুৰ কৰিলে; অতি সম্ভৱ সিহঁত (শীঘ্ৰে) প্ৰতিমাৰ ওচৰলৈ উভতি আহিব।

فَجَعَلَهُمْ جُذٰذًا اِلَّا كَبِيْرًا لَّهُمْ لَعَلَّهُمْ اِلَيْهِ يَرْجِعُوْنَ ۝٥٨

৬০) সিহঁতে (আহি এই কাণ্ড দেখি খঙত) সুধিলে, এনে (গৰ্হিত) কাৰ্য্য আমাৰ দেৱতাসকলৰ সৈতে কোনে কৰিলে? নিশ্চয় সি অন্যায়কাৰী-বিলাকৰ মাজৰ।

قَالُوْا مَنْ فَعَلَ هٰذَا بِاٰلِهَتِنَآ اِنَّهٗ لَمِنَ الظّٰلِمِيْنَ ۝٥٩

৬১) সিহঁতৰ মাজৰ কেইবাজনে ক'লে, এজন ডেকাই প্ৰতিমাবিলাকৰ সম্বন্ধে নানা কথা (য'তে ত'তে) কৈ ফুৰা আমি শুনি পাইছোঁ; সেইজন ইব্ৰাহিম নামেৰে জনাজাত।

قَالُوْا سَمِعْنَا فَتًى يَّذْكُرُهُمْ يُقَالُ لَهٗٓ اِبْرٰهِيْمُ ۝٦٠

৬২) সিহঁতে ক'লে, তেন্তে তোমালোকে সেই ডেকাজনক মাতি আনি ৰাইজৰ সম্মুখত উপস্থিত কৰাঁ, যাতে তেওঁলোক সাক্ষী থাকে।

قَالُوْا فَاْتُوْا بِهٖ عَلٰٓى اَعْيُنِ النَّاسِ لَعَلَّهُمْ يَشْهَدُوْنَ ۝٦١

৬৩) (তেওঁ আহিলত) সিহঁতে প্ৰশ্ন কৰিলে, হে ইব্ৰাহিম, আমাৰ দেৱতাসকলৰ সৈতে এনে কৰ্ম্ম তুমিয়ে কৰিলা নে কি?

قَالُوْٓا ءَاَنْتَ فَعَلْتَ هٰذَا بِاٰلِهَتِنَا يٰٓاِبْرٰهِيْمُ ۝٦٢

৬৪) তেওঁ ক'লে, কোনো এজনে নিশ্চয় এই কৰ্ম্ম কৰিছেই; বাৰু ইহঁতৰ মাজৰ সবাতকৈ ডাঙৰ হৈছে এই প্ৰতিমা; গতিকে ইহঁতকেই জিজ্ঞাসা কৰা চোন, যদিহে ইহঁত মাত মাতিব পাৰে।

قَالَ بَلْ فَعَلَهٗ ۖ كَبِيْرُهُمْ هٰذَا فَسْـَٔلُوْهُمْ اِنْ كَانُوْا يَنْطِقُوْنَ ۝٦٣

৬৫) তেতিয়া সিহঁতে আপোনাৰ মাজতেই মেল পাতিলে, আৰু (ইজনে সিজনক) ক'লে, ভাবি চালে তোমালোক নিজেই অন্যায়কাৰী।

فَرَجَعُوْٓا اِلٰٓى اَنْفُسِهِمْ فَقَالُوْٓا اِنَّكُمْ اَنْتُمُ الظّٰلِمُوْنَ ۝٦٤

৬৬) পিছত সিহঁতে (লাজত) নিজৰ মূৰ তল কৰিলে আৰু ইব্ৰাহিমক ক'লে, এই মূৰ্ত্তিবিলাকে যে কথা কব নোৱাৰে তুমি নিশ্চয় জানা।

ثُمَّ نُكِسُوْا عَلٰى رُءُوْسِهِمْ ۚ لَقَدْ عَلِمْتَ مَا هٰٓؤُلَاۤءِ يَنْطِقُوْنَ ۝٦٥

قَالَ اَفَتَعۡبُدُوۡنَ مِنۡ دُوۡنِ اللّٰهِ مَا لَا یَنۡفَعُکُمۡ شَیۡئًا وَّلَا یَضُرُّکُمۡ ﴿۶۶﴾

৬৭) তেওঁ ক'লে, তেন্তে আল্লাক এৰি তোমালোকে এনে উপাস্যৰ উপাসনা কৰা নে যি তোমালোকৰ উপকাৰ কৰিব নোৱাৰে, আৰু একো অপকাৰো কৰিব নোৱাৰে ?

اُفٍّ لَّکُمۡ وَ لِمَا تَعۡبُدُوۡنَ مِنۡ دُوۡنِ اللّٰهِ ؕ اَفَلَا تَعۡقِلُوۡنَ ﴿۶۷﴾

৬৮) ধিক তোমালোকৰ প্ৰতি, আৰু তোমালোকে আল্লাক এৰি যাৰ পূজা কৰিছা তাৰ প্ৰতি ! এতিয়াও তোমালোকে নুবুজা নে ?

قَالُوۡا حَرِّقُوۡهُ وَ انۡصُرُوۡۤا اٰلِهَتَکُمۡ اِنۡ کُنۡتُمۡ فٰعِلِیۡنَ ﴿۶۸﴾

৬৯) সিহঁতে (নিজৰ মাজতে) ক'লে, যদি তোমালোক (আচল) কাম কৰিববলৈ সাজু আছা, তেওঁক অগ্নিত পেলাই দাহ কৰাঁ, আৰু নিজৰ উপাস্যসকলক এইৰূপে সহায় কৰাঁ।

قُلۡنَا یٰنَارُ کُوۡنِیۡ بَرۡدًا وَّ سَلٰمًا عَلٰۤی اِبۡرٰهِیۡمَ ﴿۶۹﴾

৭০) আমি আদেশ দিলোঁ, হে অগ্নি, তুমি শীতল হোৱাঁ, আৰু (ইব্ৰাহিমক) দিয়া শান্তি।

وَ اَرَادُوۡا بِهٖ کَیۡدًا فَجَعَلۡنٰهُمُ الۡاَخۡسَرِیۡنَ ﴿۷۰﴾

৭১) আৰু (চোৰাঁ) তেওঁৰ বিৰুদ্ধে সিহঁতে চক্ৰান্ত কৰিববলৈ সঙ্কল্প কৰিছিল, কিন্তু আমি সিহঁতকেই বেছিকৈ ক্ষতিগ্ৰস্ত কৰিলোঁ।

وَ نَجَّیۡنٰهُ وَ لُوۡطًا اِلَی الۡاَرۡضِ الَّتِیۡ بٰرَکۡنَا فِیۡهَا لِلۡعٰلَمِیۡنَ ﴿۷۱﴾

৭২) আৰু তেওঁক আৰু লুতক উদ্ধাৰ কৰি এনেখন দেশলৈ আনিলোঁ যাক আমি মঙ্গলময় কৰিছোঁ সমগ্ৰ জাতিৰ নিমিত্তে।

وَ وَهَبۡنَا لَهٗۤ اِسۡحٰقَ ؕ وَ یَعۡقُوۡبَ نَافِلَۃً ؕ وَ کُلًّا جَعَلۡنَا صٰلِحِیۡنَ ﴿۷۲﴾

৭৩) আৰু আমি তেওঁক (পুত্ৰ) ইচ্‌হাক দান কৰিলোঁ, আৰু তেওঁৰ উপৰি (নাতি) ইয়াকুব; আৰু প্ৰত্যেকজনকে আমি ধৰ্ম্মনিষ্ঠ কৰিলোঁ।

وَ جَعَلۡنٰهُمۡ اَئِمَّۃً یَّهۡدُوۡنَ بِاَمۡرِنَا وَ اَوۡحَیۡنَاۤ اِلَیۡهِمۡ فِعۡلَ الۡخَیۡرٰتِ وَ اِقَامَ الصَّلٰوۃِ وَ اِیۡتَآءَ

৭৪) আৰু সেইসকলক আমি (ধৰ্ম্মৰ) নেতৃত্ব দান কৰিছিলোঁ; সেই সকলে আমাৰ আদেশ অনুসাৰে (লোকক) সজ বাট দেখুৱাইছিল; আৰু সেইসকলক আমি প্ৰত্যাদেশ কৰিছিলোঁ সৎ কৰ্ম্ম কৰিববলৈ, আৰু নমাজ প্ৰতিষ্ঠিত কৰিববলৈ, আৰু

الزَّكٰوةِ ۚ وَكَانُوْا لَنَا عٰبِدِيْنَ ۝٧٣

জকাত দান কৰিবলৈ। আৰু সেইসকলে আমাৰেই মাথোন আৰাধনা কৰিছিল।

وَلُوْطًا اٰتَيْنٰهُ حُكْمًا وَّعِلْمًا وَّنَجَّيْنٰهُ مِنَ الْقَرْيَةِ الَّتِيْ كَانَتْ تَّعْمَلُ الْخَبٰٓئِثَ ۭ اِنَّهُمْ كَانُوْا قَوْمَ سَوْءٍ فٰسِقِيْنَ ۝٧٤

৭৫) আৰু আমি লুতক দান কৰিছিলোঁ বিচাৰশক্তি আৰু জ্ঞান; আৰু যিখন নগৰৰ (অধিবাসীবিলাকে) ঘৃণাকৰ কাৰ্য্য কৰিছিল তাৰ পৰা তেওঁক আমি (ৰক্ষা কৰি) মুক্তি দিলোঁ; নিশ্চয় সিহঁত আছিল দুস্কৰ্ম্মী, বিৰুদ্ধাচৰণকাৰী লোক।

وَاَدْخَلْنٰهُ فِيْ رَحْمَتِنَا ۭ اِنَّهٗ مِنَ الصّٰلِحِيْنَ ۝٧٥

৭৬) আৰু আমি লুতক নিজ কৰুণাৰ ভিতৰলৈ প্ৰৱেশ কৰিবলৈ দিলোঁ; ইয়াত একো সন্দেহ নাই তেওঁ আছিল ধৰ্ম্মপৰায়ণ সকলৰ অন্তৰ্গত।

وَنُوْحًا اِذْ نَادٰى مِنْ قَبْلُ فَاسْتَجَبْنَا لَهٗ فَنَجَّيْنٰهُ وَاَهْلَهٗ مِنَ الْكَرْبِ الْعَظِيْمِ ۝٧٦

৭৭) আৰু (মনত পেলোৱাঁ) ইয়াৰ আগৰ কথা নুহ সম্বন্ধে: যেতিয়া তেওঁ (আমাক) আহ্বান কৰিলে, আমি তেওঁক প্ৰত্যুত্তৰ দিলোঁ: পিছত তেওঁক আৰু তেওঁৰ পৰিয়ালক আমি দাৰুণ ক্লেশ-কষ্টৰ পৰা ৰক্ষা কৰিলোঁ।

وَنَصَرْنٰهُ مِنَ الْقَوْمِ الَّذِيْنَ كَذَّبُوْا بِاٰيٰتِنَا ۭ اِنَّهُمْ كَانُوْا قَوْمَ سَوْءٍ فَاَغْرَقْنٰهُمْ اَجْمَعِيْنَ ۝٧٧

৭৮) আৰু যিবিলাক লোকে আমাৰ নিদৰ্শনসমূহ মিছা বুলি অমান্য কৰিছিল সিহঁতৰ বিৰুদ্ধে আমি তেওঁক সহায় কৰিছিলোঁ; ইয়াত কোনো সন্দেহ নাই, সিহঁত আছিল দুস্কৰ্ম্মী লোক; সেই কাৰণে সিহঁতৰ আটাইবোৰকে আমি বুৰাই মাৰিলোঁ।

وَدَاوٗدَ وَسُلَيْمٰنَ اِذْ يَحْكُمٰنِ فِي الْحَرْثِ اِذْ نَفَشَتْ فِيْهِ غَنَمُ الْقَوْمِ ۚ وَكُنَّا لِحُكْمِهِمْ شٰهِدِيْنَ ۝٧٨

৭৯) আৰু দাউদ আৰু চুলেইমানৰ কথাও (সোঁৱৰণ কৰাঁ) যেতিয়া উভয়ে কোনো এটা শস্যক্ষেত্ৰ সম্বন্ধে বিচাৰ কৰিছিল যাৰ ভিতৰত অইনৰ ভেৰা ছাগলী সোমাই (শস্যৰ) অনেক ক্ষতি কৰিছিল; আৰু তেওঁলোকে যি বিচাৰ কৰিছিল তাৰ সাক্ষী আমি আছিলোঁ।

فَفَهَّمْنٰهَا سُلَيْمٰنَ ۚ وَكُلًّا اٰتَيْنَا حُكْمًا وَّعِلْمًا وَّ

৮০) পিছত আমি চুলেইমানক সেই বিষয়ে

سَخَّرْنَا مَعَ دَاوٗدَ الْجِبَالَ يُسَبِّحْنَ وَالطَّيْرَ ۚ وَكُنَّا فٰعِلِيْنَ ﴿٨٠﴾

বুজনি দিছিলোঁ; আৰু তেওঁলোকৰ প্ৰত্যেক-জনকে আমি বিচাৰ-বুদ্ধি আৰু জ্ঞান প্ৰদান কৰিছিলোঁ; আৰু যি পৰ্ব্বতসমূহে (আমাৰ) পৱিত্ৰতা ঘোষণা কৰিছিল সেইবিলাকক, আৰু (তাৰ উপৰি) পক্ষীবোৰকো আমি দাউদৰ অধীন কৰিছিলোঁ; আৰু এই সমস্ত কাৰ্য্য আমিয়ে সম্পন্ন কৰিছিলোঁ।

وَعَلَّمْنٰهُ صَنْعَةَ لَبُوْسٍ لَّكُمْ لِتُحْصِنَكُمْ مِّنْۢ بَاْسِكُمْ ۚ فَهَلْ اَنْتُمْ شٰكِرُوْنَ ﴿٨١﴾

৮১) আৰু আমি তোমালোকৰ (ব্যৱহাৰৰ) নিমিত্তে লোহৰ জাখৰ নিৰ্ম্মাণ কৰিবৰ শিল্পবিদ্যা দাউদক শিকালোঁ; যাতে ই ৰণক্ষেত্ৰত তোমা-লোকক (শত্ৰুৰ আঘাতৰ পৰা) ৰক্ষা কৰে; তাৰ বাবে তোমালোকে আমাৰ শলাগ লৈছা নে?

وَلِسُلَيْمٰنَ الرِّيْحَ عَاصِفَةً تَجْرِيْ بِاَمْرِهٖۤ اِلَى الْاَرْضِ الَّتِيْ بٰرَكْنَا فِيْهَا ؕ وَكُنَّا بِكُلِّ شَيْءٍ عٰلِمِيْنَ ﴿٨٢﴾

৮২) আৰু (সাগৰৰ) প্ৰচণ্ড বতাহকো চুলেই-মানৰ (অনুগত কৰিছিলোঁ); তেওঁৰ নিৰ্দ্দেশ মতে বতাহ সেই দেশৰ অভিমুখে প্ৰবাহিত হৈছিল যি দেশক আমি মঙ্গল-আশীৰ্ব্বাদৰে পৰিপূৰ্ণ কৰিছিলোঁ। আৰু সকলো বিষয়ে আমাৰ জ্ঞান পূৰ্ণ।

وَمِنَ الشَّيٰطِيْنِ مَنْ يَّغُوْصُوْنَ لَهٗ وَيَعْمَلُوْنَ عَمَلًا دُوْنَ ذٰلِكَ ۚ وَكُنَّا لَهُمْ حٰفِظِيْنَ ﴿٨٣﴾

৮৩) আৰু (আমি চুলেইমানৰ অধীন কৰিছিলোঁ) অনেক শ্বয়তান-সদৃশ (বলৱন্ত) মানুহক; সেইবিলাক তেওঁৰ কাৰণে (মণিমুকুতা উলিয়াবলৈ) সাগৰত বুৰিয়াইছিল, আৰু তদুপৰি অন্যান্য কামো কৰিছিল।

وَاَيُّوْبَ اِذْ نَادٰى رَبَّهٗۤ اَنِّيْ مَسَّنِيَ الضُّرُّ وَاَنْتَ اَرْحَمُ الرّٰحِمِيْنَ ﴿٨٤﴾

৮৪) আৰু আইয়ুবৰো কথা (সোঁৱৰণ কৰাঁ,) যেতিয়া তেওঁ নিজ প্ৰভুক আহ্বান কৰিছিল এই বুলি—বাস্তৱতে মোক দুখ-দুৰ্গতিয়ে স্পৰ্শ কৰিছে; কিন্তু দয়ালু সকলৰ শ্ৰেষ্ঠ দয়ালু তুমিয়েই।

فَاسْتَجَبْنَا لَهٗ فَكَشَفْنَا مَا بِهٖ مِنْ ضُرٍّ وَّاٰتَيْنٰهُ اَهْلَهٗ

৮৫) তেতিয়া তেওঁৰ এই প্ৰাৰ্থনা আমি গ্ৰহণ কৰিলোঁ আৰু যি দুখ-দুৰ্গতিত তেওঁ পৰিছিল

وَ مِثْلَهُمْ مَّعَهُمْ رَحْمَةً مِّنْ عِنْدِنَا وَ ذِكْرٰى لِلْعٰبِدِيْنَ ﴿٨٤﴾

তাক আমি দূৰীভূত কৰিলোঁ, আৰু আমি তেওঁৰ পৰিয়াল তেওঁক সমৰ্পণ কৰিলোঁ, আৰু তেওঁলোকৰ লগতে তেওঁলোকৰ জ্ঞাতিৰ (সংখ্যা বৃদ্ধি কৰিলোঁ) ; ই আছিল আমাৰ সন্নিধানৰ পৰা কৰুণা স্বৰূপ, আৰু আমাৰ আৰাধনা কৰোঁতা-সকলৰ নিমিত্তে সোঁৱৰণী।

وَ اِسْمٰعِيْلَ وَ اِدْرِيْسَ وَ ذَا الْكِفْلِ ؕ كُلٌّ مِّنَ الصّٰبِرِيْنَ ﴿٨٥﴾

৮৬) আৰু ইস্মাইল আৰু ইদ্ৰীচ আৰু জুল্‌কিফ্‌লৰ কথা (স্মৰণ কৰাঁ) ; সকলো আছিল ধৈৰ্য্যশীলসকলৰ অন্তৰ্গত।

وَ اَدْخَلْنٰهُمْ فِىْ رَحْمَتِنَا ؕ اِنَّهُمْ مِّنَ الصّٰلِحِيْنَ ﴿٨٦﴾

৮৭) আৰু সেইসকলক আমি নিজ কৰুণাৰ ভিতৰত প্ৰৱেশ কৰিবলৈ দিছিলোঁ ; ইয়াত কোনো সন্দেহ নাই, সেইসকল আছিল ধৰ্ম্মপৰায়ণসকলৰ সন্নিবিষ্ট।

وَ ذَا النُّوْنِ اِذْ ذَّهَبَ مُغَاضِبًا فَظَنَّ اَنْ لَّنْ نَّقْدِرَ عَلَيْهِ فَنَادٰى فِى الظُّلُمٰتِ اَنْ لَّاۤ اِلٰهَ اِلَّاۤ اَنْتَ سُبْحٰنَكَ ۖ اِنِّىْ كُنْتُ مِنَ الظّٰلِمِيْنَ ﴿٨٧﴾

৮৮) আৰু জুন্নুনৰো কথা (মনত পেলোৱাঁ,) যেতিয়া তেওঁ (নিজ জাতিৰ প্ৰতি) ক্ৰুদ্ধ হৈ ওলাই গ'ল, তেওঁ আগতে ভাবিছিল আমি তেওঁক কেতিয়াও জীৱিকাৰ অভাৱত নেপেলাওঁ ; পিছত (অভাৱৰ) ঘোৰ অন্ধকাৰত তেওঁ (আমাক) আহ্বান কৰিলে এই বুলি, তোমাত ভিন্ন অইন উপাস্য নাই ; তুমিয়ে পৰম পৱিত্ৰ ; সঁচাকৈয়ে মই (নিজৰ প্ৰতি) নিজেই অন্যায়কাৰী আছিলোঁ।

فَاسْتَجَبْنَا لَهٗ ۙ وَ نَجَّيْنٰهُ مِنَ الْغَمِّ ؕ وَ كَذٰلِكَ نُــْۨجِى الْمُؤْمِنِيْنَ ﴿٨٨﴾

৮৯) অৱশেষত তেওঁৰ প্ৰাৰ্থনা আমি গ্ৰহণ কৰিলোঁ, আৰু শোক-সন্তাপৰ পৰা তেওঁক মুক্তি দান কৰিছিলোঁ ; আৰু বিশ্বাস স্থাপনকাৰীসকলক এইদৰেই আমি মুক্তি দান কৰোঁ।

وَ زَكَرِيَّاۤ اِذْ نَادٰى رَبَّهٗ رَبِّ لَا تَذَرْنِىْ فَرْدًا وَّ اَنْتَ خَيْرُ الْوٰرِثِيْنَ ﴿٨٩﴾

৯০) আৰু জকৰীয়াৰো কথা (সোঁৱৰণ কৰাঁ), যেতিয়া তেওঁ নিজ প্ৰভুক আহ্বান কৰিছিল এই বুলি, হে মোৰ প্ৰভু, (এই পৃথিৱীত) তুমি মোক অকলশৰীয়া কৰি এৰি নিদিবা ; আৰু (মোৰ দৃঢ় বিশ্বাস এই), সকলোতকৈ শ্ৰেষ্ঠ উত্তৰাধিকাৰী তুমিয়ে।

| | |
|---|---|
| ৯১) তেওঁৰ এই প্ৰাৰ্থনা আমি শুনিলোঁ, আৰু তেওঁক ইয়হ্য়া (যেন পুত্ৰ) দান কৰিছিলোঁ, আৰু তেওঁৰ পত্নীক (সকলো প্ৰকাৰে) তেওঁৰ উপযোগী কৰিছিলোঁ। নিশ্চয় সৎ কাৰ্য্য কৰাত এইসকল আগুৱান আছিল, আৰু সেইসকলে আমাৰ আগত প্ৰাৰ্থনা কৰিছিল আশা আৰু ভয়-সংশয়ৰ ভাব লৈ; আৰু সেইসকল আমাৰ ওচৰত সদায় বিনীত হৈ থাকিছিল। | فَاسْتَجَبْنَا لَهُ وَوَهَبْنَا لَهُ يَحْيَى وَأَصْلَحْنَا لَهُ زَوْجَهُ إِنَّهُمْ كَانُوا يُسَارِعُونَ فِي الْخَيْرَاتِ وَيَدْعُونَنَا رَغَبًا وَرَهَبًا وَكَانُوا لَنَا خَاشِعِينَ ﴿٩٠﴾ |
| ৯২) আৰু সেই মহিলাৰো কথা (ভাবি চোৱাঁ) যি নিজৰ সতীত্ব সংৰক্ষণ কৰিছিল আৰু যাৰ অন্তৰত আমি নিজ আত্মাৰ নিশ্বাস পেলাইছিলোঁ; আৰু আমি তেওঁক আৰু তেওঁৰ পুতেকক বিশ্বজগতৰ নিমিত্তে নিদৰ্শন স্থিৰ কৰিছোঁ। | وَالَّتِي أَحْصَنَتْ فَرْجَهَا فَنَفَخْنَا فِيهَا مِن رُّوحِنَا وَجَعَلْنَاهَا وَابْنَهَا آيَةً لِّلْعَالَمِينَ ﴿٩١﴾ |
| ৯৩) নিশ্চয় এয়ে তোমালোকৰ সম্প্ৰদায়, একেটা সম্প্ৰদায়; আৰু ময়ে তোমালোকৰ অকল পালনকৰ্ত্তা; গতিকে তোমালোকে মোৰেই আৰাধনা কৰাঁ। | إِنَّ هَٰذِهِ أُمَّتُكُمْ أُمَّةً وَاحِدَةً وَأَنَا رَبُّكُمْ فَاعْبُدُونِ ﴿٩٢﴾ |
| ৯৪) আৰু সিহঁতে নিজৰ বিষয় লৈ নিজৰ মাজতে বিচ্ছেদৰ সৃষ্টি কৰিছে; (সিহঁতে জনা উচিত) সিহঁতৰ সকলোকে (এদিন) আমাৰ ওচৰলৈ প্ৰত্যাবৰ্ত্তন কৰিব লাগিব। | وَتَقَطَّعُوا أَمْرَهُم بَيْنَهُمْ كُلٌّ إِلَيْنَا رَاجِعُونَ ﴿٩٣﴾ |
| ৯৫) প্ৰকৃততে যিজনে বিশ্বাস স্থাপনকাৰী হৈ সৎকাৰ্য্য কৰে সেইজনৰ তেনে প্ৰচেষ্টা কেতিয়াও অস্বীকৃত নহ'ব; আৰু সেইজনৰ পক্ষে নিশ্চয় আমি (সকলো সৎকৰ্ম্ম) লিপিবদ্ধ কৰোঁ। | فَمَن يَعْمَلْ مِنَ الصَّالِحَاتِ وَهُوَ مُؤْمِنٌ فَلَا كُفْرَانَ لِسَعْيِهِ وَإِنَّا لَهُ كَاتِبُونَ ﴿٩٤﴾ |
| ৯৬) আৰু যিখন নগৰ আমি (এবাৰ) ধ্বংস কৰোঁ, তাৰ অধিবাসীবিলাক যে কেতিয়াও উভতি নাহিব ই বিধি-সিদ্ধ। | وَحَرَامٌ عَلَىٰ قَرْيَةٍ أَهْلَكْنَاهَا أَنَّهُمْ لَا يَرْجِعُونَ ﴿٩٥﴾ |

৯৭) কালক্রমে এনে এটা সময় আহিব যেতিয়া ইয়াযুয্ আৰু মাযুযক মুক্ত কৰি দিয়া হ'ব, (যাতে সিহঁতে সিহঁতৰ অভিযান চলায়), আৰু বহু ওখ ঠাইৰ পৰা লৰি-ঢাপৰি নামি আহে।

حَتّٰٓى اِذَا فُتِحَتْ يَاْجُوْجُ وَمَاْجُوْجُ وَهُمْ مِّنْ كُلِّ حَدَبٍ يَّنْسِلُوْنَ ﴿٩٧﴾

৯৮) আৰু সত্যৰ প্রতিশ্রুতি (পূর্ণ হোৱাৰ) সময় ওচৰ চাপিব ; তেতিয়া হঠাতে অবিশ্বাসীবিলাকৰ চকুবোৰ (বিস্ময় আৰু আতঙ্কৰ হেতু) মেল খাই থাকিব ; (সিহঁতে আক্ষেপ কৰিব এই বুলি ঃ) হায়, আমাৰ প্রতি ধিক! স্বৰূপতে এই প্রতিশ্রুতিক আমি আওহেলা কৰি আহিলোঁ ; নহয়, প্রকৃততে আমি (নিজৰে প্রতি) অন্যায় কৰিছিলোঁ।

وَاقْتَرَبَ الْوَعْدُ الْحَقُّ فَاِذَا هِيَ شَاخِصَةٌ اَبْصَارُ الَّذِيْنَ كَفَرُوْا ۭ يٰوَيْلَنَا قَدْ كُنَّا فِيْ غَفْلَةٍ مِّنْ هٰذَا بَلْ كُنَّا ظٰلِمِيْنَ ﴿٩٨﴾

৯৯) নিশ্চয় তোমালোক নিজে, আৰু আল্লাক এৰি তোমালোকে যিবিলাকৰ পূজা কৰি আছা সেইবিলাকো নৰকৰ ইন্ধন ; তাতেই তোমালোক উপনীত হ'ব লাগিব।

اِنَّكُمْ وَمَا تَعْبُدُوْنَ مِنْ دُوْنِ اللّٰهِ حَصَبُ جَهَنَّمَ ۭ اَنْتُمْ لَهَا وٰرِدُوْنَ ﴿٩٩﴾

১০০) সিহঁত (সচাঁকৈয়ে) উপাস্য হোৱা হলে সিহঁত সেই নৰকত উপনীত নহ'লহেঁতেন, অথচ সিহঁত সকলো তাত চিৰকাল অৱস্থান কৰিব।

لَوْ كَانَ هٰٓؤُلَاۗءِ اٰلِهَةً مَّا وَرَدُوْهَا ۭ وَكُلٌّ فِيْهَا خٰلِدُوْنَ ﴿١٠٠﴾

১০১) তাত সিহঁতৰ ভাগত পৰিব আৰ্ত্তনাদ, আৰু সিহঁতে তাত আৰু একোকে শুনিবলৈ নাপাব।

لَهُمْ فِيْهَا زَفِيْرٌ وَّهُمْ فِيْهَا لَا يَسْمَعُوْنَ ﴿١٠١﴾

১০২) কিন্তু যিসকলৰ কাৰণে আমাৰ ফালৰ পৰা পূৰ্ব্বেই কল্যাণ স্থিৰ কৰি থোৱা হৈছে সেইসকলক নিশ্চিয় নৰকৰ পৰা বহুত আঁতৰত স্থান দিয়া হ'ব।

اِنَّ الَّذِيْنَ سَبَقَتْ لَهُمْ مِّنَّا الْحُسْنٰٓى ۙ اُولٰۗىِٕكَ عَنْهَا مُبْعَدُوْنَ ﴿١٠٢﴾

১০৩) সেইসকলে (নৰকৰ) সৰ্‌সৰণি অকণো শুনিবলৈ নাপাব ; আৰু সেইসকলৰ অন্তৰসমূহে যি বাঞ্ছা কৰিছিল তাকে সেইসকলে চিৰকাল উপভোগ কৰি থাকিব।

لَا يَسْمَعُوْنَ حَسِيْسَهَا ۚ وَهُمْ فِيْ مَا اشْتَهَتْ اَنْفُسُهُمْ خٰلِدُوْنَ ﴿١٠٣﴾

১০৪) (শেষ দিনৰ) বিষম আতঙ্কই সেইসকলক শোকাতুৰ নকৰিব; বৰং ফিৰিশ্তাসকলে আগ বাঢ়ি সেইসকলৰ সৈতে সাক্ষাৎ কৰিব, আৰু (এইদৰে কব) যিদিনাৰ প্ৰতিশ্ৰুতি তোমালোকক প্ৰদান কৰা হৈছিল সেয়ে হৈছে আজিৰ দিন।

لَا يَحْزُنُهُمُ الْفَزَعُ الْأَكْبَرُ وَتَتَلَقّٰهُمُ الْمَلٰٓئِكَةُ ۗ هٰذَا يَوْمُكُمُ الَّذِىْ كُنْتُمْ تُوْعَدُوْنَ ۝١٠٣

১০৫) সেইদিনা লিখা কাকত ভাঁজ কৰা দৰে আমি আকাশ ভাঁজ কৰিম; আদিতে আমি যিদৰে জগৎ সৃষ্টি কৰিছিলোঁ সেইদৰে পুনৰায় সৃষ্টি কৰিম; এই অঙ্গীকাৰ পালন কৰাৰ ভাৰ আমাৰ ওপৰত; ইয়াত একো সন্দেহ নাই, এই কাৰ্য্য সম্পাদন কৰিম আমিয়ে।

يَوْمَ نَطْوِى السَّمَآءَ كَطَىِّ السِّجِلِّ لِلْكُتُبِ ۗ كَمَا بَدَاْنَآ اَوَّلَ خَلْقٍ نُّعِيْدُهٗ ۗ وَعْدًا عَلَيْنَا ۗ اِنَّا كُنَّا فٰعِلِيْنَ ۝١٠٤

১০৬) আৰু স্বৰূপতে ইয়াৰ পূৰ্ব্বে উপদেশ দান কৰাৰ পাছত জবুৰতো আমি ইয়াকে লিপিবদ্ধ কৰিছিলোঁ; এই পৃথিৱীৰ উত্তৰাধিকাৰী হ'ব মোৰ ধৰ্ম্মপৰায়ণ ভৃত্যসকল।

وَلَقَدْ كَتَبْنَا فِى الزَّبُوْرِ مِنْۢ بَعْدِ الذِّكْرِ اَنَّ الْاَرْضَ يَرِثُهَا عِبَادِىَ الصّٰلِحُوْنَ ۝١٠٥

১০৭) যিবিলাক লোকে (এক আল্লাৰ) আৰাধনা কৰে সেইবিলাকৰ নিমিত্তে ইয়াত আছে এটা মহান সংবাদ।

اِنَّ فِىْ هٰذَا لَبَلٰغًا لِّقَوْمٍ عٰبِدِيْنَ ۝١٠٦

১০৮) আৰু (হে মহম্মদ,) আমি তোমাকে মাথোন প্ৰেৰণ কৰিছোঁ বিশ্বজগতৰ নিমিত্তে কৰুণা স্বৰূপ।

وَمَآ اَرْسَلْنٰكَ اِلَّا رَحْمَةً لِّلْعٰلَمِيْنَ ۝١٠٧

১০৯) তুমি কোৱাঁ, মোৰ প্ৰতি ইয়াকে মাথোন প্ৰত্যাদেশ কৰা হৈছেঃ তোমালোকৰ উপাস্য অকল একমাত্ৰ উপাস্য আল্লা; গতিকে তোমালোকে (আল্লাৰ প্ৰতি) আত্মসমৰ্পণ কৰিবা নে?

قُلْ اِنَّمَا يُوْحٰٓى اِلَىَّ اَنَّمَآ اِلٰهُكُمْ اِلٰهٌ وَّاحِدٌ ۚ فَهَلْ اَنْتُمْ مُّسْلِمُوْنَ ۝١٠٨

১১০) তথাপি সিহঁত যদি ঘূৰি যায় তেন্তে তুমি কৰা, মই তোমালোকক সমানে আৰু উচিতৰূপে

فَاِنْ تَوَلَّوْا فَقُلْ اٰذَنْتُكُمْ عَلٰى سَوَآءٍ ۗ وَاِنْ اَدْرِىْٓ

اَقَرِيْبٌ اَمْ بَعِيْدٌ مَّا تُوْعَدُوْنَ ﴿١١١﴾

সাৱধান কৰিলোঁ; (কিন্তু) তোমালোকক যি ঘটনাৰ প্ৰতিশ্ৰুতি দিয়া হৈছে সি ওচৰ পাইছেহি নে এতিয়াও দূৰত আছে মই নাজানো।

اِنَّهٗ يَعْلَمُ الْجَهْرَ مِنَ الْقَوْلِ وَيَعْلَمُ مَا تَكْتُمُوْنَ ﴿١١٠﴾

১১১) ইয়াত একো সন্দেহ নাই, তোমালোকে যি কথা ওখ মাতেৰে কোৱাঁ তেওঁ জানে, আৰু যি গোপনে ৰাখা তাকো তেওঁ জানে।

وَاِنْ اَدْرِيْ لَعَلَّهٗ فِتْنَةٌ لَّكُمْ وَمَتَاعٌ اِلٰى حِيْنٍ ﴿١١١﴾

১১২) আৰু মই নাজানো, অতি সম্ভৱ ই তোমালোকৰ নিমিত্তে এটা পৰীক্ষা স্বৰূপ আৰু (তোমালোকক দিয়া হৈছে) কিছুকালৰ নিমিত্তে (পাৰ্থিৱ) জীৱনৰ সুখ-সম্পদ।

قٰلَ رَبِّ احْكُمْ بِالْحَقِّ ۗ وَرَبُّنَا الرَّحْمٰنُ الْمُسْتَعَانُ عَلٰى مَا تَصِفُوْنَ ﴿١١٢﴾

১১৩) ৰছুলে প্ৰাৰ্থনা কৰিছিলঃ হে মোৰ প্ৰভু, তুমিয়ে বিচাৰ কৰাঁ সত্যৰ সৈতে। (আৰু তেওঁ কৈছিল) আমাৰ প্ৰভু পৰম কৰুণাময় আল্লাঃ (তেওঁৰ সম্বন্ধে) তোমালোকে যি অসঙ্গত কথা কোৱা তাৰ প্ৰতিবিধানৰ অৰ্থে তেওঁৰেই সাহায্য প্ৰাৰ্থনীয়।



চুৰা ২২ AL-HAJJ আল্-হয্ ঃ হয্যাত্ৰা মক্কাত অৱতীৰ্ণ

১) পৰম কৰুণাময়, পৰম দানশীল আল্লাৰ নামত।

بِسۡمِ اللّٰهِ الرَّحۡمٰنِ الرَّحِيۡمِ ﴿۱﴾

২) হে মানৱজাতি, তোমালোকে নিজ প্ৰতিপালকৰ ভয় ৰাখিবা। নিৰ্দ্দিষ্ট সময়ৰ কম্পন নিশ্চয় এটা ভীষণ ঘটনা।

يٰۤاَيُّهَا النَّاسُ اتَّقُوۡا رَبَّكُمۡ ۚ اِنَّ زَلۡزَلَةَ السَّاعَةِ شَىۡءٌ عَظِيۡمٌ ﴿۲﴾

৩) সেই ঘটনা যিদিনা তুমি অৱলোকন কৰিবা সেইদিনা প্ৰত্যেক স্তন্য দিয়া তিৰোতাই আপোন স্তন্যপায়ী কেঁচুৱাক (গাখীৰ খুৱাবলৈ) পাহৰি যাব; আৰু প্ৰত্যেক গৰ্ভৱতীয়ে নিজ গৰ্ভৰ সন্তান প্ৰসৱ কৰিব; আৰু তেতিয়া তুমি মানুহক মতলীয়া যেন দেখিবা, অথচ সিহঁত (প্ৰকৃততে) মতলীয়া নহয়; কিন্তু আল্লাৰ শাস্তি কঠোৰ।

يَوۡمَ تَرَوۡنَهَا تَذۡهَلُ كُلُّ مُرۡضِعَةٍ عَمَّاۤ اَرۡضَعَتۡ وَتَضَعُ كُلُّ ذَاتِ حَمۡلٍ حَمۡلَهَا وَتَرَى النَّاسَ سُكٰرٰى وَمَا هُمۡ بِسُكٰرٰى وَلٰـكِنَّ عَذَابَ اللّٰهِ شَدِيۡدٌ ﴿۳﴾

৪) আৰু মানৱজাতিৰ মাজত এনে মানুহো আছে যাৰ জ্ঞান নাই, অথচ সি আল্লাৰ বিষয়ে বাদানুবাদ কৰে আৰু যেই সেই বিৰুদ্ধাচাৰী শ্বয়তানৰ অনুবৰ্ত্তন কৰে।

وَمِنَ النَّاسِ مَنۡ يُّجَادِلُ فِى اللّٰهِ بِغَيۡرِ عِلۡمٍ وَّيَتَّبِعُ كُلَّ شَيۡطٰنٍ مَّرِيۡدٍ ۙ﴿۴﴾

৫) এনে শ্বয়তানৰ সম্বন্ধে এই কথা লিখি থোৱা হৈছে, যেয়ে তাৰ সৈতে বন্ধুতা কৰিব তাক সি নিশ্চয় পথভ্ৰষ্ট কৰিব, আৰু তাক নৰকৰ দাহ কৰা শাস্তিৰ পিনে লৈ যাব।

كُتِبَ عَلَيۡهِ اَنَّهٗ مَنۡ تَوَلَّاهُ فَاَنَّهٗ يُضِلُّهٗ وَيَهۡدِيۡهِ اِلٰى عَذَابِ السَّعِيۡرِ ﴿۵﴾

৬) হে মানৱজাতি, পুনৰুত্থান সম্পৰ্কে যদি তোমালোকৰ কোনো সন্দেহ থাকে, তেন্তে (ইয়াকে চিন্তা কৰাঁ,) কেনেকৈ আমি মাটিৰ পৰা তোমালোকক সৃজন কৰিলোঁ; পিছত শুক্ৰৰ

يٰۤاَيُّهَا النَّاسُ اِنۡ كُنۡتُمۡ فِىۡ رَيۡبٍ مِّنَ الۡبَعۡثِ فَاِنَّا خَلَقۡنٰكُمۡ مِّنۡ تُرَابٍ ثُمَّ مِنۡ نُّطۡفَةٍ ثُمَّ مِنۡ عَلَقَةٍ

ثُمَّ مِنْ مُّضْغَةٍ مُّخَلَّقَةٍ وَّغَيْرِ مُخَلَّقَةٍ لِّنُبَيِّنَ
لَكُمْ ۗ وَنُقِرُّ فِي الْأَرْحَامِ مَا نَشَاءُ إِلَىٰ أَجَلٍ مُّسَمًّى
ثُمَّ نُخْرِجُكُمْ طِفْلًا ثُمَّ لِتَبْلُغُوا أَشُدَّكُمْ ۖ وَمِنْكُمْ
مَّنْ يُّتَوَفّٰى وَمِنْكُمْ مَّنْ يُّرَدُّ إِلَىٰ أَرْذَلِ الْعُمُرِ لِكَيْلَا
يَعْلَمَ مِنْ بَعْدِ عِلْمٍ شَيْئًا ۚ وَتَرَى الْأَرْضَ هَامِدَةً
فَإِذَا أَنْزَلْنَا عَلَيْهَا الْمَاءَ اهْتَزَّتْ وَرَبَتْ وَأَنْبَتَتْ
مِنْ كُلِّ زَوْجٍ بَهِيجٍ ۝৫

পৰা; তাৰ পিছত খলমা বন্ধা ৰক্তৰ পৰা; তাৰ পিছত এডোখৰ মঙহৰ পৰা, আকৃতি পূৰ্ণ হোৱা নাইবা পূৰ নোহোৱা, আমি যেন তোমালোকৰ আগত (আমাৰ সৃষ্টিৰ ক্ষমতা) ভালকৈ প্ৰকাশ কৰোঁ; আৰু নিৰূপিত সময় নহালৈকে আমি নিজ ইচ্ছা মতে তাক গৰ্ভসমূহৰ ভিতৰতে ৰাখোঁ; তাৰ পিছত আমি তোমালোকক কেঁচুৱা অৱস্থাত (গৰ্ভৰ পৰা) উলিয়াওঁ, যাতে উত্তৰোত্তৰে তোমালোক যৌৱনৰ অৱস্থা পোৱাগৈ; আৰু তোমালোকৰ মাজৰ একোজনৰ মৃত্যু ঘটোৱা হয়, আৰু তোমালোকৰ মাজৰ একাজনক বুঢ়া বয়সৰ জৰা-জীৰ্ণ অৱস্থালৈ নিয়া হয় যি অৱস্থাত সি জ্ঞান লাভ কৰিও জ্ঞানহীন হৈ পৰে। আৰু (এই কথাও ভাবি চোৱাঁ) তুমি মাটিক (প্ৰথমতে) শুকান অনুৰ্ব্বৰ দেখা; পিছত তাৰ ওপৰত আমি বৰষুণ পেলাওঁ, তেতিয়া সেই মাটি (অলপতে) ৰসালি হৈ ফুলি উঠে, আৰু (তাৰে পৰা) নানাবিধ বিতোপন তৰুলতা উৎপন্ন হয়।

ذٰلِكَ بِأَنَّ اللّٰهَ هُوَ الْحَقُّ وَأَنَّهُ يُحْيِ الْمَوْتٰى وَ
أَنَّهُ عَلٰى كُلِّ شَيْءٍ قَدِيرٌ ۝৬

৬) (এই সৃষ্টিৰ ক্ৰমিক বিকাশে) ইয়াকে প্ৰতিপন্ন কৰে, এজন (সৃষ্টিকৰ্ত্তা) আল্লা আছে; তেওঁ পৰম সত্য; আৰু মৃতকক তেৱেঁই নিশ্চয় সজীৱ কৰে; আৰু বাস্তৱিকতে সকলো বস্তুৰ ওপৰতে আছে তেওঁৰেই মহান ক্ষমতা।

وَّأَنَّ السَّاعَةَ اٰتِيَةٌ لَّا رَيْبَ فِيهَا ۙ وَأَنَّ اللّٰهَ
يَبْعَثُ مَنْ فِي الْقُبُوْرِ ۝৭

৭) আৰু সেই নিৰূপিত সময়ৰ আগমন সুনিশ্চিত; আৰু ইয়াত অকণো সন্দেহ নাই, সমাধিসমূহৰ মৃতবিলাকক আল্লাই নিশ্চয় পুনৰায় উত্থাপন কৰিব।

وَمِنَ النَّاسِ مَنْ يُّجَادِلُ فِي اللّٰهِ بِغَيْرِ عِلْمٍ وَّ
لَا هُدًى وَّلَا كِتٰبٍ مُّنِيرٍ ۝৮

৮) আৰু মানৱজাতিৰ মাজত এনে মানুহো আছে যি অজ্ঞানতা সত্ত্বেও আল্লাক লৈ বাদানুবাদ কৰে, অথচ সি লাভ কৰা নাই সুপথ নাইবা জ্যোতিৰ্ম্ময় গ্ৰন্থ।

১০) এনে মানুহে নিজৰ কান্ধ জোকাৰি (লোকক) আল্লাৰ পথৰ পৰা বিভ্ৰান্ত কৰে; এনে (অহঙ্কাৰী) মানুহৰ নিমিত্তে পৃথিৱীতে আছে লাঞ্ছনা, আৰু পুনৰুত্থানৰ দিনা আমি তাক দাহ কৰা শাস্তিৰ সোৱাদ লবলৈ দিম।

ثَانِيَ عِطْفِهِ لِيُضِلَّ عَن سَبِيلِ اللَّهِ ۖ لَهُ فِي الدُّنْيَا خِزْيٌ ۖ وَنُذِيقُهُ يَوْمَ الْقِيَامَةِ عَذَابَ الْحَرِيقِ ﴿٩﴾

১১) (আমি তেতিয়া কম) তোমাৰ দুইখন হাতে আগতে যি কাৰ্য্য কৰিছিল তাৰেই প্ৰতিফল এই শাস্তি; আৰু নিশ্চয় আল্লাই নিজ ভৃত্যবিলাকৰ ওপৰত কেতিয়াও অন্যায় নকৰে।

ذَٰلِكَ بِمَا قَدَّمَتْ يَدَاكَ وَأَنَّ اللَّهَ لَيْسَ بِظَلَّامٍ لِّلْعَبِيدِ ﴿١٠﴾

১২) আৰু মানৱজাতিৰ মাজত এনে মানুহো আছে যি আল্লাৰ আৰাধনা কৰে দাঁতিকাষত থাকি; গতিকে যদি তাৰ ওচৰলৈ মঙ্গল আহে, তাৰ বাবে যি আশ্বস্ত হয়, সি নিজৰ মুখ ঘূৰাই (আগৰ অবিশ্বাসৰ অৱস্থালৈ) উভতি যায়; সি ইহলোক আৰু পৰলোক দুয়োকে হেৰুৱালে; এয়ে হৈছে প্ৰত্যক্ষ ক্ষতি।

وَمِنَ النَّاسِ مَن يَعْبُدُ اللَّهَ عَلَىٰ حَرْفٍ ۖ فَإِنْ أَصَابَهُ خَيْرٌ اطْمَأَنَّ بِهِ ۖ وَإِنْ أَصَابَتْهُ فِتْنَةٌ انقَلَبَ عَلَىٰ وَجْهِهِ خَسِرَ الدُّنْيَا وَالْآخِرَةَ ۚ ذَٰلِكَ هُوَ الْخُسْرَانُ الْمُبِينُ ﴿١١﴾

১৩) যি তাৰ একো অপকাৰ কৰিব নোৱাৰে, আৰু তাৰ অকণো উপকাৰ কৰিব নোৱাৰে তাকে সি আল্লাক এৰি আহ্বান কৰে; এয়ে হৈছে দূৰণিৰ বিপথে যোৱা।

يَدْعُو مِن دُونِ اللَّهِ مَا لَا يَضُرُّهُ وَمَا لَا يَنفَعُهُ ۚ ذَٰلِكَ هُوَ الضَّلَالُ الْبَعِيدُ ﴿١٢﴾

১৪) সি যাক আহ্বান কৰে তাৰ অপকাৰহে তাৰ উপকাৰতকৈ নিশ্চয় বেছি ওচৰ; বাস্তৱিকতে এনে সাহায্যকাৰী কি নিকৃষ্ট ! আৰু এনে সাৰথি কি জঘন্য !

يَدْعُو لَمَن ضَرُّهُ أَقْرَبُ مِن نَّفْعِهِ ۚ لَبِئْسَ الْمَوْلَىٰ وَلَبِئْسَ الْعَشِيرُ ﴿١٣﴾

১৫) যিসকলে বিশ্বাস স্থাপন কৰে আৰু সজ কাম কৰে সেইসকলক নিশ্চয় আল্লাই এনে উদ্যানসমূহত প্ৰৱেশ কৰিবলৈ দিব্ যাৰ তলেদি জুৰিবিলাক বৈ যায়; ইয়াত কোনো সন্দেহ নাই, আল্লাই যি চ্ছি কৰে তাকে কাৰ্য্যত পৰিণত কৰে।

إِنَّ اللَّهَ يُدْخِلُ الَّذِينَ آمَنُوا وَعَمِلُوا الصَّالِحَاتِ جَنَّاتٍ تَجْرِي مِن تَحْتِهَا الْأَنْهَارُ ۚ إِنَّ اللَّهَ يَفْعَلُ مَا يُرِيدُ ﴿١٤﴾

১৬) আল্লাই তেওঁক (মহম্মদক) ইহলোক আৰু পৰলোকত কেতিয়াও সহায় নকৰিব বুলি কেও যদি ভাবি লৈছে, সি উৰ্দ্ধলোকৰ ফালে যাবলৈ জৰী এডাল দীঘলকৈ বান্ধি লʼক, পিছত (তাকে) কাটি পেলাওক; তাৰ পিছত সি গমি চাওক, এনে উপায় অৱলম্বন কৰাত তাৰ ক্ৰোধৰ কাৰণ দূৰীভূত হʼল নে ?

مَنْ كَانَ يَظُنُّ اَنْ لَّنْ يَّنْصُرَهُ اللّٰهُ فِى الدُّنْيَا وَ
الْاٰخِرَةِ فَلْيَمْدُدْ بِسَبَبٍ اِلَى السَّمَآءِ ثُمَّ لْيَقْطَعْ
فَلْيَنْظُرْ هَلْ يُذْهِبَنَّ كَيْدُهٗ مَا يَغِيْظُ ١٦

১৭) আৰু এইদৰেই আমি এই কোৰ্-আন অৱতীৰ্ণ কৰিছোঁ প্ৰত্যক্ষ নিদৰ্শনসমূহৰ সমষ্টিৰূপে। আৰু নিশ্চয় আল্লাই যাকে ইচ্ছা তাকে পথ-প্ৰদৰ্শন কৰে।

وَكَذٰلِكَ اَنْزَلْنٰهُ اٰيٰتٍۭ بَيِّنٰتٍ ۙ وَّاَنَّ اللّٰهَ يَهْدِيْ مَنْ
يُّرِيْدُ ١٧

১৮) বাস্তৱতে যিবিলাকে বিশ্বাস স্থাপন কৰিছে, আৰু যিবিলাক ইহুদী হৈছে, আৰু চেবিয়ানবিলাক, আৰু খৃষ্টিয়ানবিলাক, আৰু মেগিয়ানবিলাক, আৰু যিবিলাকে বহু ঈশ্বৰৰ পূজা কৰে, সকলোৰে মাজত নিশ্চয় আল্লাই বিচাৰ কৰিব পুনৰুত্থানৰ দিনা; এই কথা নিসন্দেহ, আল্লা সকলো বস্তুৰেই কৰোঁতা।

اِنَّ الَّذِيْنَ اٰمَنُوْا وَالَّذِيْنَ هَادُوْا وَالصّٰبِـِٕيْنَ وَ
النَّصٰرٰى وَالْمَجُوْسَ وَالَّذِيْنَ اَشْرَكُوْٓا ۖ اِنَّ اللّٰهَ
يَفْصِلُ بَيْنَهُمْ يَوْمَ الْقِيٰمَةِ ؕ اِنَّ اللّٰهَ عَلٰى كُلِّ
شَيْءٍ شَهِيْدٌ ١٨

১৯) তুমি লক্ষ্য কৰা নাই নে, আকাশমণ্ডলীত যি আছে আৰু পৃথিৱীত যি আছে সকলোৱে, আৰু সূৰ্য্য আৰু চন্দ্ৰই, আৰু গছডগছনিয়ে আৰু জীৱ-জন্তুবোৰে (প্ৰণিপাত কৰি) আল্লাৰ বাধ্যতা স্বীকাৰ কৰে; আৰু বহুসংখ্যক মানুহেও। কিন্তু অনেক লোক আছে যাৰ কাৰণে শাস্তি নিৰূপিত কৰি থোৱা হৈছে। আৰু আল্লাই যাক হেয় কৰে তাক সম্মান কৰোঁতা কেও নাই; আল্লাই যি ইচ্ছা কৰে তাকে তেওঁ নিশ্চয় কাৰ্য্যত পৰিণত কৰে।

اَلَمْ تَرَ اَنَّ اللّٰهَ يَسْجُدُ لَهٗ مَنْ فِى السَّمٰوٰتِ وَمَنْ
فِى الْاَرْضِ وَالشَّمْسُ وَالْقَمَرُ وَالنُّجُوْمُ وَالْجِبَالُ
وَالشَّجَرُ وَالدَّوَآبُّ وَكَثِيْرٌ مِّنَ النَّاسِ ؕ وَكَثِيْرٌ
حَقَّ عَلَيْهِ الْعَذَابُ ؕ وَمَنْ يُّهِنِ اللّٰهُ فَمَا لَهٗ مِنْ
مُّكْرِمٍ ؕ اِنَّ اللّٰهَ يَفْعَلُ مَا يَشَآءُ ١٩ السجدة

২০) এই দুটা দল পৰস্পৰ বিৰোধী; সিহঁতে নিজ প্ৰভুৰ সম্বন্ধে অযথা বিবাদ কৰ। গতিকে যিবিলাকে

هٰذٰنِ خَصْمٰنِ اخْتَصَمُوْا فِيْ رَبِّهِمْ ۡ فَالَّذِيْنَ كَفَرُوْا

আল্লাত বিশ্বাস নকৰে সিহঁতৰ পৰিধান অগ্নিৰ কাপোৰ কাটি প্ৰস্তুত কৰা হ'ব; সিহঁতৰ মূৰবোৰৰ ওপৰত ঢালি দিয়া হ'ব উতলা পানী।

قُطِّعَتْ لَهُمْ ثِيَابٌ مِّنْ نَّارٍ ۭ يُصَبُّ مِنْ فَوْقِ رُءُوْسِهِمُ الْحَمِيْمُ ﴿٢٠﴾

২১) তাৰ (উগ্ৰ তাপত) সিহঁতৰ পেটৰ ভিতৰত যি আছে সেইবোৰ আৰু গাৰ গোটেই ছাল দগ্ধ হৈ জুলীয়া হ'ব;

يُصْهَرُ بِهٖ مَا فِيْ بُطُوْنِهِمْ وَالْجُلُوْدُ ﴿٢١﴾

২২) আৰু লোৰ গদাবোৰ থাকিব সিহঁতৰ (শাসনৰ) নিমিত্তে।

وَلَهُمْ مَّقَامِعُ مِنْ حَدِيْدٍ ﴿٢٢﴾

২৩) যন্ত্ৰণা সহ্য কৰিব নোৱাৰি যেনেই সিহঁতে নৰকৰ পৰা ওলাই আহিবলৈ ইচ্ছা কৰিব, তেনেই সিহঁতক তাৰ ভিতৰত ওলটাই নিয়া হ'ব; আৰু (সিহঁতক কোৱা হ'ব,) তোমালোকে এতিয়া পোৰণৰ শাস্তিৰ সোৱাদ লোৱাঁ।

كُلَّمَآ اَرَادُوْٓا اَنْ يَّخْرُجُوْا مِنْهَا مِنْ غَمٍّ اُعِيْدُوْا فِيْهَا ۤ وَذُوْقُوْا عَذَابَ الْحَرِيْقِ ﴿٢٣﴾ ع

২৪) যিসকলে বিশ্বাস স্থাপন কৰে আৰু সজ কাম কৰে সেইসকলক আল্লাই নিশ্চয় এনে উদ্যানসমূহৰ ভিতৰত প্ৰৱেশ কৰিবলৈ দিব যাৰ তলেদি জুৰিবিলাক বৈ গৈছে। তাত তেওঁলোকক সোণৰ কঙ্কণ আৰু মুক্তাৰ অলঙ্কাৰেৰে ভূষিত কৰা হ'ব, আৰু তাত তেওঁলোকৰ সাজ হ'বৰেছমৰ।

اِنَّ اللّٰهَ يُدْخِلُ الَّذِيْنَ اٰمَنُوْا وَعَمِلُوا الصّٰلِحٰتِ جَنّٰتٍ تَجْرِيْ مِنْ تَحْتِهَا الْاَنْهٰرُ يُحَلَّوْنَ فِيْهَا مِنْ اَسَاوِرَ مِنْ ذَهَبٍ وَّلُؤْلُؤًا ۭ وَلِبَاسُهُمْ فِيْهَا حَرِيْرٌ ﴿٢٤﴾

২৫) আৰু তেওঁলোকক এনে বাক্যৰ পিনে পৰিচালিত কৰা হৈছে যি অতি পৱিত্ৰ, আৰু যি আল্লা সকলো প্ৰশংসাৰ যোগ্য তেওঁৰে পথ তেওঁলোকক প্ৰদৰ্শন কৰা হৈছে।

وَهُدُوْٓا اِلَى الطَّيِّبِ مِنَ الْقَوْلِ ښ وَهُدُوْٓا اِلٰى صِرَاطِ الْحَمِيْدِ ﴿٢٥﴾

২৬) যিবিলাকে (আল্লাত) অবিশ্বাস কৰিছে, আৰু তেওঁৰ পথৰ পৰা, আৰু যি পৱিত্ৰ মচ্‌যিদ্ আমি স্থাপন কৰিছোঁ সমগ্ৰ মানৱৰ নিমিত্তে কোনো প্ৰভেদ নকৰি—যিবিলাক তাতে উপাসনা কৰাত লাগি থাকে সেইবিলাকৰ আৰু (দৰ্শন কৰিবলৈ

اِنَّ الَّذِيْنَ كَفَرُوْا وَيَصُدُّوْنَ عَنْ سَبِيْلِ اللّٰهِ وَالْمَسْجِدِ الْحَرَامِ الَّذِيْ جَعَلْنٰهُ لِلنَّاسِ سَوَاۤءَ

ٱلْعَاكِفُ فِيهِ وَٱلْبَادِ ۚ وَمَن يُرِدْ فِيهِ بِإِلْحَادٍۭ بِظُلْمٍ نُّذِقْهُ مِنْ عَذَابٍ أَلِيمٍ ﴿٢٥﴾

অহা) মৰুবাসীবিলাকৰ (তাত সমান অধিকাৰ)— সেই মচ্‌যিদৰ পৰা লোকক প্ৰতিৰোধ কৰে সেইবিলাকক, আৰু যি তাৰ ভিতৰত অন্যায়ৰূপে ধৰ্ম্মবিৰোধী কাৰ্য্য কৰিবলৈ ইচ্ছা কৰে তাক, আমি যন্ত্ৰণাদায়ক শাস্তিৰ সোৱাদ লবলৈ দিম।

وَإِذْ بَوَّأْنَا لِإِبْرَٰهِيمَ مَكَانَ ٱلْبَيْتِ أَن لَّا تُشْرِكْ بِى شَيْـًٔا وَطَهِّرْ بَيْتِىَ لِلطَّآئِفِينَ وَٱلْقَآئِمِينَ وَٱلرُّكَّعِ ٱلسُّجُودِ ﴿٢٦﴾

২৭) আৰু (মনত পেলোৱাঁ) যেতিয়া আমি ইব্ৰাহিমৰ নিমিত্তে (আমাৰ পৱিত্ৰ) আলয়ৰ স্থান নিৰ্দ্দিষ্ট কৰিলোঁ, এই আদেশ দি,—কোনো বস্তুকেই তুমি মোৰ সমানে উপাস্য নাপাতিবা, আৰু মোৰ আলয় পৱিত্ৰ কৰি ৰাখিবা সেইসকলৰ নিমিত্তে যিসকলে তাৰ প্ৰদক্ষিণ (ত্বৱাফ) কৰে, আৰু থিয় দি উপাসনা কৰে, আৰু যিসকলে আঁঠুলয় (আৰু) সাষ্টাঙ্গে প্ৰণিপাত কৰে;

وَأَذِّن فِى ٱلنَّاسِ بِٱلْحَجِّ يَأْتُوكَ رِجَالًا وَعَلَىٰ كُلِّ ضَامِرٍ يَأْتِينَ مِن كُلِّ فَجٍّ عَمِيقٍ ﴿٢٧﴾

২৮) আৰু মানৱজাতিৰ মাজত হয্ প্ৰতিষ্ঠিত হোৱাৰ ঘোষণা কৰাঁ; তোমাৰ ওচৰলৈ সিহঁত আহিব খোজ কাঢ়ি আৰু বহু লেৰেলা-চেৰেলা উটবোৰৰ ওপৰত উঠি; সিহঁত আহিব বহু দূৰণিয়া গভীৰ বাটেদি,

لِّيَشْهَدُوا۟ مَنَٰفِعَ لَهُمْ وَيَذْكُرُوا۟ ٱسْمَ ٱللَّهِ فِىٓ أَيَّامٍ مَّعْلُومَٰتٍ عَلَىٰ مَا رَزَقَهُم مِّنۢ بَهِيمَةِ ٱلْأَنْعَٰمِ ۖ فَكُلُوا۟ مِنْهَا وَأَطْعِمُوا۟ ٱلْبَآئِسَ ٱلْفَقِيرَ ﴿٢٨﴾

২৯) যাতে সিহঁত নানাধৰণৰ মঙ্গল লাভ কৰিবলৈ উপস্থিত হয়, আৰু, নিৰ্দ্দিষ্ট কেইবা দিনৰ ভিতৰত, যি ঘৰচীয়া চতুষ্পদ জন্তু আল্লাই সিহঁতক জীৱিকাৰূপে দিছে তাৰে কিছুমানৰ ওপৰত (কুৰ্‌বাণী দিয়াৰ সময়ত) আল্লাৰ নাম লয়। (কুৰ্‌বাণীৰ) পিছত সিবিলাকৰ মঙহ তোমালোকে নিজেও খোৱাঁ, আৰু (অনশনৰ) কষ্টত পৰা অভাৱগ্ৰস্তবিলাককো খাবলৈ দিয়াঁ।

ثُمَّ لْيَقْضُوا۟ تَفَثَهُمْ وَلْيُوفُوا۟ نُذُورَهُمْ وَلْيَطَّوَّفُوا۟ بِٱلْبَيْتِ ٱلْعَتِيقِ ﴿٢٩﴾

৩০) তাৰ পিছত সিহঁতে যেন নিজৰ অশুচিতা দূৰ কৰে (এহ্‌ৰাম ভাঙে), আৰু নিজৰ ব্ৰতসমূহ পালন কৰে, আৰু এই প্ৰাচীন আলয়ৰ চাৰিওফালে সিহঁতে যেন প্ৰদক্ষিণ কৰে।

৩১) এই কথা গ'ল; আৰু যেয়ে আল্লাৰ পৱিত্ৰ ৰীতিবিলাকৰ সম্মান ৰক্ষা কৰে, সেই কৰ্ম্ম তাৰ নিমিত্তে নিজ প্ৰভুৰ ওচৰত মঙ্গলজনক হ'ব। আৰু তোমালোকৰ নিমিত্তে সকলো ঘৰচীয়া জন্তু বৈধ কৰা হৈছে, সেইবোৰৰ বাহিৰে যিবিলাকৰ বিষয়ে তোমালোকৰ আগত (কোৰ্-আনতে) পূৰ্ব্বে উল্লেখ কৰা হৈছে। অতএব প্ৰতিমাবোৰৰ অশুচিতাৰ পৰা তোমালোক আঁতৰি থাকিবা আৰু অসত্য বাক্য পৰিহাৰ কৰিবা,—

ذٰلِكَ وَمَنْ يُّعَظِّمْ حُرُمٰتِ اللّٰهِ فَهُوَ خَيْرٌ لَّهٗ عِنْدَ رَبِّهٖ ۗ وَاُحِلَّتْ لَكُمُ الْاَنْعَامُ اِلَّا مَا يُتْلٰى عَلَيْكُمْ فَاجْتَنِبُوا الرِّجْسَ مِنَ الْاَوْثَانِ وَاجْتَنِبُوْا قَوْلَ الزُّوْرِ ﴿٣١﴾

৩২) আল্লাৰ একনিষ্ঠ সেৱক হৈ, তেওঁৰ সমানে অইনক উপাস্য নাপাতি; আৰু যেয়ে অইনক আল্লাৰ সমানে উপাস্য পাতে তাৰ যেন আকাশৰ পৰা পতন হ'ল, আৰু তাক পক্ষীয়ে থাপ মাৰি ধৰিব নাইবা ধুমুহা বতাহে উৰাই দূৰৈৰ কোনো ঠাইত পেলাই দিব।

حُنَفَآءَ لِلّٰهِ غَيْرَ مُشْرِكِيْنَ بِهٖ ۗ وَمَنْ يُّشْرِكْ بِاللّٰهِ فَكَاَنَّمَا خَرَّ مِنَ السَّمَآءِ فَتَخْطَفُهُ الطَّيْرُ اَوْ تَهْوِيْ بِهِ الرِّيْحُ فِيْ مَكَانٍ سَحِيْقٍ ﴿٣٢﴾

৩৩) তাৰ এই অৱস্থা; আৰু যিজনে আল্লাৰ পৱিত্ৰ চিনবোৰৰ সম্মান কৰি চলে, ই অন্তৰসমূহৰ সাধুতাৰ পৰিচয়।

ذٰلِكَ وَمَنْ يُّعَظِّمْ شَعَآئِرَ اللّٰهِ فَاِنَّهَا مِنْ تَقْوَى الْقُلُوْبِ ﴿٣٣﴾

৩৪) সেইবোৰ জন্তুৰ পৰা নিৰ্দ্দিষ্ট সময় পৰ্য্যন্ত তোমালোকৰ লাভ হ'ব পাৰে; কিন্তু অৱশেষত সেই প্ৰাচীন আলয়ৰ (ক'বাৰ) পিনে সেই বোৰক কুৰ্বাণীৰ কাৰণে লৈ যাব লাগিব।

لَكُمْ فِيْهَا مَنَافِعُ اِلٰۤى اَجَلٍ مُّسَمًّى ثُمَّ مَحِلُّهَاۤ اِلَى الْبَيْتِ الْعَتِيْقِ ﴿٣٤﴾ ع

৩৫) আৰু প্ৰত্যেক সম্প্ৰদায়ৰ নিমিত্তে আমি ধৰ্ম্ম-ক্ৰিয়াৰ একোটা বিশেষ পদ্ধতি নিৰ্দ্ধাৰিত কৰিছোঁ; আল্লাই যি চতুষ্পদ ঘৰচীয়া জন্তু সিহঁতক জীৱিকাৰূপে দান কৰিছে তাৰে কিছুমানক কুৰ্বাণী দিয়াৰ সময়ত সিহঁতে যেন আল্লাৰ নাম লয়। আৰু (মনত ৰাখা) তোমালোকৰ উপাস্য একমাত্ৰ উপাস্য আল্লা; গতিকে (তেওঁৰে প্ৰতি) আত্ম-সমৰ্পণ কৰিবা; আৰু (হে মহম্মদ,) তুমি শুভ-সংবাদ দিয়াঁ সেই বিনয়ীসকলক—

وَلِكُلِّ اُمَّةٍ جَعَلْنَا مَنْسَكًا لِّيَذْكُرُوا اسْمَ اللّٰهِ عَلٰى مَا رَزَقَهُمْ مِّنْۢ بَهِيْمَةِ الْاَنْعَامِ ۗ فَاِلٰهُكُمْ اِلٰهٌ وَّاحِدٌ فَلَهٗۤ اَسْلِمُوْا ۗ وَبَشِّرِ الْمُخْبِتِيْنَ ﴿٣٥﴾

الَّذِيْنَ اِذَا ذُكِرَ اللّٰهُ وَجِلَتْ قُلُوْبُهُمْ وَالصّٰبِرِيْنَ
عَلٰى مَآ اَصَابَهُمْ وَالْمُقِيْمِي الصَّلٰوةِ ۙ وَمِمَّا رَزَقْنٰهُمْ
يُنْفِقُوْنَ ﴿٣٥﴾

৩৬) যিসকলৰ অন্তৰসমূহ কঁপিব ধৰে যেতিয়া (তেওঁলোকৰ আগত) আল্লাৰ উল্লেখ কৰা হয়; আৰু যিসকলে তেওঁলোকৰ প্ৰতি আপদ-বিপদত পৰিলে ধৈৰ্য্য ধৰি থাকে, আৰু নমাজ সঠিকৰূপে অনুষ্ঠিত কৰে, আৰু আমি তেওঁলোকক যি সম্বল দান কৰিছোঁ তাৰে পৰা (সজ কামত) ব্যয় কৰি থাকে।

وَالْبُدْنَ جَعَلْنٰهَا لَكُمْ مِّنْ شَعَآئِرِ اللّٰهِ لَكُمْ
فِيْهَا خَيْرٌ ۖ فَاذْكُرُوا اسْمَ اللّٰهِ عَلَيْهَا صَوَآفَّ ۚ فَاِذَا
وَجَبَتْ جُنُوْبُهَا فَكُلُوْا مِنْهَا وَاَطْعِمُوا الْقَانِعَ وَ
الْمُعْتَرَّ ۚ كَذٰلِكَ سَخَّرْنٰهَا لَكُمْ لَعَلَّكُمْ تَشْكُرُوْنَ ﴿٣٦﴾

৩৭) আৰু তোমালোকৰ নিমিত্তে (ক্কুৰ্‌বাণীৰ) উটবোৰক আমি স্থিৰ কৰিছোঁ আল্লাৰ পৱিত্ৰ চিন-স্বৰূপ; ইয়াৰ মাজত আছে তোমালোকৰ নিমিত্তে মঙ্গল; গতিকে সেইবোৰ শাৰী শাৰীকৈ থিয় হোৱাৰ লগে লগে (ক্কুৰ্‌বাণী কৰাৰ আগতে) আল্লাৰ নাম লবা; উটবোৰ ইকাষে সিকাষে মাটিত পৰি মৰাৰ পাছত সেইবোৰৰ মঙহ নিজেও খাবা, আৰু যি নিজৰ অভাৱ প্ৰকাশ নকৰে আৰু যি প্ৰকাশ্যে মগনীয়া (দুয়ো শ্ৰেণীৰ মানুহকে) খাবলৈ দিবা; এইদৰেই এনেবিলাক জন্তু আমি তোমালোকৰ বশবৰ্ত্তী . কৰিছোঁ, যাতে তোমালোকে (আমাৰ) শলাগ লোৱা।

لَنْ يَّنَالَ اللّٰهَ لُحُوْمُهَا وَلَا دِمَآؤُهَا وَلٰكِنْ يَّنَالُهُ
التَّقْوٰى مِنْكُمْ ۚ كَذٰلِكَ سَخَّرَهَا لَكُمْ لِتُكَبِّرُوا اللّٰهَ
عَلٰى مَا هَدٰىكُمْ ۚ وَبَشِّرِ الْمُحْسِنِيْنَ ﴿٣٧﴾

৩৮) (ক্কুৰ্‌বাণী) দিয়া জন্তুবোৰৰ মঙহবোৰ আৰু ৰক্তখিনি আল্লাৰ ওচৰলৈ নাপায়, কিন্তু তেওঁৰ ওচৰলৈ পাবগৈ তোমালোকৰ অন্তৰৰ ধাৰ্ম্মিকতা; এনেবিলাক জন্তু এইদৰে আল্লাই তোমালোকৰ আয়ত্তৰ অধীন কৰিছে যাতে তোমালোকৰ আল্লাই সুপথ প্ৰদৰ্শন কৰাৰ কাৰণে তোমালোকে তেওঁৰ মাহাত্ম্যৰ ঘোষণা কৰা; আৰু (হে মহম্মদ,) সৎকৰ্ম্মীসকলক তুমি শুভ-সংবাদ দিয়াঁ।

اِنَّ اللّٰهَ يُدٰفِعُ عَنِ الَّذِيْنَ اٰمَنُوْا ۗ اِنَّ اللّٰهَ لَا يُحِبُّ
كُلَّ خَوَّانٍ كَفُوْرٍ ﴿٣٨﴾

৩৯) বিশ্বাসীসকলক আল্লাই নিশ্চয় (শত্ৰুৰ হাতৰ পৰা) ৰক্ষা কৰিব; ইয়াত সন্দেহ নাই, যি (ধৰ্ম্মৰ) বিশ্বাসঘাতক, (আল্লাৰ) অশলাগী, তাক তেওঁ ভাল নাপায়।

৪০) যিবিলাকৰ বিৰুদ্ধে যুদ্ধ চলোৱা হৈছে সেইবিলাকক (আত্মৰক্ষা কৰিবলৈ) অনুমতি দিয়া হৈছে, কিয়নো তেওঁলোকৰ প্ৰতি (অবাধে) অত্যাচাৰ কৰা হৈছে; আৰু ইয়াত কোনো সন্দেহ নাই, তেওঁলোকক সহায় কৰিবলৈ আল্লাৰ মহান ক্ষমতা আছে;

أُذِنَ لِلَّذِينَ يُقَٰتَلُونَ بِأَنَّهُمْ ظُلِمُوا۟ ۚ وَإِنَّ ٱللَّهَ عَلَىٰ نَصْرِهِمْ لَقَدِيرٌ ﴿٣٩﴾

৪১) 'আমাৰ প্ৰতিপালক আল্লা' এই আষাৰ কথা মাথোন কোৱাৰ বাবে, একো ন্যায়সঙ্গত কাৰণ নোহোৱাকৈ, তেওঁলোকক নিজৰ ঘৰ-বাৰীৰ পৰা উলিয়াই দিয়া হৈছিল। আৰু আল্লাই মানৱজাতিৰ কিছুমানক (অন্যায় আচৰণৰ কাৰণে) আন কিছুমানক দ্বাৰা দমন কৰাৰ ব্যৱস্থা নকৰা হলে সন্ন্যাসীসকলৰ আশ্ৰমসমূহ আৰু গিৰ্জাবিলাক আৰু (ইহুদীবিলাকৰ) ধৰ্ম্ম-মন্দিৰবোৰ আৰু মচ্‌যিদ্‌সমূহ য'ত আল্লাৰ নাম অধিককৈ লোৱা হয় সকলো ভূমিষ্ঠ হ'লহেঁতেন। আৰু যিজনে আল্লাৰ কাৰ্য্যত সহায় কৰে সেইজনক যে আল্লাই সহায় কৰিব ই সুনিশ্চিত কথা; ইয়াত কোনো সন্দেহ নাই, আল্লা শক্তিশালী, পৰাক্ৰমী।

ٱلَّذِينَ أُخْرِجُوا۟ مِن دِيَٰرِهِم بِغَيْرِ حَقٍّ إِلَّآ أَن يَقُولُوا۟ رَبُّنَا ٱللَّهُ ۗ وَلَوْلَا دَفْعُ ٱللَّهِ ٱلنَّاسَ بَعْضَهُم بِبَعْضٍ لَّهُدِّمَتْ صَوَٰمِعُ وَبِيَعٌ وَصَلَوَٰتٌ وَمَسَٰجِدُ يُذْكَرُ فِيهَا ٱسْمُ ٱللَّهِ كَثِيرًا ۗ وَلَيَنصُرَنَّ ٱللَّهُ مَن يَنصُرُهُۥٓ ۗ إِنَّ ٱللَّهَ لَقَوِىٌّ عَزِيزٌ ﴿٤٠﴾

৪২) (যিবিলাক আজি উৎপীড়িত) সেই-বিলাকক ক্ষমতা দান কৰি যদি আমি পৃথিৱীত প্ৰতিষ্ঠিত কৰোঁ, তেওঁলোকে নমাজ অনুষ্ঠিত কৰিব, আৰু জকাত দানৰ সমুচিত নিয়ন্ত্ৰণ কৰিব, আৰু সৎকাৰ্য্য কৰিবলৈ আদেশ দিব, আৰু অসৎকাৰ্য্য কৰিবলৈ নিষেধ কৰিব; আৰু আল্লাৰেই হাতত সকলো কাৰ্য্যৰ সামৰণি।

ٱلَّذِينَ إِن مَّكَّنَّٰهُمْ فِى ٱلْأَرْضِ أَقَامُوا۟ ٱلصَّلَوٰةَ وَءَاتَوُا۟ ٱلزَّكَوٰةَ وَأَمَرُوا۟ بِٱلْمَعْرُوفِ وَنَهَوْا۟ عَنِ ٱلْمُنكَرِ ۗ وَلِلَّهِ عَٰقِبَةُ ٱلْأُمُورِ ﴿٤١﴾

৪৩) আৰু অবিশ্বাসীবিলাকে যদি তোমাক মিথ্যাবাদী বুলি অমান্য কৰিছে, (ই নতুন কথা নহয়,) স্বৰূপতে সিহঁতৰ পূৰ্ব্বেও (নবীসকলক) মিথ্যাবাদী বুলি অমান্য কৰিছিল নুহৰ লোকবিলাকে, আৰু 'আদ-জাতিয়ে, আৰু ছমুদ-জাতিয়ে;

وَإِن يُكَذِّبُوكَ فَقَدْ كَذَّبَتْ قَبْلَهُمْ قَوْمُ نُوحٍ وَعَادٌ وَثَمُودُ ﴿٤٢﴾

وَقَوْمُ اِبْرٰهِيْمَ وَقَوْمُ لُوْطٍ ﴿٤٣﴾

৪৪) আৰু ইব্ৰাহিমেৰ লোকবিলাকে, আৰু লুত্বৰ লোকবিলাকে,

وَّاَصْحٰبُ مَدْيَنَ ۚ وَكُذِّبَ مُوْسٰى فَاَمْلَيْتُ لِلْكٰفِرِيْنَ
ثُمَّ اَخَذْتُهُمْ ۚ فَكَيْفَ كَانَ نَكِيْرِ ﴿٤٤﴾

৪৫) আৰু মদয়ন-অধিবাসীবিলাকেও; আৰু মুচাকো (এইদৰে) মিথ্যাবাদী বুলি অমান্য কৰা হৈছিল। সেই কাৰণে মই অবিশ্বাসীবিলাকক কিছুকাল অৱসৰ দিছিলোঁ; কিন্তু (সিহঁতৰ আচৰণৰ পৰিবৰ্ত্তন নোহোৱাত) মই সিহঁতক আগচি ধৰিলোঁ; গতিকে (চোৱাঁ) মোৰ অসন্তুষ্টিৰ পৰিণাম কেনে বিষম!

فَكَاَيِّنْ مِّنْ قَرْيَةٍ اَهْلَكْنٰهَا وَهِيَ ظَالِمَةٌ فَهِيَ
خَاوِيَةٌ عَلٰى عُرُوْشِهَا وَبِئْرٍ مُّعَطَّلَةٍ وَّقَصْرٍ
مَّشِيْدٍ ﴿٤٥﴾

৪৬) আৰু কতবোৰ নগৰ, অধিবাসীবিলাকে অন্যায় কৰি থাকোঁতেই, আমি সংহাৰ কৰিলোঁ; তেতিয়া ঘৰবোৰ চালবোৰৰ সৈতে হেৰেপা খাই পৰি থাকিল; আৰু কতবোৰ নাদ আৰু কতবোৰ ওখ, দৃঢ় অট্টালিকা (আজি) ধ্বংসাৱশেষ মাথোন!

اَفَلَمْ يَسِيْرُوْا فِى الْاَرْضِ فَتَكُوْنَ لَهُمْ قُلُوْبٌ
يَّعْقِلُوْنَ بِهَآ اَوْ اٰذَانٌ يَّسْمَعُوْنَ بِهَا ۚ فَاِنَّهَا لَا
تَعْمَى الْاَبْصَارُ وَلٰكِنْ تَعْمَى الْقُلُوْبُ الَّتِىْ فِى
الصُّدُوْرِ ﴿٤٦﴾

৪৭) সিহঁতে পৃথিৱীত ভ্ৰমন নকৰে কিয়, যাতে সিহঁতৰ অন্তৰসমূহে এইবোৰ কথা উপলব্ধি কৰিব পাৰে, আৰু কাণসমূহে এইবোৰ শুনিব পাৰে? কিন্তু ইয়াত কোনো সন্দেহ নাই, বাহ্যিক নয়নসমূহ দৃষ্টিহীন হোৱা নাই, কিন্তু দৃষ্টিহীন হৈছে অন্তৰসমূহ, যি আছে হিয়াৰ ভিতৰত।

وَيَسْتَعْجِلُوْنَكَ بِالْعَذَابِ وَلَنْ يُّخْلِفَ اللّٰهُ وَعْدَهٗ ۚ
وَاِنَّ يَوْمًا عِنْدَ رَبِّكَ كَاَلْفِ سَنَةٍ مِّمَّا تَعُدُّوْنَ ﴿٤٧﴾

৪৮) আৰু (প্ৰতিত) শাস্তি সিহঁতে তোমাৰ পৰা শীঘ্ৰে বিচাৰিছে; কিন্তু (সিহঁতে জানিব লাগে) আল্লাই নিজৰ প্ৰতিশ্ৰুতি কদাপি ভঙ্গ নকৰে। কথা এই, তোমাৰ প্ৰভুৰ ওচৰত তোমলোকৰ গণনা অনুসাৰে এদিনো হ'ব পাৰে এহেজাৰ বছৰৰ তুল্য।

وَكَاَيِّنْ مِّنْ قَرْيَةٍ اَمْلَيْتُ لَهَا وَهِيَ ظَالِمَةٌ ثُمَّ

৪৯) আৰু কতবোৰ নগৰক, অধিবাসীবিলাকে অন্যায় কৰি থাকোঁতে, আমি (প্ৰথমে) যথেষ্ট সময় দিলোঁ; (অন্যায়ৰ পৰা বিৰত নোহোৱাৰ

ع أَخَذْتُهَا ۚ وَإِلَيَّ الْمَصِيرُ ﴿٤٩﴾

বাবে) মই সিহঁতক আগচি ধৰিলোঁ; আৰু অৱশেষত মোৰ পিনেই হ'ব সকলোৰে প্ৰত্যাবৰ্ত্তন।

قُلْ يَٰٓأَيُّهَا ٱلنَّاسُ إِنَّمَآ أَنَا۠ لَكُمْ نَذِيرٌ مُّبِينٌ ﴿٥٠﴾

(৫০) (হে মহম্মদ,) তুমি কোৱাঁ, হে মানৱজাতি, মই তোমালোকৰ নিমিত্তে এজন প্ৰকাশ্য সতৰ্ক কৰোঁতা মাথোন।

فَٱلَّذِينَ ءَامَنُوا۟ وَعَمِلُوا۟ ٱلصَّٰلِحَٰتِ لَهُم مَّغْفِرَةٌ وَرِزْقٌ كَرِيمٌ ﴿٥١﴾

(৫১) তেন্তে যিসকলে বিশ্বাস স্থাপন কৰে, আৰু সজ কাম কৰে তেওঁলোকে লাভ কৰিব (আল্লাৰ) মাৰ্জ্জনা, আৰু সন্মানজনক উপজীৱিকা।

وَٱلَّذِينَ سَعَوْا۟ فِىٓ ءَايَٰتِنَا مُعَٰجِزِينَ أُو۟لَٰٓئِكَ أَصْحَٰبُ ٱلْجَحِيمِ ﴿٥٢﴾

(৫২) আৰু যিবিলাকে আমাৰ নিদৰ্শনসমূহক অসাৰ্থক কৰিবলৈ প্ৰচেষ্টা কৰে সিহঁত হ'ব নৰকৰ অধিবাসী।

وَمَآ أَرْسَلْنَا مِن قَبْلِكَ مِن رَّسُولٍ وَلَا نَبِىٍّ إِلَّآ إِذَا تَمَنَّىٰٓ أَلْقَى ٱلشَّيْطَٰنُ فِىٓ أُمْنِيَّتِهِۦ فَيَنسَخُ ٱللَّهُ مَا يُلْقِى ٱلشَّيْطَٰنُ ثُمَّ يُحْكِمُ ٱللَّهُ ءَايَٰتِهِۦ ۗ وَٱللَّهُ عَلِيمٌ حَكِيمٌ ﴿٥٣﴾

(৫৩) আৰু তোমাৰ পূৰ্ব্বে আমি এনে কোনো ৰচুল আৰু নবী প্ৰেৰণ কৰা নাই, যিজনে (সত্য-প্ৰতিষ্ঠাৰ) যি কামনা কৰিছিল তেওঁৰ সেইৰূপ কামনা সম্বন্ধে শ্বয়তানে (লোকক) কু-প্ৰেৰৰা দিয়া নাছিল; কিন্তু আল্লাই শ্বয়তানৰ কু-প্ৰেৰণা ব্যৰ্থ কৰে; তাৰ পিছত নিজৰ নিদৰ্শনসমূহ আল্লাই সুস্থাপিত কৰে, কিয়নো আল্লা সৰ্ব্বজ্ঞাতা, মহাজ্ঞানী,—

لِّيَجْعَلَ مَا يُلْقِى ٱلشَّيْطَٰنُ فِتْنَةً لِّلَّذِينَ فِى قُلُوبِهِم مَّرَضٌ وَٱلْقَاسِيَةِ قُلُوبُهُمْ ۗ وَإِنَّ ٱلظَّٰلِمِينَ لَفِى شِقَاقٍۭ بَعِيدٍ ﴿٥٤﴾

(৫৪) যাতে শ্বয়তানে যি কু-প্ৰেৰণা দিয়ে তাকে তেওঁ সেই বিলাকৰ নিমিত্তে পৰীক্ষাস্বৰূপ কৰে যিবিলাকৰ অন্তৰসমূহত ব্যাধি আছে, আৰু যিবিলাকৰ অন্তৰসমূহ কঠোৰ; আৰু ইয়াত কোনো সন্দেহ নাই অন্যায়কাৰীবিলাক পৰি আছে দূৰণিৰ বিৰোধত;

وَلِيَعْلَمَ ٱلَّذِينَ أُوتُوا۟ ٱلْعِلْمَ أَنَّهُ ٱلْحَقُّ مِن رَّبِّكَ

(৫৫) আৰু যাতে যিসকলক বিশেষ জ্ঞান দান কৰা হৈছে তেওঁলোকে জানিব পাৰে, তোমাৰ প্ৰভুৰ পৰা অহা এই কোৰ্-আনখন পৰম সত্য;

গতিকে তাত তেওঁলোকে বিশ্বাস স্থাপন কৰে, আৰু সেই সত্যৰ আগত তেওঁলোকৰ অন্তৰসমূহ থকে বিনতিৰে পৰিপূৰ্ণ। আৰু ইয়াত কোনো সন্দেহ নাই, যি সকলে বিশ্বাস স্থাপন কৰে সেইসকলৰ নিমিত্তে অৱশ্যে আল্লাই সজ পথ প্ৰদৰ্শন কৰোঁতা।

فَيُؤْمِنُوا بِهٖ فَتُخْبِتَ لَهٗ قُلُوْبُهُمْ ؕ وَ اِنَّ اللّٰهَ لَهَادِ الَّذِيْنَ اٰمَنُوْۤا اِلٰى صِرَاطٍ مُّسْتَقِيْمٍ ۝٥٤

(৫৬) কিন্তু অবিশ্বাসীবিলাক সেই কোৰ্-আন-সত্য সম্বন্ধে সততে সন্দেহত পৰি থাকিব যেতিয়া-লৈকে (মীমাংসাৰ) নিৰূপিত সময় সিহঁতৰ আগত আকস্মিকৰূপে উপনীত নহয়, নতুবা এটা উৎপতীয়া দিনৰ শাস্তি সিঞঁতৰ ওপৰত নপৰে

وَلَا يَزَالُ الَّذِيْنَ كَفَرُوْا فِيْ مِرْيَةٍ مِّنْهُ حَتّٰى تَاْتِيَهُمُ السَّاعَةُ بَغْتَةً اَوْ يَاْتِيَهُمْ عَذَابُ يَوْمٍ عَقِيْمٍ ۝٥٥

(৫৭) সেইদিনা ৰাজ্যক্ষমতা থাকিব সম্পূৰ্ণৰূপে আল্লাৰ; তেৱেঁই সিহঁতৰ মাজত বিচাৰ কৰিব। গতিকে যিসকলে বিশ্বাস স্থাপন কৰে আৰু সজ কাম কৰে সেইসকল বাস কৰিব বিনন্দীয়া উদ্যানসমূহত।

اَلْمُلْكُ يَوْمَىِٕذٍ لِّلّٰهِ ؕ يَحْكُمُ بَيْنَهُمْ ؕ فَالَّذِيْنَ اٰمَنُوْا وَعَمِلُوا الصّٰلِحٰتِ فِيْ جَنّٰتِ النَّعِيْمِ ۝٥٦

(৫৮) কিন্তু যিবিলাকে অবিশস কৰে আৰু আমাৰ নিৰ্দশনসমূহক মিছা বুলি অগ্ৰাহ্য কৰে সিহঁতৰ নিমিত্তে থাকিব অপমানজনক শাস্তি।

وَ الَّذِيْنَ كَفَرُوْا وَ كَذَّبُوْا بِاٰيٰتِنَا فَاُولٰٓىِٕكَ لَهُمْ عَذَابٌ مُّهِيْنٌ ۝٥٧ ع

(৫৯) আৰু যিসকলে আল্লাৰ পথত দেশত্যাগ কৰিছে, পিছত (শত্ৰুৰ দ্বাৰা) নিহত হৈছে নাইবা নিজৰ প্ৰাণ হেৰুৱাইছে, তেওঁলোকক নিশ্চয় আল্লাই দান কৰিব উত্তম সম্বল; আৰু ইয়াত কোনো সন্দেহ নাই, আল্লাই উৎকৃষ্ট সম্বল দান কৰোঁতা।

وَالَّذِيْنَ هَاجَرُوْا فِيْ سَبِيْلِ اللّٰهِ ثُمَّ قُتِلُوْۤا اَوْ مَاتُوْا لَيَرْزُقَنَّهُمُ اللّٰهُ رِزْقًا حَسَنًا ؕ وَاِنَّ اللّٰهَ لَهُوَ خَيْرُ الرّٰزِقِيْنَ ۝٥٨

৬০) তেওঁ নিশ্চয় তেওঁলোকক এনে ঠাইত প্ৰৱেশ কৰিবলৈ দিব যি ঠাইত প্ৰৱেশ কৰি তেওঁলোকে তৃপ্তি লাভ কৰিব; আৰু ইয়াত কোনো সন্দেহ নাই, আল্লা সৰ্ব্বজ্ঞাতা, পৰম সহিষ্ণু।

لَيُدْخِلَنَّهُمْ مُّدْخَلًا يَّرْضَوْنَهٗ ؕ وَاِنَّ اللّٰهَ لَعَلِيْمٌ حَلِيْمٌ ۝٦٠

ذٰلِكَ ۚ وَمَنْ عَاقَبَ بِمِثْلِ مَا عُوقِبَ بِهٖ ثُمَّ بُغِيَ
عَلَيْهِ لَيَنْصُرَنَّهُ اللّٰهُ ۗ إِنَّ اللّٰهَ لَعَفُوٌّ غَفُورٌ ﴿٦١﴾

৬১) এই দৰেই ঘটিব; আৰু যিজনে, তাক যিমান কষ্ট দিয়া হৈছিল তাৰে তুল্য শোধ কৰে, কিন্তু তাৰ উপৰিও সেইজনৰ প্ৰতি যদি কঠোৰ ব্যৱহাৰ কৰা হয়, তেন্তে সেইজনক নিশ্চয় নাই আল্লা পৰম ক্ষমাশীল, শ্ৰেষ্ঠ দোষ মৰ্ষণ কৰোঁতা।

ذٰلِكَ بِأَنَّ اللّٰهَ يُولِجُ الَّيْلَ فِي النَّهَارِ وَيُولِجُ
النَّهَارَ فِي الَّيْلِ وَأَنَّ اللّٰهَ سَمِيعٌ بَصِيرٌ ﴿٦٢﴾

৬২) ইয়াৰ কাৰণ হৈছে, আল্লাই নিশাক দিনৰ ভিতৰলৈ আনে, আৰু তেৱেঁই দিনক নিশাৰ ভিতৰলৈ নিয়ে, আৰু (কাৰণ হৈছে) আল্লা সকলো শুনোতা, সকলো দেখোঁতা।

ذٰلِكَ بِأَنَّ اللّٰهَ هُوَ الْحَقُّ وَأَنَّ مَا يَدْعُونَ مِنْ
دُونِهٖ هُوَ الْبَاطِلُ وَأَنَّ اللّٰهَ هُوَ الْعَلِيُّ الْكَبِيرُ ﴿٦٣﴾

৬৩) ইয়াৰ (আৰু) কাৰণ এই: আল্লাই পৰম সত্য: আৰু সিহঁতে তেওঁত ভিন্ন যাক আহ্বান কৰে সি অসত্য: আৰু (কাৰণ হৈছে) আল্লাই সমুন্নত, মহান।

أَلَمْ تَرَ أَنَّ اللّٰهَ أَنْزَلَ مِنَ السَّمَاءِ مَاءً فَتُصْبِحُ
الْأَرْضُ مُخْضَرَّةً ۗ إِنَّ اللّٰهَ لَطِيفٌ خَبِيرٌ ﴿٦٤﴾

৬৪) তুমি দেখা পোৱা নাই নে, আল্লাই মেঘৰ পৰা বৰষুণ নমায়: তাৰ ফলত পৃথিৱীয়ে সেউজীয়া বৰণ ধৰে? নিশ্চয় আল্লা সূক্ষ্মদৰ্শী, পৰিজ্ঞাত।

لَهُ مَا فِي السَّمٰوٰتِ وَمَا فِي الْأَرْضِ ۗ وَإِنَّ اللّٰهَ
ع لَهُوَ الْغَنِيُّ الْحَمِيدُ ﴿٦٥﴾

৬৫) আকাশমণ্ডলীত যি আছে আৰু পৃথিৱীত যি আছে সকলোৰে তেৱেঁই গৰাকী: আৰু ইয়াত একো সন্দেহ নাই, আল্লা অভাৱহীন, প্ৰশংসনীয়।

أَلَمْ تَرَ أَنَّ اللّٰهَ سَخَّرَ لَكُمْ مَا فِي الْأَرْضِ وَالْفُلْكَ
تَجْرِي فِي الْبَحْرِ بِأَمْرِهٖ ۗ وَيُمْسِكُ السَّمَاءَ أَنْ تَقَعَ
عَلَى الْأَرْضِ إِلَّا بِإِذْنِهٖ ۗ إِنَّ اللّٰهَ بِالنَّاسِ لَرَءُوفٌ
رَّحِيمٌ ﴿٦٦﴾

৬৬) তুমি ভাবি চোৱাঁ নাই নে, আল্লাই তোমালোকৰ বশবৰ্ত্তী কৰিছে পৃথিৱীত থকা সকলো বস্তুকেই, আৰু জাহাজকো যি তেওঁৰ আদেশত সাগৰৰ পথেদি চলাচল কৰে? আৰু তেৱেঁই আকাশ (গ্ৰহ নক্ষত্ৰ আদি) ধাৰণ কৰি ৰাখিছে, যাতে ই তেওঁৰ আদেশ বিনে পৃথিৱীৰ ওপৰত নপৰে: ইয়াত কোনো সন্দেহ নাই, মানৱৰ প্ৰতি আল্লা অতিশয় স্নেহময়, পৰম দানশীল।

৬৭) আৰু আল্লায়ে তোমালোকক প্ৰাণ দান কৰিছে; পিছত তেৱেঁই তোমালোকৰ মৃত্যু ঘটাব; তাৰ পিছত তোমালোকক দুনাই জীৱিত কৰিব তেৱেঁই। অৱশ্যে মানৱ অত্যন্ত অশলাগী।

وَهُوَ الَّذِيْٓ اَحْيَاكُمْ ثُمَّ يُمِيْتُكُمْ ثُمَّ يُحْيِيْكُمْ اِنَّ الْاِنْسَانَ لَكَفُوْرٌ ۝

৬৮) প্ৰত্যেক সম্প্ৰদায়ৰ নিমিত্তে আমি নিৰ্দ্ধাৰিত কৰি দিছোঁ উপাসনাৰ বিশেষ পদ্ধতি; তাকেই সিহঁতে পালন কৰে। সেই হেতু তোমাৰ সৈতে এই বিষয়ে সিহঁতে বাদানুবাদ কৰা সিহঁতৰ পক্ষে অনুচিত। আৰু (তাকে অৱজ্ঞা কৰি) তুমি নিজ প্ৰভুৰ ফালে (মানৱক) আহ্বান কৰি গৈ থাকাঁ; নিশ্চয় তুমি থিয় দি আছা পোন সুপথত।

لِكُلِّ اُمَّةٍ جَعَلْنَا مَنْسَكًا هُمْ نَاسِكُوْهُ فَلَا يُنَازِعُنَّكَ فِي الْاَمْرِ وَادْعُ اِلٰى رَبِّكَ ۭ اِنَّكَ لَعَلٰى هُدًى مُّسْتَقِيْمٍ ۝

৬৯) আৰু (তদুপৰি) যদি সিহঁতে তোমাৰ সৈতে কন্দল কৰি থাকে, তেন্তে সিহঁতক কোৱাঁ, তোমালোকে যি কাৰ্য্যকে কৰা তাৰ বিষয়ে আল্লাৰ সম্পূৰ্ণ জ্ঞান আছে,

وَاِنْ جٰدَلُوْكَ فَقُلِ اللّٰهُ اَعْلَمُ بِمَا تَعْمَلُوْنَ ۝

৭০) —যি বিষয়ে তোমালোকে পৰস্পৰ বিৰোধ কৰি আছা সেই বিষয়ে তোমালোকৰ মাজত আল্লাই বিচাৰ কৰিব পুনৰুত্থানৰ দিনা।

اَللّٰهُ يَحْكُمُ بَيْنَكُمْ يَوْمَ الْقِيٰمَةِ فِيْمَا كُنْتُمْ فِيْهِ تَخْتَلِفُوْنَ ۝

৭১) তুমি নাজানানে আকাশ আৰু পৃথিৱীত যি আছে সকলো সম্বন্ধে আল্লা পৰিজ্ঞাত? প্ৰকৃততে সমগ্ৰ ঘটনা আল্লাৰ পুথিত লিপিবদ্ধ; এনে কাৰ্য্য সম্পন্ন কৰা আল্লাৰ পক্ষে নিশ্চয় সহজ।

اَلَمْ تَعْلَمْ اَنَّ اللّٰهَ يَعْلَمُ مَا فِي السَّمَاۗءِ وَالْاَرْضِ ۭ اِنَّ ذٰلِكَ فِيْ كِتٰبٍ ۭ اِنَّ ذٰلِكَ عَلَي اللّٰهِ يَسِيْرٌ ۝

৭২) আৰু সিহঁতে আল্লাত ভিন্ন এনেবিলাকৰ পূজা-অৰ্চ্চনা কৰে যিবিলাকক সমৰ্থন কৰি তেওঁ কোনো প্ৰমাণ অৱতীৰ্ণ কৰা নাই; আৰু সিহঁতৰো সেইবোৰৰ বিষয়ে (সঠিক) জ্ঞান নাই। আৰু অন্যায়কাৰীবিলাকৰ সহায় কৰোঁতা কেও নাই।

وَيَعْبُدُوْنَ مِنْ دُوْنِ اللّٰهِ مَا لَمْ يُنَزِّلْ بِهٖ سُلْطٰنًا وَّمَا لَيْسَ لَهُمْ بِهٖ عِلْمٌ ۭ وَمَا لِلظّٰلِمِيْنَ مِنْ نَّصِيْرٍ ۝

৭৩) আৰু যেতিয়া আমাৰ সুস্পষ্ট আয়তসমূহ

وَاِذَا تُتْلٰى عَلَيْهِمْ اٰيٰتُنَا بَيِّنٰتٍ تَعْرِفُ فِيْ وُجُوْهِ

| | |
|---|---|
| সিহঁতৰ সম্মুখত পাঠ কৰা হয়, তেতিয়া যিবিলাকে সত্য প্ৰত্যাখ্যান কৰে সিহঁতৰ চেহাৰা-বোৰত অসন্তোষৰ চিন তুমি লক্ষ্য কৰিবা; যিসকলে সিহঁতৰ সম্মুখত আমাৰ আয়তসমূহ পাঠ কৰে সেইসকলক সিহঁতে (খঙত) আক্ৰমণ কৰে হে লাগে। তুমি (সিহঁতক) কোৱাঁ, মই তোমালোকক এনে দুৰ্দ্দশাৰ কথা জানিবলৈ দিম নে যি তাতোকৈ অধিক অপকৃষ্ট? ই হৈছে (নৰকৰ) অগ্নিৰ পোষণ; যিবিলাকে সত্য প্ৰত্যাখ্যান কৰিছে সিহঁতৰ কাৰণে আল্লাই তাৰে অঙ্গীকাৰ কৰিছে; আৰু নৰক প্ৰত্যাবৰ্ত্তনৰ কেনে নিকৃষ্ট স্থান! | الَّذِيْنَ كَفَرُوا الْمُنْكَرَ ۭ يَكَادُوْنَ يَسْطُوْنَ بِالَّذِيْنَ يَتْلُوْنَ عَلَيْهِمْ اٰيٰتِنَا ۭ قُلْ اَفَاُنَبِّئُكُمْ بِشَرٍّ مِّنْ ذٰلِكُمْ ۭ اَلنَّارُ ۭ وَعَدَهَا اللّٰهُ الَّذِيْنَ كَفَرُوْا ۭ وَبِئْسَ الْمَصِيْرُ ﴿٧٢﴾ ع ٩ ١٧ |
| ৭৪) হে মানৱজাতি, ইয়াত এটি উপমা দিয়া হৈছে, তাকে তোমালোকে কাণ দি শুনা; বাস্তৱতে আল্লাক এৰি তোমালোকে যিবিলাকক আহ্বান কৰা সিহঁতে মাখি এটিকো কেতিয়াও সৃজন কৰিব নোৱাৰে, যদিও সিহঁত জুটীয়া চেষ্টা কৰিবলৈ একেলগ হয়; আৰু যদি মাখি এটিয়ে অকণমান বস্তুকে সিহঁতৰ আগৰ পৰা লৈ যায়, সেই বস্তু তাৰ পৰা ঘূৰাই আনিবলৈ সিহঁত অসমৰ্থ। (চোৱাঁ,) প্ৰাৰ্থী আৰু প্ৰাৰ্থনাগ্ৰাহী দুয়ো কেনে নিৰ্ব্বলী। | يٰۤاَيُّهَا النَّاسُ ضُرِبَ مَثَلٌ فَاسْتَمِعُوْا لَهٗ ۭ اِنَّ الَّذِيْنَ تَدْعُوْنَ مِنْ دُوْنِ اللّٰهِ لَنْ يَّخْلُقُوْا ذُبَابًا وَّلَوِ اجْتَمَعُوْا لَهٗ ۭ وَاِنْ يَّسْلُبْهُمُ الذُّبَابُ شَيْـًٔا لَّا يَسْتَنْقِذُوْهُ مِنْهُ ۭ ضَعُفَ الطَّالِبُ وَالْمَطْلُوْبُ ﴿٧٣﴾ |
| ৭৫) আল্লা যি গুণসমূহৰ যোগ্য সেই গুণসমূহ সিহঁতে তেওঁৰ প্ৰতি আৰোপ নকৰে; ইয়াত কোনো সন্দেহ নাই, আল্লা শ্ৰেষ্ঠ শক্তিশালী পৰম ক্ষমতাপন্ন। | مَا قَدَرُوا اللّٰهَ حَقَّ قَدْرِهٖ ۭ اِنَّ اللّٰهَ لَقَوِيٌّ عَزِيْزٌ ﴿٧٤﴾ |
| ৭৬) আল্লাই নিজ বাৰ্ত্তাবাহকৰূপে কিছুমান ফিৰিশ্তা বাচি লয়, আৰু মানুহৰ মাজৰ পৰাও কিছুমানক (বাচি লয়;) নিশ্চয় আল্লা শ্ৰেষ্ঠ শ্ৰোতা, পৰম দৃষ্টিশালী। | اَللّٰهُ يَصْطَفِيْ مِنَ الْمَلٰۗىِٕكَةِ رُسُلًا وَّمِنَ النَّاسِ ۭ اِنَّ اللّٰهَ سَمِيْعٌۢ بَصِيْرٌ ﴿٧٥﴾ |
| ৭৭) সিহঁতৰ সম্মুখত (ভৱিষ্যতে) যি ঘটিব, | يَعْلَمُ مَا بَيْنَ اَيْدِيْهِمْ وَمَا خَلْفَهُمْ ۭ وَاِلَى اللّٰهِ تُرْجَعُ |

الْأُمُورُ ﴿٧٦﴾

আৰু সিহঁতৰ পিছত (অতীজত) যি ঘটি গৈছে সকলো তেওঁৰ বিদিত; আৰু আল্লাৰ পিনে সকলো বিষয়ৰেই প্ৰত্যাবৰ্ত্তন।

يَأَيُّهَا الَّذِينَ آمَنُوا ارْكَعُوا وَاسْجُدُوا وَاعْبُدُوا رَبَّكُمْ وَافْعَلُوا الْخَيْرَ لَعَلَّكُمْ تُفْلِحُونَ ﴿٧٧﴾ السجدة

৭৮) হে বিশ্বাসীসকল, তোমালোকে নিজ প্ৰতিপালকৰ আৰাধনা কৰাঁ, আঁঠু লৈ, আৰু সাষ্টাঙ্গে প্ৰণিপাত কৰি; আৰু সকলোৰে হিতসাধন কৰাঁ; হ'ব পাৰে এই উপায়ে তোমালোক সফলমনোৰথ হ'বা।

وَجَاهِدُوا فِي اللَّهِ حَقَّ جِهَادِهِ هُوَ اجْتَبَاكُمْ وَمَا جَعَلَ عَلَيْكُمْ فِي الدِّينِ مِنْ حَرَجٍ مِلَّةَ أَبِيكُمْ إِبْرَاهِيمَ هُوَ سَمَّاكُمُ الْمُسْلِمِينَ مِنْ قَبْلُ وَفِي هَذَا لِيَكُونَ الرَّسُولُ شَهِيدًا عَلَيْكُمْ وَتَكُونُوا شُهَدَاءَ عَلَى النَّاسِ فَأَقِيمُوا الصَّلَاةَ وَآتُوا الزَّكَاةَ وَاعْتَصِمُوا بِاللَّهِ هُوَ مَوْلَاكُمْ فَنِعْمَ الْمَوْلَى وَنِعْمَ النَّصِيرُ ﴿٧٨﴾

৭৯) আৰু আল্লাৰ কাৰণে তোমালোকে প্ৰাণপণে চেষ্টা কৰাঁ, এনে চেষ্টা যি তেওঁৰ উপযোগী; তেৱেঁই তোমালোকক নিজ অনুগ্ৰহৰ নিমিত্তে বাচি লৈছে, আৰু ধৰ্ম্ম-বিষয়ে তোমালোকৰ নিমিত্তে তেওঁ কোনো প্ৰকাৰ সঙ্কীৰ্ণতাৰ সৃষ্টি কৰা নাই; এয়ে হৈছে তোমালোকৰ পিতৃ ইব্ৰাহিমৰ ধৰ্ম্ম; পূৰ্ব্বৰ (ধৰ্ম্মগ্ৰন্থসমূহত) আৰু এই গ্ৰন্থতো (কোৰ্-আনতো) আল্লাই মুচলিম্ নামেৰে তোমালোকক অভিহিত কৰিছে; ইয়াৰ উদ্দেশ্য এই, ৰচুল (মহম্মদ) যেন তোমালোকৰ নিমিত্তে সাক্ষী হ'ব পাৰে, আৰু তোমালোকো যেন সাক্ষী হ'ব পাৰা সমগ্ৰ মানৱজাতিৰ নিমিত্তে। গতিকে তোমালোকে নমাজ অনুষ্ঠিত কৰিবা আৰু জকাত-দানৰ ব্যৱস্থা কৰিবা, আৰু আল্লাকেই দৃঢ়ৰূপে ধৰি থাকিবা; তেৱেঁই তোমালোকৰ কাৰ্য্য সম্পাদন কৰোঁতা; চোৱাঁ, সেই কাৰ্য্য সম্পাদন কৰোঁতা কেনে শ্ৰেষ্ঠ! আৰু সেই সাহায্য কৰোঁতা কেনে উৎকৃষ্ট!



চুৰা ২৩ AL-MO'MINUN **আল্-মু'মেনুন ঃ বিশ্বাসীসকল** মক্কাত অৱতীৰ্ণ

## অষ্টাদশ পাৰা

১) পৰম কৰুণাময়, পৰম দানশীল আল্লাৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

২) স্বৰূপতে সেই বিশ্বাসীসকল সফলমনোৰথ হৈছে,

قَدْ اَفْلَحَ الْمُؤْمِنُوْنَ ②

৩) যিসকলে বিনয়ৰ ভাৰ লৈ নমাজ সম্পন্ন কৰে ;

الَّذِيْنَ هُمْ فِيْ صَلَاتِهِمْ خٰشِعُوْنَ ③

৪) আৰু যিসকলে অসাৰ্থক কাৰ্য্যৰ পৰা আঁতৰি থাকে ;

وَالَّذِيْنَ هُمْ عَنِ اللَّغْوِ مُعْرِضُوْنَ ④

৫) আৰু যিসকলে (নিয়মমতে) জকাত শোধ কৰে ;

وَالَّذِيْنَ هُمْ لِلزَّكٰوةِ فٰعِلُوْنَ ⑤

৬) আৰু যিসকলে নিজৰ গুপ্ত অঙ্গসমূহৰ সংৰক্ষণ কৰে ;

وَالَّذِيْنَ هُمْ لِفُرُوْجِهِمْ حٰفِظُوْنَ ⑥

৭) তেওঁলোকৰ পত্নীবিলাকক নাইবা যি তিৰোতাবিলাক তেওঁলোকৰ সোঁ হাতৰ অধীন সিহঁতক এৰি,—কিয়নো সেইবিলাকৰ সম্বন্ধে তেওঁলোক নিন্দনীয় নহয় ;

اِلَّا عَلٰٓى اَزْوَاجِهِمْ اَوْ مَا مَلَكَتْ اَيْمَانُهُمْ فَاِنَّهُمْ غَيْرُ مَلُوْمِيْنَ ⑦

৮) কিন্তু যিবিলাকে ইয়াৰ বাহিৰে যাবলৈ বিচাৰে সিহঁতে হৈছে সীমালঙ্ঘনকাৰী ;—

فَمَنِ ابْتَغٰى وَرَآءَ ذٰلِكَ فَاُولٰٓئِكَ هُمُ الْعٰدُوْنَ ⑧

৯) আৰু যিসকলে তেওঁলোকৰ প্ৰতি যি দায়িত্ব ন্যস্ত কৰা হয় তাক আৰু নিজৰ অঙ্গীকাৰ পালন কৰে ;

وَالَّذِيْنَ هُمْ لِاَمٰنٰتِهِمْ وَعَهْدِهِمْ رٰعُوْنَ ⑨

وَالَّذِيْنَ هُمْ عَلٰى صَلَوٰتِهِمْ يُحَافِظُوْنَ ۝١٠

১০) আৰু যিসকলে নিজৰ নমাজসমূহ সম্পূৰ্ণৰূপে ৰক্ষা কৰে ;

اُولٰٓئِكَ هُمُ الْوٰرِثُوْنَ ۝١١

১১) সেইসকলেই হৈছে এনে উত্তৰাধিকাৰী,

الَّذِيْنَ يَرِثُوْنَ الْفِرْدَوْسَ ۭ هُمْ فِيْهَا خٰلِدُوْنَ ۝١٢

১২) যি স্বৰ্গৰ উত্তৰাধিকাৰী হ'ব; তাতেই তেওঁলোক সততে বাস কৰিব।

وَلَقَدْ خَلَقْنَا الْاِنْسَانَ مِنْ سُلٰلَةٍ مِّنْ طِيْنٍ ۝١٣

১৩) আৰু স্বৰূপতে আমি মানৱক সৃষ্টি কৰিলোঁ মাটিৰ বিশুদ্ধ সাৰভাগৰ পৰা ;

ثُمَّ جَعَلْنٰهُ نُطْفَةً فِيْ قَرَارٍ مَّكِيْنٍ ۝١٤

১৪) পিছত তাক বীৰ্য্যবিন্দুৰূপে সুৰক্ষিত বিশ্ৰামৰ ঠাইত স্থাপিত কৰিলোঁ ;

ثُمَّ خَلَقْنَا النُّطْفَةَ عَلَقَةً فَخَلَقْنَا الْعَلَقَةَ مُضْغَةً فَخَلَقْنَا الْمُضْغَةَ عِظٰمًا
فَكَسَوْنَا الْعِظٰمَ لَحْمًا ۤ ثُمَّ اَنْشَاْنٰهُ خَلْقًا اٰخَرَ ۭ
فَتَبٰرَكَ اللّٰهُ اَحْسَنُ الْخٰلِقِيْنَ ۝١٥

১৫) পিছত সেই বীৰ্য্যবিন্দুক খলমা-বন্ধা ৰক্তত পৰিণত কৰিলোঁ ; তাৰ পিছত সেই খলমা-বন্ধা ৰক্তক এটুকুৰা মঙহৰ আকাৰ দিলোঁ ; আৰু সেই মঙহ টুকুৰাৰে অস্থিপুঞ্জ সৃষ্টি কৰিলোঁ ; তাৰ পিছত সেই অস্থিপুঞ্জক মঙহৰে আবৰিত কৰিলোঁ ; শেহত আমি তাকে পূৰ্ণ সৃষ্টিৰ ৰূপ দিলোঁ বেলেগ ধৰণৰ ; গতিকে সৰ্ব্বশ্ৰেষ্ঠ সৃজনকৰ্ত্তা মঙ্গলময় আল্লা ধন্য।

ثُمَّ اِنَّكُمْ بَعْدَ ذٰلِكَ لَمَيِّتُوْنَ ۝١٦

১৬) ইয়াত কোনো সন্দেহ নাই, সৃষ্টিৰ এই ক্ৰমবিকাশৰ পাছত তোমালোকৰ প্ৰাণৰ প্ৰয়াণ হ'ব ;

ثُمَّ اِنَّكُمْ يَوْمَ الْقِيٰمَةِ تُبْعَثُوْنَ ۝١٧

১৭) তাৰ পাছত পুনৰুত্থানৰ দিনা নিশ্চয় তোমালোকক পুনৰায় জীৱিত কৰি তোলা হ'ব।

وَلَقَدْ خَلَقْنَا فَوْقَكُمْ سَبْعَ طَرَآئِقَ ۤ وَمَا كُنَّا عَنِ الْخَلْقِ
غٰفِلِيْنَ ۝١٨

১৮) আৰু স্বৰূপতে তোমালোকৰ ওপৰত (ঊৰ্দ্ধলোকত) গ্ৰহ-পৰিভ্ৰমণৰ সাতোটা পথ নিৰ্দ্দিষ্ট কৰিছোঁ ; আৰু সৃষ্টি সম্বন্ধে আমি কেতিয়াও অমনোযোগী নহওঁ।

১৯) আৰু মেঘৰ পৰা আমি আৱশ্যক অনুসাৰে বৰষুণ নমাওঁ, আৰু তাৰে পানী আনি মাটিৰ তলত সংগ্ৰহ কৰোঁ; আৰু ইয়াত কোনো সন্দেহ নাই, সেই পানী আমি সিঁচি নিবলৈয়ো সম্পূৰ্ণৰূপে সক্ষম।

وَأَنْزَلْنَا مِنَ السَّمَاءِ مَاءً بِقَدَرٍ فَأَسْكَنَّاهُ فِي الْأَرْضِ ۖ وَإِنَّا عَلَىٰ ذَهَابٍ بِهِ لَقَادِرُونَ ١٩

২০) পিছত সেই পানীকে বোৱাঁই আমি তোমালোকৰ নিমিত্তে উৎপাদন কৰোঁ খাজুৰ আৰু আঙুৰৰ উদ্যানসমূহ; তোমালোকৰ নিমিত্তে সেইবোৰৰ ভিতৰত উৎপন্ন হয় প্ৰচুৰ ফল, আৰু তাৰে পৰা এভাগ তোমালোক খোৱা।

فَأَنْشَأْنَا لَكُمْ بِهِ جَنَّاتٍ مِنْ نَخِيلٍ وَأَعْنَابٍ لَكُمْ فِيهَا فَوَاكِهُ كَثِيرَةٌ وَمِنْهَا تَأْكُلُونَ ٢٠

২১) আৰু (উৎপাদন কৰোঁ) সেই (জৈতুনৰ) গছ যি চিনাই পৰ্ব্বতত উদ্ভৱ হয়; তাৰ পৰা উৎপন্ন হয় তেল, যি আহাৰ কৰোঁতাবিলাকৰ আঞ্জাত সোৱাদ দিয়ে।

وَشَجَرَةً تَخْرُجُ مِنْ طُورِ سَيْنَاءَ تَنْبُتُ بِالدُّهْنِ وَصِبْغٍ لِلْآكِلِينَ ٢١

২২) আৰু ঘৰচীয়া জন্তুবিলাকতো অৱশ্যে তোমালোকৰ নিমিত্তে শিকনি আছে; (চোৱাঁ,) সিহঁতৰ উদৰসমূহত যি থাকে তাৰে পৰা তোমালোকক আমি (গাখীৰ) পান কৰিবলৈ দিওঁ; তদুপৰি সিহঁতৰ পৰা তোমালোকৰ বহুতো উপকাৰ হয়, আৰু তাৰে কিছুমানৰ (মঙহ) তোমালোকে খোৱা।

وَإِنَّ لَكُمْ فِي الْأَنْعَامِ لَعِبْرَةً ۖ نُسْقِيكُمْ مِمَّا فِي بُطُونِهَا وَلَكُمْ فِيهَا مَنَافِعُ كَثِيرَةٌ وَمِنْهَا تَأْكُلُونَ ٢٢

২৩) আৰু (মাটিত) সেই জন্তুবোৰ আৰু (পানীৰ) নাও-জাহাজ তোমালোকৰ বাহনৰূপে ব্যৱহাৰ হয়।

وَعَلَيْهَا وَعَلَى الْفُلْكِ تُحْمَلُونَ ٢٣

২৪) আৰু স্বৰূপতে নূহক আমি তেওঁৰ জাতিৰ প্ৰতি প্ৰেৰণ কৰিছিলোঁ; তেওঁ গৈ সিহঁতক কলে, হে মোৰ জাতি, তোমালোকে আল্লাৰ উপাসনা কৰা; তেওঁত ভিন্ন তোমালোকৰ আন উপাস্য কেও নাই; তোমালোকে (আল্লাক) ভয় নকৰা নে?

وَلَقَدْ أَرْسَلْنَا نُوحًا إِلَىٰ قَوْمِهِ فَقَالَ يَا قَوْمِ اعْبُدُوا اللَّهَ مَا لَكُمْ مِنْ إِلَٰهٍ غَيْرُهُ ۖ أَفَلَا تَتَّقُونَ ٢٤

২৫) তেতিয়া তেওঁৰ জাতিৰ যি মুখিয়াল-বিলাকে তেওঁত বিশ্বাস কৰা নাছিল ক'লে, তেওঁ তোমালোকৰেই নিচিনা এজন মানুহ মাত্ৰ; তেওঁ যে তোমালোকতকৈ শ্ৰেষ্ঠতৰ তাকে দেখুৱাবলৈ তেওঁ ইচ্ছা কৰিছে; আৰু আল্লাই (ৰচুল প্ৰেৰণ কৰিবৰ) ইচ্ছা কৰা হলে, তেওঁ নিশ্চয় ফিৰিশ্তাসকলক নমাই পঠালেহেঁতেন; এনে (আচৰিত) কথা আমাৰ পূৰ্ব্বৰ পিতৃপুৰুষসকলৰ মুখে আমি কেতিয়াও শুনা নাই।

فَقَالَ الْمَلَؤُا الَّذِيْنَ كَفَرُوْا مِنْ قَوْمِهٖ مَا هٰذَآ اِلَّا بَشَرٌ
مِّثْلُكُمْ ۙ يُرِيْدُ اَنْ يَّتَفَضَّلَ عَلَيْكُمْ ؕ وَلَوْ شَآءَ اللّٰهُ لَاَنْزَلَ
مَلٰٓئِكَةً ۚ مَّا سَمِعْنَا بِهٰذَا فِيْٓ اٰبَآئِنَا الْاَوَّلِيْنَ ۚ ﴿٢٤﴾

২৬) তেওঁ এজন বলিয়া মানুহ মাত্ৰ; সেই দেখি কিছুকাল তেওঁৰে সৈতে অপেক্ষা কৰি থাকা।

اِنْ هُوَ اِلَّا رَجُلٌ ۢ بِهٖ جِنَّةٌ فَتَرَبَّصُوْا بِهٖ حَتّٰى حِيْنٍ ﴿٢٥﴾

২৭) তেওঁ (আল্লাৰ ওচৰত) প্ৰাৰ্থনা কৰিলে, হে মোৰ প্ৰভু, মোক তুমি সহায় কৰাঁ, কিয়নো সিহঁতে মোক মিথ্যাবাদী বুলি অস্বীকাৰ কৰিছে।

قَالَ رَبِّ انْصُرْنِيْ بِمَا كَذَّبُوْنِ ﴿٢٦﴾

২৮) এনেতে আমি তেওঁৰ প্ৰতি এইদৰে প্ৰত্যাদেশ কৰিলোঁ,—আমাৰ চকুৰ আগতে আৰু আমাৰ আদেশ অনুসাৰে তুমি নাও এখন সাজিবলৈ লাগি যোৱাঁ; পিছত যেতিয়া আমি স্থিৰ কৰা (প্লাৱনৰ) সময় আহে আৰু সেই উপত্যকাৰ জৰণাসমূহৰ পানী ওপচি পৰে, তেতিয়া নাওখনত (লাগতিয়াল) জন্তুবোৰৰ দম্পতি একোযোৰ একোযোৰকৈ তুলি লোৱাঁ, আৰু নিজৰ গোটেই পৰিয়ালকো (তুলি লোৱাঁ), তেওঁলোকৰ মাজৰ কেৱল সেইজনাক এৰি, যাৰ সম্বন্ধে ইতিপূৰ্ব্বে (আমাৰ) মীমাংসা হৈ গৈছে; আৰু যিবিলাকে অন্যায় কৰিছে সিহঁতৰ হৈ মোৰ আগত খাটনি নধৰিবা; সিহঁতক নিশ্চয় (প্লাৱনত) বুৰাই মৰা হ'ব।

فَاَوْحَيْنَآ اِلَيْهِ اَنِ اصْنَعِ الْفُلْكَ بِاَعْيُنِنَا وَوَحْيِنَا
فَاِذَا جَآءَ اَمْرُنَا وَفَارَ التَّنُّوْرُ ۙ فَاسْلُكْ فِيْهَا مِنْ
كُلٍّ زَوْجَيْنِ اثْنَيْنِ وَاَهْلَكَ اِلَّا مَنْ سَبَقَ عَلَيْهِ
الْقَوْلُ مِنْهُمْ ۚ وَلَا تُخَاطِبْنِيْ فِي الَّذِيْنَ ظَلَمُوْا ۚ اِنَّهُمْ
مُّغْرَقُوْنَ ﴿٢٧﴾

২৯) পিছত যেতিয়া নাৱৰ ওপৰত উঠি স্থিৰ হৈ বহিবা, তুমি আৰু তোমাৰ সঙ্গীবিলাকো, তেতিয়া

فَاِذَا اسْتَوَيْتَ اَنْتَ وَمَنْ مَّعَكَ عَلَى الْفُلْكِ فَقُلِ

(আল্লাৰ) শলাগ ল'বা এই বুলি, সকলো প্ৰশংসাৰ গৰাকী আল্লা; তেৱেঁই অন্যায়কাৰী জাতিৰ পৰা আমাক ৰক্ষা কৰিলে।

ٱلْحَمْدُ لِلَّهِ ٱلَّذِى نَجَّىٰنَا مِنَ ٱلْقَوْمِ ٱلظَّٰلِمِينَ ﴿٢٨﴾

৩০) আৰু (নামিবৰ সময়ত) এইদৰে প্ৰাৰ্থনা কৰিবা, হে মোৰ প্ৰভু, মোৰ অৱতৰণ মঙ্গলময় কৰি মোক নামিবলৈ দিয়াঁ; আৰু তুমিয়ে সৰ্ব্বশ্ৰেষ্ঠ নমাওঁতা।

وَقُل رَّبِّ أَنزِلْنِى مُنزَلًا مُّبَارَكًا وَأَنتَ خَيْرُ ٱلْمُنزِلِينَ ﴿٢٩﴾

৩১) এই ঘটনাত যে বহুতো নিদৰ্শন আছে তাত কোনো সন্দেহ নাই; আৰু (এইদৰে) আমি (মানৱৰ) পৰীক্ষা লৈ থাকোঁ।

إِنَّ فِى ذَٰلِكَ لَءَايَٰتٍ وَإِن كُنَّا لَمُبْتَلِينَ ﴿٣٠﴾

৩২) আকৌ সিহঁতৰ পিছত আমি আন এটা জাতি উত্থাপন কৰিলোঁ।

ثُمَّ أَنشَأْنَا مِنۢ بَعْدِهِمْ قَرْنًا ءَاخَرِينَ ﴿٣١﴾

৩৩) আৰু আমি সিহঁতৰে মাজৰ পৰা সিহঁতলৈ ৰচুল প্ৰেৰণ কৰিলোঁ একে উপদেশ দিবলৈ, তোমালোকে আল্লাৰেই উপাসনা কৰাঁ; তোমালোকৰ নিমিত্তে তেওঁত ভিন্ন আন উপাস্য কেও নাই; তোমালোকে (আল্লাক) ভয় নকৰা নে?

فَأَرْسَلْنَا فِيهِمْ رَسُولًا مِّنْهُمْ أَنِ ٱعْبُدُوا۟ ٱللَّهَ مَا لَكُم مِّنْ إِلَٰهٍ غَيْرُهُۥٓ ۖ أَفَلَا تَتَّقُونَ ﴿٣٢﴾

৩৪) আৰু তেওঁৰ জাতিৰ যি মুখিয়ালবিলাকে অবিশ্বাস কৰিছিল আৰু শেষ দিনত সাক্ষাৎ হোৱাটো মিছা বুলি ভাবিছিল, আৰু যিবিলাকৰ এই পাৰ্থিব জীৱনত আমি সুখ-সম্পদ উপভোগ কৰিবলৈ দিছিলোঁ সিহঁতে (নিজৰ লোকক) কলে, তেওঁ তোমালোকৰে নিচিনা এজন মানুহ মাথোন; তোমালোকে যি খোৱা তাকে তেৱোঁ খায়, আৰু তোমালোকে যি পান কৰা তাকে তেৱোঁ পান কৰে।

وَقَالَ ٱلْمَلَأُ مِن قَوْمِهِ ٱلَّذِينَ كَفَرُوا۟ وَكَذَّبُوا۟ بِلِقَآءِ ٱلْءَاخِرَةِ وَأَتْرَفْنَٰهُمْ فِى ٱلْحَيَوٰةِ ٱلدُّنْيَا مَا هَٰذَآ إِلَّا بَشَرٌ مِّثْلُكُمْ يَأْكُلُ مِمَّا تَأْكُلُونَ مِنْهُ وَيَشْرَبُ مِمَّا تَشْرَبُونَ ﴿٣٣﴾

৩৫) আৰু যদি তোমালোকে তোমালোকৰে নিচিনা এনেজন মানুহৰ বাধ্য হোৱা, চোৱাঁ, ইয়াত কোনো সন্দেহ নাই তোমালোক ক্ষতিগ্ৰস্ত হ'বা।

وَلَئِنْ أَطَعْتُم بَشَرًا مِّثْلَكُمْ إِنَّكُمْ إِذًا لَّخَٰسِرُونَ ﴿٣٤﴾

৩৬) তোমালোকক তেওঁ ভয় দেখুৱাইছে এনে এনে কথা কৈ তোমালোকৰ যেতিয়া মৃত্যু হ'ব আৰু তোমালোক মাটি আৰু অস্থিত পৰিণত হ'বা, তোমালোকক পুনৰায় উত্থাপন কৰা হ'ব ?

أَيَعِدُكُمْ أَنَّكُمْ إِذَا مِتُّمْ وَكُنتُمْ تُرَابًا وَعِظَامًا
أَنَّكُم مُّخْرَجُونَ ٣٥

৩৭) যি কথালে তোমালোকক ভয় দেখুওৱা হৈছে সি দূৰৰ কথা, বহু দূৰৰ কথা ;

هَيْهَاتَ هَيْهَاتَ لِمَا تُوعَدُونَ ٣٦

৩৮) আমাৰ কাৰণে আছে এই পৃথিৱীৰ জীৱনেই মাথোন ; (ইয়াতে) আমাৰ মৃত্যু হ'ব আৰু (ইয়াতে) আমি জীয়াই থাকোঁ, আৰু পুনৰায় কেতিয়াও আমাৰ উত্থাপন নহয়।

إِنْ هِيَ إِلَّا حَيَاتُنَا الدُّنْيَا نَمُوتُ وَنَحْيَا وَمَا نَحْنُ
بِمَبْعُوثِينَ ٣٧

৩৯) আল্লাৰ বিৰুদ্ধে যি মিছা সাজি লৈছে তেওঁ তেনে এজন মানুহ মাথোন, আৰু তেওঁত আমি কেতিয়াও বিশ্বাস স্থাপন নকৰোঁ।

إِنْ هُوَ إِلَّا رَجُلٌ افْتَرَىٰ عَلَى اللَّهِ كَذِبًا وَمَا نَحْنُ
لَهُ بِمُؤْمِنِينَ ٣٨

৪০) তেওঁ (আল্লাৰ ওচৰত) প্ৰাৰ্থনা জনালে, হে মোৰ প্ৰভু, মোক তুমি সহায় কৰা, কিয়নো সিহঁতে মোক মিথ্যাবাদী বুলি অস্বীকাৰ কৰিছে।

قَالَ رَبِّ انصُرْنِي بِمَا كَذَّبُونِ ٣٩

৪১) (প্ৰাৰ্থনাৰ) আল্লাই প্ৰত্যুত্তৰ দিলে, (চাই থাকা) অনতিবিলম্বে সিহঁতে নিশ্চয় সন্তাপ কৰিব লাগিব।

قَالَ عَمَّا قَلِيلٍ لَّيُصْبِحُنَّ نَادِمِينَ ٤٠

৪২) পিছত যথাৰ্থ কাৰণে এটা মহা শাস্তিয়ে সিহঁতক ধৰিলে ; তেতিয়া আমি সিহঁতক পেলনীয়া জাবৰ-জোঁথৰৰ দৰে পেলালোঁ ; গতিকে অন্যায়কাৰী লোকৰ প্ৰতি (আল্লাৰ) অভিসম্পাত !

فَأَخَذَتْهُمُ الصَّيْحَةُ بِالْحَقِّ فَجَعَلْنَاهُمْ غُثَاءً ۚ
فَبُعْدًا لِّلْقَوْمِ الظَّالِمِينَ ٤١

৪৩) কালক্ৰমে সিহঁতৰ পাছত বহু জাতিক (পৃথিৱীত) উত্থাপন কৰিলোঁ।

ثُمَّ أَنشَأْنَا مِن بَعْدِهِمْ قُرُونًا آخَرِينَ ٤٢

| | |
|---|---|
| ৪৪) কোনো সম্প্রদায়ে নিৰ্দ্ধাৰিত সময়ৰ আগ হ'ব নোৱাৰে আৰু পিছো পৰিব নোৱাৰে। | مَا تَسْبِقُ مِنْ أُمَّةٍ أَجَلَهَا وَمَا يَسْتَأْخِرُونَ ﴿٤٣﴾ |
| ৪৫) পিছত আমাৰ ৰচুলসকলক পাৰম্পৰিক-ৰূপে প্ৰেৰণ কৰিছিলোঁ; একোটা সম্প্রদায়ৰ ওচৰলৈ যেতিয়া সিহঁতৰ ৰচুল আহিছিল, সিহঁতে তেওঁক মিছলীয়া বুলি অমান্য কৰিছিল; সেই কাৰণে আমি (শাস্তিৰ পিনে) সিহঁতৰ কিছুমানক কিছুমানৰ অনুবৰ্ত্তী কৰিলোঁ, আৰু সিহঁতৰ কথা (জনসাধাৰণৰ কাৰণে) আখ্যান স্বৰূপ কৰিলোঁ; অবিশ্বাস কৰা জাতিৰ প্ৰতি (আল্লাৰ) অভিসম্পাত! | ثُمَّ أَرْسَلْنَا رُسُلَنَا تَتْرَا ۖ كُلَّمَا جَاءَ أُمَّةً رَّسُولُهَا كَذَّبُوهُ ۚ فَأَتْبَعْنَا بَعْضَهُم بَعْضًا وَجَعَلْنَاهُمْ أَحَادِيثَ ۚ فَبُعْدًا لِّقَوْمٍ لَّا يُؤْمِنُونَ ﴿٤٤﴾ |
| ৪৬) সময় আহিলত মুচা আৰু তেওঁৰ ভ্ৰাতৃ হাৰুনক আমি নিজ নিদৰ্শনসমূহ আৰু প্ৰত্যক্ষ প্ৰমাণৰ সৈতে প্ৰেৰণ কৰিলোঁ— | ثُمَّ أَرْسَلْنَا مُوسَىٰ وَأَخَاهُ هَارُونَ بِآيَاتِنَا وَسُلْطَانٍ مُّبِينٍ ﴿٤٥﴾ |
| ৪৭) ফিৰৌন আৰু তেওঁৰ মুখিয়ালবিলাকৰ ওচৰলৈ; কিন্তু সিহঁতে দাম্ভিকতা দেখুৱালে, আৰু সিহঁত এটা উদ্ধত দল হৈ পৰিল। | إِلَىٰ فِرْعَوْنَ وَمَلَئِهِ فَاسْتَكْبَرُوا وَكَانُوا قَوْمًا عَالِينَ ﴿٤٦﴾ |
| ৪৮) আৰু সিহঁতে ক'ব লাগিলে, কি! আমাৰেই নিচিনা দুই গৰাকী মানুহত আমি বিশ্বাস স্থাপন কৰিম নে? অথচ সেই দুয়োৰে জ্ঞাতিবিলাক (আগৰে পৰা) আমাৰ দাসত্ব কৰি আহিছে। | فَقَالُوا أَنُؤْمِنُ لِبَشَرَيْنِ مِثْلِنَا وَقَوْمُهُمَا لَنَا عَابِدُونَ ﴿٤٧﴾ |
| ৪৯) সেই দেখি দুয়োকে সিহঁতে মিথ্যাবাদী বুলি অমান্য কৰিছিল; গতিকে যিবিলাকক বিনাশ কৰা হৈছিল সিহঁতো হ'ল সেইবিলাকৰেই অন্তৰ্গত। | فَكَذَّبُوهُمَا فَكَانُوا مِنَ الْمُهْلَكِينَ ﴿٤٨﴾ |
| ৫০) আৰু স্বৰূপতে মুচাক আমি দান কৰিছিলোঁ ধৰ্ম্মপুথি, যাতে সিহঁত সকলোৱে সুপথে চলিব পাৰে। | وَلَقَدْ آتَيْنَا مُوسَى الْكِتَابَ لَعَلَّهُمْ يَهْتَدُونَ ﴿٤٩﴾ |
| ৫১) আৰু মৰ্য়মৰ পুত্ৰ (ঈচাক) আৰু তেওঁৰ | وَجَعَلْنَا ابْنَ مَرْيَمَ وَأُمَّهُ آيَةً وَآوَيْنَاهُمَا إِلَىٰ |

ع رَبْوَةٍ ذَاتِ قَرَارٍ وَّمَعِيْنٍ ﴿٥١﴾

মাতৃক আমি নিদর্শনস্বৰূপ কৰিছিলোঁ, আৰু দুয়োকো এনে সেউজীয়া ওখ ঠাইত আশ্রয় দিলোঁ যি আছিল শান্তিৰে অৱস্থান কৰিবৰ উপযোগী আৰু জৰণিসমূহৰে পৰিপূৰ্ণ।

يٰۤاَيُّهَا الرُّسُلُ كُلُوْا مِنَ الطَّيِّبٰتِ وَاعْمَلُوْا صَالِحًا ؕ اِنِّيْ بِمَا تَعْمَلُوْنَ عَلِيْمٌ ﴿٥٢﴾

(৫২) হে ৰচুলসকল, যিবিলাক বস্তু বিশুদ্ধ তাৰে পৰা তোমালোকে আহাৰ কৰাঁ, আৰু সজ কাম কৰাঁ; তোমালোকে যি কার্য্য কৰা সেই বিষয়ে মই নিশ্চয় পৰিজ্ঞাত।

وَاِنَّ هٰذِهٖۤ اُمَّتُكُمْ اُمَّةً وَّاحِدَةً وَّاَنَا رَبُّكُمْ فَاتَّقُوْنِ ﴿٥٣﴾

(৫৩) আৰু তোমালোকৰ এয়ে সম্প্রদায়, নিশ্চয় একেটা সম্প্রদায়; আৰু ময়ে তোমালোকৰ সকলোৰে একেজন প্রতিপালক; গতিকে তোমালোকে মোলৈ ভয় ৰাখিবা।

فَتَقَطَّعُوْۤا اَمْرَهُمْ بَيْنَهُمْ زُبُرًا ؕ كُلُّ حِزْبٍۢ بِمَا لَدَيْهِمْ فَرِحُوْنَ ﴿٥٤﴾

(৫৪) কিন্তু মানুহবিলাকে ধৰ্ম্ম বিষয়ে ভিন ভিন মতৰ উদ্ভৱ কৰি নিজৰ মাজতে বিচ্ছেদৰ সৃষ্টি কৰিলে; একোটা দল নিজৰ মত লৈয়ে পৰিতুষ্ট।

فَذَرْهُمْ فِيْ غَمْرَتِهِمْ حَتّٰى حِيْنٍ ﴿٥٥﴾

(৫৫) গতিকে (হে মহম্মদ,) সিহঁতক কিছু কালৰ নিমিত্তে বিবুদ্ধি অৱস্থাতেই পৰি থাকিবলৈ দিয়াঁ।

اَيَحْسَبُوْنَ اَنَّمَا نُمِدُّهُمْ بِهٖ مِنْ مَّالٍ وَّبَنِيْنَ ﴿٥٦﴾

(৫৬) আমি যে সিহঁতক ধন-সম্পত্তি আৰু সন্তান-সন্ততি দান কৰি এইৰূপে সহায় কৰিছোঁ সিহঁতে এনে ভাবিছে নে,

نُسَارِعُ لَهُمْ فِي الْخَيْرٰتِ ؕ بَلْ لَّا يَشْعُرُوْنَ ﴿٥٧﴾

(৫৭) যে (এনেবোৰ দান দি) আমি সিহঁতক মঙ্গলসমূহৰ পিনে লৈ যাবলৈ ততাতৈয়া কৰিম? এনে নহয়, সিহঁতে (প্রকৃত) কথা বুজি পোৱা নাই।

اِنَّ الَّذِيْنَ هُمْ مِّنْ خَشْيَةِ رَبِّهِمْ مُّشْفِقُوْنَ ﴿٥٨﴾

(৫৮) কোনো সন্দেহ নাই, যিসকল নিজ প্রভুৰ ভয়ত বিহ্বল,

৫৯) আৰু যিসকলে নিজ প্ৰভুৰ নিদৰ্শনসমূহত বিশ্বাস স্থাপন কৰে,

وَالَّذِينَ هُمْ بِآيَاتِ رَبِّهِمْ يُؤْمِنُونَ ﴿٥٩﴾

৬০) আৰু যিসকলে নিজ প্ৰভুৰ সমানে অইন কাকো উপাস্য নাপাতে,

وَالَّذِينَ هُمْ بِرَبِّهِمْ لَا يُشْرِكُونَ ﴿٦٠﴾

৬১) আৰু যিসকলে (লোকক) দান দিওঁতে এনে ভাৱে দিয়ে যে তেওঁলোকে নিজ প্ৰভুৰ ফালে (এদিন) উভতি যাব লাগিব সেই ভয়তে তেওঁলোকৰ অন্তৰসমূহ ভৰপূৰ থাকে।

وَالَّذِينَ يُؤْتُونَ مَا آتَوْا وَقُلُوبُهُمْ وَجِلَةٌ أَنَّهُمْ إِلَىٰ رَبِّهِمْ رَاجِعُونَ ﴿٦١﴾

৬২) সেইসকলেই সকলো প্ৰকাৰ সৎকাৰ্য্য সাধনত খৰ-খেদা কৰে, আৰু তেওঁলোক তাকে কৰিবলৈ সততে আগুৱান।

أُولَٰئِكَ يُسَارِعُونَ فِي الْخَيْرَاتِ وَهُمْ لَهَا سَابِقُونَ ﴿٦٢﴾

৬৩) আৰু আমি মানৱ-আত্মাৰ প্ৰতি সিমান-খিনিয়ে দায়িত্ব অৰ্পণ কৰোঁ যিমানখিনি তাৰ সাধ্যৰ সীমাৰ ভিতৰত: আৰু আমাৰ ওচৰত থাকে এনেখন লিপি যি (মানৱৰ কাৰ্য্যাৱলী সম্বন্ধে) সত্য কথাহে প্ৰকাশ কৰে: কিয়নো সেই আত্মাসমূহৰ প্ৰতি একো অন্যায় কৰা নহ'ব।

وَلَا نُكَلِّفُ نَفْسًا إِلَّا وُسْعَهَا وَلَدَيْنَا كِتَابٌ يَنْطِقُ بِالْحَقِّ وَهُمْ لَا يُظْلَمُونَ ﴿٦٣﴾

৬৪) নহয়; সেই (সত্য) সম্বন্ধে সিহঁতৰ (অবিশ্বাসীবিলাকৰ) অন্তৰসমূহ বিবুদ্ধি অৱস্থাত পৰি আছে, আৰু তদুপৰি বহুতো কুকৰ্ম্ম আছে যি সিহঁতে কৰি থাকে।

بَلْ قُلُوبُهُمْ فِي غَمْرَةٍ مِنْ هَٰذَا وَلَهُمْ أَعْمَالٌ مِنْ دُونِ ذَٰلِكَ هُمْ لَهَا عَامِلُونَ ﴿٦٣﴾

৬৫) কালক্ৰমে যেতিয়া সময় পাবহি, সিহঁতৰ মাজৰ যিবিলাকে সুখ-সম্পদ উপভোগ কৰিছিল সেইবিলাকক আমি শাস্তি দিবৰ কাৰণে ধৰিম; চোৱাঁ, তেতিয়া সিহঁতে আৰ্ত্তনাদ কৰিবলৈ আৰম্ভ কৰিব।

حَتَّىٰ إِذَا أَخَذْنَا مُتْرَفِيهِمْ بِالْعَذَابِ إِذَا هُمْ يَجْأَرُونَ ﴿٦٥﴾

لَا تَجْـَٔرُوا الْيَوْمَ ۖ إِنَّكُم مِّنَّا لَا تُنصَرُونَ ﴿٦٦﴾

৬৬) (আমি কম,) আজিৰ দিনা তোমালোকে আৰ্ত্তনাদ নকৰিবা, কিয়নো তোমালোকক আমাৰ ফালৰ পৰা নিশ্চয় কোনো প্ৰকাৰ সহায় কৰা নহ'ব।

قَدْ كَانَتْ ءَايَـٰتِى تُتْلَىٰ عَلَيْكُمْ فَكُنتُمْ عَلَىٰٓ أَعْقَـٰبِكُمْ تَنكِصُونَ ﴿٦٧﴾

৬৭) স্বৰূপতে ইতিপূৰ্ব্বে মোৰ আয়তসমূহ তোমালোকৰ আগত পাঠ কৰা হৈছিল, কিন্তু তোমালোকে পিছ হুইঁকি ঘূৰি গলা,

مُسْتَكْبِرِينَ بِهِۦ سَـٰمِرًا تَهْجُرُونَ ﴿٦٨﴾

৬৮) তাকে লৈ অহঙ্কাৰ কৰি, সেই সম্বন্ধে নিশা ৰংধেমালিৰ মেলত ফুচুৰি গল্প পাতিবলৈ মন কৰি।

أَفَلَمْ يَدَّبَّرُوا الْقَوْلَ أَمْ جَآءَهُم مَّا لَمْ يَأْتِ ءَابَآءَهُمُ الْأَوَّلِينَ ﴿٦٩﴾

৬৯) কি! এই (কোৰ্-আনৰ) বাণী সম্বন্ধে সিহঁত (ধীৰ হৈ) চিন্তা নকৰে নে? নাইবা সিহঁতলৈ এনে (আচৰিত) কথা আহিছে নে যি সিহঁতৰ পূৰ্ব্বপুৰুষবিলাকলৈ অহা নাছিল?

أَمْ لَمْ يَعْرِفُوا رَسُولَهُمْ فَهُمْ لَهُۥ مُنكِرُونَ ﴿٧٠﴾

৭০) নাইবা, নিজ ৰচুলক সিহঁতে চিনি পোৱা নাই নে যে (আজি) তেওঁক সিহঁতে অস্বীকাৰ কৰিব লাগিছে?

أَمْ يَقُولُونَ بِهِۦ جِنَّةٌۢ ۚ بَلْ جَآءَهُم بِالْحَقِّ وَأَكْثَرُهُمْ لِلْحَقِّ كَـٰرِهُونَ ﴿٧١﴾

৭১) নাইবা, সিহঁতে তেওঁ বলিয়া হৈছে বুলি কয় নে? কেতিয়াও নহয়; বৰং তেওঁ সত্যৰ সৈতে সিহঁতৰ ওচৰলৈ আহিছে; কিন্তু সিহঁতৰ সৰহভাগৰ ওচৰত সত্য অপ্ৰীতিকৰ।

وَلَوِ اتَّبَعَ الْحَقُّ أَهْوَآءَهُمْ لَفَسَدَتِ السَّمَـٰوَٰتُ وَالْأَرْضُ وَمَن فِيهِنَّ ۚ بَلْ أَتَيْنَـٰهُم بِذِكْرِهِمْ فَهُمْ عَن ذِكْرِهِم مُّعْرِضُونَ ﴿٧٢﴾

৭২) আৰু সিহঁতৰ বৃথা বাঞ্ছাবোৰৰ অনুসৰণ সত্যই কৰা হলে নিশ্চয় আকাশমণ্ডলী আৰু পৃথিৱী আৰু উভয়ৰ মাজত যি আছে সকলো বিশৃঙ্খল হৈ পৰিলহেঁতেন। নহ'য়, (প্ৰকৃত কথা এই), আমি সিহঁতৰেই (মঙ্গলৰ) নিমিত্তে সৎ উপদেশ আনিছোঁ, কিন্তু সিহঁত সিহঁতলৈ অহা সৎ উপদেশৰ পৰা মুখ ঘূৰাই উলটি যায়।

৭৩) তুমি কি সিহঁতৰ পৰা (নিজ কাৰ্য্যৰ) প্ৰতিদান বিচাৰিছা? অথচ যি প্ৰতিদান তোমাৰ প্ৰভুৱে দিব সি অতি উত্তম; আৰু শ্ৰেষ্ঠ জীৱিকা দান কৰোঁতা তেৱেঁই।

أَمْ تَسْـَٔلُهُمْ خَرْجًا فَخَرَاجُ رَبِّكَ خَيْرٌ ۖ وَّهُوَ خَيْرُ الرّٰزِقِيْنَ ۝٧٣

৭৪) আৰু ইয়াত কোনো সন্দেহ নাই, প্ৰকৃততে তুমি সিহঁতক আহ্বান কৰিছা পোন বাটৰ ফালে।

وَاِنَّكَ لَتَدْعُوْهُمْ اِلٰى صِرَاطٍ مُّسْتَقِيْمٍ ۝٧٤

৭৫) আৰু বাস্তৱতে যিবিলাকে পৰলোকৰ জীৱনত বিশ্বাস নকৰে, সিহঁত নিশ্চয় সজ বাটৰ পৰা বহু দূৰ আঁতৰি গৈছে।

وَاِنَّ الَّذِيْنَ لَا يُؤْمِنُوْنَ بِالْاٰخِرَةِ عَنِ الصِّرَاطِ لَنٰكِبُوْنَ ۝٧٥

৭৬) আৰু যদিও আমি সিহঁতৰ প্ৰতি (অধিক) কৰুণা বৰ্ষণ কৰোঁ, আৰু যি ক্লেশ-কষ্টত সিহঁতে পৰি আছে তাৰ পৰা সিহঁতক উদ্ধাৰো কৰোঁ, সিহঁতে নিজ অবাধ্যতাত নেৰা-নেপেৰাকৈ লাগি থাকি অন্ধৰ দৰে খেপিয়াই ফুৰিব।

وَلَوْ رَحِمْنٰهُمْ وَكَشَفْنَا مَا بِهِمْ مِّنْ ضُرٍّ لَّلَجُّوْا فِيْ طُغْيَانِهِمْ يَعْمَهُوْنَ ۝٧٦

৭৭) আৰু স্বৰূপতে আমি সিহঁতক শাস্তিৰ কাৰণে ধৰিলোঁ; তথাপি সিহঁত নিজ প্ৰভুৰ সম্মুখত হীন হোৱা নাছিল, আৰু সবিনয়ে প্ৰাৰ্থনাও কৰা নাছিল;

وَلَقَدْ اَخَذْنٰهُمْ بِالْعَذَابِ فَمَا اسْتَكَانُوْا لِرَبِّهِمْ وَمَا يَتَضَرَّعُوْنَ ۝٧٧

৭৮) সৰ্ব্বশেষত এনে সময় পাবহি যেতিয়া আমি সিহঁতৰ প্ৰতি কঠোৰ শাস্তিৰ দুৱাৰ মুকলি কৰিম; চোৱাঁ তাতে সিহঁত হতাশ হৈ পৰি থাকিব।

حَتّٰٓى اِذَا فَتَحْنَا عَلَيْهِمْ بَابًا ذَا عَذَابٍ شَدِيْدٍ اِذَا هُمْ فِيْهِ مُبْلِسُوْنَ ۝٧٨

৭৯) আৰু তোমালোকৰ নিমিত্তে তেৱেঁই সৃজন কৰিছে কাণ (শুনিবলৈ), আৰু চকু (দেখিবলৈ), আৰু হৃদয় (চিন্তা কৰিবলৈ); তোমালোকে নিচেই অলপহে (তেওঁৰ) শলাগ লোৱা।

وَهُوَ الَّذِيْٓ اَنْشَاَ لَكُمُ السَّمْعَ وَالْاَبْصَارَ وَالْاَفْـِٕدَةَ ۗ قَلِيْلًا مَّا تَشْكُرُوْنَ ۝٧٩

৮০) আৰু তেৱেঁই (সংখ্যা বৃদ্ধি কৰি) তোমালোকক সমগ্ৰ পৃথিৱীত ব্যাপ্ত কৰিছে; আৰু তেওঁৰেই সম্মুখত তোমালোকক একেলগ কৰি নিয়া হ'ব।

وَهُوَ الَّذِيْ ذَرَاَكُمْ فِي الْاَرْضِ وَاِلَيْهِ تُحْشَرُوْنَ ۝٨٠

৮১) আৰু তেৱেঁই জীৱন দান কৰে, আৰু সংহাৰো তেৱেঁই কৰে; আৰু নিশা আৰু দিনৰ অনুবৰ্ত্তন তেওঁৰ ক্ষমতাৰ অধীন; কি তোমালোকৰ বোধশক্তি নাই নে?

وَهُوَ الَّذِي يُحْيِ وَيُمِيتُ وَلَهُ اخْتِلَافُ الَّيْلِ وَ النَّهَارِ ۚ أَفَلَا تَعْقِلُونَ ﴿٨١﴾

৮২) নহয়, কথা এই, পূৰ্ব্বগামীবিলাকে যি কৈছিল সিহঁতেও সেইদৰেই কয়।

بَلْ قَالُوا مِثْلَ مَا قَالَ الْأَوَّلُونَ ﴿٨٢﴾

৮৩) সিহঁতে কয়, আমাৰ মৃত্যু হোৱাৰ, আৰু আমি মাটি আৰু অস্থিত পৰিণত হোৱাৰ পাছত, সঁচাকৈয়ে আমাক পুনৰায় উত্থাপন কৰা হ'ব নে?

قَالُوا أَإِذَا مِتْنَا وَكُنَّا تُرَابًا وَعِظَامًا أَإِنَّا لَمَبْعُوثُونَ ﴿٨٣﴾

৮৪) স্বৰূপতে আমাক এনে অঙ্গীকাৰ দিয়া হৈছে, আৰু পূৰ্ব্বে আমাৰ পিতৃপুৰুষসকলকো দিয়া হৈছিল; এনে কথা প্ৰাচীনবিলাকৰ উপাখ্যান মাথোন।

لَقَدْ وُعِدْنَا نَحْنُ وَآبَاؤُنَا هَٰذَا مِن قَبْلُ إِنْ هَٰذَا إِلَّا أَسَاطِيرُ الْأَوَّلِينَ ﴿٨٤﴾

৮৫) (হে ৰছুল, সিহঁতক) সোধাঁ, পৃথিৱীৰ ওপৰত আৰু তাত থকা সকলোৰে ওপৰত কাৰ ক্ষমতা চলে? যদি তোমালোকে জানা, (কোৱাঁ)।

قُل لِّمَنِ الْأَرْضُ وَمَن فِيهَا إِن كُنتُمْ تَعْلَمُونَ ﴿٨٥﴾

৮৬) সিহঁতে ততালিকে উত্তৰ দিব, আল্লাৰেই ক্ষমতা চলে। তুমি কোৱাঁ, তথাপি তোমালোকে উপদেশ গ্ৰহণ নকৰিবা নে?

سَيَقُولُونَ لِلَّهِ ۚ قُلْ أَفَلَا تَذَكَّرُونَ ﴿٨٦﴾

৮৭) তুমি (আকৌ) প্ৰশ্ন কৰাঁ, সাতোখন আকাশৰ গৰাকী কোন? আৰু মহান সিংহাসনৰ অধীশ্বৰ কোন?

قُلْ مَن رَّبُّ السَّمَاوَاتِ السَّبْعِ وَرَبُّ الْعَرْشِ الْعَظِيمِ ﴿٨٧﴾

৮৮) সিহঁতে থিতাতে উত্তৰ দিব, সকলোৰে আধিপত্য আল্লাৰ। তুমি কোৱাঁ, সেয়ে যদি হয়, তোমালোকে আল্লাৰ ভয় নাৰাখিবা নে?

سَيَقُولُونَ لِلَّهِ ۚ قُلْ أَفَلَا تَتَّقُونَ ﴿٨٨﴾

৮৯) তুমি কোৱাঁ, যদি তোমালোকে জানা, এই

قُلْ مَن بِيَدِهِ مَلَكُوتُ كُلِّ شَيْءٍ وَهُوَ يُجِيرُ وَلَا

প্ৰশ্নৰ উত্তৰ দিয়াঁ, সকলো বিষয়ৰ শাসন আছে কাৰ হাতত ? আৰু (এই কথা আমাৰ সঁচা নহয় নে) তেৱেঁই সকলোকে আশ্ৰয় দান কৰে, কিন্তু তেওঁক কেতিয়াও আশ্ৰয় দিয়া নহয় ?

يُجَارُ عَلَيْهِ إِنْ كُنْتُمْ تَعْلَمُونَ ﴿٨٩﴾

৯০) সিহঁতে ততালিকে উত্তৰ দিব, (ৰাজ্য-শাসন) আল্লাৰ হাতত। তুমি কোৱাঁ, সেয়ে যদি সত্য, তোমালোকক কিহে বুদ্ধিহাৰা কৰিছে ?

سَيَقُولُونَ لِلَّهِ قُلْ فَأَنَّى تُسْحَرُونَ ﴿٩٠﴾

৯১) প্ৰকৃত কথা এই, সিহঁতৰ আগত আমি নিজেই সত্য উপস্থিত কৰিছোঁ; কিন্তু ইয়াত কোনো সন্দেহ নাই, সঁচাকৈয়ে সিহঁতে সেই সত্য মিছা বুলি পৰিহাৰ কৰিছে।

بَلْ أَتَيْنَاهُمْ بِالْحَقِّ وَإِنَّهُمْ لَكَاذِبُونَ ﴿٩١﴾

৯২) আল্লাই কোনো এজনকে নিজৰ সন্তানৰূপে গ্ৰহণ কৰা নাই; আৰু তেওঁৰ সঙ্গীৰূপে আন কোনো উপাস্য নাই। তেনে উপাস্য থকা হলে, উপাস্য একোজনে যি সৃজন কৰিছে তাকে নিজৰ বুলি পৃথক কৰিলেহেঁতেন; আৰু নিশ্চয় ইজনে সিজনৰ ওপৰত প্ৰাবল্য লাভ কৰিবলৈ যত্ন কৰিলেহেঁতেন। (চোৱাঁ,) সিহঁতে (আল্লাৰ সম্বন্ধে) যি বৰ্ণনা কৰে সেই বিষয়ে আল্লা পৰম পৱিত্ৰ।

مَا اتَّخَذَ اللَّهُ مِنْ وَلَدٍ وَمَا كَانَ مَعَهُ مِنْ إِلَٰهٍ إِذًا لَذَهَبَ كُلُّ إِلَٰهٍ بِمَا خَلَقَ وَلَعَلَا بَعْضُهُمْ عَلَىٰ بَعْضٍ سُبْحَانَ اللَّهِ عَمَّا يَصِفُونَ ﴿٩٢﴾

৯৩) তেওঁ অদৃশ্য আৰু দৃশ্যৰ জ্ঞাতা; গতিকে যিহকে সিহঁতে আল্লাৰ সমানে উপাস্য পাতে তাতোকৈ তেওঁ অনেক ওখত।

عَالِمِ الْغَيْبِ وَالشَّهَادَةِ فَتَعَالَىٰ عَمَّا يُشْرِكُونَ ﴿٩٣﴾

৯৪) (হে মহম্মদ,) তুমি কোৱাঁ, হে মোৰ প্ৰভু সিহঁতক যি (শাস্তিৰ) অঙ্গীকাৰ কৰা হৈছে তাকে তুমি যদি মোক (মই জীয়াই থাকোঁতে) দেখিবলৈ দিয়া,

قُلْ رَبِّ إِمَّا تُرِيَنِّي مَا يُوعَدُونَ ﴿٩٤﴾

৯৫) তেন্তে, হে মোৰ প্ৰভু, তুমি যেন মোক (শাস্তিৰ ভাজন) অন্যায়কাৰীবিলাকৰ দলভুক্ত নকৰা;

رَبِّ فَلَا تَجْعَلْنِي فِي الْقَوْمِ الظَّالِمِينَ ﴿٩٥﴾

৯৬) যদিও সিহঁতক যি (শাস্তি দিবলৈ) আমি অঙ্গীকাৰ কৰিছিলোঁ তাকে তোমাক (তোমাৰ জীৱনতেই) দেখুৱাবলৈ আমি নিশ্চয় সক্ষম।

وَاِنَّا عَلٰٓى اَنْ نُّرِيَكَ مَا نَعِدُهُمْ لَقٰدِرُوْنَ ﴿٩٥﴾

৯৭) যি কাৰ্য্য অতি নিকৃষ্ট তাকে নিবাৰণ কৰাঁ এনেকাৰ্য্যৰদবাৰা যি অতি উৎকৃষ্ট ; (তোমাৰ প্ৰতি) সিহঁতে যিবোৰ কথা আৰোপ কৰে আমি সেই সম্বন্ধে পৰিজ্ঞাত।

اِدْفَعْ بِالَّتِيْ هِيَ اَحْسَنُ السَّيِّئَةَ ؕ نَحْنُ اَعْلَمُ بِمَا يَصِفُوْنَ ﴿٩٦﴾

৯৮) আৰু তুমি প্ৰাৰ্থনা কৰাঁ, হে মোৰ প্ৰভু, শ্বয়তানবিলাকৰ কু-প্ৰেৰণাসমূহৰ পৰা মই তোমাৰেই আশ্ৰয় বিচাৰিছোঁ ;

وَقُلْ رَّبِّ اَعُوْذُ بِكَ مِنْ هَمَزٰتِ الشَّيٰطِيْنِ ﴿٩٧﴾

৯৯) আৰু ইয়াৰ কাৰণেও মই তোমাৰ আশ্ৰয় বিচাৰিছোঁ, শ্বয়তানবিলাকে যেন মোৰ ওচৰ নাচাপেহি।

وَاَعُوْذُ بِكَ رَبِّ اَنْ يَّحْضُرُوْنِ ﴿٩٨﴾

১০০) কালক্ৰমে এনে সময় আহিব যেতিয়া সিহঁতৰ কোনো এজনৰ সম্মুখত মৃত্যু উপস্থিত হ'লে সেইজনে, ক'ব, হে মোৰ প্ৰভু, মোক (পাৰ্থিৱ জীৱনলৈ) ওলটাই পঠোৱাঁ ;

حَتّٰٓى اِذَا جَآءَ اَحَدَهُمُ الْمَوْتُ قَالَ رَبِّ ارْجِعُوْنِ ﴿٩٩﴾

১০১) সম্ভৱতঃ যি সুযোগ (পৃথিৱীত) এৰি আহিছোঁ আকৌ যেন তাকে ধৰি মই সজ কাম কৰিব পাৰোঁ। (তেওঁ ক'ব) এনে হ'ব নোৱাৰে ; সি যি কৈছে ই তাৰ (মুখৰ) কথা মাত্ৰ, কিয়নো সিহঁতৰ (মৃত্যুৰ পিছত) যিদিনা সিহঁতৰ পুনৰুত্থান হ'ব সেই দিনালৈকে মাজতে থাকিব এখন আঁৰ-বেৰ।

لَعَلِّيْٓ اَعْمَلُ صَالِحًا فِيْمَا تَرَكْتُ كَلَّا ؕ اِنَّهَا كَلِمَةٌ هُوَ قَآئِلُهَا ؕ وَمِنْ وَّرَآئِهِمْ بَرْزَخٌ اِلٰى يَوْمِ يُبْعَثُوْنَ ﴿١٠٠﴾

১০২) অৱশেষত যিদিনা শিঙ্গাত ফু দিয়া হ'ব সেইদিনা সিহঁতৰ মাজত আত্মীয়তাৰ একো সম্বন্ধ নাথাকিব, আৰু ইজনে সিজনৰ বিষয়ে সোধ-পোছো নকৰিব।

فَاِذَا نُفِخَ فِي الصُّوْرِ فَلَآ اَنْسَابَ بَيْنَهُمْ يَوْمَئِذٍ وَّلَا يَتَسَآءَلُوْنَ ﴿١٠١﴾

১০৩) তেতিয়া যিসকলৰ সজ কামৰ ওজন গধুৰ হ'ব সেইসকল হ'ব সফল-মনোৰথ ;

فَمَنْ ثَقُلَتْ مَوَازِيْنُهٗ فَاُولٰٓئِكَ هُمُ الْمُفْلِحُوْنَ ۝١٠٣

১০৪) কিন্তু যিবিলাকৰ সজ কামৰ ওজন লঘু হ'ব, সিহঁতে নিজৰ আত্মাৰেই অনিষ্ট সাধন কৰিব, নৰকতে স্থায়ীৰূপে বাস কৰি।

وَمَنْ خَفَّتْ مَوَازِيْنُهٗ فَاُولٰٓئِكَ الَّذِيْنَ خَسِرُوْٓا اَنْفُسَهُمْ فِيْ جَهَنَّمَ خٰلِدُوْنَ ۝١٠٤

১০৫) অগ্নিয়ে সিহঁতৰ মুখবোৰ পুৰি ক্ষত-বিক্ষত কৰিব, আৰু নৰকতে সিহঁতৰ মুখ ভেঙ্গুৰা হৈ পৰিব।

تَلْفَحُ وُجُوْهَهُمُ النَّارُ وَهُمْ فِيْهَا كٰلِحُوْنَ ۝١٠٥

১০৬) (সিহঁতক কোৱা হ'ব,) মোৰ আয়তসমূহ তোমালোকৰ আগত পাঠ কৰা হোৱা নাছিল নে, আৰু সেইবোৰকে তোমালোকে মিছা বুলি অগ্ৰাহ্য কৰিছিলা ?

اَلَمْ تَكُنْ اٰيٰتِيْ تُتْلٰى عَلَيْكُمْ فَكُنْتُمْ بِهَا تُكَذِّبُوْنَ ۝١٠٦

১০৭) সিহঁতে ক'ব, হে আমাৰ প্ৰভু, আমাক নিজৰে দুৰ্ভাগ্যাই পৰাক্ৰম কৰিলে, আৰু (ফলত) আমি এটা বিভ্ৰান্ত জাতি হৈ পৰিলোঁ।

قَالُوْا رَبَّنَا غَلَبَتْ عَلَيْنَا شِقْوَتُنَا وَكُنَّا قَوْمًا ضَآلِّيْنَ ۝١٠٧

১০৮) হে আমাৰ প্ৰভু, এই নৰকৰ পৰা তুমি আমাক বাহিৰলৈ উলিয়াই নিয়া ; তাৰ পিছতো যদি আমি পাপৰ পিনে উভতি যাওঁ তেন্তে নিঃসন্দেহে আমি অন্যায়কাৰী হ'ম।

رَبَّنَآ اَخْرِجْنَا مِنْهَا فَاِنْ عُدْنَا فَاِنَّا ظٰلِمُوْنَ ۝١٠٨

১০৯) আল্লাই আদেশ দিব, তোমালোক নৰকতে সোমাই থাকাঁ, আৰু মোৰ সৈতে কোনো কথাকে নাপাতিবা।

قَالَ اخْسَئُوْا فِيْهَا وَلَا تُكَلِّمُوْنِ ۝١٠٩

১১০) প্ৰকৃততে মোৰ ভৃত্যবিলাকৰ মাজত এনে এক শ্ৰেণী লোক আছিল যিসকলে অনবৰত এই প্ৰাৰ্থনা কৰিছিল, হে আমাৰ প্ৰভু, আমি বিশ্বাস স্থাপন কৰিলোঁ ; এতেকে তুমি আমাক ক্ষমাদান কৰাঁ, আৰু আমাৰ প্ৰতি কৰুণা প্ৰদৰ্শন কৰাঁ,

اِنَّهٗ كَانَ فَرِيْقٌ مِّنْ عِبَادِيْ يَقُوْلُوْنَ رَبَّنَآ اٰمَنَّا

فَاغْفِرْ لَنَا وَارْحَمْنَا وَاَنْتَ خَيْرُ الرّٰحِمِيْنَ ۝١٠٩

কিয়নো কৰুণা প্ৰদৰ্শন কৰোঁতাসকলৰ মাজত তুমিয়ে সকলোতকৈ শ্ৰেষ্ঠ।

فَاتَّخَذْتُمُوْهُمْ سِخْرِيًّا حَتّٰى اَنْسَوْكُمْ ذِكْرِيْ وَكُنْتُمْ مِّنْهُمْ تَضْحَكُوْنَ ۝١١٠

১১১) কিন্তু এনে (পুণ্যবান) লোকসকলৰ সৈতে তোমালোকে পৰিহাস কৰিব ধৰিলা; (আৰু) সেই কামতে মগ্ন থাকি মোক স্মৰণ কৰিবলৈ পাহৰিলা আৰু তেওঁলোকক ধেমালিতে তাচ্ছিল্য কৰি আছিলা।

اِنِّيْ جَزَيْتُهُمُ الْيَوْمَ بِمَا صَبَرُوْٓا اَنَّهُمْ هُمُ الْفَآئِزُوْنَ ۝١١١

১১২) তেওঁলোকে ধৈৰ্য্য ধাৰণ কৰিছিল দেখি আজিৰ দিনা আমি তেওঁলোকক (যথেষ্ট) প্ৰতিদান দিম, তেওঁলোক যেন সফলকাম হয়।

قٰلَ كَمْ لَبِثْتُمْ فِي الْاَرْضِ عَدَدَ سِنِيْنَ ۝١١٢

১১৩) তেওঁ প্ৰশ্ন কৰিব, তোমালোক সংখ্যাত কেই বছৰমান পৃথিৱীত অৱস্থান কৰিছিলা (জানা নে)?

قَالُوْا لَبِثْنَا يَوْمًا اَوْ بَعْضَ يَوْمٍ فَسْـَٔلِ الْعَآدِّيْنَ ۝١١٣

১১৪) সিহঁতে উত্তৰ দিব, (বোধ হয়) আমি এদিনহে অৱস্থান কৰিছিলোঁ, নাইবা এদিনৰো এভাগ মাত্ৰ; কিন্তু যিবিলাকৰ লেখ ৰখাৰ কাম সিহঁতকো সুধি চোৱাঁ।

قٰلَ اِنْ لَّبِثْتُمْ اِلَّا قَلِيْلًا لَّوْ اَنَّكُمْ كُنْتُمْ تَعْلَمُوْنَ ۝١١٤

১১৫) তেওঁ ক'ব, তোমালোকে অলপ সময়হে (পৃথিৱীত) অৱস্থান কৰিছিলা; হায়! যদি তোমালোকে তাকে বুজি পোৱাহেঁতেন!

اَفَحَسِبْتُمْ اَنَّمَا خَلَقْنٰكُمْ عَبَثًا وَّاَنَّكُمْ اِلَيْنَا لَا تُرْجَعُوْنَ ۝١١٥

১১৬) তোমালোকে ইয়াকে ভাবিছিলা নে, আমি তোমালোকক বিনা উদ্দেশ্যে সৃষ্টি কৰিছিলোঁ, আৰু আমাৰ ওচৰলৈ তোমালোকৰ কেতিয়াও প্ৰত্যাবৰ্ত্তন নহ'ব?

فَتَعٰلَى اللّٰهُ الْمَلِكُ الْحَقُّ لَآ اِلٰهَ اِلَّا هُوَ رَبُّ الْعَرْشِ الْكَرِيْمِ ۝١١٦

১১৭) গতিকে আল্লা অতি মহান, ৰাজত্বৰ গৰাকী, পৰম সত্য, তেওঁত ভিন্ন আন উপাস্য নাই; তেৱেঁই সম্মানিত সিংহাসনৰ অধীশ্বৰ।

১১৮) আৰু যেয়ে আল্লাৰ সঙ্গী পাতি আন উপাস্যক আহ্বান কৰে, যাৰ বিষয়ে কোনো প্ৰমাণ অৱতীৰ্ণ হোৱা নাই, তাৰ হিচাব-নিকাচ তাৰ প্ৰভুৰ ওচৰত মাথোন; অবিশ্বাসীবিলাক কেতিয়াও সাৰ্থক হ'ব নোৱাৰে, ই সুনিশ্চিত কথা।

وَمَنْ يَّدْعُ مَعَ اللّٰهِ اِلٰهًا اٰخَرَ لَا بُرْهَانَ لَهٗ بِهٖ فَاِنَّمَا حِسَابُهٗ عِنْدَ رَبِّهٖ اِنَّهٗ لَا يُفْلِحُ الْكٰفِرُوْنَ ﴿١١٧﴾

১১৯) আৰু (হে মহম্মদ,) তুমি প্ৰাৰ্থনা কৰাঁ ঃ হে মোৰ প্ৰভু, তুমি (মোক) ক্ষমা দান কৰাঁ, আৰু (মোৰ প্ৰতি) কৰুণা প্ৰদৰ্শন কৰাঁ; আৰু দয়ালুসকলৰ মাজত তুমিয়ে সৰ্ব্বশ্ৰেষ্ঠ।

وَقُلْ رَّبِّ اغْفِرْ وَارْحَمْ وَاَنْتَ خَيْرُ الرّٰحِمِيْنَ ﴿١١٨﴾

Part 18 Chapter 24




চুৰা ২৪ AL-NUR

## আল্-নুৰ ঃ জ্যোতি

মদিনাত অৱতীৰ্ণ

১) পৰম কৰুণাময়, পৰম দানশীল আল্লাৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ﴿١﴾

২) ই এটা চুৰা যি (হে মহম্মদ, তোমাৰ প্ৰতি) আমি অৱতীৰ্ণ কৰিছোঁ, আৰু যাৰ (আদেশসমূহ) কৰ্ত্তব্য-বিধায়ক কৰিছোঁ; আৰু তাৰে মাজত আমি নমাইছোঁ সুস্পষ্ট নিদৰ্শনসমূহ, - যাতে তোমালোকে উপদেশ গ্ৰহণ কৰিব পাৰা।

سُوْرَةٌ اَنْزَلْنٰهَا وَفَرَضْنٰهَا وَاَنْزَلْنَا فِيْهَاۤ اٰيٰتٍۭ بَيِّنٰتٍ لَّعَلَّكُمْ تَذَكَّرُوْنَ ﴿٢﴾

৩) ব্যভিচাৰিণী আৰু ব্যভিচাৰী উভয়ৰ প্ৰত্যেককে বেতৰ এশকোব মাৰিবা, আল্লাৰ ধৰ্ম্ম-বিধান পালন কৰাৰ পৰা সিহঁতৰ মৰমে যেন তোমালোকক বিৰত নকৰে, যদিহে তোমালোকে আল্লাত আৰু পৰকালত বিশ্বাস স্থাপন কৰিছা, আৰু বিশ্বাসীসকলৰ এদলে যেন সিহঁতৰ সেই শাস্তি উপস্থিত থাকি লক্ষ্য কৰে।

اَلزَّانِيَةُ وَالزَّانِيْ فَاجْلِدُوْا كُلَّ وَاحِدٍ مِّنْهُمَا مِائَةَ جَلْدَةٍ وَّلَا تَاْخُذْكُمْ بِهِمَا رَاْفَةٌ فِيْ دِيْنِ اللّٰهِ اِنْ كُنْتُمْ تُؤْمِنُوْنَ بِاللّٰهِ وَالْيَوْمِ الْاٰخِرِ وَلْيَشْهَدْ عَذَابَهُمَا طَآئِفَةٌ مِّنَ الْمُؤْمِنِيْنَ ﴿٣﴾

৪) (এই বিধান কৰা হ'ল,) ব্যভিচাৰীয়ে

اَلزَّانِيْ لَا يَنْكِحُ اِلَّا زَانِيَةً اَوْ مُشْرِكَةً وَّالزَّانِيَةُ

لَا يَنْكِحُهَآ اِلَّا زَانٍ اَوْ مُشْرِكٌ ۚ وَحُرِّمَ ذٰلِكَ عَلَى الْمُؤْمِنِيْنَ ﴿٣﴾

ব্যভিচাৰিণী নাইবা অংশীবাদিনীত ভিন্ন (সতী তিৰোতাক) বিয়া কৰাব নোৱাৰে; আৰু ব্যভিচাৰিণীকো ব্যভিচাৰী নাইবা অংশীবাদীত ভিন্ন আন পুৰুষে বিয়া কৰাব নোৱাৰে; এনে বিবাহ-সম্বন্ধ বিশ্বাসীসকলৰ কাৰণে অবৈধ কৰা হ'ল।

وَالَّذِيْنَ يَرْمُوْنَ الْمُحْصَنٰتِ ثُمَّ لَمْ يَأْتُوْا بِاَرْبَعَةِ شُهَدَآءَ فَاجْلِدُوْهُمْ ثَمٰنِيْنَ جَلْدَةً وَّلَا تَقْبَلُوْا لَهُمْ شَهَادَةً اَبَدًا ۚ وَاُولٰٓئِكَ هُمُ الْفٰسِقُوْنَ ﴿٤﴾

৪) আৰু যিবিলাকে সতী তিৰোতাবিলাকৰ (চৰিত্ৰ) সম্বন্ধে মিছা অপবাদ ৰটায়, আৰু (সেই সম্বন্ধে) চাৰিজন সাক্ষীও উপস্থিত কৰিব নোৱাৰে, সিহঁতৰ প্ৰতিজনকে আশি কোব বেত মাৰিবা; তদুপৰি আগলৈ কেতিয়াও সিহঁতৰ সাক্ষী গ্ৰহণ নকৰিবা; এনেবিলাকেই হৈছে সীমালঙ্ঘনকাৰী;—

اِلَّا الَّذِيْنَ تَابُوْا مِنْۢ بَعْدِ ذٰلِكَ وَاَصْلَحُوْا ۚ فَاِنَّ اللّٰهَ غَفُوْرٌ رَّحِيْمٌ ﴿٥﴾

৫) সেইবিলাকক এৰি যিবিলাকে এনে কাম কৰাৰ পাছত অনুশোচনা কৰে আৰু আত্ম-সংশোধন কৰে; তেনে অৱস্থাত আল্লা নিশ্চয় শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দয়াবান।

وَالَّذِيْنَ يَرْمُوْنَ اَزْوَاجَهُمْ وَلَمْ يَكُنْ لَّهُمْ شُهَدَآءُ اِلَّآ اَنْفُسُهُمْ فَشَهَادَةُ اَحَدِهِمْ اَرْبَعُ شَهٰدٰتٍۭ بِاللّٰهِ ۙ اِنَّهٗ لَمِنَ الصّٰدِقِيْنَ ﴿٦﴾

৬) আৰু যিবিলাকে নিজ পত্নীবিলাকৰ (চৰিত্ৰ) সম্বন্ধে মিছা অপবাদ ৰটায়, আৰু নিজৰ বাহিৰে সিহঁতৰ আন কোনো সাক্ষী নোলায়, সিহঁতৰ এজনৰ সাক্ষ্যদান এইৰূপঃ সি চাৰিবাৰ আল্লাৰ শপত খাই এই বুলি ক'ব, সি নিশ্চয় অপবাদ দিয়াত সত্যবাদী।

وَالْخَامِسَةُ اَنَّ لَعْنَتَ اللّٰهِ عَلَيْهِ اِنْ كَانَ مِنَ الْكٰذِبِيْنَ ﴿٧﴾

৭) আৰু পঞ্চম বাৰ (শপত খাই) এইদৰে ক'ব, যদি সি মিছা অপবাদ দিছে তেন্তে তাৰ ওপৰত পৰিব আল্লাৰ অভিসম্পাত।

وَيَدْرَؤُا عَنْهَا الْعَذَابَ اَنْ تَشْهَدَ اَرْبَعَ شَهٰدٰتٍۭ بِاللّٰهِ ۙ اِنَّهٗ لَمِنَ الْكٰذِبِيْنَ ﴿٨﴾

৮) আৰু সেই পত্নীয়ে চাৰিবাৰ আল্লাৰ শপত খাই যদি এই বুলি কয়, তাইৰ পতি (অপবাদ দিয়াত) নিশ্চয়, একেবাৰে মিথ্যাবাদী, ই তাইৰ পৰা শাস্তি আঁতৰাই নিব।

وَالْخَامِسَةَ اَنَّ غَضَبَ اللّٰهِ عَلَيْهَآ اِنْ كَانَ مِنَ الصّٰدِقِيْنَ ⑩

১০) আৰু পঞ্চম বাৰ (শপত খাই) এইদৰে ক'ব, যদি তাইৰ পতি (অপবাদ দিয়াত) সত্যবাদী তেন্তে তাইৰ ওপৰত পৰিব আল্লাৰ ক্ৰোধ।

وَلَوْلَا فَضْلُ اللّٰهِ عَلَيْكُمْ وَرَحْمَتُهٗ وَاَنَّ اللّٰهَ تَوَّابٌ حَكِيْمٌ ⑪

১১) আৰু তোমালোকৰ প্ৰতি আল্লাৰ কৃপা আৰু তেওঁৰ কৰুণা নোহোৱা হ'লে (তোমালোকৰ সৰ্ব্বনাশ ঘটিল হেতেঁন ;) আৰু কোনো সন্দেহ নাই আল্লা শ্ৰেষ্ঠ কৃপাদৃষ্টি কৰোঁতা, মহাজ্ঞানী।

اِنَّ الَّذِيْنَ جَآءُوْ بِالْاِفْكِ عُصْبَةٌ مِّنْكُمْ لَا تَحْسَبُوْهُ شَرًّا لَّكُمْ بَلْ هُوَ خَيْرٌ لَّكُمْ لِكُلِّ امْرِئٍ مِّنْهُمْ مَّا اكْتَسَبَ مِنَ الْاِثْمِ وَالَّذِيْ تَوَلّٰى كِبْرَهٗ مِنْهُمْ لَهٗ عَذَابٌ عَظِيْمٌ ⑫

১২) বাস্তৱতে যিবিলাকে অলীক অপবাদ সাজি (বিবি 'আয়েশ্বাক) দুৰ্নাম কৰিছিল সিহঁত তোমালোকৰ মাজৰেই এদল ; এই ধৰণৰ অপবাদ প্ৰচাৰ তোমালোকৰ নিমিত্তে অপকাৰী বুলি বোধ নকৰিবা ; বৰং ই তোমালোকৰ নিমিত্তে উপকাৰী হে। সিহঁতৰ মাজৰ একোজনে যি পাপ অৰ্জ্জন কৰিছে সি তাৰ প্ৰতিফল পাব ; আৰু সিহঁতৰ মাজৰ যিজনে এনে কুকাৰ্য্যত প্ৰধান অংশ গ্ৰহণ কৰিছিল সেইজনে ভোগ কৰিব গুৰুতৰ শাস্তি।

لَوْلَآ اِذْ سَمِعْتُمُوْهُ ظَنَّ الْمُؤْمِنُوْنَ وَالْمُؤْمِنٰتُ بِاَنْفُسِهِمْ خَيْرًا وَّقَالُوْا هٰذَآ اِفْكٌ مُّبِيْنٌ ⑬

১৩) সেই অলীক অপবাদ যেতিয়া তোমালোকৰ কাণত পৰিল, বিশ্বাসী আৰু বিশ্বাসিনীসকলে নিজ দলৰে মানুহৰ সম্বন্ধে কিয় ভাল ধাৰণা নকৰিলে, আৰু (শুনা মাত্ৰ) এইদৰে নক'লে, এনে অপবাদ দেখাতেই মিছা ?

لَوْلَا جَآءُوْ عَلَيْهِ بِاَرْبَعَةِ شُهَدَآءَ فَاِذْ لَمْ يَاْتُوْا بِالشُّهَدَآءِ فَاُولٰٓئِكَ عِنْدَ اللّٰهِ هُمُ الْكٰذِبُوْنَ ⑭

১৪) সিহঁতে এই অভিযোগ (সঁচা বুলি) প্ৰমাণ কৰিবলৈ কিয় চাৰিজন সাক্ষী উপস্থিত নকৰিলে ? গতিকে যিহেতু সিহঁতে সাক্ষী উপস্থিত কৰা নাই আল্লাৰ ওচৰত সিহঁত স্বয়ং মিথ্যাবাদী।

وَلَوْلَا فَضْلُ اللّٰهِ عَلَيْكُمْ وَرَحْمَتُهٗ فِى الدُّنْيَا وَالْاٰخِرَةِ لَمَسَّكُمْ فِيْ مَآ اَفَضْتُمْ فِيْهِ عَذَابٌ عَظِيْمٌ ⑮

১৫) আৰু ইহকালত আৰু পৰকালত তোমালোকৰ প্ৰতি আল্লাৰ কৃপা আৰু তেওঁৰ কৰুণা নোহোৱা হলে তোমালোক যি অযথা আলোচনাত পৰিছিলা তাৰ বাবে তোমালোকক নিশ্চয় ডাঙৰ শাস্তিয়ে স্পৰ্শ কৰিলেহেঁতেন।

১৬) চোৱাঁ, এনে কথাকে তোমালোকে নিজৰ জিভাৰে উচ্চাৰণ কৰিছিলা, আৰু নিজ মুখেৰে সেই কথাৰ প্ৰচাৰ কৰিছিলা যি বিষয়ে (সত্য) জ্ঞান তোমালোকৰ সমূলি নাছিল। আৰু অলীক অপবাদ ৰটোৱা তোমালোকে সামান্য দোষ বুলি জ্ঞান কৰিছিলা, অথচ আল্লাৰ ওচৰত সি আছিল অত্যন্ত গুৰুতৰ ব্যাপাৰ।

إِذْ تَلَقَّوْنَهُ بِأَلْسِنَتِكُمْ وَتَقُولُونَ بِأَفْوَاهِكُمْ مَّا لَيْسَ لَكُمْ بِهِ عِلْمٌ وَتَحْسَبُونَهُ هَيِّنًا وَهُوَ عِنْدَ اللّٰهِ عَظِيمٌ ﴿١٦﴾

১৭) আৰু যেতিয়া তেনে অসৎ কথা তোমালোকৰ কাণত পৰিছিল তেতিয়াই এইদৰে নকলা কিয়, আমাৰ কাৰণে ই যুগুত নহয় যে এই কথা ইফালে সিফালে কৈ ফুৰোঁ? হে আল্লা,) তুমিয়ে পৰম পৱিত্ৰ! এনে মিছা অপবাদ কি গুৰুতৰ!

وَلَوْلَا إِذْ سَمِعْتُمُوهُ قُلْتُمْ مَّا يَكُونُ لَنَا أَنْ نَّتَكَلَّمَ بِهٰذَا سُبْحٰنَكَ هٰذَا بُهْتَانٌ عَظِيمٌ ﴿١٧﴾

১৮) তোমালোকক আল্লাই এই উপদেশ দিছে, তোমালোকে এনে (গৰ্হিত) কাৰ্য্যৰ পিনে আকৌ কেতিয়াও যেন ঘূৰি নাহা, যদিহে তোমালোক (যথাৰ্থতে) বিশ্বাসী।

يَعِظُكُمُ اللّٰهُ أَنْ تَعُودُوا لِمِثْلِهِ أَبَدًا إِنْ كُنْتُمْ مُّؤْمِنِينَ ﴿١٨﴾

১৯) আৰু আল্লাই তোমালোকৰ আগত নিদৰ্শনসমূহ ফট্‌ফটীয়াকৈ বৰ্ণনা কৰে; আৰু আল্লা সৰ্ব্বজ্ঞাতা, শ্ৰেষ্ঠ জ্ঞানী।

وَيُبَيِّنُ اللّٰهُ لَكُمُ الْاٰيٰتِ وَاللّٰهُ عَلِيمٌ حَكِيمٌ ﴿١٩﴾

২০) বাস্তৱিকতে যিবিলাকে ইয়াকে ভাল পায় যে বিশ্বাসীসকলৰ মাজত নিৰ্গত কথাৰ প্ৰচাৰ হয় সিহঁতে ভোগ কৰিব যন্ত্ৰণাদায়ক শাস্তি, ইহলোকত আৰু পৰলোকত; আৰু (স্মৰণ থাকে যেন) আল্লাই সকলো জানে কিন্তু তোমালোকে নাজানা।

إِنَّ الَّذِينَ يُحِبُّونَ أَنْ تَشِيعَ الْفَاحِشَةُ فِي الَّذِينَ اٰمَنُوا لَهُمْ عَذَابٌ أَلِيمٌ فِي الدُّنْيَا وَالْاٰخِرَةِ وَاللّٰهُ يَعْلَمُ وَأَنْتُمْ لَا تَعْلَمُونَ ﴿٢٠﴾

২১) আৰু তোমালোকৰ প্ৰতি আল্লাৰ কৃপা আৰু তেওঁৰ কৰুণা নোহোৱা হলে (তোমালোকৰ সৰ্ব্বনাশ হ'লহেঁতেন); আৰু নিশ্চয় আল্লা স্নেহময়, পৰম দানশীল।

وَلَوْلَا فَضْلُ اللّٰهِ عَلَيْكُمْ وَرَحْمَتُهُ وَأَنَّ اللّٰهَ رَءُوفٌ رَّحِيمٌ ﴿٢١﴾ ع النصف

২২) হে বিশ্বাসীসকল, শ্বয়তানৰ পদসমূহৰ অনুসৰণ নকৰিবা; আৰু যেয়ে শ্বয়তানৰ পদসমূহৰ অনুসৰণ কৰে (সি জানিব লাগে) যিবোৰ কাৰ্য্য নিৰ্গত আৰু নিকৃষ্ট কেৱল সেইবোৰকেহে কৰিবলৈ নিশ্চয় শ্বয়তানে আদেশ দিয়ে আৰু তোমালোকৰ প্ৰতি আল্লাৰ কৃপা আৰু তেওঁৰ কৰুণা নোহোৱা হলে, তোমালোকৰ মাজৰ কোনেও কেতিয়াও পৱিত্ৰতা লাভ কৰিব নোৱাৰিলেহেঁতেন; কিন্তু আল্লাইহে যাকে ইচ্ছা তাকে পৱিত্ৰ কৰে; আৰু আল্লা শ্ৰেষ্ঠ শ্ৰোতা, সৰ্ব্বজ্ঞাতা।

يَٰٓأَيُّهَا ٱلَّذِينَ ءَامَنُوا۟ لَا تَتَّبِعُوا۟ خُطُوَٰتِ ٱلشَّيْطَٰنِ ۚ وَمَن يَتَّبِعْ خُطُوَٰتِ ٱلشَّيْطَٰنِ فَإِنَّهُۥ يَأْمُرُ بِٱلْفَحْشَآءِ وَٱلْمُنكَرِ ۚ وَلَوْلَا فَضْلُ ٱللَّهِ عَلَيْكُمْ وَرَحْمَتُهُۥ مَا زَكَىٰ مِنكُم مِّنْ أَحَدٍ أَبَدًا وَلَٰكِنَّ ٱللَّهَ يُزَكِّى مَن يَشَآءُ ۗ وَٱللَّهُ سَمِيعٌ عَلِيمٌ ﴿٢١﴾

২৩) আৰু তোমালোকৰ মাজত যিবিলাক সম্পদশালী আৰু সঙ্গতিসম্পন্ন তেওঁলোকে যেন নিজ আত্মীয়স্বজনক আৰু দীন-দুখীয়াবিলাকক আৰু আল্লাৰ পথত দেশত্যাগ কৰোঁতাবিলাকক ধন ব্যয় কৰি সহায় নকৰিবলৈ শপত নাখায়; বৰং তেওঁলোকৰ পক্ষে এয়ে উচিত, তেওঁলোকে যেন (অপৰাধীৰ) অপৰাধ মাৰ্জ্জনা কৰে আৰু (লোকৰ) দোষ নধৰে। তোমালোকৰ দোষ আল্লাই যদি মাৰ্জ্জনা কৰে তোমালোকে ভাল নোপোৱা নে? কিয়নো আল্লা শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দয়াময়।

وَلَا يَأْتَلِ أُو۟لُوا۟ ٱلْفَضْلِ مِنكُمْ وَٱلسَّعَةِ أَن يُؤْتُوٓا۟ أُو۟لِى ٱلْقُرْبَىٰ وَٱلْمَسَٰكِينَ وَٱلْمُهَٰجِرِينَ فِى سَبِيلِ ٱللَّهِ ۖ وَلْيَعْفُوا۟ وَلْيَصْفَحُوٓا۟ ۗ أَلَا تُحِبُّونَ أَن يَغْفِرَ ٱللَّهُ لَكُمْ ۗ وَٱللَّهُ غَفُورٌ رَّحِيمٌ ﴿٢٢﴾

২৪) যিবিলাকে সতী-সাধ্বী বিশ্বাসিনীসকলক অন্যায়ভাৱে দুৰ্নাম কৰি ফুৰে, অথচ তেওঁলোক সেই বিষয়ে অজ্ঞাত, সিহঁতৰ ওপৰত পৰিব (আল্লাৰ) অভিসম্পাত, ইহসংসাৰত আৰু পৰলোকতো; আৰু সিহঁতে ভোগ কৰিব লাগিব বিষম শাস্তি।

إِنَّ ٱلَّذِينَ يَرْمُونَ ٱلْمُحْصَنَٰتِ ٱلْغَٰفِلَٰتِ ٱلْمُؤْمِنَٰتِ لُعِنُوا۟ فِى ٱلدُّنْيَا وَٱلْءَاخِرَةِ وَلَهُمْ عَذَابٌ عَظِيمٌ ﴿٢٣﴾

২৫) (পাৰ্থিৱ জীৱনত) সিহঁতে যি কাৰ্য্য কৰিছিল সেই সম্বন্ধে সিহঁতৰ বিৰুদ্ধে সেই দিনা সাক্ষী দিব সিহঁতৰ হাতবোৰে, আৰু সিহঁতৰ ভৰিবোৰে।

يَوْمَ تَشْهَدُ عَلَيْهِمْ أَلْسِنَتُهُمْ وَأَيْدِيهِمْ وَأَرْجُلُهُم بِمَا كَانُوا۟ يَعْمَلُونَ ﴿٢٤﴾

২৬) আৰু সিহঁত যি প্ৰতিদানৰ যোগ্য তাকে আল্লাই সেইদিনা সিহঁতক পূৰ্ণমাত্ৰাই দিব, আৰু (তেতিয়া) সিহঁতে জানিব পাৰিব, নিশ্চয় আল্লাই জাজ্বল্যমান, পৰম সত্য।

يَوْمَىِٕذٍ يُّوَفِّيْهِمُ اللّٰهُ دِيْنَهُمُ الْحَقَّ وَ يَعْلَمُوْنَ اَنَّ اللّٰهَ هُوَ الْحَقُّ الْمُبِيْنُ ۝٢٦

২৭) অপৱিত্ৰ তিৰোতাবিলাক অপৱিত্ৰ পুৰুষবিলাকৰ যোগ্য আৰু অপৱিত্ৰ পুৰুষবিলাক অপৱিত্ৰ তিৰোতাবিলাকৰ যোগ্য ; আৰু পৱিত্ৰ তিৰোতাবিলাক পৱিত্ৰ পুৰুষবিলাকৰ যোগ্য আৰু পৱিত্ৰ পুৰুষবিলাক পৱিত্ৰ তিৰোতাবিলাকৰ যোগ্য। সিহঁতে যি অসঙ্গত কথা প্ৰচাৰ কৰি ফুৰিছে সেই সম্বন্ধে তেওঁলোক (সমূলি) নিৰ্দ্দোষ ; তেওঁলোকৰ নিমিত্তে থাকিব (আল্লাৰ) মাৰ্জ্জনা আৰু সম্মানজনক জীৱিকা।

اَلْخَبِيْثٰتُ لِلْخَبِيْثِيْنَ وَ الْخَبِيْثُوْنَ لِلْخَبِيْثٰتِ ۚ وَ الطَّيِّبٰتُ لِلطَّيِّبِيْنَ وَ الطَّيِّبُوْنَ لِلطَّيِّبٰتِ ۚ اُولٰٓىِٕكَ مُبَرَّءُوْنَ مِمَّا يَقُوْلُوْنَ ؕ لَهُمْ مَّغْفِرَةٌ وَّ رِزْقٌ كَرِيْمٌ ۝٢٦

২৮) হে বিশ্বাসীসকল, তোমালোক নিজ ঘৰবোৰত ভিন্ন পৰৰ ঘৰবোৰৰ ভিতৰলৈ সোমাই নেযাবা, যেতিয়ালৈকে (সোমাবলৈ) অনুমতি নোলোৱা ; আৰু (সোমাবৰ আগতে) ঘৰৰ গৰাকীহঁতক চালাম জ্ঞাপন কৰিবা ; এই ধৰণৰ আচাৰ তোমালোকৰ নিমিত্তে মঙ্গলজনক, যদিহে তোমালোকে উপদেশ গ্ৰহণ কৰা।

يٰۤاَيُّهَا الَّذِيْنَ اٰمَنُوْا لَا تَدْخُلُوْا بُيُوْتًا غَيْرَ بُيُوْتِكُمْ حَتّٰى تَسْتَاْنِسُوْا وَ تُسَلِّمُوْا عَلٰۤى اَهْلِهَا ؕ ذٰلِكُمْ خَيْرٌ لَّكُمْ لَعَلَّكُمْ تَذَكَّرُوْنَ ۝٢٧

২৯) আৰু যদি সেই ঘৰবোৰত তোমালোকে এজনকো দেখা নোপোৱা তেন্তে তাৰ ভিতৰলৈ সোমাই নেযাবা, যেতিয়ালৈকে (সোমাবৰ) অনুমতি তোমালোকক দিয়া নহয় ; আৰু যদি তোমালোকক কোৱা হয়, (এতিয়ালৈ) উভতি যোৱাঁগৈ, তেন্তে উভতি যাবা ; সেয়ে তোমালোকৰ পক্ষে অধিকতৰ পৱিত্ৰ ; আৰু তোমালোকে যি কামকে কৰা সেই সম্বন্ধে আল্লা পৰিজ্ঞাত।

فَاِنْ لَّمْ تَجِدُوْا فِيْهَاۤ اَحَدًا فَلَا تَدْخُلُوْهَا حَتّٰى يُؤْذَنَ لَكُمْ ۚ وَ اِنْ قِيْلَ لَكُمُ ارْجِعُوْا فَارْجِعُوْا هُوَ اَزْكٰى لَكُمْ ؕ وَ اللّٰهُ بِمَا تَعْمَلُوْنَ عَلِيْمٌ ۝٢٨

৩০) মানুহ নথকা এনে ঘৰবোৰৰ ভিতৰলৈ য'ত তোমালোকৰ কিছু বস্তু-বাহানি আছে, সোমাই

لَيْسَ عَلَيْكُمْ جُنَاحٌ اَنْ تَدْخُلُوْا بُيُوْتًا غَيْرَ مَسْكُوْنَةٍ

فِيهَا مَتَاعٌ لَّكُمْ ۚ وَاللَّهُ يَعْلَمُ مَا تُبْدُونَ وَمَا تَكْتُمُونَ ﴿٢٩﴾

যোৱাত তোমালোকৰ একো দোষ নাই; আৰু তোমালোকে যিহকে প্ৰকাশ কৰা, আৰু যিহকে গোপন ৰাখা সকলো আল্লাই জানে।

قُل لِّلْمُؤْمِنِينَ يَغُضُّوا مِنْ أَبْصَارِهِمْ وَيَحْفَظُوا فُرُوجَهُمْ ۚ ذَٰلِكَ أَزْكَىٰ لَهُمْ ۗ إِنَّ اللَّهَ خَبِيرٌ بِمَا يَصْنَعُونَ ﴿٣٠﴾

৩১) (হে মহম্মদ,) বিশ্বাসী পুৰুষসকলক কোৱাঁ, (নাৰীৰ সম্মুখত) তেওঁলোকে যেন নিজৰ নয়নসমূহ অৱনত কৰি ৰাখে, আৰু নিজৰ গুপ্ত অঙ্গবিলাকৰ সংৰক্ষণ কৰে; সেয়ে তেওঁলোকৰ পক্ষে অধিকতৰ পৱিত্ৰ; তেওঁলোকে যি কাৰ্য্য সমাধা কৰে সেই সম্বন্ধে আল্লা নিশ্চয় অৱগত।

وَقُل لِّلْمُؤْمِنَاتِ يَغْضُضْنَ مِنْ أَبْصَارِهِنَّ وَيَحْفَظْنَ فُرُوجَهُنَّ وَلَا يُبْدِينَ زِينَتَهُنَّ إِلَّا مَا ظَهَرَ مِنْهَا ۖ وَلْيَضْرِبْنَ بِخُمُرِهِنَّ عَلَىٰ جُيُوبِهِنَّ ۖ وَلَا يُبْدِينَ زِينَتَهُنَّ إِلَّا لِبُعُولَتِهِنَّ أَوْ آبَائِهِنَّ أَوْ آبَاءِ بُعُولَتِهِنَّ أَوْ أَبْنَائِهِنَّ أَوْ أَبْنَاءِ بُعُولَتِهِنَّ أَوْ إِخْوَانِهِنَّ أَوْ بَنِي إِخْوَانِهِنَّ أَوْ بَنِي أَخَوَاتِهِنَّ أَوْ نِسَائِهِنَّ أَوْ مَا مَلَكَتْ أَيْمَانُهُنَّ أَوِ التَّابِعِينَ غَيْرِ أُولِي الْإِرْبَةِ مِنَ الرِّجَالِ أَوِ الطِّفْلِ الَّذِينَ لَمْ يَظْهَرُوا عَلَىٰ عَوْرَاتِ النِّسَاءِ ۖ وَلَا يَضْرِبْنَ بِأَرْجُلِهِنَّ لِيُعْلَمَ مَا يُخْفِينَ مِن زِينَتِهِنَّ ۚ وَتُوبُوا إِلَى اللَّهِ جَمِيعًا أَيُّهَ الْمُؤْمِنُونَ لَعَلَّكُمْ تُفْلِحُونَ ﴿٣١﴾

৩২) আৰু বিশ্বাসিনীবিলাকক কোৱাঁ, তেওঁলোকেও যেন (পুৰুষৰ সম্মুখত) নিজৰ দৃষ্টি অৱনত কৰে, আৰু নিজৰ গুপ্ত অঙ্গসমূহৰ সংৰক্ষণ কৰে, আৰু (কাম কৰোঁতে) শৰীৰৰ যিখিনি অংশ আপোনা আপুনি ওলাই পৰে তাৰ বাহিৰে যেন নিজৰ আভৰণ প্ৰকাশ নকৰে; আৰু তেওঁলোকে যেন নিজৰ ওৰণিৰে নিজৰ বুকু ঢাকি ৰাখে; আৰু আনৰ সম্মুখত যেন নিজৰ আভৰণ প্ৰকাশ নকৰে, এইবিলাকক এৰি—নিজৰ স্বামী-বিলাক, বা নিজৰ স্বামীবিলাকৰ অইন পুতেকবিলাক, বা নিজৰ ভাই-ককাইবিলাক, বা নিজৰ ভতিজা বা ভাগিনবিলাক, বা নিজৰেই তিৰোতাবিলাক, বা তেওঁলোকৰ সোঁ-হাতৰ অধীনত থকা দাসবিলাক, বা কামপ্ৰবৃত্তিবিহীন পুৰুষ ভৃত্যবিলাক, বা এনে শিশুবিলাক যিবিলাকৰ তিৰোতাৰ গোপনীয় অঙ্গৰ বিষয়ে কোনো জ্ঞান নাই; আৰু তেওঁলোকে যেন এনেভাৱে খোজ নাকাঢ়ে যাতে তেওঁলোকৰ যি অলঙ্কাৰ আবৰণীয় সি ওলাই পৰে। আৰু হে বিশ্বাসীসকল, তোমালোক সকলোৱে আল্লাৰ ফালে ঘূৰি আঁহা, যাতে তোমালোক কৃতাৰ্থ হ'ব পাৰা।

وَأَنكِحُوا الْأَيَامَىٰ مِنكُمْ وَالصَّالِحِينَ مِنْ عِبَادِكُمْ

৩৩) আৰু তোমালোকৰ মাজৰ যি তিৰোতা-

বিলাকৰ স্বামী নাই সেইবিলাকৰ আৰু নিজৰ চৰিত্ৰবান দাস আৰু দাসীবিলাকৰো বিয়া কৰাবৰ ব্যৱস্থা কৰিবা; যদি সিহঁত অভাৱগ্ৰস্ত, আল্লাই নিজ কৃপাগুণে সিহঁতক অভাৱহীন কৰিব, আৰু আল্লা সঙ্গতিসম্পন্ন, সৰ্ব্বজ্ঞাতা।

وَإِمَآئِكُمْ إِن يَكُونُوا فُقَرَآءَ يُغْنِهِمُ اللَّهُ مِن فَضْلِهِ وَاللَّهُ وَاسِعٌ عَلِيمٌ ﴿٣٢﴾

৩৪) আৰু যিবিলাকৰ বিয়া কৰাবৰ একেবাৰে সঙ্গতি নাই সেইবিলাকে যেন, সিহঁতক আল্লাই নিজ কৃপাগুণে অভাৱহীন কৰালৈকে, আত্মসংযম কৰে। আৰু যিবিলাক তোমালোকৰ সোঁ-হাতৰ অধীন সেইবিলাকে যদি মুক্তি-পত্ৰ বিচাৰে তেনে পত্ৰ সিহঁতক লিখি দিবা, যদি এনে কাৰ্য্য সিহঁতৰ পক্ষে মঙ্গলজনক বুলি তোমালোকে জানিব পাৰা; আৰু (তদুপৰি) যি আল্লাৰ ধন-সম্পদ তোমালোকক আল্লাই দান কৰিছে তাৰে পৰা সিহঁতকো (প্ৰয়োজন মতে) কিছু দিবা। আৰু যদি তোমালোকৰ কুমাৰী দাসীবিলাকে (বিবাহ-সম্বন্ধত আবদ্ধ হৈ) নিজৰ সতীত্ব ৰক্ষা কৰিবলৈ ইচ্ছা কৰে, তোমালোকে পাৰ্থিৱ জীৱনৰ অলপীয়া সুখ-সম্পদ লাভ কৰিবৰ অৰ্থে সিহঁতক ব্যভিচাৰ-বৃত্তি গ্ৰহণ কৰিবলৈ বাধ্য নকৰিবা; আৰু যদি কেও সিহঁতক এনে কু-কৰ্ম্ম কৰিবলৈ বাধ্য কৰে, তেন্তে সেই কুমাৰী দাসীবিলাকৰ প্ৰতি নিশ্চয় আল্লা শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দয়াময়।

وَلْيَسْتَعْفِفِ الَّذِينَ لَا يَجِدُونَ نِكَاحًا حَتَّىٰ يُغْنِيَهُمُ اللَّهُ مِن فَضْلِهِ وَالَّذِينَ يَبْتَغُونَ الْكِتَٰبَ مِمَّا مَلَكَتْ أَيْمَٰنُكُمْ فَكَاتِبُوهُمْ إِنْ عَلِمْتُمْ فِيهِمْ خَيْرًا وَآتُوهُم مِّن مَّالِ اللَّهِ الَّذِيٓ آتَٰكُمْ وَلَا تُكْرِهُوا فَتَيَٰتِكُمْ عَلَى الْبِغَآءِ إِنْ أَرَدْنَ تَحَصُّنًا لِّتَبْتَغُوا عَرَضَ الْحَيَوٰةِ الدُّنْيَا وَمَن يُكْرِههُّنَّ فَإِنَّ اللَّهَ مِن بَعْدِ إِكْرَٰهِهِنَّ غَفُورٌ رَّحِيمٌ ﴿٣٣﴾

৩৫) আৰু স্বৰূপতে আমি তোমালোকৰ প্ৰতি অৱতীৰ্ণ কৰিছোঁ বহু স্পষ্টকাৰী নিদৰ্শন, আৰু তোমালোকৰ পূৰ্ব্ববৰ্ত্তীবিলাকৰ বৃত্তান্ত, আৰু ধৰ্ম্মপৰায়ণ সকলৰ নিমিত্তে উপদেশ।

وَلَقَدْ أَنزَلْنَآ إِلَيْكُمْ آيَٰتٍ مُّبَيِّنَٰتٍ وَمَثَلًا مِّنَ الَّذِينَ خَلَوْا مِن قَبْلِكُمْ وَمَوْعِظَةً لِّلْمُتَّقِينَ ﴿٣٤﴾ ع

৩৬) আল্লা আকাশমণ্ডলী আৰু পৃথিৱীৰ জেউতি; তেওঁৰ জেউতিৰ উপমা এনে,—ওখ ঠাই বন্তি থোৱাৰ খোঁকত এটি প্ৰদীপ যেন জ্বলি আছে; সেই প্ৰদীপ আছে কাঁচৰ এটা খাপৰ ভিতৰত, যি

اللَّهُ نُورُ السَّمَٰوَٰتِ وَالْأَرْضِ مَثَلُ نُورِهِ كَمِشْكَوٰةٍ فِيهَا مِصْبَاحٌ الْمِصْبَاحُ فِي زُجَاجَةٍ الزُّجَاجَةُ كَأَنَّهَا كَوْكَبٌ

دُرِّيٌّ يُّوْقَدُ مِنْ شَجَرَةٍ مُّبٰرَكَةٍ زَيْتُوْنَةٍ لَّا شَرْقِيَّةٍ
وَّلَا غَرْبِيَّةٍ ۙ يَّكَادُ زَيْتُهَا يُضِيْٓءُ وَلَوْ لَمْ تَمْسَسْهُ
نَارٌ ؕ نُوْرٌ عَلٰى نُوْرٍ ؕ يَهْدِى اللّٰهُ لِنُوْرِهٖ مَنْ يَّشَآءُ ؕ
وَيَضْرِبُ اللّٰهُ الْاَمْثَالَ لِلنَّاسِ ؕ وَاللّٰهُ بِكُلِّ شَىْءٍ
عَلِيْمٌ ۙ ﴿٣٥﴾

উজ্জ্বল তৰাৰ দৰে তিৰ্‌বিৰাই আছে; সেই প্ৰদীপ জ্বলোৱা হৈছে মঙ্গলময় এজোপা জইতুন গছৰ তেল দি, যি পূৰ্ব্ব দিশৰো নহয় আৰু পশ্চিম দিশৰো নহয়; সেইজোপা গছৰ তেল অগ্নিয়ে স্পৰ্শ নৌ কৰোঁতেই জ্বলি উঠে জেউতিৰ ওপৰত জেউতি; আল্লাই যাকে ইচ্ছা তাকে নিজা জেউতিৰ ফালে পথ প্ৰদৰ্শন কৰে, আৰু মানৱজাতিৰ নিমিত্তে আল্লাই উপমাসমূহ ব্যক্ত কৰে; আৰু আল্লা সকলো বিষয়ে পৰিজ্ঞাত।

فِىْ بُيُوْتٍ اَذِنَ اللّٰهُ اَنْ تُرْفَعَ وَيُذْكَرَ فِيْهَا اسْمُهٗ ۙ
يُسَبِّحُ لَهٗ فِيْهَا بِالْغُدُوِّ وَالْاٰصَالِ ﴿٣٦﴾

৩৭) (এনে প্ৰদীপ জ্বলোৱা হয়) সেই আলয়-সমূহত যাৰ সম্বন্ধে আল্লাই আদেশ দি থৈছে যে সেইবিলাকক সম্মানিত কৰা হ'ব, আৰু তাতে তেওঁৰ নাম স্মৰণ কৰা হ'ব। আৰু সেই আলয়সমূহৰ ভিতৰত লোকে তেওঁৰ পৱিত্ৰতাৰ (পুৱা আৰু সন্ধিয়া) কীৰ্ত্তন কৰিব,

رِجَالٌ ۙ لَّا تُلْهِيْهِمْ تِجَارَةٌ وَّلَا بَيْعٌ عَنْ ذِكْرِ اللّٰهِ
وَاِقَامِ الصَّلٰوةِ وَاِيْتَآءِ الزَّكٰوةِ ۙ يَخَافُوْنَ يَوْمًا
تَتَقَلَّبُ فِيْهِ الْقُلُوْبُ وَالْاَبْصَارُ ﴿٣٧﴾

৩৮) এনে (ধৰ্ম্মপৰায়ণ) মানুহবিলাকে যিবিলাকৰ মন বেহা-বেপাৰে আৰু বেচা-কিনাই, আল্লাৰ স্মৰণ, আৰু নমাজ অনুষ্ঠান, আৰু জকাত দানৰ পৰা বিচলিত নকৰে; তেওঁলোকে সেইদিনলৈ ভয় ৰাখে যিদিনা অন্তৰসমূহ আৰু নয়নসমূহ উলটি যাব।

لِيَجْزِيَهُمُ اللّٰهُ اَحْسَنَ مَا عَمِلُوْا وَيَزِيْدَهُمْ مِّنْ
فَضْلِهٖ ؕ وَاللّٰهُ يَرْزُقُ مَنْ يَّشَآءُ بِغَيْرِ حِسَابٍ ﴿٣٨﴾

৩৯) অৱশেষত যিবোৰ উৎকৃষ্ট কাৰ্য্য তেওঁলোকে কৰিছিল সেইবোৰৰ উচিত প্ৰতিদান আল্লাই তেওঁলোকক দিব, আৰু তেওঁলোকৰ প্ৰতি নিজ কৃপাৰ ভাগ বৃদ্ধি কৰিব, আৰু আল্লাই যাকে ইচ্ছা তাকে অপৰিমিত জীৱিকা প্ৰদান কৰে।

وَالَّذِيْنَ كَفَرُوْٓا اَعْمَالُهُمْ كَسَرَابٍۭ بِقِيْعَةٍ يَّحْسَبُهُ
الظَّمْاٰنُ مَآءً ؕ حَتّٰٓى اِذَا جَآءَهٗ لَمْ يَجِدْهُ شَيْــًٔا وَّوَجَدَ

৪০) আৰু যিবিলাক অবিশ্বাসী, সিহঁতৰ কাৰ্য্যসমূহ মৰুভূমিৰ মৰীচিকাৰ সদৃশ; তাকে তৃষ্ণাতুৰ এজনে পানী বুলি অনুমান কৰে; পিছত যেতিয়া সি তাৰ ওচৰ চাপেহি সি দেখে তাত

اللَّهَ عِندَهُ فَوَفَّاهُ حِسَابَهُ ۗ وَاللَّهُ سَرِيعُ الْحِسَابِ ۝٣٩

একোকে নাই, বৰং সেই স্থলত নিজৰ সম্মুখত সি আল্লাকহে পায়। তেতিয়া আল্লাই তাক তাৰ যি প্ৰাপ্য পূৰ্ণমাত্ৰাই প্ৰদান কৰে; আৰু লেখ লোৱাত আল্লা বেগৱন্ত।

أَوْ كَظُلُمَاتٍ فِي بَحْرٍ لُّجِّيٍّ يَغْشَاهُ مَوْجٌ مِّن فَوْقِهِ مَوْجٌ مِّن فَوْقِهِ سَحَابٌ ۚ ظُلُمَاتٌ بَعْضُهَا فَوْقَ بَعْضٍ إِذَا أَخْرَجَ يَدَهُ لَمْ يَكَدْ يَرَاهَا ۗ وَمَن لَّمْ يَجْعَلِ اللَّهُ لَهُ نُورًا فَمَا لَهُ مِن نُّورٍ ۝٤٠

৪১) অথবা (তাৰ অৱস্থা) সেই ঘোৰ অন্ধকাৰৰ অনুৰূপ যি গভীৰ সাগৰক আবৃত কৰে, তৰঙ্গৰ ওপৰত তৰঙ্গ; তাৰে ওপৰত মেঘমালা: কি ঘোৰ অন্ধকাৰ, এটা স্তৰৰ ওপৰত আৰু এটা স্তৰ: সি যদি নিজৰ হাত এখন উলিয়ায় তাকো সি প্ৰায় দেখা নাপায়; আৰু যাক আল্লাই নিজে পোহৰনৌে নানে সি কেতিয়াও পোহৰৰ ভাগ লভিব নোৱাৰে।

أَلَمْ تَرَ أَنَّ اللَّهَ يُسَبِّحُ لَهُ مَن فِي السَّمَاوَاتِ وَالْأَرْضِ وَالطَّيْرُ صَافَّاتٍ ۖ كُلٌّ قَدْ عَلِمَ صَلَاتَهُ وَتَسْبِيحَهُ ۗ وَاللَّهُ عَلِيمٌ بِمَا يَفْعَلُونَ ۝٤١

৪২) তুমি চিন্তা কৰা নাই নে, আকাশমণ্ডলী আৰু পৃথিৱীত থকা সকলো প্ৰাণীয়ে আৰু পক্ষীবিলাকেও নিজৰ পাখি মেলি জাক বান্ধি উৰি আল্লাৰেই পৱিত্ৰতাৰ কীৰ্ত্তন কৰে; স্বৰূপতে সিহঁতৰ প্ৰত্যেকৰে নিজ নিজ উপাসনা আৰু স্তুতিৰ জ্ঞান আছে; আৰু সিহঁতৰ কাৰ্য্য সম্বন্ধে আল্লা পৰিজ্ঞাত।

وَلِلَّهِ مُلْكُ السَّمَاوَاتِ وَالْأَرْضِ ۖ وَإِلَى اللَّهِ الْمَصِيرُ ۝٤٢

৪৩) আৰু আকাশমণ্ডলী আৰু পৃথিৱীৰ ৰাজত্ব একমাত্ৰ আল্লাৰেই আৰু আল্লাৰেই ফাললৈ হ'ব (সকলোৰে) প্ৰত্যাবৰ্ত্তন।

أَلَمْ تَرَ أَنَّ اللَّهَ يُزْجِي سَحَابًا ثُمَّ يُؤَلِّفُ بَيْنَهُ ثُمَّ يَجْعَلُهُ رُكَامًا فَتَرَى الْوَدْقَ يَخْرُجُ مِنْ خِلَالِهِ وَيُنَزِّلُ مِنَ السَّمَاءِ مِن جِبَالٍ فِيهَا مِن بَرَدٍ فَيُصِيبُ بِهِ مَن يَشَاءُ وَيَصْرِفُهُ عَن مَّن يَشَاءُ ۖ يَكَادُ سَنَا

৪৪) তুমি লক্ষ্য কৰা নাই নে, আল্লাই মেঘমালাক কেনেকৈ পৰিচালন কৰে, আৰু সেইবোৰক কেনেকৈ সংযোজিত কৰে; পিছত কেনেকৈ সেইবোৰক দ'ম বান্ধি গোট খুৱায়; তাৰ পিছত সেইবোৰৰ মাজৰ পৰা তেওঁ কেনেকৈ বৰষুণ পেলায় তুমি দেখা পাবা; আৰু তেওঁ আকাশৰ পৰা এনে পৰ্ব্বত-তুল্য মেঘৰাশি নমাই আনে যি শিলৰে পৰিপূৰ্ণ; তাৰ দবাৰা তেওঁ যাকে ইচ্ছা তাকে আঘাত কৰে, আৰু যাৰ পৰা ইচ্ছা তাৰ পৰা

بَرْقِهٖ يَذْهَبُ بِالْاَبْصَارِ ﴿٤٣﴾

সেই শিলা-বৃষ্টি আঁতৰাই নিয়ে; তেওঁৰ বিজুলীৰ চক্‌মকনিয়ে নয়নসমূহৰ দৃষ্টি প্ৰায় কাঢ়ি নিয়ে।

يُقَلِّبُ اللّٰهُ الَّيْلَ وَالنَّهَارَ ؕ اِنَّ فِيْ ذٰلِكَ لَعِبْرَةً لِّاُولِي الْاَبْصَارِ ﴿٤٤﴾

৪৫) নিশা আৰু দিনক আল্লাই পৰস্পৰৰ অনুবৰ্ত্তী কৰিছে; ইয়াত একো সন্দেহ নাই, তাৰে মাজত আছে দৃষ্টিশালীসকলৰ নিমিত্তে (বহু) উপদেশ।

وَاللّٰهُ خَلَقَ كُلَّ دَآبَّةٍ مِّنْ مَّآءٍ ۚ فَمِنْهُمْ مَّنْ يَّمْشِيْ عَلٰى بَطْنِهٖ ۚ وَمِنْهُمْ مَّنْ يَّمْشِيْ عَلٰى رِجْلَيْنِ ۚ وَمِنْهُمْ مَّنْ يَّمْشِيْ عَلٰى اَرْبَعٍ ؕ يَخْلُقُ اللّٰهُ مَا يَشَآءُ ؕ اِنَّ اللّٰهَ عَلٰى كُلِّ شَيْءٍ قَدِيْرٌ ﴿٤٥﴾

৪৬) আৰু আল্লাই সকলো প্ৰাণীকে পানীৰ দ্বাৰা সৃজন কৰিছে; তাৰে মাজৰ কিছুমানে পেটত ভৰ দি বগাই চলে; আৰু সেইবিলাকৰ কিছুমানে ভৰিৰে চলে; আৰু আন কিছুমান আছে যিবিলাকে চাৰিখন ভৰিৰে চলে। আল্লাই যি ইচ্ছা তাকেই সৃষ্টি কৰে; নিশ্চয় সকলো বস্তুৰে ওপৰত আছে আল্লাৰ মহান ক্ষমতা।

لَقَدْ اَنْزَلْنَآ اٰيٰتٍ مُّبَيِّنٰتٍ ؕ وَاللّٰهُ يَهْدِيْ مَنْ يَّشَآءُ اِلٰى صِرَاطٍ مُّسْتَقِيْمٍ ﴿٤٦﴾

৪৭) স্বৰূপতে আমি অৱতীৰ্ণ কৰিছোঁ সুস্পষ্টকাৰী নিদৰ্শনসমূহ; আৰু যাকে ইচ্ছা তাকে আল্লাই সজ বাটেদি লৈ যায়।

وَيَقُوْلُوْنَ اٰمَنَّا بِاللّٰهِ وَبِالرَّسُوْلِ وَاَطَعْنَا ثُمَّ يَتَوَلّٰى فَرِيْقٌ مِّنْهُمْ مِّنْۢ بَعْدِ ذٰلِكَ ؕ وَمَآ اُولٰٓئِكَ بِالْمُؤْمِنِيْنَ ﴿٤٧﴾

৪৮) আৰু সিহঁতে (ডাঠি) কয়, আমি আল্লাত আৰু ৰচুলজনাত বিশ্বাস কৰিছোঁ, আৰু আমি দুয়োৰো বাধ্যতা স্বীকাৰ কৰিছোঁ; অথচ সিহঁতৰেই এদল এনে কথা কোৱাৰ পাছতো ঘূৰি যায়; আৰু সিহঁত প্ৰকৃততে বিশ্বাসী নহয়।

وَاِذَا دُعُوْآ اِلَى اللّٰهِ وَرَسُوْلِهٖ لِيَحْكُمَ بَيْنَهُمْ اِذَا فَرِيْقٌ مِّنْهُمْ مُّعْرِضُوْنَ ﴿٤٨﴾

৪৯) আৰু যেতিয়া সিহঁতক আল্লাৰ আৰু ৰচুলৰ ফাললৈ আহ্বান কৰা হয়, যাতে তেওঁ (ৰচুলে) সিহঁতৰ মাজত বিচাৰ কৰে, চোৱাঁ, সিহঁতৰ মাজৰ এদল (বিমুখ হৈ) উলটি যায়।

وَاِنْ يَّكُنْ لَّهُمُ الْحَقُّ يَاْتُوْآ اِلَيْهِ مُذْعِنِيْنَ ﴿٤٩﴾

৫০) কিন্তু সত্য সিহঁতৰ পক্ষে বুলি যদি সিহঁতে ভাবে, সিহঁতে তেওঁৰ ওচৰলৈ ল'ৰি আহে নিজকে সমৰ্পণ কৰিবলৈ।

أَفِي قُلُوبِهِم مَّرَضٌ أَمِ ارْتَابُوا أَمْ يَخَافُونَ أَن يَحِيفَ اللَّهُ عَلَيْهِمْ وَرَسُولُهُ ۚ بَلْ أُولَٰئِكَ هُمُ الظَّالِمُونَ ٥١

(৫১) কি! সিহঁতৰ অন্তৰসমূহত ব্যাধি আছে নে, নাইবা সিহঁত সংশয়ত পৰিছে নে, নাইবা সিহঁতে ইয়াকে আশঙ্কা কৰিছে নে, যে আল্লাই আৰু তেওঁৰ ৰচুলে সিহঁতৰ প্ৰতি অন্যায় বিচাৰ কৰিব ? নহয়, অন্যায়কাৰী সিহঁত নিজেই।

إِنَّمَا كَانَ قَوْلَ الْمُؤْمِنِينَ إِذَا دُعُوا إِلَى اللَّهِ وَرَسُولِهِ لِيَحْكُمَ بَيْنَهُمْ أَن يَقُولُوا سَمِعْنَا وَأَطَعْنَا ۚ وَأُولَٰئِكَ هُمُ الْمُفْلِحُونَ ٥٢

(৫২) যেতিয়া বিশ্বাসীসকলক আল্লা আৰু তেওঁৰ ৰচুলৰ ফাললৈ আহ্বান জনোৱা হয়, যাতে তেওঁলোকৰ মাজত তেওঁ বিচাৰ কৰে, উত্তৰত তেওঁলোকে একেষাৰ কথা কয়, আমি মন দি শুনিছোঁ আৰু বাধ্যতা স্বীকাৰ কৰিছোঁ। আৰু এইসকলেই সফল-মনোৰথ।

وَمَن يُطِعِ اللَّهَ وَرَسُولَهُ وَيَخْشَ اللَّهَ وَيَتَّقْهِ فَأُولَٰئِكَ هُمُ الْفَائِزُونَ ٥٣

(৫৩) আৰু যিসকলে আল্লা আৰু তেওঁৰ ৰচুলৰ বাধ্য হয়, আৰু আল্লালৈ ভয় ৰাখে, আৰু তেওঁৰ কাৰণে পাপৰ পৰা নিবৃত্ত থাকে সেইসকলেইহে কৃতাৰ্থ।

وَأَقْسَمُوا بِاللَّهِ جَهْدَ أَيْمَانِهِمْ لَئِنْ أَمَرْتَهُمْ لَيَخْرُجُنَّ ۖ قُل لَّا تُقْسِمُوا ۖ طَاعَةٌ مَّعْرُوفَةٌ ۚ إِنَّ اللَّهَ خَبِيرٌ بِمَا تَعْمَلُونَ ٥٤

(৫৪) আৰু (যিবিলাক কপটাচাৰী) সিহঁতে বুকু ডাঠি আল্লাৰ নাম লৈ শপত খায়, যদি তুমি সিহঁতক আদেশ দিয়া, সিহঁতে নিশ্চয় দেশ ত্যাগ কৰি ওলাই পৰিব। তুমি কোৱাঁ, তোমালোকে শপত নাখাবা; বৰং সঙ্গতভাৱে বাধ্য হৈ থকাটোৱে শ্ৰেয়ঃ; তোমালোকে যি কাৰ্য্য কৰা সেই বিষয়ে আল্লা নিশ্চয় পৰিজ্ঞাত।

قُلْ أَطِيعُوا اللَّهَ وَأَطِيعُوا الرَّسُولَ ۖ فَإِن تَوَلَّوْا فَإِنَّمَا عَلَيْهِ مَا حُمِّلَ وَعَلَيْكُم مَّا حُمِّلْتُمْ ۖ وَإِن تُطِيعُوهُ

(৫৫) (হে মহম্মদ,) তুমি আদেশ দিয়াঁ, আল্লাৰ বাধ্য হৈ থাকাঁ, আৰু ৰচুলৰো বাধ্যতা স্বীকাৰ কৰাঁ। কিন্তু যদি তোমালোক ঘূৰি যোৱা, তেন্তে যি ভাৰ ৰচুলজনাৰ ওপৰত ন্যস্ত কৰা হৈছে তেওঁ তাকে বহন কৰিব, আৰু তোমালোকৰ প্ৰতি যি ভাৰ অৰ্পণ কৰা হৈছে তাকে বহন কৰা তোমালোকৰ কৰ্ত্তব্য; কিন্তু যদি তেওঁৰ বাধ্য হোৱা তোমালোকে সুপথ লাভ কৰিবা; আৰু

تَهْتَدُوْا وَمَا عَلَى الرَّسُوْلِ اِلَّا الْبَلٰغُ الْمُبِيْنُ ﴿٥٤﴾

(জানি ৰাখা) মানুহক স্পষ্টকৈ (আল্লাৰ) বাণী জ্ঞাপন কৰাত ভিন্ন ৰচুলৰ ওপৰত একো দায়িত্ব নাই।

وَعَدَ اللّٰهُ الَّذِيْنَ اٰمَنُوْا مِنْكُمْ وَعَمِلُوا الصّٰلِحٰتِ لَيَسْتَخْلِفَنَّهُمْ فِى الْاَرْضِ كَمَا اسْتَخْلَفَ الَّذِيْنَ مِنْ قَبْلِهِمْ وَلَيُمَكِّنَنَّ لَهُمْ دِيْنَهُمُ الَّذِى ارْتَضٰى لَهُمْ وَلَيُبَدِّلَنَّهُمْ مِّنْ بَعْدِ خَوْفِهِمْ اَمْنًا يَعْبُدُوْنَنِىْ لَا يُشْرِكُوْنَ بِىْ شَيْـًٔا وَمَنْ كَفَرَ بَعْدَ ذٰلِكَ فَاُولٰٓئِكَ هُمُ الْفٰسِقُوْنَ ﴿٥٥﴾

৫৬) তোমালোকৰ মাজৰ যিসকলে (আল্লাত) বিশ্বাস স্থাপন কৰিছে আৰু সজ কাম কৰে তেওঁলোকক আল্লাই প্ৰদান কৰিছে এই প্ৰতিশ্ৰুতি. নিশ্চয় তেওঁ তেওঁলোকক পৃথিৱীত আধিপত্য দান কৰিব যেনেকৈ তেওঁলোকৰ পূৰ্ব্ববৰ্ত্তীবিলাকক তেওঁ আধিপত্য দান কৰিছিল ; আৰু তেওঁলোকৰ কাৰণে তেওঁ যি ধৰ্ম্ম বাচি দিছে তাকে তেওঁ নিশ্চয় তেওঁলোকৰ কাৰণে সুপ্ৰতিষ্ঠিত কৰিব ; আৰু তেওঁলোকৰ ভীতিৰ পিছত তেওঁ তাৰ সলনি নিশ্চয় তেওঁলোকক অভয় আৰু শান্তি প্ৰদান কৰিব। তেওঁলোকে একমাত্ৰ মোৰেই উপাসনা কৰিব, মোৰ সৈতে কোনো বস্তুকে অংশী নাপাতি। কিন্তু এনে সুখ-শান্তি লাভ কৰাৰ পাছতো যিবিলাকে সত্য প্ৰত্যাখ্যান কৰিব সেইবিলাক (অবাধ্য) বিদ্ৰোহী।

وَاَقِيْمُوا الصَّلٰوةَ وَاٰتُوا الزَّكٰوةَ وَاَطِيْعُوا الرَّسُوْلَ لَعَلَّكُمْ تُرْحَمُوْنَ ﴿٥٦﴾

৫৭) এতেকে তোমালোকে নমাজ প্ৰতিষ্ঠিত কৰাঁ আৰু জকাত দান কৰাঁ আৰু ৰচুলৰ বাধ্য হৈ থাকিবা, অতি সম্ভৱ তোমালোকৰ প্ৰতি (আল্লাৰ) কৰুণা বৰ্ষণ হ'ব ।

لَا تَحْسَبَنَّ الَّذِيْنَ كَفَرُوْا مُعْجِزِيْنَ فِى الْاَرْضِ وَمَاْوٰىهُمُ النَّارُ وَلَبِئْسَ الْمَصِيْرُ ﴿٥٧﴾ ع

৫৮) অবিশ্বাসীবিলাকে যে পৃথিৱীত (সদায়) পৰাক্ৰমী হৈ থাকিব এনে অনুমানকে নকৰিবা, কিয়নো সিহঁতৰ আশ্ৰয়-স্থল অগ্নিপূৰ্ণ নৰক, আৰু নৰকেই নিশ্চয় প্ৰত্যাবৰ্ত্তনৰ নিকৃষ্ট স্থান।

يٰۤاَيُّهَا الَّذِيْنَ اٰمَنُوْا لِيَسْتَاْذِنْكُمُ الَّذِيْنَ مَلَكَتْ اَيْمَانُكُمْ وَالَّذِيْنَ لَمْ يَبْلُغُوا الْحُلُمَ مِنْكُمْ ثَلٰثَ

৫৯) হে বিশ্বাসীসকল, যিবিলাক তোমালোকৰ সোঁ-হাতৰ অধীন আৰু তোমালোকৰ এনে সন্তান-সন্ততি যি সাবালক হোৱা নাই সিহঁত তোমালোকৰ সম্মুখত এই তিনি সময়ত আহিবলৈ

مَرّٰتٍ مِنْ قَبْلِ صَلٰوةِ الْفَجْرِ وَحِيْنَ تَضَعُوْنَ ثِيَابَكُمْ
مِّنَ الظَّهِيْرَةِ وَمِنْۢ بَعْدِ صَلٰوةِ الْعِشَآءِ ثَلٰثُ عَوْرٰتٍ
لَّكُمْ لَيْسَ عَلَيْكُمْ وَلَا عَلَيْهِمْ جُنَاحٌۢ بَعْدَهُنَّ
طَوّٰفُوْنَ عَلَيْكُمْ بَعْضُكُمْ عَلٰى بَعْضٍ كَذٰلِكَ يُبَيِّنُ
اللّٰهُ لَكُمُ الْاٰيٰتِ وَاللّٰهُ عَلِيْمٌ حَكِيْمٌ ﴿٥٨﴾

হলে অনুমতি লোৱা উচিত—ৰাতি-পুৱাৰ নমাজৰ পূৰ্ব্বে, আৰু দুপৰীয়া (বিশ্ৰাম লওঁতে) যেতিয়া তোমালোকে গাৰ কাপোৰ সোলোকাই থোৱা, আৰু নিশাৰ নমাজৰ পাছত; এই তিনিটা হৈছে তোমালোকৰ নিৰ্জনে থকা সময়; তাকে এৰি অইন সময়ত তোমালোকৰ আৰু সিহঁতৰ মাজৰ ইজনে সিজনৰ ওচৰলৈ অহা-যোৱা কৰাত কোনো দোষ নাই; তোমালোকৰ কাৰণে আল্লাই নিদৰ্শনসমূহ এইদৰেই সুস্পষ্ট কৰে; আৰু আল্লা সৰ্ব্বজ্ঞাতা, শ্ৰেষ্ঠজ্ঞানী।

وَاِذَا بَلَغَ الْاَطْفَالُ مِنْكُمُ الْحُلُمَ فَلْيَسْتَاْذِنُوْا كَمَا
اسْتَاْذَنَ الَّذِيْنَ مِنْ قَبْلِهِمْ كَذٰلِكَ يُبَيِّنُ اللّٰهُ لَكُمْ
اٰيٰتِهٖ وَاللّٰهُ عَلِيْمٌ حَكِيْمٌ ﴿٥٩﴾

৬০) কিন্তু যেতিয়া তোমালোকৰ সন্তান-সন্ততি সাবালক অৱস্থা পায়হি, সিহঁতে (খোটালিৰ ভিতৰত সোমাবৰ আগতে) অনুমতি লোৱা উচিত যেনেকৈ সিহঁতকৈ বয়সে ডাঙৰবিলাকে অনুমতি লয়। তোমালোকৰ কাৰণে আল্লাই নিজৰ নিদৰ্শনসমূহ এইদৰেই সুস্পষ্ট কৰে; আৰু আল্লা সৰ্ব্বজ্ঞাতা, শ্ৰেষ্ঠজ্ঞানী।

وَالْقَوَاعِدُ مِنَ النِّسَآءِ الّٰتِيْ لَا يَرْجُوْنَ نِكَاحًا
فَلَيْسَ عَلَيْهِنَّ جُنَاحٌ اَنْ يَّضَعْنَ ثِيَابَهُنَّ غَيْرَ
مُتَبَرِّجٰتٍۢ بِزِيْنَةٍ وَاَنْ يَّسْتَعْفِفْنَ خَيْرٌ لَّهُنَّ
وَاللّٰهُ سَمِيْعٌ عَلِيْمٌ ﴿٦٠﴾

৬১) আৰু যিবিলাক বৃদ্ধা তিৰোতাৰ বিয়া কৰাৰ আৰু আশা নাই সেইবিলাকে যদি নিজৰ আভৰণ প্ৰদৰ্শন নকৰি গাৰ সাজপাৰ সোলোকাই থয় তাত কোনো দোষ নাই; কিন্তু যদি এনে কাৰ্য্যৰ পৰাও নিবৃত্ত থাকে সিহঁতৰ নিমিত্তে শ্ৰেয়ঃ; আৰু আল্লা পৰম শ্ৰোতা, সৰ্ব্বজ্ঞাতা।

لَيْسَ عَلَى الْاَعْمٰى حَرَجٌ وَّلَا عَلَى الْاَعْرَجِ حَرَجٌ وَّلَا
عَلَى الْمَرِيْضِ حَرَجٌ وَّلَا عَلٰٓى اَنْفُسِكُمْ اَنْ تَاْكُلُوْا مِنْۢ
بُيُوْتِكُمْ اَوْ بُيُوْتِ اٰبَآئِكُمْ اَوْ بُيُوْتِ اُمَّهٰتِكُمْ اَوْ
بُيُوْتِ اِخْوَانِكُمْ اَوْ بُيُوْتِ اَخَوٰتِكُمْ اَوْ بُيُوْتِ اَعْمَامِكُمْ

৬২) অন্ধৰ একো দোষ নাই, আৰু খোঁৰাৰ একো দোষ নাই, আৰু নৰিয়াৰো একো দোষ নাই, আৰু তোমালোকৰ নিজৰো একো দোষ নাই, যদি তোমালোকে খোৱাবোৱা কৰা নিজৰ ঘৰত, নাইবা নিজ পিতৃসকলৰ ঘৰত, নাইবা নিজ মাতৃসকলৰ ঘৰত, নাইবা নিজ ভাইককাইহঁতৰ ঘৰত, নাইবা নিজ বাইভণীহঁতৰ ঘৰত, নাইবা নিজ দদাইসকলৰ ঘৰত, নাইবা নিজ পেহী সকলৰ ঘৰত, নাইবা নিজ

أَوْ بُيُوتِ عَمَّاتِكُمْ أَوْ بُيُوتِ أَخْوَالِكُمْ أَوْ بُيُوتِ خَالَاتِكُمْ
أَوْ مَا مَلَكْتُمْ مَفَاتِحَهُ أَوْ صَدِيقِكُمْ ۚ لَيْسَ عَلَيْكُمْ
جُنَاحٌ أَنْ تَأْكُلُوا جَمِيعًا أَوْ أَشْتَاتًا ۚ فَإِذَا دَخَلْتُمْ
بُيُوتًا فَسَلِّمُوا عَلَىٰ أَنْفُسِكُمْ تَحِيَّةً مِنْ عِنْدِ اللَّهِ
مُبَارَكَةً طَيِّبَةً ۚ كَذَٰلِكَ يُبَيِّنُ اللَّهُ لَكُمُ الْآيَاتِ لَعَلَّكُمْ
تَعْقِلُونَ ٦١

মোমাইসকলৰ ঘৰত, নাইবা নিজ মাহীসকলৰ ঘৰত, নাইবা (এনে ঘৰত) যাৰ চাবিবোৰ আছে তোমালোকৰ হাতত, নাইবা তোমালোকৰ বিশ্বস্ত বন্ধুৰ ঘৰত; একেলগে খোৱাবোৱা কৰা নাইবা পৃথক ভাৱে তাত তোমালোকৰ একো দোষ নাই। কিন্তু ঘৰবোৰৰ ভিতৰলৈ সোমাবৰ লগে লগে পৰস্পৰৰ প্ৰতি আল্লাৰ সন্নিধানৰ পৰা চালাম জনাবা, আশীৰ্ব্বাদজনক, পৰিশুদ্ধ। তোমালোকৰ কাৰণে আল্লাই নিদৰ্শনসমূহ ফটফটিয়াকৈ বৰ্ণনা কৰে, তোমালোকে যেন (সকলো কথা) বুজিব পাৰা।

إِنَّمَا الْمُؤْمِنُونَ الَّذِينَ آمَنُوا بِاللَّهِ وَرَسُولِهِ وَإِذَا
كَانُوا مَعَهُ عَلَىٰ أَمْرٍ جَامِعٍ لَمْ يَذْهَبُوا حَتَّىٰ يَسْتَأْذِنُوهُ ۚ
إِنَّ الَّذِينَ يَسْتَأْذِنُونَكَ أُولَٰئِكَ الَّذِينَ يُؤْمِنُونَ
بِاللَّهِ وَرَسُولِهِ ۚ فَإِذَا اسْتَأْذَنُوكَ لِبَعْضِ شَأْنِهِمْ
فَأْذَنْ لِمَنْ شِئْتَ مِنْهُمْ وَاسْتَغْفِرْ لَهُمُ اللَّهَ ۚ إِنَّ
اللَّهَ غَفُورٌ رَحِيمٌ ٦٢

৬৩) প্ৰকৃততে সেইকলেইহে বিশ্বাসী যিসকলে আল্লা আৰু তেওঁৰ ৰচুলৰ প্ৰতি বিশ্বাস স্থাপন কৰিছে, আৰু সমাজ সম্পৰ্কীয় কোনো গুৰুতৰ কথাত ৰচুলৰ লগত ব্যস্ত থাকিলে তেওঁৰ অনুমতি নোলোৱাকৈ গুচি নাহে; যিসকলে (ওলাই যাবলৈ) তোমাৰ অনুমতি প্ৰাৰ্থনা কৰে সেইসকলেহে প্ৰকৃততে আল্লা আৰু তেওঁৰ ৰচুলৰ প্ৰতি বিশ্বাস স্থাপন কৰিছে। গতিকে তেওঁলোকে যদি নিজৰ কোনো সকামৰ কাৰণে যাবলৈ তোমাৰ অনুমতি বিচাৰে, তেওঁলোকৰ মাজৰ যাকে ইচ্ছা তাকে তুমি অনুমতি দান কৰিবা; আল্লা নিশ্চয় শ্ৰেষ্ঠ মাৰ্জ্জনাকাৰী, পৰম দানশীল।

لَا تَجْعَلُوا دُعَاءَ الرَّسُولِ بَيْنَكُمْ كَدُعَاءِ بَعْضِكُمْ بَعْضًا ۚ
قَدْ يَعْلَمُ اللَّهُ الَّذِينَ يَتَسَلَّلُونَ مِنْكُمْ لِوَاذًا ۚ فَلْيَحْذَرِ
الَّذِينَ يُخَالِفُونَ عَنْ أَمْرِهِ أَنْ تُصِيبَهُمْ فِتْنَةٌ أَوْ
يُصِيبَهُمْ عَذَابٌ أَلِيمٌ ٦٣

৬৪) তোমালোকৰ মাজৰ কিছুমান লোকক ৰচুলে আহ্বান কৰিলে তাক তোমালোকে ইজনে সিজনক আহ্বান কৰাৰ দৰে নাভাবিবা; যিবিলাকে তোমালোকৰ সঙ্গৰ পৰা সুৰুকা মাৰি পলাই যায় স্বৰূপতে আল্লাই সিহঁতক জানে। গতিকে যিবিলাকে তেওঁৰ আদেশৰ বিৰুদ্ধাচৰণ কৰে সিহঁতে যেন সাৱধান থাকে, হ'ব পাৰে সিহঁত পৰীক্ষাত পৰিব লগীয়া হয়, নাইবা (তাৰ ফলত) সিহঁতক যন্ত্ৰণাদায়ক শাস্তিয়ে স্পৰ্শ কৰে।

৬৫) সাৱধান! আকাশমণ্ডলী আৰু পৃথিৱীত থকা সকলোৰে গৰাকী যে আল্লা ইয়াত একো সন্দেহ নাই; তোমালোকে যি কামতেই লাগিবলৈ সঙ্কল্প কৰিছা স্বৰূপতে তাক আল্লাই জানে। আৰু যিদিনা সিহঁতক তেওঁৰ ওচৰলৈ প্ৰত্যাবৰ্ত্তন কৰোৱা হ'ব সেইদিনা সিহঁতে যি কাৰ্য্য কৰিছিল সিহঁতক তেওঁ জানিবলৈ দিব, কিয়নো আল্লাই সকলো বিষয় ভালকৈ জানে।

اَلَآ اِنَّ لِلّٰهِ مَا فِي السَّمٰوٰتِ وَالْاَرْضِ قَدْ يَعْلَمُ مَآ اَنْتُمْ عَلَيْهِ وَيَوْمَ يُرْجَعُوْنَ اِلَيْهِ فَيُنَبِّئُهُمْ بِمَا عَمِلُوْا وَاللّٰهُ بِكُلِّ شَيْءٍ عَلِيْمٌ ﴿٦٥﴾

**Chapter 25** **Part 18**



## চুৰা ২৫ AL-FURQAN আল্-ফুৰ্ক্বান ঃ স্বতন্ত্ৰ নিদৰ্শন

মক্কাত অৱতীৰ্ণ

১) পৰম করুনাময়, পৰম দানশীল আল্লাৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ﴿١﴾

২) আল্লা অতি মঙ্গলময়, যিজনে নিজ ভৃত্যৰ প্ৰতি স্বতন্ত্ৰ নিদৰ্শন অৱতীৰ্ণ কৰিছে, যাতে তেওঁ সকলো জাতিৰ কাৰণে সতৰ্ককাৰী হ'ব পাৰে;

تَبٰرَكَ الَّذِيْ نَزَّلَ الْفُرْقَانَ عَلٰى عَبْدِهٖ لِيَكُوْنَ لِلْعٰلَمِيْنَ نَذِيْرًا ﴿٢﴾

৩) যিজন আকাশমন্ডলী আৰু পৃথিৱীৰ ৰাজত্বৰ অধিপতি; তেওঁ কোনো পুত্ৰ গ্ৰহণ কৰা নাই; আৰু ৰাজ্যশাসনত তেওঁৰ এজনো অংশী নাই; আৰু তেৱেঁই সকলো বস্তুকে সৃজন কৰিছে; তাৰ লগে লগে তেওঁ প্ৰতিটোৰে সীমা আৰু পৰিমানৰ নিয়ন্ত্ৰণ কৰিছে।

الَّذِيْ لَهٗ مُلْكُ السَّمٰوٰتِ وَالْاَرْضِ وَلَمْ يَتَّخِذْ وَلَدًا وَّلَمْ يَكُنْ لَّهٗ شَرِيْكٌ فِي الْمُلْكِ وَخَلَقَ كُلَّ شَيْءٍ فَقَدَّرَهٗ تَقْدِيْرًا ﴿٣﴾

৪) আৰু সিহঁতে তেওঁত ভিন্ন এনে উপাস্য-বিলাকক গ্ৰহণ কৰিছে যিবিলাকে একোকে সৃজন কৰা নাই, বৰং সিহঁতকেই সৃজন কৰা হৈছে; আৰু নিজৰে অমঙ্গল আৰু মঙ্গল সাধন কৰিবলৈ সিহঁতৰ সাধ্য নাই; আৰু মৃত্যু ঘটোৱা আৰু জীৱন দিয়া আৰু পুনৰায় উত্থাপন কৰাৰো সিহঁতৰ কোনো ক্ষমতা নাই।

وَاتَّخَذُوْا مِنْ دُوْنِهٖٓ اٰلِهَةً لَّا يَخْلُقُوْنَ شَيْـًٔا وَّهُمْ يُخْلَقُوْنَ وَلَا يَمْلِكُوْنَ لِاَنْفُسِهِمْ ضَرًّا وَّلَا نَفْعًا وَّلَا يَمْلِكُوْنَ مَوْتًا وَّلَا حَيٰوةً وَّلَا نُشُوْرًا ﴿٤﴾

৫) আৰু (এই কোৰ্-আন সম্বন্ধে) অবিশ্বাসীবিলাকে কয়, ই এটা কৃত্রিম বস্তু মাত্র, যাক তেওঁ সাজি লৈছে, আৰু এই কার্য্যত আন কেইবাজনো মানুহেও তেওঁক সহায় কৰিছে। স্বৰূপতে এইদৰে সিহঁতে অন্যায় আচৰণ আৰু অসত্যাৰোপ কৰিছে।

وَقَالَ الَّذِيْنَ كَفَرُوْٓا اِنْ هٰذَآ اِلَّآ اِفْكُ ِۨافْتَرٰىهُ وَاَعَانَهٗ عَلَيْهِ قَوْمٌ اٰخَرُوْنَ ۛ فَقَدْ جَآءُوْ ظُلْمًا وَّزُوْرًا ۚ ٥

৬) তদুপৰি সিহঁতে কয়, এইবিলাক হৈছে পূৰ্ব্বগামীসকলৰ সাধুকথা, যি তেওঁ অইনৰ দবাৰা লিখুৱাই লৈছে ; আৰু তাকেই পুৱা আৰু সন্ধীয়া তেওঁৰ সম্মুখত পাঠ কৰা হয়।

وَقَالُوْٓا اَسَاطِيْرُ الْاَوَّلِيْنَ اكْتَتَبَهَا فَهِيَ تُمْلٰى عَلَيْهِ بُكْرَةً وَّاَصِيْلًا ٦

৭) (হে মহম্মদ,) তুমি কোৱাঁ সেইজনেই এই কোৰান অৱতীর্ণ কৰিছে যিজনে আকাশমণ্ডলী আৰু পৃথিৱীৰ বিষয়ে সকলো সম্ভেদ জানে; নিশ্চয় তেৱেঁই শ্রেষ্ঠ ক্ষমাবান, পৰম দানশীল।

قُلْ اَنْزَلَهُ الَّذِيْ يَعْلَمُ السِّرَّ فِي السَّمٰوٰتِ وَالْاَرْضِ ۗ اِنَّهٗ كَانَ غَفُوْرًا رَّحِيْمًا ٧

৮) আৰু সিহঁতে কয়, এওঁনো কেনেকুৱা ৰচুল! এওঁ দেখোন খাদ্য আহাৰ কৰে আৰু হাটে-বজাৰে ফুৰা-চকা কৰে! তেওঁৰ প্রতি ফিৰিশ্বতা এজন নমাই পঠোৱা নহ'ল কিয়, যাতে তেওঁৰ লগতে সেইজনো (লোকৰ কাৰণে) সতর্ককাৰী হ'লহেঁতেন?

وَقَالُوْا مَالِ هٰذَا الرَّسُوْلِ يَاْكُلُ الطَّعَامَ وَيَمْشِيْ فِي الْاَسْوَاقِ ۗ لَوْلَآ اُنْزِلَ اِلَيْهِ مَلَكٌ فَيَكُوْنَ مَعَهٗ نَذِيْرًا ٨

৯) নাইবা তেওঁক ধনৰ ভঁৰাল দান কৰা নহ'ল কিয়? অথবা তেওঁক এনে এখন উদ্যানৰ গৰাকী কিয় কৰা নহ'ল, যাৰ পৰা তেওঁ নানা প্রকাৰ ফল ভোগ কৰিলেহেঁতেন? আৰু অন্যায়কাৰীবিলাকে (লোকক) কৈ ফুৰে, তোমালোকে কেৱল এনেজন মানুহৰ অনুসৰণ কৰিব লাগিছা যিজন যাদুগ্রস্ত।

اَوْ يُلْقٰٓى اِلَيْهِ كَنْزٌ اَوْ تَكُوْنُ لَهٗ جَنَّةٌ يَّاْكُلُ مِنْهَا ۗ وَقَالَ الظّٰلِمُوْنَ اِنْ تَتَّبِعُوْنَ اِلَّا رَجُلًا مَّسْحُوْرًا ٩

১০) চোৱাঁ, তোমাৰ সম্বন্ধে কেনেবোৰ উপমা সিহঁতে সাজিব ধৰিছে! গতিকে সিহঁত বিপথগামী, আৰু সুপথ পাবলৈ সিহঁত সমূলি অসমর্থ।

اُنْظُرْ كَيْفَ ضَرَبُوْا لَكَ الْاَمْثَالَ فَضَلُّوْا فَلَا يَسْتَطِيْعُوْنَ سَبِيْلًا ١٠ ع

১১) আল্লা অতি মঙ্গলময়, যিজনে নিজ ইচ্ছাৰে তোমাক দান কৰিব যি তাতোকৈ উত্তম এনে উদ্যানসমূহ যাৰ তলেদি জুৰিসমূহ বৈ যায়, আৰু তেওঁ তোমাৰ নিমিত্তে স্থিৰ কৰিব ওখ প্ৰাসাদসমূহ।

تَبٰرَكَ الَّذِيْٓ اِنْ شَآءَ جَعَلَ لَكَ خَيْرًا مِّنْ ذٰلِكَ جَنّٰتٍ تَجْرِيْ مِنْ تَحْتِهَا الْاَنْهٰرُ ۙ وَيَجْعَلْ لَّكَ قُصُوْرًا ⑩

১২) নহয়, সিহঁতে নিৰূপিত সময়ৰ আগমন অস্বীকাৰ কৰে; আৰু যেয়ে নিৰূপিত সময়ৰ আগমন অস্বীকাৰ কৰে তাৰ নিমিত্তে আমি প্ৰস্তুত কৰি থৈছোঁ নৰকৰ প্ৰজ্বলিত অগ্নি।

بَلْ كَذَّبُوْا بِالسَّاعَةِ ۣ وَاَعْتَدْنَا لِمَنْ كَذَّبَ بِالسَّاعَةِ سَعِيْرًا ⑪

১৩) যেতিয়া দূৰৰ ঠাইৰ পৰা নৰক সিহঁতৰ চকুত পৰিব সিহঁতে তাৰ ভিতৰৰ গৰ্জ্জনি আৰু গৰ্গৰণি শুনিবলৈ পাব।

اِذَا رَاَتْهُمْ مِّنْ مَّكَانٍۢ بَعِيْدٍ سَمِعُوْا لَهَا تَغَيُّظًا وَّزَفِيْرًا ⑫

১৪) আৰু যেতিয়া নৰকৰ সঙ্কীৰ্ণ ঠাই এডোখৰত সিহঁতক শিকলিৰে বান্ধি নিক্ষেপ কৰা হ'ব, তেতিয়া সিহঁতে তাত (উপায় নাপাই) মৃত্যুক আহ্বান কৰিব।

وَاِذَآ اُلْقُوْا مِنْهَا مَكَانًا ضَيِّقًا مُّقَرَّنِيْنَ دَعَوْا هُنَالِكَ ثُبُوْرًا ⑬

১৫) (সিহঁতক কোৱা হ'ব,) আজি তোমালোকে মাত্ৰ একেটা মৃত্যুক আহ্বান নকৰিবা, বৰং বাৰে বাৰে অহা বহু মৃত্যুক আহ্বান কৰি থাকা।

لَا تَدْعُوا الْيَوْمَ ثُبُوْرًا وَّاحِدًا وَّادْعُوْا ثُبُوْرًا كَثِيْرًا ⑭

১৬) তুমি কোৱাঁ, এনে (দুৰ্ঘোৰ নৰক উত্তম নে সেই চিৰকলীয়া স্বৰ্গৰ উদ্যান যি ধৰ্ম্মপৰায়ণ-সকলৰ নিমিত্তে অঙ্গীকাৰ কৰা হৈছে; সেয়ে সেইসকলৰ প্ৰতিদান আৰু প্ৰত্যাবৰ্ত্তনৰ ঠাই।

قُلْ اَذٰلِكَ خَيْرٌ اَمْ جَنَّةُ الْخُلْدِ الَّتِيْ وُعِدَ الْمُتَّقُوْنَ ۭ كَانَتْ لَهُمْ جَزَاۗءً وَّمَصِيْرًا ⑮

১৭) তেওঁলোকে তাত যি অভিলাষ কৰিব তাকেই পাব স্থায়ীৰূপে ভোগ কৰিবলৈ; তোমাৰ প্ৰভুৰ পৰা যি দৃঢ় প্ৰতিশ্ৰুতিৰ তুমি বাঞ্ছা কৰিছিলা এয়ে সেই প্ৰতিশ্ৰুতি।

لَهُمْ فِيْهَا مَا يَشَاۗءُوْنَ خٰلِدِيْنَ ۭ كَانَ عَلٰي رَبِّكَ وَعْدًا مَّسْـُٔوْلًا ⑯

১৮) আৰু সেইদিনা তেওঁ সিহঁতক একেলগ কৰিব, আৰু সেইবিলাককো যিবিলাকৰ সিহঁতে পূজা কৰিছিল আল্লাক এৰি। তেতিয়া তেওঁ সিহঁতক সুধিব, মোৰ ভৃত্যবিলাকক তোমালোকে বিপথলৈ নিছিলা নে সিহঁতে নিজেই বিপথে গৈছিল?

وَيَوْمَ يَحْشُرُهُمْ وَمَا يَعْبُدُونَ مِنْ دُونِ اللَّهِ فَيَقُولُ ءَأَنتُمْ أَضْلَلْتُمْ عِبَادِى هَٰؤُلَآءِ أَمْ هُمْ ضَلُّوا السَّبِيلَ ﴿١٨﴾

১৯) সিহঁতে উত্তৰ দিব, তুমিয়ে পৰম পৱিত্ৰ, তোমাক এৰি অইনক ৰক্ষকস্বৰূপে গ্ৰহণ কৰা আমাৰ পক্ষে কোনোৰূপে যুগুত নাছিল; কিন্তু তুমিয়ে সিহঁতক আৰু সিহঁতৰ পূৰ্ব্বপুৰুষবিলাকক প্ৰচুৰ সম্বল দান কৰিছিলা, ফলত সিহঁতে (তোমাক) স্মৰণ কৰিবলৈ পাহৰিলে; আৰু সিহঁত এনে এটা জাতি আছিল যাৰ সংহাৰ স্থিৰীকৃত আছিল।

قَالُوا سُبْحَٰنَكَ مَا كَانَ يَنۢبَغِى لَنَآ أَن نَّتَّخِذَ مِن دُونِكَ مِنْ أَوْلِيَآءَ وَلَٰكِن مَّتَّعْتَهُمْ وَءَابَآءَهُمْ حَتَّىٰ نَسُوا الذِّكْرَ وَكَانُوا قَوْمًۢا بُورًا ﴿١٩﴾

২০) (আল্লাই কব,) তোমালোকে যি কথা কোৱা স্বৰূপতে তাকে সিহঁতে মিছা বুলি প্ৰকাশ কৰিছে; পিছত তোমালোকে (প্ৰতিশ্ৰুত) শাস্তি ঘূৰাই দূৰ কৰিবলৈ নোৱাৰিবা, আৰু নিজেই নিজকে সহায়ো কৰিবলৈ অক্ষম হ'বা; আৰু তোমালোকৰ মাজৰ যেয়ে অন্যায় কৰিব তাক আমি ডাঙৰ শাস্তিৰ সোৱাদ লবলৈ দিম।

فَقَدْ كَذَّبُوكُم بِمَا تَقُولُونَ فَمَا تَسْتَطِيعُونَ صَرْفًا وَلَا نَصْرًا وَمَن يَظْلِم مِّنكُمْ نُذِقْهُ عَذَابًا كَبِيرًا ﴿٢٠﴾

২১) আৰু তোমাৰ পূৰ্ব্বে যি সকল ৰচুলকেই আমি প্ৰেৰণ কৰিছিলোঁ সেইসকলে নিশ্চয় আহাৰ কৰিছিল, আৰু হাট বজাৰলৈকো অহা-যোৱা কৰিছিল। আৰু আমি পৰীক্ষাস্বৰূপ কৰিছোঁ তোমালোকৰে কিছুমানক কিছুমানৰ কাৰণে। তোমালোকে ধৈৰ্য্য ধাৰণ কৰি থাকিবা নে? আৰু তোমাৰ প্ৰভু প্ৰকৃততে সকলো নিৰীক্ষণ কৰোঁতা।

وَمَآ أَرْسَلْنَا قَبْلَكَ مِنَ الْمُرْسَلِينَ إِلَّآ إِنَّهُمْ لَيَأْكُلُونَ الطَّعَامَ وَيَمْشُونَ فِى الْأَسْوَاقِ وَجَعَلْنَا بَعْضَكُمْ لِبَعْضٍ فِتْنَةً أَتَصْبِرُونَ وَكَانَ رَبُّكَ بَصِيرًا ﴿٢١﴾

## ঊনবিংশ পাৰা

—ওয়া-ক্বালল্লজীনা—

২২) আৰু যিবিলাকৰ (মনত) আমাৰ সম্মুখীন

وَقَالَ الَّذِينَ لَا يَرْجُونَ لِقَآءَنَا لَوْلَآ أُنزِلَ

عَلَيْنَا الْمَلٰٓئِكَةُ اَوْ نَرٰى رَبَّنَا ۭ لَقَدِ اسْتَكْبَرُوْا فِيْٓ اَنْفُسِهِمْ وَعَتَوْ عُتُوًّا كَبِيْرًا ۝۲۱

হোৱাৰ ভয় নাই সিহঁতে কয়, আমাৰ প্ৰতি ফিৰিশ্বতাসকলক কিয় নমাই পঠোৱা হোৱা নাই? নাইবা, আমাৰ প্ৰভুক আমি (নিজ চকুৰে) দেখা নোপোৱাৰ কাৰণ কি? স্বৰূপতে সিহঁতে আপোন অন্তৰসমূহত অহঙ্কাৰ পোষণ কৰিছে, আৰু দুৰ্ঘোৰ উদ্ধতালি কৰিব লাগিছে।

يَوْمَ يَرَوْنَ الْمَلٰٓئِكَةَ لَا بُشْرٰى يَوْمَئِذٍ لِّلْمُجْرِمِيْنَ وَيَقُوْلُوْنَ حِجْرًا مَّحْجُوْرًا ۝۲۲

২৩) যিদিনা সিহঁতে ফিৰিশ্বতাসকলক দেখিবলৈ পাব, সেইদিনা অপৰাধীবিলাকৰ নিমিত্তে কোনো শুভ-সংবাদ নাথাকিব। আৰু তেতিয়া ফিৰিশ্বতাসকলে ক'ব, চোৱাঁ, অভেদ্য প্ৰতিবন্ধক অৱস্থিত (তোমালোকৰ সম্মুখত)।

وَقَدِمْنَآ اِلٰى مَا عَمِلُوْا مِنْ عَمَلٍ فَجَعَلْنٰهُ هَبَآءً مَّنْثُوْرًا ۝۲۳

২৪) আৰু (ৰচুলৰ বিৰুদ্ধে) সিহঁতে যি কাৰ্য্য কৰিছে তাৰ পিনে আমি মন কৰিম, আৰু আমি সেইবোৰ কাৰ্য্য সমূলি উৰাই নিম, যেনেকৈ (বতাহে) ধূলিকণা উৰাই নিয়ে।

اَصْحٰبُ الْجَنَّةِ يَوْمَئِذٍ خَيْرٌ مُّسْتَقَرًّا وَّاَحْسَنُ مَقِيْلًا ۝۲۴

২৫) সেইদিনা স্বৰ্গৰ লোকসকলে লাভ কৰিব বাস-বসতি কৰিবলৈ উত্তম স্থান, আৰু বিশ্ৰাম লবলৈ উৎকৃষ্ট ঠাই।

وَيَوْمَ تَشَقَّقُ السَّمَآءُ بِالْغَمَامِ وَنُزِّلَ الْمَلٰٓئِكَةُ تَنْزِيْلًا ۝۲۵

২৬) আৰু সেইদিনা আকাশ মেঘৰাশিৰে সৈতে ফাটি পৰিব, আৰু (তাৰ মাজেদি)ফিৰিশ্বতা-সকলক শাৰী শাৰীকৈ নমাই পঠোৱা হ'ব।

اَلْمُلْكُ يَوْمَئِذِ ۣالْحَقُّ لِلرَّحْمٰنِ ۭ وَكَانَ يَوْمًا عَلَى الْكٰفِرِيْنَ عَسِيْرًا ۝۲۶

২৭) সেইদিনা যথাৰ্থতে ৰাজত্বৰ অধিপতি হ'ব আল্লা; আৰু অবিশ্বাসীবিলাকৰ নিমিত্তে হ'ব সেই দিন নিতান্ত কঠিন।

وَيَوْمَ يَعَضُّ الظَّالِمُ عَلٰى يَدَيْهِ يَقُوْلُ يٰلَيْتَنِي اتَّخَذْتُ مَعَ الرَّسُوْلِ سَبِيْلًا ۝۲۷

২৮) আৰু সেইদিনা যি অন্যায়কাৰী, সি নিজৰ দুইখন হাত কামুৰি এইদৰে আক্ষেপ কৰিব, হায়, মই ৰচুলৰে সঙ্গত থাকি সুপথ অনুসৰণ নকৰিলোঁ কিয়!

২৯) ধিক মোৰ প্ৰতি! হায়! (মোক বিপথে নিয়া) ব্যক্তিজনক মই বন্ধুৰূপে গ্ৰহণ কৰিলোঁ কিয়!

يٰوَيْلَتٰى لَيْتَنِىْ لَمْ اَتَّخِذْ فُلَانًا خَلِيْلًا ﴿٢٨﴾

৩০) স্বৰূপতে মোৰ ওচৰলৈ সোঁৱৰণী অহাৰ পাছত সেইজনে মোক বিপথে নিছিল। আৰু শ্বয়তানৰ কামেই হৈছে মানুহক প্ৰতাৰণা কৰা।

لَقَدْ اَضَلَّنِىْ عَنِ الذِّكْرِ بَعْدَ اِذْ جَآءَنِىْ ؕ وَكَانَ الشَّيْطٰنُ لِلْاِنْسَانِ خَذُوْلًا ﴿٢٩﴾

৩১) আৰু ৰছুলে ক'ব, হে মোৰ প্ৰভু, নিশ্চয় মোৰ জাতিয়ে এই কোৰ্-আনখন এটা পৰিত্যক্ত বস্তু বুলি ধাৰণা কৰিছে।

وَقَالَ الرَّسُوْلُ يٰرَبِّ اِنَّ قَوْمِى اتَّخَذُوْا هٰذَا الْقُرْاٰنَ مَهْجُوْرًا ﴿٣٠﴾

৩২) আৰু এইদৰে আমি অপৰাধীবিলাকৰ মাজৰ পৰা কিছুমানক প্ৰতিজন ৰছুলৰ শত্ৰু স্থিৰ কৰিছোঁ। কিন্তু পথ-প্ৰদৰ্শক আৰু সাহায্য-কাৰীৰূপে তোমাৰ প্ৰভুৱেই যথেষ্ট।

وَكَذٰلِكَ جَعَلْنَا لِكُلِّ نَبِىٍّ عَدُوًّا مِّنَ الْمُجْرِمِيْنَ ؕ وَكَفٰى بِرَبِّكَ هَادِيًا وَّنَصِيْرًا ﴿٣١﴾

৩৩) আৰু অবিশ্বাসীবিলাকে কয়, তেওঁৰ প্ৰতি সম্পূৰ্ণ কোৰ্-আনখন এবেলিতেই কিয় অৱতীৰ্ণ কৰা নহ'ল? এইদৰেই (ক্ৰমান্বয়ে) কোৰ্-আন অৱতীৰ্ণ কৰা হৈছে। আমি যেন এই উপায়ে তোমাৰ হৃদয় সুদৃঢ় কৰিব পাৰোঁ; আৰু তাকে আমি বৈ বৈ লাহে লাহে আবৃত্তি কৰিবলৈ দিওঁ।

وَقَالَ الَّذِيْنَ كَفَرُوْا لَوْلَا نُزِّلَ عَلَيْهِ الْقُرْاٰنُ جُمْلَةً وَّاحِدَةً ۚ كَذٰلِكَ ۚ لِنُثَبِّتَ بِهٖ فُؤَادَكَ وَرَتَّلْنٰهُ تَرْتِيْلًا ﴿٣٢﴾

৩৪) আৰু তোমাৰ আগলৈ সিহঁতে এনে কোনো উপমা আনিবলৈ নোৱাৰে যাৰ গূঢ় তত্ত্ব আৰু উৎকৃষ্ট ব্যাখ্যা আমি তোমাক পূৰ্বেই বুজাই দিয়া নাই।

وَلَا يَاْتُوْنَكَ بِمَثَلٍ اِلَّا جِئْنٰكَ بِالْحَقِّ وَاَحْسَنَ تَفْسِيْرًا ﴿٣٣﴾

৩৫) সিহঁতক নৰকত একেলগ কৰি উবুৰিয়াই পেলোৱা হ'ব; সিহঁতক থাকিবলৈ দিয়া হ'ব অতি নিকৃষ্ট ঠাই; আৰু সিহঁত সুপথৰ পৰা আঁতৰি যাব বহুত দূৰলৈ।

اَلَّذِيْنَ يُحْشَرُوْنَ عَلٰى وُجُوْهِهِمْ اِلٰى جَهَنَّمَ ۙ اُولٰٓئِكَ شَرٌّ مَّكَانًا وَّاَضَلُّ سَبِيْلًا ﴿٣٤﴾

৩৬) আৰু স্বৰূপতে আমি ধৰ্ম্মগ্ৰন্থ দান কৰিছিলোঁ মুচাক, আৰু তেওঁৰ লগতে তেওঁৰ ভ্ৰাতা হাৰুনক তেওঁৰ সহকাৰীৰূপে নিযুক্ত কৰিছিলোঁ।

وَلَقَدْ اٰتَيْنَا مُوْسَى الْكِتٰبَ وَجَعَلْنَا مَعَهٗٓ اَخَاهُ هٰرُوْنَ وَزِيْرًا ۝٣٦

৩৭) তাৰ পাছত আমি এই আদেশ দিলোঁ, যি জাতিয়ে আমাৰ নিদৰ্শনসমূহক মিছা ভাবি অমান্য কৰিছে সিহঁতৰ ওচৰলৈ তোমালোক দুয়ো যোৱা ; অৱশেষত সিহঁতক আমি সমূলি বিধ্বংস কৰিলোঁ ;

فَقُلْنَا اذْهَبَآ اِلَى الْقَوْمِ الَّذِيْنَ كَذَّبُوْا بِاٰيٰتِنَا ۗ فَدَمَّرْنٰهُمْ تَدْمِيْرًا ۝٣٧

৩৮) আৰু নুহৰ জাতিকো ; যেতিয়া সিহঁতে ৰচুলসকলক মিছলীয়া ভাবি অগ্ৰাহ্য কৰিছিল আমি সিহঁতক বুৰাই মাৰিলোঁ ; আৰু মানৱজাতিৰ নিমিত্তে আমি সিহঁতক নিদৰ্শনস্বৰূপ কৰিলোঁ, আৰু অন্যায়কাৰীহঁতৰ নিমিত্তে আমি বেদনা-দায়ক শাস্তি সাজু কৰি থৈছোঁ।

وَقَوْمَ نُوْحٍ لَّمَّا كَذَّبُوا الرُّسُلَ اَغْرَقْنٰهُمْ وَجَعَلْنٰهُمْ لِلنَّاسِ اٰيَةً ۗ وَاَعْتَدْنَا لِلظّٰلِمِيْنَ عَذَابًا اَلِيْمًا ۝٣٨

৩৯) আৰু 'আদ জাতি আৰু ছমুদ জাতিক আৰু ৰচ্‌চৰ অধিবাসীবিলাকক আৰু এইবিলাকৰ মাজৰ সময়তে আৰু বহু জাতিকে (আমি ধ্বংস কৰি আনৰ নিমিত্তে নিদৰ্শন স্থিৰ কৰিছিলোঁ)।

وَّعَادًا وَّثَمُوْدَا۟ وَاَصْحٰبَ الرَّسِّ وَقُرُوْنًا بَيْنَ ذٰلِكَ كَثِيْرًا ۝٣٩

৪০) আৰু প্ৰতিটো জাতিৰ আগত সিহঁতৰ কাৰণে বহু উপমা উপনীত কৰিছিলোঁ ; কিন্তু (সিহঁতে বিৰুদ্ধাচৰণ কৰাত) প্ৰত্যেকটোকে বিধ্বংস কৰিলোঁ।

وَكُلًّا ضَرَبْنَا لَهُ الْاَمْثَالَ ۫ وَكُلًّا تَبَّرْنَا تَتْبِيْرًا ۝٤٠

৪১) আৰু যিখন নগৰত দুৰ্যোৰ বৰষুণ পেলোৱা হৈছিল তাৰ কাষেদি সিহঁতে নিশ্চয় অহা-যোৱা কৰিছিল, অথচ সেই নগৰী সিহঁতে লক্ষ্য কৰা নাছিল নে? নহয়, (সিহঁতে নিশ্চয় লক্ষ্য কৰিছিল, কিন্তু) পুনৰুত্থানৰ আশা সিহঁতে কৰা নাছিল।

وَلَقَدْ اَتَوْا عَلَى الْقَرْيَةِ الَّتِيْٓ اُمْطِرَتْ مَطَرَ السَّوْءِ ۭ اَفَلَمْ يَكُوْنُوْا يَرَوْنَهَا ۚ بَلْ كَانُوْا لَا يَرْجُوْنَ نُشُوْرًا ۝٤١

৪২) আৰু সিহঁতে তোমাক দেখা পালে তোমাক লৈ উপহাস কৰে মাথোন, (এই বুলি) কি! আল্লাই ৰচুল নিযুক্ত কৰি পঠালে এনেজনক হে!

وَإِذَا رَأَوْكَ إِن يَتَّخِذُونَكَ إِلَّا هُزُوًا أَهَٰذَا الَّذِي بَعَثَ اللَّهُ رَسُولًا ﴿٤١﴾

৪৩) আমি নিজা উপাস্যসকলক দৃঢ়ৰূপে ধৰি নথকা হলে তেওঁ নিশ্চয় আমাক সেইসকলৰ (পূজাৰ) পৰা আঁতৰাই প্ৰায় বিপথে লৈ গৈছিল; কিন্তু আগলৈ যেতিয়া সিহঁতে অহা শাস্তি লক্ষ্য কৰিব, তেতিয়া সিহঁতে জানিব পাৰিব কোন না সুপথৰ পৰা অধিকতৰ বিভ্ৰান্ত।

إِن كَادَ لَيُضِلُّنَا عَنْ آلِهَتِنَا لَوْلَا أَن صَبَرْنَا عَلَيْهَا ۚ وَسَوْفَ يَعْلَمُونَ حِينَ يَرَوْنَ الْعَذَابَ مَنْ أَضَلُّ سَبِيلًا ﴿٤٢﴾

৪৪) যি নিজৰ বৃথা অভিলাষক নিজৰ (প্ৰকৃত) উপাস্য স্বৰূপ গ্ৰহণ কৰিছে তেনে মানুহক তুমি দেখা পাইছা নে? এনেজনৰ কাৰ্য্য-সম্পাদক তুমি হ'ব খুজিছা নে?

أَرَأَيْتَ مَنِ اتَّخَذَ إِلَٰهَهُ هَوَاهُ أَفَأَنتَ تَكُونُ عَلَيْهِ وَكِيلًا ﴿٤٣﴾

৪৫) তুমি ইয়াকে অনুমান কৰিছা নে, সিহঁতৰ সৰহ ভাগ মানুহে তোমাৰ (উপদেশ) কাণ দি শুনে, অথবা উপলব্ধি কৰিব পাৰে? ইয়াত কোনো সন্দেহ নাই, সিহঁত হৈছে পশুৰ নিচিনা, বৰং সেইবোৰতকৈয়ো অধিকতৰ বিভ্ৰান্ত!

أَمْ تَحْسَبُ أَنَّ أَكْثَرَهُمْ يَسْمَعُونَ أَوْ يَعْقِلُونَ ۚ إِنْ هُمْ إِلَّا كَالْأَنْعَامِ ۖ بَلْ هُمْ أَضَلُّ سَبِيلًا ﴿٤٤﴾

৪৬) তোমাৰ প্ৰভুৰ প্ৰতি তুমি লক্ষ্য কৰা নাই নে, তেওঁ কেনেকৈ ছাঁ (ক্ৰমেই) দীঘল কৰে? আৰু তেওঁ ইচ্ছা কৰা হলে সেই ছাঁকে নিশ্চয় (একেভাগে) স্থিৰ কৰি ৰাখিলেহেঁতেন। আৰু আমি তাৰ গতি নিৰ্দ্দেশ কৰিবলৈ সূৰ্য্যকে প্ৰমাণ স্বৰূপ কৰিছোঁ;

أَلَمْ تَرَ إِلَىٰ رَبِّكَ كَيْفَ مَدَّ الظِّلَّ وَلَوْ شَاءَ لَجَعَلَهُ سَاكِنًا ثُمَّ جَعَلْنَا الشَّمْسَ عَلَيْهِ دَلِيلًا ﴿٤٥﴾

৪৭) পিছত সেই ছাঁ আমি নিজৰ ফাললৈ আকৰ্ষিত কৰোঁ আনুক্ৰমিক আকৰ্ষণেৰে।

ثُمَّ قَبَضْنَاهُ إِلَيْنَا قَبْضًا يَسِيرًا ﴿٤٦﴾

৪৮) আৰু তোমালোকৰ নিমিত্তে তেৰেঁই নিশা সৃষ্টি কৰিছে আবৰণ স্বৰূপ, আৰু টোপনি জিৰণি

وَهُوَ الَّذِي جَعَلَ لَكُمُ اللَّيْلَ لِبَاسًا وَالنَّوْمَ سُبَاتًا

وَّجَعَلَ النَّهَارَ نُشُوْرًا ﴿٤٨﴾

স্বৰূপ ; আৰু তেওঁ দিন সৃষ্টি কৰিছে তোমালোকে উঠি-ফুৰি কাম-কাজ কৰিবৰ নিমিত্তে।

وَهُوَ الَّذِیْٓ اَرْسَلَ الرِّیٰحَ بُشْرًۢا بَیْنَ یَدَیْ رَحْمَتِهٖ ۚ وَاَنْزَلْنَا مِنَ السَّمَآءِ مَآءً طَهُوْرًا ﴿٤٩﴾

৪৯) আৰু তেৱেঁই শীতল বতাহ প্ৰেৰণ কৰে নিজ কৰুণাৰ অগ্ৰগামী কৰি, আনন্দ-বাৰ্ত্তা বাহকৰূপে, আৰু আমি আকাশৰ পৰা নমাই আনো অতি নিৰ্ম্মল পানী,—

لِّنُحْیِۦَ بِهٖ بَلْدَةً مَّیْتًا وَّنُسْقِیَهٗ مِمَّا خَلَقْنَآ اَنْعَامًا وَّاَنَاسِیَّ كَثِیْرًا ﴿٥٠﴾

৫০) যাতে তাৰ দ্বাৰা যি নগৰ মৃত তাক সজীৱ কৰোঁ, আৰু আমি সৃজন কৰা বহু পশু আৰু মানৱক সেই পানী পান কৰিবলৈ দিওঁ।

وَلَقَدْ صَرَّفْنٰهُ بَیْنَهُمْ لِیَذَّكَّرُوْا ۖ فَاَبٰۤی اَكْثَرُ النَّاسِ اِلَّا كُفُوْرًا ﴿٥١﴾

৫১) আৰু স্বৰূপতে এনে উপমা আমি সিহঁতৰ আগত ঘূৰাই বৰ্ণনা কৰোঁ, সিহঁতে যেন উপদেশ গ্ৰহণ কৰিব পাৰে; কিন্তু মানৱৰ সৰহভাগেই অকৃতজ্ঞতা ত্যাগ নকৰি (সত্যক) অস্বীকাৰ হে কৰে।

وَلَوْ شِئْنَا لَبَعَثْنَا فِیْ كُلِّ قَرْیَةٍ نَّذِیْرًا ﴿٥٢﴾

৫২) আৰু আমি ইচ্ছা কৰা হলে প্ৰত্যেক (বিৰোধী) নগৰতে নিশ্চয় একোজন সাৱধান কৰোঁতা উত্থাপন কৰিলোঁহেঁতেন।

فَلَا تُطِعِ الْكٰفِرِیْنَ وَجَاهِدْهُمْ بِهٖ جِهَادًا كَبِیْرًا ﴿٥٣﴾

৫৩) গতিকে (হে মহম্মদ,) তুমি অবিশ্বাসী-বিলাকৰ বাধ্যতা স্বীকাৰ নকৰিবা, আৰু ইয়াকে (এই কোৰ্-আনকে) হাতত লৈ সিহঁতৰ সৈতে মহাসংগ্ৰামত প্ৰবৃত্ত হোৱাঁ।

وَهُوَ الَّذِیْ مَرَجَ الْبَحْرَیْنِ هٰذَا عَذْبٌ فُرَاتٌ وَّهٰذَا مِلْحٌ اُجَاجٌ ۚ وَجَعَلَ بَیْنَهُمَا بَرْزَخًا وَّحِجْرًا مَّحْجُوْرًا ﴿٥٤﴾

৫৪) আৰু তেৱেঁই দুখন সাগৰ প্ৰবাহিত কৰিছে; এখনৰ পানী মধুৰ, তৃষ্ণা নিবাৰণ কৰিব পৰা; আৰু সিখনৰ পানী লোণা, বেজ্‌বেজীয়া; আৰু দুয়োৰ মাজতে তেওঁ স্থাপন কৰিছে অন্তৰায় আৰু অভেদ্য অৱৰোধ।

وَهُوَ الَّذِیْ خَلَقَ مِنَ الْمَآءِ بَشَرًا فَجَعَلَهٗ نَسَبًا

৫৫) আৰু পানীৰ পৰা তেওঁ মানৱক সৃজন

কৰিছে; তাৰ পিছত তাৰ কাৰণে আত্মীয় স্থিৰ কৰিছে, ৰক্ত সম্পৰ্কীয় আৰু বিৱাহ সম্বন্ধীয়; আৰু তোমাৰ প্ৰভু সৰ্ব্বশক্তিমান।

وَّ صِهْرًا ؕ وَ كَانَ رَبُّكَ قَدِيْرًا ﴿۵۴﴾

৫৬) আৰু সিহঁতে আল্লাত ভিন্ন এনেবিলাকৰ পূজা-অৰ্চ্চনা কৰে যিবিলাকে সিহঁতৰ উপকাৰো কৰিব নোৱাৰে, আৰু সিহঁতৰ অপকাৰো কৰিব নোৱাৰে; আৰু যি অবিশ্বাসী যি নিজ প্ৰভুৰ বিৰুদ্ধে (অসত্যক হে) প্ৰশ্ৰয় দিয়ে।

وَ يَعْبُدُوْنَ مِنْ دُوْنِ اللّٰهِ مَا لَا يَنْفَعُهُمْ وَ لَا يَضُرُّهُمْ ؕ وَ كَانَ الْكَافِرُ عَلٰى رَبِّهٖ ظَهِيْرًا ﴿۵۵﴾

৫৭) আৰু (হে মহম্মদ,) আমি তোমাক প্ৰেৰণ কৰিছোঁ মাথোন আনন্দ-বাৰ্ত্তা বাহকৰূপে আৰু সতৰ্ককাৰীৰূপে।

وَ مَاۤ اَرْسَلْنٰكَ اِلَّا مُبَشِّرًا وَّ نَذِيْرًا ﴿۵۶﴾

৫৮) তুমি কোৱাঁ, তোমালোকক বুজনি দিয়াৰ বাবে মই তোমালোকৰ পৰা একো প্ৰতিদান নিবিচাৰোঁ,—ইয়াকে মাথোন বিচাৰোঁ, যাৰ ইচ্ছা সি যেন নিজ প্ৰভুৰ ফাললৈ অগ্ৰগতি হোৱাৰ পথ অৱলম্বন কৰে।

قُلْ مَاۤ اَسْـَٔلُكُمْ عَلَيْهِ مِنْ اَجْرٍ اِلَّا مَنْ شَآءَ اَنْ يَّتَّخِذَ اِلٰى رَبِّهٖ سَبِيْلًا ﴿۵۷﴾

৫৯) আৰু সেই চিৰ-জীৱন্ত আল্লাৰ ওপৰত তুমি ভাৰসা ৰাখাঁ যি অমৰ, আৰু তেওঁৰ পৱিত্ৰতাৰ কীৰ্ত্তন কৰাঁ প্ৰশংসাৰে সৈতে; আৰু তেওঁৰ ভৃত্যবিলাকে যি পাপ-কাৰ্য্য কৰে সেই সম্বন্ধে তেওঁ যথেষ্টৰূপে অৱগত।

وَ تَوَكَّلْ عَلَى الْحَيِّ الَّذِيْ لَا يَمُوْتُ وَ سَبِّحْ بِحَمْدِهٖ ؕ وَ كَفٰى بِهٖ بِذُنُوْبِ عِبَادِهٖ خَبِيْرًا ﴿۵۸﴾

৬০) তেৱেঁই গগনমণ্ডল আৰু পৃথিৱী, আৰু দুয়োৰে মাজত অৱস্থিত সকলোকে ছয় দিনত সৃষ্টি কৰিলে, তেতিয়া তেওঁ মহা-সিংহাসনত বিৰাজমান হ'ল; তেওঁ পৰম কৰুণাময়; গতিকে তেওঁৰ সম্বন্ধে সেইজনক প্ৰশ্ন কৰাঁ যিজন উত্তমৰূপে অভিজ্ঞ।

اِلَّذِيْ خَلَقَ السَّمٰوٰتِ وَ الْاَرْضَ وَ مَا بَيْنَهُمَا فِيْ سِتَّةِ اَيَّامٍ ثُمَّ اسْتَوٰى عَلَى الْعَرْشِ ۛۚ اَلرَّحْمٰنُ فَسْـَٔلْ بِهٖ خَبِيْرًا ﴿۵۹﴾

৬১) আৰু যেতিয়া সিহঁতক কোৱা হয়,

وَ اِذَا قِيْلَ لَهُمُ اسْجُدُوْا لِلرَّحْمٰنِ قَالُوْا وَ مَا الرَّحْمٰنُ

ءَ اَنَسْجُدُ لِمَا تَأْمُرُنَا وَ زَادَهُمْ نُفُوْرًا ۩ ⁽⁶⁰⁾

তোমালোকে পৰম কৰুণাময় আল্লাক সাষ্টাঙ্গে প্ৰণিপাত কৰাঁ, সিহঁতে কয়, কিন্তু পৰম কৰুণাময় কাক বুলিছা; তুমি আমাক আদেশ দিছা বুলিয়ে আমি তেওঁক সাষ্টাঙ্গে প্ৰণিপাত কৰিম নে? আৰু (এনে উপদেশ দিয়াত) সিহঁতৰ ঘৃণা হে বৃদ্ধি হয়।

تَبٰرَكَ الَّذِيْ جَعَلَ فِي السَّمَآءِ بُرُوْجًا وَّجَعَلَ فِيْهَا سِرٰجًا وَّ قَمَرًا مُّنِيْرًا ⁽⁶¹⁾

৬২) আল্লা মঙ্গলময়, যিজনে আকাশত (নক্ষত্ৰৰ) ৰাশিচক্ৰসমূহ সৃষ্টি কৰিছে, আৰু তাৰে মাজত সৃষ্টি কৰিছে প্ৰদীপস্বৰূপ সূৰ্য্য আ সমুজ্জ্বল চন্দ্ৰ।

وَهُوَ الَّذِيْ جَعَلَ الَّيْلَ وَالنَّهَارَ خِلْفَةً لِّمَنْ اَرَادَ اَنْ يَّذَّكَّرَ اَوْ اَرَادَ شُكُوْرًا ⁽⁶²⁾

৬৩) আৰু যেয়ে উপদেশ গ্ৰহণ কৰিববলৈ ইচ্ছা কৰে অথবা (আল্লাৰ) শলাগ লববলৈ কামনা কৰে তাৰ নিমিত্তে তেৱেঁই নিশা আৰু দিনক পৰস্পৰৰ অনুবৰ্ত্তনশীল কৰিছে।

وَعِبَادُ الرَّحْمٰنِ الَّذِيْنَ يَمْشُوْنَ عَلَى الْاَرْضِ هَوْنًا وَّاِذَا خَاطَبَهُمُ الْجٰهِلُوْنَ قَالُوْا سَلٰمًا ⁽⁶³⁾

৬৪) আৰু সেইসকলেই কৰুণাময় আল্লাৰ প্ৰকৃত সেৱক যিসকলে পৃথিৱীত বিনীতভাৱে ভ্ৰমণ কৰে, আৰু যেতিয়া অজ্ঞানবিলাকে তেওঁলোকক সম্বোধন কৰে তেওঁলোকে প্ৰত্যুত্তৰত ইয়াকে মাথোন কয়, (তোমালোকৰ প্ৰতি) শান্তি হওক!

وَالَّذِيْنَ يَبِيْتُوْنَ لِرَبِّهِمْ سُجَّدًا وَّقِيَامًا ⁽⁶⁴⁾

৬৫) আৰু সেইসকলে নিজ প্ৰভুক সাষ্টাঙ্গে প্ৰণিপাত কৰি, আৰু থিয় দি আৰাধনা কৰি নিশা অতিবাহিত কৰে;

وَالَّذِيْنَ يَقُوْلُوْنَ رَبَّنَا اصْرِفْ عَنَّا عَذَابَ جَهَنَّمَ ۖ اِنَّ عَذَابَهَا كَانَ غَرَامًا ۖ ⁽⁶⁵⁾

৬৬) আৰু সেইসকলে প্ৰাৰ্থনা কৰে এই বুলি ঃ হে আমাৰ প্ৰভু, নৰকৰ শাস্তি তুমি আমাৰ পৰা আঁতৰাই নিয়া; নিশ্চয় তাৰ শাস্তি বিষম বেদনা-দায়ক।

اِنَّهَا سَآءَتْ مُسْتَقَرًّا وَّمُقَامًا ⁽⁶⁶⁾

৬৭) নিশ্চয় নৰক সদায় থাকিবৰ নিকৃষ্ট স্থান, আৰু জিৰণিৰ জঘন্য ঠাই।

৬৮) আৰু ধন ব্যয় কৰোঁতে সেইসকলে অপব্যয় নকৰে আৰু কৃপণতাও নকৰে, বৰং দুয়োৰ মাজতে মধ্যবৰ্ত্তী পথ অনুসৰণ কৰে।

وَالَّذِيْنَ اِذَآ اَنْفَقُوْا لَمْ يُسْرِفُوْا وَلَمْ يَقْتُرُوْا وَكَانَ
بَيْنَ ذٰلِكَ قَوَامًا ﴿٦٧﴾

৬৯) আৰু সেইসকলে অইনক আল্লাৰ সঙ্গী পাতি উপাস্যৰূপে আহ্বান নকৰে; আৰু আল্লাই যি জীৱ হত্যা কৰিবলৈ নিষেধ কৰিছে সেইসকলে তাক হত্যা নকৰে, ন্যায্য কাৰণ বিনে; আৰু সেইসকলে ব্যভিচাৰ নকৰে; আৰু যেয়ে এনে গৰ্হিত কাৰ্য্য কৰে সি সেই অসৎ কৰ্ম্মৰ উচিত প্ৰতিফল ভোগ কৰিব।

وَالَّذِيْنَ لَا يَدْعُوْنَ مَعَ اللّٰهِ اِلٰهًا اٰخَرَ وَلَا يَقْتُلُوْنَ
النَّفْسَ الَّتِيْ حَرَّمَ اللّٰهُ اِلَّا بِالْحَقِّ وَلَا يَزْنُوْنَ
وَمَنْ يَّفْعَلْ ذٰلِكَ يَلْقَ اَثَامًا ﴿٦٨﴾

৭০) পুনৰুত্থানৰ দিনা সেই শাস্তি তাৰ নিমিত্তে দুগুণ কৰা হ'ব, আৰু সি লাঞ্ছিত অৱস্থাত নৰকতে বহুকাল পৰি থাকিব,—

يُّضٰعَفْ لَهُ الْعَذَابُ يَوْمَ الْقِيٰمَةِ وَيَخْلُدْ فِيْهٖ
مُهَانًا ﴿٦٩﴾

৭১) এনেজনৰ বাহিৰে যিজনে অনুতাপ কৰে আৰু বিশ্বাস স্থাপন কৰে, আৰু সজ কাম কৰে; কিয়নো এনেসকলৰ অমঙ্গল আল্লাই মঙ্গলত পৰিণত কৰিব; আৰু আল্লা শ্ৰেষ্ঠ মাৰ্জ্জনাকাৰী, পৰম দানশীল।

اِلَّا مَنْ تَابَ وَاٰمَنَ وَعَمِلَ عَمَلًا صَالِحًا فَاُولٰٓئِكَ
يُبَدِّلُ اللّٰهُ سَيِّاٰتِهِمْ حَسَنٰتٍ وَكَانَ اللّٰهُ غَفُوْرًا
رَّحِيْمًا ﴿٧٠﴾

৭২) আৰু যিজনে সন্তাপ কৰে আৰু সজ কাম কৰে, সেইজনে আল্লাৰ ফাললৈ ঘূৰি আহে যিদৰে ঘূৰি অহা শ্ৰেয়ঃ।

وَمَنْ تَابَ وَعَمِلَ صَالِحًا فَاِنَّهٗ يَتُوْبُ اِلَى اللّٰهِ
مَتَابًا ﴿٧١﴾

৭৩) আৰু সেইসকলে মিছা সাক্ষী নিদিয়ে; আৰু যেতিয়া বৃথা তৰ্ক-বিতৰ্কৰ (মেলৰ) কাষেদি যাব লগীয়া হয়, তেওঁলোকে নিজ মৰ্য্যাদা ৰক্ষা কৰি আঁতৰি যায়।

وَالَّذِيْنَ لَا يَشْهَدُوْنَ الزُّوْرَ وَاِذَا مَرُّوْا بِاللَّغْوِ
مَرُّوْا كِرَامًا ﴿٧٢﴾

৭৪) আৰু সেইসকলৰ আগত যেতিয়া নিজ প্ৰভুৰ নিদৰ্শনসমূহ উল্লেখ কৰা হয়, তাকে লৈ তেওঁলোকে ক'লা আৰু অন্ধৰ দৰে ব্যৱহাৰ নকৰে।

وَالَّذِيْنَ اِذَا ذُكِّرُوْا بِاٰيٰتِ رَبِّهِمْ لَمْ يَخِرُّوْا عَلَيْهَا
صُمًّا وَّعُمْيَانًا ﴿٧٣﴾

وَالَّذِيْنَ يَقُوْلُوْنَ رَبَّنَا هَبْ لَنَا مِنْ اَزْوَاجِنَا وَ ذُرِّيّٰتِنَا قُرَّةَ اَعْيُنٍ وَّاجْعَلْنَا لِلْمُتَّقِيْنَ اِمَامًا ۝

৭৫) আৰু সেইসকলে প্ৰাৰ্থনা কৰি থাকে এই দৰেঃ হে আমাৰ প্ৰভু, আমাৰ পত্নীবিলাকৰ আৰু আমাৰ সন্তান-সন্ততিৰ দবাৰা তুমি আমাৰ নয়নসমূহ শীতল কৰাঁ, আৰু আমাক ধৰ্ম্মনিষ্ঠসকলৰ কাৰণে নেতৃত্ব দান কৰাঁ।

اُولٰٓئِكَ يُجْزَوْنَ الْغُرْفَةَ بِمَا صَبَرُوْا وَيُلَقَّوْنَ فِيْهَا تَحِيَّةً وَّسَلٰمًا ۝

৭৬) তেওঁলোকে যে ধৈৰ্য্য ধাৰণ কৰিছিল তাৰ বাবে তেওঁলোকক প্ৰতিদান স্বৰূপ (স্বৰ্গত বাস কৰিবলৈ) উচ্চ প্ৰাসাদ দিয়া হ'ব, আৰু তাত তেওঁলোকক সম্বৰ্দ্ধনা জনোৱা হ'ব, সম্ভাষণ আৰু শান্তিৰ (চালামৰ) সৈতে;

خٰلِدِيْنَ فِيْهَا ۭ حَسُنَتْ مُسْتَقَرًّا وَّمُقَامًا ۝

৭৭) তাতে সেইসকলে বাস কৰিব স্থায়ীৰূপে; অৱস্থান কৰিবলৈ সেয়ে উত্তম ঠাই আৰু বিশ্ৰামৰো উৎকৃষ্ট স্থান।

قُلْ مَا يَعْبَؤُا بِكُمْ رَبِّيْ لَوْلَا دُعَاۗؤُكُمْ ۚ فَقَدْ كَذَّبْتُمْ فَسَوْفَ يَكُوْنُ لِزَامًا ۝

৭৮) তুমি (অবিশ্বাসীবিলাকক) কোৱাঁ, তোমালোকে যদি মোৰ প্ৰভুৰ উপাসনা নকৰা, তাৰ বাবে তেওঁ তোমালোকক গ্ৰাহ্যকে নকৰে; যিহেতু তোমালোকে স্বৰূপতে (সত্য) অস্বীকাৰ কৰিছিলা তাৰ ফলত অদূৰ ভৱিষ্যতে অনিবাৰ্য্য শাস্তি তোমালোকৰ ওপৰত পৰিব।



চুৰা ২৬ AL-SHU'ARA' আল্-শ্বু'অৰা ঃ কবিবিলাক মক্কাত অৱতীর্ণ

১) পৰম করুণাময়, পৰম দানশীল আল্লাৰ নামত।

بِسۡمِ اللّٰهِ الرَّحۡمٰنِ الرَّحِیۡمِ ①

২) ত্বা, চীন, মীম।

طٰسٓمّٓ ②

৩) এইবিলাক সুস্পষ্টকাৰী ধৰ্ম্মগ্ৰন্থৰ আয়তসমূহ।

تِلۡكَ اٰیٰتُ الۡكِتٰبِ الۡمُبِیۡنِ ③

৪) যিহেতু সিহঁতে বিশ্বাস স্থাপন নকৰে তাৰ কাৰণে সম্ভৱতঃ তুমি তোমাৰ প্ৰাণ হেৰুৱাবলৈ উদ্যত হৈছা।

لَعَلَّكَ بَاخِعٌ نَّفۡسَكَ اَلَّا یَكُوۡنُوۡا مُؤۡمِنِیۡنَ ④

৫) আমি ইচ্ছা কৰা হলে আকাশৰ পৰা সিহঁতৰ প্ৰতি এনে নিদৰ্শন নমাই পঠালোঁহেঁতেন যাৰ বাবে সিহঁতৰ কণ্ঠবোৰ অৱনত হৈ পৰিলহেঁতেন।

اِنۡ نَّشَاۡ نُنَزِّلۡ عَلَیۡهِمۡ مِّنَ السَّمَآءِ اٰیَةً فَظَلَّتۡ اَعۡنَاقُهُمۡ لَهَا خٰضِعِیۡنَ ⑤

৬) আৰু করুণাময় আল্লাৰ কাষৰ পৰা সিহঁতলৈ এনে কোনো নতুন উপদেশ অহা নাই যাৰ পৰা সিহঁত বিমুখ হোৱা নাই।

وَ مَا یَاۡتِیۡهِمۡ مِّنۡ ذِكۡرٍ مِّنَ الرَّحۡمٰنِ مُحۡدَثٍ اِلَّا كَانُوۡا عَنۡهُ مُعۡرِضِیۡنَ ⑥

৭) স্বৰূপতে সত্যক সিহঁতে মিছা বুলি প্ৰত্যাখ্যান কৰিছে; গতিকে যি কথালৈ সিহঁতে বিদ্ৰূপ কৰিছিল সেয়ে সিহঁতৰ সম্মুখত উপনীত হ'ব;

فَقَدۡ كَذَّبُوۡا فَسَیَاۡتِیۡهِمۡ اَنۡۢبٰٓؤُا مَا كَانُوۡا بِهٖ یَسۡتَهۡزِءُوۡنَ ⑦

৮) সিহঁতে পৃথিৱীৰ ফালে লক্ষ্য নকৰে নে, য'ত আমি নানাবিধ উৎকৃষ্ট উদ্ভিদ উৎপাদন কৰিছোঁ?

اَوَ لَمۡ یَرَوۡا اِلَی الۡاَرۡضِ كَمۡ اَنۡۢبَتۡنَا فِیۡهَا مِنۡ كُلِّ زَوۡجٍ كَرِیۡمٍ ⑧

৯) যথাৰ্থতে তাৰ মাজত নিশ্চয় আছে নিদৰ্শন: কিন্তু সিহঁতৰ সৰহভাগেই বিশ্বাস স্থাপন নকৰে।

اِنَّ فِیۡ ذٰلِكَ لَاٰیَةً ؕ وَ مَا كَانَ اَكۡثَرُهُمۡ مُّؤۡمِنِیۡنَ ⑨

১০) আৰু ইয়াত কোনো সন্দেহ নাই, তোমাৰ প্ৰভু সৰ্ব্বশক্তিমান, পৰম দানশীল।

وَاِنَّ رَبَّكَ لَهُوَ الْعَزِيْزُ الرَّحِيْمُ ⑩

১১) আৰু (মনত পেলোৱাঁ) যেতিয়া তোমাৰ প্ৰভুৱে মুচাক আহ্বান কৰি ক'লে, (হে মুচা,) তুমি যোৱাঁ অন্যায়কাৰী লোকবিলাকৰ ওচৰলৈ,—

وَاِذْ نَادٰى رَبُّكَ مُوْسٰٓى اَنِ ائْتِ الْقَوْمَ الظّٰلِمِيْنَ ⑪

১২) ফিৰৌনৰ জাতিলৈ,—সিহঁত ধৰ্ম্মপৰায়ণ নহ'ব নে?

قَوْمَ فِرْعَوْنَ ؕ اَلَا يَتَّقُوْنَ ⑫

১৩) তেওঁ ক'লে, হে মোৰ প্ৰভু সঁচাকৈয়ে মই ভয় কৰোঁ, জানোচা সিহঁতে মোক মিছলীয়া ভাবি অগ্ৰাহ্য কৰে।

قَالَ رَبِّ اِنِّيْٓ اَخَافُ اَنْ يُّكَذِّبُوْنِ ⑬

১৪) আৰু (মই আশঙ্কা কৰোঁ) মোৰ হিয়া সঙ্কীৰ্ণ হৈ পৰিব, আৰু মোৰ জিভা (কথা কওঁতে) খকজা লাগিব; গতিকে হাৰুনৰ প্ৰতিও (মোৰ লগতে যাবলৈ) আদেশ প্ৰেৰণ কৰাঁ।

وَيَضِيْقُ صَدْرِيْ وَلَا يَنْطَلِقُ لِسَانِيْ فَاَرْسِلْ اِلٰى هٰرُوْنَ ⑭

১৫) তদুপৰি মোৰ বিৰুদ্ধে সিহঁতৰ এটা (গুৰুতৰ) অভিযোগ আছে; তাৰ কাৰণে মই ভয় কৰোঁ সিহঁতে সুযোগ পাই মোক বধ কৰিব।

وَلَهُمْ عَلَيَّ ذَنْبٌ فَاَخَافُ اَنْ يَّقْتُلُوْنِ ⑮

১৬) আল্লাই ক'লে, এনে হ'ব নোৱাৰে; এতিয়া তোমালোক দুয়ো যাত্ৰা কৰাঁ আমাৰ নিদৰ্শনসমূহৰে সৈতে; আমি নিশ্চয় তোমাৰ লগতে থাকি (সকলো কথা) **শুনিথাকিম**।

قَالَ كَلَّا ۚ فَاذْهَبَا بِاٰيٰتِنَآ اِنَّا مَعَكُمْ مُّسْتَمِعُوْنَ ⑯

১৭) গতিকে তোমালোক উভয়ে ফিৰৌনৰ ওচৰলৈ গৈ ইয়াকে কোৱাঁ, নিশ্চয় আমি সেইজনৰ প্ৰেৰিত ৰচুল যিজন বিশ্বজগতৰ প্ৰতিপালক।

فَاْتِيَا فِرْعَوْنَ فَقُوْلَآ اِنَّا رَسُوْلُ رَبِّ الْعٰلَمِيْنَ ⑰

১৮) (আল্লাৰ এই আদেশ,) বনি-ইস্ৰাইলক তুমি আমাৰ লগতে ওলাই যাবলৈ দিয়াঁ।

اَنْ اَرْسِلْ مَعَنَا بَنِيْٓ اِسْرَآءِيْلَ ⑱

১৯) (মুচাই গৈ এই বাৰ্ত্তা দিয়াত) ফিৰৌনে ক'লে, আমি তোমাক আমাৰ মাজতে ৰাখি ল'ৰাকালৰ পৰা ডাঙৰ দীঘল কৰা নাই নে ? আৰু তোমাৰ জীৱনৰ ভালেমান বছৰ আমাৰ মাজতে তুমি অতিবাহিত কৰা নাই নে ?

قَالَ اَلَمْ نُرَبِّكَ فِيْنَا وَلِيْدًا وَّ لَبِثْتَ فِيْنَا مِنْ عُمُرِكَ سِنِيْنَ ﴿١٩﴾

২০) আৰু যি দোষ কৰিলা তুমি কৰিলায়ে, তথাপি তুমি সেইবিলাকৰ অন্তৰ্গত হ'লা যিবিলাকে কৃতজ্ঞতা স্বীকাৰ নকৰে।

وَ فَعَلْتَ فَعْلَتَكَ الَّتِيْ فَعَلْتَ وَاَنْتَ مِنَ الْكٰفِرِيْنَ ﴿٢٠﴾

২১) তেওঁ ক'লে, অৱশ্যে মই সেই দোষ কৰিছিলোঁ, কিন্তু জানি শুনি কৰা নাই।

قَالَ فَعَلْتُهَاۤ اِذًا وَّ اَنَا مِنَ الضَّآلِّيْنَ ﴿٢١﴾

২২) সেই কাৰণে তোমালোকৰ ভয়তে তোমালোকৰ কাষৰ পৰা মই পলাই গৈছিলোঁ। অৱশেষত মোৰ প্ৰভুৱে মোক তত্ত্বজ্ঞান দান কৰিলে, আৰু মোক ৰচুলসকলৰ দলত ভুক্ত কৰিলে।

فَفَرَرْتُ مِنْكُمْ لَمَّا خِفْتُكُمْ فَوَهَبَ لِيْ رَبِّيْ حُكْمًا وَّ جَعَلَنِيْ مِنَ الْمُرْسَلِيْنَ ﴿٢٢﴾

২৩) আৰু মোৰ প্ৰতি যি অনুগ্ৰহ কৰিলা বুলি এতিয়া মোক সোঁৱৰাইছা তাৰ বাবে তুমি ইস্ৰাইল-সন্ততিক দাসত্বৰ বান্ধোনেৰে বান্ধি ৰাখিছা নে কি ?

وَ تِلْكَ نِعْمَةٌ تَمُنُّهَا عَلَيَّ اَنْ عَبَّدْتَّ بَنِيْۤ اِسْرَآءِيْلَ ﴿٢٣﴾

২৪) ফিৰৌনে ক'লে, যি বিশ্বজগতৰ প্ৰতিপালকৰ কথা তুমি কলা তেওঁ নো কোন ?

قَالَ فِرْعَوْنُ وَمَا رَبُّ الْعٰلَمِيْنَ ﴿٢٤﴾

২৫) মুচাই উত্তৰ দিলে, আকাশমণ্ডলী আৰু পৃথিৱীৰ আৰু উভয়ৰ মাজত যি অৱস্থিত সকলোৰে তেৱেঁই প্ৰতিপালক, যদিহে তোমালোকে নিশ্চিতৰূপে বিশ্বাস কৰা।

قَالَ رَبُّ السَّمٰوٰتِ وَ الْاَرْضِ وَمَا بَيْنَهُمَا ؕ اِنْ كُنْتُمْ مُّوْقِنِيْنَ ﴿٢٥﴾

২৬) ফিৰৌনে তেওঁৰ কাষৰ মানুহবিলাকক ক'লে, (মুচাৰ কথা) তোমালোকে শুনি পোৱা নাই নে ?

قَالَ لِمَنْ حَوْلَهٗۤ اَلَا تَسْتَمِعُوْنَ ﴿٢٦﴾

قَالَ رَبُّكُمْ وَرَبُّ اٰبَآئِكُمُ الْاَوَّلِيْنَ ﴿٢٦﴾

২৭) মুচাই ক'লে, তেওঁ তোমালোকৰ প্ৰভু, আৰু তোমালোকৰ পূৰ্ব্বগামী পিতৃপুৰুষসকলৰো প্ৰভু।

قَالَ اِنَّ رَسُوْلَكُمُ الَّذِيْٓ اُرْسِلَ اِلَيْكُمْ لَمَجْنُوْنٌ ﴿٢٧﴾

২৮) ফিৰৌনে (বিষয়াবিলাকক) ক'লে, চোৱাঁ, তোমালোকৰ প্ৰতি যিজন ৰচুলক প্ৰেৰণ কৰা হৈছে নিশ্চয় সেইজন উন্মাদ।

قَالَ رَبُّ الْمَشْرِقِ وَالْمَغْرِبِ وَمَا بَيْنَهُمَا ۭ اِنْ كُنْتُمْ تَعْقِلُوْنَ ﴿٢٨﴾

২৯) মুচাই ক'লে, পূৰ্ব্ব আৰু পশ্চিমৰ আৰু উভয়ৰ মাজত যি অৱস্থিত সকলোৰে তেৱেঁই প্ৰভু, যদিহে তোমালোকৰ বোধশক্তি থাকে।

قَالَ لَئِنِ اتَّخَذْتَ اِلٰهًا غَيْرِيْ لَاَجْعَلَنَّكَ مِنَ الْمَسْجُوْنِيْنَ ﴿٢٩﴾

৩০) ফিৰৌনে ক'লে, যদি তুমি মোত ভিন্ন আন উপাস্যক গ্ৰহণ কৰা, তেন্তে ইয়াত কোনো সন্দেহ নাই মই তোমাক বন্দীবিলাকৰ অন্তৰ্গত কৰিম।

قَالَ اَوَلَوْ جِئْتُكَ بِشَيْءٍ مُّبِيْنٍ ﴿٣٠﴾

৩১) মুচাই ক'লে, মই তোমাৰ আগত সুস্পষ্ট প্ৰমাণ উপস্থিত কৰিলেও (মোক বন্দী কৰিবা নে?)

قَالَ فَاْتِ بِهٖٓ اِنْ كُنْتَ مِنَ الصّٰدِقِيْنَ ﴿٣١﴾

৩২) ফিৰৌনে ক'লে, ভাল, তুমি তেনে প্ৰমাণ উপস্থিত কৰাঁ, যদিহে তুমি সত্যবাদীবিলাকৰ মাজৰ।

فَاَلْقٰى عَصَاهُ فَاِذَا هِيَ ثُعْبَانٌ مُّبِيْنٌ ﴿٣٢﴾

৩৩) তেতিয়া তেওঁ নিজৰ লাখুটিডাল নিক্ষেপ কৰিলে; নিক্ষেপ কৰা মাত্ৰ সেই ডাল দেখাদেখিকৈ সাপত পৰিণত হ'ল।

وَّنَزَعَ يَدَهٗ فَاِذَا هِيَ بَيْضَآءُ لِلنّٰظِرِيْنَ ﴿٣٣﴾

৩৪) তাৰ উপৰি তেওঁ নিজৰ হাত এখন মেলিলে; চোৱাঁ, হাতখন দৰ্শন কৰোঁতাবিলাকৰ চকুত সমুজ্জ্বল হৈ পৰিল।

قَالَ لِلْمَلَاِ حَوْلَهٗٓ اِنَّ هٰذَا لَسٰحِرٌ عَلِيْمٌ ﴿٣٤﴾

৩৫) ফিৰৌনে তেওঁৰ আশে-পাশে থকা প্ৰধান পাৰিষদবিলাকক ক'লে, কোনো সন্দেহ নাই, এওঁ এজন নিপুণ যাদুকৰ;

৩৬) তেওঁ তোমালোকক নিজ দেশৰ পৰা উলিয়াই দিবলৈ সঙ্কল্প কৰিছে নিজ যাদুৰ বলেৰে; এতিয়া তোমালোকে কি পৰামৰ্শ দিয়া ?

يُرِيدُ أَنْ يُخْرِجَكُمْ مِنْ أَرْضِكُمْ بِسِحْرِهِ ۖ فَمَاذَا تَأْمُرُونَ ٣٥

৩৭) সিহঁতে ক'লে, তেওঁক আৰু তেওঁৰ ভ্ৰাতাক (কিছুকাল) অপেক্ষা কৰিবলৈ দিয়াঁ, আৰু (ইয়াৰ মাজতে) নগৰসমূহলৈ মানুহ-চপাওঁতা কিছুমানক পঠিয়াই দিয়াঁ,

قَالُوا أَرْجِهْ وَأَخَاهُ وَابْعَثْ فِي الْمَدَائِنِ حَاشِرِينَ ٣٦

৩৮) যাতে সিহঁতে প্ৰত্যেক অভিজ্ঞ নিপুণ যাদুকৰক তোমাৰ ওচৰলৈ লৈ আহে।

يَأْتُوكَ بِكُلِّ سَحَّارٍ عَلِيمٍ ٣٧

৩৯) অৱশেষত এটা স্থিৰীকৃত দিনৰ নিৰ্দ্দিষ্ট সময়ত যাদুকৰবিলাকক সমবেত কৰা হ'ল;

فَجُمِعَ السَّحَرَةُ لِمِيقَاتِ يَوْمٍ مَعْلُومٍ ٣٨

৪০) আৰু জনসাধাৰণকো জাননী দিয়া হ'ল তোমালোকেও সমবেত হবা নে ?

وَقِيلَ لِلنَّاسِ هَلْ أَنْتُمْ مُجْتَمِعُونَ ٣٩

৪১) (তেন্তে তোমালোকো উপস্থিত থাকিবা) যাতে আমি যাদুকৰবিলাকৰ অনুগামী হ'ব পাৰোঁ, যদিহে সিহঁতে জয়লাভ কৰে।

لَعَلَّنَا نَتَّبِعُ السَّحَرَةَ إِنْ كَانُوا هُمُ الْغَالِبِينَ ٤٠

৪২) যাদুকৰবিলাক আহিয়ে ফিৰৌনক সুধিলে, আমি যদি জয়ী হ'ব পাৰোঁ, সঁচাকৈয়ে আমি পুৰস্কাৰ লাভ কৰিম নে ?

فَلَمَّا جَاءَ السَّحَرَةُ قَالُوا لِفِرْعَوْنَ أَئِنَّ لَنَا لَأَجْرًا إِنْ كُنَّا نَحْنُ الْغَالِبِينَ ٤١

৪৩) তেওঁ ক'লে, নিশ্চয়; তদুপৰি ইয়াত কোনো সন্দেহ নাই, তোমালোকে (তেতিয়া) মোৰ সন্নিধানৰ ভাজনসকলৰ মাজৰ হবা।

قَالَ نَعَمْ وَإِنَّكُمْ إِذًا لَمِنَ الْمُقَرَّبِينَ ٤٢

৪৪) মুচাই সিহঁতক ক'লে, তোমালোকৰ যিহকে পেলাবৰ ইচ্ছা তাকে পেলোৱাঁ।

قَالَ لَهُمْ مُوسَىٰ أَلْقُوا مَا أَنْتُمْ مُلْقُونَ ٤٣

৪৫) তেতিয়া সিহঁতে নিজৰ জৰিবোৰ আৰু

فَأَلْقَوْا حِبَالَهُمْ وَعِصِيَّهُمْ وَقَالُوا بِعِزَّةِ فِرْعَوْنَ

নিজৰ লাখুটিবোৰ পেলাই এটা চিঞৰ মাৰিলে, ফিৰৌনৰ ক্ষমতাৰ গুণে নিশ্চয় আমিয়ে জয় লাভ কৰিম।

إِنَّا لَنَحْنُ الْغٰلِبُوْنَ ﴿٤٤﴾

৪৬) তাৰ পিছত মুচাই নিজা লাখুটিডাল নিক্ষেপ কৰিলে; চোৱাঁ, সিহঁতে যি মিছা কৌশল দেখুৱাইছিল গোটেইবোৰকে ই (সাপ হৈ) গ্ৰাস কৰিব লাগিলে।

فَأَلْقٰى مُوْسٰى عَصَاهُ فَإِذَا هِيَ تَلْقَفُ مَا يَأْفِكُوْنَ ﴿٤٥﴾

৪৭) তাকে দেখি যাদুকৰবিলাক সাষ্টাঙ্গে প্ৰণিপাত কৰিবলৈ বাধ্য হ'ল।

فَأُلْقِيَ السَّحَرَةُ سٰجِدِيْنَ ﴿٤٦﴾

৪৮) সিহঁতে স্বীকাৰ কৰিলে, আমি বিশ্বাস স্থাপন কৰিলোঁ বিশ্বজগতৰ প্ৰতিপালকৰ প্ৰতি,

قَالُوْٓا اٰمَنَّا بِرَبِّ الْعٰلَمِيْنَ ﴿٤٧﴾

৪৯) যিজন মুচা আৰু হাৰুনৰ প্ৰভু।

رَبِّ مُوْسٰى وَ هٰرُوْنَ ﴿٤٨﴾

৫০) ফিৰৌনে ক'লে, কি! মই তোমালোকক অনুমতিনৌ দিওঁতেই তোমালোকে তেওঁত বিশ্বাস স্থাপন কৰিলা নে? এই জনেই তোমালোকক যাদুবিদ্যা শিকাইছে; তেৱেঁই নিশ্চয় তোমালোকৰ দলপতি; আগলৈ নিশ্চয় তোমালোকে জানিব পাৰিবা। কোনো সন্দেহ নাই, মই তোমালোকৰ হাতবোৰ আৰু তোমালোকৰ ভৰিবোৰ বিপৰীতফালৰ পৰা কাটি পেলাম, আৰু তোমালোক সকলোকে মই নিশ্চয় পেৰেঙনিত বান্ধি মাৰিম।

قَالَ اٰمَنْتُمْ لَهٗ قَبْلَ اَنْ اٰذَنَ لَكُمْ ۚ اِنَّهٗ لَكَبِيْرُكُمُ الَّذِيْ عَلَّمَكُمُ السِّحْرَ ۚ فَلَسَوْفَ تَعْلَمُوْنَ ۚ لَاُقَطِّعَنَّ اَيْدِيَكُمْ وَ اَرْجُلَكُمْ مِّنْ خِلَافٍ وَّ لَاُوصَلِّبَنَّكُمْ اَجْمَعِيْنَ ﴿٤٩﴾

৫১) সিহঁতে ক'লে, একো ভয় নাই; (এনেও এদিন) নিজ প্ৰভুৰ ফাললৈ আমি উভতি যাব লাগিবই।

قَالُوْا لَا ضَيْرَ ۖ اِنَّآ اِلٰى رَبِّنَا مُنْقَلِبُوْنَ ﴿٥٠﴾

৫২) আমাৰ এয়ে আকাঙ্ক্ষা, আমাৰ প্ৰভুৱে যেন আমাৰ অপৰাধসমূহ মাৰ্জ্জনা কৰে; বাস্তৱিকতে বিশ্বাসীসকলৰ মাজত আমিয়ে হৈছোঁ আগুৱান।

اِنَّا نَطْمَعُ اَنْ يَّغْفِرَ لَنَا رَبُّنَا خَطٰيٰنَآ اَنْ كُنَّآ اَوَّلَ الْمُؤْمِنِيْنَ ﴿٥١﴾ ع

| | |
|---|---|
| ৫৩) আৰু আমি মুচাৰ প্ৰতি প্ৰত্যাদেশ কৰিলোঁ, নিশা থাকোঁতেই তুমি মোৰ ভৃত্যবিলাকক লগত লৈ (মিছৰৰ পৰা) ওলাই যোৱাঁ, কিয়নো নিশ্চয় তোমালোকৰ অনুসৰণ কৰা হ'ব। | وَاَوْحَيْنَآ اِلٰى مُوْسٰٓى اَنْ اَسْرِ بِعِبَادِيْٓ اِنَّكُمْ مُّتَّبَعُوْنَ ﴿٥٣﴾ |
| ৫৪) পিছত ফিৰৌনে নগৰসমূহলৈ দূত কিছু-মানক পঠালে, (এই কথা প্ৰচাৰ কৰিবলৈ)— | فَاَرْسَلَ فِرْعَوْنُ فِى الْمَدَآئِنِ حٰشِرِيْنَ ﴿٥٤﴾ |
| ৫৫) ইহঁত (বনি-ইস্ৰাইল) এটা তাকৰীয়া সামান্য দল মাত্ৰ ; | اِنَّ هٰٓؤُلَآءِ لَشِرْذِمَةٌ قَلِيْلُوْنَ ﴿٥٥﴾ |
| ৫৬) আৰু ইয়াত একো সন্দেহ নাই, সিহঁতে (বিৰোধী হৈ) আমাৰ ক্ৰোধ উদ্ৰেক কৰিছে ; | وَاِنَّهُمْ لَنَا لَغَآئِظُوْنَ ﴿٥٦﴾ |
| ৫৭) কিন্তু আমি সকলো নিশ্চয় সতৰ্ক হৈ আছোঁ ; | وَاِنَّا لَجَمِيْعٌ حٰذِرُوْنَ ﴿٥٧﴾ |
| ৫৮) সেই দেখি আমি সিহঁতক উলিয়াই দিছোঁ উদ্যানসমূহ আৰু জুৰিবিলাক পৰা ; | فَاَخْرَجْنٰهُمْ مِّنْ جَنّٰتٍ وَّعُيُوْنٍ ﴿٥٨﴾ |
| ৫৯) আৰু ধনৰ বহু ভঁৰাল আৰু সম্মানজনক বাসস্থানৰ পৰা। | وَّكُنُوْزٍ وَّمَقَامٍ كَرِيْمٍ ﴿٥٩﴾ |
| ৬০) ঘটনা এইদৰে ঘটিছিল। আৰু (কালক্ৰমে) আমি ইস্ৰাইলৰ সন্তান-সন্ততিক সেই অনুৰূপ দেশৰ উত্তৰাধিকাৰী কৰিলোঁ। | كَذٰلِكَ ۚ وَاَوْرَثْنٰهَا بَنِيْٓ اِسْرَآءِيْلَ ﴿٦٠﴾ |
| ৬১) পিছত বেলি ওলোৱাৰ সময়ত সিহঁতে (ফিৰৌনৰ দলে) সিহঁতক (মুচাৰ অনুগামী-বিলাকক) খেদি গৈছিল। | فَاَتْبَعُوْهُمْ مُّشْرِقِيْنَ ﴿٦١﴾ |
| ৬২) ইদলে সিদলক দেখা পালত মুচাৰ লগৰীয়াবিলাকে ক'লে, সঁচাকৈয়ে এতিয়া আমি ধৰা পৰিলোঁ ! | فَلَمَّا تَرَآءَ الْجَمْعٰنِ قَالَ اَصْحٰبُ مُوْسٰٓى اِنَّا لَمُدْرَكُوْنَ ﴿٦٢﴾ |

قَالَ كَلَّا ۖ إِنَّ مَعِيَ رَبِّي سَيَهْدِينِ ﴿٦٢﴾

৬৩) তেওঁ ক'লে, কেতিয়াও এনে হ'ব নোৱাৰে; নিশ্চয় মোৰ প্ৰভু মোৰ লগতে আছে; তেৱেঁই মোক অনতিবিলম্বে সঠিক বাটেদি লৈ যাব।

فَأَوْحَيْنَا إِلَىٰ مُوسَىٰ أَنِ اضْرِب بِّعَصَاكَ الْبَحْرَ ۖ فَانفَلَقَ فَكَانَ كُلُّ فِرْقٍ كَالطَّوْدِ الْعَظِيمِ ﴿٦٣﴾

৬৪) সেই সময়তে আমি মুচাৰ প্ৰতি প্ৰত্যাদেশ কৰিলোঁ, তুমি নিজৰ লাখুটিডালেৰে সাগৰত আঘাত কৰাঁ। মুচাই তেনে কৰাত সাগৰ ফাটি পৰিল, আৰু প্ৰতিটো অংশই প্ৰকাণ্ড টিপৰ আকাৰ ধাৰণ কৰিলে।

وَأَزْلَفْنَا ثَمَّ الْآخَرِينَ ﴿٦٤﴾

৬৫) আৰু আমি ফিৰৌনৰ দলকো সেই ঠাইৰ ওচৰলৈ আনিলোঁ।

وَأَنجَيْنَا مُوسَىٰ وَمَن مَّعَهُ أَجْمَعِينَ ﴿٦٥﴾

৬৬) আৰু মুচাক আৰু তেওঁৰ লগৰীয়াসকলক আমি উদ্ধাৰ কৰিলোঁ।

ثُمَّ أَغْرَقْنَا الْآخَرِينَ ﴿٦٦﴾

৬৭) আৰু আনবিলাকক আমি সাগৰত বুৰাই মাৰিলোঁ।

إِنَّ فِي ذَٰلِكَ لَآيَةً ۖ وَمَا كَانَ أَكْثَرُهُم مُّؤْمِنِينَ ﴿٦٧﴾

৬৮) এই ঘটনাত যে আল্লাৰ নিদৰ্শন আছে ই নিসন্দেহ, কিন্তু সিহঁতৰ সৰহ ভাগেই বিশ্বাস স্থাপন কৰা নাছিল।

وَإِنَّ رَبَّكَ لَهُوَ الْعَزِيزُ الرَّحِيمُ ﴿٦٨﴾

৬৯) আৰু ইয়াত কোনো সন্দেহ নাই, তোমাৰ প্ৰভু যথাৰ্থতে শক্তিসম্পন্ন, পৰম দানশীল।

وَاتْلُ عَلَيْهِمْ نَبَأَ إِبْرَاهِيمَ ﴿٦٩﴾

৭০) আৰু তুমি সিহঁতৰ আগত ইব্ৰাহিমৰ আখ্যান ব্যক্ত কৰাঁ,—

إِذْ قَالَ لِأَبِيهِ وَقَوْمِهِ مَا تَعْبُدُونَ ﴿٧٠﴾

৭১) যেতিয়া তেওঁ আপোন দদায়েক আৰু নিজ জাতিক প্ৰশ্ন কৰিছিল, তোমালোকে কাৰ উপাসনা কৰা?

قَالُوا نَعْبُدُ أَصْنَامًا فَنَظَلُّ لَهَا عَاكِفِينَ ﴿٧١﴾

৭২) সিহঁতে উত্তৰ দিলে, আমি উপাসনা কৰোঁ প্ৰতিমাবিলাকৰ; আৰু আমি সততে সেই-বিলাকৰেই শৰণীয়া হৈ আছোঁ।

৭৩) তেওঁ ক'লে, তোমালোকে যেতিয়া সিহঁতক আহ্বান কৰা, সিহঁতে তোমালোকৰ কথা শুনি পায় নে?

قَالَ هَلْ يَسْمَعُونَكُمْ إِذْ تَدْعُونَ ۝٧٣

৭৪) নাইবা সিহঁতে তোমালোকৰ উপকাৰ অথবা অপকাৰ সাধন কৰে নে?

أَوْ يَنفَعُونَكُمْ أَوْ يَضُرُّونَ ۝٧٤

৭৫) সিহঁতে ক'লে, নহয়; আমি নিজ পিতৃপুৰুষসকলক এনে ভাৱে উপাসনা কৰা দেখা পাইছোঁ।

قَالُوا بَلْ وَجَدْنَا آبَاءَنَا كَذَٰلِكَ يَفْعَلُونَ ۝٧٥

৭৬) তেওঁ ক'লে, তোমালোকে চিন্তা কৰি চাইছা নে, কাৰ পূজা-অৰ্চ্চনা কৰিছা—

قَالَ أَفَرَأَيْتُم مَّا كُنتُمْ تَعْبُدُونَ ۝٧٦

৭৭) তোমালোক নিজে, আৰু তোমালোকৰ পূৰ্ব্বগামী পিতৃ-পুৰুষবিলাকে?

أَنتُمْ وَآبَاؤُكُمُ الْأَقْدَمُونَ ۝٧٧

৭৮) আৰু নিশ্চয় সেইবিলাকেই মোৰ শত্ৰু, বিশ্বজগতৰ প্ৰতিপালকত ভিন্ন;

فَإِنَّهُمْ عَدُوٌّ لِّي إِلَّا رَبَّ الْعَالَمِينَ ۝٧٨

৭৯) তেৱেঁই মোক সৃজন কৰিছে; তাৰ পিছত তেৱেঁই মোক সুপথ প্ৰদৰ্শন কৰিছে;

الَّذِي خَلَقَنِي فَهُوَ يَهْدِينِ ۝٧٩

৮০) আৰু তেৱেঁই মোক অন্ন দিয়ে খাবলৈ, আৰু মোক পানী দিয়ে পান কৰিবলৈ;

وَالَّذِي هُوَ يُطْعِمُنِي وَيَسْقِينِ ۝٨٠

৮১) আৰু যেতিয়া মই নৰিয়াত পৰোঁ, তেৱেঁই মোক সুস্থ কৰে;

وَإِذَا مَرِضْتُ فَهُوَ يَشْفِينِ ۝٨١

৮২) আৰু তেৱেঁই মোৰ মৃত্যুৰ বিধান কৰিব; তাৰ পিছত তেৱেঁই মোক (পুনৰায়) জীৱন দান কৰিব;

وَالَّذِي يُمِيتُنِي ثُمَّ يُحْيِينِ ۝٨٢

৮৩) আৰু মই ইয়াকে অভিলাষ কৰোঁ, শেষ বিচাৰৰ দিনা তেৱেঁই যেন মোৰ অপৰাধসমূহ মাৰ্জ্জনা কৰে।

وَالَّذِي أَطْمَعُ أَن يَغْفِرَ لِي خَطِيئَتِي يَوْمَ الدِّينِ ۝٨٣

৮৪) হে মোৰ প্ৰভু, মোক পৰমাৰ্থিক জ্ঞান দান কৰাঁ; আৰু ধৰ্ম্মপৰায়ণ সকলৰ সৈতে মোক সম্মিলিত কৰাঁ ;

رَبِّ هَبْ لِيْ حُكْمًا وَّ اَلْحِقْنِيْ بِالصّٰلِحِيْنَ ۝٨٣

৮৫) আৰু পৰবৰ্ত্তীবিলাকৰ মাজত সত্যৰ সৈতে মোৰ সুনাম বিস্তৃত কৰাঁ ;

وَاجْعَلْ لِّيْ لِسَانَ صِدْقٍ فِي الْاٰخِرِيْنَ ۝٨٤

৮৬) আৰু বিনন্দীয়া উদ্যানৰ যিসকল উত্তৰাধিকাৰী মোক সেইসকলৰ অন্তৰ্ভুক্ত কৰাঁ ;

وَاجْعَلْنِيْ مِنْ وَّرَثَةِ جَنَّةِ النَّعِيْمِ ۝٨٥

৮৭) আৰু মোৰ দদাইকো ক্ষমা দান কৰাঁ, কিয়নো তেওঁ সঁচাকৈয়ে যিবিলাক ভ্ৰান্তিত পৰি আছে সেই বিলাকৰেই মাজৰ এজন ;

وَاغْفِرْ لِاَبِيْۤ اِنَّهٗ كَانَ مِنَ الضَّاۤلِّيْنَ ۝٨٦

৮৮) আৰু পুনৰুত্থানৰ দিনা সকলো মানৱৰ আগত মোক লাঞ্ছিত নকৰিবা,—

وَلَا تُخْزِنِيْ يَوْمَ يُبْعَثُوْنَ ۝٨٧

৮৯) যিদিনা ধন-সম্পত্তি আৰু সন্তান-সন্ততি কোনো কামতেই নালাগিব—

يَوْمَ لَا يَنْفَعُ مَالٌ وَّلَا بَنُوْنَ ۝٨٨

৯০) সেইজনক এৰি যিজন নিৰ্ম্মল, প্ৰশান্ত অন্তঃকৰণ লৈ আল্লাৰ সম্মুখত উপস্থিত হ'ব ;

اِلَّا مَنْ اَتَى اللّٰهَ بِقَلْبٍ سَلِيْمٍ ۝٨٩

৯১) আৰু ধৰ্ম্মপৰায়ণসকলৰ কাৰণে স্বৰ্গোদ্যান ওচৰ চপাই নিয়া হ'ব,

وَاُزْلِفَتِ الْجَنَّةُ لِلْمُتَّقِيْنَ ۝٩٠

৯২) আৰু নৰক বিপথগামীবিলাকৰ সম্মুখলৈ অনা হব ;

وَبُرِّزَتِ الْجَحِيْمُ لِلْغٰوِيْنَ ۝٩١

৯৩) আৰু সিহঁতক প্ৰশ্ন কৰা হ'ব, সেইবিলাক (আজি) ক'ত যিবিলাকৰ তোমালোকে পূজা-অৰ্চ্চনা কৰিছিলা,

وَقِيْلَ لَهُمْ اَيْنَمَا كُنْتُمْ تَعْبُدُوْنَ ۝٩٢

৯৪) আল্লাক এৰি ? সিহঁতে তোমালোকক সহায় কৰিব নে, নাইবা সিহঁতে নিজকেই সহায় কৰিব পাৰিব নে ?

مِنْ دُوْنِ اللّٰهِ هَلْ يَنْصُرُوْنَكُمْ اَوْ يَنْتَصِرُوْنَ ۝٩٣

| | |
|---|---|
| ৯৫) তেতিয়া সেই নৰকতে সিহঁতক নিক্ষেপ কৰা হ'ব তললৈ মূৰ কৰি, আৰু বিদ্রোহী-বিলাককো, | فَكُبْكِبُوْا فِيْهَا هُمْ وَ الْغَاوٗنَ ۙ﴿۹۵﴾ |
| ৯৬) আৰু শ্বয়তানৰ সমগ্ৰ সৈন্যদলক। | وَ جُنُوْدُ اِبْلِيْسَ اَجْمَعُوْنَ ؕ﴿۹۶﴾ |
| ৯৭) সিহঁতে তাতে পৰস্পৰ তৰ্ক-বিতৰ্ক কৰি ইয়াকে কব,— | قَالُوْا وَ هُمْ فِيْهَا يَخْتَصِمُوْنَ ۙ﴿۹۷﴾ |
| ৯৮) আল্লাৰ শপত, ইয়াত অলপো সন্দেহ নাই, আমি প্ৰকাশ্য ভ্ৰান্তিত পৰি আছিলোঁ, | تَاللّٰهِ اِنْ كُنَّا لَفِيْ ضَلٰلٍ مُّبِيْنٍ ۙ﴿۹۸﴾ |
| ৯৯) যেতিয়া আমি বিশ্বজগতৰ প্ৰতিপালকৰ সমানে তোমালোকক উপাস্য পাতিছিলোঁ ; | اِذْ نُسَوِّيْكُمْ بِرَبِّ الْعٰلَمِيْنَ ﴿۹۹﴾ |
| ১০০) আৰু এই অপৰাধীবিলাকক এৰি আমাক কেওঁ বিপথে নিয়া নাছিল ; | وَ مَاۤ اَضَلَّنَاۤ اِلَّا الْمُجْرِمُوْنَ ﴿۱۰۰﴾ |
| ১০১) গতিকে (আজি) আমাৰ হৈ মধ্যস্থতা কৰিবলৈ কেওঁ নাই ; | فَمَا لَنَا مِنْ شَافِعِيْنَ ۙ﴿۱۰۱﴾ |
| ১০২) আৰু সৰল, অকপট বন্ধু এজনো নাই ; | وَ لَا صَدِيْقٍ حَمِيْمٍ ﴿۱۰۲﴾ |
| ১০৩) হায়! (পৃথিৱীলৈ) আমি এবাৰ উভতি যাব পৰা হ'লে, আমি বিশ্বাসীসকলৰ অন্তৰ্গত হলোঁহেঁতেন! | فَلَوْ اَنَّ لَنَا كَرَّةً فَنَكُوْنَ مِنَ الْمُؤْمِنِيْنَ ﴿۱۰۳﴾ |
| ১০৪) প্ৰকৃততে ইয়াৰ মাজতে নিশ্চয় আছে এটা নিদৰ্শন, কিন্তু সিহঁতৰ সৰহ ভাগেই বিশ্বাস স্থাপন নকৰে। | اِنَّ فِيْ ذٰلِكَ لَاٰيَةً ؕ وَ مَا كَانَ اَكْثَرُهُمْ مُّؤْمِنِيْنَ ﴿۱۰۴﴾ |
| ১০৫) আৰু ইয়াত কোনো সন্দেহ নাই, তোমাৰ প্ৰভু যথাৰ্থতে শক্তিসম্পন্ন, পৰম দানশীল। | وَ اِنَّ رَبَّكَ لَهُوَ الْعَزِيْزُ الرَّحِيْمُ ﴿۱۰۵﴾ ع |

كَذَّبَتْ قَوْمُ نُوحٍ الْمُرْسَلِينَ ﴿١٠٦﴾

১০৬) নুহৰ জাতিয়ে ৰচুলসকলক মিথ্যাবাদী বুলি গণ্য কৰিছিল।

إِذْ قَالَ لَهُمْ أَخُوهُمْ نُوحٌ أَلَا تَتَّقُونَ ﴿١٠٧﴾

১০৭) সিহঁতৰে ভ্ৰাতৃ নুহে যেতিয়া সিহঁতক ক'লে, তোমালোকে আল্লাক ভয় নকৰা নে ?

إِنِّي لَكُمْ رَسُولٌ أَمِينٌ ﴿١٠٨﴾

১০৮) তোমালোকৰ নিমিত্তে মই নিশ্চয় এজন (আল্লাৰ) বিশ্বস্ত ৰচুল।

فَاتَّقُوا اللَّهَ وَأَطِيعُونِ ﴿١٠٩﴾

১০৯) এতেকে আল্লালৈ ভয় ৰাখিবা, আৰু মোৰ বাধ্য হৈ থাকিবা ;

وَمَا أَسْأَلُكُمْ عَلَيْهِ مِنْ أَجْرٍ إِنْ أَجْرِيَ إِلَّا عَلَىٰ رَبِّ الْعَالَمِينَ ﴿١١٠﴾

১১০) আৰু ইয়াৰ কাৰণে মই তোমালোকৰ পৰা কোনো প্ৰকাৰ প্ৰতিদান নিবিচাৰোঁ; মোৰ প্ৰতিদান আছে একমাত্ৰ বিশ্ব-ব্ৰহ্মাণ্ডৰ প্ৰতিপালকৰ ওচৰত।

فَاتَّقُوا اللَّهَ وَأَطِيعُونِ ﴿١١١﴾

১১১) অতএব আল্লালৈ ভয় ৰাখি চলিবা, আৰু মোৰ বাধ্য হৈ থাকিবা।

قَالُوا أَنُؤْمِنُ لَكَ وَاتَّبَعَكَ الْأَرْذَلُونَ ﴿١١٢﴾

১১২) সিহঁতে ক'লে, আমি তোমাত কিয় বিশ্বাস কৰিম, যিহেতু (আমি দেখা পাইছোঁ) যিবিলাক তোমাৰ অনুগামী হৈছে সিহঁত অতি সামান্য নিম্ন তৰপৰ মানুহ।

قَالَ وَمَا عِلْمِي بِمَا كَانُوا يَعْمَلُونَ ﴿١١٣﴾

১১৩) তেওঁ ক'লে, সেইবিলাকে কৰা কাৰ্য্য সম্বন্ধে মোৰ একো জ্ঞান নাই ;

إِنْ حِسَابُهُمْ إِلَّا عَلَىٰ رَبِّي لَوْ تَشْعُرُونَ ﴿١١٤﴾

১১৪) সেইবিলাকৰ হিচাপ কেৱল মোৰ প্ৰতিপালকৰ ওচৰত, যদিহে তোমালোকে ভাবি চোৱা ;

وَمَا أَنَا بِطَارِدِ الْمُؤْمِنِينَ ﴿١١٥﴾

১১৫) আৰু বিশ্বাসীসকলক (হেয় ভাবি) মই কেতিয়াও উলিয়াই দিব নোৱাৰে ;

إِنْ أَنَا إِلَّا نَذِيرٌ مُّبِينٌ ﴿١١٦﴾

১১৬) (কিয়নো) মই এজন প্ৰত্যক্ষ সাৱধান কৰোঁতা মাথোন।

قَالُوا لَئِن لَّمْ تَنتَهِ يَا نُوحُ لَتَكُونَنَّ مِنَ الْمَرْجُومِينَ ﴿١١٧﴾

১১৭) সিহঁতে উত্তৰ দিলে, হে নুহ, (এই কাৰ্য্যৰ পৰা) যদি তুমি বিৰত নাথাকা, নিশ্চয় শিল দলিয়াই তোমাক সংহাৰ কৰা হ'ব।

قَالَ رَبِّ إِنَّ قَوْمِي كَذَّبُونِ ﴿١١٨﴾

১১৮) তেতিয়া তেওঁ (আল্লাৰ আগত) প্ৰাৰ্থনা কৰিলে, হে মোৰ প্ৰভু, বাস্তৱতে মোৰ জাতিয়ে মোক মিথ্যাবাদী বুলি গণ্য কৰিছে;

فَافْتَحْ بَيْنِي وَبَيْنَهُمْ فَتْحًا وَنَجِّنِي وَمَن مَّعِيَ مِنَ الْمُؤْمِنِينَ ﴿١١٩﴾

১১৯) গতিকে মোৰ আৰু সিহঁতৰ মাজত তুমিয়ে ন্যায় বিচাৰ কৰাঁ আৰু মোৰ সঙ্গী বিশ্বাসীসকলক ৰক্ষা কৰাঁ।

فَأَنجَيْنَاهُ وَمَن مَّعَهُ فِي الْفُلْكِ الْمَشْحُونِ ﴿١٢٠﴾

১২০) পিছত তেওঁক আৰু তেওঁৰ সঙ্গীসকলক আমি ভাৰৰে পৰিপূৰ্ণ নাওখনত তুলি (মহা প্লাৱনৰ পৰা) ৰক্ষা কৰিলোঁ,

ثُمَّ أَغْرَقْنَا بَعْدُ الْبَاقِينَ ﴿١٢١﴾

১২১) তাৰ পাছত অৱশিষ্টবিলাকক বুৰাই মাৰিলোঁ।

إِنَّ فِي ذَٰلِكَ لَآيَةً ۖ وَمَا كَانَ أَكْثَرُهُم مُّؤْمِنِينَ ﴿١٢٢﴾

১২২) কোনো সন্দেহ নাই, ইয়াৰ মাজত আছে নিদৰ্শন, কিন্তু সিহঁতৰ সৰহভাগৰেই তাত বিশ্বাস নাই।

وَإِنَّ رَبَّكَ لَهُوَ الْعَزِيزُ الرَّحِيمُ ﴿١٢٣﴾

১২৩) আৰু নিশ্চয় তোমাৰ প্ৰভু শক্তিসম্পন্ন, পৰম দানশীল।

كَذَّبَتْ عَادٌ الْمُرْسَلِينَ ﴿١٢٤﴾

১২৪) 'আদ জাতিয়েও ৰচুলসকলক মিথ্যাবাদী বুলি অমান্য কৰিছিল।

إِذْ قَالَ لَهُمْ أَخُوهُمْ هُودٌ أَلَا تَتَّقُونَ ﴿١٢٥﴾

১২৫) চোৱাঁ, যেতিয়া সিহঁতৰ ভ্ৰাতৃ হুদে সিহঁতক কলে, তোমালোকে আল্লালৈ ভয় নাৰাখা নে?

১২৬) তোমালোকৰ নিমিত্তে মই নিশ্চয় আল্লাই প্ৰেৰণ কৰা এজন বিশ্বস্ত ৰচুল ;

إِنِّي لَكُمْ رَسُولٌ أَمِينٌ ﴿١٢٦﴾

১২৭) এতেকে আল্লালৈ ভয় ৰাখি চলিবা আৰু মোৰ বাধ্য হৈ থাকিবা ;

فَاتَّقُوا اللَّهَ وَأَطِيعُونِ ﴿١٢٧﴾

১২৮) আৰু এই উপদেশ দিয়াৰ কাৰণে মই তোমালোকৰ পৰা একো প্ৰতিদান বিচৰা নাই; বিশ্বজগতৰ প্ৰতিপালকৰ ওচৰতহে আছে মোৰ প্ৰতিদান।

وَمَا أَسْأَلُكُمْ عَلَيْهِ مِنْ أَجْرٍ ۖ إِنْ أَجْرِيَ إِلَّا عَلَىٰ
رَبِّ الْعَالَمِينَ ﴿١٢٨﴾ .

১২৯) তোমালোকে বহু ওখ ঠাইত এনেবোৰ স্মৃতি-চিহ্ন নিৰ্ম্মাণ কৰিছা যি সমূলি অসাৰ !

أَتَبْنُونَ بِكُلِّ رِيعٍ آيَةً تَعْبَثُونَ ﴿١٢٩﴾

১৩০) আৰু এনেবোৰ দুৰ্গ সাজি লৈছা, যেন সেইবোৰৰ মাজত তোমালোকে বহুকাল অৱস্থান কৰিবা।

وَتَتَّخِذُونَ مَصَانِعَ لَعَلَّكُمْ تَخْلُدُونَ ﴿١٣٠﴾

১৩১) আৰু যেতিয়া তোমালোকে (মানুহৰ প্ৰতি) উপদ্ৰৱ কৰা, নিতান্ত অত্যাচাৰী হৈ উপদ্ৰৱ কৰা।

وَإِذَا بَطَشْتُمْ بَطَشْتُمْ جَبَّارِينَ ﴿١٣١﴾

১৩২) অতএব (মোৰ এয়ে উপদেশ), তোমালোকে আল্লালৈ ভয় ৰাখিবা, আৰু মোৰ বাধ্য হৈ থাকিবা ;

فَاتَّقُوا اللَّهَ وَأَطِيعُونِ ﴿١٣٢﴾

১৩৩) আৰু সেইজনলৈ ভয় ৰাখিবা যিজনে তোমালোকক সকলো বিষয়ে প্ৰচুৰ জ্ঞান দান কৰিছে ;

وَاتَّقُوا الَّذِي أَمَدَّكُمْ بِمَا تَعْلَمُونَ ﴿١٣٣﴾

১৩৪) আৰু অনেক ঘৰচীয়া জন্তু আৰু বহু সন্তান-সন্ততি দান কৰি তোমালোকক সহায় কৰিছে,

أَمَدَّكُمْ بِأَنْعَامٍ وَبَنِينَ ﴿١٣٤﴾

| | |
|---|---|
| ১৩৫) আৰু (তাৰ উপৰি) উদ্যানসমূহ আৰু জৰণাসমূহ (প্ৰদান কৰিছে)। | وَجَنّٰتٍ وَّعُيُوْنٍ ﴿١٣٥﴾ |
| ১৩৬) বাস্তৱতে মই ইয়াকে আশঙ্কা কৰিছোঁ, তোমালোকৰ প্ৰতি মহাদিনৰ শাস্তি পৰিবহি। | اِنِّیْۤ اَخَافُ عَلَيْكُمْ عَذَابَ يَوْمٍ عَظِيْمٍ ﴿١٣٦﴾ |
| ১৩৭) সিহঁতে ক'লে, তুমি (আমাক) উপদেশ দিয়া, অথবা উপদেশ নিদিয়া, দুয়ো আমাৰ কাৰণে সমান ; | قَالُوْا سَوَآءٌ عَلَيْنَاۤ اَوَعَظْتَ اَمْ لَمْ تَكُنْ مِّنَ الْوٰعِظِيْنَ ﴿١٣٧﴾ |
| ১৩৮) এইদৰে উপদেশ দিয়া কাৰ্য্য পূৰ্ব্ববৰ্ত্তী বিলাকৰ আছিল এটা স্বভাৱ মাত্ৰ ; | اِنْ هٰذَاۤ اِلَّا خُلُقُ الْاَوَّلِيْنَ ﴿١٣٨﴾ |
| ১৩৯) (আমাৰ বিশ্বাস) আমাক কদাপি শাস্তি দিয়া নহ'ব। | وَمَا نَحْنُ بِمُعَذَّبِيْنَ ﴿١٣٩﴾ |
| ১৪০) পিছত সিহঁতে তেওঁক মিথ্যাবাদী বুলি গণ্য কৰি অমান্য কৰিলে ; গতিকে আমি সিহঁতক সংহাৰ কৰিলোঁ ; নিশ্চয় ইয়াত আছে এটা নিদৰ্শন ; কিন্তু সৰহভাগেই বিশ্বাস স্থাপন নকৰে ; | فَكَذَّبُوْهُ فَاَهْلَكْنٰهُمْ ؕ اِنَّ فِیْ ذٰلِكَ لَاٰيَةً ؕ وَمَا كَانَ اَكْثَرُهُمْ مُّؤْمِنِيْنَ ﴿١٤٠﴾ |
| ১৪১) আৰু নিশ্চয় তোমাৰ প্ৰভু সৰ্ব্বশক্তিমান, পৰম দানশীল। | وَاِنَّ رَبَّكَ لَهُوَ الْعَزِيْزُ الرَّحِيْمُ ﴿١٤١﴾ |
| ১৪২) ছমুদ জাতিয়েও ৰচুলসকলক মিথ্যাবাদী বুলি অস্বীকাৰ কৰিছিল। | كَذَّبَتْ ثَمُوْدُ الْمُرْسَلِيْنَ ﴿١٤٢﴾ |
| ১৪৩) চোৱাঁ, সিহঁতৰ ভ্ৰাতৃ ছালেহে সিহঁতক ক'লে, তোমালোকে আল্লাহে ভয় নাৰাখা নে ? | اِذْ قَالَ لَهُمْ اَخُوْهُمْ صٰلِحٌ اَلَا تَتَّقُوْنَ ﴿١٤٣﴾ |
| ১৪৪) তোমালোকৰ নিমিত্তে মই নিশ্চয় আল্লাই প্ৰেৰণ কৰা বিশ্বস্ত ৰচুল ; | اِنِّیْ لَكُمْ رَسُوْلٌ اَمِيْنٌ ﴿١٤٤﴾ |
| ১৪৫) এতেকে আল্লাহে ভয় ৰাখিবা, আৰু মোৰ বাধ্য হৈ চলিবা। | فَاتَّقُوا اللّٰهَ وَاَطِيْعُوْنِ ﴿١٤٥﴾ |

১৪৬) আৰু এই উপদেশ দিয়াৰ বাবে মই তোমালোকৰ পৰা একো প্ৰতিদান বিচৰা নাই; কেৱল বিশ্ব-জগতৰ প্ৰতিপালকৰ ওচৰতহে আছে মোৰ প্ৰতিদান।

وَمَآ أَسْـَٔلُكُمْ عَلَيْهِ مِنْ أَجْرٍ ۖ إِنْ أَجْرِىَ إِلَّا عَلَىٰ رَبِّ ٱلْعَٰلَمِينَ ﴿١٤٦﴾

১৪৭) কি! তোমালোকক এৰি দিয়া হ'ব নে, ইয়াত যি সম্পদ আছে নিৰাপদে ভোগ কৰিবলৈ,

أَتُتْرَكُونَ فِى مَا هَٰهُنَآ ءَامِنِينَ ﴿١٤٧﴾

১৪৮) উদ্যানসমূহৰ মাজত, আৰু জৰণিসমূহৰ মাজত,

فِى جَنَّٰتٍ وَعُيُونٍ ﴿١٤٨﴾

১৪৯) আৰু শস্যক্ষেত্ৰৰ মাজত, আৰু সুন্দৰ খেজুৰ গছবোৰৰ মাজত, যাৰ থোপাবোৰ ওলমি পৰিছে;

وَزُرُوعٍ وَنَخْلٍ طَلْعُهَا هَضِيمٌ ﴿١٤٩﴾

১৫০) আৰু তোমালোকে পৰ্ব্বতসমূহৰ শিল ভাঙি ঘৰ সাজি লৈছা, সুখ-শান্তিৰে বাস কৰিবলৈ।

وَتَنْحِتُونَ مِنَ ٱلْجِبَالِ بُيُوتًا فَٰرِهِينَ ﴿١٥٠﴾

১৫১) গতিকে আল্লাহলৈ ভয় ৰাখি চলিবা, আৰু মোৰ বাধ্য হৈ থাকিবা;

فَٱتَّقُوا۟ ٱللَّهَ وَأَطِيعُونِ ﴿١٥١﴾

১৫২) আৰু সীমালঙ্ঘনকাৰীইঁতৰ আদেশ কেতিয়াও পালন নকৰিবা,

وَلَا تُطِيعُوٓا۟ أَمْرَ ٱلْمُسْرِفِينَ ﴿١٥٢﴾

১৫৩) কিয়নো সিহঁতে পৃথিৱীত অশান্তিৰ সৃষ্টি কৰে, আৰু (নিজৰ আৰু পৰৰ) সংস্কাৰ নকৰে।

ٱلَّذِينَ يُفْسِدُونَ فِى ٱلْأَرْضِ وَلَا يُصْلِحُونَ ﴿١٥٣﴾

১৫৪) সিহঁতে (ছালেহক) ক'লে, যথাৰ্থতে তুমি যাদুগ্ৰস্ত লোকৰ এজন,

قَالُوٓا۟ إِنَّمَآ أَنتَ مِنَ ٱلْمُسَحَّرِينَ ﴿١٥٤﴾

১৫৫) তুমি আমাৰে নিচিনা এজন মানৱ মাথোন; বাৰু, কোনো এটা নিদৰ্শন লৈ আহাঁ, যদিহে তুমি সত্যবাদী হোৱা।

مَآ أَنتَ إِلَّا بَشَرٌ مِّثْلُنَا فَأْتِ بِـَٔايَةٍ إِن كُنتَ مِنَ ٱلصَّٰدِقِينَ ﴿١٥٥﴾

قَالَ هٰذِهٖ نَاقَةٌ لَّهَا شِرْبٌ وَّلَكُمْ شِرْبُ يَوْمٍ مَّعْلُوْمٍ ﴿١٥٦﴾

১৫৬) তেওঁ ক'লে, এই উটজনীয়ে (নিদৰ্শন ;) নিৰূপিত দিনত তাইৰ পানী পান কৰিবৰ অধিকাৰ আছে যেনেকৈ, তোমালোকৰো সেই পানী পান কৰিবৰ অধিকাৰ আছে ;

وَلَا تَمَسُّوْهَا بِسُوْٓءٍ فَيَاْخُذَكُمْ عَذَابُ يَوْمٍ عَظِيْمٍ ﴿١٥٧﴾

১৫৭) আৰু কষ্ট দিবলৈ তাইক স্পৰ্শ নকৰিবা ; তাকে যদি কৰা এটা ভীষণ দিনৰ শাস্তিয়ে তোমালোকক আহি ধৰিব।

فَعَقَرُوْهَا فَاَصْبَحُوْا نٰدِمِيْنَ ﴿١٥٨﴾

১৫৮) কিন্তু সিহঁতে তাইৰ পাচ চেউৰা কাটি তাইক খোঁৰা কৰিলে ; পিছত তাৰ বাবে সিহঁত অনুতপ্ত হৈছিল।

فَاَخَذَهُمُ الْعَذَابُ ؕ اِنَّ فِيْ ذٰلِكَ لَاٰيَةً ؕ وَمَا كَانَ اَكْثَرُهُمْ مُّؤْمِنِيْنَ ﴿١٥٩﴾

১৫৯) তাৰ ফলত সিহঁতক (প্ৰতিশ্ৰুত) শাস্তিয়ে আহি ধৰিল। ইয়াত কোনো সন্দেহ নাই, এই ঘটনাত আছে নিদৰ্শন ; কিন্তু সিহঁতৰ সৰহভাগেই বিশ্বাস স্থাপন নকৰে।

وَاِنَّ رَبَّكَ لَهُوَ الْعَزِيْزُ الرَّحِيْمُ ﴿١٦٠﴾

১৬০) আৰু নিশ্চয় তোমাৰ প্ৰভু সৰ্ব্বশক্তিমান, পৰম দানশীল।

كَذَّبَتْ قَوْمُ لُوْطِ ِۨالْمُرْسَلِيْنَ ﴿١٦١﴾

১৬১) লুতৰ জাতিয়েও ৰচুলসকলক মিথ্যাবাদী বুলি অস্বীকাৰ কৰিছিল ;

اِذْ قَالَ لَهُمْ اَخُوْهُمْ لُوْطٌ اَلَا تَتَّقُوْنَ ﴿١٦٢﴾

১৬২) চোৱাঁ সিহঁতৰ ভ্ৰাতৃ লুতে সিহঁতক ক'লে, তোমালোকে আল্লাৰ ভয় নাৰাখা নে ?

اِنِّيْ لَكُمْ رَسُوْلٌ اَمِيْنٌ ﴿١٦٣﴾

১৬৩) তোমালোকৰ কাৰণে মই নিশ্চয় আল্লাই প্ৰেৰণ কৰা এজন বিশ্বস্ত ৰচুল,

فَاتَّقُوا اللّٰهَ وَاَطِيْعُوْنِ ﴿١٦٤﴾

১৬৪) এতেকে আল্লালৈ ভয় ৰাখি চলিবা, আৰু মোৰ বাধ্য হৈ থাকিবা।

وَمَآ اَسْـَٔلُكُمْ عَلَيْهِ مِنْ اَجْرٍ ۚ اِنْ اَجْرِيَ اِلَّا عَلٰى

১৬৫) আৰু এই উপদেশ দিয়াৰ বাবে মই

رَبِّ الْعٰلَمِيْنَ ﴿١٦٥﴾

তোমালোকৰ পৰা একো প্ৰতিদান বিচৰা নাই; কেৱল বিশ্বব্ৰহ্মাণ্ডৰ প্ৰতিপালকৰ ওচৰতহে আছে মোৰ প্ৰতিদান।

اَتَاْتُوْنَ الذُّكْرَانَ مِنَ الْعٰلَمِيْنَ ﴿١٦٦﴾

১৬৬) কি! তোমালোকে কামভাৱ লৈ মানৱজাতিৰ পুৰুষবিলাকৰ ওচৰ চাপা নে?

وَتَذَرُوْنَ مَا خَلَقَ لَكُمْ رَبُّكُمْ مِّنْ اَزْوَاجِكُمْ ؕ بَلْ اَنْتُمْ قَوْمٌ عٰدُوْنَ ﴿١٦٧﴾

১৬৭) আৰু তোমালোকৰ প্ৰভুৱে তোমালোকৰ নিমিত্তে যি পত্নীবিলাক সৃষ্টি কৰিছে সেইবিলাকক পৰিহাৰ কৰিছা! নহয়, তোমালোক এনে এটা জাতি যি সততে সীমা অতিক্ৰম কৰি থাকে।

قَالُوْا لَئِنْ لَّمْ تَنْتَهِ يٰلُوْطُ لَتَكُوْنَنَّ مِنَ الْمُخْرَجِيْنَ ﴿١٦٨﴾

১৬৮) সিহঁতে ক'লে, হে লুত, যদি তুমি (এই কাৰ্য্যৰ পৰা) বিৰত নাথাকা, নিশ্চয় তুমি সেইবিলাকৰ মাজৰ এজন হ'বা যিবিলাকক (দেশৰ পৰা) উলিয়াই দিয়া হ'ব।

قَالَ اِنِّيْ لِعَمَلِكُمْ مِّنَ الْقَالِيْنَ ﴿١٦٩﴾

১৬৯) তেওঁ ক'লে, তোমালোকৰ এনে (গৰ্হিত) কাৰ্য্য দেখি মই নিশ্চয় অতিশয় অসন্তুষ্ট।

رَبِّ نَجِّنِيْ وَاَهْلِيْ مِمَّا يَعْمَلُوْنَ ﴿١٧٠﴾

১৭০) (তেওঁ তেতিয়া প্ৰাৰ্থনা কৰিলে,) হে মোৰ প্ৰভু, সিহঁতে যি গৰ্হিত কাৰ্য্য কৰিছে তাৰ পৰা মোক আৰু মোৰ পৰিয়ালক ৰক্ষা কৰাঁ।

فَنَجَّيْنٰهُ وَاَهْلَهٗ اَجْمَعِيْنَ ﴿١٧١﴾

১৭১) ইয়াৰ ফলত তেওঁক আৰু তেওঁৰ গোটেই পৰিয়ালক আমি ৰক্ষা কৰিলোঁ,—

اِلَّا عَجُوْزًا فِي الْغٰبِرِيْنَ ﴿١٧٢﴾

১৭২) মাত্ৰ তেওঁৰ বৃদ্ধা পত্নীক এৰি; তেওঁ পিছ পৰি ৰৈ থকাবিলাকৰ মাজৰ আছিল;

ثُمَّ دَمَّرْنَا الْاٰخَرِيْنَ ﴿١٧٣﴾

১৭৩) কিন্তু অৱশিষ্টবিলাকক আমি বিধ্বংস কৰিলোঁ;

وَاَمْطَرْنَا عَلَيْهِمْ مَّطَرًا ۚ فَسَآءَ مَطَرُ الْمُنْذَرِيْنَ ﴿١٧٤﴾

১৭৪) আৰু আমি সিহঁতৰ ওপৰত ভীষণ বৰষুণ নমালোঁ আৰু সতৰ্ক কৰি দিয়া লোকৰ নিমিত্তে সেই বৰষুণ আছিল কি ভয়ানক!

১৭৫) ইয়াত কোনো সন্দেহ নাই, এই ঘটনাত অৱশ্যে আছিল নিদৰ্শন, কিন্তু সিহঁতৰ সৰহভাগেই বিশ্বাস স্থাপন কৰা নাছিল।

إِنَّ فِي ذَٰلِكَ لَآيَةً ۖ وَمَا كَانَ أَكْثَرُهُم مُّؤْمِنِينَ ﴿١٧٥﴾

১৭৬) আৰু নিশ্চয় তোমাৰ প্ৰভুৱেই সৰ্ব্ব-শক্তিমান, পৰম দানশীল।

وَإِنَّ رَبَّكَ لَهُوَ الْعَزِيزُ الرَّحِيمُ ﴿١٧٦﴾

১৭৭) বনবাসী জাতিয়েও ৰচুলসকলক মিথ্যা-বাদী বুলি অস্বীকাৰ কৰিছিল।

كَذَّبَ أَصْحَابُ لْـَٔيْكَةِ الْمُرْسَلِينَ ﴿١٧٧﴾

১৭৮) চোৱাঁ, সিহঁতক শ্বো'আইবে ক'লে, তোমালোকে আল্লাৰ ভয় নাৰাখা নে ?

إِذْ قَالَ لَهُمْ شُعَيْبٌ أَلَا تَتَّقُونَ ﴿١٧٨﴾

১৭৯) তোমালোকৰ নিমিত্তে মই নিশ্চয় আল্লাই প্ৰেৰণ কৰা এজন বিশ্বস্ত ৰচুল।

إِنِّي لَكُمْ رَسُولٌ أَمِينٌ ﴿١٧٩﴾

১৮০) এতেকে আল্লাৰ ভয় ৰাখি চলিবা, আৰু মোৰ বাধ্য হৈ থাকিবা।

فَاتَّقُوا اللَّهَ وَأَطِيعُونِ ﴿١٨٠﴾

১৮১) আৰু এই উপদেশ দিয়াৰ বাবে মই তোমালোকৰ পৰা একো প্ৰতিদান বিচৰা নাই, কেৱল বিশ্ব-ব্ৰহ্মাণ্ডৰ প্ৰতিপালকৰ ওচৰতহে আছে মোৰ প্ৰতিদান।

وَمَا أَسْأَلُكُمْ عَلَيْهِ مِنْ أَجْرٍ ۖ إِنْ أَجْرِيَ إِلَّا عَلَىٰ
رَبِّ الْعَالَمِينَ ﴿١٨١﴾

১৮২) (ব্যৱসাত) তোমালোকে জোখ পূৰাই বস্তু বেচিবা, আৰু পৰৰ ক্ষতি কৰোঁতাহঁতৰ মাজৰ নহ'বা ;

أَوْفُوا الْكَيْلَ وَلَا تَكُونُوا مِنَ الْمُخْسِرِينَ ﴿١٨٢﴾

১৮৩) আৰু সঠিক পোন তৰ্জ্জুৰে বস্তুৰ জোখ-মাপ কৰিবা ;

وَزِنُوا بِالْقِسْطَاسِ الْمُسْتَقِيمِ ﴿١٨٣﴾

১৮৪) আৰু লোকক (বেচোঁতে) সিহঁতৰ প্ৰাপ্য বস্তুৰ জোখ কম নকৰিবা, আৰু দেশত অশান্তিৰ সৃষ্টি কৰি নুফুৰিবা।

وَلَا تَبْخَسُوا النَّاسَ أَشْيَاءَهُمْ وَلَا تَعْثَوْا فِي الْأَرْضِ
مُفْسِدِينَ ﴿١٨٤﴾

১৮৫) আৰু সেইজনলৈ ভয় ৰাখিবা যিজনে সৃজন কৰিছে তোমালোকক আৰু পূৰ্ব্বগামী জাতিবিলাককো।

وَاتَّقُوا الَّذِىۡ خَلَقَكُمۡ وَالۡجِبِلَّةَ الۡاَوَّلِيۡنَ ۝١٨٤

১৮৬) আৰু সিহঁতে (শ্বো'আইবক) ক'লে, যথাৰ্থতে তুমি যাদু-গ্ৰস্ত লোকৰ এজন;

قَالُوۡۤا اِنَّمَاۤ اَنۡتَ مِنَ الۡمُسَحَّرِيۡنَ ۝١٨٥

১৮৭) আৰু তুমি আমাৰে নিচিনা এজন মানুহ মাথোন; আৰু অৱশ্যে আমি তোমাক মিথ্যাবাদী লোকৰ এজন বুলি গণ্য কৰোঁ।

وَمَاۤ اَنۡتَ اِلَّا بَشَرٌ مِّثۡلُنَا وَاِنۡ نَّظُنُّكَ لَمِنَ الۡكٰذِبِيۡنَ ۝١٨٦

১৮৮) যদি তুমি সত্যবাদীসকলৰ এজন হোৱা, তেন্তে আমাৰ ওপৰত আকাশৰ এটা অংশ পেলাই চোৱাঁ।

فَاَسۡقِطۡ عَلَيۡنَا كِسَفًا مِّنَ السَّمَآءِ اِنۡ كُنۡتَ مِنَ الصّٰدِقِيۡنَ ۝١٨٧

১৮৯) তেওঁ ক'লে, তোমালোকে যি অন্যায় কাৰ্য্য কৰিব লাগিছা মোৰ প্ৰভুৱে ভালকৈ জানে।

قَالَ رَبِّىۡۤ اَعۡلَمُ بِمَا تَعۡمَلُوۡنَ ۝١٨٨

১৯০) কিন্তু সিহঁতে তেওঁক মিথ্যাবাদী বুলি অমান্য কৰিছিল। সেই কাৰণে এদিন আচ্ছাদনৰূপে আমাৰ শাস্তি সিহঁতৰ ওপৰত পৰিল, প্ৰকৃততে সি আছিল এটা ভীষণ দিনৰ শাস্তি।

فَكَذَّبُوۡهُ فَاَخَذَهُمۡ عَذَابُ يَوۡمِ الظُّلَّةِ ؕ اِنَّهٗ كَانَ عَذَابَ يَوۡمٍ عَظِيۡمٍ ۝١٨٩

১৯১) কোনো সন্দেহ নাই, এই ঘটনাত অৱশ্যে আছিল নিদৰ্শন; কিন্তু সিহঁতৰ সৰহভাগেই বিশ্বাস স্থাপন কৰা নাছিল;

اِنَّ فِىۡ ذٰلِكَ لَاٰيَةً ؕ وَمَا كَانَ اَكۡثَرُهُمۡ مُّؤۡمِنِيۡنَ ۝١٩٠

১৯২) আৰু নিশ্চয় তোমাৰ প্ৰভুৱেই সৰ্ব্ব-শক্তিমান, পৰম দানশীল।

وَاِنَّ رَبَّكَ لَهُوَ الۡعَزِيۡزُ الرَّحِيۡمُ ۝١٩١

১৯৩) আৰু এইখন কোৰ্-আন ব্ৰহ্মাণ্ডৰ প্ৰতিপালকৰ পৰা অবতীৰ্ণ হোৱা প্ৰত্যাদেশ;

وَاِنَّهٗ لَتَنۡزِيۡلُ رَبِّ الۡعٰلَمِيۡنَ ۝١٩٢

১৯৪) তাকে বিশ্বস্ত আত্মাই নমাই আনিছে,

نَزَلَ بِهِ الرُّوۡحُ الۡاَمِيۡنُ ۝١٩٣

১৯৫) তোমাৰ অন্তৰলৈ,—তুমি যেন (মানুহৰ প্ৰতি) সতৰ্ককাৰী সকলৰ মাজৰ হ'ব পাৰা (এই কোৰ্-আন লৈ),

عَلٰى قَلْبِكَ لِتَكُوْنَ مِنَ الْمُنْذِرِيْنَ ﴿١٩٥﴾

১৯৬) সুস্পষ্ট আৰ্বী ভাষাত।

بِلِسَانٍ عَرَبِيٍّ مُّبِيْنٍ ﴿١٩٦﴾

১৯৭) আৰু ইয়াত কোনো সন্দেহ নাই, পূৰ্ব্ববৰ্ত্তীবিলাকৰ ধৰ্ম্মগ্ৰন্থসমূহত এই কোৰ-আনৰ (আগমনৰ) উল্লেখ আছে,

وَاِنَّهٗ لَفِيْ زُبُرِ الْاَوَّلِيْنَ ﴿١٩٧﴾

১৯৮) বনি-ইস্ৰাইলৰ বিদবানসকলে যে এই সত্য জানিব পাৰিছে, ই সিহঁতৰ কাৰণে এটি নিদৰ্শন নহয় নে ?

اَوَلَمْ يَكُنْ لَّهُمْ اٰيَةً اَنْ يَّعْلَمَهٗ عُلَمٰٓؤُا بَنِيْٓ اِسْرَآءِيْلَ ﴿١٩٨﴾

১৯৯) আৰু এই কোৰ্-আন (আৰববাসী মহম্মদৰ প্ৰতি অৱতীৰ্ণ নকৰি) কোনো এজন অনা-আৰবৰ প্ৰতি আমি অৱতীৰ্ণ কৰা হ'লে,

وَلَوْ نَزَّلْنٰهُ عَلٰى بَعْضِ الْاَعْجَمِيْنَ ﴿١٩٩﴾

২০০) আৰু এনেজনে তাকে (নিজ ভাষাত) পাঠ কৰা হ'লেও, সিহঁতে তাত বিশ্বাস স্থাপন নকৰিলেহেঁতেন।

فَقَرَاَهٗ عَلَيْهِمْ مَّا كَانُوْا بِهٖ مُؤْمِنِيْنَ ﴿٢٠٠﴾

২০১) অপৰাধীবিলাকৰ অন্তৰসমূহত আমি এইদৰে অস্বীকাৰ কৰিবৰ উদগনি জন্মাওঁ।

كَذٰلِكَ سَلَكْنٰهُ فِيْ قُلُوْبِ الْمُجْرِمِيْنَ ﴿٢٠١﴾

২০২) সিহঁতে যন্ত্ৰণাদায়ক শাস্তি চকুৰে নেদেখা-লৈকে (কোৰ্-আনৰ) প্ৰত্যাদেশত বিশ্বাস স্থাপন নকৰে।

لَا يُؤْمِنُوْنَ بِهٖ حَتّٰى يَرَوُا الْعَذَابَ الْاَلِيْمَ ﴿٢٠٢﴾

২০৩) পিছত সেই শাস্তি সিহঁতৰ সম্মুখত অকস্মাৎ এনেভাৱে উপনীত হ'ব যে সিহঁতে তাৰ গমকে নাপাব।

فَيَأْتِيَهُمْ بَغْتَةً وَّهُمْ لَا يَشْعُرُوْنَ ﴿٢٠٣﴾

২০৪) তেতিয়া সিহঁতে এইদৰে সুধিব, আমাক (কিছুকালৰ নিমিত্তে) অৱকাশ দিয়া হ'ব নে ?

فَيَقُوْلُوْا هَلْ نَحْنُ مُنْظَرُوْنَ ﴿٢٠٤﴾

২০৫) কি! তথাপি সিহঁতে ইয়াকে বিচাৰে নে যে আমাৰ শাস্তি সিহঁতৰ ওপৰত শীঘ্ৰে আহি পৰে?

أَفَبِعَذَابِنَا يَسْتَعْجِلُونَ ﴿٢٠٥﴾

২০৬) তুমি চিন্তা কৰি চাইছা নে, আমি যদি সিহঁতক (জীৱনৰ) সম্বল আৰু কেইবা বছৰলৈ ভোগ কৰিবলৈ দিওঁ,

أَفَرَأَيْتَ إِن مَّتَّعْنَاهُمْ سِنِينَ ﴿٢٠٦﴾

২০৭) তাৰ পিছত সেই প্ৰতিশ্ৰুত শাস্তি সিহঁতৰ ওচৰ পায়হি,

ثُمَّ جَاءَهُم مَّا كَانُوا يُوعَدُونَ ﴿٢٠٧﴾

২০৮) তেতিয়া সিহঁতক যি সম্বল দান কৰা হৈছিল তাৰ বাবে সিহঁতৰ একো লাভ নহ'ব?

مَا أَغْنَىٰ عَنْهُم مَّا كَانُوا يُمَتَّعُونَ ﴿٢٠٨﴾

২০৯) আৰু আমি কেতিয়াও কোনো এখন নগৰকে ধ্বংস কৰা নাই যাৰ অধিবাসীবিলাকৰ প্ৰতি আগতে এজন সতৰ্ক কৰোঁতা প্ৰেৰণ কৰা নাই—

وَمَا أَهْلَكْنَا مِن قَرْيَةٍ إِلَّا لَهَا مُنذِرُونَ ﴿٢٠٩﴾

২১০) (সিহঁতক) উপদেশ দিবৰ কাৰণে; কিয়নো আমি কদাপি অন্যায় নকৰোঁ।

ذِكْرَىٰ وَمَا كُنَّا ظَالِمِينَ ﴿٢١٠﴾

২১১) আৰু এই কোৰাণ শ্বয়তানবিলাকে নমাই অনা নাই;

وَمَا تَنَزَّلَتْ بِهِ الشَّيَاطِينُ ﴿٢١١﴾

২১২) আৰু এনে (পৱিত্ৰ) কাৰ্য্য সাধনৰ কাৰণে সিহঁত উপযোগী নহয় আৰু সক্ষমো নহয়;

وَمَا يَنبَغِي لَهُمْ وَمَا يَسْتَطِيعُونَ ﴿٢١٢﴾

২১৩) নিশ্চয় এই কোৰ্-আনৰ শ্ৰৱণ-পৰিসৰৰ পৰা সিহঁত বহু আঁতৰত।

إِنَّهُمْ عَنِ السَّمْعِ لَمَعْزُولُونَ ﴿٢١٣﴾

২১৪) গতিকে তুমি আল্লাৰ সঙ্গী কৰি অইন উপাস্যক আহ্বান নকৰিবা, তেনে যদি কৰা, যিবিলাকক শাস্তি দিয়া হ'ব সিহঁতৰ মাজত তুমিও এজন হৈ পৰিবা।

فَلَا تَدْعُ مَعَ اللَّهِ إِلَٰهًا آخَرَ فَتَكُونَ مِنَ الْمُعَذَّبِينَ ﴿٢١٤﴾

২১৫) আৰু তুমি নিজৰ ওচৰসম্পৰ্কীয় আত্মীয়-স্বজনক (উপদেশ দি) সাৱধান কৰিবা ; وَاَنۡذِرۡ عَشِيۡرَتَكَ الۡاَقۡرَبِيۡنَ ۝٢١٥

২১৬) আৰু বিশ্বাসীসকলৰ মাজৰ যিজনে তোমাৰ অনুসৰণ কৰে সেইজনাৰ প্ৰতি তোমাৰ পাখি অৱনত কৰিবা। وَاخۡفِضۡ جَنَاحَكَ لِمَنِ اتَّبَعَكَ مِنَ الۡمُؤۡمِنِيۡنَ ۝٢١٦

২১৭) কিন্তু সিহঁত যদি তোমাৰ অবাধ্য হয়, তেন্তে তুমি (সিহঁতক) কোৱাঁ, তোমালোকে যি কাৰ্য্য কৰা তাৰ বাবে মই দায়ী নহওঁ। فَاِنۡ عَصَوۡكَ فَقُلۡ اِنِّىۡ بَرِىۡٓءٌ مِّمَّا تَعۡمَلُوۡنَ ۝٢١٧

২১৮) আৰু যিজন শ্ৰেষ্ঠ ক্ষমতাশালী, পৰম দানশীল, সেইজনৰেই ওপৰত নিৰ্ভৰ কৰিবা,— وَتَوَكَّلۡ عَلَى الۡعَزِيۡزِ الرَّحِيۡمِ ۝٢١٨

২১৯) যিজনে তোমাক নিৰীক্ষণ কৰে যেতিয়া তুমি থিয় দি প্ৰাৰ্থনা কৰা, الَّذِىۡ يَرٰٮكَ حِيۡنَ تَقُوۡمُ ۝٢١٩

২২০) আৰু যেতিয়া তুমি আল্লাক সাষ্টাঙ্গে প্ৰণিপাত কৰোঁতাসকলৰ (শাৰীৰ) মাজত উঠা-বহা কৰা। وَتَقَلُّبَكَ فِى السّٰجِدِيۡنَ ۝٢٢٠

২২১) তেৱেঁই নিশ্চয় শ্ৰেষ্ঠ শ্ৰোতা, সৰ্ব্বজ্ঞাতা। اِنَّهٗ هُوَ السَّمِيۡعُ الۡعَلِيۡمُ ۝٢٢١

২২২) শ্বয়তানবিলাক অৱতীৰ্ণ হয় কেনে মানুহৰ প্ৰতি মই তোমালোকক জানিবলৈ দিম নে ? هَلۡ اُنَبِّئُكُمۡ عَلٰى مَنۡ تَنَزَّلُ الشَّيٰطِيۡنُ ۝٢٢٢

২২৩) যি মিথ্যাবাদী পাপীষ্ঠ তেনে মানুহৰ প্ৰতি সিহঁত অৱতীৰ্ণ হয় ; تَنَزَّلُ عَلٰى كُلِّ اَفَّاكٍ اَثِيۡمٍ ۝٢٢٣

২২৪) আৰু সিহঁতে ইফাল সিফালৰ পৰা শুনা অসাৰ কথা কাণত পেলায় ; আৰু সিহঁতৰ বেছি ভাগেই মিথ্যাবাদী। يُّلۡقُوۡنَ السَّمۡعَ وَاَكۡثَرُهُمۡ كٰذِبُوۡنَ ۝٢٢٤

২২৫) আৰু কবিবিলাক; পথহাৰাবিলাকেহে সিহঁতৰ বেছিকৈ অনুসৰণ কৰে ; وَالشُّعَرَآءُ يَتَّبِعُهُمُ الۡغَاوٗنَ ۝٢٢٥

২২৬) তুমি লক্ষ্য কৰা নাই নে, (কল্পনাৰ) নানা উপত্যকাত সিহঁত বিবুদ্ধি হৈ ঘূৰি ফুৰি ?

اَلَمْ تَرَ اَنَّهُمْ فِیْ كُلِّ وَادٍ یَّهِیْمُوْنَ ﴿۲۲۵﴾

২২৭) আৰু সিহঁতে যি উক্তি কাৰ্য্যত পৰিণত নকৰে তাকে (মুখেৰে) কয়;—

وَ اَنَّهُمْ یَقُوْلُوْنَ مَا لَا یَفْعَلُوْنَ ﴿۲۲۶﴾

২২৮) সেইসকলক এৰি যিসকলে বিশ্বাস কৰে, আৰু সৎকাৰ্য্য কৰে, আৰু আল্লাক বেছিকৈ স্মৰণ কৰে; আৰু উৎপীড়িত হোৱাৰ পাছতহে আত্মৰক্ষা কৰে। আৰু অত্যাচাৰীবিলাকে আগলৈ জানিব পাৰিব, প্ৰত্যাবৰ্ত্তনৰ কেনে (নিকৃষ্ট) ঠাইলৈ সিহঁতে প্ৰত্যাবৰ্ত্তন কৰিব।

اِلَّا الَّذِیْنَ اٰمَنُوْا وَ عَمِلُوا الصّٰلِحٰتِ وَ ذَكَرُوا اللّٰهَ
كَثِیْرًا وَّ انْتَصَرُوْا مِنْۢ بَعْدِ مَا ظُلِمُوْا ؕ وَ سَیَعْلَمُ
الَّذِیْنَ ظَلَمُوْۤا اَیَّ مُنْقَلَبٍ یَّنْقَلِبُوْنَ ﴿۲۲۷﴾




চুৰা ২৭ AL-NAML **আল্-নমল্** মক্কাত অৱতীৰ্ণ

১) পৰম কৰুণাময়, পৰম দানশীল আল্লাৰ নামত।

بِسۡمِ اللّٰهِ الرَّحۡمٰنِ الرَّحِيۡمِ ①

২) ত্বা-চীন; এইবিলাক কোৰ্-আনৰ আয়তসমূহ ;—সেই সুস্পষ্ট গ্ৰন্থ,—

طٰسٓ تِلۡكَ اٰيٰتُ الۡقُرۡاٰنِ وَكِتَابٍ مُّبِيۡنٍ ②

৩) যি পথ-প্ৰদৰ্শন আৰু শুভ-সংবাদ বিশ্বাসীসকলৰ নিমিত্তে,

هُدًى وَّبُشۡرٰى لِلۡمُؤۡمِنِيۡنَ ③

৪) যিসকলে নমাজ প্ৰতিষ্ঠিত কৰে আৰু জকাত দান কৰে; আৰু সেইসকলেই পৰলোকত নিশ্চিতকৈ বিশ্বাস কৰে।

الَّذِيۡنَ يُقِيۡمُوۡنَ الصَّلٰوةَ وَيُؤۡتُوۡنَ الزَّكٰوةَ وَهُمۡ
بِالۡاٰخِرَةِ هُمۡ يُوۡقِنُوۡنَ ④

৫) যিবিলাকে পৰলোকত বিশ্বাস নকৰে, আমি সিহঁতে কৰা কুকাৰ্য্যসমূহ সিহঁতৰ চকুত নিশ্চয় শোভনীয় কৰিছোঁ; আৰু সিহঁতে অন্ধৰ দৰে খেপিয়াই ফুৰে।

اِنَّ الَّذِيۡنَ لَا يُؤۡمِنُوۡنَ بِالۡاٰخِرَةِ زَيَّنَّا لَهُمۡ اَعۡمَالَهُمۡ
فَهُمۡ يَعۡمَهُوۡنَ ⑤

৬) সিহঁতৰে নিমিত্তে আছে কঠোৰ শাস্তি, আৰু পৰকালতো সিহঁত হ'ব অধিক ক্ষতিগ্ৰস্ত।

اُولٰٓئِكَ الَّذِيۡنَ لَهُمۡ سُوۡٓءُ الۡعَذَابِ وَهُمۡ فِى الۡاٰخِرَةِ
هُمُ الۡاَخۡسَرُوۡنَ ⑥

৭) আৰু বাস্তৱিকতে তোমাক কোৰ্-আনৰ শিক্ষা দিয়া হৈছে সৰ্ব্বজ্ঞানী, শ্ৰেষ্ঠ জ্ঞাতা আল্লাৰ সন্নিধানৰ পৰা।

وَاِنَّكَ لَتُلَقَّى الۡقُرۡاٰنَ مِنۡ لَّدُنۡ حَكِيۡمٍ عَلِيۡمٍ ⑦

৮) চোৱাঁ, মুচাই নিজ পৰিয়ালক ক'লে, মই নিশ্চয় অগ্নি দেখিবলৈ পাইছোঁ, তাৰ বিষয়ে (সঠিক) সংবাদ মই অনতিবিলম্বে লৈ আহোঁগৈ,

اِذۡ قَالَ مُوۡسٰى لِاَهۡلِهٖۤ اِنِّىۡۤ اٰنَسۡتُ نَارًا سَاٰتِيۡكُمۡ
مِّنۡهَا بِخَبَرٍ اَوۡ اٰتِيۡكُمۡ بِشِهَابٍ قَبَسٍ لَّعَلَّكُمۡ

تَصْطَلُوْنَ ⑦

নাইবা তোমালোকৰ কাৰণে জ্বলন্ত এঙাৰ এডোখৰ আনিম, যাতে তাৰ দবাৰা অগ্নিৰ তাপ লব পাৰা।

فَلَمَّا جَآءَهَا نُوْدِيَ اَنْۢ بُوْرِكَ مَنْ فِي النَّارِ وَ مَنْ حَوْلَهَا ؕ وَسُبْحٰنَ اللّٰهِ رَبِّ الْعٰلَمِيْنَ ⑨

৯) পিছত যেতিয়া তেওঁ সেই অগ্নিৰ ওচৰ পালেগৈ, ঐশ্বৰিক বাক্য এফাকি শুনা গ'ল ঃ অতি মঙ্গলময়, যিজন অগ্নিৰ সন্ধানত, আৰু অগ্নিৰ চাৰিওফালে যিবিলাকে! প্ৰকৃততে বিশ্বজগতৰ প্ৰতিপালক পৰম পৱিত্ৰ!

يٰمُوْسٰۤى اِنَّهٗۤ اَنَا اللّٰهُ الْعَزِيْزُ الْحَكِيْمُ ⑩

১০) হে মুচা, নিশ্চয় ময়ে আল্লা, সৰ্ব্বশক্তিমান, সৰ্ব্বজ্ঞানী।

وَ اَلْقِ عَصَاكَ ؕ فَلَمَّا رَاٰهَا تَهْتَزُّ كَاَنَّهَا جَآنٌّ وَّلّٰى مُدْبِرًا وَّ لَمْ يُعَقِّبْ ؕ يٰمُوْسٰى لَا تَخَفْ ۫ اِنِّيْ لَا يَخَافُ لَدَيَّ الْمُرْسَلُوْنَ ⑪

১১) এতিয়া তুমি তোমাৰ লাখুটিডাল নিক্ষেপ কৰাঁ চোন। তেওঁ তেনে কৰাৰ পাছত সেই লাখুটিডাল বগাই যাব লাগিলে যেন ই এডাল সাপ; তেওঁ পিছ হুঁহকি আঁতৰি গ'ল আৰু ঘূৰিও নাচালে। (আমি মাত দিলোঁ) হে মুচা, ভয় নকৰিবা; বাস্তৱতে মোৰ সন্নিধানত ৰচুলসকলৰ একো ভয় নাই।

اِلَّا مَنْ ظَلَمَ ثُمَّ بَدَّلَ حُسْنًۢا بَعْدَ سُوْٓءٍ فَاِنِّيْ غَفُوْرٌ رَّحِيْمٌ ⑫

১২) আন কি, এনেজনৰো একো ভয় নাই যিজনে অন্যায় কৰাৰ পাছত অমঙ্গলৰ পৰিবৰ্ত্তে মঙ্গল কৰিব লাগি যায়, কিয়নো মই নিশ্চয় শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানশীল।

وَ اَدْخِلْ يَدَكَ فِيْ جَيْبِكَ تَخْرُجْ بَيْضَآءَ مِنْ غَيْرِ سُوْٓءٍ ۫ فِيْ تِسْعِ اٰيٰتٍ اِلٰى فِرْعَوْنَ وَ قَوْمِهٖ ؕ اِنَّهُمْ كَانُوْا قَوْمًا فٰسِقِيْنَ ⑬

১৩) আৰু তুমি তোমাৰ হাত এখন সোমোৱাই নিজ বুকুত ৰাখাঁ; হাতখন উজ্জ্বল হৈ ওলাব, কোনো প্ৰকাৰৰ ব্যাধিৰ চিন নোহোৱাকৈ। ফিৰৌন আৰু তেওঁৰ সম্প্ৰদায়ৰ কাৰণে যি ন-টি নিদৰ্শন নিৰ্ণয় কৰা হৈছে, এই দুইটি তাৰে অন্তৰ্ভুক্ত; ইয়াত কোনো সন্দেহ নাই সিহঁত অবাধ্য লোক।

فَلَمَّا جَآءَتْهُمْ اٰيٰتُنَا مُبْصِرَةً قَالُوْا هٰذَا سِحْرٌ مُّبِيْنٌ ⑭

১৪) পিছত সিহঁতৰ ওচৰলৈ আমাৰ জল্‌জলীয়া নিদৰ্শনসমূহ আহিলত সিহঁতে এই আষাৰ কথা মাথোন ক'লে, (এইবোৰৰ) প্ৰত্যেকটো প্ৰকাশ্য কুহক ভিন্ন একো নহয়।

وَجَحَدُوْا بِهَا وَاسْتَيْقَنَتْهَآ اَنْفُسُهُمْ ظُلْمًا وَّعُلُوًّا ۚ فَانْظُرْ كَيْفَ كَانَ عَاقِبَةُ الْمُفْسِدِيْنَ ﴿١٤﴾

১৫) আৰু অন্যায় আৰু অহঙ্কাৰ কৰি সিহঁতে সেইবোৰ নিদৰ্শন অস্বীকাৰ কৰিলে, অথচ সেইবোৰৰ সত্যতা সিহঁতৰ অন্তৰসমূহে ভালকৈ অনুভৱ কৰিছিল; সেই দেখি তুমি চিন্তা কৰি চোৱাঁ, যিবিলাকে অশান্তি সৃষ্টি কৰিছিল শেহত সিহঁতৰ কি দশা হ'ল।

وَلَقَدْ اٰتَيْنَا دَاوٗدَ وَسُلَيْمٰنَ عِلْمًا ۚ وَقَالَا الْحَمْدُ لِلّٰهِ الَّذِيْ فَضَّلَنَا عَلٰى كَثِيْرٍ مِّنْ عِبَادِهِ الْمُؤْمِنِيْنَ ﴿١٥﴾

১৬) আৰু (মন কৰাঁ) স্বৰূপতে দাউদ আৰু চুলেইমানক আমি জ্ঞান দান কৰিছিলোঁ; আৰু উভয়ে (তাৰ বাবে শলাগ লৈ) কৈছিল, সকলো প্ৰশংসা সেই আল্লাৰ যোগ্য যিজনে বিশ্বাস স্থাপনকাৰী সেৱকসকলৰ বহুতৰে ওপৰত আমাক শ্ৰেষ্ঠ কৰিছে।

وَوَرِثَ سُلَيْمٰنُ دَاوٗدَ وَقَالَ يٰٓاَيُّهَا النَّاسُ عُلِّمْنَا مَنْطِقَ الطَّيْرِ وَاُوْتِيْنَا مِنْ كُلِّ شَيْءٍ ۗ اِنَّ هٰذَا لَهُوَ الْفَضْلُ الْمُبِيْنُ ﴿١٦﴾

১৭) আৰু দাউদৰ উত্তৰাধিকাৰী হ'ল চুলেইমান; আৰু তেওঁ কৈছিল, হে লোকবিলাক, আমাক পক্ষীৰ বাক্যৰ অৰ্থ শিকোৱা হৈছে আৰু সমগ্ৰ (লাগতিয়াল) বস্তু আমাক (প্ৰচুৰ পৰিমাণে) দিয়া হৈছে; ইয়াত কোনো সন্দেহ নাই, এনে দান আল্লাৰ প্ৰকাশ্য অনুগ্ৰহ।

وَحُشِرَ لِسُلَيْمٰنَ جُنُوْدُهٗ مِنَ الْجِنِّ وَالْاِنْسِ وَالطَّيْرِ فَهُمْ يُوْزَعُوْنَ ﴿١٧﴾

১৮) আৰু চুলেইমানৰ অধীনত যিন্ আৰু মানৱ আৰু পক্ষীদবাৰা (বিৰাট) সেনাবাহিনী গঠন কৰা হৈছিল; পিছত সেই সমগ্ৰ সৈন্যদলক শ্ৰেণীমতে বিভক্ত কৰা হৈছিল।

حَتّٰٓى اِذَآ اَتَوْا عَلٰى وَادِ النَّمْلِ ۙ قَالَتْ نَمْلَةٌ يّٰٓاَيُّهَا النَّمْلُ ادْخُلُوْا مَسٰكِنَكُمْ ۚ لَا يَحْطِمَنَّكُمْ سُلَيْمٰنُ وَجُنُوْدُهٗ ۙ وَهُمْ لَا يَشْعُرُوْنَ ﴿١٨﴾

১৯) যেতিয়া সিহঁত নম্‌ল্ জাতি বাস কৰা উপত্যকা পালেহি এজনী নম্‌লে (চিঞৰ মাৰি) কলে, হে নম্‌ল্ জাতি, তোমালোক নিজ ঘৰবোৰৰ ভিতৰলৈ ততালিকে সোমাই যোৱাঁ, চুলেইমান আৰু তেওঁৰ সেনাদলে তোমালোকক যেন নজনাকৈ গঁচকি আহত-নিহত নকৰে।

فَتَبَسَّمَ ضَاحِكًا مِّنْ قَوْلِهَا وَقَالَ رَبِّ اَوْزِعْنِيْٓ

২০) তাইৰ মাত কাণত পৰিলত, চুলেইমানে

اَنْ اَشْكُرَ نِعْمَتَكَ الَّتِيْٓ اَنْعَمْتَ عَلَيَّ وَعَلٰى وَالِدَيَّ وَاَنْ اَعْمَلَ صَالِحًا تَرْضٰىهُ وَاَدْخِلْنِيْ بِرَحْمَتِكَ فِيْ عِبَادِكَ الصّٰلِحِيْنَ ۝١٩

মিচিকিয়ালে। আৰু তেওঁ এইদৰে (আল্লাৰ ওচৰত) প্ৰাৰ্থনা কৰিলে, হে মোৰ প্ৰভু, তুমি মোৰ প্ৰতি আৰু মোৰ পিতৃ-মাতৃৰ প্ৰতি যি অনুগ্ৰহ বৰ্ষণ কৰিছা সেই অনুগ্ৰহৰ বাবে মই যেন তোমাৰ ওচৰত কৃতজ্ঞ হৈ থাকিব পাৰোঁ, আৰু তুমি যি ন্যায়কাৰ্য্যত সন্তুষ্ট মই যেন তাকে কৰিব পাৰোঁ, এনে শক্তি মোক দান কৰাঁ ; আৰু তোমাৰ কৰুণা গুণে মোক তোমাৰ ধৰ্ম্মপৰায়ণ সেৱকসকলৰ অন্তৰ্গত কৰি লোৱাঁ।

وَتَفَقَّدَ الطَّيْرَ فَقَالَ مَالِيَ لَآ اَرَى الْهُدْهُدَ ۖ اَمْ كَانَ مِنَ الْغَآئِبِيْنَ ۝٢٠

২১) আৰু তেওঁ পক্ষী (সদৃশ) দলক (অশ্বাৰোহী সেনাক) পৰিদৰ্শন কৰিলত কলে, হুদ্‌হুদক মই দেখা নাই। ইয়াৰ কাৰণ কি? সি (আজি) অনুপস্থিতিবিলাকৰ মাজৰ নে?

لَاُعَذِّبَنَّهٗ عَذَابًا شَدِيْدًا اَوْ لَاَاذْبَحَنَّهٗٓ اَوْ لَيَاْتِيَنِّيْ بِسُلْطٰنٍ مُّبِيْنٍ ۝٢١

২২) তাক মই কঠোৰ শাস্তি দিম, নাইবা মৃত্যুদণ্ড দিম। যদিহে সি (অনুপস্থিতিৰ) সন্তোষজনক প্ৰমাণ দিব নোৱাৰে।

فَمَكَثَ غَيْرَ بَعِيْدٍ فَقَالَ اَحَطْتُّ بِمَا لَمْ تُحِطْ بِهٖ وَجِئْتُكَ مِنْ سَبَاٍۭ بِنَبَاٍ يَّقِيْنٍ ۝٢٢

২৩) আৰু বেছি সময় নৌ যাওঁতে সি (উপস্থিত হ'লহি আৰু চুলেইমানক) কলে, যি তোমাৰ অবিদিত তাৰ সকলোখিনি মই জানি আহিছোঁ, আৰু চবা নগৰৰ পৰা মই তোমাৰ নিমিত্তে সুনিশ্চিত সংবাদ আনিছোঁ।

اِنِّيْ وَجَدْتُّ امْرَاَةً تَمْلِكُهُمْ وَاُوْتِيَتْ مِنْ كُلِّ شَيْءٍ وَّلَهَا عَرْشٌ عَظِيْمٌ ۝٢٣

২৪) স্বৰূপতে মই গৈ দেখিলোঁ সিহঁতৰ (চবাবাসী লোকৰ) ওপৰত এজনী তিৰোতাই ৰাজত্ব কৰি আছে, আৰু তেওঁক (আল্লাৰ ফালৰ পৰা) প্ৰচুৰ সম্বল প্ৰদান কৰা হৈছে, আৰু তেওঁ এখন মহান সিংহাসনৰ গৰাকী।

وَجَدْتُّهَا وَقَوْمَهَا يَسْجُدُوْنَ لِلشَّمْسِ مِنْ دُوْنِ اللّٰهِ وَزَيَّنَ لَهُمُ الشَّيْطٰنُ اَعْمَالَهُمْ فَصَدَّهُمْ عَنِ

২৫) মই দেখিলোঁ সেই ৰাণীয়ে আৰু তেওঁৰ লোকবিলাকে সূৰ্য্যক প্ৰণিপাত কৰে, আৰু সিহঁতৰ এনে কাৰ্য্যসমূহ শ্বয়তানে সিহঁতৰ চকুত

السَّبِيلِ فَهُمْ لَا يَهْتَدُونَ ﴿٢٤﴾

সুসজ্জিত কৰি তুলিছে, আৰু (সৰল) বাটৰ পৰা সিহঁতক প্ৰতিৰোধ কৰিছে; সেইগতিকে সিহঁতে সুপথে চলিব পৰা নাই।

أَلَّا يَسْجُدُوا لِلَّهِ الَّذِي يُخْرِجُ الْخَبْءَ فِي السَّمَاوَاتِ وَالْأَرْضِ وَيَعْلَمُ مَا تُخْفُونَ وَمَا تُعْلِنُونَ ﴿٢٥﴾

২৬) তাৰ ফলত সিহঁতে আল্লাক সাষ্টাঙ্গে প্ৰণিপাত নকৰে, যিজনে আকাশমণ্ডলী আৰু পৃথিৱীত যি অদৃশ্য সকলো উলিয়াই আনে, আৰু যিজনে তোমালোকে যি গোপনে কৰা আৰু যি প্ৰকাশ্যে কৰা আটাইবিলাক জানে।

اللَّهُ لَا إِلَٰهَ إِلَّا هُوَ رَبُّ الْعَرْشِ الْعَظِيمِ ﴿٢٦﴾ السجدة

২৭) তেৱেঁই আল্লা; তেওঁত ভিন্ন আন উপাস্য নাই; তেৱেঁই মহান সিংহাসনৰ গৰাকী।

قَالَ سَنَنظُرُ أَصَدَقْتَ أَمْ كُنتَ مِنَ الْكَاذِبِينَ ﴿٢٧﴾

২৮) চুলেইমানে কলে, তুমি সঁচা বাতৰি দিছা নে তুমি মিছলীয়াবিলাকৰ এজন, আমি অলপতেই জানিব পাৰিম।

اذْهَب بِّكِتَابِي هَٰذَا فَأَلْقِهْ إِلَيْهِمْ ثُمَّ تَوَلَّ عَنْهُمْ فَانظُرْ مَاذَا يَرْجِعُونَ ﴿٢٨﴾

২৯) মোৰ এই পত্ৰ লৈ যোৱাঁ, আৰু তেওঁলোকৰ হাতত দিয়াঁ, পিছত তেওঁলোকৰ পৰা নিলগ হৈ অপেক্ষা কৰিবা। জানোছা তেওঁলোকে পত্ৰৰ উত্তৰ দিয়ে।

قَالَتْ يَا أَيُّهَا الْمَلَأُ إِنِّي أُلْقِيَ إِلَيَّ كِتَابٌ كَرِيمٌ ﴿٢٩﴾

৩০) (পত্ৰ পাই) ৰাণীয়ে (দৰ্‌বাৰীসকলক) কলে, হে মোৰ মুখিয়াল বিষয়াসকল, মোৰ প্ৰতি এখন সম্মানজনক পত্ৰ প্ৰেৰণ কৰা হৈছে;

إِنَّهُ مِن سُلَيْمَانَ وَإِنَّهُ بِسْمِ اللَّهِ الرَّحْمَٰنِ الرَّحِيمِ ﴿٣٠﴾

৩১) সঁচাকৈয়ে পত্ৰখন আনিছে চুলেইমানৰ দৰ্‌বাৰৰ্‌ পৰা, আৰু ই এইদৰে আৰম্ভ হৈছেঃ পৰম কৰুণাময়, পৰম দানশীল আল্লাৰ নামত;

أَلَّا تَعْلُوا عَلَيَّ وَأْتُونِي مُسْلِمِينَ ﴿٣١﴾ ع

৩২) মোৰ বিৰুদ্ধে তোমালোকে আক্ৰমণ নচলাবা, বৰং মোৰ ওচৰলৈ আহি আত্মসমৰ্পণ কৰাঁ।

৩৩) **ৰাণীয়ে** কলে, হে দৰবাৰী বিষয়াসকল, মোৰ এই কাৰ্য্য সম্বন্ধে তোমালোকৰ অভিমত মোক জানিবলৈ দিয়াঁ; তোমালোকে উপস্থিত থাকি (পৰামৰ্শ নিদিয়ালৈকে) মই কোনো (গুৰুত্বপূৰ্ণ) বিষয়ে শেষ মীমাংসা নকৰোঁ।

قَالَتْ يَٰٓأَيُّهَا ٱلْمَلَؤُا۟ أَفْتُونِى فِىٓ أَمْرِى مَا كُنتُ قَاطِعَةً أَمْرًا حَتَّىٰ تَشْهَدُونِ ﴿٣٢﴾

৩৪) তেওঁলোকে উত্তৰ দিলে, আমি বলী আৰু বীৰ ৰণুৱা, কিন্তু আদেশ দিয়াৰ গৰাকী তুমি; গতিকে তুমি ভাবি চোৱাঁ (এই অৱস্থাত) কি আদেশ দিয়া যুগুত।

قَالُوا۟ نَحْنُ أُو۟لُوا۟ قُوَّةٍ وَأُو۟لُوا۟ بَأْسٍ شَدِيدٍ وَٱلْأَمْرُ إِلَيْكِ فَٱنظُرِى مَاذَا تَأْمُرِينَ ﴿٣٣﴾

৩৫) **ৰাণীয়ে** কলে যেতিয়া ৰজাবিলাক (বিজয়ী হৈ) কোনো এখন নগৰত **প্ৰৱেশ** কৰে, সেই নগৰক উচ্ছন্ন কৰি পেলায়, আৰু তাৰ গণ্য-মান্যসকলক অৱনমিত কৰে; আৰু এনে কাৰ্য্য কৰা সিহঁতৰ অভ্যাস।

قَالَتْ إِنَّ ٱلْمُلُوكَ إِذَا دَخَلُوا۟ قَرْيَةً أَفْسَدُوهَا وَجَعَلُوٓا۟ أَعِزَّةَ أَهْلِهَآ أَذِلَّةً ۖ وَكَذَٰلِكَ يَفْعَلُونَ ﴿٣٤﴾

৩৬) আৰু (প্ৰথমে) মই তেওঁলোকলৈ উপঢৌকন পঠাবলৈহে স্থিৰ কৰিছোঁ, পিছত দূতবিলাক কি সংবাদ লৈ উভতি আহে তাৰে অপেক্ষা কৰিম।

وَإِنِّى مُرْسِلَةٌ إِلَيْهِم بِهَدِيَّةٍ فَنَاظِرَةٌۢ بِمَ يَرْجِعُ ٱلْمُرْسَلُونَ ﴿٣٥﴾

৩৭) পিছত চুলেইমানৰ **ওচৰলৈ** দূত এজন আহিলত তেওঁ **তাক** কলে, তোমালোকে মোক সহায় কৰিবলৈ ধন-ৰত্ন আনিছা নে কি? কিন্তু যি সম্বল আল্লাই মোক প্ৰদান কৰিছে সি তোমালোকক দিয়া সম্বলতকৈ অনেক গুণে শ্ৰেষ্ঠ; অথচ যি উপঢৌকন তোমালোকে আনিছা সেইখিনিতেই তোমালোক উল্লাসিত!

فَلَمَّا جَآءَ سُلَيْمَٰنَ قَالَ أَتُمِدُّونَنِ بِمَالٍ فَمَآ ءَاتَىٰنِۦَ ٱللَّهُ خَيْرٌ مِّمَّآ ءَاتَىٰكُم بَلْ أَنتُم بِهَدِيَّتِكُمْ تَفْرَحُونَ ﴿٣٦﴾

৩৮) তুমি তেওঁলোকৰ ওচৰলৈ উভতি যোৱাঁ, তোমাৰ পাছে পাছে আমিও নিশ্চয় এনে সেনাদল লৈ সিহঁতৰ সম্মুখীন হ'ম যাৰ প্ৰতিৰোধ কৰিবলৈ সিহঁতৰ মুঠেই শক্তি নাই, আৰু সেই ঠাইৰ পৰা সিহঁতক অপমানৰে সৈতে উলিয়াই দিম: আৰু অৱশেষত সিহঁত **অৱমানিত** হৈ পৰিব।

ٱرْجِعْ إِلَيْهِمْ فَلَنَأْتِيَنَّهُم بِجُنُودٍ لَّا قِبَلَ لَهُم بِهَا وَلَنُخْرِجَنَّهُم مِّنْهَآ أَذِلَّةً وَهُمْ صَٰغِرُونَ ﴿٣٧﴾

৩৯) চুলেইমানে কলে, হে মোৰ **মুখিয়াল** বিষয়াসকল, তেওঁলোক মোৰ প্ৰতি আত্মসমৰ্পণ কৰিবলৈ অহাৰ আগতে তেওঁলোকৰ কোনো এজনে **ৰাণীৰ** নিমত্তে এখন সিংহাসন মোৰ ওচৰলৈ লৈ আহিব পাৰিব নে?

قَالَ يَاَيُّهَا الْمَلَؤُا اَيُّكُمْ يَاْتِيْنِيْ بِعَرْشِهَا قَبْلَ اَنْ يَّاْتُوْنِيْ مُسْلِمِيْنَ ﴿٣٩﴾

৪০) **যিন্‌ৰ সদৃশ** ওখ বলৱান মানুহ এজনে কলে, তুমি এই ঠাই এৰি অইন ঠাইলৈ যোৱাৰ পূৰ্ব্বেই মই সিংহাসন এখন লৈ আহিম; আৰু কোনো সন্দেহ নাই, এই কাৰ্য্য সম্পন্ন কৰিবৰ ক্ষমতা মোৰ আছে, আৰু মই বিশ্বাসযোগ্য।

قَالَ عِفْرِيْتٌ مِّنَ الْجِنِّ اَنَا اٰتِيْكَ بِهٖ قَبْلَ اَنْ تَقُوْمَ مِنْ مَّقَامِكَ ۚ وَاِنِّيْ عَلَيْهِ لَقَوِيٌّ اَمِيْنٌ ﴿٤٠﴾

৪১) ধৰ্ম্মগ্ৰন্থবিজ্ঞ এজন মানুহে কলে, তোমাৰ চকু টিপ মৰাতে (অতি শীঘ্ৰে) মই সিংহাসন এখন লৈ আহিম। অৱশেষত যেতিয়া চুলেইমানে সিংহাসন এখন নিজৰ কাষত পাতি থোৱা দেখিবলৈ পালে, তেওঁ কলে, ই মোৰ প্ৰভুৰেই অনুগ্ৰহ! ইয়াৰ দ্বাৰা তেওঁ মোৰ পৰীক্ষা লৈছে, মই (তেওঁৰ অনুগ্ৰহৰ বাবে) তেওঁৰ শলাগ লওঁ নে শলাগ নলওঁ। আৰু যি তেওঁৰ শলাগ লয় সি (প্ৰকৃততে) নিজ আত্মাৰ (কল্যাণৰ) নিমিত্তেহে শলাগ লয়; আৰু যি শলাগ নলয় (সি যেন জানি ৰাখে) মোৰ প্ৰভু অভাৱহীন, সম্মানৰ গৰাকী।

قَالَ الَّذِيْ عِنْدَهٗ عِلْمٌ مِّنَ الْكِتٰبِ اَنَا اٰتِيْكَ بِهٖ قَبْلَ اَنْ يَّرْتَدَّ اِلَيْكَ طَرْفُكَ ۚ فَلَمَّا رَاٰهُ مُسْتَقِرًّا عِنْدَهٗ قَالَ هٰذَا مِنْ فَضْلِ رَبِّيْ ۖ لِيَبْلُوَنِيْٓ ءَاَشْكُرُ اَمْ اَكْفُرُ ۚ وَمَنْ شَكَرَ فَاِنَّمَا يَشْكُرُ لِنَفْسِهٖ ۚ وَمَنْ كَفَرَ فَاِنَّ رَبِّيْ غَنِيٌّ كَرِيْمٌ ﴿٤١﴾

৪২) তেওঁ কলে, যিখন সিংহাসন **ৰাণীৰ** নিমিত্তে আনিছা তাৰ ৰূপ পৰিবৰ্ত্তন কৰাঁ যাতে আমি বুজিবলৈ পাৰোঁ তেওঁ সত্য কথা জানিব পাৰে নে সত্য ঢুকি নাপায়।

قَالَ نَكِّرُوْا لَهَا عَرْشَهَا نَنْظُرْ اَتَهْتَدِيْٓ اَمْ تَكُوْنُ مِنَ الَّذِيْنَ لَا يَهْتَدُوْنَ ﴿٤٢﴾

৪৩) পিছত বাণী আহিলত তেওঁক প্ৰশ্ন কৰা হ'ল, তোমাৰ সিংহাসন এই প্ৰকাৰৰ নে? তেওঁ উত্তৰ দিলে, মোৰ সিংহাসনখন প্ৰায় এইখনৰেই নিচিনা। বাস্তৱতে ইতপূৰ্ব্বে আমাক (সত্যৰ) জ্ঞান দিয়া হৈছিল, আৰু আমি আত্মসমৰ্পণকাৰী হৈছিলোঁ।

فَلَمَّا جَآءَتْ قِيْلَ اَهٰكَذَا عَرْشُكِ ۗ قَالَتْ كَاَنَّهٗ هُوَ ۚ وَاُوْتِيْنَا الْعِلْمَ مِنْ قَبْلِهَا وَكُنَّا مُسْلِمِيْنَ ﴿٤٣﴾

৪৪) আৰু বাণীয়ে যে আল্লাক এৰি অইনৰ উপাসনা কৰিছিল তাৰ পৰা চুলেইমানে তেওঁক নিবৃত্ত কৰিছিল; প্ৰকৃততে তেওঁ (আগতে) আছিল অবিশ্বাসী দলৰ অন্তৰ্ভুক্ত।

وَصَدَّهَا مَا كَانَت تَّعْبُدُ مِن دُونِ اللَّهِ ۖ إِنَّهَا كَانَتْ مِن قَوْمٍ كَافِرِينَ ﴿٤٣﴾

৪৫) তেওঁক কোৱা হ'ল, এই প্ৰাসাদৰ ভিতৰলৈ সোমাই আহাঁ। তেতিয়া (সোমাই আহোঁতে, মজিয়াৰে তিৰ্‌বিৰণি) দেখি তেওঁ তাত পানীৰ ধাৰা বৈছে বুলি অনুমান কৰিলে, আৰু অতিশয় ব্যাকুল হৈ পৰিল। চুলেইমানে কলে কাঁচৰে নিৰ্ম্মাণ কৰা প্ৰাসাদৰ মজিয়াহে জিলিকিছে; (ই পানী নহয়)। (সকলো কথা বুজি) ৰাণীয়ে কলে, হে মোৰ প্ৰভু আল্লা, বাস্তৱতে মই নিজ আত্মাৰ প্ৰতি অন্যায় কৰিছিলোঁ আৰু এতিয়া চুলেইমানৰ লগ লাগি বিশ্বব্ৰহ্মাণ্ডৰ প্ৰতিপালক আল্লাৰ প্ৰতি আত্মসমৰ্পণ কৰিলোঁ।

قِيلَ لَهَا ادْخُلِي الصَّرْحَ ۖ فَلَمَّا رَأَتْهُ حَسِبَتْهُ لُجَّةً وَكَشَفَتْ عَن سَاقَيْهَا ۚ قَالَ إِنَّهُ صَرْحٌ مُّمَرَّدٌ مِّن قَوَارِيرَ ۗ قَالَتْ رَبِّ إِنِّي ظَلَمْتُ نَفْسِي وَأَسْلَمْتُ مَعَ سُلَيْمَانَ لِلَّهِ رَبِّ الْعَالَمِينَ ﴿٤٤﴾

৪৬) আৰু স্বৰূপতে ছমূদজাতিৰ ওচৰলৈ সিহঁতৰ নিজৰ ভ্ৰাতৃ ছালেহক আমি প্ৰেৰণ কৰিছিলোঁ, এই আদেশ দি, তোমালোকে এক আল্লাৰ উপাসনা কৰাঁ। কিন্তু চোৱাঁ, সিহঁতে দুই দলত বিভক্ত হৈ পৰস্পৰ বিবাদ কৰিবলৈ লাগিল।

وَلَقَدْ أَرْسَلْنَا إِلَىٰ ثَمُودَ أَخَاهُمْ صَالِحًا أَنِ اعْبُدُوا اللَّهَ فَإِذَا هُمْ فَرِيقَانِ يَخْتَصِمُونَ ﴿٤٥﴾

৪৭) তেওঁ কলে, হে মোৰ জাতি, তোমালোকে মঙ্গলৰ আগতে অমঙ্গল আনিবলৈ কিয় খৰ-খেদা কৰিছা? আল্লাৰ পৰা কিয় ক্ষমা ভিক্ষা নকৰা, যাতে তোমালোকৰ প্ৰতি করুণা বৰ্ষণ কৰা হয়?

قَالَ يَا قَوْمِ لِمَ تَسْتَعْجِلُونَ بِالسَّيِّئَةِ قَبْلَ الْحَسَنَةِ ۖ لَوْلَا تَسْتَغْفِرُونَ اللَّهَ لَعَلَّكُمْ تُرْحَمُونَ ﴿٤٦﴾

৪৮) সিহঁতে উত্তৰ দিলে, আমাৰ যে (এতিয়া দুৰ্ভাগ্য ঘটিছে সি তোমাৰ আৰু তোমাৰ সঙ্গীবিলাকৰ কাৰণে হে। তেওঁ কলে, (নহয়) তোমালোকৰ দুৰ্ভাগ্য আল্লাৰ কাষৰ পৰা সূচিত হৈছে, বৰং তোমালোক এনে এটা জাতি যাৰ এতিয়া পৰীক্ষা লোৱা হৈছে।

قَالُوا اطَّيَّرْنَا بِكَ وَبِمَن مَّعَكَ ۚ قَالَ طَائِرُكُمْ عِندَ اللَّهِ ۖ بَلْ أَنتُمْ قَوْمٌ تُفْتَنُونَ ﴿٤٧﴾

৪৯) আৰু সেই নগৰত ন-জন (অন্যায়কাৰী) মানুহ আছিল; সেইকিজনে দেশত অশান্তিৰ সৃষ্টি কৰি আছিল, আৰু (নিজৰ আৰু সমাজৰ) সংশোধন কৰা নাছিল।

وَكَانَ فِي الْمَدِينَةِ تِسْعَةُ رَهْطٍ يُفْسِدُونَ فِي
الْأَرْضِ وَلَا يُصْلِحُونَ ﴿٤٩﴾

৫০) সিহঁতে কলে, তোমালোকে আল্লাৰ নাম লৈ ইজনে সিজনৰ সম্মুখত শপত খোৱাঁ,—নিশ্চয় আমি নিশা থাকোঁতেই ছালেহ্ আৰু তেওঁৰ গোটেই পৰিয়ালক হঠাতে আক্ৰমণ কৰিম; তাৰ পিছত (সোধ-পোছ হলে) তেওঁৰ উত্তৰাধিকাৰীক আমি ইয়াকে কম, তেওঁৰ পৰিয়াল কেনেকৈ নিহত হ'ল আমি চকুৰে দেখা নাই; আৰু ইয়াত সন্দেহ নাই আমি সঁচা কথাহে কৈছোঁ।

قَالُوا تَقَاسَمُوا بِاللَّهِ لَنُبَيِّتَنَّهُ وَأَهْلَهُ ثُمَّ لَنَقُولَنَّ
لِوَلِيِّهِ مَا شَهِدْنَا مَهْلِكَ أَهْلِهِ وَإِنَّا لَصَادِقُونَ ﴿٥٠﴾

৫১) প্ৰকৃততে সিহঁতে এটা অভিসন্ধি পাতিছিল, আৰু আমিও (সিহঁতৰ বিৰুদ্ধে) কৌশল সাজিলোঁ; আৰু সিহঁতে (তাৰ) গমকে নাপালে।

وَمَكَرُوا مَكْرًا وَمَكَرْنَا مَكْرًا وَهُمْ لَا يَشْعُرُونَ ﴿٥١﴾

৫২) গতিকে (এতিয়া) ভাবি চোৱাঁ, সিহঁতৰ অভিসন্ধিৰ পৰিণাম কেনে হ'ল! সিহঁতক আৰু সিহঁতৰ সমস্ত জাতিটোকে আমি বিনাশ কৰিলোঁ।

فَانْظُرْ كَيْفَ كَانَ عَاقِبَةُ مَكْرِهِمْ أَنَّا دَمَّرْنَاهُمْ
وَقَوْمَهُمْ أَجْمَعِينَ ﴿٥٢﴾

৫৩) পিছত সিহঁতে যে অন্যায় কৰিছিল তাৰ বাবে সিহঁতৰ আটাইবোৰ ঘৰবাৰী হেৰেপা খাই পৰি থাকিল। বাস্তৱতে এই ঘটনাত জ্ঞানৱান লোকৰ নিমিত্তে নিশ্চয় নিদৰ্শন আছে।

فَتِلْكَ بُيُوتُهُمْ خَاوِيَةً بِمَا ظَلَمُوا إِنَّ فِي ذَٰلِكَ
لَآيَةً لِقَوْمٍ يَعْلَمُونَ ﴿٥٣﴾

৫৪) আৰু যিসকলে বিশ্বাস স্থাপন কৰিছিল আৰু আল্লাক ভয় কৰিছিল সেইসকলক আমি ৰক্ষা কৰিলোঁ।

وَأَنْجَيْنَا الَّذِينَ آمَنُوا وَكَانُوا يَتَّقُونَ ﴿٥٤﴾

৫৫) আৰু (আমিয়ে প্ৰেৰণ কৰিছিলোঁ) লুত্বক; চোৱাঁ, নিজৰ জাতিক তেওঁ কৈছিল, কি! তোমালোকে দেখাদেখিকৈ এনে কাৰ্য্য কৰিব লাগিছাঁ নে যি নিতান্ত নিৰ্গত ?

وَلُوطًا إِذْ قَالَ لِقَوْمِهِ أَتَأْتُونَ الْفَاحِشَةَ وَأَنْتُمْ
تُبْصِرُونَ ﴿٥٥﴾

৫৬) কি! তোমালোকে কামপ্রবৃত্তি চৰিতাৰ্থ কৰিবৰ অভিপ্ৰায়ে নাৰীবিলাকক এৰি পুৰুষ-বিলাকৰ ওচৰ চাপাগৈ! নহয়, তোমালোক এটা (অতি) নিৰ্বোধ জাতি।

أَئِنَّكُمْ لَتَأْتُونَ الرِّجَالَ شَهْوَةً مِّن دُونِ النِّسَاءِ ۚ بَلْ أَنتُمْ قَوْمٌ تَجْهَلُونَ ﴿٥٥﴾

৫৭) কিন্তু তেওঁৰ জাতিৰ একেষাৰ কথাৰ বাজে আন উত্তৰ নাছিল; লুত্বৰ সন্তান-সন্ততিক তোমালোকে নিজৰ নগৰৰ পৰা নিৰ্বাসিত কৰাঁ; বাস্তৱতে সিহঁতে (লোকক) ইয়াকেহে দেখুৱাব ইচ্ছা কৰে সিহঁত যেন অতি পৱিত্ৰ।

فَمَا كَانَ جَوَابَ قَوْمِهِ إِلَّا أَن قَالُوا أَخْرِجُوا آلَ لُوطٍ مِّن قَرْيَتِكُمْ ۖ إِنَّهُمْ أُنَاسٌ يَتَطَهَّرُونَ ﴿٥٦﴾

৫৮) পিছত আমি তেওঁক আৰু তেওঁৰ গোটেই পৰিয়ালক ৰক্ষা কৰিলোঁ, তেওঁৰ পত্নী ভিন্ন; আমি আগতে স্থিৰ কৰিছিলোঁ, তেওঁ যেন পিছ পৰি থকাবোৰৰ লগতে ৰৈ যায়।

فَأَنجَيْنَاهُ وَأَهْلَهُ إِلَّا امْرَأَتَهُ قَدَّرْنَاهَا مِنَ الْغَابِرِينَ ﴿٥٧﴾

৫৯) আৰু সিহঁতৰ ওপৰত আমি ভীষণ বৰষুণ নমালোঁ। ভাবি চোৱাঁ, যিবিলাকক সতৰ্ক কৰি দিয়া হৈছিল (অথচ অন্যায়ৰ আচৰণ সিহঁতে এৰি দিয়া নাছিল) সিহঁতৰ ওপৰত এই শিলাবৃষ্টি আছিল কেনে নিকৃষ্ট!

وَأَمْطَرْنَا عَلَيْهِم مَّطَرًا ۖ فَسَاءَ مَطَرُ الْمُنذَرِينَ ﴿٥٨﴾

৬০) তুমি কোৱাঁ, সকলো প্ৰশংসা আল্লাৰে যোগ্য! আৰু তেওঁৰ যি সেৱকসকলক তেওঁ বাচি লৈছে সেইসকলৰ শান্তি! ভাবি চোৱাঁ আল্লা শ্ৰেষ্ঠতৰ নে সেইবিলাক উপাস্য যিবিলাকক সিহঁতে আল্লাৰ সমানে পাতি লৈছে?

قُلِ الْحَمْدُ لِلَّهِ وَسَلَامٌ عَلَىٰ عِبَادِهِ الَّذِينَ اصْطَفَىٰ ۗ آللَّهُ خَيْرٌ أَمَّا يُشْرِكُونَ ﴿٥٩﴾

## বিংশ পাৰা

—আম্মান্ খালাক্বাচ্ চমাৱাতে—

৬১) আকাশমণ্ডলী আৰু পৃথিৱী কোনে স্ৰজন কৰিছে, আৰু আকাশৰ পৰা তোমালোকৰ নিমিত্তে বৰষুণ কোনে নমাইছে? আৰু তাৰ দবাৰা সুন্দৰ মনোৰম উদ্যানসমূহ আমিয়ে উৎপাদন

أَمَّنْ خَلَقَ السَّمَاوَاتِ وَالْأَرْضَ وَأَنزَلَ لَكُم مِّنَ السَّمَاءِ مَاءً فَأَنبَتْنَا بِهِ حَدَائِقَ ذَاتَ بَهْجَةٍ

কৰিছোঁ। সেইবিলাকৰ গছ-গছনিও উৎপন্ন কৰা তোমালোকৰ সাধ্য নাই। কি! আল্লাৰ সঙ্গীস্বৰূপ আন উপাস্য থাকিব পাৰে নে? কেতিয়াও নহয়, প্ৰকৃততে সিহঁত সীমালঙ্ঘনকাৰী লোক।

مَا كَانَ لَكُمْ اَنْ تُنْۢبِتُوْا شَجَرَهَا ۗ ءَاِلٰهٌ مَّعَ اللّٰهِ ۗ
بَلْ هُمْ قَوْمٌ يَّعْدِلُوْنَ ﴿٦١﴾

৬২) কোনে পৃথিৱীক সংস্থাপিত কৰিছে, আৰু তাৰ মাজেদি জুৰিসমূহ প্ৰবাহিত কৰিছে, আৰু তাৰ ওপৰত স্থাপিত কৰিছে পৰ্ব্বতমালা? আৰু দুখন সাগৰৰ মাজত কোনে অৱৰোধ সৃষ্টি কৰিছে। কি! আল্লাৰ সঙ্গীস্বৰূপ আন উপাস্য থাকিব পাৰে নে? কেতিয়াও নোৱাৰে; প্ৰকৃততে সিহঁতৰ সৰহভাগেই অজ্ঞান।

اَمَّنْ جَعَلَ الْاَرْضَ قَرَارًا وَّجَعَلَ خِلٰلَهَاۤ اَنْهٰرًا
وَّجَعَلَ لَهَا رَوَاسِيَ وَجَعَلَ بَيْنَ الْبَحْرَيْنِ حَاجِزًا ۗ
ءَاِلٰهٌ مَّعَ اللّٰهِ ۗ بَلْ اَكْثَرُهُمْ لَا يَعْلَمُوْنَ ﴿٦٢﴾

৬৩) যিজনে নিৰুপায় হৈ তেওঁৰ ওচৰত প্ৰাৰ্থনা কৰে সেইজনক প্ৰাৰ্থনাৰ প্ৰত্যুত্তৰ কোনে দিয়ে, আৰু কোনে (অহা) অমঙ্গল দূৰীভূত কৰে, আৰু পৃথিৱীৰ উত্তৰাধিকাৰী তোমালোকক কোনে কৰে? কি! আল্লাৰ সঙ্গীস্বৰূপ আন উপাস্য থাকিব পাৰে নে? অতি তাকৰহে উপদেশ তোমালোকে গ্ৰহণ কৰা।

اَمَّنْ يُّجِيْبُ الْمُضْطَرَّ اِذَا دَعَاهُ وَيَكْشِفُ السُّوْٓءَ
وَيَجْعَلُكُمْ خُلَفَآءَ الْاَرْضِ ۗ ءَاِلٰهٌ مَّعَ اللّٰهِ ۗ قَلِيْلًا
مَّا تَذَكَّرُوْنَ ﴿٦٣﴾

৬৪) স্থল আৰু জলৰ গভীৰ অন্ধকাৰৰ মাজেদি তোমালোকক কোনে পথপ্ৰদৰ্শন কৰে, আৰু নিজস্ব কৰুণাৰ আগতে শুভ সংবাদৰ সূচনাৰূপে মলয়া বতাহ কোনে বলায়? কি! আল্লাৰ সঙ্গীৰূপে আন উপাস্য হ'ব পাৰে নে? সিহঁতে যাক আল্লাৰ সমানে উপাস্য পাতিছে তাতোকৈ আল্লা বহুত উৰ্দ্ধত।

اَمَّنْ يَّهْدِيْكُمْ فِيْ ظُلُمٰتِ الْبَرِّ وَالْبَحْرِ وَمَنْ يُّرْسِلُ
الرِّيٰحَ بُشْرًاۢ بَيْنَ يَدَيْ رَحْمَتِهٖ ۗ ءَاِلٰهٌ مَّعَ اللّٰهِ ۗ
تَعٰلَى اللّٰهُ عَمَّا يُشْرِكُوْنَ ﴿٦٤﴾

৬৫) এই জগত কোনে সৃজন কৰিছে; পিছত তাকে কোনে পুনৰায় উদ্ভৱ কৰে; আৰু আকাশ আৰু পৃথিৱীৰ পৰা তোমালোকক কোনে উপজীৱিকা প্ৰদান কৰে? কি! আল্লাৰ সঙ্গীস্বৰূপ আন উপাস্য হ'ব পাৰে নে? তুমি কোৱাঁ

اَمَّنْ يَّبْدَؤُا الْخَلْقَ ثُمَّ يُعِيْدُهٗ وَمَنْ يَّرْزُقُكُمْ
مِّنَ السَّمَآءِ وَالْاَرْضِ ۗ ءَاِلٰهٌ مَّعَ اللّٰهِ ۗ قُلْ هَاتُوْا بُرْهَانَكُمْ

إِنْ كُنْتُمْ صٰدِقِيْنَ ۝٦٥

তোমালোকে (ইয়াৰ) প্ৰমাণ উপস্থিত কৰা, যদিহে তোমালোক সত্যবাদী হোৱা।

قُلْ لَّا يَعْلَمُ مَنْ فِي السَّمٰوٰتِ وَالْأَرْضِ الْغَيْبَ إِلَّا اللّٰهُ ۚ وَمَا يَشْعُرُوْنَ أَيَّانَ يُبْعَثُوْنَ ۝٦٦

৬৬) তুমি কোৱাঁ, আকাশমণ্ডলী আৰু পৃথিৱীৰ অদৃশ্য বিষয়ে আল্লাত ভিন্ন আন কাৰো জ্ঞান নাই; আৰু সিহঁতৰ কেতিয়া পুনৰুত্থান হ'ব তাকো সিহঁতে নাজানে।

بَلِ ادّٰرَكَ عِلْمُهُمْ فِي الْاٰخِرَةِ ۚ بَلْ هُمْ فِيْ شَكٍّ مِّنْهَا ۚ بَلْ هُمْ مِّنْهَا عَمُوْنَ ۝٦٧

৬৭) প্ৰকৃত কথা এই, পৰকালৰ বিষয়লৈকে সিহঁতৰ জ্ঞানে ঢুকি নাপায়; বৰং সেই বিষয়ে সিহঁত সংশয়তহে পৰি আছে; নহয়, সেই বিষয়ে সিহঁত সমূলি অন্ধ।

وَقَالَ الَّذِيْنَ كَفَرُوْٓا ءَإِذَا كُنَّا تُرٰبًا وَّاٰبَآؤُنَآ أَئِنَّا لَمُخْرَجُوْنَ ۝٦٨

৬৮) আৰু অবিশ্বাসীবিলাকে কয়, কি! আমি আৰু আমাৰ পিতৃপুৰুষসকল মাটিত বিলীন হৈ যোৱাৰ পিছতো সঁচাকৈয়ে আমাৰ পুনৰুত্থান হ'ব নে?

لَقَدْ وُعِدْنَا هٰذَا نَحْنُ وَاٰبَآؤُنَا مِنْ قَبْلُ ۙ إِنْ هٰذَآ إِلَّآ أَسَاطِيْرُ الْأَوَّلِيْنَ ۝٦٩

৬৯) স্বৰূপতে পূৰ্ব্বেও আমাৰ প্ৰতি আৰু আমাৰ পূৰ্ব্বপুৰুষসকলৰ প্ৰতি এই ধৰণৰ অঙ্গীকাৰ কৰা হৈছিল; ই প্ৰাচীন লোকৰ কাহিনী মাথোন।

قُلْ سِيْرُوْا فِي الْأَرْضِ فَانْظُرُوْا كَيْفَ كَانَ عَاقِبَةُ الْمُجْرِمِيْنَ ۝٧٠

৭০) তুমি কোৱাঁ তোমালোকে পৃথিৱীত পৰিভ্ৰমণ কৰাগৈ, পিছত চিন্তা কৰি চোৱাঁ, দোষীবিলাকৰ শেষ পৰিণাম কেনে হৈছিল!

وَلَا تَحْزَنْ عَلَيْهِمْ وَلَا تَكُنْ فِيْ ضَيْقٍ مِّمَّا يَمْكُرُوْنَ ۝٧١

৭১) আৰু সিহঁতৰ কাৰণে তুমি বেজাৰ নকৰিবা; আৰু সিহঁতে যে (তোমাৰ বিৰুদ্ধে) কুমন্ত্ৰণা কৰে, তাৰ বাবে মন সঙ্কুচিত নকৰিবা।

وَيَقُوْلُوْنَ مَتٰى هٰذَا الْوَعْدُ إِنْ كُنْتُمْ صٰدِقِيْنَ ۝٧٢

৭২) আৰু সিহঁতে সোধে, এই অঙ্গীকাৰ পূৰ্ণ হ'বৰ সময় কেতিয়া, যদি হে তোমালোক সত্যবাদী?

قُلْ عَسٰٓى أَنْ يَّكُوْنَ رَدِفَ لَكُمْ بَعْضُ الَّذِيْ

৭৩) তুমি কোৱাঁ, যি শাস্তিলৈ তোমালোকে

تَسْتَعْجِلُوْنَ ﴿٧٢﴾

খৰ্খেদা কৰিছা, হ'ব পাৰে তাৰ কিছুভাগ তোমালোকৰ ওচৰ চাপেহিহে লাগে।

وَإِنَّ رَبَّكَ لَذُوْ فَضْلٍ عَلَى النَّاسِ وَلٰكِنَّ أَكْثَرَهُمْ
لَا يَشْكُرُوْنَ ﴿٧٣﴾

৭৪) আৰু ইয়াত একো সন্দেহ নাই, মানৱৰ প্ৰতি তোমাৰ প্ৰভু কৃপালু; কিন্তু সিহঁতৰ সৰহভাগেই কৃতজ্ঞতা স্বীকাৰ নকৰে।

وَإِنَّ رَبَّكَ لَيَعْلَمُ مَا تُكِنُّ صُدُوْرُهُمْ وَمَا يُعْلِنُوْنَ ﴿٧٤﴾

৭৫) আৰু সিহঁতৰ অন্তৰসমূহে যি গোপন কৰি ৰাখে আৰু যি প্ৰকাশ কৰে সকলো তোমাৰ প্ৰভুৱে নিশ্চয়কৈ জানে।

وَمَا مِنْ غَآئِبَةٍ فِي السَّمَآءِ وَالْأَرْضِ إِلَّا فِيْ كِتٰبٍ
مُّبِيْنٍ ﴿٧٥﴾

৭৬) আৰু আকাশ আৰু পৃথিৰীৰ মাজত এনে কোনো গুপ্ত বিষয় নাই যি (আল্লাৰ) সুস্পষ্ট গ্ৰন্থত আদিতে লিপিবদ্ধ হোৱা নাই।

إِنَّ هٰذَا الْقُرْاٰنَ يَقُصُّ عَلٰى بَنِيْٓ إِسْرَآءِيْلَ أَكْثَرَ
الَّذِيْ هُمْ فِيْهِ يَخْتَلِفُوْنَ ﴿٧٦﴾

৭৭) বাস্তৱতে ইস্ৰাইল বংশৰ লোকে যি কথাত পৰস্পৰ বিৰোধ কৰিছিল তাৰ সৰহভাগকে এই কোৰ্-আনে তেওঁলোকৰ আগত স্পষ্টৰূপে বৰ্ণনা কৰিছে।

وَإِنَّهٗ لَهُدًى وَّرَحْمَةٌ لِّلْمُؤْمِنِيْنَ ﴿٧٧﴾

৭৮) আৰু ইয়াত কোনো সন্দেহ নাই, এই কোৰ্-আনে বিশ্বাসীসকলৰ নিমিত্তে পথপ্ৰদৰ্শন আৰু (আল্লাৰ) কৰুণা।

إِنَّ رَبَّكَ يَقْضِيْ بَيْنَهُمْ بِحُكْمِهٖ ۚ وَهُوَ الْعَزِيْزُ
الْعَلِيْمُ ﴿٧٨﴾

৭৯) তোমাৰ প্ৰভুৱে সিহঁতৰ মাজত মীমাংসা কৰিব নিজস্ব অভ্ৰান্ত বিচাৰশক্তিৰ দ্বাৰা: আৰু তেৰেঁই শ্ৰেষ্ঠ শক্তিশালী, সৰ্বজ্ঞাতা।

فَتَوَكَّلْ عَلَى اللّٰهِ ۖ إِنَّكَ عَلَى الْحَقِّ الْمُبِيْنِ ﴿٧٩﴾

৮০) গতিকে তুমি আল্লাৰ প্ৰতি নিৰ্ভৰশীল হোৱা; নিশ্চয় তুমি প্ৰকাশ্য সত্যৰ ওপৰত প্ৰতিষ্ঠিত।

إِنَّكَ لَا تُسْمِعُ الْمَوْتٰى وَلَا تُسْمِعُ الصُّمَّ الدُّعَآءَ إِذَا

৮১) বাস্তৱিকতে যি নিৰ্জ্জীৱ তাক তুমি কোনো কথাকে শুনাব নোৱাৰা, আৰু যিবিলাক বধিৰ

সিহঁতৰ কাণতো (আল্লাৰ) সংবাদ পেলোৱা ব্যৰ্থ চেষ্টা, কিয়নো সিহঁত পিঠি দেখুৱাই ঘূৰি যায়।

وَلَّوْا مُدْبِرِينَ ﴿٨١﴾

৮২) আৰু যিবিলাক দৃষ্টিহীন সিহঁতক বিপথৰ পৰা তুমি পোন বাটলৈ আনিব নোৱাৰা: কেৱল সেইসকলৰহে (আমাৰ বাণী) কৰ্ণগোচৰ কৰিব পাৰা যিসকলে' আমাৰ নিদৰ্শনসমূহত বিশ্বাস স্থাপন কৰে, কিয়নো সেইসকল আত্মসমৰ্পণকাৰী।

وَمَا أَنْتَ بِهٰدِي الْعُمْيِ عَنْ ضَلٰلَتِهِمْ ۚ إِنْ تُسْمِعُ
إِلَّا مَنْ يُؤْمِنُ بِاٰيٰتِنَا فَهُمْ مُسْلِمُونَ ﴿٨٢﴾

৮৩) আৰু যেতিয়া সিহঁতৰ সম্বন্ধে (আমাৰ) বাণী পূৰ্ণ হ'বৰ সময় পাবহি, আমি মাটিৰ পৰা এনে এটা জীৱ উলিয়াম যি সিহঁতক আহত কৰিব; ইয়াৰ কাৰণ এই, সেই মানুহবোৰে আমাৰ নিদৰ্শনসমূহত নিশ্চিতকৈ বিশ্বাস নকৰে।

وَإِذَا وَقَعَ الْقَوْلُ عَلَيْهِمْ أَخْرَجْنَا لَهُمْ دَابَّةً مِنَ
الْأَرْضِ تُكَلِّمُهُمْ أَنَّ النَّاسَ كَانُوا بِاٰيٰتِنَا
لَا يُوقِنُونَ ﴿٨٣﴾ ع

৮৪) আৰু সেইদিনা প্ৰত্যেক সম্প্ৰদায়ৰ পৰা এনেবিলাক লোকক আমি সমবেত কৰিম যিবিলাকে আমাৰ নিদৰ্শনসমূহক মিছা বুলি ভাবিছিল; পিছত সেইবিলাকক শ্ৰেণীবদ্ধ কৰি (আমাৰ সম্মুখত) থিয় কৰোৱা হ'ব।

وَيَوْمَ نَحْشُرُ مِنْ كُلِّ أُمَّةٍ فَوْجًا مِمَّنْ يُكَذِّبُ بِاٰيٰتِنَا
فَهُمْ يُوزَعُونَ ﴿٨٤﴾

৮৫) যেতিয়া সিহঁত (আল্লাৰ সম্মুখত) উপস্থিত হ'ব, তেওঁ প্ৰশ্ন কৰিব, তোমালোক মোৰ নিদৰ্শনসমূহক মিছা ভাবি অগ্ৰাহ্য কৰিছিলা নে? অথচ তোমালোকে যি কাৰ্য্য কৰিছিলা তাক নিজ জ্ঞানেৰে উপলব্ধি কৰা নাছিলা।

حَتّٰى إِذَا جَاءُوْ قَالَ أَكَذَّبْتُمْ بِاٰيٰتِي وَلَمْ تُحِيطُوا بِهَا
عِلْمًا أَمَّاذَا كُنْتُمْ تَعْمَلُونَ ﴿٨٥﴾

৮৬) আৰু সিহঁতে যে অন্যায় কৰিছিল তাৰ বাবে (আল্লাৰ) বাণী সিহঁতৰ বিৰুদ্ধে প্ৰতিপন্ন হ'ল। তাৰ ফলত সিহঁত নিমাত হৈ পৰিল।

وَوَقَعَ الْقَوْلُ عَلَيْهِمْ بِمَا ظَلَمُوا فَهُمْ لَا يَنْطِقُونَ ﴿٨٦﴾

৮৭) সিহঁতে ভাবি নাচায় নে, আমি নিশা কৰিছোঁ যাতে সিহঁতে সেই সময়ত বিশ্ৰাম কৰিব পাৰে, আৰু দিন (সৃষ্টি কৰিছোঁ) পোহৰ দিবৰ

أَلَمْ يَرَوْا أَنَّا جَعَلْنَا اللَّيْلَ لِيَسْكُنُوا فِيهِ وَالنَّهَارَ

مُبْصِرًا ۭ اِنَّ فِيْ ذٰلِكَ لَاٰيٰتٍ لِّقَوْمٍ يُّؤْمِنُوْنَ ﴿٨٦﴾

কাৰণে? ইয়াত কোনো সন্দেহ নাই, যি লোকসকলে বিশ্বাস স্থাপন কৰিছে সেই সকলৰ নিমিত্তে ইয়াত অৱশ্যে আছে বহু নিদৰ্শন।

وَيَوْمَ يُنْفَخُ فِي الصُّوْرِ فَفَزِعَ مَنْ فِي السَّمٰوٰتِ وَمَنْ فِي الْاَرْضِ اِلَّا مَنْ شَاۗءَ اللّٰهُ ۭ وَكُلٌّ اَتَوْهُ دٰخِرِيْنَ ﴿٨٧﴾

৮৮) আৰু সেই দিনা ফু মাৰি শিঙা বজোৱা হ'ব; ফলত আকাশমণ্ডলীত যি আছে আৰু পৃথিৱীত যি আছে সকলো ভয়ত বিহ্বল হৈ পৰিব, কেৱল আল্লাই যাক ইচ্ছা তাক এৰি: আৰু সকলো তেওঁৰ সম্মুখত উপস্থিত হ'ব বিনীত ভাৱে।

وَتَرَى الْجِبَالَ تَحْسَبُهَا جَامِدَةً وَّهِيَ تَمُرُّ مَرَّ السَّحَابِ ۭ صُنْعَ اللّٰهِ الَّذِيْٓ اَتْقَنَ كُلَّ شَيْءٍ ۭ اِنَّهٗ خَبِيْرٌۢ بِمَا تَفْعَلُوْنَ ﴿٨٨﴾

৮৯) আৰু যি পৰ্ব্বতসমূহ দৃঢ়ৰূপে স্থিৰ হৈ আছে বুলি জ্ঞান কৰিছা তুমি দেখিবলৈ পাবা সেইবোৰ মেঘ চলা দৰে উৰি যাব লাগিছে; ই সেই আল্লাৰ নিপুণ কাৰ্য্য যিজনে সকলো বস্তুৰে পূৰ্ণ বিকাশ কৰিছে, তোমালোকে যিহকে কৰা সেই সম্বন্ধে নিশ্চয় তেওঁ পৰিজ্ঞাত।

مَنْ جَاۗءَ بِالْحَسَنَةِ فَلَهٗ خَيْرٌ مِّنْهَا ۚ وَهُمْ مِّنْ فَزَعٍ يَّوْمَىِٕذٍ اٰمِنُوْنَ ﴿٨٩﴾

৯০) (শেষ বিচাৰৰ দিনা) যিজনে সৎকাৰ্য্য লৈ আহিব সেইজনৰ নিমিত্তে থাকিব তাতোকৈ উত্তম প্ৰতিদান; আৰু সেই দিনা আতুৰনিৰ পৰা তেওঁলোকে ৰক্ষা পাব?

وَمَنْ جَاۗءَ بِالسَّيِّئَةِ فَكُبَّتْ وُجُوْهُهُمْ فِي النَّارِ ۭ هَلْ تُجْزَوْنَ اِلَّا مَا كُنْتُمْ تَعْمَلُوْنَ ﴿٩٠﴾

৯১) কিন্তু যিবিলাকে অসৎ কাৰ্য্য লৈ আহিব, সিহঁতক উবুৰিয়াই অগ্নিত নিক্ষেপ কৰা হ'ব; (আৰু সিহঁতক কোৱা হ'ব) তোমালোকে যি কু-কৰ্ম্ম কাৰিছিলা তাৰ প্ৰতিফল তোমালোকক ইয়াৰ বাহিৰে আৰু কি দিয়া হ'ব?

اِنَّمَآ اُمِرْتُ اَنْ اَعْبُدَ رَبَّ هٰذِهِ الْبَلْدَةِ الَّذِيْ حَرَّمَهَا وَلَهٗ كُلُّ شَيْءٍ ۡ وَّاُمِرْتُ اَنْ اَكُوْنَ مِنَ الْمُسْلِمِيْنَ ﴿٩١﴾

৯২) মোক ইয়াকে মাথোন আদেশ দিয়া হৈছে যে মই আৰাধনা কৰোঁ এই পৱিত্ৰ নগৰৰ গৰাকী আল্লাৰ, যিজনে ইয়াক সম্মানিত কৰিছে; আৰু সকলো বিষয়ৰ তেৱেঁই অধিকাৰী। আৰু মোক এই আদেশ দিয়া হৈছে, মই যেন আত্মসমৰ্পণকাৰী সকলৰ অন্তৰ্ভুক্ত হওঁ,

وَ اَنْ اَتْلُوَا الْقُرْاٰنَ ۚ فَمَنِ اهْتَدٰى فَاِنَّمَا يَهْتَدِيْ لِنَفْسِهٖ ۚ وَ مَنْ ضَلَّ فَقُلْ اِنَّمَاۤ اَنَا مِنَ الْمُنْذِرِيْنَ ﴿۹۲﴾

৯৩) আৰু মই যেন এই কোৰ্-আন পাঠ কৰোঁ। গতিকে যিজনে সুপথে চলে সেইজনে নিজ আত্মাৰ (মঙ্গলৰ) নিমিত্তেই সুপথে চলে; কিন্তু যেয়ে বিপথে যায় (তাক) তুমি কৈ দিয়াঁ মই কেৱল সাৱধান কাৰ দিওঁতাসকলৰে অন্যতম।

وَ قُلِ الْحَمْدُ لِلّٰهِ سَيُرِيْكُمْ اٰيٰتِهٖ فَتَعْرِفُوْنَهَا ۚ وَمَا رَبُّكَ بِغَافِلٍ عَمَّا تَعْمَلُوْنَ ﴿۹۳﴾

৯৪) আৰু তুমি ইয়াকো কোৱাঁ, সকলো প্ৰশংসাৰ গৰাকী এক অদ্বিতীয় আল্লা; তেৰেঁই নিজ নিদৰ্শনসমূহ তোমালোকক শীঘ্ৰেই দেখিবলৈ দিব; তেতিয়াহে সেইবোৰৰ চিন ধৰিব পাৰিবা আৰু তোমালোকে কৰা কাৰ্য্যৰ বিষয়ে তোমাৰ প্ৰভু কেতিয়াও আওকণীয়া নহয়।




চুৰা ২৮ AL-QASAS

## আল্-ক্বস্বস্ ঃ বিৱৰণ মক্কাত অৱতীৰ্ণ

১) পৰম কৰুণাময়, পৰম দানশীল আল্লাৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

২) ত্বা, চীন, মীম।

طٰسٓمّٓ ②

৩) এইবোৰ সুস্পষ্ট গ্ৰন্থৰ আয়তসমূহ।

تِلْكَ اٰيٰتُ الْكِتٰبِ الْمُبِيْنِ ③

৪) যিসকলে বিশ্বাস স্থাপন কৰিছে সেইসকলৰ নিমিত্তে মুচা আৰু ফিৰৌনৰ ইতিবৃত্তৰ কিছু ভাগ আমি তোমাৰ আগত বৰ্ণণা কৰিছোঁ সত্যৰ সৈতে।

نَتْلُوْا عَلَيْكَ مِنْ نَّبَاِ مُوْسٰى وَفِرْعَوْنَ بِالْحَقِّ لِقَوْمٍ يُّؤْمِنُوْنَ ④

৫) বাস্তৱিকতে ফিৰৌনে দেশত নিজৰ আধিপত্য বিস্তাৰ কৰিছিল, আৰু তাৰ অধিবাসী জনসাধাৰণক ভিন্ ভিন্ দলত বিভক্ত কৰি সিহঁতৰ এদলক নিৰুপায় শক্তিহীন কৰিছিল; সিহঁতৰ ল'ৰাবিলাকক বধ কৰিছিল আৰু ছোৱালীবিলাকক জীয়াই ৰাখিছিল; ইয়াত কোনো সন্দেহ নাই, সি আছিল অশান্তি সৃষ্টি কৰোঁতাবিলাকৰ এজন।

اِنَّ فِرْعَوْنَ عَلَا فِي الْاَرْضِ وَجَعَلَ اَهْلَهَا شِيَعًا يَّسْتَضْعِفُ طَآئِفَةً مِّنْهُمْ يُذَبِّحُ اَبْنَآءَهُمْ وَيَسْتَحْيٖ نِسَآءَهُمْ ۭ اِنَّهٗ كَانَ مِنَ الْمُفْسِدِيْنَ ⑤

৬) আৰু আমি ইচ্ছা কৰিছিলোঁ, দেশত যিবিলাকক নিঃসহায় শক্তিহীন কৰা হৈছিল সিহঁতৰ প্ৰতি অনুগ্ৰহ প্ৰদৰ্শন কৰিম, আৰু সিহঁতকে নেতৃত্ব দান কৰিম, আৰু সিহঁতক (সেই দেশৰ) উত্তৰাধিকাৰী কৰিম;

وَنُرِيْدُ اَنْ نَّمُنَّ عَلَى الَّذِيْنَ اسْتُضْعِفُوْا فِي الْاَرْضِ وَنَجْعَلَهُمْ اَىِٕمَّةً وَّنَجْعَلَهُمُ الْوٰرِثِيْنَ ⑥

৭) আৰু দেশত আমি সেইবিলাকক ক্ষমতাপন্ন কৰিম; আৰু ফিৰৌন আৰু হামান আৰু সিহঁত দুয়োৰে সৈন্যদলে সেইবিলাকৰ পক্ষৰ পৰা যি আপদ অহাৰ ভয় কৰিছিল তাকে সিহঁতক দেখিবলৈ দিম।

وَنُمَكِّنَ لَهُمْ فِي الْاَرْضِ وَنُرِيَ فِرْعَوْنَ وَهَامٰنَ وَجُنُوْدَهُمَا مِنْهُمْ مَّا كَانُوْا يَحْذَرُوْنَ ⑦

৮) আৰু মুচাৰ মাতৃক আমি প্ৰত্যাদেশ কৰিছিলোঁ, এই সন্তানটিক (পোনতে) তোমাৰ স্তন পান কৰিবলৈ দিয়াঁ; পিছত তোমাৰ মনত তাৰ প্ৰাণ হানিৰ আশঙ্কাৰ ভাব উদয় হলে কেঁচুৱাটিক নৈত পেলাই (উটি যাবলৈ) দিবা; আৰু তুমি ভয় নকৰিবা আৰু বেজাৰো নকৰিবা; আমি সেই সন্তানটিক (সময়ত) তোমাৰ কাষলৈ ওভতাই আনিম, আৰু (আগলৈ) তেওঁক ৰছুলসকলৰ অন্তৰ্ভুক্ত কৰিম।

وَاَوْحَيْنَآ اِلٰٓى اُمِّ مُوْسٰٓى اَنْ اَرْضِعِيْهِ ۚ فَاِذَا خِفْتِ عَلَيْهِ فَاَلْقِيْهِ فِى الْيَمِّ وَلَا تَخَافِىْ وَلَا تَحْزَنِىْ ۚ اِنَّا رَآدُّوْهُ اِلَيْكِ وَجَاعِلُوْهُ مِنَ الْمُرْسَلِيْنَ ﴿٧﴾

৯) পিছত ফিৰৌনৰ জ্ঞাতিৰ এগৰাকীয়ে কেঁচুৱাটিক (নৈৰ পৰা) তুলি আনিলে। তাৰ ফল এই হ'ল যে (কালচক্ৰত) মুচা সিহঁতৰ শত্ৰু আৰু শোকৰ কাৰণ হৈ পৰিল। ইয়াত কোনো সন্দেহ নাই, ফিৰৌন আৰু হামানে আৰু দুয়োৰ সেনাদলে ডাঙৰ দোষ কৰিছিল।

فَالْتَقَطَهٗٓ اٰلُ فِرْعَوْنَ لِيَكُوْنَ لَهُمْ عَدُوًّا وَّحَزَنًا ۗ اِنَّ فِرْعَوْنَ وَهَامٰنَ وَجُنُوْدَهُمَا كَانُوْا خٰطِـِٕيْنَ ﴿٨﴾

১০) আৰু ফিৰৌনৰ পত্নীয়ে তেওঁক কৈছিল, আহা! কেঁচুৱাটিয়ে মোৰ আৰু তোমাৰ নয়ন শীতল কৰিব, ইয়াক কেতিয়াও বধ নকৰিবা; জানোচা ইয়াৰ দ্বাৰা আমাৰ মঙ্গল সাধন হ'ব; নাইবা এইটিক আমি সন্তানৰূপে গ্ৰহণ কৰিম। এনে কাৰ্য্যৰ যে শেষ ফল কি হ'ব তাৰ অনুমানে সিহঁতে কৰিব পৰা নাছিল।

وَقَالَتِ امْرَاَتُ فِرْعَوْنَ قُرَّتُ عَيْنٍ لِّىْ وَلَكَ ۗ لَا تَقْتُلُوْهُ ۖ عَسٰٓى اَنْ يَّنْفَعَنَآ اَوْ نَتَّخِذَهٗ وَلَدًا وَّهُمْ لَا يَشْعُرُوْنَ ﴿٩﴾

১১) কিন্তু মুচাৰ মাকৰ মন নিশ্চিন্ত আছিল। তেওঁক বিশ্বাসীসকলৰ অন্তৰ্গত কৰিবৰ অৰ্থে আমি তেওঁৰ বুকু ডাঠ নকৰা হলে তেওঁ মুচাৰ বিষয়ে গোপনীয় কথা প্ৰকাশ কৰি পেলালে হেঁতেন।

وَاَصْبَحَ فُؤَادُ اُمِّ مُوْسٰى فٰرِغًا ۗ اِنْ كَادَتْ لَتُبْدِىْ بِهٖ لَوْلَآ اَنْ رَّبَطْنَا عَلٰى قَلْبِهَا لِتَكُوْنَ مِنَ الْمُؤْمِنِيْنَ ﴿١٠﴾

১২) আৰু মুচাৰ মাকে তেওঁৰ বায়েকক কৈছিল, তুমি কেঁচুৱাটিৰ পিছে পিছে গৈ থাকাঁ। গতিকে তেওঁ আঁতৰৰ পৰা এনেভাৱে তাৰ লক্ষ্য ৰাখি গৈ আছিল যে সিঁহতে অকণো গম নাপালে।

وَقَالَتْ لِاُخْتِهٖ قُصِّيْهِ ۖ فَبَصُرَتْ بِهٖ عَنْ جُنُبٍ وَّهُمْ لَا يَشْعُرُوْنَ ﴿١١﴾

১৩) আৰু তাৰ নিমিত্তে ধাইৰ দ্বাৰা স্তনপান আগৰে পৰা আমি নিষিদ্ধ কৰিছিলোঁ। অৱশেষত মুচাৰ বায়েলে কলে, মই তোমালোকক এনে এটা পৰিয়ালৰ নিৰ্দ্দিশে দিম নে যি তোমালোকৰ হৈ কেঁচুৱাটিৰ পোহপালৰ ভাৰ ল'ব, আৰু তাৰ কাৰণে যথোচিত যত্নবান হ'ব ?

وَحَرَّمْنَا عَلَيْهِ الْمَرَاضِعَ مِن قَبْلُ فَقَالَتْ هَلْ أَدُلُّكُمْ عَلَىٰ أَهْلِ بَيْتٍ يَكْفُلُونَهُ لَكُمْ وَهُمْ لَهُ نَاصِحُونَ ⑬

১৪) পিছত (এই কৌশলেৰে) শিশুটিক তাৰ মাতৃৰ কাষলৈ আমি ওভতাই আনিলোঁ, যাতে তেওঁৰ নয়ন শীতল হয় আৰু যাতে তেওঁ শোক অনুভৱ নকৰে, আৰু যাতে তেওঁ জানিব পাৰে, আল্লাৰ প্ৰতিশ্ৰুতি সত্য। কিন্তু সিহঁতৰ বেছিৰভাগৰে প্ৰকৃত জ্ঞান নাই।

فَرَدَدْنَاهُ إِلَىٰ أُمِّهِ كَيْ تَقَرَّ عَيْنُهَا وَلَا تَحْزَنَ وَلِتَعْلَمَ أَنَّ وَعْدَ اللَّهِ حَقٌّ وَلَٰكِنَّ أَكْثَرَهُمْ لَا يَعْلَمُونَ ⑭

১৫) আৰু যেতিয়া তেওঁ (মুচা) যৌৱন-প্ৰাপ্ত হ'ল আৰু পূৰ্ণ বয়সত পৰিল, আমি তেওঁক দান কৰিলোঁ, বিচাৰ-শক্তি আৰু জ্ঞান; আৰু এই দৰেই আমি প্ৰতিদান দিওঁ সৎকৰ্ম্মীসকলক।

وَلَمَّا بَلَغَ أَشُدَّهُ وَاسْتَوَىٰ آتَيْنَاهُ حُكْمًا وَعِلْمًا ۚ وَكَذَٰلِكَ نَجْزِي الْمُحْسِنِينَ ⑮

১৬) আৰু সেই নগৰৰ অধিবাসীবিলাক অসাৱধান থাকোঁতে তেওঁ তাৰ ভিতৰত প্ৰৱেশ কৰিলে, আৰু তাত দুজন মানুহে পৰস্পৰ যুঁজ কৰি থকা দেখিবলৈ পালে; ইজন নিজৰে দলৰ; আৰু সিজন তেওঁৰ শত্ৰুৰ তেতিয়া তেওঁৰ দলৰ মানুহ জনে তেওঁৰ শত্ৰুদলৰ মানুহ জনৰ বিৰুদ্ধে তেওঁৰ সহায় বিচাৰিলে। এনেতে মুচাই সেই জনক ভুকু এটা মাৰিলে; তাৰ ফলত সি মৃত্যুৰ মুখত পৰিল। তেওঁ কলে, শ্বয়তানৰ (উদগনিত) কৰা কাৰ্য্যৰ প্ৰতিফল এইৰূপ; কোনো সন্দেহ নাই, শ্বয়তান মানুহৰ প্ৰকাশ্য শত্ৰু, (কিয়নো) সি মানুহক বিপথে পৰিচালিত কৰে।

وَدَخَلَ الْمَدِينَةَ عَلَىٰ حِينِ غَفْلَةٍ مِّنْ أَهْلِهَا فَوَجَدَ فِيهَا رَجُلَيْنِ يَقْتَتِلَانِ هَٰذَا مِن شِيعَتِهِ وَهَٰذَا مِنْ عَدُوِّهِ ۖ فَاسْتَغَاثَهُ الَّذِي مِن شِيعَتِهِ عَلَى الَّذِي مِنْ عَدُوِّهِ فَوَكَزَهُ مُوسَىٰ فَقَضَىٰ عَلَيْهِ ۖ قَالَ هَٰذَا مِنْ عَمَلِ الشَّيْطَانِ ۖ إِنَّهُ عَدُوٌّ مُّضِلٌّ مُّبِينٌ ⑯

১৭) তেওঁ এইদৰে প্ৰাৰ্থনা কৰিলে, হে মোৰ প্ৰভু, বাস্তৱতে মই নিজ আত্মাৰ প্ৰতি অন্যায় কৰিলোঁ;

قَالَ رَبِّ إِنِّي ظَلَمْتُ نَفْسِي فَاغْفِرْ لِي فَغَفَرَ لَهُ ۚ

এতিয়া তুমি মোক ক্ষমা দান কৰাঁ। প্ৰাৰ্থনা গ্ৰহণ কৰি তেওঁক আল্লাই ক্ষমা দান কৰিলে; কোনো সন্দেহ নাই, তেৱেঁই শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানশীল।

إِنَّهُۥ هُوَ ٱلْغَفُورُ ٱلرَّحِيمُ ١٧

১৮) (ইয়াৰ উপৰিও) তেওঁ কলে, হে মোৰ প্ৰভু, তুমি যে মোৰ প্ৰতি অনুগ্ৰহ কৰিছা, তাৰ বাবে (মই এই অঙ্গীকাৰ কৰিছোঁ) মই আগলৈ অপৰাধী লোকক সমৰ্থন নকৰোঁ।

قَالَ رَبِّ بِمَآ أَنْعَمْتَ عَلَىَّ فَلَنْ أَكُونَ ظَهِيرًا
لِّلْمُجْرِمِينَ ١٨

১৯) তাৰ পিছত সেই নগৰত তেওঁ অৱস্থান কৰিছিল (বিপদৰ) আশঙ্কা কৰি, নিতান্ত সতৰ্ক হৈ। আগৰ দিনা যিজন মানুহে তেওঁৰ সহায় বিছাৰিছিল সেইজনাই অকস্মাৎ তেওঁক চিঞৰি মাতিব ধৰিলে। তাক মুচাই কলে, দেখাতে তুমি নিশ্চয় এজন বিভ্ৰান্ত পুৰুষ!

فَأَصْبَحَ فِى ٱلْمَدِينَةِ خَآئِفًا يَتَرَقَّبُ فَإِذَا ٱلَّذِى
ٱسْتَنصَرَهُۥ بِٱلْأَمْسِ يَسْتَصْرِخُهُۥ ۚ قَالَ لَهُۥ مُوسَىٰٓ
إِنَّكَ لَغَوِىٌّ مُّبِينٌ ١٩

২০) তেতিয়া যিজন দুয়োৰে শত্ৰু সেইজনক তেওঁ ধৰিবলৈ আগ বঢ়াত সি কলে হে মুচা, কালি তুমি এজনক হত্যা কৰিলা; (আজিও) তেনেকৈ মোক হত্যা কৰিবলৈ মনস্থ কৰিছা নে? তুমি কেৱল অত্যাচাৰীৰূপে দেশত ঘূৰিবলৈ মন মেলিছা; আৰু যি সকলে শান্তি স্থাপন কৰে সেইসকলৰ অন্তৰ্গত হ'বলৈ সমূলি ইচ্ছা নকৰা।

فَلَمَّآ أَنْ أَرَادَ أَن يَبْطِشَ بِٱلَّذِى هُوَ عَدُوٌّ لَّهُمَا
قَالَ يَٰمُوسَىٰٓ أَتُرِيدُ أَن تَقْتُلَنِى كَمَا قَتَلْتَ نَفْسًۢا
بِٱلْأَمْسِ ۖ إِن تُرِيدُ إِلَّآ أَن تَكُونَ جَبَّارًا فِى ٱلْأَرْضِ
وَمَا تُرِيدُ أَن تَكُونَ مِنَ ٱلْمُصْلِحِينَ ٢٠

২১) আৰু সেই নগৰৰ সুদূৰ প্ৰান্তৰ পৰা মানুহ এগৰাকী ল'ৰি আহি কলে, হে মুচা, সভাসদ-বিলাকে তোমাৰ সম্বন্ধে পৰামৰ্শ কৰি ইয়াকে থিৰাং কৰিছে যে তোমাক সিহঁতে নিহত কৰিব; গতিকে তুমি এই নগৰৰ পৰা (ততালিকে) ওলাই যোৱাঁ; মই নিশ্চয় তোমাৰ হিতাকাঙ্খীবিলাকৰ এজন।

وَجَآءَ رَجُلٌ مِّنْ أَقْصَا ٱلْمَدِينَةِ يَسْعَىٰ قَالَ يَٰمُوسَىٰٓ
إِنَّ ٱلْمَلَأَ يَأْتَمِرُونَ بِكَ لِيَقْتُلُوكَ فَٱخْرُجْ إِنِّى لَكَ
مِنَ ٱلنَّٰصِحِينَ ٢١

২২) সেই কথা শুনি তেওঁ নগৰ খনৰ পৰা ওলাই গ'ল, বিপদৰ আশঙ্কা কৰি, ইফালে সিফালে লক্ষ্য ৰাখি। তেওঁ (আল্লাৰ ওচৰত) প্ৰাৰ্থনা কৰিলে, হে

فَخَرَجَ مِنْهَا خَآئِفًا يَتَرَقَّبُ ۖ قَالَ رَبِّ نَجِّنِى مِنَ

ع الْقَوْمِ الظّٰلِمِيْنَ ۝٢٢

মোৰ প্ৰভু, এই অত্যাচাৰী জাতিৰ পৰা মোক তুমি ৰক্ষা কৰাঁ।

وَلَمَّا تَوَجَّهَ تِلْقَاۤءَ مَدْيَنَ قَالَ عَسٰى رَبِّيْٓ اَنْ
يَّهْدِيَنِيْ سَوَاۤءَ السَّبِيْلِ ۝٢٣

২৩) আৰু যেতিয়া মুচাই মদ্য়নলৈ যাবলৈ মন মেলিলে তেওঁ কলে, অতি সম্ভৱ মোৰ প্ৰভুৱে মোক সঠিক বাটেদি লৈ যাব।

وَلَمَّا وَرَدَ مَاۤءَ مَدْيَنَ وَجَدَ عَلَيْهِ اُمَّةً مِّنَ
النَّاسِ يَسْقُوْنَ ۚ وَوَجَدَ مِنْ دُوْنِهِمُ امْرَاَتَيْنِ
تَذُوْدٰنِ ۚ قَالَ مَا خَطْبُكُمَا ۗ قَالَتَا لَا نَسْقِيْ حَتّٰى
يُصْدِرَ الرِّعَاۤءُ ۚ وَاَبُوْنَا شَيْخٌ كَبِيْرٌ ۝٢٤

২৪) আৰু যেতিয়া মদ্য়নৰ কূপ এটাৰ ওচৰ পালেগৈ, সেই ঠাইত তেওঁ এজাক মানুহ দেখিবলৈ পালে; সিহঁতে নিজৰ ভেড়া ছাগলিক পানী খুৱাইছিল; আৰু সিহঁতৰ কাষতে দুই গৰাকী তিৰোতাকো দেখিবলৈ পালে, সিহঁতে নিজৰ ভেড়া ছাগলি আঁতৰত ৰাখিবলৈ বাধ্য হৈছিল। তেওঁ সুধিলে, তোমালোকক কি লাগে কোৱাঁ? তেতিয়া উভয়ে উত্তৰ দিলে; এই ভেড়া ৰখীয়া-বিলাকে নিজৰ ভেৰাপালক (পানী খুৱাই) আঁতৰাই নিনিয়ালৈকে আমি নিজৰ ভেড়া ছাগলিক পানী খুৱাব নোৱাৰিছোঁ, আৰু আমাৰ পিতা নিতান্ত বুঢ়া।

فَسَقٰى لَهُمَا ثُمَّ تَوَلّٰٓى اِلَى الظِّلِّ فَقَالَ رَبِّ اِنِّيْ لِمَآ
اَنْزَلْتَ اِلَيَّ مِنْ خَيْرٍ فَقِيْرٌ ۝٢٥

২৫) তেতিয়া তেওঁ সিহঁতৰ ভেড়া ছাগলিক পানী খুৱালে; তাৰ পিছত তেওঁ গছ এজোপাৰ ছাঁৰ পিনে পিছ হুঁহকি গ'ল আৰু এইদৰে প্ৰাৰ্থনা কৰিলেঃ হে মোৰ প্ৰভু, যি মঙ্গলৰ ভাগ তুমি মোক দান কৰিবা তাৰেই মই ভিখাৰী।

فَجَاۤءَتْهُ اِحْدٰىهُمَا تَمْشِيْ عَلَى اسْتِحْيَاۤءٍ ۖ قَالَتْ اِنَّ
اَبِيْ يَدْعُوْكَ لِيَجْزِيَكَ اَجْرَ مَا سَقَيْتَ لَنَا ۗ فَلَمَّا
جَاۤءَهٗ وَقَصَّ عَلَيْهِ الْقَصَصَ ۙ قَالَ لَا تَخَفْ ۫ نَجَوْتَ
مِنَ الْقَوْمِ الظّٰلِمِيْنَ ۝٢٦

২৬) অৱশেষত দুয়োৰে এজনী (ঘৰৰ পৰা) তেওঁৰ ওচৰলৈ উভতি আহি লাজকুৰীয়া হৈ কলে, তুমি আমাৰ হৈ ভেঁড়া ছাগলিক যে পানী খুৱালা তাৰ উচিত প্ৰতিদান তোমাক নিশ্চয়কৈ দিবৰ অৰ্থে মোৰ পিতৃয়ে তোমাক আহ্বান কৰিছে। মুচা তেওঁৰ কাষলৈ আহি পূৰ্ব্বে ঘটা সমগ্ৰ ঘটনা তেওঁৰ আগত বৰ্ণনা কৰিলে। (সকলো কথা শুনি) তেওঁ কলে, তুমি একো ভয় নকৰিবা; অন্যায়কাৰী লোকৰ পৰা তুমি ৰক্ষা পালা।

قَالَتْ إِحْدٰىهُمَا يٰٓأَبَتِ اسْتَأْجِرْهُ ۖ إِنَّ خَيْرَ مَنِ
اسْتَأْجَرْتَ الْقَوِيُّ الْأَمِيْنُ ﴿٢٧﴾

২৭) দুয়ো বাই-ভনীৰ মাজৰ এজনীয়ে কলে, হে মোৰ পিতা, কোনো সন্দেহ নাই, (ঘৰৰ) কাম-কাজ কৰিবলৈ এজনক যদি নিযুক্ত কৰিব লগীয়া হয় এইজনৰ নিচিনা বলিষ্ঠ বিশ্বস্ত মানুহ হোৱায়ে উত্তম!

قَالَ إِنِّيٓ أُرِيْدُ أَنْ أُنْكِحَكَ إِحْدَى ابْنَتَيَّ هٰتَيْنِ
عَلٰٓى أَنْ تَأْجُرَنِيْ ثَمٰنِيَ حِجَجٍ ۚ فَإِنْ أَتْمَمْتَ عَشْرًا
فَمِنْ عِنْدِكَ ۚ وَمَآ أُرِيْدُ أَنْ أَشُقَّ عَلَيْكَ ۚ سَتَجِدُنِيْٓ
إِنْ شَآءَ اللّٰهُ مِنَ الصّٰلِحِيْنَ ﴿٢٨﴾

২৮) তেওঁ মুচাক কলে, স্বৰূপতে মই মোৰ এই দুইটি কন্যাৰ এজনীক তোমাক বিয়া দিবলৈ মন কৰিছোঁ; চৰ্ত্ত এই থাকিব, তুমি আঠ বছৰ জুৰি মোৰ বন কৰিবা; কিন্তু যদি দহ বছৰ পূৰ্ণ কৰি দিয়া তেন্তে ই তোমাৰ ইচ্ছা; আৰু তোমাক কষ্ট দিবলৈ মোৰ মুঠেই ইচ্ছা নাই; আল্লাৰ ইচ্ছাত আগলৈ তুমি দেখিবলৈ পাবা মই এজন সদয় ব্যৱহাৰ কৰোঁতা মানুহ।

قَالَ ذٰلِكَ بَيْنِيْ وَبَيْنَكَ ۖ أَيَّمَا الْأَجَلَيْنِ قَضَيْتُ فَلَا
ع عُدْوَانَ عَلَيَّ ۖ وَاللّٰهُ عَلٰى مَا نَقُوْلُ وَكِيْلٌ ﴿٢٩﴾

২৯) মুচাই কলে, মোৰ আৰু তোমাৰ মাজত এই চুক্তি স্থিৰ হ'ল, এই দুটা নিৰ্দ্দিষ্ট কালৰ যেই সেই এটা মই পূৰ্ণ কৰিম; মোৰ প্ৰতি যেন একো অন্যায় কৰা নহয়: বাস্তৱতে আমি দুয়ো যে (আজি) অঙ্গীকাৰবদ্ধ হলোঁ তাৰ সম্পাদন কৰোঁতা আল্লা।

فَلَمَّا قَضٰى مُوْسَى الْأَجَلَ وَسَارَ بِأَهْلِهٖٓ اٰنَسَ مِنْ
جَانِبِ الطُّوْرِ نَارًا ۚ قَالَ لِأَهْلِهِ امْكُثُوْٓا إِنِّيٓ اٰنَسْتُ
نَارًا لَّعَلِّيٓ اٰتِيْكُمْ مِّنْهَا بِخَبَرٍ أَوْ جَذْوَةٍ مِّنَ النَّارِ
لَعَلَّكُمْ تَصْطَلُوْنَ ﴿٣٠﴾

৩০) পিছত যেতিয়া মুচাই অঙ্গীকৃত সময় সম্পূৰ্ণ কৰিলে, আৰু নিজৰ পৰিয়ালক লগত লৈ ভ্ৰমণাৰ্থে যাত্ৰা কৰিলে, তেওঁ অগ্নি দেখিবলৈ পালে তুৰ পৰ্ব্বতৰ নামনিত। তেওঁ নিজ পৰিয়ালক কলে, তোমালোকে ইয়াত অপেক্ষা কৰা; সঁচাকৈয়ে মই অগ্নি দেখিবলৈ পাইছোঁ; অতি সম্ভৱ মই তাৰ সম্ভেদ লৈ আহিব পাৰিম, নাইবা এঙাৰ এটুকুৰাকে আনিব পাৰিম যাতে তোমালোকে জুই ধৰি তাপ ল'ব পাৰা।

فَلَمَّآ أَتٰىهَا نُوْدِيَ مِنْ شَاطِئِ الْوَادِ الْأَيْمَنِ فِي الْبُقْعَةِ
الْمُبٰرَكَةِ مِنَ الشَّجَرَةِ أَنْ يّٰمُوْسٰٓى إِنِّيٓ أَنَا اللّٰهُ رَبُّ

৩১) যেতিয়া তেওঁ অগ্নিৰ ওচৰ পালেগৈ, সেই উপত্যকাৰ সোঁ পাৰ্শ্বৰ মঙ্গলেৰে পৰিপূৰ্ণ এঠাইত গছ এজোপাৰ ফালৰ পৰা তেওঁক এইদৰে আহ্বান

কৰা হ'ল, হে মুচা, নিশ্চয় ময়ে আল্লা, বিশ্বব্ৰহ্মাণ্ডৰ প্ৰতিপালক।

الْعٰلَمِيْنَ ﴿٣١﴾

৩২) আৰু আদেশ হ'ল, তুমি নিজৰ লাখুটিডাল (মাটিত দলিয়াই পেলোৱাঁ। তেনে কৰাত তেওঁ সেই লাখুটিডাল সাপৰ দৰে ল'ৰি যোৱা দেখিবলৈ পালে; তেওঁ পিছু হুঁহকি আঁতৰ হ'ল, আৰু ভয়ত পিছলৈ ঘূৰিও নাচালে। (মই মাত দিলোঁ) হে মুচা, আগ বাঢ়ি আহাঁ আৰু ভয় নকৰিবা: নিশ্চয় তুমি নিৰাপদে থকা সকলৰ মাজৰ।

وَاَنْ اَلْقِ عَصَاكَ ۚ فَلَمَّا رَاٰهَا تَهْتَزُّ كَاَنَّهَا جَآنٌّ وَّلّٰى مُدْبِرًا وَّلَمْ يُعَقِّبْ ۚ يٰمُوْسٰٓى اَقْبِلْ وَلَا تَخَفْ ۗ اِنَّكَ مِنَ الْاٰمِنِيْنَ ﴿٣٢﴾

৩৩) তোমাৰ হাত এখন নিজ বুকুত ঘঁহা: হাতখন উজ্জ্বল হৈ ওলাব, কোনো প্ৰকাৰৰ ব্যাধিৰ চিন নথকাকৈ; আৰু ভয় দূৰ কৰিবৰ অৰ্থে তোমাৰ বাহু নিজ কাষত (ভালকৈ) ঘঁহি লোৱাঁ। বাস্তৱতে ফিৰৌন আৰু তেওঁৰ মুখিয়াল বিষয়াবিলাকৰ প্ৰতি এই দুইটি জ্বলন্ত প্ৰমাণ; সিহঁত নিশ্চয় এটা অশিষ্টাচাৰী জাতি।

اُسْلُكْ يَدَكَ فِيْ جَيْبِكَ تَخْرُجْ بَيْضَآءَ مِنْ غَيْرِ سُوْٓءٍ ۟ وَّاضْمُمْ اِلَيْكَ جَنَاحَكَ مِنَ الرَّهْبِ فَذٰنِكَ بُرْهَانٰنِ مِنْ رَّبِّكَ اِلٰى فِرْعَوْنَ وَمَلَا۟ئِهٖ ۗ اِنَّهُمْ كَانُوْا قَوْمًا فٰسِقِيْنَ ﴿٣٣﴾

৩৪) তেওঁ কলে, হে মোৰ প্ৰভু, বাস্তৱিকতে সিহঁতৰ এজন মানুহৰ মই মৃত্যু ঘটাইছিলোঁ: জানোচা সিহঁতেও মোক বধ কৰে সেয়ে মই ভয় কৰিছোঁ।

قَالَ رَبِّ اِنِّيْ قَتَلْتُ مِنْهُمْ نَفْسًا فَاَخَافُ اَنْ يَّقْتُلُوْنِ ﴿٣٤﴾

৩৫) আৰু মোৰ ভ্ৰাতা হাৰুন কথা কোৱাত মোতকৈ বহু গুণে বাগ্মী, এতেকে সহকাৰীৰূপে মোৰ লগতে তেওঁকো প্ৰেৰণ কৰাঁ: তেওঁ মোৰ সত্যতা সমৰ্থন কৰিব: সিহঁতে মোক মিথ্যাবাদী বুলি অগ্ৰাহ্য কৰিব, সঁচাকৈয়ে তাৰে মই আশঙ্কা কৰিছোঁ।

وَاَخِيْ هٰرُوْنُ هُوَ اَفْصَحُ مِنِّيْ لِسَانًا فَاَرْسِلْهُ مَعِيَ رِدْاً يُّصَدِّقُنِيْٓ ۤ اِنِّيْٓ اَخَافُ اَنْ يُّكَذِّبُوْنِ ﴿٣٥﴾

৩৬) আল্লাই উত্তৰ দিলে, আমি তোমাৰ ভ্ৰাতাক তোমাৰ সঙ্গী কৰি তোমাৰ বাহুত বল দিম, আৰু তোমালোক দুয়ো জনকে বীৰ্য্য দান কৰিম আমাৰ নিদৰ্শনসমূহৰ দবাৰা: তাৰ ফলত (তোমালোকৰ

قَالَ سَنَشُدُّ عَضُدَكَ بِاَخِيْكَ وَنَجْعَلُ لَكُمَا سُلْطٰنًا فَلَا يَصِلُوْنَ اِلَيْكُمَا ۚ بِاٰيٰتِنَآ ۚ اَنْتُمَا وَمَنِ اتَّبَعَكُمَا

ক্ষতি কৰিবলৈ) সিহঁতে তোমালোকৰ কাষ চাপিবলৈ নোৱাৰিব; তোমালোক দুয়ো আৰু যিসকল তোমালোকৰ অনুগামী পৰাক্ৰমশালী হ'বা।

الْغٰلِبُوْنَ ﴿٣٥﴾

৩৭) অৱশেষত যেতিয়া মুচা আমাৰ প্ৰত্যক্ষ নিদৰ্শনসমূহৰ সৈতে সিহঁতৰ সম্মুখত উপস্থিত হ'ল, সিহঁতে (নিদৰ্শন দেখি) কলে, ইয়াৰ প্ৰত্যেকটো সাজি লোৱা কুহক মাথোন; আৰু এনে কুহকৰ কথা আমি পূৰ্ব্ববৰ্ত্তী পিতৃ-পুৰুষ সকলৰ জীৱনত কেতিয়াও শুনি পোৱা নাই।

فَلَمَّا جَآءَهُمْ مُّوْسٰى بِاٰيٰتِنَا بَيِّنٰتٍ قَالُوْا مَا هٰذَآ اِلَّا سِحْرٌ مُّفْتَرًى وَّمَا سَمِعْنَا بِهٰذَا فِيْٓ اٰبَآئِنَا الْاَوَّلِيْنَ ﴿٣٦﴾

৩৮) তেতিয়া মুচাই কলে, মোৰ প্ৰভুৱে ভালকৈ জানে, তেওঁৰ সন্নিধানৰ পৰা কোনে পথপ্ৰদৰ্শন আনিছে, আৰু গৰাকী কোন হ'ব বিনন্দীয়া নিকেতনৰ কোনো সন্দেহ নাই, অন্যায়কাৰীবিলাক কদাপি সফলকাম হ'ব নোৱাৰে।

وَقَالَ مُوْسٰى رَبِّيْٓ اَعْلَمُ بِمَنْ جَآءَ بِالْهُدٰى مِنْ عِنْدِهٖ وَمَنْ تَكُوْنُ لَهٗ عَاقِبَةُ الدَّارِ ۭ اِنَّهٗ لَا يُفْلِحُ الظّٰلِمُوْنَ ﴿٣٧﴾

৩৯) তেতিয়া ফিৰৌনে (বিষয়াবিলাকক) কলে, হে সভাসদসকল, মোক এৰি আন উপাস্য তোমালোকৰ নিমিত্তে আছে বুলি মই জনা নাছিলোঁ; (যদি আছে) তেন্তে হে হামান, তুমি মোৰ কাৰণে বোকামাটি জুইত পুৰি (ইটাৰে) মোৰ নিমিত্তে এটা ওখ প্ৰাসাদ নিৰ্ম্মাণ কৰাঁ, যাতে (তাৰ চালত উঠি) মুচাৰ উপাস্য জনৰ সম্ভেদ ল'ব পাৰোঁ, কিন্তু প্ৰকৃততে মই নিশ্চয় তেওঁক মিথ্যাবাদী লোকৰ এজন বুলি জ্ঞান কৰোঁ।

وَقَالَ فِرْعَوْنُ يٰٓاَيُّهَا الْمَلَاُ مَا عَلِمْتُ لَكُمْ مِّنْ اِلٰهٍ غَيْرِيْ ۚ فَاَوْقِدْ لِيْ يٰهَامٰنُ عَلَى الطِّيْنِ فَاجْعَلْ لِّيْ صَرْحًا لَّعَلِّيْٓ اَطَّلِعُ اِلٰٓى اِلٰهِ مُوْسٰى ۙ وَاِنِّيْ لَاَظُنُّهٗ مِنَ الْكٰذِبِيْنَ ﴿٣٨﴾

৪০) আৰু ফিৰৌনে আৰু তাৰ সৈন্যদলে পৃথিৱীত অযথা গৰ্ব্ব কৰি ফুৰিছিল, আৰু সিহঁতে ভাবিছিল, সিহঁতক আমাৰ পিনে কদাপি ওভতাই অনা নহ'ব।

وَاسْتَكْبَرَ هُوَ وَجُنُوْدُهٗ فِي الْاَرْضِ بِغَيْرِ الْحَقِّ وَظَنُّوْٓا اَنَّهُمْ اِلَيْنَا لَا يُرْجَعُوْنَ ﴿٣٩﴾

৪১) সেইগতিকে আমি তাক আৰু তাৰ

فَاَخَذْنٰهُ وَجُنُوْدَهٗ فَنَبَذْنٰهُمْ فِي الْيَمِّ ۚ فَانْظُرْ

كَيْفَ كَانَ عَاقِبَةُ الظّٰلِمِيْنَ ﴿٤٠﴾

সৈন্যবাহিনীক ধৰিলোঁ; শেহত সিহঁতক সাগৰত নিক্ষেপ কৰিলোঁ; এতিয়া ভাবি চোৱাঁ, অত্যাচাৰীবিলাকৰ শেষ পৰিণাম কেনে হৈছিল!

وَجَعَلْنٰهُمْ اَئِمَّةً يَّدْعُوْنَ اِلَى النَّارِ ۚ وَيَوْمَ الْقِيٰمَةِ لَا يُنْصَرُوْنَ ﴿٤١﴾

৪২) আৰু আমি সিহঁতক নেতৃত্ব দান কৰিছিলোঁ; (তাৰে অপব্যয় কৰি) সিহঁতে লোকক অগ্নিৰ পিনে আহ্বান কৰিছিল; বাস্তৱতে পুনৰুত্থানৰ দিনা সিহঁতক অলপো সহায় দিয়া নহ'ব।

وَاَتْبَعْنٰهُمْ فِيْ هٰذِهِ الدُّنْيَا لَعْنَةً ۚ وَيَوْمَ الْقِيٰمَةِ هُمْ مِّنَ الْمَقْبُوْحِيْنَ ﴿٤٢﴾

৪৩) আৰু এই পৃথিৱীত আমি সিহঁতক এনে অৱস্থাত পেলালোঁ অভিসম্পাতে যেন (পদে পদে) সিহঁতৰ অনুসৰণ কৰে; আৰু পুনৰুত্থানৰ দিনা সিহঁত হ'ব ঘৃণনীয় বিলাকৰ মাজৰ।

وَلَقَدْ اٰتَيْنَا مُوْسَى الْكِتٰبَ مِنْۢ بَعْدِ مَاۤ اَهْلَكْنَا الْقُرُوْنَ الْاُوْلٰى بَصَآئِرَ لِلنَّاسِ وَهُدًى وَّرَحْمَةً لَّعَلَّهُمْ يَتَذَكَّرُوْنَ ﴿٤٣﴾

৪৪) আৰু স্বৰূপতে বহু পূৰ্ব্ববৰ্ত্তী (অন্যায়কাৰী) জাতিক ধ্বংস কৰাৰ পিছত আমি মুচাক দান কৰিছিলোঁ ধৰ্ম্মগ্ৰন্থ যি মানৱজাতিৰ নিমিত্তে আছিল জ্বলন্ত প্ৰমাণসমূহৰ সমষ্টি আৰু পথ-প্ৰদৰ্শন আৰু কৰুণা; সম্ভৱতঃ (তাৰ পৰা) সিহঁতে উপদেশ গ্ৰহণ কৰে।

وَمَا كُنْتَ بِجَانِبِ الْغَرْبِيِّ اِذْ قَضَيْنَاۤ اِلٰى مُوْسَى الْاَمْرَ وَمَا كُنْتَ مِنَ الشّٰهِدِيْنَ ﴿٤٤﴾

৪৫) আৰু (হে মহম্মদ,) যি সময়ত আমি মুচাৰ প্ৰতি আদেশ-লিপি অৰ্পণ কৰিছিলোঁ সেই সময়ত (চিনাই পৰ্ব্বতৰ) পশ্চিম পাৰ্শ্বত তুমি উপস্থিত নাছিলা, আৰু (এই ঘটনা) নিজ চকুৰে দৰ্শন কৰাও নাছিলা।

وَلٰكِنَّاۤ اَنْشَاْنَا قُرُوْنًا فَتَطَاوَلَ عَلَيْهِمُ الْعُمُرُ ۚ وَمَا كُنْتَ ثَاوِيًا فِيْۤ اَهْلِ مَدْيَنَ تَتْلُوْا عَلَيْهِمْ اٰيٰتِنَا ۙ وَلٰكِنَّا كُنَّا مُرْسِلِيْنَ ﴿٤٥﴾

৪৬) কিন্তু (মুচাৰ পাছতো) আমি বহু জাতিক উত্থাপন কৰিছিলোঁ, আৰু দীৰ্ঘকাল ধৰি সিহঁতে জীৱন কটাইছিল। আৰু তুমি (হে মহম্মদ,) মদয়নবাসীবিলাকৰ মাজতো আমাৰ নিদৰ্শনসমূহ ব্যক্ত কৰিবলৈ অৱস্থান কৰা নাছিলা; কিন্তু (তাৰ পাছতো) সদায় আমি ৰচুল প্ৰেৰণ কৰি আহিছোঁ।

৪৭) আৰু যি সময়ত আমি (তেওঁৰ প্ৰতি ধৰ্ম্ম প্ৰচাৰৰ কৰ্ত্তব্য ন্যস্ত কৰিবলৈ) মুচাক আহ্বান কৰিছিলোঁ সেই সময়তো তুমি (হে মহম্মদ,) তুৰ পৰ্ব্বতৰ পাৰ্শ্বত উপস্থিত নাছিলা ; কিন্তু ই কেৱল তোমাৰ প্ৰভুৰ পৰা অহা কৰুণা যে তোমাক এনে এটা জাতিক সতৰ্ক কৰিবলৈ ভাৰ দিছে যিবিলাকৰ ওচৰলৈ তোমাৰ পূৰ্ব্বে কোনো সতৰ্ককাৰী অহা নাই, এই উদ্দেশ্যে সিহঁতে যেন উপদেশ গ্ৰহণ কৰে।

وَمَا كُنْتَ بِجَانِبِ الطُّوْرِ اِذْ نَادَيْنَا وَلٰكِنْ رَّحْمَةً مِّنْ رَّبِّكَ لِتُنْذِرَ قَوْمًا مَّآ اَتٰىهُمْ مِّنْ نَّذِيْرٍ مِّنْ قَبْلِكَ لَعَلَّهُمْ يَتَذَكَّرُوْنَ ﴿٤٦﴾

৪৮) আৰু সিহঁতে নিজ হাতে যি দুষ্কাৰ্য্য আগতে কৰিছিল তাৰ বাবে সিহঁতৰ ওপৰত বিপদ পৰিলে সিহঁতে যেন এইদৰে নকয়, হে আমাৰ প্ৰভু, কিয় তুমি আমাৰ প্ৰতি ৰছুল প্ৰেৰণ নকৰিলা তেতিয়া আমি তোমাৰ নিদৰ্শনসমূহৰ অনুসৰণ কৰিলোঁহেঁতেন আৰু বিশ্বাসীসকলৰ অন্তৰ্গত হলোঁহেঁতেন।

وَلَوْلَآ اَنْ تُصِيْبَهُمْ مُّصِيْبَةٌ بِمَا قَدَّمَتْ اَيْدِيْهِمْ فَيَقُوْلُوْا رَبَّنَا لَوْلَآ اَرْسَلْتَ اِلَيْنَا رَسُوْلًا فَنَتَّبِعَ اٰيٰتِكَ وَنَكُوْنَ مِنَ الْمُؤْمِنِيْنَ ﴿٤٧﴾

৪৯) কিন্তু এতিয়া আমাৰ কাষৰ পৰা সিহঁতৰ ওচৰলৈ সত্য আহিলত সিহঁতে কয়, মুচাক যেনে পুথি দান কৰা হৈছিল তাৰে সদৃশ্ তেওঁক (মহম্মদক) দান কৰা নহ'ল কিয় ? কি! মুচাক যি পুথি পূৰ্ব্বে দান কৰা হৈছিল তাতো সিহঁতে অবিশ্বাস কৰা নাছিল নে? সিহঁতে ইয়াকে কয়, দুইখনেই পুথি কুহক স্বৰূপ; ইটোৱে সিটোক সমৰ্থন কৰে; আৰু সিহঁতে ইয়াকে কৈ থাকে, আমি প্ৰকৃততে দুয়োৰে কোনোটোতেই বিশ্বাস স্থাপন নকৰোঁ।

فَلَمَّا جَآءَهُمُ الْحَقُّ مِنْ عِنْدِنَا قَالُوْا لَوْلَآ اُوْتِيَ مِثْلَ مَآ اُوْتِيَ مُوْسٰى اَوَلَمْ يَكْفُرُوْا بِمَآ اُوْتِيَ مُوْسٰى مِنْ قَبْلُ قَالُوْا سِحْرٰنِ تَظٰهَرَا وَقَالُوْٓا اِنَّا بِكُلٍّ كٰفِرُوْنَ ﴿٤٨﴾

৫০) (সিহঁতক) কোৱাঁ, যদি তোমালোক সত্যবাদী, তেন্তে তোমালোকেই আল্লাৰ কাষৰ পৰা এখন ধৰ্ম্মগ্ৰনথ লৈ আহাঁ, যি এই দুয়োখন-তকৈ অধিক সুপথ প্ৰদৰ্শক; মই তেনেখনৰেই অনুসৰণ কৰিবলৈ সাজু।

قُلْ فَأْتُوْا بِكِتٰبٍ مِّنْ عِنْدِ اللّٰهِ هُوَ اَهْدٰى مِنْهُمَآ اَتَّبِعْهُ اِنْ كُنْتُمْ صٰدِقِيْنَ ﴿٤٩﴾

فَإِن لَّمْ يَسْتَجِيبُوا لَكَ فَاعْلَمْ أَنَّمَا يَتَّبِعُونَ أَهْوَاءَهُمْ
وَمَنْ أَضَلُّ مِمَّنِ اتَّبَعَ هَوَاهُ بِغَيْرِ هُدًى مِّنَ اللَّهِ
إِنَّ اللَّهَ لَا يَهْدِي الْقَوْمَ الظَّالِمِينَ ٥١

(৫১) কিন্তু সিহঁতে যদি তোমাৰ কথাৰ উত্তৰ নিদিয়ে, তেন্তে জানিবা, সিহঁতে নিজৰ বৃথা বাঞ্ছাসমূহৰহে অনুসৰণ কৰিছে; আৰু যেয়ে আল্লাই প্ৰদৰ্শন কৰা সুপথ এৰি নিজৰ বৃথা বাঞ্ছাৰ অনুসৰণ কৰে তাতোকৈ কোন বেছি পথভ্ৰান্ত হ'ব পাৰে? ইয়াত কোনো সন্দেহ নাই, আল্লাই অন্যায়কাৰী জাতিক সুপথ প্ৰদৰ্শন নকৰে।

وَلَقَدْ وَصَّلْنَا لَهُمُ الْقَوْلَ لَعَلَّهُمْ يَتَذَكَّرُونَ ٥٢

(৫২) আৰু স্বৰূপতে আমি (নিজৰ এই) বাণী ক্ৰমে ক্ৰমে অবিচ্ছেদে সিহঁতলৈ প্ৰেৰণ কৰিছোঁ, সিহঁতে যেন উপদেশ গ্ৰহণ কৰিব পাৰে।

الَّذِينَ آتَيْنَاهُمُ الْكِتَابَ مِن قَبْلِهِ هُم بِهِ يُؤْمِنُونَ ٥٣

(৫৩) ইয়াৰ পূৰ্ব্বে যিসকলক আমি ধৰ্ম্মগ্ৰন্থ দান কৰিছিলোঁ তেওঁলোকেও কোৰ্-আনৰ (মূল শিক্ষাত) বিশ্বাস কৰিছে।

وَإِذَا يُتْلَىٰ عَلَيْهِمْ قَالُوا آمَنَّا بِهِ إِنَّهُ الْحَقُّ مِن رَّبِّنَا
إِنَّا كُنَّا مِن قَبْلِهِ مُسْلِمِينَ ٥٤

(৫৪) আৰু যেতিয়া তেওঁলোকৰ আগত কোৰ্-আন পাঠ কৰা হয়, তেওঁলোকে কয়, আমি ইয়াত বিশ্বাস কৰিছোঁ; কোনো সন্দেহ নাই, ই আমাৰ প্ৰভুৰ পৰা অহা সত্য; প্ৰকৃততে ইয়াৰ পূৰ্ব্বেও আমি আল্লাৰ আজ্ঞাৰ বাধ্য আছিলোঁ।

أُولَٰئِكَ يُؤْتَوْنَ أَجْرَهُم مَّرَّتَيْنِ بِمَا صَبَرُوا وَ
يَدْرَءُونَ بِالْحَسَنَةِ السَّيِّئَةَ وَمِمَّا رَزَقْنَاهُمْ يُنفِقُونَ ٥٥

(৫৫) এই সকলক দ্বিগুণ প্ৰতিদান দিয়া হ'ব, কিয়নো তেওঁলোকে ধৈৰ্য্য ধাৰণ কৰে, আৰু মঙ্গলৰ সৈতে অমঙ্গলৰ প্ৰতিকাৰ কৰে আৰু আমি তেওঁলোকক যি সম্বল দান কৰিছোঁ তাৰে পৰা (সজ কামত) ব্যয় কৰে;

وَإِذَا سَمِعُوا اللَّغْوَ أَعْرَضُوا عَنْهُ وَقَالُوا لَنَا أَعْمَالُنَا
وَلَكُمْ أَعْمَالُكُمْ سَلَامٌ عَلَيْكُمْ لَا نَبْتَغِي الْجَاهِلِينَ ٥٦

(৫৬) আৰু যেতিয়া তেওঁলোকে অনাৱশ্যক বাহুল্য কথা শুনি পাই তাত কাণ নিদি ইয়াকে কৈ আঁতৰি যায়, আমাৰ কাৰ্য্যসমূহৰ বাবে আমি দায়ী, আৰু তোমালোকৰ কাৰ্য্যসমূহৰ বাবে তোমালোক দায়ী; তোমালোকৰ প্ৰতি শান্তি আমি অজ্ঞান-বিলাকৰ সঙ্গ নিবিচাৰোঁ।

৫৭) প্ৰকৃত কথা এই, যাকে তুমি ভাল পোৱা তাকে (নিজ ইচ্ছা মতে) সঠিক বাটেদি আনিব নোৱাৰা, কিন্তু আল্লাই যাকে ইচ্ছা তাকে পথ প্ৰদৰ্শন কৰে; যিসকল সুপথে পৰিচালিত সেইসকলক তেওঁ বঢ়িয়াকৈ জানে।

إِنَّكَ لَا تَهْدِي مَنْ أَحْبَبْتَ وَلَٰكِنَّ اللَّهَ يَهْدِي مَن يَشَاءُ ۚ وَهُوَ أَعْلَمُ بِالْمُهْتَدِينَ ﴿٥٦﴾

৫৮) আৰু সিহঁতে (তোমাক) কয়, যদি আমি তোমাৰ সঙ্গী হৈ সুপথ অনুসৰণ কৰোঁ আমাক নিজ দেশৰ পৰা থাপ মাৰি উলিয়াই দি উচ্ছন্ন কৰা হ'ব। কি! আমি সিহঁতক এনে এখন পৱিত্ৰ, শান্তিময় ঠাইত স্থাপিত কৰা নাই নে, যি ঠাইলৈ সকলো প্ৰকাৰ ফল (প্ৰচুৰ পৰিমাণে) অনা হয়, আমাৰ কাষৰ পৰা উপজীৱিকা স্বৰূপে? কিন্তু সিহঁতৰ সৰহভাগৰেই জ্ঞান নাই।

وَقَالُوا إِن نَّتَّبِعِ الْهُدَىٰ مَعَكَ نُتَخَطَّفْ مِنْ أَرْضِنَا ۚ أَوَلَمْ نُمَكِّن لَّهُمْ حَرَمًا آمِنًا يُجْبَىٰ إِلَيْهِ ثَمَرَاتُ كُلِّ شَيْءٍ رِّزْقًا مِّن لَّدُنَّا وَلَٰكِنَّ أَكْثَرَهُمْ لَا يَعْلَمُونَ ﴿٥٧﴾

৫৯) আৰু আমি কতবোৰ নগৰকে ধ্বংস কৰিছোঁ যাৰ অধিবাসীবিলাকে জীৱনৰ সুখ-স্বচ্ছন্দতাৰ গৰ্ব্ব কৰিছিল। কিন্তু চোৱাঁ, সিহঁতৰ বাসস্থান-সমূহৰ কি দশা হ'ল! সিহঁতৰ পিছত সেই ঘৰবোৰৰ (ভগ্না ৱশেষত) থাকিবলৈ অলপ কিছুমানক এৰি মানুহেই নাছিল; অৱশেষত অকল আমিয়ে সেইবিলাকৰ উত্তৰাধিকাৰী হলোঁ।

وَكَمْ أَهْلَكْنَا مِن قَرْيَةٍ بَطِرَتْ مَعِيشَتَهَا ۖ فَتِلْكَ مَسَاكِنُهُمْ لَمْ تُسْكَن مِّن بَعْدِهِمْ إِلَّا قَلِيلًا ۖ وَكُنَّا نَحْنُ الْوَارِثِينَ ﴿٥٨﴾

৬০) আৰু তোমাৰ প্ৰভুৰ এই নিয়ম, তেওঁ কদাপি নগৰসমূহ ধ্বংস নকৰে, যেতিয়ালৈকে সেইসমূহৰ কেন্দ্ৰ নগৰলৈ আগতে নগৰবাসী-বিলাকৰ সম্মুখত আমাৰ নিদৰ্শনসমূহ ব্যক্ত কৰিবৰ অৰ্থে এজন ৰচুল উত্থাপন নকৰে। ইয়াৰ উপৰি আমি কেৱল সেই নগৰ সমূহকে বিধ্বংস কৰোঁ যাৰ অধিবাসীবিলাক অতিপাতকৈ অন্যায়কাৰী।

وَمَا كَانَ رَبُّكَ مُهْلِكَ الْقُرَىٰ حَتَّىٰ يَبْعَثَ فِي أُمِّهَا رَسُولًا يَتْلُو عَلَيْهِمْ آيَاتِنَا ۚ وَمَا كُنَّا مُهْلِكِي الْقُرَىٰ إِلَّا وَأَهْلُهَا ظَالِمُونَ ﴿٥٩﴾

৬১) আৰু তোমালোকক যিখিনি ধন সম্পত্তিৰ ভাগ দান কৰা হৈছে সি কেৱল পাৰ্থিৱ জীৱনৰ

وَمَا أُوتِيتُم مِّن شَيْءٍ فَمَتَاعُ الْحَيَاةِ الدُّنْيَا وَ

زِيْنَتُهَا ۚ وَمَا عِنْدَ اللّٰهِ خَيْرٌ وَّ اَبْقٰى ۗ اَفَلَا تَعْقِلُوْنَ ﴿٦١﴾

সম্বল, আৰু তাৰে শোভাস্বৰূপ; কিন্তু যি সম্বল আল্লাৰ কাষত আছে সি অতি উত্তম আৰু চিৰকলীয়া; তোমালোকে বুজি নোপোৱানে ?

اَفَمَنْ وَّعَدْنٰهُ وَعْدًا حَسَنًا فَهُوَ لَاقِيْهِ كَمَنْ مَّتَّعْنٰهُ مَتَاعَ الْحَيٰوةِ الدُّنْيَا ثُمَّ هُوَ يَوْمَ الْقِيٰمَةِ مِنَ الْمُحْضَرِيْنَ ﴿٦٢﴾

৬২) কি! যিজনক আমি (স্বৰ্গ সুখৰ) প্ৰতিশ্ৰুতি দান কৰিছোঁ, যি সেই প্ৰতিশ্ৰুতি নিশ্চয়কৈ পূৰ্ণ হ'ব আশা কৰে, এনজনৰ সদৃশ নে, যাক আমি পাৰ্থিৱ জীৱনৰ সুখ-সম্পদ প্ৰদান কৰিছোঁ, কিন্তু পুনৰুত্থানৰ দিনা যাক (অপৰাধীৰূপে) আমাৰ সন্মুখত উপস্থিত কৰা হ'ব ?

وَيَوْمَ يُنَادِيْهِمْ فَيَقُوْلُ اَيْنَ شُرَكَآءِيَ الَّذِيْنَ كُنْتُمْ تَزْعُمُوْنَ ﴿٦٣﴾

৬৩) আৰু সেই দিনা তেওঁ সিহঁতক আহ্বান কৰি ক'ব, যিবিলাকক তোমালোকে মোৰ অংশী বুলি ভাবি লৈছিলা, (আজি) সিহঁত ক'ত ?

قَالَ الَّذِيْنَ حَقَّ عَلَيْهِمُ الْقَوْلُ رَبَّنَا هٰٓؤُلَآءِ الَّذِيْنَ اَغْوَيْنَا ۚ اَغْوَيْنٰهُمْ كَمَا غَوَيْنَا ۚ تَبَرَّاْنَآ اِلَيْكَ ۖ مَا كَانُوْٓا اِيَّانَا يَعْبُدُوْنَ ﴿٦٤﴾

৬৪) যিবিলাকৰ বিৰুদ্ধে আমাৰ বিচাৰ-বাণী প্ৰতিপন্ন হ'ল সিহঁতে ক'ব, হে আমাৰ প্ৰভু, সিহঁতক আমিয়ে বিপথে নিছিলোঁ; যিদৰে আমি নিজ বিপথে গৈছিলোঁ সেইদৰে সিহঁতকো আমি বিপথে লৈ গৈছিলোঁ; সিহঁতৰ সম্বন্ধে তোমাৰ ওচৰত আমি প্ৰমুক্ত; সিহঁতে কেতিয়াও আমাৰ পূজা কৰা নাছিল।

وَقِيْلَ ادْعُوْا شُرَكَآءَكُمْ فَدَعَوْهُمْ فَلَمْ يَسْتَجِيْبُوْا لَهُمْ وَرَاَوُا الْعَذَابَ ۚ لَوْ اَنَّهُمْ كَانُوْا يَهْتَدُوْنَ ﴿٦٥﴾

৬৫) আৰু সিহঁতক কোৱা হ'ব, যিবিলাকক তোমালোকে আমাৰ সমানে উপাস্য পাতিছিলা সিহঁতক (সহায় কৰিবলৈ) আহ্বান কৰা; তেতিয়া সিহঁতে সিহঁতক আহ্বান কৰিব; কিন্তু সিহঁতে সিহঁতক কোনো উত্তৰেই নিদিব। ফলত সিহঁতে নিজৰ সন্মুখতে (আল্লাৰ) শাস্তি দেখিবলৈ পাব, আৰু শোক কৰিব, সিহঁতে যদি সুপথে চলাহেঁতেন!

وَيَوْمَ يُنَادِيْهِمْ فَيَقُوْلُ مَاذَآ اَجَبْتُمُ الْمُرْسَلِيْنَ ﴿٦٦﴾

৬৬) আৰু সেইদিনা সিহঁতক আল্লাই আহ্বান কৰি ক'ব, তোমালোকে ৰচুলসকলৰ কথাৰ উত্তৰ দিছিলা ?

৬৭) আৰু সেইদিনা (ভয়ত) ক'ব লগীয়া কথাবোৰ (মনৰ পৰা) বিস্মৃত হৈ যাব; ফলত সিহঁতৰ ইজনে সিজনক সোধ-পোছো কৰিব নোৱাৰিব।

فَعَمِيَتْ عَلَيْهِمُ الْأَنْبَآءُ يَوْمَئِذٍ فَهُمْ لَا يَتَسَآءَلُونَ ﴿٦٦﴾

৬৮) কিন্তু যিজনে অনুতাপ কৰে, (আল্লাত) বিশ্বাস স্থাপন কৰে, আৰু সৎকাৰ্য্য কৰে, অতি সত্তৱ সেইজন সফলমনোৰথসকলৰ অন্তৰ্ভুক্ত হ'ব।

فَأَمَّا مَنْ تَابَ وَآمَنَ وَعَمِلَ صَالِحًا فَعَسَىٰ أَنْ يَكُونَ مِنَ الْمُفْلِحِينَ ﴿٦٧﴾

৬৯) আৰু তোমাৰ প্ৰভুৱে যি ইচ্ছা তাকে সৃষ্টি কৰে, আৰু যাকে ইচ্ছা (নিজৰ কামৰ নিমিত্তে) বাচি লয়: নিৰ্ব্বাচনৰ সিহঁতৰ কোনো অধিকাৰ নাই; আল্লা পৰম পৱিত্ৰ, আৰু সিহঁতে তেওঁৰ সমানে যি উপাস্য পাতে তাতোকৈ তেওঁ বহুত ওখত।

وَرَبُّكَ يَخْلُقُ مَا يَشَآءُ وَيَخْتَارُ مَا كَانَ لَهُمُ الْخِيَرَةُ سُبْحَانَ اللَّهِ وَتَعَالَىٰ عَمَّا يُشْرِكُونَ ﴿٦٨﴾

৭০) আৰু সিহঁতৰ অন্তৰসমূহে যি গোপনে কৰে, আৰু যি প্ৰকাশ কৰে সকলো তোমাৰ প্ৰভুৱে জানে।

وَرَبُّكَ يَعْلَمُ مَا تُكِنُّ صُدُورُهُمْ وَمَا يُعْلِنُونَ ﴿٦٩﴾

৭১) আৰু তেৱেঁই আল্লা: তেওঁত ভিন্ন আন কোনো উপাস্য নাই; সকলো প্ৰশংসাৰ যোগ্য তেৱেঁই, আদিতো আৰু অন্ততো: আৰু বিচাৰৰ গৰাকী তেৱেঁই; আৰু তেওঁৰেই ওচৰলৈ তোমালোকক ওভতাই নিয়া হ'ব।

وَهُوَ اللَّهُ لَآ إِلَٰهَ إِلَّا هُوَ لَهُ الْحَمْدُ فِي الْأُولَىٰ وَالْآخِرَةِ وَلَهُ الْحُكْمُ وَإِلَيْهِ تُرْجَعُونَ ﴿٧٠﴾

৭২) (হে মহম্মদ,) তুমি কোৱাঁ, তোমালোকে ভাবি চাইছা নে, যদি আল্লাই তোমালোকৰ কাৰণে নিশা পুনৰুত্থানৰ দিনলৈকে অবিচ্ছেদ অৱস্থিত ৰাখে, আল্লাত ভিন্ন আন কোনো উপাস্য আছে যি তোমালোকলৈ (দিনৰ) পোহৰ আনিব পাৰে? তথাচ তোমালোকে কাণ দি নুশুনা নে?

قُلْ أَرَأَيْتُمْ إِنْ جَعَلَ اللَّهُ عَلَيْكُمُ اللَّيْلَ سَرْمَدًا إِلَىٰ يَوْمِ الْقِيَامَةِ مَنْ إِلَٰهٌ غَيْرُ اللَّهِ يَأْتِيكُمْ بِضِيَآءٍ أَفَلَا تَسْمَعُونَ ﴿٧١﴾

৭৩) কোৱাঁ, তোমালোকে চিন্তা কৰি চাইছা নে,

قُلْ أَرَأَيْتُمْ إِنْ جَعَلَ اللَّهُ عَلَيْكُمُ النَّهَارَ سَرْمَدًا

إِلَىٰ يَوْمِ الْقِيَامَةِ مَنْ إِلَٰهٌ غَيْرُ اللَّهِ يَأْتِيكُم بِلَيْلٍ تَسْكُنُونَ فِيهِ ۖ أَفَلَا تُبْصِرُونَ ﴿٧٢﴾

যদি আল্লাই তোমালোকৰ কাৰণে দিনৰ পুনৰুত্থানৰ দিনলৈকে অবিচ্ছেদে স্থায়ী ৰাখে, আল্লাত ভিন্ন আন কোন উপাস্য আছে যি তোমালোকলৈ নিশা আকৌ আনিব পাৰে, যাতে সেই সময়ত তোমালোকে বিশ্ৰাম কৰিব পাৰা? তথাপি তোমালোকে লক্ষ্য নকৰা নে?

وَمِن رَّحْمَتِهِ جَعَلَ لَكُمُ اللَّيْلَ وَالنَّهَارَ لِتَسْكُنُوا فِيهِ وَلِتَبْتَغُوا مِن فَضْلِهِ وَلَعَلَّكُمْ تَشْكُرُونَ ﴿٧٣﴾

৭৪) আৰু তেওঁ নিজ কৰুণা দবাৰা তোমালোকৰ নিমিত্তে নিশা আৰু দিৱস সৃজন কৰিছে, তোমালোকে যেন সেই সময়ত বিশ্ৰাম কৰা আৰু (কামত লাগি) তেওঁৰ কৃপা বিচাৰা, আৰু তোমালোকে যেন আল্লাৰ শলাগ লোৱা।

وَيَوْمَ يُنَادِيهِمْ فَيَقُولُ أَيْنَ شُرَكَائِيَ الَّذِينَ كُنتُمْ تَزْعُمُونَ ﴿٧٤﴾

৭৫) আৰু সেই দিনা তেওঁ সিহঁতক আহ্বান কৰিব আৰু সুধিব, যিবিলাকক তোমালোকে মোৰ সমান উপাস্য পাতিছিলা সেইবিলাক (আজি) ক'ত?

وَنَزَعْنَا مِن كُلِّ أُمَّةٍ شَهِيدًا فَقُلْنَا هَاتُوا بُرْهَانَكُمْ فَعَلِمُوا أَنَّ الْحَقَّ لِلَّهِ وَضَلَّ عَنْهُم مَّا كَانُوا يَفْتَرُونَ ﴿٧٥﴾

৭৬) আৰু প্ৰত্যেক সম্প্ৰদায়ৰ পৰা একোজন সাক্ষী উলিয়াই আনি আমি কম, তোমালোকৰ যি প্ৰমাণ আছে (এতিয়া) উপস্থিত কৰাঁ। তেতিয়া সিহঁতে জানিব পাৰিব, সত্যৰ গৰাকী কেৱল আল্লা; আৰু সিহঁতে যি অসত্য সাজি লৈছিল সি সিহঁতৰ পৰা আঁতৰ হ'ল।

إِنَّ قَارُونَ كَانَ مِن قَوْمِ مُوسَىٰ فَبَغَىٰ عَلَيْهِمْ ۖ وَآتَيْنَاهُ مِنَ الْكُنُوزِ مَا إِنَّ مَفَاتِحَهُ لَتَنُوءُ بِالْعُصْبَةِ أُولِي الْقُوَّةِ إِذْ قَالَ لَهُ قَوْمُهُ لَا تَفْرَحْ ۖ إِنَّ اللَّهَ لَا يُحِبُّ الْفَرِحِينَ ﴿٧٦﴾

৭৭) নিশ্চয় ক্বাৰুন আছিল মুচাৰ জাতিৰে এজন; পিছত সি তেওঁলোকৰ বিৰোধী হৈছিল। আৰু তাক আমি ধনৰ ইমান আধিক্য দান কৰিছিলোঁ যে সেই ধনৰ ভাৰ বহন কৰোঁতে জনচেৰেক শকত মানুহো ক্লান্ত হৈ পৰিছিল। তাৰ নিজৰে জাতিৰ লোকে তাক কৈছিল, (ধনৰ প্ৰাচুৰ্য্যত) উল্লাসিত নহ'বা; নিশ্চয় এনেবোৰ উল্লাসিত লোকক আল্লাই ভাল নাপায়।

وَابْتَغِ فِيمَا آتَاكَ اللَّهُ الدَّارَ الْآخِرَةَ ۖ وَلَا تَنسَ

৭৮) আৰু আল্লাই যি ঐশ্বৰ্য্য তোমাক দান

نَصِيْبَكَ مِنَ الدُّنْيَا وَاَحْسِنْ كَمَآ اَحْسَنَ اللّٰهُ اِلَيْكَ وَلَا تَبْغِ الْفَسَادَ فِي الْاَرْضِ ۭ اِنَّ اللّٰهَ لَا يُحِبُّ الْمُفْسِدِيْنَ ۷۷

কৰিছে তাৰ সদ্ব্যৱহাৰ কৰি পৰলোকত (সুখৰ) বাসস্থান লাভ কৰিবলৈ বাঞ্ছা কৰা, আৰু ইহলোকত তোমাৰ যি অংশ তাকো তুমি ভোগ কৰাত বাধা নাই; আৰু যিদৰে আল্লাই তোমাৰ উপকাৰ কৰিছে সেইদৰে তুমিও পৰৰ উপকাৰ কৰাঁ; আৰু দেশত অশান্তিৰ সৃষ্টি কৰিবলৈ মনস্থ নকৰিবা; অশান্তিৰ সৃষ্টি কৰোঁতাবিলাকক নিশ্চয় আল্লাই ভাল নাপায়।

قَالَ اِنَّمَآ اُوْتِيْتُهٗ عَلٰي عِلْمٍ عِنْدِيْ ۭ اَوَلَمْ يَعْلَمْ اَنَّ اللّٰهَ قَدْ اَهْلَكَ مِنْ قَبْلِهٖ مِنَ الْقُرُوْنِ مَنْ هُوَ اَشَدُّ مِنْهُ قُوَّةً وَّاَكْثَرُ جَمْعًا ۭ وَلَا يُسْـَٔـلُ عَنْ ذُنُوْبِهِمُ الْمُجْرِمُوْنَ ۷۸

৭৯) ক্বাৰুণে কলে, কোনো সন্দেহ নাই, মোৰ জ্ঞান, অভিজ্ঞতা আছে দেখিহে মোক এই ঐশ্বৰ্য্য দিয়া হৈছে। সি কি জানিব পৰা নাই নে স্বৰূপতে ইয়াৰ পূৰ্ব্বে আল্লাই এনেবোৰ জাতিকে বিনাশ কৰিছে যি তাতোকৈ অধিক শক্তিশালী আছিল, আৰু সিহঁতৰ দলৰ সংখ্যাও বহুত বেছি আছিল? আৰু (মোৰ) অপৰাধীবিলাকক সিহঁতৰ দোষবোৰৰ বাবে প্ৰশ্ন কৰিবৰ প্ৰয়োজন নহ'ব।

فَخَرَجَ عَلٰي قَوْمِهٖ فِيْ زِيْنَتِهٖ ۭ قَالَ الَّذِيْنَ يُرِيْدُوْنَ الْحَيٰوةَ الدُّنْيَا يٰلَيْتَ لَنَا مِثْلَ مَآ اُوْتِيَ قَارُوْنُ ۙ اِنَّهٗ لَذُوْ حَظٍّ عَظِيْمٍ ۷۹

৮০) পিছত সি তাৰ সাজ-পাৰ পিন্ধি অলঙ্কাৰেৰে সুসজ্জিত হৈ নিজ জাতিৰ আগত ওলালত পাৰ্থিৱ জীৱনৰ অভিলাষীবিলাকে (দেখি) ক'ব ধৰিলে, হায়! ক্বাৰুণক যি ধন-সম্পদ দিয়া হৈছে তেনে ধন-সম্পদ আমাৰ থকাহেঁতেন! ইয়াত কোনো সন্দেহ নাই সি মহৎ সৌভাগ্যৰ গৰাকী।

وَقَالَ الَّذِيْنَ اُوْتُوا الْعِلْمَ وَيْلَكُمْ ثَوَابُ اللّٰهِ خَيْرٌ لِّمَنْ اٰمَنَ وَعَمِلَ صَالِحًا ۚ وَلَا يُلَقّٰىهَآ اِلَّا الصّٰبِرُوْنَ ۸۰

৮১) কিন্তু যিসকলক (সত্যৰ) জ্ঞান দান কৰা হৈছে সেইসকলে সিহঁতক কলে, ধিক তোমালোকৰ প্ৰতি! যিজনে বিশ্বাস স্থাপন কৰে আৰু সজ কাম কৰে সেইজনক আল্লাই যি প্ৰতিদান দিয়ে সি অতিশয় শ্ৰেষ্ঠ; আৰু ধৈৰ্য্যশীলসকলৰ বাহিৰে অইনক তেনে প্ৰতিদান উপভোগ কৰিবলৈ দিয়া নহয়।

فَخَسَفْنَا بِهٖ وَبِدَارِهِ الْاَرْضَ ۣ فَمَا كَانَ لَهٗ مِنْ فِئَةٍ

৮২) গতিকে আমি ক্বাৰুণক তাৰ ঘৰবাৰীৰ সৈতে মাটিত বিলীন কৰিলোঁ; সেই অৱস্থাত

يَنْصُرُوْنَهٗ مِنْ دُوْنِ اللّٰهِ ۗ وَمَا كَانَ مِنَ الْمُنْتَصِرِيْنَ ﴿٨١﴾

আল্লাৰ বিৰুদ্ধে তাক সহায় কৰিবৰ কাৰণে এটা দলো নোলাল; আৰু নিজকে ৰক্ষা কৰিবলৈ তাৰ নিজৰো সামৰ্থ্য নাছিল।

وَاَصْبَحَ الَّذِيْنَ تَمَنَّوْا مَكَانَهٗ بِالْاَمْسِ يَقُوْلُوْنَ وَيْكَاَنَّ اللّٰهَ يَبْسُطُ الرِّزْقَ لِمَنْ يَّشَآءُ مِنْ عِبَادِهٖ وَيَقْدِرُ ۚ لَوْلَآ اَنْ مَّنَّ اللّٰهُ عَلَيْنَا لَخَسَفَ بِنَا ۗ وَيْكَاَنَّهٗ لَا يُفْلِحُ الْكٰفِرُوْنَ ﴿٨٢﴾

৮৩) আৰু যিবিলাকে মাত্ৰ এদিন আগতে ক্বাৰুণৰ (ধন-সম্পদৰ) অৱস্থাৰ হেপাহ কৰিছিল পাছদিনা পুৱা সিহঁতে ক'ব ধৰিলে, হায় (এতিয়াহে উপলব্ধি কৰিছোঁ আল্লাইহে নিজ সেৱকসকলৰ মাজত যাৰে ইচ্ছা তাৰে নিমিত্তে জীৱিকা প্ৰশস্ত কৰে, আৰু প্ৰয়োজন মতে) সঙ্কীৰ্ণ কৰে; আমাৰ প্ৰতি আল্লাৰ অনুগ্ৰহ নোহোৱা হ'লে, তেওঁ নিশ্চয় আমাকো (মাটিত) বিলীন কৰিলে-হেঁতেন; হায়, এতিয়া হে বুজি পালোঁ; বাস্তৱতে অবিশ্বাসীবিলাক কেতিয়াও সাৰ্থক হ'ব নোৱাৰে।

تِلْكَ الدَّارُ الْاٰخِرَةُ نَجْعَلُهَا لِلَّذِيْنَ لَا يُرِيْدُوْنَ عُلُوًّا فِى الْاَرْضِ وَلَا فَسَادًا ۗ وَالْعَاقِبَةُ لِلْمُتَّقِيْنَ ﴿٨٣﴾

৮৪) সেই পৰলোকৰ বাসস্থান আমি সেইসকলৰ নিমিত্তে নিৰ্দ্ধাৰণ কৰি থৈছোঁ যিসকলে দেশত গৰ্ব্ব কৰিবলৈ আৰু অশান্তিৰ সৃষ্টি কৰিবলৈ মুঠেই ইচ্ছা নকৰে; আৰু ধৰ্ম্মনিষ্ঠসকলৰ নিমিত্তে থাকিব শুভ পৰিণাম।

مَنْ جَآءَ بِالْحَسَنَةِ فَلَهٗ خَيْرٌ مِّنْهَا ۚ وَمَنْ جَآءَ بِالسَّيِّئَةِ فَلَا يُجْزَى الَّذِيْنَ عَمِلُوا السَّيِّاٰتِ اِلَّا مَا كَانُوْا يَعْمَلُوْنَ ﴿٨٤﴾

৮৫) যিজনে সৎকাৰ্য্য লৈ আহিব সেইজনে তাৰ বাবে শ্ৰেষ্ঠতৰ প্ৰতিদান লাভ কৰিব; কিন্তু যিবিলাকে অসৎ কাৰ্য্য লৈ আহিব সিহঁতক সিহঁতে যিবোৰ অসৎকাৰ্য্য কৰিছিল তাৰে প্ৰতিফল দিয়া হ'ব।

اِنَّ الَّذِىْ فَرَضَ عَلَيْكَ الْقُرْاٰنَ لَرَآدُّكَ اِلٰى مَعَادٍ ۗ قُلْ رَّبِّىْٓ اَعْلَمُ مَنْ جَآءَ بِالْهُدٰى وَمَنْ هُوَ فِىْ ضَلٰلٍ مُّبِيْنٍ ﴿٨٥﴾

৮৬) (হে মহম্মদ,) বাস্তৱতে যিজনে তোমাৰ প্ৰতি কোৰ্-আনখন অলঙ্ঘনীয় বিধানৰূপে নমাইছে সেইজনেই নিশ্চয় তোমাক ওভতাই আনিব সেই পূৰ্ব্বৰ ঠাইলৈ। তুমি (সিহঁতক) কোৱাঁ, যিজনে সুপথ লাভ কৰিছে তেওঁক, আৰু যেয়ে প্ৰত্যক্ষ বিপথে যাব ধৰিছে তাক মোৰ প্ৰভুৱে বঢ়িয়াকৈ জানে।

৮৭) এই কোৰ্-আন গ্ৰন্থ যে তোমাৰ প্ৰতি অৱতীৰ্ণ কৰা হ'ব, এনে আশা আগতে তুমি কৰা নাছিলা; ই মাথোন তোমাৰ প্ৰভুৰ ফালৰ পৰা অহা কৰুণা; গতিকে অবিশ্বাসীবিলাকক তুমি কেতিয়াও সমৰ্থন নকৰিবা।

وَمَا كُنْتَ تَرْجُوْٓا اَنْ يُّلْقٰٓى اِلَيْكَ الْكِتٰبُ اِلَّا رَحْمَةً
مِّنْ رَّبِّكَ فَلَا تَكُوْنَنَّ ظَهِيْرًا لِّلْكٰفِرِيْنَ ﴿٨٦﴾

৮৮) আল্লাৰ নিদৰ্শনসমূহ তোমাৰ প্ৰতি অৱতীৰ্ণ হোৱাৰ পাছ'ত (চোৱাঁ) সিহঁতে যেন তোমাক তাৰ পৰা নিবৃত্ত নকৰে; আৰু তুমি নিজ প্ৰভুৰ আগত প্ৰাৰ্থনাত লাগি থাকাঁ, আৰু সেইবিলাকৰ অন্তৰ্গত নহ'বা যিবিলাকে আনক আল্লাৰ সমানে উপাস্য পাতে।

وَلَا يَصُدُّنَّكَ عَنْ اٰيٰتِ اللّٰهِ بَعْدَ اِذْ اُنْزِلَتْ اِلَيْكَ
وَادْعُ اِلٰى رَبِّكَ وَلَا تَكُوْنَنَّ مِنَ الْمُشْرِكِيْنَ ﴿٨٧﴾

৮৯) আৰু আল্লাৰ সৈতে অন্যান্য উপাস্যক আহ্বান নকৰিবাঁ; তেওঁত ভিন্ন আন উপাস্য নাই; তেওঁ অমৰ অনন্ত প্ৰকৃতিৰ, তেওঁত বিনে সমগ্ৰ বস্তুৱেঁই মৰণশীল; মহাবিচাৰৰ গৰাকী তেৱেঁই, আৰু তেওঁৰে কাষলৈ তোমালোকক ওভতাই নিয়া হ'ব।

وَلَا تَدْعُ مَعَ اللّٰهِ اِلٰهًا اٰخَرَ لَآ اِلٰهَ اِلَّا هُوَ كُلُّ
شَيْءٍ هَالِكٌ اِلَّا وَجْهَهٗ لَهُ الْحُكْمُ وَاِلَيْهِ تُرْجَعُوْنَ ﴿٨٨﴾



চূৰা ২৯ AL-'ANKABUT **আল্-'আন্‌কবুত ঃ মকৰা** মক্কাত অৱতীৰ্ণ

১) পৰম করুণাময়, পৰম দানশীল আল্লাৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

২) আলিফ্, লাম, মীম।

الٓمّٓ ②

৩) (অজ্ঞান) মানুহবিলাকে কেৱল 'আমি বিশ্বাস কৰিছোঁ' এই আষাৰ কথা কলেই যে সিহঁতক এৰি দিয়া হ'ব, আৰু সিহঁতৰ পৰীক্ষা লোৱা নহ'ব, এনে অনুমান কৰিছে নে?

اَحَسِبَ النَّاسُ اَنْ يُّتْرَكُوْٓا اَنْ يَّقُوْلُوْٓا اٰمَنَّا وَهُمْ لَا يُفْتَنُوْنَ ③

৪) আৰু স্বৰূপতে সিহঁতৰ পূৰ্ব্বগামীবিলাকৰো আমি পৰীক্ষা লৈছিলোঁ। গতিকে আল্লাই সত্যপৰায়ণসকলক নিশ্চয়কৈ জানি বেলেগ কৰিব; আৰু নিশ্চয়কৈ জানি পৃথক কৰিব অসত্যবাদী বিলাককো।

وَلَقَدْ فَتَنَّا الَّذِيْنَ مِنْ قَبْلِهِمْ فَلَيَعْلَمَنَّ اللّٰهُ الَّذِيْنَ صَدَقُوْا وَلَيَعْلَمَنَّ الْكٰذِبِيْنَ ④

৫) কি! যিবিলাকে কু-কাৰ্য্য কৰে সিহঁতে আমাৰ হাত সাৰিব বুলি ধাৰণা কৰিছে নে? এনে বিচাৰ কৰা সিহঁতৰ পক্ষে অন্যায়।

اَمْ حَسِبَ الَّذِيْنَ يَعْمَلُوْنَ السَّيِّاٰتِ اَنْ يَّسْبِقُوْنَا ۭ سَاۗءَ مَا يَحْكُمُوْنَ ⑤

৬) যিজনে আল্লাৰ সাক্ষাত লাভৰ আশা কৰে, (তেওঁ যেন জানি ৰাখে) ইয়াত কোনো সন্দেহ নাই আল্লাই নিৰ্দ্ধাৰিত কৰা সময় আহিবই, আৰু তেৱেঁই শ্ৰেষ্ঠ শ্ৰোতা, সৰ্ব্বজ্ঞাতা।

مَنْ كَانَ يَرْجُوْا لِقَاۗءَ اللّٰهِ فَاِنَّ اَجَلَ اللّٰهِ لَاٰتٍ ۭ وَهُوَ السَّمِيْعُ الْعَلِيْمُ ⑥

৭) আৰু যিজনে (আল্লাৰ কাৰণে) কঠোৰ পৰিশ্ৰম কৰে। যথাৰ্থতে তেওঁ নিজ আত্মাৰ মঙ্গলৰ নিমিত্তেহে তেনে পৰিশ্ৰম কৰে; একো সন্দেহ নাই, বিশ্ব জগতৰ সমগ্ৰ বিষয়ে আল্লা অভাৱহীন।

وَمَنْ جَاهَدَ فَاِنَّمَا يُجَاهِدُ لِنَفْسِهٖ ۭ اِنَّ اللّٰهَ لَغَنِيٌّ عَنِ الْعٰلَمِيْنَ ⑦

وَالَّذِيْنَ اٰمَنُوْا وَعَمِلُوا الصّٰلِحٰتِ لَنُكَفِّرَنَّ عَنْهُمْ سَيِّاٰتِهِمْ وَلَنَجْزِيَنَّهُمْ اَحْسَنَ الَّذِيْ كَانُوْا يَعْمَلُوْنَ ⑧

৮) আৰু যিসকলে বিশ্বাস স্থাপন কৰে আৰু সৎকাৰ্য্য কৰে, আমি তেওঁলোকৰ পৰা তেওঁলোকৰ অমঙ্গলসমূহ নিশ্চয়কৈ দূৰীভূত কৰিম; আৰু তেওঁলোকে যি সৎকাৰ্য্য কৰিছিল তাৰ বাবে আমি তেওঁলোকক অতি উৎকৃষ্ট প্ৰতিদান দিম।

وَوَصَّيْنَا الْاِنْسَانَ بِوَالِدَيْهِ حُسْنًا ۗ وَاِنْ جَاهَدٰكَ لِتُشْرِكَ بِيْ مَا لَيْسَ لَكَ بِهٖ عِلْمٌ فَلَا تُطِعْهُمَا ۗ اِلَيَّ مَرْجِعُكُمْ فَاُنَبِّئُكُمْ بِمَا كُنْتُمْ تَعْمَلُوْنَ ⑨

৯) আৰু আমি মানৱক নিজ পিতৃ-মাতৃৰ সৈতে সদয় ব্যৱহাৰ কৰিবলৈ উপদেশ দিছোঁ। কিন্তু যদি দুয়ো তোমাক এনে অংশী পাতিবলৈ বৰকৈ টানি ধৰে যাৰ সম্বন্ধে তোমাৰ কোনো জ্ঞান নাই, তেন্তে সিহঁতৰ কথা নুশুনিবা; মোৰ ওচৰলৈ হে হ'ব তোমালোকৰ প্ৰত্যাৱৰ্ত্তন; তেতিয়া যি কাৰ্য্যকে কৰিছিলা সেই বিষয়ে মই তোমালোকক জানিবলৈ দিম।

وَالَّذِيْنَ اٰمَنُوْا وَعَمِلُوا الصّٰلِحٰتِ لَنُدْخِلَنَّهُمْ فِي الصّٰلِحِيْنَ ⑩

১০) আৰু যিসকলে বিশ্বাস স্থাপন কৰিছে আৰু সৎকাৰ্য্য কৰিছে তেওঁলোকক আমি নিশ্চয় ধৰ্ম্মপৰায়ণসকলৰ অন্তৰ্ভুক্ত কৰিম।

وَمِنَ النَّاسِ مَنْ يَّقُوْلُ اٰمَنَّا بِاللّٰهِ فَاِذَآ اُوْذِيَ فِي اللّٰهِ جَعَلَ فِتْنَةَ النَّاسِ كَعَذَابِ اللّٰهِ ۗ وَلَىِٕنْ جَآءَ نَصْرٌ مِّنْ رَّبِّكَ لَيَقُوْلُنَّ اِنَّا كُنَّا مَعَكُمْ ۗ اَوَلَيْسَ اللّٰهُ بِاَعْلَمَ بِمَا فِيْ صُدُوْرِ الْعٰلَمِيْنَ ⑪

১১) আৰু মানুহৰ মাজত এনেবিলাকো আছে যিবিলাকে কয়, আমি আল্লাত বিশ্বাস স্থাপন কৰিছোঁ; কিন্তু যেতিয়া আল্লাৰ পথত উৎপীড়িত হয়, মানুহে দিয়া ক্লেশ-কষ্টক সিহঁতে আল্লাৰ শাস্তিস্বৰূপে জ্ঞান কৰে। আৰু যদি তোমাৰ প্ৰভুৰ ফালৰ পৰা সাহায্য আহে, সিহঁতে অৱশ্যে কয়, সঁচাকৈয়ে আমি তোমালোকৰ লগতেই আছিলোঁ। সমগ্ৰ জগতৰ মানৱজাতিৰ অন্তৰসমূহত যি আছে সকলো আল্লাই বঢ়িয়াকৈ নেজানে নে?

وَلَيَعْلَمَنَّ اللّٰهُ الَّذِيْنَ اٰمَنُوْا وَلَيَعْلَمَنَّ الْمُنٰفِقِيْنَ ⑫

১২) আৰু যিসকলে বিশ্বাস স্থাপন কৰিছে সেইসকলক আল্লাই নিশ্চয়কৈ জানি লৈ বেলেগ কৰিব, আৰু তেওঁ নিশ্চয়কৈ জানি লৈ পৃথক কৰিব কপটীয়া বিলাককো।

১৩) আৰু (তেতিয়া) অবিশ্বাসীবিলাকে বিশ্বাসীসকলক ক'ব, আমাৰ পথ অনুসৰণ কৰাঁ; তেনেহলে তোমালোকৰ অপৰাধীসমূহৰ ভাৰ আমি নিজেই বহন কৰিম। কিন্তু (জানি ৰাখাঁ) সিহঁতে সেইসকলৰ অকণমানো ভাৰ বহন নকৰিব ইয়াত কোনো সন্দেহ নাই, সিহঁত প্ৰকৃততে অসত্যবাদী।

وَقَالَ الَّذِينَ كَفَرُوا لِلَّذِينَ آمَنُوا اتَّبِعُوا سَبِيلَنَا وَلْنَحْمِلْ خَطَايَاكُمْ ۖ وَمَا هُم بِحَامِلِينَ مِنْ خَطَايَاهُم مِّن شَيْءٍ ۖ إِنَّهُمْ لَكَاذِبُونَ ﴿١٢﴾

১৪) আৰু অৱশ্যে সিহঁতে নিজৰ ভাৰ, আৰু নিজৰ ভাৰৰ লগতে আন বহুলোকৰ ভাৰো বহন কৰিব লাগিব; আৰু সিহঁতে যি মিছা সাজিছিল সেই সম্বন্ধে পুনৰুত্থানৰ দিনা সিহঁতক নিশ্চয় প্ৰশ্ন কৰা হ'ব।

وَلَيَحْمِلُنَّ أَثْقَالَهُمْ وَأَثْقَالًا مَّعَ أَثْقَالِهِمْ ۖ وَلَيُسْأَلُنَّ يَوْمَ الْقِيَامَةِ عَمَّا كَانُوا يَفْتَرُونَ ﴿١٣﴾

১৫) আৰু স্বৰূপতে আমি নূহক তেওঁৰ জাতিৰ ওচৰলৈ প্ৰেৰণ কৰিছিলোঁ; আৰু তেওঁ সিহঁতৰ মাজত পঞ্চাশ বছৰ কম এহেজাৰ বছৰ জুৰি অৱস্থান কৰিছিল। আৰু সিহঁতক মহা প্লাবনে আগুৰি ধৰিছিল, কিয়নো সিহঁত আছিল অন্যায়কাৰী।

وَلَقَدْ أَرْسَلْنَا نُوحًا إِلَىٰ قَوْمِهِ فَلَبِثَ فِيهِمْ أَلْفَ سَنَةٍ إِلَّا خَمْسِينَ عَامًا فَأَخَذَهُمُ الطُّوفَانُ وَهُمْ ظَالِمُونَ ﴿١٤﴾

১৬) তেতিয়া আমি তেওঁক আৰু নাৱত উঠা মানুহবোৰক ৰক্ষা কৰিছিলোঁ আৰু এই ঘটনাক সমগ্ৰ জগতৰ কাৰণে নিদৰ্শনস্বৰূপ কৰিছিলোঁ।

فَأَنجَيْنَاهُ وَأَصْحَابَ السَّفِينَةِ وَجَعَلْنَاهَا آيَةً لِّلْعَالَمِينَ ﴿١٥﴾

১৭) আৰু (আমি প্ৰেৰণ কৰিছিলোঁ) ইব্ৰাহিমকো। তেওঁ নিজ জাতিক (উপদেশ দি) কৈছিল, তোমালোকে আল্লাৰেই আৰাধনা কৰিবা, আৰু তেওঁলৈ ভয় ৰাখি চলিবা; সেয়ে তোমালোকৰ কাৰণে মঙ্গলজনক, যদিহে তোমালোকৰ জ্ঞান থাকে।

وَإِبْرَاهِيمَ إِذْ قَالَ لِقَوْمِهِ اعْبُدُوا اللَّهَ وَاتَّقُوهُ ۖ ذَٰلِكُمْ خَيْرٌ لَّكُمْ إِن كُنتُمْ تَعْلَمُونَ ﴿١٦﴾

১৮) তোমালোকে আল্লাক এৰি প্ৰতিমাসমূহৰ পূজা কৰিছা মাথোন; আৰু অসত্যৰ সৃষ্টি

إِنَّمَا تَعْبُدُونَ مِن دُونِ اللَّهِ أَوْثَانًا وَتَخْلُقُونَ

إِفْكًا ۚ إِنَّ الَّذِينَ تَعْبُدُونَ مِنْ دُونِ اللَّهِ لَا يَمْلِكُونَ
لَكُمْ رِزْقًا فَابْتَغُوا عِنْدَ اللَّهِ الرِّزْقَ وَاعْبُدُوهُ
وَاشْكُرُوا لَهُ ۖ إِلَيْهِ تُرْجَعُونَ ۝١٧

কৰিছা; বাস্তৱিকতে যিবিলাকৰ পূজা কৰিছা সেইবিলাক তোমালোকক জীৱিকা দিবলৈ অক্ষম। গতিকে তোমালোকে আল্লাৰ কাষৰ পৰাহে জীৱিকা বিচাৰা, আৰু তেওঁৰেই আৰাধনা কৰা আৰু তেওঁৰেই শলাগ লৈ থাকাঁ; তেওঁৰ পিনে তোমালোকক ওভতাই নিয়া হ'ব।

وَإِنْ تُكَذِّبُوا فَقَدْ كَذَّبَ أُمَمٌ مِنْ قَبْلِكُمْ ۖ وَمَا
عَلَى الرَّسُولِ إِلَّا الْبَلَاغُ الْمُبِينُ ۝١٨

১৮) কিন্তু যদি তোমালোকে (আল্লাৰ প্ৰেৰিতসকলক) মিথ্যাবাদী বুলি অগ্ৰাহ্য কৰা, (তেন্তে জানিবা) তোমালোকৰ পূৰ্ব্ববৰ্ত্তীবিলাকৰ বহুতেও (সেইদৰে) তেওঁলোকক মিথ্যাবাদী বুলি অগ্ৰাহ্য কৰিছিল; বাস্তৱিকতে লোকক (সত্যৰ) আহ্বান মুকলিকৈ জনাবৰ বাহিৰে ৰচুলৰ ওপৰত আৰু দায়িত্ব নাই।

أَوَلَمْ يَرَوْا كَيْفَ يُبْدِئُ اللَّهُ الْخَلْقَ ثُمَّ يُعِيدُهُ ۚ
إِنَّ ذَٰلِكَ عَلَى اللَّهِ يَسِيرٌ ۝١٩

১৯) সিহঁতে ভাবি চোৱা নাই নে, আল্লাই কেনেকৈ (মানৱক) আদিতে সৃষ্টি কৰে, তাৰ পিছত তেৱেঁই পুনৰায় জীৱিত কৰে? এনে কাৰ্য্য নিশ্চয় আল্লাৰ পক্ষে অতি সহজ।

قُلْ سِيرُوا فِي الْأَرْضِ فَانْظُرُوا كَيْفَ بَدَأَ الْخَلْقَ
ثُمَّ اللَّهُ يُنْشِئُ النَّشْأَةَ الْآخِرَةَ ۚ إِنَّ اللَّهَ عَلَىٰ كُلِّ
شَيْءٍ قَدِيرٌ ۝٢٠

২০) (হে মহম্মদ,) তুমি কোৱাঁ, তোমালোকে পৃথিৱীত পৰিভ্ৰমণ কৰি চোৱাঁ, তেওঁ কেনেকৈ জগতৰ সৃষ্টি আৰম্ভ কৰিলে; পিছত তেওঁ ক্ৰমান্বয়ে শেহৰ সৃষ্টিৰ বিকাশ কৰে; নিশ্চয় সকলো প্ৰকাৰ্ সৃষ্টিৰ পূৰ্ণ ক্ষমতা আছে আল্লাৰ।

يُعَذِّبُ مَنْ يَشَاءُ وَيَرْحَمُ مَنْ يَشَاءُ ۖ وَإِلَيْهِ تُقْلَبُونَ ۝٢١

২১) তেওঁ যাকে ইচ্ছা তাকে শাস্তি দিয়ে আৰু যাকে ইচ্ছা তাকে কৰুণা দান কৰে; আৰু তেওঁৰে কাষলৈ তোমালোকক ওভতাই নিয়া হ'ব।

وَمَا أَنْتُمْ بِمُعْجِزِينَ فِي الْأَرْضِ وَلَا فِي السَّمَاءِ ۖ وَ
مَا لَكُمْ مِنْ دُونِ اللَّهِ مِنْ وَلِيٍّ وَلَا نَصِيرٍ ۝٢٢

২২) আৰু তোমালোকে (বিধিৰ বিধান) প্ৰতিৰোধ কৰিবলৈ সমূলি অপাৰগ, পৃথিৱীত নাইবা আকাশত; আৰু আল্লাত বিনে তোমালোকৰ কোনো বন্ধু নাই, আৰু কোনো সহায় কৰোঁতাও নাই।

২৪) আৰু যিবিলাকে আল্লাৰ নিদৰ্শনসমূহত আৰু তেওঁৰ দৰ্শনলাভত বিশ্বাস নকৰে, সিহঁতে মোৰ কৰুণাৰ আশা পৰিহাৰ কৰিছে: আৰু সিহঁতৰ কাৰণেই থাকিব যন্ত্ৰণাদায়ক শাস্তি।

وَالَّذِينَ كَفَرُوا بِآيَاتِ اللَّهِ وَلِقَائِهِ أُولَٰئِكَ يَئِسُوا مِن رَّحْمَتِي وَأُولَٰئِكَ لَهُمْ عَذَابٌ أَلِيمٌ ﴿٢٣﴾

২৫) আৰু ইব্ৰাহিমৰ জাতিৰ (তেওঁৰ আহ্বানৰ) উত্তৰ একেযাৰ কথাৰ বাজে আন একো নাছিল; (সিহঁতে নিজ দলক কৈছিল) ইব্ৰাহিমক নিহত কৰাঁ, নাইবা তেওঁক জুইত পুৰি মাৰা। কিন্তু আল্লাই তেওঁক অগ্নিৰ পৰা ৰক্ষা কৰিলে: বিশ্বাস স্থাপনকাৰীসকলৰ নিমিত্তে নিশ্চয় ইয়াত আছে বহু নিদৰ্শন।

فَمَا كَانَ جَوَابَ قَوْمِهِ إِلَّا أَن قَالُوا اقْتُلُوهُ أَوْ حَرِّقُوهُ فَأَنجَاهُ اللَّهُ مِنَ النَّارِ ۚ إِنَّ فِي ذَٰلِكَ لَآيَاتٍ لِّقَوْمٍ يُؤْمِنُونَ ﴿٢٤﴾

২৬) আৰু ইব্ৰাহিমে কলে, পাৰ্থিৱ জীৱনত তোমালোকে পৰস্পৰৰ বন্ধুত্ব অক্ষুণ্ণ ৰাখিবৰ অৰ্থে আল্লাক এৰি কেৱল প্ৰতিমাসমূহৰ (পূজা কৰিবলৈ) লৈছা; কিন্তু শেহত পুনৰুত্থানৰ দিনা তোমালোকৰ ইজনে সিজনক অস্বীকাৰ কৰিব, আৰু তোমালোকৰ ইজনে সিজনক অভিশাপ দিব; আৰু তোমালোকৰ আশ্ৰয়স্থল হ'ব নৰকৰ অগ্নি, আৰু তোমালোকৰ সহায়কাৰী কেও নোলাব।

وَقَالَ إِنَّمَا اتَّخَذْتُم مِّن دُونِ اللَّهِ أَوْثَانًا مَّوَدَّةَ بَيْنِكُمْ فِي الْحَيَاةِ الدُّنْيَا ۖ ثُمَّ يَوْمَ الْقِيَامَةِ يَكْفُرُ بَعْضُكُم بِبَعْضٍ وَيَلْعَنُ بَعْضُكُم بَعْضًا وَمَأْوَاكُمُ النَّارُ وَمَا لَكُم مِّن نَّاصِرِينَ ﴿٢٥﴾

২৭) পিছত লুতে তেওঁত বিশ্বাস কৰিলত ইব্ৰাহিমে কলে, অৱশ্যে মই আল্লাৰ ওপৰত নিৰ্ভৰ কৰি দেশ ত্যাগ কৰিবলৈ ওলাইছোঁ; নিশ্চয় তেৱেঁই শক্তিসম্পন্ন, শ্ৰেষ্ঠ জ্ঞানী।

وقف لازم فَآمَنَ لَهُ لُوطٌ ۘ وَقَالَ إِنِّي مُهَاجِرٌ إِلَىٰ رَبِّي ۖ إِنَّهُ هُوَ الْعَزِيزُ الْحَكِيمُ ﴿٢٦﴾

২৮) আৰু আমি ইব্ৰাহিমক ইচ্‌হাক্ আৰু ইয়া'কুব দান কৰিছিলোঁ আৰু তেওঁৰ বংশধৰ সলৰ প্ৰতি (বিশেষ দান স্বৰূপ) নিৰ্ণয় কৰিছিলোঁ নবী প্ৰেৰণ আৰু ধৰ্ম্মগ্ৰন্থ; আৰু ইহলোকত তেওঁক তেওঁৰ প্ৰাপ্য প্ৰতিদান দিছিলোঁ; আৰু কোনো সন্দেহ নাই পৰলোকতো তেওঁ ধৰ্ম্মপৰায়ণসকলৰ অন্তৰ্গত হ'ব।

وَوَهَبْنَا لَهُ إِسْحَاقَ وَيَعْقُوبَ وَجَعَلْنَا فِي ذُرِّيَّتِهِ النُّبُوَّةَ وَالْكِتَابَ وَآتَيْنَاهُ أَجْرَهُ فِي الدُّنْيَا ۖ وَإِنَّهُ فِي الْآخِرَةِ لَمِنَ الصَّالِحِينَ ﴿٢٧﴾

وَلُوْطًا اِذْ قَالَ لِقَوْمِهٖۤ اِنَّكُمْ لَتَاْتُوْنَ الْفَاحِشَةَ٘ مَا
سَبَقَكُمْ بِهَا مِنْ اَحَدٍ مِّنَ الْعٰلَمِيْنَ ﴿٢٩﴾

২৯) আৰু (আমিয়ে প্ৰেৰণ কৰিছিলোঁ) লুতকো; তেতিয়া তেওঁ নিজৰ জাতিক কৈছিল, তোমালোকে নিশ্চয় এনে কাৰ্য্য কৰিছা যি দেখাতেই অতি নিৰ্গত, যি সমগ্ৰ জগতত তোমালোকৰ পূৰ্ব্বে কোনেও কৰা নাছিল।

اَئِنَّكُمْ لَتَاْتُوْنَ الرِّجَالَ وَتَقْطَعُوْنَ السَّبِيْلَ ۙ۬ وَ
تَاْتُوْنَ فِيْ نَادِيْكُمُ الْمُنْكَرَ ؕ فَمَا كَانَ جَوَابَ قَوْمِهٖۤ
اِلَّاۤ اَنْ قَالُوا ائْتِنَا بِعَذَابِ اللّٰهِ اِنْ كُنْتَ مِنَ
الصّٰدِقِيْنَ ﴿٣٠﴾

৩০) তোমালোকে (কাম প্ৰবৃত্তি চৰিতাৰ্থ কৰিবলৈ) পুৰুষবিলাকৰ ওচৰ চাপাগৈ, আৰু দস্যুতা কৰিবৰ অৰ্থে পথ অবৰোধ কৰা; আৰু তোমালোকে নিজৰ সভা-সমিতিত অসৎ কাৰ্য্য সম্বন্ধে পৰামৰ্শ কৰা। কিন্তু তেওঁৰ জাতিৰ একেষাৰ কথাৰ বাজে আন উত্তৰ নাছিল,—ভাল, তুমি আমাৰ প্ৰতি আল্লাৰ শাস্তি নমাই আনা, যদিহে তুমি সত্যবাদীসকলৰ এজন হোৱা।

ع قَالَ رَبِّ انْصُرْنِيْ عَلَى الْقَوْمِ الْمُفْسِدِيْنَ ﴿٣١﴾

৩১) তেওঁ (আল্লাৰ ওচৰত) প্ৰাৰ্থনা কৰিলে, হে মোৰ প্ৰভু অনিষ্টকাৰী বিলাকৰ বিৰুদ্ধে মোক তুমি সহায় কৰাঁ।

وَلَمَّا جَآءَتْ رُسُلُنَاۤ اِبْرٰهِيْمَ بِالْبُشْرٰى ۙ قَالُوْۤا اِنَّا
مُهْلِكُوْۤا اَهْلِ هٰذِهِ الْقَرْيَةِ ۚ اِنَّ اَهْلَهَا كَانُوْا
ظٰلِمِيْنَ ﴿٣٢﴾

৩২) আৰু তেতিয়া আমাৰ প্ৰেৰিত দূতসকল শুভ-সংবাদ লৈ ইব্ৰাহিমৰ ওচৰলৈ আহিল; তেওঁলোকে ক'লে, এই নগৰৰ অধিবাসীবিলাকক আমি নিশ্চয় ধ্বংস কৰিবৰ অৰ্থে আহিছোঁ; ইয়াৰ অধিবাসীবিলাক প্ৰকৃততে অন্যায়কাৰী।

قَالَ اِنَّ فِيْهَا لُوْطًا ؕ قَالُوْا نَحْنُ اَعْلَمُ بِمَنْ فِيْهَا ٚ
لَنُنَجِّيَنَّهٗ وَاَهْلَهٗۤ اِلَّا امْرَاَتَهٗ ۫ كَانَتْ مِنَ
الْغٰبِرِيْنَ ﴿٣٣﴾

৩৩) তেওঁ ক'লে, ইয়াৰ ভিতৰত (কিন্তু) নিশ্চয় লুতো আছে। তেওঁলোকে কলে, এইখন নগৰত কোন আছে আমি ভালকৈ জানো; আমি তেওঁক, আৰু তেওঁৰ গোটেই পৰিয়ালক নিশ্চয় ৰক্ষা কৰিম, তেওঁৰ পত্নীক এৰি; তেওঁৰ পত্নী আছিল পিছ পৰি থকাবিলাকৰ অন্তৰ্গত।

وَلَمَّاۤ اَنْ جَآءَتْ رُسُلُنَا لُوْطًا سِيْٓءَ بِهِمْ وَضَاقَ بِهِمْ

৩৪) আৰু যেতিয়া আমাৰ দূতসকল লুতৰ ওচৰ পালেহি, তেওঁলোকৰ বাবে তেওঁ দুখ কৰিলে,

আৰু তেওঁলোকক ৰক্ষা কৰিবৰ ক্ষমতা তেওঁৰ নাই ভাবি উদ্বিগ্ন হ'ল। তাকে দেখি তেওঁলোকে কলে, তুমি ভয় নকৰিবা আৰু বেজাৰো নকৰিবা ; আমি তোমাৰ পত্নী ভিন্ন তোমাক, আৰু তোমাৰ গোটেই পৰিয়ালক নিশ্চয় ৰক্ষা কৰিম ; তেওঁ পিছ পৰি থকাবিলাকৰ অন্তৰ্গত।

ذَرْعًا وَّقَالُوْا لَا تَخَفْ وَلَا تَحْزَنْ اِنَّا مُنَجُّوْكَ وَاَهْلَكَ اِلَّا امْرَاَتَكَ كَانَتْ مِنَ الْغٰبِرِيْنَ ﴿٣٣﴾

৩৫) এইখন নগৰৰ অধিবাসীবিলাকৰ প্ৰতি আকাশৰ পৰা নিশ্চয় আমি (আল্লাৰ স্থিৰীকৃত) শাস্তি নমাই আনিম, কিয়নো সিহঁতে বিৰুদ্ধাচৰণ কৰিছিল।

اِنَّا مُنْزِلُوْنَ عَلٰۤى اَهْلِ هٰذِهِ الْقَرْيَةِ رِجْزًا مِّنَ السَّمَآءِ بِمَا كَانُوْا يَفْسُقُوْنَ ﴿٣٤﴾

৩৬) আৰু স্বৰূপতে ইয়াৰ মাজতে বোধশক্তি থকা লোকৰ কাৰণে আমি নিশ্চয় সুস্পষ্ট নিদৰ্শন ৰাখি থৈছোঁ ;

وَلَقَدْ تَّرَكْنَا مِنْهَاۤ اٰيَةًۢ بَيِّنَةً لِّقَوْمٍ يَّعْقِلُوْنَ ﴿٣٥﴾

৩৭) আৰু মদ্‌য়ন্ জাতিলৈ সিহঁতৰ ভাই-ককাইৰ মাজৰ শ্বো'আইব নামে এজনক আমি প্ৰেৰণ কৰিছিলোঁ ; আৰু তেওঁ এনেদৰে উপদেশ দিছিল, হে মোৰ জাতি, কেৱল আল্লাৰেই আৰাধনা কৰিবা, আৰু (বিচাৰৰ) শেষ দিনলৈ ভয় ৰাখি চলিবা, আৰু অন্যায় আচৰণৰ দবাৰা দেশত অশান্তি বিস্তাৰ নকৰিবা।

وَاِلٰى مَدْيَنَ اَخَاهُمْ شُعَيْبًا ۙ فَقَالَ يٰقَوْمِ اعْبُدُوا اللّٰهَ وَارْجُوا الْيَوْمَ الْاٰخِرَ وَلَا تَعْثَوْا فِى الْاَرْضِ مُفْسِدِيْنَ ﴿٣٦﴾

৩৮) কিন্তু সিহঁতে তেওঁক মিথ্যাবাদী গণ্য কৰি তেওঁৰ কথাত কাণ নিদিলে ; ফলত সিহঁতক ভূমিকম্পই ধৰিলে ; সিহঁত নিজৰ ঘৰতে উবুৰি খাই পৰি থাকিল।

فَكَذَّبُوْهُ فَاَخَذَتْهُمُ الرَّجْفَةُ فَاَصْبَحُوْا فِىْ دَارِهِمْ جٰثِمِيْنَ ﴿٣٧﴾

৩৯) আৰু আদ আৰু ছমুদ দুয়ো জাতিকে (আমি ধ্বংস কৰিছিলোঁ), আৰু সিহঁতৰ বাসস্থানসমূহৰ (ভগ্নাৱশেষৰ) পৰা সিহঁতৰ কি অৱস্থা হৈছিল তোমালোকৰ আগত প্ৰকাশ হৈ পৰিছে। বাস্তৱতে শ্বয়তানে সিহঁতৰ কাৰ্য্যাৱলী

وَعَادًا وَّثَمُوْدَا۠ وَقَدْ تَّبَيَّنَ لَكُمْ مِّنْ مَّسٰكِنِهِمْ وَزَيَّنَ لَهُمُ الشَّيْطٰنُ اَعْمَالَهُمْ فَصَدَّهُمْ عَنِ السَّبِيْلِ وَ

كَانُوْا مُسْتَبْصِرِيْنَ ﴿٣٩﴾

সিহঁতক শোভনীয় কৰি দেখুৱাইছিল, আৰু সুপথৰ পৰা সিহঁতক প্ৰতিৰোধ কৰিছিল, অথচ সিহঁত আছিল দৃষ্টিশালী।

وَقَارُوْنَ وَفِرْعَوْنَ وَهَامٰنَ ۖ وَلَقَدْ جَآءَهُمْ مُّوْسٰی بِالْبَيِّنٰتِ فَاسْتَكْبَرُوْا فِي الْاَرْضِ وَمَا كَانُوْا سٰبِقِيْنَ ﴿٤٠﴾

৪০) আৰু কাৰুণ আৰু ফিৰৌন আৰু হামানকো (আমি বিধ্বংস কৰিছিলোঁ); স্বৰূপতে প্ৰত্যক্ষ প্ৰমাণসমূহ লৈ মুচা সিহঁতৰ ওচৰলৈ আহিলতো সিহঁতে দেশত অতিকৈ অহঙ্কাৰ কৰি ফুৰিছিল; কিন্তু সিহঁতে শাস্তিৰ পৰা হাত সাঁৰিব নোৱাৰিলে।

فَكُلًّا اَخَذْنَا بِذَنْۢبِهٖ ۚ فَمِنْهُمْ مَّنْ اَرْسَلْنَا عَلَيْهِ حَاصِبًا ۚ وَمِنْهُمْ مَّنْ اَخَذَتْهُ الصَّيْحَةُ ۚ وَمِنْهُمْ مَّنْ خَسَفْنَا بِهِ الْاَرْضَ ۚ وَمِنْهُمْ مَّنْ اَغْرَقْنَا ۚ وَمَا كَانَ اللّٰهُ لِيَظْلِمَهُمْ وَلٰكِنْ كَانُوْا اَنْفُسَهُمْ يَظْلِمُوْنَ ﴿٤١﴾

৪১) কথা এই, আমি প্ৰত্যেককে তাৰ পাপৰ বাবে ধৰিলোঁ। সিহঁতৰ কিছুমানৰ প্ৰতি প্ৰবল ধুমুহা বতাহ প্ৰবাহিত কৰিলোঁ; আৰু সিহঁতৰ কিছুমানক ভীষণ ভূমিকম্পৰ গুম্‌গুমনিয়ে ধৰিলে; আৰু সিহঁতৰ কিছুমানক আমি মাটিত পোত খোৱাই বিলীন কৰিলোঁ; আৰু সিহঁতৰ আন কিছুমানক পানীত বুৰাই মাৰিলোঁ। কিন্তু কাৰো প্ৰতি অন্যায় কৰা আল্লাৰ নিয়ম নহয়; বৰং সিহঁতে নিজেই নিজৰ প্ৰতি অন্যায় কৰিছিল।

مَثَلُ الَّذِيْنَ اتَّخَذُوْا مِنْ دُوْنِ اللّٰهِ اَوْلِيَآءَ كَمَثَلِ الْعَنْكَبُوْتِ ۖ اِتَّخَذَتْ بَيْتًا ۖ وَاِنَّ اَوْهَنَ الْبُيُوْتِ لَبَيْتُ الْعَنْكَبُوْتِ ۘ لَوْ كَانُوْا يَعْلَمُوْنَ ﴿٤٢﴾ وقف لازم

৪২) যিবিলাকে আল্লাত ভিন্ন আন বন্ধুবিলাক গ্ৰহণ কৰে সিহঁতৰ তুলনা ৰজে মকৰাৰ সৈতে; মকৰাই (অতি পৰিশ্ৰমেৰে) নিজৰ ঘৰ (জাল) সাজে; কিন্তু নিশ্চয় ঘৰবোৰৰ মাজত মকৰাৰ ঘৰেই হৈছে সৰ্ব্বাপেক্ষা আশকতীয়া; যদিহে সিহঁতে তাকে জনাহেঁতেন!

اِنَّ اللّٰهَ يَعْلَمُ مَا يَدْعُوْنَ مِنْ دُوْنِهٖ مِنْ شَيْءٍ ۚ وَهُوَ الْعَزِيْزُ الْحَكِيْمُ ﴿٤٣﴾

৪৩) সিহঁতে আল্লাক এৰি যিহকেই উপাস্যৰূপে আহ্বান কৰে তেওঁ জানে; আৰু তেৱেঁই সৰ্ব্বশক্তিমান, শ্ৰেষ্ঠ গুণী।

وَتِلْكَ الْاَمْثَالُ نَضْرِبُهَا لِلنَّاسِ ۚ وَمَا يَعْقِلُهَاۤ اِلَّا الْعٰلِمُوْنَ ﴿٤٤﴾

৪৪) আৰু মানৱজাতিৰ কাৰণে আমি এনেবোৰ উপমাৰ অৱতাৰণা কৰোঁ, কিন্তু জ্ঞানবানসকলৰ বাজে কোনেও সেইবোৰ উপলব্ধি নকৰে।

৪৫) আল্লাই গগন-মণ্ডল আৰু পৃথিৱী সত্যৰ সৈতে সৃজন কৰিছে; কোনো সন্দেহ নাই, বিশ্বাসীসকলৰ নিমিত্তে ইয়াৰ মাজত অৱশ্যে আছে নিদৰ্শন।

خَلَقَ اللّٰهُ السَّمٰوٰتِ وَالْاَرْضَ بِالْحَقِّ ۚ اِنَّ فِيْ ذٰلِكَ لَاٰيَةً لِّلْمُؤْمِنِيْنَ ﴿۴۵﴾

## একবিংশ পাৰা

—উত্‌লু-মা-উহিয়া—

৪৬) (হে মহম্মদ,) যি ধৰ্ম্মগ্ৰন্থ তোমাৰ প্ৰতি প্ৰত্যাদেশ কৰা হৈছে তাৰে পৰা পাঠ কৰাঁ; আৰু নমাজৰ অনুষ্ঠান কৰাঁ; বাস্তৱতে নমাজে প্ৰকাশ্য অশ্লীলতা আৰু অসৎ আচৰণৰ পৰা (মানুহক) বিৰত ৰাখে; আৰু অৱশ্যে আল্লাৰ স্মৰণ সৰ্ব্বশ্ৰেষ্ঠ; আৰু তোমালোকে যি কাৰ্য্যকে কৰা আল্লাই তাক (ভালকৈ) জানে।

اُتْلُ مَاۤ اُوْحِيَ اِلَيْكَ مِنَ الْكِتٰبِ وَاَقِمِ الصَّلٰوةَ ؕ اِنَّ الصَّلٰوةَ تَنْهٰى عَنِ الْفَحْشَآءِ وَالْمُنْكَرِ ؕ وَلَذِكْرُ اللّٰهِ اَكْبَرُ ؕ وَاللّٰهُ يَعْلَمُ مَا تَصْنَعُوْنَ ﴿۴۶﴾

৪৭) আৰু পুথিপোৱাসকলৰ সৈতে তোমালোকে এনেভাৱেহে (ধৰ্ম্ম বিষয়ে) তৰ্ক কৰিবা যি অতি উত্তম; অৱশ্যে তেওঁলোকৰ মাজত এনেবিলাকো আছে যি অন্যায়কাৰী; আৰু তেওঁলোকক কোৱাঁ, আমাৰ প্ৰতি যি অৱতীৰ্ণ কৰা হৈছে, আৰু তোমালোকৰ প্ৰতিও যি অৱতীৰ্ণ কৰা হৈছে তাত আমি বিশ্বাস কৰিছোঁ, আৰু আমাৰ উপাস্য আৰু তোমালোকৰ উপাস্য একেজনেই; আৰু তেওঁৰেই প্ৰতি আমি আত্মসমৰ্পণ কৰিছোঁ।

وَلَا تُجَادِلُوْۤا اَهْلَ الْكِتٰبِ اِلَّا بِالَّتِيْ هِيَ اَحْسَنُ ۖ اِلَّا الَّذِيْنَ ظَلَمُوْا مِنْهُمْ وَقُوْلُوْۤا اٰمَنَّا بِالَّذِيْۤ اُنْزِلَ اِلَيْنَا وَاُنْزِلَ اِلَيْكُمْ وَاِلٰهُنَا وَاِلٰهُكُمْ وَاحِدٌ وَّنَحْنُ لَهٗ مُسْلِمُوْنَ ﴿۴۷﴾

৪৮) আৰু এইদৰেই তোমাৰ প্ৰতি আমি ধৰ্ম্মগ্ৰন্থ (কোৰ্‌-আন) অৱতীৰ্ণ কৰিছোঁ। সেই দেখি যিসকলক আমি (পূৰ্ব্বে) ধৰ্ম্মগ্ৰন্থ দান কৰিছিলোঁ সেইসকলে তাত (আচলতে) বিশ্বাস কৰে; আৰু (মক্কাবাসীবিলাকৰো) কিছুমানে তাত বিশ্বাস কৰে। কিন্তু আমঠ অবিশ্বাসীবিলাকক এৰি আমাৰ নিদৰ্শনসমূহ কোনেও অবিশ্বাস নকৰে।

وَكَذٰلِكَ اَنْزَلْنَاۤ اِلَيْكَ الْكِتٰبَ ؕ فَالَّذِيْنَ اٰتَيْنٰهُمُ الْكِتٰبَ يُؤْمِنُوْنَ بِهٖ ۚ وَمِنْ هٰۤؤُلَآءِ مَنْ يُّؤْمِنُ بِهٖ ؕ وَمَا يَجْحَدُ بِاٰيٰتِنَاۤ اِلَّا الْكٰفِرُوْنَ ﴿۴۸﴾

৪৯) আৰু (হে মহম্মদ,) ইতিপূৰ্ব্বে তুমি কোনো পুথি পাঠ কৰা নাছিলা, আৰু নিজৰ সোঁ হাতেৰে

وَمَا كُنْتَ تَتْلُوْا مِنْ قَبْلِهٖ مِنْ كِتٰبٍ وَّلَا تَخُطُّهٗ بِيَمِيْنِكَ

إِذًا لَّارْتَابَ الْمُبْطِلُونَ ﴿٤٩﴾

এনে পুঁথি লিখাও নাছিলা; তেনে কৰা হ'লে সেইবিলাকে নিশ্চয় সন্দেহ কৰিলেহেঁতেন যিবিলাকে অসত্য কথা ক'বলৈ দিবধা নকৰে।

بَلْ هُوَ آيَاتٌ بَيِّنَاتٌ فِي صُدُورِ الَّذِينَ أُوتُوا الْعِلْمَ ۚ وَمَا يَجْحَدُ بِآيَاتِنَا إِلَّا الظَّالِمُونَ ﴿٥٠﴾

৫০) যথাৰ্থ কথা এই, যিসকলক (সত্যৰ) জ্ঞান দিয়া হৈছে সেইসকলৰ অন্তৰসমূহত এই কোৰ্-আন সুস্পষ্ট নিদৰ্শনসমূহৰূপে বিৰাজমান; আৰু যিবিলাক অন্যায়কাৰী সিহঁতৰ বাহিৰে কোনেও আমাৰ নিদৰ্শনসমূহ অস্বীকাৰ নকৰে।

وَقَالُوا لَوْلَا أُنزِلَ عَلَيْهِ آيَاتٌ مِّن رَّبِّهِ ۖ قُلْ إِنَّمَا الْآيَاتُ عِندَ اللَّهِ وَإِنَّمَا أَنَا نَذِيرٌ مُّبِينٌ ﴿٥١﴾

৫১) আৰু সিহঁতে সোধে, তেওঁৰ প্ৰতি তেওঁৰ প্ৰভুৰ পৰা নিদৰ্শনসমূহ কিয় অৱতীৰ্ণ হোৱা নাই? তুমি উত্তৰ দিয়াঁ, নিদৰ্শনসমূহ আছে আল্লাৰ সন্নিধানত; বাস্তৱতে মই এজন প্ৰকাশ্য সতৰ্ককাৰী মাথোন।

أَوَلَمْ يَكْفِهِمْ أَنَّا أَنزَلْنَا عَلَيْكَ الْكِتَابَ يُتْلَىٰ عَلَيْهِمْ ۚ إِنَّ فِي ذَٰلِكَ لَرَحْمَةً وَذِكْرَىٰ لِقَوْمٍ يُؤْمِنُونَ ﴿٥٢﴾

৫২) আমি যে তোমাৰ প্ৰতি গ্ৰন্থখন (কোৰ্-আন) অৱতীৰ্ণ কৰিছোঁ, যি সিহঁতৰ আগত পাঠ কৰা হয়, ই সিহঁতৰ নিমিত্তে যথেষ্ট নহয় নে? ইয়াত সন্দেহ নাই, বিশ্বাসী লোকসকলৰ নিমিত্তে ইয়াৰ মাজত আছে কৰুণা আৰু সোঁৱৰণী।

قُلْ كَفَىٰ بِاللَّهِ بَيْنِي وَبَيْنَكُمْ شَهِيدًا ۖ يَعْلَمُ مَا فِي السَّمَاوَاتِ وَالْأَرْضِ ۗ وَالَّذِينَ آمَنُوا بِالْبَاطِلِ وَكَفَرُوا بِاللَّهِ أُولَٰئِكَ هُمُ الْخَاسِرُونَ ﴿٥٣﴾

৫৩) (হে মহম্মদ,) তুমি কোৱাঁ, মোৰ আৰু তোমালোকৰ মাজত সাক্ষীৰূপে আল্লাই যথেষ্ট: আকাশমণ্ডলী আৰু পৃথিৱীত যি আছে সমস্ত তেওঁ জানে; আৰু যিবিলাকে অসত্যত বিশ্বাস কৰে, কিন্তু আল্লাত বিশ্বাস নকৰে, সেইবিলাকেই হ'ব ক্ষতিগ্ৰস্ত।

وَيَسْتَعْجِلُونَكَ بِالْعَذَابِ ۚ وَلَوْلَا أَجَلٌ مُّسَمًّى لَّجَاءَهُمُ الْعَذَابُ وَلَيَأْتِيَنَّهُم بَغْتَةً وَهُمْ لَا يَشْعُرُونَ ﴿٥٤﴾

৫৪) আৰু সিহঁতে তোমাৰ ওচৰত (প্ৰতিশ্ৰুত) শাস্তি অহা বিষয়ে খৰ-খেদা কৰিছে; কিন্তু তাৰ সময় নিৰূপিত নথকা হ'লে, অৱশ্যে সেই শাস্তি (এতিয়ালৈকে) সিহঁতৰ ওচৰ পালেহিহেঁতেন। আৰু সেই শাস্তি নিশ্চয়কৈ সিহঁতৰ ওপৰত আকস্মিকভাৱে পৰিব, আৰু সিহঁতে তাৰ গমকে নাপাব।

يَسْتَعْجِلُوْنَكَ بِالْعَذَابِ ۗ وَاِنَّ جَهَنَّمَ لَمُحِيْطَةٌۢ بِالْكٰفِرِيْنَ ﴿٥٥﴾

৫৫) সিহঁতে (প্ৰতিশ্ৰুত) শাস্তি অহা সম্বন্ধে তোমাৰ ওচৰত খৰ-খেদা কৰিব ধৰিছে; ইয়াত সন্দেহ নাই, অবিশ্বাসীবিলাকক নৰকে অৱশ্যে আগুৰি ধৰিব।

يَوْمَ يَغْشٰىهُمُ الْعَذَابُ مِنْ فَوْقِهِمْ وَمِنْ تَحْتِ اَرْجُلِهِمْ وَيَقُوْلُ ذُوْقُوْا مَا كُنْتُمْ تَعْمَلُوْنَ ﴿٥٦﴾

৫৬) সেইদিন আহিব ধৰিছে যেতিয়া সিহঁতক শাস্তিয়ে সিহঁতৰ ওপৰৰ পৰা আৰু সিহঁতৰ ভৰিৰ তলৰ পৰা আবৰিত কৰিব, আৰু (তেতিয়া) আল্লাই ক'ব, যেনে কাৰ্য্য তোমালোকে কৰিছিলা, আজি তাৰ (প্ৰতিফলৰ) সোৱাদ লোৱাঁ।

يٰعِبَادِيَ الَّذِيْنَ اٰمَنُوْۤا اِنَّ اَرْضِيْ وَاسِعَةٌ فَاِيَّايَ فَاعْبُدُوْنِ ﴿٥٧﴾

৫৭) হে মোৰ ভৃত্যসকল, যিসকলে মোত বিশ্বাস স্থাপন কৰিছা (জানিবা) মোৰ পৃথিৱী নিশ্চয় প্ৰশস্ত, গতিকে অকল মোৰেই আৰাধনা কৰাঁ।

كُلُّ نَفْسٍ ذَآئِقَةُ الْمَوْتِ ۗ ثُمَّ اِلَيْنَا تُرْجَعُوْنَ ﴿٥٨﴾

৫৮) প্ৰত্যেক প্ৰাণীকেই মৃত্যুৰ সোৱাদ লোৱা অনিবাৰ্য্য; তাৰ পাছত তোমালোকক আমাৰ ফাললৈ ওভতাই নিয়া হ'ব।

وَالَّذِيْنَ اٰمَنُوْا وَعَمِلُوا الصّٰلِحٰتِ لَنُبَوِّئَنَّهُمْ مِّنَ الْجَنَّةِ غُرَفًا تَجْرِيْ مِنْ تَحْتِهَا الْاَنْهٰرُ خٰلِدِيْنَ فِيْهَا ۗ نِعْمَ اَجْرُ الْعٰمِلِيْنَ ﴿٥٩﴾

৫৯) আৰু যিসকলে বিশ্বাস স্থাপন কৰিছে আৰু সৎকাৰ্য্য কৰিছে সেইসকলক যাৰ তলেদি জুৰিসমূহ বৈ গৈছে এনে (স্বৰ্গৰ) উদ্যানসমূহত অৱস্থিত ওখ প্ৰাসাদবোৰত আমি নিশ্চয় থাকিবলৈ দিম; তাতে তেওঁলোকে স্থায়ীৰূপে অৱস্থান কৰিব; সৎকৰ্ম্মীসকলৰ কাৰণে ই কেনে উৎকৃষ্ট প্ৰতিদান!

الَّذِيْنَ صَبَرُوْا وَعَلٰى رَبِّهِمْ يَتَوَكَّلُوْنَ ﴿٦٠﴾

৬০) তেওঁলোকে ধৈৰ্য্য ধাৰণ কৰে আৰু নিজ প্ৰভুৰ ওপৰত ভৰসা ৰাখে।

وَكَاَيِّنْ مِّنْ دَآبَّةٍ لَّا تَحْمِلُ رِزْقَهَا ۖ اللّٰهُ يَرْزُقُهَا وَاِيَّاكُمْ ۖ وَهُوَ السَّمِيْعُ الْعَلِيْمُ ﴿٦١﴾

৬১) আৰু কতবোৰ জীৱ-জন্তু আছে যি নিজ জীৱিকাৰ ভাৰ লৈ বিচৰণ নকৰে; আল্লাইহে জীৱিকা দান কৰে সেইবিলাকক আৰু তোমালোককো; আৰু তেৰেঁই শ্ৰেষ্ঠ শ্ৰোতা, সৰ্ব্বজ্ঞাতা।

৬২) আৰু যদি তুমি সিহঁতক প্ৰশ্ন কৰা, আকাশমণ্ডলী আৰু পৃথিৱী কোনে সৃজন কৰিছে, আৰু সূৰ্য্য আৰু চন্দ্ৰক কোনে নিজ বিধানৰ অধীনে ৰাখিছে? অৱশ্যে সিহঁতে উত্তৰ দিব, আল্লাই; তেন্তে (ভাবি চোৱাঁ) সিহঁতক কোন পিনে বিপথে নিয়া হৈছে।

وَلَئِنْ سَأَلْتَهُمْ مَنْ خَلَقَ السَّمٰوٰتِ وَالْأَرْضَ وَسَخَّرَ
الشَّمْسَ وَالْقَمَرَ لَيَقُولُنَّ اللّٰهُ فَأَنّٰى يُؤْفَكُونَ ﴿٦٢﴾

৬৩) আল্লাই নিজ ভৃত্যবিলাকৰ মাজৰ যাৰে ইচ্ছা তাৰেই কাৰণে জীৱিকা প্ৰশস্ত কৰে, আৰু কাৰো কাৰণে (প্ৰয়োজন মতে) সঙ্কীৰ্ণ কৰে: নিশ্চয় আল্লা সকলো বিষয়ে পৰিজ্ঞাত।

اَللّٰهُ يَبْسُطُ الرِّزْقَ لِمَنْ يَّشَآءُ مِنْ عِبَادِهٖ وَيَقْدِرُ
لَهٗ ۚ إِنَّ اللّٰهَ بِكُلِّ شَيْءٍ عَلِيمٌ ﴿٦٣﴾

৬৪) আকৌ যদি তুমি সিহঁতক প্ৰশ্ন কৰা, মেঘৰ পৰা কোনে বৰষুণ নমাই পৃথিৱীক তাৰ মৃত্যুৰ পিছত সঞ্জীৱিত কৰে? অৱশ্যে সিহঁতে উত্তৰ দিব, আল্লাই। তুমি কোৱাঁ, সকলো প্ৰশংসাৰ যোগ্য আল্লা; কিন্তু সিহঁতৰ সৰহ ভাগেই নুবুজে।

وَلَئِنْ سَأَلْتَهُمْ مَنْ نَزَّلَ مِنَ السَّمَآءِ مَآءً فَأَحْيَا بِهِ
الْأَرْضَ مِنْ بَعْدِ مَوْتِهَا لَيَقُولُنَّ اللّٰهُ ۚ قُلِ الْحَمْدُ
لِلّٰهِ ۚ بَلْ أَكْثَرُهُمْ لَا يَعْقِلُونَ ﴿٦٤﴾

৬৫) আৰু এই পাৰ্থিৱ জীৱন আমোদ-প্ৰমোদ আৰু ৰং-ধেমালিৰ বাহিৰে একো নহয়; আৰু কোনো সন্দেহ নাই পৰলোকৰ আলয়ৰ জীৱনহে অনন্ত জীৱন, যদিহে সিহঁতে তাকে জনাহেঁতেন!

وَمَا هٰذِهِ الْحَيٰوةُ الدُّنْيَآ إِلَّا لَهْوٌ وَّلَعِبٌ ۚ وَإِنَّ
الدَّارَ الْاٰخِرَةَ لَهِيَ الْحَيَوَانُ ۘ لَوْ كَانُوا يَعْلَمُونَ ﴿٦٥﴾

৬৬) আৰু যেতিয়া সিহঁতে (ভ্ৰমণৰ অৰ্থে) জাহাজত উঠে, তেতিয়া আল্লাৰ ওচৰত ধৰ্ম্মনিষ্ঠ হৈ সৰল একাগ্ৰ মনেৰে প্ৰাৰ্থনা কৰে: কিন্তু যেই আমি সিহঁতক নিৰাপদে পাৰ লগাওঁ সিহঁতে আল্লাৰ সমানে আন উপাস্য পাতিব ধৰে।

فَإِذَا رَكِبُوا فِي الْفُلْكِ دَعَوُا اللّٰهَ مُخْلِصِينَ لَهُ الدِّينَ ۚ
فَلَمَّا نَجّٰهُمْ إِلَى الْبَرِّ إِذَا هُمْ يُشْرِكُونَ ﴿٦٦﴾

৬৭) তাৰ ফলত আমি যি সম্পদ সিহঁতক দান কৰিছোঁ তাৰ বাবে সিহঁত অশলাগী হয়: আৰু তাৰ ফলত (পৃথিৱীৰ) খন্তেকীয়া সুখ-সন্তোষ উপভোগ কৰে; কিন্তু আগলৈ সিহঁতে সকলো জানিব পাৰিব।

لِيَكْفُرُوا بِمَآ اٰتَيْنٰهُمْ ۚ وَلِيَتَمَتَّعُوا ۚ فَسَوْفَ يَعْلَمُونَ ﴿٦٧﴾

أَوَلَمْ يَرَوْا أَنَّا جَعَلْنَا حَرَمًا آمِنًا وَيُتَخَطَّفُ النَّاسُ مِنْ حَوْلِهِمْ ۚ أَفَبِالْبَاطِلِ يُؤْمِنُونَ وَبِنِعْمَةِ اللَّهِ يَكْفُرُونَ ﴿٦٧﴾

৬৮) সিহঁতে ভাবি নাচায় নে, আমি (মক্কাক) এখন সম্মানিত, শান্তিপূৰ্ণ নগৰ কৰিছোঁ; অথচ সিহঁতৰ আশে-পাশে অৱস্থিত ঠাইৰ পৰা লোকক হঠাতে থাপ মাৰি উলিয়াই নিয়া হয়? কি! এনেস্থলতো সিহঁতে অসত্যত বিশ্বাস কৰিব নে, আৰু আল্লাৰ অনুগ্ৰহৰ বাবে শলাগ নলব নে?

وَمَنْ أَظْلَمُ مِمَّنِ افْتَرَىٰ عَلَى اللَّهِ كَذِبًا أَوْ كَذَّبَ بِالْحَقِّ لَمَّا جَاءَهُ ۚ أَلَيْسَ فِي جَهَنَّمَ مَثْوًى لِلْكَافِرِينَ ﴿٦٨﴾

৬৯) আৰু যেয়ে আল্লাৰ সম্বন্ধে মিছা সাজে, আৰু তাৰ ওচৰলৈ সত্য আহিলতো তাকে অসত্য ভাবি অস্বীকাৰ কৰে, তাতোকৈ অধিক অন্যায়-কাৰী কোন? কি! অবিশ্বাসীবিলাকৰ নিমিত্তে নৰকৰ ভিতৰত থাকিবৰ ঠাই নাই নে?

وَالَّذِينَ جَاهَدُوا فِينَا لَنَهْدِيَنَّهُمْ سُبُلَنَا ۚ وَإِنَّ اللَّهَ لَمَعَ الْمُحْسِنِينَ ﴿٦٩﴾

৭০) আৰু যিসকলে আমাৰ কাৰণে সাধ্যমতে প্ৰচেষ্টা কৰে, ইয়াত অকণো সন্দেহ নাই, আমি তেওঁলোকক অৱশ্যে পৰিচালিত কৰিম আমাৰ সুপথসমূহেদি; আৰু আল্লা নিশ্চয়কৈ সৎকৰ্ম্মী-সকলৰ সঙ্গী।



## চূৰা ৩০ AL-RUM আল্-ৰোম ঃ ৰোমীয়সকল মক্কাত অৱতীৰ্ণ

১) পৰম করুণাময়, পৰম দানশীল আল্লাৰ নামত।

بِسۡمِ ٱللَّهِ ٱلرَّحۡمَٰنِ ٱلرَّحِيمِ ①

২) আলিফ্, লাম, মীম।

الٓمٓ ②

৩) ৰোমীয়বিলাক পৰাভূত হৈছে,

غُلِبَتِ ٱلرُّومُ ③

৪) ওচৰৰ দেশত; কিন্তু সিহঁতে নিজ পৰাজয়ৰ পাছত অদূৰ ভৱিষ্যতে জয়লাভ কৰিব,

فِيٓ أَدۡنَى ٱلۡأَرۡضِ وَهُم مِّنۢ بَعۡدِ غَلَبِهِمۡ سَيَغۡلِبُونَ ④

৫) বছৰ-চেৰেকৰ ভিতৰতেই; মীমাংসা আল্লাৰেই, অতীতত আৰু ভৱিষ্যততো; আৰু সেইদিনা বিশ্বাসীসকল উল্লাসিত হ'ব—

فِي بِضۡعِ سِنِينَۗ لِلَّهِ ٱلۡأَمۡرُ مِن قَبۡلُ وَمِنۢ بَعۡدُۚ وَيَوۡمَئِذٖ يَفۡرَحُ ٱلۡمُؤۡمِنُونَ ⑤

৬) আল্লাৰ সাহায্য দবাৰা; যাকে ইচ্ছা তাকে তেওঁ সাহায্য দান কৰে; আৰু তেৱেঁই পৰাক্ৰমশালী, পৰম দানশীল।

بِنَصۡرِ ٱللَّهِۚ يَنصُرُ مَن يَشَآءُۖ وَهُوَ ٱلۡعَزِيزُ ٱلرَّحِيمُ ⑥

৭) এয়ে আল্লাই দিয়া প্ৰতিশ্ৰুতি, আৰু নিজৰ প্ৰতিশ্ৰুতি আল্লাই কদাপি ভঙ্গ নকৰে; কিন্তু মানুৱৰ সৰহভাগেয়ে নেজানে।

وَعۡدَ ٱللَّهِۖ لَا يُخۡلِفُ ٱللَّهُ وَعۡدَهُۥ وَلَٰكِنَّ أَكۡثَرَ ٱلنَّاسِ لَا يَعۡلَمُونَ ⑦

৮) সিহঁতে পাৰ্থিৱ জীৱনৰ বাহ্যিক শোভাহে জানে; কিন্তু পৰলোক সম্বন্ধে সিহঁত আওকণীয়া।

يَعۡلَمُونَ ظَٰهِرٗا مِّنَ ٱلۡحَيَوٰةِ ٱلدُّنۡيَا وَهُمۡ عَنِ ٱلۡأٓخِرَةِ هُمۡ غَٰفِلُونَ ⑧

৯) সিহঁতে নিজৰ মনতে চিন্তা নকৰে নে, কেৱল সত্যৰ সৈতে আৰু নিৰূপিত কালৰ কাৰণেহে আল্লাই আকাশমণ্ডলী আৰু পৃথিবীক, আৰু উভয়ৰ মাজত যি আছে সকলোকে সৃজন কৰিছে?

أَوَلَمۡ يَتَفَكَّرُواْ فِيٓ أَنفُسِهِمۗ مَّا خَلَقَ ٱللَّهُ ٱلسَّمَٰوَٰتِ وَٱلۡأَرۡضَ وَمَا بَيۡنَهُمَآ إِلَّا بِٱلۡحَقِّ وَأَجَلٖ مُّسَمّٗىۗ

وَاِنَّ كَثِيْرًا مِّنَ النَّاسِ بِلِقَآئِ رَبِّهِمْ لَكٰفِرُوْنَ ⑧

কিন্তু ইয়াত অকণো সন্দেহ নাই, মানুহৰ সৰহভাগেই নিজ প্ৰভুৰ সন্দৰ্শন লাভৰ অস্বীকাৰ কৰে।

اَوَلَمْ يَسِيْرُوْا فِى الْاَرْضِ فَيَنْظُرُوْا كَيْفَ كَانَ عَاقِبَةُ الَّذِيْنَ مِنْ قَبْلِهِمْ ؕ كَانُوْۤا اَشَدَّ مِنْهُمْ قُوَّةً وَّ اَثَارُوا الْاَرْضَ وَعَمَرُوْهَاۤ اَكْثَرَ مِمَّا عَمَرُوْهَا وَجَآءَتْهُمْ رُسُلُهُمْ بِالْبَيِّنٰتِ ؕ فَمَا كَانَ اللّٰهُ لِيَظْلِمَهُمْ وَ لٰكِنْ كَانُوْۤا اَنْفُسَهُمْ يَظْلِمُوْنَ ؕ ⑩

১০) সিহঁতে পৃথিৱীত পৰিভ্ৰমণ কৰি দেখিবলৈ পোৱা নাই নে, সিহঁতৰ পূৰ্ব্ববৰ্ত্তীবিলাকৰ কি পৰিণাম হ'ল? ইহঁততকৈ সিহঁত অধিক শক্তিশালী আছিল আৰু সিহঁতে মাটি খান্দিছিল, আৰু তাৰ ওপৰত ইহঁতে যি পৰিমাণে ওখ অট্টালিকাসমূহ নিৰ্ম্মাণ কৰিছিল পূৰ্ব্ববৰ্ত্তী-বিলাকে তাতোকৈ বহুগুণে বেছি নিৰ্ম্মাণ কৰিছিল। আৰু সিহঁতৰ ওচৰলৈ ৰচুলসকল আহিছিল প্ৰত্যক্ষ প্ৰমাণসমূহ লৈ; গতিকে সিহঁতৰ প্ৰতি আল্লাই অন্যায় কৰা নাছিল, বৰং সিহঁতে নিজেই নিজৰ আত্মাৰ প্ৰতি অন্যায় কৰিছিল।

ثُمَّ كَانَ عَاقِبَةَ الَّذِيْنَ اَسَآءُوا السُّوْٓاٰى اَنْ كَذَّبُوْا بِاٰيٰتِ اللّٰهِ وَكَانُوْا بِهَا يَسْتَهْزِءُوْنَ ۠ ⑪ ع

১১) অৱশেষত যিবিলাকে অমঙ্গল সাধন কৰিছিল সিহঁতৰ পৰিণামো হ'ল অমঙ্গল, কিয়নো সিহঁতে আল্লাৰ নিদৰ্শনসমূহক মিছা ভাবি অমান্য কৰিছিল আৰু সেইবোৰকে লৈ সিহঁতে উপহাস কৰিব লাগিছিল।

اَللّٰهُ يَبْدَؤُا الْخَلْقَ ثُمَّ يُعِيْدُهٗ ثُمَّ اِلَيْهِ تُرْجَعُوْنَ ⑫

১২) আল্লাই সৃষ্টিৰ আৰম্ভ কৰিছে, পিছত তেওঁ তাকে আকৌ নতুনকৈ সৃজন কৰিব; তাৰ পিছত তোমালোকক তেওঁৰ ফালে ওভতাই নিয়া হ'ব।

وَيَوْمَ تَقُوْمُ السَّاعَةُ يُبْلِسُ الْمُجْرِمُوْنَ ⑬

১৩) আৰু যিদিনা (পুনৰুত্থানৰ) নিৰ্দ্ধাৰিত সময় পাবহি, অপৰাধীবিলাক নিৰাশ হৈ পৰিব।

وَلَمْ يَكُنْ لَّهُمْ مِّنْ شُرَكَآئِهِمْ شُفَعٰٓؤُا وَكَانُوْا بِشُرَكَآئِهِمْ كٰفِرِيْنَ ⑭

১৪) আৰু যিবিলাকক সিহঁতে আল্লাৰ সমানে উপাস্য পাতিছিল সিহঁতৰ কোনেও (আল্লাৰ ওচৰত) সিহঁতৰ হৈ মধ্যস্থতা নকৰিব; আৰু তেতিয়া সিহঁতে আল্লাৰ সমানে পাতি লোৱা উপাস্যবিলাকক নিজেই অস্বীকাৰ কৰিব।

| | |
|---|---|
| ১৫) আৰু যিদিনা (পুনৰুত্থানৰ) নিৰ্দ্দিষ্ট সময় পাবহি সেইদিনা সিহঁত পৃথক পৃথক হৈ পৰিব। | وَيَوْمَ تَقُوْمُ السَّاعَةُ يَوْمَىِٕذٍ يَّتَفَرَّقُوْنَ ⑮ |
| ১৬) কিন্তু যি সকলে বিশ্বাস স্থাপন কৰিছে আৰু সৎকাৰ্য্য কৰিছে, তাৰ ফলত (স্বৰ্গৰ) ফুলনিত সেইসকলক অবিৰাম সুখ-শান্তি উপভোগ কৰিবলৈ দিয়া হ'ব। | فَاَمَّا الَّذِيْنَ اٰمَنُوْا وَعَمِلُوا الصّٰلِحٰتِ فَهُمْ فِيْ رَوْضَةٍ يُّحْبَرُوْنَ ⑯ |
| ১৭) আনপিনে যিবিলাকে অবিশ্বাস কৰিছে, আৰু আমাৰ নিদৰ্শনসমূহ আৰু পৰলোকৰ সাক্ষাৎ মিছা বুলি বিবেচনা কৰিছে, সিহঁতক (আমাৰ) শাস্তিৰ সম্মুখীন কৰা হ'ব। | وَاَمَّا الَّذِيْنَ كَفَرُوْا وَكَذَّبُوْا بِاٰيٰتِنَا وَلِقَاۤئِ الْاٰخِرَةِ فَاُولٰۤىِٕكَ فِي الْعَذَابِ مُحْضَرُوْنَ ⑰ |
| ১৮) গতিকে আল্লাৰেই পৱিত্ৰতাৰ কীৰ্ত্তন কৰাঁ, যেতিয়া তোমালোকে সন্ধ্যাবেলা পোৱা, আৰু যেতিয়া ৰাতিপুৱা উঠা; | فَسُبْحٰنَ اللّٰهِ حِيْنَ تُمْسُوْنَ وَحِيْنَ تُصْبِحُوْنَ ⑱ |
| ১৯) আৰু আকাশমণ্ডলী আৰু পৃথিৱীত সকলো প্ৰশংসা তেওঁৰেই, আবেলি আৰু যেতিয়া তোমালোকে মধ্যাহ্নৰ সময় পোৱা। | وَلَهُ الْحَمْدُ فِي السَّمٰوٰتِ وَالْاَرْضِ وَعَشِيًّا وَّحِيْنَ تُظْهِرُوْنَ ⑲ |
| ২০) আল্লাই মৃতকৰ পৰা জীৱিতক উদ্ভৱ কৰে, আৰু যি জীৱিত তাৰ মৃত্যুৰ বিধান কৰে; তেৱেঁই পৃথিৱীক তাৰ মৃত্যুৰ পিছত সঞ্জীৱিত কৰে; আৰু এইদৰেই তোমালোক সকলোকে (মৃত্যুৰ পাছত) পুনৰ উত্থিত কৰা হ'ব। | يُخْرِجُ الْحَيَّ مِنَ الْمَيِّتِ وَيُخْرِجُ الْمَيِّتَ مِنَ الْحَيِّ وَيُحْيِ الْاَرْضَ بَعْدَ مَوْتِهَا ۭ وَكَذٰلِكَ تُخْرَجُوْنَ ⑳ ع |
| ২১) আৰু আল্লাৰ নিদৰ্শনসমূহৰ মাজৰ এটা এই, তেওঁ তোমালোকক মাটিৰ পৰা সৃষ্টি কৰিছে; ফলত তোমালোক মানৱস্বৰূপ (পৃথিৱীত) বিয়পি পৰিছা। | وَمِنْ اٰيٰتِهٖٓ اَنْ خَلَقَكُمْ مِّنْ تُرَابٍ ثُمَّ اِذَآ اَنْتُمْ بَشَرٌ تَنْتَشِرُوْنَ ㉑ |
| ২২) আৰু তেওঁৰ নিদৰ্শনসমূহৰ আৰু এটা এই, তেওঁ তোমালোকৰ নিজৰে মাজৰ পৰা | وَمِنْ اٰيٰتِهٖٓ اَنْ خَلَقَ لَكُمْ مِّنْ اَنْفُسِكُمْ اَزْوَاجًا |

لِّتَسْكُنُوْٓا اِلَيْهَا وَجَعَلَ بَيْنَكُمْ مَّوَدَّةً وَّرَحْمَةً ۗ اِنَّ فِيْ ذٰلِكَ لَاٰيٰتٍ لِّقَوْمٍ يَّتَفَكَّرُوْنَ ﴿٢١﴾

তোমালোকৰ কাৰণে সঙ্গিনীবিলাক সৃজন কৰিছে, যাতে সিবিলাকৰ সঙ্গত তোমালোকে সুখ-শান্তি লভিব পাৰা; আৰু তেওঁ তোমালোকৰ পৰস্পাৰৰ হৃদয়ত প্ৰীতি আৰু কৰুণা জাগ্ৰত কৰিছে; কোনো সন্দেহ নাই, যিসকলে চিন্তা কৰে সেইসকলৰ নিমিত্তে ইয়াত নিশ্চয় আছে বহু নিদৰ্শন।

وَمِنْ اٰيٰتِهٖ خَلْقُ السَّمٰوٰتِ وَالْاَرْضِ وَاخْتِلَافُ اَلْسِنَتِكُمْ وَاَلْوَانِكُمْ ۗ اِنَّ فِيْ ذٰلِكَ لَاٰيٰتٍ لِّلْعٰلِمِيْنَ ﴿٢٢﴾

২৩) আৰু আকাশমণ্ডলী আৰু পৃথিৱীৰ সৃষ্টি, আৰু তোমালোকৰ ভাষাবোৰৰ আৰু তোমালোকৰ বৰ্ণসমূহৰ বিভিন্নতা তেওঁৰ নিদৰ্শনাৱলীৰ অংশ; কোনো সন্দেহ নাই, জ্ঞানৱানসকলৰ নিমিত্তে ইয়াত অৱশ্যে আছে বহু নিদৰ্শন।

وَمِنْ اٰيٰتِهٖ مَنَامُكُمْ بِالَّيْلِ وَالنَّهَارِ وَابْتِغَاۤؤُكُمْ مِّنْ فَضْلِهٖ ۗ اِنَّ فِيْ ذٰلِكَ لَاٰيٰتٍ لِّقَوْمٍ يَّسْمَعُوْنَ ﴿٢٣﴾

২৪) আৰু নিশা আৰু দিনত তোমালোকে টোপনি যোৱা, আৰু তেওঁৰ কৃপাৰ ভাগ বিচৰা; ইও তেওঁৰ নিদৰ্শনাৱলীৰ ভিতৰতেই; কোনো সন্দেহ নাই, যিসকলে (উপদেশ) শ্ৰৱণ কৰে সেইসকলৰ কাৰণে ইয়াত অৱশ্যে আছে বহু নিদৰ্শন।

وَمِنْ اٰيٰتِهٖ يُرِيْكُمُ الْبَرْقَ خَوْفًا وَّطَمَعًا وَّيُنَزِّلُ مِنَ السَّمَاۤءِ مَاۤءً فَيُحْيٖ بِهِ الْاَرْضَ بَعْدَ مَوْتِهَا ۗ اِنَّ فِيْ ذٰلِكَ لَاٰيٰتٍ لِّقَوْمٍ يَّعْقِلُوْنَ ﴿٢٤﴾

২৫) আৰু তেওঁৰ নিদৰ্শনসমূহৰ মাজৰ আৰু এটা এই, তেওঁ তোমালোকৰ মনত ভয় আৰু আশা দুয়ো উদ্ৰেক কৰিবৰ অৰ্থে বিজুলী প্ৰদৰ্শন কৰে, আৰু মেঘৰ পৰা বৰষুণ নমায়; তাৰ ফলত পৃথিৱীক তাৰ মৃত্যুৰ পিছত পুনৰায় জীৱিত কৰে; কোনো সন্দেহ নাই, বুদ্ধিমন্ত লোকসকলৰ নিমিত্তে অৱশ্যে ইয়াত আছে বহু নিদৰ্শন।

وَمِنْ اٰيٰتِهٖٓ اَنْ تَقُوْمَ السَّمَاۤءُ وَالْاَرْضُ بِاَمْرِهٖ ۗ ثُمَّ اِذَا دَعَاكُمْ دَعْوَةً ۖ مِّنَ الْاَرْضِ ۖ اِذَآ اَنْتُمْ تَخْرُجُوْنَ ﴿٢٥﴾

২৬) আৰু আকাশ আৰু পৃথিৱী যে তেওঁৰ আদেশত সংস্থাপিত, তেওঁৰ নিদৰ্শনসমূহৰ ইও এটা। অৱশেষত তেওঁ যি মুহূৰ্ত্তে তোমালোকক একেটা আহ্বানেৰে আহ্বান কৰিব, সেই মুহূৰ্ত্তে মাটিৰ পৰা তোমালোক বাহিৰলৈ ওলাই পৰিবা।

وَلَهٗ مَنۡ فِی السَّمٰوٰتِ وَالۡاَرۡضِ ؕ کُلٌّ لَّهٗ قٰنِتُوۡنَ ﴿۲۶﴾

২৭) আৰু আকাশমণ্ডলী আৰু পৃথিৱীত যি আছে সকলোৰে গৰাকী তেৱেঁই; তেওঁৰেই বাধ্য সকলো।

وَهُوَ الَّذِیۡ یَبۡدَؤُا الۡخَلۡقَ ثُمَّ یُعِیۡدُهٗ وَهُوَ اَهۡوَنُ عَلَیۡهِ ؕ وَلَهُ الۡمَثَلُ الۡاَعۡلٰی فِی السَّمٰوٰتِ وَالۡاَرۡضِ ۚ وَهُوَ الۡعَزِیۡزُ الۡحَکِیۡمُ ﴿۲۷﴾

২৮) আৰু তেৱেঁই সৃষ্টি আৰম্ভ কৰিছে, পিছত তাকে তেওঁ আকৌ নতুনকৈ সৃজন কৰিব; আৰু ই তেওঁৰ পক্ষে অতি সহজ; আৰু আকাশমণ্ডলী আৰু পৃথিৱীত বিকশিত হৈছে তেওঁৰেই উচ্চতম উপমা; আৰু তেৱেঁই সৰ্ব্বশক্তিমান, মহাজ্ঞানী।

ضَرَبَ لَکُمۡ مَّثَلًا مِّنۡ اَنۡفُسِکُمۡ ؕ هَلۡ لَّکُمۡ مِّنۡ مَّا مَلَکَتۡ اَیۡمَانُکُمۡ مِّنۡ شُرَکَآءَ فِیۡ مَا رَزَقۡنٰکُمۡ فَاَنۡتُمۡ فِیۡهِ سَوَآءٌ تَخَافُوۡنَهُمۡ کَخِیۡفَتِکُمۡ اَنۡفُسَکُمۡ ؕ کَذٰلِکَ نُفَصِّلُ الۡاٰیٰتِ لِقَوۡمٍ یَّعۡقِلُوۡنَ ﴿۲۸﴾

২৯) আল্লাই তোমালোকৰ নিজৰেই অৱস্থা অনুযায়ী এটি উপমা তোমালোকৰ কাৰণে বৰ্ণনা কৰিছে। তোমালোকক আমি যি উপজীৱিকা দান কৰিছোঁ তাকে তোমালোকৰ সমানে অংশীৰূপে ভোগ কৰিবলৈ সেইবিলাকৰ অধিকাৰ আছে নে যিবিলাক তোমালোকৰ সৌহাতৰ অধীন? সেয়ে যদি হয় এই বিষয়ে তোমালোক সিহঁতৰ সমতুল্য হৈ পৰিবা, যাৰ ফলত নিজৰ আত্মীয়স্বজনক যেনেকৈ ভয় কৰা তেনেকৈ সিহঁতকো ভয় কৰিব লগা হ'বা। এইদৰে আমি নিদৰ্শনসমূহ বহলাই বৰ্ণনা কৰোঁ বোধশক্তি থকা লোকৰ কাৰণে।

بَلِ اتَّبَعَ الَّذِیۡنَ ظَلَمُوۡۤا اَهۡوَآءَهُمۡ بِغَیۡرِ عِلۡمٍ ۚ فَمَنۡ یَّهۡدِیۡ مَنۡ اَضَلَّ اللّٰهُ ؕ وَمَا لَهُمۡ مِّنۡ نّٰصِرِیۡنَ ﴿۲۹﴾

৩০) নহয়, যিবিলাক অন্যায়কাৰী সিহঁতে অজ্ঞানতাৰ বাবে নিজ বৃথা বাঞ্ছাসমূহৰ অনুসৰণ কৰে। গতিকে যাক আল্লাই পথভ্ৰান্ত কৰিছে তাক কোনে সুপথ লৈ যাব পাৰে? আৰু সহায় কৰোঁতাবিলাকৰ এজনো সিহঁতৰ পক্ষে নাথাকিব।

فَاَقِمۡ وَجۡهَکَ لِلدِّیۡنِ حَنِیۡفًا ؕ فِطۡرَتَ اللّٰهِ الَّتِیۡ فَطَرَ النَّاسَ عَلَیۡهَا ؕ لَا تَبۡدِیۡلَ لِخَلۡقِ اللّٰهِ ؕ ذٰلِکَ الدِّیۡنُ

৩১) গতিকে (হে মহম্মদ,) আল্লাৰ একনিষ্ঠ সেৱক হৈ সত্যৰ ধৰ্ম্মৰ ফালে মন সুস্থিৰ কৰি ৰাখা; যি প্ৰকৃতিত মানুহক আল্লাই সৃষ্টি কৰিছে (এই ধৰ্ম্মও) সেই প্ৰকৃতিৰ ধৰ্ম্ম; আল্লাৰ সৃষ্টিৰ নিয়মৰ কোনো পৰিবৰ্ত্তন নাই; সেয়ে হৈছে সঠিক,

الْقَيِّمُ ۙ وَلٰكِنَّ اَكْثَرَ النَّاسِ لَا يَعْلَمُوْنَ ۝٣٠

সুপ্ৰতিষ্ঠিত ধৰ্ম্ম; কিন্তু মানুহৰ সৰহ ভাগেই নেজানে।

مُنِيْبِيْنَ اِلَيْهِ وَاتَّقُوْهُ وَاَقِيْمُوا الصَّلٰوةَ وَلَا تَكُوْنُوْا مِنَ الْمُشْرِكِيْنَ ۝٣١

৩২) আল্লাৰ ওচৰলৈ বিনীতভাৱে বাৰে বাৰে ঘূৰি আহি (সেই ধৰ্ম্ম পালন কৰিবা,) আৰু তেওঁলৈ ভয় ৰাখিবা; আৰু নমাজৰ অনুষ্ঠান কৰিবা; আৰু যিবিলাকে আল্লাৰ সমানে অইন উপাস্য পাতে সিহঁতৰ দলৰ নহবা,—

مِنَ الَّذِيْنَ فَرَّقُوْا دِيْنَهُمْ وَكَانُوْا شِيَعًا ؕ كُلُّ حِزْبٍۭ بِمَا لَدَيْهِمْ فَرِحُوْنَ ۝٣٢

৩৩) সেইবিলাকৰ মাজৰ, যিবিলাকে নিজ ধৰ্ম্মত বিচ্ছেদ সৃষ্টি কৰিছে আৰু বিভিন্ন দলত বিভক্ত হৈ পৰিছে; প্ৰত্যেকটো দল সিহঁতৰ কাষত যি আছে তাকে লৈ উল্লাসিত!

وَاِذَا مَسَّ النَّاسَ ضُرٌّ دَعَوْا رَبَّهُمْ مُّنِيْبِيْنَ اِلَيْهِ ثُمَّ اِذَآ اَذَاقَهُمْ مِّنْهُ رَحْمَةً اِذَا فَرِيْقٌ مِّنْهُمْ بِرَبِّهِمْ يُشْرِكُوْنَ ۝٣٣

৩৪) আৰু যেতিয়া লোকক ক্লেশ-কষ্টই স্পৰ্শ কৰে সিহঁত নিজ প্ৰভুৰ ফালে ঘূৰি বিনীতভাৱে তেওঁক আহ্বান কৰিব ধৰে; পিছত যেতিয়া তেওঁ সিহঁতক নিজ কৰুণাৰ সোৱাদ লবলৈ দিয়ে, চোৱাঁ, সিহঁতৰ একোটা দলে নিজ প্ৰভুৰ সমানে আন উপাস্য পাতি লয়;

لِيَكْفُرُوْا بِمَآ اٰتَيْنٰهُمْ ؕ فَتَمَتَّعُوْا ۟ فَسَوْفَ تَعْلَمُوْنَ ۝٣٤

৩৫) ফলত, আমি সিহঁতক যি দান কৰিছোঁ তাৰ বাবে সিহঁতে শলাগ নলয়; তেন্তে তোমালোকে পাৰ্থিৱ সুখ-সম্পদ (অলপ দিনলৈ) ভোগ কৰি লোৱাঁ, কিন্তু আগলৈ (তথ্য) জানিব পাৰিবা।

اَمْ اَنْزَلْنَا عَلَيْهِمْ سُلْطٰنًا فَهُوَ يَتَكَلَّمُ بِمَا كَانُوْا بِهٖ يُشْرِكُوْنَ ۝٣٥

৩৬) যি সিহঁতক আল্লাৰ সমানে অইন উপাস্য পাতিবলৈ নিৰ্দ্দেশ দিয়ে এনে প্ৰমাণ আমি সিহঁতৰ প্ৰতি অৱতীৰ্ণ কৰিছোঁ নে?

وَاِذَآ اَذَقْنَا النَّاسَ رَحْمَةً فَرِحُوْا بِهَا ؕ وَاِنْ تُصِبْهُمْ سَيِّئَةٌۢ بِمَا قَدَّمَتْ اَيْدِيْهِمْ اِذَا هُمْ يَقْنَطُوْنَ ۝٣٦

৩৭) আৰু যেতিয়া মানৱক আমি (নিজ) কৰুণাৰ সোৱাদ লবলৈ দিওঁ তাৰ বাবে সিহঁত উল্লাসিত হয়; কিন্তু সিহঁতে আগতে যি নিজ হাতেৰে অৰ্জ্জন কৰিছিল তাৰ ফলত সিহঁতৰ কোনো অমঙ্গল ঘটিলে সিহঁত নিৰাশ হৈ পৰে।

৩৮) সিহঁতে ভাবি নাচায় নে, আল্লাই যাৰে ইচ্ছা তাৰেই কাৰণে জীৱিকা প্ৰশস্ত কৰে, আৰু (প্ৰয়োজন মতে) সঙ্কীৰ্ণ কৰে; কোনো সন্দেহ নাই, বিশ্বাসীসকলৰ নিমিত্তে ইয়াত আছে বহু নিদৰ্শন।

اَوَلَمْ يَرَوْا اَنَّ اللّٰهَ يَبْسُطُ الرِّزْقَ لِمَنْ يَّشَآءُ وَ يَقْدِرُ ۗ اِنَّ فِيْ ذٰلِكَ لَاٰيٰتٍ لِّقَوْمٍ يُّؤْمِنُوْنَ ﴿۳۷﴾

৩৯) গতিকে আত্মীয়স্বজন আৰু দৰিদ্ৰ আৰু বাটৰুৱাবিলাকৰ যি প্ৰাপ্য তাকে সিহঁতক দিবা। যিসকলে আল্লাৰ সন্তুষ্টি লাভ কৰিবলৈ আকাঙ্ক্ষা কৰে সেইসকলৰ নিমিত্তে ই মঙ্গলময়, আৰু তেওঁলোকেই প্ৰকৃতপক্ষে সফলমনোৰথ।

فَاٰتِ ذَا الْقُرْبٰى حَقَّهٗ وَالْمِسْكِيْنَ وَابْنَ السَّبِيْلِ ۗ ذٰلِكَ خَيْرٌ لِّلَّذِيْنَ يُرِيْدُوْنَ وَجْهَ اللّٰهِ ۖ وَاُولٰٓئِكَ هُمُ الْمُفْلِحُوْنَ ﴿۳۸﴾

৪০) আৰু মানুহৰ ধন-সম্পত্তিৰ বৃদ্ধিৰ অৰ্থে যি ধন অপৰিমিত সুতস্বৰূপ তোমালোকে শোধ কৰা, আল্লাৰ কাষত তাৰ অলপো বৃদ্ধি নহয়, কিন্তু আল্লাৰ সন্তুষ্টি লাভ কৰিবৰ অভিপ্ৰায়ে যদি ধন জকাত স্বৰূপে ব্যয় কৰা (তেন্তে জানিবা) এনেসকলৰ ধন বহুগুণে বৃদ্ধি পাব।

وَمَآ اٰتَيْتُمْ مِّنْ رِّبًا لِّيَرْبُوَاۡ فِيْٓ اَمْوَالِ النَّاسِ فَلَا يَرْبُوْا عِنْدَ اللّٰهِ ۚ وَمَآ اٰتَيْتُمْ مِّنْ زَكٰوةٍ تُرِيْدُوْنَ وَجْهَ اللّٰهِ فَاُولٰٓئِكَ هُمُ الْمُضْعِفُوْنَ ﴿۳۹﴾

৪১) আল্লা তেৱেঁই যিজনে তোমালোকক সৃজন কৰিছে, আৰু তোমালোকক জীৱিকা দান কৰিছে; পিছত সেইজনেই তোমালোকৰ মৃত্যুৰ বিধান কৰিব, আৰু তাৰ পিছত তোমালোকক পুনৰ্জ্জীৱিত কৰিব। তোমালোকে আল্লাৰ সমানে যিবিলাকক উপাস্য পাতি লৈছা সেইবিলাকৰ মাজৰ কোনে এনেবোৰ কাৰ্য্য সাধন কৰিব পাৰে? তেৱেঁই পৰম পৱিত্ৰ, আৰু সিহঁতে যে আল্লাৰ অংশী পাতিছে তাতোকৈ তেওঁ বহুত ওখত।

اَللّٰهُ الَّذِيْ خَلَقَكُمْ ثُمَّ رَزَقَكُمْ ثُمَّ يُمِيْتُكُمْ ثُمَّ يُحْيِيْكُمْ ۗ هَلْ مِنْ شُرَكَآئِكُمْ مَّنْ يَّفْعَلُ مِنْ ذٰلِكُمْ مِّنْ شَيْءٍ ۗ سُبْحٰنَهٗ وَتَعٰلٰى عَمَّا يُشْرِكُوْنَ ﴿۴۰﴾ ع

৪২) মানুহে নিজৰ হাতেৰে যি অৰ্জ্জন কৰিছে তাৰ বাবে স্থল আৰু জল (সমস্ত পৃথিৱীত) অশান্তিৰ সৃষ্টি হৈছে; ইয়াৰ কাৰণে সিহঁতে যি কাৰ্য্য কৰিছিল তেওঁ তাৰ প্ৰতিফলৰ কিছু অংশৰ সোৱাদ সিহঁতক লবলৈ দিব; সম্ভৱতঃ সিহঁত (সত্যৰ পনে) উভতি আহে।

ظَهَرَ الْفَسَادُ فِي الْبَرِّ وَالْبَحْرِ بِمَا كَسَبَتْ اَيْدِي النَّاسِ لِيُذِيْقَهُمْ بَعْضَ الَّذِيْ عَمِلُوْا لَعَلَّهُمْ يَرْجِعُوْنَ ﴿۴۱﴾

قُلْ سِيْرُوْا فِي الْاَرْضِ فَانْظُرُوْا كَيْفَ كَانَ عَاقِبَةُ الَّذِيْنَ مِنْ قَبْلُ ۚ كَانَ اَكْثَرُهُمْ مُّشْرِكِيْنَ ﴿٤٢﴾

৪৩) (হে মহম্মদ,) তুমি কোৱাঁ, পৃথিৱীত তোমালোকে পৰিভ্ৰমণ কৰি চোৱাঁ, পূৰ্ব্ববৰ্ত্তী-বিলাকৰ কি পৰিণাম হ'ল ; কিয়নো সিহঁতৰ সৰহ ভাগেই আল্লাৰ সমানে আন উপাস্যবোৰ পাতি লৈছিল।

فَاَقِمْ وَجْهَكَ لِلدِّيْنِ الْقَيِّمِ مِنْ قَبْلِ اَنْ يَّاْتِيَ يَوْمٌ لَّا مَرَدَّ لَهٗ مِنَ اللّٰهِ يَوْمَئِذٍ يَّصَّدَّعُوْنَ ﴿٤٣﴾

৪৪) গতিকে যি দিন অনিবাৰ্য্য তেনে এটা দিন আল্লাৰ ফালৰ পৰা অহাৰ আগতে তুমি সঠিক সুপ্ৰতিষ্ঠিত ধৰ্ম্মৰ পিনে নিজৰ মন সুস্থিৰ কৰি ৰাখা; সেইদিনা পৰস্পৰৰ মাজত যি পাৰ্থক্য আছে ওলাই পৰিব।

مَنْ كَفَرَ فَعَلَيْهِ كُفْرُهٗ ۚ وَمَنْ عَمِلَ صَالِحًا فَلِاَنْفُسِهِمْ يَمْهَدُوْنَ ﴿٤٤﴾

৪৫) যেয়ে অবিশ্বাস কৰিছে তাৰ অবিশ্বাসৰ দায়িত্ব তাৰেই ওপৰত; যিসকলে সজ কাম কৰে সেইসকলে প্ৰকৃতপক্ষে আগতেই নিজৰ (সুখ-শান্তিৰ) আয়োজন কৰি থয়।

لِيَجْزِيَ الَّذِيْنَ اٰمَنُوْا وَعَمِلُوا الصّٰلِحٰتِ مِنْ فَضْلِهٖ ۗ اِنَّهٗ لَا يُحِبُّ الْكٰفِرِيْنَ ﴿٤٥﴾

৪৬) শেষত যিসকলে বিশ্বাস স্থাপন কৰিছে আৰু ন্যায়কাৰ্য্য কৰিছে তেওঁলোকক আল্লাই নিজ কৃপাগুণে উচিত প্ৰতিদান প্ৰদান কৰিব ; বাস্তৱতে অবিশ্বাসীবিলাকক তেওঁ ভাল নাপায়।

وَمِنْ اٰيٰتِهٖٓ اَنْ يُّرْسِلَ الرِّيَاحَ مُبَشِّرٰتٍ وَّلِيُذِيْقَكُمْ مِّنْ رَّحْمَتِهٖ وَلِتَجْرِيَ الْفُلْكُ بِاَمْرِهٖ وَلِتَبْتَغُوْا مِنْ فَضْلِهٖ وَلَعَلَّكُمْ تَشْكُرُوْنَ ﴿٤٦﴾

৪৭) আৰু ই তেওঁৰ নিদৰ্শনসমূহৰ মাজৰেই, তেওঁ বতাহক শুভসংবাদ দিবলৈ প্ৰেৰণ কৰে, যাতে তেওঁ নিজ কৰুণাৰ কিছু অংশৰ সোৱাদ তোমালোকক লবলৈ দিয়ে; আৰু (এইটোও এটা নিদৰ্শন, সাগৰত) জাহাজ চলাচল কৰে তেওঁৰ আদেশ অনুসৰি, যাতে তোমালোকে তেওঁৰ কৃপা বিচাৰি ফুৰিব পাৰা, আৰু সম্ভৱতঃ তোমালোকে (আল্লাৰ) শলাগ লোৱা।

وَلَقَدْ اَرْسَلْنَا مِنْ قَبْلِكَ رُسُلًا اِلٰى قَوْمِهِمْ فَجَآءُوْهُمْ

৪৮) আৰু স্বৰূপতে তোমাৰ পূৰ্ব্বেও ৰছুলসকলক তেওঁলোকৰ নিজ নিজ জাতিৰ ওচৰলৈ আমি প্ৰেৰণ কৰিছিলোঁ; সেইমতে

بِالْبَيِّنٰتِ فَانْتَقَمْنَا مِنَ الَّذِيْنَ اَجْرَمُوْا ۗ وَكَانَ حَقًّا عَلَيْنَا نَصْرُ الْمُؤْمِنِيْنَ ﴿٤٧﴾

তেওঁলোক আহিছিল সিহঁতৰ ওচৰলৈ বহু প্ৰত্যক্ষ প্ৰমাণ লৈ। পিছত যিবিলাকে দোষ কৰিছিল সিহঁতক আমি প্ৰাপ্য শাস্তি দিছিলোঁ; আৰু বিশ্বাসীসকলক সহায় কৰা আমাৰ কৰ্ত্তব্য।

اَللّٰهُ الَّذِيْ يُرْسِلُ الرِّيٰحَ فَتُثِيْرُ سَحَابًا فَيَبْسُطُهٗ فِي السَّمَآءِ كَيْفَ يَشَآءُ وَيَجْعَلُهٗ كِسَفًا فَتَرَى الْوَدْقَ يَخْرُجُ مِنْ خِلٰلِهٖ ۚ فَاِذَآ اَصَابَ بِهٖ مَنْ يَّشَآءُ مِنْ عِبَادِهٖۤ اِذَا هُمْ يَسْتَبْشِرُوْنَ ﴿٤٨﴾

৪৯) তেৰেঁই আল্লা যিজনে বতাহ প্ৰেৰণ কৰে, আৰু সেই বতাহে মেঘমালা ধাৰণ কৰে; পিছত তেওঁ নিজ ইচ্ছা অনুৰূপ তাকে বায়ুমণ্ডলত বিস্তৃত কৰে, আৰু তাৰ পিছত তাকেঁ বিচ্ছিন্ন কৰে; তেতিয়া তাৰ ভিতৰৰ পৰা বৰষুণ ওলাই পৰা তুমি দেখিবলৈ পোৱা; পিছত যেতিয়া তেওঁ নিজৰ ভৃত্যবিলাকৰ যাৰে ওপৰত ইচ্ছা সেই বৰষুণ নমায়, তেতিয়া, চোৱাঁ, তেওঁলোক উলাহত উত্ৰাৱল হৈ পৰে;

وَاِنْ كَانُوْا مِنْ قَبْلِ اَنْ يُّنَزَّلَ عَلَيْهِمْ مِّنْ قَبْلِهٖ لَمُبْلِسِيْنَ ﴿٥٠﴾

৫০) অথচ তাৰ আগতে — সেই বৰষুণ সিহঁতৰ ওপৰত নমোৱাৰ আগতে সিহঁত একেবাৰে হতাশ হৈ পৰিছিল।

فَانْظُرْ اِلٰىۤ اٰثٰرِ رَحْمَتِ اللّٰهِ كَيْفَ يُحْيِ الْاَرْضَ بَعْدَ مَوْتِهَا ۗ اِنَّ ذٰلِكَ لَمُحْيِ الْمَوْتٰى ۚ وَهُوَ عَلٰى كُلِّ شَيْءٍ قَدِيْرٌ ﴿٥١﴾

৫১) গতিকে তুমি আল্লাৰ কৰুণাৰ চিনবোৰলৈ লক্ষ্য কৰাঁ, তেওঁ কেনেকৈ পৃথিৱীক তাৰ মৃত্যুৰ পাছত সঞ্জীৱিত কৰে; ইয়াত কোনো সন্দেহ নাই, তেৰেঁই মৃতকক নতুনকৈ জীৱিত কৰোঁতা; আৰু সকলো বস্তুৰেই ওপৰত তেওঁ মহান ক্ষমতাশালী।

وَلَئِنْ اَرْسَلْنَا رِيْحًا فَرَاَوْهُ مُصْفَرًّا لَّظَلُّوْا مِنْۢ بَعْدِهٖ يَكْفُرُوْنَ ﴿٥٢﴾

৫২) আৰু আমি যদি এনে বতাহ প্ৰেৰণ কৰোঁ যাৰ ফলত সিহঁতে নিজৰ শস্যক হালধীয়া বৰণৰ দেখা পায় নিশ্চয় তাৰ পাছতো আল্লাৰ অকৃতজ্ঞতা সিহঁতে প্ৰকাশ কৰি থাকে।

فَاِنَّكَ لَا تُسْمِعُ الْمَوْتٰى وَلَا تُسْمِعُ الصُّمَّ الدُّعَآءَ اِذَا وَلَّوْا مُدْبِرِيْنَ ﴿٥٣﴾

৫৩) গতিকে যি মৃত তাক নিশ্চয় তুমি ঐশিক বাণী শুনাব নোৱাৰা; আৰু যিবিলাক বধিৰ সিহঁতকো তুমি নিজৰ উপদেশ শুনাব নোৱাৰা; চোৱাঁ, সিহঁতে কেনেকৈ পিঠি দেখুৱাই ঘূৰি যায়।

(৫৪) আৰু যিবিলাক দৃষ্টিহীন সিহঁতক তুমি বিপথৰ পৰা সুপথলৈ আনিব নোৱাৰা; যিসকলে আমাৰ নিদৰ্শনসমূহত বিশ্বাস স্থাপন কৰে আৰু তাৰ পিছত আত্মসমৰ্পণ কৰে কেৱল সেই-সকলকহে তুমি (সত্যৰ বাণী) শুনাব পাৰিবা।

وَمَآ اَنْتَ بِهٰدِ الْعُمْيِ عَنْ ضَلٰلَتِهِمْ ۗ اِنْ تُسْمِعُ اِلَّا
ع مَنْ يُّؤْمِنُ بِاٰيٰتِنَا فَهُمْ مُّسْلِمُوْنَ ﴿٥٣﴾

(৫৫) তেৱেঁই আল্লা যিজনে তোমালোকক (প্ৰথমে) দুৰ্ব্বল অৱস্থাত সৃজন কৰিলে, আৰু সেই দুৰ্ব্বল অৱস্থাৰ পিছত শক্তি দান কৰিলে; আৰু শক্তি দিয়াৰ পিছত তেওঁ পুনৰায় (তোমালোকক) দুৰ্ব্বল আৰু বৃদ্ধ অৱস্থালৈ নিলে; তেওঁৰ যেনে ইচ্ছা তেনে তেওঁ সকলো সৃষ্টি কৰে; আৰু তেওঁ সৰ্ব্বজ্ঞাতা, শ্ৰেষ্ঠ ক্ষমতাশালী।

اَللّٰهُ الَّذِيْ خَلَقَكُمْ مِّنْ ضُعْفٍ ثُمَّ جَعَلَ مِنْۢ بَعْدِ
ضُعْفٍ قُوَّةً ثُمَّ جَعَلَ مِنْۢ بَعْدِ قُوَّةٍ ضُعْفًا وَّشَيْبَةً ۗ
يَخْلُقُ مَا يَشَآءُ ۚ وَهُوَ الْعَلِيْمُ الْقَدِيْرُ ﴿٥٤﴾

(৫৬) আৰু যিদিনা নিৰ্দ্ধাৰিত সময় পাবহি, অবিশ্বাসীবিলাকে শপত খাই ইয়াকে ক'ব, পৃথিৱীত সিহঁতে খন্তেকহে অৱস্থান কৰিছিল। এইদৰেই সিহঁতক (সত্যৰ পৰা) সদায় ঘূৰাই নিয়া হয়।

وَيَوْمَ تَقُوْمُ السَّاعَةُ يُقْسِمُ الْمُجْرِمُوْنَ ۙ۬ مَا لَبِثُوْا
غَيْرَ سَاعَةٍ ۚ كَذٰلِكَ كَانُوْا يُؤْفَكُوْنَ ﴿٥٥﴾

(৫৭) আৰু যিসকলক পূৰ্ণ জ্ঞান আৰু সুদৃঢ় বিশ্বাস দান কৰা হৈছিল তেওঁলোকে (স্বীকাৰ কৰে) ক'ব, স্বৰূপতে তোমালোকে পুনৰুত্থানৰ দিনালৈকে পৃথিৱীত অৱস্থান কৰিছিলা আল্লাৰ লিখিত বিধান অনুসাৰে; চোৱাঁ, সেই পুনৰুত্থানৰ দিন আজি, কিন্তু তোমালোকে জনাহে নাছিলা।

وَقَالَ الَّذِيْنَ اُوْتُوا الْعِلْمَ وَالْاِيْمَانَ لَقَدْ لَبِثْتُمْ
فِيْ كِتٰبِ اللّٰهِ اِلٰى يَوْمِ الْبَعْثِ ۡ فَهٰذَا يَوْمُ الْبَعْثِ وَ
لٰكِنَّكُمْ كُنْتُمْ لَا تَعْلَمُوْنَ ﴿٥٦﴾

(৫৮) গতিকে সেই দিনা অন্যায়কাৰীবিলাকৰ ওজৰ-আপত্তি সিহঁতৰ কাৰণে লাভজনক নহ'ব, আৰু সিহঁতৰ অনুশোচনাও গ্ৰহণীয় নহ'ব।

فَيَوْمَئِذٍ لَّا يَنْفَعُ الَّذِيْنَ ظَلَمُوْا مَعْذِرَتُهُمْ وَلَا هُمْ
يُسْتَعْتَبُوْنَ ﴿٥٧﴾

(৫৯) আৰু স্বৰূপতে মানৱৰ নিমিত্তে আমি এই কোৰ্-আনত নানা ধৰণৰ উৎকৃষ্ট উপমা বৰ্ণনা

وَلَقَدْ ضَرَبْنَا لِلنَّاسِ فِيْ هٰذَا الْقُرْاٰنِ مِنْ كُلِّ

কৰিছোঁ; কিন্তু (হে মহম্মদ,) যেতিয়া তুমি সিহঁতৰ সম্মুখত যি কোনো নিদৰ্শন উপনীত কৰা, অবিশ্বাসীবিলাকে নিশ্চয় ইয়াকে ক'ব, তোমালোকে মাথোন অসত্যৰ দাবী কৰা।

مَثَلٍ ۚ وَلَئِن جِئْتَهُم بِآيَةٍ لَّيَقُولَنَّ الَّذِينَ كَفَرُوا إِنْ أَنتُمْ إِلَّا مُبْطِلُونَ ﴿٥٩﴾

৬০) অজ্ঞানবিলাকৰ হৃদয়ত আল্লাই এইদৰেই ছাপ মাৰে।

كَذَٰلِكَ يَطْبَعُ اللَّهُ عَلَىٰ قُلُوبِ الَّذِينَ لَا يَعْلَمُونَ ﴿٦٠﴾

৬১) অতএৱ তুমি ধৈৰ্য্য ধাৰণ কৰাঁ; নিশ্চয় আল্লাৰ প্ৰতিশ্ৰুতি সত্য; আৰু যিবিলাকৰ বিশ্বাস সুদৃঢ় নহয় সিহঁতে যেন তোমাৰ দৃঢ়তা ক্ষুণ্ণ নকৰে।

فَاصْبِرْ إِنَّ وَعْدَ اللَّهِ حَقٌّ ۖ وَلَا يَسْتَخِفَّنَّكَ الَّذِينَ لَا يُوقِنُونَ ﴿٦١﴾ ع



চুৰা ৩১ LUQMAN লুক্বমান মক্কাত অৱতীর্ণ

১) পৰম কৰুণাময়, পৰম দানশীল আল্লাৰ নামত।

بِسۡمِ اللّٰهِ الرَّحۡمٰنِ الرَّحِيۡمِ ①

২) আলিফ, লাম, মীম।

الٓمّٓ ②

৩) জ্ঞানময়, ধৰ্ম্মগ্ৰন্থৰ এইবিলাক আয়তসমূহ ;

تِلۡكَ اٰيٰتُ الۡكِتٰبِ الۡحَكِيۡمِ ③

৪) সজ কাম কৰোঁতাসকলৰ নিমিত্তে পথপ্ৰদৰ্শন আৰু কৰুণা স্বৰূপ,

هُدًى وَّ رَحۡمَةً لِّلۡمُحۡسِنِيۡنَ ④

৫) যিসকলে নমাজ প্ৰতিষ্ঠিত কৰে, আৰু নিয়মিত জকাত দান কৰে; আৰু যিসকলে পৰকালত নিশ্চিতকৈ বিশ্বাস কৰে।

الَّذِيۡنَ يُقِيۡمُوۡنَ الصَّلٰوةَ وَيُؤۡتُوۡنَ الزَّكٰوةَ وَ هُمۡ بِالۡاٰخِرَةِ هُمۡ يُوۡقِنُوۡنَ ⑤

৬) আৰু তেওঁলোকৰ স্থিতি নিজ প্ৰভুৱে প্ৰদৰ্শন কৰা সুপথত ; আৰু তেওঁলোকেই সফলমনোৰথ।

اُولٰٓئِكَ عَلٰى هُدًى مِّنۡ رَّبِّهِمۡ وَ اُولٰٓئِكَ هُمُ الۡمُفۡلِحُوۡنَ ⑥

৭) আৰু মানুহৰ মাজত এনে ব্যক্তিও আছে যি সামান্য নিৰৰ্থক বাক্য কিনি লয়, যাতে তাৰ দবাৰা জ্ঞান নোহোৰাকৈ লোকক আল্লাৰ পথৰ পৰা বিভ্ৰান্ত কৰিব পাৰে; আৰু তাকে সি উপহাসৰ বয়-বস্তু বুলি জ্ঞান কৰে; এনেবিলাকৰ কাৰণেই আছে অপমানজনক শাস্তি।

وَ مِنَ النَّاسِ مَنۡ يَّشۡتَرِىۡ لَهۡوَ الۡحَدِيۡثِ لِيُضِلَّ عَنۡ سَبِيۡلِ اللّٰهِ بِغَيۡرِ عِلۡمٍ ‌ۖ وَّيَتَّخِذَهَا هُزُوًا ؕ اُولٰٓئِكَ لَهُمۡ عَذَابٌ مُّهِيۡنٌ ⑦

৮) আৰু যেতিয়া এনে মানুহৰ আগত আমাৰ আয়তসমূহ পাঠ কৰা হয়, সি অহঙ্কাৰ কৰি উলটি যায়; সি শুনিও নুশুনা যেন হয়, তাৰ কাণ দুখন যেন গধুৰ। গতিকে তাক যন্ত্ৰণাদায়ক শাস্তিৰ সংবাদ জানিবলৈ দিয়াঁ।

وَاِذَا تُتۡلٰى عَلَيۡهِ اٰيٰتُنَا وَلّٰى مُسۡتَكۡبِرًا كَاَنۡ لَّمۡ يَسۡمَعۡهَا كَاَنَّ فِىۡۤ اُذُنَيۡهِ وَقۡرًا ۚ فَبَشِّرۡهُ بِعَذَابٍ اَلِيۡمٍ ⑧

৯) যিসকলে বিশ্বাস স্থাপন কৰিছে আৰু সজ কাম কৰে, সেইসকলৰ নিমিত্তে নিশ্চয় থাকিব বিনন্দীয়া উদ্যানসমূহ ;

اِنَّ الَّذِيْنَ اٰمَنُوْا وَعَمِلُوا الصّٰلِحٰتِ لَهُمْ جَنّٰتُ النَّعِيْمِ ⑨

১০) তাতে তেওঁলোকে স্থায়ীৰূপে বাস কৰিব, ই আল্লাৰ সত্য প্ৰতিশ্ৰুতি; আৰু তেৱেঁই সৰ্ব্বশক্তিমান, মহা জ্ঞানী।

خٰلِدِيْنَ فِيْهَا ۚ وَعْدَ اللّٰهِ حَقًّا ۚ وَهُوَ الْعَزِيْزُ الْحَكِيْمُ ⑩

১১) তেওঁ যে বিনা স্তম্ভৰে আকাশমণ্ডলীক সৃজন কৰিছে তাক তুমি দেখা পাইছা; আৰু তেৱেঁই পৰ্ব্বতসমূহ পৃথিৱীত সংস্থাপিত কৰিছে যাতে পৃথিৱী তোমালোকক লৈ নুঘূৰে, আৰু সকলো প্ৰকাৰ জীৱ-জন্তু তেওঁ সৃষ্টি কৰি পৃথিৱীত বিস্তৃত কৰিছে। আৰু (চোৱাঁ,) আমি মেঘৰ পৰা বৰষুণ নমাইছোঁ, আৰু তাৰ দবাৰা পৃথিৱীত সকলো প্ৰকাৰ উৎকৃষ্ট উদ্ভিদ উৎপন্ন কৰিছোঁ।

خَلَقَ السَّمٰوٰتِ بِغَيْرِ عَمَدٍ تَرَوْنَهَا وَاَلْقٰى فِى الْاَرْضِ
رَوَاسِىَ اَنْ تَمِيْدَ بِكُمْ وَبَثَّ فِيْهَا مِنْ كُلِّ دَآبَّةٍ
وَاَنْزَلْنَا مِنَ السَّمَآءِ مَآءً فَاَنْۢبَتْنَا فِيْهَا مِنْ كُلِّ زَوْجٍ
كَرِيْمٍ ⑪

১২) আল্লাৰ সৃষ্টি এইৰূপ, এতিয়া আল্লাক এৰি (তোমালোকৰ) আন উপাস্যবিলাকে কি সৃষ্টি কৰিছে মোক দেখিবলৈ দিয়াঁ; নহয়, কথা এই অন্যায়কাৰীবিলাক প্ৰত্যক্ষ ভ্ৰান্তিত পৰি আছে।

هٰذَا خَلْقُ اللّٰهِ فَاَرُوْنِىْ مَاذَا خَلَقَ الَّذِيْنَ مِنْ دُوْنِهٖ ؕ
بَلِ الظّٰلِمُوْنَ فِىْ ضَلٰلٍ مُّبِيْنٍ ⑫ ع

১৩) আৰু স্বৰূপতে লুক্বমানক আমি প্ৰকৃত জ্ঞান দান কৰিছিলোঁ, (আৰু আদেশ দিছিলোঁ) তুমি আল্লাৰ কৃতজ্ঞতা স্বীকাৰ কৰাঁ, কিয়নো যি কৃতজ্ঞতা স্বীকাৰ কৰে সি নিজ আত্মাৰ (মঙ্গলৰ) নিমিত্তেহে কৃতজ্ঞতা স্বীকাৰ কৰে; আৰু যি (আল্লাৰ কাষত) অকৃতজ্ঞ তেন্তে (সি যেন জানে), নিশ্চয় আল্লা অভাৱহীন, প্ৰশংসাৰ ভাজন।

وَلَقَدْ اٰتَيْنَا لُقْمٰنَ الْحِكْمَةَ اَنِ اشْكُرْ لِلّٰهِ ۚ وَمَنْ
يَّشْكُرْ فَاِنَّمَا يَشْكُرُ لِنَفْسِهٖ ۚ وَمَنْ كَفَرَ فَاِنَّ اللّٰهَ غَنِىٌّ
حَمِيْدٌ ⑬

১৪) আৰু (মনত পেলোৱাঁ) যেতিয়া লুক্বমানে নিজ পুতেকক উপদেশ দি এইদৰে কৈছিল, হে মোৰ মৰমৰ পুত্ৰ, অইনক আল্লাৰ সমানে কেতিয়াও উপাস্য নাপাতিবা; ইয়াত কোনো সন্দেহ নাই,

وَاِذْ قَالَ لُقْمٰنُ لِابْنِهٖ وَهُوَ يَعِظُهٗ يٰبُنَىَّ لَا تُشْرِكْ

بِاللّٰهِ ۗ اِنَّ الشِّرْكَ لَظُلْمٌ عَظِيْمٌ ﴿١٣﴾

আল্লাৰ সমানে অইনক উপাস্য পতা গুৰুতৰ অন্যায়।

وَوَصَّيْنَا الْاِنْسَانَ بِوَالِدَيْهِ ۚ حَمَلَتْهُ اُمُّهٗ وَهْنًا
عَلٰى وَهْنٍ وَّ فِصٰلُهٗ فِيْ عَامَيْنِ اَنِ اشْكُرْ لِيْ وَلِوَالِدَيْكَ ۗ
اِلَيَّ الْمَصِيْرُ ﴿١٤﴾

১৫) আৰু আমি মানুহক নিজৰ পিতৃ-মাতৃ সম্বন্ধে এই উপদেশ দান কৰিছোঁ,—তাৰ মাতৃয়ে ক্ষীণতাৰ উপৰি ক্ষীণতাৰে সৈতে তাক (নিজ গৰ্ভত) ধাৰণ কৰিছিল, আৰু দুবছৰ জুৰি তাক পিয়াহ খুওৱাইছিল—মোৰ প্ৰতি আৰু তোমাৰ পিতৃ-মাতৃৰ প্ৰতি কৃতজ্ঞ হৈ থাকিবা; (মনত ৰাখিবা) মোৰ ফাললৈ তোমালোকৰ শেষ প্ৰত্যাৱৰ্ত্তন।

وَاِنْ جَاهَدٰكَ عَلٰۤى اَنْ تُشْرِكَ بِيْ مَا لَيْسَ لَكَ بِهٖ
عِلْمٌ فَلَا تُطِعْهُمَا وَصَاحِبْهُمَا فِي الدُّنْيَا مَعْرُوْفًا
وَّاتَّبِعْ سَبِيْلَ مَنْ اَنَابَ اِلَيَّ ۚ ثُمَّ اِلَيَّ مَرْجِعُكُمْ
فَاُنَبِّئُكُمْ بِمَا كُنْتُمْ تَعْمَلُوْنَ ﴿١٥﴾

১৬) আৰু যদি উভয়ে তোমাক বাধ্য কৰে তুমি যেন এনেবোৰ উপাস্য মোৰ সমানে পাতি লোৱা যাৰ সম্বন্ধে তোমাৰ একো জ্ঞান নাই, তেন্তে দুয়োৰে কথা নুশুনিবা; কিন্তু ইহজীৱনত তেওঁলোকৰ সঙ্গী হৈ উভয়ৰ সৈতে সদ্ব্যৱহাৰ কৰিবা, আৰু সেইজনৰ পথ অনুসৰণ কৰিবা যিজনে মোৰ পিনে একান্ত মনে বাৰে বাৰে ঘূৰি আহে; (জানিবা) অৱশেষত মোৰ ফাললৈ তোমালোক উভতি আহিবা; তেতিয়া তোমালোকে যি কাৰ্য্য কৰিছিলা সেই সকলোবোৰ মই তোমালোকক জানিবলৈ দিম।

يٰبُنَيَّ اِنَّهَاۤ اِنْ تَكُ مِثْقَالَ حَبَّةٍ مِّنْ خَرْدَلٍ فَتَكُنْ فِيْ
صَخْرَةٍ اَوْ فِي السَّمٰوٰتِ اَوْ فِي الْاَرْضِ يَاْتِ بِهَا اللّٰهُ ۗ
اِنَّ اللّٰهَ لَطِيْفٌ خَبِيْرٌ ﴿١٦﴾

১৭) হে মোৰ মৰমৰ পুত্ৰ, তেনে কাৰ্য্য যদি সৰিয়হ গুটিৰ দৰে সামান্য হয়, আৰু যদি ই পৰ্ব্বতৰ শিলৰ মাজত অদৃশ্য হৈ থাকে, অথবা গগনমণ্ডলৰ মাজত নাইবা পৃথিৱীৰ কোনো অজানা ঠাইত নিহিত থাকে, তথাপি তাক আল্লাই উলিয়াই প্ৰকাশ কৰিব; নিশ্চয় আল্লা সূক্ষ্মদৰ্শী, সৰ্ব্বজ্ঞ।

يٰبُنَيَّ اَقِمِ الصَّلٰوةَ وَاْمُرْ بِالْمَعْرُوْفِ وَانْهَ عَنِ الْمُنْكَرِ

১৮) হে মোৰ মৰমৰ পুত্ৰ, নমাজ প্ৰতিষ্ঠিত কৰিবা, আৰু লোকক সৎকাৰ্য্য কৰিবলৈ উদগনি

وَ اصْبِرْ عَلٰى مَآ اَصَابَكَ ۗ اِنَّ ذٰلِكَ مِنْ عَزْمِ الْاُمُوْرِ ﴿١٨﴾

দিবা, আৰু অসৎ কাৰ্য্য কৰিবলৈ নিষেধ কৰিবা, আৰু তোমাৰ ওপৰত আপদ-বিপদ পৰিলে ধৈৰ্য্য ধৰি থাকিবা; নিশ্চয় সেয়ে হৈছে দৃঢ় সঙ্কল্পৰ সাধনা।

وَلَا تُصَعِّرْ خَدَّكَ لِلنَّاسِ وَلَا تَمْشِ فِى الْاَرْضِ مَرَحًا ۗ
اِنَّ اللّٰهَ لَا يُحِبُّ كُلَّ مُخْتَالٍ فَخُوْرٍ ﴿١٩﴾

১৯) আৰু তুমি মানুহৰ পৰা মুখ ঘূৰাই বিৰক্তিৰ ভাব প্ৰকাশ নকৰিবা, আৰু পৃথিৱীত ফিতাহি মাৰি নুফুৰিবা; আল্লাই ভেম মৰা অহঙ্কাৰী মানুহক নিশ্চয় ভাল নাপায়।

وَاقْصِدْ فِىْ مَشْيِكَ وَاغْضُضْ مِنْ صَوْتِكَ ۗ اِنَّ
ع اَنْكَرَ الْاَصْوَاتِ لَصَوْتُ الْحَمِيْرِ ﴿٢٠﴾

২০) আৰু চলা-ফুৰা কৰোঁতে নম্ৰভাৱে খোজ কাঢ়িবা, আৰু কথা কওঁতে মৃদুভাৱে কথা কবা; মাতৰ মাজত গাধৰ মাতেই যে অতিশয় ঘৃণাজনক ইয়াত কোনো সন্দেহ নাই।

اَلَمْ تَرَوْا اَنَّ اللّٰهَ سَخَّرَ لَكُمْ مَّا فِى السَّمٰوٰتِ وَمَا فِى
الْاَرْضِ وَاَسْبَغَ عَلَيْكُمْ نِعَمَهٗ ظَاهِرَةً وَّبَاطِنَةً ۗ وَ
مِنَ النَّاسِ مَنْ يُّجَادِلُ فِى اللّٰهِ بِغَيْرِ عِلْمٍ وَّلَا هُدًى
وَّلَا كِتٰبٍ مُّنِيْرٍ ﴿٢١﴾

২১) তোমালোকে নেদেখা নে, আকাশমণ্ডলীত যি আছে আৰু পৃথিৱীত যি আছে সকলোবোৰকে আল্লাই তোমালোকৰ বশৱৰ্ত্তী কৰি দিছে, আৰু তেওঁ নিজ অনুগ্ৰহসমূহ, বাহিৰৰেই হওক বা ভিতৰৰেই হওক, তোমালোকৰ প্ৰতি সম্পূৰ্ণ কৰিছে; অথচ মানৱজাতিৰ কেতবোৰে জ্ঞান আৰু পথপ্ৰদৰ্শন আৰু জ্যোতিৰ্ম্ময় ধৰ্ম্মপুথিৰ অবিহনে আল্লাৰ সম্বন্ধে বাদ-বিসম্বাদ কৰে।

وَاِذَا قِيْلَ لَهُمُ اتَّبِعُوْا مَآ اَنْزَلَ اللّٰهُ قَالُوْا بَلْ نَتَّبِعُ
مَا وَجَدْنَا عَلَيْهِ اٰبَآءَنَا ۗ اَوَلَوْ كَانَ الشَّيْطٰنُ
يَدْعُوْهُمْ اِلٰى عَذَابِ السَّعِيْرِ ﴿٢٢﴾

২২) আৰু যেতিয়া সিহঁতক কোৱা হয়, আল্লাই যি অৱতীৰ্ণ কৰিছে তাৰে অনুসৰণ কৰাঁ, সিহঁতে উত্তৰ দিয়ে, নহয়, আমাৰ পিতৃপুৰুষসকলক যি কাৰ্য্য কৰা দেখা পাই আহিছোঁ আমি তাৰেহে অনুসৰণ কৰিম। কি! যদিও শ্বয়তানে জ্বলন্ত অগ্নিৰ শাস্তিৰ ফালে সিহঁতক আহ্বান কৰে!

وَمَنْ يُّسْلِمْ وَجْهَهٗٓ اِلَى اللّٰهِ وَهُوَ مُحْسِنٌ فَقَدِ
اسْتَمْسَكَ بِالْعُرْوَةِ الْوُثْقٰى ۗ وَاِلَى اللّٰهِ عَاقِبَةُ
الْاُمُوْرِ ﴿٢٣﴾

২৩) আৰু যিজনে আল্লাৰ প্ৰতি আত্মসমৰ্পণ কৰে, আৰু পৰোপকাৰ কৰে, স্বৰূপতে সেইজনে শকত হাতমাৰিত খামোচ মাৰি ধৰিছে; আৰু আল্লাৰ ফালেই সকলো কাৰ্য্যৰ পৰিণতি।

وَمَنْ كَفَرَ فَلَا يَحْزُنْكَ كُفْرُهٗ ۚ اِلَيْنَا مَرْجِعُهُمْ فَنُنَبِّئُهُمْ بِمَا عَمِلُوْا ۚ اِنَّ اللّٰهَ عَلِيْمٌ ۢ بِذَاتِ الصُّدُوْرِ ﴿٢٤﴾

২৪) আৰু কেও যদি অবিশ্বাস কৰে তাৰ অবিশ্বাসে যেন তোমাক (হে মহম্মদ,) একো বেজাৰ নিদিয়ে; আমাৰ ফালেই সিহঁতৰ প্ৰত্যাৱৰ্ত্তন ; তেতিয়া সিহঁতে যি কুকাৰ্য্য কৰিছিল সমস্ত আমি সিহঁতক জানিবলৈ দিম; বাস্তৱতে যি অন্তৰসমূহত নিহিত সকলো আল্লাই বঢ়িয়াকৈ জানে।

نُمَتِّعُهُمْ قَلِيْلًا ثُمَّ نَضْطَرُّهُمْ اِلٰى عَذَابٍ غَلِيْظٍ ﴿٢٥﴾

২৫) আমি সিহঁতক অলপ সময়লৈহে (পৃথিৱীত) সুখ-সন্তোষ উপভোগ কৰিবলৈ দিম; তাৰ পিছত সিহঁতক কঠোৰ শাস্তি ভুঞ্জিবলৈ বাধ্য কৰিম।

وَلَئِنْ سَاَلْتَهُمْ مَّنْ خَلَقَ السَّمٰوٰتِ وَالْاَرْضَ لَيَقُوْلُنَّ اللّٰهُ ۚ قُلِ الْحَمْدُ لِلّٰهِ ۚ بَلْ اَكْثَرُهُمْ لَا يَعْلَمُوْنَ ﴿٢٦﴾

২৬) আৰু তুমি যদি সিহঁতক প্ৰশ্ন কৰা, আকাশমণ্ডলী আৰু পৃথিৱী কোনে সৃজন কৰিছে? সিহঁতে নিশ্চয় উত্তৰ দিব, আল্লাই (সৃজন কৰিছে)। (তেতিয়া) তুমি কবা, সকলো প্ৰশংসাৰ যোগ্য আল্লা! কিন্তু সিহঁতৰ সৰহভাগৰে এই জ্ঞান নাই।

لِلّٰهِ مَا فِى السَّمٰوٰتِ وَالْاَرْضِ ۚ اِنَّ اللّٰهَ هُوَ الْغَنِىُّ الْحَمِيْدُ ﴿٢٧﴾

২৭) আকাশমণ্ডলী আৰু পৃথিৱীত যি আছে সকলোৰে গৰাকী আল্লা; নিশ্চয় আল্লা অভাৱহীন, প্ৰশংসাৰ ভাজন।

وَلَوْ اَنَّ مَا فِى الْاَرْضِ مِنْ شَجَرَةٍ اَقْلَامٌ وَّالْبَحْرُ يَمُدُّهٗ مِنْ ۢ بَعْدِهٖ سَبْعَةُ اَبْحُرٍ مَّا نَفِدَتْ كَلِمٰتُ اللّٰهِ ۚ اِنَّ اللّٰهَ عَزِيْزٌ حَكِيْمٌ ﴿٢٨﴾

২৮) আৰু যদি পৃথিৱীৰ সমস্ত বৃক্ষ কাপ আৰু (বিশাল) সাগৰ (কালি হয়), আৰু তাৰ লগতে আৰু সাত সমুদ্ৰ যোগ দিয়া হয়, আল্লাৰ বাক্য সমূহৰ (লিপি) কদাপি অন্ত নহয়; নিশ্চয় আল্লা সৰ্ব্বশক্তিমান, মহাজ্ঞানী।

مَا خَلْقُكُمْ وَلَا بَعْثُكُمْ اِلَّا كَنَفْسٍ وَّاحِدَةٍ ۚ اِنَّ اللّٰهَ سَمِيْعٌ ۢ بَصِيْرٌ ﴿٢٩﴾

২৯) তোমালোকৰ সৃষ্টি আৰু তোমালোকৰ পুনৰুত্থান (আল্লাৰ পক্ষে) এটি মাত্ৰ আত্মাৰ সৃষ্টিতকৈ অধিক নহয়; নিশ্চয় আল্লা সকলো শুনোতা, সকলো দেখোঁতা।

৩০) তুমি দেখা নাই নে, আল্লাই নিশাক দিনত পৰিণত কৰে আৰু তেৱেঁই দিনক নিশাত পৰিণত কৰে, আৰু তেৱেঁই সূৰ্য্য চন্দ্ৰক নিয়মাধীন কৰিছে, প্ৰত্যেকেই নিৰূপিত কাললৈ গতিশীল থাকে। আৰু তোমালোকে যিহকেই কৰা আল্লাই বঢ়িয়াকৈ জানে।

أَلَمْ تَرَ أَنَّ ٱللَّهَ يُولِجُ ٱلَّيْلَ فِى ٱلنَّهَارِ وَيُولِجُ ٱلنَّهَارَ فِى ٱلَّيْلِ وَسَخَّرَ ٱلشَّمْسَ وَٱلْقَمَرَ كُلٌّ يَجْرِىٓ إِلَىٰٓ أَجَلٍ مُّسَمًّى وَأَنَّ ٱللَّهَ بِمَا تَعْمَلُونَ خَبِيرٌ ﴿٣٠﴾

৩১) এনে নিয়ন্ত্ৰণৰ কাৰণ এই, আল্লাই পৰম সত্য আৰু সিহঁতে আল্লাক এৰি যাক আহ্বান কৰে সি অসত্য; আৰু আল্লাই সমুন্নত, অতি মহান।

ذَٰلِكَ بِأَنَّ ٱللَّهَ هُوَ ٱلْحَقُّ وَأَنَّ مَا يَدْعُونَ مِن دُونِهِ ٱلْبَٰطِلُ وَأَنَّ ٱللَّهَ هُوَ ٱلْعَلِىُّ ٱلْكَبِيرُ ﴿٣١﴾

৩২) তুমি দেখা নাই নে, সাগৰত জাহাজ চলাচল কৰে আল্লাৰ অনুগ্ৰহত, যাতে তেওঁ নিজ নিদৰ্শনসমূহৰ কিছুভাগ তোমালোকক দেখুওৱায়; কোনো সন্দেহ নাই, ইয়াৰ মাজত আছে প্ৰত্যেক ধৈৰ্য্যশীল, শলাগী মানুহৰ কাৰণে বহু নিদৰ্শন।

أَلَمْ تَرَ أَنَّ ٱلْفُلْكَ تَجْرِى فِى ٱلْبَحْرِ بِنِعْمَتِ ٱللَّهِ لِيُرِيَكُم مِّنْ ءَايَٰتِهِۦٓ إِنَّ فِى ذَٰلِكَ لَءَايَٰتٍ لِّكُلِّ صَبَّارٍ شَكُورٍ ﴿٣٢﴾

৩৩) আৰু যেতিয়া গভীৰ ছাঁৰ অনুৰূপ ঢৌৱে সিহঁতক আবৰি ধৰে সিহঁতে (নিৰুপায় হৈ) আল্লাৰ আগত প্ৰাৰ্থনা কৰে নিভাজ আন্তৰিকতাৰে, ধৰ্ম্মপ্ৰাণ হৈ; কিন্তু যেতিয়া তেওঁ সিহঁতক উদ্ধাৰ কৰি উপকূললৈ আনে, সিহঁতৰ কিছুমানহে মধ্যপন্থী হয়; আৰু যি অসঙ্গাতী, অশলাগী তাৰ বাহিৰে আন কোনেও আমাৰ নিদৰ্শনসমূহ অস্বীকাৰ নকৰে।

وَإِذَا غَشِيَهُم مَّوْجٌ كَٱلظُّلَلِ دَعَوُا۟ ٱللَّهَ مُخْلِصِينَ لَهُ ٱلدِّينَ فَلَمَّا نَجَّىٰهُمْ إِلَى ٱلْبَرِّ فَمِنْهُم مُّقْتَصِدٌ وَمَا يَجْحَدُ بِـَٔايَٰتِنَآ إِلَّا كُلُّ خَتَّارٍ كَفُورٍ ﴿٣٢﴾

৩৪) হে মানৱজাতি, তোমালোকে নিজ প্ৰতিপালকৰ ভয় ৰাখি চলিবা, আৰু সেই মহাদিনলৈ ভয় ৰাখিবা যিদিনা বাপেকে নিজৰ পুতেকৰ হৈ মোচন-মূল্য দিবলৈ অস্বীকাৰ কৰিব, আৰু পুতেকেও নিজৰ বাপেকৰ হৈ মোচন-মূল্য দিবলৈ নোৱাৰিব। আল্লাৰ প্ৰতিশ্ৰুতি নিশ্চয় সত্য; গতিকে সাৱধান! পাৰ্থিৱ জীৱনে যেন

يَٰٓأَيُّهَا ٱلنَّاسُ ٱتَّقُوا۟ رَبَّكُمْ وَٱخْشَوْا۟ يَوْمًا لَّا يَجْزِى وَالِدٌ عَن وَلَدِهِۦ وَلَا مَوْلُودٌ هُوَ جَازٍ عَن وَالِدِهِۦ شَيْـًٔا إِنَّ وَعْدَ ٱللَّهِ حَقٌّ فَلَا تَغُرَّنَّكُمُ ٱلْحَيَوٰةُ ٱلدُّنْيَا

তোমালোকক প্ৰবঞ্চনা নিদিয়ে ; আৰু সেই ভীষণ প্ৰবঞ্চকেও যেন আল্লাৰ বিষয়ে তোমালোকক প্ৰবঞ্চনাত নেপেলায়।

وَلَا يَغُرَّنَّكُم بِاللَّهِ الْغَرُورُ ٣٣

৩৫) . নিশ্চয় আল্লাৰ কাষতহে আছে নিৰ্দ্দিষ্ট সময় অহাৰ জ্ঞান ; আৰু তেওঁহে (আকাশৰ পৰা) বৰষুণ নমায়, আৰু মাতৃগৰ্ভসমূহত যি আছে তেৱেঁই জানে ; আৰু কোনো আত্মাই নেজানে কাইলৈ সি (ভাল বেয়া) কি আৰ্জন কৰিব ; আৰু কোন দেশত তাৰ মৃত্যু ঘটিব তাকো কোনো আত্মাই নেজানে ; নিশ্চয় আল্লাই সৰ্ব্বজ্ঞাতা, পৰিজ্ঞাত।

إِنَّ اللَّهَ عِندَهُ عِلْمُ السَّاعَةِ وَيُنَزِّلُ الْغَيْثَ وَيَعْلَمُ
مَا فِي الْأَرْحَامِ وَمَا تَدْرِي نَفْسٌ مَّاذَا تَكْسِبُ غَدًا
وَمَا تَدْرِي نَفْسٌ بِأَيِّ أَرْضٍ تَمُوتُ إِنَّ اللَّهَ عَلِيمٌ
ع خَبِيرٌ ٣٤

Part 21 Chapter 32




চুৰা ৩২ AL-SAJDAH

## আল্-চয্দা ঃ প্ৰণিপাত মক্কাত অৱতীৰ্ণ

১) পৰম কৰুণাময়, পৰম দানশীল আল্লাৰ নামত।

بِسْمِ اللَّهِ الرَّحْمَٰنِ الرَّحِيمِ ١

২) আলিফ্, লাম, মীম।

الٓمٓ ٢

৩) ইয়াত কোনো সন্দেহ নাই, বিশ্ব-ব্ৰহ্মাণ্ডৰ প্ৰতিপালকৰ পৰা এই গ্ৰন্থৰ (কোৰ্-আনৰ) অৱতাৰণা।

تَنزِيلُ الْكِتَابِ لَا رَيْبَ فِيهِ مِن رَّبِّ الْعَالَمِينَ ٣

৪) সিহঁতে ইয়াকে কয় নে, মহম্মদে এই গ্ৰন্থ নিজে সাজি লৈছে ; নহয়, বৰং ই তোমাৰ প্ৰভুৰ পৰা অহা সত্য ; যাতে ইয়াৰ দবাৰা সেই জাতিক তুমি সতৰ্ক কৰিব পাৰা যাৰ প্ৰতি তোমাৰ পূৰ্ব্বে কোনো সতৰ্ককাৰী অহা নাই, সম্ভৱতঃ সিহঁতে সুপথ অৱলম্বন কৰে।

أَمْ يَقُولُونَ افْتَرَاهُ بَلْ هُوَ الْحَقُّ مِن رَّبِّكَ لِتُنذِرَ
قَوْمًا مَّا أَتَاهُم مِّن نَّذِيرٍ مِّن قَبْلِكَ لَعَلَّهُمْ يَهْتَدُونَ ٤

(৫) তেৱেঁই আল্লা যিজনে ছয়টা নিৰ্দ্দিষ্ট যুগত গগনমণ্ডল আৰু পৃথিৱী আৰু উভয়ৰ মাজত যি অৱস্থিত সকলো সৃজন কৰিলে, আৰু মহা-সিংহাসনত তেওঁ বিৰাজমান হ'ল; তোমালোকৰ নিমিত্তে তেওঁত ভিন্ন কোনো বন্ধু নাই, আৰু (তোমালোকৰ হৈ) মধ্যস্থতা কৰোঁতাও কেও নাই; তত্ৰাচ তোমালোকে উপদেশ গ্ৰহণ নকৰিবা নে?

اللَّهُ الَّذِي خَلَقَ السَّمٰوٰتِ وَالْأَرْضَ وَمَا بَيْنَهُمَا فِي
سِتَّةِ أَيَّامٍ ثُمَّ اسْتَوٰى عَلَى الْعَرْشِ ۖ مَا لَكُم مِّن دُونِهِ
مِن وَلِيٍّ وَلَا شَفِيعٍ ۚ أَفَلَا تَتَذَكَّرُونَ ۝৫

(৬) আকাশৰ পৰা পৃথিৱীলৈকে সকলো কাৰ্য্যৰ তেৱেঁই নিয়ন্ত্ৰণ কৰে; পিছত প্ৰত্যেকটো কাৰ্য্য তেওঁৰ ফাললৈ আৰোহণ কৰিব এদিনৰ ভিতৰত, যি দিনৰ পৰিসৰ তোমালোকৰ গণনা অনুসাৰে এহেজাৰ বছৰ।

يُدَبِّرُ الْأَمْرَ مِنَ السَّمَاءِ إِلَى الْأَرْضِ ثُمَّ يَعْرُجُ إِلَيْهِ فِي يَوْمٍ
كَانَ مِقْدَارُهُ أَلْفَ سَنَةٍ مِّمَّا تَعُدُّونَ ۝৬

(৭) তেৱেঁই অদৃশ্য আৰু প্ৰকাশ্য সকলোৰেই পৰিজ্ঞাতা, সৰ্ব্বশক্তিমান, পৰম দানশীল।

ذٰلِكَ عٰلِمُ الْغَيْبِ وَالشَّهَادَةِ الْعَزِيزُ الرَّحِيمُ ۝৭

(৮) সেইজনেই সকলো বস্তুকে সৃজন কৰি সুন্দৰ ৰূপ দিছে, আৰু তেৱেঁই মানৱৰ সৃষ্টিৰ আৰম্ভ কৰিছে আলতীয়া বোকা মাটিৰে।

الَّذِي أَحْسَنَ كُلَّ شَيْءٍ خَلَقَهُ ۖ وَبَدَأَ خَلْقَ الْإِنسَانِ
مِن طِينٍ ۝৮

(৯) পিছত তেওঁ মানৱৰ বংশক সামান্য বীৰ্য্যৰ জুলীয়া সাৰ পদাৰ্থৰ দ্বাৰা সৃষ্টি কৰিলে।

ثُمَّ جَعَلَ نَسْلَهُ مِن سُلٰلَةٍ مِّن مَّاءٍ مَّهِينٍ ۝৯

(১০) তাৰ পিছত তেওঁ মানৱক অঙ্গ-প্ৰত্যঙ্গৰ পূৰ্ণ ৰূপ দান কৰিলে, আৰু নিজৰ নিশ্বাসেৰে নিজৰেই আত্মা প্ৰবিষ্ট কৰিলে তাৰ শৰীৰৰ অভ্যান্তৰত: আৰু তেৱেঁই তোমালোকৰ নিমিত্তে (শুনিবলৈ) কাণ, (দেখিবলৈ) চকুবোৰ, আৰু (বোধ কৰিবলৈ) অন্তৰসমূহ দান কৰিলে; (অথচ) তোমালোকে তেওঁৰ নিচেই অলপহে শলাগ লোৱা।

ثُمَّ سَوّٰىهُ وَنَفَخَ فِيهِ مِن رُّوحِهِ ۖ وَجَعَلَ لَكُمُ السَّمْعَ
وَالْأَبْصَارَ وَالْأَفْـِٔدَةَ ۚ قَلِيلًا مَّا تَشْكُرُونَ ۝১০

(১১) আৰু সিহঁতে কয়, কি! মাটিত আমি বিলীন

وَقَالُوا أَءِذَا ضَلَلْنَا فِي الْأَرْضِ أَءِنَّا لَفِي خَلْقٍ جَدِيدٍ ۚ

بَلْ هُمْ بِلِقَآئِ رَبِّهِمْ كٰفِرُوْنَ ⑪

হৈ যোৱাৰ পাছত সঁচাকৈয়ে আমাৰ নতুন সৃষ্টি হ'ব পাৰেনে? হয়, সিহঁত নিজ প্ৰভুৰ সাক্ষাত সম্বন্ধে অবিশ্বাসী।

قُلْ يَتَوَفّٰىكُمْ مَّلَكُ الْمَوْتِ الَّذِيْ وُكِّلَ بِكُمْ ثُمَّ اِلٰى رَبِّكُمْ تُرْجَعُوْنَ ⑫

১২) (হে মহম্মদ,) তুমি কোৱাঁ, যিজন ফিৰিশ্‌তাক তোমালোকৰ প্ৰাণ প্ৰয়াণৰ কাৰণে নিয়োজিত কৰা হৈছে তেওঁ তোমালোকৰ মৃত্যু ঘটাব; শেষত তোমালোকক নিজ প্ৰভুৰ ওচৰলৈ ওভতাই নিয়া হ'ব।

وَلَوْ تَرٰٓى اِذِ الْمُجْرِمُوْنَ نَاكِسُوْا رُءُوْسِهِمْ عِنْدَ رَبِّهِمْ رَبَّنَآ اَبْصَرْنَا وَسَمِعْنَا فَارْجِعْنَا نَعْمَلْ صَالِحًا اِنَّا مُوْقِنُوْنَ ⑬

১৩) আৰু তুমি যদি দেখা পালাহেঁতেন, যেতিয়া অপৰাধীবিলাকে সিহঁতৰ প্ৰভুৰ সম্মুখত নিজৰ মূৰ বোৰ দোঁৱাই (ক'ব ধৰিব), হে আমাৰ প্ৰভু, আমি এতিয়া (সত্য) দেখিবলৈ আৰু শুনিবলৈ পাইছোঁ, গতিকে আমাক (পৃথিৱীলৈ) উভতি যাবলৈ দিয়াঁ; আমি সজ কাম কৰিম; (এইবাৰ) আমি নিশ্চিতকৈ বিশ্বাস স্থাপনকাৰী হৈছোঁ।

وَلَوْ شِئْنَا لَاٰتَيْنَا كُلَّ نَفْسٍ هُدٰىهَا وَلٰكِنْ حَقَّ الْقَوْلُ مِنِّيْ لَاَمْلَئَنَّ جَهَنَّمَ مِنَ الْجِنَّةِ وَالنَّاسِ اَجْمَعِيْنَ ⑭

১৪) আৰু আমি ইচ্ছা কৰা হ'লে, প্ৰত্যেক আত্মাকেই তাৰ সফলতাৰ পথ নিশ্চয় প্ৰদৰ্শন কৰিলোঁহেঁতেন; কিন্তু মোৰ মীমাংসা-বাক্য সত্য প্ৰমাণিত হ'ল; অৱশ্যে মই যিন্ আৰু মানুহক একেলগ কৰি নৰক পৰিপূৰ্ণ কৰিম।

فَذُوْقُوْا بِمَا نَسِيْتُمْ لِقَآءَ يَوْمِكُمْ هٰذَا اِنَّا نَسِيْنٰكُمْ وَذُوْقُوْا عَذَابَ الْخُلْدِ بِمَا كُنْتُمْ تَعْمَلُوْنَ ⑮

১৫) গতিকে যিহেতু তোমালোকে আজিৰ দিনৰ সাক্ষাত হোৱাৰ কথা পাহৰি আছিলা (এতিয়া শাস্তিৰ) সোৱাদ লোৱাঁ; আমিও নিশ্চয় তোমালোকক অৱজ্ঞা কৰিছোঁ; আৰু তোমালোকে যি কাৰ্য্য কৰিছিলা তাৰ বাবে স্থায়ী শাস্তিৰ সোৱাদ লোৱাঁ।

اِنَّمَا يُؤْمِنُ بِاٰيٰتِنَا الَّذِيْنَ اِذَا ذُكِّرُوْا بِهَا خَرُّوْا سُجَّدًا

১৬) আমাৰ নিদৰ্শনসমূহত কেৱল সেইসকলেহে বিশ্বাস স্থাপন কৰে যিসকলে, যেতিয়া তেওঁলোকক সেই নিদৰ্শনসমূহ সোঁৱৰাই দিয়া হয়, মাটিত পৰি (আল্লাক) সাষ্টাঙ্গে প্ৰণিপাত কৰে,

আৰু প্ৰশংসাৰে সৈতে নিজ প্ৰভুৰ পৱিত্ৰতাৰ কীৰ্ত্তন কৰে; আৰু সেইসকলে কদাপি অহংস্কাৰ নকৰে।

وَسَبَّحُوا بِحَمْدِ رَبِّهِمْ وَهُمْ لَا يَسْتَكْبِرُونَ ۩ ۱۶

১৭) শয্যাবোৰৰ পৰা তেওঁলোকৰ পাৰ্শ্বসমূহ নিলগে থাকে; তেওঁলোকে আতঙ্ক আৰু আশাৰ মনোভাৱ লৈ নিজ প্ৰভুৰ প্ৰাৰ্থনাত মগ্ন থাকে আৰু যি সম্বল আমি তেওঁলোকক দান কৰিছোঁ তাৰে পৰা (পুণ্য কামত) ব্যয় কৰে।

تَتَجَافَىٰ جُنُوبُهُمْ عَنِ الْمَضَاجِعِ يَدْعُونَ رَبَّهُمْ خَوْفًا
وَطَمَعًا وَمِمَّا رَزَقْنَاهُمْ يُنفِقُونَ ۱۷

১৮) আৰু তেওঁলোকে যি সজ কাম কৰিছিল তাৰ প্ৰতিদান স্বৰূপ নয়নসমূহৰ (প্ৰতিশ্ৰুত) শীতলতা যে তেওঁলোকৰ পৰা এতিয়া অদৃশ্য, তাৰ জ্ঞান কোনো আত্মাৰেই নাই।

فَلَا تَعْلَمُ نَفْسٌ مَّا أُخْفِيَ لَهُم مِّن قُرَّةِ أَعْيُنٍ جَزَاءً
بِمَا كَانُوا يَعْمَلُونَ ۱۸

১৯) যিজন বিশ্বাসস্থাপনকাৰী তেওঁ সেইজনৰ সদৃশ নে যি (আল্লাৰ) বিৰুদ্ধাচাৰী? দুয়ো কেতিয়াও সমতুল্য হ'ব নোৱাৰে।

أَفَمَن كَانَ مُؤْمِنًا كَمَن كَانَ فَاسِقًا ۚ لَّا يَسْتَوُونَ ۱۹

২০) যিসকলে বিশ্বাস কৰিছে আৰু সজ কাম কৰিছে সেইসকলৰ আশ্ৰয়স্থল হ'ব স্বৰ্গৰ উদ্যানসমূহ; তেওঁলোকে যি (সজ কাম)কৰিছিল তাৰ বাবে ই আল্লাৰ আতিথ্য স্বৰূপ।

أَمَّا الَّذِينَ آمَنُوا وَعَمِلُوا الصَّالِحَاتِ فَلَهُمْ جَنَّاتُ
الْمَأْوَىٰ نُزُلًا بِمَا كَانُوا يَعْمَلُونَ ۲۰

২১) কিন্তু যিবিলাকে বিৰোধিতা কৰিছিল সিহঁতৰ আশ্ৰয়স্থল হ'ব নৰকৰ অগ্নি; যেতিয়াই তাৰ পৰা সিহঁত ওলাই আহিবলৈ উদ্যত হ'ব, সিহঁতক পুনৰায় তাৰ ভিতৰলৈ ওলটাই নিয়া হ'ব, আৰু সিহঁতক কোৱা হ'ব; যি নৰকৰ অগ্নিৰ শাস্তিক তোমালোকে আগতে মিছা বুলি ভাবিছিলা তাৰেই (আজি) সোৱাদ লোৱাঁ।

وَأَمَّا الَّذِينَ فَسَقُوا فَمَأْوَاهُمُ النَّارُ ۖ كُلَّمَا أَرَادُوا أَن
يَخْرُجُوا مِنْهَا أُعِيدُوا فِيهَا وَقِيلَ لَهُمْ ذُوقُوا عَذَابَ
النَّارِ الَّذِي كُنتُم بِهِ تُكَذِّبُونَ ۲۱

২২) আৰু (পৰলোকৰ) ডাঙৰ শাস্তিৰ উপৰি সিহঁতক আমি নিশ্চয় ওচৰৰ (ইহলোকৰ)

وَلَنُذِيقَنَّهُم مِّنَ الْعَذَابِ الْأَدْنَىٰ دُونَ الْعَذَابِ

الْاَكْبَرِ لَعَلَّهُمْ يَرْجِعُوْنَ ۝٢١

শাস্তিৰো সোৱাদ লবলৈ দিম, হ'ব পাৰে সিহঁত (সুপথলৈ) ঘূৰি আহে।

وَمَنْ اَظْلَمُ مِمَّنْ ذُكِّرَ بِاٰيٰتِ رَبِّهٖ ثُمَّ اَعْرَضَ عَنْهَا ۚ اِنَّا مِنَ الْمُجْرِمِيْنَ مُنْتَقِمُوْنَ ۝٢٢

২৩) আৰু সেইজনতকৈ কোন অধিক অন্যায়-কাৰী যি তাৰ প্ৰভুৰ নিদৰ্শনসমূহ সোঁৱৰাই দিয়াতো সেইসমূহৰ পৰা বিমুখ হ'য়; আমি (নিশ্চয় আমাৰ) অপৰাধীবিলাকক সিহঁতৰ প্ৰাপ্য শাস্তি দিম।

وَلَقَدْ اٰتَيْنَا مُوْسَى الْكِتٰبَ فَلَا تَكُنْ فِيْ مِرْيَةٍ مِّنْ لِّقَآئِهٖ وَجَعَلْنٰهُ هُدًى لِّبَنِيْٓ اِسْرَآءِيْلَ ۝٢٣

২৪) আৰু স্বৰূপতে আমি মুচাক ধৰ্ম্মপুথি দান কৰিছিলোঁ: এতেকে (হে মহম্মদ) সেই পুথি পোৱা সম্বন্ধে কোনো সন্দেহত নপৰিবা: আৰু আমি সেই ধৰ্ম্মপুথিখন ইস্ৰাইলৰ সন্তান-সন্ততিৰ নিমিত্তে পথপ্ৰদৰ্শনৰূপে স্থিৰ কৰিছিলোঁ।

وَجَعَلْنَا مِنْهُمْ اَئِمَّةً يَّهْدُوْنَ بِاَمْرِنَا لَمَّا صَبَرُوْا ۗ وَكَانُوْا بِاٰيٰتِنَا يُوْقِنُوْنَ ۝٢٤

২৫) আৰু তেওঁলোকে যে ধৈৰ্য্য ধাৰণ কৰিছিল তাৰ বাবে তেওঁলোকক আমাৰ আদেশ মতে পথ প্ৰদৰ্শন কৰিবৰ কাৰণে তেওঁলোকৰ (বনি ইস্ৰা-ইলৰ) মাজৰে পৰা জনচেৰেক ধৰ্ম্ম নেতা নিয়োজিত কৰিছিলোঁ: আৰু তেওঁলোকে আল্লাৰ নিদৰ্শনসমূহত নিশ্চিতকৈ বিশ্বাস স্থাপন কৰিছিল।

اِنَّ رَبَّكَ هُوَ يَفْصِلُ بَيْنَهُمْ يَوْمَ الْقِيٰمَةِ فِيْمَا كَانُوْا فِيْهِ يَخْتَلِفُوْنَ ۝٢٥

২৬) যি বিষয় লৈ সিহঁতে পৰস্পৰ বিৰোধ কৰিছিল সেই সম্বন্ধে পুনৰুত্থানৰ দিনা সিহঁতৰ মাজত তোমাৰ প্ৰভুৱে বিচাৰ কৰিব।

اَوَلَمْ يَهْدِ لَهُمْ كَمْ اَهْلَكْنَا مِنْ قَبْلِهِمْ مِّنَ الْقُرُوْنِ يَمْشُوْنَ فِيْ مَسٰكِنِهِمْ ۗ اِنَّ فِيْ ذٰلِكَ لَاٰيٰتٍ ۗ اَفَلَا يَسْمَعُوْنَ ۝٢٦

২৭) আমি যে সিহঁতৰ পূৰ্ব্বে কত জাতিকে ধ্বংস কৰিছিলোঁ, যিবিলাকৰ বাসস্থানসমূহত সিহঁতে (এতিয়া) ফুৰা-চকা কৰে, এনে অৱস্থাই সুপথে চলিবলৈ সিহঁতক সহায় নকৰে নে? কোনো সন্দেহ নাই, ইয়াৰ মাজত অৱশ্যে আছে বহু নিদৰ্শন: তথাপি সিহঁতে (উপদেশত) কাণ নিদিয়ে নে?

২৮) সিহঁতে দেখা পোৱা নাই নে, আমি কেনেকৈ শুকান অনুৰ্ব্বৰ মাটিত পানী প্ৰবাহিত কৰোঁ; আৰু তাৰ দ্বাৰা নানাবিধ শস্য উৎপাদন কৰোঁ; সিহঁতৰ ঘৰচীয়া জন্তুবোৰে, আৰু সিহঁতে নিজেও তাৰে পৰা আহাৰ কৰে; তথাপি সিহঁতে এইবোৰ লক্ষ্য নকৰে নে ?

أَوَلَمْ يَرَوْا أَنَّا نَسُوقُ الْمَاءَ إِلَى الْأَرْضِ الْجُرُزِ فَنُخْرِجُ بِهِ زَرْعًا تَأْكُلُ مِنْهُ أَنْعَامُهُمْ وَأَنْفُسُهُمْ أَفَلَا يُبْصِرُونَ ﴿٢٨﴾

২৯) আৰু সিহঁতে ইয়াকে কয়, সেই মীমাংসাৰ সময় কেতিয়া আহিব কোৱাঁ, যদিহে তোমালোক সত্যবাদী।

وَيَقُولُونَ مَتَى هَذَا الْفَتْحُ إِنْ كُنْتُمْ صَادِقِينَ ﴿٢٩﴾

৩০) তুমি কোৱাঁ, সেই (প্ৰতিশ্ৰুত) মীমাংসাৰ দিনালৈ অবিশ্বাসীবিলাকে সিহঁতৰ বিশ্বাস-স্থাপন স্থগিত ৰখাটো সিহঁতৰ পক্ষে লাভজনক নহ'ব; আৰু সিহঁতক অৱসৰো দিয়া নহ'ব।

قُلْ يَوْمَ الْفَتْحِ لَا يَنْفَعُ الَّذِينَ كَفَرُوا إِيمَانُهُمْ وَلَا هُمْ يُنْظَرُونَ ﴿٣٠﴾

৩১) গতিকে সিহঁতৰ পৰা (হে মহম্মদ,) তুমি আঁতৰি থাকিবা, আৰু (শেষ পৰ্য্যায়) অপেক্ষা কৰি থাকা; অৱশ্যে সিহঁতেও অপেক্ষা কৰি থাকিব।

فَأَعْرِضْ عَنْهُمْ وَانْتَظِرْ إِنَّهُمْ مُنْتَظِرُونَ ﴿٣١﴾

سُوْرَةُ الْأَحْزَابِ مَدَنِيَّةٌ (٣٣)

**চুৰা ৩৩** AL-AHZAB **আল্-আহ্জাব ঃ মিত্ৰজাতিপুঞ্জ** মদিনাত অৱতীৰ্ণ

১) পৰম কৰুণাময়, পৰম দানশীল আল্লাৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

২) হে নবী (মহম্মদ), আল্লালৈ ভয় ৰাখিবা, আৰু অবিশ্বাসীবিলাকৰ আৰু কপটাচাৰী-বিলাকৰ কথা নুশুনিবা : নিশ্চয় আল্লা সৰ্ব্বজ্ঞাতা, শ্ৰেষ্ঠ জ্ঞানী।

يٰٓاَيُّهَا النَّبِيُّ اتَّقِ اللّٰهَ وَلَا تُطِعِ الْكٰفِرِيْنَ وَالْمُنٰفِقِيْنَ ۗ اِنَّ اللّٰهَ كَانَ عَلِيْمًا حَكِيْمًا ②

৩) আৰু তোমাৰ প্ৰতি তোমাৰ প্ৰভুৰ পৰা যি প্ৰত্যাদেশ হৈছে তাৰে অনুসৰণ কৰাঁ; তোমালোকে যি কাৰ্য্যকে কৰা সেই বিষয়ে আল্লা নিশ্চয় পৰিজ্ঞাত ;

وَّاتَّبِعْ مَا يُوْحٰٓى اِلَيْكَ مِنْ رَّبِّكَ ۗ اِنَّ اللّٰهَ كَانَ بِمَا تَعْمَلُوْنَ خَبِيْرًا ③

৪) আৰু তুমি আল্লাৰেই ওপৰত নিৰ্ভৰ কৰি থাকিবা, কিয়নো কাৰ্য্যনিৰ্ব্বাহক স্বৰূপে আল্লাই যথেষ্ট।

وَّتَوَكَّلْ عَلَى اللّٰهِ ۗ وَكَفٰى بِاللّٰهِ وَكِيْلًا ④

৫) কোনো পুৰুষৰ নিমিত্তে তাৰ বুকুৰ ভিতৰত আল্লাই দুটা হৃদয় সৃষ্টি কৰি দিয়া নাই; আৰু তোমালোকৰ নিজৰ যি পত্নীবিলাকক মাতৃ বুলি সম্বোধন কৰি (কিছু কালৰ নিমিত্তে) বৰ্জ্জন কৰা, আল্লাই সিহঁতক তোমালোকৰ প্ৰকৃততে মাতৃ কৰা নাই; আৰু (সেই দৰে) তোমালোকে তুলি লোৱা পুত্ৰবিলাককো তেওঁ প্ৰকৃতপক্ষে তোমালোকৰ পুত্ৰ কৰা নাই; ই তোমালোকৰ মুখবোৰৰ পৰা ওলোৱা কথা মাথোন ; কিন্তু আল্লাই যি সত্য তাকে ব্যক্ত কৰে, আৰু তেৰেঁই সঠিক পথ প্ৰদৰ্শন কৰে।

مَا جَعَلَ اللّٰهُ لِرَجُلٍ مِّنْ قَلْبَيْنِ فِيْ جَوْفِهٖ ۚ وَمَا جَعَلَ اَزْوَاجَكُمُ الّٰٓـِٔيْ تُظٰهِرُوْنَ مِنْهُنَّ اُمَّهٰتِكُمْ ۚ وَمَا جَعَلَ اَدْعِيَآءَكُمْ اَبْنَآءَكُمْ ۗ ذٰلِكُمْ قَوْلُكُمْ بِاَفْوَاهِكُمْ ۗ وَاللّٰهُ يَقُوْلُ الْحَقَّ وَهُوَ يَهْدِي السَّبِيْلَ ⑤

৬) সিহঁতৰ পিতৃবিলাকৰ নাম লৈ সিহঁতক আহ্বান কৰিবা; এয়ে আল্লাৰ ওচৰত অধিক

اُدْعُوْهُمْ لِاٰبَآئِهِمْ هُوَ اَقْسَطُ عِنْدَ اللّٰهِ ۚ فَاِنْ لَّمْ

تَعْلَمُوْٓا اٰبَآءَهُمْ فَاِخْوَانُكُمْ فِى الدِّيْنِ وَمَوَالِيْكُمْ
وَلَيْسَ عَلَيْكُمْ جُنَاحٌ فِيْمَآ اَخْطَاْتُمْ بِهٖ وَلٰكِنْ مَّا
تَعَمَّدَتْ قُلُوْبُكُمْ وَكَانَ اللّٰهُ غَفُوْرًا رَّحِيْمًا ۝٥

ন্যায়সঙ্গত; কিন্তু যদি সিহঁতৰ পিতৃবিলাকক তোমালোক নাজানা, তেন্তে ধৰ্ম্মত সিহঁত তোমালোকৰ ভাই-ককাই আৰু তোমালোকৰ বন্ধু; আৰু এই বিষয়ে তোমালোকৰ যি ভুল-ভ্ৰান্তি আগতে হৈ গৈছে তাৰ বাবে তোমালোকৰ দোষ ধৰা নহ'ব; কিন্তু যদিহে তোমালোকৰ অন্তৰসমূহে জানি-শুনি এনে কাৰ্য্য কৰিবলৈ উদগনি দিয়ে (তেন্তে তোমালোক নিশ্চয় দোষী); বাস্তৱিকতে আল্লা শ্ৰেষ্ঠ ক্ষমাৱন্ত, পৰম দানশীল।

اَلنَّبِىُّ اَوْلٰى بِالْمُؤْمِنِيْنَ مِنْ اَنْفُسِهِمْ وَاَزْوَاجُهٗٓ
اُمَّهٰتُهُمْ وَاُولُوا الْاَرْحَامِ بَعْضُهُمْ اَوْلٰى بِبَعْضٍ
فِىْ كِتٰبِ اللّٰهِ مِنَ الْمُؤْمِنِيْنَ وَالْمُهٰجِرِيْنَ اِلَّآ اَنْ
تَفْعَلُوْٓا اِلٰٓى اَوْلِيٰٓئِكُمْ مَّعْرُوْفًا كَانَ ذٰلِكَ فِى الْكِتٰبِ
مَسْطُوْرًا ۝٦

৭) বিশ্বাসীসকলৰ নিমিত্তে এই নবী জন (মহম্মদ) নিজতকৈয়ো অধিক প্ৰিয়, আৰু তেওঁৰ সহধৰ্ম্মিণীসকল তেওঁলোকৰ মাতৃসকলৰ তুল্য; আৰু যিবিলাকৰ লগত বংশৰ সম্পৰ্কে থাকে, আল্লাৰ বিধান-লিপি মতে, বিশ্বাসীসকল আৰু দেশত্যাগী সকলতকৈয়ো সিহঁত ইজন সিজনৰ (বেছি ওচৰ), কিন্তু যদি তোমালোকে বন্ধুৰূপে কাৰো প্ৰতি বিশেষ অনুগ্ৰহ কৰা তাত দোষ নাই এই বিধান ধৰ্ম্মগ্ৰন্থত লিপিবদ্ধ।

وَاِذْ اَخَذْنَا مِنَ النَّبِيّٖنَ مِيْثَاقَهُمْ وَمِنْكَ وَمِنْ
نُّوْحٍ وَّاِبْرٰهِيْمَ وَمُوْسٰى وَعِيْسَى ابْنِ مَرْيَمَ
وَاَخَذْنَا مِنْهُمْ مِّيْثَاقًا غَلِيْظًا ۝٧

৮) আৰু (স্মৰণ কৰাঁ) আমি চুক্তি গ্ৰহণ কৰিছিলোঁ নবীসকলৰ পৰা আৰু স্বয়ং তোমাৰ পৰা, আৰু নুহ আৰু ইব্ৰাহিম আৰু মুচা আৰু মৰ্য়মৰ পুত্ৰ ঈচাৰ পৰা; আৰু সেইসকলোৰে পৰা আমি গ্ৰহণ কৰিছিলোঁ দৃঢ় চুক্তি;

لِّيَسْـَٔلَ الصّٰدِقِيْنَ عَنْ صِدْقِهِمْ وَاَعَدَّ لِلْكٰفِرِيْنَ
عَذَابًا اَلِيْمًا ۝٨ ع

৯) যাতে সত্যপৰায়ণসকলক তেওঁলোকৰ সত্যপৰায়ণতা সম্বন্ধে আল্লাই (এদিন) প্ৰশ্ন কৰিব; আৰু অবিশ্বাসী, চুক্তি ভঙ্গ কৰোঁতাবিলাকৰ নিমিত্তে তেওঁ প্ৰস্তুত ৰাখিছে যন্ত্ৰণাদায়ক শাস্তি।

يٰٓاَيُّهَا الَّذِيْنَ اٰمَنُوا اذْكُرُوْا نِعْمَةَ اللّٰهِ عَلَيْكُمْ اِذْ

১০) হে বিশ্বাসীসকল, তোমালোকৰ প্ৰতি আল্লাৰ অনুগ্ৰহ স্মৰণ কৰাঁ, যেতিয়া সৈন্যদল (আক্ৰমণ কৰিবৰ অৰ্থে) তোমালোকৰ ওচৰ

جَآءَتْكُمْ جُنُوْدٌ فَاَرْسَلْنَا عَلَيْهِمْ رِيْحًا وَّجُنُوْدًا لَّمْ تَرَوْهَا ۚ وَكَانَ اللّٰهُ بِمَا تَعْمَلُوْنَ بَصِيْرًا ۟

পাইছিল, তেতিয়া আমি সিহঁতৰ বিপক্ষে ধুমুহা বতাহ প্ৰেৰণ কৰিলোঁ আৰু লগতে এনেবোৰ সৈন্যদলকো যিবিলাক তোমালোকৰ অগোচৰ আছিল; বাস্তৱতে তোমালোকে যিহকে কৰা আল্লাই তাক নিৰীক্ষণ কৰে।

اِذْ جَآءُوْكُمْ مِّنْ فَوْقِكُمْ وَمِنْ اَسْفَلَ مِنْكُمْ وَاِذْ زَاغَتِ الْاَبْصَارُ وَبَلَغَتِ الْقُلُوْبُ الْحَنَاجِرَ وَتَظُنُّوْنَ بِاللّٰهِ الظُّنُوْنَا ۟

১১) (সেই সঙ্কটৰ সময় স্মৰণ কৰাঁ) যেতিয়া সিহঁত তোমালোকৰ ওপৰেদি আৰু তোমালোকৰ তলেদি তোমালোকৰ ওচৰ পাইছিল; আৰু যেতিয়া (তোমালোকৰ) চকুবোৰ ওলটি গৈছিল আৰু অন্তৰসমূহ ডিঙিৰ ওচৰ পাইছিলহি আৰু আল্লাৰ সম্বন্ধে তোমালোকে নানা প্ৰকাৰ অযথা অনুমান কৰিব লাগিছিলা।

هُنَالِكَ ابْتُلِيَ الْمُؤْمِنُوْنَ وَزُلْزِلُوْا زِلْزَالًا شَدِيْدًا ۟

১২) এনে বিপদৰ অৱস্থাত বিশ্বাসীসকলক পৰীক্ষাত পেলোৱা হৈছিল, আৰু তেওঁলোকক ভীষণ কঁপনিৰে কঁপোৱা হৈছিল।

وَاِذْ يَقُوْلُ الْمُنٰفِقُوْنَ وَالَّذِيْنَ فِيْ قُلُوْبِهِمْ مَّرَضٌ مَّا وَعَدَنَا اللّٰهُ وَرَسُوْلُهٗۤ اِلَّا غُرُوْرًا ۟

১৩) আৰু (স্মৰণ কৰাঁ) যেতিয়া কপটাচাৰীবিলাকে, আৰু যিবিলাকৰ অন্তৰসমূহত ব্যাধি আছিল সিহঁতে ক'ব ধৰিলে, আল্লাই আৰু তেওঁৰ ৰচুলে আমাৰ প্ৰতি এনে অঙ্গীকাৰহে কৰিছিল যি প্ৰতাৰণামূলক;

وَاِذْ قَالَتْ طَّآىِٕفَةٌ مِّنْهُمْ يٰۤاَهْلَ يَثْرِبَ لَا مُقَامَ لَكُمْ فَارْجِعُوْا ۚ وَيَسْتَاْذِنُ فَرِيْقٌ مِّنْهُمُ النَّبِيَّ يَقُوْلُوْنَ اِنَّ بُيُوْتَنَا عَوْرَةٌ ۛؕ وَمَا هِيَ بِعَوْرَةٍ ۚۛ اِنْ يُّرِيْدُوْنَ اِلَّا فِرَارًا ۟

১৪) আৰু যেতিয়া সিহঁতৰ আৰু এটা দলে (চিঞৰি) কৈছিল, হে মদিনাবাসীবিলাক, তোমালোকৰ নিমিত্তে ইয়াত থিয় দিবলৈ কোনো ঠাই নাই; গতিকে (মদিনালৈ) উভতি যোৱাঁ; আৰু সিহঁতৰ অইন এদলে নবীৰ অনুমতি বিচাৰিছিল এই বুলি, সঁচাকৈয়ে আমাৰ ঘৰবোৰ শূন্য হৈ পৰি আছে, অথচ প্ৰকৃততে সেইবোৰ শূন্য পৰা নাছিল; (ৰণক্ষেত্ৰৰ পৰা) সিহঁতে পলাবলৈহে উপায় বিচাৰিছিল।

১৫) আৰু মদিনাৰ প্ৰান্তসমূহৰ পৰা শত্ৰুৰ এদল সৈন্য (নগৰত) প্ৰবিষ্ট (হোৱা হ'লে) আৰু কপটাচাৰীবিলাকৰ সৈতে লগ লাগি সিহঁতক (বিশ্বাসী সকলৰ বিৰুদ্ধে) যুদ্ধ কৰিবলৈ উত্তেজিত কৰা হ'লে, সিহঁতে নিশ্চয় অবিকল তাকেই কৰিলেহেঁতেন, আৰু নগৰত অলপ সময়হে অৱস্থান কৰিলেহেঁতেন।

وَلَوْ دُخِلَتْ عَلَيْهِمْ مِّنْ اَقْطَارِهَا ثُمَّ سُئِلُوا الْفِتْنَةَ لَاٰتَوْهَا وَمَا تَلَبَّثُوْا بِهَآ اِلَّا يَسِيْرًا ⑮

১৬) অথচ স্বৰূপতে ইতিপূৰ্বে আল্লাৰ আগত সিহঁতে প্ৰতিজ্ঞা কৰিছিল, সিহঁতে (ৰণক্ষেত্ৰৰ পৰা) কেতিয়াও পিঠি দেখুৱাই প্ৰস্থান নকৰিব; বাস্তৱতে আল্লাৰ প্ৰতি যি প্ৰতিজ্ঞা সিহঁতে কৰিছিল সেই সম্বন্ধে সোধ-পোছ কৰা হ'ব।

وَلَقَدْ كَانُوْا عَاهَدُوا اللّٰهَ مِنْ قَبْلُ لَا يُوَلُّوْنَ الْاَدْبَارَ ۗ وَكَانَ عَهْدُ اللّٰهِ مَسْـُٔوْلًا ⑯

১৭) তুমি কোৱাঁ, যদি তোমালোক মৃত্যু অথবা প্ৰাণবধৰ ভয়ত পলাই যোৱাঁ, সেই পলায়ন তোমালোকৰ পক্ষে কেতিয়াও লাভজনক নহ'ব; বৰং তেনে যদি হয় তোমালোকক খন্তেকলৈহে সুখ-সন্তোষ উপভোগ কৰবলৈ দিয়া হ'ব।

قُلْ لَّنْ يَّنْفَعَكُمُ الْفِرَارُ اِنْ فَرَرْتُمْ مِّنَ الْمَوْتِ اَوِ الْقَتْلِ وَاِذًا لَّا تُمَتَّعُوْنَ اِلَّا قَلِيْلًا ⑰

১৮) আৰু কোৱাঁ, আল্লাই যদি তোমালোকৰ প্ৰতি অমঙ্গল ঘটাবলৈ ইচ্ছা কৰে, এনে কোন হ'ব পাৰে যি আল্লাৰ বিৰুদ্ধে তোমালোকক ৰক্ষা কৰিব পাৰে, অথবা তেওঁ যদি তোমালোকৰ প্ৰতি কৰুণা প্ৰদৰ্শন কৰিবলৈ ইচ্ছা কৰে (তেন্তে কোনে তাৰ প্ৰতিৰোধ কৰিব পাৰে ?) বাস্তৱতে সিহঁতে নিজৰ নিমিত্তে আল্লাত ভিন্ন এজনো পৃষ্ঠপোষক আৰু সাহায্যকাৰী নাপায়।

قُلْ مَنْ ذَا الَّذِيْ يَعْصِمُكُمْ مِّنَ اللّٰهِ اِنْ اَرَادَ بِكُمْ سُوْٓءًا اَوْ اَرَادَ بِكُمْ رَحْمَةً ۗ وَلَا يَجِدُوْنَ لَهُمْ مِّنْ دُوْنِ اللّٰهِ وَلِيًّا وَّلَا نَصِيْرًا ⑱

১৯) তোমালোকৰ মাজৰ সেইবিলাকক আল্লাই জানে যিবিলাকে (লোকক যুদ্ধৰ পৰা) প্ৰতিৰোধ কৰে, আৰু নিজৰ ভাই-ককাইহঁতক এই বুলি আহ্বান কৰেঃ আমাৰ ফালে তোমালোক গুচি আহাঁ; বাস্তৱতে খন্তেকলৈহে সিহঁত যুদ্ধত নামে—

قَدْ يَعْلَمُ اللّٰهُ الْمُعَوِّقِيْنَ مِنْكُمْ وَالْقَآئِلِيْنَ لِاِخْوَانِهِمْ هَلُمَّ اِلَيْنَا ۚ وَلَا يَاْتُوْنَ الْبَاْسَ اِلَّا قَلِيْلًا ⑲

২০) তোমালোকৰ প্ৰতি মন সঙ্কীৰ্ণ কৰি; কিন্তু যেতিয়া আতঙ্ক উপস্থিত হয়, সিহঁতক দেখিবলৈ পাবা, সিহঁতে তোমাৰ ফালে (তধা লাগি) চাই আছে; মৃত্যুৰ মুখত পৰা মানুহৰ দৰে সিহঁতৰ চকুবোৰ ঘূৰিব ধৰে; পিছত যেতিয়া আতঙ্কৰ অৱসান হয় সিহঁতে ৰণঅৰ্জ্জনৰ লোভত চোকা জিভাবোৰৰে কৰ্কশ কথা কৈ তোমালোকৰ মনত কষ্ট দিয়ে; সেইবিলাকে কেতিয়াও বিশ্বাস স্থাপন কৰা নাই; গতিকে সিহঁতৰ (অসৎ) কাৰ্য্যাৱলী আল্লাই ব্যৰ্থ কৰিছে; আৰু এনে কৰা আল্লাৰ পক্ষে অতি সহজ।

أَشِحَّةً عَلَيْكُمْ ۖ فَإِذَا جَاءَ الْخَوْفُ رَأَيْتَهُمْ
يَنْظُرُونَ إِلَيْكَ تَدُورُ أَعْيُنُهُمْ كَالَّذِي يُغْشَىٰ
عَلَيْهِ مِنَ الْمَوْتِ ۖ فَإِذَا ذَهَبَ الْخَوْفُ سَلَقُوكُمْ
بِأَلْسِنَةٍ حِدَادٍ أَشِحَّةً عَلَى الْخَيْرِ ۚ أُولَٰئِكَ لَمْ
يُؤْمِنُوا فَأَحْبَطَ اللَّهُ أَعْمَالَهُمْ ۚ وَكَانَ ذَٰلِكَ عَلَى
اللَّهِ يَسِيرًا ﴿٢٠﴾

২১) মিত্ৰজাতিৰ সৈন্যদল এতিয়াও (ৰণক্ষেত্ৰৰ পৰা) যোৱা নাই বুলি সিহঁতে অনুমান কৰিছে; কিন্তু যদি সেই সৈন্যদল (আক্ৰমণৰ অভিপ্ৰায়ে) দুনাই আগ বাঢ়ি আহে সিহঁতে ইয়াকে ভাল পালেহেঁতেন, সিহঁতে যেন মৰুবাসী আৰব-বিলাকৰ লগতে যোগ দি তোমালোকৰ যুদ্ধ প্ৰক্ৰমৰ খবৰাদি লৈ থাকে; আৰু যদি সিহঁত তোমালোকৰ মাজত (নগৰত) থকা হ'লে, সিহঁতে কিঞ্চিৎ মাত্ৰ (তোমালোকৰ হৈ) ৰণ কৰিবলৈ নোলালহেঁতেন।

يَحْسَبُونَ الْأَحْزَابَ لَمْ يَذْهَبُوا ۖ وَإِنْ يَأْتِ الْأَحْزَابُ
يَوَدُّوا لَوْ أَنَّهُمْ بَادُونَ فِي الْأَعْرَابِ يَسْأَلُونَ عَنْ
أَنْبَائِكُمْ ۖ وَلَوْ كَانُوا فِيكُمْ مَا قَاتَلُوا إِلَّا قَلِيلًا ﴿٢١﴾ ع

২২) স্বৰূপতে আল্লাৰ ৰচুলৰ (পৱিত্ৰ জীৱনত) তোমালোকৰ নিমিত্তে আছে সুন্দৰ আদৰ্শ, সেইজনৰ নিমিত্তে যিজনে আল্লাৰ (কৰুণাৰ) আৰু শেষ দিনৰ (মুক্তি লাভৰ) আশা পোষণ কৰে, আৰু আল্লাক বেছিকৈ স্মৰণ কৰি থাকে।

لَقَدْ كَانَ لَكُمْ فِي رَسُولِ اللَّهِ أُسْوَةٌ حَسَنَةٌ لِمَنْ كَانَ
يَرْجُو اللَّهَ وَالْيَوْمَ الْآخِرَ وَذَكَرَ اللَّهَ كَثِيرًا ﴿٢٢﴾

২৩) আৰু যেতিয়া বিশ্বাসীসকলে মিত্ৰ জাতিৰ সৈন্যদলক দেখা পালে তেওঁলোকে ক'ব ধৰিলে আল্লাই আৰু তেওঁৰ ৰচুলে আমাক যি প্ৰতিশ্ৰুতি দিছিল সি এয়ে; আল্লা আৰু তেওঁৰ ৰচুলে সত্য কথাহে কৈছিল; আৰু এই ঘটনাই তেওঁলোকৰ

وَلَمَّا رَأَى الْمُؤْمِنُونَ الْأَحْزَابَ قَالُوا هَٰذَا مَا وَعَدَنَا
اللَّهُ وَرَسُولُهُ وَصَدَقَ اللَّهُ وَرَسُولُهُ ۚ وَمَا زَادَهُمْ

إِلَّآ إِيمَٰنًا وَتَسْلِيمًا ﴿٢٢﴾

বিশ্বাস আৰু আত্মসমৰ্পণৰ অনুৰাগ বৃদ্ধিহে কৰিছিল।

مِنَ ٱلْمُؤْمِنِينَ رِجَالٌ صَدَقُوا۟ مَا عَٰهَدُوا۟ ٱللَّهَ عَلَيْهِ ۖ فَمِنْهُم مَّن قَضَىٰ نَحْبَهُۥ وَمِنْهُم مَّن يَنتَظِرُ ۖ وَمَا بَدَّلُوا۟ تَبْدِيلًا ﴿٢٣﴾

২৪) বিশ্বাসীসকলৰ মাজত এনেসকল মানুহ আছিল যিসকলে আল্লাৰ সৈতে কৰা অঙ্গীকাৰ পূৰ্ণ কৰিছিল; আৰু তেওঁলোকৰ মাজৰ কিছুমানে তেওঁলোকে কৰা ব্ৰত সম্পূৰ্ণৰূপে পালন কৰিছিল, আৰু তেওঁলোকৰ (কাৰ্য্য সম্পন্ন কৰিবলৈ এতিয়াও অপেক্ষা কৰি আছে; আৰু তেওঁলোকৰ (সঙ্কল্পৰ) অকণো পৰিবৰ্ত্তন হোৱা নাই;

لِّيَجْزِىَ ٱللَّهُ ٱلصَّٰدِقِينَ بِصِدْقِهِمْ وَيُعَذِّبَ ٱلْمُنَٰفِقِينَ إِن شَآءَ أَوْ يَتُوبَ عَلَيْهِمْ ۚ إِنَّ ٱللَّهَ كَانَ غَفُورًا رَّحِيمًا ﴿٢٤﴾

২৫) তাৰেই ফলত সত্যপৰায়ণসকলক আল্লাই তেওঁলোকৰ সত্যতাৰ প্ৰতিদান দিব; আৰু কপটাচাৰীবিলাকক নিজ ইচ্ছা মতে উচিত শাস্তি দিব, নাইবা সিহঁতৰ প্ৰতি তেওঁ কৃপা দৃষ্টি কৰিব, কিয়নো আল্লা নিশ্চয় শ্ৰেষ্ঠ ক্ষমাৱন্ত, পৰম দানশীল।

وَرَدَّ ٱللَّهُ ٱلَّذِينَ كَفَرُوا۟ بِغَيْظِهِمْ لَمْ يَنَالُوا۟ خَيْرًا ۚ وَكَفَى ٱللَّهُ ٱلْمُؤْمِنِينَ ٱلْقِتَالَ ۚ وَكَانَ ٱللَّهُ قَوِيًّا عَزِيزًا ﴿٢٥﴾

২৬) আৰু আল্লাই অবিশ্বাসীবিলাকৰ ক্ৰোধমুক্ত আক্ৰমণ নিবৃত্ত কৰিলে; সিহঁতে কোনো প্ৰকাৰ ৰণসুযোগ লভিবলৈ অক্ষম হ'ল আৰু সংগ্ৰামত বিশ্বাসীসকলৰ পক্ষে আল্লাই যথেষ্ট আছিল; আৰু আল্লা শক্তিসম্পন্ন, পৰাক্ৰমশালী।

وَأَنزَلَ ٱلَّذِينَ ظَٰهَرُوهُم مِّنْ أَهْلِ ٱلْكِتَٰبِ مِن صَيَاصِيهِمْ وَقَذَفَ فِى قُلُوبِهِمُ ٱلرُّعْبَ فَرِيقًا تَقْتُلُونَ وَتَأْسِرُونَ فَرِيقًا ﴿٢٦﴾

২৭) আৰু পুথিপোৱাবিলাকৰ যিবিলাকে মিত্ৰসৈন্যদলক সিহঁতৰ দুৰ্গসমূহৰ পৰা সহায় কৰিছিল সেইবিলাকক তাৰ পৰা আল্লাই নমাই আনিলে, আৰু সিহঁতৰ অন্তৰসমূহত তেওঁ ভীতি সঞ্চাৰিত কৰিলে; (তাৰ ফলত) এদলক তোমালোকে বধ কৰিছিলা, আৰু অইন এদলক বন্দী কৰিছিলা।

وَأَوْرَثَكُمْ أَرْضَهُمْ وَدِيَٰرَهُمْ وَأَمْوَٰلَهُمْ وَأَرْضًا

২৮) আৰু আল্লাই তোমালোকক সিহঁতৰ দেশৰ, আৰু সিহঁতৰ ঘৰ-বাৰীবোৰৰ, আৰু সিহঁতৰ ধন-

لَمْ تَطَـُٔوهَا ۚ وَكَانَ ٱللَّهُ عَلَىٰ كُلِّ شَىْءٍ قَدِيرًا ۝٢٨

সম্পত্তিৰ উত্তৰাধিকাৰী কৰিলে, আৰু সেই দেশখনৰো য'ত এতিয়াও তোমালোকে ভৰি পেলোৱা নাই; আৰু সকলো বস্তুৰেই ওপৰত আছে আল্লাৰ মহান ক্ষমতা।

يَـٰٓأَيُّهَا ٱلنَّبِىُّ قُل لِّأَزْوَٰجِكَ إِن كُنتُنَّ تُرِدْنَ ٱلْحَيَوٰةَ
ٱلدُّنْيَا وَزِينَتَهَا فَتَعَالَيْنَ أُمَتِّعْكُنَّ وَأُسَرِّحْكُنَّ
سَرَاحًا جَمِيلًا ۝٢٩

২৯) হে নবী (মহম্মদ), তুমি নিজ সহধৰ্ম্মিণী-সকলক কৈ দিয়াঁ, তোমালোকে যদি পাৰ্থিৱ জীৱনৰ আৰু তাৰ শোভা-সৌন্দৰ্য্যৰ কামনা কৰা, তেন্তে আহাঁ, মই তোমালোকক উপভোগ কৰিবলৈ আৱশ্যকীয় সম্বল দান কৰিম, আৰু তোমালোকক এনেভাৱে বিদায় দিম যি অতি প্ৰকৃষ্ট।

وَإِن كُنتُنَّ تُرِدْنَ ٱللَّهَ وَرَسُولَهُۥ وَٱلدَّارَ ٱلْـَٔاخِرَةَ
فَإِنَّ ٱللَّهَ أَعَدَّ لِلْمُحْسِنَـٰتِ مِنكُنَّ أَجْرًا عَظِيمًا ۝٣٠

৩০) কিন্তু যদিহে তোমালোকে আল্লা আৰু তেওঁৰ ৰচুলৰ (সন্তুষ্টিৰ) আৰু পৰলোকৰ (শান্তিময়) নিকেতনৰ কামনা কৰা, তেন্তে (জানি ৰাখা), তোমালোকৰ মাজৰ যিসকলে সৎকৰ্ম্ম কৰে সেইসকলৰ নিমিত্তে আল্লাই সাজু কৰি থৈছে মহান প্ৰতিদান।

يَـٰنِسَآءَ ٱلنَّبِىِّ مَن يَأْتِ مِنكُنَّ بِفَـٰحِشَةٍ مُّبَيِّنَةٍ
يُضَـٰعَفْ لَهَا ٱلْعَذَابُ ضِعْفَيْنِ ۚ وَكَانَ ذَٰلِكَ عَلَى
ٱللَّهِ يَسِيرًا ۝٣١

৩১) হে নবীৰ পত্নীসকল, তোমালোকৰ মাজৰ কোনোৱে যদি এনে কাম কৰে যি দেখাতেই নিৰ্গত, তেওঁৰ কাৰণে (আল্লাৰ) শাস্তি দুগুণকৈ বৃদ্ধি কৰা হ'ব ; আৰু এনে কৰা আল্লাৰ পক্ষে অতি সহজ।

## দ্বাবিংশ পাৰা

—ৱমাই য়াক্কনুত্ মিনকুন্না—

وَمَن يَقْنُتْ مِنكُنَّ لِلَّهِ وَرَسُولِهِۦ وَتَعْمَلْ صَـٰلِحًا
نُّؤْتِهَآ أَجْرَهَا مَرَّتَيْنِ وَأَعْتَدْنَا لَهَا رِزْقًا كَرِيمًا ۝٣٢

৩২) আৰু তোমালোকৰ মাজৰ কেও যদি আল্লা আৰু তেওঁৰ ৰচুলৰ বাধ্য হৈ থাকে, আৰু সজ কাম কৰে, তেওঁক আমি দিম তেওঁৰ প্ৰতিদান বৃদ্ধি কৰি দুগুণকৈ; আৰু তেওঁৰ নিমিত্তে আমি প্ৰস্তুত ৰাখিছোঁ সম্মানজনক জীৱিকা।

يَـٰنِسَآءَ ٱلنَّبِىِّ لَسْتُنَّ كَأَحَدٍ مِّنَ ٱلنِّسَآءِ ۚ إِنِ ٱتَّقَيْتُنَّ

৩৩) হে নবীৰ পত্নীসকল, তোমালোক অইন তিৰোতাবিলাকৰ কোনো এজনীৰ সদৃশ

فَلَا تَخْضَعْنَ بِالْقَوْلِ فَيَطْمَعَ الَّذِي فِي قَلْبِهِ مَرَضٌ
وَقُلْنَ قَوْلًا مَّعْرُوفًا ﴿٣٣﴾

নোহোৱা ; যিহেতু তোমালোকে আল্লালৈ ভয় ৰাখি চলা, কথা পাতোঁতে অতিপাতকৈ কাৰুণ্য নেদেখুৱাবা, হ'ব পাৰে যাৰ মনত ব্যাধি আছে সি (অন্যায়ৰ) লোভ কৰে ; আৰু তোমালোকে ন্যায় (আৰু নিয়ম) মতে কথা পাতিবা।

وَقَرْنَ فِي بُيُوتِكُنَّ وَلَا تَبَرَّجْنَ تَبَرُّجَ الْجَاهِلِيَّةِ
الْأُولَىٰ وَأَقِمْنَ الصَّلَوٰةَ وَآتِينَ الزَّكَوٰةَ وَأَطِعْنَ
اللَّهَ وَرَسُولَهُ ۚ إِنَّمَا يُرِيدُ اللَّهُ لِيُذْهِبَ عَنكُمُ
الرِّجْسَ أَهْلَ الْبَيْتِ وَيُطَهِّرَكُمْ تَطْهِيرًا ﴿٣٤﴾

৩৪) আৰু নিজৰ ঘৰবোৰতে অৱস্থান কৰিবা : আৰু আগৰ অজ্ঞানতাযুগৰ দৰে নিজৰ শোভা-সৌন্দৰ্য্য দেখুৱাই নুফুৰিবা ; আৰু নমাজ প্ৰতিষ্ঠিত কৰিবা আৰু জকাত দান কৰিবা ; আৰু আল্লা আৰু তেওঁৰ ৰচুলৰ বাধ্য হৈ থাকিবা। হে (নবীৰ) ঘৰৰ গৃহিণীসকল, আল্লাই ইয়াকেহে ইচ্ছা কৰে তেওঁ যেন তোমালোকৰ পৰা অশুচিতা দূৰ কৰে আৰু তোমালোকক সম্পূৰ্ণৰূপে পৱিত্ৰ কৰে।

وَاذْكُرْنَ مَا يُتْلَىٰ فِي بُيُوتِكُنَّ مِنْ آيَاتِ اللَّهِ وَالْحِكْمَةِ
ع إِنَّ اللَّهَ كَانَ لَطِيفًا خَبِيرًا ﴿٣٥﴾

৩৫) আৰু নিজৰ ঘৰবোৰত আল্লাৰ যি আয়তসমূহ আৰু জ্ঞানৰ কথা পাঠ কৰা হয় তাকে স্মৰণ কৰিবা : নিশ্চয় আল্লা সূক্ষ্মদৰ্শী, সৰ্ব্বজ্ঞ।

إِنَّ الْمُسْلِمِينَ وَالْمُسْلِمَاتِ وَالْمُؤْمِنِينَ وَالْمُؤْمِنَاتِ
وَالْقَانِتِينَ وَالْقَانِتَاتِ وَالصَّادِقِينَ وَالصَّادِقَاتِ وَ
الصَّابِرِينَ وَالصَّابِرَاتِ وَالْخَاشِعِينَ وَالْخَاشِعَاتِ
وَالْمُتَصَدِّقِينَ وَالْمُتَصَدِّقَاتِ وَالصَّائِمِينَ وَالصَّائِمَاتِ
وَالْحَافِظِينَ فُرُوجَهُمْ وَالْحَافِظَاتِ وَالذَّاكِرِينَ اللَّهَ
كَثِيرًا وَالذَّاكِرَاتِ أَعَدَّ اللَّهُ لَهُم مَّغْفِرَةً وَأَجْرًا
عَظِيمًا ﴿٣٦﴾

৩৬) বাস্তৱতে আত্মসমৰ্পণকাৰী আৰু আত্মসমৰ্পণকাৰিণীসকল, আৰু বিশ্বাসী আৰু বিশ্বাসিনীসকল, আৰু (আল্লাৰ) বাধ্য পুৰুষ আৰু বাধ্য নাৰীসকল, আৰু সত্যবাদী আৰু সত্যবাদিনীসকল, আৰু ধৈৰ্য্যধাৰী আৰু ধৈৰ্য্যধাৰিণীসকল, আৰু বিনীত পুৰুষ আৰু বিনীতা নাৰীসকল, আৰু দানশীল পুৰুষ আৰু দানশীলা নাৰীসকল, আৰু ৰোজা পালন কৰোঁতা পুৰুষ আৰু নাৰীসকল, আৰু নিজৰ গুপ্ত অঙ্গৰ সংৰক্ষণকাৰী আৰু সংৰক্ষণকাৰিণীসকল, আৰু আল্লাক বেছিকৈ স্মৰণ কৰোঁতা পুৰুষ আৰু নাৰীসকল, এই সকলোৰেই নিমিত্তে আল্লাই (দান স্বৰূপ) প্ৰস্তুত ৰাখিছে মাৰ্জ্জনা আৰু মহান প্ৰতিদান।

৩৭) আৰু যেতিয়া আল্লাই আৰু তেওঁৰ ৰচুলে কোনো বিষয়ে মীমাংসা কৰি দিয়ে, বিশ্বাসী পুৰুষ আৰু বিশ্বাসিনী নাৰীৰ পক্ষে ই অসঙ্গত যে নিজৰ কাৰ্য্য-পদ্ধতি ইচ্ছামতে তেওঁ বাচি লয়; আৰু যেয়ে আল্লা আৰু তেওঁৰ ৰচুলৰ অবাধ্য হয় স্বৰূপতে প্ৰকাশ্য বিপথে সি যাব লাগিছে।

وَمَا كَانَ لِمُؤْمِنٍ وَّلَا مُؤْمِنَةٍ اِذَا قَضَى اللّٰهُ وَرَسُوْلُهٗۤ
اَمْرًا اَنْ يَّكُوْنَ لَهُمُ الْخِيَرَةُ مِنْ اَمْرِهِمْ ؕ وَمَنْ يَّعْصِ
اللّٰهَ وَرَسُوْلَهٗ فَقَدْ ضَلَّ ضَلٰلًا مُّبِيْنًا ؕ ﴿٣٦﴾

৩৮) আৰু চোৱাঁ, যাৰ প্ৰতি আল্লাই অনুগ্ৰহ কৰিছিল আৰু যাৰ প্ৰতি তুমিও অনুগ্ৰহ কৰিছিলা তেওঁক তুমি এই আদেশ দিছিলা, তুমি নিজ পত্নীক (বৰ্জ্জন নকৰি) নিজৰ লগতে ৰাখিবা, আৰু আল্লালৈ ভয় ৰাখিবা। আৰু (হে নবী,) তুমি নিজ অন্তৰত যি বিষয় গোপন কৰিছিলা তাকে পিছত আল্লাই প্ৰকাশ কৰিছিল; আৰু তুমি লোকৰ কথা লৈ ভয় কৰিছিলা, অথচ আল্লা হে ভয় কৰিবৰ অধিক যোগ্য। পিছত যেতিয়া জৈদে সকলো ৰীতি পালন কৰি নিজ পত্নীৰ বৰ্জ্জন সম্পন্ন কৰিছিল, তেতিয়া আমি তোমাক তেওঁৰ পত্নীক বিয়া কৰিবলৈ আদেশ দিছিলোঁ, যাতে বিশ্বাসীসকলৰ নিমিত্তে তেওঁলোকৰ পোষ্যপুত্ৰবিলাকৰ পত্নীবিলাকৰ সৈতে বিবাহ সম্বন্ধ স্থিৰ কৰিবলৈ আগলৈ কোনো বাধা নজন্মে, যেতিয়া সিহঁতে নিজ পত্নীবিলাকৰ বৰ্জ্জনৰ সকলো ৰীতি সম্পন্ন কৰি লয়, বাস্তৱিকতে আল্লাৰ আদেশ কাৰ্য্যকৰী হোৱা সুনিশ্চিত।

وَاِذْ تَقُوْلُ لِلَّذِيْۤ اَنْعَمَ اللّٰهُ عَلَيْهِ وَاَنْعَمْتَ عَلَيْهِ
اَمْسِكْ عَلَيْكَ زَوْجَكَ وَاتَّقِ اللّٰهَ وَتُخْفِيْ فِيْ نَفْسِكَ
مَا اللّٰهُ مُبْدِيْهِ وَتَخْشَى النَّاسَ ۚ وَاللّٰهُ اَحَقُّ اَنْ
تَخْشٰىهُ ؕ فَلَمَّا قَضٰى زَيْدٌ مِّنْهَا وَطَرًا زَوَّجْنٰكَهَا لِكَيْ
لَا يَكُوْنَ عَلَى الْمُؤْمِنِيْنَ حَرَجٌ فِيْۤ اَزْوَاجِ اَدْعِيَآئِهِمْ
اِذَا قَضَوْا مِنْهُنَّ وَطَرًا ؕ وَكَانَ اَمْرُ اللّٰهِ مَفْعُوْلًا ﴿٣٧﴾

৩৯) নবীৰ কাৰণে আল্লাই যি মীমাংসা কৰিছে তাকে সম্পন্ন কৰিবলৈ সঙ্কোচ অনুভৱ কৰাৰ কোনো কাৰণ নাই; পূৰ্ব্ববৰ্ত্তীবিলাকৰ নিমিত্তেও আল্লাৰ এনে ৰীতি-নীতি প্ৰচলিত আছিল; বাস্তৱতে আল্লাৰ আদেশ যথা সময়ত পূৰ্ণ হোৱা আল্লাৰ সুনিশ্চিত বিধান।

مَا كَانَ عَلَى النَّبِيِّ مِنْ حَرَجٍ فِيْمَا فَرَضَ اللّٰهُ لَهٗ ؕ سُنَّةَ
اللّٰهِ فِى الَّذِيْنَ خَلَوْا مِنْ قَبْلُ ؕ وَكَانَ اَمْرُ اللّٰهِ قَدَرًا
مَّقْدُوْرًا ﴿٣٨﴾

৪০) সেইসকলে আল্লাৰ সংবাদসমূহ প্ৰচাৰ কৰে,

اِلَّذِيْنَ يُبَلِّغُوْنَ رِسٰلٰتِ اللّٰهِ وَيَخْشَوْنَهٗ وَلَا يَخْشَوْنَ

أَحَدًا إِلَّا اللّٰهَ ۗ وَكَفٰى بِاللّٰهِ حَسِيبًا ﴿٣٩﴾

আৰু তেওঁলৈ ভয় ৰাখে, আৰু আল্লাত ভিন্ন অইন কোনো ব্যক্তিকে ভয় নকৰে; বাস্তৱতে লেখ লোৱাত আল্লা যথেষ্ট।

مَا كَانَ مُحَمَّدٌ أَبَآ أَحَدٍ مِّنْ رِّجَالِكُمْ وَلٰكِنْ رَّسُولَ
اللّٰهِ وَخَاتَمَ النَّبِيّٖنَ ۗ وَكَانَ اللّٰهُ بِكُلِّ شَيْءٍ عَلِيمًا ﴿٤٠﴾

৪১) তোমালোকৰ মানুহবিলাকৰ মাজত কোনো এজনৰো মহম্মদ পিতৃ নহয়, কিন্তু তেওঁ হৈছে আল্লাৰ প্ৰেৰিত ৰচুল আৰু নবীসকলৰ মোহৰ; বাস্তৱতে আল্লা সকলো বিষয় সম্বন্ধে পৰিজ্ঞাত।

يٰٓأَيُّهَا الَّذِينَ اٰمَنُوا اذْكُرُوا اللّٰهَ ذِكْرًا كَثِيرًا ﴿٤١﴾

৪২) হে বিশ্বাসীসকল, তোমালোকে আল্লাক যিমানে বেছিকৈ স্মৰণ কৰিব পাৰা স্মৰণ কৰিবা।

وَّسَبِّحُوهُ بُكْرَةً وَّأَصِيلًا ﴿٤٢﴾

৪৩) আৰু পুৱা আৰু গধূলি তেওঁৰ পৱিত্ৰতা কীৰ্ত্তন কৰিবা।

هُوَ الَّذِي يُصَلِّي عَلَيْكُمْ وَمَلٰٓئِكَتُهُ لِيُخْرِجَكُمْ مِّنَ
الظُّلُمٰتِ إِلَى النُّورِ ۗ وَكَانَ بِالْمُؤْمِنِينَ رَحِيمًا ﴿٤٣﴾

৪৪) আৰু আল্লাই আৰু তেওঁৰ ফিৰিশ্বতা-সকলেও তোমালোকৰ প্ৰতি আশীৰ্ব্বাদ বৰ্ষণ কৰে: তাৰ ফলত তেওঁ তোমালোকক ঘোৰ অন্ধকাৰৰ পৰা পোহৰলৈ আনে; আৰু তেওঁ বিশ্বাসীসকলক প্ৰচুৰ প্ৰতিদান দিওঁতা।

تَحِيَّتُهُمْ يَوْمَ يَلْقَوْنَهُ سَلٰمٌ ۚ وَأَعَدَّ لَهُمْ أَجْرًا
كَرِيمًا ﴿٤٤﴾

৪৫) যিদিনা তেওঁলোকে আল্লাৰ সাক্ষাৎ লাভ কৰিব সেইদিনা তেওঁলোকৰ (মুখৰ পৰা) সম্ভাষণৰ শব্দ ওলাব, 'শান্তি!' আৰু তেওঁলোকৰ নিমিত্তে তেওঁ সাজু ৰাখিছে সম্মানজনক প্ৰতিদান।

يٰٓأَيُّهَا النَّبِيُّ إِنَّآ أَرْسَلْنٰكَ شَاهِدًا وَّمُبَشِّرًا وَّ
نَذِيرًا ﴿٤٥﴾

৪৬) হে নবী, নিশ্চয় আমি তোমাক প্ৰেৰণ কৰিছোঁ সাক্ষীৰূপে, আৰু শুভ-সংবাদ-বাহকৰূপে, আৰু সতৰ্ককাৰী ৰূপে,

وَّدَاعِيًا إِلَى اللّٰهِ بِإِذْنِهٖ وَسِرَاجًا مُّنِيرًا ﴿٤٦﴾

৪৭) আৰু আল্লাৰ আদেশ মতে (মানৱক) তেওঁৰ ফালে আহ্বান কৰোঁতাৰূপে, আৰু (জগতৰ নিমিত্তে) জ্যোতিৰ্ম্ময় প্ৰদীপৰূপে।

৪৮) আৰু বিশ্বাসীসকলক তুমি এই শুভ-সংবাদ দিয়াঁ, তেওঁলোক হ'ব আল্লাৰ মহান কৃপাৰ গৰাকী।

وَبَشِّرِ الْمُؤْمِنِينَ بِأَنَّ لَهُمْ مِّنَ اللَّهِ فَضْلًا كَبِيرًا ﴿٤٧﴾

৪৯) আৰু তুমি অবিশ্বাসীবিলাকৰ আৰু কপটাচাৰীবিলাকৰ কেতিয়াও অনুগত নহ'বা; আৰু সিহঁতে (তোমাক) যি যন্ত্ৰণা দিয়ে তাৰ বাবে কোনো চিন্তা নকৰিবা, বৰং আল্লাৰ প্ৰতি নিৰ্ভৰশীল হ'বা, কিয়নো কাৰ্য্য-সম্পাদকৰূপে আল্লাই যথেষ্ট।

وَلَا تُطِعِ الْكَافِرِينَ وَالْمُنَافِقِينَ وَدَعْ أَذَاهُمْ وَتَوَكَّلْ
عَلَى اللَّهِ ۚ وَكَفَىٰ بِاللَّهِ وَكِيلًا ﴿٤٨﴾

৫০) হে বিশ্বাসীসকল, যদি তোমালোকে বিশ্বাসিনী তিৰোতাসকলক বিয়া কৰাৰ পাছত আৰু স্পৰ্শ কৰাৰ আগতে তেওঁলোকক তালাক দিব লগা হয়; তেন্তে তোমালোকৰ গণনা অনুসাৰে অপেক্ষা কৰিবলৈ তেওঁলোকৰ কাৰণে নিৰ্দ্দিষ্ট সময়ৰ (ইদ্দতৰ) প্ৰয়োজন নাই; গতিকে তেওঁলোকক উচিত সম্বল দান কৰিবা আৰু তেওঁলোকক ন্যায়মতে প্ৰসন্ন মনেৰে বিদায় দিবা।

يَا أَيُّهَا الَّذِينَ آمَنُوا إِذَا نَكَحْتُمُ الْمُؤْمِنَاتِ ثُمَّ طَلَّقْتُمُوهُنَّ
مِن قَبْلِ أَن تَمَسُّوهُنَّ فَمَا لَكُمْ عَلَيْهِنَّ مِنْ عِدَّةٍ
تَعْتَدُّونَهَا ۖ فَمَتِّعُوهُنَّ وَسَرِّحُوهُنَّ سَرَاحًا جَمِيلًا ﴿٤٩﴾

৫১) হে নবী, যিসকল পত্নীৰ মহৰানা তুমি সমৰ্পণ কৰিছা সেইসকলক আমি নিশ্চয় তোমাৰ কাৰণে বৈধ কৰিছোঁ, আৰু সেইসকলকো যিসকলক যুদ্ধত বন্দিনী হোৱাৰ পাছত তোমাৰ সৌহাতৰ অধীন কৰি আল্লাই তোমাক দান কৰিছে; আৰু তোমাৰ দদায়েৰৰ জীয়েকহঁতৰ আৰু তোমাৰ পেহীয়েৰৰ জীয়েকহঁতৰ, আৰু তোমাৰ মোমায়েৰৰ জীয়েকহঁতৰ আৰু তোমাৰ মাহীয়েৰৰ জীয়েকহঁতৰ মাজৰ যিবিলাকে তোমাৰ লগতে দেশ-ত্যাগ (হিযৰত্) কৰিছে সেইবিলাককো (বিবাহৰ কাৰণে আমি বৈধ কৰিছোঁ); আৰু এনে বিশ্বাসিনী তিৰোতাকো যি নিজকে নবীৰ প্ৰতি উৎসৰ্গ কৰিছে, যদিহে তেওঁ বিবাহ সম্বন্ধ স্থাপন কৰিবলৈ ইচ্ছা কৰে; এনে বিধি

يَا أَيُّهَا النَّبِيُّ إِنَّا أَحْلَلْنَا لَكَ أَزْوَاجَكَ اللَّاتِي آتَيْتَ
أُجُورَهُنَّ وَمَا مَلَكَتْ يَمِينُكَ مِمَّا أَفَاءَ اللَّهُ عَلَيْكَ
وَبَنَاتِ عَمِّكَ وَبَنَاتِ عَمَّاتِكَ وَبَنَاتِ خَالِكَ وَبَنَاتِ
خَالَاتِكَ اللَّاتِي هَاجَرْنَ مَعَكَ وَامْرَأَةً مُّؤْمِنَةً إِن
وَهَبَتْ نَفْسَهَا لِلنَّبِيِّ إِنْ أَرَادَ النَّبِيُّ أَن يَسْتَنكِحَهَا
خَالِصَةً لَّكَ مِن دُونِ الْمُؤْمِنِينَ ۗ قَدْ عَلِمْنَا مَا

فَرَضْنَا عَلَيْهِمْ فِيٓ اَزْوَاجِهِمْ وَمَا مَلَكَتْ اَيْمَانُهُمْ لِكَيْلَا يَكُوْنَ عَلَيْكَ حَرَجٌ ؕ وَكَانَ اللّٰهُ غَفُوْرًا رَّحِيْمًا ۝٥١

হৈছে সুকীয়াকৈ তোমাৰ নিমিত্তে, আন বিশ্বাসীসকলৰ নিমিত্তে নহয়। তেওঁলোকৰ পত্নীবিলাকৰ সম্বন্ধে, আৰু যিবিলাক ৰণ-বন্দিনী হৈ তেওঁলোকৰ সোঁহাতৰ অধীন হৈছে সেইবিলাকৰ সম্বন্ধে আগতে যি বিধি-বিধান কৰিছিলোঁ. স্বৰূপতে আমি জানো—যাতে তোমাৰ মনত কোনো সঙ্কোচৰ ভাব নাথাকে; আৰু আল্লা শ্ৰেষ্ঠ ক্ষমাৱন্ত, পৰম দানশীল।

تُرْجِيْ مَنْ تَشَآءُ مِنْهُنَّ وَتُـْٔوِيْٓ اِلَيْكَ مَنْ تَشَآءُ ؕ وَمَنِ ابْتَغَيْتَ مِمَّنْ عَزَلْتَ فَلَا جُنَاحَ عَلَيْكَ ؕ ذٰلِكَ اَدْنٰٓى اَنْ تَقَرَّ اَعْيُنُهُنَّ وَلَا يَحْزَنَّ وَيَرْضَيْنَ بِمَآ اٰتَيْتَهُنَّ كُلُّهُنَّ ؕ وَاللّٰهُ يَعْلَمُ مَا فِيْ قُلُوْبِكُمْ ؕ وَكَانَ اللّٰهُ عَلِيْمًا حَلِيْمًا ۝٥٢

(৫২) (হে নবী,) পত্নীসকলৰ মাজৰ যাকে ইচ্ছা তেওঁক তুমি পৃথক কৰিব পাৰা, আৰু যাকে ইচ্ছা তেওঁকে আশ্ৰয় দি নিজৰ লগতে ৰাখিব পাৰা; আৰু পৃথক কৰাসকলৰ মাজৰ কোনো এগৰাকীক দুনাই গ্ৰহণ কৰিবলৈ তুমি ইচ্ছা কৰা, তাতো তোমাৰ কোনো দোষ নাই; ইয়াৰ দবাৰা তেওঁলোকৰ নয়নসমূহ শীতল হোৱা অধিক সম্ভব; তেওঁলোকে যেন (কোনো কথাত) বেজাৰ নকৰে, আৰু যি সম্বল তুমি তেওঁলোকক দান কৰিছা তাতে যেন তেওঁলোক সন্তুষ্ট থাকে; আৰু তোমালোকৰ অন্তৰসমূহত যি নিহিত সকলো আল্লাই জানে, কিয়নো আল্লা সৰ্ব্বজ্ঞাতা, অতি সহিষ্ণু।

لَا يَحِلُّ لَكَ النِّسَآءُ مِنْۢ بَعْدُ وَلَآ اَنْ تَبَدَّلَ بِهِنَّ مِنْ اَزْوَاجٍ وَّلَوْ اَعْجَبَكَ حُسْنُهُنَّ اِلَّا مَا مَلَكَتْ يَمِيْنُكَ ؕ وَكَانَ اللّٰهُ عَلٰى كُلِّ شَيْءٍ رَّقِيْبًا ۝٥٣ ع

(৫৩) ইয়াৰ পাছত আৰু কোনো তিৰোতাক বিয়া কৰা তোমাৰ কাৰণে বৈধ নহয়; আৰু ইয়ো বৈধ নহয় যে এই সকলৰ সলনি তুমি অইন পত্নী গ্ৰহণ কৰা যদিও সেইবিলাকৰ সৌন্দৰ্য্যই তোমাক আকৃষ্ট কৰে, তোমাৰ সোঁহাতৰ অধীন তিৰোতাক এৰি; আৰু আল্লা সকলো বিষয়ৰ দৃষ্টি ৰাখোঁতা।

يٰٓاَيُّهَا الَّذِيْنَ اٰمَنُوْا لَا تَدْخُلُوْا بُيُوْتَ النَّبِيِّ اِلَّآ اَنْ يُّؤْذَنَ لَكُمْ اِلٰى طَعَامٍ غَيْرَ نٰظِرِيْنَ اِنٰىهُ ۙ وَلٰكِنْ

(৫৪) হে বিশ্বাসীসকল, ভোজনৰ নিমিত্তে যেতিয়ালৈকে তোমালোকক নিমন্ত্ৰণ কৰা নহয় তোমালোক নবীৰ ঘৰবোৰৰ ভিতৰলৈ সোমাই নেযাবা; ৰন্ধন শেষ নোহোৱালৈকে অপেক্ষা কৰিও নাথাকিবা; কিন্তু যি সময়ত তোমালোকক

মতা হয় সেই সময়ত হে সোমাব পাৰা: পিছত ভোজন সমাপ্ত হোৱাৰ লগে লগে (ঘৰৰ পৰা) ওলাই আহিবা আৰু পৰস্পৰ নানা প্ৰকাৰ ফচহু কথাত লাগি সময় নষ্ট নকৰিবা: বাস্তৱতে এনেবোৰ আচাৰে নবীক কষ্ট দিয়ে, আৰু তেওঁ তোমালোকৰ আগত (নিজৰ মনোভাব ব্যক্ত কৰিবলৈ) সঙ্কোচ বোধ কৰে, কিন্তু আল্লাই যি সত্য তাকে প্ৰকাশ কৰিবলৈ একো সঙ্কোচ বোধ নকৰে। আৰু যদি তেওঁৰ পত্নীসকলৰ পৰা কিবা লাগতিয়াল বস্তু খুজিব লগা হয়, তেন্তে তোমালোকে তেওঁলোকৰ পৰা খুজিব পাৰা, কিন্তু পৰ্দ্দাৰ অন্তৰালৰ পৰা; এনে (শিষ্ট) আচৰণ তোমালোকৰ হৃদয়সমূহৰ আৰু তেওঁলোকৰো হৃদয়সমূহৰ কাৰণে অধিক পৱিত্ৰ; আৰু আল্লাৰ ৰচুলক এনেদৰে কষ্ট দিয়া তোমালোকৰ পক্ষে অনুচিত; আৰু ইও আগলৈ কেতিয়াও উচিত নহয় যে তেওঁৰ পত্নীসকলক তোমালোকে বিয়া কৰা: নিশ্চয় এনে কাৰ্য্য আল্লাৰ ওচৰত গুৰুতৰ পাপ।

إِذَا دُعِيتُمْ فَادْخُلُوا فَإِذَا طَعِمْتُمْ فَانتَشِرُوا وَ
لَا مُسْتَأْنِسِينَ لِحَدِيثٍ ۚ إِنَّ ذَٰلِكُمْ كَانَ يُؤْذِي
النَّبِيَّ فَيَسْتَحْيِي مِنكُمْ ۖ وَاللَّهُ لَا يَسْتَحْيِي مِنَ الْحَقِّ ۚ
وَإِذَا سَأَلْتُمُوهُنَّ مَتَاعًا فَاسْأَلُوهُنَّ مِن وَرَاءِ حِجَابٍ ۚ
ذَٰلِكُمْ أَطْهَرُ لِقُلُوبِكُمْ وَقُلُوبِهِنَّ ۚ وَمَا كَانَ لَكُمْ
أَن تُؤْذُوا رَسُولَ اللَّهِ وَلَا أَن تَنكِحُوا أَزْوَاجَهُ مِن
بَعْدِهِ أَبَدًا ۚ إِنَّ ذَٰلِكُمْ كَانَ عِندَ اللَّهِ عَظِيمًا ﴿٥٣﴾

(৫৫) যদি তোমালোকে কোনো বিষয় প্ৰকাশ কৰা, নাইবা তাকে গোপনে ৰাখা, তেন্তে (জানি ৰাখাঁ) নিশ্চয় আল্লা সকলো বিষয়ে সম্পূৰ্ণৰূপে অবগত।

إِن تُبْدُوا شَيْئًا أَوْ تُخْفُوهُ فَإِنَّ اللَّهَ كَانَ بِكُلِّ شَيْءٍ
عَلِيمًا ﴿٥٤﴾

(৫৬) তেওঁলোকৰ কোনো দোষ নাই যদি তেওঁলোক নিজৰ পিতৃসকল আৰু নিজৰ পুত্ৰবিলাক আৰু নিজৰ ভাই-ককাইহঁতক আৰু নিজৰ ভতিজাবিলাক আৰু নিজৰ ভাগিনবিলাক আৰু নিজৰে সম্পৰ্কীয়া তিৰোতাবিলাক আৰু যিবিলাক তেওঁলোকৰ সোঁ হাতৰ অধীন সেইবিলাকৰ আগত অবাধে ওলায়। আৰু (হে নবীৰ পত্নীসকল,) তোমালোক একমাত্ৰ আল্লালৈ ভয় ৰাখি চলিবা, কিয়নো অৱশ্যে আল্লা সকলো বস্তুৰেই ওপৰত দৃষ্টি ৰাখোঁতা।

لَا جُنَاحَ عَلَيْهِنَّ فِي آبَائِهِنَّ وَلَا أَبْنَائِهِنَّ وَلَا
إِخْوَانِهِنَّ وَلَا أَبْنَاءِ إِخْوَانِهِنَّ وَلَا أَبْنَاءِ أَخَوَاتِهِنَّ
وَلَا نِسَائِهِنَّ وَلَا مَا مَلَكَتْ أَيْمَانُهُنَّ ۗ وَاتَّقِينَ
اللَّهَ ۚ إِنَّ اللَّهَ كَانَ عَلَىٰ كُلِّ شَيْءٍ شَهِيدًا ﴿٥٥﴾

৫৭) বাস্তৱতে আল্লাই নিজে আৰু তেওঁৰ ফিৰিশ্ত্তা সকলে এই নবী জনাৰ প্ৰতি (আল্লাৰ) কৰুণাৰ কামনা কৰে; হে বিশ্বাসীসকল, তোমালোকেও তেওঁৰ প্ৰতি (আল্লাৰ) কৰুণাৰ কামনা কৰা। আৰু সম্ভাষণৰে সৈতে চালাম জনাই থাকিবা।

إِنَّ اللّٰهَ وَمَلٰٓئِكَتَهٗ يُصَلُّوْنَ عَلَى النَّبِيِّ ۚ يٰٓاَيُّهَا الَّذِيْنَ
اٰمَنُوْا صَلُّوْا عَلَيْهِ وَسَلِّمُوْا تَسْلِيْمًا ﴿٥٦﴾

৫৮) আল্লা আৰু তেওঁৰ ৰচুলক যিবিলাকে অসন্তুষ্ট কৰে সিহঁতক আল্লাই নিশ্চয় অভিসম্পাত দিয়ে, ইহলোকত আৰু পৰলোকতো, আৰু (তদুপৰি) তেওঁ সিহঁতৰ নিমিত্তে সাজু কৰি থৈছে অপমানজনক শাস্তি।

إِنَّ الَّذِيْنَ يُؤْذُوْنَ اللّٰهَ وَرَسُوْلَهٗ لَعَنَهُمُ اللّٰهُ فِي
الدُّنْيَا وَالْاٰخِرَةِ وَاَعَدَّ لَهُمْ عَذَابًا مُّهِيْنًا ﴿٥٧﴾

৫৯) আৰু যিবিলাকে বিশ্বাসী আৰু বিশ্বাসিনী-সকলে কোনো দোষ নকৰা সত্ত্বেও তেওঁলোকক কষ্ট দিয়ে, স্বৰূপতে সিহঁতে নিজেই বহন কৰে মিছা অপবাদৰ কুফল আৰু প্ৰত্যক্ষ পাপৰ বোজা।

وَالَّذِيْنَ يُؤْذُوْنَ الْمُؤْمِنِيْنَ وَالْمُؤْمِنٰتِ بِغَيْرِ مَا
اكْتَسَبُوْا فَقَدِ احْتَمَلُوْا بُهْتَانًا وَّاِثْمًا مُّبِيْنًا ﴿٥٨﴾ ع

৬০) হে নবী, তুমি নিজৰ পত্নীসকলক আৰু নিজৰ কন্যা সকলক আৰু বিশ্বাসীসকলৰ তিৰোতা সকলক আদেশ দিয়াঁ, তেওঁলোকে (বাহিৰলৈ ওলাওঁতে) যেন নিজৰ উৰণি পিন্ধি গাৰ ওপৰত ওলোমাই লয়; অতি সম্ভৱ ইয়াৰ দবাৰা তেওঁলোক (লোকৰ মাজত) পৰিচিত হয়; তাৰ ফলত তেওঁলোকক যেন বিৰক্তি দিয়া নহয়; আৰু আল্লা পৰম ক্ষমাৱন্ত, শ্ৰেষ্ঠ দানশীল।

يٰٓاَيُّهَا النَّبِيُّ قُلْ لِّاَزْوَاجِكَ وَبَنٰتِكَ وَنِسَآءِ الْمُؤْمِنِيْنَ
يُدْنِيْنَ عَلَيْهِنَّ مِنْ جَلَابِيْبِهِنَّ ۗ ذٰلِكَ اَدْنٰٓى اَنْ
يُّعْرَفْنَ فَلَا يُؤْذَيْنَ ۗ وَكَانَ اللّٰهُ غَفُوْرًا رَّحِيْمًا ﴿٥٩﴾

৬১) যদি কপটাচাৰীবিলাক, আৰু যিবিলাকৰ অন্তৰসমূহত ব্যাধি আছে সেইবিলাক, আৰু মদিনাত গুৰুতৰ আলোড়নৰ সৃষ্টি কৰোঁতাবিলাক ক্ষান্ত নহয়, তেন্তে নিশ্চয় আমি সিহঁতৰ ওপৰত তোমাক ক্ষমতা দান কৰিম; তাৰ পিছত মাত্ৰ অলপ দিনলৈকে সিহঁত এই নগৰত তোমাৰ ওচৰ-চুবুৰীয়াৰূপে থাকিবলৈ পাব।

لَئِنْ لَّمْ يَنْتَهِ الْمُنٰفِقُوْنَ وَالَّذِيْنَ فِيْ قُلُوْبِهِمْ مَّرَضٌ
وَّالْمُرْجِفُوْنَ فِي الْمَدِيْنَةِ لَنُغْرِيَنَّكَ بِهِمْ ثُمَّ لَا
يُجَاوِرُوْنَكَ فِيْهَآ اِلَّا قَلِيْلًا ﴿٦٠﴾

مَّلْعُوْنِيْنَ ۚ اَيْنَمَا ثُقِفُوْٓا اُخِذُوْا وَ قُتِّلُوْا تَقْتِيْلًا ﴿٦٢﴾

৬২) সিহঁত অভিশপ্ত! য'তে সিহঁতক দেখা পোৱা হ'ব, তাৰেই পৰা সিহঁতক ধৰি অনা হ'ব আৰু সিহঁতক সমূলি বধ কৰা হ'ব।

سُنَّةَ اللّٰهِ فِى الَّذِيْنَ خَلَوْا مِنْ قَبْلُ ۚ وَلَنْ تَجِدَ لِسُنَّةِ اللّٰهِ تَبْدِيْلًا ﴿٦٣﴾

৬৩) পূৰ্ব্ববৰ্ত্তীবিলাকৰ মাজতো আল্লাৰ এনে নিয়ম প্ৰচলিত আছিল, আৰু আল্লাৰ নিয়মৰ পৰিবৰ্ত্তন তুমি কদাপি দেখিবলৈ নোপোৱা।

يَسْـَٔلُكَ النَّاسُ عَنِ السَّاعَةِ ۗ قُلْ اِنَّمَا عِلْمُهَا عِنْدَ اللّٰهِ ۗ وَ مَا يُدْرِيْكَ لَعَلَّ السَّاعَةَ تَكُوْنُ قَرِيْبًا ﴿٦٣﴾

৬৪) নিৰ্দ্দিষ্ট সময় সম্বন্ধে মানুহে তোমাক প্ৰশ্ন কৰে; তুমি উত্তৰ দিয়া, সেই সময়ৰ জ্ঞান মাথোন আল্লাৰ ওচৰত; আৰু তুমি কেনেকৈ জানিব পাৰিবা, হ'ব পাৰে সেই নিৰ্দ্দিষ্ট সময় কাষতেই!

اِنَّ اللّٰهَ لَعَنَ الْكٰفِرِيْنَ وَ اَعَدَّ لَهُمْ سَعِيْرًا ﴿٦٥﴾

৬৫) নিশ্চয় আল্লাই অবিশ্বাসীবিলাকৰ প্ৰতি নিক্ষেপ কৰিছে অভিসম্পাত, আৰু সিহঁতৰ নিমিত্তে সাজু থৈছে জ্বলন্ত অগ্নি।

خٰلِدِيْنَ فِيْهَآ اَبَدًا ۚ لَا يَجِدُوْنَ وَلِيًّا وَّلَا نَصِيْرًا ﴿٦٦﴾

৬৬) তাৰ মাজতে সিহঁত থাকিব স্থায়ীৰূপে; সিহঁতে কেতিয়াও নাপাব কোনো বন্ধু নাইবা কোনো সহায় কৰোঁতা।

يَوْمَ تُقَلَّبُ وُجُوْهُهُمْ فِى النَّارِ يَقُوْلُوْنَ يٰلَيْتَنَآ اَطَعْنَا اللّٰهَ وَ اَطَعْنَا الرَّسُوْلَا ﴿٦٦﴾

৬৭) সেই দিনা সিহঁতৰ মুখবোৰ জ্বলন্ত অগ্নিত ওলটাই দিয়া হ'ব; সিহঁতে ক'ব, হায়, আমি যদি আল্লাৰ বাধ্য হোৱাহেঁতেন, আৰু ৰচুলৰ কথা শুনাহেঁতেন!

وَ قَالُوْا رَبَّنَآ اِنَّآ اَطَعْنَا سَادَتَنَا وَ كُبَرَآءَنَا فَاَضَلُّوْنَا السَّبِيْلَا ﴿٦٧﴾

৬৮) আৰু সিহঁতে স্বীকাৰ কৰিব এই বুলি, হে আমাৰ প্ৰভু, কোনো ভুল নাই, আমি আমাৰ নেতৃবৃন্দৰ আৰু আমাৰ মুখিয়ালবিলাকৰ বাধ্য আছিলোঁ; কিন্তু হায়, সেইবিলাকেই আমাক সুপথৰ পৰা আঁতৰাই বিপথে নিলে।

رَبَّنَآ اٰتِهِمْ ضِعْفَيْنِ مِنَ الْعَذَابِ وَ الْعَنْهُمْ لَعْنًا كَبِيْرًا ﴿٦٨﴾

৬৯) হে আমাৰ প্ৰভু, সিহঁতক দুগুণ শাস্তি প্ৰদান কৰা, আৰু সিহঁতক ভীষণৰূপে অভিশপ্ত কৰা।

৭০) হে বিশ্বাসীসকল, যিবিলাকে মুচাক (তেওঁৰ বিৰুদ্ধে) মিছা অপবাদ ৰটাই কষ্ট দিছিলে সিহঁতৰ অনুৰূপ তোমালোক নহ'বা ; সিহঁতে যি অভিযোগ আনিছিল তাৰ পৰা আল্লাই তেওঁক অব্যাহতি দিছিল; আৰু আল্লাৰ ওচৰত তেওঁ আছিল সম্মানজনক।

يَاَيُّهَا الَّذِيْنَ اٰمَنُوْا لَا تَكُوْنُوْا كَالَّذِيْنَ اٰذَوْا مُوْسٰى فَبَرَّاَهُ اللّٰهُ مِمَّا قَالُوْا ؕ وَكَانَ عِنْدَ اللّٰهِ وَجِيْهًا ۝٦٩

৭১) হে বিশ্বাসীসকল, আল্লালৈ ভয় ৰাখি চলিবা আৰু তোমালোকে অকৃত্রিম সঠিক কথা কবা ;

يَاَيُّهَا الَّذِيْنَ اٰمَنُوا اتَّقُوا اللّٰهَ وَقُوْلُوْا قَوْلًا سَدِيْدًا ۝٧٠ۙ

৭২) (তাৰ ফলত) তেওঁ তোমালোকৰ কাৰ্য্যসমূহ তোমালোকৰ কাৰণে শুধৰাই দিব, আৰু তোমালোকৰ অপৰাধসমূহ তোমালোকৰ নিমিত্তে মাৰ্জ্জনা কৰিব ; আৰু যিজনে আল্লা আৰু তেওঁৰ ৰচুলৰ আজ্ঞা পালন কৰে সেইজনেই লাভ কৰিব মহান সফলতা।

يُّصْلِحْ لَكُمْ اَعْمَالَكُمْ وَيَغْفِرْ لَكُمْ ذُنُوْبَكُمْ ؕ وَمَنْ يُّطِعِ اللّٰهَ وَرَسُوْلَهٗ فَقَدْ فَازَ فَوْزًا عَظِيْمًا ۝٧١

৭৩) আমি নিশ্চয় আকাশমণ্ডলী আৰু পৃথিৱী আৰু পৰ্ব্বতসমূহৰ প্ৰতি দায়িত্ব ভাৰ অৰ্পণ কৰিছিলোঁ, কিন্তু সেইবিলাকে তাকে বহন কৰিবলৈ অস্বীকাৰ কৰিলে, আৰু সেই দায়িত্ব গ্ৰহণ কৰিবলৈ সংশয় বোধ কৰিলে ; কিন্তু মানৱে তাকে বহন কৰিলে; বাস্তৱিকতে সি আছিল (নিজৰ প্ৰতি) অতিশয় অন্যায়কাৰী, (অসত্যৰ পিনে) অমনোযোগী ;

اِنَّا عَرَضْنَا الْاَمَانَةَ عَلَى السَّمٰوٰتِ وَالْاَرْضِ وَالْجِبَالِ فَاَبَيْنَ اَنْ يَّحْمِلْنَهَا وَاَشْفَقْنَ مِنْهَا وَحَمَلَهَا الْاِنْسَانُ ؕ اِنَّهٗ كَانَ ظَلُوْمًا جَهُوْلًا ۝٧٢ۙ

৭৪) তাৰ ফলত কপটাচাৰী পুৰুষ আৰু কপটাচাৰিণী তিৰোতাবিলাকক আৰু অংশীবাদী পুৰুষ আৰু অংশীবাদিনী তিৰোতাবিলাকক আল্লাই শাস্তি প্ৰদান কৰিব, আৰু তেওঁ কৃপা-দৃষ্টি কৰিব বিশ্বাসী আৰু বিশ্বাসিনী সকলৰ প্ৰতি; আৰু আল্লা শ্ৰেষ্ঠ ক্ষমাৱন্ত, পৰম দানশীল।

لِّيُعَذِّبَ اللّٰهُ الْمُنٰفِقِيْنَ وَالْمُنٰفِقٰتِ وَالْمُشْرِكِيْنَ وَالْمُشْرِكٰتِ وَيَتُوْبَ اللّٰهُ عَلَى الْمُؤْمِنِيْنَ وَالْمُؤْمِنٰتِ ؕ وَكَانَ اللّٰهُ غَفُوْرًا رَّحِيْمًا ۝٧٣ ع




চুৰা ৩৪ AL-SABA' **আল্-চবা** মক্কাত অৱতীর্ণ

১) পৰম করুণাময়, পৰম দানশীল আল্লাৰ নামত,

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

২) সকলো প্রশংসা সেই আল্লাৰ নিমিত্তে যিজনৰ অধিকাৰ আকাশমণ্ডলী আৰু পৃথিৱীত অৱস্থিত সকলো বস্তুৰেই ওপৰত; আৰু পৰকালতো সকলো প্রশংসাৰ গৰাকী তেৱেঁই; আৰু তেৱেঁই শ্রেষ্ঠ জ্ঞানী, সৰ্ব্বজ্ঞাতা।

اَلْحَمْدُ لِلّٰهِ الَّذِيْ لَهٗ مَا فِي السَّمٰوٰتِ وَمَا فِي الْاَرْضِ وَلَهُ الْحَمْدُ فِي الْاٰخِرَةِ ۭ وَهُوَ الْحَكِيْمُ الْخَبِيْرُ ②

৩) যি মাটিৰ তললৈ সোমাই যায় আৰু যি তাৰ পৰা ওলায়, আৰু যি আকাশৰ পৰা নামি আহে আৰু যি তালৈ উঠি যায়, সকলো আল্লাই জানে, আৰু তেৱেঁই পৰম দানশীল, শ্রেষ্ঠ মাৰ্জ্জনাশালী।

يَعْلَمُ مَا يَلِجُ فِي الْاَرْضِ وَمَا يَخْرُجُ مِنْهَا وَمَا يَنْزِلُ مِنَ السَّمَاۗءِ وَمَا يَعْرُجُ فِيْهَا ۭ وَهُوَ الرَّحِيْمُ الْغَفُوْرُ ③

৪) আৰু যিবিলাক অবিশ্বাসী সিহঁতে কয়, সেই প্রতিশ্রুত সময় আমাৰ ওচৰলৈ কেতিয়াও নাহে। (হে মহম্মদ,) তুমি কোৱাঁ, নহয়, মোৰ প্রভুৰ শপত ইয়াত কোনো সন্দেহ নাই, তোমালোকৰ ওচৰলৈ (সেই সময়) আহিবই আহিব। আকাশমণ্ডলী আৰু পৃথিৱীৰ মাজত অনুপৰমাণুৰ তুল্য বস্তু নাই যি অদৃশ্য জানোতা আল্লাৰ অগোচৰ, আৰু তাতোকৈ সৰু নাইবা তাতো কৈ ডাঙৰ এনে বস্তু নাই যি (আল্লাৰ) সুস্পষ্ট গ্রন্থত লিপিবদ্ধ হোৱা নাই;

وَقَالَ الَّذِيْنَ كَفَرُوْا لَا تَاْتِيْنَا السَّاعَةُ ۭ قُلْ بَلٰى وَرَبِّيْ لَتَاْتِيَنَّكُمْ ۙ عٰلِمِ الْغَيْبِ ۚ لَا يَعْزُبُ عَنْهُ مِثْقَالُ ذَرَّةٍ فِي السَّمٰوٰتِ وَلَا فِي الْاَرْضِ وَلَآ اَصْغَرُ مِنْ ذٰلِكَ وَلَآ اَكْبَرُ اِلَّا فِيْ كِتٰبٍ مُّبِيْنٍ ④

৫) এই জ্ঞানৰ ফলত তেওঁ প্রতিদান দিব সেইসকলক যিসকলে বিশ্বাস স্থাপন কৰিছে আৰু সজ কাম কৰিছে; সেইসকলে লাভ কৰিব মাৰ্জ্জনা আৰু সম্মানজনক উপজীৱিকা।

لِّيَجْزِيَ الَّذِيْنَ اٰمَنُوْا وَعَمِلُوا الصّٰلِحٰتِ ۭ اُولٰۗىِٕكَ لَهُمْ مَّغْفِرَةٌ وَّرِزْقٌ كَرِيْمٌ ⑤

وَالَّذِيْنَ سَعَوْ فِيْٓ اٰيٰتِنَا مُعٰجِزِيْنَ اُولٰٓئِكَ لَهُمْ عَذَابٌ
مِّنْ رِّجْزٍ اَلِيْمٌ ٦

৬) আৰু যিবিলাকে আমাৰ নিদৰ্শনসমূহক ব্যৰ্থ কৰিবলৈ চেষ্টা কৰে সিহঁতৰ নিমিত্তে থাকিব কঠোৰ যন্ত্ৰণাদায়ক শাস্তি।

وَيَرَى الَّذِيْنَ اُوْتُوا الْعِلْمَ الَّذِيْٓ اُنْزِلَ اِلَيْكَ مِنْ
رَّبِّكَ هُوَ الْحَقَّ ۙ وَيَهْدِيْٓ اِلٰى صِرَاطِ الْعَزِيْزِ
الْحَمِيْدِ ٧

৭) আৰু যিসকলক জ্ঞান দান কৰা হৈছে তেওঁলোকে দেখিবলৈ পাইছে, যি (কোৰ্-আন) তোমাৰ প্ৰভুৰ পৰা তোমাৰ প্ৰতি অৱতীৰ্ণ হৈছে সি সমূলি সত্য, আৰু সিয়ে (মানুহক) পথ প্ৰদৰ্শন কৰে সৰ্ব্বশক্তিমান, প্ৰশংসনীয় আল্লাৰ পিনে।

وَقَالَ الَّذِيْنَ كَفَرُوْا هَلْ نَدُلُّكُمْ عَلٰى رَجُلٍ يُّنَبِّئُكُمْ
اِذَا مُزِّقْتُمْ كُلَّ مُمَزَّقٍ ۙ اِنَّكُمْ لَفِيْ خَلْقٍ جَدِيْدٍ ٨

৮) আৰু অবিশ্বাসীবিলাকে (ইজনে সিজনক) কয়, আমি তোমালোকক এনে এজন মানুহৰ নিৰ্দ্দেশ দিম নে যি তোমালোকক এনে (আচৰিত) কথা কৈ ফুৰে তোমালোকক হেনো (মৃত্যুৰ পিছত) সম্পূৰ্ণৰূপে চূৰ্ণ-বিচূৰ্ণ হৈ যোৱাৰ পিছতো নতুনকৈ সৃষ্টি কৰা হ'ব।

اَفْتَرٰى عَلَى اللّٰهِ كَذِبًا اَمْ بِهٖ جِنَّةٌ ؕ بَلِ الَّذِيْنَ لَا يُؤْمِنُوْنَ
بِالْاٰخِرَةِ فِي الْعَذَابِ وَالضَّلٰلِ الْبَعِيْدِ ٩

৯) আল্লাৰ বিৰুদ্ধে তেওঁ এইষাৰ কথা মিছা সাজি লৈছে, নহ'লে তেওঁ এজন যাদু-গ্ৰস্ত। এনে হ'ব নোৱাৰে, বৰং যিবিলাকে পৰকালত বিশ্বাস নকৰে সেইবিলাকহে পৰি আছে শাস্তিৰ মাজত আৰু দূৰণিৰ ভ্ৰান্তিত।

اَفَلَمْ يَرَوْا اِلٰى مَا بَيْنَ اَيْدِيْهِمْ وَمَا خَلْفَهُمْ مِّنَ السَّمَآءِ
وَالْاَرْضِ ؕ اِنْ نَّشَاْ نَخْسِفْ بِهِمُ الْاَرْضَ اَوْ نُسْقِطْ
عَلَيْهِمْ كِسَفًا مِّنَ السَّمَآءِ ؕ اِنَّ فِيْ ذٰلِكَ لَاٰيَةً لِّكُلِّ عَبْدٍ
مُّنِيْبٍ ١٠ ع

১০) কি! আকাশ আৰু পৃথিৱীত সিহঁতৰ সম্মুখত আৰু সিহঁতৰ পাছত যি আছে তাক সিহঁতে দেখিবলৈ পোৱা নাই নে? যদি আমাৰ ইচ্ছা হয় আমি সিহঁতক পৃথিৱীত লাঞ্ছিত কৰিম; নাইবা আকাশৰ পৰা কোনো আপদ নমাই সিহঁতৰ ওপৰত নিক্ষেপ কৰিম: কোনো সন্দেহ নাই, ইয়াৰ মাজত আছে নিদৰ্শন, যি আল্লাৰ পিনে বাৰে বাৰে ঘূৰি আহে এনে (তেওঁৰ) প্ৰত্যেক ভৃত্যাৰ কাৰণে।

وَلَقَدْ اٰتَيْنَا دَاوٗدَ مِنَّا فَضْلًا ؕ يٰجِبَالُ اَوِّبِيْ مَعَهٗ وَ

১১) আৰু স্বৰূপতে দাউদক (আ) আমি নিজ সন্নিধানৰ পৰা বিশেষ কৃপা দান কৰিছিলোঁ।

الطَّيْرَ ۚ وَأَلَنَّا لَهُ الْحَدِيدَ ⑪

(আমি আদেশ দিছিলোঁ,) হে পৰ্ব্বতসমূহ, আৰু হে পক্ষীবিলাক, তোমালোকে তেওঁৰ সৈতে আমাৰ প্ৰশংসাৰ কীৰ্ত্তন কৰা। আৰু আমি তেওঁৰ কাৰণে লো কোমল কৰিছিলোঁ;

أَنِ اعْمَلْ سَابِغَاتٍ وَقَدِّرْ فِي السَّرْدِ ۖ وَاعْمَلُوا صَالِحًا ۖ إِنِّي بِمَا تَعْمَلُونَ بَصِيرٌ ⑫

১২) (আৰু আদেশ দিছিলোঁ) যে তুমি বহলকৈ জাখৰ সাজাঁ, আৰু বেৰিবোৰ উপযুক্ত পৰিমাণ জাখৰত জোৰা দিবা, আৰু তোমালোক সকলোৱে সজ কাম কৰাত লাগি যাবা; তোমালোকে যি কামকে কৰা মই নিশ্চয় তাকে নিৰীক্ষণ কৰোঁ।

وَلِسُلَيْمَانَ الرِّيحَ غُدُوُّهَا شَهْرٌ وَرَوَاحُهَا شَهْرٌ ۖ وَأَسَلْنَا لَهُ عَيْنَ الْقِطْرِ ۖ وَمِنَ الْجِنِّ مَنْ يَعْمَلُ بَيْنَ يَدَيْهِ بِإِذْنِ رَبِّهِ ۖ وَمَنْ يَزِغْ مِنْهُمْ عَنْ أَمْرِنَا نُذِقْهُ مِنْ عَذَابِ السَّعِيرِ ⑬

১৩) আৰু আমি চুলেইমানৰ (আ) অধীন কৰিছিলোঁ বতাহক; সেই বতাহৰ গতি আছিল পুৱা এমাহৰ বাট, আৰু গধূলিও এমাহৰ বাট; আৰু তেওঁৰ কামৰ নিমিত্তে আমি গলোৱা পিতলৰ জৰণি প্ৰবাহিত কৰিছিলোঁ; আৰু তেওঁৰ প্ৰভুৰ আদেশত যিন্‌বিলাকৰ এদলে তেওঁৰ তত্ত্বাৱধানত শ্ৰমিকৰূপে খাটিছিল; আৰু সিহঁতৰ মাজৰ কেও যদি আমাৰ আদেশৰ অবাধ্য হয় তাকে আমি জ্বলন্ত অগ্নিশাস্তিৰ সোৱাদ লবলৈ দিম।

يَعْمَلُونَ لَهُ مَا يَشَاءُ مِنْ مَحَارِيبَ وَتَمَاثِيلَ وَجِفَانٍ كَالْجَوَابِ وَقُدُورٍ رَاسِيَاتٍ ۚ اعْمَلُوا آلَ دَاوُودَ شُكْرًا ۚ وَقَلِيلٌ مِنْ عِبَادِيَ الشَّكُورُ ⑭

১৪) সিহঁতে তেওঁৰ ইচ্ছামতে তেওঁৰ কাৰণে সাজিছিল বহু উপাসনালয় আৰু প্ৰতিমূৰ্ত্তিসমূহ আৰু হৌজ সদৃশ বহু জলাধাৰ আৰু সহজে কঢ়িয়া নোৱাৰা বহু (গধুৰ) ৰন্ধনপাত্ৰ। হে দাউদৰ সন্তান-সন্ততি, আল্লাৰ শলাগ লৈ তোমালোকে কামত লাগি যোৱাঁ; আৰু মোৰ ভৃত্যবিলাকৰ মাজত শলাগী মানুহ তাকৰ।

فَلَمَّا قَضَيْنَا عَلَيْهِ الْمَوْتَ مَا دَلَّهُمْ عَلَىٰ مَوْتِهِ إِلَّا دَابَّةُ الْأَرْضِ تَأْكُلُ مِنْسَأَتَهُ ۖ فَلَمَّا خَرَّ تَبَيَّنَتِ

১৫) কালক্ৰমে যেতিয়া আমি চুলেইমানৰ মৃত্যুৰ বিধান কৰিলোঁ পৃথিৱীৰ এজন তুচ্ছ প্ৰাণীৰ বিনে কেও তেওঁৰ মৃত্যুৰ বাতৰি সিহঁতক দিয়া নাছিল; তেওঁৰ ৰাজ্য সি নিজে (গ্ৰাস কৰি) শক্তিহীন

الْجِنُّ أَن لَّوْ كَانُوا يَعْلَمُونَ الْغَيْبَ مَا لَبِثُوا فِي
الْعَذَابِ الْمُهِينِ ⑮

কৰিছিল। ৰাজ্যৰ পতন হ'লত (প্ৰকৃত কথা) যিন্‌বিলাকে স্পষ্টকৈ বুজিব পাৰিলে, আৰু ক'ব ধৰিলে, সিহঁতৰ ভৱিষ্যতৰ জ্ঞান থকা হ'লে, সিহঁতে (ইমান দিন্ জুৰি) অপমানজনক শাস্তিত পৰি নাথাকিলেহেঁতেন।

لَقَدْ كَانَ لِسَبَإٍ فِي مَسْكَنِهِمْ آيَةٌ ۖ جَنَّتَانِ عَن يَمِينٍ
وَشِمَالٍ ۖ كُلُوا مِن رِّزْقِ رَبِّكُمْ وَاشْكُرُوا لَهُ ۚ بَلْدَةٌ
طَيِّبَةٌ وَرَبٌّ غَفُورٌ ⑯

১৬) স্বৰূপতে চবা-নিবাসী জাতিৰ নিমিত্তে এটা নিদৰ্শন আছিল সিহঁতৰ বাসস্থানসমূহৰ মাজত। (চবা নগৰত) সোঁহাতে আৰু বাঁওহাতে দুখন সুন্দৰ বাগিছা আছিল; (আমি আদেশ দিছিলোঁ,) তোমালোকৰ প্ৰভুৱে দিয়া জীৱিকা উপভোগ কৰিবা, আৰু তেওঁৰ শলাগ লবা; (তেওঁ-দিয়া) কেনে বিতোপন নগৰী; আৰু তেৰেঁই মাৰ্জ্জনাশীল প্ৰতিপালক!

فَأَعْرَضُوا فَأَرْسَلْنَا عَلَيْهِمْ سَيْلَ الْعَرِمِ وَبَدَّلْنَاهُم
بِجَنَّتَيْهِمْ جَنَّتَيْنِ ذَوَاتَيْ أُكُلٍ خَمْطٍ وَأَثْلٍ وَشَيْءٍ
مِّن سِدْرٍ قَلِيلٍ ⑰

১৭) পিছত সিহঁত মুখ ঘূৰাই আমাৰ অবাধ্য হ'ল; তাৰ বাবে আমি সিহঁতৰ প্ৰতি বান্ধ ভাঙিব পৰা বানপানীৰ ভীষণ স্ৰোত প্ৰবাহিত কৰিলোঁ, আৰু সিহঁতৰ দুখন বাগিছাৰ সলনি এনে দুখন বাগান প্ৰদান কৰিলোঁ য'ত অৰুচিকৰ তিতা ফলহে উৎপন্ন হৈছিল, আৰু য'ত আছিল ঝাউ গছ কিছুমান আৰু ইফালে সিফালে কেইবা জোপা বগৰি গছ।

ذَٰلِكَ جَزَيْنَاهُم بِمَا كَفَرُوا ۖ وَهَلْ نُجَازِي إِلَّا الْكَفُورَ ⑱

১৮) সিহঁতক সেয়ে প্ৰতিফল দিছিলোঁ, কিয়নো সিহঁতে (আমাৰ) কৃতজ্ঞতা স্বীকাৰ কৰা নাছিল; আৰু আমি নিতান্ত অকৃতজ্ঞ মানুহৰ বাহিৰে আইনক এনে প্ৰতিফল নিদিওঁ।

وَجَعَلْنَا بَيْنَهُمْ وَبَيْنَ الْقُرَى الَّتِي بَارَكْنَا فِيهَا
قُرًى ظَاهِرَةً وَقَدَّرْنَا فِيهَا السَّيْرَ ۖ سِيرُوا فِيهَا

১৯) আৰু সিহঁতৰ আৰু সেই নগৰসমূহৰ মাজতে যিবোৰক আমি মঙ্গলেৰে পৰিপূৰ্ণ কৰিছিলোঁ আশে-পাশে চকুত লগা আৰু কিছুমান নগৰ আমি সংস্থাপিত কৰিছিলোঁ, আৰু সেইবোৰৰ মাজেদি পৰিভ্ৰমণৰ সুবিধাৰ বাবে

(ঠায়ে ঠায়ে) খপুৰা নিৰূপিত কৰি (আদেশ দিছিলোঁ,) সেইবোৰৰ মাজেদি ৰাতি হওক বা দিন হওক তোমালোকে নিৰাপদে যাতায়াত কৰিব পাৰা।

لَيَالِيَ وَاَيَّامًا اٰمِنِيْنَ ⑲

২০) কিন্তু সিহঁতে কলে, হে আমাৰ প্ৰভু, আমি যেন সুদূৰ ঠাই পৰ্য্যন্ত ভ্ৰমণ কৰিব পাৰোঁ তাৰে ব্যৱস্থা কৰি দিয়াঁ। ইয়াৰ দবাৰা সিহঁতে নিজ আত্মাসমূহৰ প্ৰতি নিজেই অন্যায় কৰিছিল। তাৰ ফলত আমি সিহঁতক (পৰবৰ্ত্তী বিলাকৰ কাৰণে) কাহিনী স্বৰূপ কৰিলোঁ, আৰু সিহঁতক (দেশত) সমূলি ছেৰেলি-বেৰেলি কৰিলোঁ। কোনো সন্দেহ নাই, ইয়াৰ মাজত সকলো ধৈৰ্য্যশীল, শলাগী মানুহৰ নিমিত্তে আছে বহু নিদৰ্শন।

فَقَالُوْا رَبَّنَا بٰعِدْ بَيْنَ اَسْفَارِنَا وَظَلَمُوْٓا اَنْفُسَهُمْ فَجَعَلْنٰهُمْ اَحَادِيْثَ وَمَزَّقْنٰهُمْ كُلَّ مُمَزَّقٍ ۭ اِنَّ فِيْ ذٰلِكَ لَاٰيٰتٍ لِّكُلِّ صَبَّارٍ شَكُوْرٍ ⑳

২১) আৰু স্বৰূপতে ইব্লিচে সিহঁতৰ সম্বন্ধে নিজৰ কল্পনা সত্যত পৰিণত কৰিছিল; কিয়নো বিশ্বাসীসকলৰ এদলক এৰি সিহঁতৰ সকলোৱে তাৰেই অনুসৰণ কৰিব লাগিছিল।

وَلَقَدْ صَدَّقَ عَلَيْهِمْ اِبْلِيْسُ ظَنَّهٗ فَاتَّبَعُوْهُ اِلَّا فَرِيْقًا مِّنَ الْمُؤْمِنِيْنَ ㉑

২২) আৰু সেই বিশ্বাসীসকলৰ ওপৰত ইব্লিচৰ কোনো ক্ষমতা নাছিল। আমাৰ এই ইচ্ছা যিজনে পৰকালত বিশ্বাস কৰিছে তেওঁক সেইজনৰ পৰা আমি পৃথক কৰোঁ যি এই বিষয়ে সন্দেহত পৰি আছে; বাস্তৱতে তোমাৰ প্ৰভু সকলো বস্তুৰেই সংৰক্ষক।

وَمَا كَانَ لَهٗ عَلَيْهِمْ مِّنْ سُلْطٰنٍ اِلَّا لِنَعْلَمَ مَنْ يُّؤْمِنُ بِالْاٰخِرَةِ مِمَّنْ هُوَ مِنْهَا فِيْ شَكٍّ ۭ وَرَبُّكَ عَلٰي كُلِّ شَيْءٍ حَفِيْظٌ ㉒ ۧ

২৩) (হে মহম্মদ,) তুমি কোৱাঁ, আল্লাত ভিন্ন যিবিলাকক তোমালোকে (উপাস্য) জ্ঞান কৰিছা সিহঁতক আহ্বান কৰি চোৱাঁ আকাশমণ্ডলী আৰু পৃথিৱীৰ নিয়ন্ত্ৰণত অণুকণা পৰিমাণো সিহঁতৰ অধিকাৰ নাই, আৰু উভয়ৰ মাজত সিহঁতৰ একেৰি অংশও থাকিব নোৱাৰে, আৰু সিহঁতৰ এজনো তেওঁৰ সহকাৰী হোৱা অসম্ভৱ।

قُلِ ادْعُوا الَّذِيْنَ زَعَمْتُمْ مِّنْ دُوْنِ اللّٰهِ ۚ لَا يَمْلِكُوْنَ مِثْقَالَ ذَرَّةٍ فِي السَّمٰوٰتِ وَلَا فِي الْاَرْضِ وَمَا لَهُمْ فِيْهِمَا مِنْ شِرْكٍ وَّمَا لَهٗ مِنْهُمْ مِّنْ ظَهِيْرٍ ㉓

২৪) আৰু যিজনক অনুমতি দান কৰা হৈছে তেওঁত ভিন্ন তেওঁৰ ওঁচৰত অইন কাৰো খাটিবলৈ যোৱা লাভজনক নহ'ল। অৱশেষত যেতিয়া সিহঁতৰ অন্তৰসমূহৰ পৰা আতঙ্ক দূৰ কৰা হ'ব সিহঁতৰ ইজনে সিজনক সুধিব, তোমালোকৰ প্ৰভুৱে কি বিষয়ে নো কৈছিল ? সেইবিলাকে ক'ব, যি সত্য সেই বিষয়েহে আল্লাই কৈছিল ; বাস্তৱতে তেৱেঁই সমুন্নত, মহান।

وَلَا تَنفَعُ الشَّفَاعَةُ عِندَهُ إِلَّا لِمَنْ أَذِنَ لَهُ حَتَّىٰ إِذَا فُزِّعَ عَن قُلُوبِهِمْ قَالُوا مَاذَا قَالَ رَبُّكُمْ قَالُوا الْحَقَّ وَهُوَ الْعَلِيُّ الْكَبِيرُ ﴿٢٣﴾

২৫) তুমি সিহঁতক প্ৰশ্ন কৰাঁ, আকাশমণ্ডলী আৰু পৃথিৱীৰ মাজৰ পৰা তোমালোকক কোনে জীৱিকা দান কৰে : তুমিয়ে (তাৰ) উত্তৰ দিয়াঁ আল্লাই ;—আৰু নিশ্চয় সুপথত আছে আমাৰ স্থিতি, আৰু তোমালোক পৰি আছা প্ৰত্যক্ষ ভ্ৰান্তিত।

قُلْ مَن يَرْزُقُكُم مِّنَ السَّمَاوَاتِ وَالْأَرْضِ قُلِ اللَّهُ وَإِنَّا أَوْ إِيَّاكُمْ لَعَلَىٰ هُدًى أَوْ فِي ضَلَالٍ مُّبِينٍ ﴿٢٤﴾

২৬) (আৰু) কোৱাঁ, আমি যদি কিবা দোষ কৰিছোঁ তাৰ বাবে তোমালোকক প্ৰশ্ন কৰা নহ'ব ; আৰু সেইদৰে তোমালোকে যি কাৰ্য্য কৰিছা তাৰ বাবে আমাকো কোনো প্ৰশ্ন কৰা নহ'ব।

قُل لَّا تُسْأَلُونَ عَمَّا أَجْرَمْنَا وَلَا نُسْأَلُ عَمَّا تَعْمَلُونَ ﴿٢٥﴾

২৭) (আৰু) কোৱাঁ, আমাৰ প্ৰভুৱে আমাক একেলগ কৰি, পৰস্পৰ সম্মুখীন কৰিব, আৰু আমাৰ মাজত সত্যৰ সৈতে মীমাংসা কৰি দিব ; বাস্তৱিকতে তেৱেঁই শ্ৰেষ্ঠ মীমাংসাকাৰী, সৰ্ব্বজ্ঞাতা।

قُلْ يَجْمَعُ بَيْنَنَا رَبُّنَا ثُمَّ يَفْتَحُ بَيْنَنَا بِالْحَقِّ وَهُوَ الْفَتَّاحُ الْعَلِيمُ ﴿٢٦﴾

২৮) তুমি কোৱাঁ, যিবিলাকক তোমালোকে তেওঁৰ সৈতে অংশীৰূপে সম্মিলিত কৰিছা সিহঁতক যেন মই দেখিবলৈ পাওঁ ; নহয়, এনে হ'ব নোৱাৰে, বৰং (সত্য কথা এয়ে) তেৱেঁই আল্লা, সৰ্ব্বশক্তিমান, শ্ৰেষ্ঠ জ্ঞানী।

قُلْ أَرُونِيَ الَّذِينَ أَلْحَقْتُم بِهِ شُرَكَاءَ كَلَّا بَلْ هُوَ اللَّهُ الْعَزِيزُ الْحَكِيمُ ﴿٢٧﴾

২৯) আৰু (হে মহম্মদ,) আমি তোমাক সমগ্ৰ

وَمَا أَرْسَلْنَاكَ إِلَّا كَافَّةً لِّلنَّاسِ بَشِيرًا وَنَذِيرًا وَ

لٰكِنَّ اَكْثَرَ النَّاسِ لَا يَعْلَمُوْنَ ﴿٢٨﴾

মানৱজাতিৰ প্রতি প্রেৰণ কৰিছোঁ শুভসংবাদ বহন কৰোঁতা আৰু সতর্ক কৰোঁতাৰূপে মাথোন; কিন্তু মানৱজাতিৰ সৰহ ভাগৰেই জ্ঞান নাই।

وَيَقُوْلُوْنَ مَتٰى هٰذَا الْوَعْدُ اِنْ كُنْتُمْ صٰدِقِيْنَ ﴿٢٩﴾

৩০) আৰু সিহঁতে ইয়াকে প্রশ্ন কৰিব লাগিছে, এই প্রতিশ্রুতি পূর্ণ হ'ব কেতিয়া, যদিহে তোমালোকে সত্য কথা কৈছা?

قُلْ لَّكُمْ مِّيْعَادُ يَوْمٍ لَّا تَسْتَاْخِرُوْنَ عَنْهُ سَاعَةً وَّلَا تَسْتَقْدِمُوْنَ ﴿٣٠﴾

৩১) তুমি (প্রত্যুত্তৰত) কোৱাঁ, তোমালোকক এটা নির্দ্ধাৰিত দিনৰ সময় দিয়া হৈছে; সেই নির্ণয় কৰা সময়ক তোমালোকৰ ক্ষমতা নাই যে এঘণ্টা পিছলৈ নিয়া অথবা (এঘণ্টা) আগলৈ আনা।

وَقَالَ الَّذِيْنَ كَفَرُوْا لَنْ نُّؤْمِنَ بِهٰذَا الْقُرْاٰنِ وَلَا بِالَّذِيْ بَيْنَ يَدَيْهِ ۭ وَلَوْ تَرٰٓى اِذِ الظّٰلِمُوْنَ مَوْقُوْفُوْنَ عِنْدَ رَبِّهِمْ ښ يَرْجِعُ بَعْضُهُمْ اِلٰى بَعْضِ ۨ الْقَوْلَ ۚ يَقُوْلُ الَّذِيْنَ اسْتُضْعِفُوْا لِلَّذِيْنَ اسْتَكْبَرُوْا لَوْلَآ اَنْتُمْ لَكُنَّا مُؤْمِنِيْنَ ﴿٣١﴾

৩২) আৰু অবিশ্বাসীবিলাকে কয়, এই কোৰ্-আনত অথবা ইয়াৰ আগতে যি গ্রন্থ আহিছে তাত আমি কেতিয়াও বিশ্বাস নকৰোঁ: আৰু যেতিয়া অন্যায়কাৰীবিলাকক নিজ প্রভুৰ সম্মুখত থিয় কৰোৱা হ'ব তুমি (সিহঁতৰ অৱস্থা) দেখাহেঁতেন! সিহঁতৰ ইজনে সিজনৰ প্রতি কথা কাটি দোষ পেলাব: যিবিলাক দুর্ব্বল সিহঁতে অহঙ্কাৰী- বিলাকক ক'ব, তোমালোক নথকা হ'লে আমি নিশ্চয় বিশ্বাসী হলোঁহেঁতেন।

قَالَ الَّذِيْنَ اسْتَكْبَرُوْا لِلَّذِيْنَ اسْتُضْعِفُوْٓا اَنَحْنُ صَدَدْنٰكُمْ عَنِ الْهُدٰى بَعْدَ اِذْ جَآءَكُمْ بَلْ كُنْتُمْ مُّجْرِمِيْنَ ﴿٣٢﴾

৩৩) যিবিলাক অহঙ্কাৰী সিহঁতে দুর্ব্বলবিলাকক ক'ব, তোমালোকৰ ওচৰলৈ পথপ্রদর্শন অহাৰ পাছত, তাৰ পৰা আমি তোমালোকক প্রতিৰোধ কৰিছিলোঁ নে? নহয়, তাৰ বাবে তোমালোক নিজেই দোষী।

وَقَالَ الَّذِيْنَ اسْتُضْعِفُوْا لِلَّذِيْنَ اسْتَكْبَرُوْا بَلْ مَكْرُ الَّيْلِ وَالنَّهَارِ اِذْ تَاْمُرُوْنَنَآ اَنْ نَّكْفُرَ بِاللّٰهِ وَنَجْعَلَ لَهٗٓ اَنْدَادًا ۭ وَاَسَرُّوا النَّدَامَةَ لَمَّا رَاَوُا الْعَذَابَ ۭ وَ

৩৪) আৰু যিবিলাক দুর্ব্বল সিহঁতে অহঙ্কাৰী বিলাককহে (দোষ দি) ক'ব, তোমালোকে যে আমাক আল্লাত অবিশ্বাস কৰিবলৈ, আৰু তেওঁৰ সমানে অইনবিলাক উপাস্য পাতিবলৈ উদগনি দিছিলা, ই বৰং তোমালোকে ৰাতিয়ে দিনে কৰা কুমন্ত্রণাৰ ফল। আৰু সিহঁতে শাস্তি উপনীত হোৱা

جَعَلْنَا الْأَغْلٰلَ فِيْٓ أَعْنَاقِ الَّذِيْنَ كَفَرُوْا هَلْ يُجْزَوْنَ
إِلَّا مَا كَانُوْا يَعْمَلُوْنَ ٣٣

দেখি নিজৰ অন্তৰতে সন্তাপ অনুভৱ কৰিব ; আৰু যিবিলাকে অবিশ্বাস কৰিছিল সিহঁতৰ কণ্ঠসমূহত আমি বান্ধোন দিম শিকলিবোৰৰ ; সিহঁতে যি কাৰ্য্য কৰিছিল তাৰ বাবে যি উচিত প্ৰতিফল তাৰ বাহিৰে আন কি দিয়া হ'ব ?

وَمَآ أَرْسَلْنَا فِيْ قَرْيَةٍ مِّنْ نَّذِيْرٍ إِلَّا قَالَ مُتْرَفُوْهَآ
إِنَّا بِمَآ أُرْسِلْتُمْ بِهٖ كٰفِرُوْنَ ٣٤

৩৫) বাস্তৱতে আমি কোনো এখন নগৰতে এনে সতৰ্ক কৰোঁতা উত্থাপন কৰা নাই যাৰ বিষয়ে সুখ-শান্তিত থকা অধিবাসীবিলাকে এনে কথা কোৱা নাছিল, যি প্ৰত্যাদেশ তোমালোকক প্ৰেৰণ কৰা হৈছে তাত আমি নিশ্চয় বিশ্বাস নকৰোঁ।

وَقَالُوْا نَحْنُ أَكْثَرُ أَمْوَالًا وَّأَوْلَادًا وَّمَا نَحْنُ بِمُعَذَّبِيْنَ ٣٥

৩৬) আৰু সিহঁতে কয়, আমাৰ ধন-সম্পত্তি আৰু সন্তান-সন্ততি বহুগুণে অধিক, আৰু আমাক কেতিয়াও শাস্তি দিয়া নহ'ব।

قُلْ إِنَّ رَبِّيْ يَبْسُطُ الرِّزْقَ لِمَنْ يَّشَآءُ وَيَقْدِرُ وَلٰكِنَّ
ع أَكْثَرَ النَّاسِ لَا يَعْلَمُوْنَ ٣٦

৩৭) তুমি কোৱাঁ, মোৰ প্ৰভুৱে যাৰে ইচ্ছা তাৰ নিমিত্তে জীৱিকা প্ৰশস্ত কৰে, আৰু (প্ৰয়োজন মতে) সঙ্কীৰ্ণ কৰে; কিন্তু মানৱজাতিৰ সৰহ ভাগৰেই জ্ঞান নাই।

وَمَآ أَمْوَالُكُمْ وَلَآ أَوْلَادُكُمْ بِالَّتِيْ تُقَرِّبُكُمْ عِنْدَنَا
زُلْفٰٓى إِلَّا مَنْ اٰمَنَ وَعَمِلَ صَالِحًا فَأُولٰٓئِكَ لَهُمْ
جَزَآءُ الضِّعْفِ بِمَا عَمِلُوْا وَهُمْ فِي الْغُرُفٰتِ اٰمِنُوْنَ ٣٧

৩৮) আৰু তোমালোকৰ ধন-সম্পত্তি আৰু তোমালোকৰ সন্তান-সন্ততি এনে বস্তু নহয় যে আমাৰ সন্নিধান লভিবলৈ তোমালোকক আমাৰ ওচৰলৈ লৈ আহে,—সেইসকলক এৰি যিসকলে বিশ্বাস স্থাপন কৰিছে আৰু সজ কাম কৰিছে। গতিকে নিজ সৎকাৰ্য্যৰ বাবে সেইসকলৰ নিমিত্তে থাকিব অধিকতৰ প্ৰতিদান, আৰু সেইসকলে নিৰাপদে বাস কৰিব ওখ বাসস্থানসমূহত।

وَالَّذِيْنَ يَسْعَوْنَ فِيْٓ اٰيٰتِنَا مُعٰجِزِيْنَ أُولٰٓئِكَ فِي
الْعَذَابِ مُحْضَرُوْنَ ٣٨

৩৯) আৰু যিবিলাকে আমাৰ নিদৰ্শনসমূহ ব্যৰ্থ কৰিবলৈ চেষ্টা কৰে সিহঁতক (আমাৰ) শাস্তিৰ সম্মুখীন কৰা হ'ব।

৪০) তুমি কোৱাঁ, নিশ্চয় মোৰ প্ৰভুৱে তেওঁৰ ভৃত্যবিলাকৰ মাজৰ যাৰে ইচ্ছা তাৰে নিমিত্তে জীৱিকা প্ৰশস্ত কৰে; আৰু তাৰে নিমিত্তে (প্ৰয়োজন মতে) সঙ্কীৰ্ণ কৰে; আৰু যদি তোমালোকে নিজ অৰ্জ্জনৰ কিছুভাগ (আল্লাৰ পথত) ব্যয় কৰা তেন্তে তেওঁ তাৰ সলনি তোমালোকক সমূচিত বিনিময় প্ৰদান কৰিব; বাস্তৱতে তেওঁ সৰ্ব্বশ্ৰেষ্ঠ জীৱিকা দান কৰোঁতা।

قُلْ إِنَّ رَبِّي يَبْسُطُ الرِّزْقَ لِمَنْ يَشَاءُ مِنْ عِبَادِهِ وَ
يَقْدِرُ لَهُ ۚ وَمَا أَنْفَقْتُمْ مِنْ شَيْءٍ فَهُوَ يُخْلِفُهُ ۖ وَ
هُوَ خَيْرُ الرَّازِقِينَ ﴿٣٩﴾

৪১) আৰু এদিনা তোমালোকৰ সকলোকে তেওঁ একেলগ কৰিব; তেতিয়া তেওঁ ফিৰিশ্‌তাসকলক সুধিব, এইবোৰেই তোমালোকৰ পূজা কৰিছিল নে?

وَيَوْمَ يَحْشُرُهُمْ جَمِيعًا ثُمَّ يَقُولُ لِلْمَلَائِكَةِ أَهَٰؤُلَاءِ
إِيَّاكُمْ كَانُوا يَعْبُدُونَ ﴿٤٠﴾

৪২) তেওঁলোকে উত্তৰ দিব, তুমি পৰম পৱিত্ৰ; তুমিয়ে আমাৰ ৰক্ষক, সিহঁত কেতিয়াও নহয়; সিহঁতে বৰং যিন্‌বিলাকৰহে পূজা কৰিছিল সিহঁতৰ বেছিভাগেই সেইবিলাকত বিশ্বাস কৰা নাছিল।

قَالُوا سُبْحَانَكَ أَنْتَ وَلِيُّنَا مِنْ دُونِهِمْ ۖ بَلْ كَانُوا
يَعْبُدُونَ الْجِنَّ ۖ أَكْثَرُهُمْ بِهِمْ مُؤْمِنُونَ ﴿٤١﴾

৪৩) গতিকে আজি তোমালোকৰ ইজনে সিজনৰ উপকাৰ বা অপকাৰ সাধন কৰিবলৈ অক্ষম। আৰু যিবিলাকে অন্যায় কৰিছিল সিহঁতক কম, যি অগ্নিৰ শাস্তিক তোমালোকে মিছা বুলি ভাবিছিলা তাৰেই (আজি) সোৱাদ লোৱাঁ।

فَالْيَوْمَ لَا يَمْلِكُ بَعْضُكُمْ لِبَعْضٍ نَفْعًا وَلَا ضَرًّا
وَنَقُولُ لِلَّذِينَ ظَلَمُوا ذُوقُوا عَذَابَ النَّارِ الَّتِي كُنْتُمْ
بِهَا تُكَذِّبُونَ ﴿٤٢﴾

৪৪) আৰু যেতিয়া সিহঁতৰ আগত আমাৰ সুস্পষ্ট আয়তসমূহ পাঠ কৰা হয়, সিহঁতে কয়; এইজন (আমাৰে নিচিনা) মানুহ; তোমালোকৰ পূৰ্ব্বপুৰুষসকলে যাৰ পূজা কৰিছিল তাৰ পৰা তেওঁ তোমালোকক আঁতৰাই আনিবলৈ ইচ্ছা কৰে। তদুপৰি সিহঁতে কয়, এই কোৰ্‌-আনখন সাজি লোৱা এখন মিথ্যা কিতাপ ভিন্ন একো নহয়;

وَإِذَا تُتْلَىٰ عَلَيْهِمْ آيَاتُنَا بَيِّنَاتٍ قَالُوا مَا هَٰذَا إِلَّا رَجُلٌ
يُرِيدُ أَنْ يَصُدَّكُمْ عَمَّا كَانَ يَعْبُدُ آبَاؤُكُمْ ۚ وَ
قَالُوا مَا هَٰذَا إِلَّا إِفْكٌ مُفْتَرًى ۚ وَقَالَ الَّذِينَ كَفَرُوا

لِلْحَقِّ لَمَّا جَآءَهُمْ إِنْ هَٰذَآ إِلَّا سِحْرٌ مُّبِينٌ ۝٤٣

আৰু সত্য যেতিয়া সিহঁতৰ সম্মুখত উপনীত হয়, অবিশ্বাসীবিলাকে তাৰ বিষয়ে ইয়াকে কয়, ই প্ৰকাশ্য কুহক মাত্ৰ।

وَمَآ ءَاتَيْنَٰهُم مِّن كُتُبٍ يَدْرُسُونَهَا ۖ وَمَآ أَرْسَلْنَآ إِلَيْهِمْ
قَبْلَكَ مِن نَّذِيرٍ ۝٤٤

৪৫) আৰু (ইতিপূৰ্ব্বে) আমি সিহঁতক পাঠ কৰিবলৈ কোনো ধৰ্ম্মগ্ৰন্থ দান কৰা নাই, আৰু তোমাৰ পূৰ্ব্বে সিহঁতৰ প্ৰতি কাকো সতৰ্ককাৰী-ৰূপেও প্ৰেৰণ কৰা নাই।

وَكَذَّبَ الَّذِينَ مِن قَبْلِهِمْ وَمَا بَلَغُوا مِعْشَارَ
مَآ ءَاتَيْنَٰهُمْ فَكَذَّبُوا رُسُلِي ۖ فَكَيْفَ كَانَ نَكِيرِ ۝٤٥

৪৬) আৰু সিহঁতৰ পূৰ্ব্ববৰ্ত্তীবিলাকেও (সত্যৰ আহ্বান) অগ্ৰাহ্য কৰিছিল আৰু সিবিলাকক আমি যি দান কৰিছিলোঁ তাৰ দশম ভাগো সিহঁতে নিজে লাভ কৰা নাছিল। পিছত মোৰ প্ৰেৰিত ৰচুলসকলক মিছা বুলি অমান্য কৰিছিল; গতিকে চোৱাঁ, আমাৰ শাস্তি আছিল কেনে জঘন্য!

قُلْ إِنَّمَآ أَعِظُكُم بِوَٰحِدَةٍ ۖ أَن تَقُومُوا لِلَّهِ مَثْنَىٰ
وَفُرَٰدَىٰ ثُمَّ تَتَفَكَّرُوا ۚ مَا بِصَاحِبِكُم مِّن جِنَّةٍ ۚ
إِنْ هُوَ إِلَّا نَذِيرٌ لَّكُم بَيْنَ يَدَيْ عَذَابٍ شَدِيدٍ ۝٤٦

৪৭) (হে মহম্মদ,) তুমি কোৱাঁ, মই তোমালোকক মাত্ৰ এটা বিষয় উপদেশ দিওঁহক, তোমালোক আল্লাৰ কামৰ কাৰণে দুজন দুজনকৈ নাইবা এজন এজনকৈ অলৰ হৈ থিয় দিয়াঁ, তাৰ পিছত চিন্তা কৰি চোৱাঁ; (তেতিয়া জানিব পাৰিবা) তোমালোকৰ এই সঙ্গীজনৰ (মহম্মদৰ) অকণো উন্মত্ততা হ'ব নোৱাৰে; কঠোৰ শাস্তি অহাৰ আগতে তোমালোকৰ কাৰণে তেওঁ এজন সাৱধান কৰোঁতা মাথোন।

قُلْ مَا سَأَلْتُكُم مِّنْ أَجْرٍ فَهُوَ لَكُمْ ۖ إِنْ أَجْرِيَ إِلَّا
عَلَى اللَّهِ ۖ وَهُوَ عَلَىٰ كُلِّ شَيْءٍ شَهِيدٌ ۝٤٧

৪৮) (আৰু) তুমি কোৱাঁ, যদি মই তোমালোকৰ পৰা কোনো প্ৰতিদান বিচাৰিছোঁ সি তোমালোকৰেই মঙ্গলৰ কাৰণে, কিয়নো প্ৰতিদান দিয়াৰ গৰাকী হৈছে কেৱলমাত্ৰ আল্লা; বাস্তৱতে তেৱেঁই সকলো কাৰ্য্যৰ নিৰীক্ষণ কৰোঁতা।

قُلْ إِنَّ رَبِّي يَقْذِفُ بِالْحَقِّ عَلَّامُ الْغُيُوبِ ۝٤٨

৪৯) (আৰু) কোৱাঁ, নিশ্চয় মোৰ প্ৰভুৱে সত্য (পৃথিৱীলৈ) নমাই বিস্তাৰ কৰে; সকলো অদৃশ্য বিষয়ে তেৱেঁই শ্ৰেষ্ঠ জ্ঞাতা।

قُلْ جَآءَ الْحَقُّ وَمَا يُبْدِئُ الْبَاطِلُ وَمَا يُعِيدُ ۝٤٩

৫০) (আৰু) কোৱাঁ, সত্য সমাগত হ'ল ; গতিকে অসত্য এতিয়া প্ৰতিষ্ঠিত হোৱা অসম্ভৱ, আৰু আগলৈয়ো প্ৰতিষ্ঠিত হ'ব নোৱাৰে।

قُلْ إِن ضَلَلْتُ فَإِنَّمَآ أَضِلُّ عَلَىٰ نَفْسِى ۖ وَإِنِ اهْتَدَيْتُ فَبِمَا يُوحِىٓ إِلَىَّ رَبِّىٓ ۚ إِنَّهُۥ سَمِيعٌ قَرِيبٌ ۝٥٠

৫১) (আৰু) কোৱাঁ, যদি মই বিপথে যাব ধৰোঁ তেন্তে মই বিপথে গৈ নিজৰে অনিষ্ট সাধন কৰিম ; আৰু যদি মই সুপথ অৱলম্বন কৰোঁ ই মোৰ প্ৰভুৱে মোৰ প্ৰতি যি প্ৰত্যাদেশ কৰিছে তাৰেই ফলত ; ইয়াত কোনো সন্দেহ নাই, তেওঁ শ্ৰেষ্ঠ শ্ৰোতা, আমাৰ ওচৰতেই বিৰাজমান।

وَلَوْ تَرَىٰٓ إِذْ فَزِعُوا۟ فَلَا فَوْتَ وَأُخِذُوا۟ مِن مَّكَانٍ قَرِيبٍ ۝٥١

৫২) আৰু সিহঁতক যেতিয়া আতঙ্কৰ অৱস্থাত পেলোৱা হ'ব তেতিয়া তুমি সিহঁতক দেখিবলৈ পোৱা হেঁতেন ! সেই অৱস্থাত সিহঁতে পলাবৰ বাট নাথাকিব, আৰু অদূৰ ঠাইৰে পৰা সিহঁতক ধৰি অনা হ'ব।

وَقَالُوٓا۟ ءَامَنَّا بِهِۦ وَأَنَّىٰ لَهُمُ التَّنَاوُشُ مِن مَّكَانٍۭ بَعِيدٍ ۝٥٢

৫৩) আৰু সিহঁতে ক'ব, ভাল, এই কোৰ্‌-আনত আমি বিশ্বাস স্থাপন কৰিলোঁ, (কিন্তু ইমান) দূৰৈৰ ঠাইৰ পৰা বিশ্বাসক ঢুকি পোৱা সিহঁতৰ পক্ষে কেনেকৈ সম্ভৱপৰ হ'ব পাৰে ?

وَقَدْ كَفَرُوا۟ بِهِۦ مِن قَبْلُ ۖ وَيَقْذِفُونَ بِالْغَيْبِ مِن مَّكَانٍۭ بَعِيدٍ ۝٥٣

৫৪) অথচ স্বৰূপতে ইতিপূৰ্ব্বে এই কোৰ্‌-আনত সিহঁত বিশ্বাস কৰা নাছিল, আৰু দূৰৈৰ ঠাইৰ পৰা নেদেখাকৈ নিজৰ নানা অনুমান সৃষ্টি কৰি দলিয়াইছিল।

وَحِيلَ بَيْنَهُمْ وَبَيْنَ مَا يَشْتَهُونَ كَمَا فُعِلَ بِأَشْيَاعِهِم مِّن قَبْلُ ۚ إِنَّهُمْ كَانُوا۟ فِى شَكٍّ مُّرِيبٍۭ ۝٥٤

৫৫) আৰু, সিহঁতৰ আৰু সিহঁতে পোষণ কৰা অভিলাষ সমূহৰ মাজত অন্তৰায় স্থাপন কৰা হ'ব, যিদৰে পূৰ্ব্বে সিহঁতৰ অনুৰূপ দলবোৰৰ কাৰণে সিহঁত এনে কৰা হৈছিল ; ইয়াত কোনো সন্দেহ নাই, এনে সংশয়ত পৰি আছে যি (শেহত) সিহঁতক বিনাশ কৰিব।




**চুৰা ৩৫** AL- FATIR **আল্-ফাত্বিৰ্** মক্কাত অৱতীৰ্ণ

১) পৰম করুণাময়, পৰম দানশীল আল্লাৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

২) সকলো প্ৰশংসাৰ গৰাকী সেই আল্লা যিজন আকাশমণ্ডলী আৰু পৃথিৱীৰ আদি স্ৰষ্টা, ফিৰিশ্তাসকলকো সৃজন কৰোঁতা, (তেওঁৰ) সংবাদ বহন কৰিবৰ কাৰণে,—দুখন আৰু তিনিখন আৰু চাৰিখনকৈ পাখি প্ৰদত্ত; তেওঁ সৃজন কাৰ্য্যত যি ইচ্ছা তাকেই বৃদ্ধি কৰে; নিশ্চয় আল্লা সকলো বস্তুৰ ওপৰত মহান ক্ষমতাশালী।

اَلْحَمْدُ لِلّٰهِ فَاطِرِ السَّمٰوٰتِ وَالْاَرْضِ جَاعِلِ الْمَلٰٓئِكَةِ رُسُلًا اُولِيْٓ اَجْنِحَةٍ مَّثْنٰى وَثُلٰثَ وَرُبٰعَ ۭ يَزِيْدُ فِي الْخَلْقِ مَا يَشَاۗءُ ۭ اِنَّ اللّٰهَ عَلٰي كُلِّ شَيْءٍ قَدِيْرٌ ②

৩) মানুহৰ নিমিত্তে আল্লাই যি করুণা মুকলি কৰে তাৰ প্ৰতিৰোধ কোনেও কৰিব নোৱাৰে, আৰু তেওঁ যি অনুগ্ৰহ আবদ্ধ কৰি ৰাখে ইয়াৰ পিছত তাকে মুকলি কৰোঁতাও কেও নাই; বাস্তৱতে তেৱেঁই সৰ্ব্বশক্তিমান, শ্ৰেষ্ঠ জ্ঞানী।

مَا يَفْتَحِ اللّٰهُ لِلنَّاسِ مِنْ رَّحْمَةٍ فَلَا مُمْسِكَ لَهَا ۚ وَمَا يُمْسِكْ ۙ فَلَا مُرْسِلَ لَهٗ مِنْۢ بَعْدِهٖ ۭ وَهُوَ الْعَزِيْزُ الْحَكِيْمُ ③

৪) হে মানৱজাতি, তোমালোকৰ প্ৰতি আল্লাৰ অনুগ্ৰহ স্মৰণ কৰা; আল্লাত ভিন্ন এনে কোনো সৃজন কৰোঁতা আছে নে, যিজনে আকাশ আৰু পৃথিৱীৰ পৰা তোমালোকক জীৱিকা দান কৰিব পাৰে; তেওঁ বিনে আন কোনো উপাস্য নাই; তেন্তে তোমালোকক কোন ভুল বাটে ঘূৰাই নিয়া হৈছে!

يٰٓاَيُّهَا النَّاسُ اذْكُرُوْا نِعْمَتَ اللّٰهِ عَلَيْكُمْ ۭ هَلْ مِنْ خَالِقٍ غَيْرُ اللّٰهِ يَرْزُقُكُمْ مِّنَ السَّمَاۗءِ وَالْاَرْضِ ۭ لَآ اِلٰهَ اِلَّا هُوَ ڮ فَاَنّٰى تُؤْفَكُوْنَ ④

৫) আৰু (হে মহম্মদ,) যদি সিহঁতে তোমাক মিথ্যাবাদী ভাবি অমান্য কৰিছে, স্বৰূপতে তোমাৰ পূৰ্ব্বে আন আন ৰচুলসকলকো মিথ্যাবাদী বুলি গণ্য কৰা হৈছিল; বাস্তৱিকতে আল্লাৰ কাষলৈকে সকলো বিষয়ৰ প্ৰত্যাৱৰ্ত্তন।

وَاِنْ يُّكَذِّبُوْكَ فَقَدْ كُذِّبَتْ رُسُلٌ مِّنْ قَبْلِكَ ۭ وَاِلَى اللّٰهِ تُرْجَعُ الْاُمُوْرُ ⑤

৬) হে মানৱজাতি, আল্লাৰ অঙ্গীকাৰ নিশ্চয় সঁচা; গতিকে (সাৱধান!) পাৰ্থিৱ জীৱনৰ (শোভাই) যেন তোমালোকক প্ৰতাৰণা নকৰে, আৰু ঘাই প্ৰবঞ্চকজনে যেন তোমালোকক আল্লাৰ বিষয়ে প্ৰবঞ্চনা নিদিয়ে।

يَٰٓأَيُّهَا ٱلنَّاسُ إِنَّ وَعْدَ ٱللَّهِ حَقٌّ فَلَا تَغُرَّنَّكُمُ ٱلْحَيَوٰةُ ٱلدُّنْيَا وَلَا يَغُرَّنَّكُم بِٱللَّهِ ٱلْغَرُورُ ٥

৭) কোনো সন্দেহ নাই, শ্বয়ত্বান তোমালোকৰ কাৰণে এজন (ডাঙৰ) শত্ৰু; গতিকে তোমালোকে তাক শত্ৰু বুলিয়ে গণ্য কৰিবা; সি কেৱল নিজৰ অনুচৰবৰ্গকহে আহ্বান কৰে; তাৰ ফলত সিহঁত জ্বলন্ত অগ্নিৰ অধিবাসীবিলাকৰ সঙ্গী হয়।

إِنَّ ٱلشَّيْطَٰنَ لَكُمْ عَدُوٌّ فَٱتَّخِذُوهُ عَدُوًّا ۚ إِنَّمَا يَدْعُوا۟ حِزْبَهُۥ لِيَكُونُوا۟ مِنْ أَصْحَٰبِ ٱلسَّعِيرِ ٦

৮) যিবিলাক বিশ্বাস কৰিবলৈ অস্বীকাৰ কৰিছে সিহঁতৰ নিমিত্তে থাকিব কঠোৰ শাস্তি; কিন্তু যিসকলে বিশ্বাস স্থাপন কৰিছে আৰু সৎকাৰ্য্য কৰিছে সেইসকলে লাভ কৰিব (আল্লাৰ) মাৰ্জ্জনা, আৰু মহান প্ৰতিদান।

ٱلَّذِينَ كَفَرُوا۟ لَهُمْ عَذَابٌ شَدِيدٌ ۖ وَٱلَّذِينَ ءَامَنُوا۟ وَعَمِلُوا۟ ٱلصَّٰلِحَٰتِ لَهُم مَّغْفِرَةٌ وَأَجْرٌ كَبِيرٌ ٧ ع

৯) কি! যাৰ নিমিত্তে তাৰ কু-কাৰ্য্য শোভনীয় কৰা হৈছে (সি সেইজনৰ সমান হ'ব পাৰে নে যিজনে সৎ কাৰ্য্য কৰে?) বাস্তৱিকতে আল্লাই যাকে ইচ্ছা তাকে ভ্ৰান্তিত পৰিবলৈ দিয়ে, আৰু যাকে ইচ্ছা তাকে পথ প্ৰদৰ্শন কৰে; গতিকে তোমাৰ আত্মাই যেন সিহঁতৰ বাবে শোক কৰি নিজকে বিনাশ নকৰে, সিহঁতে যি কু-কাৰ্য্য কৰে আল্লাই নিশ্চয় ভালকৈ জানে।

أَفَمَن زُيِّنَ لَهُۥ سُوٓءُ عَمَلِهِۦ فَرَءَاهُ حَسَنًا ۖ فَإِنَّ ٱللَّهَ يُضِلُّ مَن يَشَآءُ وَيَهْدِى مَن يَشَآءُ ۖ فَلَا تَذْهَبْ نَفْسُكَ عَلَيْهِمْ حَسَرَٰتٍ ۚ إِنَّ ٱللَّهَ عَلِيمٌۢ بِمَا يَصْنَعُونَ ٨

১০) তেৱেঁই আল্লা যিজনে নানা দিশলৈ বতাহ বোৱায় আৰু সেই বতাহে মেঘক (বায়ুমণ্ডলত) উত্তোলন কৰে, পিছত সেই মেঘকে মৃত নগৰলৈ আমি গতিশীল কৰোঁ; পিছত তাৰে দবাৰা পৃথিৱীক তাৰ মৃত্যুৰ পাছত পুনৰ্জ্জীৱিত কৰোঁ; (মানৱৰ) পুনৰুত্থানো ইয়াৰেই অনুৰূপ।

وَٱللَّهُ ٱلَّذِىٓ أَرْسَلَ ٱلرِّيَٰحَ فَتُثِيرُ سَحَابًا فَسُقْنَٰهُ إِلَىٰ بَلَدٍ مَّيِّتٍ فَأَحْيَيْنَا بِهِ ٱلْأَرْضَ بَعْدَ مَوْتِهَا ۚ كَذَٰلِكَ ٱلنُّشُورُ ٩

১১) যেয়ে সম্মানৰ আকাঙ্খা কৰে (সি যেন জানি ৰাখে,) সমস্ত সম্মানৰ গৰাকী আল্লা; তেওঁৰ ফালে আৰোহণ কৰে পৱিত্ৰ বাক্যসমূহ, আৰু সৎকাৰ্য্য; তাকো তেওঁ আৰু উন্নত কৰে; আৰু যিবিলাকে কু-কাৰ্য্যসমূহ লৈ অভিসন্ধি কৰে সিহঁতে ভোগ কেৰিব কঠোৰ শাস্তি, আৰু সিহঁতে কৰা অভিসন্ধি সমূলি নিষ্ফল হ'ব।

مَنْ كَانَ يُرِيدُ الْعِزَّةَ فَلِلّٰهِ الْعِزَّةُ جَمِيعًا ۚ إِلَيْهِ يَصْعَدُ الْكَلِمُ الطَّيِّبُ وَالْعَمَلُ الصَّالِحُ يَرْفَعُهُ ۚ وَالَّذِينَ يَمْكُرُونَ السَّيِّاٰتِ لَهُمْ عَذَابٌ شَدِيدٌ ۖ وَمَكْرُ أُولٰٓئِكَ هُوَ يَبُورُ ﴿١١﴾

১২) আৰু আল্লাই তোমালোকক সৃষ্টি কৰিছে মাটিৰে, আকৌ বীৰ্য্যৰ পৰা, তাৰ পিছত তেওঁ তোমালোকক (পুৰুষ আৰু নাৰীৰূপে) যোৰা যোৰা কৰিলে, তিৰোতাই যি গৰ্ভত ধাৰণ কৰে আৰু সন্তান প্ৰসৱ কৰে সি আল্লাৰ জ্ঞানৰ অধীন, ; আৰু কোনো বয়সীয়া মানুহৰ আয়ু বৃদ্ধি কৰা নহয়, আৰু তাৰ আয়ু হ্ৰাসো কৰা নহয়, (আল্লাই) যি লিপিবদ্ধ কৰি থৈছে তাৰ বাহিৰে; অৱশ্যে এনে কৰা আল্লাৰ পক্ষে অতি সহজ।

وَاللّٰهُ خَلَقَكُمْ مِّنْ تُرَابٍ ثُمَّ مِنْ نُّطْفَةٍ ثُمَّ جَعَلَكُمْ أَزْوَاجًا ۚ وَمَا تَحْمِلُ مِنْ أُنْثٰى وَلَا تَضَعُ إِلَّا بِعِلْمِهٖ ۚ وَمَا يُعَمَّرُ مِنْ مُّعَمَّرٍ وَّلَا يُنْقَصُ مِنْ عُمُرِهٖٓ إِلَّا فِي كِتٰبٍ ۚ إِنَّ ذٰلِكَ عَلَى اللّٰهِ يَسِيرٌ ﴿١٢﴾

১৩) আৰু এনে দুখন সাগৰ সমান হ'ব নোৱাৰে, ইখনৰ পানী মিঠা সুমধুৰ, পিবলৈ সুস্বাদু; আৰু সিখনৰ পানী লোণা, তিতা; আৰু প্ৰতিখন সাগৰৰ পৰা (মাছ মাৰি) তেজাল মঙহ খোৱা; আৰু পিন্ধিবৰ কাৰণে অলঙ্কাৰত খটাবলৈ (মণি-মুকুতা) উলিয়াই আনা; আৰু তোমালোকে সাগৰৰ মাজত পানী ফালি জাহাজ চলি থকা দেখিবলৈ পোৱা; তাৰ দ্বাৰা তোমালোকে আল্লাৰ কিছুভাগ কৃপা বিচাৰা, আৰু সম্ভৱতঃ তেওঁৰ শলাগ লোৱা।

وَمَا يَسْتَوِي الْبَحْرٰنِ ۖ هٰذَا عَذْبٌ فُرَاتٌ سَآئِغٌ شَرَابُهٗ وَهٰذَا مِلْحٌ أُجَاجٌ ۖ وَمِنْ كُلٍّ تَأْكُلُونَ لَحْمًا طَرِيًّا وَّتَسْتَخْرِجُونَ حِلْيَةً تَلْبَسُونَهَا ۚ وَتَرَى الْفُلْكَ فِيهِ مَوَاخِرَ لِتَبْتَغُوا مِنْ فَضْلِهٖ وَلَعَلَّكُمْ تَشْكُرُونَ ﴿١٣﴾

১৪) আৰু তেৱেঁই নিশাক দিনৰ ওচৰলৈ আনে, আৰু দিনক ৰাতিৰ ওচৰ চপায়; আৰু তেৱেঁই বেলি আৰু জোনক (নিজ বিধানৰ) অধীন কৰে; প্ৰত্যেকে নিয়মিত সময় ধৰি

يُولِجُ الَّيْلَ فِي النَّهَارِ وَيُولِجُ النَّهَارَ فِي الَّيْلِ ۙ وَسَخَّرَ الشَّمْسَ وَالْقَمَرَ ۖ كُلٌّ يَجْرِي لِأَجَلٍ

مُّسَمًّى ذَٰلِكُمُ اللَّهُ رَبُّكُمْ لَهُ الْمُلْكُ وَالَّذِينَ تَدْعُونَ
مِن دُونِهِ مَا يَمْلِكُونَ مِن قِطْمِيرٍ ١٣

আৱৰ্ত্তন কৰে; সেইজনেই তোমালোকৰ আল্লা, তোমালোকৰ প্ৰভু; ৰাজত্বৰ আধিপত্য তেওঁৰেই। বাস্তৱতে তেওঁত ভিন্ন যিবিলাকক তোমালোকে আহ্বান কৰা সিহঁতৰ ক্ষুদ্ৰ খেজুৰগুটিৰ সমানো ক্ষমতা নাই।

إِن تَدْعُوهُمْ لَا يَسْمَعُوا دُعَاءَكُمْ وَلَوْ سَمِعُوا مَا
اسْتَجَابُوا لَكُمْ وَيَوْمَ الْقِيَامَةِ يَكْفُرُونَ بِشِرْكِكُمْ
وَلَا يُنَبِّئُكَ مِثْلُ خَبِيرٍ ١٤

১৫) যদি সিহঁতক তোমালোকে আহ্বান কৰা সিহঁতে তোমালোকৰ আহ্বান শুনি নাপায়, আৰু যদি শুনিও পায়, সিহঁত তোমালোকৰ (আহ্বানৰ) প্ৰত্যুত্তৰ দিবলৈ অক্ষম; আৰু তোমালোকে যে (আল্লাৰ) অংশী পাতিছা পুনৰুত্থানৰ দিনা সিহঁতে তাক অস্বীকাৰ কৰিব। বাস্তৱতে সৰ্ব্বজ্ঞাতা আল্লাৰ দৰে কোনেও তোমাক এনে বিষয় অৱগত কৰিব নোৱাৰে।

يَا أَيُّهَا النَّاسُ أَنتُمُ الْفُقَرَاءُ إِلَى اللَّهِ وَاللَّهُ هُوَ
الْغَنِيُّ الْحَمِيدُ ١٥

১৬) হে মানৱজাতি, আল্লাৰ কাষত তোমালোক (সৰ্ব্বদা) অভাৱগ্ৰস্ত, কিন্তু আল্লা, তেওঁ অভাৱহীন, প্ৰশংসনীয়।

إِن يَشَأْ يُذْهِبْكُمْ وَيَأْتِ بِخَلْقٍ جَدِيدٍ ١٦

১৭) তেওঁ ইচ্ছা কৰিলে তোমালোকক বিলুপ্ত কৰিব পাৰে আৰু তোমালোকৰ ঠাইত এটা নতুন জাতিক সৃষ্টি কৰি প্ৰতিষ্ঠিত কৰিব পাৰে।

وَمَا ذَٰلِكَ عَلَى اللَّهِ بِعَزِيزٍ ١٧

১৮) আৰু এনে কাৰ্য্য আল্লাৰ পক্ষে কঠিন নহয়।

وَلَا تَزِرُ وَازِرَةٌ وِزْرَ أُخْرَىٰ وَإِن تَدْعُ مُثْقَلَةٌ
إِلَىٰ حِمْلِهَا لَا يُحْمَلْ مِنْهُ شَيْءٌ وَلَوْ كَانَ ذَا قُرْبَىٰ
إِنَّمَا تُنذِرُ الَّذِينَ يَخْشَوْنَ رَبَّهُم بِالْغَيْبِ وَ

১৯) আৰু এজন ভাৰ বহনকাৰীতাই আন এজনৰ ভাৰ বহন কৰিবলৈ অপাৰগ; আৰু যদি এজন ভাৰাক্ৰান্ত মানুহে আন এজনক মাত দিয়ে যাতে সি তাৰ বোজা পাতল কৰে, সেই বোজাৰ অলপ খিনিও বহন কৰা নহ'ব, যদিও সেইজন সম্পৰ্কত তাৰ আপোন হয়। (হে মহম্মদ,) যিসকলে নিজ প্ৰভুক নেদেখাকৈ

ভয় কৰে আৰু নমাজ অনুষ্ঠিত কৰে সেই-সকলকহে তুমি সতৰ্ক কৰিব পাৰা। বাস্তৱতে যিজনে নিজকে পৱিত্ৰ কৰে, সেইজনে পৱিত্ৰ কৰে নিজ আত্মাৰ মঙ্গলৰ কাৰণে হে, আৰু আল্লাৰ ফালেই সকলো উভতি যাব।

أَقَامُوا الصَّلَوٰةَ ۚ وَمَن تَزَكَّىٰ فَإِنَّمَا يَتَزَكَّىٰ لِنَفْسِهِ ۚ وَإِلَى اللَّهِ الْمَصِيرُ ﴿١٨﴾

২০) আৰু যি অন্ধ আৰু যি দৃষ্টিশালী দুয়ো সমান হ'ব নোৱাৰে;

وَمَا يَسْتَوِي الْأَعْمَىٰ وَالْبَصِيرُ ﴿١٩﴾

২১) নাইবা গভীৰ আন্ধাৰ আৰু পোহৰ;

وَلَا الظُّلُمَٰتُ وَلَا النُّورُ ﴿٢٠﴾

২২) নাইবা (শীতল) ছাঁ আৰু প্ৰখৰ ৰ'দ;

وَلَا الظِّلُّ وَلَا الْحَرُورُ ﴿٢١﴾

২৩) আৰু যিবিলাক জীৱিত আৰু যিবিলাক মৃত সমতুল্য হ'ব নোৱাৰে। আৰু আল্লাই যাকে ইচ্ছা তাকে (উপদেশ) শুনিবলৈ দিয়ে; কিন্তু যিবিলাক কবৰসমূহত পৰি আছে সিহঁতক তুমি (উপদেশ) শুনাব নোৱাৰা।

وَمَا يَسْتَوِي الْأَحْيَاءُ وَلَا الْأَمْوَٰتُ ۚ إِنَّ اللَّهَ يُسْمِعُ مَن يَشَاءُ ۖ وَمَا أَنتَ بِمُسْمِعٍ مَّن فِي الْقُبُورِ ﴿٢٢﴾

২৪) (হে মহম্মদ,) তুমি মানৱক সাৱধান কৰোঁতা এজন মাথোন।

إِنْ أَنتَ إِلَّا نَذِيرٌ ﴿٢٣﴾

২৫) নিশ্চয় আমি তোমাক আনন্দ-বাৰ্ত্তা বহন কৰোঁতা আৰু সতৰ্ক কৰোঁতাৰূপে সত্যৰে সৈতে প্ৰেৰণ কৰিছোঁ; বাস্তৱতে এনে এটি সম্প্ৰদায় নাই যাৰ মাজত সতৰ্ককাৰী এজনৰ আবিৰ্ভাৱ হোৱা নাই।

إِنَّا أَرْسَلْنَٰكَ بِالْحَقِّ بَشِيرًا وَنَذِيرًا ۚ وَإِن مِّنْ أُمَّةٍ إِلَّا خَلَا فِيهَا نَذِيرٌ ﴿٢٤﴾

২৬) আৰু সিহঁতে যদি তোমাক মিথ্যাবাদী ভাবি অমান্য কৰে, তেন্তে (জানিবা) স্বৰূপতে সিহঁতৰ পূৰ্ব্ববৰ্ত্তীবিলাকেও (ৰচুলসকলক) মিথ্যাবাদী বুলি গণ্য কৰিছিল, (অথচ) সিহঁতৰ ওচৰলৈ ৰচুলসকল আহিছিল প্ৰত্যক্ষ প্ৰমাণসমূহ আৰু ধৰ্ম্মলিপিসমূহ আৰু জ্যোতিৰ্ম্ময় গ্ৰন্থৰ সৈতে।

وَإِن يُكَذِّبُوكَ فَقَدْ كَذَّبَ الَّذِينَ مِن قَبْلِهِمْ جَاءَتْهُمْ رُسُلُهُم بِالْبَيِّنَٰتِ وَبِالزُّبُرِ وَبِالْكِتَٰبِ الْمُنِيرِ ﴿٢٥﴾

২৭) এনে অৱস্থাতো যিবিলাকে বিশ্বাস কৰা নাছিল সিইঁতক আমি অপৰাধীৰূপে ধৰিছিলোঁ; গতিকে (চোৱাঁ) সিইঁতৰ প্ৰতি আমাৰ শাস্তি পৰিল কেনে জঘন্য!

ثُمَّ اَخَذْتُ الَّذِيْنَ كَفَرُوْا فَكَيْفَ كَانَ نَكِيْرِ ﴿٢٦﴾

২৮) তুমি লক্ষ্য কৰা নাই নে, আল্লাই আকাশৰ পৰা বৰষুণ নমায়? পিছত তাৰ দ্বাৰা আমি উৎপাদন কৰোঁ ফলাদি যাৰ বৰণ বিভিন্ন, আৰু পৰ্ব্বতসমূহৰ আঁচবোৰ নানা বৰণৰ, বগা, ৰঙা আৰু গভীৰ ক'লা।

اَلَمْ تَرَ اَنَّ اللّٰهَ اَنْزَلَ مِنَ السَّمَآءِ مَآءً فَاَخْرَجْنَا بِهٖ
ثَمَرٰتٍ مُّخْتَلِفًا اَلْوَانُهَا وَمِنَ الْجِبَالِ جُدَدٌ بِيْضٌ
وَّحُمْرٌ مُّخْتَلِفٌ اَلْوَانُهَا وَغَرَابِيْبُ سُوْدٌ ﴿٢٧﴾

২৯) আৰু (আমি সৃষ্টি কৰিছোঁ) মানৱক আৰু জীৱ-জন্তুক আৰু ঘৰচীয়া জন্তুবিলাকক, সেই-দৰেই নানা ধৰণৰ। আল্লাৰ দাসবিলাকৰ মাজৰ কেৱল সেইসকলেই তেওঁক ভয় কৰি থাকে যি-সকল জ্ঞানবান; নিশ্চয় আল্লা শক্তিসম্পন্ন, পৰম মাৰ্জ্জনাশীল।

وَمِنَ النَّاسِ وَالدَّوَآبِّ وَالْاَنْعَامِ مُخْتَلِفٌ اَلْوَانُهٗ
كَذٰلِكَ اِنَّمَا يَخْشَى اللّٰهَ مِنْ عِبَادِهِ الْعُلَمٰٓؤُا اِنَّ
اللّٰهَ عَزِيْزٌ غَفُوْرٌ ﴿٢٨﴾

৩০) যিসকলে আল্লাৰ গ্ৰন্থ (কোৰ্-আন) অধ্যয়ন কৰে, আৰু নমাজ প্ৰতিষ্ঠিত ৰাখে, আৰু যি সম্বল আমি তেওঁলোকক দান কৰিছোঁ তাৰে পৰা (সৎকাৰ্য্যত) ব্যয় কৰে, গোপনে আৰু প্ৰকাশ্যে, সেইসকলে নিশ্চয় এনে বেপাৰৰ কামনা কৰে যি কেতিয়াও নিষ্ফল নহয়।

اِنَّ الَّذِيْنَ يَتْلُوْنَ كِتٰبَ اللّٰهِ وَاَقَامُوا الصَّلٰوةَ وَ
اَنْفَقُوْا مِمَّا رَزَقْنٰهُمْ سِرًّا وَّعَلَانِيَةً يَّرْجُوْنَ تِجَارَةً
لَّنْ تَبُوْرَ ﴿٢٩﴾

৩১) যাতে তেওঁলোকক আল্লাই পূৰ্ণমাত্ৰাই প্ৰচুৰ প্ৰতিদান দিয়ে; আৰু তেওঁলোকৰ কাৰণে নিজ কৃপাৰ অংশ বৃদ্ধি কৰে; নিশ্চয় তেওঁ পৰম মাৰ্জ্জনাকাৰী, শ্ৰেষ্ঠ গুণগ্ৰাহী।

لِيُوَفِّيَهُمْ اُجُوْرَهُمْ وَيَزِيْدَهُمْ مِّنْ فَضْلِهٖ اِنَّهٗ
غَفُوْرٌ شَكُوْرٌ ﴿٣٠﴾

৩২) আৰু হে মহম্মদ, তোমাৰ প্ৰতি আমি যি ধৰ্ম্মগ্ৰন্থ প্ৰত্যাদেশ কৰিছোঁ সি সত্য; ইয়াৰ পূৰ্ব্বে অহা প্ৰত্যাদেশসমূহৰ সমৰ্থনকাৰীৰূপে। ইয়াত কোনো সন্দেহ নাই নিজ দাসবিলাকৰ বিষয়ে আল্লা সৰ্ব্বজ্ঞ, দৃষ্টিশালী।

وَالَّذِيْٓ اَوْحَيْنَآ اِلَيْكَ مِنَ الْكِتٰبِ هُوَ الْحَقُّ مُصَدِّقًا
لِّمَا بَيْنَ يَدَيْهِ اِنَّ اللّٰهَ بِعِبَادِهٖ لَخَبِيْرٌ بَصِيْرٌ ﴿٣١﴾

৩৩) পিছত আমাৰ সেৱকসকলৰ মাজৰ পৰা যিসকলক আমি বাচি লৈছিলোঁ সেইসকলক পাতিছিলোঁ সেই ধৰ্ম্মগ্ৰন্থৰ উত্তৰাধিকাৰী ; ফলত সেইসকলৰ অন্তৰ্গত এনেজন আছে যি নিজ আত্মাক দমন কৰাত কঠোৰ, আৰু তেওঁলোকৰ মাজত মধ্যপন্থীও আছে, আৰু তেওঁলোকৰ অন্তৰ্গত এনেজনো আছে যিজন আল্লাৰ আদেশ অনুযায়ী সৎকাৰ্য্য সম্পন্ন কৰাত অগ্ৰগামী। সেয়ে হৈছে (আল্লাৰ) মহান কৃপা।

ثُمَّ اَوۡرَثۡنَا الۡكِتٰبَ الَّذِيۡنَ اصۡطَفَيۡنَا مِنۡ عِبَادِنَا ۚ فَمِنۡهُمۡ ظَالِمٌ لِّنَفۡسِهٖ ۚ وَمِنۡهُمۡ مُّقۡتَصِدٌ ۚ وَمِنۡهُمۡ سَابِقٌۢ بِالۡخَيۡرٰتِ بِاِذۡنِ اللّٰهِ ؕ ذٰلِكَ هُوَ الۡفَضۡلُ الۡكَبِيۡرُ ؕ ﴿۳۲﴾

৩৪) চিৰকলীয়া স্বৰ্গৰ উদ্যানসমূহ যাৰ ভিতৰত (অৱস্থান কৰিবলৈ) তেওঁলোক প্ৰৱেশ কৰিব; তাত তেওঁলোকক সোণৰ আৰু মুকুতাৰ খাৰুবোৰ পিন্ধিবলৈ দিয়া হ'ব, আৰু তাত তেওঁলোকৰ পৰিধান হ'ব ৰেচমৰ।

جَنّٰتُ عَدۡنٍ يَّدۡخُلُوۡنَهَا يُحَلَّوۡنَ فِيۡهَا مِنۡ اَسَاوِرَ مِنۡ ذَهَبٍ وَّلُـؤۡلُـؤًا ۚ وَلِبَاسُهُمۡ فِيۡهَا حَرِيۡرٌ ﴿۳۳﴾

৩৫) আৰু তেওঁলোকে (উলাহ্ মনেৰে) ক'ব, সকলো প্ৰশংসা সেই আল্লাৰ যোগ্য যিজনে আমাৰ পৰা শোক দূৰীভূত কৰিছে ; ইয়াত অকণো সন্দেহ নাই, আমাৰ প্ৰভু পৰম মাৰ্জ্জনাশালী, শ্ৰেষ্ঠ গুণগ্ৰাহী।

وَقَالُوا الۡحَمۡدُ لِلّٰهِ الَّذِىۡۤ اَذۡهَبَ عَنَّا الۡحَـزَنَ ؕ اِنَّ رَبَّنَا لَغَفُوۡرٌ شَكُوۡرُ ۙ ﴿۳۴﴾

৩৬) তেৱেঁই আপোন কৃপাৰে আমাক (থাকিবলৈ) এনে আলয় দিছে যি চিৰস্থায়ী ; এই ঠাইত আমাক ক্লেশ-কষ্টই স্পৰ্শ নকৰে, আৰু ইয়াত আমাক শ্ৰান্তিয়েও ঢুকি নাপায়।

اۨلَّذِىۡۤ اَحَلَّنَا دَارَ الۡمُقَامَةِ مِنۡ فَضۡلِهٖ ۚ لَا يَمَسُّنَا فِيۡهَا نَصَبٌ وَّلَا يَمَسُّنَا فِيۡهَا لُـغُوۡبٌ ﴿۳۵﴾

৩৭) কিন্তু যিবিলাকে অবিশ্বাস কৰিছে সিহঁতৰ কাৰণে থাকিব নৰকৰ অগ্নি ; সিহঁতৰ নিমিত্তে (আল্লাৰ) এনে মীমাংসা নহয় যাৰ ফলত (সেই অৱস্থাত) সিহঁতৰ মৃত্যু ঘটে, আৰু তাৰ শাস্তি সিহঁতৰ পৰা লাঘৱ কৰাও নহ'ব ; এইদৰেই আমি প্ৰতিফল দিওঁ এনে মানুহক যি আমাৰ নিতান্ত অশলাগী।

وَالَّذِيۡنَ كَفَرُوۡا لَهُمۡ نَارُ جَهَنَّمَ ۚ لَا يُقۡضٰى عَلَيۡهِمۡ فَيَمُوۡتُوۡا وَلَا يُخَفَّفُ عَنۡهُمۡ مِّنۡ عَذَابِهَا ؕ كَذٰلِكَ نَجۡزِىۡ كُلَّ كَفُوۡرٍ ۚ ﴿۳۶﴾

وهم يصطرخون فيها ربنا اخرجنا نعمل صالحا
غير الذي كنا نعمل اولم نعمركم ما يتذكر
فيه من تذكر وجاءكم النذير فذوقوا فما
للظلمين من نصير ﴿٣٧﴾

৩৮) আৰু নৰকত সিহঁতে আৰ্ত্তনাদ কৰিব এইদৰে, হে আমাৰ প্ৰভু (ইয়াৰ পৰা) আমাক উলিয়াই নিয়া, আমি (পাৰ্থিৱ জীৱনত) যি কাৰ্য্য কৰিছিলোঁ তাৰে বিপৰীত কাৰ্য্য কৰিবলৈ এতিয়া আমি সাজু; (আল্লাই ক'ব,). কি! আমি তোমালোকক যথেষ্ট আয়ু দিয়া নাছিলোঁনে যাতে তাৰে মাজত যাৰ উপদেশ গ্ৰহণ কৰিবৰ ইচ্ছা সি উপদেশ গ্ৰহণ কৰিবৰ সুযোগ পাইছিল; তদুপৰি তোমালোকৰ ওচৰলৈ সাৱধান কৰোঁতা (নবীও) আহিছিল; গতিকে এতিয়া (শাস্তিৰ) সোৱাদ লোৱাঁ, কিয়নো অন্যায়কাৰীবিলাকৰ কাৰণে (আজি) কোনো সহায় কৰোঁতা নাই।

ان الله علم غيب السموت والارض انه عليم
بذات الصدور ﴿٣٨﴾

৩৯) আকাশমণ্ডলী আৰু পৃথিৱীৰ নিগূঢ় ৰহস্যসমূহ নিশ্চয় আল্লাই জানে, আৰু অন্তৰসমূহত নিহিত থকা সকলো বিষয়ে তেওঁ নিশ্চয় পৰিজ্ঞাত।

هو الذي جعلكم خلئف في الارض فمن كفر
فعليه كفره ولا يزيد الكفرين كفرهم عند
ربهم الا مقتا ولا يزيد الكفرين كفرهم الا
خسارا ﴿٣٩﴾

৪০) তেৱেঁই পৃথিৱীত তোমালোকক উত্তৰাধিকাৰীৰূপে প্ৰতিষ্ঠিত কৰিছে; গতিকে যেয়ে অস্বীকাৰ কৰে, অস্বীকাৰ কৰাৰ দায় তাৰেই ওপৰত; আৰু অবিশ্বাসীবিলাকৰ অবিশ্বাসে সিহঁতৰ প্ৰভুৰ আগত তেওঁৰ অসন্তুষ্টি বৃদ্ধি কৰে মাথোন; আৰু অবিশ্বাসীবিলাকৰ অবিশ্বাসে কেৱল সিহঁতৰ ক্ষতিৰ পৰিমাণ হে বৃদ্ধি কৰে।

قل ارءيتم شركاءكم الذين تدعون من دون
الله اروني ماذا خلقوا من الارض ام لهم شرك
في السموت ام اتينهم كتبا فهم على بينت منه

৪১) (সিহঁতক) তুমি সোধা, আল্লাক এৰি তোমালোকে তেওঁৰ যি অংশীবিলাকক আহ্বান কৰা সেইবিলাকৰ সম্বন্ধে ভাবি চাইছা নে? সিহঁতে যদি পৃথিৱীৰ কোনো এভাগ সৃষ্টি কৰিছে, মোক তাকে দেখিবলৈ দিয়াঁ; নাইবা আকাশমণ্ডলীৰ (সৃজন কাৰ্য্যত) সিহঁতৰ কোনো অংশ আছে যদি (মোক জানিবলৈ দিয়াঁ); অথবা সিহঁতক আমি এনেখন গ্ৰন্থ দান কৰিছোঁ নে যাৰ প্ৰতিটো প্ৰত্যক্ষ

بَلْ إِنْ يَعِدُ الظَّٰلِمُونَ بَعْضُهُم بَعْضًا إِلَّا غُرُورًا ۝٤٠

প্রমাণৰ ওপৰত সিহঁতৰ স্থিতি? নহয়, অন্যায়-কাৰীবিলাকে পৰস্পৰ যি অঙ্গীকাৰ কৰিছে সি ছলনা মাথোন।

إِنَّ اللَّهَ يُمْسِكُ السَّمَٰوَٰتِ وَالْأَرْضَ أَن تَزُولَا ۚ وَلَئِن زَالَتَا إِنْ أَمْسَكَهُمَا مِنْ أَحَدٍ مِّن بَعْدِهِۦٓ ۚ إِنَّهُۥ كَانَ حَلِيمًا غَفُورًا ۝٤١

৪২) বাস্তৱিকতে আকাশমণ্ডলী আৰু পৃথিৱীক আল্লাই ধাৰণ কৰি ৰাখে, সেইবোৰ যেন (নিজ ঠাইৰ পৰা) স্খলিত নহয়; কিন্তু যদি (কেনেবাকৈ) স্খলিত হয়, তেন্তে তেওঁত ভিন্ন কোনো এজনেও উভয়কে ধাৰণ কৰি ৰাখিব নোৱাৰে; যথাৰ্থতে তেওঁ শ্ৰেষ্ঠ সহিষ্ণু, পৰম মাৰ্জ্জনাশালী।

وَأَقْسَمُوا بِاللَّهِ جَهْدَ أَيْمَٰنِهِمْ لَئِن جَآءَهُمْ نَذِيرٌ لَّيَكُونُنَّ أَهْدَىٰ مِنْ إِحْدَى الْأُمَمِ ۖ فَلَمَّا جَآءَهُمْ نَذِيرٌ مَّا زَادَهُمْ إِلَّا نُفُورًا ۝٤٢

৪৩) আৰু সিহঁতে আল্লাৰ নাম লৈ অতি টান শপত খাইছিল, যদি সিহঁতৰ ওচৰলৈ সতৰ্ক কৰোঁতা আহে, অকণো সন্দেহ নাই আন আন সম্প্ৰদায়ৰ কোনো এটাৰ তুলনাত সিহঁত বেছিকৈ সুপথগামী হ'ব; কিন্তু যেতিয়া সিহঁতৰ ওচৰলৈ সতৰ্ক কৰোঁতা (সঁচাকৈয়ে) আহিল, সিহঁতৰ কেৱল অসন্তোষহে বৃদ্ধি পালে,

اسْتِكْبَارًا فِي الْأَرْضِ وَمَكْرَ السَّيِّئِ ۚ وَلَا يَحِيقُ الْمَكْرُ السَّيِّئُ إِلَّا بِأَهْلِهِۦ ۚ فَهَلْ يَنظُرُونَ إِلَّا سُنَّتَ الْأَوَّلِينَ ۚ فَلَن تَجِدَ لِسُنَّتِ اللَّهِ تَبْدِيلًا ۖ وَلَن تَجِدَ لِسُنَّتِ اللَّهِ تَحْوِيلًا ۝٤٣

৪৪) পৃথিৱীত গৰ্ব্ব কৰি ফুৰা আৰু কু-অভিসন্ধিৰ কাৰণে, কিয়নো কু-অভিসন্ধিয়ে তাৰ সূচনা কৰোঁতাবিলাকৰ বাহিৰে অইন কাকো বেৰি নধৰে। তেন্তে সিহঁতে কেৱল পূৰ্ব্ববৰ্ত্তী জাতিবিলাকৰ সৈতে আল্লাৰ যি নিয়ম প্ৰচলিত আছিল তাৰে অপেক্ষা কৰি আছে নে? সেই দেখি (জানি ৰাখা) তুমি আল্লাৰ নিয়মৰ পৰিবৰ্ত্তন কেতিয়াও দেখিবলৈ নোপোৱা; সেইদৰে তুমি কেতিয়াও দেখিবলৈ নোপোৱা যে আল্লাৰ নিৰ্দ্দিষ্ট নিয়মক আওঢলীয়া কৰা হৈছে।

أَوَلَمْ يَسِيرُوا فِي الْأَرْضِ فَيَنظُرُوا كَيْفَ كَانَ عَٰقِبَةُ الَّذِينَ مِن قَبْلِهِمْ وَكَانُوٓا أَشَدَّ مِنْهُمْ قُوَّةً ۚ وَمَا

৪৫) সিহঁতে পৃথিৱীত পৰিভ্ৰমণ কৰি লক্ষ্য কৰা নাই নে, সিহঁতৰ পূৰ্ব্বগামীবিলাকৰ পৰিণাম কেনে হৈছিল? অথচ সিহঁতৰ ইহঁততকৈ প্ৰকৃততে

كَانَ اللّٰهُ لِيُعْجِزَهٗ مِنْ شَيْءٍ فِي السَّمٰوٰتِ وَلَا فِي
الْاَرْضِ ؕ اِنَّهٗ كَانَ عَلِيْمًا قَدِيْرًا ۝٤٤

অধিকতৰ শক্তি আছিল। বাস্তৱতে আকাশ-মণ্ডলীত নাইবা পৃথিৱীত এনে বস্তু নাই যি আল্লাৰ ইচ্ছাৰ প্ৰতিবন্ধক হ'ব পাৰে; আল্লা নিশ্চয়কৈ সৰ্ব্বজ্ঞাতা, সৰ্ব্বশক্তিমান।

وَلَوْ يُؤَاخِذُ اللّٰهُ النَّاسَ بِمَا كَسَبُوْا مَا تَرَكَ عَلٰى
ظَهْرِهَا مِنْ دَآبَّةٍ وَّلٰكِنْ يُّؤَخِّرُهُمْ اِلٰٓى اَجَلٍ
مُّسَمًّى ۚ فَاِذَا جَآءَ اَجَلُهُمْ فَاِنَّ اللّٰهَ كَانَ بِعِبَادِهٖ
بَصِيْرًا ۝٤٥ ع

৪৬) আৰু সিহঁতে যি অৰ্জ্জন কৰিছে তাৰ বাবে মানৱজাতিক আল্লাই (অপৰাধীৰূপে) ধৰা হলে পৃথিৱীৰ উপৰিভাগত কোনো প্ৰাণীকেই জীৱিত নাৰাখিলেহেঁতেন; কিন্তু তেওঁ এটা নিৰূপিত সময় পৰ্য্যন্ত অৱসৰ দিছে; কালক্ৰমে যেতিয়া সেই নিৰূপিত সময় পাবহি তেতিয়া নিশ্চয় আল্লাই নিজ দাসবিলাকৰ প্ৰতি দৃষ্টিপাত কৰিব।



চূৰা ৩৬ YASIN ইয়াছিন (মক্কাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, পৰম কৰুণাময়, আল্লাহৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ١

২) ইয়াছিন (উৎকৃষ্ট পথ-প্ৰদৰ্শক)

يٰسٓ ٢

৩) জ্ঞানেৰে ভৰপূৰ কোৰ্‌-আনক সাক্ষী মানি,

وَالْقُرْاٰنِ الْحَكِيْمِ ٣

৪) তুমি সঁচাকৈয়ে পয়গম্বৰ সকলৰ ভিতৰৰ এজন,

اِنَّكَ لَمِنَ الْمُرْسَلِيْنَ ٤

৫) সৎ পথগামী।

عَلٰى صِرَاطٍ مُّسْتَقِيْمٍ ٥

৬) এয়া হ'ল সৰ্বশক্তিমান আৰু পৰম দয়ালু জনাৰ পৰা অহা বাণী,

تَنْزِيْلَ الْعَزِيْزِ الرَّحِيْمِ ٦

৭) যাতে তুমি সতৰ্ক কৰি দিব পাৰা এটা জাতিক, যাৰ পূৰ্বপুৰুষক সৰ্তক কৰা হোৱা নাছিল যাৰ ফলত তেওঁলোক অজ্ঞ হৈ আছে।

لِتُنْذِرَ قَوْمًا مَّآ اُنْذِرَ اٰبَآؤُهُمْ فَهُمْ غٰفِلُوْنَ ٧

৮) নিশ্চয়েই, আমাৰ উক্তিৰ সত্যতা সিহঁতৰ প্ৰায়বোৰৰ ক্ষেত্ৰতে প্ৰমাণিত হৈছে, কিয়নো সিহঁতে বিশ্বাস কৰা নাই।

لَقَدْ حَقَّ الْقَوْلُ عَلٰٓى اَكْثَرِهِمْ فَهُمْ لَا يُؤْمِنُوْنَ ٨

৯) আমি সিহঁতৰ ডিঙিত থুঁতৰিলৈকে লাগি থকা গলবন্ধা পিন্ধাই দিছোঁ যাতে সিহঁতৰ মূৰ দাং খাই থাকে।

اِنَّا جَعَلْنَا فِيْٓ اَعْنَاقِهِمْ اَغْلٰلًا فَهِيَ اِلَى الْاَذْقَانِ
فَهُمْ مُّقْمَحُوْنَ ٩

১০) আমি সিহঁতৰ সন্মুখত আৰু পাছত হেঙাৰ লগাই দিছোঁ, আৰু সিহঁতক ঢাকি পেলাইছোঁ, যাতে সিহঁতে দেখিব নোৱাৰা হয়।

وَجَعَلْنَا مِنْۢ بَيْنِ اَيْدِيْهِمْ سَدًّا وَّمِنْ خَلْفِهِمْ
سَدًّا فَاَغْشَيْنٰهُمْ فَهُمْ لَا يُبْصِرُوْنَ ١٠

১১) তুমি সিহঁতক সতৰ্ক কৰিলেও বা নকৰিলেও একেই কথা ; সিহঁতে কেতিয়াও বিশ্বাস নকৰে।

وَسَوَآءٌ عَلَيْهِمْ ءَاَنْذَرْتَهُمْ اَمْ لَمْ تُنْذِرْهُمْ لَا
يُؤْمِنُوْنَ ١١

১২) তুমি মাথোন সেইজনকে সতৰ্ক কৰিব পাৰিবা যি আমাৰ এই স্মৰণ কৰালৈ ভ্ৰূক্ষেপ কৰে আৰু আল্লাহক গোপনে ভয় কৰে। গতিকে সেইজনক ক্ষমা আৰু এক মহৎ পুৰস্কাৰৰ সুসংবাদ দিয়াহঁক।

اِنَّمَا تُنْذِرُ مَنِ اتَّبَعَ الذِّكْرَ وَخَشِيَ الرَّحْمٰنَ بِالْغَيْبِ
فَبَشِّرْهُ بِمَغْفِرَةٍ وَّاَجْرٍ كَرِيْمٍ ١٢

إِنَّا نَحْنُ نُحْيِ الْمَوْتَىٰ وَنَكْتُبُ مَا قَدَّمُوا وَآثَارَهُمْ ۚ وَكُلَّ شَيْءٍ أَحْصَيْنَاهُ فِي إِمَامٍ مُّبِينٍ ﴿١٣﴾

১৩) নিশ্চয়েই, মাত্ৰ আমিহে মৃতক জীৱন দান কৰোঁ আৰু আমি তেওঁলোকে আগতে পঠিয়াই দিয়া আৰু পাছত থৈ অহা সকলো কাৰ্য্য-কলাপৰ বৰ্ণনা লিখি থওঁ ; আৰু আমি সকলো কথা এখন পৰিষ্কাৰ কিতাপত লিখি থৈছোঁ।

وَاضْرِبْ لَهُم مَّثَلًا أَصْحَابَ الْقَرْيَةِ إِذْ جَاءَهَا الْمُرْسَلُونَ ﴿١٤﴾

১৪) আৰু তেওঁলোকক কোৱাঁ সেই নগৰখনৰ বাসিন্দা সকলৰ ওচৰলৈ পয়গম্বৰ সকল আহোঁতে হোৱা ঘটনাৰ গল্পটো।

إِذْ أَرْسَلْنَا إِلَيْهِمُ اثْنَيْنِ فَكَذَّبُوهُمَا فَعَزَّزْنَا بِثَالِثٍ فَقَالُوا إِنَّا إِلَيْكُم مُّرْسَلُونَ ﴿١٥﴾

১৫) আৰু আমি যেতিয়া তেওঁলোকলৈ দুজন পয়গম্বৰ পঠিয়াই দিলোঁ তেওঁলোকে দুয়োকে প্ৰত্যাখ্যান কৰিলে, তেতিয়া আমি সেই দুয়ো পয়গম্বৰক তৃতীয় এজনৰে শক্তিশালী কৰি পঠালোঁ; আৰু তেওঁলোকে ক'লে, 'প্ৰকৃততে, আমাক পয়গম্বৰ ৰূপে পঠিওৱা হৈছে।'

قَالُوا مَا أَنتُمْ إِلَّا بَشَرٌ مِّثْلُنَا وَمَا أَنزَلَ الرَّحْمَٰنُ مِن شَيْءٍ إِنْ أَنتُمْ إِلَّا تَكْذِبُونَ ﴿١٦﴾

১৬) তেওঁলোকে সমিধান দিলে, 'তোমালোক আমাৰ দৰে মানুহ মাত্ৰ আৰু সুপ্ৰসন্ন আল্লাহে বাণী পঠিওৱা নাই। তোমালোকে মিছা কথা কৈছা।'

قَالُوا رَبُّنَا يَعْلَمُ إِنَّا إِلَيْكُمْ لَمُرْسَلُونَ ﴿١٧﴾

১৭) পয়গম্বৰ কেইজনে ক'লে, 'আমাৰ প্ৰভুৱে জানে আমি বাস্তৱতে তোমালোকলৈ পঠিওৱা তেওঁৰ বাণী বাহক ;

وَمَا عَلَيْنَا إِلَّا الْبَلَاغُ الْمُبِينُ ﴿١٨﴾

১৮) 'আমাৰ কৰ্ত্তব্য হৈছে বাণীটো সৰল ভাৱে জ্ঞাপন কৰা।'

قَالُوا إِنَّا تَطَيَّرْنَا بِكُمْ ۖ لَئِن لَّمْ تَنتَهُوا لَنَرْجُمَنَّكُمْ وَلَيَمَسَّنَّكُم مِّنَّا عَذَابٌ أَلِيمٌ ﴿١٩﴾

১৯) অবিশ্বাসীসকলে ক'লে, 'নিশ্চয়েই, তোমালোকৰ দবাৰা আমাৰ দুৰ্ভাগ্য ঘটিব; তোমালোক যদি বিৰত নোহোৱা, আমি নিশ্চয়েই, তোমালোকলৈ শিলগুটি মাৰিম আৰু আমাৰ হাতেৰে তোমালোকক কঠোৰ শাস্তি বিহিম।'

قَالُوا طَائِرُكُم مَّعَكُمْ ۚ أَئِن ذُكِّرْتُم ۚ بَلْ أَنتُمْ قَوْمٌ مُّسْرِفُونَ ﴿٢٠﴾

২০) পয়গম্বৰসকলে সমিধান দিলে, তোমা-লোকৰ দুৰ্ভাগ্য তোমালোকে নিজে কৰি লোৱা দুৰ্ভাগ্য। তোমালোকে এনে উক্তি আমাৰ সুপৰামৰ্শৰ উত্তৰত কৰিছা নেকি? নহয়, তোমালোক এটা জাতি যি সকলো সীমা লঙ্ঘন কৰিছা।'

| | |
|---|---|
| ২১) আৰু নগৰৰ সৰ্বাধিক দূৰবৰ্তী কোণৰ পৰা এজন মানুহ দৌৰি আহিল। তেওঁ ক'লে 'হে, মোৰ নগৰবাসী, পয়গম্বৰ সকলক অনুসৰণ কৰা, | وَجَآءَ مِنْ أَقْصَا الْمَدِينَةِ رَجُلٌ يَسْعَىٰ قَالَ يَٰقَوْمِ اتَّبِعُوا الْمُرْسَلِينَ ﴿٢١﴾ |
| ২২) 'যিসকলে সত্যৰ বাণী পাইছে আৰু তোমালোকৰ পৰা বানচ্ নিবিচাৰে তেওঁলোকক অনুসৰণ কৰাহঁক ; | اتَّبِعُوا مَن لَّا يَسْـَٔلُكُمْ أَجْرًا وَهُم مُّهْتَدُونَ ﴿٢٢﴾ |
| ২৩) 'যি জনাই মোক সৃষ্টি কৰিছে আৰু যাৰ ওচৰলৈ তোমালোকক ঘূৰাই অনা হ'ব, সেইজনাক মই কিয় উপাসনা নকৰিম ? | وَمَا لِيَ لَآ أَعْبُدُ الَّذِي فَطَرَنِي وَإِلَيْهِ تُرْجَعُونَ ﴿٢٣﴾ |
| ২৪) 'মই সেই প্ৰভুৰ বাহিৰে আন কিছুমানক প্ৰভু মানিম নেকি ? যদি সুপ্ৰসন্ন আল্লাহে মোক শাস্তি বিহিবলৈ মনস্থ কৰে, সেই সকলৰ হস্তক্ষেপে একো লাভ নিদিব বা তেওঁলোকে মোক বচাবও নোৱাৰিব। | ءَأَتَّخِذُ مِن دُونِهِۦٓ ءَالِهَةً إِن يُرِدْنِ الرَّحْمَٰنُ بِضُرٍّ لَّا تُغْنِ عَنِّي شَفَٰعَتُهُمْ شَيْـًٔا وَلَا يُنقِذُونِ ﴿٢٤﴾ |
| ২৫) 'তেনেস্থলত মই স্পষ্ট ভাৱে ভুল পথগামী হ'ম। | إِنِّيٓ إِذًا لَّفِي ضَلَٰلٍ مُّبِينٍ ﴿٢٥﴾ |
| ২৬) 'মই তোমালোকৰ প্ৰভুত বিশ্বাস কৰোঁ ; গতিকে মোৰ কথা শুনা।' | إِنِّيٓ ءَامَنتُ بِرَبِّكُمْ فَاسْمَعُونِ ﴿٢٦﴾ |
| ২৭) তেওঁক কোৱা হৈছিল, 'তুমি বেহেস্তত প্ৰৱেশ কৰা।' তেওঁ ক'লে, অহ, সেই কথা মোৰ লোক সকলে জনা হ'লে, | قِيلَ ادْخُلِ الْجَنَّةَ قَالَ يَٰلَيْتَ قَوْمِي يَعْلَمُونَ ﴿٢٦﴾ |
| ২৮) মোক প্ৰভুৱে কিমান মৰমেৰে ক্ষমা প্ৰদান কৰিছে আৰু সন্মানিত সকলৰ শাৰীত অন্তৰ্ভুক্ত কৰিছে!' | بِمَا غَفَرَ لِي رَبِّي وَجَعَلَنِي مِنَ الْمُكْرَمِينَ ﴿٢٧﴾ |
| ২৯) আৰু আমি তেওঁৰ পাছত তেওঁৰ অনুচৰ সকলৰ বিৰুদ্ধে আকাশৰ পৰা সৈন্যদল পঠিওৱা নাই আৰু এনে কোনো শাস্তি আমি নপঠিয়াওঁ। | وَمَآ أَنزَلْنَا عَلَىٰ قَوْمِهِۦ مِنۢ بَعْدِهِۦ مِن جُندٍ مِّنَ السَّمَآءِ وَمَا كُنَّا مُنزِلِينَ ﴿٢٨﴾ |
| ৩০) একেটা বিস্ফোৰণেই মাত্ৰ হৈছিল আৰু তেওঁলোক সকলো উচ্ছন্ন হ'ল। | إِن كَانَتْ إِلَّا صَيْحَةً وَٰحِدَةً فَإِذَا هُمْ خَٰمِدُونَ ﴿٢٩﴾ |
| ৩১) মোৰ ভৃত্যসকলৰ কাৰণে অতি আক্ষেপৰ কথা যে যেতিয়াই এজন পয়গম্বৰ তেওঁলোকলৈ | يَٰحَسْرَةً عَلَى الْعِبَادِ مَا يَأْتِيهِم مِّن رَّسُولٍ إِلَّا |

كَانُوا بِهِ يَسْتَهْزِءُونَ ٣٠

পঠিওৱা হয় সেই পয়গম্বৰক তেওঁলোকে বিদ্রূপ কৰে।

أَلَمْ يَرَوْا كَمْ أَهْلَكْنَا قَبْلَهُمْ مِنَ الْقُرُونِ أَنَّهُمْ إِلَيْهِمْ لَا يَرْجِعُونَ ٣١

৩২) তেওঁলোকে নেদেখে নে আমি তেওঁলোকৰ আগতে কত পুৰুষ ধ্বংস কৰিছোঁ আৰু যে সেই বোৰ মানুহ কেতিয়াও আকৌ তেওঁলোকলৈ ঘূৰি নাহে ?

ع وَإِنْ كُلٌّ لَمَّا جَمِيعٌ لَدَيْنَا مُحْضَرُونَ ٣٢

৩৩) আৰু সেই সকলোকে একত্রিত কৰি আমাৰ আগলৈ অনা হ'ব।

وَآيَةٌ لَهُمُ الْأَرْضُ الْمَيْتَةُ أَحْيَيْنَاهَا وَأَخْرَجْنَا مِنْهَا حَبًّا فَمِنْهُ يَأْكُلُونَ ٣٣

৩৪) আৰু পৃথিৱীৰ নিৰ্জীৱ ভূমিখণ্ড তেওঁলোকৰ বাবে এটা চিহ্ন : আমি ইয়াক আকৌ জীৱন দিওঁ আৰু তাৰ ফলত শস্য উৎপাদন হয় আৰু সেই শস্য তেওঁলোকে খায়।

وَجَعَلْنَا فِيهَا جَنَّاتٍ مِنْ نَخِيلٍ وَأَعْنَابٍ وَفَجَّرْنَا فِيهَا مِنَ الْعُيُونِ ٣٤

৩৫) আৰু আমি ইয়াত খেজুৰ আৰু আঙুৰৰ গছ স্থাপন কৰিছোঁ আৰু পানীৰ নিজৰা প্ৰবাহ হ'বলৈ দিছোঁ,

لِيَأْكُلُوا مِنْ ثَمَرِهِ وَمَا عَمِلَتْهُ أَيْدِيهِمْ أَفَلَا يَشْكُرُونَ ٣٥

৩৬) যাতে তেওঁলোকে তাৰ ফল খাব পাৰে। আৰু এইবোৰ তেওঁলোকৰ হাতেৰে গজোৱা হোৱা নাছিল। তেনেহ'লে তেওঁলোক কৃতজ্ঞ হ'ব নেলাগে নে ?

سُبْحَانَ الَّذِي خَلَقَ الْأَزْوَاجَ كُلَّهَا مِمَّا تُنْبِتُ الْأَرْضُ وَمِنْ أَنْفُسِهِمْ وَمِمَّا لَا يَعْلَمُونَ ٣٦

৩৭) সেইজনাই পৱিত্ৰ আল্লাহ্ যি সকলো বস্তু যোৰ পাতি সৃষ্টি কৰিছে, পৃথিৱীত গজা বস্তু আৰু তেওঁলোকক নিজকে, আৰু আন বস্তু যাৰ বিষয়ে তেওঁলোক অজ্ঞ।

وَآيَةٌ لَهُمُ اللَّيْلُ نَسْلَخُ مِنْهُ النَّهَارَ فَإِذَا هُمْ مُظْلِمُونَ ٣٧

৩৮) আৰু তেওঁলোকৰ কাৰণে চিহ্ন হৈছে নিশাটো যাৰ পৰা আমি দিনটো আঁতৰাই দিওঁ, আৰু চোৱাঁ! তেওঁলোক আন্ধাৰত নিমগ্ন হয়।

وَالشَّمْسُ تَجْرِي لِمُسْتَقَرٍّ لَهَا ذَٰلِكَ تَقْدِيرُ الْعَزِيزِ الْعَلِيمِ ٣٨

৩৯) আৰু সূৰ্য্য তাৰ নিৰ্দিষ্ট গন্তব্য স্থানলৈ গৈ আছে। সেইটো হৈছে সৰ্বশক্তিমান আৰু সৰ্বজ্ঞানসম্পন্ন আল্লাহৰ আদেশ।

وَالْقَمَرَ قَدَّرْنَاهُ مَنَازِلَ حَتَّىٰ عَادَ كَالْعُرْجُونِ

৪০) আৰু চন্দ্ৰৰ কাৰণে আমি বেলেগ বেলেগ স্তৰ নিৰ্দ্ধাৰণ কৰিছোঁ, ই পুনৰ খেজুৰ গছৰ বুঢ়া

শুকাই যোৱা এডাল মিহি ঠেঙুলিৰ দৰে নোহোৱা লৈকে।

الْقَدِيْمِ ﴿٣٩﴾

৪১) এইটো সমীচীন নহয় যে সূৰ্য্যই চন্দ্ৰক চেৰাই যাব, একে দৰেই নিশায়ো দিনক পাৰ হৈ যাব নোৱাৰে। তেওঁলোক সকলোৱে নিজৰ নিজৰ কক্ষত অবাধে ভাহি থাকে।

لَا الشَّمْسُ يَنْۢبَغِيْ لَهَآ اَنْ تُدْرِكَ الْقَمَرَ وَلَا الَّيْلُ سَابِقُ النَّهَارِ ۭ وَكُلٌّ فِيْ فَلَكٍ يَّسْبَحُوْنَ ﴿٤٠﴾

৪২) আৰু তেওঁলোকৰ কাৰণে চিহ্ন হৈছে যে আমি তেওঁলোকৰ সতি-সন্ততিক বোজাই কৰা জাহাজত কঢ়িয়াওঁ।

وَاٰيَةٌ لَّهُمْ اَنَّا حَمَلْنَا ذُرِّيَّتَهُمْ فِي الْفُلْكِ الْمَشْحُوْنِ ﴿٤١﴾

৪৩) আৰু তেওঁলোকৰ কাৰণে সেই একে ধৰণৰ আন বাহন সৃষ্টি কৰিম যাৰ ওপৰত তেওঁলোক আৰোহী হ'ব পাৰিব।

وَخَلَقْنَا لَهُمْ مِّنْ مِّثْلِهٖ مَا يَرْكَبُوْنَ ﴿٤٢﴾

৪৪) আৰু আমি যদি সেইৰূপে ইচ্ছা কৰোঁ, আমি তেওঁলোকক জলমগ্ন কৰিব পাৰোঁ; তেনে অৱস্থাত তেওঁলোকক সহায় কৰিব পৰা কোনো নেথাকিব, আৰু তেওঁলোকৰ ত্ৰাণো নহ'ব,

وَاِنْ نَّشَاْ نُغْرِقْهُمْ فَلَا صَرِيْخَ لَهُمْ وَلَا هُمْ يُنْقَذُوْنَ ﴿٤٣﴾

৪৫) আমাৰ কৰুণাৰ বাহিৰে আৰু এটা সাময়িক সংস্থান ৰূপে।

اِلَّا رَحْمَةً مِّنَّا وَمَتَاعًا اِلٰى حِيْنٍ ﴿٤٤﴾

৪৬) আৰু তেওঁলোকক যেতিয়া কোৱা হয়, 'তোমালোকে নিজকে ৰক্ষা কৰা, সম্মুখত থকা পৰিস্থিতিৰ বিৰুদ্ধে প্ৰাৰ্থনাৰ যোগেদি আৰু পশ্চাতত থৈ অহা দুষ্কাৰ্য্যৰ বিৰুদ্ধে অনুতাপৰ যোগেদি, যাতে তোমালোকে দয়ালাভ কৰিব পাৰা, তেতিয়া তেওঁলোক আঁতৰি যায়।

وَاِذَا قِيْلَ لَهُمُ اتَّقُوْا مَا بَيْنَ اَيْدِيْكُمْ وَمَا خَلْفَكُمْ لَعَلَّكُمْ تُرْحَمُوْنَ ﴿٤٥﴾

৪৭) আৰু আল্লাহৰ বিভিন্ন চিহ্নৰ ভিতৰৰ এনে এটা চিহ্ন নাই যিটো তেওঁলোকৰ আগত বিদ্যমান হোৱাৰ লগে লগে তেওঁলোক আঁতৰি নেযায়।

وَمَا تَاْتِيْهِمْ مِّنْ اٰيَةٍ مِّنْ اٰيٰتِ رَبِّهِمْ اِلَّا كَانُوْا عَنْهَا مُعْرِضِيْنَ ﴿٤٦﴾

৪৮) আৰু তেওঁলোকক যেতিয়া কোৱা হয়, 'আল্লাহে দিয়া সম্পদৰ পৰা খৰছ কৰাহঁক', অবিশ্বাসী সকলে বিশ্বাস কৰা সকলক কয়, 'আল্লাহে মাত্ৰ ইচ্ছা কৰিলেই যাক খুৱাব পাৰে, আমিনো তেওঁক খুৱাম নে? তোমালোকে সম্পূৰ্ণ ভুল বুজিছা।'

وَاِذَا قِيْلَ لَهُمْ اَنْفِقُوْا مِمَّا رَزَقَكُمُ اللّٰهُ ۙ قَالَ الَّذِيْنَ كَفَرُوْا لِلَّذِيْنَ اٰمَنُوْٓا اَنُطْعِمُ مَنْ لَّوْ يَشَآءُ اللّٰهُ اَطْعَمَهٗٓ ۖ اِنْ اَنْتُمْ اِلَّا فِيْ ضَلٰلٍ مُّبِيْنٍ ﴿٤٧﴾

وَيَقُولُونَ مَتَىٰ هَٰذَا الْوَعْدُ إِن كُنتُمْ صَادِقِينَ ﴿٤٩﴾

৪৯) আৰু তেওঁলোকে সোধে, 'তোমালোকে যদি সঁচা কথা কৈছা, এই শাস্তি বিহাৰ প্ৰতিশ্ৰুতিনো কেতিয়াকৈ কাৰ্য্যত ৰূপান্তৰ হ'ব ?'

مَا يَنظُرُونَ إِلَّا صَيْحَةً وَاحِدَةً تَأْخُذُهُمْ وَهُمْ يَخِصِّمُونَ ﴿٥٠﴾

৫০) সিহঁতে মাথোন এটা বিস্ফোৰণৰ বাবে অপেক্ষা কৰিছে, যি, সিহঁতক বাক-বিতণ্ডা কৰি থকা অৱস্থাতেই আকস্মিক ভাৱে দেখা দিব।

فَلَا يَسْتَطِيعُونَ تَوْصِيَةً وَلَا إِلَىٰ أَهْلِهِمْ يَرْجِعُونَ ﴿٥١﴾

৫১) সিহঁতে নিজৰ ধন-সম্পদৰ উত্তৰাধিকাৰী নিয়োগ কৰিবলৈও সময় নেপাব আৰু নিজৰ পৰিয়ালৰ ওচৰলৈ ঘূৰি অহাৰ সুবিধা নেপাব।

وَنُفِخَ فِي الصُّورِ فَإِذَا هُم مِّنَ الْأَجْدَاثِ إِلَىٰ رَبِّهِمْ يَنسِلُونَ ﴿٥٢﴾

৫২) আৰু শিঙা বজোৱা হ'ব আৰু তেতিয়া দেখিবা সিহঁতে কবৰৰ পৰা উঠি প্ৰভুৰ ফালে অগ্ৰসৰ হৈছে।

قَالُوا يَا وَيْلَنَا مَن بَعَثَنَا مِن مَّرْقَدِنَا ۜ هَٰذَا مَا وَعَدَ الرَّحْمَٰنُ وَصَدَقَ الْمُرْسَلُونَ ﴿٥٣﴾

৫৩) আৰু সিহঁতে ইজনে সিজনক ক'ব, 'হায় হায় ! আমাৰ ওপৰত কি অভিশাপ পৰিল, আমাক আমাৰ নিদ্ৰাস্থানৰ পৰা কোনে উঠালে ? এইটোৱেই সুপ্ৰসন্ন আল্লাহে হ'ব বুলি প্ৰতিশ্ৰুতি দিছিল, আৰু পয়গম্বৰ সকলে, বাস্তৱতে, সঁচা কথা কৈছিল ![2]

إِن كَانَتْ إِلَّا صَيْحَةً وَاحِدَةً فَإِذَا هُمْ جَمِيعٌ لَّدَيْنَا مُحْضَرُونَ ﴿٥٤﴾

৫৪) এবাৰেই মাত্ৰ বিস্ফোৰণ হ'ব আৰু দেখিবা যে তেওঁলোক সকলোকে আমাৰ সম্মুখলৈ অনা হৈছে,

فَالْيَوْمَ لَا تُظْلَمُ نَفْسٌ شَيْئًا وَلَا تُجْزَوْنَ إِلَّا مَا كُنتُمْ تَعْمَلُونَ ﴿٥٥﴾

৫৫) আৰু সেই দিনাখন কোনো আত্মাৰ প্ৰতি কোনো প্ৰকাৰ অন্যায় কৰা নহ'ব ; আৰু তোমালোকৰ কাকো পৃথিৱীত তোমালোকে কৰি অহা কাৰ্য্য-কলাপৰ বাহিৰে আন কোনো কথাৰ বাবে দায়ী কৰা নহ'ব।

إِنَّ أَصْحَابَ الْجَنَّةِ الْيَوْمَ فِي شُغُلٍ فَاكِهُونَ ﴿٥٦﴾

৫৬) প্ৰকৃততে, বেহেস্তৰ বাসিন্দাসকলে সেইদিনা নিজৰ অৱস্থাত সন্তোষ পাব।

هُمْ وَأَزْوَاجُهُمْ فِي ظِلَالٍ عَلَى الْأَرَائِكِ مُتَّكِئُونَ ﴿٥٧﴾

৫৭) তেওঁলোক নিজৰ নিজৰ পত্নীৰ সৈতে শীতল ছাঁ পৰা ঠাইত ওখ শয্যাত বিশ্ৰাম কৰিবলৈ পাব।

لَهُمْ فِيهَا فَاكِهَةٌ وَلَهُمْ مَّا يَدَّعُونَ ﴿٥٨﴾

৫৮) তেওঁলোকে তাত ফলমূল পাব, আৰু যিহকে বিচাৰে পাব।

سَلٰمٌ ۟ قَوۡلًا مِّنۡ رَّبٍّ رَّحِیۡمٍ ﴿۵۸﴾

৫৯) তেওঁলোকক শান্তিৰে সম্ভাষণ জনোৱা হ'ব, পৰম করুণাময় আল্লাহৰ পৰা অহা এটা সম্ভাষণৰ বাণী।

وَ امۡتَازُوا الۡیَوۡمَ اَیُّهَا الۡمُجۡرِمُوۡنَ ﴿۵۹﴾

৬০) আৰু আল্লাহে ক'ব, 'তোমালোক দোষী সকল সৎপথগামী সকলৰ পৰা পৃথক হোৱাঁ!

اَلَمۡ اَعۡهَدۡ اِلَیۡكُمۡ یٰبَنِیۡۤ اٰدَمَ اَنۡ لَّا تَعۡبُدُوا الشَّیۡطٰنَ ۚ اِنَّهٗ لَكُمۡ عَدُوٌّ مُّبِیۡنٌ ﴿۶۰﴾

৬১) 'হে' আদমৰ সতি-সন্ততি সকল, চয়তানৰ উপাসনা নকৰাটো তোমালোকৰ ওপৰত মই বাধ্যতামূলক•কৰা নাছিলোঁ নে? কিয়নো, সি তোমালোকৰ প্ৰতি প্ৰকাশ্য শত্ৰু—

وَّ اَنِ اعۡبُدُوۡنِیۡ ؕ هٰذَا صِرَاطٌ مُّسۡتَقِیۡمٌ ﴿۶۱﴾

৬২) আৰু মোৰ উপাসনা বাধ্যতামূলক কৰা নাছিলোঁ নে? এইটোৱেই পোন পথ।

وَ لَقَدۡ اَضَلَّ مِنۡكُمۡ جِبِلًّا كَثِیۡرًا ؕ اَفَلَمۡ تَكُوۡنُوۡا تَعۡقِلُوۡنَ ﴿۶۲﴾

৬৩) 'আৰু সি অৱশ্যেই তোমালোকৰ বহুতক আওবাটে লৈ গ'ল। তেনেহ'লে তোমালোকে কিয়নো বুজি নেপালা?

هٰذِهٖ جَهَنَّمُ الَّتِیۡ كُنۡتُمۡ تُوۡعَدُوۡنَ ﴿۶۳﴾

৬৪) 'এইখনেই হ'ল তোমালোকক প্ৰতিশ্ৰুতি দিয়া নৰক,

اِصۡلَوۡهَا الۡیَوۡمَ بِمَا كُنۡتُمۡ تَكۡفُرُوۡنَ ﴿۶۴﴾

৬৫) 'ইয়াত আজি প্ৰৱেশ কৰা, কাৰণ তোমালোকে অবিশ্বাস কৰিছিলা।'

اَلۡیَوۡمَ نَخۡتِمُ عَلٰۤی اَفۡوَاهِهِمۡ وَ تُكَلِّمُنَاۤ اَیۡدِیۡهِمۡ وَ تَشۡهَدُ اَرۡجُلُهُمۡ بِمَا كَانُوۡا یَكۡسِبُوۡنَ ﴿۶۵﴾

৬৬) এইদিনা আমি তেওঁলোকৰ মুখ বন্ধ কৰি দিম, আৰু তেওঁলোকৰ দুই হাতে আমাৰ লগত কথা পাতিব, আৰু তেওঁলোকৰ দুই ভৰিয়ে সাক্ষী দিব, তেওঁলোকে আৰ্জি অহা সকলো কৰ্ম্মফলৰ বিষয়ে।

وَ لَوۡ نَشَآءُ لَطَمَسۡنَا عَلٰۤی اَعۡیُنِهِمۡ فَاسۡتَبَقُوا الصِّرَاطَ فَاَنّٰی یُبۡصِرُوۡنَ ﴿۶۶﴾

৬৭) আৰু আমি ইচ্ছা কৰা হ'লে তেওঁলোকৰ দুয়োটা চকু গুচাই দিব পাৰিলোঁ হেঁতেন, তেতিয়া তেওঁলোক দৃষ্টি বিহীন হৈ বাট বিচাৰি ঢপলিয়াই ফুৰিলে হেঁতেন। কিন্তু, তেওঁলোকে দেখিবই বা কেনেকৈ?

وَ لَوۡ نَشَآءُ لَمَسَخۡنٰهُمۡ عَلٰی مَكَانَتِهِمۡ فَمَا اسۡتَطَاعُوۡا مُضِیًّا وَّ لَا یَرۡجِعُوۡنَ ﴿۶۷﴾

৬৮) আৰু আমি ইচ্ছা কৰা হ'লে তেওঁলোকক নিজৰ নিজৰ স্থানতে ৰূপান্তৰিত কৰিব পাৰিলোঁ হেঁতেন, তেতিয়া তেওঁলোক আগলৈ অগ্ৰসৰ হ'ব বা পাছলৈ উভতি যাব নোৱাৰিলে হেঁতেন।

وَمَنْ نُّعَمِّرْهُ نُنَكِّسْهُ فِي الْخَلْقِ ۚ أَفَلَا يَعْقِلُونَ ﴿٦٨﴾

৬৯) আৰু সেইজন যাক আমি দীৰ্ঘজীৱী কৰোঁ—আমি তেওঁক পুনৰ আমাৰ সৃষ্টিত দুৰ্ব্বল অৱস্থালৈ ঘূৰাই আনো। তেনেহ'লে তেওঁলোকৰ বোধগম্য নহয় নে ?

وَمَا عَلَّمْنٰهُ الشِّعْرَ وَمَا يَنْۢبَغِيْ لَهٗ ۚ إِنْ هُوَ إِلَّا ذِكْرٌ وَّقُرْاٰنٌ مُّبِيْنٌ ﴿٦٩﴾

৭০) আৰু আমি তেওঁক কবিতা শিকোৱা নাই, কবি হোৱাটোও নুশুৱাব। এইখন মাত্ৰ এখন স্মাৰক আৰু এখন কোৰ্-আন যি বিশ্লেষণ কৰে আৰু সকলো কথা সুগম কৰে,

لِّيُنْذِرَ مَنْ كَانَ حَيًّا وَّيَحِقَّ الْقَوْلُ عَلَى الْكٰفِرِيْنَ ﴿٧٠﴾

৭১) যাতে ই সকলো জীৱিত মানৱক সতৰ্ক কৰিব পাৰে আৰু যাতে অবিশ্বাসী সকলৰ ক্ষেত্ৰত আল্লাহৰ আদেশ কাৰ্য্যত পৰিণত হ'ব পাৰে।

أَوَلَمْ يَرَوْا أَنَّا خَلَقْنَا لَهُمْ مِّمَّا عَمِلَتْ أَيْدِيْنَا أَنْعَامًا فَهُمْ لَهَا مٰلِكُوْنَ ﴿٧١﴾

৭২) তেওঁলোকে দেখা নাই নে যে আমাৰ হাতেৰে সৃষ্টি হোৱা বস্তুৰ ভিতৰত আছে পোহনীয়া জন্তু যাৰ ওপৰত তেওঁলোক অধিকাৰী হৈছে ?

وَذَلَّلْنٰهَا لَهُمْ فَمِنْهَا رَكُوْبُهُمْ وَمِنْهَا يَأْكُلُوْنَ ﴿٧٢﴾

৭৩) আৰু আমি সেই জন্তুবোৰক তেওঁলোকৰ তলতীয়া কৰিছোঁ যাতে সিহঁতৰ কিছুমানৰ ওপৰত আৰোহী হ'ব পাৰে, আৰু আন কিছুমানৰ মঙহ খাব পাৰে।

وَلَهُمْ فِيْهَا مَنَافِعُ وَمَشَارِبُ ۚ أَفَلَا يَشْكُرُوْنَ ﴿٧٣﴾

৭৪) আৰু সিহঁতক আন কিছুমান ব্যৱহাৰত তেওঁলোকে লগাব পাৰে আৰু পানীয় খাদ্যও পায়। তেনেহ'লে, তেওঁলোক কৃতজ্ঞ নহ'ব নে ?

وَاتَّخَذُوْا مِنْ دُوْنِ اللّٰهِ اٰلِهَةً لَّعَلَّهُمْ يُنْصَرُوْنَ ﴿٧٤﴾

৭৫) আৰু তেওঁলোকে আল্লাহৰ বাহিৰে আন কিছুমান প্ৰভু লৈছে যাৰ পৰা তেওঁলোকে সহায় বিচাৰে।

لَا يَسْتَطِيْعُوْنَ نَصْرَهُمْ وَهُمْ لَهُمْ جُنْدٌ مُّحْضَرُوْنَ ﴿٧٥﴾

৭৬) কিন্তু সেই প্ৰভু সকলে তেওঁলোকক সহায় কৰিব নোৱাৰে। তাৰ বিপৰীতে, সেই সকলো প্ৰভুকে একত্ৰিত কৰি আল্লাহৰ সন্মুখলৈ অনা হ'ব তেওঁলোকৰ বিৰুদ্ধে সাক্ষী দিবলৈ।

فَلَا يَحْزُنْكَ قَوْلُهُمْ ۘ إِنَّا نَعْلَمُ مَا يُسِرُّوْنَ وَمَا يُعْلِنُوْنَ ﴿٧٦﴾

৭৭) গতিকে, তেওঁলোকৰ কথাত তুমি শোকাকুল নহবা। প্ৰকৃততে, আমি জানো তেওঁলোকে কি লুকুৱায় আৰু কি দেখুৱায়।

أَوَلَمْ يَرَ الْإِنسَانُ أَنَّا خَلَقْنَاهُ مِن نُّطْفَةٍ فَإِذَا هُوَ
خَصِيمٌ مُّبِينٌ ۝٧٧

৭৮) মানৱে নুবুজে নে যে আমি তেওঁক মাথোন এটোপা শুক্ৰৰ পৰা স্ৰজিছোঁ ? তাৰ পিছত চোৱাঁ ! মানৱে আমাৰ লগত প্ৰকাশ্যে বাক-বিতণ্ডা কৰে।

وَضَرَبَ لَنَا مَثَلًا وَنَسِيَ خَلْقَهُ ۖ قَالَ مَن يُحْيِي
الْعِظَامَ وَهِيَ رَمِيمٌ ۝٧٨

৭৯) আৰু মানৱে নিজৰ সৃষ্টিৰ কথা পাহৰি যায় আৰু আমাৰ তুলনীয় বস্তুৰ সৃষ্টি কৰে। মানৱে কয়, 'হাড়বোৰ নষ্ট হৈ যোৱাৰ পাছত আকৌ কোনে সেইবোৰ জীয়াই তুলিব পাৰে ?'

قُلْ يُحْيِيهَا الَّذِي أَنشَأَهَا أَوَّلَ مَرَّةٍ ۖ وَهُوَ بِكُلِّ
خَلْقٍ عَلِيمٌ ۝٧٩

৮০) কোৱাঁ, 'সেইজনাই, যি সেইবোৰ প্ৰথমে সৃষ্টি কৰিছিল, আকৌ জীয়াই তুলিব; আৰু সেইজনাই প্ৰত্যেক স্ৰজন কৰা বস্তুৰ অৱস্থাৰ বিষয়ে ভাল দৰে জানে ;

الَّذِي جَعَلَ لَكُم مِّنَ الشَّجَرِ الْأَخْضَرِ نَارًا فَإِذَا
أَنتُم مِّنْهُ تُوقِدُونَ ۝٨٠

৮১) 'সেইজনাই তেওঁ, যি তোমালোকৰ কাৰণে সেউজীয়া গছৰ পৰা অগ্নি উৎপাদন কৰে। আৰু চোৱাঁ তোমালোকে তাৰে সৈতে অগ্নি সংযোগ কৰা।

أَوَلَيْسَ الَّذِي خَلَقَ السَّمَاوَاتِ وَالْأَرْضَ بِقَادِرٍ
عَلَىٰ أَن يَخْلُقَ مِثْلَهُم ۚ بَلَىٰ وَهُوَ الْخَلَّاقُ الْعَلِيمُ ۝٨١

৮২) 'সেইজনাৰ, যি সকলো স্বৰ্গ আৰু মৰ্ত্ত্য সৃষ্টি কৰিছিল, সেইবিলাকৰ সদৃশ অন্য বস্তু সৃষ্টি কৰাৰ ক্ষমতা নাই নে ?' হয়, বাস্তৱিকতে, সেইজনাই হৈছে সৰ্বশ্ৰেষ্ঠ আৰু সৰ্বজ্ঞানী সৃষ্টি-কৰ্ত্তা।

إِنَّمَا أَمْرُهُ إِذَا أَرَادَ شَيْئًا أَن يَقُولَ لَهُ كُن فَيَكُونُ ۝٨٢

৮৩) সত্যে, সেইজনাই যেতিয়া কিবা এটা ঘটাৰ ইচ্ছা কৰে তেওঁৰ আদেশ মাথোন হৈছে সেই কথাৰ সংক্ৰান্তত 'হ' বুলি কোৱাটো, আৰু সেইমতেই ই ঘটে।

فَسُبْحَانَ الَّذِي بِيَدِهِ مَلَكُوتُ كُلِّ شَيْءٍ وَإِلَيْهِ
تُرْجَعُونَ ۝٨٣

৮৪) গতিকে সেইজনা মহাপৱিত্ৰ যাৰ হাতত আছে সকলো বস্তুৰ ওপৰত আধিপত্য। আৰু সেইজনালৈকে তোমালোক সকলোকে ঘূৰাই অনা হ'ব।



سُوْرَةُ الصّٰٓفّٰتِ مَكِّيَّةٌ (٣٧) اٰيَاتُهَا ١٨٢

চুৰা ৩৭ AL-SAFFAT আল-স্বাফাত (মক্কাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, পৰম করুণাময়, আল্লাহৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ﴿١﴾

২) সেইসকলৰ নামত যি কান্ধত কান্ধ মিলাই শাৰী পাতি থিয় হয়,

وَالصّٰٓفّٰتِ صَفًّا ﴿٢﴾

৩) আৰু সেইসকলৰ যি প্ৰৱলভাৱে অসততাৰ প্ৰতিৰোধ কৰে,

فَالزّٰجِرٰتِ زَجْرًا ﴿٣﴾

৪) আৰু সেইসকল যি আমি পঠিওৱা স্মাৰক কোৰ্-আনৰ অধ্যয়ন কৰে,—

فَالتّٰلِيٰتِ ذِكْرًا ﴿٤﴾

৫) নিশ্চয়েই, তোমালোকৰ আল্লাহ এজন,

اِنَّ اِلٰهَكُمْ لَوَاحِدٌ ﴿٥﴾

৬) সকলো স্বৰ্গ আৰু মৰ্ত্ত্য আৰু দুয়োৰে মাজত থকা সকলো বস্তুৰ অধিকাৰী আৰু অধিকাৰী সকলো ঠাইৰ য'ৰ পৰা পোহৰ বিয়পি পৰে।

رَبُّ السَّمٰوٰتِ وَالْاَرْضِ وَمَا بَيْنَهُمَا وَرَبُّ الْمَشَارِقِ ﴿٦﴾

৭) আমি নিম্নতম স্বৰ্গখন এক অলঙ্কাৰেৰে অলঙ্কৃত কৰিছোঁ—গ্ৰহ নক্ষত্ৰৰ অলঙ্কাৰ ;

اِنَّا زَيَّنَّا السَّمَآءَ الدُّنْيَا بِزِيْنَةِ الْكَوَاكِبِ ﴿٧﴾

৮) আৰু আমি ইয়াক বিদ্ৰোহী চয়তানৰ বিৰুদ্ধে সতৰ্কভাৱে পহৰা দিছোঁ।

وَحِفْظًا مِّنْ كُلِّ شَيْطٰنٍ مَّارِدٍ ﴿٨﴾

৯) সিহঁতে সমবেত ফেৰিস্তাসকলৰ সভাত হোৱা কথা-বাৰ্ত্তাৰ একো ভাগ নেপায়—আৰু সিহঁতক প্ৰত্যেক দিশৰ পৰা আঘাত কৰা হয়,

لَا يَسَّمَّعُوْنَ اِلَى الْمَلَاِ الْاَعْلٰى وَيُقْذَفُوْنَ مِنْ كُلِّ جَانِبٍ ﴿٩﴾

১০) প্ৰতিৰোধ কৰা হয়, আৰু সিহঁতৰ কাৰণে আছে এক চিৰকলীয়া শাস্তি—

دُحُوْرًا وَّلَهُمْ عَذَابٌ وَّاصِبٌ ﴿١٠﴾

১১) কিন্তু সিহঁতৰ যদি এজনে কিবা বস্তু গোপনে গ্ৰাস কৰে সেইজনৰ পাচ ধৰে এডাল জ্বলন্ত দাগ দিয়া লোহাই।

اِلَّا مَنْ خَطِفَ الْخَطْفَةَ فَاَتْبَعَهٗ شِهَابٌ ثَاقِبٌ ﴿١١﴾

১২) গতিকে সিহঁতক সোধা, সৃষ্ট বস্তু হিচাপে তেওঁলোক আমি সৃষ্টি কৰা বস্তুতকৈ বেছি শক্তিশালী নেকি? সিহঁতক আমি আলতীয়া মাটিৰে সাজিছোঁ।

فَاسْتَفْتِهِمْ اَهُمْ اَشَدُّ خَلْقًا اَمْ مَّنْ خَلَقْنَا ۭ اِنَّا خَلَقْنٰهُمْ مِّنْ طِيْنٍ لَّازِبٍ ﴿١٢﴾

১৩) নহয়, তুমি সিহঁতৰ কথাত বিস্ময় মানা, আৰু সিহঁতে তুমি কোৱা কথাক ঠাট্টা-মস্কৰা কৰে।

بَلْ عَجِبْتَ وَيَسْخَرُوْنَ ﴿١٢﴾

১৪) আৰু সিহঁতক যেতিয়া শুধৰোৱাৰ উদ্দেশ্যে উপদেশ দিয়া হয়, সিহঁতে কৰ্ণপাত নকৰে।

وَاِذَا ذُكِّرُوْا لَا يَذْكُرُوْنَ ﴿١٣﴾

১৫) আৰু যেতিয়া সিহঁতে আমাৰ কোনো চিহ্ন দেখে তাক বিদ্ৰূপ কৰে।

وَاِذَا رَاَوْا اٰيَةً يَّسْتَسْخِرُوْنَ ﴿١٤﴾

১৬) আৰু সিহঁতে কয়, 'এইটো দেখাদেখি যাদুৰ বাহিৰে একো নহয়,

وَقَالُوْٓا اِنْ هٰذَآ اِلَّا سِحْرٌ مُّبِيْنٌ ﴿١٥﴾

১৭) 'কি! আমি যেতিয়া মৃত্যুৰ পাছত ধূলি আৰু ভঙা হাড়ৰ ৰূপ ল'ম, আমাক পুনৰ উঠাই অনা হ'ব নে?

ءَاِذَا مِتْنَا وَكُنَّا تُرَابًا وَّعِظَامًا ءَاِنَّا لَمَبْعُوْثُوْنَ ﴿١٦﴾

১৮) 'আমাৰ অতীজকালৰ পূৰ্বপুৰুষ-সকলকো?'

اَوَاٰبَآؤُنَا الْاَوَّلُوْنَ ﴿١٧﴾

১৯) কোৱাঁ, 'হয়; আৰু তোমালোক তেতিয়া অপদস্থ হবাহঁক।'

قُلْ نَعَمْ وَاَنْتُمْ دَاخِرُوْنَ ﴿١٨﴾

২০) ই হ'ব এক কঠোৰ আহ্বান, আৰু দেখিবা! সিহঁত সকলো জাগি উঠিব আৰু দৃষ্টি শক্তি ঘূৰাই পাব;

فَاِنَّمَا هِيَ زَجْرَةٌ وَّاحِدَةٌ فَاِذَا هُمْ يَنْظُرُوْنَ ﴿١٩﴾

২১) আৰু সিহঁতে ক'ব, 'আমাৰ দশা বেয়া! এইটোৱেই পৰিশোধৰ দিন।'

وَقَالُوْا يٰوَيْلَنَا هٰذَا يَوْمُ الدِّيْنِ ﴿٢٠﴾

২২) (আল্লাহে ক'ব,) 'এইটোৱেই সেই চূড়ান্ত সিদ্ধান্তৰ দিন, যাৰ অভ্যূদয় তোমালোকে নহ'ব বুলি কৈছিলা'।

هٰذَا يَوْمُ الْفَصْلِ الَّذِيْ كُنْتُمْ بِهٖ تُكَذِّبُوْنَ ﴿٢١﴾

২৩) ফেৰিস্তা সকলক হুকুম দিয়া হ'ব; সকলো অন্যায় আচৰণকাৰী সকলক তেওঁলোকৰ সঙ্গী আৰু তেওঁলোকৰ উপাসনাৰ পাত্ৰ সমূহৰ সৈতে সমবেত কৰা,

اُحْشُرُوا الَّذِيْنَ ظَلَمُوْا وَاَزْوَاجَهُمْ وَمَا كَانُوْا يَعْبُدُوْنَ ﴿٢٢﴾

২৪) আল্লাহৰ ওচৰত; আৰু তেওঁলোকক নৰককলৈ বাট দেখুৱাই লৈ যোৱাঁ;

مِنْ دُوْنِ اللّٰهِ فَاهْدُوْهُمْ اِلٰى صِرَاطِ الْجَحِيْمِ ﴿٢٣﴾

وَقِفُوْهُمْ اِنَّهُمْ مَّسْـُٔوْلُوْنَ ﴿٢٥﴾

২৫) ‘আৰু তেওঁলোকক অপেক্ষা কৰোৱাঁ কিয়নো তেওঁলোকক প্ৰশ্ন কৰা হ’ব’।

مَا لَكُمْ لَا تَنَاصَرُوْنَ ﴿٢٦﴾

২৬) তেওঁলোকক সোধা হ’ব, ‘তোমালোকৰ নো কি হৈছে যে তোমালোকে ইজনে সিজনক সহায় নকৰা ?’

بَلْ هُمُ الْيَوْمَ مُسْتَسْلِمُوْنَ ﴿٢٧﴾

২৭) নহয়, সেই দিনা সিহঁতে নিজক সম্পূৰ্ণ ভাৱে আত্মসমৰ্পণ কৰিব।

وَاَقْبَلَ بَعْضُهُمْ عَلٰى بَعْضٍ يَّتَسَآءَلُوْنَ ﴿٢٨﴾

২৮) আৰু তেওঁলোকৰ কিছুমানে আন কিছুমানক নানা ধৰণৰ প্ৰশ্ন কৰি সম্বোধন কৰিব।

قَالُوْٓا اِنَّكُمْ كُنْتُمْ تَاْتُوْنَنَا عَنِ الْيَمِيْنِ ﴿٢٩﴾

২৯) তেওঁলোকে ক’ব, ‘বাস্তৱতে, তোমালোক আমাৰ ওচৰলৈ সততাৰ বেশত আহিছিলা।’

قَالُوْا بَلْ لَّمْ تَكُوْنُوْا مُؤْمِنِيْنَ ﴿٣٠﴾

৩০) সিবিলাকে ক’ব, নহয়, ‘তোমালোক অবিশ্বাসী আছিলা,

وَمَا كَانَ لَنَا عَلَيْكُمْ مِّنْ سُلْطٰنٍ بَلْ كُنْتُمْ قَوْمًا طٰغِيْنَ ﴿٣١﴾

৩১) আমাৰ তোমালোকৰ ওপৰত কোনো প্ৰভুত্ব নাছিল ; কিন্তু তোমালোক নিজেই এটা আইন বিৰোধী জাতি আছিলা ;

فَحَقَّ عَلَيْنَا قَوْلُ رَبِّنَآ اِنَّا لَذَآئِقُوْنَ ﴿٣٢﴾

৩২) ‘এতিয়া আমাৰ প্ৰভুৱে দিয়া প্ৰতিশ্ৰুতি আমাৰ বিৰুদ্ধে কাৰ্য্যকৰী হৈছে যাতে শাস্তিৰ সোৱাদ পাব পাৰোঁ ;

فَاَغْوَيْنٰكُمْ اِنَّا كُنَّا غٰوِيْنَ ﴿٣٣﴾

৩৩) ‘আমি তোমালোক আওবাটে যোৱাৰ কাৰণ হৈছিলোঁ, কিয়নো আমি নিজেই আওবাটে গৈছিলোঁ’।

فَاِنَّهُمْ يَوْمَئِذٍ فِى الْعَذَابِ مُشْتَرِكُوْنَ ﴿٣٤﴾

৩৪) সত্যতে, সেইদিনা তেওঁলোক সকলোৱেই প্ৰতিশ্ৰুত শাস্তিৰ অংশীদাৰ হ’ব।

اِنَّا كَذٰلِكَ نَفْعَلُ بِالْمُجْرِمِيْنَ ﴿٣٥﴾

৩৫) নিশ্চয়েই, এইদৰেই আমি দোষী সকলৰ মোকাবেলা কৰোঁ।

اِنَّهُمْ كَانُوْٓا اِذَا قِيْلَ لَهُمْ لَآ اِلٰهَ اِلَّا اللّٰهُ يَسْتَكْبِرُوْنَ ﴿٣٦﴾

৩৬) কাৰণ, যেতিয়া তেওঁলোকক কোৱা হৈছিল, ‘আল্লাহৰ বাহিৰে আৰু কোনো প্ৰভু নাই,’ তেওঁলোকে অৱজ্ঞাৰে আঁতৰি গৈছিল।

৩৭) আৰু কৈছিল যে, ‘এজন উন্মত্ত কবিৰ কাৰণে আমি আমাৰ প্ৰভুসকলক বিসর্জন দিম নে?’

وَيَقُولُونَ أَئِنَّا لَتَارِكُوا آلِهَتِنَا لِشَاعِرٍ مَّجْنُونٍ ﴿٣٧﴾

৩৮) নহয়, তেওঁ সত্য বার্ত্তা হে আনিছে আৰু আগতে অহা বার্ত্তাবাহক সকলৰ সত্যতাও প্ৰমাণিত কৰিছে।

بَلْ جَاءَ بِالْحَقِّ وَصَدَّقَ الْمُرْسَلِينَ ﴿٣٨﴾

৩৯) তেওঁলোকে অৱশ্যেই সেই কষ্টকৰ শাস্তি ভোগ কৰিব;

إِنَّكُمْ لَذَائِقُو الْعَذَابِ الْأَلِيمِ ﴿٣٩﴾

৪০) আৰু তোমালোকে মাত্ৰ যি কৰি থৈ আহিছা তাৰ বাবেহে পৰিশোধ পাবা—

وَمَا تُجْزَوْنَ إِلَّا مَا كُنتُمْ تَعْمَلُونَ ﴿٤٠﴾

৪১) আল্লাহৰ বাচি লোৱা ভৃত্য সকলৰ বাহিৰে।

إِلَّا عِبَادَ اللَّهِ الْمُخْلَصِينَ ﴿٤١﴾

৪২) তেওঁলোকে পাব এটা পূৰ্বেই জনোৱা সংস্থানঃ

أُولَٰئِكَ لَهُمْ رِزْقٌ مَّعْلُومٌ ﴿٤٢﴾

৪৩) সুকৰ্ম্মৰ সুফল; আৰু তেওঁলোকক সম্মানিত কৰা হ'ব,

فَوَاكِهُ ۖ وَهُم مُّكْرَمُونَ ﴿٤٣﴾

৪৪) স্বৰ্গীয় সুখৰ উদ্যানত,

فِي جَنَّاتِ النَّعِيمِ ﴿٤٤﴾

৪৫) মুখামুখিকৈ সিংহাসনত বহুৱাই;

عَلَىٰ سُرُرٍ مُّتَقَابِلِينَ ﴿٤٥﴾

৪৬) তেওঁলোকক এখন বৈ থকা নিঝৰাৰ পানীয়ৰে আপ্যায়িত কৰা হ'ব,

يُطَافُ عَلَيْهِم بِكَأْسٍ مِّن مَّعِينٍ ﴿٤٦﴾

৪৭) সেই পানীয় হ'ব জিক্‌মিকোৱা, বগা, খাওঁতাৰ কাৰণে তৃপ্তিকৰ;

بَيْضَاءَ لَذَّةٍ لِّلشَّارِبِينَ ﴿٤٧﴾

৪৮) য'ত কোনো উত্তেজকতা নাথাকিব, বা যাক খাই চেতনা নেহেৰুৱাব।

لَا فِيهَا غَوْلٌ وَلَا هُمْ عَنْهَا يُنزَفُونَ ﴿٤٨﴾

৪৯) আৰু তেওঁলোকৰ সৈতে থাকিব মৃগ-নয়নী, সংযম চাৱনৰ পৱিত্ৰ নাৰী;

وَعِندَهُمْ قَاصِرَاتُ الطَّرْفِ عِينٌ ﴿٤٩﴾

৫০) তেওঁলোক কিছুমান আলফুল কৈ ঢাকি ৰখা কণীৰ সদৃশ।

كَأَنَّهُنَّ بَيْضٌ مَّكْنُونٌ ﴿٥٠﴾

৫১) তেতিয়া তেওঁলোকৰ কিছুমানে আন কিছুমানক সম্বোধন কৰিব, ইজনে সিজনক প্ৰশ্ন কৰি।

فَأَقْبَلَ بَعْضُهُمْ عَلَىٰ بَعْضٍ يَتَسَاءَلُونَ ﴿٥١﴾

قَالَ قَآئِلٌ مِّنْهُمْ إِنِّي كَانَ لِي قَرِينٌ ﴿٥٢﴾

৫২) তেওঁলোকৰ ভিতৰৰ এজন বক্তাই ক’ব, ‘মোৰ এজন অন্তৰঙ্গ সঙ্গী আছিল,

يَقُولُ أَئِنَّكَ لَمِنَ الْمُصَدِّقِينَ ﴿٥٣﴾

৫৩) যি কৈছিল, ‘তুমি বাস্তৱতে, সেই সকলৰ ভিতৰৰ এজন নেকি যি মৃত্যুৰ পাছত পুনৰুত্থান হোৱাটো সত্য বুলি লৈছিল ?

أَءِذَا مِتْنَا وَكُنَّا تُرَابًا وَعِظَامًا أَءِنَّا لَمَدِينُونَ ﴿٥٤﴾

৫৪) আমি যেতিয়া মৃত আৰু ধূলি, ভঙা হাড়মূৰত পৰিণত হ’ম, আমাক সঁচাকৈয়ে পৰিশোধ কৰা হ’ব নে ?’

قَالَ هَلْ أَنتُم مُّطَّلِعُونَ ﴿٥٥﴾

৫৫) বক্তাজনে তেতিয়া তেওঁৰ কাষত থকা সকলক সুধিব, ‘তোমালোকে দৃষ্টিপাত কৰি তেওঁৰ অৱস্থা কেনে গম লবা নে ?’’

فَاطَّلَعَ فَرَآهُ فِي سَوَآءِ الْجَحِيمِ ﴿٥٦﴾

৫৬) তেতিয়া তেওঁ নিজে চাব আৰু সেইজনক অগ্নিৰ সোঁ মাজতে দেখিব,

قَالَ تَاللَّهِ إِن كِدتَّ لَتُرْدِينِ ﴿٥٧﴾

৫৭) আৰু তেওঁক ক’ব, ‘আল্লাহৰ নামত, তুমি প্ৰায় মোৰ ধ্বংস সাধিছিলা,

وَلَوْلَا نِعْمَةُ رَبِّي لَكُنتُ مِنَ الْمُحْضَرِينَ ﴿٥٨﴾

৫৮) ‘মোৰ প্ৰভুৰ দয়াৰ অবিহনে, মই নিশ্চয়েই, দোজখৰ সন্মুখলৈ মাতি অনাসকলৰ ভিতৰৰ এজন হলোহেঁতেন ;

أَفَمَا نَحْنُ بِمَيِّتِينَ ﴿٥٩﴾
إِلَّا مَوْتَتَنَا الْأُولَىٰ وَمَا نَحْنُ بِمُعَذَّبِينَ ﴿٦٠﴾

৫৯, ৬০) ‘মোক কোৱাচোন, এইটো নহয় নে বাৰু যে আমি প্ৰথমবাৰ মৃত্যু বৰণ কৰাৰ পাছত আকৌ মৃত্যু বৰণ কৰিব নেলাগে আৰু যে আমাক কোনো শাস্তিও দিয়া নহ’ব ?

إِنَّ هَٰذَا لَهُوَ الْفَوْزُ الْعَظِيمُ ﴿٦١﴾

৬১) ‘নিশ্চয়েই, এইটোৱেই হৈছে চৰম বিজয়।’

لِمِثْلِ هَٰذَا فَلْيَعْمَلِ الْعَامِلُونَ ﴿٦٢﴾

৬২) গতিকে এই চৰম বিজয়ৰ কাৰণে কৰ্ম্মী সকলক কৰ্ম্মৰত হ’বলৈ দিয়া।

أَذَٰلِكَ خَيْرٌ نُّزُلًا أَمْ شَجَرَةُ الزَّقُّومِ ﴿٦٣﴾

৬৩) আমোদ-প্ৰমোদ হিচাপে সেইটো বেছি উত্তম হ’ব নে নৰকীয় জাকুম গছজোপা ?

إِنَّا جَعَلْنَاهَا فِتْنَةً لِّلظَّالِمِينَ ﴿٦٤﴾

৬৪) প্ৰকৃততে, আমি ইয়াক অসৎসকলৰ কাৰণে এটা পৰীক্ষা কৰিছোঁ।

إِنَّهَا شَجَرَةٌ تَخْرُجُ فِي أَصْلِ الْجَحِيمِ ﴿٦٥﴾

৬৫) এইজোপা এজোপা গছ যি নৰকৰ তলৰ পৰা গজি উঠে ;

طَلْعُهَا كَأَنَّهُ رُءُوسُ الشَّيٰطِينِ ٦٥

৬৬) তাৰ ফল হয় সাপৰ মূৰৰ দৰে।

فَإِنَّهُمْ لَاٰكِلُونَ مِنْهَا فَمَالِـُٔونَ مِنْهَا الْبُطُونَ ٦٦

৬৭) আৰু তেওঁলোকে এই ফল পেট ভৰাই খাব।

ثُمَّ إِنَّ لَهُمْ عَلَيْهَا لَشَوْبًا مِّنْ حَمِيمٍ ٦٧

৬৮) তাৰ পিছত তেওঁলোকে তাৰ উপৰিও খাবলৈ পাব মিহলোৱা উতলা পানী।

ثُمَّ إِنَّ مَرْجِعَهُمْ لَإِلَى الْجَحِيمِ ٦٨

৬৯) তাৰ পিছত, নিশ্চয়েই, তেওঁলোকৰ প্ৰত্যাগমন হ'ব নৰকলৈ।

إِنَّهُمْ أَلْفَوْا اٰبَآءَهُمْ ضَآلِّينَ ٦٩

৭০) তেওঁলোকে তেওঁলোকৰ পিতৃ সকলক ভুল কৰা দেখিছিল।

فَهُمْ عَلٰىٓ اٰثٰرِهِمْ يُهْرَعُونَ ٧٠

৭১) আৰু তেওঁলোকে তেওঁলোকৰ খোজত বেগাই অনুসৰণ কৰিছিল।

وَلَقَدْ ضَلَّ قَبْلَهُمْ أَكْثَرُ الْأَوَّلِينَ ٧١

৭২) আৰু তেওঁলোকৰ পূৰ্বে অহা মানৱ জাতিৰ বেছি ভাগেই ভুল কৰিছিল।

وَلَقَدْ أَرْسَلْنَا فِيهِمْ مُّنْذِرِينَ ٧٢

৭৩) আৰু আমি তেওঁলোকৰ মাজলৈ সতৰ্ককাৰী পঠিয়াইছিলোঁ।

فَانْظُرْ كَيْفَ كَانَ عَاقِبَةُ الْمُنْذَرِينَ ٧٣

৭৪) চোৱাঁ, তেনেহ'লে, সেই সতৰ্ক কৰি দিয়া জাতি সকলৰ শেষ দশা কিমান বেয়া হ'ল,

ع إِلَّا عِبَادَ اللّٰهِ الْمُخْلَصِينَ ٧٤

৭৫) আল্লাহৰ বাচি লোৱা ভৃত্য সকলৰ বাহিৰে।

وَلَقَدْ نَادٰىنَا نُوحٌ فَلَنِعْمَ الْمُجِيبُونَ ٧٥

৭৬) আৰু নূহে, বাস্তৱতে, আমাৰ ফালে আহ্বান কৰিছিল, আৰু আমি প্ৰাৰ্থনাৰ উত্তৰ দিওঁতা হিচাপে অতি মাত্ৰাই উত্তম!

وَنَجَّيْنٰهُ وَأَهْلَهُ مِنَ الْكَرْبِ الْعَظِيمِ ٧٦

৭৭) আৰু আমি তেওঁক আৰু তেওঁৰ পৰিয়ালক সেই মহা বিপদৰ পৰা ৰক্ষা কৰিছিলোঁ :

وَجَعَلْنَا ذُرِّيَّتَهُ هُمُ الْبٰقِينَ ٧٧

৭৮) আৰু আমি তেওঁৰ সতি-সন্ততিকেই মাথোন ত্ৰাণ কৰিছিলোঁ।

وَتَرَكْنَا عَلَيْهِ فِي الْاٰخِرِينَ ٧٨

৭৯) আৰু আমি তেওঁৰ কাৰণে পৰৱৰ্তী জাতি সকলৰ মাজত সুনাম থৈ আহিছিলোঁ।

سَلٰمٌ عَلٰى نُوحٍ فِي الْعٰلَمِينَ ٧٩

৮০) জাতি সমূহৰ মাজত নূহৰ শান্তি হওক!

إِنَّا كَذٰلِكَ نَجْزِي الْمُحْسِنِينَ ٨٠

৮১) এইদৰেই, বাস্তৱতে, আমি সুকৰ্ম্মকাৰী সকলক পুৰস্কৃত কৰোঁ।

| | |
|---|---|
| ৮২) তেওঁ, নিশ্চয়েই, আমাৰ বিশ্বাসী ভৃত্য সকলৰ মাজৰ এজন আছিল। | اِنَّهٗ مِنۡ عِبَادِنَا الۡمُؤۡمِنِيۡنَ ۝٨٢ |
| ৮৩) তাৰ পিছত আমি বাকী সকলক নিমজ্জিত কৰিলোঁ। | ثُمَّ اَغۡرَقۡنَا الۡاٰخَرِيۡنَ ۝٨٣ |
| ৮৪) আৰু, প্ৰকৃততে, তেওঁৰ দলতে আছিল ইব্ৰাহীম; | وَاِنَّ مِنۡ شِيۡعَتِهٖ لَاِبۡرٰهِيۡمَ ۝٨٤ |
| ৮৫) যেতিয়া তেওঁ তেওঁৰ প্ৰভুৰ ওচৰলৈ বিনীত অন্তৰেৰে আহিল; | اِذۡ جَآءَ رَبَّهٗ بِقَلۡبٍ سَلِيۡمٍ ۝٨٥ |
| ৮৬) যেতিয়া তেওঁ তেওঁৰ পিতৃ আৰু নিজৰ সম্প্ৰদায়ৰ মানুহক সুধিলে, 'তোমালোকে কি উপাসনা কৰা? | اِذۡ قَالَ لِاَبِيۡهِ وَقَوۡمِهٖ مَاذَا تَعۡبُدُوۡنَ ۝٨٦ |
| ৮৭) এক আল্লাহৰ ঠাইত অসত্য কিছুমান কাল্পনিক প্ৰভু তোমালোকে বিচৰা নেকি? | اَئِفۡكًا اٰلِهَةً دُوۡنَ اللّٰهِ تُرِيۡدُوۡنَ ۝٨٧ |
| ৮৮) 'সকলো পৃথিৱীৰ সৰ্বাধিকাৰীজনক তোমালোকে কি বুলি ভাবা?' | فَمَا ظَنُّكُمۡ بِرَبِّ الۡعٰلَمِيۡنَ ۝٨٨ |
| ৮৯) তেতিয়া তেওঁ নক্ষত্ৰ বিলাকৰ ফালে চকু দিলে, | فَنَظَرَ نَظۡرَةً فِى النُّجُوۡمِ ۝٨٩ |
| ৯০) আৰু ক'লে, 'মই অসুস্থবোধ কৰিছোঁ'। | فَقَالَ اِنِّىۡ سَقِيۡمٌ ۝٩٠ |
| ৯১) তেতিয়া তেওঁলোক তেওঁৰ ফালে পিঠি ঘূৰাই আঁতৰি গ'ল। | فَتَوَلَّوۡا عَنۡهُ مُدۡبِرِيۡنَ ۝٩١ |
| ৯২) তেতিয়া তেওঁ নীৰৱে সেই সকলৰ প্ৰভু কেইগৰাকীৰ ওচৰলৈ গ'ল আৰু তেওঁলোকক সম্বোধন কৰি সুধিলে, 'তোমালোকে একো নোখোৱানে? | فَرَاغَ اِلٰٓى اٰلِهَتِهِمۡ فَقَالَ اَلَا تَاۡكُلُوۡنَ ۝٩٢ |
| ৯৩) 'তোমালোকৰ কিনো হৈছে যে কোনো উক্তি নকৰা?' | مَا لَكُمۡ لَا تَنۡطِقُوۡنَ ۝٩٣ |
| ৯৪) তেতিয়া তেওঁ সোঁহাতেৰে আঘাত কৰি সিহঁতক আক্ৰমণ কৰিলে। | فَرَاغَ عَلَيۡهِمۡ ضَرۡبًۢا بِالۡيَمِيۡنِ ۝٩٤ |
| ৯৫) তেনে কৰাত মানুহবোৰ তেওঁৰ ফালে লৰালৰিকৈ আহিবলৈ ধৰিলে। | فَاَقۡبَلُوۡۤا اِلَيۡهِ يَزِفُّوۡنَ ۝٩٥ |

قَالَ اَتَعْبُدُوْنَ مَا تَنْحِتُوْنَ ﴿٩٦﴾

৯৬) তেওঁ ক'লে, 'নিজৰ হাতেৰে কাটি উলিওৱা বস্তুকে তোমালোকে উপাসনা কৰা নেকি?

وَاللّٰهُ خَلَقَكُمْ وَمَا تَعْمَلُوْنَ ﴿٩٧﴾

৯৭) 'যি স্থলত আল্লাহে তোমালোকক আৰু তোমালোকৰ হাতেৰে গঢ়া বস্তু দুয়োকে সৃজন কৰিছে?'

قَالُوا ابْنُوْا لَهٗ بُنْيَانًا فَاَلْقُوْهُ فِي الْجَحِيْمِ ﴿٩٨﴾

৯৮) সিহঁতে ক'লে, 'তেওঁৰ কাৰণে এটা মেজি সাজা আৰু তেওঁক অগ্নিলৈ নিক্ষেপ কৰা।'

فَاَرَادُوْا بِهٖ كَيْدًا فَجَعَلْنٰهُمُ الْاَسْفَلِيْنَ ﴿٩٩﴾

৯৯) সেইদৰে সিহঁতে তেওঁৰ বিৰুদ্ধে এক অন্যায় অভিসন্ধি কৰিবলৈ ধৰিলে, কিন্তু আমি সিহঁতক অতি বেয়াকৈ অপদস্থ কৰিলোঁ।

وَقَالَ اِنِّيْ ذَاهِبٌ اِلٰى رَبِّيْ سَيَهْدِيْنِ ﴿١٠٠﴾

১০০) আৰু তেওঁ ক'লে, 'মই মোৰ প্ৰভুৰ ওচৰলৈ গৈছোঁ। তেওঁ নিশ্চয়েই, মোক বাট দেখুৱাব।'

رَبِّ هَبْ لِيْ مِنَ الصّٰلِحِيْنَ ﴿١٠١﴾

১০১) আৰু তেওঁ প্ৰাৰ্থনা কৰিলে, 'মোৰ প্ৰভু মোক এজন সুপুত্ৰ দান কৰা।'

فَبَشَّرْنٰهُ بِغُلٰمٍ حَلِيْمٍ ﴿١٠٢﴾

১০২) গতিকে আমি তেওঁক এজন ধৈৰ্য্যশীল পুত্ৰৰ সুসংবাদ দিলোঁ।

فَلَمَّا بَلَغَ مَعَهُ السَّعْيَ قَالَ يٰبُنَيَّ اِنِّيْ اَرٰى فِي
الْمَنَامِ اَنِّيْ اَذْبَحُكَ فَانْظُرْ مَاذَا تَرٰى قَالَ
يٰاَبَتِ افْعَلْ مَا تُؤْمَرُ سَتَجِدُنِيْ اِنْ شَآءَ اللّٰهُ
مِنَ الصّٰبِرِيْنَ ﴿١٠٣﴾

১০৩) আৰু যেতিয়া সেই ল'ৰা তেওঁৰ সমানে সমানে বেগ দিব পৰা বয়সলৈ ডাঙৰ হ'ল, তেওঁ ক'লে, 'হে মোৰ চেনেহৰ পুত্ৰ, মই এটা সামাজিকত দেখিছোঁ যে মই তোমাক উৎসৰ্গা ৰূপে আগবঢ়াইছোঁ। গতিকে ইয়াৰ বিষয়ে তুমি কি ভাবা গমি চোৱাঁচোন!' তেওঁ সমিধান দিলে, 'হে মোৰ পিতৃ, তুমি আদেশ অনুযায়ী কৰাঁ; আল্লাহ্ সন্তোষ থাকিলে, তুমি মোক মোৰ বিশ্বাসত অবিচল পাবা।'

فَلَمَّآ اَسْلَمَا وَتَلَّهٗ لِلْجَبِيْنِ ﴿١٠٤﴾

১০৪) আৰু যেতিয়া তেওঁলোক দুয়ো আল্লাহৰ ইচ্ছালৈ নিজকে সমৰ্পণ কৰিলে, আৰু ইব্ৰাহীমে তেওঁক কপালৰ ওপৰত লাহেকৈ ঠেলি পেলাই ধৰিলে,

وَنَادَيْنٰهُ اَنْ يّٰاِبْرٰهِيْمُ ﴿١٠٥﴾

১০৫) আমি তেওঁলৈ মাত দিলোঁ, 'হে' ইব্ৰাহীম,

| | |
|---|---|
| ১০৬) 'তুমি, বাস্তৱতে, সপোনটো কাৰ্য্যত পৰিণত কৰিলা।' সেইদৰেই, প্ৰকৃততে, আমি সুকৰ্ম্মী সকলক পুৰস্কাৰ দিওঁ। | قَدْ صَدَّقْتَ الرُّءْيَا ۚ إِنَّا كَذَٰلِكَ نَجْزِى الْمُحْسِنِينَ ﴿١٠٦﴾ |
| ১০৭) সেইটো, অৱশ্যেই, এটা প্ৰত্যক্ষ পৰীক্ষা আছিল। | إِنَّ هَٰذَا لَهُوَ الْبَلَٰٓؤُا الْمُبِينُ ﴿١٠٧﴾ |
| ১০৮) আৰু আমি তেওঁক এটা মহান উছৰ্গাৰ দবাৰা উদ্ধাৰ কৰিলোঁ। | وَفَدَيْنَٰهُ بِذِبْحٍ عَظِيمٍ ﴿١٠٨﴾ |
| ১০৯) আৰু পৰবৰ্ত্তী পুৰুষৰ মাজত তেওঁৰ সুখ্যাতি আমি যুগমীয়া কৰিলোঁ। | وَتَرَكْنَا عَلَيْهِ فِى الْاٰخِرِينَ ﴿١٠٩﴾ |
| ১১০) ইব্ৰাহীমৰ ওপৰত শান্তি হওক! | سَلَٰمٌ عَلَىٰٓ إِبْرَٰهِيمَ ﴿١١٠﴾ |
| ১১১) এইদৰে আমি ভাল কাম কৰা সকলক পুৰস্কাৰ দিওঁ। | كَذَٰلِكَ نَجْزِى الْمُحْسِنِينَ ﴿١١١﴾ |
| ১১২) নিশ্চয়েই, তেওঁ আমাৰ বিশ্বাসী ভৃত্য সকলৰ ভিতৰত এজন আছিল। | إِنَّهُۥ مِنْ عِبَادِنَا الْمُؤْمِنِينَ ﴿١١٢﴾ |
| ১১৩) আৰু আমি সুসংবাদ দিছিলোঁ ইছাহাকৰ, এজন নবী, সত্যবাদী সকলৰ ভিতৰত এজন। | وَبَشَّرْنَٰهُ بِإِسْحَٰقَ نَبِيًّا مِّنَ الصَّٰلِحِينَ ﴿١١٣﴾ |
| ১১৪) আৰু আমি তেওঁৰ আৰু ইছাহাকৰ ওপৰত আমাৰ আশীৰ্বাদ বৰষাইছিলোঁ। আৰু তেওঁলোকৰ সতি-সন্ততি সকলৰ ভিতৰত আছে কিছুমান যি সৎকামত লিপ্ত থাকে আৰু আন কিছুমান যি দেখাদেখিকৈ নিজৰ অনিষ্ট সাধে। | وَبَٰرَكْنَا عَلَيْهِ وَعَلَىٰٓ إِسْحَٰقَ ۚ وَمِن ذُرِّيَّتِهِمَا مُحْسِنٌ وَظَالِمٌ لِّنَفْسِهِۦ مُبِينٌ ﴿١١٤﴾ ع |
| ১১৫) আৰু, বাস্তৱতে, আমি নানা অনুগ্ৰহ বৰষাইছিলোঁ মুচা আৰু হাৰুনৰ ওপৰত! | وَلَقَدْ مَنَنَّا عَلَىٰ مُوسَىٰ وَهَٰرُونَ ﴿١١٥﴾ |
| ১১৬) আৰু তেওঁলোক দুয়োকে আৰু তেওঁলোকৰ সম্প্ৰদায়ৰ মানুহ বিলাকক বিৰাট বিপৰ্য্যয়টোৰ পৰা ৰক্ষা কৰিছিলোঁ; | وَنَجَّيْنَٰهُمَا وَقَوْمَهُمَا مِنَ الْكَرْبِ الْعَظِيمِ ﴿١١٦﴾ |
| ১১৭) আৰু আমি তেওঁলোকক সহায় কৰিছিলোঁ, আৰু তেওঁলোকেই হৈছিল বিজয়ী। | وَنَصَرْنَٰهُمْ فَكَانُوا۟ هُمُ الْغَٰلِبِينَ ﴿١١٧﴾ |
| ১১৮) আৰু তেওঁলোকক আমি দিছিলোঁ সেই বৈশিষ্ট্যমূলক গ্ৰন্থ য'ত সকলো কথা পৰিস্কাৰ ভাবে বুজাই দিছিলোঁ: | وَءَاتَيْنَٰهُمَا الْكِتَٰبَ الْمُسْتَبِينَ ﴿١١٨﴾ |

| | |
|---|---|
| ১১৯) আৰু আমি তেওঁলোকক সৎ পথলৈ বাট দেখুৱাই লৈ গৈছিলোঁ। | وَهَدَيْنٰهُمَا الصِّرَاطَ الْمُسْتَقِيْمَ ﴿١١٩﴾ |
| ১২০) আৰু আমি তেওঁলোকৰ কাৰণে পৰবৰ্ত্তী পুৰুষৰ মাজত সুখ্যাতি থৈ আহিছিলোঁ— | وَتَرَكْنَا عَلَيْهِمَا فِي الْاٰخِرِيْنَ ﴿١٢٠﴾ |
| ১২১) মুচা আৰু হাৰুনৰ ওপৰত শান্তি বৰষক! | سَلٰمٌ عَلٰى مُوْسٰى وَهٰرُوْنَ ﴿١٢١﴾ |
| ১২২) এইদৰেই, বাস্তৱতে, আমি সুকৰ্ম্মী সকলক পুৰস্কাৰ দিওঁ। | اِنَّا كَذٰلِكَ نَجْزِي الْمُحْسِنِيْنَ ﴿١٢٢﴾ |
| ১২৩) নিশ্চয়েই, তেওঁলোক দুয়ো আমাৰ বিশ্বাসী ভৃত্যসকলৰ ভিতৰৰ আছিল। | اِنَّهُمَا مِنْ عِبَادِنَا الْمُؤْمِنِيْنَ ﴿١٢٣﴾ |
| ১২৪) আৰু, নিশ্চয়েই, এলিয়াছও আমাৰ পয়গম্বৰসকলৰ ভিতৰৰ এজন আছিল, | وَاِنَّ اِلْيَاسَ لَمِنَ الْمُرْسَلِيْنَ ﴿١٢٤﴾ |
| ১২৫) যেতিয়া তেওঁ তেওঁৰ সম্প্ৰদায়ৰ মানুহক ক'লে, 'তোমালোকে আল্লাহ্-ভীৰু নহ'বা নে? | اِذْ قَالَ لِقَوْمِهٖٓ اَلَا تَتَّقُوْنَ ﴿١٢٥﴾ |
| ১২৬) 'তোমালোকে বা'আলক মাতা নেকি, আৰু সৰ্বোৎকৃষ্ট স্ৰষ্টাক পৰিত্যাগ কৰা নেকি— | اَتَدْعُوْنَ بَعْلًا وَّتَذَرُوْنَ اَحْسَنَ الْخَالِقِيْنَ ﴿١٢٦﴾ |
| ১২৭) আল্লাহক, যি তোমালোকৰ প্ৰভু আৰু তোমালোকৰ অতীজৰ পূৰ্বপুৰুষ সকলৰো প্ৰভু?' | اللّٰهَ رَبَّكُمْ وَرَبَّ اٰبَآىِٕكُمُ الْاَوَّلِيْنَ ﴿١٢٧﴾ |
| ১২৮) কিন্তু সিহঁতে তেওঁক প্ৰত্যাখ্যান কৰিলে, আৰু সিহঁতক, নিশ্চয়েই, নিজৰ কাৰ্য্য-কলাপৰ হিচাপ দিবলৈ আল্লাহৰ সম্মুখলৈ অনা হ'ব: | فَكَذَّبُوْهُ فَاِنَّهُمْ لَمُحْضَرُوْنَ ﴿١٢٨﴾ |
| ১২৯) আল্লাহৰ বাচি লোৱা ভৃত্যসকলৰ বাহিৰে। | اِلَّا عِبَادَ اللّٰهِ الْمُخْلَصِيْنَ ﴿١٢٩﴾ |
| ১৩০) আমি তেওঁৰ কাৰণে পৰবৰ্ত্তী পুৰুষ-সকলৰ মাজত সুখ্যাতি থৈ আহিছোঁ— | وَتَرَكْنَا عَلَيْهِ فِي الْاٰخِرِيْنَ ﴿١٣٠﴾ |
| ১৩১) এলিয়াছ আৰু তেওঁৰ অনুচৰ বৰ্গৰ ওপৰত শান্তি বৰষক! | سَلٰمٌ عَلٰٓى اِلْ يَاسِيْنَ ﴿١٣١﴾ |
| ১৩২) এইদৰেই, বাস্তৱতে, আমি সুকৰ্ম্মী সকলক পুৰস্কাৰ দিওঁ। | اِنَّا كَذٰلِكَ نَجْزِي الْمُحْسِنِيْنَ ﴿١٣٢﴾ |
| ১৩৩) নিশ্চয়েই তেওঁ আমাৰ বিশ্বাসী ভৃত্যসকলৰ ভিতৰত এজন আছিল। | اِنَّهٗ مِنْ عِبَادِنَا الْمُؤْمِنِيْنَ ﴿١٣٣﴾ |

| | |
|---|---|
| ১৩৪) আৰু নিশ্চয়েই, লুটও আমাৰ পয়গম্বৰ-সকলৰ ভিতৰৰ এজন আছিল, | وَاِنَّ لُوۡطًا لَّمِنَ الۡمُرۡسَلِيۡنَ ﴿١٣٤﴾ |
| ১৩৫) যেতিয়া আমি তেওঁক আৰু তেওঁৰ পৰিয়ালৰ সকলোকে ত্ৰাণ কৰিছিলোঁ, | اِذۡ نَجَّيۡنٰهُ وَاَهۡلَهٗۤ اَجۡمَعِيۡنَ ﴿١٣٥﴾ |
| ১৩৬) এজনী বৃদ্ধা নাৰীৰ বাহিৰে, যি আছিল থাকি যোৱা সকলৰ ভিতৰৰ এজনী। | اِلَّا عَجُوۡزًا فِى الۡغٰبِرِيۡنَ ﴿١٣٦﴾ |
| ১৩৭) তাৰ পিছত আমি আন সকলোকে সম্পূৰ্ণ ৰূপে ধ্বংস কৰিলোঁ। | ثُمَّ دَمَّرۡنَا الۡاٰخَرِيۡنَ ﴿١٣٧﴾ |
| ১৩৮) আৰু নিশ্চয়েই, তুমি সিহঁতৰ কাষেৰে যোৱা পুৱাৰ সময়ত, | وَاِنَّكُمۡ لَتَمُرُّوۡنَ عَلَيۡهِمۡ مُّصۡبِحِيۡنَ ﴿١٣٨﴾ |
| ১৩৯) আৰু নিশাত। তুমি বুজিছা নে? | وَبِالَّيۡلِ ؕ اَفَلَا تَعۡقِلُوۡنَ ﴿١٣٩﴾ |
| ১৪০) আৰু, নিশ্চয়েই, ইউনুছও আমাৰ পয়গম্বৰসকলৰ ভিতৰৰ এজন আছিল, | وَاِنَّ يُوۡنُسَ لَمِنَ الۡمُرۡسَلِيۡنَ ﴿١٤٠﴾ |
| ১৪১) যেতিয়া তেওঁ বোজাই কৰা জাহাজৰ ফালে পলাই গৈছিল; | اِذۡ اَبَقَ اِلَى الۡفُلۡكِ الۡمَشۡحُوۡنِ ﴿١٤١﴾ |
| ১৪২) আৰু তেওঁ জাহাজৰ জুৱা খেলা নাবিক বিলাকৰ মাজৰ এজন হৈ পৰিল। | فَسَاهَمَ فَكَانَ مِنَ الۡمُدۡحَضِيۡنَ ﴿١٤٢﴾ |
| ১৪৩) আৰু তেওঁ নিজকে নিজে ধিক্কাৰ দি থাকোঁতে মাছটোৱে তেওঁক গিলি পেলালে। | فَالۡتَقَمَهُ الۡحُوۡتُ وَهُوَ مُلِيۡمٌ ﴿١٤٣﴾ |
| ১৪৪) আৰু তেওঁ যদি আল্লাহৰ গৰিমা গোৱা-সকলৰ ভিতৰৰ এজন নহ'লহেঁতেন, | فَلَوۡلَاۤ اَنَّهٗ كَانَ مِنَ الۡمُسَبِّحِيۡنَ ﴿١٤٤﴾ |
| ১৪৫) তেওঁ, নিশ্চয়েই, মাছৰ গৰ্ভত কেয়ামতৰ দিনলৈকে থাকিলেহেঁতেন। | لَلَبِثَ فِىۡ بَطۡنِهٖۤ اِلٰى يَوۡمِ يُبۡعَثُوۡنَ ﴿١٤٥﴾ |
| ১৪৬) তাৰ পাছত আমি তেওঁকএডোখৰশুকান ঠাইত থলোঁ, আৰু তেওঁ অসুস্থ আছিল; | فَنَبَذۡنٰهُ بِالۡعَرَآءِ وَهُوَ سَقِيۡمٌ ﴿١٤٦﴾ |
| ১৪৭) আৰু আমি তেওঁৰ ওপৰত এজোপা লাওগছ গজিবলৈ দিলোঁ। | وَاَنۡۢبَتۡنَا عَلَيۡهِ شَجَرَةً مِّنۡ يَّقۡطِيۡنٍ ﴿١٤٧﴾ |
| ১৪৮) আৰু আমি তেওঁক প্ৰায় একলাখ মানুহলৈ পয়গম্বৰ ৰূপে পঠিয়ালোঁ, | وَاَرۡسَلۡنٰهُ اِلٰى مِائَةِ اَلۡفٍ اَوۡ يَزِيۡدُوۡنَ ﴿١٤٨﴾ |

فَاٰمَنُوْا فَمَتَّعْنٰهُمْ اِلٰى حِيْنٍ ﴿١٤٨﴾

১৪৯) আৰু তেওঁলোক সকলোৱে বিশ্বাস আনিছিল; সেই কাৰণে আমি তেওঁলোকক বহু দিন ব্যাপী সুখৰ জীৱন ভোগ কৰিবলৈ দিছিলোঁ।

فَاسْتَفْتِهِمْ اَلِرَبِّكَ الْبَنَاتُ وَلَهُمُ الْبَنُوْنَ ﴿١٤٩﴾

১৫০) এতিয়া তেওঁলোকক সোধাচোন যিহেতুকে তেওঁলোকৰ পুত্ৰ থকাৰ দৰে তোমাৰ প্ৰভুৰ পুত্ৰী আছে নেকি?

اَمْ خَلَقْنَا الْمَلٰٓئِكَةَ اِنَاثًا وَّهُمْ شٰهِدُوْنَ ﴿١٥٠﴾

১৫১) আমি তেওঁলোকক সাক্ষী ৰাখি ফেৰিস্তা-সকলক তিৰোতাৰ আকাৰেৰে সৃষ্টি কৰিছিলোঁ নে?

اَلَآ اِنَّهُمْ مِّنْ اِفْكِهِمْ لَيَقُوْلُوْنَ ﴿١٥١﴾

১৫২) এতিয়া, এইটো নিশ্চয়েই তেওঁলোক নিজে পাতি লোৱা কথাৰ ভিতৰৰ এটা যে, তেওঁলোকে কয়,

وَلَدَ اللّٰهُ ۙ وَاِنَّهُمْ لَكٰذِبُوْنَ ﴿١٥٢﴾

১৫৩) 'আল্লাহৰ নিজৰ পুত্ৰ-পুত্ৰী আছে:' আৰু তেওঁলোক অৱশ্যেই মিছলীয়া।

اَصْطَفَى الْبَنَاتِ عَلَى الْبَنِيْنَ ﴿١٥٣﴾

১৫৪) আল্লাহে পুত্ৰতকৈ পুত্ৰীক বেছি পচন্দ কৰিছে নে?

مَا لَكُمْ ۟ كَيْفَ تَحْكُمُوْنَ ﴿١٥٤﴾

১৫৫) তোমালোকৰ কি হৈছে? তোমালোকে কি দৰে বিচাৰ কৰা?

اَفَلَا تَذَكَّرُوْنَ ﴿١٥٥﴾

১৫৬) তোমালোকে মনোযোগ নিদিবা নে?

اَمْ لَكُمْ سُلْطٰنٌ مُّبِيْنٌ ﴿١٥٦﴾

১৫৭) নাইবা, তোমালোকৰ এক পৰিষ্কাৰ কৰ্ত্তৃত্ব আছে নেকি?

فَاْتُوْا بِكِتٰبِكُمْ اِنْ كُنْتُمْ صٰدِقِيْنَ ﴿١٥٧﴾

১৫৮) তেনেহ'লে, তোমালোকে যদি সঁচা কথা কৈছা, তোমালোকৰ গ্ৰন্থ সমূহ দেখুওৱা।

وَجَعَلُوْا بَيْنَهٗ وَبَيْنَ الْجِنَّةِ نَسَبًا ۗ وَلَقَدْ عَلِمَتِ الْجِنَّةُ اِنَّهُمْ لَمُحْضَرُوْنَ ﴿١٥٨﴾

১৫৯) আৰু তেওঁলোকে আল্লাহ্ আৰু জিনৰ মাজত জ্ঞাতি-কুটুমৰ সম্বন্ধ আছে বুলি ডাঠি কয়, যি স্থলত জিনে নিজেই জানে যে তেওঁলোকক বিচাৰৰ বাবে আল্লাহৰ সমুখলৈ অনা হ'ব।

سُبْحٰنَ اللّٰهِ عَمَّا يَصِفُوْنَ ﴿١٥٩﴾

১৬০) আল্লাহ মহাপৱিত্ৰ আৰু সেইজনা তেওঁলোকে আগ বঢ়োৱা নানা প্ৰবাদৰ পৰা মুক্ত।

اِلَّا عِبَادَ اللّٰهِ الْمُخْلَصِيْنَ ﴿١٦٠﴾

১৬১) কিন্তু আল্লাহৰ বাচি লোৱা ভৃত্যসকলে সেইজনাৰ নামত কোনো অপপ্ৰচাৰ নকৰে।

| | |
|---|---|
| ১৬২) প্রকৃততে, তোমালোক আৰু তোমালোকৰ উপাসনাৰ পাত্র— | فَإِنَّكُمْ وَمَا تَعْبُدُونَ ﴿١٦٢﴾ |
| ১৬৩) তোমালোকে কোনেও আনক আওবাটে নিব নোৱাৰা আল্লাহৰ বিৰুদ্ধে, | مَا أَنْتُمْ عَلَيْهِ بِفَاتِنِينَ ﴿١٦٣﴾ |
| ১৬৪) মাত্র সেইজনৰ বাহিৰে যি নৰকৰ অগ্নিত দগ্ধ হ'ব। | إِلَّا مَنْ هُوَ صَالِ الْجَحِيمِ ﴿١٦٤﴾ |
| ১৬৫) তেওঁলোকে কয়, 'আমাৰ ভিতৰত এনে এজন নাই যাৰ এটা নির্দ্দিষ্ট স্থান নাই : | وَمَا مِنَّا إِلَّا لَهُ مَقَامٌ مَعْلُومٌ ﴿١٦٥﴾ |
| ১৬৬) 'আৰু, প্রকৃততে, আমি সেই সকল যি শাৰী পাতি থিয় হওঁ, | وَإِنَّا لَنَحْنُ الصَّافُّونَ ﴿١٦٦﴾ |
| ১৬৭) 'আৰু আমি, বাস্তৱতে, সেই সকল যি আল্লাহৰ গৰিমা গাওঁ!' | وَإِنَّا لَنَحْنُ الْمُسَبِّحُونَ ﴿١٦٧﴾ |
| ১৬৮) আৰু, নিশ্চয়েই, মক্কাবাসী অবিশ্বাসী সকলে প্রায়েই কৈছিল, | وَإِنْ كَانُوا لَيَقُولُونَ ﴿١٦٨﴾ |
| ১৬৯) 'আমাৰ যদি আগৰ দিনৰ মানুহৰ অৱস্থাৰ এক বিশদ বর্ণনা থাকিলেহেঁতেন, | لَوْ أَنَّ عِنْدَنَا ذِكْرًا مِنَ الْأَوَّلِينَ ﴿١٦٩﴾ |
| ১৭০) 'আমি নিশ্চয়েই আল্লাহৰ মনোনীত ভৃত্য হলোহেঁতেন।' | لَكُنَّا عِبَادَ اللَّهِ الْمُخْلَصِينَ ﴿١٧٠﴾ |
| ১৭১) তথাপি যেতিয়া তেওঁলোকলৈ এজন স্মৰণ কৰাওঁতা আহিছে তেওঁলোকে সেইজনত বিশ্বাস নানে, কিন্তু তেওঁলোকে সোনকালেই জানিব পাৰিব। | فَكَفَرُوا بِهِ فَسَوْفَ يَعْلَمُونَ ﴿١٧١﴾ |
| ১৭২) আৰু, নিশ্চয়েই, আমাৰ বাৰ্ত্তা আমাৰ ভৃত্য সকললৈ অর্থাৎ পয়গম্বৰ সকললৈ গৈছে, | وَلَقَدْ سَبَقَتْ كَلِمَتُنَا لِعِبَادِنَا الْمُرْسَلِينَ ﴿١٧٢﴾ |
| ১৭৩) যে তেওঁলোকেই হে, নিশ্চয় হ'ব আমাৰ সহায়প্রাপ্ত : | إِنَّهُمْ لَهُمُ الْمَنْصُورُونَ ﴿١٧٣﴾ |
| ১৭৪) আৰু যে আমাৰ সৈন্য দলেইহে, নিশ্চয় হ'ব বিজয়ী। | وَإِنَّ جُنْدَنَا لَهُمُ الْغَالِبُونَ ﴿١٧٤﴾ |
| ১৭৫) সেই কাৰণে তুমি কিছু কালৰ কাৰণে তেওঁলোকৰ পৰা আঁতৰি যোৱাঁ। | فَتَوَلَّ عَنْهُمْ حَتَّىٰ حِينٍ ﴿١٧٥﴾ |

وَأَبْصِرْهُمْ فَسَوْفَ يُبْصِرُونَ ﴿١٧٦﴾

১৭৬) আৰু সিহঁতলৈ লক্ষ্য কৰা, কিয়নো সিহঁতে অনতি পলমে নিজৰ শেষ দেখিবলৈ পাব।

أَفَبِعَذَابِنَا يَسْتَعْجِلُونَ ﴿١٧٧﴾

১৭৭) গতিকে সিহঁতে আমাৰ শাস্তি সোনকালে আগ বঢ়াই অনোৱাটো ইচ্ছা কৰে নেকি ?

فَإِذَا نَزَلَ بِسَاحَتِهِمْ فَسَاءَ صَبَاحُ الْمُنْذَرِينَ ﴿١٧٨﴾

১৭৮) কিন্তু যেতিয়া এই শাস্তি সিহঁতৰ চোতাললৈ নামি আহিব, সতৰ্ক কৰি দিয়া সকলৰ কাৰণে ই হ'ব এক দুৰ্ভাগ্যৰ দিন।

وَتَوَلَّ عَنْهُمْ حَتَّىٰ حِينٍ ﴿١٧٩﴾

১৭৯) গতিকে তুমি কিছুক্ষণৰ বাবে সিহঁতৰ পৰা আঁতৰি যোৱাঁ,

وَأَبْصِرْ فَسَوْفَ يُبْصِرُونَ ﴿١٨٠﴾

১৮০) আৰু লক্ষ্য কৰাঁ, কিয়নো সিহঁতে অনতি-পলমে নিজৰ শেষ দেখিবলৈ পাব।

سُبْحَٰنَ رَبِّكَ رَبِّ الْعِزَّةِ عَمَّا يَصِفُونَ ﴿١٨١﴾

১৮১) তোমাৰ প্ৰভু অতি পৱিত্ৰ, সকলো শক্তিৰ অধিকাৰী, আৰু তেওঁলোকে সাব্যস্ত কৰা স্থানৰ বহু ওপৰত

وَسَلَٰمٌ عَلَى الْمُرْسَلِينَ ﴿١٨٢﴾

১৮২) আৰু পয়গম্বৰসকলৰ ওপৰত সৰ্ব্বদা শান্তি বৰষে !

وَالْحَمْدُ لِلَّهِ رَبِّ الْعَٰلَمِينَ ﴿١٨٣﴾

১৮৩) আৰু সকলো প্ৰশংসাৰ গৰাকী হৈছে আল্লাহ্‌, সকলো বিশ্বৰ অধিকাৰী।

سُوْرَةُ صٓ مَكِّيَّةٌ (٣٨)

চুৰা ৩৮ SAD চ্বাদ (মক্কাত অৱতীর্ণ)

১) সুপ্ৰসন্ন, পৰম কৰুণাময় আল্লাহৰ নামত। بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

২) চাআদ্, আমি প্ৰমাণ স্বৰূপে দৰ্শাইছোঁ এই কোৰ্-আন, যি উপদেশেৰে ভৰপুৰ, যে এই গ্ৰন্থ হৈছে আমাৰ প্ৰকাশিত বাৰ্ত্তা। صٓ وَالْقُرْاٰنِ ذِي الذِّكْرِ ②

৩) কিন্তু যি সকলে অবিশ্বাস কৰে তেওঁলোক মিছা অহঙ্কাৰ আৰু শত্ৰুতাত নিমজ্জিত হৈ আছে। بَلِ الَّذِيْنَ كَفَرُوْا فِيْ عِزَّةٍ وَّشِقَاقٍ ③

৪) আমি তেওঁলোকৰ আগতে কতনো পুৰুষৰ ধ্বংসসাধন কৰিলোঁ! তেওঁলোকে সহায় বিচাৰি আৰ্ত্তনাদ কৰিছিল, কিন্তু তেতিয়া আৰু সাৰিবৰ সময় নাছিল। كَمْ اَهْلَكْنَا مِنْ قَبْلِهِمْ مِّنْ قَرْنٍ فَنَادَوْا وَّلَاتَ حِيْنَ مَنَاصٍ ④

৫) আৰু তেওঁলোক আচৰিত হয় যে তেওঁলোকৰ নিজৰ মাজৰ পৰাই এজন সতৰ্ককাৰীৰ আবিৰ্ভাৱ হৈছে; আৰু অবিশ্বাসী সকলে কয়, 'এইজন এজন যাদুকৰ, এক মহা মিথ্যাবাদী। وَعَجِبُوْٓا اَنْ جَآءَهُمْ مُّنْذِرٌ مِّنْهُمْ وَقَالَ الْكٰفِرُوْنَ هٰذَا سٰحِرٌ كَذَّابٌ ⑤

৬) 'কি! তেওঁ সকলো ঈশ্বৰক গোটাই এজন প্ৰভুৰ সৃষ্টি কৰিছে নেকি? এইটো বাস্তৱিকতে এটা অদ্ভুত কথা'। اَجَعَلَ الْاٰلِهَةَ اِلٰهًا وَّاحِدًا ۚ اِنَّ هٰذَا لَشَيْءٌ عُجَابٌ ⑥

৭) তেওঁলোকৰ মুখিয়াল সকলে কৈ ফুৰিছিল, 'যোৱা তোমালোকে নিজৰ ঈশ্বৰসকলৰ সৈতে থাকাগৈ। এনে কৰাটোৱেই বাঞ্ছনীয় হ'ব; وَانْطَلَقَ الْمَلَاُ مِنْهُمْ اَنِ امْشُوْا وَاصْبِرُوْا عَلٰٓى اٰلِهَتِكُمْ ۚ اِنَّ هٰذَا لَشَيْءٌ يُّرَادُ ⑦

৮) 'আমি কোনো আগতে অহা ধৰ্ম্মত এনে ধৰণৰ কথা শুনা নাই। ই এক প্ৰবঞ্চনাৰ বাহিৰে একো নহয়; مَا سَمِعْنَا بِهٰذَا فِي الْمِلَّةِ الْاٰخِرَةِ ۚ اِنْ هٰذَآ اِلَّا اخْتِلَاقٌ ⑧

৯) 'আমাৰ সকলোৰে ভিতৰৰ পৰা তেওঁলৈকেহে মাত্ৰ ধৰ্ম্মোপদেশ পঠিওৱা হ'ল নেকি?' নহয়, তেওঁলোক মোৰ ধৰ্ম্মোপদেশৰ ءَاُنْزِلَ عَلَيْهِ الذِّكْرُ مِنْۢ بَيْنِنَا ۚ بَلْ هُمْ فِيْ شَكٍّ

مِّن ذِكْرِي ۚ بَل لَّمَّا يَذُوقُوا عَذَابِ ﴿٨﴾

বিষয়ে অনিশ্চিত। নহয়, তেওঁলোকে মোৰ শাস্তিৰ এতিয়াও সোৱাদ পোৱা নাই।

أَمْ عِندَهُمْ خَزَائِنُ رَحْمَةِ رَبِّكَ الْعَزِيزِ الْوَهَّابِ ﴿٩﴾

১০) তেওঁলোক, তোমাৰ সৰ্বশক্তিমান, মহাদানী প্ৰভুৰ কৰুণাৰ ভাণ্ডাৰৰ অধিকাৰী নেকি?

أَمْ لَهُم مُّلْكُ السَّمَاوَاتِ وَالْأَرْضِ وَمَا بَيْنَهُمَا ۖ فَلْيَرْتَقُوا فِي الْأَسْبَابِ ﴿١٠﴾

১১) নতুবা, তেওঁলোকৰেই নেকি সকলো স্বৰ্গ আৰু মৰ্ত্ত্য আৰু তাৰ মাজত থকা সকলো বস্তুৰ সাম্ৰাজ্য খন? তেনেহ'লে, তেওঁলোকক আপ্ৰাণ চেষ্টা কৰিবলৈ কোৱা তেওঁলোকৰ সকলো উপায় প্ৰয়োগ কৰি।

جُندٌ مَّا هُنَالِكَ مَهْزُومٌ مِّنَ الْأَحْزَابِ ﴿١١﴾

১২) তেওঁলোক হৈছে এক সঙ্ঘবদ্ধ বিৰোধীৰ দ'ল, যাৰ পৰাজয় সুনিশ্চিত।

كَذَّبَتْ قَبْلَهُمْ قَوْمُ نُوحٍ وَعَادٌ وَفِرْعَوْنُ ذُو الْأَوْتَادِ ﴿١٢﴾

১৩) তেওঁলোকৰ আগতেও নূহৰ সম্প্ৰদায় আৰু আদৰ জাতি আৰু বহু সৈন্যৰ অধিকাৰী ফেৰাউনে পয়গম্বৰসকলক মিছলীয়া বুলি প্ৰত্যাখ্যান কৰিছিল:

وَثَمُودُ وَقَوْمُ لُوطٍ وَأَصْحَابُ الْأَيْكَةِ ۚ أُولَٰئِكَ الْأَحْزَابُ ﴿١٣﴾

১৪) আৰু থামুদৰ জাতি আৰু লুতৰ সম্প্ৰদায় আৰু অৰণ্যবাসীসকল—এওঁলোক সকলোৱেই সঙ্ঘবদ্ধ বিৰোধীৰ দল আছিল।

إِن كُلٌّ إِلَّا كَذَّبَ الرُّسُلَ فَحَقَّ عِقَابِ ﴿١٤﴾

১৫) সেই জাতি কেইটাৰ ভিতৰত এনে এটা জাতি নাছিল যি তেওঁলোকৰ পয়গম্বৰসকলক মিথ্যাবাদী ৰূপে ব্যৱহাৰ কৰা নাছিল, সেইকাৰণে মোৰ শাস্তি তেওঁলোকৰ ওপৰত অপৰিহাৰ্য্য হৈছিল।

وَمَا يَنظُرُ هَٰؤُلَاءِ إِلَّا صَيْحَةً وَاحِدَةً مَّا لَهَا مِن فَوَاقٍ ﴿١٥﴾

১৬) আৰু সম্প্ৰতি এওঁলোকে অপেক্ষা কৰিছে মাত্ৰ এটা বিস্ফোৰণলৈ আৰু এই বিস্ফোৰণৰ আগমনত কোনো বিলম্ব হ'বলৈ দিয়া নহ'ব।

وَقَالُوا رَبَّنَا عَجِّل لَّنَا قِطَّنَا قَبْلَ يَوْمِ الْحِسَابِ ﴿١٦﴾

১৭) তেওঁলোকে কয়, 'আমাৰ প্ৰভু, আমালৈ আমাৰ শাস্তিৰ অংশ কেয়ামতৰ দিনৰ আগতেই শীঘ্ৰে আহিবলৈ দিয়াঁ'।

اصْبِرْ عَلَىٰ مَا يَقُولُونَ وَاذْكُرْ عَبْدَنَا دَاوُودَ ذَا الْأَيْدِ

১৮) তেওঁলোকে কোৱা কথা ধৈৰ্য্যৰে সহ্য কৰাঁ আৰু আমাৰ ভৃত্য, শক্তিশালী মানব, দাউদক

إِنَّهُ أَوَّابٌ ﴿١٧﴾

স্মৰণ কৰাইঁক, নিশ্চয়েই, তেওঁ সদায় আল্লাহৰ প্ৰতি মন দিছিল।

إِنَّا سَخَّرْنَا الْجِبَالَ مَعَهُ يُسَبِّحْنَ بِالْعَشِيِّ وَ
الْإِشْرَاقِ ﴿١٨﴾

১৯) আমি পৰ্ব্বতশাৰীক তেওঁৰ বশৱৰ্তী কৰি দিছিলো—সেই বিলাকে তেওঁৰ সৈতে নিশাৰ আৰম্ভণিত আৰু পুৱাৰ দোকমোকালিত আল্লাহৰ প্ৰশংসা গাইছিল।

وَالطَّيْرَ مَحْشُورَةً ۖ كُلٌّ لَهُ أَوَّابٌ ﴿١٩﴾

২০) আৰু আমি চৰাই বিলাকক সমবেত কৰি তেওঁৰ বশৱৰ্ত্তী কৰি দিছিলোঁ; সিহঁত সদায় তেওঁৰ প্ৰতি আসক্ত আছিল।

وَشَدَدْنَا مُلْكَهُ وَآتَيْنَاهُ الْحِكْمَةَ وَفَصْلَ
الْخِطَابِ ﴿٢٠﴾

২১) আৰু আমি তেওঁৰ ৰাজ্যক শক্তিসম্পন্ন কৰিছিলোঁ আৰু তেওঁক দিছিলোঁ চৰম সিদ্ধান্তসূচক বাক্‌শক্তি।

وقف لازم وَهَلْ أَتَاكَ نَبَأُ الْخَصْمِ إِذْ تَسَوَّرُوا الْمِحْرَابَ ﴿٢١﴾

২২) আৰু বিবাদী সকলৰ গল্পটো তোমাৰ কাণ পাইছেগৈ নে, যেতিয়া সিহঁতে তেওঁৰ নিজস্ব বাসস্থানৰ বেৰাৰ ওপৰেদি বগাই গৈছিল?

إِذْ دَخَلُوا عَلَىٰ دَاوُدَ فَفَزِعَ مِنْهُمْ قَالُوا لَا تَخَفْ
خَصْمَانِ بَغَىٰ بَعْضُنَا عَلَىٰ بَعْضٍ فَاحْكُمْ بَيْنَنَا
بِالْحَقِّ وَلَا تُشْطِطْ وَاهْدِنَا إِلَىٰ سَوَاءِ الصِّرَاطِ ﴿٢٢﴾

২৩) যেতিয়া সিহঁতে গৈ দাউদৰ সম্মুখত ওলালগৈ আৰু তেওঁ সিহঁতলৈ ভয় কৰিছিল, সিহঁতে ক'লে, 'ভয় নকৰিবা, আমি দুজন বিবাদী; আমাৰ এজনে সিজনৰ বিৰুদ্ধে অন্যায় কৰিছে; গতিকে ন্যায়েৰে সৈতে আমাৰ ভিতৰত বিচাৰ কৰাঁ, আৰু পোন পথৰ পৰা আঁতৰি নেযাবা আৰু আমাক সৎ পথলৈ বাট দেখুৱাই লৈ যোৱাঁ।'

إِنَّ هَٰذَا أَخِي لَهُ تِسْعٌ وَتِسْعُونَ نَعْجَةً وَلِيَ
نَعْجَةٌ وَاحِدَةٌ فَقَالَ أَكْفِلْنِيهَا وَعَزَّنِي
فِي الْخِطَابِ ﴿٢٣﴾

২৪) "এতিয়া, এই মোৰ ভাইজনৰ নিৰানব্বৈ জনী মাইকী ভেড়া আছে আৰু মোৰ মাথোন এজনীহে আছে। তথাপিও তেওঁ কয়, 'এইজনী মোক দিয়া,' আৰু তেওঁ মোক কথাৰে জয় কৰিলে।"

قَالَ لَقَدْ ظَلَمَكَ بِسُؤَالِ نَعْجَتِكَ إِلَىٰ نِعَاجِهِ
وَإِنَّ كَثِيرًا مِنَ الْخُلَطَاءِ لَيَبْغِي بَعْضُهُمْ عَلَىٰ بَعْضٍ
إِلَّا الَّذِينَ آمَنُوا وَعَمِلُوا الصَّالِحَاتِ وَقَلِيلٌ مَا هُمْ

২৫) দাউদে ক'লে, 'নিশ্চয়েই, তেওঁ তোমাৰ একেজনী ভেৰা লৈ নিজৰ ভেৰা কেইজনীৰ লগত যোগ দিবলৈ বিচৰাটো তোমাৰ প্ৰতি অন্যায় কৰা হৈছে। আৰু অৱশ্যেই বহুতো যৌথ কাৰবাৰৰ অংশীদাৰে ইজনে সিজনৰ অন্যায় কৰে, মাত্ৰ সেই সকলৰ বাহিৰে যি আল্লাহত বিশ্বাস ৰাখে আৰু

وَظَنَّ دَاوٗدُ اَنَّمَا فَتَنّٰهُ فَاسْتَغْفَرَ رَبَّهٗ وَخَرَّ رَاكِعًا وَّاَنَابَ ۩ ﴿٢٥﴾

সৎ কামত লিপ্ত থাকে; আৰু তেনেকুৱাৰ সংখ্যা বৰ কম।' আৰু দাউদে ভাবিছিলে আমি তেওঁক পৰীক্ষা কৰিছিলোঁ; সেই কাৰণে তেওঁৰ প্ৰভুৰ ওচৰত ক্ষমা ভিক্ষা কৰিছিল আৰু তেওঁৰ উপাসনাত সাষ্টাঙ্গে পৰি দিছিল।

فَغَفَرْنَا لَهٗ ذٰلِكَ ؕ وَاِنَّ لَهٗ عِنْدَنَا لَزُلْفٰى وَحُسْنَ مَاٰبٍ ﴿٢٦﴾

২৬) গতিকে আমি তেওঁক তেওঁৰ দোষ মাৰ্জনা কৰিলোঁ; আৰু, বাস্তৱতে, তেওঁ আমাৰ সান্নিধ্যত এক স্থান পাইছিল যিটো হৈছে এক উৎকৃষ্ট আবাস।

يٰدَاوٗدُ اِنَّا جَعَلْنٰكَ خَلِيْفَةً فِى الْاَرْضِ فَاحْكُمْ بَيْنَ النَّاسِ بِالْحَقِّ وَلَا تَتَّبِعِ الْهَوٰى فَيُضِلَّكَ عَنْ سَبِيْلِ اللّٰهِ ؕ اِنَّ الَّذِيْنَ يَضِلُّوْنَ عَنْ سَبِيْلِ اللّٰهِ لَهُمْ عَذَابٌ شَدِيْدٌۢ بِمَا نَسُوْا يَوْمَ الْحِسَابِ ﴿٢٧﴾

২৭) তেতিয়া তেওঁক আমি কলোঁ, 'হে' দাউদ আমি তোমাক পৃথিৱীত এজন আমাৰ প্ৰতিনিধি ৰূপে স্থাপন কৰিছোঁ; গতিকে মানুহৰ মাজত ন্যায় বিচাৰ কৰা, আৰু বৃথা অভিলাসৰ অনুসৰণ নকৰিবা, জানোছা ই তোমাক আল্লাহৰ পথৰ পৰা আঁতৰাই লৈ যায়।' নিশ্চয়েই, সেই সকলে, যি আল্লাহৰ পথৰ পৰা আঁতৰি যায়, এক কঠোৰ শাস্তি পাব, কিয়নো তেওঁলোকে কেয়ামতৰ দিনৰ কথা পাহৰি গৈছিল।

وَمَا خَلَقْنَا السَّمَآءَ وَالْاَرْضَ وَمَا بَيْنَهُمَا بَاطِلًا ؕ ذٰلِكَ ظَنُّ الَّذِيْنَ كَفَرُوْا ۚ فَوَيْلٌ لِّلَّذِيْنَ كَفَرُوْا مِنَ النَّارِ ؕ ﴿٢٨﴾

২৮) আৰু আমি স্বৰ্গসমূহ আৰু পৃথিৱীখন আৰু দুয়োৰে মাজত থকা সকলো বস্তু বৃথায়ে গঢ়া নাই। সেইটো মত হৈছে সেই সকলৰ, যি অবিশ্বাস কৰে। গতিকে অবিশ্বাসীসকললৈ আহিব অভিশাপ, অগ্নিৰ দবাৰা দিয়া শাস্তিয়ে তেওঁলোকক আগুৰি ধৰাৰ ফলত।

اَمْ نَجْعَلُ الَّذِيْنَ اٰمَنُوْا وَعَمِلُوا الصّٰلِحٰتِ كَالْمُفْسِدِيْنَ فِى الْاَرْضِ ۫ اَمْ نَجْعَلُ الْمُتَّقِيْنَ كَالْفُجَّارِ ﴿٢٩﴾

২৯) আমি, যি সকলে বিশ্বাস কৰে আৰু সৎ কাম কৰে তেওঁলোকক পৃথিৱীত ভ্ৰষ্টাচাৰত লিপ্ত থকা সকলৰ দৰে একে ধৰণৰ ব্যৱহাৰ কৰিমনে? আমি সৎকৰ্ম্মী জনক পাপী জনৰ দৰে ব্যৱহাৰ কৰিমনে?

كِتٰبٌ اَنْزَلْنٰهُ اِلَيْكَ مُبٰرَكٌ لِّيَدَّبَّرُوْٓا اٰيٰتِهٖ وَلِيَتَذَكَّرَ اُولُوا الْاَلْبَابِ ﴿٣٠﴾

৩০) এইখন হৈছে এখন গ্ৰন্থ যাক আমি তোমালৈ মুক্ত কৰিছোঁ, বহু উৎকৰ্ষতাৰে ভৰপূৰ, যাতে ইয়াৰ শ্লোক সমূহৰ ওপৰত তেওঁলোকে অনুসৰণ কৰিব পাৰে।

৩১) আৰু আমি দাউদৰ ওপৰত দান কৰিছিলোঁ চুলেমানক যি আছিল আমাৰ এজন উৎকৃষ্ট ভৃত্য। তেওঁ সদায় আমাৰ মুখাপেক্ষী আছিল।

وَوَهَبْنَا لِدَاوُدَ سُلَيْمٰنَ ۚ نِعْمَ الْعَبْدُ ۚ اِنَّهٗۤ اَوَّابٌ ؕ۳۰

৩২) আৰু যেতিয়া তেওঁৰ সম্মুখলৈ সন্ধ্যা কালত অতি উৎকৃষ্ট জাতৰ বেগী ঘোঁৰাবোৰ অনা হ'ল,

اِذْ عُرِضَ عَلَيْهِ بِالْعَشِيِّ الصّٰفِنٰتُ الْجِيَادُ ۙ۳۱

৩৩) তেওঁ ক'লে, 'ভাল বস্তুৰ ভোগৰ প্ৰতি মই অনুৰক্ত, কাৰণ সেই বিলাকে মোক মোৰ প্ৰভুৰ বিষয়ে সোঁৰৱায়।' আৰু যেতিয়া সেই বিলাক পদাৰ আৰত লুকুৱাই থোৱা হৈছিল,

فَقَالَ اِنِّيْۤ اَحْبَبْتُ حُبَّ الْخَيْرِ عَنْ ذِكْرِ رَبِّيْ ۚ حَتّٰى تَوَارَتْ بِالْحِجَابِ ۫۳۲

৩৪) তেওঁ ক'লে, 'সেই বিলাকক মোৰ ওচৰলৈ ঘূৰাই আনা।' তাৰ পাছত তেওঁ সিহঁতৰ ভৰি আৰু ডিঙিত হাত ফুৰাবলৈ ধৰিলে।

رُدُّوْهَا عَلَيَّ ۚ فَطَفِقَ مَسْحًۢا بِالسُّوْقِ وَالْاَعْنَاقِ ۳۳

৩৫) নিশ্চয়েই, আমি চুলেমানক পৰীক্ষা কৰিছিলোঁ আৰু তেওঁৰ সিংহাসনত এক সামান্য ব্যক্তিক স্থাপন কৰিছিলোঁ। তেতিয়া তেওঁ আল্লাহৰ ওচৰ চাপিল, তেওঁৰ কৃপা ভিক্ষা কৰি।

وَلَقَدْ فَتَنَّا سُلَيْمٰنَ وَاَلْقَيْنَا عَلٰى كُرْسِيِّهٖ جَسَدًا ثُمَّ اَنَابَ ۳۴

৩৬) তেওঁ ক'লে, 'হে' মোৰ প্ৰভু, মোক ক্ষমা দান কৰা আৰু মোক এনে এখন ৰাজ্য দান কৰা যাক মোৰ অবিহনে আনে পাব নোৱাৰে, নিশ্চয়েই, তুমি মহান দানী।'

قَالَ رَبِّ اغْفِرْ لِيْ وَهَبْ لِيْ مُلْكًا لَّا يَنْۢبَغِيْ لِاَحَدٍ مِّنْۢ بَعْدِيْ ۚ اِنَّكَ اَنْتَ الْوَهَّابُ ۳۵

৩৭) সেই কাৰণে আমি বতাহক তেওঁৰ বশবৰ্ত্তী কৰি দিলোঁ, যি তেওঁ য'তে নাথাকক, তেওঁৰ আদেশত মৃদু গতিৰে বৈছিল,

فَسَخَّرْنَا لَهُ الرِّيْحَ تَجْرِيْ بِاَمْرِهٖ رُخَآءً حَيْثُ اَصَابَ ۙ۳۶

৩৮) আৰু তেওঁৰ বশবৰ্ত্তী কৰি দিছিলোঁ দৈত্যবোৰক, নানা বিধৰ স্থাপত্য বিদ্যাবিদ আৰু নিৰ্ম্মাণকাৰী, আৰু নিমজ্জিত হৈ কাম কৰা মানুহক,

وَالشَّيٰطِيْنَ كُلَّ بَنَّآءٍ وَّغَوَّاصٍ ۙ۳۷

৩৯) আৰু কিছুমান ভৰিত শিকলি লগোৱা মানুহক।

وَّاٰخَرِيْنَ مُقَرَّنِيْنَ فِي الْاَصْفَادِ ۳۸

৪০) 'এই হ'ল আমাৰ দান—গতিকে মুক্তহস্তে দিয়া অথবা জব্দ কৰা—হিচাপ নকৰাকৈ।'

هٰذَا عَطَآؤُنَا فَامْنُنْ اَوْ اَمْسِكْ بِغَيْرِ حِسَابٍ ۳۹

وَاِنَّ لَهٗ عِنۡدَنَا لَزُلۡفٰى وَحُسۡنَ مَاٰبٍ ﴿٤١﴾

৪১) আৰু নিশ্চয়েই তেওঁৰ স্থান আছিল আমাৰ সান্নিধ্যত আৰু ই এটা উৎকৃষ্ট আবাস।

وَاذۡكُرۡ عَبۡدَنَاۤ اَيُّوۡبَ ۘ اِذۡ نَادٰى رَبَّهٗۤ اَنِّىۡ مَسَّنِىَ الشَّيۡطٰنُ بِنُصۡبٍ وَّعَذَابٍ ؕ ﴿٤٢﴾

৪২) আৰু স্মৰণ কৰা আমাৰ ভৃত্য আয়ুবক, যেতিয়া তেওঁ তেওঁৰ প্ৰভুলৈ অনুনয় কৰিছিল ঃ 'ছয়তানে মোক দৈহিক আৰু মানসিক কষ্ট ভোগাইছে'।

اُرۡكُضۡ بِرِجۡلِكَ ۚ هٰذَا مُغۡتَسَلٌۢ بَارِدٌ وَّشَرَابٌ ﴿٤٣﴾

৪৩) আমি তেওঁক আদেশ দিলোঁ ঃ তোমাৰ আৰোহনৰ জন্তুক তোমাৰ ভৰিৰে উচটাই ক্ষিপ্ৰ গতিৰে আঁতৰি যোৱা। সৌ ওচৰতে ধোৱা-পখলা কৰা আৰু পি-খোৱা শীতল পানী আছে।'

وَوَهَبۡنَا لَهٗۤ اَهۡلَهٗ وَمِثۡلَهُمۡ مَّعَهُمۡ رَحۡمَةً مِّنَّا وَذِكۡرٰى لِاُولِى الۡاَلۡبَابِ ﴿٤٤﴾

৪৪) আৰু আমি তেওঁক দান কৰিছিলোঁ, তেওঁৰ পৰিয়াল আৰু একে সংখ্যক সমান ব্যক্তি, আমাৰ কৃপা ৰূপে, আৰু জ্ঞানসম্পন্ন সকলৰ প্ৰতি স্মাৰক হিচাপে।

وَخُذۡ بِيَدِكَ ضِغۡثًا فَاضۡرِبْ بِّهٖ وَلَا تَحۡنَثۡ ؕ اِنَّا وَجَدۡنٰهُ صَابِرًا ؕ نِعۡمَ الۡعَبۡدُ ؕ اِنَّهٗۤ اَوَّابٌ ﴿٤٥﴾

৪৫) আৰু আমি তেওঁক আদেশ দিলোঁ ঃ 'তোমাৰ হাতত কেইডালমান শুকান ঠাল (খেজুৰৰ) সংগ্ৰহ কৰি লৈ যোৱা আৰু তাৰে কোবোৱা (তোমাৰ ঘোঁৰা বেগেৰে দৌৰোৱা), আৰু অসত্যৰ ফালে অনুৰাগ নেদেখুৱাবা।' বাস্তৱতে, আমি তেওঁক একনিষ্ঠ পাইছিলোঁ। তেওঁ আছিল এক উৎকৃষ্ট ভৃত্য। নিশ্চয়েই, তেওঁ সঘনাই আল্লাহৰ মুখাপেক্ষী হৈছিল।

وَاذۡكُرۡ عِبٰدَنَاۤ اِبۡرٰهِيۡمَ وَاِسۡحٰقَ وَيَعۡقُوۡبَ اُولِى الۡاَيۡدِىۡ وَالۡاَبۡصَارِ ﴿٤٦﴾

৪৬) আৰু স্মৰণ কৰা আমাৰ ভৃত্য ইব্ৰাহিম আৰু ইছাহাক আৰু ইয়াকুবক ; তেওঁলোক দূৰদৰ্শী আৰু শক্তিসম্পন্ন মানৱ।

اِنَّاۤ اَخۡلَصۡنٰهُمۡ بِخَالِصَةٍ ذِكۡرَى الدَّارِ ۚ ﴿٤٧﴾

৪৭) আমি তেওঁলোকক এটা বিশেষ উদ্দেশ্যেৰে বাচি লৈছিলোঁ—মানুহক পৰকালৰ আবাসৰ বিষয়ে সোঁৱৰাবলৈ।

وَاِنَّهُمۡ عِنۡدَنَا لَمِنَ الۡمُصۡطَفَيۡنَ الۡاَخۡيَارِ ؕ ﴿٤٨﴾

৪৮) আৰু প্ৰকৃততে, আমাৰ চকুত তেওঁলোক আছিল সৰ্বোৎকৃষ্ট আৰু অত্যোত্তম।

وَاذۡكُرۡ اِسۡمٰعِيۡلَ وَالۡيَسَعَ وَذَا الۡكِفۡلِ ؕ وَكُلٌّ مِّنَ الۡاَخۡيَارِ ؕ ﴿٤٩﴾

৪৯) আৰু স্মৰণ কৰা, ইছমাইল, এজিকিল আৰু ঝুল-কিফ্‌লক, তেওঁলোক সকলোৱেই সৰ্বোৎকৃষ্ট আছিল।

هَٰذَا ذِكْرٌ ۚ وَإِنَّ لِلْمُتَّقِينَ لَحُسْنَ مَآبٍ ﴿٥٠﴾

৫০) এইটো হ'ল এটা সতর্ক বাণী। আৰু সৎপথগামী সকলে নিশ্চয়েই, এক উৎকৃষ্ট বাসস্থান লাভ কৰিব—

جَنَّٰتِ عَدْنٍ مُّفَتَّحَةً لَّهُمُ ٱلْأَبْوَٰبُ ﴿٥١﴾

৫১) চিৰকলীয়া উদ্যান সমূহ, যাৰ দুৱাৰ তেওঁলোকলৈ খুলি দিয়া হ'ব,

مُتَّكِـِٔينَ فِيهَا يَدْعُونَ فِيهَا بِفَٰكِهَةٍ كَثِيرَةٍ وَشَرَابٍ ﴿٥٢﴾

৫২) আৰু তাত দলিছাৰ ওপৰত বিশ্ৰাম কৰি তেওঁলোকে ইচ্ছামতে অঁপৰ্য্যাপ্ত ফল-মূল আৰু পানীয় বিচাৰিব পাৰিব ;

وَعِندَهُمْ قَٰصِرَٰتُ ٱلطَّرْفِ أَتْرَابٌ ﴿٥٣﴾

৫৩) আৰু তেওঁলোকৰ সৈতে থাকিব অতিশয় নির্জু প্ৰকৃতিৰ পৱিত্ৰ নাৰী সমবয়সীয়া লগৰীয়া স্বৰূপে।

هَٰذَا مَا تُوعَدُونَ لِيَوْمِ ٱلْحِسَابِ ﴿٥٤﴾

৫৪) এয়ে হ'ল আমি তোমালোকক কেয়ামতৰ দিনৰ বাবে দিয়া প্ৰতিশ্ৰুতি।

إِنَّ هَٰذَا لَرِزْقُنَا مَا لَهُۥ مِن نَّفَادٍ ﴿٥٥﴾

৫৫) প্ৰকৃততে, এয়ে হ'ল আমি দিয়া অফুৰন্ত সংস্থান।

هَٰذَا ۚ وَإِنَّ لِلطَّٰغِينَ لَشَرَّ مَـَٔابٍ ﴿٥٦﴾

৫৬) এইটো হ'ল বিশ্বাসী সকলৰ কাৰণে, কিন্তু বিদ্ৰোহী সকলৰ কাৰণে প্ৰত্যাগমনৰ স্থল হ'ব অতিশয় কষ্টৰ—

جَهَنَّمَ يَصْلَوْنَهَا فَبِئْسَ ٱلْمِهَادُ ﴿٥٧﴾

৫৭) দোজখ য'ত তেওঁলোক অগ্নিত দগ্ধ হ'ব : কি যে কুৎচিত বিশ্ৰামৰ স্থান !

هَٰذَا فَلْيَذُوقُوهُ حَمِيمٌ وَغَسَّاقٌ ﴿٥٨﴾

৫৮) এয়ে হ'ব তেওঁলোকৰ প্ৰাপ্য, গতিকে তেওঁলোকক এই বিলাকৰ সোৱাদ লবলৈ দিয়া—এক উত্তপ্ত জুলীয়া দ্ৰব্য আৰু অতি চেঁচা দুষিত পানীয়।

وَءَاخَرُ مِن شَكْلِهِۦٓ أَزْوَٰجٌ ﴿٥٩﴾

৫৯) আৰু একে ধৰণৰ আন বিভিন্ন কষ্ট।

هَٰذَا فَوْجٌ مُّقْتَحِمٌ مَّعَكُمْ ۖ لَا مَرْحَبًۢا بِهِمْ ۚ إِنَّهُمْ صَالُوا۟ ٱلنَّارِ ﴿٦٠﴾

৬০) অবিশ্বাসৰ গুৰি ধৰোঁতা সকলক কোৱা হ'ব ঃ এইটো হৈছে তোমালোকৰ সৈতে একেলগে হামখুৰি খাই আগ বঢ়া সৈন্যৰ দল। তেওঁলোকৰ কোনো সাদৰ সম্ভাষণ নহ'ব। তেওঁলোক অগ্নিত দগ্ধ হ'ব।

قَالُوا۟ بَلْ أَنتُمْ لَا مَرْحَبًۢا بِكُمْ ۖ أَنتُمْ قَدَّمْتُمُوهُ

৬১) অনুসৰণকাৰীসকলে ক'ব, 'নহয়, তোমালোকহে। তোমালোকৰ কাৰণেও কোনো

لَنَا ۖ فَبِئْسَ الْقَرَارُ ﴿٦١﴾

সাদৰ সম্ভাষণ নাই। তোমালোকেই হে আমাক ভুল বাট দেখুৱাই আমাৰ কাৰণে এই দুৰৱস্থাৰ প্ৰস্তুত কৰিছিলা।' ই কি যে এক কুৎচিত বিশ্ৰামৰ স্থান!

قَالُوا رَبَّنَا مَنْ قَدَّمَ لَنَا هَٰذَا فَزِدْهُ عَذَابًا ضِعْفًا فِي النَّارِ ﴿٦٢﴾

৬২) তেওঁলোকে এইটোও ক'ব, 'আমাৰ প্ৰভু, যেয়েই আমাৰ দুৰৱস্থাৰ প্ৰস্তুত কৰিছিল তেওঁলোকক অগ্নিৰ দবাৰা হোৱা শাস্তি বহু গুণে বঢ়াই দিয়াঁ।'

وَقَالُوا مَا لَنَا لَا نَرَىٰ رِجَالًا كُنَّا نَعُدُّهُمْ مِنَ الْأَشْرَارِ ﴿٦٣﴾

৬৩) আৰু দোজখৰ বাসিন্দাসকলে ক'ব, 'আমাৰ নো কি হৈছে, আমি দেখোন যি সকলক অসৎ বুলি গণ্য কৰিছিলোঁ সেইসকলক ইয়াত দেখিবলৈ নেপাওঁ ?

أَتَّخَذْنَاهُمْ سِخْرِيًّا أَمْ زَاغَتْ عَنْهُمُ الْأَبْصَارُ ﴿٦٤﴾

৬৪) 'তাৰ কাৰণ এয়ে নেকি যে, আমি তেওঁলোকক অন্যায় ভাৱে হাঁহিয়াতৰ পাত্ৰ বুলি ধৰিছিলোঁ নে আমাৰ চকুৱেহে তেওঁলোকক বিচাৰি পোৱা নাই ?'

إِنَّ ذَٰلِكَ لَحَقٌّ تَخَاصُمُ أَهْلِ النَّارِ ﴿٦٥﴾

৬৫) নিশ্চয়েই, এইটোৱেই হ'ল সত্য—অগ্নিৰ বাসিন্দা সকলৰ সমূহীয়া বাক্-বিতণ্ডা।

قُلْ إِنَّمَا أَنَا مُنْذِرٌ ۖ وَمَا مِنْ إِلَٰهٍ إِلَّا اللَّهُ الْوَاحِدُ الْقَهَّارُ ﴿٦٦﴾

৬৬) কোৱাঁ, 'মই এজন সর্তক কৰোঁতা মাথোন ; আৰু আল্লাহৰ বাহিৰে কোনো প্ৰভু নাই, একেইজনা সৰ্বশ্ৰেষ্ঠ আল্লাহ্ ;

رَبُّ السَّمَاوَاتِ وَالْأَرْضِ وَمَا بَيْنَهُمَا الْعَزِيزُ الْغَفَّارُ ﴿٦٧﴾

৬৭) 'সকলো স্বৰ্গ আৰু মৰ্ত্ত্য আৰু দুয়োৰে মাজত থকা সকলো বস্তুৰ অধিকাৰী, মহা শক্তিশালী, মহা ক্ষমাশীল আল্লাহ্'।

قُلْ هُوَ نَبَأٌ عَظِيمٌ ﴿٦٨﴾

৬৮) কোৱাঁ 'ই এটা গুৰুত্বপূৰ্ণ সংবাদ—

أَنْتُمْ عَنْهُ مُعْرِضُونَ ﴿٦٩﴾

৬৯) 'যাৰ পৰা তোমালোক আঁতৰি গৈছা ;

مَا كَانَ لِيَ مِنْ عِلْمٍ بِالْمَلَإِ الْأَعْلَىٰ إِذْ يَخْتَصِمُونَ ﴿٧٠﴾

৭০) সেই সৰ্বোচ্চ সন্মানিত সমাবেশ য'ত এই বিষয়ে তেওঁলোকে আলোচনা কৰিছিল ; সেই সমাবেশৰ বিষয়ে মই অৱগত নাছিলোঁ,

إِنْ يُوحَىٰ إِلَيَّ إِلَّا أَنَّمَا أَنَا نَذِيرٌ مُبِينٌ ﴿٧١﴾

৭১) 'কিন্তু এইটো মই জানো যে মোক মোৰ প্ৰভুৱে এজন সাধাৰণ সৰ্তককাৰীৰূপে নিযুক্ত কৰি বাণী পঠিয়াইছে।

৭২) সেই সময়টো সোঁৱৰা যেতিয়া তোমাৰ প্ৰভুৱে ফেৰিস্তাসকলক কৈছিল, 'মই আলতীয়া মাটিৰ পৰা মানুহ সাজিবলৈ প্ৰস্তুত হৈছোঁ ;

إِذْ قَالَ رَبُّكَ لِلْمَلَٰٓئِكَةِ إِنِّى خَٰلِقٌۢ بَشَرًا مِّن طِينٍ ٧١

৭৩) 'আৰু যেতিয়া মই তেওঁক নিখুঁত ভাৱে ৰূপ দি উঠিম আৰু মোৰ অনুপ্ৰেৰণাৰে সজীৱ কৰি তুলিম, তোমালোকে তেওঁৰ প্ৰতি আনুগত্য দেখুৱাই সাষ্টাঙ্গে প্ৰণিপাত কৰিবা।'

فَإِذَا سَوَّيْتُهُۥ وَنَفَخْتُ فِيهِ مِن رُّوحِى فَقَعُوا۟ لَهُۥ سَٰجِدِينَ ٧٢

৭৪) গতিকে ফেৰিস্তা সকলে সেইমতে আনুগত্য দেখুৱালে, সকলোৱে একেলগে।

فَسَجَدَ ٱلْمَلَٰٓئِكَةُ كُلُّهُمْ أَجْمَعُونَ ٧٣

৭৫) কিন্তু ইবলিছে নকৰিলে। তেওঁ অহঙ্কাৰ কৰিলে, আৰু অবিশ্বাসী সকলৰ ভিতৰৰ এজন হ'ল।

إِلَّآ إِبْلِيسَ ٱسْتَكْبَرَ وَكَانَ مِنَ ٱلْكَٰفِرِينَ ٧٤

৭৬) আল্লাহে ক'লে, 'হে ইবলিছ, মোৰ দুহাতেৰে সৃষ্টি কৰা বস্তুটোলৈ আনুগত্য দেখুৱাৰ পথত তোমাক কিহে বাধা দিলে ? তাৰ কাৰণ এয়ে নেকি যে তুমি অতি অভিমানী, নে তুমি নিজকে মোৰ আদেশ মনাৰ ওপৰত বুলি ভাবা ?'

قَالَ يَٰٓإِبْلِيسُ مَا مَنَعَكَ أَن تَسْجُدَ لِمَا خَلَقْتُ بِيَدَىَّ ۖ أَسْتَكْبَرْتَ أَمْ كُنتَ مِنَ ٱلْعَالِينَ ٧٥

৭৭) তেওঁ ক'লে, 'মই তেওঁতকৈ উত্তম। তুমি মোক অগ্নিৰ পৰা সজিছা আৰু তেওঁক স্ৰজিছা আলতীয়া মাটিৰ পৰা।'

قَالَ أَنَا۠ خَيْرٌ مِّنْهُ ۖ خَلَقْتَنِى مِن نَّارٍ وَخَلَقْتَهُۥ مِن طِينٍ ٧٦

৭৮) আল্লাহে ক'লে, 'তেতিয়া হ'লে ইয়াৰ পৰা ওলাই যোৱা, কিয়নো, নিশ্চয়েই, তোমাক বহিষ্কাৰ কৰা হ'ল ;

قَالَ فَٱخْرُجْ مِنْهَا فَإِنَّكَ رَجِيمٌ ٧٧

৭৯) 'আৰু, নিশ্চয়েই তোমাৰ ওপৰত কেয়ামতৰ দিনলৈকে মোৰ অভিশাপ থাকিব।'

وَإِنَّ عَلَيْكَ لَعْنَتِىٓ إِلَىٰ يَوْمِ ٱلدِّينِ ٧٨

৮০) তেওঁ ক'লে, 'মোৰ প্ৰভু, তেতিয়া হ'লে মোক তেওঁলোকক পুনৰ উঠাই অনা দিনলৈকে বিৰতি দিয়াঁ।'

قَالَ رَبِّ فَأَنظِرْنِىٓ إِلَىٰ يَوْمِ يُبْعَثُونَ ٧٩

৮১) আল্লাহে ক'লে, 'নিশ্চয়েই তুমি সকাহ পোৱা সকলৰ ভিতৰৰ এজন,

قَالَ فَإِنَّكَ مِنَ ٱلْمُنظَرِينَ ٨٠

৮২) 'নিৰ্দিষ্ট সময়ৰ দিনটো আহি নোপোৱা লৈকে।'

إِلَىٰ يَوْمِ ٱلْوَقْتِ ٱلْمَعْلُومِ ٨١

৮৩) তেওঁ ক'লে, 'তেতিয়া হ'লে মই অঙ্গীকাৰ কৰিলোঁ, মই তেওঁলোক সকলোকে নিশ্চয় আওবাটে লৈ যাম,

قَالَ فَبِعِزَّتِكَ لَأُغْوِيَنَّهُمْ أَجْمَعِينَ ﴿٨٣﴾

৮৪) 'কেৱল তোমাৰ বাচি লোৱা ভৃত্যৰ বাহিৰে।'

إِلَّا عِبَادَكَ مِنْهُمُ الْمُخْلَصِينَ ﴿٨٤﴾

৮৫) আল্লাহে ক'লে, 'সত্য আছে, আৰু সত্য কথাহে মাথোন মই কওঁ,

قَالَ فَالْحَقُّ وَالْحَقَّ أَقُولُ ﴿٨٥﴾

৮৬) 'যে মই নিশ্চয়েই, তোমাৰ আৰু তোমাৰ অনুগামী সকলৰ দবাৰা একেলগে দোজখ পূৰ্ণ কৰিম।'

لَأَمْلَأَنَّ جَهَنَّمَ مِنكَ وَمِمَّن تَبِعَكَ مِنْهُمْ أَجْمَعِينَ ﴿٨٦﴾

৮৭) কোৱাঁ, 'মই তোমালোকৰ পৰা এই বাবে কোনো পুৰস্কাৰ বিচৰা নাই, আনহাতে মই সেই বিলাকৰ ভিতৰৰো এজন নহয় যি ভাও ধৰি ভাল পায়।

قُلْ مَا أَسْأَلُكُمْ عَلَيْهِ مِنْ أَجْرٍ وَمَا أَنَا مِنَ الْمُتَكَلِّفِينَ ﴿٨٧﴾

৮৮) কোৰ্-আন খন সকলো জাতিৰ কাৰণে এক সতৰ্ক বাণীৰ বাহিৰে একো নহয়।

إِنْ هُوَ إِلَّا ذِكْرٌ لِّلْعَالَمِينَ ﴿٨٨﴾

৮৯) 'আৰু তোমালোকে নিশ্চয়েই, ইয়াৰ সত্যতাৰ প্ৰমাণ কিছু সময়ৰ বিলম্বতে পাবা।'

وَلَتَعْلَمُنَّ نَبَأَهُ بَعْدَ حِينٍ ﴿٨٩﴾



**চুৰা ৩৯** AL-ZUMAR আল্-জুম'ৰ্ (মক্কাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, পৰম কৰুণাময় আল্লাহৰ নামত। بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

২) এই গ্ৰন্থৰ প্ৰকাশ সৰ্বশক্তিমান সৰ্বজ্ঞানী আল্লাহৰ পৰা হৈছে। تَنْزِيْلُ الْكِتٰبِ مِنَ اللّٰهِ الْعَزِيْزِ الْحَكِيْمِ ②

৩) নিশ্চয়েই, আমিয়েইহে মাত্ৰ তোমালৈ প্ৰকাশ কৰিছোঁ এই গ্ৰন্থ, য'ত আছে সম্পূৰ্ণ সত্য, গতিকে আন্তৰিকতাৰে বিশ্বাস কৰি আল্লাহৰ উপাসনা কৰাঁ। اِنَّآ اَنْزَلْنَآ اِلَيْكَ الْكِتٰبَ بِالْحَقِّ فَاعْبُدِ اللّٰهَ مُخْلِصًا لَّهُ الدِّيْنَ ③

৪) মনত ৰাখিবা, আল্লাহে মাত্ৰ আন্তৰিক বিশ্বাসহে ভাল পায়। আৰু যিসকলে সেইজনৰ বাহিৰে আনক ৰক্ষাকাৰী ৰূপে লয়, কয়, 'আমি তেওঁলোকৰ সেৱা কৰোঁ মাত্ৰ তেওঁলোকে আমাক আল্লাহৰ সান্নিধ্যলৈ আনিব বুলি।' নিশ্চয়েই, আল্লাহে, তেওঁলোকৰ মাজত বিচাৰ কৰিব তেওঁলোকৰ বাদানুবাদৰ বিষয়ে। নিশ্চয়েই আল্লাহে সেইজনক বাট নেদেখুৱায় যি এজন অকৃতজ্ঞ মিথ্যাবাদী। اَلَا لِلّٰهِ الدِّيْنُ الْخَالِصُ ۚ وَالَّذِيْنَ اتَّخَذُوْا مِنْ دُوْنِهٖٓ اَوْلِيَآءَ ۘ مَا نَعْبُدُهُمْ اِلَّا لِيُقَرِّبُوْنَآ اِلَى اللّٰهِ زُلْفٰى ۗ اِنَّ اللّٰهَ يَحْكُمُ بَيْنَهُمْ فِيْ مَا هُمْ فِيْهِ يَخْتَلِفُوْنَ ۗ اِنَّ اللّٰهَ لَا يَهْدِيْ مَنْ هُوَ كٰذِبٌ كَفَّارٌ ④

৫) আল্লাহে যদি তেওঁৰ নিজৰ প্ৰতি এজন পুত্ৰ লবলৈ ইচ্ছা কৰিলেহেঁতেন, তেওঁৰ সৃষ্টিৰ পৰা যাকেই ইচ্ছা বাচি লব পাৰিলে হেঁতেন। সেইজনা মহা পৱিত্ৰ! তেৱেঁই আল্লাহ্ এক আল্লাহ্, সৰ্বোৎকৃষ্ট। لَوْ اَرَادَ اللّٰهُ اَنْ يَّتَّخِذَ وَلَدًا لَّاصْطَفٰى مِمَّا يَخْلُقُ مَا يَشَآءُ ۙ سُبْحٰنَهٗ ۗ هُوَ اللّٰهُ الْوَاحِدُ الْقَهَّارُ ⑤

৬) তেওঁ স্বৰ্গসমূহ আৰু পৃথিৱীখন সাজিছিল জ্ঞানৰ প্ৰয়োজন অনুযায়ী। তেওঁ নিশাক দিনটো আবৰিবলৈ দিয়ে, আৰু তেওঁ দিনক ৰাতিটো আবৰিবলৈ দিয়ে; আৰু তেওঁ সূৰ্য্য আৰু চন্দ্ৰক কাৰ্য্যত নিয়োগ কৰিছে; প্ৰত্যেকটোৱে নিৰ্দ্ধাৰিত সময়লৈকে নিজৰ নিজৰ গতি পথত চলে। মনত خَلَقَ السَّمٰوٰتِ وَالْاَرْضَ بِالْحَقِّ ۚ يُكَوِّرُ الَّيْلَ عَلَى النَّهَارِ وَيُكَوِّرُ النَّهَارَ عَلَى الَّيْلِ وَسَخَّرَ الشَّمْسَ وَالْقَمَرَ ۗ كُلٌّ يَّجْرِيْ لِاَجَلٍ مُّسَمًّى ۗ اَلَا هُوَ الْعَزِيْزُ

ৰাখিবা, সেইজনাই মাত্ৰ হৈছে তেওঁ, যি মহাশক্তিশালী, মহা ক্ষমাকাৰী।

الْغَفَّارُ ۝٥

৭) তেওঁ তোমালোকক সৃষ্টি কৰিছিল এটা জীৱৰ পৰা; আৰু তাৰ পৰা সাজিলে ইয়াৰ সহচৰ: আৰু তেওঁ তোমালোকৰ কাৰণে পঠিয়ালে আঠযোৰ পোহনীয়া জন্তু। তেওঁ তোমালোকক মাতৃৰ গৰ্ভত সৃষ্টি কৰে, এটা সৃষ্টি স্তৰৰ পৰা আন এটা স্তৰলৈ, তিনিটা আন্ধাৰ স্তৰৰ মাজেদি। ৰাজ্যখন তেওঁৰেই। এইজনাই হৈছে আল্লাহ্ তোমালোকৰ প্ৰভু। তেওঁৰ বাহিৰে আন কোনো প্ৰভু নাই। তেনেহ'লে তোমালোকক নো কোনপিনে ঘূৰাই নিছে ?

خَلَقَكُمْ مِّنْ نَّفْسٍ وَّاحِدَةٍ ثُمَّ جَعَلَ مِنْهَا زَوْجَهَا وَاَنْزَلَ لَكُمْ مِّنَ الْاَنْعَامِ ثَمٰنِيَةَ اَزْوَاجٍ ۚ يَخْلُقُكُمْ فِيْ بُطُوْنِ اُمَّهٰتِكُمْ خَلْقًا مِّنْۢ بَعْدِ خَلْقٍ فِيْ ظُلُمٰتٍ ثَلٰثٍ ۚ ذٰلِكُمُ اللّٰهُ رَبُّكُمْ لَهُ الْمُلْكُ ۚ لَآ اِلٰهَ اِلَّا هُوَ ۚ فَاَنّٰى تُصْرَفُوْنَ ۝٦

৮) তোমালোকে যদি অকৃতজ্ঞ হোৱাঁ, নিশ্চয়েই, আল্লাহ্ স্বাৱলম্বী, তোমালোকৰ পৰা স্বাধীন। আৰু তেওঁ তেওঁৰ ভৃত্যৰ অকৃতজ্ঞতা মঞ্জুৰ নকৰে। কিন্তু তোমালোকে যদি কৃতজ্ঞ হোৱাঁ, তেওঁ তোমালোকক ভাল পায়। আৰু কোনেও অন্য কাৰোবাৰ বোজা বহন নকৰে। তাৰ পাছত তোমালোকৰ প্ৰভুলৈকে তোমালোকৰ প্ৰত্যাগমন হ'ব; আৰু তেওঁ তোমালোকক জনাব তোমালোক কি কাৰ্য্য-কলাপত লিপ্ত আছিলা। নিশ্চয়েই, অন্তৰত লুক্কায়িত সকলো কথা তেওঁ বৰ ভাল দৰে জানে।

اِنْ تَكْفُرُوْا فَاِنَّ اللّٰهَ غَنِيٌّ عَنْكُمْ ۟ وَلَا يَرْضٰى لِعِبَادِهِ الْكُفْرَ ۚ وَاِنْ تَشْكُرُوْا يَرْضَهُ لَكُمْ ۗ وَلَا تَزِرُ وَازِرَةٌ وِّزْرَ اُخْرٰى ۗ ثُمَّ اِلٰى رَبِّكُمْ مَّرْجِعُكُمْ فَيُنَبِّئُكُمْ بِمَا كُنْتُمْ تَعْمَلُوْنَ ۗ اِنَّهٗ عَلِيْمٌۢ بِذَاتِ الصُّدُوْرِ ۝٧

৯) আৰু যেতিয়া মানৱৰ ওপৰত এক বিপদ আহি পৰে, তেওঁ অনুতপ্ত হৈ তেওঁৰ প্ৰভুৰ ওচৰ চাপে। তাৰ পাছত, সেইজনাই যেতিয়া তেওঁৰ নিজৰ অনুগ্ৰহ সেই অনুতপ্ত মানৱক দান কৰে, মানৱে আগতে কি কাৰণে নো প্ৰাৰ্থনা কৰিছিল পাহৰি যায়, আৰু আল্লাহৰ সমকক্ষ সৃষ্টি কৰিবলৈ আৰম্ভ কৰে, মানুহক আল্লাহৰ পথৰ পৰা গুচাই আওবাটে লৈ যোৱাৰ উদ্দেশ্যে। কোৱাঁ, 'তোমালোকৰ অবিশ্বাসৰ পৰা কিছু লাভ ভোগ

وَاِذَا مَسَّ الْاِنْسَانَ ضُرٌّ دَعَا رَبَّهٗ مُنِيْبًا اِلَيْهِ ثُمَّ اِذَا خَوَّلَهٗ نِعْمَةً مِّنْهُ نَسِيَ مَا كَانَ يَدْعُوْٓا اِلَيْهِ مِنْ قَبْلُ وَجَعَلَ لِلّٰهِ اَنْدَادًا لِّيُضِلَّ عَنْ سَبِيْلِهٖ ۗ قُلْ تَمَتَّعْ بِكُفْرِكَ قَلِيْلًا ۖ اِنَّكَ مِنْ اَصْحٰبِ

কৰাইক; অন্তত তোমালোক নিশ্চয়েই, অগ্নিৰ বাসিন্দা হবাইক'।

النَّارِ ۝٩

১০) সেইজন, যি মাজনিশা অতি আন্তৰিকতাৰে থিয় দি, সাষ্টাঙ্গে পৰি, আল্লাহৰ উপাসনা কৰে আৰু পৰকালৰ জীৱনৰ বিষয়ে আশংকা কৰে আৰু আল্লাহৰ কৃপা লাভলৈ আশা কৰে, অবাধ্যজনেৰে সৈতে একে হ'ব পাৰে নে? কোৱাঁ, 'যি সকল জ্ঞানপ্ৰাপ্ত, তেওঁলোক অজ্ঞানৰ সৈতে একে হ'ব পাৰে নে?' প্ৰকৃততে, মাত্ৰ বোধ শক্তিসম্পন্ন সকলেহে মনোযোগ দিব পাৰিব।

أَمَّنْ هُوَ قَانِتٌ آنَاءَ اللَّيْلِ سَاجِدًا وَقَائِمًا يَحْذَرُ
الْآخِرَةَ وَيَرْجُو رَحْمَةَ رَبِّهِ ۗ قُلْ هَلْ يَسْتَوِي
الَّذِينَ يَعْلَمُونَ وَالَّذِينَ لَا يَعْلَمُونَ ۗ إِنَّمَا يَتَذَكَّرُ
أُولُو الْأَلْبَابِ ۝١٠

১১) কোৱাঁ, 'হে' আল্লাহৰ বিশ্বাসী ভৃত্যসকল তোমালোকৰ প্ৰভুক ভয় কৰা। যি সকলে এই জীৱনত সৎ কাম কৰে তেওঁলোকৰ মঙ্গল হয়। আৰু আল্লাহৰ পৃথিৱীখন আহল-বহল। প্ৰকৃততে, একনিষ্ঠ সকল অপৰিমিত ভাৱে পুৰস্কৃত হ'ব'।

قُلْ يَا عِبَادِ الَّذِينَ آمَنُوا اتَّقُوا رَبَّكُمْ ۚ لِلَّذِينَ أَحْسَنُوا
فِي هَٰذِهِ الدُّنْيَا حَسَنَةٌ ۗ وَأَرْضُ اللَّهِ وَاسِعَةٌ ۗ
إِنَّمَا يُوَفَّى الصَّابِرُونَ أَجْرَهُمْ بِغَيْرِ حِسَابٍ ۝١١

১২) কোৱাঁ, 'বাস্তৱতে, আন্তৰিক বিশ্বাসেৰে উপাসনা কৰিবলৈ মই আদেশ পাইছোঁ,

قُلْ إِنِّي أُمِرْتُ أَنْ أَعْبُدَ اللَّهَ مُخْلِصًا لَهُ الدِّينَ ۝١٢

১৩) 'আৰু মই আদেশ পাইছোঁ যি সকলে সেইজনাৰ আগত মূৰ দোৱাঁয় তেওঁলোকৰ ভিতৰত শীৰ্ষস্থান লববলৈ।'

وَأُمِرْتُ لِأَنْ أَكُونَ أَوَّلَ الْمُسْلِمِينَ ۝١٣

১৪) কোৱাঁ, 'বাস্তৱত, মই যদি মোৰ প্ৰভুক অমান্য কৰোঁ, মই এক কঠোৰ দিনৰ শাস্তিক ভয় কৰিব লাগিব।'

قُلْ إِنِّي أَخَافُ إِنْ عَصَيْتُ رَبِّي عَذَابَ يَوْمٍ
عَظِيمٍ ۝١٤

১৫) কোৱাঁ, 'মই আল্লাহকহে কেৱল উপাসনা কৰোঁ, তেওঁৰ প্ৰতি পৰম আন্তৰিক বাধ্যতাৰে সৈতে।

قُلِ اللَّهَ أَعْبُدُ مُخْلِصًا لَهُ دِينِي ۝١٥

১৬) 'তোমালোকৰ ক্ষেত্ৰত, তোমালোকে আল্লাহৰ বাহিৰে যাকে ইচ্ছা হয় উপাসনা কৰাঁ।' কোৱাঁ, 'নিশ্চয়েই প্ৰকৃত পৰাজয়ী হয় সেই সকলেই যি কেয়ামতৰ দিনা তেওঁলোকৰ নিজৰ আত্মাক আৰু পৰিয়াল বৰ্গক ধ্বংস কৰে।' সতৰ্ক হোৱাঁ! সেইটো নিশ্চয়েই, স্পষ্ট অনিষ্ট।

فَاعْبُدُوا مَا شِئْتُمْ مِنْ دُونِهِ ۗ قُلْ إِنَّ الْخَاسِرِينَ
الَّذِينَ خَسِرُوا أَنْفُسَهُمْ وَأَهْلِيهِمْ يَوْمَ الْقِيَامَةِ ۗ
أَلَا ذَٰلِكَ هُوَ الْخُسْرَانُ الْمُبِينُ ۝١٦

১৭) তেওঁলোকে মূৰৰ ওপৰত পাব অগ্নিৰ আবৰণ আৰু ভৰিৰ তলতো পাব একে ধৰণৰ আবৰণ। এই অৱস্থাৰ পৰা ৰক্ষা পাবলৈহে আল্লাহে তেওঁৰ ভৃত্য সকলক সতৰ্ক কৰে। 'হে' মোৰ ভৃত্যসকল, গতিকে কেৱল মোক তোমালোকে ভয় কৰাহঁক।'

لَهُم مِّن فَوْقِهِمْ ظُلَلٌ مِّنَ النَّارِ وَمِن تَحْتِهِمْ ظُلَلٌ ذَٰلِكَ يُخَوِّفُ اللَّهُ بِهِ عِبَادَهُ يَا عِبَادِ فَاتَّقُونِ

১৮) আৰু যিসকলে মিছা প্ৰভুসকলৰ উপাসনা বৰ্জন কৰে আৰু আল্লাহৰ ফাললৈ মুখ কৰে—তেওঁলোকৰ কাৰণে আছে সুসংবাদ। গতিকে মোৰ ভৃত্য সকলক সুসংবাদ দিয়াহঁক,

وَالَّذِينَ اجْتَنَبُوا الطَّاغُوتَ أَن يَعْبُدُوهَا وَأَنَابُوا إِلَى اللَّهِ لَهُمُ الْبُشْرَىٰ فَبَشِّرْ عِبَادِ

১৯) যি সকলে আমাৰ বক্তব্যলৈ কৰ্ণপাত কৰে আৰু তাৰ উত্তম অংশবোৰ অনুসৰণ কৰে, তেওঁলোককহে আল্লাহে পথ-প্ৰদৰ্শন কৰিছে, আৰু তেওঁলোকহে প্ৰকৃততে বোধশক্তি সম্পন্ন।

الَّذِينَ يَسْتَمِعُونَ الْقَوْلَ فَيَتَّبِعُونَ أَحْسَنَهُ أُولَٰئِكَ الَّذِينَ هَدَاهُمُ اللَّهُ وَأُولَٰئِكَ هُمْ أُولُو الْأَلْبَابِ

২০) তেতিয়া হ'লে, সেইজনক, যাৰ ওপৰত শাস্তিৰ দণ্ড বিহা প্ৰয়োজন হৈ পৰিছে, বচাব পাৰি নে? তুমি অগ্নিত দগ্ধ হোৱা জনক ত্ৰাণ কৰিব পাৰা নে?

أَفَمَنْ حَقَّ عَلَيْهِ كَلِمَةُ الْعَذَابِ أَفَأَنتَ تُنقِذُ مَن فِي النَّارِ

২১) কিন্তু যি সকলে তেওঁলোকৰ প্ৰভুক ভয় কৰে তেওঁলোকৰ কাৰণে আছে ওখ অট্টালিকাৰ ওপৰত সজা আৰু ওখ অট্টালিকা, যাৰ তলেদি বয় পানীৰ নিজৰা। আল্লাহে সেইটো প্ৰতিশ্ৰুতি দিছে; আৰু আল্লাহে তেওঁৰ প্ৰতিশ্ৰুতি ভঙ্গ নকৰে।

لَٰكِنِ الَّذِينَ اتَّقَوْا رَبَّهُمْ لَهُمْ غُرَفٌ مِّن فَوْقِهَا غُرَفٌ مَّبْنِيَّةٌ تَجْرِي مِن تَحْتِهَا الْأَنْهَارُ وَعْدَ اللَّهِ لَا يُخْلِفُ اللَّهُ الْمِيعَادَ

২২) তুমি দেখা নাই নে যে আল্লাহে আকাশৰ পৰা পানী পঠিয়াই দিয়ে আৰু সেই পানী নিজৰা ৰূপে পৃথিৱীৰ গৰ্ভত ববলৈ দিয়ে আৰু তাৰে সৈতে বিভিন্ন ৰঙৰ উদ্ভিদ গজিবলৈ দিয়ে? তাৰ পাছত ই শুকাই যায় আৰু তুমি ই হালধীয়া ৰূপ লোৱা দেখিবলৈ পোৱা; তাৰ পাছত সেইজনাই ইয়াক ভাগি যোৱা খেৰত পৰিণত কৰে।

أَلَمْ تَرَ أَنَّ اللَّهَ أَنزَلَ مِنَ السَّمَاءِ مَاءً فَسَلَكَهُ يَنَابِيعَ فِي الْأَرْضِ ثُمَّ يُخْرِجُ بِهِ زَرْعًا مُّخْتَلِفًا أَلْوَانُهُ ثُمَّ يَهِيجُ فَتَرَاهُ مُصْفَرًّا ثُمَّ يَجْعَلُهُ حُطَامًا إِنَّ فِي ذَٰلِكَ لَذِكْرَىٰ لِأُولِي الْأَلْبَابِ

২৩) তেতিয়া হ'লে, সেইজন, যাৰ অন্তৰ আল্লাহে ইছলাম গ্ৰহণৰ বাবে মুকলি কৰি দিছে,

أَفَمَن شَرَحَ اللَّهُ صَدْرَهُ لِلْإِسْلَامِ فَهُوَ عَلَىٰ نُورٍ

যাতে সেইজনে তেওঁৰ প্ৰভুৰ পৰা পথ-প্ৰদৰ্শন পাব পাৰে, অবিশ্বাসৰ আন্ধাৰত খপিয়াই ফুৰা জনৰ দৰে হ'ব পাৰে নে? গতিকে দুৰ্ভাগ্য হ'ল সেই সকলৰ, যাৰ অন্তৰ ইমানেই কঠোৰ যে তাত আল্লাহৰ স্মৰণ হ'ব নোৱাৰে! তেওঁলোক পৰিস্কাৰ ভুলত আছে।

مِّنْ رَّبِّهٖ ۚ فَوَيْلٌ لِّلْقٰسِيَةِ قُلُوْبُهُمْ مِّنْ ذِكْرِ اللّٰهِ ۚ اُولٰٓئِكَ فِيْ ضَلٰلٍ مُّبِيْنٍ ﴿٢٣﴾

২৪) আল্লাহে সৰ্বোত্তম অধ্যয়নৰ বিষয়টো পঠিয়াই দিছে—এখন গ্ৰন্থ যাৰ শ্লোকবোৰ পৰস্পৰৰ সমৰ্থনদায়ক আৰু বিভিন্ন আকাৰত পুনৰোল্লেখ হৈছে। যি সকলে তেওঁলোকৰ প্ৰভুক ভয় কৰে, এই গ্ৰন্থৰ আবৃত্তিত তেওঁলোকৰ গাত শিহৰণ জাগে; তাৰ পাছত তেওঁলোকৰ চৰ্ম্ম আৰু অন্তৰ আল্লাহৰ স্মৰণৰ উদ্দেশ্যে কুমলি পৰে। এয়েই হ'ল আল্লাহৰ পথ-প্ৰদৰ্শন; ইয়াৰে সৈতে তেওঁ বাট দেখুৱায় সেইজনক যাৰ ওপৰত তেওঁ সুপ্ৰসন্ন। আৰু সেইজন, যাক আল্লাহে আওবাটে যোৱা বুলি নিৰ্দ্ধাৰণ কৰিছে—তেওঁ কোনো পথ-প্ৰদৰ্শক নেপায়।

اَللّٰهُ نَزَّلَ اَحْسَنَ الْحَدِيْثِ كِتٰبًا مُّتَشَابِهًا مَّثَانِيَ ۖ تَقْشَعِرُّ مِنْهُ جُلُوْدُ الَّذِيْنَ يَخْشَوْنَ رَبَّهُمْ ۚ ثُمَّ تَلِيْنُ جُلُوْدُهُمْ وَقُلُوْبُهُمْ اِلٰى ذِكْرِ اللّٰهِ ۚ ذٰلِكَ هُدَى اللّٰهِ يَهْدِيْ بِهٖ مَنْ يَّشَآءُ ۚ وَمَنْ يُّضْلِلِ اللّٰهُ فَمَا لَهٗ مِنْ هَادٍ ﴿٢٤﴾

২৫) তেতিয়া হ'লে, সেইজন, যি কেয়ামতৰ দিনাৰ কঠোৰ শাস্তিৰ পৰা ৰক্ষা পাবলৈ নিজৰ মুখ-মণ্ডলৰ বাহিৰে অন্য কোনো ঢাল বিচাৰি নেপাব, সম্পূৰ্ণ নিৰাপদ জনৰ দৰে হ'ব পাৰে নে? আৰু দোষীসকলক এইদৰে কোৱা হ'ব, 'তোমালোকে যি আৰ্জ্জিছিলা তাৰ বানচ লোৱা হঁক।'

اَفَمَنْ يَّتَّقِيْ بِوَجْهِهٖ سُوْٓءَ الْعَذَابِ يَوْمَ الْقِيٰمَةِ ۚ وَقِيْلَ لِلظّٰلِمِيْنَ ذُوْقُوْا مَا كُنْتُمْ تَكْسِبُوْنَ ﴿٢٥﴾

২৬) সেই সকলে, যি তেওঁলোকৰ পূৰ্বতে আহিছিল, আমাৰ পয়গম্বৰসকলক অগ্ৰাহ্য কৰিছিল, গতিকে তেওঁলোকৰ ওপৰত আমাৰ শাস্তি কোনফালৰ পৰা আহিল তেওঁলোকে গম নেপালে।

كَذَّبَ الَّذِيْنَ مِنْ قَبْلِهِمْ فَاَتٰىهُمُ الْعَذَابُ مِنْ حَيْثُ لَا يَشْعُرُوْنَ ﴿٢٦﴾

২৭) সেইদৰে তেওঁলোকক আল্লাহে এই জীৱনত অবমাননাৰ সোৱাদ লবলৈ দিছিল আৰু,

فَاَذَاقَهُمُ اللّٰهُ الْخِزْيَ فِي الْحَيٰوةِ الدُّنْيَا ۚ وَ

لَعَذَابُ الْاٰخِرَةِ اَكْبَرُ ۘ لَوْ كَانُوْا يَعْلَمُوْنَ ﴿٢٧﴾

তেওঁলোকে যদিহে জানিলেহেঁতেন, পৰকালৰ শাস্তি, নিশ্চয়েই, আৰু কঠোৰ হ'ব।

وَلَقَدْ ضَرَبْنَا لِلنَّاسِ فِيْ هٰذَا الْقُرْاٰنِ مِنْ
كُلِّ مَثَلٍ لَّعَلَّهُمْ يَتَذَكَّرُوْنَ ﴿٢٨﴾

২৮) আৰু, বাস্তৱতে, আমি এই কোৰ্-আনত মানৱ জাতিৰ উদ্দেশ্যে নানাৰকমৰ উপমা সন্নিবেশ কৰিছোঁ যাতে তেওঁলোকে মনোযোগ দিব পাৰে।

قُرْاٰنًا عَرَبِيًّا غَيْرَ ذِيْ عِوَجٍ لَّعَلَّهُمْ يَتَّقُوْنَ ﴿٢٩﴾

২৯) আমি কোৰ্-আন এক পৰিষ্কাৰ ভাষাত প্ৰকাশ কৰিছোঁ য'ত বিশুদ্ধতাৰ পৰা অলপো হেৰফেৰ হোৱা নাই, যাতে তেওঁলোক সৎপথাৱলম্বী হ'ব পাৰে।

ضَرَبَ اللّٰهُ مَثَلًا رَّجُلًا فِيْهِ شُرَكَآءُ مُتَشٰكِسُوْنَ
وَرَجُلًا سَلَمًا لِّرَجُلٍ ۗ هَلْ يَسْتَوِيٰنِ مَثَلًا ۗ اَلْحَمْدُ
لِلّٰهِ ۚ بَلْ اَكْثَرُهُمْ لَا يَعْلَمُوْنَ ﴿٣٠﴾

৩০) আল্লাহে এটা উপমা আগ বঢ়াইছে—এজন মানুহ যাৰ গৰাকী কেইবাজনো নিজৰ ভিতৰত মত নিমিলা অংশীদাৰ, আৰু এজন মানুহ যাৰ ওপৰত একচ্ছত্ৰী অধিকাৰ এজনৰেই। এই দুয়োজন অৱস্থাত সমতুল্য নে? সকলো প্ৰশংসাৰ গৰাকী আল্লাহ্। কিন্তু তেওঁলোকৰ বেছি ভাগেই নেজানে।

اِنَّكَ مَيِّتٌ وَّاِنَّهُمْ مَّيِّتُوْنَ ﴿٣١﴾

৩১) নিশ্চয়েই, তোমাৰ মৃত্যু হ'ব, আৰু নিশ্চয়েই তেওঁ লোকৰো মৃত্যু হ'ব।

ثُمَّ اِنَّكُمْ يَوْمَ الْقِيٰمَةِ عِنْدَ رَبِّكُمْ تَخْتَصِمُوْنَ ﴿٣٢﴾

৩২) তাৰ পাছত, কেয়ামতৰ দিনা তোমালোকে তোমালোকৰ প্ৰভুৰ সম্মুখত বাদানুবাদ কৰিবা।

فَمَنْ اَظْلَمُ مِمَّنْ كَذَبَ عَلَى اللّٰهِ وَكَذَّبَ
بِالصِّدْقِ اِذْ جَآءَهٗ ۗ اَلَيْسَ فِيْ جَهَنَّمَ مَثْوًى
لِّلْكٰفِرِيْنَ ﴿٣٣﴾

৩৩) তেতিয়া হ'লে, যিজনে আল্লাহৰ বিৰুদ্ধে মিছা কথা কয় আৰু সত্য তেওঁলৈ আহোঁতে অগ্ৰাহ্য কৰে, তেওঁতকৈ আৰু বেছি অন্যায়কাৰী কোন হ'ব পাৰে? অবিশ্বাসীসকলৰ কাৰণে দোজখত এক আবাস নাই নে?

وَالَّذِيْ جَآءَ بِالصِّدْقِ وَصَدَّقَ بِهٖٓ اُولٰٓئِكَ هُمُ
الْمُتَّقُوْنَ ﴿٣٤﴾

৩৪) কিন্তু যি জনে সত্য আনিছে, আৰু যি জনে সত্যক সত্য বুলি সাক্ষী দিয়ে—এই সকলেই হৈছে সৎপথাৱলম্বী।

لَهُمْ مَّا يَشَآءُوْنَ عِنْدَ رَبِّهِمْ ۗ ذٰلِكَ جَزٰٓؤُا
الْمُحْسِنِيْنَ ﴿٣٥﴾

৩৫) তেওঁলোকে তেওঁলোকৰ প্ৰভুৰ পৰা যিহকে বাসনা কৰে পাব; সেইটোৱেই হৈছে ভাল কাম কৰাৰ পুৰস্কাৰ।

৩৬) যাতে আল্লাহে তেওঁলোকৰ পৰা কৰি অহা কামৰ বেয়া পৰিণতিৰ কষ্ট মোচন কৰিব, আৰু তেওঁলোকক পুৰস্কৃত কৰিব তেওঁলোকৰ সৰ্বোত্তম কাৰ্য্যৰ অনুযায়ী।

لِيُكَفِّرَ اللّٰهُ عَنْهُمْ اَسْوَاَ الَّذِیْ عَمِلُوْا وَيَجْزِيَهُمْ
اَجْرَهُمْ بِاَحْسَنِ الَّذِیْ كَانُوْا يَعْمَلُوْنَ ۝۳۵

৩৭) আল্লাহ্ তেওঁৰ ভৃত্যৰ কাৰণে যথেষ্ট নহয় নে? আৰু তথাপিও তেওঁলোকে আল্লাহৰ পৰিবৰ্ত্তে আন কিছুমানৰ দবাৰাই ভয় খুৱাব খোজে। আৰু সেইজন যাক আল্লাহে পাপত থাকিবলৈ দিছে—সেইজনৰ কাৰণে কোনো পথ-প্ৰদৰ্শক নাই।

اَلَيْسَ اللّٰهُ بِكَافٍ عَبْدَهٗ ؕ وَيُخَوِّفُوْنَكَ بِالَّذِيْنَ
مِنْ دُوْنِهٖ ؕ وَمَنْ يُّضْلِلِ اللّٰهُ فَمَا لَهٗ مِنْ هَادٍ ۝۳۶

৩৮) আৰু সেইজন যাক আল্লাহে পথ-প্ৰদৰ্শন কৰে—তেওঁক কোনেও আওবাটে নিব নোৱাৰে। আল্লাহ্ মহাশক্তিশালী, শাস্তি আৰু পুৰস্কাৰৰ অধিকাৰী নহয় নে?

وَمَنْ يَّهْدِ اللّٰهُ فَمَا لَهٗ مِنْ مُّضِلٍّ ؕ اَلَيْسَ
اللّٰهُ بِعَزِيْزٍ ذِی انْتِقَامٍ ۝۳۷

৩৯) আৰু তুমি যদি তেওঁলোকক সোধা, 'স্বৰ্গ সমূহ আৰু পৃথিৱীখন কোনে সৃজিলে?' তেওঁলোকে, নিশ্চয়েই, ক'ব, 'আল্লাহে।' কোৱাঁ, 'তোমালোকে কি ভাবা, আল্লাহে যদি মোৰ অনিষ্ট কৰিবলৈ ইচ্ছা কৰে, যি সকলক তোমালোকে আল্লাহৰ পৰিবৰ্ত্তে মানা তেওঁলোকে সেই আল্লাহে কৰিব খোজা অনিষ্ট গুচাব পাৰিব নে? অথবা, আল্লাহে যদি মোক তেওঁৰ কৃপা দেখুৱাব খোজে, তেওঁলোকে আল্লাহৰ কৃপা ৰুদ্ধ কৰিব পাৰিব নে?' কোৱাঁ, আল্লাহ্ মোৰ কাৰণে যথেষ্ট। যি সকলে বিশ্বাস কৰে তেওঁলোকে আল্লাহকহে বিশ্বাস কৰে।'

وَلَئِنْ سَاَلْتَهُمْ مَّنْ خَلَقَ السَّمٰوٰتِ وَالْاَرْضَ
لَيَقُوْلُنَّ اللّٰهُ ؕ قُلْ اَفَرَءَيْتُمْ مَّا تَدْعُوْنَ مِنْ دُوْنِ
اللّٰهِ اِنْ اَرَادَنِیَ اللّٰهُ بِضُرٍّ هَلْ هُنَّ كٰشِفٰتُ
ضُرِّهٖۤ اَوْ اَرَادَنِیْ بِرَحْمَةٍ هَلْ هُنَّ مُمْسِكٰتُ رَحْمَتِهٖ ؕ
قُلْ حَسْبِیَ اللّٰهُ ؕ عَلَيْهِ يَتَوَكَّلُ الْمُتَوَكِّلُوْنَ ۝۳۸

৪০) কোৱাঁ, 'হে' মোৰ মানুহ সকল, যিমান ভাল দৰে পাৰা নিজৰ কাম কৰি যোৱাহঁক; ময়ো কৰি থাকোঁ; সোনকালেই তোমালোকে জানিব পাৰিবা,

قُلْ يٰقَوْمِ اعْمَلُوْا عَلٰى مَكَانَتِكُمْ اِنِّیْ عَامِلٌ ۚ فَسَوْفَ
تَعْلَمُوْنَ ۙ ۝۳۹

৪১) 'কোন সেইজন যাৰ ওপৰত অপদস্থ কৰা শাস্তি আহি পৰে, আৰু কাৰ ওপৰত স্থায়ী শাস্তি নামি আহে?'

مَنْ يَّاْتِيْهِ عَذَابٌ يُّخْزِيْهِ وَيَحِلُّ عَلَيْهِ عَذَابٌ
مُّقِيْمٌ ۝۴۰

৪২) প্ৰকৃততে, আমি তোমালৈ গ্ৰন্থ খন প্ৰকাশ কৰিছোঁ সকলো সত্যৰ সন্নিবেশ কৰি মানৱ জাতিৰ মঙ্গলাৰ্থে। গতিকে যেয়েই পথ-প্ৰদৰ্শন অনুসৰণ কৰে, তেওঁ নিজৰ আত্মাৰ কল্যাণৰ কাৰণেই কৰে; আৰু যেয়েই বিপথে যায়, নিজৰ অনিষ্টৰ কাৰণেই যায়। আৰু তুমি সেই সকলৰ ওপৰত অভিভাৱক নহয়।

إِنَّآ أَنزَلْنَا عَلَيْكَ ٱلْكِتَٰبَ لِلنَّاسِ بِٱلْحَقِّ ۖ فَمَنِ
ٱهْتَدَىٰ فَلِنَفْسِهِۦ ۖ وَمَن ضَلَّ فَإِنَّمَا يَضِلُّ عَلَيْهَا ۖ
وَمَآ أَنتَ عَلَيْهِم بِوَكِيلٍ ﴿٤١﴾

৪৩) আল্লাহে মানৱৰ মৃত্যুৰ সময়ত তেওঁলোকৰ আত্মাবোৰ লৈ যায়; আৰু সেই সকলোৰে, যাৰ এতিয়াও মৃত্যু হোৱা নাই, তেওঁলোকৰ নিদ্ৰাত। আৰু তাৰ পাছত, যি সকলৰ ওপৰত মৃত্যুৰ আদেশ তেওঁ দিছে সেই আত্মাবোৰ ৰাখি থয়, আৰু বাকী বোৰ আত্মা এটা নিৰ্দিষ্ট সময়লৈকে ঘূৰাই পঠিয়ায়। নিশ্চয়েই, গভীৰ ভাবে বিবেচনা কৰা সকলৰ প্ৰতি ইয়াত কিছুমান চিহ্ন নিহিত হৈ আছে।

ٱللَّهُ يَتَوَفَّى ٱلْأَنفُسَ حِينَ مَوْتِهَا وَٱلَّتِى لَمْ تَمُتْ
فِى مَنَامِهَا ۖ فَيُمْسِكُ ٱلَّتِى قَضَىٰ عَلَيْهَا ٱلْمَوْتَ
وَيُرْسِلُ ٱلْأُخْرَىٰٓ إِلَىٰٓ أَجَلٍ مُّسَمًّى ۚ إِنَّ فِى ذَٰلِكَ
لَءَايَٰتٍ لِّقَوْمٍ يَتَفَكَّرُونَ ﴿٤٢﴾

৪৪) তেওঁলোকে আল্লাহৰ বাহিৰে মধ্যস্থ কেইজনমান লৈছে নেকি? কোৱাঁ, 'যদিওবা তেওঁলোকৰ কোনো বস্তুৰ ওপৰত ক্ষমতা নাই আৰু কোনো জ্ঞান নাই'?

أَمِ ٱتَّخَذُوا۟ مِن دُونِ ٱللَّهِ شُفَعَآءَ ۚ قُلْ أَوَلَوْ كَانُوا۟
لَا يَمْلِكُونَ شَيْـًٔا وَلَا يَعْقِلُونَ ﴿٤٣﴾

৪৫) কোৱাঁ, 'সকলো মধ্যস্থতা আল্লাহতেই ন্যস্ত আছে। সেই জনৰ অধিকাৰতে আছে স্বৰ্গ সমূহ আৰু এই পৃথিৱীৰ ৰাজ্যখন। আৰু সেইজনা লৈকে, তেতিয়া হ'লে, তোমালোকক পুনৰ ঘূৰাই অনা হ'ব।'

قُل لِّلَّهِ ٱلشَّفَٰعَةُ جَمِيعًا ۖ لَّهُۥ مُلْكُ ٱلسَّمَٰوَٰتِ وَ
ٱلْأَرْضِ ۖ ثُمَّ إِلَيْهِ تُرْجَعُونَ ﴿٤٤﴾

৪৬) আৰু যেতিয়া কেৱল আল্লাহক উল্লেখ কৰা হয়, পৰকালত বিশ্বাস নকৰাসকলৰ অন্তৰ বিৰক্তিত কোঁচ খাই উঠে; কিন্তু যেতিয়া সেইজনাৰ বাহিৰে আনবোৰক উল্লেখ কৰা হয়, চোৱাঁ! তেওঁলোকে স্ফূৰ্ত্তি কৰিবলৈ ধৰে।

وَإِذَا ذُكِرَ ٱللَّهُ وَحْدَهُ ٱشْمَأَزَّتْ قُلُوبُ ٱلَّذِينَ
لَا يُؤْمِنُونَ بِٱلْءَاخِرَةِ ۖ وَإِذَا ذُكِرَ ٱلَّذِينَ مِن دُونِهِۦٓ
إِذَا هُمْ يَسْتَبْشِرُونَ ﴿٤٥﴾

৪৭) কোৱাঁ, 'হে' আল্লাহ্! সকলো স্বৰ্গ আৰু পৃথিৱীৰ উদ্ভাৱনকাৰী; সকলো দৃশ্যমান আৰু অদৃশ্য কথাৰ বিষয়ে সৰ্বজ্ঞ; তুমিয়েই কেৱল

قُلِ ٱللَّهُمَّ فَاطِرَ ٱلسَّمَٰوَٰتِ وَٱلْأَرْضِ عَٰلِمَ ٱلْغَيْبِ
وَٱلشَّهَٰدَةِ أَنتَ تَحْكُمُ بَيْنَ عِبَادِكَ فِى مَا كَانُوا۟

তোমাৰ ভৃত্য সকলক বাদানুবাদৰ বিষয়ৰ ওপৰত বিচাৰ কৰিবা।'

فِيهِ يَخْتَلِفُونَ ۝٤٦

৪৮) আৰু যদিওবা দোষী সকল পৃথিৱীত থকা সকলো বস্তুৰ গৰাকী হয়, আৰু তাৰ উপৰিও একে সমান আৰু সম্পদ পায়, তেওঁলোকে, নিশ্চয়েই, কেয়ামতৰ দিনৰ শাস্তিৰ পৰা ৰক্ষা পাবলৈ সেই গোটেই খিনি সম্পদ মুক্তিৰ মূল্য ৰূপে দিবলৈ ইচ্ছা কৰিব, কিন্তু আল্লাহৰ পৰা তেওঁলোকৰ সম্মুখত থিয় দিব এনে এটা পৰিস্থিতি, যিটো তেওঁলোকৰ ভাবৰ অতীত আছিল।

وَلَوْ أَنَّ لِلَّذِينَ ظَلَمُوا مَا فِي الْأَرْضِ جَمِيعًا وَمِثْلَهُ مَعَهُ لَافْتَدَوْا بِهِ مِنْ سُوءِ الْعَذَابِ يَوْمَ الْقِيَامَةِ وَبَدَا لَهُمْ مِنَ اللَّهِ مَا لَمْ يَكُونُوا يَحْتَسِبُونَ ۝٤٧

৪৯) আৰু তেওঁলোকে আৰ্জ্জি অহাৰ দোষৰ কুপৰিণতি তেওঁলোকৰ আগত স্পষ্ট হৈ পৰিব আৰু যাক তেওঁলোকে ইতিকিং কৰিছিল সেয়েই তেওঁলোকক আগুৰি ধৰিব।

وَبَدَا لَهُمْ سَيِّئَاتُ مَا كَسَبُوا وَحَاقَ بِهِمْ مَا كَانُوا بِهِ يَسْتَهْزِءُونَ ۝٤٨

৫০) আৰু যেতিয়া অনিষ্টই মানৱক স্পৰ্শ কৰে, তেওঁলোকে আমাক বিচাৰি চিঞৰে। কিন্তু আমি যেতিয়া আমাৰ পৰা এক অনুগ্ৰহ তেওঁলৈ দান কৰোঁ, তেওঁ কয়, 'এইটো মোক দিয়া হৈছে মোৰ নিজৰ জ্ঞানৰ কাৰণে।' নহয়, এইটো কেৱল পৰীক্ষাহে; কিন্তু তেওঁলোকৰ বেছি ভাগেই নেজানে।

فَإِذَا مَسَّ الْإِنْسَانَ ضُرٌّ دَعَانَا ثُمَّ إِذَا خَوَّلْنَاهُ نِعْمَةً مِنَّا قَالَ إِنَّمَا أُوتِيتُهُ عَلَىٰ عِلْمٍ ۚ بَلْ هِيَ فِتْنَةٌ وَلَٰكِنَّ أَكْثَرَهُمْ لَا يَعْلَمُونَ ۝٤٩

৫১) তেওঁলোকৰ আগতে অহা সকলোৱেও একেদৰে কৈছিল, তথাপিও তেওঁলোকে যি আৰ্জ্জি থৈ আহিছিল সকলো বৃথাই গ'ল।

قَدْ قَالَهَا الَّذِينَ مِنْ قَبْلِهِمْ فَمَا أَغْنَىٰ عَنْهُمْ مَا كَانُوا يَكْسِبُونَ ۝٥٠

৫২) গতিকে তেওঁলোকৰ আৰ্জ্জি অহা দোষৰ কুপৰিণতিয়ে তেওঁলোকক হেঁচা মাৰি ধৰিলে; আৰু এই সকল অবিশ্বাসীৰ মাজৰ পৰা যেয়ে দোষ কৰিব—তেওঁলোকৰ অৰ্জ্জা দোষৰ বেয়া পৰিণামে তেওঁলোককো আগুৰি ধৰিব আৰু তেওঁলোক সাৰিব নোৱাৰে।

فَأَصَابَهُمْ سَيِّئَاتُ مَا كَسَبُوا ۚ وَالَّذِينَ ظَلَمُوا مِنْ هَٰؤُلَاءِ سَيُصِيبُهُمْ سَيِّئَاتُ مَا كَسَبُوا وَمَا هُمْ بِمُعْجِزِينَ ۝٥١

৫৩) তেওঁলোকে নেজানে নেকি যে আল্লাহে ইচ্ছামতে কাৰোবাৰ কাৰণে সংস্থান সম্প্ৰসাৰণ কৰিব পাৰে আৰু আন কাৰোবাৰ কাৰণে সংস্থান

أَوَلَمْ يَعْلَمُوا أَنَّ اللَّهَ يَبْسُطُ الرِّزْقَ لِمَنْ يَشَاءُ وَيَقْدِرُ

ۚ إِنَّ فِي ذَٰلِكَ لَآيَاتٍ لِّقَوْمٍ يُؤْمِنُونَ ﴿٥٢﴾

সংকীৰ্ণ কৰিব পাৰে? প্ৰকৃততে, তাতেই আছে বিশ্বাসী সকলৰ কাৰণে কিছুমান চিহ্ন।

قُلْ يَا عِبَادِيَ الَّذِينَ أَسْرَفُوا عَلَىٰ أَنفُسِهِمْ لَا تَقْنَطُوا مِن رَّحْمَةِ اللَّهِ ۚ إِنَّ اللَّهَ يَغْفِرُ الذُّنُوبَ جَمِيعًا ۚ إِنَّهُ هُوَ الْغَفُورُ الرَّحِيمُ ﴿٥٣﴾

৫৪) কোৱাঁ, 'হে' মোৰ ভৃত্যসকল, যি নিজৰ আত্মাৰ বিৰুদ্ধে পাপ কৰিছা, আল্লাহৰ কৰুণাৰ বিষয়ে হতাশ ভাব নেৰাখিবা, নিশ্চয়েই, আল্লাহে সকলো পাপ ক্ষমা কৰে। প্ৰকৃততে, সেইজনা অতিশয় ক্ষমাদায়ক, সৰ্বদা কৰুণাময়;

وَأَنِيبُوا إِلَىٰ رَبِّكُمْ وَأَسْلِمُوا لَهُ مِن قَبْلِ أَن يَأْتِيَكُمُ الْعَذَابُ ثُمَّ لَا تُنصَرُونَ ﴿٥٤﴾

৫৫) 'আৰু তোমালোকলৈ শাস্তিটো অহাৰ পূৰ্বেই তোমালোকৰ প্ৰভুলৈ মুখ ঘূৰোৱাঁ আৰু নিজকে তেওঁৰ বশবৰ্ত্তী কৰা; কিয়নো তেতিয়া তোমালোকক কোনো সহায় দিয়া নহ'ব;

وَاتَّبِعُوا أَحْسَنَ مَا أُنزِلَ إِلَيْكُم مِّن رَّبِّكُم مِّن قَبْلِ أَن يَأْتِيَكُمُ الْعَذَابُ بَغْتَةً وَأَنتُمْ لَا تَشْعُرُونَ ﴿٥٥﴾

৫৬) 'আৰু তোমালোকে অনুমান নকৰা অৱস্থাত হঠাতে শাস্তিটো আহি পোৱাৰ পূৰ্বেই তোমালোকৰ প্ৰভুৰ পৰা তোমালোকলৈ প্ৰকাশ্ হোৱা সৰ্ব্বোত্তম শিক্ষা অনুসৰণ কৰাহঁক।'

أَن تَقُولَ نَفْسٌ يَا حَسْرَتَىٰ عَلَىٰ مَا فَرَّطتُ فِي جَنبِ اللَّهِ وَإِن كُنتُ لَمِنَ السَّاخِرِينَ ﴿٥٦﴾

৫৭) যদিহে এটা আত্মাই কেনেবাকৈ কয়, 'অ' মোৰেই দুৰ্ভাগ্য যে আল্লাহৰ প্ৰতি মোৰ কৰ্ত্তব্য অৱহেলা কৰিছিলোঁ! নিশ্চয়েই, মই উপহাস কৰা সকলৰ এজন আছিলোঁ।'

أَوْ تَقُولَ لَوْ أَنَّ اللَّهَ هَدَانِي لَكُنتُ مِنَ الْمُتَّقِينَ ﴿٥٧﴾

৫৮) অথবা, যদিহে ই কেনেবাকৈ কয়, 'আল্লাহে যদি মোক বাট দেখুৱালেহেঁতেন; মই নিশ্চয়েই অতি কৰ্ত্তব্যপৰায়ণ সকলৰ এজন হলোঁহেঁতেন;

أَوْ تَقُولَ حِينَ تَرَى الْعَذَابَ لَوْ أَنَّ لِي كَرَّةً فَأَكُونَ مِنَ الْمُحْسِنِينَ ﴿٥٨﴾

৫৯) অথবা, যদিহে ই কেনেবাকৈ কয়, যেতিয়া শাস্তিটো দেখিবলৈ পায়, 'মোৰ কাৰণে যদি পৃথিৱীলৈ এবাৰ প্ৰত্যাবৰ্ত্তন থাকিলহেঁতেন, মই তেতিয়া সৎ কাম কৰাসকলৰ এজন হ'ব পাৰিলোহেঁতেন।'

بَلَىٰ قَدْ جَاءَتْكَ آيَاتِي فَكَذَّبْتَ بِهَا وَاسْتَكْبَرْتَ وَكُنتَ مِنَ الْكَافِرِينَ ﴿٥٩﴾

৬০) তেওঁক কোৱা হ'ব: 'হয়, তোমালৈ মোৰ চিহ্নবোৰ আহিছিল, কিন্তু তুমি সেইবোৰ মিছা জ্ঞান কৰিছিলা, আৰু তুমি দাম্ভিক আছিলা, আৰু তুমি অবিশ্বাসী সকলৰ এজন আছিলা।'

৬১) আৰু কেয়ামতৰ দিনাখন, তুমি আল্লাহৰ বিৰুদ্ধে মিছা কোৱা সকলৰ মুখ মণ্ডলত বিষাদৰ চাপ দেখিবা। দোজখত অহঙ্কাৰী সকলৰ কাৰণে এক আবাস নাই জানো ?

وَيَوْمَ الْقِيٰمَةِ تَرَى الَّذِيْنَ كَذَبُوْا عَلَى اللّٰهِ وُجُوْهُهُمْ
مُّسْوَدَّةٌ ۗ اَلَيْسَ فِيْ جَهَنَّمَ مَثْوًى لِّلْمُتَكَبِّرِيْنَ ﴿٦١﴾

৬২) আৰু আল্লাহে সৎকৰ্ম্মী সকলক সকলো বিপদ-আপদৰ পৰা ত্ৰাণ কৰিব আৰু তেওঁলোকৰ ওপৰত কৃতকাৰ্য্যতা দান কৰিব; অসততাই তেওঁলোকক স্পৰ্শ নকৰিব, নাইবা তেওঁলোক শোকাতুৰো নহ'ব।

وَيُنَجِّي اللّٰهُ الَّذِيْنَ اتَّقَوْا بِمَفَازَتِهِمْ ۖ لَا يَمَسُّهُمُ
السُّوْٓءُ وَلَا هُمْ يَحْزَنُوْنَ ﴿٦٢﴾

৬৩) আল্লাহেই হৈছে সকলো বস্তুৰ সৃষ্টিকৰ্ত্তা, আৰু সেইজনা হৈছে সকলো বস্তুৰ ওপৰত অভিভাৱক।

اَللّٰهُ خَالِقُ كُلِّ شَيْءٍ ۖ وَّهُوَ عَلٰى كُلِّ شَيْءٍ وَّكِيْلٌ ﴿٦٣﴾

৬৪) স্বৰ্গ সমূহৰ আৰু পৃথিৱীৰ চাবি কাঠিৰ অধিকাৰী সেইজনাই; আৰু আল্লাহৰ চিহ্নত অবিশ্বাস কৰা সকলৰ ক্ষেত্ৰত, এওঁলোকেই হ'ল পৰাজয়ী।

لَهٗ مَقَالِيْدُ السَّمٰوٰتِ وَالْاَرْضِ ۗ وَالَّذِيْنَ كَفَرُوْا
بِاٰيٰتِ اللّٰهِ اُولٰٓئِكَ هُمُ الْخٰسِرُوْنَ ﴿٦٤﴾ ع

৬৫) কোৱাঁ, 'তোমালোকে মোক আল্লাহৰ বাহিৰে অন্য প্ৰভু কিছুমানক উপাসনা কৰিবলৈ কোৱা নেকি, হে' মূৰ্খ সকল ?

قُلْ اَفَغَيْرَ اللّٰهِ تَاْمُرُوْٓنِّيْٓ اَعْبُدُ اَيُّهَا الْجٰهِلُوْنَ ﴿٦٥﴾

৬৬) আৰু প্ৰকৃততে, তোমালোকলৈ প্ৰকাশ কৰা হৈছে, তোমালোকৰ পূৰ্বে অহা সকললৈ প্ৰকাশ কৰাৰ দৰে, 'তোমালোকে যদি আল্লাহৰ সৈতে সমতুল্য অন্য কোনোবাক স্থাপন কৰা, তোমালোকৰ সকলো কাৰ্য্য নিশ্চয়েই নষ্ট হ'ব আৰু তোমালোক অৱশ্যেই পৰাজয়ীসকলৰ মাজত পৰিবা।'

وَلَقَدْ اُوْحِيَ اِلَيْكَ وَاِلَى الَّذِيْنَ مِنْ قَبْلِكَ ۚ لَئِنْ
اَشْرَكْتَ لَيَحْبَطَنَّ عَمَلُكَ وَلَتَكُوْنَنَّ مِنَ الْخٰسِرِيْنَ ﴿٦٦﴾

৬৭) হয়, আল্লাহক উপাসনা কৰা আৰু কৃতজ্ঞ সকলৰ লগত সন্নিবিষ্ট হোৱাহঁক।

بَلِ اللّٰهَ فَاعْبُدْ وَكُنْ مِّنَ الشّٰكِرِيْنَ ﴿٦٧﴾

৬৮) আৰু তেওঁলোকে আল্লাহৰ নিহিত গুণাৱলীৰ বিষয়ে সঠিক ধাৰণা কৰা নাই। কেয়ামতৰ দিনা গোটেই পৃথিৱীখন সেইজনাৰ সম্পূৰ্ণ আয়ত্তত থাকিব, আৰু স্বৰ্গসমূহ সেইজনাৰ সোঁহাতত নুৰিয়াই থোৱা হ'ব। সেই জনাৰেই

وَمَا قَدَرُوا اللّٰهَ حَقَّ قَدْرِهٖ ۖ وَالْاَرْضُ جَمِيْعًا
قَبْضَتُهٗ يَوْمَ الْقِيٰمَةِ وَالسَّمٰوٰتُ مَطْوِيّٰتٌۢ بِيَمِيْنِهٖ ۚ

سُبْحٰنَهٗ وَتَعٰلٰى عَمَّا يُشْرِكُوْنَ ﴿٦٨﴾

সকলো যশস্যা, আৰু তেওঁলোকে সমতুল্য কৰিব খোজা সকলৰ বহু ওপৰত থাকে সেইজনা।

وَنُفِخَ فِى الصُّوْرِ فَصَعِقَ مَنْ فِى السَّمٰوٰتِ وَمَنْ فِى الْاَرْضِ اِلَّا مَنْ شَآءَ اللّٰهُ ۖ ثُمَّ نُفِخَ فِيْهِ اُخْرٰى فَاِذَا هُمْ قِيَامٌ يَّنْظُرُوْنَ ﴿٦٩﴾

৬৯) আৰু শিঙাটো বজোৱা হ'ব, আৰু স্বৰ্গ সমূহত থকা সকলো আৰু মৰ্ত্ত্যত থকা সকলো মূৰ্চ্ছা গৈ বাগৰি পৰিব, সেই সকলৰ বাহিৰে যাক আল্লাহে প্ৰসন্ন হৈ সকাহ দিব। তাৰ পিছত, শিঙাটো দিবতীয় বাৰ বজোৱা হ'ব, আৰু দেখিবা! তেওঁলোক থিয় দি উঠিব, বিচাৰৰ অপেক্ষাত।

وَاَشْرَقَتِ الْاَرْضُ بِنُوْرِ رَبِّهَا وَوُضِعَ الْكِتٰبُ وَجِآئَ بِالنَّبِيّٖنَ وَالشُّهَدَآءِ وَقُضِىَ بَيْنَهُمْ بِالْحَقِّ وَهُمْ لَا يُظْلَمُوْنَ ﴿٧٠﴾

৭০) আৰু গোটেই পৃথিৱীখন প্ৰভুৰ জ্যোতিত উজ্জ্বল হৈ উঠিব, আৰু গ্ৰন্থখন তেওঁলোকৰ আগত খুলি থোৱা হ'ব, আৰু পয়গম্বৰসকল আৰু সাক্ষী সকলক অনা হ'ব, আৰু ন্যায় বিচাৰ কৰি ৰায় দিয়া হ'ব, আৰু তেওঁলোকক অন্যায় কৰা নহ'ব।

ع وَوُفِّيَتْ كُلُّ نَفْسٍ مَّا عَمِلَتْ وَهُوَ اَعْلَمُ بِمَا يَفْعَلُوْنَ ﴿٧١﴾

৭১) আৰু প্ৰত্যেক আত্মাকে ইয়াৰ কাৰ্য্যৰ অনুযায়ী পূৰা পুৰস্কাৰ দিয়া হ'ব। আৰু তেওঁলোকে কি কৰে সেইজনাই ভালদৰে জানে।

وَسِيْقَ الَّذِيْنَ كَفَرُوْٓا اِلٰى جَهَنَّمَ زُمَرًا ۖ حَتّٰٓى اِذَا جَآءُوْهَا فُتِحَتْ اَبْوَابُهَا وَقَالَ لَهُمْ خَزَنَتُهَآ اَلَمْ يَأْتِكُمْ رُسُلٌ مِّنْكُمْ يَتْلُوْنَ عَلَيْكُمْ اٰيٰتِ رَبِّكُمْ وَيُنْذِرُوْنَكُمْ لِقَآءَ يَوْمِكُمْ هٰذَا ۚ قَالُوْا بَلٰى وَلٰكِنْ حَقَّتْ كَلِمَةُ الْعَذَابِ عَلَى الْكٰفِرِيْنَ ﴿٧٢﴾

৭২) আৰু যি সকলে অবিশ্বাস কৰে তেওঁলোকক দোজখলৈ দলে দলে খেদি নিয়া হ'ব ; যেতিয়া গৈ দোজখ পাব, তাৰ দুৱাৰ বোৰ মুকলি কৰা হ'ব, আৰু দোজখৰ ৰখীয়াসকলে তেওঁলোকক ক'ব, 'তোমালোকৰ মাজৰ পৰা ওলোৱা পয়গম্বৰসকল তোমালোকলৈ অহা নাছিল নে, তোমালোকৰ প্ৰভুৰ চিহ্নবোৰ আবৃত্তি কৰি, আৰু তোমালোকৰ এই দিনটোৰ সন্মুখীন হ'ব লাগিব বুলি সতৰ্ক কৰি?' তেওঁলোকে ক'ব, 'হয়, কিন্তু শাস্তিৰ বাৰ্ত্তাটো অবিশ্বাসীসকলৰ ক্ষেত্ৰত নিশ্চয়েই কাৰ্য্যত পৰিণত হ'ব।'

قِيْلَ ادْخُلُوْٓا اَبْوَابَ جَهَنَّمَ خٰلِدِيْنَ فِيْهَا ۚ فَبِئْسَ مَثْوَى الْمُتَكَبِّرِيْنَ ﴿٧٣﴾

৭৩) এইটো কোৱা হ'ব, 'তোমালোক দোজখৰ দবাৰেদি প্ৰবেশ কৰাঁ, আৰু তাতেই থাকিবা। আৰু দাম্ভিকৰ বাসস্থান অতি কষ্টকৰ।'

৭৪) আৰু সেই সকল, যি তেওঁলোকৰ প্ৰভুলৈ ভয় কৰিছিল, তেওঁলোকক স্বৰ্গলৈ দলে দলে বাট দেখুৱাই নিয়া হ'ব গৈ নোপোৱালৈকে, যেতিয়া স্বৰ্গৰ দুৱাৰ সমূহ মুকলি কৰি দিয়া হ'ব আৰু ইয়াৰ ৰখীয়া সকলে তেওঁলোকক ক'ব, 'তোমালোকৰ ওপৰত শান্তি বৰষক! তোমালোক সুখী হোৱাহঁক, আৰু প্ৰবেশ কৰাহঁক, আৰু ইয়াতে থাকাহঁক।'

وَسِيقَ الَّذِينَ اتَّقَوْا رَبَّهُمْ إِلَى الْجَنَّةِ زُمَرًا ۖ حَتَّىٰ إِذَا جَاءُوهَا وَفُتِحَتْ أَبْوَابُهَا وَقَالَ لَهُمْ خَزَنَتُهَا سَلَامٌ عَلَيْكُمْ طِبْتُمْ فَادْخُلُوهَا خَالِدِينَ ﴿٧٣﴾

৭৫) আৰু তেওঁলোকে ক'ব, 'সকলো প্ৰশংসা আল্লাহৰ যি জনাই আমাক দিয়া প্ৰতিশ্ৰুতি কাৰ্য্যত পৰিণত কৰিছে, আৰু আমাক পৃথিৱীখনৰ উত্তৰাধিকাৰী হ'বলৈ দিছে, আমি এই উদ্যানৰ য'তেই ইচ্ছা হয় আমাৰ বাসস্থান সাজিম।' সৎকৰ্ম্মী সকলৰ পুৰস্কাৰ কিমান যে উৎকৃষ্ট!

وَقَالُوا الْحَمْدُ لِلَّهِ الَّذِي صَدَقَنَا وَعْدَهُ وَأَوْرَثَنَا الْأَرْضَ نَتَبَوَّأُ مِنَ الْجَنَّةِ حَيْثُ نَشَاءُ ۖ فَنِعْمَ أَجْرُ الْعَامِلِينَ ﴿٧٤﴾

৭৬) আৰু তোমালোকে দেখিবা ফেৰিস্তা সকলক, তেওঁলোকৰ প্ৰভুৰ প্ৰশংসাৰে গৰিমা গাই সিংহাসনৰ চাৰিওফালে থিয় দি চাই থকা, আৰু মানবৰ মাজত ন্যায়েৰে সৈতে বিচাৰৰ ৰায় দিয়া হ'ব। আৰু এইটো কোৱা হ'ব, 'সকলো প্ৰশংসাৰ গৰাকী আল্লাহ্ যি সকলো পৃথিৱীৰ অধিকাৰী।'

وَتَرَى الْمَلَائِكَةَ حَافِّينَ مِنْ حَوْلِ الْعَرْشِ يُسَبِّحُونَ بِحَمْدِ رَبِّهِمْ ۖ وَقُضِيَ بَيْنَهُمْ بِالْحَقِّ وَقِيلَ الْحَمْدُ لِلَّهِ رَبِّ الْعَالَمِينَ ﴿٧٥﴾

سُوْرَةُ الْمُؤْمِنِ مَكِّيَّةٌ (٤٠)

চূৰা ৪০ AL MUMIN আল-মো'মিন (মক্কাত অৱতীর্ণ)

১) সুপ্রসন্ন, করুণাময়, আল্লাহৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

২) হাআ মীম্ ।(প্ৰশংসনীয়, মহিমান্বিত প্ৰভু)।

حٰمٓ ②

৩) এই গ্ৰন্থখন প্ৰকাশ হৈছে সৰ্বশক্তিমান, সৰ্বজ্ঞ আল্লাহৰ পৰা।

تَنْزِيْلُ الْكِتٰبِ مِنَ اللّٰهِ الْعَزِيْزِ الْعَلِيْمِ ③

৪) পাপৰ ক্ষমা কৰোঁতা, অনুতাপ গ্ৰহণ কৰোঁতা, শাস্তিত কঠোৰ, সকলো বদান্যতাৰ অধিকাৰী। সেই জনাৰ বাহিৰে অন্য কোনো প্ৰভু নাই। সেইজনালৈকে হ'ব শেষ প্ৰত্যাগমন।

غَافِرِ الذَّنْبِ وَقَابِلِ التَّوْبِ شَدِيْدِ الْعِقَابِ ذِي الطَّوْلِ لَآ اِلٰهَ اِلَّا هُوَ اِلَيْهِ الْمَصِيْرُ ④

৫) কেৱল অবিশ্বাসী সকলৰ বাহিৰে অন্য কোনেও আল্লাহৰ চিহ্ন সমূহৰ বিষয়ে তৰ্ক-বিৰ্তক নকৰে। গতিকে পৃথিৱীত সেই সকলৰ চাল- চলনৰ দবাৰা তোমালোক প্ৰৱঞ্চিত নহবা।

مَا يُجَادِلُ فِيْٓ اٰيٰتِ اللّٰهِ اِلَّا الَّذِيْنَ كَفَرُوْا فَلَا يَغْرُرْكَ تَقَلُّبُهُمْ فِي الْبِلَادِ ⑤

৬) তেওঁলোকৰ আগতে নূহৰ সময়ৰ মানুহে আৰু তেওঁলোকৰ পাছৰ অন্য বহু মানুহে আমাৰ চিহ্নবোৰ প্ৰত্যাখ্যান কৰিছিল আৰু প্ৰত্যেক জাতিয়ে তেওঁলোকৰ পয়গম্বৰক আক্ৰমণ কৰিবলৈ চেষ্টা কৰিছিল, মিছা যুক্তিৰে সৈতে তৰ্ক-বিৰ্তক কৰি সত্যক ওফৰাবলৈ চেষ্টা কৰিছিল। তেতিয়া মই তেওঁলোকক আক্ৰমণ কৰিলো, আৰু মোৰ প্ৰতিশোধ কিমান যে ভয়ানক আছিল!

كَذَّبَتْ قَبْلَهُمْ قَوْمُ نُوْحٍ وَّالْاَحْزَابُ مِنْۢ بَعْدِهِمْ وَهَمَّتْ كُلُّ اُمَّةٍۢ بِرَسُوْلِهِمْ لِيَاْخُذُوْهُ وَجٰدَلُوْا بِالْبَاطِلِ لِيُدْحِضُوْا بِهِ الْحَقَّ فَاَخَذْتُهُمْ فَكَيْفَ كَانَ عِقَابِ ⑥

৭) আৰু এই দৰেই প্ৰভুৰ অবিশ্বাসীসকল অগ্নিৰ বাসিন্দা হয় বুলি দিয়া তোমাৰ প্ৰতিশ্ৰুতি, কাৰ্য্যত পৰিণত হৈছিল।

وَكَذٰلِكَ حَقَّتْ كَلِمَتُ رَبِّكَ عَلَى الَّذِيْنَ كَفَرُوْٓا اَنَّهُمْ اَصْحٰبُ النَّارِ ⑦

৮) যিসকলে সিংহাসনখন কঢ়িয়ায় আৰু যি-সকল ইয়াৰ চাৰিওফালে থাকে, সকলোৰেই তেওঁলোকৰ প্ৰভুৰ প্ৰশংসা ঘোষণা কৰে আৰু

اَلَّذِيْنَ يَحْمِلُوْنَ الْعَرْشَ وَمَنْ حَوْلَهٗ يُسَبِّحُوْنَ بِحَمْدِ رَبِّهِمْ وَيُؤْمِنُوْنَ بِهٖ وَيَسْتَغْفِرُوْنَ لِلَّذِيْنَ

আমَنُوا رَبَّنَا وَسِعْتَ كُلَّ شَيْءٍ رَّحْمَةً وَّعِلْمًا فَاغْفِرْ لِلَّذِينَ تَابُوا وَاتَّبَعُوا سَبِيلَكَ وَقِهِمْ عَذَابَ الْجَحِيمِ ⑦

সেইজনাত বিশ্বাস কৰে, আৰু বিশ্বাসীসকলৰ কাৰণে ক্ষমা ভিক্ষা কৰে, এইদৰে কৈ: 'আমাৰ প্ৰভু, তুমি তোমাৰ মহাকৰুণাত আৰু জ্ঞানত সকলো কথা বুজি পোৱা। গতিকে যিসকলে অনুতাপ কৰে আৰু তোমাৰ পথ অনুসৰণ কৰে তেওঁলোকক ক্ষমা কৰা, আৰু তেওঁলোকক দোজখৰ শাস্তিৰ পৰা ৰক্ষা কৰা।

رَبَّنَا وَأَدْخِلْهُمْ جَنّٰتِ عَدْنِ ِالَّتِي وَعَدْتَّهُمْ وَمَنْ صَلَحَ مِنْ اٰبَآئِهِمْ وَأَزْوَاجِهِمْ وَذُرِّيّٰتِهِمْ ۭ إِنَّكَ أَنْتَ الْعَزِيزُ الْحَكِيمُ ⑧

৯) 'আমাৰ প্ৰভু, তেওঁলোকক তুমি প্ৰতিশ্ৰুতি দিয়ামতে চিৰস্থায়ী উদ্যানত প্ৰৱেশ কৰিবলৈ দিয়া আৰু লগতে প্ৰৱেশ কৰিবলৈ দিয়া তেওঁলোকৰ সেই সকল পিতৃবৰ্গক আৰু তেওঁলোকৰ পত্নীবৰ্গক আৰু ল'ৰাছোৱালীকযিসকল ধাৰ্ম্মিক। নিশ্চয়েই, তুমিয়েই হোৱা মহাশক্তিমান, জ্ঞানী।

وَقِهِمُ السَّيِّاٰتِ ۭ وَمَنْ تَقِ السَّيِّاٰتِ يَوْمَئِذٍ فَقَدْ رَحِمْتَهٗ ۭ وَذٰلِكَ هُوَ الْفَوْزُ الْعَظِيمُ ⑨ ع

১০) 'আৰু তেওঁলোকক সকলো অসততাৰ পৰা ৰক্ষা কৰা; আৰু সেইজন যাক তুমি সেইদিনা অসততাৰ পৰা ৰক্ষা কৰা—সেইজনক তুমি নিশ্চয়েই কৃপা দেখুৱাইছা। আৰু সেইটোৱেই, বাস্তৱতে, হ'ল পৰম বিজয়।'

إِنَّ الَّذِينَ كَفَرُوا يُنَادَوْنَ لَمَقْتُ اللّٰهِ أَكْبَرُ مِنْ مَّقْتِكُمْ أَنْفُسَكُمْ إِذْ تُدْعَوْنَ إِلَى الْإِيمَانِ فَتَكْفُرُونَ ⑩

১১) যিসকলে অবিশ্বাস কৰে তেওঁলোকলৈ ঘোষণা হ'ব: 'তোমালোকক যেতিয়া বিশ্বাসলৈ আহ্বান কৰা হৈছিল আৰু তোমালোকে অবিশ্বাস কৰিছিলা, তোমালোকৰ আল্লাহৰ প্ৰতি ঘৃণা আজিৰ দিনত তোমালোকৰ নিজৰ প্ৰতি হোৱা ঘৃণাতকৈ বেছি আছিল।'

قَالُوا رَبَّنَآ أَمَتَّنَا اثْنَتَيْنِ وَأَحْيَيْتَنَا اثْنَتَيْنِ فَاعْتَرَفْنَا بِذُنُوبِنَا فَهَلْ إِلٰى خُرُوجٍ مِّنْ سَبِيلٍ ⑪

১২) তেওঁলোকে ক'ব, 'আমাৰ প্ৰভু তুমি আমাক দুবাৰ মৃত্যু বৰণ কৰাইছা, আৰু তুমি আমাক দুবাৰ জীৱন দান কৰিছা আৰু এতিয়া আমি আমাৰ পাপ স্বীকাৰ কৰিছোঁ। গতিকে, সাৰিবৰ কোনো উপায় আছে নে?'

ذٰلِكُمْ بِأَنَّهٗٓ إِذَا دُعِيَ اللّٰهُ وَحْدَهٗ كَفَرْتُمْ ۚ وَإِنْ يُّشْرَكْ بِهٖ تُؤْمِنُوا ۭ فَالْحُكْمُ لِلّٰهِ الْعَلِيِّ

১৩) এই বুলি তেওঁলোকক কোৱা হ'ব, 'ইয়াৰ কাৰণ হ'ল যেতিয়া কেৱল আল্লাহক সম্বোধন কৰা হৈছিল, তোমালোকে অবিশ্বাস কৰিছিলা, আৰু যেতিয়া আল্লাহৰ সৈতে আন কিছুমানক সমতুল্য

الْكَبِيْرِ ⑫

কৰা হৈছিল, তোমালোকে বিশ্বাস আনিছিলা। এতিয়া সিদ্ধান্ত ন্যস্ত আছে মাত্ৰ আল্লাহতহে, যি অতি পৱিত্ৰ আৰু অতি মহান।'

هُوَ الَّذِيْ يُرِيْكُمْ اٰيٰتِهٖ وَيُنَزِّلُ لَكُمْ مِّنَ السَّمَآءِ رِزْقًا ؕ وَمَا يَتَذَكَّرُ اِلَّا مَنْ يُّنِيْبُ ⑬

১৪) সেইজনাই হৈছে তেওঁ যি তোমালোকক তেওঁৰ চিহ্নবোৰ দেখুৱায় আৰু স্বৰ্গৰ পৰা তোমালোকলৈ সংস্থান নমাই পঠিয়ায়; কিন্তু আল্লাহৰ মুখাপেক্ষী সকলৰ বাহিৰে আন কোনোৱে মনোযোগ নিদিয়ে।

فَادْعُوا اللّٰهَ مُخْلِصِيْنَ لَهُ الدِّيْنَ وَلَوْ كَرِهَ الْكٰفِرُوْنَ ⑭

১৫) গতিকে, তোমালোকে সেইজনাৰ প্ৰতি সম্পূৰ্ণ বাধ্যতা আৰু আন্তৰিকতা জ্ঞাপন কৰি আল্লাহক সম্বোধন কৰা, যদিও অবিশ্বাসীসকলে তেনে কৰাৰ বিৰুদ্ধে হ'ব পাৰে।

رَفِيْعُ الدَّرَجٰتِ ذُو الْعَرْشِ ۚ يُلْقِي الرُّوْحَ مِنْ اَمْرِهٖ عَلٰى مَنْ يَّشَآءُ مِنْ عِبَادِهٖ لِيُنْذِرَ يَوْمَ التَّلَاقِ ⑮

১৬) সেইজনা হৈছে উৎকৃষ্ট গুণাৱলী সম্পন্ন, সিংহাসনখনৰ অধিকাৰী। সেইজনাই তেখেতৰ বক্তব্য নিজৰ হুকুমত তেখেতৰ ভৃত্য সকলৰ যি কোনোলৈকে পঠিয়ায়, যাতে সেইজনাই সাক্ষাতৰ দিনটোৰ বিষয়ে সতৰ্ক কৰি দিব পাৰে।

يَوْمَ هُمْ بٰرِزُوْنَ ۚ لَا يَخْفٰى عَلَى اللّٰهِ مِنْهُمْ شَيْءٌ ؕ لِمَنِ الْمُلْكُ الْيَوْمَ ؕ لِلّٰهِ الْوَاحِدِ الْقَهَّارِ ⑯

১৭) সেই দিনটো যেতিয়া তেওঁলোক সকলো ওলাই আহিব; তেওঁলোকৰ সংক্ৰান্তত কোনো কথা আল্লাহৰ পৰা লুকাই নেথাকিব। 'আজিৰ দিনত ৰাজ্যখন কাৰ!' ই হ'ল এক আৰু সৰ্বোৎকৃষ্ট আল্লাহৰ।

اَلْيَوْمَ تُجْزٰى كُلُّ نَفْسٍۭ بِمَا كَسَبَتْ ؕ لَا ظُلْمَ الْيَوْمَ ؕ اِنَّ اللّٰهَ سَرِيْعُ الْحِسَابِ ⑰

১৮) এইদিনাখন প্ৰত্যেক আত্মাকেই অৰ্জ্জামতে পৰিশোধ কৰা হ'ব। এই দিনা কোনো অন্যায় কৰা নহ'ব! নিশ্চয়েই, আল্লাহ্ গণনা কৰাত অতি প্ৰখৰ।

وَاَنْذِرْهُمْ يَوْمَ الْاٰزِفَةِ اِذِ الْقُلُوْبُ لَدَى الْحَنَاجِرِ كٰظِمِيْنَ ۚ مَا لِلظّٰلِمِيْنَ مِنْ حَمِيْمٍ وَّلَا شَفِيْعٍ يُّطَاعُ ⑱

১৯) আৰু তেওঁলোকক বেগাই ওচৰ চাপি অহা দিনটোৰ বিষয়ে সতৰ্ক কৰি দিয়া, যেতিয়া সকলোৰে হৃদপিণ্ড দমাই থোৱা শোকৰ আবেগত কণ্ঠলৈকে উঠি অহা যেন লাগিব। দোষী বিলাকৰ কোনো সান্ত্বনা দিওঁতা বন্ধু নোলাব, নাইবা কোনো মধ্যস্থ নোলাব যাৰ মধ্যস্থতা গ্ৰহণযোগ্য হ'ব।

২০) সেইজনাই চকুৰ বিশ্বাসঘাতকতা বুজি পায় আৰু অন্তৰে কি লুকুৱায় সেইটোও জানে।

يَعْلَمُ خَآئِنَةَ الْأَعْيُنِ وَمَا تُخْفِي الصُّدُورُ ٢٠

২১) আৰু আল্লাহে সত্যৰ মাধ্যমেৰে বিচাৰ কৰে, কিন্তু তেওঁলোকে আল্লাহৰ বাহিৰে আন যি সকলক মাতে সেইসকলে মুঠেই বিচাৰ কৰিব নোৱাৰে। নিশ্চয়েই, আল্লাহে মাত্ৰ সকলো দেখোঁতা, সকলো শুনোতা।

وَاللّٰهُ يَقْضِي بِالْحَقِّ ۖ وَالَّذِينَ يَدْعُونَ مِنْ
دُونِهِ لَا يَقْضُونَ بِشَيْءٍ ۗ إِنَّ اللّٰهَ هُوَ السَّمِيعُ
الْبَصِيرُ ٢١

২২) তেওঁলোকে পৃথিৱীত ভ্ৰমণ কৰা নাই নে যাৰ দ্বাৰা তেওঁলোকৰ পূৰ্বে অহা সকলৰ শেষ অৱস্থা কি হৈছিল দেখিবলৈ পালেহেঁতেন? সেইসকল এওঁলোকতকৈ বেছি শক্তিশালী আছিল আৰু পৃথিৱীত বেছি নিগাজী চিন থৈ গৈছিল। কিন্তু আল্লাহে তেওঁলোকক আক্ৰমণ কৰিলে তেওঁলোকৰ পাপৰ কাৰণে, আৰু আল্লাহৰ পৰা তেওঁলোকক ৰক্ষা কৰিবলৈ কোনো নাছিল।

أَوَلَمْ يَسِيرُوا فِي الْأَرْضِ فَيَنْظُرُوا كَيْفَ
كَانَ عَاقِبَةُ الَّذِينَ كَانُوا مِنْ قَبْلِهِمْ ۚ كَانُوا هُمْ أَشَدَّ
مِنْهُمْ قُوَّةً وَآثَارًا فِي الْأَرْضِ فَأَخَذَهُمُ اللّٰهُ بِذُنُوبِهِمْ
وَمَا كَانَ لَهُمْ مِنَ اللّٰهِ مِنْ وَاقٍ ٢٢

২৩) তাৰ কাৰণ হ'ল তেওঁলোকলৈ স্পষ্ট চিহ্ন-সমূহ লৈ পয়গম্বৰসকল আহিছিল কিন্তু তেওঁলোকে অবিশ্বাস কৰিলে; সেইকাৰণে আল্লাহে তেওঁলোকক আক্ৰমণ কৰিলে। নিশ্চয়েই, সেইজনা শক্তিশালী, শাস্তি বিহাত কঠোৰ।

ذٰلِكَ بِأَنَّهُمْ كَانَتْ تَأْتِيهِمْ رُسُلُهُمْ بِالْبَيِّنَاتِ فَكَفَرُوا
فَأَخَذَهُمُ اللّٰهُ ۚ إِنَّهُ قَوِيٌّ شَدِيدُ الْعِقَابِ ٢٣

২৪) আৰু, নিশ্চয়েই আমি মুচাক আমাৰ চিহ্নবোৰৰ সৈতে স্পষ্ট কৰ্তৃত্ব দি পঠিয়াইছিলোঁ,

وَلَقَدْ أَرْسَلْنَا مُوسَىٰ بِآيَاتِنَا وَسُلْطَانٍ مُبِينٍ ٢٤

২৫) ফেৰাউন আৰু হামান আৰু কোৰাহলৈ; কিন্তু তেওঁলোকে ক'লে, 'তেওঁ এজন যাদুকৰ আৰু এজন মহা প্ৰবঞ্চক।'

إِلَىٰ فِرْعَوْنَ وَهَامَانَ وَقَارُونَ فَقَالُوا سَاحِرٌ كَذَّابٌ ٢٥

২৬) আৰু তেওঁ যেতিয়া আমাৰ পৰা সত্যৰ বাণী লৈ তেওঁলোকৰ ওচৰলৈ আহিল, তেওঁলোকে ক'লে, 'যিবিলাকে তেওঁৰ সৈতে বিশ্বাস কৰিছে সিহঁতৰ পুত্ৰবিলাকক বধ কৰা আৰু সিহঁতৰ মাইকী মানুহ বিলাকক জীয়াই থাকিবলৈ দিয়া।' কিন্তু অবিশ্বাসীসকলৰ চক্ৰান্ত সদায়ে বিফল হোৱাটো অনিবাৰ্য্য।

فَلَمَّا جَاءَهُمْ بِالْحَقِّ مِنْ عِنْدِنَا قَالُوا اقْتُلُوا أَبْنَاءَ
الَّذِينَ آمَنُوا مَعَهُ وَاسْتَحْيُوا نِسَاءَهُمْ ۚ وَمَا كَيْدُ
الْكَافِرِينَ إِلَّا فِي ضَلَالٍ ٢٦

২৭) ফেৰাউনে ক'লে, 'মোক অকলে এৰি দিয়া যাতে মই মুচাক বধিব পাৰোঁ, আৰু তেওঁক তেওঁৰ প্ৰভুক মাতিবলৈ দিয়া। মই চিন্তা কৰোঁ জানোচা তেওঁ তোমালোকৰ ধৰ্ম্মত পৰিবৰ্তন আনে বা দেশত অশান্তিৰ আবিৰ্ভাৱ কৰায়।'

وَقَالَ فِرْعَوْنُ ذَرُوْنِيْٓ اَقْتُلْ مُوْسٰى وَلْيَدْعُ رَبَّهٗ ۚ اِنِّيْٓ اَخَافُ اَنْ يُّبَدِّلَ دِيْنَكُمْ اَوْ اَنْ يُّظْهِرَ فِى الْاَرْضِ الْفَسَادَ ﴿٢٦﴾

২৮) আৰু মুচাই ক'লে, 'মই মোৰ প্ৰভু আৰু তোমালোকৰ প্ৰভুত আশ্ৰয় লওঁ প্ৰত্যেক বিচাৰৰ দিনত বিশ্বাস নকৰা, দাম্ভিক জনৰ পৰা।'

وَقَالَ مُوْسٰٓى اِنِّيْ عُذْتُ بِرَبِّيْ وَرَبِّكُمْ مِّنْ كُلِّ مُتَكَبِّرٍ لَّا يُؤْمِنُ بِيَوْمِ الْحِسَابِ ﴿٢٧﴾ ع

২৯) আৰু ফেৰাউনৰ মানুহৰ ভিতৰৰ এজন বিশ্বাসী ব্যক্তিয়ে, যি নিজৰ বিশ্বাস লুকুৱাই ৰাখিছিল, ক'লে, " তুমি নো এজন মানুহক, 'আল্লাহ্ মোৰ প্ৰভু' বুলি কোৱাৰ কাৰণে বধ কৰিবা নে, যি স্থলত তেওঁ তোমাৰ প্ৰভুৰ পৰা স্পষ্ট প্ৰমাণ সমূহও আনিছে? আৰু তেওঁ যদি এজন মিথ্যাবাদী হয়, তেওঁৰ ওপৰত মিছা কোৱাৰ পাপ আহিব; কিন্তু তেওঁ যদি সত্যবাদী হয়, তেতিয়া হ'লে তেওঁ যিবিলাক পৰিণামৰ ভয় তোমাক দেখুৱাইছে তাৰ অন্ততঃ কিছুমান, নিশ্চয়েই, তোমাৰ ক্ষেত্ৰত ঘটিব। ই নিশ্চিত যে, আল্লাহ-এ সীমা লঙ্ঘন কৰা আৰু মিথ্যাবাদী জনক পথ-প্ৰদৰ্শন নকৰে ;"

وَقَالَ رَجُلٌ مُّؤْمِنٌ ۖ مِّنْ اٰلِ فِرْعَوْنَ يَكْتُمُ اِيْمَانَهٗٓ اَتَقْتُلُوْنَ رَجُلًا اَنْ يَّقُوْلَ رَبِّيَ اللّٰهُ وَقَدْ جَآءَكُمْ بِالْبَيِّنٰتِ مِنْ رَّبِّكُمْ ۗ وَاِنْ يَّكُ كَاذِبًا فَعَلَيْهِ كَذِبُهٗ ۚ وَاِنْ يَّكُ صَادِقًا يُّصِبْكُمْ بَعْضُ الَّذِيْ يَعِدُكُمْ ۗ اِنَّ اللّٰهَ لَا يَهْدِيْ مَنْ هُوَ مُسْرِفٌ كَذَّابٌ ﴿٢٨﴾

৩০) 'হে' মোৰ মানুহসকল, আজিৰ দিনত তোমালোকৰেই আধিপত্য, যেহেতু পৃথিৱীত তোমালোকৰেই প্ৰভুত্ব বিৰাজ কৰিছে। কিন্তু আল্লাহৰ শাস্তি যদি আমাৰ ওপৰত পৰে আমাক কোনে সহায় কৰিব আৰু কোনে নো ৰক্ষা কৰিব ?" ফেৰাউনে ক'লে, 'মই তোমালোকলৈ আঙুলিয়াইছোঁ যিটো মই দেখিছোঁ, আৰু মই মাথোন তোমালোকক শুদ্ধ পথলৈ বাট দেখুৱাওঁ।'

يٰقَوْمِ لَكُمُ الْمُلْكُ الْيَوْمَ ظٰهِرِيْنَ فِى الْاَرْضِ ۚ فَمَنْ يَّنْصُرُنَا مِنْۢ بَاْسِ اللّٰهِ اِنْ جَآءَنَا ۗ قَالَ فِرْعَوْنُ مَآ اُرِيْكُمْ اِلَّا مَآ اَرٰى وَمَآ اَهْدِيْكُمْ اِلَّا سَبِيْلَ الرَّشَادِ ﴿٢٩﴾

৩১) আৰু যিজনে বিশ্বাস কৰিছিল ক'লে, 'হে' মোৰ মানুহসকল, মই তোমালোকৰ কাৰণে আশঙ্কা কৰোঁ জানোচা অতীজ কালৰ ক্ষমতাপন্ন জাতি বিলাকৰ ধ্বংস হোৱাৰ দৰে তোমালোকৰও হয়;

وَقَالَ الَّذِيْٓ اٰمَنَ يٰقَوْمِ اِنِّيْٓ اَخَافُ عَلَيْكُمْ مِّثْلَ يَوْمِ الْاَحْزَابِ ﴿٣٠﴾

৩২) 'নূহৰ সম্প্ৰদায়ৰ লোকসকলৰ ক্ষেত্ৰত ঘটাৰ দৰে, আৰু আদ আৰু থামুদৰ জাতিদ্বয় আৰু তেওঁলোকৰ পাছত থকা মানুহৰ হোৱাৰ দৰে। আৰু আল্লাহ-এ তেওঁৰ ভৃত্য সকলৰ প্ৰতি অন্যায় বাঞ্ছা নকৰে ঃ

مِثْلَ دَاْبِ قَوْمِ نُوْحٍ وَّعَادٍ وَّثَمُوْدَ وَالَّذِيْنَ مِنْۢ بَعْدِهِمْ ۗ وَمَا اللّٰهُ يُرِيْدُ ظُلْمًا لِّلْعِبَادِ ۝٣١

৩৩) আৰু হে' মোৰ মানুহসকল, মই তোমালোকৰ কাৰণে সেই দিনটোৰ আশংকা কৰোঁ যেতিয়া মানুহে পৰস্পৰক সহায় ভিক্ষা কৰিব, আৰু বিনাব।

وَيٰقَوْمِ اِنِّيْٓ اَخَافُ عَلَيْكُمْ يَوْمَ التَّنَادِ ۝٣٢

৩৪) 'সেই দিনটো যেতিয়া তোমালোক ঘূৰি পলাবা; আৰু আল্লাহৰ কোপৰ পৰা তোমালোকক বচাবলৈ কোনো নেথাকিব। আৰু সেইজন যাক আল্লাহে আওবাটে যাবলৈ এৰি দিয়ে, তেওঁৰ কোনো পথ-প্ৰদৰ্শক নেথাকিব।'

يَوْمَ تُوَلُّوْنَ مُدْبِرِيْنَ ۚ مَا لَكُمْ مِّنَ اللّٰهِ مِنْ عَاصِمٍ ۚ وَمَنْ يُّضْلِلِ اللّٰهُ فَمَا لَهٗ مِنْ هَادٍ ۝٣٣

৩৫) আৰু ইউছুফে, বাস্তৱতে, তোমালোকলৈ পৰিস্কাৰ প্ৰমাণ সমূহ লৈ আহিছিল, কিন্তু তেওঁৰ মৃত্যুৰ সময়লৈকে, যেতিয়া তোমালোকে কৈছিলা, 'আল্লাহে তেওঁৰ পাছত আৰু কোনো পয়গম্বৰ নপঠিয়ায়' তেওঁৰ বাৰ্ত্তাৰ সত্যতাৰ সম্পৰ্কে তোমালোকে সন্দেহ কৰিবলৈ এৰা নাছিলা। এই দৰেই আল্লাহে প্ৰত্যেক সীমা লঙ্ঘনকাৰী, সন্দেহকাৰীকে আওবাটে যোৱা বুলি গণ্য কৰে—

وَلَقَدْ جَآءَكُمْ يُوْسُفُ مِنْ قَبْلُ بِالْبَيِّنٰتِ فَمَا زِلْتُمْ فِيْ شَكٍّ مِّمَّا جَآءَكُمْ بِهٖ ۗ حَتّٰٓى اِذَا هَلَكَ قُلْتُمْ لَنْ يَّبْعَثَ اللّٰهُ مِنْۢ بَعْدِهٖ رَسُوْلًا ۗ كَذٰلِكَ يُضِلُّ اللّٰهُ مَنْ هُوَ مُسْرِفٌ مُّرْتَابُ ۝٣٤

৩৬) যি সকলে আল্লাহৰ পৰা কোনো ক্ষমতা নোপোৱাকৈ আল্লাহৰ চিহ্নবোৰ সম্পৰ্কে তৰ্ক-বিৰ্তক কৰে, আল্লাহৰ চকুত আৰু বিশ্বাসী সকলৰ চকুত ই অতিশয় ঘৃণণীয়। এইদৰে আল্লাহে প্ৰত্যেক দাম্ভিক আৰু অহঙ্কাৰী মানুহৰ অন্তৰত এটা চাপ মাৰি দিয়ে।

اِلَّذِيْنَ يُجَادِلُوْنَ فِيْٓ اٰيٰتِ اللّٰهِ بِغَيْرِ سُلْطٰنٍ اَتٰىهُمْ ۗ كَبُرَ مَقْتًا عِنْدَ اللّٰهِ وَعِنْدَ الَّذِيْنَ اٰمَنُوْا ۗ كَذٰلِكَ يَطْبَعُ اللّٰهُ عَلٰى كُلِّ قَلْبِ مُتَكَبِّرٍ جَبَّارٍ ۝٣٥

৩৭) আৰু ফেৰাউনে ক'লে, 'হে হামান, তুমি মোৰ কাৰণে এটা ওখ স্তম্ভ সাজি দিয়া যাতে মই এটা প্ৰৱেশৰ উপায় পাব পাৰোঁ—

وَقَالَ فِرْعَوْنُ يٰهَامٰنُ ابْنِ لِيْ صَرْحًا لَّعَلِّيْٓ اَبْلُغُ الْاَسْبَابَ ۝٣٦

৩৮) 'স্বৰ্গলৈ প্ৰৱেশৰ উপায়, যাতে মই মুচাৰ আল্লাহক এবাৰ চাব পাৰোঁ, আৰু মই, নিশ্চয়েই,

اَسْبَابَ السَّمٰوٰتِ فَاَطَّلِعَ اِلٰٓى اِلٰهِ مُوْسٰى وَاِنِّيْ

তেওঁক এজন মিথ্যাবাদী বুলি ভাবোঁ।' আৰু এইভাৱেই ফেৰাউনৰ আচৰণৰ অসততা ফেৰাউনৰ নিজৰ চকুত সততা যেন দেখা পাবলৈ দিয়া হৈছিল, আৰু তেওঁক সত পথৰ পৰা বাহিৰত ৰখা হৈছিল; আৰু ফেৰাউনৰ চক্ৰান্ত ধ্বংসস্তূপত শেষ হোৱাটো অনিবাৰ্য্য আছিল।

لَاَظُنُّهٗ كَاذِبًا ؕ وَكَذٰلِكَ زُيِّنَ لِفِرْعَوْنَ سُوْٓءُ عَمَلِهٖ وَصُدَّ عَنِ السَّبِيْلِ ؕ وَمَا كَيْدُ فِرْعَوْنَ اِلَّا فِيْ تَبَابٍ ﴿٣٧﴾

৩৯) আৰু যিজনে বিশ্বাস কৰিছিল, ক'লে, 'হে' মোৰ মানুহসকল, মোক অনুসৰণ কৰাহঁক। মই তোমালোকক শুদ্ধ পথলৈ বাট দেখুৱাই লৈ যাম;

وَقَالَ الَّذِيْٓ اٰمَنَ يٰقَوْمِ اتَّبِعُوْنِ اَهْدِكُمْ سَبِيْلَ الرَّشَادِ ﴿٣٨﴾

৪০) 'হে' মোৰ মানুহসকল, এই পৃথিৱীৰ জীৱনটো কেৱল এটা ক্ষন্তেকীয়া সংস্থান; আৰু পৰকাল নিশ্চয়েই স্থায়ী বাসস্থান;

يٰقَوْمِ اِنَّمَا هٰذِهِ الْحَيٰوةُ الدُّنْيَا مَتَاعٌ ؗ وَّاِنَّ الْاٰخِرَةَ هِيَ دَارُ الْقَرَارِ ﴿٣٩﴾

৪১) যেয়েই অসৎ কাম কৰে তেওঁ তাৰ প্ৰতিফল পাব সেই অসততাৰ অনুযায়ী; কিন্তু যেয়ে সৎ কাম কৰে, পুৰুষেই হওক বা তিৰোতাই হওক, আৰু এজন বিশ্বাসী—এই সকল উদ্যানত প্ৰৱেশ কৰিব; তাত তেওঁলোকক অপৰিসীম ভাৱে সম্ভাৰ যোগোৱা হ'ব;

مَنْ عَمِلَ سَيِّئَةً فَلَا يُجْزٰٓى اِلَّا مِثْلَهَا ۚ وَمَنْ عَمِلَ صَالِحًا مِّنْ ذَكَرٍ اَوْ اُنْثٰى وَهُوَ مُؤْمِنٌ فَاُولٰٓئِكَ يَدْخُلُوْنَ الْجَنَّةَ يُرْزَقُوْنَ فِيْهَا بِغَيْرِ حِسَابٍ ﴿٤٠﴾

৪২) "আৰু হে' মোৰ মানুহসকল, কিমান আশ্চৰ্য্য হোৱা কথা যে মই তোমালোকক উদ্ধাৰলৈ আহ্বান কৰোঁ, আৰু তোমালোকে মোক অগ্নিলৈ আহ্বান কৰা;

وَيٰقَوْمِ مَالِيْٓ اَدْعُوْكُمْ اِلَى النَّجٰوةِ وَتَدْعُوْنَنِيْٓ اِلَى النَّارِ ﴿٤١﴾

৪৩) তোমালোকে মোক আল্লাহত অবিশ্বাস কৰিবলৈ আৰু যাৰ বিষয়ে মোৰ কোনো জ্ঞান নাই এনে কিছুমানক সেইজনাৰ সমতুল্য কৰিবলৈ আমন্ত্ৰণ কৰা, যি স্থলত মই তোমালোকক আমন্ত্ৰণ কৰোঁ সৰ্ব্বশক্তিমান, মহা ক্ষমাদায়ক জনলৈ;

تَدْعُوْنَنِيْ لِاَكْفُرَ بِاللّٰهِ وَاُشْرِكَ بِهٖ مَا لَيْسَ لِيْ بِهٖ عِلْمٌ ۫ وَّاَنَا اَدْعُوْكُمْ اِلَى الْعَزِيْزِ الْغَفَّارِ ﴿٤٢﴾

৪৪) নিশ্চয়েই, তোমালোকে মোক যি বস্তুলৈ আহ্বান কৰা তাৰ ইহকালত বা পৰকালত সম্বোধন পাবৰ কোনো স্বত্ব নাই; আৰু আমাৰ প্ৰত্যাবৰ্তন হ'ব নিশ্চয়েই আল্লাহলৈ আৰু আইন লঙ্ঘনকাৰী সকল হ'ব অগ্নিকুণ্ডৰ নিবাসী;

لَا جَرَمَ اَنَّمَا تَدْعُوْنَنِيْٓ اِلَيْهِ لَيْسَ لَهٗ دَعْوَةٌ فِي الدُّنْيَا وَلَا فِي الْاٰخِرَةِ وَاَنَّ مَرَدَّنَآ اِلَى اللّٰهِ وَاَنَّ الْمُسْرِفِيْنَ هُمْ اَصْحٰبُ النَّارِ ﴿٤٣﴾

৪৫) 'গতিকে তোমালোকে সোনকালেই মই কোৱা কথা সোঁৱৰিবা। আৰু মোৰ বিষয়টোৰ ভাৰ মই আল্লাহৰ হাতত সপিছোঁ। প্ৰকৃততে, আল্লাহে তেওঁৰ ভৃত্য সকলৰ জিম্মা ৰাখে।'

فَسَتَذْكُرُونَ مَآ اَقُولُ لَكُمْ ۚ وَاُفَوِّضُ اَمْرِيْٓ اِلَى
اللّٰهِ ۚ اِنَّ اللّٰهَ بَصِيْرٌۢ بِالْعِبَادِ ﴿٤٥﴾

৪৬) গতিকে আল্লাহে তেওঁক সিহঁতে কৰা সকলো ষড়যন্ত্ৰৰ কষ্টৰ পৰা বচাই দিলে, আৰু ফেৰাউনৰ মানুহক এটা কঠোৰ শাস্তিয়ে আগুৰি ধৰিলে—

فَوَقٰىهُ اللّٰهُ سَيِّاٰتِ مَا مَكَرُوْا وَحَاقَ بِاٰلِ فِرْعَوْنَ
سُوْٓءُ الْعَذَابِ ﴿٤٦﴾

৪৭) অগ্নিকুণ্ড। সিহঁতক দিনে আৰু ৰাতিয়ে ইয়াৰ সম্মুখত থোৱা হ'ব। আৰু সেইদিনা যেতিয়া নিৰ্দ্ধাৰিত সময় আহি পৰিব, ফেৰিস্তাসকলক কোৱা হ'ব, 'ফেৰাউনৰ মানুহ বিলাকক কঠোৰতম শাস্তিলৈ নিক্ষেপ কৰা।'

اَلنَّارُ يُعْرَضُوْنَ عَلَيْهَا غُدُوًّا وَّعَشِيًّا ۚ وَيَوْمَ
تَقُوْمُ السَّاعَةُ ۟ اَدْخِلُوْٓا اٰلَ فِرْعَوْنَ اَشَدَّ
الْعَذَابِ ﴿٤٧﴾

৪৮) আৰু যেতিয়া তেওঁলোকে অগ্নিকুণ্ডত থাকি নিজৰ ভিতৰত তৰ্ক-বিতৰ্ক কৰিব, দুৰ্বল সকলে যিসকল অহঙ্কাৰী আছিল তেওঁলোকক ক'ব, 'প্ৰকৃততে, আমি তোমালোকৰ অনুসৰণকাৰী আছিলোঁ ; সেই কাৰণে তোমালোকে আমাক এই অগ্নিৰ শাস্তিৰ কিছু অংশ লাঘৱ কৰি দিবা নে ?'

وَاِذْ يَتَحَآجُّوْنَ فِى النَّارِ فَيَقُوْلُ الضُّعَفٰٓؤُا لِلَّذِيْنَ
اسْتَكْبَرُوْٓا اِنَّا كُنَّا لَكُمْ تَبَعًا فَهَلْ اَنْتُمْ مُّغْنُوْنَ
عَنَّا نَصِيْبًا مِّنَ النَّارِ ﴿٤٨﴾

৪৯) সেইসকলে, যিসকল অহঙ্কাৰী আছিল, ক'ব, 'এতিয়া আমি সকলো একে অৱস্থাত। আল্লাহে তেওঁৰ ভৃত্য সকলৰ মাজত ইতিমধ্যে বিচাৰ কৰি উঠিল।'

قَالَ الَّذِيْنَ اسْتَكْبَرُوْٓا اِنَّا كُلٌّ فِيْهَآ ۙ اِنَّ اللّٰهَ قَدْ
حَكَمَ بَيْنَ الْعِبَادِ ﴿٤٩﴾

৫০) আৰু অগ্নিত থকা সকলে দোজখৰ ৰখীয়া সকলক ক'ব, 'তোমালোকে প্ৰভুলৈ প্ৰাৰ্থনা কৰা যাতে তেওঁ আমাৰ শাস্তি এদিনৰ বাবে পাতলাই দিয়ে।'

وَقَالَ الَّذِيْنَ فِى النَّارِ لِخَزَنَةِ جَهَنَّمَ ادْعُوْا
رَبَّكُمْ يُخَفِّفْ عَنَّا يَوْمًا مِّنَ الْعَذَابِ ﴿٥٠﴾

৫১) ৰখীয়া সকলে প্ৰত্যুত্তৰত ক'ব, 'তোমালোকৰ পয়গম্বৰ সকলে তোমালোকলৈ স্পষ্ট চিহ্ন সমূহ লৈ অহা নাছিলেনে ?' তেওঁলোকে ক'ব, 'হয়।' ৰখীয়া সকলে ক'ব, 'তেনেহ'লে প্ৰাৰ্থনা কৰি থাকা।' কিন্তু অবিশ্বাসী সকলৰ প্ৰাৰ্থনাৰ কোনো সাৰ্থকতা নাই।

قَالُوْٓا اَوَلَمْ تَكُ تَاْتِيْكُمْ رُسُلُكُمْ بِالْبَيِّنٰتِ ۗ قَالُوْا
بَلٰى ۗ قَالُوْا فَادْعُوْا ۚ وَمَا دُعٰٓؤُا الْكٰفِرِيْنَ اِلَّا فِىْ
ضَلٰلٍ ﴿٥١﴾ ع

৫১) অতি নিশ্চয়েই, আমি আমাৰ পয়গম্বৰ সকলক আৰু যি সকলে, এই জীৱনত আৰু সাক্ষী সকল আহি থিয় দিয়াৰ দিনটোত বিশ্বাস কৰে সেইসকলক সহায় কৰোঁ।

إِنَّا لَنَنصُرُ رُسُلَنَا وَالَّذِينَ آمَنُوا فِي الْحَيَاةِ الدُّنْيَا وَيَوْمَ يَقُومُ الْأَشْهَادُ ﴿٥١﴾

৫২) সেই দিনটো যেতিয়া দোষী সকলৰ অনুনয়ে তেওঁলোকক কোনো লাভ নিদিব, আৰু তেওঁলোকৰ কাৰণে হ'ব কষ্টকৰ বাসস্থান।

يَوْمَ لَا يَنفَعُ الظَّالِمِينَ مَعْذِرَتُهُمْ وَلَهُمُ اللَّعْنَةُ وَلَهُمْ سُوءُ الدَّارِ ﴿٥٢﴾

৫৩) আৰু, বাস্তৱতে, আমি মুচাক বাট দেখুৱাই দিলোঁ, আৰু ইজৰাইলৰ সতি-সন্ততিক উত্তৰাধিকাৰী কৰিছিলোঁ গ্ৰন্থখনৰ—

وَلَقَدْ آتَيْنَا مُوسَى الْهُدَىٰ وَأَوْرَثْنَا بَنِي إِسْرَائِيلَ الْكِتَابَ ﴿٥٣﴾

৫৪) বোধশক্তি-সম্পন্ন সকলৰ কাৰণে এক পথ-প্ৰদৰ্শক আৰু এটা স্মাৰক।

هُدًى وَذِكْرَىٰ لِأُولِي الْأَلْبَابِ ﴿٥٤﴾

৫৫) গতিকে ধৈৰ্য্য ধৰাহঁক। নিশ্চয়েই আল্লাহৰ প্ৰতিশ্ৰুতি সত্য। আৰু যিসকলে অন্যায় কৰিছে তেওঁলোকৰ কাৰণে ক্ষমা ভিক্ষা কৰা আৰু পুৱা আৰু গধূলি সেইজনাৰ প্ৰশংসাৰে তোমাৰ প্ৰভুৰ গৰিমা গোৱা।

فَاصْبِرْ إِنَّ وَعْدَ اللَّهِ حَقٌّ وَاسْتَغْفِرْ لِذَنبِكَ وَسَبِّحْ بِحَمْدِ رَبِّكَ بِالْعَشِيِّ وَالْإِبْكَارِ ﴿٥٥﴾

৫৬) যি সকলে আল্লাহৰ পৰা কোনো ক্ষমতা নোপোৱাকৈ আল্লাহৰ চিহ্নসমূহৰ বিষয়ে তৰ্ক-বিতৰ্ক কৰে—তেওঁলোকৰ অন্তৰত গৌৰৱ লাভ কৰাৰ আকাঙ্খ্যাৰ বাহিৰে আন একো নাই আৰু সেই গৌৰৱ লাভো তেওঁলোকে কেতিয়াও নকৰে। গতিকে আল্লাহত আশ্ৰয় বিচৰাহঁক। নিশ্চয়েই, সেইজনাই হ'ল সকলো শুনোতা, সকলো দেখোঁতা।

إِنَّ الَّذِينَ يُجَادِلُونَ فِي آيَاتِ اللَّهِ بِغَيْرِ سُلْطَانٍ أَتَاهُمْ إِن فِي صُدُورِهِمْ إِلَّا كِبْرٌ مَّا هُم بِبَالِغِيهِ فَاسْتَعِذْ بِاللَّهِ إِنَّهُ هُوَ السَّمِيعُ الْبَصِيرُ ﴿٥٦﴾

৫৭) অৱশ্যেই, স্বৰ্গ সমূহ আৰু মৰ্ত্ত্যৰ স্ৰজন মানৱৰ স্ৰজনতকৈ বেছি বিশাল ; কিন্তু বেছি ভাগ মানুহে সেইটো নেজানে।

لَخَلْقُ السَّمَاوَاتِ وَالْأَرْضِ أَكْبَرُ مِنْ خَلْقِ النَّاسِ وَلَٰكِنَّ أَكْثَرَ النَّاسِ لَا يَعْلَمُونَ ﴿٥٧﴾

৫৮) অন্ধতা আৰু দেখা সমান নহয় ; অসৎ কাম কৰা বিলাক সৎ কাম কৰা আৰু বিশ্বাস কৰা সকলৰ সমান নহয়। তুমি একো প্ৰতিফলিত কৰিব নোৱাৰা।

وَمَا يَسْتَوِي الْأَعْمَىٰ وَالْبَصِيرُ وَالَّذِينَ آمَنُوا وَعَمِلُوا الصَّالِحَاتِ وَلَا الْمُسِيءُ قَلِيلًا مَّا تَتَذَكَّرُونَ ﴿٥٨﴾

৬০) শাস্তিৰ সময় অৱশ্যেই আহিব ; এই বিষয়ে লেশ মাত্র সন্দেহ নাই ; তথাপিও বেছি ভাগ মানুহে বিশ্বাস নকৰে।

إِنَّ السَّاعَةَ لَآتِيَةٌ لَّا رَيْبَ فِيهَا وَلَٰكِنَّ أَكْثَرَ
النَّاسِ لَا يُؤْمِنُونَ ﴿٦٠﴾

৬১) আৰু তোমাৰ প্ৰভুৱে কয়, 'মোক প্রার্থনা কৰা ; মই তোমালোকৰ প্রার্থনাৰ উত্তৰ দিম। কিন্তু যিসকল ইমানেই অভিমানী যে মোক উপাসনা কৰিব নোৱাৰে, তেওঁলোক অৱশ্যেই ঘৃণাৰ পাত্ৰ হৈ দোজখত প্ৰৱেশ কৰিব।'

وَقَالَ رَبُّكُمُ ادْعُونِي أَسْتَجِبْ لَكُمْ ۚ إِنَّ الَّذِينَ
ع يَسْتَكْبِرُونَ عَنْ عِبَادَتِي سَيَدْخُلُونَ جَهَنَّمَ دَاخِرِينَ ﴿٦١﴾

৬২) আল্লাহ্ হৈছে সেইজন যি নিশাৰ সৃষ্টি কৰিছে যাতে তোমালোকে তাত বিশ্রাম কৰিব পাৰা, আৰু দিনৰ সৃষ্টি কৰিছে তোমালোকক দেখিবলৈ সমর্থ কৰাৰ উদ্দেশ্যে। প্ৰকৃততে, আল্লাহ্ মানৱ জাতিৰ প্ৰতি বদান্যতাৰ ভাণ্ডাৰ, কিন্তু বেছি ভাগ মানুহ অকৃতজ্ঞ।

اللَّهُ الَّذِي جَعَلَ لَكُمُ اللَّيْلَ لِتَسْكُنُوا فِيهِ وَالنَّهَارَ
مُبْصِرًا ۚ إِنَّ اللَّهَ لَذُو فَضْلٍ عَلَى النَّاسِ وَلَٰكِنَّ
أَكْثَرَ النَّاسِ لَا يَشْكُرُونَ ﴿٦٢﴾

৬৩) এনেকুৱাই হ'ল আল্লাহ্ তোমালোকৰ প্ৰভু, সকলো বস্তুৰ সৃষ্টিকৰ্ত্তা। সেইজনাৰ বাহিৰে আৰু কোনো প্ৰভু নাই। তেনেহ'লে, তোমালোক নো কেনেকৈ আঁতৰি যোৱা ?

وقف لازم ذَٰلِكُمُ اللَّهُ رَبُّكُمْ خَالِقُ كُلِّ شَيْءٍ لَّا إِلَٰهَ إِلَّا هُوَ ۖ
فَأَنَّىٰ تُؤْفَكُونَ ﴿٦٣﴾

৬৪) বাস্তৱতে এই দৰেই, যি সকলে আল্লাহৰ চিহ্ন সমূহ অগ্রাহ্য কৰে, তেওঁলোকক আঁতৰাই পঠিওৱা হয়।

كَذَٰلِكَ يُؤْفَكُ الَّذِينَ كَانُوا بِآيَاتِ اللَّهِ يَجْحَدُونَ ﴿٦٤﴾

৬৫) আল্লাহ্ হৈছে সেইজন যি পৃথিৱীখন তোমালোকৰ কাৰণে এক বিশ্রামৰ ঠাইৰূপে সাজিছে, আৰু আকাশখন সাজিছে তোমালোকৰ ৰক্ষণৰ কাৰণে সৌধ ৰূপে, আৰু তোমালোকক বিভিন্ন গঢ় দিছে আৰু তোমালোকৰ গঢ়বোৰ ধুনীয়া কৰিছে, আৰু তোমালোকক বিশুদ্ধ বস্তু যোগাইছে। এনেকুৱাই হ'ল আল্লাহ্ তোমালোকৰ প্ৰভু। গতিকে আল্লাহ্ মহাপৱিত্ৰ, সকলো বিশ্ব-ব্ৰহ্মাণ্ডৰ অধিকাৰী।

اللَّهُ الَّذِي جَعَلَ لَكُمُ الْأَرْضَ قَرَارًا وَالسَّمَاءَ
بِنَاءً وَصَوَّرَكُمْ فَأَحْسَنَ صُوَرَكُمْ وَرَزَقَكُم
مِّنَ الطَّيِّبَاتِ ۚ ذَٰلِكُمُ اللَّهُ رَبُّكُمْ ۖ فَتَبَارَكَ اللَّهُ
رَبُّ الْعَالَمِينَ ﴿٦٥﴾

৬৬) সেইজনা হৈছে জীৱন্ত আল্লাহ্। তেওঁৰ বাহিৰে আন কোনো প্ৰভু নাই। গতিকে তেওঁলৈ প্রার্থনা কৰা, তোমালোকৰ উপাসনা সম্পূর্ণ ভাৱে

هُوَ الْحَيُّ لَا إِلَٰهَ إِلَّا هُوَ فَادْعُوهُ مُخْلِصِينَ لَهُ

আৰু আন্তৰিকতাৰে তেওঁলৈকে কেৱল যাচি। সকলো প্ৰশংসাৰ গৰাকী হৈছে আল্লাহ্, তেওঁ সকলো বিশ্ব-ব্ৰহ্মাণ্ডৰ অধিকাৰী।

الْدِّيْنَ ۗ اَلْحَمْدُ لِلّٰهِ رَبِّ الْعٰلَمِيْنَ ﴿٦٦﴾

৬৭) কোৱাঁ, 'মোক উপাসনা কৰিবলৈ নিষেধ কৰা হৈছে সেই সকলক, যাক তোমালোকে আল্লাহ্‌ৰ পৰিবৰ্ত্তে সম্বোধন কৰা, কিয়নো মোলৈ মোৰ প্ৰভুৰ পৰা স্পষ্ট প্ৰমাণ সমূহ আহিছে ; আৰু মোক আদেশ দিয়া হৈছে কেৱল বিশ্ব-ব্ৰহ্মাণ্ডৰ অধিকাৰী জনাৰ অধীন হ'বলৈহে।'

قُلْ اِنِّيْ نُهِيْتُ اَنْ اَعْبُدَ الَّذِيْنَ تَدْعُوْنَ مِنْ
دُوْنِ اللّٰهِ لَمَّا جَآءَنِيَ الْبَيِّنٰتُ مِنْ رَّبِّيْ وَاُمِرْتُ
اَنْ اُسْلِمَ لِرَبِّ الْعٰلَمِيْنَ ﴿٦٧﴾

৬৮) তেৱেঁই সেইজনা যি তোমালোকক ধূলিৰ পৰা সৃষ্টি কৰিছিল আৰু তাৰ পিছত এটোপা শুক্ৰৰ পৰা, তাৰ পিছত এটা চেকুৰাৰ পৰা ; তাৰ পিছত তেওঁ তোমালোকক এটা কেঁচুৱাৰ ৰূপত উলিয়াই আনে ; তাৰ পিছত তেওঁ তোমালোকক বাঢ়িবলৈ দিয়ে, যাতে তোমালোকৰ পূৰা শক্তিলৈকে ঢুকি পাব পাৰা ; আৰু পাছত বৃদ্ধ হোৱা—যদিও তোমালোকৰ কিছুমানক আগতে মৃত্যু হ'বলৈ দিয়া হয়—আৰু যাতে তোমালোক এটা নিৰ্দ্ধাৰিত সময় পাবগৈ পাৰা আৰু যাতে তোমালোক জ্ঞানসম্পন্ন হ'ব পাৰা।

هُوَ الَّذِيْ خَلَقَكُمْ مِّنْ تُرَابٍ ثُمَّ مِنْ نُّطْفَةٍ
ثُمَّ مِنْ عَلَقَةٍ ثُمَّ يُخْرِجُكُمْ طِفْلًا ثُمَّ لِتَبْلُغُوْٓا
اَشُدَّكُمْ ثُمَّ لِتَكُوْنُوْا شُيُوْخًا ۚ وَمِنْكُمْ مَّنْ يُّتَوَفّٰى
مِنْ قَبْلُ وَلِتَبْلُغُوْٓا اَجَلًا مُّسَمًّى وَّلَعَلَّكُمْ
تَعْقِلُوْنَ ﴿٦٨﴾

৬৯) তেৱেঁই হৈছে সেইজনা যি জীৱন দিয়ে আৰু মৃত্যু হ'বলৈ দিয়ে। আৰু তেওঁ যেতিয়া কিবা এটা হোৱাটো ইচ্ছা কৰে তেতিয়া সেই সম্পৰ্কে কয়! আৰু ই ঘটি উঠে।

هُوَ الَّذِيْ يُحْيٖ وَيُمِيْتُ ۚ فَاِذَا قَضٰٓى اَمْرًا فَاِنَّمَا
يَقُوْلُ لَهٗ كُنْ فَيَكُوْنُ ﴿٦٩﴾

৭০) যিসকলে আল্লাহৰ চিহ্নবোৰ লৈ বাক-বিতণ্ডা কৰে তুমি তেওঁলোকক দেখা নাই নে, কেনেকৈ তেওঁলোকক সত্যৰ পৰা আঁতৰাই পঠিওৱা হৈছে!

اَلَمْ تَرَ اِلَى الَّذِيْنَ يُجَادِلُوْنَ فِيْٓ اٰيٰتِ اللّٰهِ ۭ اَنّٰى
يُصْرَفُوْنَ ﴿٧٠﴾

৭১) যিসকলে গ্ৰন্থখন আৰু আমি আমাৰ পয়গম্বৰ সকলৰ দ্বাৰা পঠিওৱা সকলো কথা অগ্ৰাহ্য কৰিছে, কিন্তু অনতি পলমে জানিবলৈ পাব,

اَلَّذِيْنَ كَذَّبُوْا بِالْكِتٰبِ وَبِمَآ اَرْسَلْنَا بِهٖ رُسُلَنَا ۟
فَسَوْفَ يَعْلَمُوْنَ ﴿٧١﴾

৭২) যেতিয়া লোহাৰ গলবন্ধা তেওঁলোকৰ ডিঙিত পিন্ধোৱা হ'ব, আৰু লগতে শিকলিও, আৰু তেওঁলোকক টানি নিয়া হ'ব,

إِذِ الْأَغْلَٰلُ فِي أَعْنَاقِهِمْ وَالسَّلَٰسِلُ يُسْحَبُونَ ۝

৭৩) উত্তপ্ত পানীলৈ তাৰ পিছত তেওঁলোকক অগ্নিকুন্ডত দগ্ধ কৰা হ'ব।

فِي الْحَمِيمِ ثُمَّ فِي النَّارِ يُسْجَرُونَ ۝

৭৪) তাৰ পিছত এই বুলি তেওঁলোকক কোৱা হ'ব, 'সেই সকল ক'ত আঁছে যাক তোমালোকে লগৰীয়া প্ৰভু বুলি মাতিছিলা,

ثُمَّ قِيلَ لَهُمْ أَيْنَ مَا كُنتُمْ تُشْرِكُونَ ۝

৭৫) 'আল্লাহৰ পৰিবৰ্ত্তে ?' তেওঁলোকে ক'ব, 'সেই বিলাক আমাৰ ওচৰৰ পৰা অন্তৰ্দ্ধান হ'ল। নহয়, আমি আল্লাহৰ পৰিবৰ্ত্তে আন কালৈকো আগতে প্ৰাৰ্থনা কৰা নাছিলোঁ। এইদৰেই আল্লাহে অবিশ্বাসী সকলক বিবুদ্ধি কৰিব

مِن دُونِ اللَّهِ ۖ قَالُوا ضَلُّوا عَنَّا بَل لَّمْ نَكُن نَّدْعُوا مِن قَبْلُ شَيْئًا ۚ كَذَٰلِكَ يُضِلُّ اللَّهُ الْكَافِرِينَ ۝

৭৬) তাৰ কাৰণে, তোমালোকে পৃথিৱীত কোনো যুক্তি নোহোৱাকৈ অতিমাত্ৰা আহ্লাদ কৰিছিলা, আৰু কাৰণ হ'ল তোমালোকে উদ্ধত আচৰণত আছিলা।

ذَٰلِكُم بِمَا كُنتُمْ تَفْرَحُونَ فِي الْأَرْضِ بِغَيْرِ الْحَقِّ وَبِمَا كُنتُمْ تَمْرَحُونَ ۝

৭৭) তোমালোক দোজখলৈ প্ৰৱেশ কৰাহঁক আৰু তাতেই থাকাহঁক। আৰু দাম্ভিক জনৰ অৱস্থা হয় দুৰ্ভগীয়া।

ادْخُلُوا أَبْوَابَ جَهَنَّمَ خَالِدِينَ فِيهَا ۖ فَبِئْسَ مَثْوَى الْمُتَكَبِّرِينَ ۝

৭৮) গতিকে, তুমি ধৈৰ্য্য ধৰা, আল্লাহৰ প্ৰতিশ্ৰুতি অৱশ্যেই পূৰ্ণ হ'ব। আৰু আমি তোমাক এই জীৱনতে তেওঁলোকক দিয়া অঙ্গীকাৰৰ এক অংশ দেখুৱাওঁ যে আমি তোমাক আমাৰ প্ৰতিশ্ৰুতি পূৰ্ণ কৰাৰ আগতে মৃত্যু হ'বলৈ দিওঁ, তেওঁলোকক আমালৈ ঘূৰাই অনা হ'বই।

فَاصْبِرْ إِنَّ وَعْدَ اللَّهِ حَقٌّ ۚ فَإِمَّا نُرِيَنَّكَ بَعْضَ الَّذِي نَعِدُهُمْ أَوْ نَتَوَفَّيَنَّكَ فَإِلَيْنَا يُرْجَعُونَ ۝

৭৯) আৰু আমি, বাস্তৱতে তোমাৰ পূৰ্বে পয়গম্বৰসকলক পঠিয়াইছিলোঁ: তেওঁলোকৰ ভিতৰত আছে কিছুমান, যাক আমি তোমালৈ উল্লেখ কৰা নাই, আৰু কোনো পয়গম্বৰৰ কাৰণে আল্লাহৰ বিনা অনুমতিত এটা চিহ্ন অনা সম্ভৱ নহয়। কিন্তু আল্লাহৰ হুকুম যেতিয়া আহে, বিষয়টো ন্যায়ৰ সৈতে মীমাংসা কৰা হয় আৰু সেই

وَلَقَدْ أَرْسَلْنَا رُسُلًا مِّن قَبْلِكَ مِنْهُم مَّن قَصَصْنَا عَلَيْكَ وَمِنْهُم مَّن لَّمْ نَقْصُصْ عَلَيْكَ ۗ وَمَا كَانَ لِرَسُولٍ أَن يَأْتِيَ بِآيَةٍ إِلَّا بِإِذْنِ اللَّهِ ۚ فَإِذَا جَاءَ

أَمْرُ اللَّهِ قُضِيَ بِالْحَقِّ وَخَسِرَ هُنَالِكَ الْمُبْطِلُونَ ﴿٧٨﴾

সময়ত মিথ্যাবাদী সকলে পৰাজয় মানে।

اللَّهُ الَّذِي جَعَلَ لَكُمُ الْأَنْعَامَ لِتَرْكَبُوا مِنْهَا وَمِنْهَا تَأْكُلُونَ ﴿٧٩﴾

৮০) আল্লাহ হৈছে সেইজনা, যি তোমালোকৰ কাৰণে পোহনীয়া জন্তু স্রজিছে, যাতে তোমালোক সিহঁতৰ কিছুমানৰ আৰোহী হ'ব পাৰা আৰু কিছুমানৰ মাংস খাব পাৰা—

وَلَكُمْ فِيهَا مَنَافِعُ وَلِتَبْلُغُوا عَلَيْهَا حَاجَةً فِي صُدُورِكُمْ وَعَلَيْهَا وَعَلَى الْفُلْكِ تُحْمَلُونَ ﴿٨٠﴾

৮১) আৰু তোমালোকে সিহঁতৰ পৰা আন উপকাৰো পোৱা—আৰু যাতে সিহঁতৰ দবাৰা তোমালোকে তোমালোকৰ অন্তৰত থকা যি কোনো আশা-আকাঙ্খ্যা পূৰ্ণ কৰিব পাৰা। আৰু সিহঁতৰ ওপৰত আৰু জাহাজৰ ওপৰত তোমালোকক কঢ়িয়াই নিয়া হয়।

وَيُرِيكُمْ آيَاتِهِ فَأَيَّ آيَاتِ اللَّهِ تُنْكِرُونَ ﴿٨١﴾

৮২) আৰু সেইজনাই তোমালোকক তেওঁৰ চিহ্নবোৰ দেখুৱায়; তেনেহ'লে, আল্লাহৰ চিহ্ন বোৰৰ কোনটোকনো তোমালোকে অস্বীকাৰ কৰিবা ?

أَفَلَمْ يَسِيرُوا فِي الْأَرْضِ فَيَنْظُرُوا كَيْفَ كَانَ عَاقِبَةُ الَّذِينَ مِنْ قَبْلِهِمْ كَانُوا أَكْثَرَ مِنْهُمْ وَأَشَدَّ قُوَّةً وَآثَارًا فِي الْأَرْضِ فَمَا أَغْنَى عَنْهُمْ مَا كَانُوا يَكْسِبُونَ ﴿٨٢﴾

৮৩) তেওঁলোকে পৃথিৱীত ভ্ৰমণ কৰা নাই নে যাতে তেওঁলোকে তেওঁলোকৰ পূৰ্বে অহা সকলৰ অন্ত কি দৰে হ'ল দেখিব পাৰে ? তেওঁলোক এই বিলাকতকৈ বেছি সংখ্যাৰ আছিল, শক্তিতো বেছি প্ৰবল আৰু পৃথিৱীত বেছি দৃঢ় চিহ্ন থৈ গৈছিল। কিন্তু তেওঁলোকে যিমানবোৰ আৰ্জ্জিছিল তেওঁলোকৰ কোনো কামত নাহিল।

فَلَمَّا جَاءَتْهُمْ رُسُلُهُمْ بِالْبَيِّنَاتِ فَرِحُوا بِمَا عِنْدَهُمْ مِنَ الْعِلْمِ وَحَاقَ بِهِمْ مَا كَانُوا بِهِ يَسْتَهْزِئُونَ ﴿٨٣﴾

৮৪) আৰু যেতিয়া তেওঁলোকৰ পয়গম্বৰ সকলে তেওঁলোকলৈ প্ৰত্যক্ষ চিহ্নসমূহ লৈ আহিছিল, তেওঁলোকে যি কিঞ্চিত জ্ঞান তেওঁলোকৰ আছিল তাকে লৈ মহা গৌৰৱ কৰাত ব্যস্ত আছিল আৰু যিটোক তেওঁলোকে ব্যঙ্গ কৰিছিল, সেইটোৱেই আগুৰি ধৰিলে।

فَلَمَّا رَأَوْا بَأْسَنَا قَالُوا آمَنَّا بِاللَّهِ وَحْدَهُ وَكَفَرْنَا بِمَا كُنَّا بِهِ مُشْرِكِينَ ﴿٨٤﴾

৮৫) আৰু যেতিয়া তেওঁলোকে আমাৰ শাস্তি দেখিলে তেওঁলোকে ক'লে, 'আমি কেৱল আল্লাহতে বিশ্বাস কৰোঁ, আৰু সেইজনাৰ সৈতে আন যি সকলক সমান কৰিছিলো সেই সকলোকে অগ্ৰাহ্য কৰোঁ'।

৮৬) কিন্তু তেওঁলোকে যেতিয়া আমাৰ শাস্তি দেখিলে তেওঁলোকৰ বিশ্বাসে কোনো লাভ নেসাধিলে। এইটোৱেই হ'ল আল্লাহৰ আইন, যিটো সৰ্ব্বদা তেওঁৰ ভৃত্য সকলৰ ক্ষেত্ৰত কাৰ্য্যকৰী হৈ আহিছে। আৰু এইদৰেই অবিশ্বাসীসকল ধ্বংস হ'ল।

فَلَمْ يَكُ يَنْفَعُهُمْ اِيْمَانُهُمْ لَمَّا رَاَوْا بَاْسَنَا ؕ سُنَّتَ اللّٰهِ الَّتِىْ قَدْ خَلَتْ فِىْ عِبَادِهٖ ۚ وَخَسِرَ هُنَالِكَ الْكٰفِرُوْنَ ﴿٨٦﴾






**চুৰা ৪১** HA MIM SAJDAH **হাআ-মীম আল-ছাজদা (মক্কাত অৱতীৰ্ণ)**

১) সুপ্ৰসন্ন, কৰুণাময়, আল্লাহৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ﴿١﴾

২) হাআ মীম (প্ৰশংসনীয়, মহিমান্বিত প্ৰভু)।

حٰمٓ ﴿٢﴾

৩) এই কোৰ্-আন খন সুপ্ৰসন্ন, কৰুণাময় আল্লাহৰ পৰা প্ৰকাশ হৈছে,

تَنْزِيْلٌ مِّنَ الرَّحْمٰنِ الرَّحِيْمِ ﴿٣﴾

৪) এইখন এখন গ্ৰন্থ, যাৰ শ্লোক সমূহ বিতং ভাৱে ব্যাখ্যা কৰা হৈছে আৰু যিবোৰ বাৰম্বাৰ পঢ়া হ'ব, পৰিস্কাৰ, ধুনীয়া ভাষাত লিপিবদ্ধ, জ্ঞান সম্পন্ন মানুহৰ কাৰণে,

كِتٰبٌ فُصِّلَتْ اٰيٰتُهٗ قُرْاٰنًا عَرَبِيًّا لِّقَوْمٍ يَّعْلَمُوْنَ ﴿٤﴾

৫) এইখন সুসংবাদৰ বাহক, এক সৰ্তককাৰী। কিন্তু তেওঁলোকৰ বেছি ভাগ আঁতৰি যায় আৰু তেওঁলোকে নুশুনে।

بَشِيْرًا وَّنَذِيْرًا ۚ فَاَعْرَضَ اَكْثَرُهُمْ فَهُمْ لَا يَسْمَعُوْنَ ﴿٥﴾

৬) আৰু তেওঁলোকে কয়, 'তুমি আমাক য'লৈ মাতিছা তাৰ বিৰুদ্ধে আমাৰ অন্তৰ কেইবাখনো আবৰণৰ দ্বাৰা সংৰক্ষিত হৈ আছে আৰু আমাৰ কাণো গধুৰ, আৰু আমাৰ আৰু তোমাৰ মাজত এখন পৰ্দা আছে। গতিকে তুমি তোমাৰ কাম কৰি যোৱা ; আমিও কৰি আছোঁ।'

وَقَالُوْا قُلُوْبُنَا فِىْۤ اَكِنَّةٍ مِّمَّا تَدْعُوْنَاۤ اِلَيْهِ وَفِىْۤ اٰذَانِنَا وَقْرٌ وَّمِنْۢ بَيْنِنَا وَبَيْنِكَ حِجَابٌ فَاعْمَلْ اِنَّنَا عٰمِلُوْنَ ﴿٦﴾

قُلْ اِنَّمَآ اَنَا بَشَرٌ مِّثْلُكُمْ يُوْحٰٓى اِلَيَّ اَنَّمَآ اِلٰهُكُمْ اِلٰهٌ وَّاحِدٌ فَاسْتَقِيْمُوْٓا اِلَيْهِ وَاسْتَغْفِرُوْهُ ؕ وَوَيْلٌ لِّلْمُشْرِكِيْنَ ۙ﴿۷﴾

৭) কোৱাঁ, ‘মই তোমালোকৰ দৰেই নশ্বৰ। মোৰ আগত ব্যক্ত কৰা হৈছে যে তোমালোকৰ ঈশ্বৰ হৈছে এক ঈশ্বৰ ; গতিকে তোমালোক পথভ্ৰষ্ট নহৈ পোনে পোনে সেই জনাৰ ওচৰলৈ যোৱা আৰু সেইজনাৰ ক্ষমা প্ৰাৰ্থনা কৰা। আৰু বিগ্ৰহ পূজাৰীসকল দুৰ্ভাগ্যগ্ৰস্ত হওক,

الَّذِيْنَ لَا يُؤْتُوْنَ الزَّكٰوةَ وَهُمْ بِالْاٰخِرَةِ هُمْ كٰفِرُوْنَ ﴿۸﴾

৮) যি জাকাত নিদিয়ে, তেওঁলোক হৈছে পৰকালত অবিশ্বাস কৰা মানুহ।

اِنَّ الَّذِيْنَ اٰمَنُوْا وَعَمِلُوا الصّٰلِحٰتِ لَهُمْ اَجْرٌ غَيْرُ مَمْنُوْنٍ ۧ﴿۹﴾

৯) যি সকলে বিশ্বাস কৰে আৰু সৎ কাম কৰে, তেওঁলোকৰ ক্ষেত্ৰত, নিশ্চয়েই, থাকিব এক অনন্ত পুৰস্কাৰ।

قُلْ اَئِنَّكُمْ لَتَكْفُرُوْنَ بِالَّذِيْ خَلَقَ الْاَرْضَ فِيْ يَوْمَيْنِ وَتَجْعَلُوْنَ لَهٗٓ اَنْدَادًا ؕ ذٰلِكَ رَبُّ الْعٰلَمِيْنَ ۚ﴿۱۰﴾

১০) কোৱাঁ, ‘তোমালোকে সঁচাকৈয়ে অবিশ্বাস কৰা নেকি সেইজনাত যিজনাই পৃথিৱীখন দুদিনত গঢ়িছিল ? আৰু তোমালোকে সেইজনাৰ সমতুল্য স্থাপন কৰা নেকি ?’ সেইজনাই হৈছে সকলো বিশ্ব-ব্ৰহ্মাণ্ডৰ অধিকাৰী।

وَجَعَلَ فِيْهَا رَوَاسِيَ مِنْ فَوْقِهَا وَبٰرَكَ فِيْهَا وَقَدَّرَ فِيْهَآ اَقْوَاتَهَا فِيْٓ اَرْبَعَةِ اَيَّامٍ ؕ سَوَآءً لِّلسَّآئِلِيْنَ ﴿۱۱﴾

১১) সেইজনাই তাত সমতলৰ ওপৰত থিয় দিয়া দৃঢ় পৰ্ব্বতশাৰী পাতিলে, আৰু ইয়াক অপৰ্য্যাপ্ত-তাৰে শোভিত কৰিলে, আৰু তাত যুগুত পৰিমাণৰ খাদ্যদ্ৰব্যৰ সংস্থান কৰিলে চাৰি-দিনত—সকলো সন্ধানকাৰীৰ কাৰণে সমভাৱে।

ثُمَّ اسْتَوٰٓى اِلَى السَّمَآءِ وَهِيَ دُخَانٌ فَقَالَ لَهَا وَلِلْاَرْضِ ائْتِيَا طَوْعًا اَوْ كَرْهًا ؕ قَالَتَآ اَتَيْنَا طَآئِعِيْنَ ﴿۱۲﴾

১২) তাৰ পাছত সেইজনাই আকাশলৈ চালে, সেই সময়ত ই আছিল একপ্ৰকাৰ ধোঁৱাৰ কুণ্ডলিৰ দৰে আৰু আকাশ আৰু পৃথিৱীখনক ক'লে, ‘তোমালোক দুয়ো বাধ্যতাৰে সৈতে আঁহাহঁক, স্বইচ্ছাৰে বা অনিচ্ছাৰে।’ তেওঁলোকে ক'লে, ‘আমি স্বইচ্ছাৰে আহিছো হঁক।’

فَقَضٰىهُنَّ سَبْعَ سَمٰوٰتٍ فِيْ يَوْمَيْنِ وَاَوْحٰى فِيْ كُلِّ سَمَآءٍ اَمْرَهَا ؕ وَزَيَّنَّا السَّمَآءَ الدُّنْيَا بِمَصَابِيْحَ ۖ وَحِفْظًا ؕ ذٰلِكَ تَقْدِيْرُ الْعَزِيْزِ

১৩) সেইদৰে সেইজনাই তেওঁলোকক সাতখন স্বৰ্গৰ আকাৰেৰে দুদিনত সাজিলে, আৰু প্ৰত্যেকখন স্বৰ্গলৈকে ইয়াৰ কৰ্ত্তব্য প্ৰকাশ কৰিলে। আৰু আমি নিম্নতম স্বৰ্গখনক পোহৰ পাবৰ কাৰণে বন্তিৰে সজালোঁ আৰু ইয়াক সংৰক্ষণৰ উপায়েৰে সজ্জিত কৰিলোঁ। সেই-

ٱلْعَلِيمِ ⑫

টোৱেই হৈছে পৰম শক্তিশালী সৰ্বজ্ঞ জনাৰ আদেশ।

فَإِنْ أَعْرَضُوا فَقُلْ أَنذَرْتُكُمْ صَٰعِقَةً مِّثْلَ صَٰعِقَةِ عَادٍ وَثَمُودَ ⑬

১৪) কিন্তু তেওঁলোক যদি আঁতৰি যায়, তেতিয়া হ'লে কোৱাঁ, 'আদ আৰু থামুদৰ সম্প্ৰদায়ক আগুৰি ধৰা শাস্তিৰ দৰে তোমালোককও এক ধ্বংসকাৰী শাস্তিৰ বিষয়ে সৰ্তক কৰি দিওঁ।

إِذْ جَآءَتْهُمُ ٱلرُّسُلُ مِنۢ بَيْنِ أَيْدِيهِمْ وَمِنْ خَلْفِهِمْ أَلَّا تَعْبُدُوٓا إِلَّا ٱللَّهَ ۖ قَالُوا لَوْ شَآءَ رَبُّنَا لَأَنزَلَ مَلَٰٓئِكَةً فَإِنَّا بِمَآ أُرْسِلْتُم بِهِۦ كَٰفِرُونَ ⑭

১৫) তেওঁলোকৰ পয়গম্বৰসকল যেতিয়া সম্মুখৰ পৰা আৰু পশ্চাৎেৰ পৰা তেওঁলোকলৈ, আহিল, এইবুলি উপদেশ দি, 'আল্লাহৰ বাহিৰে কাকো উপাসনা নকৰিবা,' তেওঁলোকে ক'লে, 'আমাৰ যদি প্ৰভুৱে সেইদৰে ইচ্ছা কৰিলেহেঁতেন, তেওঁ, নিশ্চয়েই, ফেৰিস্তাসকলক নমাই পঠিয়ালেহেঁতেন। গতিকে তোমাক যাৰে সৈতে পঠিওৱা হৈছে তাত আমি অৱশ্যেই অবিশ্বাস কৰোঁ।'

فَأَمَّا عَادٌ فَٱسْتَكْبَرُوا فِى ٱلْأَرْضِ بِغَيْرِ ٱلْحَقِّ وَقَالُوا مَنْ أَشَدُّ مِنَّا قُوَّةً ۖ أَوَلَمْ يَرَوْا أَنَّ ٱللَّهَ ٱلَّذِى خَلَقَهُمْ هُوَ أَشَدُّ مِنْهُمْ قُوَّةً ۖ وَكَانُوا بِـَٔايَٰتِنَا يَجْحَدُونَ ⑮

১৬) আদ সম্প্ৰদায়ৰ বিষয়ে, তেওঁলোকে বিনা যুক্তিৰে পৃথিৱীত অহঙ্কাৰ আচৰণ কৰিছিল আৰু কৈছিল, কৰ্ত্তৃত্বত আমাতকৈ শক্তিশালী আৰু কোন আছে?' সিহঁতে নেদেখে নেকি যে আল্লাহ্ যি তেওঁলোকক সৃজিছিল, কৰ্ত্তৃত্বত তেওঁলোকতকৈ বেছি শক্তিশালী? তথাপিও সিহঁতে আমাৰ চিহ্ন সমূহ অস্বীকাৰ কৰা অব্যাহত ৰাখিছিল।

فَأَرْسَلْنَا عَلَيْهِمْ رِيحًا صَرْصَرًا فِىٓ أَيَّامٍ نَّحِسَاتٍ لِّنُذِيقَهُمْ عَذَابَ ٱلْخِزْىِ فِى ٱلْحَيَوٰةِ ٱلدُّنْيَا ۖ وَلَعَذَابُ ٱلْءَاخِرَةِ أَخْزَىٰ ۖ وَهُمْ لَا يُنصَرُونَ ⑯

১৭) গতিকে, আমি কেইটামান কালান্তক দিনজুণি তেওঁলোকলৈ সাংঘাতিক ধুমুহা পঠিয়ালোঁ, যাতে আমি তেওঁলোকক এই জীৱনতে অপদস্থ হোৱাৰ শাস্তিৰ সোৱাদ দিব পাৰোঁ। আৰু পৰকাপৰ শাস্তি নিশ্চয়েই আৰু বেছি অপদস্থকাৰী হ'ব, আৰু তেওঁলোকক কোনো সহায় দিয়া নহ'ব।

وَأَمَّا ثَمُودُ فَهَدَيْنَٰهُمْ فَٱسْتَحَبُّوا ٱلْعَمَىٰ عَلَى ٱلْهُدَىٰ فَأَخَذَتْهُمْ صَٰعِقَةُ ٱلْعَذَابِ ٱلْهُونِ بِمَا كَانُوا يَكْسِبُونَ ⑰

১৮) আৰু থামুদ সম্প্ৰদায়ৰ সম্পৰ্কে, আমি তেওঁলোকক পথ-প্ৰদৰ্শন কৰিছিলোঁ, কিন্তু তেওঁলোকে পথ-প্ৰদৰ্শনতকৈ অন্ধত্ব বেছি পচন্দ কৰিলে, গতিকে এক অপদস্থকাৰী শাস্তিৰ বিপৰ্যয়ে তেওঁলোকক হেঁচা মাৰি ধৰিলে, তেওঁলোকে যি আৰ্জ্জি ছিল তাৰ ফল স্বৰূপে।

১৯) আৰু আমি যি সকলে বিশ্বাস আৰু সৎ কাম কৰিছে তেওঁলোকক ৰক্ষা কৰিলোঁ।

وَنَجَّيْنَا الَّذِيْنَ اٰمَنُوْا وَكَانُوْا يَتَّقُوْنَ ﴿١٩﴾

২০) আৰু তেওঁলোকক সৰ্তক কৰি দিয়া সেইদিনটোৰ বিষয়ে, যি দিনা আল্লাহণ শত্ৰু সকলক সমবেত কৰি অগ্নিকুণ্ডলৈ খেদি নিয়া হ'ব, আৰু তেওঁলোকক সমষ্টিত বিভক্ত কৰা হ্বব;

وَيَوْمَ يُحْشَرُ اَعْدَآءُ اللّٰهِ اِلَى النَّارِ فَهُمْ يُوْزَعُوْنَ ﴿٢٠﴾

২১) তেতিয়ালৈকে, যেতিয়া তেওঁলোক গৈ পাবগৈ, তেওঁলোকৰ কাণ, চকু, আৰু গাৰ ছালে তেওঁলোকৰ কাৰ্য্য-কলাপৰ বিষয়ে সাক্ষী দিব।

حَتّٰۤى اِذَا مَا جَآءُوْهَا شَهِدَ عَلَيْهِمْ سَمْعُهُمْ وَاَبْصَارُهُمْ وَجُلُوْدُهُمْ بِمَا كَانُوْا يَعْمَلُوْنَ ﴿٢١﴾

২২) আৰু তেওঁলোকে তেওঁলোকৰ ছৰ্মক ক'ব, 'তোমালোক কিয় আমাৰ বিৰুদ্ধে সাক্ষী হৈছা?' সিহঁতে ক'ব, 'আল্লাহে আমাক ক'বলৈ দিছে, তেওঁ আন সকলো বস্তুক ক'বলৈ দিয়াৰ দৰে আৰু এওঁৱেই হৈছে সেইজনা যি তোমালোকক প্ৰথমে স্ৰজিছিল, আৰু তেওঁলৈকে তোমালোকক ঘূৰাই অনা হৈছে।

وَقَالُوْا لِجُلُوْدِهِمْ لِمَ شَهِدْتُّمْ عَلَيْنَا ۚ قَالُوْۤا اَنْطَقَنَا اللّٰهُ الَّذِيْۤ اَنْطَقَ كُلَّ شَيْءٍ وَّهُوَ خَلَقَكُمْ اَوَّلَ مَرَّةٍ وَّاِلَيْهِ تُرْجَعُوْنَ ﴿٢٢﴾

২৩) 'আৰু পাপ কৰি থকা সময়ত তোমালোকে আশঙ্কা কৰা নাছিলা যে তোমালোকৰ কাণ, চকু আৰু ছালে তোমালোকৰ বিৰুদ্ধে সাক্ষী দিব; নহয়, তোমালোকে ভাবিছিলা যে আল্লাহেও তোমালোক কাৰ্য্য-কলাপৰ বেছি ভাগ নেজানিছিল।

وَمَا كُنْتُمْ تَسْتَتِرُوْنَ اَنْ يَّشْهَدَ عَلَيْكُمْ سَمْعُكُمْ وَلَاۤ اَبْصَارُكُمْ وَلَا جُلُوْدُكُمْ وَلٰكِنْ ظَنَنْتُمْ اَنَّ اللّٰهَ لَا يَعْلَمُ كَثِيْرًا مِّمَّا تَعْمَلُوْنَ ﴿٢٣﴾

২৪) 'আৰু তোমালোকৰ প্ৰভুৰ বিষয়ে তোমালোকে পোষণ কৰা সেই ধাৰণাই তোমালোক ধ্বংস কৰিছে। গতিকে এতিয়া তোমালোক সৰ্বহাৰা বিলাকৰ ভিতৰৰ হ'লা।'

وَذٰلِكُمْ ظَنُّكُمُ الَّذِيْ ظَنَنْتُمْ بِرَبِّكُمْ اَرْدٰىكُمْ فَاَصْبَحْتُمْ مِّنَ الْخٰسِرِيْنَ ﴿٢٤﴾

২৫) এতিয়া তেওঁলোকে যদি সহ্য কৰিব পাৰে, অগ্নিকুণ্ডটোৱেই হ'ব তেওঁলোকৰ আবাস; তেওঁলোকে যদি অনুগ্ৰহ বিচাৰে, যিসকলক অনুগ্ৰহ দেখুৱা হ'ব তাণ ভিতৰত তেওঁলোক নপৰে।

فَاِنْ يَّصْبِرُوْا فَالنَّارُ مَثْوًى لَّهُمْ ۚ وَاِنْ يَّسْتَعْتِبُوْا فَمَا هُمْ مِّنَ الْمُعْتَبِيْنَ ﴿٢٥﴾

২৬) আৰু আমি তেওঁলোকৰ বাবে কিছুমান সহচৰ নিয়োগ কৰিছিলোঁ, যি সকলে তেওঁলোকৰ আগত যি আছিল আৰু পাছত যি আছিল—সেই বিলাকক আকৰ্ষণীয় কৰি তুলিছিল; আৰু তেওঁলোকৰ পূৰ্ববৰ্ত্তী মানৱ জাতি আৰু জিনৰ সম্প্ৰদায়ৰে সৈতে তেওঁলোকৰো দণ্ড প্ৰাপ্য হৈছিল। নিশ্চয়েই তেওঁলোকেই হৈছিল ক্ষতিগ্ৰস্ত।

وَقَيَّضْنَا لَهُمْ قُرَنَاءَ فَزَيَّنُوا لَهُم مَّا بَيْنَ أَيْدِيهِمْ وَمَا خَلْفَهُمْ وَحَقَّ عَلَيْهِمُ الْقَوْلُ فِي أُمَمٍ قَدْ خَلَتْ مِن قَبْلِهِم مِّنَ الْجِنِّ وَالْإِنسِ إِنَّهُمْ كَانُوا خَاسِرِينَ ۝٢٥

২৭) আৰু যি সকলে অবিশ্বাস কৰে, কয়, 'এই কোৰ্-আন খনলৈ কৰ্ণপাত নকৰিবা, বৰং ইয়াৰ আবৃত্তিৰ সময়ত চিঞৰ-বাখৰ কৰিবা যাতে তোমালোকৰ প্ৰভুত্ব অটুট থাকে।'

وَقَالَ الَّذِينَ كَفَرُوا لَا تَسْمَعُوا لِهَٰذَا الْقُرْآنِ وَالْغَوْا فِيهِ لَعَلَّكُمْ تَغْلِبُونَ ۝٢٦

২৮) আৰু, অতি নিশ্চয়েই, আমি অবিশ্বাস কৰা সকলক এক কঠোৰ শাস্তিৰ সোৱাদ লবলৈ বাধ্য কৰিম, আৰু অতি নিশ্চয়েই, সিহঁতৰ অতিকৈ গৰ্হিত কৃতিৰ অনুযায়ী আমি পৰিশোধ কৰিম।

فَلَنُذِيقَنَّ الَّذِينَ كَفَرُوا عَذَابًا شَدِيدًا وَلَنَجْزِيَنَّهُمْ أَسْوَأَ الَّذِي كَانُوا يَعْمَلُونَ ۝٢٧

২৯) আল্লাহৰ শত্ৰু সকলৰ কাৰণে সেইটোৱেই হ'ল পুৰস্কাৰ—অগ্নিকুণ্ডটো। তেওঁলোকৰ কাৰণে তাতেই হ'ব এক নিগাজী বাসস্থান পৰিশোধ হিচাপে, কাৰণ তেওঁলোকে চিহ্নবোৰ অগ্ৰাহ্য কৰাত একাগ্ৰ আছিল।

ذَٰلِكَ جَزَاءُ أَعْدَاءِ اللَّهِ النَّارُ لَهُمْ فِيهَا دَارُ الْخُلْدِ جَزَاءً بِمَا كَانُوا بِآيَاتِنَا يَجْحَدُونَ ۝٢٨

৩০) আৰু যিসকলে অবিশ্বাসী, ক'ব, 'আমাৰ প্ৰভু, জিন্ আৰু মানৱৰ মাজত যি সকলে আমাক পথভ্ৰষ্ট কৰিছিল সিহঁতক আমাক দেখুওৱা, যাতে আমি সিহঁতক ভৰিৰে গচকি অপদস্থ কৰিব পাৰোঁ।'

وَقَالَ الَّذِينَ كَفَرُوا رَبَّنَا أَرِنَا الَّذَيْنِ أَضَلَّانَا مِنَ الْجِنِّ وَالْإِنسِ نَجْعَلْهُمَا تَحْتَ أَقْدَامِنَا لِيَكُونَا مِنَ الْأَسْفَلِينَ ۝٢٩

৩১) আৰু যি সকলে কয়, 'আমাৰ প্ৰভু আল্লাহ্'; আৰু তাৰ পাছত একনিষ্ঠ হৈ থাকে, তেওঁলোকৰ ক্ষেত্ৰত, ফেৰিস্তা সকল তেওঁলোকলৈ নামি আহে, এই বুলি আশ্বাস দি: 'ভয় নকৰিবা, দুঃখও নকৰিবা: আৰু তোমালোকক পূৰ্বে প্ৰতিশ্ৰুতি দিয়া মতে সুন্দৰ উদ্যানৰ সংবাদত আনন্দ কৰা:

إِنَّ الَّذِينَ قَالُوا رَبُّنَا اللَّهُ ثُمَّ اسْتَقَامُوا تَتَنَزَّلُ عَلَيْهِمُ الْمَلَائِكَةُ أَلَّا تَخَافُوا وَلَا تَحْزَنُوا وَأَبْشِرُوا بِالْجَنَّةِ الَّتِي كُنتُمْ تُوعَدُونَ ۝٣٠

نَحْنُ أَوْلِيَاؤُكُمْ فِي الْحَيَاةِ الدُّنْيَا وَفِي الْآخِرَةِ ۖ
وَلَكُمْ فِيهَا مَا تَشْتَهِي أَنْفُسُكُمْ وَلَكُمْ فِيهَا مَا
تَدَّعُونَ ۞٣١

৩২) আমি তোমালোকৰ বন্ধু এই জীৱনত আৰু পৰকালত। তাত তোমালোকে তোমালোকৰ আত্মাই বাঞ্ছা কৰা সকলো বস্তু পাবা, আৰু তাত তোমালোকে পাবা যিহকে খোজা সকলো—

نُزُلًا مِنْ غَفُورٍ رَحِيمٍ ۞٣٢

৩৩) ‘মহাক্ষমাদায়ক, করুণাময় আল্লাহৰ পৰা অহা এক আমোদ-প্ৰমোদ।’

وَمَنْ أَحْسَنُ قَوْلًا مِمَّنْ دَعَا إِلَى اللَّهِ وَعَمِلَ
صَالِحًا وَقَالَ إِنَّنِي مِنَ الْمُسْلِمِينَ ۞٣٣

৩৪) আৰু কোন বক্তব্যত উৎকৃষ্ট হ'ব পাৰে সেইজনতকৈ, যি মানুহক আল্লাহলৈ আহ্বান কৰে আৰু সৎ কাম কৰে আৰু কয়, ‘মই অৱশ্যেই আল্লাহলৈ মূৰ দোঁওৱাৰ ভিতৰত এজন ?’

وَلَا تَسْتَوِي الْحَسَنَةُ وَلَا السَّيِّئَةُ ۚ ادْفَعْ بِالَّتِي
هِيَ أَحْسَنُ فَإِذَا الَّذِي بَيْنَكَ وَبَيْنَهُ عَدَاوَةٌ
كَأَنَّهُ وَلِيٌّ حَمِيمٌ ۞٣٤

৩৫) সৎ আৰু অসৎ একে ধৰণৰ নহয়। অসতৰ প্ৰতিৰোধ কৰাহঁক তাৰে সৈতে যি আটাইতকৈ উৎকৃষ্ট, আৰু চোৱাঁ, সেইজন, যাৰ আৰু তোমাৰ মাজত শত্ৰুতা আছিল, এনে হৈ পৰিব যেন এজন অন্তৰঙ্গ বন্ধুহে।

وَمَا يُلَقَّاهَا إِلَّا الَّذِينَ صَبَرُوا ۚ وَمَا يُلَقَّاهَا
إِلَّا ذُو حَظٍّ عَظِيمٍ ۞٣٥

৩৬) কিন্তু এইটো কাকো দিয়া নহয় একনিষ্ঠ সকলৰ বাহিৰে: আৰু কাকো দিয়া নহয় সেই সকলৰ বাহিৰে যি সততাৰ এক বিৰাট অংশৰ অধিকাৰী হৈছে।

وَإِمَّا يَنْزَغَنَّكَ مِنَ الشَّيْطَانِ نَزْغٌ فَاسْتَعِذْ
بِاللَّهِ ۖ إِنَّهُ هُوَ السَّمِيعُ الْعَلِيمُ ۞٣٦

৩৭) চয়তানৰ উচটনিয়ে যদি তোমাক উচটায়, আল্লাহত আশ্ৰয় লোৱা। অৱশ্যেই আল্লাহ সৰ্বশ্ৰুতিকৰ, সৰ্বজ্ঞ।

وَمِنْ آيَاتِهِ اللَّيْلُ وَالنَّهَارُ وَالشَّمْسُ وَالْقَمَرُ ۚ
لَا تَسْجُدُوا لِلشَّمْسِ وَلَا لِلْقَمَرِ وَاسْجُدُوا لِلَّهِ الَّذِي
خَلَقَهُنَّ إِنْ كُنْتُمْ إِيَّاهُ تَعْبُدُونَ ۞٣٧

৩৮) আৰু সেইজনাৰ চিহ্নবোৰৰ ভিতৰত হৈছে নিশাটো, দিনটো, সূৰ্য্যটো আৰ চন্দ্ৰটো। তোমালোকে নিজকে সূৰ্য্য বা চন্দ্ৰৰ আগত সাষ্টাঙ্গে অৱনত নহবা কিন্তু সাষ্টাঙ্গে অৱনত হবা মাথোন আল্লাহৰ আগত, যি জনাই সেইবিলাকক সৃষ্টি কৰিছিল, যদিহে সেইজনাকে তুমি প্ৰকৃততে উপাসনা কৰা।

فَإِنِ اسْتَكْبَرُوا فَالَّذِينَ عِنْدَ رَبِّكَ يُسَبِّحُونَ لَهُ

৩৯) তেওঁলোকে যদি অৱজ্ঞা কৰি আঁতৰি যায়, তেওঁলোকে তেনে কৰিব নিজৰ অনিষ্ট সাধিবলৈ, যি স্থলত সেই সকল যি তোমাৰ প্ৰভুৰ সৈতে আছে,

তেওঁলোকে সেইজনাৰ গৰিমা ৰাতিয়ে দিনে গায়, আৰু তেওঁলোকৰ কেতিয়াও ভাগৰ নেলাগে।

بِالَّيْلِ وَالنَّهَارِ وَهُمْ لَا يَسْـَٔمُوْنَ ۩ ۝٣٨

৪০) আৰু সেইজনাৰ চিহ্নবোৰৰ ভিতৰত হৈছে তোমালোকে ভূমিমণ্ডল শুকাই যোৱা অৱস্থাত দেখা পোৱাটো, কিন্তু আমি যেতিয়া তাৰ ওপৰত পানী পৰিবলৈ দিওঁ সেই ভূমি কম্পিত হয় আৰু সেউজীয়া উদ্ভিদৰে সজীৱ হৈ উঠে। নিশ্চয়েই সেইজনাই, যি এই ভূমিমণ্ডলক জীয়াই তুলিলে, মৃত্যুকো জীয়াই তুলিব পাৰে। প্ৰকৃততে সেইজনাৰ সকলো বস্তুৰ ওপৰত প্ৰভুত্ব আছে।

وَمِنْ اٰيٰتِهٖٓ اَنَّكَ تَرَى الْاَرْضَ خَاشِعَةً فَاِذَآ اَنْزَلْنَا
عَلَيْهَا الْمَاۤءَ اهْتَزَّتْ وَرَبَتْ ۗ اِنَّ الَّذِيْٓ اَحْيَاهَا
لَمُحْيِ الْمَوْتٰى ۗ اِنَّهٗ عَلٰى كُلِّ شَيْءٍ قَدِيْرٌ ۝٣٩

৪১ নিশ্চয়েই, যি আমাৰ চিহ্ন সমূহত ভ্ৰান্তি বিচাৰি সেইবোৰক বিকৃত কৰে, তেওঁলোক আমাৰ পৰা লুকাই থাকিব নোৱাৰে। তেতিয়া হ'লে,সেইজন, যাক অগ্নিকুণ্ডত নিক্ষেপ কৰা হৈছে, বেছি উত্তম নে আন সিজন, যি আমাৰ ওচৰলৈ আহে সম্পূৰ্ণ নিৰাপত্তাত ? তোমালোকে যি ইচ্ছা কৰা। নিশ্চয়েই সেইজনাই তোমালোকে কি কৰা সকলো দেখি থাকে।

اِنَّ الَّذِيْنَ يُلْحِدُوْنَ فِيْٓ اٰيٰتِنَا لَا يَخْفَوْنَ عَلَيْنَا ۗ
اَفَمَنْ يُّلْقٰى فِى النَّارِ خَيْرٌ اَمْ مَّنْ يَّأْتِيْٓ اٰمِنًا يَّوْمَ
الْقِيٰمَةِ ۗ اِعْمَلُوْا مَا شِئْتُمْ ۙ اِنَّهٗ بِمَا تَعْمَلُوْنَ بَصِيْرٌ ۝٤٠

৪২) সেই সকল যি অবিশ্বাস কৰে সতৰ্কবাণীত, কোৰ্-আনত—যেতিয়া এই গ্ৰন্থ তেওঁলোকলৈ আহিছে, তেওঁলোক ক্ষতিগ্ৰস্ত হয়। আৰু সত্যতে, ই এখন মহান গ্ৰন্থ,

اِنَّ الَّذِيْنَ كَفَرُوْا بِالذِّكْرِ لَمَّا جَاۤءَهُمْ ۚ وَاِنَّهٗ لَكِتٰبٌ
عَزِيْزٌ ۝٤١

৪৩) মিথ্যাই ইয়াৰ ওচৰ চাপিব নোৱাৰে, সম্মুখৰ পৰা হওক অথবা পশ্চাতৰ পৰা। ই হ'ল এক প্ৰকাশিত বাণী, অতি জ্ঞানী, অতি প্ৰশংসনীয় আল্লাহৰ পৰা।

لَّا يَأْتِيْهِ الْبَاطِلُ مِنْۢ بَيْنِ يَدَيْهِ وَلَا مِنْ خَلْفِهٖ ۗ
تَنْزِيْلٌ مِّنْ حَكِيْمٍ حَمِيْدٍ ۝٤٢

৪৪) তোমাৰ বিৰুদ্ধে এনে কথা কোৱা হোৱা নাই যিটো তোমাৰ পূৰ্বে তাহা পয়গম্বৰ সকলৰ বিৰুদ্ধে কোৱা হোৱা নাছিল। তোমাৰ প্ৰভু, বাস্তৱতে, অতি মাত্ৰা ক্ষমাৰ গৰাকী: আৰু কষ্টকৰ শাস্তিৰ গৰাকী।

مَا يُقَالُ لَكَ اِلَّا مَا قَدْ قِيْلَ لِلرُّسُلِ مِنْ قَبْلِكَ ۗ
اِنَّ رَبَّكَ لَذُوْ مَغْفِرَةٍ وَّذُوْ عِقَابٍ اَلِيْمٍ ۝٤٣

৪৫) আৰু আমি যদি কোৰ্-আন খন এটা বিদেশী ভাষাত গঢ়িলোহেঁতেন, তেওঁলোকে,

وَلَوْ جَعَلْنٰهُ قُرْاٰنًا اَعْجَمِيًّا لَّقَالُوْا لَوْلَا فُصِّلَتْ اٰيٰتُهٗ ۗ

ءَاَعْجَمِيٌّ وَّعَرَبِيٌّ ۗ قُلْ هُوَ لِلَّذِيْنَ اٰمَنُوْا هُدًى
وَّشِفَآءٌ ۗ وَالَّذِيْنَ لَا يُؤْمِنُوْنَ فِيْٓ اٰذَانِهِمْ وَقْرٌ
وَّهُوَ عَلَيْهِمْ عَمًى ۗ اُولٰٓئِكَ يُنَادَوْنَ مِنْ مَّكَانٍۭ
ع بَعِيْدٍ ﴿٤٥﴾ ١٩

নিশ্চয়েই, ক'লেহেঁতেন, 'শ্লোক বিলাক কিয়নো স্পষ্ট কৰি দিয়া হোৱা নাই?' এটা বিদেশী ভাষা আৰু এজন আৰব পয়গম্বৰ?' কোৱাঁ, 'ই হৈছে বিশ্বাস কৰা সকলৰ কাৰণে এক পথ-প্ৰদৰ্শক আৰু এটা উপশম।' কিন্তু যিসকলে বিশ্বাস নকৰে তেওঁলোকৰ ক্ষেত্ৰত, তেওঁলোকৰ কাণত এক বধিৰতা আছে আৰু তেওঁলোকৰ কাৰণে ই হ'ল অন্ধত্ব। তেওঁলোকক যেন কোনোবাই বহুত দূৰৰ পৰা মাতিছে।

وَلَقَدْ اٰتَيْنَا مُوْسَى الْكِتٰبَ فَاخْتُلِفَ فِيْهِ ۗ وَلَوْلَا
كَلِمَةٌ سَبَقَتْ مِنْ رَّبِّكَ لَقُضِيَ بَيْنَهُمْ ۗ وَاِنَّهُمْ
لَفِيْ شَكٍّ مِّنْهُ مُرِيْبٍ ﴿٤٦﴾

৪৬) আৰু, বাস্তৱতে, আমি মুচাক গ্ৰন্থ খন দিছিলো, কিন্তু ইয়াৰ বিষয়ে ভেদাভেদৰ সৃষ্টি কৰা হ'ল; আৰু তোমাৰ প্ৰভুৰ পৰা যোৱা এটা বাৰ্ত্তা নোহোৱা হ'লে, এই বিষয়টো তেওঁলোকৰ মাজত মীমাংসা হ'লহেঁতেন, আৰু নিশ্চয়েই, তেওঁলোক ইয়াৰে বাহিৰে দুঃচিন্তামূলক সন্দেহত আছে।

مَنْ عَمِلَ صَالِحًا فَلِنَفْسِهٖ وَمَنْ اَسَآءَ فَعَلَيْهَا ۗ
وَمَا رَبُّكَ بِظَلَّامٍ لِّلْعَبِيْدِ ﴿٤٧﴾

৪৭) যেয়েই সৎকাম কৰে, এইটো তেওঁৰ নিজৰ আত্মাৰ উপকাৰৰ কাৰণে; আৰু যেয়েই অসৎ কাম কৰে, তাৰ বোজা আত্মাৰ ওপৰতে থাকিব। আৰু তোমাৰ প্ৰভুৱে তেওঁৰ ভৃত্য সকলৰ প্ৰতি লেশ মাত্ৰও অবিচাৰ নকৰে।

اِلَيْهِ يُرَدُّ عِلْمُ السَّاعَةِ ۗ وَمَا تَخْرُجُ مِنْ ثَمَرٰتٍ
مِّنْ اَكْمَامِهَا وَمَا تَحْمِلُ مِنْ اُنْثٰى وَلَا تَضَعُ
اِلَّا بِعِلْمِهٖ ۗ وَيَوْمَ يُنَادِيْهِمْ اَيْنَ شُرَكَآءِيْ ۙ قَالُوْٓا
اٰذَنّٰكَ ۙ مَا مِنَّا مِنْ شَهِيْدٍ ﴿٤٨﴾

৪৮) সেইজনালৈকে মাত্ৰ সময়টোৰ জ্ঞান সুধি পঠোৱা হয়। আৰু কোনো ফল তাৰ ঠাৰিৰ পৰা এৰাই নাহে, বা কোনো নাৰীয়ে সন্তান গৰ্ভধাৰণ নকৰে, বা সেই সন্তানক জন্ম নিদিয়ে, সেইজনাৰ জ্ঞানৰ অবিহনে। আৰু সেইদিনাখন যেতিয়া আল্লাহে তেওঁলোকক সুধিব এই বুলি, 'মোৰ সমতুল্য লগৰীয়া ক'ত আছে?' 'সিহঁতে ক'ব, 'আমি তোমালৈ ঘোষণা কৰিছোঁ, আমাৰ এজনো সেই বিষয়ৰ সাক্ষী নহয়।'

وَضَلَّ عَنْهُمْ مَّا كَانُوْا يَدْعُوْنَ مِنْ قَبْلُ وَظَنُّوْا
مَا لَهُمْ مِّنْ مَّحِيْصٍ ﴿٤٩﴾

৪৯) আৰু পূৰ্ব্বে যাক তেওঁলোকে সম্বোধন কৰিছিল সেইবোৰ তাহাঁতৰ পৰা অন্তৰ্দ্ধান হ'ব, আৰু সিহঁতে সঠিক জানিব পাৰিব যে সিহঁতৰ সাৰি যাবলৈ কোনো ঠাই নাই।

لَا يَسْـَٔمُ الْاِنْسَانُ مِنْ دُعَاۤءِ الْخَيْرِ وَاِنْ مَّسَّهُ الشَّرُّ
فَيَـُٔوْسٌ قَنُوْطٌ ﴿٥٠﴾

(৫০) মানুহৰ নিজৰ হিতৰ বাবে প্ৰাৰ্থনা কৰি ভাগৰ নেলাগে ; কিন্তু যদি বিপৰ্য্যয়ে আঘাত কৰে, তেওঁ সকলো আশা এৰি দি হতাশ হৈ পৰে।

وَلَئِنْ اَذَقْنٰهُ رَحْمَةً مِّنَّا مِنْۢ بَعْدِ ضَرَّاۤءَ مَسَّتْهُ
لَيَقُوْلَنَّ هٰذَا لِيْ وَمَاۤ اَظُنُّ السَّاعَةَ قَاۤئِمَةً وَّلَئِنْ
رُّجِعْتُ اِلٰى رَبِّيْۤ اِنَّ لِيْ عِنْدَهٗ لَلْحُسْنٰى فَلَنُنَبِّئَنَّ
الَّذِيْنَ كَفَرُوْا بِمَا عَمِلُوْا وَلَنُذِيْقَنَّهُمْ مِّنْ عَذَابٍ
غَلِيْظٍ ﴿٥١﴾

(৫১) আৰু যদি আমি তেওঁক কোনো বিপৰ্য্যয়ে আঘাত কৰাৰ পাছত আমাৰ কৰুণাৰ সোৱাদ লবলৈ দিওঁ, তেওঁ এই বুলি কোৱাটো নিশ্চিত, ‘এইটো মোৰ প্ৰাপ্য আৰু সময়টো কেতিয়াও আহিব বুলি মই নেভাবোঁ। কিন্তু যদিওবা মোক মোৰ প্ৰভুলৈ ঘূৰাই নিয়া হয়, নিশ্চয়েই সেইজনাৰ পৰা সৰ্ব্বোত্তম ব্যৱহাৰ পাম।’ তেতিয়া আমি, নিশ্চয়েই, অবিশ্বাসী সকলক তেওঁলোকৰ সকলো কাৰ্য্য-কলাপৰ বিষয়ে জনাম, আৰু আমি নিশ্চয়েই এক কঠোৰ শাস্তিৰ সোৱাদ তেওঁলোকক লবলৈ দিম।

•

وَاِذَاۤ اَنْعَمْنَا عَلَى الْاِنْسَانِ اَعْرَضَ وَنَاٰ بِجَانِبِهٖ
وَاِذَا مَسَّهُ الشَّرُّ فَذُوْ دُعَاۤءٍ عَرِيْضٍ ﴿٥٢﴾

(৫২) আৰু যেতিয়া আমি মানৱৰ ওপৰত এক অনুগ্ৰহ দান কৰোঁ তেওঁ গুচি যায়, আনফালে মুখ কৰিব ; কিন্তু যেতিয়া তেওঁক বিপদে আঘাত কৰে, চোৱাঁ! তেওঁ দীঘলীয়া প্ৰাৰ্থনা কৰিবলৈ আৰম্ভ কৰে।

قُلْ اَرَءَيْتُمْ اِنْ كَانَ مِنْ عِنْدِ اللّٰهِ ثُمَّ كَفَرْتُمْ
بِهٖ مَنْ اَضَلُّ مِمَّنْ هُوَ فِيْ شِقَاقٍۢ بَعِيْدٍ ﴿٥٣﴾

(৫৩) কোৱাঁ, ‘মোক কোৱাঁচোন, এইখন যদি আল্লাহৰ পৰা হয়, কিন্তু তোমালোকে ইয়াত অবিশ্বাস কৰা—সত্যৰ পৰা আঁতৰি যোৱা জনতকৈ আৰু কোন বেছি পথ-ভ্ৰষ্ট হ’ব পাৰে ?

سَنُرِيْهِمْ اٰيٰتِنَا فِي الْاٰفَاقِ وَفِيْۤ اَنْفُسِهِمْ حَتّٰى
يَتَبَيَّنَ لَهُمْ اَنَّهُ الْحَقُّ اَوَلَمْ يَكْفِ بِرَبِّكَ اَنَّهٗ
عَلٰى كُلِّ شَيْءٍ شَهِيْدٌ ﴿٥٤﴾

(৫৪) অনতি পলমেই আমি তেওঁলোকক পৃথিৱীৰ সমতলত আৰু তেওঁলোকৰ নিজৰ সম্প্ৰদায়ৰ মাজত আমাৰ চিহ্ন সমূহ দেখুৱাম, ইয়াৰ সত্যতা তেওঁলোকৰ প্ৰতি সম্পূৰ্ণ পৰিস্কাৰ নোহোৱা-লৈকে। তোমাৰ প্ৰভুৱে সকলো বস্তুৰ ওপৰত সাক্ষী হৈ আছে, এয়েই যথেষ্ট নহয় নে ?

اَلَاۤ اِنَّهُمْ فِيْ مِرْيَةٍ مِّنْ لِّقَاۤءِ رَبِّهِمْ اَلَاۤ اِنَّهٗ
بِكُلِّ شَيْءٍ مُّحِيْطٌ ﴿٥٥﴾ ع

(৫৫) হয়, তেওঁলোক, নিশ্চয়েই তেওঁলোকৰ প্ৰভুৰ সৈতে হ’বলগীয়া সাক্ষাতৰ বিষয়ে সন্দেহ পোষণ কৰে। হয়, তেওঁ নিশ্চয়েই, সকলো বস্তু আগুৰি থাকে।

চুৰা ৪২ AL-SHURA আল-চুৰা (মক্কাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, কৰুণাময়, আল্লাহৰ নামত।

২) হাআ মীম। প্ৰশংসনীয়, মহিমান্বিত প্ৰভু।

৩) 'আইন, চীন, কাআফ। সৰ্বজ্ঞ, সৰ্বশ্ৰোতা, সৰ্বশক্তিৰ অধিকাৰী।

৪) এইদৰে পৰমশক্তিশালী জ্ঞানী আল্লাহে তোমালৈ বাণী পঠিয়ায়, তোমাৰ আগতে অহা সেই সকললৈ তেওঁ প্ৰকাশ কৰাৰ দৰেই।

৫) স্বৰ্গ সমূহত যি আছে আৰু পৃথিৱীত যি আছে সকলোবোৰ সেইজনাৰেই, আৰু সেইজনা হ'ল অতি উচ্চ, মহান।

৬) স্বৰ্গ কেইখন ওপৰৰ পৰা দুফাল হোৱাৰ উপক্ৰম হয়; আৰু ফেৰিস্তা সকলে তেওঁলোকৰ প্ৰভুৰ প্ৰশংসা ৰে সৈতে তেওঁৰ গৌৰৱ ঘোষণা কৰে আৰু মৰ্ত্ত্যত থকা সকলৰ হৈ ক্ষমা ভিক্ষা কৰে। চোৱাঁ! নিশ্চয়েই আল্লাহেই হৈছে আটাইতকৈ বেছি ক্ষমাদায়ক, কৰুণাময়।

৭) সেইসকলৰ ক্ষেত্ৰত, যি আল্লাহৰ পৰিবৰ্তে আনক তেওঁলোকৰ সংৰক্ষক ৰূপে লয়—আল্লাহে তেওঁলোকৰ ওপৰত চকু ৰাখে; আৰু তুমি তেওঁলোকৰ অভিভাৱক নহয়।

৮) এই দৰেই আমি তোমালৈ কোৰ্-আন খন আৰবী ভাষাত প্ৰকাশ কৰিছোঁ, যাতে তুমি সকলো নগৰীৰ মাতৃ গৰাকীক সতৰ্ক কৰি দিব পাৰা, আৰু তাৰ চাৰিওফালে থকা সকলোকে; আৰু যাতে তুমি তেওঁলোকক সমবেত কৰা দিনটোৰ বিষয়ে সতৰ্ক কৰি দিব পাৰা, যাৰ বিষয়ে অকণো সন্দেহ

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

حٰمٓ ②

عٓسٓقٓ ③

كَذٰلِكَ يُوْحِيْٓ اِلَيْكَ وَاِلَى الَّذِيْنَ مِنْ قَبْلِكَ ۙ
اللّٰهُ الْعَزِيْزُ الْحَكِيْمُ ④

لَهٗ مَا فِي السَّمٰوٰتِ وَمَا فِي الْاَرْضِ ۭ وَهُوَ الْعَلِيُّ
الْعَظِيْمُ ⑤

تَكَادُ السَّمٰوٰتُ يَتَفَطَّرْنَ مِنْ فَوْقِهِنَّ وَالْمَلٰٓئِكَةُ
يُسَبِّحُوْنَ بِحَمْدِ رَبِّهِمْ وَيَسْتَغْفِرُوْنَ لِمَنْ فِي
الْاَرْضِ ۭ اَلَآ اِنَّ اللّٰهَ هُوَ الْغَفُوْرُ الرَّحِيْمُ ⑥

وَالَّذِيْنَ اتَّخَذُوْا مِنْ دُوْنِهٖٓ اَوْلِيَاۗءَ اللّٰهُ حَفِيْظٌ
عَلَيْهِمْ ڮ وَمَآ اَنْتَ عَلَيْهِمْ بِوَكِيْلٍ ⑦

وَكَذٰلِكَ اَوْحَيْنَآ اِلَيْكَ قُرْاٰنًا عَرَبِيًّا لِّتُنْذِرَ اُمَّ
الْقُرٰى وَمَنْ حَوْلَهَا وَتُنْذِرَ يَوْمَ الْجَمْعِ لَا رَيْبَ

নাই; যি সময়ত এদল থাকিব উদ্যানত আৰু এদল অগ্নিকুণ্ডত।

فِيهِ فَرِيقٌ فِي الْجَنَّةِ وَفَرِيقٌ فِي السَّعِيرِ ۞ وَلَوْ شَاءَ اللَّهُ لَجَعَلَهُمْ أُمَّةً وَاحِدَةً وَلَٰكِن يُدْخِلُ مَن يَشَاءُ فِي رَحْمَتِهِ ۚ وَالظَّالِمُونَ مَا لَهُم مِّن وَلِيٍّ وَلَا نَصِيرٍ ۞

৯) আৰু আল্লাহে যদি সেইদৰে ইচ্ছা কৰিলেহেঁতেন, তেওঁ সকলোকে একে জাতি কৰিব পাৰিলেহেঁতেন, তেওঁ যাৰ ওপৰতে সন্তুষ্ট হয় সেইজনকে তেওঁৰ কৃপালে প্ৰৱেশ কৰিবলৈ দিয়ে। দোষীসকলৰ কোনো সংৰক্ষক আৰু কোনো সহায়কাৰক নেথাকিব।

أَمِ اتَّخَذُوا مِن دُونِهِ أَوْلِيَاءَ ۖ فَاللَّهُ هُوَ الْوَلِيُّ وَهُوَ يُحْيِي الْمَوْتَىٰ وَهُوَ عَلَىٰ كُلِّ شَيْءٍ قَدِيرٌ ۞

১০) তেওঁলোকে আল্লাহৰ বাহিৰে আনক সংৰক্ষক ৰূপে লৈছে নেকি? কিন্তু আল্লাহে মাত্ৰ প্ৰকৃত সংৰক্ষক। আৰু সেইজনাই মৃতক সজীৱ কৰি তোলে, আৰু সেইজনাৰ সকলো বস্তুৰ ওপৰত প্ৰভুত্ব আছে।

وَمَا اخْتَلَفْتُمْ فِيهِ مِن شَيْءٍ فَحُكْمُهُ إِلَى اللَّهِ ۚ ذَٰلِكُمُ اللَّهُ رَبِّي عَلَيْهِ تَوَكَّلْتُ وَإِلَيْهِ أُنِيبُ ۞

১১) আৰু যিবিলাক কথাত তোমালোকৰ মতভেদ হয়, সেই বিলাকৰ শেষ বিচাৰ আল্লাহত ন্যস্ত থাকে। কোৱাঁ এনেকুৱাই হ'ল আল্লাহ, মোৰ প্ৰভু; সেইজনাতেই মই মোৰ বিশ্বাস ৰাখোঁ, আৰু তেওঁলৈকেই মই সদায় মুখাপেক্ষী।'

فَاطِرُ السَّمَاوَاتِ وَالْأَرْضِ ۚ جَعَلَ لَكُم مِّنْ أَنفُسِكُمْ أَزْوَاجًا وَمِنَ الْأَنْعَامِ أَزْوَاجًا ۖ يَذْرَؤُكُمْ فِيهِ ۚ لَيْسَ كَمِثْلِهِ شَيْءٌ ۖ وَهُوَ السَّمِيعُ الْبَصِيرُ ۞

১২) সেইজনাই হৈছে স্বৰ্গকেইখনৰ আৰু পৃথিৱীৰ উৎপত্তিকাৰক। সেইজনাই তোমালোকৰ কাৰণে তোমালোকৰ নিজৰ জাতিৰ স্বামী-স্ত্ৰী সৃজিছে, আৰু পোহনীয়া জন্তুকো তেওঁ যোৰ পাতি বনাইছে। সেইজনাই তোমালোকক তাত সংখ্যাত বাঢ়িবলৈ দিয়ে। সেইজনাৰ অনুৰূপ আৰু কোনো বস্তু নাই, আৰু তেওঁ হৈছে সকলো-শুনোতা, সকলো-দেখোঁতা।

لَهُ مَقَالِيدُ السَّمَاوَاتِ وَالْأَرْضِ ۖ يَبْسُطُ الرِّزْقَ لِمَن يَشَاءُ وَيَقْدِرُ ۚ إِنَّهُ بِكُلِّ شَيْءٍ عَلِيمٌ ۞

১৩) সেইজনাই হৈছে স্বৰ্গ সমূহ আৰু পৃথিৱীৰ চাবি-কাঠিৰ গৰাকী। সেইজনাৰ ইচ্ছামতে সংস্থান সেইজনাই সম্প্ৰসাৰণ কৰে আৰু কাৰোবাৰ কাৰণে সঙ্কীৰ্ণ কৰে। নিশ্চয়েই, সেইজনাই সকলো কথা ভালদৰে জানে।

شَرَعَ لَكُم مِّنَ الدِّينِ مَا وَصَّىٰ بِهِ نُوحًا وَالَّذِي

১৪) সেইজনাই তোমাৰ কাৰণে নিৰ্দ্ধাৰণ কৰিছে সেই ধৰ্ম্মটো যিটো তেওঁ নূহৰ ওপৰত আদেশ

দিছিল, আৰু 'যিটো আমি ইব্ৰাহিম আৰু মুচা আৰু ঈছাঁৰ ওপৰত আদেশ দিছিলোঁ, অৰ্থাৎ, পৃথিৱীত আল্লাহৰ প্ৰতি আনুগত্য স্থাপন কৰা, আৰু তাত দলত বিভক্ত নহবা। তুমি তেওঁলোকক যালৈ আহ্বান কৰিছা সেইটো মূৰ্ত্তি-পূজাৰী সকলৰ কাৰণে কষ্টকৰ। আল্লাহে যাকে ইচ্ছা কৰে তেওঁৰ কাৰণে বাচি লয় আৰু যি তেওঁৰ প্ৰতি অনুৰাগ দেখুৱায় আল্লাহে তেওঁৰ নিজলৈ পথ-প্ৰদৰ্শন কৰে'।

أَوْحَيْنَآ إِلَيْكَ وَمَا وَصَّيْنَا بِهِۦٓ إِبْرَٰهِيمَ وَمُوسَىٰ
وَعِيسَىٰٓ أَنْ أَقِيمُوا ٱلدِّينَ وَلَا تَتَفَرَّقُوا فِيهِ كَبُرَ
عَلَى ٱلْمُشْرِكِينَ مَا تَدْعُوهُمْ إِلَيْهِ ٱللَّهُ يَجْتَبِىٓ
إِلَيْهِ مَن يَشَآءُ وَيَهْدِىٓ إِلَيْهِ مَن يُنِيبُ ﴿١٣﴾

১৫) আৰু তেওঁলোক, তেওঁলোকলৈ জ্ঞান অহাৰ পাছত, পৰস্পৰৰ প্ৰতি প্ৰতিদ্বন্দ্বিতা থকা হেতুকে, বিভিন্ন দলত বিভক্ত হ'ল। আৰু তোমাৰ প্ৰভুৰ পৰা এক নিৰ্দ্ধাৰিত সময়ৰ বাবে যদি এটা বাৰ্ত্তা আগতে ওলাই নোযোৱা হ'লে বিষয়টো, নিশ্চয়েই, তেওঁলোকৰ মাজতে মীমাংসা হ'লহেঁতেন। নিশ্চয়েই, তেওঁলোকৰ পাছত গ্ৰন্থ খনৰ উত্তৰাধিকাৰী হ'বলৈ দিয়া সকল ইয়াৰ বিষয়ে দুঃচিন্তাসুচক সন্দেহ পোষণ কৰে।

وَمَا تَفَرَّقُوٓا إِلَّا مِنۢ بَعْدِ مَا جَآءَهُمُ ٱلْعِلْمُ
بَغْيًۢا بَيْنَهُمْ وَلَوْلَا كَلِمَةٌ سَبَقَتْ مِن رَّبِّكَ
إِلَىٰٓ أَجَلٍ مُّسَمًّى لَّقُضِىَ بَيْنَهُمْ وَإِنَّ ٱلَّذِينَ
أُورِثُوا ٱلْكِتَٰبَ مِنۢ بَعْدِهِمْ لَفِى شَكٍّ مِّنْهُ مُرِيبٍ ﴿١٤﴾

১৬) এই ধৰ্ম্মলৈকে, তেতিয়া হ'লে, তুমি মানৱ জাতিক আহ্বান কৰা। আৰু তোমাক আদেশ দিয়া মতে তুমি এই ধৰ্ম্মত একনিষ্ঠ হৈ থাকা, আৰু তেওঁলোকৰ অসৎ ইচ্ছাবোৰ অনুসৰণ নকৰিবা, কিন্তু কোৱা, 'আল্লাহে যি গ্ৰন্থ পঠিয়াইছে মই তাত বিশ্বাস কৰিছোঁ, আৰু মোক তোমালোকৰ ভিতৰত ন্যায় বিচাৰ কৰিবলৈ নিৰ্দ্দেশ দিয়া হৈছে; আল্লাহ্ আমাৰ প্ৰভু আৰু তোমালোকৰ প্ৰভু। আমাৰ কাৰণে আছে আমাৰ কীৰ্ত্তিৰ পুৰস্কাৰ আৰু তোমালোকৰ কাৰণে তোমালোকৰ পুৰস্কাৰ। আমাৰ আৰু তোমালোকৰ ভিতৰত কোনো বিবাদ নাই। আল্লাহে আমাক সকলোকে গোটাই লব আৰু তেওঁলৈকে হ'ব প্ৰত্যাগমন।'

فَلِذَٰلِكَ فَٱدْعُ وَٱسْتَقِمْ كَمَآ أُمِرْتَ وَلَا تَتَّبِعْ
أَهْوَآءَهُمْ وَقُلْ ءَامَنتُ بِمَآ أَنزَلَ ٱللَّهُ مِن كِتَٰبٍ
وَأُمِرْتُ لِأَعْدِلَ بَيْنَكُمُ ٱللَّهُ رَبُّنَا وَرَبُّكُمْ
لَنَآ أَعْمَٰلُنَا وَلَكُمْ أَعْمَٰلُكُمْ لَا حُجَّةَ بَيْنَنَا وَ
بَيْنَكُمُ ٱللَّهُ يَجْمَعُ بَيْنَنَا وَإِلَيْهِ ٱلْمَصِيرُ ﴿١٥﴾

১৭) আৰু যিসকলে আল্লাহৰ ডাকলৈ সহাৰি দিয়াৰ পাছত আল্লাহৰ বিষয়ে তৰ্ক-বিতৰ্ক

وَٱلَّذِينَ يُحَآجُّونَ فِى ٱللَّهِ مِنۢ بَعْدِ مَا ٱسْتُجِيبَ

لَهٗ حُجَّتُهُمۡ دَاحِضَةٌ عِنۡدَ رَبِّهِمۡ وَعَلَيۡهِمۡ
غَضَبٌ وَّلَهُمۡ عَذَابٌ شَدِيۡدٌ ۝١٧

কৰে—তেওঁলোকৰ বক্তব্য তেওঁলোকৰ প্ৰভুৰ দৃষ্টিত সম্পূৰ্ণ ভিত্তিহীন; আৰু সেইসকলৰ ওপৰত আল্লাহৰ উদেবগ জাগিব আৰু তেওঁলোকৰ কাৰণে হ'ব এক কঠোৰ শাস্তি।

اَللّٰهُ الَّذِيۡۤ اَنۡزَلَ الۡكِتٰبَ بِالۡحَقِّ وَالۡمِيۡزَانَ ؕ وَمَا
يُدۡرِيۡكَ لَعَلَّ السَّاعَةَ قَرِيۡبٌ ۝١٨

১৮) আল্লাহ্ হৈছে সেই জনা যি গ্ৰন্থখন সত্যাৰে নমাই পঠিয়াইছে আৰু তাৰে সৈতে পঠিয়াইছে তৰ্জ্জু খন। কিহেনো তোমালোকক বুজাব পাৰিব যে সেই সময়টো ওচৰতেই থাকিব পাৰে?

يَسۡتَعۡجِلُ بِهَا الَّذِيۡنَ لَا يُؤۡمِنُوۡنَ بِهَا ۚ وَالَّذِيۡنَ
اٰمَنُوۡا مُشۡفِقُوۡنَ مِنۡهَا ۙ وَيَعۡلَمُوۡنَ اَنَّهَا الۡحَقُّ ؕ
اَلَاۤ اِنَّ الَّذِيۡنَ يُمَارُوۡنَ فِى السَّاعَةِ لَفِىۡ ضَلٰلٍۢ
بَعِيۡدٍ ۝١٩

১৯) যিসকলে ইয়াত বিশ্বাস নকৰে ইয়াক বেগাই ওচৰ চপাই আনিবলৈ চেষ্টা কৰে; কিন্তু যিসকলে বিশ্বাস কৰে তেওঁলোকে ইয়ালৈ ভয় কৰে আৰু ইয়াৰ অহাটো অনিবাৰ্য্য বুলি জানে। সতৰ্ক হোৱা হঁক! যিবিলাকে এই সময়টোৰ বিষয়ে বাক-বিতণ্ডা কৰে, তেওঁলোক ভ্ৰান্ত হৈ বহুদূৰলৈ আঁতৰি গৈছে।

اَللّٰهُ لَطِيۡفٌۢ بِعِبَادِهٖ يَرۡزُقُ مَنۡ يَّشَآءُ ۚ وَهُوَ
الۡقَوِىُّ الۡعَزِيۡزُ ۝٢٠ ع

২০) আল্লাহ্ তেওঁৰ ভৃত্য সকলৰ প্ৰতি অতি দয়ালু। তেওঁ যালৈকে ইচ্ছা কৰে সংস্থান যোগায়। আৰু সেইজনাই হৈছে . মহাপ্ৰভুত্বশীল, শক্তিশালী।

مَنۡ كَانَ يُرِيۡدُ حَرۡثَ الۡاٰخِرَةِ نَزِدۡ لَهٗ فِىۡ حَرۡثِهٖ ۚ
وَمَنۡ كَانَ يُرِيۡدُ حَرۡثَ الدُّنۡيَا نُؤۡتِهٖ مِنۡهَا وَ
مَا لَهٗ فِى الۡاٰخِرَةِ مِنۡ نَّصِيۡبٍ ۝٢١

২১) যেয়েই পৰকালত নিজৰ সৎকৰ্ম্মৰ ফল বাঞ্ছা কৰে, আমি তেওঁৰ সুফল আৰু বৃদ্ধি হ'বলৈ দিওঁ; আৰু যেয়েই এই পৃথিৱীৰ সম্ভাৰ বাঞ্ছা কৰে, আমি তেওঁক তাৰ পৰা তেওঁৰ অংশ দিওঁ, কিন্তু পৰকালত তেওঁৰ কোনো অংশ নেথাকিব।

اَمۡ لَهُمۡ شُرَكٰٓؤُا شَرَعُوۡا لَهُمۡ مِّنَ الدِّيۡنِ مَا لَمۡ يَاۡذَنۡۢ
بِهِ اللّٰهُ ؕ وَلَوۡلَا كَلِمَةُ الۡفَصۡلِ لَقُضِىَ بَيۡنَهُمۡ ؕ وَ
اِنَّ الظّٰلِمِيۡنَ لَهُمۡ عَذَابٌ اَلِيۡمٌ ۝٢٢

২২) তেওঁলোকৰ আল্লাহৰ সমতুল্য এনে কোনো আছে নেকি যি আল্লাহে ধৰ্ম্মত নিষেধ কৰা কথা তেওঁলোকৰ কাৰণে বৈধ কৰি দিছে? আৰু শেষ বিচাৰৰ বিষয়ে আমাৰ বাৰ্ত্তাৰ অবিহনে, এই কথাটো তেওঁলোকৰ মাজত এতিয়ামানে মীমাংসা হৈ গ'লহেঁতেন। আৰু, নিশ্চয়েই, দোষীসকলে এক কঠোৰ শাস্তি লাভ কৰিব।

تَرَى الظّٰلِمِيۡنَ مُشۡفِقِيۡنَ مِمَّا كَسَبُوۡا وَهُوَ وَاقِعٌۢ

২৩) তুমি দোষীসকলক তেওঁলোকে নিজে আৰ্জ্জি অহা কৰ্ম্মফলৰ বিষয়ে ভয়ত থকা দেখিবা,

| | |
|---|---|
| আৰু ই নিশ্চয়েই, তেওঁলোকৰ ওপৰত পৰিবহি। কিন্তু যি সকলে বিশ্বাস কৰে আৰু সৎ কাম কৰে, তেওঁলোক উদ্যান সমূহৰ সুন্দৰ ঘাঁহনিৰ ওপৰত থাকিব। তেওঁলোকে তেওঁলোকৰ প্ৰভুৰ ওচৰত যিহকে বাঞ্ছা কৰে পাব। সেইটোৱেই হ'ল আল্লাহৰ মহান দান। | بِهِمْ ۗ وَالَّذِينَ آمَنُوا وَعَمِلُوا الصَّالِحَاتِ فِي رَوْضَاتِ الْجَنَّاتِ ۖ لَهُم مَّا يَشَاءُونَ عِندَ رَبِّهِمْ ۚ ذَٰلِكَ هُوَ الْفَضْلُ الْكَبِيرُ ﴿٢٢﴾ |
| ২৪) এইটোৱেই হ'ল সেই বস্তু যাৰ সুসংবাদ আল্লাহে তেওঁৰ বিশ্বাসী আৰু সৎকৰ্মৰত ভৃত্য সকলক দিছে। কোৱাঁ, 'মই তোমালোকৰ পৰা মোৰ তোমালোকলৈ দিয়া সেৱাৰ কোনো পাৰিশ্ৰমিক নিবিচাৰোঁ, মাত্ৰ এনে মৰমৰ বাহিৰে যিটো তেজ-মঙহৰ আপোনৰ ভিতৰত থাকে। আৰু যিজনেই এটা সৎকামত সুফল আৰ্জ্জে, আমি তেওঁক সেই সুফলৰ মাত্ৰা আৰু বঢ়াই দিওঁ। নিশ্চয়েই, আল্লাহ্ মহা ক্ষমাদায়ক, মহা সমাদৰ কৰোঁতা। | ذَٰلِكَ الَّذِي يُبَشِّرُ اللَّهُ عِبَادَهُ الَّذِينَ آمَنُوا وَعَمِلُوا الصَّالِحَاتِ ۗ قُل لَّا أَسْأَلُكُمْ عَلَيْهِ أَجْرًا إِلَّا الْمَوَدَّةَ فِي الْقُرْبَىٰ ۗ وَمَن يَقْتَرِفْ حَسَنَةً نَّزِدْ لَهُ فِيهَا حُسْنًا ۚ إِنَّ اللَّهَ غَفُورٌ شَكُورٌ ﴿٢٣﴾ |
| ২৫) তেওঁলোকে কয় নেকি, 'সেইজনে আল্লাহৰ বিৰুদ্ধে মিছা কথা সাজি কৈছে?' আল্লাহে যদি ইচ্ছা কৰিলেহেঁতেন, তেওঁ তোমাৰ অন্তৰত ছাপ মাৰি বন্ধ কৰিব পাৰিলেহেঁতেন। কিন্তু আল্লাহে তোমাৰ মাধ্যমেদি মিথ্যাৰ মোছন কৰে আৰু সেইজনাৰ বক্তব্যৰ দবাৰা সত্যৰ স্থাপন কৰে। নিশ্চয়েই, সেইজনাই তেওঁলোকৰ অন্তৰত কি আছে ভালদৰে জানে। | أَمْ يَقُولُونَ افْتَرَىٰ عَلَى اللَّهِ كَذِبًا ۖ فَإِن يَشَإِ اللَّهُ يَخْتِمْ عَلَىٰ قَلْبِكَ ۗ وَيَمْحُ اللَّهُ الْبَاطِلَ وَيُحِقُّ الْحَقَّ بِكَلِمَاتِهِ ۚ إِنَّهُ عَلِيمٌ بِذَاتِ الصُّدُورِ ﴿٢٤﴾ |
| ২৬) আৰু সেইজনাই হ'ল আল্লাহ্ যি তেওঁৰ ভৃত্যসকলৰ পৰিতাপ গ্ৰহণ কৰে আৰু তেওঁলোকৰ পাপ ক্ষমা কৰে। আৰু সেইজনাই জানে তোমালোকে কি কৰা। | وَهُوَ الَّذِي يَقْبَلُ التَّوْبَةَ عَنْ عِبَادِهِ وَيَعْفُو عَنِ السَّيِّئَاتِ وَيَعْلَمُ مَا تَفْعَلُونَ ﴿٢٥﴾ |
| ২৭) আৰু সেইজনাই বিশ্বাসী আৰু সৎকৰ্ম্মৰতসকলৰ প্ৰাৰ্থনা গ্ৰহণ কৰে, আৰু সেইজনাৰ নিজৰ অনুগ্ৰহৰ পৰা সেই সকলক প্ৰাপ্য পুৰস্কাৰতকৈ অধিক পৰিমাণে দিয়ে; আৰু অবিশ্বাসী সকলে এক কঠোৰ শাস্তি লাভ কৰিব। | وَيَسْتَجِيبُ الَّذِينَ آمَنُوا وَعَمِلُوا الصَّالِحَاتِ وَيَزِيدُهُم مِّن فَضْلِهِ ۚ وَالْكَافِرُونَ لَهُمْ عَذَابٌ شَدِيدٌ ﴿٢٦﴾ |

২৮) আৰু আল্লাহে যদি তেওঁৰ ভৃত্য সকলৰ কাৰণে সংস্থান অতিমাত্ৰা বঢ়াই দিয়ে, তেওঁলোকে পৃথিৱীত বিদ্ৰোহ কৰি উঠিব; কিন্তু আল্লাহে তেওঁৰ ইচ্ছামতে উপযুক্ত মাত্ৰাত সংস্থান পঠিয়ায়। বাস্তৱতে, তেওঁ তেওঁৰ ভৃত্য সকলৰ অৱস্থাৰ বিষয়ে সৰ্বজ্ঞ, আৰু সৰ্ব্বদৃষ্টিসম্পন্ন।

وَلَوْ بَسَطَ اللّٰهُ الرِّزْقَ لِعِبَادِهٖ لَبَغَوْا فِي الْاَرْضِ
وَلٰكِنْ يُّنَزِّلُ بِقَدَرٍ مَّا يَشَآءُ ۭ اِنَّهٗ بِعِبَادِهٖ خَبِيْرٌۢ
بَصِيْرٌ ﴿٢٨﴾

২৯) আৰু তেওৱেঁই হৈছে সেইজনা যি মানুহে ইয়াকে বিচাৰি হতাশ হোৱাৰ পাছত বৰষুণ পঠিয়াই দিয়ে আৰু তেওঁৰ কৰুণা বহলাই দিয়ে। আৰু সেইজনাই হৈছে ৰক্ষাকৰোঁতা জন, প্ৰশংসাৰ অধিকাৰীজন।

وَهُوَ الَّذِيْ يُنَزِّلُ الْغَيْثَ مِنْۢ بَعْدِ مَا قَنَطُوْا
وَيَنْشُرُ رَحْمَتَهٗ ۭ وَهُوَ الْوَلِيُّ الْحَمِيْدُ ﴿٢٩﴾

৩০) আৰু সেইজনাৰ চিহ্ন সমূহৰ ভিতৰত পৰে স্বৰ্গ কেইখন আৰু মৰ্ত্ত্যৰ স্ৰজন; আৰু উভয়তে সেইজনাই বিস্তাৰ কৰি থোৱা আটাইবোৰ জীৱিত বস্তুৰ স্ৰজন। আৰু যেতিয়াই তেওঁৰ ইচ্ছা হয় সেই সকলোবোৰকে একত্ৰিত কৰাৰ শক্তি সেইজনাৰ আছে।

وَمِنْ اٰيٰتِهٖ خَلْقُ السَّمٰوٰتِ وَالْاَرْضِ وَمَا بَثَّ
فِيْهِمَا مِنْ دَآبَّةٍ ۭ وَهُوَ عَلٰي جَمْعِهِمْ اِذَا يَشَآءُ
قَدِيْرٌ ﴿٣٠﴾

৩১) আৰু যি দুৰ্ভাগ্যই তোমালোকৰ ওপৰত পৰেহি, ই তোমালোকৰ নিজৰ হাতেৰেই কৰা কামৰ পৰিণাম। আৰু সেইজনাই তোমালোকৰ বহুত পাপ ক্ষমা কৰে।

وَمَآ اَصَابَكُمْ مِّنْ مُّصِيْبَةٍ فَبِمَا كَسَبَتْ اَيْدِيْكُمْ
وَيَعْفُوْا عَنْ كَثِيْرٍ ﴿٣١﴾

৩২) আৰু তোমালোকে পৃথিৱীত আল্লাহৰ উদ্দেশ্য বিনষ্ট কৰিব নোৱাৰা; নাইবা আল্লাহৰ বাহিৰে তোমালোকৰ কোনো বন্ধু বা সহায়কাৰী নাই।

وَمَآ اَنْتُمْ بِمُعْجِزِيْنَ فِي الْاَرْضِ ښ وَمَا لَكُمْ
مِّنْ دُوْنِ اللّٰهِ مِنْ وَّلِيٍّ وَّلَا نَصِيْرٍ ﴿٣٢﴾

৩৩) আৰু সেইজনাৰ চিহ্ন সমূহৰ ভিতৰত হ'ল সাগৰত পাল তৰি যোৱা পৰ্ব্বতৰ দৰে ওখ জাহাজবোৰ।

وَمِنْ اٰيٰتِهِ الْجَوَارِ فِي الْبَحْرِ كَالْاَعْلَامِ ﴿٣٣﴾

৩৪) তেওঁ যদি ইচ্ছা কৰে আল্লাহে বতাহক স্থিৰ কৰি দিব পাৰে, যাৰ ফলত সাগৰৰ ওপৰত সেই বিলাক অচল হৈ পৰিব— প্ৰত্যেক ধৈৰ্য্যশীল আৰু কৃতজ্ঞ মানৱৰ কাৰণে তাত চিহ্ন নিহিত হৈ আছে—

اِنْ يَّشَاْ يُسْكِنِ الرِّيْحَ فَيَظْلَلْنَ رَوَاكِدَ عَلٰي ظَهْرِهٖ ۭ
اِنَّ فِيْ ذٰلِكَ لَاٰيٰتٍ لِّكُلِّ صَبَّارٍ شَكُوْرٍ ﴿٣٤﴾

৩৫) নতুবা, তেওঁ জাহাজত থকা সকলক তেওঁলোকৰ আৰ্জ্জি অহা কৰ্ম্মফলৰ হেতুকে ধ্বংস কৰি দিব পাৰে—কিন্তু সেইজনাই সিহঁতৰ বহু পাপ ক্ষমা কৰে—

اَوْ يُوْبِقْهُنَّ بِمَا كَسَبُوْا وَيَعْفُ عَنْ كَثِيْرٍ ﴿٣٥﴾

৩৬) আৰু তেওঁবিলাকক ধ্বংস কৰে যাতে আমাৰ চিহ্ন বোৰৰ বিষয়ে বাক-বিতণ্ডা কৰা সকলে বুজিব পাৰে যে সিহঁতৰ কোনো আশ্ৰয় নাই।

وَّيَعْلَمَ الَّذِيْنَ يُجَادِلُوْنَ فِيْٓ اٰيٰتِنَا ۗ مَا لَهُمْ مِّنْ مَّحِيْصٍ ﴿٣٦﴾

৩৭) আৰু তোমালোকক যিহকে দিয়া হৈছে, ই হ'ল এই জীৱনৰ মাত্ৰ এটা সাময়িক সংস্থান, কিন্তু যিসকলে বিশ্বাস কৰে আৰু তেওঁলোকৰ প্ৰভুৰ ওপৰত নিৰ্ভৰ কৰে, তেওঁলোকৰ কাৰণে আল্লাহৰ ওচৰত যি আছে সেইটো বেছি ভাল আৰু বেছি স্থায়ী,

فَمَآ اُوْتِيْتُمْ مِّنْ شَيْءٍ فَمَتَاعُ الْحَيٰوةِ الدُّنْيَا ۚ وَمَا عِنْدَ اللّٰهِ خَيْرٌ وَّاَبْقٰى لِلَّذِيْنَ اٰمَنُوْا وَعَلٰى رَبِّهِمْ يَتَوَكَّلُوْنَ ﴿٣٧﴾

৩৮) আৰু সেইসকলৰ কাৰণে যি বেছি গৰ্হিত পাপ আৰু অশোভনীয় কামৰ পৰা বিৰত থাকে, তেতিয়া তেওঁলোকৰ খং উঠে, তেওঁলোকে ক্ষমা কৰে,

وَالَّذِيْنَ يَجْتَنِبُوْنَ كَبٰٓئِرَ الْاِثْمِ وَالْفَوَاحِشَ وَاِذَا مَا غَضِبُوْا هُمْ يَغْفِرُوْنَ ﴿٣٨﴾

৩৯) আৰু সেইসকলৰ কাৰণে যি আল্লাহ্ সম্বোধন কৰে, আৰু নিয়মিত উপাসনা পালন কৰে, আৰু যাৰ ব্যৱসায় পাৰস্পৰিক আলোচনাৰ যোগেদি মীমাংসা হয়, আৰু যি আমি দিয়া সংস্থানৰ পৰা খৰছ কৰে,

وَالَّذِيْنَ اسْتَجَابُوْا لِرَبِّهِمْ وَاَقَامُوا الصَّلٰوةَ ۖ وَاَمْرُهُمْ شُوْرٰى بَيْنَهُمْ ۖ وَمِمَّا رَزَقْنٰهُمْ يُنْفِقُوْنَ ﴿٣٩﴾

৪০) আৰু সেইসকলৰ কাৰণে যি, যেতিয়া তেওঁলোকৰ প্ৰতি অন্যায় কৰা হয়, নিজকে ৰক্ষা কৰে।

وَالَّذِيْنَ اِذَآ اَصَابَهُمُ الْبَغْيُ هُمْ يَنْتَصِرُوْنَ ﴿٤٠﴾

৪১) মনত ৰাখিবা যে এটা আঘাতৰ প্ৰতিশোধ একেধৰণৰেই এটা আঘাত ; কিন্তু যি জনে ক্ষমা কৰে আৰু তাৰ দবাৰা উন্নতি সাধন কৰে, তেওঁৰ পুৰস্কাৰ থাকিব আল্লাহৰ ওচৰত। নিশ্চয়েই, সেইজনাই দোষী সকলক ভাল নেপায়।

وَجَزٰٓؤُا سَيِّئَةٍ سَيِّئَةٌ مِّثْلُهَا ۚ فَمَنْ عَفَا وَاَصْلَحَ فَاَجْرُهٗ عَلَى اللّٰهِ ۗ اِنَّهٗ لَا يُحِبُّ الظّٰلِمِيْنَ ﴿٤١﴾

৪২) যিসকলে অন্যায়ৰ পাত্ৰ হোৱাৰ পাছত নিজকেই ৰক্ষা কৰে তেওঁলোকৰ কোনো দোষ নাই।

وَلَمَنِ انْتَصَرَ بَعْدَ ظُلْمِهٖ فَاُولٰٓئِكَ مَا عَلَيْهِمْ مِّنْ سَبِيْلٍ ۝٤٢

৪৩) দোষ হয় মাত্ৰ সেইসকলৰ, যি কোনো যুক্তি নোহোৱাকৈ মানুহক অন্যায় কৰে আৰু পৃথিৱীত আইনৰ সীমা অতিক্ৰম কৰে। এই বিলাকে পাব এটা কঠোৰ শাস্তি।

اِنَّمَا السَّبِيْلُ عَلَى الَّذِيْنَ يَظْلِمُوْنَ النَّاسَ وَيَبْغُوْنَ فِى الْاَرْضِ بِغَيْرِ الْحَقِّ ؕ اُولٰٓئِكَ لَهُمْ عَذَابٌ اَلِيْمٌ ۝٤٣

৪৪) আৰু যি ধৈৰ্য্য ধৰে আৰু ক্ষমা কৰে—সেইটো, নিশ্চয়েই, এটা উচ্চ মনোবলৰ চিন।

وَلَمَنْ صَبَرَ وَغَفَرَ اِنَّ ذٰلِكَ لَمِنْ عَزْمِ الْاُمُوْرِ ۝٤٤

৪৫) আৰু সেইজন যাক আল্লাহে পথভ্ৰষ্ট বুলি নিৰ্দ্ধাৰণ কৰে—আৰু তাৰ পাছত তেওঁৰ কোনো ৰক্ষক নাই। আৰু দোষীসকলক, যেতিয়া তেওঁলোকে শাস্তিটো দেখিবলৈ পাব, এইদৰে কোৱা, ‘উভতি যোৱাৰ কোনো বাট আছে নে ?’

وَمَنْ يُّضْلِلِ اللّٰهُ فَمَا لَهٗ مِنْ وَّلِيٍّ مِّنْۢ بَعْدِهٖ ؕ وَتَرَى الظّٰلِمِيْنَ لَمَّا رَاَوُا الْعَذَابَ يَقُوْلُوْنَ هَلْ اِلٰى مَرَدٍّ مِّنْ سَبِيْلٍ ۝٤٤

৪৬) আৰু তুমি সিহঁতক অগ্নি কুণ্ডটোৰ আগলৈ আনা দেখিবা, অপদস্থ হৈ চকু তললৈ কৰা, আৰু ইয়ালৈ কেৰাহিকৈ চাবলৈ চেষ্টা কৰা। আৰু যি সকলে বিশ্বাস কৰে, ক'ব, ‘বাস্তৱতে, পৰাজয়ী সেই সকলেই, যি কেয়ামতৰ দিনা নিজকে আৰু নিজৰ পৰিয়ালক সৰ্বস্বান্ত কৰে।’ চোৱাঁ! দোষীসকল থাকিব এটা দীঘলীয়া শাস্তিত।

وَتَرٰىهُمْ يُعْرَضُوْنَ عَلَيْهَا خٰشِعِيْنَ مِنَ الذُّلِّ يَنْظُرُوْنَ مِنْ طَرْفٍ خَفِيٍّ ؕ وَقَالَ الَّذِيْنَ اٰمَنُوْٓا اِنَّ الْخٰسِرِيْنَ الَّذِيْنَ خَسِرُوْٓا اَنْفُسَهُمْ وَاَهْلِيْهِمْ يَوْمَ الْقِيٰمَةِ ؕ اَلَآ اِنَّ الظّٰلِمِيْنَ فِىْ عَذَابٍ مُّقِيْمٍ ۝٤٥

৪৭) আৰু সিহঁতৰ আল্লাহৰ বিৰুদ্ধে সহায়কাৰী কোনো নেথাকিব। আৰু যাক আল্লাহে ভ্ৰান্তিত থাকিবলৈ এৰি দিয়ে সেইজনৰ কাৰণে পথ-প্ৰদৰ্শনৰ কোনো উপায় নাই।

وَمَا كَانَ لَهُمْ مِّنْ اَوْلِيَآءَ يَنْصُرُوْنَهُمْ مِّنْ دُوْنِ اللّٰهِ ؕ وَمَنْ يُّضْلِلِ اللّٰهُ فَمَا لَهٗ مِنْ سَبِيْلٍ ۝٤٦

৪৮) তোমালোক সেই দিনটো আহি পোৱাৰ আগতেই, যেতিয়া আল্লাহৰ হুকুমৰ বিৰুদ্ধে বাধা দিয়া নচলিব, তোমালোকৰ প্ৰভুৰ মুখাপেক্ষী হোৱা। আৰু সেইদিনা তোমালোকৰ কাৰণে কোনো আশ্ৰয়স্থান নেথাকিব, আৰু নেথাকিব তোমালোকৰ কাৰণে কোনো অস্বীকাৰ কৰাৰ সুযোগ।

اِسْتَجِيْبُوْا لِرَبِّكُمْ مِّنْ قَبْلِ اَنْ يَّاْتِىَ يَوْمٌ لَّا مَرَدَّ لَهٗ مِنَ اللّٰهِ ؕ مَا لَكُمْ مِّنْ مَّلْجَاٍ يَّوْمَئِذٍ وَّمَا لَكُمْ مِّنْ نَّكِيْرٍ ۝٤٧

৪৯) কিন্তু তেওঁলোক যদি আঁতৰি যায়, আমি তোমাক সিহঁতৰ ওপৰত অভিভাৱক কৰি পঠিওৱা নাই। তোমাৰ কৰ্ত্তব্য হৈছে কেৱল বাৰ্ত্তাটো কঢ়িয়াই নিয়াহে। আৰু সত্যতে আমি যেতিয়া মানৱক আমাৰ কৃপাৰ সোৱাদ লবলৈ দিওঁ, তেওঁলোকে তাত আহ্লাদ কৰে। কিন্তু যদি এটা দুভাৰ্গ্য আহি পৰে, তেওঁলোকৰ নিজৰ হাতেৰে সধা কৰ্ম্মফলৰ ৰূপে, তেতিয়া চোৱাঁ! মানৱ অকৃতজ্ঞ হৈ পৰে।

فَإِنْ أَعْرَضُوا فَمَآ أَرْسَلْنٰكَ عَلَيْهِمْ حَفِيظًا ۖ إِنْ عَلَيْكَ
إِلَّا الْبَلٰغُ ۗ وَإِنَّآ إِذَآ أَذَقْنَا الْإِنسٰنَ مِنَّا رَحْمَةً فَرِحَ
بِهَا ۖ وَإِن تُصِبْهُمْ سَيِّئَةٌ ۢ بِمَا قَدَّمَتْ أَيْدِيهِمْ
فَإِنَّ الْإِنسٰنَ كَفُورٌ ۝٤٨

৫০) স্বৰ্গসমূহৰ আৰু মৰ্ত্ত্যৰ গৰাকী আল্লাহ্। সেইজনাই যি ইচ্ছা কৰে, সৃষ্টি কৰে। তেওঁ যাক ইচ্ছা, কন্যা দান কৰে আৰু যাক ইচ্ছা পুত্ৰ দান কৰে ;

لِّلَّهِ مُلْكُ السَّمٰوٰتِ وَالْأَرْضِ ۚ يَخْلُقُ مَا يَشَآءُ ۚ
يَهَبُ لِمَن يَشَآءُ إِنٰثًا وَيَهَبُ لِمَن يَشَآءُ
الذُّكُورَ ۝٤٩

৫১) অথবা, তেওঁ মিহলি কৰে, পুৰুষ আৰু স্ত্ৰী; আৰু সেইজনাই যাক ইচ্ছা হয় অসাৰুৱা কৰে। নিশ্চয়েই, সেইজনা সৰ্ব্বজ্ঞ, শক্তিশালী।

أَوْ يُزَوِّجُهُمْ ذُكْرَانًا وَإِنٰثًا ۖ وَيَجْعَلُ مَن يَشَآءُ
عَقِيمًا ۚ إِنَّهُۥ عَلِيمٌ قَدِيرٌ ۝٥٠

৫২) এইটো এজন মানুহৰ কাৰণে সমীচীন নহ'ব যে আল্লা তেওঁৰ সৈতে পোনপটীয়া প্ৰকাশন, বা এখন পৰ্দাৰ আঁৰৰ পৰা বা সেইজনাৰ হুকুম মতে যি ইচ্ছা প্ৰকাশ কৰিবলৈ পঠোৱা এজন পয়গম্বৰৰ বাহিৰে আন কোনো ধৰণে কথা হ'ব। নিশ্চয়েই, সেইজনা উচ্চ, জ্ঞানী।

وَمَا كَانَ لِبَشَرٍ أَن يُكَلِّمَهُ اللَّهُ إِلَّا وَحْيًا أَوْ مِن
وَرَآئِ حِجَابٍ أَوْ يُرْسِلَ رَسُولًا فَيُوحِىَ بِإِذْنِهِۦ
مَا يَشَآءُ ۚ إِنَّهُۥ عَلِىٌّ حَكِيمٌ ۝٥١

৫৩) আৰু এইদৰেই আমি তোমালৈ আমাৰ আদেশক্ৰমে বাৰ্ত্তাটো পঠিয়াইছোঁ। তুমি, গ্ৰন্থ-খননো কি আছিল, নেজানিছিলা। কিন্তু আমাৰ বাণী এক ৰশ্মিৰ দৰে কৰিছোঁ যাৰ দবাৰা আমাৰ ইচ্ছামতে আমাৰ ভৃত্যসকলৰ পৰা কিছুমানক পথ-প্ৰদৰ্শন কৰোঁ। আৰু সত্যতে তুমি মানৱ জাতিক ঠিক পথলৈ বাট দেখুৱাইছা,

وَكَذٰلِكَ أَوْحَيْنَآ إِلَيْكَ رُوحًا مِّنْ أَمْرِنَا ۚ مَا كُنتَ
تَدْرِى مَا الْكِتٰبُ وَلَا الْإِيمٰنُ وَلٰكِن جَعَلْنٰهُ
نُورًا نَّهْدِى بِهِۦ مَن نَّشَآءُ مِنْ عِبَادِنَا ۚ وَإِنَّكَ
لَتَهْدِىٓ إِلٰى صِرٰطٍ مُّسْتَقِيمٍ ۝٥٢

৫৪) আল্লাহৰ পথ, সেই আল্লাহ্ যি স্বৰ্গ সমূহ আৰু মৰ্ত্ত্যত থকা সকলো বস্তুৰ অধিকাৰী। স্মৰণ কৰিবা; আল্লাহলৈকে সকলো বস্তু অৱশ্যেই ঘূৰি আহে।

صِرٰطِ اللَّهِ الَّذِى لَهُۥ مَا فِى السَّمٰوٰتِ وَمَا فِى الْأَرْضِ ۗ
أَلَآ إِلَى اللَّهِ تَصِيرُ الْأُمُورُ ۝٥٣

سُوۡرَةُ الزُّخۡرُفِ مَكِّيَّةٌ (٤٣)

চুৰা ৪৩ AL-ZUKHRUF আল-ঝখৰুফ (মক্কাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, কৰুণাময়, আল্লাহৰ নামত। بِسۡمِ اللّٰهِ الرَّحۡمٰنِ الرَّحِيۡمِ ①

২) হাআ মীম। প্ৰশংসনীয় মহিমান্বিত প্ৰভু। حٰمٓ ②

৩) আমি এই সুগম স্পষ্ট গ্ৰন্থখন প্ৰমাণ ৰূপে আগবঢ়াওঁ, وَ الۡكِتٰبِ الۡمُبِيۡنِ ③

৪) আমি এই গ্ৰন্থখন গঢ়িছোঁ সঘনে পৰিষ্কাৰ, বাগ্মীৰ ভাষাত পাঠৰ অৰ্থে যাতে তোমালোকৰ বোধগম্য হয়। اِنَّا جَعَلۡنٰهُ قُرۡءٰنًا عَرَبِيًّا لَّعَلَّكُمۡ تَعۡقِلُوۡنَ ④

৫) আৰু নিশ্চয়েই, ই আমাৰ হাতত সকলো গ্ৰন্থৰ মাতৃ ৰূপে, জ্ঞানেৰে ভৰপূৰ আৰু সম্মানিত হৈ, সংৰক্ষিত হৈ আছে। وَاِنَّهٗ فِىۡۤ اُمِّ الۡكِتٰبِ لَدَيۡنَا لَعَلِىٌّ حَكِيۡمٌ ⑤

৬) তেতিয়া হ'লে তোমালোক এটা অসংযমী জাতি বুলি স্মাৰক বাণীখন, তোমালোকক পথ-প্ৰদৰ্শনৰ পৰা বঞ্চিত কৰি, আঁতৰাই নিম নেকি? اَفَنَضۡرِبُ عَنۡكُمُ الذِّكۡرَ صَفۡحًا اَنۡ كُنۡتُمۡ قَوۡمًا مُّسۡرِفِيۡنَ ⑥

৭) আৰু কিমানেই যে পয়গম্বৰ আমি আগতে অহা জাতিবোৰলৈ পঠিয়াইছিলোঁ! وَكَمۡ اَرۡسَلۡنَا مِنۡ نَّبِىٍّ فِى الۡاَوَّلِيۡنَ ⑦

৮) কিন্তু তেওঁলোকলৈ এনে এজন পয়গম্বৰ অহা নাছিল যাক তেওঁলোকে ইতিকিং কৰা নাছিল। وَمَا يَاۡتِيۡهِمۡ مِّنۡ نَّبِىٍّ اِلَّا كَانُوۡا بِهٖ يَسۡتَهۡزِءُوۡنَ ⑧

৯) আৰু আমি এওঁলোকতকৈ বেছি শক্তিশালী সেই জাতিবোৰক ধ্বংস কৰিছিলোঁ আৰু সেই আগৰ জাতিবোৰৰ দৃষ্টান্ত আগতে পাৰ হৈ গৈছে। فَاَهۡلَكۡنَاۤ اَشَدَّ مِنۡهُمۡ بَطۡشًا وَّمَضٰى مَثَلُ الۡاَوَّلِيۡنَ ⑨

১০) আৰু তুমি যদি তেওঁলোকক সোধা, 'স্বৰ্গ সমূহ আৰু মৰ্ত্তাখন কোনে সৃষ্টি কৰিলে?' তেওঁলোকে, ক'ব, 'সৰ্বশক্তিমান, সৰ্বজ্ঞ, আল্লাহে সৃষ্টি কৰিছিল,' وَلَئِنۡ سَاَلۡتَهُمۡ مَّنۡ خَلَقَ السَّمٰوٰتِ وَالۡاَرۡضَ لَيَقُوۡلُنَّ خَلَقَهُنَّ الۡعَزِيۡزُ الۡعَلِيۡمُ ⑩

১১) সেইজনা, যি এই পৃথিৱীখন তোমালোকৰ কাৰণে এখন কেঁচুৱাৰ দোলাৰ দৰে সাজিছে আৰু তাত তোমালোকৰ কাৰণে বাট পথ সাজি দিছে, যাতে তোমালোকে সুগম পথেৰে যাব পাৰা ;

الَّذِىْ جَعَلَ لَكُمُ الْاَرْضَ مَهْدًا وَّ جَعَلَ لَكُمْ فِيْهَا سُبُلًا لَّعَلَّكُمْ تَهْتَدُوْنَ ﴿١١﴾

১২) আৰু যিজনাই মেঘৰ পৰা উপযুক্ত পৰিমাণে পানী নমাই পঠিয়ায়, আৰু আমি তাৰে সৈতে, এক মৃত ভূমি মণ্ডলক সজীৱ কৰি তোলোঁ—তোমালোককো সেই দৰে সজীৱ কৰা হ'ব—

وَالَّذِىْ نَزَّلَ مِنَ السَّمَآءِ مَآءًۢ بِقَدَرٍ فَاَنْشَرْنَا بِهٖ بَلْدَةً مَّيْتًا كَذٰلِكَ تُخْرَجُوْنَ ﴿١٢﴾

১৩) আৰু যিজনাই সকলো বস্তুকে যোৰ পাতি সৃজিছে, আৰু তোমালোকৰ কাৰণে জাহাজ আৰু পোহনীয়া জন্তু গঢ়িছে, যাৰ ওপৰত তোমালোক আৰোহী হোৱা,

وَالَّذِىْ خَلَقَ الْاَزْوَاجَ كُلَّهَا وَجَعَلَ لَكُمْ مِّنَ الْفُلْكِ وَالْاَنْعَامِ مَا تَرْكَبُوْنَ ﴿١٣﴾

১৪) যাতে তোমালোক সেই বোৰৰ পিঠিত দৃঢ় ভাৱে বহিব পাৰা, আৰু তাৰ পাছত, যেতিয়া তোমালোক সিহঁতৰ ওপৰত দৃঢ় ভাৱে বহিলা, তোমালোকে তোমালোকৰ প্ৰভুৰ অনুগ্ৰহ সুঁৱৰিব পাৰা, আৰু কোৱা, 'সেইজনা, যি এইবোৰ আমাৰ বশবৰ্ত্তী কৰি দিছে, যাক আমি নিজে বশ কৰাত অসমৰ্থ আছিলোঁ, মহাপৱিত্ৰ,

لِتَسْتَوٗا عَلٰى ظُهُوْرِهٖ ثُمَّ تَذْكُرُوْا نِعْمَةَ رَبِّكُمْ اِذَا اسْتَوَيْتُمْ عَلَيْهِ وَتَقُوْلُوْا سُبْحٰنَ الَّذِىْ سَخَّرَ لَنَا هٰذَا وَمَا كُنَّا لَهٗ مُقْرِنِيْنَ ﴿١٤﴾

১৫) 'আৰু আমাৰ প্ৰভুলৈকে, নিশ্চয়েই, আমি ঘূৰি যাম।'

وَاِنَّاۤ اِلٰى رَبِّنَا لَمُنْقَلِبُوْنَ ﴿١٥﴾

১৬) আৰু তেওঁলোকে সেইজনাৰ ভৃত্য সকলৰ কিছুমানক সেইজনালৈ তেওঁৰ সন্তান বুলি আৰোপ কৰে বাস্তৱিকতে মানৱ পৰিস্কাৰভাৱে অকৃতজ্ঞ।

وَجَعَلُوْا لَهٗ مِنْ عِبَادِهٖ جُزْءًا اِنَّ الْاِنْسَانَ لَكَفُوْرٌ مُّبِيْنٌ ﴿١٦﴾ ع

১৭) সেইজনাই তেওঁৰ নিজৰ সৃষ্টি কৰা বস্তুৰ পৰা কন্যা বিচাৰি লৈছে নেকি, আৰু তোমালোকক পুত্ৰ দান কৰি অনুগ্ৰহ কৰিছে নেকি ?

اَمِ اتَّخَذَ مِمَّا يَخْلُقُ بَنٰتٍ وَّ اَصْفٰكُمْ بِالْبَنِيْنَ ﴿١٧﴾

১৮) তথাপি যেতিয়া তেওঁলোকৰ এজনক, তেওঁ সুপ্ৰসন্ন আল্লাহৰ সমতুল্য কৰা জনাৰ বিষয়ে সংবাদ দিয়া হয়, তেওঁৰ মুখমণ্ডল অন্ধকাৰ হৈ যায় আৰু তেওঁ দমাই থোৱা শোকত বিহবল হৈ পৰে।

وَاِذَا بُشِّرَ اَحَدُهُمْ بِمَا ضَرَبَ لِلرَّحْمٰنِ مَثَلًا ظَلَّ وَجْهُهٗ مُسْوَدًّا وَّهُوَ كَظِيْمٌ ﴿١٨﴾

أَوَمَنْ يُنَشَّؤُا فِي الْحِلْيَةِ وَهُوَ فِي الْخِصَامِ غَيْرُ مُبِيْنٍ ١٩

১৯) তেওঁলোকে আল্লাহৰ সমতুল্য এনে এজনক কৰে যি অলঙ্কাৰৰ মাজত প্ৰতিপালিত, আৰু যি কোনো তৰ্ক-বিতৰ্কত এটা যুক্তিক স্পষ্ট ভাষা দিব নোৱাৰে ?

وَجَعَلُوا الْمَلٰٓئِكَةَ الَّذِيْنَ هُمْ عِبٰدُ الرَّحْمٰنِ اِنَاثًا ۚ اَشَهِدُوْا خَلْقَهُمْ ۚ سَتُكْتَبُ شَهَادَتُهُمْ وَيُسْـَٔلُوْنَ ٢٠

২০) আৰু তেওঁলোকে সুপ্ৰসন্ন আল্লাহৰ ভৃত্য ফেৰিস্তাসকলক নাৰী জ্ঞান কৰে। সিহঁতে তেওঁলোকৰ সৃষ্টিত উপস্থিত আছিল নেকি ? তেতিয়া তেওঁলোকৰ বক্তব্য লিপিবদ্ধ কৰা হ'ব আৰু তেওঁলোকক প্ৰশ্ন কৰা হ'ব।

وَقَالُوْا لَوْ شَآءَ الرَّحْمٰنُ مَا عَبَدْنٰهُمْ ۗ مَا لَهُمْ بِذٰلِكَ مِنْ عِلْمٍ ۗ اِنْ هُمْ اِلَّا يَخْرُصُوْنَ ٢١

২১) আৰু তেওঁলোকে কয়, 'যদি সুপ্ৰসন্ন আল্লাহে সেইদৰে ইচ্ছা কৰিলেহেঁতেন, আমি সেইবোৰক উপাসনা নকৰিলোহেঁতেন।' সিহঁতৰ সেইবোৰ কথাৰ বিষয়ে কোনো জ্ঞান নাই। সিহঁতে ধাৰণাৰ বাহিৰে একো কৰা নাই।

اَمْ اٰتَيْنٰهُمْ كِتٰبًا مِّنْ قَبْلِهٖ فَهُمْ بِهٖ مُسْتَمْسِكُوْنَ ٢٢

২২) আমি সিহঁতক ইয়াৰ আগতে আৰু এখন গ্ৰন্থ দিছিলোঁ নেকি, যিহেতু সিহঁতে সেইখনকে একনিষ্ঠভাৱে অনুসৰণ কৰি আছে ?

بَلْ قَالُوْٓا اِنَّا وَجَدْنَآ اٰبَآءَنَا عَلٰٓى اُمَّةٍ وَّاِنَّا عَلٰٓى اٰثٰرِهِمْ مُّهْتَدُوْنَ ٢٣

২৩) নহয়, কিন্তু তেওঁলোকে কয়, 'আমি আমাৰ পূৰ্ব্বপুৰুষ সকলক এটা নিৰ্দিষ্ট পথেৰে যোৱা দেখিছিলোঁ, আৰু আমি তেওঁলোকৰ পদক্ষেপেৰে প্ৰদৰ্শিত হৈছোঁ।'

وَكَذٰلِكَ مَآ اَرْسَلْنَا مِنْ قَبْلِكَ فِيْ قَرْيَةٍ مِّنْ نَّذِيْرٍ اِلَّا قَالَ مُتْرَفُوْهَآ ۙ اِنَّا وَجَدْنَآ اٰبَآءَنَا عَلٰٓى اُمَّةٍ وَّاِنَّا عَلٰٓى اٰثٰرِهِمْ مُّقْتَدُوْنَ ٢٤

২৪) যি স্থলত আমি তোমাৰ পূৰ্ব্বে কোনো নগৰীলৈ কোনো সতৰ্ককাৰী পঠিওৱা নাছিলোঁ, তেওঁলোকৰ ভিতৰৰ ধনী ব্যক্তি কেইজনমানে কৈছিল, 'আমি আমাৰ পূৰ্ব্বপুৰুষ সকলক এটা নিৰ্দিষ্ট পথেৰে যোৱা দেখিছিলোঁ, আৰু আমি তেওঁলোকৰ পদক্ষেপৰে প্ৰদৰ্শিত হৈছোঁ।'

قٰلَ اَوَلَوْ جِئْتُكُمْ بِاَهْدٰى مِمَّا وَجَدْتُّمْ عَلَيْهِ اٰبَآءَكُمْ ۗ قَالُوْٓا اِنَّا بِمَآ اُرْسِلْتُمْ بِهٖ كٰفِرُوْنَ ٢٥

২৫) তেওঁলোকৰ পয়গম্বৰে কৈছিল, 'কি ! মই তোমালোকলৈ তোমালোকৰ পিতৃসকলে অনুসৰণ কৰা পথতকৈ উত্তম পথ-প্ৰদৰ্শন কৰা স্বত্তেও ?' তেওঁলোকে ক'লে, 'নিশ্চয়েই যাৰে সৈতে তোমাক পঠিওৱা হৈছে আমি তাত অবিশ্বাস কৰোঁ।'

| | |
|---|---|
| ২৬) গতিকে আমি তেওঁলোকৰ পৰা পৰিশোধাত্মক শাস্তি আদায় কৰিলোঁ। গতিকে চোৱাঁ, পয়গম্বৰ সকলক অগ্ৰাহ্য কৰা বিলাকৰ শেষ দশা কি হৈছিল! | فَانْتَقَمْنَا مِنْهُمْ فَانْظُرْ كَيْفَ كَانَ عَاقِبَةُ الْمُكَذِّبِيْنَ ﴿٢٥﴾ |
| ২৭) আৰু স্মৰণ কৰা, যেতিয়া ইব্ৰাহিমে তেওঁৰ পিতৃ আৰু সম্প্ৰদায়ৰ লোকক কৈছিল, 'মই সঁচাকৈয়ে তোমালোকে উপাসনা কৰা পাত্ৰক অগ্ৰাহ্য কৰোঁ, | وَاِذْ قَالَ اِبْرٰهِيْمُ لِاَبِيْهِ وَقَوْمِهٖٓ اِنَّنِيْ بَرَآءٌ مِّمَّا تَعْبُدُوْنَ ﴿٢٦﴾ |
| ২৮) 'সেইজনাৰ বাহিৰে, যি মোক সৃষ্টি কৰিছিল, আৰু সেইজনাই নিশ্চয়েই, মোক বাট দেখুৱাব।' | اِلَّا الَّذِيْ فَطَرَنِيْ فَاِنَّهٗ سَيَهْدِيْنِ ﴿٢٧﴾ |
| ২৯) আৰু আল্লাহে ইব্ৰাহিমৰ বংশধৰৰ মাজত ইয়াক এটা স্থায়ী দান কৰা সম্পত্তি ৰূপে থৈ দিছে, যাতে তেওঁলোক আল্লাহৰ প্ৰতি অনুৰক্ত হ'ব পাৰে। | وَجَعَلَهَا كَلِمَةًۢ بَاقِيَةً فِيْ عَقِبِهٖ لَعَلَّهُمْ يَرْجِعُوْنَ ﴿٢٨﴾ |
| ৩০) নহয়, কিন্তু মই অবিশ্বাসীসকল আৰু তেওঁলোকৰ পিতৃ বৰ্গৰ ওপৰত পাৰ্থিৱ সংস্থান-দান কৰিছিলোঁ তেতিয়ালৈ যেতিয়ালৈ তেওঁলোকলৈ আহিল সত্য আৰু এজন বাৰ্ত্তাবাহক যি তেওঁৰ বাৰ্ত্তা স্পষ্ট কৰি দিয়ে। | بَلْ مَتَّعْتُ هٰٓؤُلَآءِ وَاٰبَآءَهُمْ حَتّٰى جَآءَهُمُ الْحَقُّ وَرَسُوْلٌ مُّبِيْنٌ ﴿٢٩﴾ |
| ৩১) কিন্তু সত্যটো যেতিয়া তেওঁলোকলৈ আহিল তেওঁলোকে কৈছিল, 'এইটো যাদুকৰৰ কাম আৰু আমি ইয়াক প্ৰত্যাখ্যান কৰোঁ।' | وَلَمَّا جَآءَهُمُ الْحَقُّ قَالُوْا هٰذَا سِحْرٌ وَّاِنَّا بِهٖ كٰفِرُوْنَ ﴿٣٠﴾ |
| ৩২) আৰু তেওঁলোকে কয়, 'এই কোৰ্-আন খন দুখন নগৰীৰ এজন সম্ভ্ৰান্ত ব্যক্তিলৈ কিয় পঠিওৱা হোৱা নাই?' | وَقَالُوْا لَوْلَا نُزِّلَ هٰذَا الْقُرْاٰنُ عَلٰى رَجُلٍ مِّنَ الْقَرْيَتَيْنِ عَظِيْمٍ ﴿٣١﴾ |
| ৩৩) তেতিয়াহ'লে তেওঁলোকেই হ'ল নেকি তোমাৰ প্ৰভুৰ কৰুণাৰ বিতৰণকাৰী? আমিহে তেওঁলোকৰ মাজত তেওঁলোকৰ এই জীৱনৰ জীৱিকা বিতৰণ কৰোঁ, আৰু তেওঁলোকৰ কিছুমানক আনতকৈ ওখ স্থানলৈ উঠাওঁ, যাতে তেওঁলোকৰ কিছুমানে আনবোৰক নিজৰ | اَهُمْ يَقْسِمُوْنَ رَحْمَتَ رَبِّكَ ۚ نَحْنُ قَسَمْنَا بَيْنَهُمْ مَّعِيْشَتَهُمْ فِي الْحَيٰوةِ الدُّنْيَا وَرَفَعْنَا بَعْضَهُمْ فَوْقَ بَعْضٍ دَرَجٰتٍ لِّيَتَّخِذَ بَعْضُهُمْ بَعْضًا سُخْرِيًّا |

তলতীয়া কৰিব পাৰে। আৰু তোমাৰ প্ৰভুৰ কৰুণা সিহঁতে গোটোৱা সম্পত্তিতকৈ উত্তম।

وَرَحْمَتُ رَبِّكَ خَيْرٌ مِّمَّا يَجْمَعُونَ ٣٢

৩৪) আৰু গোটেই মানৱ জাতি একেধৰণৰ মানুহ হৈ পৰাৰ কথাটো যদি নেথাকিলেহেঁতেন, আমি পৰম কৰুণাময় আল্লাহত অবিশ্বাস কৰা সকলকে তেওঁলোকৰ ঘৰৰ চাল ৰূপেৰে সাজিবলৈ দিলোহেঁতেন, আৰু ৰূপৰ চিৰিৰে তেওঁলোকক উঠিবলৈ দিলোহেঁতেন ;

وَلَوْلَآ أَن يَكُونَ النَّاسُ أُمَّةً وَّاحِدَةً لَّجَعَلْنَا لِمَن يَكْفُرُ بِالرَّحْمٰنِ لِبُيُوتِهِمْ سُقُفًا مِّن فِضَّةٍ وَّمَعَارِجَ عَلَيْهَا يَظْهَرُونَ ٣٣

৩৫) আৰু ঘৰৰ প্ৰৱেশদবাৰ ৰূপৰ হ'লহেঁতেন, আৰু ৰূপৰ চকী হ'লহেঁতেন, যাৰ ওপৰত তেওঁলোকে বিশ্ৰাম কৰিলেহেঁতেন,

وَلِبُيُوتِهِمْ أَبْوَابًا وَّسُرُرًا عَلَيْهَا يَتَّكِـُٔونَ ٣٤

৩৬) আৰু আনকি সোণেৰেও। কিন্তু সেই সকলোবোৰ এই জীৱনৰ এক অস্থায়ী সংস্থানৰ বাহিৰে একো নহয়। আৰু পৰকালত তোমাৰ প্ৰভুৰে সৈতে থকা আৰাম হৈছে সৎপথগামীৰ কাৰণে।

وَزُخْرُفًا ۚ وَإِن كُلُّ ذٰلِكَ لَمَّا مَتَاعُ الْحَيٰوةِ الدُّنْيَا ۚ
ع وَالْآخِرَةُ عِندَ رَبِّكَ لِلْمُتَّقِينَ ٣٥

৩৭) আৰু যি কৰুণাময় আল্লাহৰ স্মৰণৰ পৰা আঁতৰি যায়, আমি তেওঁৰ কাৰণে এজন ছয়তান নিযুক্ত কৰোঁ, যি তেওঁৰ অন্তৰঙ্গ লগৰীয়া হৈ পৰে।

وَمَن يَعْشُ عَن ذِكْرِ الرَّحْمٰنِ نُقَيِّضْ لَهُ شَيْطٰنًا فَهُوَ لَهُ قَرِينٌ ٣٦

৩৮) আৰু, নিশ্চয়েই, এই লগৰীয়াবিলাকে তেওঁলোকক আল্লাহৰ পথৰ পৰা আঁতৰাই নিয়ে, কিন্তু তেওঁলোকে ভাবে যে তেওঁলোকক সুপথেৰে হে বাট দেখুৱাইছে :

وَإِنَّهُمْ لَيَصُدُّونَهُمْ عَنِ السَّبِيلِ وَيَحْسَبُونَ أَنَّهُم مُّهْتَدُونَ ٣٧

৩৯) সেই সময়লৈকে যেতিয়া, এই ধৰণৰ এজন আমাৰ ওচৰলৈ আহে, আৰু তেওঁৰ লগৰীয়াক কয়, 'মোৰ আৰু তোমাৰ মাজত পৃথিৱীৰ দুফালৰ ভিতৰত থকা দূৰত্বৰ সমান ব্যৱধান থাকিব লাগিছিল।'

حَتّٰىٓ إِذَا جَآءَنَا قَالَ يٰلَيْتَ بَيْنِي وَبَيْنَكَ بُعْدَ الْمَشْرِقَيْنِ فَبِئْسَ الْقَرِينُ ٣٨

৪০) আৰু তেওঁলোকক এনে বুলি কোৱা হ'ব, 'তোমালোকে শাস্তিত ইজনে সিজনৰ অংশীদাৰ হৈ আজিৰ দিনত কোনো লাভ নহ'ব, কিয়নো তোমালোকে অসৎভাৱে আচৰণ কৰিছিলা।'

وَلَن يَنفَعَكُمُ الْيَوْمَ إِذ ظَّلَمْتُمْ أَنَّكُمْ فِي الْعَذَابِ مُشْتَرِكُونَ ٣٩

أَفَأَنْتَ تُسْمِعُ الصُّمَّ أَوْ تَهْدِي الْعُمْيَ وَمَنْ كَانَ فِي ضَلَالٍ مُّبِينٍ ﴿٤١﴾

৪১) তেতিয়াহ'লে, তুমিনো বধিৰক শুনিব পৰা কৰিব পাৰিবা নে, বা অন্ধজনক আৰু যি স্পষ্ট ভাৱে ভ্ৰান্তিত আছে সেইজনক বাট দেখুৱাব পাৰিবা নে ?

فَإِمَّا نَذْهَبَنَّ بِكَ فَإِنَّا مِنْهُمْ مُّنْتَقِمُونَ ﴿٤٢﴾

৪২) আৰু আমি যদি তোমাক এই পৃথিৱীৰ পৰা লৈ যাওঁ, আমি তথাপিও তোমালোকৰ ওপৰত প্ৰতিশোধ লম ;

أَوْ نُرِيَنَّكَ الَّذِي وَعَدْنَاهُمْ فَإِنَّا عَلَيْهِمْ مُّقْتَدِرُونَ ﴿٤٣﴾

৪৩) বা, সিহঁতক আমি যি প্ৰতিশ্ৰুতি দিছিলোঁ সেইটো কাৰ্য্যকৰী কৰি তোমাক দেখুৱাম; কিয়নো, নিশ্চয়েই, আমাৰ সিহঁতৰ ওপৰত সম্পূৰ্ণ প্ৰভুত্ব আছে।

فَاسْتَمْسِكْ بِالَّذِي أُوحِيَ إِلَيْكَ إِنَّكَ عَلَىٰ صِرَاطٍ مُّسْتَقِيمٍ ﴿٤٤﴾

৪৪) গতিকে তুমি তোমালৈ প্ৰকাশ কৰা সকলো বাণী দৃঢ় ভাৱে অনুসৰণ কৰি থাকা ; কিয়নো তুমি ঠিক পথত আছা।

وَإِنَّهُ لَذِكْرٌ لَّكَ وَلِقَوْمِكَ وَسَوْفَ تُسْأَلُونَ ﴿٤٥﴾

৪৫) আৰু, সত্যতে, এই কোৰ্-আন খন তোমাৰ আৰু অনুচৰ বৰ্গৰ কাৰণে এটা সম্মানৰ নিজৰাৰ দৰে ; আৰু তোমালোকক, নিশ্চয়েই, প্ৰশ্ন কৰা হ'ব।

وَسْئَلْ مَنْ أَرْسَلْنَا مِنْ قَبْلِكَ مِنْ رُّسُلِنَا أَجَعَلْنَا مِنْ دُونِ الرَّحْمَٰنِ آلِهَةً يُعْبَدُونَ ﴿٤٦﴾

৪৬) আৰু সোধা আমাৰ সেই সকল পয়গম্বৰক, যাক আমি তোমাৰ আগতে পঠিয়াইছিলোঁ, 'আমি করুণাময় আল্লাহৰ বাহিৰে আন কোনো উপাসনাৰ উপযুক্ত দেৱ-দেৱতা নিযুক্ত কৰিছিলোঁ নেকি ?'

وَلَقَدْ أَرْسَلْنَا مُوسَىٰ بِآيَاتِنَا إِلَىٰ فِرْعَوْنَ وَمَلَئِهِ فَقَالَ إِنِّي رَسُولُ رَبِّ الْعَالَمِينَ ﴿٤٧﴾

৪৭) আৰু বাস্তৱতে, আমি মুচাকহে আমাৰ চিহ্ন সমূহ দি ফেৰাউন আৰু তেওঁ মুখ্যসকললৈ পঠিয়াইছিলোঁ আৰু তেওঁ কৈছিল, মই, সত্যতে, বিশ্ব-ব্ৰহ্মাণ্ডৰ গৰাকী জনাৰ পৰা অহা বাৰ্ত্তাবাহক হওঁ।'

فَلَمَّا جَاءَهُمْ بِآيَاتِنَا إِذَا هُمْ مِّنْهَا يَضْحَكُونَ ﴿٤٨﴾

৪৮) কিন্তু তেওঁ যেতিয়া আমাৰ চিহ্ন সমূহ লৈ তেওঁলোকলৈ আহিছিল, চোৱাঁ! তাহাঁতে আমাৰ চিহ্ন সমূহক বিদ্ৰূপ কৰিছিল।

وَمَا نُرِيهِمْ مِّنْ آيَةٍ إِلَّا هِيَ أَكْبَرُ مِنْ أُخْتِهَا وَ

৪৯) আৰু আমি তেওঁলোকক এনে কোনো চিহ্ন দেখুৱা নাছিলোঁ যিটো তাৰ আগত ভগ্ন স্বৰূপ

أَخَذْنٰهُمْ بِالْعَذَابِ لَعَلَّهُمْ يَرْجِعُونَ ﴿٤٩﴾

চিহ্নতকৈ ডাঙৰ নাছিল, আৰু আমি তেওঁলোকক শাস্তিৰে সৈতে খামোচ মাৰি ধৰিলোঁ যাতে তাহাঁতে আমাৰ ফালে মুখ কৰিব পাৰে।

وَقَالُوا يٰٓأَيُّهَ السّٰحِرُ ادْعُ لَنَا رَبَّكَ بِمَا عَهِدَ عِنْدَكَ ۚ إِنَّنَا لَمُهْتَدُونَ ﴿٥٠﴾

৫০) আৰু প্ৰত্যেক বাৰেই তেওঁলোকে কৈছিল, 'হে', তুমি যাদুকৰ, তোমাৰ প্ৰভুলৈ আমাৰ কাৰণে প্ৰাৰ্থনা কৰা, তেওঁ তোমাক দিয়া প্ৰতিশ্ৰুতিৰ অনুযায়ী, যদি তেওঁ আমাৰ পৰা শাস্তি আঁতৰাই নিয়ে, তেতিয়াহ'লে আমি, নিশ্চয়েই, তোমাৰ পথ-প্ৰদৰ্শন ল'ম।

فَلَمَّا كَشَفْنَا عَنْهُمُ الْعَذَابَ إِذَا هُمْ يَنْكُثُونَ ﴿٥١﴾

৫১) কিন্তু আমি যেতিয়া তেওঁলোকৰ পৰা শাস্তিটো আঁতৰাই দিলোঁ, চোৱাঁ! তেওঁলোকে তেওঁলোকৰ প্ৰতিজ্ঞা ভঙ্গ কৰিলে।

وَنَادٰى فِرْعَوْنُ فِى قَوْمِهٖ قَالَ يٰقَوْمِ أَلَيْسَ لِى مُلْكُ مِصْرَ وَهٰذِهِ الْأَنْهٰرُ تَجْرِى مِنْ تَحْتِى ۚ أَفَلَا تُبْصِرُونَ ﴿٥٢﴾

৫২) আৰু ফেৰাউনে তেওঁৰ প্ৰজাৰ মাজত এটা ঘোষণা কৰিছিলঃ 'হে' মোৰ প্ৰজা সকল! এই মিচৰ ৰাজ্যখন মোৰ নহয় নে আৰু মোৰ তলেদি বৈ যোৱা এই নদ-নদীবোৰ মোৰ নহয় নে? তোমালোকে তেতিয়া হ'লে বুজি নোপোৱা নে?

أَمْ أَنَا۠ خَيْرٌ مِّنْ هٰذَا الَّذِى هُوَ مَهِينٌ ۙ وَلَا يَكَادُ يُبِينُ ﴿٥٣﴾

৫৩) 'নহয়, মই উত্তম এই নীচ প্ৰাণীটোতকৈ যি নিজৰ ভাব খিনিকে স্পষ্টকৈ প্ৰকাশ কৰিব নোৱাৰে।

فَلَوْلَآ أُلْقِىَ عَلَيْهِ أَسْوِرَةٌ مِّنْ ذَهَبٍ أَوْ جَآءَ مَعَهُ الْمَلٰٓئِكَةُ مُقْتَرِنِينَ ﴿٥٤﴾

৫৪) 'আৰু এওঁক সোণৰ বালাৰ উপহাৰ কিয় দিয়া হোৱা নাই, বা শাৰীয়ে শাৰীয়ে ফেৰিস্তা সকল এওঁৰ সৈতে কিয় অহা নাই?

فَاسْتَخَفَّ قَوْمَهُ فَأَطَاعُوهُ ۚ إِنَّهُمْ كَانُوا قَوْمًا فٰسِقِينَ ﴿٥٥﴾

৫৫) এইদৰে তেওঁ তেওঁৰ প্ৰজাক উপলুঙা কৰিছিল, আৰু সিহঁত তেওঁ বাধ্য আছিল। বাস্তৱতে, সিহঁত এটা পাপী জাতি আছিল।

فَلَمَّآ ءَاسَفُونَا انْتَقَمْنَا مِنْهُمْ فَأَغْرَقْنٰهُمْ أَجْمَعِينَ ﴿٥٦﴾

৫৬) গতিকে, সিহঁতে যেতিয়া আমাৰ কোপ জগাই তুলিলে, আমি সিহঁতৰ ওপৰত প্ৰতিশোধ ললোঁ, আৰু সকলোকে জলমগ্ন কৰিলোঁ।

فَجَعَلْنٰهُمْ سَلَفًا وَّمَثَلًا لِّلْءَاخِرِينَ ﴿٥٧﴾ ع

৫৭) আৰু সিহঁতক আমি এটা পূৰ্ব্ব-দৃষ্টান্ত কৰিলোঁ, আৰু পৰবৰ্ত্তী পুৰুষৰ কাৰণে এটা উদাহৰণ।

(৫৮) আৰু যেতিয়া মৰিয়মৰ পুত্ৰক এক উপমা স্বৰূপে উল্লেখ কৰা হয়, চোৱাঁ! তোমাৰ মানুহে এক কোলাহলৰ সৃষ্টি কৰে:

وَلَمَّا ضُرِبَ ابْنُ مَرْيَمَ مَثَلًا إِذَا قَوْمُكَ مِنْهُ يَصِدُّونَ ﴿٥٨﴾

(৫৯) আৰু তেওঁলোকে কয়, 'আমাৰ দেৱতা সকল বেছি ভাল'নে তেওঁ বেছি ভাল?' এইটো সিহঁতে তোমালৈ উল্লেখ কৰাৰ অন্য কোনো কাৰণ নাই, মাত্ৰ মত ভেদৰ উত্থাপন কৰাৰ বাহিৰে। নহয়, তেওঁলোক হৈছে এটা বাক-বিতণ্ডা কৰা জাতি।

وَقَالُوا أَآلِهَتُنَا خَيْرٌ أَمْ هُوَ ۚ مَا ضَرَبُوهُ لَكَ إِلَّا جَدَلًا ۚ بَلْ هُمْ قَوْمٌ خَصِمُونَ ﴿٥٩﴾

(৬০) তেওঁ আছিল কেৱল আমাৰ ভৃত্য, যাৰ ওপৰত আমি আমাৰ অনুগ্ৰহ বৰষিছিলোঁ, আৰু আমি তেওঁক ইজৰাইলৰ সন্ততিৰ কাৰণে এটা আৰ্দশ ৰূপে দাঙি ধৰিছিলোঁ।

إِنْ هُوَ إِلَّا عَبْدٌ أَنْعَمْنَا عَلَيْهِ وَجَعَلْنَاهُ مَثَلًا لِبَنِي إِسْرَائِيلَ ﴿٦٠﴾

(৬১) আৰু আমি সেইদৰে ইচ্ছা কৰা হ'লে, আমি তোমালোকৰ মাজৰ পৰাই পৃথিৱীত তোমালোকৰ উত্তৰাধিকাৰী হ'বৰ অৰ্থে ফেৰিস্তা সৃষ্টি কৰিব পাৰিলোহেঁতেন।

وَلَوْ نَشَاءُ لَجَعَلْنَا مِنْكُمْ مَلَائِكَةً فِي الْأَرْضِ يَخْلُفُونَ ﴿٦١﴾

(৬২) কিন্তু, প্ৰকৃততে, তেওঁ হৈছে সেই সময়টোৰ এটা চিহ্ন। গতিকে এই বিষয়ে কোনো সন্দেহ পোষণ নকৰিবা, কিন্তু মোক অনুসৰণ কৰা!

وَإِنَّهُ لَعِلْمٌ لِلسَّاعَةِ فَلَا تَمْتَرُنَّ بِهَا وَاتَّبِعُونِ ۚ هَٰذَا صِرَاطٌ مُسْتَقِيمٌ ﴿٦٢﴾

(৬৩) আৰু ছয়তানক তোমাক বাধা দিবলৈ নিদিবা। নিশ্চয়েই, তোমাৰ প্ৰতি সি এটা প্ৰত্যক্ষ শত্ৰু।

وَلَا يَصُدَّنَّكُمُ الشَّيْطَانُ ۖ إِنَّهُ لَكُمْ عَدُوٌّ مُبِينٌ ﴿٦٣﴾

(৬৪) আৰু ঈছা যেতিয়া স্পষ্ট প্ৰমাণ সমূহ লৈ আহিছিল, তেওঁ কৈছিল, 'সত্যতে, মই তোমালোকলৈ জ্ঞানেৰে সৈতে আহিছোঁ, আৰু তোমালোকৰ ভিতৰত মতভেদ হোৱা কথা কিছুমান তোমালোকলৈ পৰিস্কাৰ কৰি দিবৰ কাৰণে। গতিকে আল্লাহলৈ ভয় কৰা আৰু মোৰ প্ৰতি বাধ্য হোৱাঁহক।

وَلَمَّا جَاءَ عِيسَىٰ بِالْبَيِّنَاتِ قَالَ قَدْ جِئْتُكُمْ بِالْحِكْمَةِ وَلِأُبَيِّنَ لَكُمْ بَعْضَ الَّذِي تَخْتَلِفُونَ فِيهِ ۖ فَاتَّقُوا اللَّهَ وَأَطِيعُونِ ﴿٦٤﴾

(৬৫) 'প্ৰকৃততে, আল্লাহ্ — সেইজনা মোৰ প্ৰভু আৰু তোমালোকৰ প্ৰভু। গতিকে সেইজনাৰ উপাসনা কৰা। এইটোৱেই হৈছে শুদ্ধ পথ।'

إِنَّ اللَّهَ هُوَ رَبِّي وَرَبُّكُمْ فَاعْبُدُوهُ ۚ هَٰذَا صِرَاطٌ مُسْتَقِيمٌ ﴿٦٥﴾

৬৬) কিন্তু দলবোৰৰ নিজৰ ভিতৰতে মতভেদ হ'ল। গতিকে দোষী সকলৰ এটা কষ্টকৰ দিনৰ শাস্তি পোৱাৰ দুৰ্ভাগ্য হ'ল!

فَاخْتَلَفَ الْأَحْزَابُ مِنْ بَيْنِهِمْ ۚ فَوَيْلٌ لِّلَّذِينَ ظَلَمُوا مِنْ عَذَابِ يَوْمٍ أَلِيمٍ ﴿٦٥﴾

৬৭) তেওঁলোকে নিজে অনুভৱ নকৰাকৈ মাত্ৰ অপেক্ষা কৰিছে সেই নিৰ্দ্ধাৰিত সময়টো তেওঁলোকৰ ওপৰত হঠাতে পৰালৈ,

هَلْ يَنظُرُونَ إِلَّا السَّاعَةَ أَن تَأْتِيَهُم بَغْتَةً وَهُمْ لَا يَشْعُرُونَ ﴿٦٦﴾

৬৮) সেইদিনা, বন্ধুসকল পৰস্পৰৰ শত্ৰু হৈ পৰিব, কেৱল সৎকৰ্ম্মী সকলৰ বাহিৰে ;

الْأَخِلَّاءُ يَوْمَئِذٍ بَعْضُهُمْ لِبَعْضٍ عَدُوٌّ إِلَّا الْمُتَّقِينَ ﴿٦٧﴾

৬৯) সেই সকললৈ আল্লাহে ক'ব, 'হে' মোৰ ভৃত্য সকল, আজিৰ দিনা তোমালোকৰ কোনো ভয় নাই, তোমালোকে শোকগ্ৰস্ত হ'ব নেলাগে ;

يَا عِبَادِ لَا خَوْفٌ عَلَيْكُمُ الْيَوْمَ وَلَا أَنتُمْ تَحْزَنُونَ ﴿٦٨﴾

৭০) 'তোমালোক যি আমাৰ চিহ্ন সমূহত বিশ্বাস আনিছিলা আৰু মূৰ দোঁৱাইছিলা,

الَّذِينَ آمَنُوا بِآيَاتِنَا وَكَانُوا مُسْلِمِينَ ﴿٦٩﴾

৭১) 'তোমালোক উদ্যানত প্ৰৱেশ কৰাহঁক— তোমালোক আৰু তোমালোকৰ পত্নী সকল, আনন্দিত মনেৰে,'

ادْخُلُوا الْجَنَّةَ أَنتُمْ وَأَزْوَاجُكُمْ تُحْبَرُونَ ﴿٧٠﴾

৭২) তোমালোকলৈ তাত আগ বঢ়াই দিয়া হ'ব সোণৰ থালি আৰু সোণৰ পিয়লা, আৰু সেইবোৰত থাকিব এনে সকলো বস্তু যাক আত্মাই বাঞ্ছা কৰে আৰু চালে চকু জুৰ পৰি যায়। আৰু তাতেই তোমালোক চিৰকাল থাকিবা।

يُطَافُ عَلَيْهِم بِصِحَافٍ مِّن ذَهَبٍ وَأَكْوَابٍ ۖ وَفِيهَا مَا تَشْتَهِيهِ الْأَنفُسُ وَتَلَذُّ الْأَعْيُنُ ۖ وَأَنتُمْ فِيهَا خَالِدُونَ ﴿٧١﴾

৭৩) এইখনেই হৈছে উদ্যান যাৰ উত্তৰাধিকাৰী তোমালোকক কৰা হৈছে তোমালোকৰ কৰ্ম্মৰ ফল স্বৰূপে।

وَتِلْكَ الْجَنَّةُ الَّتِي أُورِثْتُمُوهَا بِمَا كُنتُمْ تَعْمَلُونَ ﴿٧٢﴾

৭৪) 'তাত তোমালোকৰ কাৰণে আছে অপৰ্য্যাপ্ত ফল-মূল, যাৰ পৰা তোমালোকে খাবা।'

لَكُمْ فِيهَا فَاكِهَةٌ كَثِيرَةٌ مِّنْهَا تَأْكُلُونَ ﴿٧٣﴾

৭৫) দোষী সকল, নিশ্চয়েই, দোজখৰ শাস্তিত বাস কৰিব।

إِنَّ الْمُجْرِمِينَ فِي عَذَابِ جَهَنَّمَ خَالِدُونَ ﴿٧٤﴾

৭৬) এইটো তেওঁলোকৰ কাৰণে লাঘৱ কৰা নহ'ব, আৰু তাত তেওঁলোকক নৈৰাশ্যই আগুৰি ধৰিব।

لَا يُفَتَّرُ عَنْهُمْ وَهُمْ فِيهِ مُبْلِسُونَ ﴿٧٥﴾

৭৭) আৰু আমি তেওঁলোকক কোনো অন্যায় কৰা নাছিলোঁ, কিন্তু তেওঁলোকে নিজেহে দোষী আছিল।

وَمَا ظَلَمْنٰهُمْ وَلٰكِنْ كَانُوْا هُمُ الظّٰلِمِيْنَ ۝٧٧

৭৮) আৰু তেওঁলোকে কান্দি উঠিব, 'অ' মালিক! তোমাৰ প্ৰভুক আমাক শেষ কৰি দিবলৈ দিয়া।' তেওঁ ক'ব, 'তোমালোক ইয়াত থাকিবই লাগিব।'

وَنَادَوْا يٰمٰلِكُ لِيَقْضِ عَلَيْنَا رَبُّكَ ۗ قَالَ اِنَّكُمْ مّٰكِثُوْنَ ۝٧٨

৭৯) 'আল্লাহে ক'ব, 'আমি নিশ্চয়েই সত্যটো আনিছিলোঁ; কিন্তু তোমালোকৰ বেছি ভাগেই সত্যটোৰ প্ৰতি আওকাণ কৰিলা।'

لَقَدْ جِئْنٰكُمْ بِالْحَقِّ وَلٰكِنَّ اَكْثَرَكُمْ لِلْحَقِّ كٰرِهُوْنَ ۝٧٩

৮০) তেওঁলোকে তোমাৰ অন্ত পেলোৱাৰ উপায় নিৰ্দ্ধাৰণ কৰিছে নেকি? তেতিয়া হ'লে আমিও তেওঁলোকৰ ধ্বংসৰ সিদ্ধান্ত লৈছোঁ।

اَمْ اَبْرَمُوْٓا اَمْرًا فَاِنَّا مُبْرِمُوْنَ ۝٨٠

৮১) তেওঁলোকে ভাবে নেকি যে আমি তেওঁলোকৰ গুপ্ত কথা আৰু অভিসন্ধিবোৰ নুশুনো? হয়! আৰু আমাৰ দূতসকল তেওঁলোকৰ সৈতেই থাকে সকলো কথা লিপিবদ্ধ কৰি।

اَمْ يَحْسَبُوْنَ اَنَّا لَا نَسْمَعُ سِرَّهُمْ وَنَجْوٰىهُمْ ۗ بَلٰى وَرُسُلُنَا لَدَيْهِمْ يَكْتُبُوْنَ ۝٨١

৮২). কোৱাঁ, 'কৰুণাময় আল্লাহৰ যদি এজন পুত্ৰ থাকিলে হেঁতেন, মই তেওঁৰ পূজাৰীসকলৰ ভিতৰত প্ৰথম হলোহেঁতেন।'

قُلْ اِنْ كَانَ لِلرَّحْمٰنِ وَلَدٌ ۖ فَاَنَا اَوَّلُ الْعٰبِدِيْنَ ۝٨٢

৮৩) মহাপৱিত্ৰ আল্লাহ্, স্বৰ্গ সমূহ আৰু মৰ্ত্ত্যৰ প্ৰভু, সিংহাসনখনৰ অধিকাৰী, তেওঁলোকে সেইজনাত আৰোপ কৰা ৰূপৰ বহু ওপৰত।

سُبْحٰنَ رَبِّ السَّمٰوٰتِ وَالْاَرْضِ رَبِّ الْعَرْشِ عَمَّا يَصِفُوْنَ ۝٨٣

৮৪) গতিকে তেওঁলোকক অমূলক কথা-বাৰ্ত্তাত নিমগ্ন হৈ নিজকে আমোদ কৰিবলৈ এৰি দিয়াহঁক, তেওঁলোকৰ আমি অঙ্গীকাৰ কৰা দিনটোৰ লগত সাক্ষাত হোৱা পৰ্য্যন্ত।

فَذَرْهُمْ يَخُوْضُوْا وَيَلْعَبُوْا حَتّٰى يُلٰقُوْا يَوْمَهُمُ الَّذِيْ يُوْعَدُوْنَ ۝٨٤

৮৫) আৰু তেৱেঁই সেইজনা, যি জনা স্বৰ্গৰ আল্লাহ্ আৰু পৃথিৱীৰ আল্লাহ্; আৰু তেওঁ জ্ঞানী, সৰ্বজ্ঞ।

وَهُوَ الَّذِيْ فِي السَّمَآءِ اِلٰهٌ وَّفِي الْاَرْضِ اِلٰهٌ ۗ وَهُوَ الْحَكِيْمُ الْعَلِيْمُ ۝٨٥

৮৬) আৰু আশীবাৰ্দেৰ পূৰ্ণ সেইজনা, যি হৈছে স্বৰ্গ সমূহ আৰু মৰ্ত্ত্য ব্যাপী সমগ্ৰ ৰাজ্য আৰু তাৰ মাজত থকা সকলো বস্তুৰ অধিকাৰী আৰু সেইজনাৰেই আছে সেই নিৰ্দ্ধাৰিত সময়ৰ জ্ঞান আৰু সেইজনালৈকে তোমালোক সকলোকে ঘূৰাই অনা হ'ব।

وَتَبٰرَكَ الَّذِىْ لَهٗ مُلْكُ السَّمٰوٰتِ وَالْاَرْضِ وَمَا بَيْنَهُمَا ۚ وَعِنْدَهٗ عِلْمُ السَّاعَةِ ۚ وَاِلَيْهِ تُرْجَعُوْنَ ﴿٨٦﴾

৮৭) আৰু সেইসকল যাঁক তেওঁলোকে আল্লাহৰ পৰিবৰ্তে মাতে, তাহাঁতৰ মধ্যস্থতা কৰাৰ কোনো শক্তি নাই, কিন্তু কেৱল সেইজনে মধ্যস্থতা কৰিব পাৰে, যি সত্যৰ সপক্ষে সাক্ষী দিয়ে, আৰু সিহঁতে এইটো ভালদৰে জানে।

وَلَا يَمْلِكُ الَّذِيْنَ يَدْعُوْنَ مِنْ دُوْنِهِ الشَّفَاعَةَ اِلَّا مَنْ شَهِدَ بِالْحَقِّ وَهُمْ يَعْلَمُوْنَ ﴿٨٧﴾

৮৮) আৰু তুমি যদি তেওঁলোকক সোধা, 'সিহঁতক কোনে সৃজিছিল?' সিহঁতে, নিশ্চয়েই, ক'ব, 'আল্লাহে।' তেনেহ'লে, সিহঁতক নো কেনেকৈ আঁতৰাই পঠোৱা হৈছে?

وَلَئِنْ سَاَلْتَهُمْ مَّنْ خَلَقَهُمْ لَيَقُوْلُنَّ اللّٰهُ فَاَنّٰى يُؤْفَكُوْنَ ﴿٨٨﴾

৮৯) আমি সাক্ষী দিবলৈ আহ্বান কৰোঁ, পয়গম্বৰ গৰাকীয়ে বাৰম্বাৰ এই বুলি ক'ব আবেগ পূৰ্ণ উক্তিক: 'অ' মোৰ প্ৰভু! এওঁলোক হৈছে এটা জাতি যি কেতিয়াও বিশ্বাস নানে।'

وَقِيْلِهٖ يٰرَبِّ اِنَّ هٰٓؤُلَآءِ قَوْمٌ لَّا يُؤْمِنُوْنَ ﴿٨٩﴾

৯০) আৰু আমাৰ সমিধান আছিল, "তেনেহ'লে তুমি সিহঁতৰ পৰা আঁতৰি যোৱা, আৰু কোৱাঁ, 'শান্তি,'' আৰু অনতিপলমেই তেওঁলোকে গম পাব।

فَاصْفَحْ عَنْهُمْ وَقُلْ سَلٰمٌ ۚ فَسَوْفَ يَعْلَمُوْنَ ﴿٩٠﴾

চুৰা ৪৪ **AL-DUKHAN** আল-ডোখআন (মক্কাত অৱতীর্ণ)

১) সুপ্ৰসন্ন, কৰুণাময়, আল্লাহৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ (١)

২) হাআ মীম। প্ৰশংসনীয়, মহিমান্বিত প্ৰভু।

حٰمٓ (٢)

৩) এই স্পষ্ট, সুগম গ্ৰন্থৰ দবাৰাই।

وَالْكِتٰبِ الْمُبِيْنِ (٣)

৪) সত্যতে, আমি ইয়াক এটা আশীৰ্ব্বাদেৰ ভৰপূৰ নিশাত প্ৰকাশ কৰিছিলোঁ। সত্যতে, আমি সদায় সৰ্তক কৰিয়েই আছোঁ।

اِنَّآ اَنْزَلْنٰهُ فِيْ لَيْلَةٍ مُّبٰرَكَةٍ اِنَّا كُنَّا مُنْذِرِيْنَ (٤)

৫) তাতেই সকলো জ্ঞানৰ বিষয়ৰ সিদ্ধান্ত হয়,

فِيْهَا يُفْرَقُ كُلُّ اَمْرٍ حَكِيْمٍ (٥)

৬) আমাৰ নিজৰ আদেশক্ৰমে। প্ৰকৃততে, আমি সদায় পয়গম্বৰ পঠিয়াই আছোঁ,

اَمْرًا مِّنْ عِنْدِنَا ۭ اِنَّا كُنَّا مُرْسِلِيْنَ (٦)

৭) তোমালোকৰ প্ৰভুৰ পৰা অহা কৰুণা ৰূপে। প্ৰকৃততে, সেইজনাই হৈছে সকলো-শুনোতা, সৰ্বজ্ঞ,

رَحْمَةً مِّنْ رَّبِّكَ ۭ اِنَّهٗ هُوَ السَّمِيْعُ الْعَلِيْمُ (٧)

৮) সকলো স্বৰ্গৰ আৰু মৰ্ত্ত্যৰ দুয়োৰে মাজত থকা সকলো বস্তুৰ অধিকাৰী, তোমালোকে যদি কেৱল বিশ্বাস কৰিববলৈ ইচ্ছা কৰিলাহেঁতেন।

وقف لازم رَبِّ السَّمٰوٰتِ وَالْاَرْضِ وَمَا بَيْنَهُمَا ۘ اِنْ كُنْتُمْ
مُّوْقِنِيْنَ (٨)

৯) সেইজনাৰ বাহিৰে আন কোনো প্ৰভু নাই। সেইজনাই জীৱন দিয়ে আৰু মৃত্যু হ'বলৈ দিয়ে। সেইজনা তোমালোকৰ প্ৰভু আৰু তোমালোকৰ পূৰ্ব্বপুৰুষ সকলৰো প্ৰভু।

لَآ اِلٰهَ اِلَّا هُوَ يُحْيٖ وَيُمِيْتُ ۭ رَبُّكُمْ وَرَبُّ اٰبَاۗىِٕكُمُ
الْاَوَّلِيْنَ (٩)

১০) তথাপিও তেওঁলোকে সন্দেহত ধেমালি কৰি থাকে।

بَلْ هُمْ فِيْ شَكٍّ يَّلْعَبُوْنَ (١٠)

১১) গতিকে তোমালোকে সেইদিনটোলৈ অপেক্ষা কৰা যেতিয়া আকাশৰ পৰা দেখা পোৱাকৈ ধোঁৱা ওলাব,

فَارْتَقِبْ يَوْمَ تَاْتِي السَّمَاۗءُ بِدُخَانٍ مُّبِيْنٍ (١١)

১২) যি মানুহক আবৰি পেলাব। এইটো এটা দুঃখৰ শাস্তি হ'ব।

يَّغْشَى النَّاسَ ۭ هٰذَا عَذَابٌ اَلِيْمٌ (١٢)

১৩) ইয়াক দেখি মানুহে চিঞৰিব এইবুলি, 'আমাৰ প্ৰভু, আমাৰ পৰা এই শাস্তি আঁতৰাই দিয়া; সত্যতে, আমি বিশ্বাসী।'

رَبَّنَا اكْشِفْ عَنَّا الْعَذَابَ إِنَّا مُؤْمِنُونَ ⑫

১৪) তেওঁলোকে সদোপদেশৰ দবাৰা কেনেকৈ উপকৃত হ'ব পাৰে, যি স্থলত তেওঁলোকলৈ আগতেই সকলো কথা স্পষ্ট কৈ ব্যাখ্যা কৰি পয়গম্বৰ আহিছে,

أَنَّىٰ لَهُمُ الذِّكْرَىٰ وَقَدْ جَاءَهُمْ رَسُولٌ مُّبِينٌ ⑬

১৫) আৰু তথাপিও তেওঁলোক পয়গম্বৰৰ পৰা আঁতৰি গৈছিল আৰু কৈছিল, তেওঁক কোনোবাই শিকাই পঠিয়াইছে; তেওঁ এজন ভূতে পোৱা মানুহ!'

وقف لازم ثُمَّ تَوَلَّوْا عَنْهُ وَقَالُوا مُعَلَّمٌ مَّجْنُونٌ ⑭

১৬) আমি শাস্তিটো কিছু সময়ৰ কাৰণে গুচাম, কিন্তু তোমালোকে নিশ্চয়েই আকৌ দুষ্ট প্ৰকৃতিলৈ ঘূৰি যাবা।

وقف لازم إِنَّا كَاشِفُو الْعَذَابِ قَلِيلًا إِنَّكُمْ عَائِدُونَ ⑮

১৭) সেইদিনা যেতিয়া আমি তোমালোকক সেই মহা খামোচেৰে খামোচ মাৰি ধৰিম, তোমালোকে বুজিবা যে আমি নিশ্চয়েই, সঠিক পৰিমাণৰ প্ৰতিশোধ লম।

يَوْمَ نَبْطِشُ الْبَطْشَةَ الْكُبْرَىٰ إِنَّا مُنتَقِمُونَ ⑯

১৮) আৰু আমি তেওঁলোকৰ পূৰ্বে ফেৰাউনৰ মানুহক পৰীক্ষা কৰি চাইছিলোঁ আৰু তেওঁলোকলৈ এজন মহৎ পয়গম্বৰ আহিছিল।

وَلَقَدْ فَتَنَّا قَبْلَهُمْ قَوْمَ فِرْعَوْنَ وَجَاءَهُمْ رَسُولٌ كَرِيمٌ ⑰

১৯) যি তেওঁলোকক এইবুলি কৈছিল, 'আল্লাহৰ ভৃত্যসকলক মোৰ হাতলৈ মুকলি কৰি দিয়া। সত্যতে, মই তোমালোকলৈ অহা এজন পয়গম্বৰ, মোৰ জিম্মাৰ প্ৰতি বিশ্বস্ত।

أَنْ أَدُّوا إِلَيَّ عِبَادَ اللَّهِ إِنِّي لَكُمْ رَسُولٌ أَمِينٌ ⑱

২০) 'আৰু তোমালোকে নিজকে আল্লাহক অৱজ্ঞা কৰি গৌৰৱান্বিতবোধ নকৰিবা। নিশ্চয়েই মই তোমালোকলৈ স্পষ্ট ক্ষমতা লৈ আহিছোঁ,

وَأَن لَّا تَعْلُوا عَلَى اللَّهِ إِنِّي آتِيكُم بِسُلْطَانٍ مُّبِينٍ ⑲

২১) 'আৰু মোৰ প্ৰভুত আৰু তোমালোকৰ প্ৰভুত আশ্ৰয় বিচাৰোঁ, জানোচা তোমালোকে মোক শিলগুটিৰে দলিয়াই মাৰা।

وَإِنِّي عُذْتُ بِرَبِّي وَرَبِّكُمْ أَن تَرْجُمُونِ ⑳

২২) ‘আৰু তোমালোকে যদি মোক বিশ্বাস নকৰা, তেতিয়াহলে মোক মোৰ ভাগে থাকিবলৈ দিয়া।’

وَاِنْ لَّمْ تُؤْمِنُوْا لِیْ فَاعْتَزِلُوْنِ ﴿٢١﴾

২৩) তেতিয়া মুচাই তেওঁৰ প্ৰভুলৈ প্ৰাৰ্থনা কৰিলে, ‘এওঁলোক, বাস্তৱতে, এটা পাপী জাতি।’

فَدَعَا رَبَّهٗۤ اَنَّ هٰۤؤُلَآءِ قَوْمٌ مُّجْرِمُوْنَ ﴿٢٢﴾

২৪) আল্লাহে ক’লে, ‘মোৰ ভৃত্য লৈ যোৱা; কিয়নো তোমালোকক নিশ্চয়েই পাচ লৈ খেদিব।

فَاَسْرِ بِعِبَادِیْ لَیْلًا اِنَّكُمْ مُّتَّبَعُوْنَ ﴿٢٣﴾

২৫) ‘আৰু তুমি সাগৰখন স্থিৰ হৈ থকা অৱস্থাত পাছ পেলাই যাবা, বালিৰ স্তুপৰ ওপৰেদি পাৰ হৈ। নিশ্চয়েই সিহঁত হৈছে এটা দল, যাৰ অদৃষ্টত ডুবি মৰিবলৈ আছে।’

وَاتْرُكِ الْبَحْرَ رَهْوًا ؕ اِنَّهُمْ جُنْدٌ مُّغْرَقُوْنَ ﴿٢٤﴾

২৬) কিমান যে উদ্যান আৰু নিঝৰা তেওঁলোকে এৰি থৈ গৈছিল,

كَمْ تَرَكُوْا مِنْ جَنّٰتٍ وَّعُیُوْنٍ ﴿٢٥﴾

২৭) আৰু শস্যৰ পথাৰ আৰু সুন্দৰ বাসস্থান,

وَّزُرُوْعٍ وَّمَقَامٍ كَرِیْمٍ ﴿٢٦﴾

২৮) আৰু সেই বিশ্ৰাম আৰু বিলাসিতা, য’ত তেওঁলোকে ইমান আনন্দ পাইছিল!

وَّنَعْمَةٍ كَانُوْا فِیْهَا فٰكِهِیْنَ ﴿٢٧﴾

২৯) এইদৰেই ই ঘটিছিল আৰু আমি আন এটা জাতিক ইয়াৰ উত্তৰাধিকাৰী হ’বলৈ দিলোঁ।

كَذٰلِكَ ۫ وَاَوْرَثْنٰهَا قَوْمًا اٰخَرِیْنَ ﴿٢٨﴾

৩০) আৰু আকাশ আৰু পৃথিৱীয়ে তেওঁলোকৰ কাৰণে নেকান্দিলে, আৰু তেওঁলোকক কোনো সকাহো দিয়া নহ’ল।

فَمَا بَكَتْ عَلَیْهِمُ السَّمَآءُ وَالْاَرْضُ وَمَا كَانُوْا
مُنْظَرِیْنَ ﴿٢٩﴾

৩১) আৰু আমি ইজৰাইলৰ সন্ততিক মুক্তি দিলো অপদস্থ কৰা শাস্তিটোৰ পৰা,

وَلَقَدْ نَجَّیْنَا بَنِیْۤ اِسْرَآءِیْلَ مِنَ الْعَذَابِ الْمُهِیْنِ ﴿٣٠﴾

৩২) যিটো ফেৰাউনে প্ৰয়োগ কৰিছিল। তেওঁ, নিশ্চয়েই, অসংযমী বিলাকৰ ভিতৰতো দাম্ভিক আছিল।

مِنْ فِرْعَوْنَ ؕ اِنَّهٗ كَانَ عَالِیًا مِّنَ الْمُسْرِفِیْنَ ﴿٣١﴾

৩৩) আৰু আমি জানি-শুনি তেওঁলোকৰ সময়ৰ জাতি বিলাকৰ মাজৰ পৰা তেওঁলোকক বাচি লৈছিলোঁ।

وَلَقَدِ اخْتَرْنٰهُمْ عَلٰی عِلْمٍ عَلَی الْعٰلَمِیْنَ ﴿٣٢﴾

৩৪) আৰু আমি তেওঁলোকক দিছিলোঁ চিহ্নবোৰ য’ত আছিল এটা পৰিষ্কাৰ পৰীক্ষা।

وَاٰتَیْنٰهُمْ مِّنَ الْاٰیٰتِ مَا فِیْهِ بَلٰٓؤٌا مُّبِیْنٌ ﴿٣٣﴾

৩৫) এই মানুহ বিলাকে অৱশ্যেই কয়,

إِنَّ هَٰؤُلَاءِ لَيَقُولُونَ ﴿٣٥﴾

৩৬) 'আমাৰ কাৰণে কেৱল এটা মৃত্যুহে আছে, আৰু আমাক আকৌ উঠাই অনা নহ'ব,

إِنْ هِيَ إِلَّا مَوْتَتُنَا الْأُولَىٰ وَمَا نَحْنُ بِمُنشَرِينَ ﴿٣٦﴾

৩৭) 'গতিকে তুমি যদি সত্যই কৈছা, তেনেহ'লে আমাৰ পিতৃ সকলক ঘূৰাই আনা।'

فَأْتُوا بِآبَائِنَا إِن كُنتُمْ صَادِقِينَ ﴿٣٧﴾

৩৮) তেওঁলোক বেছি ভাল নে তাব্বাৰ মানুহ সকল আৰু তেওঁলোকৰ পূৰ্ব্বে অহা সকল বেছি ভাল? আমি তেওঁলোকক ধ্বংস কৰিছিলোঁ কাৰণ তেওঁলোক পাপী আছিল।

أَهُمْ خَيْرٌ أَمْ قَوْمُ تُبَّعٍ وَالَّذِينَ مِن قَبْلِهِمْ أَهْلَكْنَاهُمْ إِنَّهُمْ كَانُوا مُجْرِمِينَ ﴿٣٨﴾

৩৯) আৰু আমি স্বৰ্গসমূহ আৰু মৰ্ত্ত্য আৰু দুয়োৰে মাজত থকা সকলো বস্তু ধেমালি কৰিবলৈ সৃষ্টি কৰা নাছিলোঁ।

وَمَا خَلَقْنَا السَّمَاوَاتِ وَالْأَرْضَ وَمَا بَيْنَهُمَا لَاعِبِينَ ﴿٣٩﴾

৪০) আমি সেইবোৰ সৃষ্টি কৰিছিলোঁ এটা চিৰকলীয়া উদ্দেশ্যেৰে, কিন্তু তেওঁলোকৰ বেছি ভাগেই বুজি নেপায়।

مَا خَلَقْنَاهُمَا إِلَّا بِالْحَقِّ وَلَٰكِنَّ أَكْثَرَهُمْ لَا يَعْلَمُونَ ﴿٤٠﴾

৪১) প্ৰকৃততে, তেওঁলোক সকলোৰে কাৰণে সিদ্ধান্তৰ দিনটোৱে হৈছে নিৰ্দ্ধাৰিত সময়।

إِنَّ يَوْمَ الْفَصْلِ مِيقَاتُهُمْ أَجْمَعِينَ ﴿٤١﴾

৪২) সেইদিনটো, যেতিয়া এজন বন্ধুৱে আন এজন বন্ধুক একো সহায় কৰিব নোৱাৰিব, তেওঁলোকে আন কোনো সহায় নেপাব,

يَوْمَ لَا يُغْنِي مَوْلًى عَن مَّوْلًى شَيْئًا وَلَا هُمْ يُنصَرُونَ ﴿٤٢﴾

৪৩) কেৱল সেইসকলৰ বাহিৰে, যাক আল্লাহে কৰুণা দেখুৱায়। নিশ্চয়েই, সেইজনা হৈছে সৰ্বশক্তিমান, কৰুণাময়।

إِلَّا مَن رَّحِمَ اللَّهُ إِنَّهُ هُوَ الْعَزِيزُ الرَّحِيمُ ﴿٤٣﴾

৪৪, ৪৫) প্ৰকৃততে, জাক্কুম গছ জোপাই হ'ব পাপী সকলৰ খাদ্য ;

إِنَّ شَجَرَتَ الزَّقُّومِ ﴿٤٤﴾ طَعَامُ الْأَثِيمِ ﴿٤٥﴾

৪৬) গলিত তামৰ দৰে ই তেওঁলোকৰ পেটত উতলি থাকিব,

كَالْمُهْلِ يَغْلِي فِي الْبُطُونِ ﴿٤٦﴾

৪৭) গৰমপানী উতলাৰ দৰে।

كَغَلْيِ الْحَمِيمِ ﴿٤٧﴾

৪৮) (আমি ফেৰিস্তাসকলক আদেশ দিম:) 'তেওঁক ধৰা আৰু জ্বলি থকা জুইৰ মাজলৈ তেওঁক টানি আনা ;

خُذُوهُ فَاعْتِلُوهُ إِلَىٰ سَوَاءِ الْجَحِيمِ ﴿٤٨﴾

ثُمَّ صُبُّوْا فَوْقَ رَأْسِهٖ مِنْ عَذَابِ الْحَمِيْمِ ﴿٤٩﴾

৪৯) 'তাৰ পাছত তাৰ মূৰৰ ওপৰত উতলা পানীৰ শাস্তিটো ঢালা।'

ذُقْ ۚ إِنَّكَ أَنْتَ الْعَزِيْزُ الْكَرِيْمُ ﴿٥٠﴾

৫০) আৰু তেওঁক কোৱা হ'ব, 'ইয়াৰ সোৱাদ লোৱা। তুমি নিজকে বৰ শক্তিশালী, সন্মানৰ যোগ্য বুলি ধৰিছিলা ;

إِنَّ هٰذَا مَا كُنْتُمْ بِهٖ تَمْتَرُوْنَ ﴿٥١﴾

৫১) 'এইটোৱেই, বাস্তৱতে হ'ল, যিটোক তুমি সন্দেহ কৰিছিলা।'

إِنَّ الْمُتَّقِيْنَ فِيْ مَقَامٍ أَمِيْنٍ ﴿٥٢﴾

৫২) প্ৰকৃততে, সৎপথগামীসকল এক নিৰাপত্তাৰ ঠাইত থাকিব,

فِيْ جَنّٰتٍ وَّعُيُوْنٍ ﴿٥٣﴾

৫৩) বাগিছা আৰু নিঝৰাৰ মাজত,

يَّلْبَسُوْنَ مِنْ سُنْدُسٍ وَّإِسْتَبْرَقٍ مُّتَقٰبِلِيْنَ ﴿٥٤﴾

৫৪) মিহিপাট আৰু গধুৰ সিংখাপৰ চোলা পিন্ধি, ইজনে সিজনৰ মুখামুখিকৈ।

كَذٰلِكَ وَزَوَّجْنٰهُمْ بِحُوْرٍ عِيْنٍ ﴿٥٥﴾

৫৫) এইদৰেই হ'ব। আৰু আমি তেওঁলোকক লগৰীয়া ৰূপে দিম ডাঙৰ ক'লা চকুৰ, ধুনীয়া যুৱতীসকল।

يَدْعُوْنَ فِيْهَا بِكُلِّ فَاكِهَةٍ أٰمِنِيْنَ ﴿٥٦﴾

৫৬) তাত তেওঁলোকে শান্তিত আৰু নিৰাপত্তাত প্ৰত্যেক ধৰণৰ ফল মূল বিচাৰিব।

لَا يَذُوْقُوْنَ فِيْهَا الْمَوْتَ إِلَّا الْمَوْتَةَ الْأُوْلٰى ۚ وَوَقٰىهُمْ عَذَابَ الْجَحِيْمِ ﴿٥٧﴾

৫৭) তাত তেওঁলোকে মৃত্যু বৰণ নকৰিব, কেৱল প্ৰথম মৃত্যুৰ বাহিৰে; আৰু আল্লাহে তেওঁলোকক জ্বলাজুইৰ শাস্তিৰ পৰা ৰক্ষা কৰিব,

فَضْلًا مِّنْ رَّبِّكَ ۚ ذٰلِكَ هُوَ الْفَوْزُ الْعَظِيْمُ ﴿٥٨﴾

৫৮) তোমাৰ প্ৰভুৰ পৰা এটা কৃপাৰ কাৰ্য্য স্বৰূপে। সেইটোৱেই হ'ল সৰ্বোৎকৃষ্ট কাৰ্য্য সাধন।

فَإِنَّمَا يَسَّرْنٰهُ بِلِسَانِكَ لَعَلَّهُمْ يَتَذَكَّرُوْنَ ﴿٥٩﴾

৫৯) আৰু আমি কোৰ্-আনখন তোমাৰ জিভাত সহজ কৰি দিছোঁ যাতে তেওঁলোকে মনোযোগ দিয়ে।

فَارْتَقِبْ إِنَّهُمْ مُّرْتَقِبُوْنَ ﴿٦٠﴾

৬০) গতিকে তুমি অপেক্ষা কৰা ; তেওঁলোকেও অপেক্ষা কৰি আছে।




চুৰা ৪৫ AL-JATHYIYAH আল-ঝাশিয়া (মক্কাত অৱতীর্ণ)

১) সুপ্ৰসন্ন, কৰুণাময়, আল্লাহৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

২) হাআ-মীম। প্ৰশংসনীয়, মহিমান্বিত প্ৰভু।

حٰمٓ ②

৩) এই গ্ৰন্থখনৰ প্ৰকাশ শক্তিমান, জ্ঞানী আল্লাহৰ পৰা হৈছে।

تَنْزِيْلُ الْكِتٰبِ مِنَ اللّٰهِ الْعَزِيْزِ الْحَكِيْمِ ③

৪) প্ৰকৃততে, যি সকলে বিশ্বাস কৰে তেওঁলোকৰ কাৰণে স্বৰ্গ সমূহত আৰু মৰ্ত্ত্যাত বহু চিহ্ন নিহিত হৈ আছে।

اِنَّ فِي السَّمٰوٰتِ وَالْاَرْضِ لَاٰيٰتٍ لِّلْمُؤْمِنِيْنَ ④

৫) আৰু এটা দৃঢ়বিশ্বাস সম্পন্ন জাতিৰ কাৰণে তোমালোকৰ নিজৰ স্ৰজনত আৰু আল্লাহে গোটেই পৃথিৱীত বিয়পাই থোৱা জীৱ-জন্তুৰ স্ৰজনত বহু চিহ্ন নিহিত হৈ আছে।

وَفِيْ خَلْقِكُمْ وَمَا يَبُثُّ مِنْ دَآبَّةٍ اٰيٰتٌ لِّقَوْمٍ يُّوْقِنُوْنَ ⑤

৬) আৰু নিশা আৰু দিনৰ সাল-সলনিত, আৰু আল্লাহে আকাশৰ পৰা নমাই পঠোৱা সংস্থানত, যাৰ দবাৰা সেইজনাই মৃত ভূমি মণ্ডলক সজীৱ কৰি তোলে, আৰু বায়ু মণ্ডলৰ সাল-সলনিত, নিহিত আছে চিহ্নসমূহ এটা জাতিৰ কাৰণে যি তেওঁলোকৰ বোধশক্তি ব্যৱহাৰ কৰিবলৈ প্ৰস্তুত।

وَاخْتِلَافِ الَّيْلِ وَالنَّهَارِ وَمَآ اَنْزَلَ اللّٰهُ مِنَ السَّمَآءِ مِنْ رِّزْقٍ فَاَحْيَا بِهِ الْاَرْضَ بَعْدَ مَوْتِهَا وَتَصْرِيْفِ الرِّيٰحِ اٰيٰتٌ لِّقَوْمٍ يَّعْقِلُوْنَ ⑥

৭) এই বোৰেই হৈছে আল্লাহৰ চিহ্ন যাক আমি তোমালৈ সত্যতাৰ সৈতে আবৃত্তি কৰিছোঁ। তেতিয়া হ'লে, তেওঁলোকে, আল্লাহৰ বাৰ্ত্তা আৰু তেওঁৰ চিহ্নবোৰ অগ্ৰাহ্য কৰাৰ পাছত, অন্য কি নো বাৰ্ত্তাত তেওঁলোকে বিশ্বাস কৰিব ?

تِلْكَ اٰيٰتُ اللّٰهِ نَتْلُوْهَا عَلَيْكَ بِالْحَقِّ فَبِاَيِّ حَدِيْثٍ بَعْدَ اللّٰهِ وَاٰيٰتِهِ يُؤْمِنُوْنَ ⑦

৮) দুৰ্ভাগ্য হ'ল প্ৰত্যেক পাপী মিথ্যাবাদীৰ,

وَيْلٌ لِّكُلِّ اَفَّاكٍ اَثِيْمٍ ⑧

৯) যি আল্লাহৰ চিহ্নসমূহ তেওঁলৈ পঢ়ি দিয়া শুনে, আৰু তাৰ পাছত অহঙ্কাৰেৰে নিজৰ অবিশ্বাসত লিপ্ত থাকে, যেন তেওঁ কেতিয়াও

يَّسْمَعُ اٰيٰتِ اللّٰهِ تُتْلٰى عَلَيْهِ ثُمَّ يُصِرُّ مُسْتَكْبِرًا كَاَنْ

لَمْ يَسْمَعْهَا ۚ فَبَشِّرْهُ بِعَذَابٍ أَلِيمٍ ⑧

সেইবোৰ শুনাই নাছিল। সেয়ে তেওঁক এক দুঃখজনক শাস্তিৰ সমাচাৰ দিয়া।

وَإِذَا عَلِمَ مِنْ آيَاتِنَا شَيْئًا اتَّخَذَهَا هُزُوًا ۚ أُولَٰئِكَ لَهُمْ عَذَابٌ مُهِينٌ ⑨

১০) আৰু তেওঁ যেতিয়া আমাৰ চিহ্ন সমূহৰ বিষয়ে কিছু শিকে, তেওঁ সেই বিলাকৰ বিষয়ে ব্যঙ্গ কৰে। এনেকুৱা সকলৰ কাৰণে এটা অপদস্থকাৰী শাস্তি ৰখা হৈছে।

مِنْ وَرَائِهِمْ جَهَنَّمُ ۖ وَلَا يُغْنِي عَنْهُمْ مَا كَسَبُوا شَيْئًا وَلَا مَا اتَّخَذُوا مِنْ دُونِ اللَّهِ أَوْلِيَاءَ ۖ وَلَهُمْ عَذَابٌ عَظِيمٌ ⑪

১১) তেওঁলোকৰ সম্মুখত আছে দোজখ; আৰু তেওঁলোকে যি আৰ্জ্জিছে বা যি সকলক তেওঁলোকে আল্লাহৰ বাহিৰে ৰক্ষক বুলি লৈছে সেই কোনোটোৱেই তেওঁলোকক একো লাভ নিদিব। আৰু তেওঁলোকে এক কঠোৰ শাস্তি ভোগ কৰিব।

هَٰذَا هُدًى ۖ وَالَّذِينَ كَفَرُوا بِآيَاتِ رَبِّهِمْ لَهُمْ عَذَابٌ مِنْ رِجْزٍ أَلِيمٌ ⑫ ع

১২) এইটোৱেই হৈছে প্ৰকৃত পথ-প্ৰদৰ্শন আৰু যি সকলে তেওঁলোকৰ প্ৰভুৰ চিহ্নবোৰত অবিশ্বাস কৰে তেওঁলোকৰ কাৰণে আছে এটা অতি দুঃখকৰ শাস্তিৰ যন্ত্ৰণা।

اللَّهُ الَّذِي سَخَّرَ لَكُمُ الْبَحْرَ لِتَجْرِيَ الْفُلْكُ فِيهِ بِأَمْرِهِ وَلِتَبْتَغُوا مِنْ فَضْلِهِ وَلَعَلَّكُمْ تَشْكُرُونَ ⑬

১৩) আল্লাহ্ হৈছে সেইজনা, যি সাগৰখন তোমালোকৰ বশৱৰ্ত্তী কৰি দিছে যাতে সেইজনাৰ আদেশত তাত জাহাজ চলিব পাৰে, আৰু যাতে তোমালোকে সেইজনাই দিয়া ঐশ্বৰ্য্যৰ সন্ধানত যাব পাৰা, আৰু যাতে তোমালোক কৃতজ্ঞ হ'ব পাৰা।

وَسَخَّرَ لَكُمْ مَا فِي السَّمَاوَاتِ وَمَا فِي الْأَرْضِ جَمِيعًا مِنْهُ ۚ إِنَّ فِي ذَٰلِكَ لَآيَاتٍ لِقَوْمٍ يَتَفَكَّرُونَ ⑭

১৪) আৰু সেইজনাই স্বৰ্গ সমূহত যিহকে আছে আৰু মৰ্ত্ত্যত যিহকে আছে সকলো তোমালোকৰ বশৱৰ্ত্তী কৰি দিছে; এই সকলোবোৰ সেইজনাৰ পৰা আহিছে। তাতেই নিশ্চয় আছে বহু চিহ্ন এটা জাতিৰ, যি গমি চায়।

قُلْ لِلَّذِينَ آمَنُوا يَغْفِرُوا لِلَّذِينَ لَا يَرْجُونَ أَيَّامَ اللَّهِ لِيَجْزِيَ قَوْمًا بِمَا كَانُوا يَكْسِبُونَ ⑮

১৫) যি সকলে বিশ্বাস কৰে তেওঁলোকক ক্ষমা কৰিবলৈ কোৱা সেইবিলাকক, যি তেওঁলোকক উৎপীড়ন কৰে আৰু আল্লাহৰ দিনবোৰলৈ ভয় নকৰে, যাতে আল্লাহে এটা জাতিক সিহঁতে অৰ্জ্জা মতে পৰিশোধ কৰিব পাৰে।

مَنْ عَمِلَ صَالِحًا فَلِنَفْسِهِ ۖ وَمَنْ أَسَاءَ فَعَلَيْهَا ۖ ثُمَّ

১৬) যেয়েই সৎ কাম কৰে, নিজৰ আত্মাৰ কাৰণে কৰে; আৰু যেয়েই অসৎ কাম কৰে,

إِلَىٰ رَبِّكُمْ تُرْجَعُونَ ⑮

নিজৰ অনিষ্টৰ কাৰণে কৰে। তাৰ পাছত তোমালোকৰ প্ৰভুলৈ তোমালোক সকলোকে ঘুৰাই অনা হ'ব।

وَلَقَدْ آتَيْنَا بَنِي إِسْرَائِيلَ الْكِتَابَ وَالْحُكْمَ وَالنُّبُوَّةَ وَرَزَقْنَاهُم مِّنَ الطَّيِّبَاتِ وَفَضَّلْنَاهُمْ عَلَى الْعَالَمِينَ ⑯

১৭) আৰু প্ৰকৃততে, আমি ইজৰাইলৰ সতি-সন্ততিক গ্ৰন্থখন আৰু সাৰ্ব্বভৌমত্ব আৰু পয়গম্বৰৰ স্থান দিছিলোঁ আৰু বিশুদ্ধ বস্তুবোৰ দিছিলোঁ আৰু তেওঁলোকৰ সমসাময়িক জাতিবোৰতকৈউচ্চতৰস্থানত থৈছিলোঁ।

وَآتَيْنَاهُم بَيِّنَاتٍ مِّنَ الْأَمْرِ ۖ فَمَا اخْتَلَفُوا إِلَّا مِن بَعْدِ مَا جَاءَهُمُ الْعِلْمُ بَغْيًا بَيْنَهُمْ ۚ إِنَّ رَبَّكَ يَقْضِي بَيْنَهُمْ يَوْمَ الْقِيَامَةِ فِيمَا كَانُوا فِيهِ يَخْتَلِفُونَ ⑱

১৮) আৰু আমি তেওঁলোকক এই কথাটোৰ বিষয়ে স্পষ্ট আদেশ দিছিলোঁ। আৰু তেওঁলোক সত্য জ্ঞান প্ৰাপ্তিৰ পাছত পাৰস্পৰিক হিংসাৰ হেতুকে অমত হ'ল। সত্যতে, তোমালোকৰ প্ৰভুৱে কেয়ামতৰ দিনা তেওঁলোকৰ মাজত সেই অমত হোৱা বিষয়ৰ ওপৰত বিচাৰ কৰিব।

ثُمَّ جَعَلْنَاكَ عَلَىٰ شَرِيعَةٍ مِّنَ الْأَمْرِ فَاتَّبِعْهَا وَلَا تَتَّبِعْ أَهْوَاءَ الَّذِينَ لَا يَعْلَمُونَ ⑲

১৯) তাৰ পিছত আমি তোমালোকক এই বিষয়টোৰ সম্পৰ্কে এটা স্পষ্ট পথ স্থাপন কৰিলোঁ; গতিকে ইয়াক অনুসৰণ কৰা, আৰু যিবিলাকে নেজানে সিহঁতৰ অমূলক আকাঙ্ক্ষা অনুসৰণ নকৰিবা।

إِنَّهُمْ لَن يُغْنُوا عَنكَ مِنَ اللَّهِ شَيْئًا ۚ وَإِنَّ الظَّالِمِينَ بَعْضُهُمْ أَوْلِيَاءُ بَعْضٍ ۖ وَاللَّهُ وَلِيُّ الْمُتَّقِينَ ⑳

২০) বাস্তৱতে, আল্লাহৰ বিৰুদ্ধে, সিহঁতে তোমালোকক একো সহায় দিব নোৱাৰিব। নিশ্চয়েই দোষী বোৰ ইজন সিজনৰ বন্ধু; কিন্তু আল্লাহ্ হৈছে সৎপথগামী সকলৰ বন্ধু।

هَٰذَا بَصَائِرُ لِلنَّاسِ وَهُدًى وَرَحْمَةٌ لِّقَوْمٍ يُوقِنُونَ ㉑

২১) এই গ্ৰন্থখনত আছে মানৱজাতিৰ কাৰণে বহু সাক্ষী আৰু দৃঢ় বিশ্বাস থকা এটা জাতিৰ কাৰণে এই গ্ৰন্থ এটা পথ-প্ৰদৰ্শন আৰু কৰুণা লাভৰ উপায়।

أَمْ حَسِبَ الَّذِينَ اجْتَرَحُوا السَّيِّئَاتِ أَن نَّجْعَلَهُمْ كَالَّذِينَ آمَنُوا وَعَمِلُوا الصَّالِحَاتِ سَوَاءً مَّحْيَاهُمْ وَمَمَاتُهُمْ ۚ سَاءَ مَا يَحْكُمُونَ ㉒

২২) যি সকলে অসৎ কাৰ্য্যত লিপ্ত থাকে, ভাবে নেকি যে, জীৱনত আৰু মৰণত, আমি তেওঁলোকক বিশ্বাসী আৰু সৎ কামত লিপ্ত থকা সকলৰ সৈতে অনুৰূপ ব্যৱহাৰ কৰিম বুলি? বাস্তৱতে, তেওঁলোকৰ বিচাৰ অসৎ।

وَخَلَقَ اللّٰهُ السَّمٰوٰتِ وَالْاَرْضَ بِالْحَقِّ وَلِتُجْزٰى كُلُّ نَفْسٍۢ بِمَا كَسَبَتْ وَهُمْ لَا يُظْلَمُوْنَ ۝٢٣

২৩) আৰু আল্লাহে স্বৰ্গ সমূহ আৰু মৰ্ত্ত্যখন সৃষ্টি কৰিছে এটা চিৰকলীয়া আইন অনুসৰি; যাতে প্ৰত্যেক আত্মাটোৱে ই অৰ্জ্জা অনুযায়ী পৰিশোধ পাব পাৰে; আৰু তেওঁলোকক অন্যায় কৰা নহ'ব।

اَفَرَءَيْتَ مَنِ اتَّخَذَ اِلٰهَهٗ هَوٰىهُ وَاَضَلَّهُ اللّٰهُ عَلٰى عِلْمٍ وَّخَتَمَ عَلٰى سَمْعِهٖ وَقَلْبِهٖ وَجَعَلَ عَلٰى بَصَرِهٖ غِشٰوَةً ؕ فَمَنْ يَّهْدِيْهِ مِنْۢ بَعْدِ اللّٰهِ ؕ اَفَلَا تَذَكَّرُوْنَ ۝٢٤

২৪) তুমি সেইজনাৰ কথাটো বিবেচনা কৰিছানে যি নিজৰ নীচ অভিলাষ বোৰক তেওঁৰ প্ৰভু বুলি লয়, যাক আল্লাহে সেইজনাৰ নিখুঁত জ্ঞানৰ ওপৰত ভিত্তি কৰি আওবাটে যোৱা বুলি নিৰ্দ্ধাৰণ কৰিছে, আৰু যাৰ কৰ্ণদবয় আৰু অন্তৰ সেইজনাই বন্ধ কৰি দিছে আৰু যাৰ চকুৰ ওপৰত সেইজনাই এক আবৰণ থৈছে? আল্লাহে তেওঁক দোষী কৰাৰ পাছত কোনে তেওঁক পথ নিৰ্দ্দেশ দিব? তেন্তে তুমি সাৱধান নহবা নে?

وَقَالُوْا مَا هِىَ اِلَّا حَيَاتُنَا الدُّنْيَا نَمُوْتُ وَنَحْيَا وَمَا يُهْلِكُنَاۤ اِلَّا الدَّهْرُ ۚ وَمَا لَهُمْ بِذٰلِكَ مِنْ عِلْمٍ ۚ اِنْ هُمْ اِلَّا يَظُنُّوْنَ ۝٢٥

২৫) আৰু তেওঁলোকে কয়, 'আমাৰ কাৰণে আমাৰ এই বৰ্ত্তমান জীৱনৰ বাহিৰে আৰু একো নাই; আমি মৃত্যু হওঁ আৰু আমি জন্ম হওঁ; আৰু সময়ৰ বাহিৰে আন একোৱে আমাক ধ্বংস নকৰে।' কিন্তু তেওঁলোকৰ এই বিষয়ে কোনো প্ৰকৃত জ্ঞান নাই; তেওঁলোকে ধাৰণাৰ বাহিৰে একো কৰা নাই।

وَاِذَا تُتْلٰى عَلَيْهِمْ اٰيٰتُنَا بَيِّنٰتٍ مَّا كَانَ حُجَّتَهُمْ اِلَّاۤ اَنْ قَالُوا ائْتُوْا بِاٰبَآئِنَاۤ اِنْ كُنْتُمْ صٰدِقِيْنَ ۝٢٦

২৬) আৰু যেতিয়া আমাৰ স্পষ্ট চিহ্নবোৰ তেওঁলোকলৈ স্পষ্ট ভাৱে আবৃত্তি কৰা হয়, তেওঁলোকৰ একমাত্ৰ বক্তব্য হৈছে যে তেওঁলোকে কয়, 'তোমালোকে যদি সত্য কৈছা, আমাৰ পিতৃ সকলক ঘূৰাই আনা।'

قُلِ اللّٰهُ يُحْيِيْكُمْ ثُمَّ يُمِيْتُكُمْ ثُمَّ يَجْمَعُكُمْ اِلٰى يَوْمِ الْقِيٰمَةِ لَا رَيْبَ فِيْهِ وَلٰكِنَّ اَكْثَرَ النَّاسِ لَا يَعْلَمُوْنَ ۝٢٧ ع

২৭) কোঁৱা, 'সেইজন হ'ল আল্লাহ যি তোমালোকক জীৱন দিয়ে, আৰু তাৰ পাছত মৃত্যু হ'বলৈ দিয়ে; তাৰ পাছত সেইজনাই তোমালোকক একেলগে সমবেত কৰিব কেয়ামতৰ দিনৰ বাবে, যাৰ বিষয়ে কোনো সন্দেহ নাই। কিন্তু বেছি ভাগ মানুহে নেজানে।'

وَلِلّٰهِ مُلْكُ السَّمٰوٰتِ وَالْاَرْضِ ۚ وَيَوْمَ تَقُوْمُ السَّاعَةُ

২৮) স্বৰ্গ সমূহ আৰু মৰ্ত্ত্যখন বিয়পি থকা

يَوْمَئِذٍ يَّخْسَرُ الْمُبْطِلُوْنَ ﴿٢٨﴾

ৰাজ্যৰ গৰাকী হ'ল আল্লাহ; আৰু সেই দিনা যেতিয়া সময়টো আহি পাবহি, সেই দিনা যি সকলে সত্যটো প্ৰত্যাখ্যান কৰে তেওঁলোকেই হ'ব পৰাজয়ী।

وَتَرٰى كُلَّ اُمَّةٍ جَاثِيَةً ۚ كُلُّ اُمَّةٍ تُدْعٰٓى اِلٰى
كِتٰبِهَا ۗ اَلْيَوْمَ تُجْزَوْنَ مَا كُنْتُمْ تَعْمَلُوْنَ ﴿٢٩﴾

২৯) আৰু তুমি প্ৰত্যেকটো জাতিৰ মানৱক আঁঠু কাঢ়ি থকা দেখিবা। প্ৰত্যেক জাতিকে ইয়াৰ গ্ৰন্থলৈ মাতি অনা হ'ব, আৰু তেওঁলোকক এই বুলি কোৱা হ'ব, 'আজিৰ দিনা তোমালোকক পৰিশোধ কৰা হ'ব তোমালোকে কৰি অহা কামৰ কাৰণে।

هٰذَا كِتٰبُنَا يَنْطِقُ عَلَيْكُمْ بِالْحَقِّ ۗ اِنَّا كُنَّا نَسْتَنْسِخُ
مَا كُنْتُمْ تَعْمَلُوْنَ ﴿٣٠﴾

৩০) 'এইখন আমাৰ গ্ৰন্থ; ই তোমালোকৰ বিৰুদ্ধে সত্য কথা কয়। তোমালোকৰ সকলো কাৰ্য্য-কলাপ সম্পূৰ্ণ ৰূপে লিপিবদ্ধ হোৱাটোৰ আমি ব্যৱস্থা কৰিছিলোঁ।'

فَاَمَّا الَّذِيْنَ اٰمَنُوْا وَعَمِلُوا الصّٰلِحٰتِ فَيُدْخِلُهُمْ
رَبُّهُمْ فِيْ رَحْمَتِهٖ ۗ ذٰلِكَ هُوَ الْفَوْزُ الْمُبِيْنُ ﴿٣١﴾

৩১) এতিয়া, সেই সকলৰ ক্ষেত্ৰত যি বিশ্বাস কৰিছিল আৰু কাৰ্য্যত লিপ্ত আছিল, তেওঁলোকৰ প্ৰভুৱে সেই সকলক সেইজনাৰ কৰুণালৈ প্ৰৱেশ কৰিবলৈ দিব। সেইটোৱেই হ'ল প্ৰত্যক্ষ কাৰ্য্য-সাধন।

وَاَمَّا الَّذِيْنَ كَفَرُوْا ۗ اَفَلَمْ تَكُنْ اٰيٰتِيْ تُتْلٰى عَلَيْكُمْ
فَاسْتَكْبَرْتُمْ وَكُنْتُمْ قَوْمًا مُّجْرِمِيْنَ ﴿٣٢﴾

৩২) কিন্তু সেই সকলৰ ক্ষেত্ৰত যি অবিশ্বাস কৰিছিল, তেওঁলোকক এইবুলি কোৱা হ'ব, 'মোৰ চিহ্ন সমূহ তোমালোকলৈ আবৃত্তি কৰা হোৱা নাছিল জানো? কিন্তু তোমালোক আছিলা দাম্ভিক আৰু এটা দোষী জাতি।

وَاِذَا قِيْلَ اِنَّ وَعْدَ اللّٰهِ حَقٌّ وَّالسَّاعَةُ لَا رَيْبَ
فِيْهَا قُلْتُمْ مَّا نَدْرِيْ مَا السَّاعَةُ ۙ اِنْ نَّظُنُّ اِلَّا ظَنًّا
وَّمَا نَحْنُ بِمُسْتَيْقِنِيْنَ ﴿٣٣﴾

৩৩) "আৰু যেতিয়া তোমালোকক এইটো কোৱা হৈছিল, 'আল্লাহৰ প্ৰতিশ্ৰুতি নিশ্চয়েই সঁচা, আৰু সময়টোৰ ক্ষেত্ৰত, ইয়াৰ অহাৰ বিষয়ে কোনো সন্দেহ নাই,' তোমালোকে কৈছিলা, 'সময়টোনো কি বস্তু আমি নেজানে; আমি ইয়াক এটা ধাৰণাৰ বাহিৰে আন একো বুলি নেভাবোঁ, আৰু ইয়াৰ সম্পৰ্কে আমাৰ কোনো নিশ্চয়তা নাই।"

وَبَدَا لَهُمْ سَيِّاٰتُ مَا عَمِلُوْا وَحَاقَ بِهِمْ مَّا كَانُوْا بِهٖ يَسْتَهْزِءُوْنَ ﴿٣٣﴾

৩৪) আৰু তেওঁলোকৰ কাৰ্য্যৰ কুপৰিণাম সমূহ তেওঁলোকলৈ স্পষ্ট হৈ পৰিব, আৰু যাক তেওঁলোকৰ ব্যঙ্গ কৰা অভ্যাস আছিল, সেইবোৰেই তেওঁলোকক আগুৰি ধৰিব।

وَقِيْلَ الْيَوْمَ نَنْسٰىكُمْ كَمَا نَسِيْتُمْ لِقَآءَ يَوْمِكُمْ هٰذَا وَمَاْوٰىكُمُ النَّارُ وَمَا لَكُمْ مِّنْ نّٰصِرِيْنَ ﴿٣٤﴾

৩৫) আৰু এইবুলি তেওঁলোকক কোৱা হ'ব, 'এইদিনা আমি তোমালোকক বিনা সহায়ে পৰিত্যাগ কৰিলোঁ, কিয়নো তোমালোকৰ আজিৰ দিনৰ সাক্ষাতৰ কথা পাহৰি গৈছিলা। আৰু তোমালোকৰ আবাস হ'ব অগ্নিকুণ্ডটো, আৰু তোমালোকে কোনো সহায়কাৰী নেপাবা।

ذٰلِكُمْ بِاَنَّكُمُ اتَّخَذْتُمْ اٰيٰتِ اللّٰهِ هُزُوًا وَّغَرَّتْكُمُ الْحَيٰوةُ الدُّنْيَا فَالْيَوْمَ لَا يُخْرَجُوْنَ مِنْهَا وَلَا هُمْ يُسْتَعْتَبُوْنَ ﴿٣٥﴾

৩৬) 'এইটো এনেদৰে হ'বলৈ পালে, কাৰণ তোমালোকে আল্লাহৰ চিহ্ন সমূহৰ বিষয়ে ব্যঙ্গ কৰিছিলা আৰু পাৰ্থিব জীৱনৰ প্ৰবঞ্চনাত ভোল গৈ আছিলা।' সেইকাৰণে সেই দিনাখন তেওঁলোকক তাৰ পৰা উলিয়াই অনা নহ'ব,

فَلِلّٰهِ الْحَمْدُ رَبِّ السَّمٰوٰتِ وَرَبِّ الْاَرْضِ رَبِّ الْعٰلَمِيْنَ ﴿٣٦﴾

৩৭) গতিকে, সকলো প্ৰশংসা আল্লাহৰ: স্বৰ্গ সমূহৰ প্ৰভু আৰু মৰ্ত্ত্যখনৰ প্ৰভু, সকলো বিশ্ব-ব্ৰহ্মাণ্ডৰ প্ৰভু।

وَلَهُ الْكِبْرِيَآءُ فِى السَّمٰوٰتِ وَالْاَرْضِ وَهُوَ الْعَزِيْزُ الْحَكِيْمُ ﴿٣٧﴾

৩৮) আৰু সেইজনাৰেই হৈছে সকলো গৰিমা স্বৰ্গ সমূহত আৰু মৰ্ত্ত্যত, আৰু সেইজনাই হৈছে শক্তিশালী জন, জ্ঞানী জন।

سُوْرَةُ الْاَحْقَافِ مَكِّيَّةٌ

চুৰা ৪৬ AL-AHQAF আল-আহকাআফ (মক্কাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, করুণাময়, আল্লাহৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

২) হাআ মীম।

حٰمٓ ②

৩) এইখন গ্ৰন্থৰ প্ৰকাশ শক্তিশালী, জ্ঞানী আল্লাহৰ পৰা হৈছে।

تَنْزِيْلُ الْكِتٰبِ مِنَ اللّٰهِ الْعَزِيْزِ الْحَكِيْمِ ③

৪) আমি স্বৰ্গ সমূহ আৰু মৰ্ত্ত্য সমূহ আৰু দুয়োৰে মাজত থকা সকলো বস্তু সৃষ্টি কৰিছোঁ এটা চিৰকলীয়া উদ্দেশ্যেৰে আৰু এটা নিৰ্দিষ্ট সময়ৰ কাৰণে, কিন্তু যিসকলে অবিশ্বাস কৰে তেওঁলোকক সতৰ্ক কৰি দিয়া বিষয়ৰ পৰা আঁতৰি যায়।

مَا خَلَقْنَا السَّمٰوٰتِ وَالْاَرْضَ وَمَا بَيْنَهُمَآ اِلَّا بِالْحَقِّ وَاَجَلٍ مُّسَمًّى ۚ وَالَّذِيْنَ كَفَرُوْا عَمَّآ اُنْذِرُوْا مُعْرِضُوْنَ ④

৫) তেওঁলোকক কোৱা, 'তোমালোকে আল্লাহৰ বাহিৰে কাক মাতা জানা নে? তেওঁলোকে পৃথিৱীত কি সৃষ্টি কৰিছে মোক দেখুওৱাঁ। অথবা, স্বৰ্গ সমূহৰ স্ৰজনত তেওঁলোকৰ কোনো বৰঙণি আছে নেকি? তোমালোকে যদি, বাস্তৱতে, সঁচা কথা কৈছা, মোলৈ ইয়াৰ আগতে প্ৰকাশ পোৱা কোনো ঐশ্বৰিক গ্ৰন্থ বা কোনো জ্ঞানৰ অৱশিষ্ট পৰিমাণ দেখুওৱা তোমালোকৰ নিজৰ সমৰ্থনত।'

قُلْ اَرَءَيْتُمْ مَّا تَدْعُوْنَ مِنْ دُوْنِ اللّٰهِ اَرُوْنِيْ مَاذَا خَلَقُوْا مِنَ الْاَرْضِ اَمْ لَهُمْ شِرْكٌ فِي السَّمٰوٰتِ ۚ اِيْتُوْنِيْ بِكِتٰبٍ مِّنْ قَبْلِ هٰذَآ اَوْ اَثٰرَةٍ مِّنْ عِلْمٍ اِنْ كُنْتُمْ صٰدِقِيْنَ ⑤

৬) সেইজনতকৈ আৰু বেছি ভ্ৰান্ত কোন হ'ব পাৰে যি, আল্লাহৰ বাহিৰে এনে কাৰোবালৈ প্ৰাৰ্থনা কৰে যি কেয়ামতৰ দিনলৈকে সেই প্ৰাৰ্থনাৰ উত্তৰ নিদিয়ে, আৰু তেওঁলোকে প্ৰাৰ্থনা কৰা বুলি ক'বই নোৱাৰে?

وَمَنْ اَضَلُّ مِمَّنْ يَّدْعُوْا مِنْ دُوْنِ اللّٰهِ مَنْ لَّا يَسْتَجِيْبُ لَهٗٓ اِلٰى يَوْمِ الْقِيٰمَةِ وَهُمْ عَنْ دُعَآئِهِمْ غٰفِلُوْنَ ⑥

৭) আৰু যেতিয়া মানৱজাতিক মৃত্যুৰ পাছত জগাই অনা হ'ব, মিছা উপাসনাৰ পাত্ৰবোৰ সিহঁতৰ উপাসকৰ শত্ৰু হৈ পৰিব আৰু তেওঁলোকৰ উপাসনা পোৱাটো অস্বীকাৰ কৰিব।

وَاِذَا حُشِرَ النَّاسُ كَانُوْا لَهُمْ اَعْدَآءً وَّكَانُوْا بِعِبَادَتِهِمْ كٰفِرِيْنَ ⑦

৮) আমাৰ স্পষ্ট চিহ্ন সমূহ যেতিয়া তেওঁলোকলৈ আবৃত্তি কৰা হয়, যি সকলে সত্যটো তেওঁলোকলৈ আহিলে অবিশ্বাস কৰে, কয়, 'এইটো দেখাদেখিকৈ যাদুকৰৰ কাম।'

وَإِذَا تُتْلَىٰ عَلَيْهِمْ ءَايَٰتُنَا بَيِّنَٰتٍ قَالَ ٱلَّذِينَ كَفَرُوا۟ لِلْحَقِّ لَمَّا جَآءَهُمْ هَٰذَا سِحْرٌ مُّبِينٌ ۝٨

৯) তেওঁলোকে কয় নেকি, 'তেওঁ এইবোৰ জাল কৰিছে?' কোৱাঁ, 'মই যদি এইটো জাল কৰিছোঁ, তোমালোকে মোক আল্লাহৰ বিৰুদ্ধে একো সহায় দিব নোৱাৰা। সেইজনাই ভালদৰে জানে তোমালোক কেনেকুৱা অবান্তৰ কথাত লিপ্ত হোৱা। মোৰ আৰু তোমালোকৰ ভিতৰত সাক্ষী স্বৰূপে সেইজনাই যথেষ্ট। আৰু সেইজনাই হৈছে আটাইতকৈ বেছি ক্ষমাদায়ক, করুণাময়।'

أَمْ يَقُولُونَ ٱفْتَرَىٰهُ ۖ قُلْ إِنِ ٱفْتَرَيْتُهُۥ فَلَا تَمْلِكُونَ لِى مِنَ ٱللَّهِ شَيْـًٔا ۖ هُوَ أَعْلَمُ بِمَا تُفِيضُونَ فِيهِ ۖ كَفَىٰ بِهِۦ شَهِيدًۢا بَيْنِى وَبَيْنَكُمْ ۖ وَهُوَ ٱلْغَفُورُ ٱلرَّحِيمُ ۝٩

১০) কোৱাঁ, 'মই পয়গম্বৰ সকলৰ ভিতৰত কোনো নতুন পৰিবৰ্ত্তন নহওঁ, আৰু মই এইটোও নেজানো মোক কি কৰা হ'ব বা তোমালোকক নো কি কৰা হ'ব। মই মাত্ৰ মোলৈ প্ৰকাশ কৰা কথা অনুসৰণ কৰোঁ; আৰু মইও এজন সাধাৰণ সতৰ্ককাৰী।'

قُلْ مَا كُنتُ بِدْعًا مِّنَ ٱلرُّسُلِ وَمَآ أَدْرِى مَا يُفْعَلُ بِى وَلَا بِكُمْ ۖ إِنْ أَتَّبِعُ إِلَّا مَا يُوحَىٰٓ إِلَىَّ وَمَآ أَنَا۠ إِلَّا نَذِيرٌ مُّبِينٌ ۝١٠

১১) কোৱাঁ, 'মোক কোৱাঁচোন, যদি এই কোৰ্-আন খন আল্লাহৰ পৰা আহিছে আৰু তোমালোকে ইয়াত অবিশ্বাস কৰা, আৰু ইজৰাইলৰ সতি-সন্ততিৰ এজনে তেওঁলোকৰ ভিতৰৰ আবিৰ্ভাৱ সমৰ্থনত সাক্ষী দিয়ে, আৰু সেইজনত বিশ্বাস কৰে, কিন্তু তোমালোক ইমানেই দাম্ভিক যে বিশ্বাস আনিব নোৱাৰা, তেনেহ'লে তোমালোকৰ কি অৱস্থা হ'ব? প্ৰকৃততে, আল্লাহে অসৎ আচৰণ কৰা জাতিক বাট নেদেখুৱায়।

قُلْ أَرَءَيْتُمْ إِن كَانَ مِنْ عِندِ ٱللَّهِ وَكَفَرْتُم بِهِۦ وَشَهِدَ شَاهِدٌ مِّنۢ بَنِىٓ إِسْرَٰٓءِيلَ عَلَىٰ مِثْلِهِۦ فَـَٔامَنَ وَٱسْتَكْبَرْتُمْ ۖ إِنَّ ٱللَّهَ لَا يَهْدِى ٱلْقَوْمَ ٱلظَّٰلِمِينَ ۝١١ ع

১২) আৰু যিসকলে অবিশ্বাস কৰে বিশ্বাসীসকলৰ বিষয়ে কয়, 'যদি কোৰ্-আনখন ঠিক হ'লহেঁতেন, তেওঁলোক বিশ্বাস কৰাত আমাতকৈ আগত হ'ব নোৱাৰিলেহেঁতেন।' আৰু যি হেতু তেওঁলোক কোৰ্-আনৰ দবাৰা পথ-প্ৰদৰ্শিত হোৱা নাই, তেওঁলোকে ক'ব, 'ই এটা পুৰণি মিছা কথা।'

وَقَالَ ٱلَّذِينَ كَفَرُوا۟ لِلَّذِينَ ءَامَنُوا۟ لَوْ كَانَ خَيْرًا مَّا سَبَقُونَآ إِلَيْهِ ۚ وَإِذْ لَمْ يَهْتَدُوا۟ بِهِۦ فَسَيَقُولُونَ هَٰذَآ إِفْكٌ قَدِيمٌ ۝١٢

১৩) আৰু ইয়াৰ পূৰ্ব্বে আছিল মুচাৰ গ্ৰন্থ, এক পথ-প্ৰদৰ্শন আৰু কৰুণা; আৰু আগৰ ভৱিষ্য-দবাণীৰ পৰিপূৰণত এইখন গ্ৰন্থ আহিছে আৰবী ভাষাত যাতে ই অসৎ কামত যোগ দিয়া সকলক সতৰ্ক কৰিব পাৰে, আৰু সৎ কামত যোগ দিয়া সকলক সুসংবাদ দিব পাৰে।

وَمِن قَبْلِهِۦ كِتَٰبُ مُوسَىٰٓ إِمَامًا وَرَحْمَةً ۚ وَهَٰذَا كِتَٰبٌ مُّصَدِّقٌ لِّسَانًا عَرَبِيًّا لِّيُنذِرَ ٱلَّذِينَ ظَلَمُوا۟ وَبُشْرَىٰ لِلْمُحْسِنِينَ ﴿١٣﴾

১৪) প্ৰকৃততে, যি সকলে কয়, 'আমাৰ প্ৰভু হৈছে আল্লাহ্,' আৰু তাৰ পাছত একনিষ্ঠ হয়—তেওঁলোকৰ ওপৰত কোনো সংশয় নাহে, নাইবা তেওঁলোক শোকাকুল হ'ব লগীয়াও নহয়।

إِنَّ ٱلَّذِينَ قَالُوا۟ رَبُّنَا ٱللَّهُ ثُمَّ ٱسْتَقَٰمُوا۟ فَلَا خَوْفٌ عَلَيْهِمْ وَلَا هُمْ يَحْزَنُونَ ﴿١٤﴾

১৫) এওঁলোক হৈছে উদ্যানখনৰ বাসিন্দা; তেওঁলোক তাতেই থাকিব—তেওঁলোকৰ কীৰ্ত্তিৰ পৰিশোধ স্বৰূপে।

أُو۟لَٰٓئِكَ أَصْحَٰبُ ٱلْجَنَّةِ خَٰلِدِينَ فِيهَا جَزَآءًۢ بِمَا كَانُوا۟ يَعْمَلُونَ ﴿١٥﴾

১৬) আৰু আমি মানরক পিতঋ-মাতৃৰ প্ৰতি সুহৃদ হ'বলৈ আদেশ দিছোঁ। তেওঁৰ মাতৃয়ে কষ্টেৰে গৰ্ভধাৰণ কৰে, আৰু কষ্টেৰে প্ৰসৱ কৰে, আৰু তেওঁৰ গৰ্ভধাৰণ আৰু পিয়ন এৰুৱাত ত্ৰিশ মাহ লাগে আৰু যেতিয়া তেওঁ তেওঁৰ পূৰঠ অৱস্থা আৰু ছল্লিশ বছৰ বয়স লাভ কৰে, তেওঁ কয়, 'মোৰ প্ৰভু, তুমি মোৰ উপৰত আৰু মোৰ পিতৃ-মাতৃৰ ওপৰত বৰষা অনুগ্ৰহৰ কাৰণে মোক তোমাণ প্ৰতি কৃতজ্ঞ হ'বলৈ সামৰ্থ্য দিয়া আৰু তোমাক সন্তোষ দিয়া সৎ কাম কৰাৰ সামৰ্থ্য দিয়া। আৰু মোৰ সতি-সন্ততিৰ মাজত মুখ কৰো; আৰু, সতাতে, মই তোমাণ প্ৰতি বাধ্য সকলৰ ভিতৰত এজন।'

وَوَصَّيْنَا ٱلْإِنسَٰنَ بِوَٰلِدَيْهِ إِحْسَٰنًا ۖ حَمَلَتْهُ أُمُّهُۥ كُرْهًا وَوَضَعَتْهُ كُرْهًا ۖ وَحَمْلُهُۥ وَفِصَٰلُهُۥ ثَلَٰثُونَ شَهْرًا ۚ حَتَّىٰٓ إِذَا بَلَغَ أَشُدَّهُۥ وَبَلَغَ أَرْبَعِينَ سَنَةً قَالَ رَبِّ أَوْزِعْنِىٓ أَنْ أَشْكُرَ نِعْمَتَكَ ٱلَّتِىٓ أَنْعَمْتَ عَلَىَّ وَعَلَىٰ وَٰلِدَىَّ وَأَنْ أَعْمَلَ صَٰلِحًا تَرْضَىٰهُ وَأَصْلِحْ لِى فِى ذُرِّيَّتِىٓ ۖ إِنِّى تُبْتُ إِلَيْكَ وَإِنِّى مِنَ ٱلْمُسْلِمِينَ ﴿١٦﴾

১৭) এই সকলেই মানুহ যাৰ পৰা আমি তেওঁলোকৰ কীৰ্ত্তিৰ অত্যোত্তম অংশ গ্ৰহণ কৰোঁ আৰু তেওঁলোকৰ অসৎ কাৰ্য্যসমূহ মাৰ্জনা কৰোঁ। তেওঁলোক উদ্যানখনৰ নিবাসী সকলৰ মাজত থাকিব, তেওঁলোকলৈ দিয়া সত্য প্ৰতিশ্ৰুতিৰ পৰিপূৰ্ণতাত।

أُو۟لَٰٓئِكَ ٱلَّذِينَ نَتَقَبَّلُ عَنْهُمْ أَحْسَنَ مَا عَمِلُوا۟ وَنَتَجَاوَزُ عَن سَيِّـَٔاتِهِمْ فِىٓ أَصْحَٰبِ ٱلْجَنَّةِ ۖ وَعْدَ ٱلصِّدْقِ ٱلَّذِى كَانُوا۟ يُوعَدُونَ ﴿١٧﴾

১৮) কিন্তু সেইজন যি তেওঁৰ পিতৃ-মাতৃক কয়, 'তোমালোকৰ দুয়োৰে কাৰণে লাজৰ বিষয়; যি স্থলত মোৰ পূৰ্ব্বে বহু পুৰুষ মানৱ পাৰ হৈ গৈছে, তোমালোকে মোক ভয় দেখুৱাইছা নেকি যে মোক মৃত্যুৰ পাছত আকৌ ঘূৰাই অনা হ'ব?' আৰু তেওঁলোক দুয়ো আল্লাহলৈ সহায় বিচাৰি কান্দি উঠে আৰু পুত্ৰক কয়, 'তোমাৰেই দুৰ্ভাগ্য! বিশ্বাস কৰা, কিয়নো আল্লাহৰ প্ৰতিশ্ৰুতি অৱশ্যেই সত্য।' কিয়নো পুত্ৰই কয়, 'ই তাহানি কালৰ মানুহৰ সাধু-কথাৰ বাহিৰে আন একো নহয়।'

وَالَّذِيْ قَالَ لِوَالِدَيْهِ اُفٍّ لَّكُمَآ اَتَعِدٰنِنِيْٓ اَنْ اُخْرَجَ وَقَدْ خَلَتِ الْقُرُوْنُ مِنْ قَبْلِيْ ۚ وَهُمَا يَسْتَغِيْثٰنِ اللّٰهَ وَيْلَكَ اٰمِنْ ۖ اِنَّ وَعْدَ اللّٰهِ حَقٌّ ۚ فَيَقُوْلُ مَا هٰذَآ اِلَّآ اَسَاطِيْرُ الْاَوَّلِيْنَ ﴿۱۸﴾

১৯) এওঁলোকেই হৈছে সেই বিলাক যাৰ বিৰুদ্ধে শাস্তিৰ দণ্ড পৰিপূৰ্ণ কৰা হৈছিল তেওঁলোকৰ পূৰ্ব্বে পাৰ হৈ যোৱা জিন্ আৰু মানৱৰ দল বোৰৰে সৈতে। বাস্তৱতে, তেওঁলোকেই হৈছিল পৰাজয়ী।

اُولٰٓئِكَ الَّذِيْنَ حَقَّ عَلَيْهِمُ الْقَوْلُ فِيْٓ اُمَمٍ قَدْ خَلَتْ مِنْ قَبْلِهِمْ مِّنَ الْجِنِّ وَالْاِنْسِ ۭ اِنَّهُمْ كَانُوْا خٰسِرِيْنَ ﴿۱۹﴾

২০) আৰু সকলোৰে কাৰণে থাকিব নিজৰ নিজৰ কীৰ্ত্তিৰ অনুযায়ী স্থানৰ মাত্ৰা, আৰু এইটো হোৱাৰ কাৰণ হ'ল আল্লাহে যাতে সকলোকে তেওঁলোকৰ কীৰ্ত্তিৰ অনুসৰি পূৰা মাত্ৰাই প্ৰতিদান কৰিব পাৰে; আৰু তেওঁলোকক অন্যায় কৰা নহ'ব।

وَلِكُلٍّ دَرَجٰتٌ مِّمَّا عَمِلُوْا ۚ وَلِيُوَفِّيَهُمْ اَعْمَالَهُمْ وَهُمْ لَا يُظْلَمُوْنَ ﴿۲۰﴾

২১) আৰু সেইদিনা যেতিয়া অবিশ্বাসী সকলক অগ্নিকুণ্ডটোৰ সম্মুখলৈ অনা হ'ব, তেওঁলোকক এই বুলি কোৱা হ'ব, 'তোমালোকে নিজৰ সকলো ভাল বস্তু পাৰ্থিব জীৱনতে শেষ কৰিলা, আৰু তোমালোকে সেইবোৰ সম্পূৰ্ণৰূপে উপভোগ কৰিলা। এতিয়া এইদিনা তোমালোকক লাঞ্ছনামূলক শাস্তিৰে পৰিশোধ কৰা হ'ব কাৰণ তোমালোক পৃথিৱীত অন্যায় ভাৱে দাম্ভিক আছিলা, আৰু তোমালোকে বিদ্ৰোহীৰ আচৰণ কৰিছিলা।'

وَيَوْمَ يُعْرَضُ الَّذِيْنَ كَفَرُوْا عَلَى النَّارِ ۭ اَذْهَبْتُمْ طَيِّبٰتِكُمْ فِيْ حَيَاتِكُمُ الدُّنْيَا وَاسْتَمْتَعْتُمْ بِهَا ۚ فَالْيَوْمَ تُجْزَوْنَ عَذَابَ الْهُوْنِ بِمَا كُنْتُمْ تَسْتَكْبِرُوْنَ فِي الْاَرْضِ بِغَيْرِ الْحَقِّ وَبِمَا كُنْتُمْ تَفْسُقُوْنَ ﴿۲۱﴾ ع

২২) আৰু আদৰ ভ্ৰাতৃক স্মৰণ কৰা, যেতিয়া তেওঁ বালিৰ স্তূপবিলাকৰ মাজত নিজৰ সম্প্ৰদায়ক সতৰ্ক কৰি দিছিল—আৰু তেওঁৰ পূৰ্ব্বে আৰু পাছতো সতৰ্ককাৰী সকল আছিল—

وَاذْكُرْ اَخَا عَادٍ ۭ اِذْ اَنْذَرَ قَوْمَهٗ بِالْاَحْقَافِ وَقَدْ خَلَتِ النُّذُرُ مِنْۢ بَيْنِ يَدَيْهِ وَمِنْ خَلْفِهٖٓ

এই বুলি কৈ, 'আল্লাহৰ বাহিৰে কাকো উপাসনা নকৰিবা। মই তোমালোকৰ কাৰণে এটা ডাঙৰ দিনৰ শাস্তি আহিব পাৰে বুলি ভয় কৰোঁ।'

اَلَّا تَعْبُدُوْٓا اِلَّا اللّٰهَ ؕ اِنِّیْٓ اَخَافُ عَلَیْكُمْ عَذَابَ یَوْمٍ عَظِیْمٍ ﴿۲۱﴾

২৩) তেওঁলোকে কৈছিল, 'তুমি আমাক আমাৰ প্ৰভুবিলাকৰ পৰা আঁতৰাই নিবলৈ আহিছা নেকি? তেতিয়াহ'লে তুমি, যথাৰ্থতে, যদি সঁচা কথা কৈছা, যিহৰে সৈতে আমাক ভয় দেখুৱাইছা আমালৈ আনা।'

قَالُوْٓا اَجِئْتَنَا لِتَاْفِكَنَا عَنْ اٰلِهَتِنَا ۚ فَاْتِنَا بِمَا تَعِدُنَآ اِنْ كُنْتَ مِنَ الصّٰدِقِیْنَ ﴿۲۲﴾

২৪) তেওঁ ক'লে, 'সেই বিষয়টোৰ জ্ঞান আল্লাহ্‌ৰ হাতত আছে। আৰু মই তোমালোকলৈ কঢ়িয়াইছোঁ সেইটো যাৰে সৈতে মোক পঠিওৱা হৈছে, কিন্তু মই দেখিবলৈ পাইছো যে তোমালোক এটা বৰ মূৰ্খ জাতি।'

قَالَ اِنَّمَا الْعِلْمُ عِنْدَ اللّٰهِ ۖ٘ وَ اُبَلِّغُكُمْ مَّاۤ اُرْسِلْتُ بِهٖ وَ لٰكِنِّیْٓ اَرٰىكُمْ قَوْمًا تَجْهَلُوْنَ ﴿۲۳﴾

২৫) তাৰ পিছত, সিহঁতে যেতিয়া শাস্তিটো সিহঁতৰ ভৈয়ামৰ ফালে এটা মেঘ সমষ্টিৰ দৰে অহা দেখিলে, সিহঁতে ক'লে, 'এই মেঘ সমষ্টিয়ে আমাক বৰষুণ দিব।' আমি কলোঁ, 'নহয়, এইটো কিন্তু সেইটোহে যাৰ আগমন তোমালোকে খৰতকীয়া কৰিব খুজিছিলা—এজাক বতাহ য'ত এটা কঠোৰ শাস্তি সোমাই আছে;

فَلَمَّا رَاَوْهُ عَارِضًا مُّسْتَقْبِلَ اَوْدِیَتِهِمْ ۙ قَالُوْا هٰذَا عَارِضٌ مُّمْطِرُنَا ؕ بَلْ هُوَ مَا اسْتَعْجَلْتُمْ بِهٖ ؕ رِیْحٌ فِیْهَا عَذَابٌ اَلِیْمٌ ﴿۲۴﴾

২৬) 'ই ইয়াৰ প্ৰভুৰ আদেশ মতে সকলো ধ্বংস কৰিব।' ৰাতিপুৱা সময়লৈকে, তেওঁলোকৰ থকা ঘৰ কেইটাৰ বাহিৰে, একো দেখিবলৈ পোৱা নগৈছিল। এইদৰে আমি দোষী মানুহক পৰিশোধ কৰোঁ।

تُدَمِّرُ كُلَّ شَیْءٍۭ بِاَمْرِ رَبِّهَا فَاَصْبَحُوْا لَا یُرٰۤى اِلَّا مَسٰكِنُهُمْ ؕ كَذٰلِكَ نَجْزِی الْقَوْمَ الْمُجْرِمِیْنَ ﴿۲۵﴾

২৭) আৰু আমি তেওঁলোকক এনে ঠাইত প্ৰতিষ্ঠা কৰিছিলোঁ য'ত আমি তোমালোকক প্ৰতিষ্ঠা কৰা নাই; আৰু আমি তেওঁলোকক কাণ-চকু আৰু অন্তঃকৰণ দিছিলোঁ। কিন্তু তেওঁলোকৰ কাণ তেওঁলোকৰ চকু আৰু তেওঁলোকৰ অন্তঃকৰণে তেওঁলোকক কোনো উপকাৰ নিদিলে।

যিহেতু তেওঁলোক আল্লাহৰ চিহ্ন সমূহ

وَ لَقَدْ مَكَّنّٰهُمْ فِیْمَاۤ اِنْ مَّكَّنّٰكُمْ فِیْهِ وَ جَعَلْنَا لَهُمْ سَمْعًا وَّ اَبْصَارًا وَّ اَفْـِٕدَةً ۖ٘ فَمَاۤ اَغْنٰى عَنْهُمْ سَمْعُهُمْ وَ لَاۤ اَبْصَارُهُمْ وَ لَاۤ اَفْـِٕدَتُهُمْ مِّنْ شَیْءٍ اِذْ كَانُوْا یَجْحَدُوْنَ ۙ بِاٰیٰتِ اللّٰهِ وَ حَاقَ بِهِمْ مَّا كَانُوْا

অস্বীকাৰ কৰিছিল ; আৰু যাক তেওঁলোকে ব্যঙ্গ কৰিছিল সেইবোৰেই আগুৰি ধৰিলে।

بِهٖ يَسْتَهْزِءُوْنَ ۝٢٦ ع

২৮) আৰু, নিশ্চয়েই, আমি তোমালোকৰ আশে-পাশে থকা নগৰ-নগৰী ধ্বংস কৰিছোঁ, তেওঁলোকে যাতে আমাৰ মুখাপেক্ষী হয় তাৰ উদ্দেশ্য আমি আমাৰ চিহ্ন সমূহ নানাধৰণে ব্যাখ্যা কৰিছোঁ।

وَلَقَدْ اَهْلَكْنَا مَا حَوْلَكُمْ مِّنَ الْقُرٰى وَصَرَّفْنَا الْاٰيٰتِ لَعَلَّهُمْ يَرْجِعُوْنَ ۝٢٧

২৯) তেতিয়া হ'লে, যিসকলক তেওঁলোকে আল্লাহৰ বাহিৰে প্ৰভু বুলি মানিছিল তেওঁলোকে তাহাঁতক আল্লাহৰ সান্নিধ্যলৈ আনিব বুলি আশা কৰি, সেই সকলেনো তাহাঁতক কিয় সহায় নকৰে ? নহয়, সেইসকল প্ৰভুক তেওঁলোকে হেৰুৱালে। সেইটোৱেই হ'ল তেওঁলোকৰ মিছা কথাৰ আৰু নিজে সাজি লোৱা ধাৰণাৰ ফল।

فَلَوْلَا نَصَرَهُمُ الَّذِيْنَ اتَّخَذُوْا مِنْ دُوْنِ اللّٰهِ قُرْبَانًا اٰلِهَةً ؕ بَلْ ضَلُّوْا عَنْهُمْ ۚ وَذٰلِكَ اِفْكُهُمْ وَمَا كَانُوْا يَفْتَرُوْنَ ۝٢٨

৩০) আৰু সোঁৱৰা, যেতিয়া আমি তোমাৰ অভিমুখে এদল জিন্ পঠিয়াইছিলোঁ যি কোৰ্-আন খনৰ পাঠ শুনিবলৈ ইচ্ছা কৰিছিল আৰু যি ইয়াৰ আবৃত্তিত উপস্থিত থকা অৱস্থাত, ইজনে সিজনক কৈছিল, 'নিৰবে থাকা আৰু শুনা, 'আৰু যেতিয়া পাঠ কৰা শেষ হ'ল তেওঁলোক নিজৰ মানুহলৈ তেওঁলোকক সতৰ্ক কৰি ঘূৰি গৈছিল।

وَاِذْ صَرَفْنَآ اِلَيْكَ نَفَرًا مِّنَ الْجِنِّ يَسْتَمِعُوْنَ الْقُرْاٰنَ ۚ فَلَمَّا حَضَرُوْهُ قَالُوْٓا اَنْصِتُوْا ۚ فَلَمَّا قُضِيَ وَلَّوْا اِلٰى قَوْمِهِمْ مُّنْذِرِيْنَ ۝٢٩

৩১) তেওঁলোকে কৈছিল, 'আমাৰ ৰাইজ সকল, আমি এখন গ্ৰন্থৰ পাঠ শুনিছোঁ যি খন মুচাৰ পাছত পঠোৱা হৈছে, পূৰ্ব্বে অহা গ্ৰন্থক পৰিপূৰ্ণ কৰি ; ই সত্যলৈ আৰু শুদ্ধ পথলৈ বাট দেখুৱায় ;

قَالُوْا يٰقَوْمَنَآ اِنَّا سَمِعْنَا كِتٰبًا اُنْزِلَ مِنْۢ بَعْدِ مُوْسٰى مُصَدِّقًا لِّمَا بَيْنَ يَدَيْهِ يَهْدِيْٓ اِلَى الْحَقِّ وَاِلٰى طَرِيْقٍ مُّسْتَقِيْمٍ ۝٣٠

৩২) 'হে' আমাৰ ৰাইজ সকল, আল্লাহৰ নামত আহ্বান কৰা জনক স্বীকৃতিৰে সমিধান দিয়া আৰু আল্লাহত বিশ্বাস আনা। সেইজনাই তোমালোকৰ পাপ ক্ষমা কৰিব, আৰু তোমালোকক এটা কঠোৰ শাস্তিৰ পৰা ৰক্ষা কৰিব,

يٰقَوْمَنَآ اَجِيْبُوْا دَاعِيَ اللّٰهِ وَاٰمِنُوْا بِهٖ يَغْفِرْ لَكُمْ مِّنْ ذُنُوْبِكُمْ وَيُجِرْكُمْ مِّنْ عَذَابٍ اَلِيْمٍ ۝٣١

৩৩) 'আৰু যি জনে আল্লাহৰ হৈ আহ্বান কৰা জনক স্বীকৃতিৰে সহাঁৰি নিদিয়ে, তেওঁ আল্লাহৰ

وَمَنْ لَّا يُجِبْ دَاعِيَ اللّٰهِ فَلَيْسَ بِمُعْجِزٍ فِي الْاَرْضِ

وَلَيْسَ لَهٗ مِنْ دُوْنِهٖۤ اَوْلِيَآءُ ؕ اُولٰٓئِكَ فِيْ ضَلٰلٍ مُّبِيْنٍ ﴿۳۲﴾

পৰা পৃথিৱীত সাৰিব নোৱাৰে, নতুবা সেইজনাৰ বাহিৰে কোনো ৰক্ষক নেপাব। এনেবোৰেই হৈছে সম্পূৰ্ণ ভ্ৰান্ত পথত যোৱা মানুহ।'

اَوَلَمْ يَرَوْا اَنَّ اللّٰهَ الَّذِيْ خَلَقَ السَّمٰوٰتِ وَالْاَرْضَ
وَلَمْ يَعْيَ بِخَلْقِهِنَّ بِقٰدِرٍ عَلٰۤى اَنْ يُّحْيِۦَ الْمَوْتٰى ؕ
بَلٰۤى اِنَّهٗ عَلٰى كُلِّ شَيْءٍ قَدِيْرٌ ﴿۳۳﴾

৩৪) তেওঁলোকে বুজিব নোৱাৰে নে যে যি আল্লাহে স্বৰ্গসমূহ আৰু মৰ্ত্ত্য খন স্ৰজিছিল, আৰু সেই স্ৰজন কাৰ্য্যৰ দবাৰা পৰিশ্ৰান্ত হোৱা নাছিল, সেইজনাৰ মৃতক জীৱন দান কৰাৰ শক্তিও আছে? হয়, সত্যতে, সেইজনাৰ সকলো বস্তুৰ ওপৰত ক্ষমতা আছে।

وَيَوْمَ يُعْرَضُ الَّذِيْنَ كَفَرُوْا عَلَى النَّارِ ؕ اَلَيْسَ هٰذَا
بِالْحَقِّ ؕ قَالُوْا بَلٰى وَرَبِّنَا ؕ قَالَ فَذُوْقُوا الْعَذَابَ
بِمَا كُنْتُمْ تَكْفُرُوْنَ ﴿۳۴﴾

৩৫) আৰু সেইদিনা যেতিয়া অবিশ্বাসী সকলক অগ্নিকুণ্ডটোৰ সম্মুখলৈ অনা হ'ব, তেওঁলোকক এই বুলি কোৱা হ'ব, 'এয়েই সত্যটো নহয় নে?' তেওঁলোকে ক'ব, 'হয়, আমাৰ প্ৰভুৰ নামত, এয়ে হৈছে সত্যটো।' সেইজনাই ক'ব, 'তেতিয়াহলে শাস্তিটোৰ সোৱাদ লোৱা, কাৰণ তোমালোকে অবিশ্বাস কৰিছিলা।'

فَاصْبِرْ كَمَا صَبَرَ اُولُوا الْعَزْمِ مِنَ الرُّسُلِ وَلَا
تَسْتَعْجِلْ لَّهُمْ ؕ كَاَنَّهُمْ يَوْمَ يَرَوْنَ مَا يُوْعَدُوْنَ ۙ
لَمْ يَلْبَثُوْۤا اِلَّا سَاعَةً مِّنْ نَّهَارٍ ؕ بَلٰغٌ ۚ فَهَلْ يُهْلَكُ
اِلَّا الْقَوْمُ الْفٰسِقُوْنَ ﴿۳۵﴾ ع

৩৬) গতিকে, ধৈৰ্য্য ধৰা, উচ্চ মনোবল সম্পন্ন, পয়গম্বৰসকলে ধৈৰ্য্য ধৰাৰ দৰে; তেওঁলোকৰ বিষয়টো লৈ খৰা-খেদা নকৰিবা। সেই দিনাখন যেতিয়া তেওঁলোকে সম্মুখীন হোৱা শাস্তি দেখিবলৈ পাব, সিহঁতৰ মনত এনে ধাৰণা হ'ব যেন পৃথিৱীত এটা দিনৰ এঘন্টাৰ অতীত পৃথিৱীত থকা নাছিল। এই সতৰ্ক জনোৱা হৈছে; আৰু অবাধ্য মানুহৰ বাহিৰে আন কাকো ধ্বংস কৰা নহ'ব।



চূৰা ৪৭ MUHAMMAD মোহাম্মদ (মক্কাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, করুণাময়, আল্লাহৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

২) যি সকলে অবিশ্বাস কৰে আৰু মানুহক আল্লাহৰ পথৰ পৰা বিচ্যুত কৰিবলৈ বিচাৰে—সেইজনাই তেওঁলোকৰ সকলো কাৰ্য্য বিফল কৰে।

اَلَّذِيْنَ كَفَرُوْا وَصَدُّوْا عَنْ سَبِيْلِ اللّٰهِ اَضَلَّ اَعْمَالَهُمْ ②

৩) কিন্তু সেই সকলৰ ক্ষেত্ৰত, যি বিশ্বাস কৰে আৰু সৎ কাম কৰে আৰু বিশ্বাস আনে মোহাম্মদলৈ প্ৰকাশ কৰা কথাত—আৰু ই হৈছে তোমালোকৰ প্ৰভুৰ পৰা অহা সত্যবাণী—সেইজনাই তেনেঁ মানুহৰ পৰা তেওঁলোকৰ পাপ আঁতৰাই দিয়ে আৰু তেওঁলোকৰ সকলো কাৰ্য্য-কলাপ সুগম কৰি দিয়ে।

وَالَّذِيْنَ اٰمَنُوْا وَعَمِلُوا الصّٰلِحٰتِ وَاٰمَنُوْا بِمَا نُزِّلَ عَلٰى مُحَمَّدٍ وَّهُوَ الْحَقُّ مِنْ رَّبِّهِمْ ۙ كَفَّرَ عَنْهُمْ سَيِّاٰتِهِمْ وَاَصْلَحَ بَالَهُمْ ③

৪) তাৰ কাৰণ হ'ল যিহকে অবিশ্বাস কৰে তেওঁলোকে মিথ্যাৰ অনুসৰণ কৰে আৰু আনহাতে বিশ্বাসী সকলে তেওঁলোকৰ প্ৰভুৰ পৰা সত্যটোৰ অনুসৰণ কৰে। এইদৰেই আল্লাহে মানৱৰ কাৰণে তেওঁলোকৰ শিক্ষা উপমাৰ মাধ্যমেৰে দিয়ে।

ذٰلِكَ بِاَنَّ الَّذِيْنَ كَفَرُوا اتَّبَعُوا الْبَاطِلَ وَاَنَّ الَّذِيْنَ اٰمَنُوا اتَّبَعُوا الْحَقَّ مِنْ رَّبِّهِمْ ؕ كَذٰلِكَ يَضْرِبُ اللّٰهُ لِلنَّاسِ اَمْثَالَهُمْ ④

৫) আৰু তোমালোকে যেতিয়া অবিশ্বাসী সকলক ৰীতিমত যুদ্ধত লগ পোৱা, তেওঁলোকৰ ডিঙিত আঘাত কৰা; আৰু, যেতিয়া সিহঁতক, সিহঁতৰ মাজত মহা প্ৰাণনাশৰ অন্তৰত, পৰাস্ত কৰিলা, শিকলিবোৰ কটকটীয়াকৈ বান্ধা যুদ্ধৰ অন্ত নোহোৱালৈকে—তাৰ পাছত তেওঁলোকক মুক্ত কৰি দিয়া, অনুগ্ৰহ স্বৰূপে অথবা মূল্যৰ বিনিময়ত। সেইটোৱেই হৈছে আদেশ। আৰু আল্লাহে যদি সেইদৰে ইচ্ছা কৰিলেহেঁতেন, সেইজনাই তেওঁলোকৰ ব্যৱস্থা নিজেই কৰিব

فَاِذَا لَقِيْتُمُ الَّذِيْنَ كَفَرُوْا فَضَرْبَ الرِّقَابِ ؕ حَتّٰۤى اِذَاۤ اَثْخَنْتُمُوْهُمْ فَشُدُّوا الْوَثَاقَ ۙ فَاِمَّا مَنًّاۢ بَعْدُ وَاِمَّا فِدَآءً حَتّٰى تَضَعَ الْحَرْبُ اَوْزَارَهَا ۚ ذٰلِكَ ؕ وَلَوْ يَشَآءُ اللّٰهُ لَانْتَصَرَ مِنْهُمْ وَلٰكِنْ لِّيَبْلُوَا۟ بَعْضَكُمْ بِبَعْضٍ ؕ وَ

الَّذِيْنَ قُتِلُوْا فِيْ سَبِيْلِ اللّٰهِ فَلَنْ يُّضِلَّ اَعْمَالَهُمْ ﴿٥﴾

পাৰিলেহেঁতেন, কিন্তু আল্লাহে ঠিক কৰিলে যে তেওঁ তোমালোকৰ কিছুমানক আন কিছুমানৰ দবাৰাই পৰীক্ষা কৰিব। আৰু যি সকল আল্লাহৰ পথত থাকোঁতে বধ হয়—আল্লাহে তেওঁলোকৰ কাৰ্য্য কেতিয়াও নষ্ট হ'বলৈ নিদিয়ে।

سَيَهْدِيْهِمْ وَيُصْلِحُ بَالَهُمْ ﴿٦﴾

৬) সেইজনাই তেওঁলোকক কৃতকাৰ্য্যতালৈ বাট দেখুৱাই লৈ যাব আৰু তেওঁলোকৰ অৱস্থাৰ উন্নতি কৰিব।

وَيُدْخِلُهُمُ الْجَنَّةَ عَرَّفَهَا لَهُمْ ﴿٧﴾

৭) আৰু তেওঁলোকক প্ৰৱেশ কৰিববলৈ দিব উদ্যানত যাৰ বিষয়ে সেইজনাই তেওঁলোকক জনাই দিছে।

يٰۤاَيُّهَا الَّذِيْنَ اٰمَنُوْۤا اِنْ تَنْصُرُوا اللّٰهَ يَنْصُرْكُمْ وَ
يُثَبِّتْ اَقْدَامَكُمْ ﴿٨﴾

৮) হে' তোমালোক বিশ্বাসী সকল! তোমালোকে যদি আল্লাহৰ অভিপ্ৰায়ত সহায় কৰা, সেইজনাই তোমালোকক সহায় কৰিব। আৰু তোমালোকৰ পদক্ষেপ দৃঢ় কৰি তুলিব।

وَالَّذِيْنَ كَفَرُوْا فَتَعْسًا لَّهُمْ وَاَضَلَّ اَعْمَالَهُمْ ﴿٩﴾

৯) যি সকলে অবিশ্বাস কৰে; তেওঁলোকৰ ভাগ্য হ'ব ধ্বংস: সেইজনাই তেওঁলোকৰ সকলো কাৰ্য্য বিফল কৰিব।

ذٰلِكَ بِاَنَّهُمْ كَرِهُوْا مَاۤ اَنْزَلَ اللّٰهُ فَاَحْبَطَ اَعْمَالَهُمْ ﴿١٠﴾

১০) তাৰ, কাৰণ হ'ল তেওঁলোকে আল্লাহে প্ৰকাশ কৰা কথা ঘৃণা কৰে; সেই কাৰণে সেইজনাই তেওঁলোকৰ সকলো কাম বিফল কৰিছে।

اَفَلَمْ يَسِيْرُوْا فِي الْاَرْضِ فَيَنْظُرُوْا كَيْفَ كَانَ
عَاقِبَةُ الَّذِيْنَ مِنْ قَبْلِهِمْ دَمَّرَ اللّٰهُ عَلَيْهِمْ وَ
لِلْكٰفِرِيْنَ اَمْثَالُهَا ﴿١١﴾

১১) তেওঁলোকে পৃথিৱীত ভ্ৰমণ কৰা নাই নে আৰু দেখা নাই নে তেওঁলোকৰ পূৰ্ব্বে অহা মানুহৰ কি ধৰণৰ অন্ত পৰিছিল? আল্লাহে তেওঁলোকক সম্পূৰ্ণ ভাৱে ধ্বংস কৰিছিল, আৰু অবিশ্বাসী সকলৰ কাৰণেও একেই অৱস্থা যুদ্ধত থাকিব।

ذٰلِكَ بِاَنَّ اللّٰهَ مَوْلَى الَّذِيْنَ اٰمَنُوْا وَاَنَّ الْكٰفِرِيْنَ
لَا مَوْلٰى لَهُمْ ﴿١٢﴾ ع

১২) তাৰ কাৰণ হ'ল আল্লাহ্ হৈছে বিশ্বাসী সকলৰ ৰক্ষক, আৰু অবিশ্বাসী সকলৰ কোনো ৰক্ষক নাই।

اِنَّ اللّٰهَ يُدْخِلُ الَّذِيْنَ اٰمَنُوْا وَعَمِلُوا الصّٰلِحٰتِ
جَنّٰتٍ تَجْرِيْ مِنْ تَحْتِهَا الْاَنْهٰرُ وَالَّذِيْنَ كَفَرُوْا

১৩) বাস্তৱতে, আল্লাহে বিশ্বাসী সৎকৰ্ম্মী সকলক নিঝৰা প্ৰৱেশ কৰা উদ্যানত প্ৰৱেশ কৰিববলৈ দিব; আনহাতে যি সকলে অবিশ্বাস কৰে

يَتَمَتَّعُوْنَ وَيَاْكُلُوْنَ كَمَا تَاْكُلُ الْاَنْعَامُ وَالنَّارُ مَثْوًى لَّهُمْ ﴿١٢﴾

তেওঁলোকে অন্য জন্তুৰ দৰে খাই-বই নিজকে ভোগ-বিলাসত ব্যস্ত ৰাখে, আৰু অগ্নিকুণ্ডটোৱে হ'ব তেওঁলোকৰ শেষ বাসস্থান।

وَكَاَيِّنْ مِّنْ قَرْيَةٍ هِيَ اَشَدُّ قُوَّةً مِّنْ قَرْيَتِكَ الَّتِيْٓ اَخْرَجَتْكَ اَهْلَكْنٰهُمْ فَلَا نَاصِرَ لَهُمْ ﴿١٣﴾

১৪) তোমাক বহিষ্কাৰ কৰা নগৰ খনতকৈও বহু বেছি শক্তিশালী কিমানে যে নগৰ-নগৰী আমি ধ্বংস নকৰিলোঁ, আৰু তেওঁলোকৰ কোনো সহায় কৰোঁতা নাছিল।

اَفَمَنْ كَانَ عَلٰى بَيِّنَةٍ مِّنْ رَّبِّهٖ كَمَنْ زُيِّنَ لَهٗ سُوْٓءُ عَمَلِهٖ وَاتَّبَعُوْٓا اَهْوَآءَهُمْ ﴿١٤﴾

১৫) তেতিয়া হ'লে, সেইজন যি তেওঁৰ প্ৰভুৰ পৰা অহা স্পষ্ট প্ৰমাণৰ ওপৰত থিয় দিয়ে, আন এজন যি তেওঁৰ নীচ প্ৰবৃত্তি বোৰৰ সন্তুষ্টিত লিপ্ত থাকে আৰু যাৰ চকুত তেওঁৰ অসৎ কামবোৰ শোভনীয় কৰা হৈছে, তেনেজনৰ সৈতে একে হ'ব পাৰে নে?

مَثَلُ الْجَنَّةِ الَّتِيْ وُعِدَ الْمُتَّقُوْنَ ؕ فِيْهَآ اَنْهٰرٌ مِّنْ مَّآءٍ غَيْرِ اٰسِنٍ ۚ وَاَنْهٰرٌ مِّنْ لَّبَنٍ لَّمْ يَتَغَيَّرْ طَعْمُهٗ ۚ وَاَنْهٰرٌ مِّنْ خَمْرٍ لَّذَّةٍ لِّلشّٰرِبِيْنَ ۚ وَاَنْهٰرٌ مِّنْ عَسَلٍ مُّصَفًّى ؕ وَلَهُمْ فِيْهَا مِنْ كُلِّ الثَّمَرٰتِ وَمَغْفِرَةٌ مِّنْ رَّبِّهِمْ ؕ كَمَنْ هُوَ خَالِدٌ فِي النَّارِ وَسُقُوْا مَآءً حَمِيْمًا فَقَطَّعَ اَمْعَآءَهُمْ ﴿١٥﴾

১৬) সৎপথগামীসকলক প্ৰতিশ্ৰুতি দিয়া উদ্যান খনৰ এক বৰ্ণনাঃ তাত আছে পানীৰ নিঝৰা যি অপৱিত্ৰ নকৰে; আৰু নিঝৰা বৈ যোৱা গাখীৰ যাৰ স্বাদ পৰিবৰ্ত্তন নহয়; আৰু সুৰাৰ জুৰি বব; সুৰাপান কৰা সকলৰ কাৰণে এক আমোদ; আৰু ফটফটীয়া মৌৰ নিঝৰা। আৰু ইয়াত তেওঁলোকে পাব সকলো প্ৰকাৰৰ ফল-মূল, আৰু তেওঁলোকৰ প্ৰভুৰ পৰা ক্ষমা। সেইসকল যি এনেধৰণৰ পৰম আনন্দ উপভোগ কৰিবলৈ পায় সেইসকল আনবিলাকৰ সৈতে একে হ'ব পাৰে নে যাৰ বাসস্থান হৈছে অগ্নিকুণ্ডটো আৰু যাক পেটৰ নাড়ী ছিগিব লগীয়া হোৱা উতলা পানী খাবলৈ দিয়া হয়?

وَمِنْهُمْ مَّنْ يَّسْتَمِعُ اِلَيْكَ ۚ حَتّٰٓى اِذَا خَرَجُوْا مِنْ عِنْدِكَ قَالُوْا لِلَّذِيْنَ اُوْتُوا الْعِلْمَ مَاذَا قَالَ اٰنِفًا ۟ اُولٰٓئِكَ الَّذِيْنَ طَبَعَ اللّٰهُ عَلٰى قُلُوْبِهِمْ وَاتَّبَعُوْٓا اَهْوَآءَهُمْ ﴿١٦﴾

১৭) আৰু তেওঁলোকৰ ভিতৰত কিছুমান আছে যি তোমালৈ মনোযোগ দি শুনা যেন দেখা যায়, কিন্তু তোমাৰ ওচৰৰ পৰা আঁতৰি যোৱাৰ লগে লগে আন যি সকলে তোমাৰ পৰা জ্ঞান লাভ কৰিছে, তেওঁলোকক গৈ সোধেগৈ, 'তেওঁ নো এই অলপ আগতে কি কৈ আছিল?' এই সকলে হৈছে মানুহ যাৰ অন্তৰবোৰ আল্লাহে মোহৰ মাৰি বন্ধ কৰি দিছে আৰু যি তেওঁলোকৰ নিজৰ নীচ

প্ৰবৃত্তিবোৰ অনুসৰণ কৰে।

১৮) কিন্তু সেইসকলৰ ক্ষেত্ৰত যি আমাৰ পথ-প্ৰদৰ্শন অনুসৰণ কৰে, আৰু সেইজনাই তেওঁলোকৰ প্ৰতি পথ-প্ৰদৰ্শন বৃদ্ধি কৰে, আৰু তেওঁলোকৰ ওপৰত তেওঁলোকৰ অৱস্থা অনুযায়ী সততা দান কৰে।

وَالَّذِيْنَ اهْتَدَوْا زَادَهُمْ هُدًى وَّاٰتٰىهُمْ تَقْوٰىهُمْ ⑱

১৯) অবিশ্বাসী সকলে সেই নিৰ্দ্ধাৰিত সময় হঠাৎ আহি উপস্থিত হোৱালৈ মাথোন অপেক্ষা কৰে। সেই সময়টোৰ চিহ্নবোৰ ইতিমধ্যে আহিছে। কিন্তু চিহ্ন সমূহৰ উপদেশে তেওঁলোকক কি লাভ দিব সময়টো প্ৰকৃততে তেওঁলোকৰ ওপৰত আহি পৰা অৱস্থাত।

فَهَلْ يَنْظُرُوْنَ اِلَّا السَّاعَةَ اَنْ تَاْتِيَهُمْ بَغْتَةً ۚ فَقَدْ جَآءَ اَشْرَاطُهَا ۚ فَاَنّٰى لَهُمْ اِذَا جَآءَتْهُمْ ذِكْرٰىهُمْ ⑲

২০) গতিকে, এইটো জানি লোৱা যে আল্লাহৰ বাহিৰে আন কোনো প্ৰভু নাই, তোমালোকৰ নিজৰ মানৱিক দুৰ্ব্বলতাৰ কাৰণে নিৰাপত্তা বিচৰা, আৰু বিচৰা বিশ্বাসী পুৰুষৰ কাৰণে আৰু বিশ্বাসী তিৰোতাৰ কাৰণে। আৰু আল্লাহে তুমি ক'ত বসবাস কৰা সেই সকলো ঠাই চিনি পায়।

فَاعْلَمْ اَنَّهٗ لَآ اِلٰهَ اِلَّا اللّٰهُ وَاسْتَغْفِرْ لِذَنْۢبِكَ وَلِلْمُؤْمِنِيْنَ وَالْمُؤْمِنٰتِ ۗ وَاللّٰهُ يَعْلَمُ مُتَقَلَّبَكُمْ وَمَثْوٰىكُمْ ⑳

২১) আৰু যি সকলে বিশ্বাস কৰে, 'এটা চুৰা কিয় প্ৰকাশ কৰা হোৱা নাই??' কিন্তু যেতিয়া এটা সিদ্ধান্ত-সূচক চুৰা প্ৰকাশ কৰা হয় আৰু ইয়াত যুদ্ধ কৰাৰ প্ৰয়োজনীয়তা উল্লেখ কৰা হয়, তুমি দেখিবলৈ পোৱা যে যি সকলৰ অন্তৰত ব্যাধি আছে, তাহাঁতে তোমালৈ চায় এনে এজনৰ দৰে যি আগন্তুক মৃত্যুৰ ভয়ত মূৰ্চ্ছা যায়। গতিকে সিহঁতৰ দুৰ্ভাগ্য হওক!

وَيَقُوْلُ الَّذِيْنَ اٰمَنُوْا لَوْلَا نُزِّلَتْ سُوْرَةٌ ۚ فَاِذَآ اُنْزِلَتْ سُوْرَةٌ مُّحْكَمَةٌ وَّذُكِرَ فِيْهَا الْقِتَالُ ۙ رَاَيْتَ الَّذِيْنَ فِيْ قُلُوْبِهِمْ مَّرَضٌ يَّنْظُرُوْنَ اِلَيْكَ نَظَرَ الْمَغْشِيِّ عَلَيْهِ مِنَ الْمَوْتِ ۗ فَاَوْلٰى لَهُمْ ㉑

২২) তেওঁলোকৰ মনোভাব হ'ব লাগিছিল বাধ্যতাসূচক আৰু আনক সৎ পথলৈ আহ্বান কৰাৰ। আৰু যেতিয়া বিষয়টোৰ ওপৰত সিদ্ধান্ত কৰা হয়, তেওঁলোক আল্লাহৰ প্ৰতি যদি বিশ্বাসী হ'লহেঁতেন তেওঁলোকৰ উপকাৰ হ'লহেঁতেন।

طَاعَةٌ وَّقَوْلٌ مَّعْرُوْفٌ ۟ فَاِذَا عَزَمَ الْاَمْرُ ۟ فَلَوْ صَدَقُوا اللّٰهَ لَكَانَ خَيْرًا لَّهُمْ ㉒

২৩) তোমালোকক কৰ্তৃত্বৰ স্থানত যদি স্থাপিত কৰা হয়, তোমালোকে তেতিয়া সকলো সম্বন্ধৰ

فَهَلْ عَسَيْتُمْ اِنْ تَوَلَّيْتُمْ اَنْ تُفْسِدُوْا فِى الْاَرْضِ

وَتُقَطِّعُوٓا أَرۡحَامَكُمۡ ﴿٢٢﴾

বান্ধ ছিন্ন-বিচ্ছিন্ন কৰি দেশত অশান্তিৰ সৃষ্টি নকৰিবা নে?

أُولَٰٓئِكَ الَّذِينَ لَعَنَهُمُ اللَّهُ فَأَصَمَّهُمۡ وَأَعۡمَىٰٓ أَبۡصَارَهُمۡ ﴿٢٣﴾

২৪) এই সকলেই হৈছে যাৰ ওপৰত আল্লাহে অভিশাপ দিছে, যাৰ ফলত সেইজনাই তেওঁলোকক বধিৰ কৰিছে আৰু অন্ধ কৰিছে।

أَفَلَا يَتَدَبَّرُونَ الۡقُرۡءَانَ أَمۡ عَلَىٰ قُلُوبٍ أَقۡفَالُهَآ ﴿٢٤﴾

২৫) তেওঁলোকে, তেতিয়া হ'লে, কোৰ্-আন খনৰ ওপৰত গৱেষণা নকৰিবনে, নে, তেওঁলোকৰ অন্তৰত ভিতৰৰ পৰা সচাঁৰ মাৰি থোৱা আছে?

إِنَّ الَّذِينَ ارۡتَدُّوا عَلَىٰٓ أَدۡبَٰرِهِم مِّنۢ بَعۡدِ مَا تَبَيَّنَ لَهُمُ الۡهُدَى الشَّيۡطَٰنُ سَوَّلَ لَهُمۡ وَأَمۡلَىٰ لَهُمۡ ﴿٢٥﴾

২৬) নিশ্চয়েই, যি সকলে পথ-প্ৰদৰ্শন গ্ৰহণ কৰি পুনৰ পিঠি ওভতায়, তেওঁলোকক ছয়তানে মিছা আশা দেখুৱাই ফুচুলাইছে।

ذَٰلِكَ بِأَنَّهُمۡ قَالُوا لِلَّذِينَ كَرِهُوا مَا نَزَّلَ اللَّهُ سَنُطِيعُكُمۡ فِي بَعۡضِ الۡأَمۡرِۖ وَاللَّهُ يَعۡلَمُ إِسۡرَارَهُمۡ ﴿٢٦﴾

২৭) তাৰ কাৰণ হ'ল তেওঁলোকে আল্লাহে প্ৰকাশ কৰা সত্যক ঘৃণা কৰা সকলক কৈছিল, 'আমি কিছুমান তোমালোকৰ বাধ্য হম,' আৰু আল্লাহে তেওঁলোকৰ গোপনীয় কথাবোৰ জানে।

فَكَيۡفَ إِذَا تَوَفَّتۡهُمُ الۡمَلَٰٓئِكَةُ يَضۡرِبُونَ وُجُوهَهُمۡ وَأَدۡبَٰرَهُمۡ ﴿٢٧﴾

২৮) কিন্তু ফেৰিস্তা সকলে যেতিয়া তেওঁলোকৰ মুখত আৰু পিঠিত আঘাত কৰি মৃত্যু হ'বলৈ দিব, তেতিয়া তেওঁলোকৰ দশা কেনে হ'ব?

ذَٰلِكَ بِأَنَّهُمُ اتَّبَعُوا مَآ أَسۡخَطَ اللَّهَ وَكَرِهُوا رِضۡوَٰنَهُۥ فَأَحۡبَطَ أَعۡمَٰلَهُمۡ ﴿٢٨﴾ ع

২৯) তাৰ কাৰণ হ'ল তেওঁলোকে আল্লাহক অসন্তুষ্ট কৰা প্ৰবৃত্তিৰ অনুসৰণ কৰিছিল, আৰু আল্লাহৰ সন্তুষ্টি বিচৰা পচন্দ নকৰিছিল। সেই কাৰণে, তেওঁলোকৰ কাৰ্য্যবোৰ সেইজনাই অথলে যাবলৈ দিলে।

أَمۡ حَسِبَ الَّذِينَ فِي قُلُوبِهِم مَّرَضٌ أَن لَّن يُخۡرِجَ اللَّهُ أَضۡغَٰنَهُمۡ ﴿٢٩﴾

৩০) যি সকলৰ অন্তৰত এটা ব্যাধি আছে তেওঁলোকে ভাবে নেকি যে আল্লাহে তেওঁলোকৰ কপট ভাব উন্মুক্ত নকৰিব?

وَلَوۡ نَشَآءُ لَأَرَيۡنَٰكَهُمۡ فَلَعَرَفۡتَهُم بِسِيمَٰهُمۡۚ وَلَتَعۡرِفَنَّهُمۡ فِي لَحۡنِ الۡقَوۡلِۚ وَاللَّهُ يَعۡلَمُ أَعۡمَٰلَكُمۡ ﴿٣٠﴾

৩১) আৰু আমি ইচ্ছা কৰা হ'লে, আমি তাহাঁতক তোমালোকলৈ দেখুৱাব পৰিলোহেঁতেন যাতে তোমালোকে সিহঁতক সিহঁতৰ লক্ষণৰ দবাৰা চিনি পাব পাৰা। আৰু তোমালোকে, নিশ্চয়েই, সিহঁতক সিহঁতৰ কথাৰ সুৰৰ পৰা চিনি পাব পাৰা। আৰু আল্লাহে তোমালোকৰ সকলো কাৰ্য্য-কলাপৰ বিষয়ে জানে।

وَلَنَبۡلُوَنَّكُمۡ حَتّٰى نَعۡلَمَ الۡمُجٰهِدِيۡنَ مِنۡكُمۡ وَ
الصّٰبِرِيۡنَ ۙ وَنَبۡلُوَا۟ اَخۡبَارَكُمۡ ﴿٣١﴾

৩২) আৰু আমি তোমালোকক, নিশ্চয়েই, পৰীক্ষা কৰি থাকিম সেই সময়লৈকে যেতিয়া আমি তোমালোকৰ মাজৰ পৰা স্পষ্ট ভাৱে চিনাক্ত কৰিব পাৰিম সেই সকলক যি আল্লাহৰ অভিপ্ৰায়ৰ সমৰ্থনত কাম কৰে আৰু আল্লাহৰ পথত একনিষ্ঠ হৈ থাকে। আৰু আমি তোমালোকৰ খ্যাতিৰ সত্যতা পৰীক্ষা কৰিম।

اِنَّ الَّذِيۡنَ كَفَرُوۡا وَصَدُّوۡا عَنۡ سَبِيۡلِ اللّٰهِ وَ
شَآقُّوا الرَّسُوۡلَ مِنۡۢ بَعۡدِ مَا تَبَيَّنَ لَهُمُ الۡهُدٰى ۙ
لَنۡ يَّضُرُّوا اللّٰهَ شَيۡـًٔا ؕ وَسَيُحۡبِطُ اَعۡمَالَهُمۡ ﴿٣٢﴾

৩৩) যি সকলে, আল্লাহৰ পথ-প্ৰদৰ্শন স্পষ্ট ভাবে দেখাৰ পাছত, অবিশ্বাস কৰে আৰু আনক আল্লাহৰ পথৰ পৰা আঁতৰাই অনাৰ চেষ্টাত থাকে আৰু পয়গম্বৰৰ বিৰোধিতা কৰে, তেওঁলোকে আল্লাহৰ লেশ মাত্ৰও অনিষ্ট কৰিব নোৱাৰে ; আৰু সেইজনাই সিহঁতৰ সকলো কাৰ্য্য বিফল কৰিব।

يٰۤاَيُّهَا الَّذِيۡنَ اٰمَنُوۡۤا اَطِيۡعُوا اللّٰهَ وَاَطِيۡعُوا الرَّسُوۡلَ
وَلَا تُبۡطِلُوۡۤا اَعۡمَالَكُمۡ ﴿٣٣﴾

৩৪) হে' বিশ্বাসী সকল! আল্লাহৰ প্ৰতি বাধ্য হোৱা আৰু পয়গম্বৰ জনৰ প্ৰতি বাধ্য হোৱা আৰু নিৰ্জৰ কাৰ্য্যবোৰ অথলে যাবলৈ নিদিবা।

اِنَّ الَّذِيۡنَ كَفَرُوۡا وَصَدُّوۡا عَنۡ سَبِيۡلِ اللّٰهِ ثُمَّ
مَاتُوۡا وَهُمۡ كُفَّارٌ فَلَنۡ يَّغۡفِرَ اللّٰهُ لَهُمۡ ﴿٣٤﴾

৩৫) বাস্তৱতে, যি সকলে অবিশ্বাস কৰে আৰু মানৱক আল্লাহৰ পথত থকাত বিধি-পথালি কৰে, আৰু তাৰ পাছত অবিশ্বাসীৰ অৱস্থাত মৃত্যু লাভ কৰে—আল্লাহে, নিশ্চয়েই তেওঁলোকক ক্ষমা নকৰিব।

فَلَا تَهِنُوۡا وَتَدۡعُوۡۤا اِلَى السَّلۡمِ ۖۗ وَاَنۡتُمُ الۡاَعۡلَوۡنَ ۖۗ
وَاللّٰهُ مَعَكُمۡ وَلَنۡ يَّتِرَكُمۡ اَعۡمَالَكُمۡ ﴿٣٥﴾

৩৬) গতিকে শিথিল নহবা আৰু শান্তিৰ সন্ধানত ধাবিত নহবা, কাৰণ তোমালোক, নিশ্চয়েই, বিজয়ী হ'বাহঁক। আৰু আল্লাহ্ তোমালোকৰ সৈতে আছে, আৰু সেইজনাই তোমালোকক সুকাৰ্য্যৰ পুৰস্কাৰৰ পৰা বঞ্চিত নকৰে।

اِنَّمَا الۡحَيٰوةُ الدُّنۡيَا لَعِبٌ وَّلَهۡوٌ ؕ وَاِنۡ تُؤۡمِنُوۡا
وَتَتَّقُوۡا يُؤۡتِكُمۡ اُجُوۡرَكُمۡ وَلَا يَسۡـَٔلۡكُمۡ اَمۡوَالَكُمۡ ﴿٣٦﴾

৩৭) এই পৃথিৱীৰ জীৱন হৈছে এক আমোদ-প্ৰমোদ মাথোন, আৰু তোমালোকে যদি বিশ্বাস কৰা আৰু সৎপথগামী হোৱা, সেইজনাই তোমালোকক তোমালোকৰ পুৰস্কাৰ দিব, আৰু তোমালোকৰ পৰা তোমালোকৰ ধন-সম্পত্তি নিবিচাৰিব।

৩৮) সেইজনাই যদি তোমালোকৰ পৰা তোমালোকৰ সম্পত্তি বিচাৰিলেহেঁতেন আৰু তাৰ বাবে তোমালোকক জোৰ কৰিলেহেঁতেন, তোমালোকে কৃপণালি কৰিলাহেঁতেন, আৰু সেইজনাই তোমালোকৰ কপটতা উন্মুক্ত কৰিলেহেঁতেন।

إِنْ يَسْأَلْكُمُوهَا فَيُحْفِكُمْ تَبْخَلُوا وَيُخْرِجْ أَضْغَانَكُمْ ﴿٣٨﴾

৩৯) চোৱাঁ! তোমালোক হৈছা সেইসকল যাক আল্লাহৰ পথত অৰ্থব্যয় কৰিবলৈ আহবান কৰা হৈছে; আৰু তোমালোকৰ ভিতৰত কিছুমান আছে যি কৃপণ। আৰু যেয়েই কৃপণালি কৰে, নিজৰ আত্মাৰ বিৰুদ্ধেহে কৃপণালি কৰে। আৰু আল্লাহ্ হৈছে আত্মনিৰ্ভৰশীল, আৰু তোমালোকহে অভাৱগ্ৰস্ত আৰু তোমালোকে যদি পিঠি-ওভতা দিয়া, সেইজনাই তোমালোকৰ ঠাইত আন এটা জাতি আনিব; তেতিয়া তেওঁলোক তোমালোকৰ দৰে নহ’ব।

هَا أَنْتُمْ هَٰؤُلَاءِ تُدْعَوْنَ لِتُنْفِقُوا فِي سَبِيلِ اللَّهِ
فَمِنْكُمْ مَنْ يَبْخَلُ ۖ وَمَنْ يَبْخَلْ فَإِنَّمَا يَبْخَلُ عَنْ
نَفْسِهِ ۚ وَاللَّهُ الْغَنِيُّ وَأَنْتُمُ الْفُقَرَاءُ ۚ وَإِنْ تَتَوَلَّوْا
ع يَسْتَبْدِلْ قَوْمًا غَيْرَكُمْ ثُمَّ لَا يَكُونُوا أَمْثَالَكُمْ ﴿٣٩﴾

Chapter 48 Part 26




**চুৰা ৪৮** AL-FATH আল-ফাতাহ (মদিনাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, করুণাময়, আল্লাহৰ নামত।

بِسْمِ اللَّهِ الرَّحْمَٰنِ الرَّحِيمِ ﴿١﴾

২) বাস্তৱতে, আমি এক স্পষ্ট সাফল্য দান কৰিম,

إِنَّا فَتَحْنَا لَكَ فَتْحًا مُبِينًا ﴿٢﴾

৩) যাতে আল্লাহে তোমাৰ কাৰণে তোমাৰ অতীতৰ আৰু ভৱিষ্যতৰ ত্ৰুটী ঢাকিব পাৰে, আৰু যাতে সেইজনাৰ অনুগ্ৰহ তোমাৰ ওপৰত সম্পূৰ্ণ ভাৱে দান কৰিব পাৰে, আৰু যাতে তোমাক সৎ পথ দেখুৱাই লৈ যাব পাৰে;

لِيَغْفِرَ لَكَ اللَّهُ مَا تَقَدَّمَ مِنْ ذَنْبِكَ وَمَا تَأَخَّرَ
وَيُتِمَّ نِعْمَتَهُ عَلَيْكَ وَيَهْدِيَكَ صِرَاطًا مُسْتَقِيمًا ﴿٣﴾

৪) আৰু যাতে আল্লাহে তোমাক এক মহান উপায়েৰে সহায় কৰিব পাৰে।

وَيَنْصُرَكَ اللَّهُ نَصْرًا عَزِيزًا ﴿٤﴾

هُوَ الَّذِیْٓ اَنْزَلَ السَّكِیْنَةَ فِیْ قُلُوْبِ الْمُؤْمِنِیْنَ
لِیَزْدَادُوْٓا اِیْمَانًا مَّعَ اِیْمَانِهِمْ ؕ وَ لِلّٰهِ جُنُوْدُ
السَّمٰوٰتِ وَ الْاَرْضِ ؕ وَ كَانَ اللّٰهُ عَلِیْمًا حَكِیْمًا ۙ﴿۵﴾

৫) এৱেঁই সেইজনা, যি বিশ্বাসীসকলৰ অন্তৰলৈ শান্তি নমাই পঠিয়াইছিল যাতে তেওঁলোকৰ বিশ্বাস আৰু প্ৰবল কৰিব পাৰে— স্বৰ্গ সমূহ আৰু মৰ্ত্ত্যত থকা সকলো সৈন্য দলৰ কৰ্ত্তৃত্ব আল্লাহতেই ন্যস্ত আছে, আল্লাহ্ হৈছে সৰ্ব্বজ্ঞ, জ্ঞানী—

لِّیُدْخِلَ الْمُؤْمِنِیْنَ وَ الْمُؤْمِنٰتِ جَنّٰتٍ تَجْرِیْ
مِنْ تَحْتِهَا الْاَنْهٰرُ خٰلِدِیْنَ فِیْهَا وَ یُكَفِّرَ عَنْهُمْ
سَیِّاٰتِهِمْ ؕ وَ كَانَ ذٰلِكَ عِنْدَ اللّٰهِ فَوْزًا عَظِیْمًا ۙ﴿۶﴾

৬) যাতে সেই জনাই বিশ্বাসী পুৰুষ আৰু বিশ্বাসী নাৰীক নিঝৰা প্ৰবাহ কৰা উদ্যান সমূহত প্ৰৱেশ কৰিবলৈ দিব পাৰে, য'ত তেওঁলোকে বসবাস কৰিব, আৰু যাতে সেইজনাই তেওঁলোকৰ পৰা তেওঁলোকৰ অসততা গুচাব পাৰে— সেইটোৱেই হৈছে, আল্লাহৰ দৃষ্টিত, চূড়ান্ত সাফল্য সাধন;

وَّ یُعَذِّبَ الْمُنٰفِقِیْنَ وَ الْمُنٰفِقٰتِ وَ الْمُشْرِكِیْنَ وَ
الْمُشْرِكٰتِ الظَّآنِّیْنَ بِاللّٰهِ ظَنَّ السَّوْءِ ؕ عَلَیْهِمْ دَآئِرَةُ
السَّوْءِ ۚ وَ غَضِبَ اللّٰهُ عَلَیْهِمْ وَ لَعَنَهُمْ وَ اَعَدَّ لَهُمْ
جَهَنَّمَ ؕ وَ سَآءَتْ مَصِیْرًا ﴿۷﴾

৭) আৰু যাতে সেইজনাই শাস্তি দিব পাৰে ভণ্ড পুৰুষ আৰু ভণ্ড নাৰীক, মূৰ্ত্তি পূজাৰী পুৰুষ আৰু মূৰ্ত্তিপূজাৰী নাৰীক, যি আল্লাহৰ বিষয়ে কুট ভাব পোষণ কৰে। তেওঁলোকৰ ওপৰত অতিশয় বেয়া দুৰ্যোগ নামি আহিব, আৰু তেওঁলোকৰ প্ৰতি আল্লাহ্ ক্ৰোধান্বিত। আৰু সেইজনাই তেওঁলোকক অভিশাপ দিছে, তেওঁলোকৰ কাৰণে দোজখ প্ৰস্তুত কৰিছে। আৰু সেইটো, বাস্তৱিকতে, হৈছে এটা অতিশয় বেয়া গন্তব্যস্থান।

وَ لِلّٰهِ جُنُوْدُ السَّمٰوٰتِ وَ الْاَرْضِ ؕ وَ كَانَ اللّٰهُ عَزِیْزًا
حَكِیْمًا ﴿۸﴾

৮) আৰু আল্লাহতেই ন্যস্ত আছে স্বৰ্গ সমূহত আৰু মৰ্ত্ত্যত থকা সকলো সৈন্যদলৰ অধিকাৰ আৰু আল্লাহ্ হৈছে শক্তিশালী, জ্ঞানী।

اِنَّآ اَرْسَلْنٰكَ شَاهِدًا وَّ مُبَشِّرًا وَّ نَذِیْرًا ۙ﴿۹﴾

৯) আমি তোমাক পঠাইছোঁ এজন সাক্ষী আৰু এজন সুসংবাদ বাহক আৰু এজন সতৰ্ককাৰী স্বৰূপে,

لِّتُؤْمِنُوْا بِاللّٰهِ وَ رَسُوْلِهٖ وَ تُعَزِّرُوْهُ وَ تُوَقِّرُوْهُ ؕ وَ
تُسَبِّحُوْهُ بُكْرَةً وَّ اَصِیْلًا ﴿۱۰﴾

১০) যাতে তুমি আল্লাহ্ আৰু তেওঁৰ পয়গম্বৰত বিশ্বাস আনা আৰু যাতে পয়গম্বৰক সম্মান আৰু সহায় কৰা, আৰু যাতে তুমি পুৱা আৰু সন্ধ্যাত আল্লাহৰ গৰিমা গাব পাৰা।

اِنَّ الَّذِیْنَ یُبَایِعُوْنَكَ اِنَّمَا یُبَایِعُوْنَ اللّٰهَ ؕ یَدُ اللّٰهِ
فَوْقَ اَیْدِیْهِمْ ۚ فَمَنْ نَّكَثَ فَاِنَّمَا یَنْكُثُ عَلٰی

১১) বাস্তৱতে, যি তোমাৰ ওচৰত আনুগত্যৰ শপত খাইছে, প্ৰকৃততে, তেওঁলোকে আল্লাহৰ

نَفْسِهٖ ۚ وَمَنْ اَوْفٰى بِمَا عٰهَدَ عَلَيْهُ اللّٰهَ فَسَيُؤْتِيْهِ اَجْرًا عَظِيْمًا ⑪

প্ৰতিহে আনুগত্যৰ শপত লৈছে। আল্লাহৰ হাত তেওঁলোকৰ হাতৰ ওপৰত থোৱা হৈছে। গতিকে যেয়েই তেওঁৰ প্ৰতিজ্ঞা ভঙ্গ কৰে, নিজৰ অনিষ্ট সাধিবলৈকে ভঙ্গ কৰে; আৰু যেয়েই আল্লাহৰ লগত কৰা চুক্তি পৰিপূৰ্ণ কৰে, সেইজনাই তেওঁক, নিশ্চয়েই, এক মহান পুৰস্কাৰ দিব।

سَيَقُوْلُ لَكَ الْمُخَلَّفُوْنَ مِنَ الْاَعْرَابِ شَغَلَتْنَآ اَمْوَالُنَا وَاَهْلُوْنَا فَاسْتَغْفِرْ لَنَا ۚ يَقُوْلُوْنَ بِاَلْسِنَتِهِمْ مَّا لَيْسَ فِيْ قُلُوْبِهِمْ ۚ قُلْ فَمَنْ يَّمْلِكُ لَكُمْ مِّنَ اللّٰهِ شَيْـًٔا اِنْ اَرَادَ بِكُمْ ضَرًّا اَوْ اَرَادَ بِكُمْ نَفْعًا ۚ بَلْ كَانَ اللّٰهُ بِمَا تَعْمَلُوْنَ خَبِيْرًا ⑫

১২) মৰুভূমিৰ মাজৰ পৰা যি সকলে পশ্চাতত থাকি যোৱাৰ ফন্দি কৰিলে, তেওঁলোকে তোমাক ক'ব, 'আমাৰ পৰিয়াল আৰু বয়-বস্তুৱে আমাক ব্যস্ত ৰাখিছিল, গতিকে আমাৰ হৈ ক্ষমা খোজা'। তেওঁলোকে মুখেৰে যি কয় অন্তৰত সেইটো নাই। কোৱাঁ, 'আল্লাহে যদি তোমালোকক কিবা অনিষ্ট সাধিব খোজে অথবা তোমালোকক কোনো ধৰণে উপকৃত কৰিব খোজে, কোনেনো তাৰ বিৰুদ্ধে তোমালোকক সহায় কৰিব পাৰে? নহয়, তোমালোকৰ কাৰ্য্য-কলাপৰ বিষয়ে আল্লাহ্ সম্পূৰ্ণ অবগত।'

بَلْ ظَنَنْتُمْ اَنْ لَّنْ يَّنْقَلِبَ الرَّسُوْلُ وَالْمُؤْمِنُوْنَ اِلٰٓى اَهْلِيْهِمْ اَبَدًا وَّزُيِّنَ ذٰلِكَ فِيْ قُلُوْبِكُمْ وَظَنَنْتُمْ ظَنَّ السَّوْءِ ۚ وَكُنْتُمْ قَوْمًا بُوْرًا ⑬

১৩) 'নহয়, তোমালোকে ভাবিছিলা যে পয়গম্বৰ জনা আৰু বিশ্বাসী সকল কেতিয়াও তেওঁলোকৰ পৰিয়াল সকললৈ ঘূৰি নাহিব, আৰু সেইটো তোমালোকৰ অন্তৰৰ প্ৰতি আকৰ্ষণীয় হোৱা যেন কৰা হৈছিল, তোমালোকে এটা অসৎ ভাব ভাবিছিলা, আৰু তোমালোক এটা ধ্বংসিত জাতিত পৰিণত হৈছিলা।'

وَمَنْ لَّمْ يُؤْمِنْ بِاللّٰهِ وَرَسُوْلِهٖ فَاِنَّآ اَعْتَدْنَا لِلْكٰفِرِيْنَ سَعِيْرًا ⑭

১৪) আৰু সেই সকলৰ ক্ষেত্ৰত, যি আল্লাহ্ আৰু তেওঁৰ পয়গম্বৰত বিশ্বাস নানে—আমি, নিশ্চয়েই, অবিশ্বাসী সকলৰ কাৰণে এক জ্বলন্ত শিখাৰ আয়োজন কৰিছোঁ।

وَلِلّٰهِ مُلْكُ السَّمٰوٰتِ وَالْاَرْضِ ۚ يَغْفِرُ لِمَنْ يَّشَآءُ وَيُعَذِّبُ مَنْ يَّشَآءُ ۚ وَكَانَ اللّٰهُ غَفُوْرًا رَّحِيْمًا ⑮

১৫) আৰু স্বৰ্গ সমূহ আৰু মৰ্ত্ত্য সমূহত থকা গোটেই ৰাজ্যৰ অধিকাৰী হৈছে আল্লাহ্। সেইজনাই যাকে ইচ্ছা কৰে ক্ষমা কৰে আৰু যাকে ইচ্ছা কৰে শাস্তি দিয়ে। আৰু আল্লাহ্ হৈছে অতি ক্ষমাশীল, সৰ্ব্বদা কৰুণাময়।

১৬) সেই সকল, যি পশ্চাতত থাকি যোৱাৰ ফন্দি কৰিছিল, ক'ব, যেতিয়া তোমালোকে যুদ্ধৰ পৰা লাভ সংগ্রহ কৰিবলৈ যাবা, 'আমাক তোমালোকৰ পাছে পাছে যাবলৈ দিয়াঁ।' সিহঁতে আল্লাহৰ হুকুম সলনি হোৱাৰ ইচ্ছা কৰে। কোৱাঁ, 'তোমালোকে পাছত আহিব নোৱাৰা। এইদৰে আল্লাহে পূৰ্ব্বতে কৈ থৈছে।' তেতিয়া তেওঁলোকে ক'ব, 'নহয়, তোমালোকে আমাক হিংসা কৰা।' সেইটো তেনে নহয় ; সিহঁতে সামান্য কথাৰ বাহিৰে একো বুজি নেপায়।

سَيَقُولُ الْمُخَلَّفُونَ إِذَا انْطَلَقْتُمْ إِلَىٰ مَغَانِمَ لِتَأْخُذُوهَا ذَرُونَا نَتَّبِعْكُمْ ۖ يُرِيدُونَ أَنْ يُبَدِّلُوا كَلَامَ اللَّهِ ۚ قُلْ لَنْ تَتَّبِعُونَا كَذَٰلِكُمْ قَالَ اللَّهُ مِنْ قَبْلُ ۖ فَسَيَقُولُونَ بَلْ تَحْسُدُونَنَا ۚ بَلْ كَانُوا لَا يَفْقَهُونَ إِلَّا قَلِيلًا ﴿١٦﴾

১৭) মৰুভূমিৰ আৰবৰ ভিতৰৰ ফন্দি কৰি পশ্চাতত থাকি যোৱা সকলক কোৱাঁ, 'তোমালোকক এটা বৰ সাহসী জাতিৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ আহ্বান কৰা হ'ব ; তোমালোকে সিহঁতে আত্মসমৰ্পণ নকৰালৈকে যুদ্ধ কৰিব লাগিব। তেতিয়া হ'লে, তোমালোকে যদি কথা শুনা, আল্লাহে তোমালোকক এটা ভাল পুৰস্কাৰ দিব, কিন্তু তোমালোকে যদি পিঠি ওভতা দিয়া, পূৰ্ব্বে পিঠি ওভতা দিয়া সকলৰ দৰে, আল্লাহে তোমালোকক কষ্টকৰ শাস্তি দিব।'

قُلْ لِلْمُخَلَّفِينَ مِنَ الْأَعْرَابِ سَتُدْعَوْنَ إِلَىٰ قَوْمٍ أُولِي بَأْسٍ شَدِيدٍ تُقَاتِلُونَهُمْ أَوْ يُسْلِمُونَ ۖ فَإِنْ تُطِيعُوا يُؤْتِكُمُ اللَّهُ أَجْرًا حَسَنًا ۖ وَإِنْ تَتَوَلَّوْا كَمَا تَوَلَّيْتُمْ مِنْ قَبْلُ يُعَذِّبْكُمْ عَذَابًا أَلِيمًا ﴿١٧﴾

১৮) অন্ধৰ ওপৰত কোনো দোষাৰোপ কৰা নহ'ব, খোৰাৰ ওপৰত কৰা নহ'ব, বেমাৰীৰ ওপৰত কৰা নহ'ব, যদি তেওঁলোকে যুদ্ধ কৰিবলৈ আগ বাঢ়ি নাহে। আৰু যেয়েই আল্লাহ্ আৰু পয়গম্বৰৰ বাধ্য হয়, সেইজনাই তেওঁক সুন্দৰ নিঝৰা প্ৰবাহ কৰা উদ্যান সমূহত প্ৰৱেশ কৰিবলৈ দিব ; কিন্তু যেয়ে পিঠি ঘূৰাই দিয়ে, তেওঁক সেইজনাই এক কঠোৰ শাস্তি বিহিব।

لَيْسَ عَلَى الْأَعْمَىٰ حَرَجٌ وَلَا عَلَى الْأَعْرَجِ حَرَجٌ وَلَا عَلَى الْمَرِيضِ حَرَجٌ ۗ وَمَنْ يُطِعِ اللَّهَ وَرَسُولَهُ يُدْخِلْهُ جَنَّاتٍ تَجْرِي مِنْ تَحْتِهَا الْأَنْهَارُ ۖ وَمَنْ يَتَوَلَّ يُعَذِّبْهُ عَذَابًا أَلِيمًا ﴿١٨﴾

১৯) নিশ্চয়েই, আল্লাহ্ বিশ্বাসী সকলৰ ওপৰত সুপ্ৰসন্ন হৈছিল, যেতিয়া তেওঁলোকে গছ জোপাৰ তলত তোমাৰ আনুগত্য স্বীকাৰ কৰি শপত লৈছিল, আৰু সেইজনাই তেওঁলোকৰ অন্তৰত কি আছিল জানিছিল, আৰু সেইজনাই তেওঁলোকলৈ শান্তি নমাই পঠিয়ালে, আৰু সেইজনাই

لَقَدْ رَضِيَ اللَّهُ عَنِ الْمُؤْمِنِينَ إِذْ يُبَايِعُونَكَ تَحْتَ الشَّجَرَةِ فَعَلِمَ مَا فِي قُلُوبِهِمْ فَأَنْزَلَ السَّكِينَةَ

তেওঁলোকক পুৰস্কৃত কৰিলে এটা সদ্যহতে হ'বলগীয়া বিজয়েৰে,

عَلَيْهِمْ وَأَثَابَهُمْ فَتْحًا قَرِيبًا ﴿١٩﴾

২০) আৰু বহু ৰণ-সম্পদেৰে, যিটো তেওঁলোকে ল'ব। আল্লাহ্ হৈছে শক্তিশালী, জ্ঞানী।

وَمَغَانِمَ كَثِيرَةً يَأْخُذُونَهَا ۗ وَكَانَ اللَّهُ عَزِيزًا حَكِيمًا ﴿٢٠﴾

২১) আল্লাহে তোমালোকক বহুতো ৰণ-সম্পদ লাভ কৰাৰ প্ৰতিশ্ৰুতি দিছে আৰু সেইজনাই এইটো তোমালোকক আগতীয়াকৈ দি থৈছে, আৰু অন্য মানুহক তোমালোকক আক্ৰমণ কৰাৰ পৰা বাধা দিছে, যাতে ই এটা বিশ্বাসী সকলৰ কাৰণে চিহ্ন হ'ব পাৰে, আৰু যাতে সেইজনাই তোমালোকক এটা শুদ্ধ পথেৰে লৈ যাব পাৰে;

وَعَدَكُمُ اللَّهُ مَغَانِمَ كَثِيرَةً تَأْخُذُونَهَا فَعَجَّلَ لَكُمْ هَٰذِهِ وَكَفَّ أَيْدِيَ النَّاسِ عَنكُمْ وَلِتَكُونَ آيَةً لِّلْمُؤْمِنِينَ وَيَهْدِيَكُمْ صِرَاطًا مُّسْتَقِيمًا ﴿٢١﴾

২২) আৰু সেইজনাই তোমালোকক প্ৰতিশ্ৰুতি দিছে আৰু এটা বিজয়ৰ, যিটো তোমালোকে এতিয়াও সফল কৰিব পৰা নাই, কিন্তু আল্লাহে, নিশ্চয়েই, ইয়াক সাধন কৰি থৈছে। আৰু আল্লাহৰ সকলো বস্তুৰ ওপৰত প্ৰভুত্ব আছে।

وَأُخْرَىٰ لَمْ تَقْدِرُوا عَلَيْهَا قَدْ أَحَاطَ اللَّهُ بِهَا ۚ وَكَانَ اللَّهُ عَلَىٰ كُلِّ شَيْءٍ قَدِيرًا ﴿٢٢﴾

২৩) আৰু যিসকলে অবিশ্বাস কৰে, আৰু তেওঁলোকে যদি তোমালোকৰ ওপৰত সংগ্ৰাম কৰে, সিহঁতে, নিশ্চয়েই, সিহঁতৰ পিঠি ঘূৰাব; তেতিয়া সিহঁতে ৰক্ষকও নেপাব, নতুবা সহায়কাৰীও নেপাব।

وَلَوْ قَاتَلَكُمُ الَّذِينَ كَفَرُوا لَوَلَّوُا الْأَدْبَارَ ثُمَّ لَا يَجِدُونَ وَلِيًّا وَلَا نَصِيرًا ﴿٢٣﴾

২৪) এই ধৰণৰেই হৈছে আল্লাহৰ চিৰস্থায়ী আচৰণ আৰু তোমালোকে আল্লাহৰ আচৰণৰ কোনো পৰিবৰ্ত্তন দেখিবলৈ নেপাবা।

سُنَّةَ اللَّهِ الَّتِي قَدْ خَلَتْ مِن قَبْلُ ۖ وَلَن تَجِدَ لِسُنَّةِ اللَّهِ تَبْدِيلًا ﴿٢٤﴾

২৫) আৰু সেইজনাই আছিল তেওঁ, যি মক্কাৰ উপত্যকাত সিহঁতক তোমালোকক আক্ৰমণ কৰাৰ পৰা বিৰত ৰাখিছিল আৰু তোমালোকক বিৰত কৰিছিল সিহঁতক আক্ৰমণ কৰাৰ পৰা, তোমালোকক সিহঁতৰ ওপৰত বিজয়ী হ'বলৈ দিয়াৰ পাছত। আৰু আল্লাহে তোমালোকে কি কৰা সকলো দেখি থাকে।

وَهُوَ الَّذِي كَفَّ أَيْدِيَهُمْ عَنكُمْ وَأَيْدِيَكُمْ عَنْهُم بِبَطْنِ مَكَّةَ مِن بَعْدِ أَنْ أَظْفَرَكُمْ عَلَيْهِمْ ۚ وَكَانَ اللَّهُ بِمَا تَعْمَلُونَ بَصِيرًا ﴿٢٥﴾

২৬) সিহঁতেই আছিল অবিশ্বাসী সকল, যি তোমালোকৰ পৱিত্ৰ মছজিদত প্ৰবেশ কৰা নিষেধ

هُمُ الَّذِينَ كَفَرُوا وَصَدُّوكُمْ عَنِ الْمَسْجِدِ الْحَرَامِ

وَالْهَدْيَ مَعْكُوفًا أَنْ يَبْلُغَ مَحِلَّهُ ۚ وَلَوْلَا رِجَالٌ
مُؤْمِنُونَ وَنِسَاءٌ مُؤْمِنَاتٌ لَمْ تَعْلَمُوهُمْ أَنْ
تَطَئُوهُمْ فَتُصِيبَكُمْ مِنْهُمْ مَعَرَّةٌ بِغَيْرِ عِلْمٍ ۖ
لِيُدْخِلَ اللَّهُ فِي رَحْمَتِهِ مَنْ يَشَاءُ ۚ لَوْ تَزَيَّلُوا
لَعَذَّبْنَا الَّذِينَ كَفَرُوا مِنْهُمْ عَذَابًا أَلِيمًا ﴿٢٥﴾

কৰিছিল আৰু আল্লাহলৈ উচৰ্গা কৰা বস্তুবোৰ উচৰ্গা স্থান গৈ পোৱাত বাধা দিছিল। আৰু যদিহে কিছুমান বিশ্বাসী পুৰুষ আৰু কিছুমান বিশ্বাসী নাৰী সেই সময়ত মক্কাত নেথাকিলেহেঁতেন, আৰু তেওঁলোকক তোমালোকে চিনি নেপাই উচ্ছন্ন কৰাৰ আশঙ্কা নেথাকিলেহেঁতেন, আৰু যাৰ ফলত, তেওঁলোকৰ কাৰণে, তোমালোক অনিচ্ছাকৃত পাপৰ ভাগী নহ'লাহেঁতেন, সেইজনাই তোমালোকক সংগ্ৰাম কৰাৰ অনুমতি দিলে-হেঁতেন, কিন্তু সেইজনাই তোমালোকক বিৰত কৰিলে, যাতে সেইজনাই নিজৰ ইচ্ছা অনুযায়ী মানৱক তেওঁৰ কৃপাৰ অন্তৰ্ভুক্তি কৰিব পাৰে। যদি তেওঁলোকক অবিশ্বাসী সকলৰ পৰা স্পষ্টভাৱে পৃথক কৰা হ'লহেঁতেন, আমি নিশ্চয়েই, অবিশ্বাসীসকলক এটা কঠোৰ শাস্তি দিলো-হেঁতেন।

إِذْ جَعَلَ الَّذِينَ كَفَرُوا فِي قُلُوبِهِمُ الْحَمِيَّةَ حَمِيَّةَ
الْجَاهِلِيَّةِ فَأَنْزَلَ اللَّهُ سَكِينَتَهُ عَلَىٰ رَسُولِهِ وَ
عَلَى الْمُؤْمِنِينَ وَأَلْزَمَهُمْ كَلِمَةَ التَّقْوَىٰ وَكَانُوا
ع أَحَقَّ بِهَا وَأَهْلَهَا ۚ وَكَانَ اللَّهُ بِكُلِّ شَيْءٍ عَلِيمًا ﴿٢٦﴾

২৭) যেতিয়া সেই অবিশ্বাসী সকলে তেওঁলোকৰ অন্তৰত অহঙ্কাৰপূৰ্ণ কোপভাব পোষণ কৰিছিল---অজ্ঞতাৰ যুগৰ কোপভাব, আল্লাহে সেইজনাৰ শক্তি নমাই পঠিয়ালে সেইজনাৰ পয়গম্বৰ আৰু বিশ্বাসী সকললৈ, আৰু তেওঁলোকক সততাৰ মূলমন্ত্ৰ দৃঢ়ভাৱে অৱলম্বন কৰিবলৈ দিলে, আৰু তেওঁলোক ইয়াৰ বেছি যোগ্য আছিল আৰু ইয়াৰ কাৰণে বেছি উপযুক্ত আছিল। আৰু আল্লাহে সকলো কথা ভালদৰে জানে।

لَقَدْ صَدَقَ اللَّهُ رَسُولَهُ الرُّؤْيَا بِالْحَقِّ ۖ لَتَدْخُلُنَّ
الْمَسْجِدَ الْحَرَامَ إِنْ شَاءَ اللَّهُ آمِنِينَ مُحَلِّقِينَ
رُءُوسَكُمْ وَمُقَصِّرِينَ لَا تَخَافُونَ ۖ فَعَلِمَ مَا لَمْ

২৮) আল্লাহে, বাস্তৱতে, তেওঁৰ পয়গম্বৰৰ কাৰণে সেই কাল্পনিক বিষয়টো সত্যত পৰিণত কৰিলে। তোমালোকে, নিশ্চয়েই, যদি আল্লাহে ইচ্ছা কৰে, নিৰাপত্তাৰে সৈতে, পবিত্ৰ মছজিদত প্ৰৱেশ কৰিবা, তোমালোকৰ কিছুমানে মূৰৰ চুলি সম্পূৰ্ণ খুৰোৱা অৱস্থাত আৰু আন কিছুমানে চুটিকৈ কটা অৱস্থাত, তোমালোকৰ কোনো ভয়ৰ কাৰণ নেথাকিব। কিন্তু, সেইজনাই জানিছিল

যিটো তোমালোকে নেজানিছিলা। আল্লাহে, সত্যতে, তোমালোকৰ কাৰণে নিৰ্দ্দেশ দি থৈছে, তাৰ উপৰিও, এটা সদ্যহতে হ'বলগীয়া বিজয়।

تَعْلَمُوْا فَجَعَلَ مِنْ دُوْنِ ذٰلِكَ فَتْحًا قَرِيْبًا ﴿٢٨﴾

২৯) তেৱেঁই হৈছে সেইজনা যি তেওঁৰ পয়গম্বৰক সুপথ প্ৰদৰ্শন আৰু সত্য ধৰ্ম্মৰ সৈতে পঠিয়াইছে, যাতে সেইজনাই এই ধৰ্ম্মক আন প্ৰত্যেকটো ধৰ্ম্মৰ ওপৰত প্ৰভুত্ব দি প্ৰতিষ্ঠা কৰিব পাৰে। আৰু সাক্ষী স্বৰূপে আল্লাহেই যথেষ্ট।

هُوَ الَّذِيْٓ اَرْسَلَ رَسُوْلَهٗ بِالْهُدٰى وَدِيْنِ الْحَقِّ
لِيُظْهِرَهٗ عَلَى الدِّيْنِ كُلِّهٖ ۗ وَكَفٰى بِاللّٰهِ شَهِيْدًا ﴿٢٩﴾

৩০) মোহম্মদ্ হৈছে আল্লাহৰ পয়গম্বৰ। আৰু যি সকল তেওঁৰ সৈতে আছে তেওঁলোক হৈছে অবিশ্বাসী সকলৰ আগত হাৰ নমনা আৰু নিজৰ ভিতৰত মৰমিয়াল। তোমালোকে তেওঁলোকক দেখিবলৈ পোৱা, আল্লাহৰ করুণা আৰু সন্তুষ্টি বিচাৰি, প্ৰাৰ্থনাত মূৰ দোওঁৱা আৰু সাষ্টাঙ্গে পৰি যোৱা। তেঁওলোকৰ গুণৰ চিনবোৰ দেখা যায় তেওঁলোকৰ কপালত, সাষ্টাঙ্গে পৰাৰ দাগ ৰূপে। এইটোৱেই হৈছে তেওঁলোকৰ বৰ্ণনা তৌৰিদত। আৰু ইঞ্জিলত তেওঁলোকৰ বৰ্ণনা হৈছে এটা শস্যৰ গুটিৰ দৰে যি গজালি উলিয়ায় আৰু তাৰ পাছত ইয়াক শক্তিশালী কৰে; তাৰ পাছত ই শকত হৈ পৰে, আৰু নিজৰ গুৰিৰ ওপৰত দৃঢ় ভাবে থিয় দি উঠে যাতে সেইজনাই অবিশ্বাসী বিলাকক তেওঁলোকক দেখা মাত্ৰকে খঙত জ্বলি উঠা কৰিব পাৰে। আল্লাহে প্ৰতিশ্ৰুতি দিছে, তেওঁলোকৰ ভিতৰৰ সেই সকলক, যি বিশ্বাস কৰে আৰু সৎ কামত লিপ্ত থাকে, ক্ষমাৰ আৰু এটা মহান পুৰস্কাৰৰ।

مُحَمَّدٌ رَّسُوْلُ اللّٰهِ ۗ وَالَّذِيْنَ مَعَهٗٓ اَشِدَّآءُ عَلَى الْكُفَّارِ
رُحَمَآءُ بَيْنَهُمْ تَرٰىهُمْ رُكَّعًا سُجَّدًا يَّبْتَغُوْنَ فَضْلًا
مِّنَ اللّٰهِ وَرِضْوَانًا ۖ سِيْمَاهُمْ فِيْ وُجُوْهِهِمْ مِّنْ
اَثَرِ السُّجُوْدِ ۗ ذٰلِكَ مَثَلُهُمْ فِى التَّوْرٰىةِ ۖ وَمَثَلُهُمْ
فِى الْاِنْجِيْلِ ۚ كَزَرْعٍ اَخْرَجَ شَطْـَٔهٗ فَاٰزَرَهٗ فَاسْتَغْلَظَ
فَاسْتَوٰى عَلٰى سُوْقِهٖ يُعْجِبُ الزُّرَّاعَ لِيَغِيْظَ بِهِمُ
الْكُفَّارَ ۗ وَعَدَ اللّٰهُ الَّذِيْنَ اٰمَنُوْا وَعَمِلُوا الصّٰلِحٰتِ
مِنْهُمْ مَّغْفِرَةً وَّاَجْرًا عَظِيْمًا ﴿٣٠﴾

سُوْرَةُ الْحُجُرٰتِ مَدَنِيَّةٌ (٤٩) رُكُوْعَاتُهَا ٢ اٰيَاتُهَا ١٨

চুৰা ৪৯ AL-HUJURAT আল-হুজৰাত (মদিনাত অৱতীর্ণ)

১) সুপ্ৰসন্ন, কৰুণাময়, আল্লাহৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

২) হে' বিশ্বাসী সকল! আল্লাহ্ আৰু তেওঁৰ পয়গম্বৰৰ আগত উগ্ৰ নহবাইঁক, কিন্তু আল্লাহলৈ ভয় কৰিবাইঁক। প্ৰকৃততে, আল্লাহে সকলো শুনে, সকলো দেখে।

يٰٓاَيُّهَا الَّذِيْنَ اٰمَنُوْا لَا تُقَدِّمُوْا بَيْنَ يَدَيِ اللّٰهِ وَرَسُوْلِهٖ وَاتَّقُوا اللّٰهَ ۭ اِنَّ اللّٰهَ سَمِيْعٌ عَلِيْمٌ ②

৩) হে' বিশ্বাসী সকল! তোমালোকৰ কণ্ঠস্বৰ পয়গম্বৰ জনৰ কণ্ঠস্বৰতকৈ উৰ্দ্ধতম নকৰিবা, অথবা তোমালোকৰ নিজৰ ভিতৰত উচ্চ স্বৰে কথা পতাৰ দৰে তেওঁৰ লগত কথা পাতোঁতে উচ্চস্বৰে নেপাতিবা, যাতে তোমালোকৰ সুকৰ্ম্মৰ সুফল নিজে গম নোপোৱাত নষ্ট নহয়।

يٰٓاَيُّهَا الَّذِيْنَ اٰمَنُوْا لَا تَرْفَعُوْٓا اَصْوَاتَكُمْ فَوْقَ صَوْتِ النَّبِيِّ وَلَا تَجْهَرُوْا لَهٗ بِالْقَوْلِ كَجَهْرِ بَعْضِكُمْ لِبَعْضٍ اَنْ تَحْبَطَ اَعْمَالُكُمْ وَاَنْتُمْ لَا تَشْعُرُوْنَ ③

৪) প্ৰকৃততে, যি সকলে আল্লাহৰ পয়গম্বৰৰ আগত নিজৰ কণ্ঠস্বৰ মৃদু কৰে—তেওঁলোকেই হৈছে সেই সকল, যাৰ অন্তঃকৰণ আল্লাহে সততাৰ কাৰণে পৱিত্ৰ কৰিছে।

সেই সকলৰ কাৰণে আছে ক্ষমা আৰু এটা মহান পুৰস্কাৰ।

اِنَّ الَّذِيْنَ يَغُضُّوْنَ اَصْوَاتَهُمْ عِنْدَ رَسُوْلِ اللّٰهِ اُولٰۗىِٕكَ الَّذِيْنَ امْتَحَنَ اللّٰهُ قُلُوْبَهُمْ لِلتَّقْوٰى ۭ لَهُمْ مَّغْفِرَةٌ وَّاَجْرٌ عَظِيْمٌ ④

৫) যি সকলে তোমাৰ নিজস্ব বাসস্থানৰ বাহিৰৰ পৰা চিঞৰি সম্বোধন কৰে—তেওঁলোকৰ বেছি ভাগৰেই কাণ্ডজ্ঞান নাই।

اِنَّ الَّذِيْنَ يُنَادُوْنَكَ مِنْ وَّرَاۗءِ الْحُجُرٰتِ اَكْثَرُهُمْ لَا يَعْقِلُوْنَ ⑤

৬) আৰু যদি তেওঁলোকে তুমি ঘৰৰ পৰা ওলাই তেওঁলোকৰ ওচৰলৈ অহালৈকে ধৈৰ্য্যেৰ অপেক্ষা কৰিলেহেঁতেন, এইটো তেওঁলোকৰ কাৰণে বেছি উত্তম হ'লহেঁতেন। কিন্তু আল্লাহ্ অতিশয় ক্ষমাশীল, দয়ালু।

وَلَوْ اَنَّهُمْ صَبَرُوْا حَتّٰى تَخْرُجَ اِلَيْهِمْ لَكَانَ خَيْرًا لَّهُمْ ۭ وَاللّٰهُ غَفُوْرٌ رَّحِيْمٌ ⑥

৭) 'হে' বিশ্বাসী সকল, যদি এদল অসৎ প্ৰকৃতিৰ মানুহে তোমালোকলৈ কোনো সংবাদ আনে, ইয়াৰ

يٰٓاَيُّهَا الَّذِيْنَ اٰمَنُوْٓا اِنْ جَاۗءَكُمْ فَاسِقٌۢ بِنَبَاٍ

সম্পূৰ্ণ ভাৱে তদন্ত কৰিবাহঁক, জানোচা তোমালোকে নজনাত এটা জাতিৰ অপকাৰ কৰি পেলোৱা, আৰু পাছত নিজৰ ভুলকামৰ কাৰণে পস্তোৱা।

فَتَبَيَّنُوْٓا اَنْ تُصِيْبُوْا قَوْمًاۢ بِجَهَالَةٍ فَتُصْبِحُوْا عَلٰى مَا فَعَلْتُمْ نٰدِمِيْنَ ۝٦

৮) আৰু জানি থোৱা, যে, তোমালোকৰ মাজতে আছে আল্লাহৰ পয়গম্বৰ ; তেওঁ যদি বহু বিষয়ত তোমালোকৰ ইচ্ছাৰ অনুসৰণ কৰে, তোমালোকে, অৱশ্যেই, বিপদত পৰিবা ; কিন্তু আল্লাহে ধৰ্ম্মটো তোমালোকৰ প্ৰতি প্ৰিয় কৰি তুলিছে আৰু ইয়াক তোমালোকৰ অন্তৰৰ প্ৰতি দেখিবলৈ ধুনীয়া কৰি তুলিছে, আৰু সেইজনাই অবিশ্বাস, অসততা আৰু অবাধ্যতা তোমালোকৰ কাৰণে ঘৃণনীয় কৰিছে। এনেকুৱাই, বাস্তৱতে হয় সেই সকল যি শুদ্ধ পথ অনুসৰণ কৰে,

وَاعْلَمُوْٓا اَنَّ فِيْكُمْ رَسُوْلَ اللّٰهِ ۭ لَوْ يُطِيْعُكُمْ فِيْ كَثِيْرٍ مِّنَ الْاَمْرِ لَعَنِتُّمْ وَلٰكِنَّ اللّٰهَ حَبَّبَ اِلَيْكُمُ الْاِيْمَانَ وَزَيَّنَهٗ فِيْ قُلُوْبِكُمْ وَكَرَّهَ اِلَيْكُمُ الْكُفْرَ وَالْفُسُوْقَ وَالْعِصْيَانَ ۭ اُولٰۗىِٕكَ هُمُ الرّٰشِدُوْنَ ۝٧

৯) আল্লাহৰ প্ৰসন্নতা আৰু অনুগ্ৰহক্ৰমে। আৰু আল্লাহ্ সৰ্বজ্ঞ, জ্ঞানী।

فَضْلًا مِّنَ اللّٰهِ وَنِعْمَةً ۭ وَاللّٰهُ عَلِيْمٌ حَكِيْمٌ ۝٨

১০) আৰু দুইদল বিশ্বাসীয়ে যদি নিজৰ ভিতৰত যুদ্ধ কৰে, তেওঁলোকৰ মাজত শান্তি স্থাপন কৰাঁ, যদি তাৰ পাছত এটা দলে আনটোৰ বিৰুদ্ধে সীমা লঙ্ঘন কৰে, সেই লঙ্ঘনকাৰী দলটোৰ বিৰুদ্ধে, সিহঁত আল্লাহৰ হুকুম মান্য নকৰালৈকে, সংগ্ৰাম কৰাহঁক। তেতিয়া যদি ই আল্লাহৰ হুকুমলৈ ঘূৰি আহে, তেওঁলোকৰ ভিতৰত সমতাৰে সৈতে শান্তি স্থাপন কৰা, আৰু সকলো কাম ন্যায়েৰে কৰাহঁক। সত্যতে, আল্লাহে ন্যায় পৰায়ণ জনক ভাল পায়।

وَاِنْ طَاۗىِٕفَتٰنِ مِنَ الْمُؤْمِنِيْنَ اقْتَتَلُوْا فَاَصْلِحُوْا بَيْنَهُمَا ۚ فَاِنْۢ بَغَتْ اِحْدٰىهُمَا عَلَي الْاُخْرٰى فَقَاتِلُوا الَّتِيْ تَبْغِيْ حَتّٰى تَفِيْۗءَ اِلٰٓى اَمْرِ اللّٰهِ ۚ فَاِنْ فَاۗءَتْ فَاَصْلِحُوْا بَيْنَهُمَا بِالْعَدْلِ وَاَقْسِطُوْا ۭ اِنَّ اللّٰهَ يُحِبُّ الْمُقْسِطِيْنَ ۝٩

১১) নিশ্চয়েই, সকলো বিশ্বাসী ইজন সিজনৰ ভ্ৰাতৃ। গতিকে নিজৰ ভ্ৰাতৃবৰ্গৰ মাজত শান্তি প্ৰতিষ্ঠা কৰাহঁক, আৰু আল্লাহক ভয় কৰা যাতে তোমালোকৰ প্ৰতি কৰুণা দেখুওৱা যাব পাৰে।

اِنَّمَا الْمُؤْمِنُوْنَ اِخْوَةٌ فَاَصْلِحُوْا بَيْنَ اَخَوَيْكُمْ وَاتَّقُوا اللّٰهَ لَعَلَّكُمْ تُرْحَمُوْنَ ۝١٠

১২) হে' বিশ্বাসী সকল! এটা জাতিয়ে আন এটা জাতিক উপহাস কৰিব নেপায়, জানোচা তেওঁলোক উপহাস কৰোঁতা জাতিতকৈ বেছি উত্তম, অথবা এক সমষ্টি তিৰোতাক আন এটা

يٰٓاَيُّهَا الَّذِيْنَ اٰمَنُوْا لَا يَسْخَرْ قَوْمٌ مِّنْ قَوْمٍ عَسٰٓى اَنْ يَّكُوْنُوْا خَيْرًا مِّنْهُمْ وَلَا نِسَاۗءٌ مِّنْ نِّسَاۗءٍ عَسٰٓى

أَنْ يَكُنَّ خَيْرًا مِّنْهُنَّ ۚ وَلَا تَلْمِزُوٓا أَنفُسَكُمْ وَلَا
تَنَابَزُوا بِالْأَلْقَابِ ۖ بِئْسَ الِاسْمُ الْفُسُوقُ بَعْدَ
الْإِيمَانِ ۚ وَمَن لَّمْ يَتُبْ فَأُولَٰٓئِكَ هُمُ الظَّٰلِمُونَ ﴿١١﴾

তিৰোতাৰ দলক উপহাস কৰিবলৈ নিদিবা, জানোচা উপহাসিত দলটো ইটো দলতকৈ বেছি উত্তম। আৰু তোমালোকৰ সম্প্ৰদায়ৰ অপবাদ নকৰিবা, বা ইজনে সিজনক উপলুঙা কৰি নেমাতিবা। এবাৰ বিশ্বাস আনাৰ পাছত অশুভ নামেৰে সম্বোধিত হ'বলগীয়া হোৱাটো বৰ বেয়া কথা; আৰু যি অনুতাপ নকৰে, এওঁলোকেই হয় দোষী সকল।

يَٰٓأَيُّهَا الَّذِينَ ءَامَنُوا اجْتَنِبُوا كَثِيرًا مِّنَ الظَّنِّ إِنَّ
بَعْضَ الظَّنِّ إِثْمٌ ۖ وَلَا تَجَسَّسُوا وَلَا يَغْتَب
بَّعْضُكُم بَعْضًا ۚ أَيُحِبُّ أَحَدُكُمْ أَن يَأْكُلَ لَحْمَ
أَخِيهِ مَيْتًا فَكَرِهْتُمُوهُ ۚ وَاتَّقُوا اللَّهَ ۚ إِنَّ اللَّهَ
تَوَّابٌ رَّحِيمٌ ﴿١٢﴾

১৩) হে' বিশ্বাসী সকল! সন্দেহ কৰা অভ্যাসটোৰ পৰা দূৰত থাকা; কিয়নো সন্দেহ কৰাটো কিছুমান ক্ষেত্ৰত এটা পাপ। আৰু ইজনে সিজনৰ ওপৰত চোৰাংচোৱাৰ কাম নকৰিবা, নতুবা পিঠিৰ পাছত বদনামো নকৰিবা। তোমালোকৰ কোনোবাই নিজৰ মৃত ভ্ৰাতৃৰ মঙহ খাবলৈ ইচ্ছা কৰানে? নিশ্চয়েই, তোমালোকে এনে কথা ঘৃণা কৰিবা। আৰু আল্লাহলৈ ভয় কৰাহঁক, নিশ্চয়েই আল্লাহ্ সহানুভূতি আৰু দয়াৰে বাৰম্বাৰ ঘূৰি আহে।

يَٰٓأَيُّهَا النَّاسُ إِنَّا خَلَقْنَٰكُم مِّن ذَكَرٍ وَأُنثَىٰ
وَجَعَلْنَٰكُمْ شُعُوبًا وَقَبَآئِلَ لِتَعَارَفُوٓا ۚ إِنَّ
أَكْرَمَكُمْ عِندَ اللَّهِ أَتْقَىٰكُمْ ۚ إِنَّ اللَّهَ عَلِيمٌ
خَبِيرٌ ﴿١٣﴾

১৪) 'হে মানৱজাতি, আমি তোমালোকক এক পুৰুষ আৰু এক নাৰীৰ পৰা সৃষ্টি কৰিছোঁ; আৰু আমি তোমালোকক জাতি আৰু উপজাতিত বিভক্ত কৰিছোঁ, যাতে ইজাতিয়ে সিজাতিক চিনি পাব পাৰা। বাস্তৱতে, তোমালোকৰ ভিতৰত সৰ্বোচ্চ সম্মানীয়, আল্লাহ্‌ৰ দৃষ্টিত সেই জনেই যি তোমালোকৰ ভিতৰত আটাইতকৈ উত্তম সত-পথাৱলম্বী। নিশ্চয়েই, আল্লাহ্ সৰ্বজ্ঞ আৰু সৰ্বচেতনা সম্পন্ন।

قَالَتِ الْأَعْرَابُ ءَامَنَّا ۖ قُل لَّمْ تُؤْمِنُوا وَلَٰكِن
قُولُوٓا أَسْلَمْنَا وَلَمَّا يَدْخُلِ الْإِيمَٰنُ فِي قُلُوبِكُمْ ۖ
وَإِن تُطِيعُوا اللَّهَ وَرَسُولَهُۥ لَا يَلِتْكُم مِّنْ أَعْمَٰلِكُمْ

১৫) মৰুভূমিৰ আৰব সকলে কয়, "আমি বিশ্বাস কৰোঁ। কোৱাঁ, 'তোমালোকে এতিয়াও সত্যতে বিশ্বাস অনা নাই, বৰং তোমালোকে কোৱা উচিত, 'আমি বশ মানিছোঁ, কাৰণ আচল ধৰ্ম্ম তোমালোকৰ অন্তৰত এতিয়াও প্ৰৱেশ কৰা নাই।" কিন্তু তোমালোকে যদি আল্লাহ্ আৰু তেওঁৰ পয়গম্বৰৰ প্ৰতি বাধ্য হোৱা, সেইজনাই

তোমালোকৰ সুকৰ্ম্মৰ সুফলৰ পৰা কিঞ্চিত মানো বিয়োগ নকৰে। নিশ্চয়েই, আল্লাহ্ অতি ক্ষমাশীল, দয়ালু।

شَيْـًٔا ۚ اِنَّ اللّٰهَ غَفُوْرٌ رَّحِيْمٌ ﴿١٥﴾

১৬) বিশ্বাসী হৈছে মাত্ৰ সেই সকলেই যি সঁচাকৈয়ে আল্লাহ্ আৰু তেওঁৰ পয়গম্বৰত বিশ্বাস কৰে, আৰু তাৰ পাছত কোনো সন্দেহ পোষণ নকৰে আৰু তেওঁলোকৰ দেহা আৰু পাৰ্থিৱ সম্পত্তিৰ সৈতে আল্লাহৰ পথত পৰিশ্ৰম কৰে। এওঁলোকেই হৈছে সত্যবাদী।

اِنَّمَا الْمُؤْمِنُوْنَ الَّذِيْنَ اٰمَنُوْا بِاللّٰهِ وَرَسُوْلِهٖ ثُمَّ لَمْ يَرْتَابُوْا وَجٰهَدُوْا بِاَمْوَالِهِمْ وَاَنْفُسِهِمْ فِيْ سَبِيْلِ اللّٰهِ ۗ اُولٰٓئِكَ هُمُ الصّٰدِقُوْنَ ﴿١٦﴾

১৭) কোৱাঁ, ‘তোমালোকে আল্লাহক তোমালোকৰ ধৰ্ম্মৰ বিষয়ে জনাবলৈ ইচ্ছা কৰা নেকি, যি ক্ষেত্ৰত আল্লাহে স্বৰ্গ সমূহত থকা আৰু মৰ্ত্ত্যত থকা সকলো বস্তুৰ বিষয়ে অৱগত, আৰু যি স্থলত আল্লাহে সকলো কথা ভালদৰে জানে ?

قُلْ اَتُعَلِّمُوْنَ اللّٰهَ بِدِيْنِكُمْ ۗ وَاللّٰهُ يَعْلَمُ مَا فِي السَّمٰوٰتِ وَمَا فِي الْاَرْضِ ۗ وَاللّٰهُ بِكُلِّ شَيْءٍ عَلِيْمٌ ﴿١٧﴾

১৮) তেওঁলোকে ইছলাম ধৰ্ম্ম গ্ৰহণ কৰি তোমাক এটা অনুগ্ৰহ কৰিছে বুলি ভবাৰ লক্ষণ দেখুৱায়। কোৱাঁ, ‘ইছলাম গ্ৰহণ কৰি তোমালোকে মোক এটা অনুগ্ৰহ কৰিছা বুলি নেভাবিবা। পক্ষান্তৰে, আল্লাহে তোমালোকৰ ওপৰত এটা অনুগ্ৰহ দান কৰিছে, তোমালোকক সেইজনাই সত্য ধৰ্ম্মলৈ বাট দেখুৱাই, যদিহে তোমালোক সত্যবাদী।’

يَمُنُّوْنَ عَلَيْكَ اَنْ اَسْلَمُوْا ۗ قُلْ لَّا تَمُنُّوْا عَلَيَّ اِسْلَامَكُمْ ۚ بَلِ اللّٰهُ يَمُنُّ عَلَيْكُمْ اَنْ هَدٰىكُمْ لِلْاِيْمَانِ اِنْ كُنْتُمْ صٰدِقِيْنَ ﴿١٨﴾

১৯) ‘বাস্তৱতে, আল্লাহে গোটেই স্বৰ্গ সমূহৰ আৰু মৰ্ত্ত্যৰ গোপনীয় কথা সকলো জানে। আৰু আল্লাহে তোমালোকৰ সকলো কাৰ্য্য-কলাপ দেখি থাকে।’

اِنَّ اللّٰهَ يَعْلَمُ غَيْبَ السَّمٰوٰتِ وَالْاَرْضِ ۗ وَاللّٰهُ بَصِيْرٌۢ بِمَا تَعْمَلُوْنَ ﴿١٩﴾ ع



চুৰা ৫০ QAF কাআফ (মক্কাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, পৰম কৰুণাময়, আল্লাহৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ۝١

২) আমি গৌৰৱপূৰ্ণ কোৰ্-আনখন আগ বঢ়াওঁ মৃত্যুৰ অন্তত পুনৰুত্থানৰ অনিবাৰ্য্যতাৰ প্ৰমাণ স্বৰূপে।

قٓ ۚ وَالْقُرْاٰنِ الْمَجِيْدِ ۝٢

৩) তেওঁলোকে বিস্ময় মানে যে তেওঁলোকৰ নিজৰ মাজৰ পৰাই এজন সতৰ্ককাৰীৰ আবিৰ্ভাৱ হৈছে। আৰু অবিশ্বাসী সকলে ক'ব, 'ই এটা আশ্চৰ্য্য হোৱা কথা।

بَلْ عَجِبُوْٓا اَنْ جَآءَهُمْ مُّنْذِرٌ مِّنْهُمْ فَقَالَ الْكٰفِرُوْنَ هٰذَا شَيْءٌ عَجِيْبٌ ۝٣

৪) 'কি! আমি যেতিয়া মৰি ধূলিত পৰিণত হ'ম, আমাক পুনৰ উঠাই অনা হ'ব নে? সেইটো পুনৰাগমন একেবাৰে অসম্ভৱ।'

ءَاِذَا مِتْنَا وَكُنَّا تُرَابًا ۚ ذٰلِكَ رَجْعٌۢ بَعِيْدٌ ۝٤

৫) আমি জানো পৃথিৱীখনে তেওঁলোকক কিমান পৰিমাণে টুটায় বা বৃদ্ধি কৰে, আৰু আমাৰ লগত আছে এখন গ্ৰন্থ যি সকলো কথা ৰক্ষা কৰে।

قَدْ عَلِمْنَا مَا تَنْقُصُ الْاَرْضُ مِنْهُمْ ۚ وَعِنْدَنَا كِتٰبٌ حَفِيْظٌ ۝٥

৬) নহয়, তেওঁলোকে সত্যটো তেওঁলোকলৈ অহাৰ পাছত অগ্ৰাহ্য কৰিছিল, সেই কাৰণে তেওঁলোক এটা বিবুদ্ধি অৱস্থাত আছে।

بَلْ كَذَّبُوْا بِالْحَقِّ لَمَّا جَآءَهُمْ فَهُمْ فِيْٓ اَمْرٍ مَّرِيْجٍ ۝٦

৭) তেওঁলোকে ওপৰত থকা আকাশ খনলৈ নেচাই নেকি, আমি ইয়াক কি ধৰণে সাজিছোঁ আৰু অলঙ্কৃত কৰিছোঁ; আৰু যে ইয়াত কোনো খুঁত নাই?

اَفَلَمْ يَنْظُرُوْٓا اِلَى السَّمَآءِ فَوْقَهُمْ كَيْفَ بَنَيْنٰهَا وَزَيَّنّٰهَا وَمَا لَهَا مِنْ فُرُوْجٍ ۝٧

৮) আৰু পৃথিৱীখন—আমি ইয়াক বিস্তাৰিত কৰিছোঁ, আৰু ইয়াৰ ওপৰত সুদৃঢ় পৰ্ব্বত শাৰী স্থাপন কৰিছোঁ; আৰু আমি ইয়াত প্ৰত্যেক প্ৰকাৰৰ ধুনীয়া জীৱ-জন্তু ও উদ্ভিদক গজিবলৈ দিছোঁ,

وَالْاَرْضَ مَدَدْنٰهَا وَاَلْقَيْنَا فِيْهَا رَوَاسِيَ وَاَنْۢبَتْنَا فِيْهَا مِنْ كُلِّ زَوْجٍۭ بَهِيْجٍ ۝٨

৯) আমালৈ মুখ কৰা প্ৰত্যেক ভৃত্যৰ প্ৰতি এটা জ্ঞান লাভ আৰু স্মাৰকৰ উপায় স্বৰূপে।

تَبْصِرَةً وَّذِكْرٰى لِكُلِّ عَبْدٍ مُّنِيْبٍ ٩

১০) আৰু আমি মেঘমণ্ডলৰ পৰা নমাই পঠিয়াওঁ আশীৰ্ব্বাদেৰে পৰিপূৰ্ণ পানী, আৰু আমি তাৰে সৈতে উৎপাদন কৰোঁ নানা উদ্যান আৰু বিভিন্ন প্ৰকাৰৰ শস্য,

وَنَزَّلْنَا مِنَ السَّمَآءِ مَآءً مُّبٰرَكًا فَاَنْۢبَتْنَا بِهٖ جَنّٰتٍ وَّحَبَّ الْحَصِيْدِ ١٠

১১) আৰু ওখ তালগছ ইখনৰ ওপৰত সিখন জাপ খাই থকা পাতেৰে,

وَالنَّخْلَ بٰسِقٰتٍ لَّهَا طَلْعٌ نَّضِيْدٌ ١١

১২) আমাৰ ভৃত্য সকলৰ কাৰণে এক সংস্থান স্বৰূপে; আৰু ইয়াৰে সৈতে আমি এক মৃত ভূমি মণ্ডলক সজীৱ কৰি তোলোঁ। তথাপিও ঘটিব মৃত্যুৰ অন্তত পুনৰুত্থান।

رِّزْقًا لِّلْعِبَادِ وَاَحْيَيْنَا بِهٖ بَلْدَةً مَّيْتًا كَذٰلِكَ الْخُرُوْجُ ١٢

১৩) তেওঁলোকৰ পূৰ্বে নূহৰ সম্প্ৰদায়ে সত্যটো অগ্ৰাহ্য কৰিছিল আৰু একেদৰেই অগ্ৰাহ্য কৰিছিল কুৱাঁটোৰ জাতিটোৱে আৰু থামুদৰ সম্প্ৰদায়ে,

كَذَّبَتْ قَبْلَهُمْ قَوْمُ نُوْحٍ وَّاَصْحٰبُ الرَّسِّ وَثَمُوْدُ ١٣

১৪) আৰু আদৰ সম্প্ৰদায়ে, আৰু ফেৰাউনে আৰু লুটৰ ভ্ৰাতৃবৰ্গই,

وَعَادٌ وَّفِرْعَوْنُ وَاِخْوَانُ لُوْطٍ ١٤

১৫) আৰু অৰণ্যৰ বাসিন্দা সকলে, আৰু তাব্বাৰ জাতিটোৱে। তেওঁলোকৰ সকলোৱে পয়গম্বৰ সকলক প্ৰত্যাখ্যান কৰিছিল যাৰ ফলত মোৰ পূৰ্ব্বে জনাই থোৱা শাস্তি তাঁহাতৰ ওপৰত পৰিল।

وَّاَصْحٰبُ الْاَيْكَةِ وَقَوْمُ تُبَّعٍ كُلٌّ كَذَّبَ الرُّسُلَ فَحَقَّ وَعِيْدِ ١٥

১৬) তেতিয়া হ'লে আমি প্ৰথম সৃষ্টিৰ দ্বাৰা ক্লান্ত হৈছিলোঁনে? নহয়, কিন্তু তেওঁলোক নতুন সৃষ্টি খনৰ বিষয়ে বিবুদ্ধিত আছে।

اَفَعَيِيْنَا بِالْخَلْقِ الْاَوَّلِ بَلْ هُمْ فِيْ لَبْسٍ مِّنْ خَلْقٍ جَدِيْدٍ ١٦ ع

১৭) আৰু নিশ্চয়তেই, আমি মানৱক সৃষ্টি কৰিছোঁ আৰু তেওঁৰ মনে নো তেওঁলৈ ফুচফুচাই কি কয় আমি গম পাই থাকোঁ। আৰু আমি তেওঁৰ ডিঙিৰ সিৰডালতকৈও বেছি ওচৰত থাকোঁ।

وَلَقَدْ خَلَقْنَا الْاِنْسَانَ وَنَعْلَمُ مَا تُوَسْوِسُ بِهٖ نَفْسُهٗ ۖ وَنَحْنُ اَقْرَبُ اِلَيْهِ مِنْ حَبْلِ الْوَرِيْدِ ١٧

১৮) যেতিয়া লিপিবদ্ধকাৰী দুজন ফেৰিস্তাই, তেওঁৰ সোঁ আৰু বাওঁফালে বহি, সকলো কথা লিখে;

اِذْ يَتَلَقَّى الْمُتَلَقِّيٰنِ عَنِ الْيَمِيْنِ وَعَنِ الشِّمَالِ قَعِيْدٌ ١٨

১৯) তেওঁ এনে এটা শব্দ উচ্চাৰণ নকৰে যিটো লিখিবলৈ তেওঁৰ কাষত এজন অভিভাবক স্বৰূপে ফেৰিস্তা সাজু হৈ নেথাকে,

مَا يَلْفِظُ مِن قَوْلٍ إِلَّا لَدَيْهِ رَقِيبٌ عَتِيدٌ ١٩

২০) আৰু মৃত্যুৰ অজ্ঞান অৱস্থা, নিশ্চয়েই, আহে।' এইটোৰ পৰাই তোমালোকে আঁতৰি পলাবলৈ চেষ্টা কৰিছিলা।'

وَجَاءَتْ سَكْرَةُ الْمَوْتِ بِالْحَقِّ ذَٰلِكَ مَا كُنتَ مِنْهُ تَحِيدُ ٢٠

২১) আৰু শিঙা বজোৱা হ'ব। সেইটোৱেই হ'ব আমি অঙ্গীকাৰ কৰা দিনটো।

وَنُفِخَ فِي الصُّورِ ذَٰلِكَ يَوْمُ الْوَعِيدِ ٢١

২২) আৰু প্ৰত্যেকটো আত্মা ওলাই আহিব আৰু ইয়াৰ সৈতে থাকিব এজন ফেৰিস্তা ইয়াক খেদি নিবলৈ আৰু এজন ফেৰিস্তা থাকিব সাক্ষী দিবলৈ।

وَجَاءَتْ كُلُّ نَفْسٍ مَّعَهَا سَائِقٌ وَشَهِيدٌ ٢٢

২৩) তেতিয়া আমি ক'ম, 'তুমি ইয়াৰ বিষয়ে অমনোযোগী আছিলা ; এতিয়া আমি তোমাৰ পৰ্দ্দা গুচাই দিছোঁ, আৰু তোমাৰ দৃষ্টিশক্তি প্ৰখৰ হৈ পৰিছে।'

لَّقَدْ كُنتَ فِي غَفْلَةٍ مِّنْ هَٰذَا فَكَشَفْنَا عَنكَ غِطَاءَكَ فَبَصَرُكَ الْيَوْمَ حَدِيدٌ ٢٣

২৪) আৰু তেওঁৰ সঙ্গীয়ে ক'ব, 'এইটোৱেই হ'ল মই এওঁৰ কাৰ্য্য-কলাপৰ সাজু কৰা তালিকা।'

وَقَالَ قَرِينُهُ هَٰذَا مَا لَدَيَّ عَتِيدٌ ٢٤

২৫) আমি তেওঁৰ দুয়োজন সঙ্গীকে ক'ম 'তোমালোক দুয়ো দোজখলৈ নিক্ষেপ কৰা প্ৰত্যেক অবিশ্বাসী সত্যৰ শত্ৰুক,

أَلْقِيَا فِي جَهَنَّمَ كُلَّ كَفَّارٍ عَنِيدٍ ٢٥

২৬) 'মঙ্গলৰ প্ৰতিবন্ধক হওঁতাক, আইন লঙ্ঘনকাৰীক, সন্দেহকাৰীক ;

مَّنَّاعٍ لِّلْخَيْرِ مُعْتَدٍ مُّرِيبٍ ٢٦

২৭) 'যি আল্লাহৰ বাহিৰে আৰু এজনক প্ৰভু পাতে, গতিকে, তোমালোক দুয়ো, সেইজনক কঠোৰ শাস্তিলৈ নিক্ষেপ কৰা।'

الَّذِي جَعَلَ مَعَ اللَّهِ إِلَٰهًا آخَرَ فَأَلْقِيَاهُ فِي الْعَذَابِ الشَّدِيدِ ٢٧

২৮) আল্লাহৰ সমতুল্য কৰি পতা প্ৰভুজনে ক'ব, 'হে' মোৰ প্ৰভু, মই কিন্তু তেওঁক বিদ্ৰোহ কৰিবলৈ শিকোৱা নাছিলোঁ ; কিন্তু তেওঁ নিজেই পথভ্ৰষ্ট হৈ বহুদূৰ পাইছিলগৈ।'

قَالَ قَرِينُهُ رَبَّنَا مَا أَطْغَيْتُهُ وَلَٰكِن كَانَ فِي ضَلَالٍ بَعِيدٍ ٢٨

২৯) আল্লাহে ক'ব, 'মোৰ সম্মুখত কাজিয়া নকৰিবা ; মই পূৰ্ব্বেই তোমালোকক সতৰ্কবাণী

قَالَ لَا تَخْتَصِمُوا لَدَيَّ وَقَدْ قَدَّمْتُ إِلَيْكُم

বِالْوَعِيْدِ ۞

دিছিলোঁ।

৩০) 'মই বিহা দণ্ড সলাব নোৱাৰি, আৰু মই মোৰ ভৃত্য সকলৰ প্ৰতি লেশ মাত্ৰ অন্যায়ী নহওঁ।'

مَا يُبَدَّلُ الْقَوْلُ لَدَيَّ وَمَآ اَنَا بِظَلَّامٍ لِّلْعَبِيْدِ ۞

৩১) সেই দিনাখন আমি দোজখক কম, 'তুমি পূৰ্ণ হলা নে?' আৰু ই উত্তৰ দিব, 'আৰু কোনো আহিব লগা আছে নেকি?'

يَوْمَ نَقُوْلُ لِجَهَنَّمَ هَلِ امْتَلَاْتِ وَتَقُوْلُ هَلْ مِنْ مَّزِيْدٍ ۞

৩২) আৰু স্বৰ্গৰ সৎপথাৱলম্বী সকলক ওচৰলৈ অনা হ'ব, আগৰ দৰে দূৰৰ ঠাই নহয়।

وَاُزْلِفَتِ الْجَنَّةُ لِلْمُتَّقِيْنَ غَيْرَ بَعِيْدٍ ۞

৩৩) আৰু এইবুলি কোৱা হ'ব, 'এইটোৱেই হ'ল সেই বস্তুটো যাৰ প্ৰতিশ্ৰুতি দিয়া হৈছিল তোমালোকক—প্ৰত্যেককে, যি সঘনে আল্লাহৰ ফালে মুখ কৰিছিল আৰু নিজৰ কাৰ্য্য-কলাপৰ বিষয়ে সচেতন আছিল,

هٰذَا مَا تُوْعَدُوْنَ لِكُلِّ اَوَّابٍ حَفِيْظٍ ۞

৩৪) 'যি সুপ্ৰসন্ন আল্লাহক গোপনে ভয় কৰিছিল আৰু সেইজনাৰ সম্মুখলৈ অনুতপ্ত অন্তৰেৰে আহিছিল।

مَنْ خَشِيَ الرَّحْمٰنَ بِالْغَيْبِ وَجَآءَ بِقَلْبٍ مُّنِيْبٍ ۞

৩৫) 'তোমালোকে ইয়াত শান্তিৰে সৈতে প্ৰৱেশ কৰাঁ। এইটোৱেই হ'ল চিৰকলীয়া দিন।'

اِۨدْخُلُوْهَا بِسَلٰمٍ ؕ ذٰلِكَ يَوْمُ الْخُلُوْدِ ۞

৩৬) তেওঁলোকে তাত যিহকে বাঞ্ছা কৰে পাব, আৰু আমাৰ সৈতে আছে তাতোকৈও আৰু বেছি।

لَهُمْ مَّا يَشَآءُوْنَ فِيْهَا وَلَدَيْنَا مَزِيْدٌ ۞

৩৭) আৰু এওঁলোকৰ আগতে, এওঁলোক-তকৈও বেছি শক্তিশালী, কত পুৰুষকেই যে আমি ধ্বংস নকৰিলোঁ! কিন্তু যেতিয়া শাস্তিটো আহিল, সিহঁত নিজৰ দেশত ইফাল সিফাল কৰি ব্যস্ত হৈ পৰিছিল, ইয়াৰ পৰা সৰাৰ উপায় আয়োজন কৰি: কিন্তু সিহঁতৰ কাৰণে কোনো আশ্ৰয় স্থান ওলাল নে?

وَكَمْ اَهْلَكْنَا قَبْلَهُمْ مِّنْ قَرْنٍ هُمْ اَشَدُّ مِنْهُمْ بَطْشًا فَنَقَّبُوْا فِي الْبِلَادِ ؕ هَلْ مِنْ مَّحِيْصٍ ۞

৩৮) তাতেই, বাস্তৱতে, নিহিত আছে এটা স্মাৰক সেইজনৰ কাৰণে যাৰ এখন জ্ঞান সম্পন্ন অন্তৰ আছে, অথবা, যি কৰ্ণপাত কৰে আৰু মনোযোগ দিয়ে।

اِنَّ فِيْ ذٰلِكَ لَذِكْرٰى لِمَنْ كَانَ لَهٗ قَلْبٌ اَوْ اَلْقَى السَّمْعَ وَهُوَ شَهِيْدٌ ۞

وَلَقَدْ خَلَقْنَا السَّمٰوٰتِ وَالْاَرْضَ وَمَا بَيْنَهُمَا فِيْ سِتَّةِ اَيَّامٍ ۖ وَّمَا مَسَّنَا مِنْ لُّغُوْبٍ ﴿٣٨﴾

৩৯) আৰু বাস্তৱতে, আমি স্বৰ্গসমূহ আৰু মৰ্ত্ত্যখন আৰু সিহঁতৰ মাজত থকা সকলো বস্তু ছয় সময় খণ্ডত স্ৰজিছিলোঁ আৰু কোনো ক্লান্তিয়ে আমাক স্পৰ্শ কৰা নাছিল।

فَاصْبِرْ عَلٰى مَا يَقُوْلُوْنَ وَسَبِّحْ بِحَمْدِ رَبِّكَ قَبْلَ طُلُوْعِ الشَّمْسِ وَقَبْلَ الْغُرُوْبِ ﴿٣٩﴾

৪০) গতিকে সিহঁতৰ বক্তব্য ধৈৰ্য্যেৰে সহ্য কৰা, আৰু তোমাৰ প্ৰভুৰ প্ৰশংসাবোৰৰ গুণ-কীৰ্ত্তন কৰা, সূৰ্য্যৰ উত্থানৰ পূৰ্ব্বে আৰু ইয়াৰ অস্ত হোৱাৰ পূৰ্ব্বে;

وَمِنَ الَّيْلِ فَسَبِّحْهُ وَاَدْبَارَ السُّجُوْدِ ﴿٤٠﴾

৪১) আৰু নিশাৰ কোনো কোনো ভাগতো তুমি সেইজনাৰ গৰিমা গাবাহঁক আৰু নিৰ্দ্ধাৰিত সাষ্টাঙ্গে পৰি থকা সাধনাৰ পাছতো।

وَاسْتَمِعْ يَوْمَ يُنَادِ الْمُنَادِ مِنْ مَّكَانٍ قَرِيْبٍ ﴿٤١﴾

৪২) শুনাহঁক! সেইদিনাখন যেতিয়া আহ্বান-কাৰী জনে এক ওচৰৰ ঠাইৰ পৰা আহ্বান কৰিব,

يَّوْمَ يَسْمَعُوْنَ الصَّيْحَةَ بِالْحَقِّ ۗ ذٰلِكَ يَوْمُ الْخُرُوْجِ ﴿٤٢﴾

৪৩) সেই দিনাখন যেতিয়া তেওঁলোকে সেই অনিবাৰ্য্য বিস্ফোৰণ শুনিবলৈ পাব, সেইটোৱেই হ'ব কবৰৰ পৰা ওলাই আহিবলগীয়া দিনটো।

اِنَّا نَحْنُ نُحْيٖ وَنُمِيْتُ وَاِلَيْنَا الْمَصِيْرُ ﴿٤٣﴾

৪৪) বাস্তৱতে, আমিয়েইহে জীৱন দান কৰোঁ আৰু মৃত্যু ঘটাওঁ, আৰু আমালৈকে হয় শেষ প্ৰত্যাবৰ্ত্তন।

يَوْمَ تَشَقَّقُ الْاَرْضُ عَنْهُمْ سِرَاعًا ۗ ذٰلِكَ حَشْرٌ عَلَيْنَا يَسِيْرٌ ﴿٤٤﴾

৪৫) সেই দিনাখন যেতিয়া পৃথিৱীখন ফালি পৰিব আৰু তেওঁলোকৰ অপকৰ্ম্মৰ ফল স্বৰূপে তেওঁলোক দ্ৰুত গতিৰে ওলাই আহিব—সেইটো হ'ব আমাৰ কাৰণে এটা সহজ মৃতৰ পুনৰুত্থান।

نَحْنُ اَعْلَمُ بِمَا يَقُوْلُوْنَ وَمَاۤ اَنْتَ عَلَيْهِمْ بِجَبَّارٍ ۚ فَذَكِّرْ بِالْقُرْاٰنِ مَنْ يَّخَافُ وَعِيْدِ ﴿٤٥﴾

৪৬) তেওঁলোকে কি কয় আমি ভাল দৰে জানো; আৰু তুমি তেওঁলোকক কোনো উপায়েৰে বাধ্য নকৰিবা, গতিকে, এই কোৰ্-আনৰ মাধ্যমেৰে, যি মোৰ সতৰ্কবাণীলৈ ভয় কৰে, সেইজনক উপদেশ দিয়াহঁক।

سُوْرَةُ الذّٰرِيٰتِ مَكِّيَّةٌ (٥١)

চুৰা ৫১ AL-DHARIYAT আল-ধাৰিয়ত (মক্কাত অৱতীৰ্ণ)

১) সু-প্ৰসন্ন, পৰম কৰুণাময়, আল্লাহৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

২) সেই সকলৰ দবাৰা যি প্ৰকৃত সিচঁনৰে সিচেঁ,

وَالذّٰرِيٰتِ ذَرْوًا ②

৩) তাৰ পাছত বৈ লৈ যায়,

فَالْحٰمِلٰتِ وِقْرًا ③

৪) তাৰ পাছত মৃদু গতিৰে ধাবিত হয়,

فَالْجٰرِيٰتِ يُسْرًا ④

৫) আৰু তাৰ পাছত আমাৰ নিৰ্দ্দেশত বিতৰণ কৰে,

فَالْمُقَسِّمٰتِ أَمْرًا ⑤

৬) নিশ্চয়েই, তোমালোকক অঙ্গীকাৰ কৰা বস্তুটো সত্য,

إِنَّمَا تُوْعَدُوْنَ لَصَادِقٌ ⑥

৭) আৰু বিচাৰ, নিশ্চয়েই, সংঘটিত হ'ব।

وَإِنَّ الدِّيْنَ لَوَاقِعٌ ⑦

৮) আৰু নানা গতিপথেৰে ভৰপূৰ আকাশ খনৰ দবাৰা,

وَالسَّمَاۤءِ ذَاتِ الْحُبُكِ ⑧

৯) সত্যতে, তোমালোকৰ বক্তব্যত ভ্ৰান্তি আছে।

إِنَّكُمْ لَفِيْ قَوْلٍ مُّخْتَلِفٍ ⑨

১০) সেইজনকেই মাথোন সত্যটোৰ পৰা আঁতৰাই পঠোৱা হয় যাক আঁতৰাই পঠোৱাৰ নিৰ্দ্দেশ দিয়া হৈছে।

يُّؤْفَكُ عَنْهُ مَنْ أُفِكَ ⑩

১১) অভিশপ্ত হওক মিথ্যাবাদী সকল,

قُتِلَ الْخَرّٰصُوْنَ ⑪

১২) যি গভীৰ অজ্ঞতাৰ গৰ্ভত থাকি সত্যৰ প্ৰতি অমনোযোগী হয়।

الَّذِيْنَ هُمْ فِيْ غَمْرَةٍ سَاهُوْنَ ⑫

১৩) তেওঁলোকে সুধিব, 'বিচাৰৰ দিনটো কেতিয়া হ'ব?'

يَسْـَٔلُوْنَ أَيَّانَ يَوْمُ الدِّيْنِ ⑬

১৪) কোৱাঁ, 'ই হ'ব সেইদিনা যেতিয়া তেওঁলোকক অগ্নিকুণ্ডটোৰ শাস্তিৰে শাস্তি দিয়া হ'ব।'

يَوْمَ هُمْ عَلَى النَّارِ يُفْتَنُوْنَ ⑭

১৫) আৰু তোমালোকক এই বুলি কোৱা হ'ব, 'তোমালোকে তোমালোকৰ শাস্তিৰ সোৱাদ লোৱাহঁক। এইটোৱেই তোমালোকে সোনকালে আহি পোৱাটো বাঞ্ছা কৰিছিলা।'

ذُوْقُوْا فِتْنَتَكُمْ ؕ هٰذَا الَّذِيْ كُنْتُمْ بِهٖ تَسْتَعْجِلُوْنَ ﴿١٥﴾

১৬) নিশ্চয়েই, সৎপথগামীসকল থাকিব বিভিন্ন উদ্যান আৰু নিঝৰাৰ মাজত,

اِنَّ الْمُتَّقِيْنَ فِيْ جَنّٰتٍ وَّعُيُوْنٍ ﴿١٦﴾

১৭) তেওঁলোকৰ প্ৰভুৱে তেওঁলোকক দিয়া দান গ্ৰহণ কৰি; কিয়নো তেওঁলোক তাৰ পূৰ্ব্বে সৎকামত লিপ্ত আছিল;

اٰخِذِيْنَ مَآ اٰتٰهُمْ رَبُّهُمْ ؕ اِنَّهُمْ كَانُوْا قَبْلَ ذٰلِكَ مُحْسِنِيْنَ ﴿١٧﴾

১৮) তেওঁলোকে নিশাৰ এটা কম অংশতেহে মাথোন শুইছিল;

كَانُوْا قَلِيْلًا مِّنَ الَّيْلِ مَا يَهْجَعُوْنَ ﴿١٨﴾

১৯) আৰু উষাত তেওঁলোকে প্ৰভুৰ ক্ষমা বিচাৰি প্ৰাৰ্থনা কৰিছিল;

وَبِالْاَسْحَارِ هُمْ يَسْتَغْفِرُوْنَ ﴿١٩﴾

২০) আৰু তেওঁলোকৰ ধন-সম্পত্তিত আছিল এটা অংশ সহায় ভিক্ষাকাৰী আৰু অভাৱগ্ৰস্ত সকলৰ কাৰণে।

وَفِيْٓ اَمْوَالِهِمْ حَقٌّ لِّلسَّآئِلِ وَالْمَحْرُوْمِ ﴿٢٠﴾

২১) আৰু পৃথিৱী খনত আছে চিহ্ন সমূহ সেই সকলৰ কাৰণে যাৰ বিশ্বাসৰ নিশ্চয়তা আছে,

وَفِي الْاَرْضِ اٰيٰتٌ لِّلْمُوْقِنِيْنَ ﴿٢١﴾

২২) আৰু আছে তোমালোকৰ নিজৰ গাতে তেতিয়া হ'লে তোমালোকে নেদেখা নে?

وَفِيْٓ اَنْفُسِكُمْ ؕ اَفَلَا تُبْصِرُوْنَ ﴿٢٢﴾

২৩) আৰু আকাশত আছে তোমালোকৰ সংস্থান আৰু আছে সেইটো যাৰ অঙ্গীকাৰ তোমালোকক দিয়া হৈছে।

وَفِي السَّمَآءِ رِزْقُكُمْ وَمَا تُوْعَدُوْنَ ﴿٢٣﴾

২৪) আৰু আকাশখন আৰু মৰ্ত্ত্যৰ প্ৰভুজনাৰ নামত এয়েই হ'ল প্ৰকৃত সত্য, ঠিক এনেদৰেই যে তোমাৰ বাক্-শক্তিটো সত্য।

فَوَرَبِّ السَّمَآءِ وَالْاَرْضِ اِنَّهٗ لَحَقٌّ مِّثْلَ مَآ اَنَّكُمْ تَنْطِقُوْنَ ﴿٢٤﴾

২৫) ইব্ৰাহিমৰ সম্মানিত অতিথিৰ গল্পটো তোমাৰ কাণত পৰিব নে?

هَلْ اَتٰىكَ حَدِيْثُ ضَيْفِ اِبْرٰهِيْمَ الْمُكْرَمِيْنَ ﴿٢٥﴾

২৬) যেতিয়া তেওঁলোক তেওঁলৈ আহিছিল আৰু কৈছিল, 'শান্তি!' তেওঁ উত্তৰত ক'লে, 'তোমালোকৰ ওপৰত শান্তি বৰষক।' তেওঁ ভাবিছিল যে তেওঁলোক কোনো অপৰিচিত ব্যক্তি

اِذْ دَخَلُوْا عَلَيْهِ فَقَالُوْا سَلٰمًا ؕ قَالَ سَلٰمٌ ۚ قَوْمٌ مُّنْكَرُوْنَ ﴿٢٦﴾

আছিল বুলি।

فَرَاغَ إِلَىٰٓ أَهۡلِهِۦ فَجَآءَ بِعِجۡلٍ سَمِينٍ ٢٦

২৭) আৰু তেওঁ নিৰবে ঘৰলৈ গ'ল, আৰু এটা বান্ধি থোৱা গৰু পোৱালি উলিয়াই আনিলে,

فَقَرَّبَهُۥٓ إِلَيۡهِمۡ قَالَ أَلَا تَأۡكُلُونَ ٢٧

২৮) আৰু তেওঁ ইয়াক তেওঁলোকৰ আগত থৈ ক'লে, 'আপোনালোকে নেখায় নে ?'

فَأَوۡجَسَ مِنۡهُمۡ خِيفَةًۖ قَالُواْ لَا تَخَفۡۖ وَبَشَّرُوهُ بِغُلَٰمٍ عَلِيمٍ ٢٨

২৯) আৰু তেওঁ সংশয়বোধ কৰিব ধৰিলে তেওঁলোকৰ বিষয়ে। তেওঁলোকে ক'লে, "ভয় নকৰিবাইঁক। আৰু তেওঁলোকে তেওঁক এজন জ্ঞানসম্পন্ন সুপুত্ৰৰ জন্মৰ সুসংবাদ দিলে।

فَأَقۡبَلَتِ ٱمۡرَأَتُهُۥ فِي صَرَّةٍ فَصَكَّتۡ وَجۡهَهَا وَقَالَتۡ عَجُوزٌ عَقِيمٌ ٢٩

৩০) তেতিয়া তেওঁৰ পত্নী অতিশয় অপ্ৰস্তুত হৈ ওলাই আহিল আৰু মুখখন বিদৰাই ক'লে, 'মই হ'লোঁ এগৰাকী বয়সস্থ অসাৰুৱা তিৰোতা !'

قَالُواْ كَذَٰلِكِ قَالَ رَبُّكِۖ إِنَّهُۥ هُوَ ٱلۡحَكِيمُ ٱلۡعَلِيمُ ٣٠

৩১) তেওঁলোকে ক'লে, 'তথাপিও তোমাৰ প্ৰভুৱে সেইদৰে কৈছে। নিশ্চয়েই, সেইজনা হৈছে জ্ঞানী, সৰ্ব্বজ্ঞ।'

قَالَ فَمَا خَطۡبُكُمۡ أَيُّهَا ٱلۡمُرۡسَلُونَ ٣١

৩২) ইব্ৰাহিমে ক'লে, 'হে', প্ৰেৰিত কেইজন, তোমালোকৰ অহাৰ উদ্দেশ্য কি ?'

قَالُوٓاْ إِنَّآ أُرۡسِلۡنَآ إِلَىٰ قَوۡمٍ مُّجۡرِمِينَ ٣٢

৩৩) তেওঁলোকে ক'লে, "আমাক এটা পাপী জাতিলৈ প্ৰেৰণ কৰা হৈছে।

لِنُرۡسِلَ عَلَيۡهِمۡ حِجَارَةً مِّن طِينٍ ٣٣

৩৪) 'যাতে আমি তেওঁলোকৰ ওপৰত আলতীয়া মাটিৰ চপৰা বৰষাব পাৰোঁ,

مُّسَوَّمَةً عِندَ رَبِّكَ لِلۡمُسۡرِفِينَ ٣٤

৩৫) তোমাৰ প্ৰভুৰ দবাৰা চিহ্নিত অত্যাচাৰৰ দোষত দোষী সকলৰ উদ্দেশ্যে।

فَأَخۡرَجۡنَا مَن كَانَ فِيهَا مِنَ ٱلۡمُؤۡمِنِينَ ٣٥

৩৬) আৰু আমি তাৰ পৰা বিশ্বাসী সকলৰ যি কেইজন তাত আছিল উলিয়াই আনিলোঁ।

فَمَا وَجَدۡنَا فِيهَا غَيۡرَ بَيۡتٖ مِّنَ ٱلۡمُسۡلِمِينَ ٣٦

৩৭) আৰু আমি তাত মাত্ৰ এঘৰহে মানুহ পালোঁ যি আমাৰ প্ৰতি বাধ্য আছিল।

وَتَرَكۡنَا فِيهَآ ءَايَةً لِّلَّذِينَ يَخَافُونَ ٱلۡعَذَابَ ٱلۡأَلِيمَ ٣٧

৩৮) আৰু আমি তাত এটা চিহ্ন থৈ আহিলোঁ আমাৰ কষ্টকৰ শাস্তিলৈ ভয় কৰা সকলৰ কাৰণে।

وَفِي مُوسَىٰٓ إِذۡ أَرۡسَلۡنَٰهُ إِلَىٰ فِرۡعَوۡنَ بِسُلۡطَٰنٍ مُّبِينٍ ٣٨

৩৯) আৰু আমি যেতিয়া মুচাক স্পষ্ট কৰ্তৃত্ব দি ফেৰাউনলৈ পঠিয়াইছিলোঁ তেওঁৰ গল্পটোত আমাৰ এটা চিহ্ন নিহিত আছিল।

৪০) কিন্তু তেওঁ অহঙ্কাৰত মুচাৰ পৰা মুখ ঘূৰাই দিলে, আৰু ক'লে, 'এজন যাদুকৰ, অথবা এজন বলিয়া মানুহ।'

فَتَوَلّٰى بِرُكْنِهٖ وَقَالَ سٰحِرٌ اَوْ مَجْنُوْنٌ ﴿٣٩﴾

৪১) গতিকে আমি তেওঁক আৰু তেওঁৰ সৈন্য-সামন্তক খামোচ মাৰি ধৰিলোঁ আৰু তেওঁলোকক সাগৰলৈ নিক্ষেপ কৰিলোঁ; আৰু তেওঁৰেঁই দায়ী আছিল।

فَاَخَذْنٰهُ وَجُنُوْدَهٗ فَنَبَذْنٰهُمْ فِى الْيَمِّ وَهُوَ مُلِيْمٌ ﴿٤٠﴾

৪২) আৰু আদৰ জনজাতিৰ গল্পটোত এটা চিহ্ন নিহিত আছিল, যেতিয়া আমি তেওঁলোকৰ বিৰুদ্ধে এটা ধ্বংসকাৰী ধুমুহা পঠিয়াইছিলোঁ;

وَفِىْ عَادٍ اِذْ اَرْسَلْنَا عَلَيْهِمُ الرِّيْحَ الْعَقِيْمَ ﴿٤١﴾

৪৩) ই তাৰ সম্মুখৰ পৰা কোনো বস্তুকে সাৰিবলৈ নিদিলে আৰু প্ৰত্যেককে এডোখৰ পচা হাড়ৰ দৰে কৰিলে।

مَا تَذَرُ مِنْ شَىْءٍ اَتَتْ عَلَيْهِ اِلَّا جَعَلَتْهُ كَالرَّمِيْمِ ﴿٤٢﴾

৪৪) আৰু থামুদৰ জনজাতিৰ গল্পটোত এটা চিহ্ন আছিল যেতিয়া তেওঁলোকক এইবুলি কোৱা হৈছিল, 'তোমালোকে নিজকে কিছু সময়ৰ বাবে উপভোগ কৰাইক।'

وَفِىْ ثَمُوْدَ اِذْ قِيْلَ لَهُمْ تَمَتَّعُوْا حَتّٰى حِيْنٍ ﴿٤٣﴾

৪৫) কিন্তু তেওঁলোকে তেওঁলোকৰ প্ৰভুৰ নিৰ্দেশৰ বিৰুদ্ধে বিদ্ৰোহ কৰিছিল। গতিকে তেওঁলোক থৰ লাগি চাই থকা অৱস্থাতে বজ্ৰপাতৰ দবাৰা আক্ৰান্ত হ'ল;

فَعَتَوْا عَنْ اَمْرِ رَبِّهِمْ فَاَخَذَتْهُمُ الصّٰعِقَةُ وَهُمْ يَنْظُرُوْنَ ﴿٤٤﴾

৪৬) আৰু তেওঁলোক থিয় দি উঠিব নোৱাৰিলে, নতুবা নিজকে ৰক্ষা কৰিব নোৱাৰিলে।

فَمَا اسْتَطَاعُوْا مِنْ قِيَامٍ وَّمَا كَانُوْا مُنْتَصِرِيْنَ ﴿٤٥﴾

৪৭) আৰু আমি তেওঁলোকৰ পূৰ্ব্বে নূহৰ জাতিকো ধ্বংস কৰিছিলোঁ; তেওঁলোক এটা অবাধ্য জাতি আছিল।

وَقَوْمَ نُوْحٍ مِّنْ قَبْلُ ۭ اِنَّهُمْ كَانُوْا قَوْمًا فٰسِقِيْنَ ﴿٤٦﴾

৪৮) আৰু আমি আকাশখন আমাৰ নিজ হাতেৰে গঢ়িছোঁ, আৰু বাস্তৱতে, আমাৰ বিশাল শক্তি আছে।

وَالسَّمَاۗءَ بَنَيْنٰهَا بِاَيْىدٍ وَّاِنَّا لَمُوْسِعُوْنَ ﴿٤٧﴾

৪৯) আৰু আমি পৃথিৱীখন বিস্তৃত কৰিছোঁ, আৰু কিমান যে ধুনীয়াকৈ আমি ইয়াক বিস্তৃত কৰোঁ!

وَالْاَرْضَ فَرَشْنٰهَا فَنِعْمَ الْمٰهِدُوْنَ ﴿٤٨﴾

وَمِنْ كُلِّ شَيْءٍ خَلَقْنَا زَوْجَيْنِ لَعَلَّكُمْ تَذَكَّرُونَ ﴿٥٠﴾

৫০) আৰু প্ৰত্যেক বস্তুৰে আমি যোৰা সৃষ্টি কৰিছোঁ যাতে তোমালোকে চিন্তা কৰিব পাৰা।

فَفِرُّوا إِلَى اللَّهِ إِنِّي لَكُمْ مِنْهُ نَذِيرٌ مُبِينٌ ﴿٥١﴾

৫১) গতিকে, তোমালোক আল্লাহৰ অভিমুখে ধাবিত হোৱা। নিশ্চয়েই, মই সেইজনাৰ পৰা তোমালোকলৈ অহা এজন সাধাৰণ সতৰ্ককাৰী।

وَلَا تَجْعَلُوا مَعَ اللَّهِ إِلَٰهًا آخَرَ إِنِّي لَكُمْ مِنْهُ نَذِيرٌ مُبِينٌ ﴿٥٢﴾

৫২) আৰু আল্লাহৰ সৈতে আন এজন প্ৰভু স্থাপন নকৰিবা। নিশ্চয়েই, মই সেইজনাৰ পৰা তোমালোকলৈ অহা এজন সাধাৰণ সতৰ্ককাৰী।

كَذَٰلِكَ مَا أَتَى الَّذِينَ مِنْ قَبْلِهِمْ مِنْ رَسُولٍ إِلَّا قَالُوا سَاحِرٌ أَوْ مَجْنُونٌ ﴿٥٣﴾

৫৩) তথাপিও তেওঁলোকৰ পূৰ্ব্বপুৰুষলৈকো এনে কোনো পয়গম্বৰ অহা নাছিল, যাক তেওঁলোকে আখ্যা দিয়া নাছিল, 'এজন যাদুকৰ অথবা বলিয়া মানুহ।'

أَتَوَاصَوْا بِهِ بَلْ هُمْ قَوْمٌ طَاغُونَ ﴿٥٤﴾

৫৪) তেওঁলোকে এই ধৰণৰ আচৰণ ইজনে সিজনলৈ পুৰুষানুক্ৰমে দি থৈ গৈছে নেকি? নহয়, তেওঁলোক সকলো এটা বিদ্ৰোহী জাতি।

فَتَوَلَّ عَنْهُمْ فَمَا أَنْتَ بِمَلُومٍ ﴿٥٥﴾

৫৫) গতিকে সেই বিলাকৰ পৰা আঁতৰি যোৱা; আৰু সিহঁতৰ কাৰ্য্য-কলাপৰ কাৰণে তুমি দায়ী নোহোৱা।

وَذَكِّرْ فَإِنَّ الذِّكْرَىٰ تَنْفَعُ الْمُؤْمِنِينَ ﴿٥٦﴾

৫৬) আৰু ধৰ্ম্মোপদেশ দি থাকাহঁক; কিয়নো, বাস্তৱতে, যাৰ বিশ্বাস আছে তেওঁলোক ধৰ্ম্মোপদেশৰ দ্বাৰা উপকৃত হয়।

وَمَا خَلَقْتُ الْجِنَّ وَالْإِنْسَ إِلَّا لِيَعْبُدُونِ ﴿٥٧﴾

৫৭) আৰু মই জিন্ আৰু মানুহক সৃষ্টি কৰিছোঁ এইটো অভিপ্ৰায়েৰে যাতে তেওঁলোকে মোক উপাসনা কৰে।

مَا أُرِيدُ مِنْهُمْ مِنْ رِزْقٍ وَمَا أُرِيدُ أَنْ يُطْعِمُونِ ﴿٥٨﴾

৫৮) মই তেওঁলোকৰ পৰা কোনো সংস্থান আশা নকৰোঁ, নতুবা মোক তেওঁলোকে খুৱাওক বুলিও আশা নকৰোঁ।

إِنَّ اللَّهَ هُوَ الرَّزَّاقُ ذُو الْقُوَّةِ الْمَتِينُ ﴿٥٩﴾

৫৯) নিশ্চয়েই, সেইজন হ'ল আল্লাহ্ যি হৈছে সেই মহান সংস্থান যোগাওঁতা, শক্তিৰ অধিকাৰী, শক্তিসম্পন্ন জনা।

فَإِنَّ لِلَّذِينَ ظَلَمُوا ذَنُوبًا مِثْلَ ذَنُوبِ أَصْحَابِهِمْ

৬০) গতিকে পথভ্ৰষ্ট সকলৰ ভাগ্য হ'ব, নিশ্চয়েই, অতীজ কালৰ তেওঁলোকৰ সৈতে একে

فَلَا يَسْتَعْجِلُوْنِ ﴿٦٠﴾

প্ৰকৃতিৰ আনবোৰৰ হোৱাৰ দৰে; গতিকে সিহঁতক জনাই দিয়া যাতে সিহঁতে মোক শাস্তিটো খৰখেদাকৈ আনিবলৈ আহ্বান নকৰে।

فَوَيْلٌ لِّلَّذِيْنَ كَفَرُوْا مِنْ يَّوْمِهِمُ الَّذِيْ يُوْعَدُوْنَ ﴿٦١﴾

৬১) গতিকে, অবিশ্বাসী সকলৰ কাৰণে তেওঁলোকক প্ৰতিশ্ৰুতি দিয়া তেওঁলোকৰ সেই দিনটোৰ পৰা দুৰ্ভাগ্য ঘটিব।

Part 27 Chapter 52



চুৰা ৫২ AL-TUR আল-তুৰ (মক্কাত অৱতীৰ্ণ)

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ﴿١﴾

১) সুপ্ৰসন্ন, করুণাময়, আল্লাহৰ নামত।

وَالطُّوْرِ ﴿٢﴾

২) পাহাৰটোৰ দবাৰা,

وَكِتٰبٍ مَّسْطُوْرٍ ﴿٣﴾

৩) আৰু গ্ৰন্থখনৰ দবাৰা লিখিত

فِيْ رَقٍّ مَّنْشُوْرٍ ﴿٤﴾

৪) উন্মুক্ত সাঁচিপাতত ;

وَالْبَيْتِ الْمَعْمُوْرِ ﴿٥﴾

৫) আৰু আমি সাক্ষীৰূপে আগ বঢ়াইছোঁ সঘনে ব্যৱহাৰিত গৃহটো ;

وَالسَّقْفِ الْمَرْفُوْعِ ﴿٦﴾

৬) আৰু সাক্ষী স্বৰূপে আগ বঢ়াইছোঁ উত্তোলিত আবৰণখন ;

وَالْبَحْرِ الْمَسْجُوْرِ ﴿٧﴾

৭) আৰু সাক্ষীৰূপে আগ বঢ়াইছোঁ ওফন্দি অহা সাগৰ খন ;

اِنَّ عَذَابَ رَبِّكَ لَوَاقِعٌ ﴿٨﴾

৮) তোমাৰ প্ৰভুৰ শাস্তিটো নিশ্চয়েই, ঘটি উঠিব।

مَّا لَهٗ مِنْ دَافِعٍ ﴿٩﴾

৯) ইয়াক বাধা দিব পৰা কোনো নাই।

يَّوْمَ تَمُوْرُ السَّمَآءُ مَوْرًا ﴿١٠﴾

১০) সেই দিনা যেতিয়া আকাশখন এক সাংঘাতিক আন্দোলনৰ অৱস্থাত থাকিব,

وَّتَسِيْرُ الْجِبَالُ سَيْرًا ﴿١١﴾

১১) আৰু পৰ্ব্বতৰ শাৰীবোৰ দ্ৰুত গতিৰে লৰিব,

فَوَيْلٌ يَّوْمَئِذٍ لِّلْمُكَذِّبِيْنَ ﴿١٢﴾

১২) সেইটো এটা দুৰ্ভাগ্যৰ দিন হ'ব সত্যক অগ্ৰাহ্য কৰা সকলৰ কাৰণে,

الَّذِينَ هُمْ فِي خَوْضٍ يَلْعَبُونَ (١٣)

১৩) যি তুচ্ছ জ্ঞান কৰি ভিত্তিহীন কথাত ব্যস্ত থাকে;

يَوْمَ يُدَعُّونَ إِلَىٰ نَارِ جَهَنَّمَ دَعًّا (١٤)

১৪) সেই দিনাখন যেতিয়া তেওঁলোকক দোজখৰ অগ্নিকুণ্ডটোলৈ নিক্ষেপ কৰা হ'ব এটা প্ৰবল নিক্ষেপণেৰে।

هَٰذِهِ النَّارُ الَّتِي كُنْتُمْ بِهَا تُكَذِّبُونَ (١٥)

১৫) আৰু তেওঁলোকক কোৱা হ'বঃ 'এইটোৱেই হৈছে অগ্নিকুণ্ডটো যাৰ সত্যতা তোমালোকে এটা মিছা কথা বুলি অস্বীকাৰ কৰিছিলা,

أَفَسِحْرٌ هَٰذَا أَمْ أَنْتُمْ لَا تُبْصِرُونَ (١٦)

১৬) 'এইটো তেতিয়াহ'লে যাদু নেকি? নে তোমালোকে এতিয়াও নেদেখা?

اصْلَوْهَا فَاصْبِرُوا أَوْ لَا تَصْبِرُوا سَوَاءٌ عَلَيْكُمْ ۖ
إِنَّمَا تُجْزَوْنَ مَا كُنْتُمْ تَعْمَلُونَ (١٧)

১৭) 'তোমালোক তাতেই দগ্ধ হোৱাঁ; আৰু তোমালোকে ধৈৰ্য্যশক্তি দেখুওৱা বা নেদেখুওৱা, তোমালোকৰ কাৰণে ফল একেই হ'ব। তোমালোকক মাত্ৰ যি কৰি থৈ আহিছিলা তাৰ অনুযায়ী পৰিশোধ কৰা হৈছে।'

إِنَّ الْمُتَّقِينَ فِي جَنَّاتٍ وَنَعِيمٍ (١٨)

১৮) প্ৰকৃততে, সৎপথগামী সকল, নিশ্চয়েই, উদ্যান সমূহত থাকিব আৰু থাকিব স্বৰ্গীয় সুখত,

فَاكِهِينَ بِمَا آتَاهُمْ رَبُّهُمْ وَوَقَاهُمْ رَبُّهُمْ
عَذَابَ الْجَحِيمِ (١٩)

১৯) তেওঁলোকৰ প্ৰভুৱে তেওঁলোকলৈ দিয়া দানৰ উপভোগত; আৰু তেওঁলোকৰ প্ৰভুৱে তেওঁলোকক অগ্নিকুণ্ডটোৰ শাস্তিৰ পৰা ৰক্ষা কৰিব,

كُلُوا وَاشْرَبُوا هَنِيئًا بِمَا كُنْتُمْ تَعْمَلُونَ (٢٠)

২০) আৰু সেইজনাই তেওঁলোকক ক'ব, 'তোমালোকৰ কৰ্ম্মফলৰ পুৰস্কাৰ স্বৰূপে আনন্দেৰে সৈতে খাই-বই উপভোগ কৰাহঁক।'

مُتَّكِئِينَ عَلَىٰ سُرُرٍ مَصْفُوفَةٍ ۖ وَزَوَّجْنَاهُمْ بِحُورٍ
عِينٍ (٢١)

২১) সেই দিনাখন তেওঁলোক শাৰী পাতি থোৱা শয্যাত আউঁজি বিশ্ৰাম কৰিব। আৰু আমি তেওঁলোকক লগৰীয়া ৰূপে দিম পৱিত্ৰ মৃগনয়নী কুমাৰী সকলক।

وَالَّذِينَ آمَنُوا وَاتَّبَعَتْهُمْ ذُرِّيَّتُهُمْ بِإِيمَانٍ

২২) আৰু সেই সকল, যি বিশ্বাস কৰে আৰু যাৰ ল'ৰা-ছোৱালীয়ে তেওঁলোকক বিশ্বাসত অনুসৰণ কৰে—তেওঁলোকৰ সৈতে আমি তেওঁলোকৰ

ল'ৰা-ছোৱালীক সংযোগ কৰিম। আৰু আমি তেওঁলোকৰ সুকৰ্ম্মৰ পুৰস্কাৰৰ পৰা কিঞ্চিত মানো বিয়োগ নকৰোঁ। প্ৰত্যেক ব্যক্তিয়ে নিজৰ আৰ্জ্জি থকা কৰ্ম্মফলৰ বাবে অঙ্গীকাৰবদ্ধ থাকিব।

أَلْحَقْنَا بِهِمْ ذُرِّيَّتَهُمْ وَمَا أَلَتْنَاهُم مِّنْ عَمَلِهِم مِّن شَيْءٍ ۚ كُلُّ امْرِئٍ بِمَا كَسَبَ رَهِينٌ ﴿٢١﴾

২৩) আৰু আমি তেওঁলোকৰ ওপৰত প্ৰত্যেক ৰকমৰ ফল আৰু মাংস তেওঁলোকৰ ইচ্ছা কৰা পৰিমাণে দান কৰিম।

وَأَمْدَدْنَاهُم بِفَاكِهَةٍ وَلَحْمٍ مِّمَّا يَشْتَهُونَ ﴿٢٢﴾

২৪) তাত তেওঁলোকে ইজনে সিজনলৈ আগ বঢ়াব এটা পিয়লা য'ত কোনো লঘুতা অথবা পাপ নেথাকিব।

يَتَنَازَعُونَ فِيهَا كَأْسًا لَّا لَغْوٌ فِيهَا وَلَا تَأْثِيمٌ ﴿٢٣﴾

২৫) আৰু তাত তেওঁলোকৰ শুশ্ৰূষা কৰিব তেওঁলোকৰ পুত্ৰবৰ্গই, ইমান পৱিত্ৰ যেন তেওঁলোক হ'ব সুৰক্ষিত মুক্তাৰ সদৃশ।

وَيَطُوفُ عَلَيْهِمْ غِلْمَانٌ لَّهُمْ كَأَنَّهُمْ لُؤْلُؤٌ مَّكْنُونٌ ﴿٢٤﴾

২৬) আৰু তেওঁলোকে ইজনে সিজনলৈ চাব প্ৰশ্ন কৰি।

وَأَقْبَلَ بَعْضُهُمْ عَلَىٰ بَعْضٍ يَتَسَاءَلُونَ ﴿٢٥﴾

২৭) তেওঁলোকে ক'ব, 'ইতিপূৰ্ব্বে, আমি যেতিয়া আমাৰ পৰিয়াল সমূহৰ মাজত আছিলোঁ, আমি আল্লাহৰ বিচাৰলৈ অতিশয় ভয় কৰিছিলোঁ ;

قَالُوا إِنَّا كُنَّا قَبْلُ فِي أَهْلِنَا مُشْفِقِينَ ﴿٢٦﴾

২৮) 'কিন্তু আল্লাহ্ আমাৰ প্ৰতি সুপ্ৰসন্ন হৈছে আৰু আমাক দগ্ধ কৰা জুইকুৰাৰ শাস্তিৰ পৰা ৰক্ষা কৰিছে ;

فَمَنَّ اللَّهُ عَلَيْنَا وَوَقَانَا عَذَابَ السَّمُومِ ﴿٢٧﴾

২৯) 'আমি সেইজনালৈ পূৰ্ব্বে প্ৰাৰ্থনা কৰিছিলোঁ। নিশ্চয়েই, সেইজনাই হয় মহান দাতা, অতি কৰুণাময়।'

إِنَّا كُنَّا مِن قَبْلُ نَدْعُوهُ ۖ إِنَّهُ هُوَ الْبَرُّ الرَّحِيمُ ﴿٢٨﴾

৩০) গতিকে ধৰ্ম্মোপদেশ বাৰম্বাৰ দি থাকোহঁক। তোমাৰ প্ৰভুৰ কৰুণাক্ৰমে তুমি কোনো মঙ্গল চোৰা মানুহো নহয়, অথবা বলিয়া মানুহো নহয়।

فَذَكِّرْ فَمَا أَنتَ بِنِعْمَتِ رَبِّكَ بِكَاهِنٍ وَلَا مَجْنُونٍ ﴿٢٩﴾

৩১) তেওঁলোকে কয় নেকি, 'তেওঁ এজন কবি ; আমি সময়ে তেওঁৰ ওপৰলৈ কিবা এটা বিপৰ্য্যয় অনালৈ অপেক্ষা কৰিছোঁ ?'

أَمْ يَقُولُونَ شَاعِرٌ نَّتَرَبَّصُ بِهِ رَيْبَ الْمَنُونِ ﴿٣٠﴾

৩২) কোৱাঁ, তেতিয়া হ'লে তোমালোকে অপেক্ষা কৰাহঁক, মইও তোমালোকৰ ভিতৰত অপেক্ষা কৰা সকলৰ সৈতে আছোঁ।' قُلْ تَرَبَّصُوْا فَاِنِّيْ مَعَكُمْ مِّنَ الْمُتَرَبِّصِيْنَ ؕ ﴿٣١﴾

৩৩) সিহঁতৰ যুক্তি বুদ্ধিয়ে এইটো তেওঁলোকক শিকাইছে নে তেওঁলোক এক বিদ্ৰোহী জাতি? اَمْ تَاْمُرُهُمْ اَحْلَامُهُمْ بِهٰذَآ اَمْ هُمْ قَوْمٌ طَاغُوْنَ ۚ ﴿٣٢﴾

৩৪) তেওঁলোকে কয় নেকি, 'তেওঁ ইয়াক জাল কৰিছে?' নহয় তেওঁলোকৰ কোনো ধৰ্ম্ম নাই। اَمْ يَقُوْلُوْنَ تَقَوَّلَهٗ ۚ بَلْ لَّا يُؤْمِنُوْنَ ۚ ﴿٣٣﴾

৩৫) তেওঁলোকে যদি সঁচা কথাই কয় তেতিয়া হ'লে, তেওঁলোকক এই গ্ৰন্থখনৰ দৰে আন এখন উলিয়াবলৈ কোৱাঁ। فَلْيَاْتُوْا بِحَدِيْثٍ مِّثْلِهٖٓ اِنْ كَانُوْا صٰدِقِيْنَ ؕ ﴿٣٤﴾

৩৬) তেওঁলোকক কোনো উদ্দেশ্য নোহোৱাকৈ স্ৰজন কৰা হৈছে নেকি? নে তেওঁলোক নিজেই স্ৰজনকাৰক? اَمْ خُلِقُوْا مِنْ غَيْرِ شَيْءٍ اَمْ هُمُ الْخٰلِقُوْنَ ؕ ﴿٣٥﴾

৩৭) তেওঁলোকেই স্বৰ্গসমূহ আৰু মৰ্ত্তখন সৃষ্টি কৰিলে নেকি? নহয়, কিন্তু তেওঁলোকৰ সৃষ্টিকৰ্ত্তা জনাৰ ওপৰত বিশ্বাস নাই। اَمْ خَلَقُوا السَّمٰوٰتِ وَالْاَرْضَ ۚ بَلْ لَّا يُوْقِنُوْنَ ؕ ﴿٣٦﴾

৩৮) তেওঁলোক, তেওঁলোকৰ প্ৰভুৰ ঐশ্বৰ্য্য-বিভূতিৰ অধিকাৰী নেকি, নে তেওঁলোক সেই ঐশ্বৰ্য্য-বিভূতিৰ অভিভাৱক? اَمْ عِنْدَهُمْ خَزَآئِنُ رَبِّكَ اَمْ هُمُ الْمُصَيْطِرُوْنَ ؕ ﴿٣٧﴾

৩৯) তেওঁলোকৰ এনে এখন জখলা আছে নেকি যাৰে সৈতে তেওঁলোক আকাশলৈ উঠি যাব পাৰে আৰু ঐশ্বৰিক বক্তব্য শুনিব পাৰে? তেতিয়া হ'লে তেওঁলোকৰ ভিতৰৰ শ্ৰোতাজনক এটা স্পষ্ট প্ৰমাণ আনিবলৈ কোৱাঁ। اَمْ لَهُمْ سُلَّمٌ يَّسْتَمِعُوْنَ فِيْهِ ۚ فَلْيَاْتِ مُسْتَمِعُهُمْ بِسُلْطٰنٍ مُّبِيْنٍ ؕ ﴿٣٨﴾

৪০) সেইজনাৰ মাথোন ছোৱালীহে আছে নেকি আৰু তোমালোকৰ ল'ৰা? اَمْ لَهُ الْبَنٰتُ وَلَكُمُ الْبَنُوْنَ ؕ ﴿٣٩﴾

৪১) তুমি তেওঁলোকৰ পৰা এনে এটা পুৰস্কাৰ বিচৰা নেকি যাৰ ফলত তেওঁলোক ধাৰৰ ওজনত কষ্ট পায়। اَمْ تَسْـَٔلُهُمْ اَجْرًا فَهُمْ مِّنْ مَّغْرَمٍ مُّثْقَلُوْنَ ؕ ﴿٤٠﴾

৪২) তেওঁলোকৰ অদৃশ্য বস্তুটোৰ বিষয়ে জ্ঞান লাভ হৈছে নেকি, যাতে তেওঁলোকে সেই জ্ঞান লিপিবদ্ধ কৰিব পাৰে? اَمْ عِنْدَهُمُ الْغَيْبُ فَهُمْ يَكْتُبُوْنَ ؕ ﴿٤١﴾

| | |
|---|---|
| ৪৩) তেওঁলোকে এটা ষড়যন্ত্ৰ কল্পনা কৰা ইচ্ছা কৰা নেকি? কিন্তু অবিশ্বাসী সকল নিজেই নিজৰ ষড়যন্ত্ৰৰ ভুক্তভোগী হ'ব। | اَمْ يُرِيْدُوْنَ كَيْدًا ۭ فَالَّذِيْنَ كَفَرُوْا هُمُ الْمَكِيْدُوْنَ ۝٤٢ |
| ৪৪) তেওঁলোকৰ আল্লাহৰ বাহিৰে আন এজন প্ৰভু আছে নেকি? আল্লাহ্ হৈছে তেওঁলোকে সেইজনাৰ সমকক্ষ কৰা সকলো বস্তুৰ বহু ওপৰত। | اَمْ لَهُمْ اِلٰهٌ غَيْرُ اللّٰهِ ۭ سُبْحٰنَ اللّٰهِ عَمَّا يُشْرِكُوْنَ ۝٤٣ |
| ৪৫) আৰু তেওঁলোক যদি আকাশৰ এটা অংশ খহি পৰা দেখে, তেওঁলোকে ক'ব, এইবোৰ মাত্ৰ মেঘৰ স্তূপ। | وَاِنْ يَّرَوْا كِسْفًا مِّنَ السَّمَاۗءِ سَاقِطًا يَّقُوْلُوْا سَحَابٌ مَّرْكُوْمٌ ۝٤٤ |
| ৪৬) গতিকে তেওঁলোকক সেই দিনটোৰ সম্মুখীন হ'বলৈ এৰি দিয়াহঁক যেতিয়া তেওঁলোক বজ্ৰৰ দবাৰা আক্ৰান্ত হ'ব; | فَذَرْهُمْ حَتّٰى يُلٰقُوْا يَوْمَهُمُ الَّذِيْ فِيْهِ يُصْعَقُوْنَ ۝٤٥ |
| ৪৭) সেই দিনটো যেতিয়া তেওঁলোকৰ কৌশল শক্তিয়ে তেওঁলোকক কোনো লাভ নিদিব, নাইবা তেওঁলোকক কোনো সহায় কৰাও নহ'ব। | يَوْمَ لَا يُغْنِيْ عَنْهُمْ كَيْدُهُمْ شَـيْـــًٔا وَّلَا هُمْ يُنْصَرُوْنَ ۝٤٦ |
| ৪৮) আৰু প্ৰকৃততে, সেই সকলৰ কাৰণে, যি সকলে দোষ কৰে, তাৰ বাহিৰে আন এটা শাস্তি আছে। কিন্তু তেওঁলোকৰ বেছি ভাগেই নেজানে। | وَاِنَّ لِلَّذِيْنَ ظَلَمُوْا عَذَابًا دُوْنَ ذٰلِكَ وَلٰكِنَّ اَكْثَرَهُمْ لَا يَعْلَمُوْنَ ۝٤٧ |
| ৪৯) গতিকে তোমাৰ প্ৰভুৰ বিচাৰৰ প্ৰতীক্ষাত ধৈৰ্য্য ধৰাহঁক; কিয়নো, অৱশ্যেই, তুমি আমাৰ চকুৰ আগত আছা; আৰু যেতিয়া তুমি উপাসনাৰ অৰ্থে উঠা, তোমাৰ প্ৰভুৰ বহু প্ৰশংসাৰ গৰিমা গোৱাহঁক, | وَاصْبِرْ لِحُكْمِ رَبِّكَ فَاِنَّكَ بِاَعْيُنِنَا وَسَبِّحْ بِحَمْدِ رَبِّكَ حِيْنَ تَقُوْمُ ۝٤٨ |
| ৫০) আৰু নিশাৰ এক অংশতো আৰু নক্ষত্ৰ সমূহ অস্ত যোৱাৰ সময়তো তুমি সেইজনাৰ গৰিমা গোৱাহঁক। | وَمِنَ الَّيْلِ فَسَبِّحْهُ وَاِدْبَارَ النُّجُوْمِ ۝٤٩ ع |




চুৰা ৫৩ AL-NAJM আল-নাজ্‌ম মক্কাত অৱতীৰ্ণ

| | |
|---|---|
| ১) সুপ্ৰসন্ন, কৰুণাময়, আল্লাহৰ নামত। | بِسۡمِ اللّٰہِ الرَّحۡمٰنِ الرَّحِیۡمِ ﴿۱﴾ |
| ২) আমি সাক্ষী স্বৰূপে আগবঢ়াইছোঁ সপ্তৰ্ষিমণ্ডলটোক, যেতিয়া ই ওচৰ চাপি আহিব, | وَ النَّجۡمِ اِذَا ہَوٰی ۙ﴿۲﴾ |
| ৩) তোমালোকৰ সঙ্গীজনে কোনো ভ্ৰান্তি কৰা নাই, নাইবা তেওঁ আওবাটেও যোৱা নাই, | مَا ضَلَّ صَاحِبُکُمۡ وَ مَا غَوٰی ۚ﴿۳﴾ |
| ৪) নাইবা তেওঁ তেওঁৰ নিজৰ ইচ্ছামতেও কথা নকয়। | وَ مَا یَنۡطِقُ عَنِ الۡہَوٰی ؕ﴿۴﴾ |
| ৫) ই আল্লাহে প্ৰকাশ কৰা পৱিত্ৰ প্ৰকাশনৰ বাহিৰে আন একো নহয়। | اِنۡ ہُوَ اِلَّا وَحۡیٌ یُّوۡحٰی ۙ﴿۵﴾ |
| ৬) মহান শক্তি সমূহৰ অধিকাৰী জনাই তেওঁক শিকাইছে, | عَلَّمَہٗ شَدِیۡدُ الۡقُوٰی ۙ﴿۶﴾ |
| ৭) একেজনা অধিকাৰীৰ বিষয়ে, যাৰ শক্তি সমূহ বাৰম্বাৰ পৰিস্ফুট হৈ উঠে। গতিকে, সেইজনাই নিজকে সিংহাসন খনত স্থাপন কৰিলে। | ذُوۡ مِرَّۃٍ ؕ فَاسۡتَوٰی ۙ﴿۷﴾ |
| ৮) আৰু সেইজনাই তেখেতৰ বক্তব্য প্ৰকাশ কৰিলে যেতিয়া তেওঁ আছিল উচ্চতম দিগন্তত। | وَ ہُوَ بِالۡاُفُقِ الۡاَعۡلٰی ؕ﴿۸﴾ |
| ৯) যেতিয়া পয়গম্বৰ জন আল্লাহৰ সান্নিধ্যলৈ চাপি আহিল; তেতিয়া আল্লাহ্‌ তেওঁৰ ফাললৈ হাউলি পৰিল। | ثُمَّ دَنَا فَتَدَلّٰی ۙ﴿۹﴾ |
| ১০) যাৰ ফলত তেওঁ দুখন ধনুৰ এডাল জ্যাৰ দৰে হৈ পৰিল, বা তাতোকৈও আৰু ওচৰ হৈ পৰিল। | فَکَانَ قَابَ قَوۡسَیۡنِ اَوۡ اَدۡنٰی ۚ﴿۱۰﴾ |
| ১১) তেতিয়া আল্লাহে তেওঁৰ ভৃত্যলৈ প্ৰকাশ কৰিলে সেই বাৰ্ত্তা যি সেইজনাই প্ৰকাশ কৰিছিল। | فَاَوۡحٰۤی اِلٰی عَبۡدِہٖ مَاۤ اَوۡحٰی ؕ﴿۱۱﴾ |

مَا كَذَبَ الْفُؤَادُ مَا رَاٰى ⑪

১২) পয়গম্বৰ জনৰ অন্তঃকৰণে তেওঁ কি দেখিছিল তাৰ বিষয়ে মিছা কোৱা নাছিল।

اَفَتُمٰرُوْنَهٗ عَلٰى مَا يَرٰى ⑫

১৩) তেতিয়া হ'লে, তোমালোকে তেওঁ কি দেখিছিল সেই বিষয়ে বাক-বিতণ্ডা কৰিবা নে?

وَلَقَدْ رَاٰهُ نَزْلَةً اُخْرٰى ⑬

১৪) আৰু, নিশ্চয়েই, তেওঁ সেইজনাক দ্বিতীয় বাৰ দেখিছিল,

عِنْدَ سِدْرَةِ الْمُنْتَهٰى ⑭

১৫) আটাইতকৈ দূৰত থকা লোট গছজোপাৰ ওচৰত,

عِنْدَهَا جَنَّةُ الْمَاْوٰى ⑮

১৬) যাৰ ওচৰত আছে চিৰকলীয়া বাসস্থানৰ উদ্যানখন।

اِذْ يَغْشَى السِّدْرَةَ مَا يَغْشٰى ⑯

১৭) এইটো হৈছিল সেই সময়ত, যেতিয়া, সেইজনা যি সকলো বস্তুৰ আবৰণ, লোট গছজোপাক ঢাকি থৈছিল।

مَا زَاغَ الْبَصَرُ وَمَا طَغٰى ⑰

১৮) চকুটো বিচ্যুত হোৱা নাছিল, নাইবা ই আন কোনো ফালেও চোৱা নাছিল।

لَقَدْ رَاٰى مِنْ اٰيٰتِ رَبِّهِ الْكُبْرٰى ⑱

১৯) নিশ্চয়েই, তেওঁ দেখিলে তেওঁৰ প্ৰভুৰ নানা চিহ্ন সমূহৰ শ্ৰেষ্ঠতম চিহ্নটো।

اَفَرَءَيْتُمُ اللّٰتَ وَالْعُزّٰى ⑲

২০) এতিয়া মোক কোৱাঁহঁক লোট আৰু উজ্জাৰ বিষয়ে;

وَمَنٰوةَ الثَّالِثَةَ الْاُخْرٰى ⑳

২১) আৰু মানাটৰ বিষয়ে, তৃতীয়জন, আৰু এগৰাকী দেৱী।

اَلَكُمُ الذَّكَرُ وَلَهُ الْاُنْثٰى ㉑

২২) 'কি! তোমালোকৰ কাৰণে পুৰুষবোৰ আৰু আল্লাহৰ কাৰণে তিৰোতাবোৰ?'

تِلْكَ اِذًا قِسْمَةٌ ضِيْزٰى ㉒

২৩) সেইটো, বাস্তৱতে, হ'ব এটা অশুভ বিভাজন।

اِنْ هِىَ اِلَّآ اَسْمَآءٌ سَمَّيْتُمُوْهَآ اَنْتُمْ وَاٰبَآؤُكُمْ مَّآ اَنْزَلَ اللّٰهُ بِهَا مِنْ سُلْطٰنٍ اِنْ يَّتَّبِعُوْنَ اِلَّا الظَّنَّ وَمَا تَهْوَى الْاَنْفُسُ وَلَقَدْ جَآءَهُمْ مِّنْ رَّبِّهِمُ الْهُدٰى ㉓

২৪) এইবোৰ হৈছে মাত্ৰ কিছুমান তোমালোকে দিয়া নাম—তোমালোক আৰু তোমালোকৰ পিতৃ সকলে—যাৰ কাৰণে আল্লাহে তোমালোকক কোনো কৰ্ত্তৃত্ব দিয়া নাই। তেওঁলোকে মাথোন নিজৰ অনুমান আৰু অন্তৰে বাসনা কৰা বস্তুৰ বশ হৈ চলে, যি স্থলত, ইয়াৰ পূৰ্ব্বে তেওঁলোকৰ প্ৰভুৰ পৰা তেওঁলোকলৈ পথ-প্ৰদৰ্শন কৰা হৈছে।

أَمْ لِلْإِنسَانِ مَا تَمَنَّىٰ ﴿٢٥﴾

২৫) মানৱে যিহকে কামনা কৰে পাব পাৰে নে ?

فَلِلَّهِ الْآخِرَةُ وَالْأُولَىٰ ﴿٢٦﴾

২৬) নহয়, আল্লাহহে পৰকালৰ আৰু এই পৃথিৱীৰ গৰাকী।

وَكَم مِّن مَّلَكٍ فِي السَّمَاوَاتِ لَا تُغْنِي شَفَاعَتُهُمْ
شَيْئًا إِلَّا مِن بَعْدِ أَن يَأْذَنَ اللَّهُ لِمَن يَشَاءُ وَ
يَرْضَىٰ ﴿٢٧﴾

২৭) আৰু স্বৰ্গসমূহত থকা যিমানেই ফেৰিস্তাই মধ্যস্থতা নকৰক সেই মধ্যস্থতাই কোনো ফল নিদিব, যেতিয়ালৈকে কোনো এজনক আল্লাহে নিজৰ ইচ্ছা অনুযায়ী অনুমতি নিদিয়ে।

إِنَّ الَّذِينَ لَا يُؤْمِنُونَ بِالْآخِرَةِ لَيُسَمُّونَ الْمَلَائِكَةَ
تَسْمِيَةَ الْأُنثَىٰ ﴿٢٨﴾

২৮) সেই সকলে, যি পৰকালত বিশ্বাস নকৰে, ফেৰিস্তা সকলক স্ত্ৰীলিঙ্গত নাম দিয়ে ;

وَمَا لَهُم بِهِ مِنْ عِلْمٍ ۖ إِن يَتَّبِعُونَ إِلَّا الظَّنَّ ۖ وَ
إِنَّ الظَّنَّ لَا يُغْنِي مِنَ الْحَقِّ شَيْئًا ﴿٢٩﴾

২৯) কিন্তু তেওঁলোকৰ সেই বিষয়ে কোনো জ্ঞান নাই। তেওঁলোকে মাত্ৰ অনুমানহে কৰিছে ; আৰু সত্যৰ বিপক্ষে অনুমানে কোনো কাম নিদিয়ে।

فَأَعْرِضْ عَن مَّن تَوَلَّىٰ عَن ذِكْرِنَا وَلَمْ يُرِدْ إِلَّا
الْحَيَاةَ الدُّنْيَا ﴿٣٠﴾

৩০) গতিকে আমাৰ স্মৰণলৈ যি সকলে পিঠি দিয়ে আৰু এই পৃথিৱীৰ জীৱনৰ বাহিৰে আন একো নিবিচাৰে, তেওঁলোকৰ পৰা আঁতৰি যোৱাহঁক।

ذَٰلِكَ مَبْلَغُهُم مِّنَ الْعِلْمِ ۚ إِنَّ رَبَّكَ هُوَ أَعْلَمُ
بِمَن ضَلَّ عَن سَبِيلِهِ وَهُوَ أَعْلَمُ بِمَنِ اهْتَدَىٰ ﴿٣١﴾

৩১) সেইটোৱেই তেওঁলোকৰ জ্ঞানৰ সীমা। প্ৰকৃততে, তোমালোকৰ প্ৰভুৱে ভালদৰে জানে সেইজনক যি আল্লাহৰ পথৰ পৰা আঁতৰি যায়, আৰু সেইজনকো ভালদৰে জানে যি আল্লাহৰ পথ-প্ৰদৰ্শন অনুসৰণ কৰে।

وَلِلَّهِ مَا فِي السَّمَاوَاتِ وَمَا فِي الْأَرْضِ لِيَجْزِيَ
الَّذِينَ أَسَاءُوا بِمَا عَمِلُوا وَيَجْزِيَ الَّذِينَ أَحْسَنُوا
بِالْحُسْنَى ﴿٣٢﴾

৩২) আৰু স্বৰ্গসমূহত আৰু পৃথিৱীত থকা সকলো বস্তুৰ অধিকাৰ আল্লাহৰ, যাতে সেইজনাই অসৎ আচৰণ কৰা সকলক তেওঁলোকৰ দোষ অনুযায়ী পৰিশোধ কৰিব পাৰে, আৰু যি সকল সৎ কামত লিপ্ত থাকে তেওঁলোককো অত্যোত্তম পুৰস্কাৰ দিব পাৰে ;

الَّذِينَ يَجْتَنِبُونَ كَبَائِرَ الْإِثْمِ وَالْفَوَاحِشَ إِلَّا
اللَّمَمَ ۚ إِنَّ رَبَّكَ وَاسِعُ الْمَغْفِرَةِ ۚ هُوَ أَعْلَمُ بِكُمْ
إِذْ أَنشَأَكُم مِّنَ الْأَرْضِ وَإِذْ أَنتُمْ أَجِنَّةٌ فِي

৩৩) যি সকল গভীৰ পাপ আৰু সকলো অশোভনীয় কামৰ পৰা, সৰুসুৰা দোষৰ বাহিৰে, আঁতৰি থাকে। প্ৰকৃততে, তোমালোকৰ প্ৰভু হৈছে অপাৰ ক্ষমাৰ গৰাকী। সেইজনাই তোমালোকক এই পৃথিৱীৰ পৰা সৃষ্টি কৰাৰ সময়ৰ পৰাই ভালদৰে চিনি পায়, আৰু যি সময়ত তোমালোক

بُطُوۡنِ اُمَّهٰتِكُمۡ ۚ فَلَا تُزَكُّوۡۤا اَنۡفُسَكُمۡ ؕ هُوَ اَعۡلَمُ بِمَنِ اتَّقٰى ۳۲

নিজৰ নিজৰ মাতৃৰ গৰ্ভত ভ্ৰূণ আছিলা। গতিকে তোমালোকে নিজকে বৰ পৱিত্ৰ বুলি নেভাবিবা। সেইজনাই, প্ৰকৃততে, সঞ্চ ব্যক্তিজনক ভালদৰে চিনি পায়।

اَفَرَءَيۡتَ الَّذِىۡ تَوَلّٰى ۳۳

৩৪) তুমি দেখিবলৈ পোৱা নে সেইজনক যি পথ-প্ৰদৰ্শনৰ পৰা আঁতৰি যায়,

وَاَعۡطٰى قَلِيۡلًا وَّاَكۡدٰى ۳۴

৩৫) আৰু সামান্য পৰিমাণে দান দিয়ে, আৰু দিয়ে আপত্তি কৰি ?

اَعِنۡدَهٗ عِلۡمُ الۡغَيۡبِ فَهُوَ يَرٰى ۳۵

৩৬) সেইজনৰ অদৃশ্য কথাৰ বিষয়ে কোনো জ্ঞান আছেনে যাৰ দ্বাৰা তেওঁৰ নিজৰ শেষ অৱস্থা দেখিবলৈ পায় ?

اَمۡ لَمۡ يُنَبَّاۡ بِمَا فِىۡ صُحُفِ مُوۡسٰى ۳۶

৩৭) তেওঁক মুচাৰ গ্ৰন্থত কি আছে সেই বিষয়ে জনোৱা হোৱা নাই নে,

وَ اِبۡرٰهِيۡمَ الَّذِىۡ وَفّٰٓى ۳۷

৩৮) আৰু ইব্ৰাহিমৰ বিষয়ে যি আল্লাহৰ নিৰ্দ্দেশ সমূহ কাৰ্য্যত পৰিণত কৰিছিল ?—

اَلَّا تَزِرُ وَازِرَةٌ وِّزۡرَ اُخۡرٰى ۳۸

৩৯) যে কোনো বোজা কঢ়িয়াওঁতাই আন এজনৰ বোজা নকঢ়িয়ায়,

وَاَنۡ لَّيۡسَ لِلۡاِنۡسَانِ اِلَّا مَا سَعٰى ۳۹

৪০) আৰু মানৱে নিজে যি বিচাৰি অধ্যৱসায় কৰে তাৰ বাহিৰে আন একো নেপায় ;

وَاَنَّ سَعۡيَهٗ سَوۡفَ يُرٰى ۴۰

৪১) আৰু যে, সেইজনৰ অধ্যৱসায়ৰ ফল সোনকালেই জনা যাব ;

ثُمَّ يُجۡزٰٮهُ الۡجَزَآءَ الۡاَوۡفٰى ۴۱

৪২) তেতিয়া তেওঁক পুৰস্কৃত কৰা হ'ব অত্যোত্তম পুৰস্কাৰেৰে ;

وَاَنَّ اِلٰى رَبِّكَ الۡمُنۡتَهٰى ۴۲

৪৩) আৰু যে, তোমাৰ প্ৰভুৰ হাততেই আছে শেষ বিচাৰ ;

وَاَنَّهٗ هُوَ اَضۡحَكَ وَاَبۡكٰى ۴۳

৪৪) আৰু যে, সেইজনাই হৈছে তেওঁ, যি মানৱক হাঁহুৱায় আৰু কন্দুৱায়

وَاَنَّهٗ هُوَ اَمَاتَ وَاَحۡيَا ۴۴

৪৫) আৰু সেইজনা তেৱেঁই, যি জনাই মৃত্যু ঘটায় আৰু জীৱন দিয়ে।

وَاَنَّهٗ خَلَقَ الزَّوۡجَيۡنِ الذَّكَرَ وَالۡاُنۡثٰى ۴۵

৪৬) আৰু যে, সেইজনাই সৃষ্টি কৰে যোৰ পতা বস্তুবোৰ, পুৰুষ আৰু স্ত্ৰী,

৪৭) এটোপা শুক্ৰৰ পৰা যেতিয়া ই নিৰ্গত হয়;

مِنْ نُّطْفَةٍ اِذَا تُمْنٰى ۝٤٧

৪৮) আৰু যে, দিবতীয় সৃষ্টিৰ আবিৰ্ভাৱৰ গৰাকী সেইজনাই;

وَاَنَّ عَلَيْهِ النَّشْاَةَ الْاُخْرٰى ۝٤٨

৪৯) আৰু যে, সেইজনাই হৈছে তেওঁ, যি ধনবান কৰে আৰু সুখ-সন্তোষ দিয়ে;

وَاَنَّهٗ هُوَ اَغْنٰى وَاَقْنٰى ۝٤٩

৫০) আৰু যে, সেইজনাই হৈছে চিৰিয়াছৰ প্ৰভু;

وَاَنَّهٗ هُوَ رَبُّ الشِّعْرٰى ۝٥٠

৫১) আৰু যে, সেইজনাই ধ্বংস কৰিছিল আদৰ প্ৰথম জনজাতিক,

وَاَنَّهٗۤ اَهْلَكَ عَادَا ۨالْاُوْلٰى ۝٥١

৫২) আৰু থামুদৰ জনজাতিক, আৰু সেইজনাই কাকো সাৰিবলৈ নিদিলে,

وَثَمُوْدَاۡ فَمَاۤ اَبْقٰى ۝٥٢

৫৩) আৰু সেইজনাই তেওঁলোকৰ আগতে ধ্বংস কৰিছিল নুহৰ জাতিক—প্ৰকৃততে, সিহঁত আছিল অতিশয় অন্যায়ী আৰু অতিমাত্ৰাই বিদ্ৰোহী—

وَقَوْمَ نُوْحٍ مِّنْ قَبْلُ ؕ اِنَّهُمْ كَانُوْا هُمْ اَظْلَمَ وَاَطْغٰى ۝٥٣

৫৪) আৰু সেইজনাই লুটিয়াই পেলাইছিল সম্পূৰ্ণ ভ্ৰষ্টে যোৱা লুটৰ জাতিৰ নগৰ সমূহ,

وَالْمُؤْتَفِكَةَ اَهْوٰى ۝٥٤

৫৫) যাৰ ফলত তেওঁলোকক আৱৰিলে সেই ব্যাধিয়ে, যি তেওঁলোকক যথাৰ্থতে আৱৰিলে।

فَغَشّٰىهَا مَا غَشّٰى ۝٥٥

৫৬) তেতিয়াহ'লে, 'হে' মানৱ, তোমালোকে কোৱাঁচোন তোমালোকৰ প্ৰভুৰ নানা দানৰ কোনটোৰ বিষয়ে বাদানুবাদ কৰিবা?

فَبِاَىِّ اٰلَاۤءِ رَبِّكَ تَتَمَارٰى ۝٥٦

৫৭) আমাৰ এইজন বাৰ্ত্তাবাহক হৈছে অতীজৰ সতৰ্ককাৰীৰ দৰে এজন সতৰ্ককাৰী।

هٰذَا نَذِيْرٌ مِّنَ النُّذُرِ الْاُوْلٰى ۝٥٧

৫৮) আহিব লগীয়া বিচাৰৰ সময়টো ওচৰ চাপি আহিছে

اَزِفَتِ الْاٰزِفَةُ ۝٥٨

৫৯) আল্লাহৰ বাহিৰে আন কোনেও ইয়াক আঁতৰাই পঠিয়াব নোৱাৰে।

لَيْسَ لَهَا مِنْ دُوْنِ اللّٰهِ كَاشِفَةٌ ۝٥٩

৬০) তেতিয়াহ'লে, তোমালোকে, এই ঘোষণাত আশ্চৰ্য্যবোধ কৰা নেকি?

اَفَمِنْ هٰذَا الْحَدِيْثِ تَعْجَبُوْنَ ۝٦٠

৬১) আৰু তোমালোকে নেকান্দি হাঁহা নেকি,

وَتَضْحَكُوْنَ وَلَا تَبْكُوْنَ ۝٦١

৬২) স্ফূৰ্ত্তিত ব্যস্ত থকা অৱস্থাত?

وَاَنْتُمْ سٰمِدُوْنَ ۝٦٢

৬৩) গতিকে তোমালোকে নিজকে আল্লাহৰ সম্মুখত সাষ্টাঙ্গে পৰিবলৈ দিয়াহঁক আৰু সেইজনাৰ উপাসনা কৰাহঁক।

فَاسْجُدُوْا لِلّٰهِ وَاعْبُدُوْا ﴿٦٢﴾





চুৰা ৫৪ AL-QAMAR আল-কামাৰ (মক্কাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, কৰুণাময়, আল্লাহৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ﴿١﴾

২) সেই মুহূৰ্ত্তটো ওচৰ চাপি আহিছে আৰু চন্দ্ৰটো দুভাগত বিভক্ত হৈছে।

اِقْتَرَبَتِ السَّاعَةُ وَانْشَقَّ الْقَمَرُ ﴿٢﴾

৩) আৰু তেওঁলোকে যদি এটা চিহ্ন দেখে, তেওঁলোকে আঁতৰি যায় আৰু কয়, 'এটা পুনৰায় দেখুওৱা যাদু।'

وَاِنْ يَّرَوْا اٰيَةً يُّعْرِضُوْا وَيَقُوْلُوْا سِحْرٌ مُّسْتَمِرٌّ ﴿٣﴾

৪) তেওঁলোকে সত্যক প্ৰত্যাখ্যান কৰিছে আৰু নিজৰ কল্পনা অনুসৰণ কৰিছে। কিন্তু প্ৰত্যেক বস্তুৰ কাৰণে এটা নিৰ্দ্দিষ্ট সময় বন্ধা আছে।

وَكَذَّبُوْا وَاتَّبَعُوْا اَهْوَآءَهُمْ وَكُلُّ اَمْرٍ مُّسْتَقِرٌّ ﴿٤﴾

৫) তেওঁলোকলৈ ইতিপূৰ্বেই সতৰ্কবাণী নিহিত থকা ঘটনাৱলীৰ বৰ্ণনা আহিছে—

وَلَقَدْ جَآءَهُمْ مِّنَ الْاَنْۢبَآءِ مَا فِيْهِ مُزْدَجَرٌ ﴿٥﴾

৬) চূড়ান্ত জ্ঞান ; কিন্তু সতৰ্কবাণীৰ দ্বাৰা তেওঁলোক উপকৃত হ'ব নোৱাৰে।

حِكْمَةٌۢ بَالِغَةٌ فَمَا تُغْنِ النُّذُرُ ﴿٦﴾

৭) গতিকে, তুমি তেওঁলোকৰ পৰা আঁতৰি যোৱাঁ আৰু সেই দিনটোৰ অপেক্ষাত থাকা যেতিয়া মাতোঁতা জনাই তেওঁলোকক এটা অসন্তোষজনক বস্তুলৈ মাতি আনিব,

فَتَوَلَّ عَنْهُمْ يَوْمَ يَدْعُ الدَّاعِ اِلٰى شَيْءٍ نُّكُرٍ ﴿٧﴾

৮) যেতিয়া তেওঁলোকৰ দৃষ্টি নমিত থাকিব আৰু তেওঁলোক নিজৰ নিজৰ কবৰৰ পৰা ওলাই আহিব সিঁচৰিত কৰা কাকতি-ফৰিঙৰ দৰে,

خُشَّعًا اَبْصَارُهُمْ يَخْرُجُوْنَ مِنَ الْاَجْدَاثِ كَاَنَّهُمْ جَرَادٌ مُّنْتَشِرٌ ﴿٨﴾

৯) ততাতৈয়াকৈ মাতোঁতাজনাৰ অভিমুখে অগ্ৰসৰ হৈ অবিশ্বাসী সকলে ক'ব, 'ই এটা কষ্টৰ দিন।'

مُّهْطِعِيْنَ اِلَى الدَّاعِ يَقُوْلُ الْكٰفِرُوْنَ هٰذَا يَوْمٌ عَسِرٌ ﴿٩﴾

كَذَّبَتْ قَبْلَهُمْ قَوْمُ نُوْحٍ فَكَذَّبُوْا عَبْدَنَا وَقَالُوْا مَجْنُوْنٌ وَّازْدُجِرَ ۝١٠

১০) নুহৰ জাতিয়ে তেওঁলোকৰ সন্মুখত থকা সত্যক অগ্ৰাহ্য কৰিছে; তেওঁলোকে আমাৰ ভৃত্যক মিছলীয়া আখ্যা দিছিল আৰু কৈছিল, ‘তেওঁ এজন বলিয়া মানুহ, আমাৰ মূৰ্ত্তি বিলাকৰ দ্বাৰা আক্ৰান্ত হোৱা।’

فَدَعَا رَبَّهٗٓ اَنِّیْ مَغْلُوْبٌ فَانْتَصِرْ ۝١١

১১) গতিকে তেওঁ তেওঁৰ প্ৰভুলৈ এইবুলি প্ৰাৰ্থনা কৰিলে, ‘মই পৰাজিত হৈছোঁ, গতিকে মোৰ সহায়াৰ্থে তুমি আহাঁ!’

فَفَتَحْنَآ اَبْوَابَ السَّمَآءِ بِمَآءٍ مُّنْهَمِرٍ ۝١٢

১২) সেই অৱস্থাত আমি আকাশৰ তোৰণ বোৰ খুলি দিলোঁ প্ৰবল বেগে পৰা পানীৰে;

وَّفَجَّرْنَا الْاَرْضَ عُيُوْنًا فَالْتَقَى الْمَآءُ عَلٰٓى اَمْرٍ قَدْ قُدِرَ ۝١٣

১৩) আৰু আমি পৃথিৱীখনক বহু নিঝৰাৰে ফুটি উঠিবলৈ বাধ্য কৰিলোঁ, সেইকাৰণে দুভাগ পানী এটা নিৰ্দ্দেশিত উদ্দেশ্য সাধনৰ কাৰণে যোগ হ’ল।

وَحَمَلْنٰهُ عَلٰى ذَاتِ اَلْوَاحٍ وَّدُسُرٍ ۝١٤

১৪) আৰু আমি তেওঁক কাঠ আৰু গজালেৰে নিৰ্মিত বস্তুটোৰ ওপৰত বহন কৰি নিলোঁ।

تَجْرِیْ بِاَعْيُنِنَا جَزَآءً لِّمَنْ كَانَ كُفِرَ ۝١٥

১৫) ই আমাৰ চকুৰ আগত ভাঁহি গ’ল; অগ্ৰাহ্যিত হোৱাজনৰ কাৰণে এটা পুৰস্কাৰ।

وَلَقَدْ تَّرَكْنٰهَآ اٰيَةً فَهَلْ مِنْ مُّدَّكِرٍ ۝١٦

১৬) আৰু আমি ইয়াক থৈ দিলোঁ আহিবলগীয়া বংশাৱলীৰ কাৰণে এটা চিহ্ন স্বৰূপে। কিন্তু এনে কোনো আছেনে যি ইয়াৰ প্ৰতি মনোযোগ দিব?

فَكَيْفَ كَانَ عَذَابِیْ وَنُذُرِ ۝١٧

১৭) মোৰ শাস্তি, তেনেহ’লে, কিমান কঠোৰ আছিল আৰু মোৰ সতৰ্কবাণী কিমান সত্য আছিল!

وَلَقَدْ يَسَّرْنَا الْقُرْاٰنَ لِلذِّكْرِ فَهَلْ مِنْ مُّدَّكِرٍ ۝١٨

১৮) আৰু, বাস্তৱতে, আমি কোৰ-আনখন মনত ৰাখিবলৈ সহজ কৰি দিছোঁ। কিন্তু এনে কোনো আছেনে যি ইয়াৰ প্ৰতি মনোযোগ দিব?

كَذَّبَتْ عَادٌ فَكَيْفَ كَانَ عَذَابِیْ وَنُذُرِ ۝١٩

১৯) আদৰ জনজাতিয়ে সত্যটোক অগ্ৰাহ্য কৰিছিল। মোৰ শাস্তি, তেতিয়া, কিমান কঠোৰ আছিল আৰু মোৰ সতৰ্কবাণী কিমান সত্য আছিল!

اِنَّآ اَرْسَلْنَا عَلَيْهِمْ رِيْحًا صَرْصَرًا فِیْ يَوْمِ نَحْسٍ مُّسْتَمِرٍّ ۝٢٠

২০) আমি তেওঁলোকৰ বিৰুদ্ধে পঠিয়ালোঁ এটা অন্ত নোহোৱা দুৰ্ভাগ্যৰ দিনত এক প্ৰবল ধুমুহা,

تَنْزِعُ النَّاسَ كَأَنَّهُمْ أَعْجَازُ نَخْلٍ مُنْقَعِرٍ ﴿٢١﴾

২১) যি মানুহক উঘালি পৰা তালগছৰ ফোপোলা গা-গছৰ দৰে এছাৰি পেলাইছিল।

فَكَيْفَ كَانَ عَذَابِي وَنُذُرِ ﴿٢٢﴾

২২) মোৰ শাস্তি, তেনেহ'লে, কিমান কঠোৰ আছিল, আৰু মোৰ সতৰ্কবাণী কিমান সত্য আছিল!

وَلَقَدْ يَسَّرْنَا الْقُرْآنَ لِلذِّكْرِ فَهَلْ مِنْ مُدَّكِرٍ ﴿٢٣﴾

২৩) আৰু, বাস্তৱতে, আমি কোৰ্-আনখন সহজে মনত ৰাখিব পৰা কৰি দিছোঁ। কিন্তু এনে কোনো আছে নে যি ইয়ালৈ মনোযোগ দিব?

كَذَّبَتْ ثَمُودُ بِالنُّذُرِ ﴿٢٤﴾

২৪) থামুদৰ জনজাতিয়েও সতৰ্ককাৰী সকলক অগ্ৰাহ্য কৰিছিল।

فَقَالُوا أَبَشَرًا مِنَّا وَاحِدًا نَتَّبِعُهُ إِنَّا إِذًا لَفِي ضَلَالٍ وَسُعُرٍ ﴿٢٥﴾

২৫) আৰু তেওঁলোকে কৈছিল, 'কি! আমি আমাৰ মাজৰ পৰা ওলোৱা এক নশ্বৰ জীৱক অনুসৰণ কৰিম নে? তেনে কৰিলে আমি, বাস্তৱতে, এটা নিৰ্ঘাত ভুল কৰিম, আৰু উন্মাদৰ দৰে হ'ম।

أَأُلْقِيَ الذِّكْرُ عَلَيْهِ مِنْ بَيْنِنَا بَلْ هُوَ كَذَّابٌ أَشِرٌ ﴿٢٦﴾

২৬) আমাৰ সকলোৰে ভিতৰত মাত্ৰ তেওঁলৈকেহে সতৰ্কবাণী প্ৰকাশ হৈছে নে? নহয়, তেওঁ এজন দাম্ভিক মিথ্যাবাদী।'

سَيَعْلَمُونَ غَدًا مَنِ الْكَذَّابُ الْأَشِرُ ﴿٢٧﴾

২৭) কাইলৈ তেওঁলোকে গম পাব কোননো দাম্ভিক মিথ্যাবাদী।

إِنَّا مُرْسِلُو النَّاقَةِ فِتْنَةً لَهُمْ فَارْتَقِبْهُمْ وَاصْطَبِرْ ﴿٢٨﴾

২৮) আমি মাইকী উট জনী তেওঁলোকলৈ এটা পৰীক্ষা স্বৰূপে পঠিয়াম। গতিকে তেওঁলোকক চাই থাকা, হে' চালেহ, আৰু ধৈৰ্য্য ধৰা,

وَنَبِّئْهُمْ أَنَّ الْمَاءَ قِسْمَةٌ بَيْنَهُمْ كُلُّ شِرْبٍ مُحْتَضَرٌ ﴿٢٩﴾

২৯) 'আৰু তেওঁলোকক কোৱাঁ যে পানীখিনিত তাইৰ আৰু তেওঁলোকৰ অংশ থাকিব, প্ৰত্যেক পানী খোৱা সময়লৈ চকু দিয়া হ'ব।'

فَنَادَوْا صَاحِبَهُمْ فَتَعَاطَى فَعَقَرَ ﴿٣٠﴾

৩০) কিন্তু তেওঁলোকে তেওঁলোকৰ লগৰীয়াক মাতি আনিলে আৰু তেওঁ এখন তৰোৱাল লৈ উট জনীৰ ভৰিৰ সিৰ কাটি তাইক খোৰা কৰিলে।

فَكَيْفَ كَانَ عَذَابِي وَنُذُرِ ﴿٣١﴾

৩১) মোৰ শাস্তি, তেনেহ'লে, কিমান কঠোৰ আছিল আৰু মোৰ সতৰ্কবাণী কিমান সত্য আছিল!

৩২) আমি তেওঁলোকৰ বিৰুদ্ধে পঠিয়ালোঁ মাত্ৰ এটা বিস্ফোৰণ, আৰু তেওঁলোক হৈ পৰিল লতাৰে বেৰা বনাওঁতাই থেতালি পেলোৱা শুকান ঠাৰিৰ দৰে।

إِنَّآ أَرۡسَلۡنَا عَلَيۡهِمۡ صَيۡحَةٗ وَٰحِدَةٗ فَكَانُواْ كَهَشِيمِ ٱلۡمُحۡتَظِرِ ٣١

৩৩) আৰু, বাস্তৱতে, আমি কোৰ্-আনখন মনত ৰাখিবলৈ সহজ কৰি দিছোঁ। কিন্তু এনে কোনো আছে নে যি ইয়ালৈ মনোযোগ দিব ?

وَلَقَدۡ يَسَّرۡنَا ٱلۡقُرۡءَانَ لِلذِّكۡرِ فَهَلۡ مِن مُّدَّكِرٖ ٣٢

৩৪) লুটৰ জাতিয়েও সতৰ্ককাৰী সকলক প্ৰত্যাখ্যান কৰিছিল।

كَذَّبَتۡ قَوۡمُ لُوطِۭ بِٱلنُّذُرِ ٣٣

৩৫) আমি তেওঁলোকৰ ওপৰত পৰিবলৈ দিলোঁ এটা পাথৰৰ ধুমুহা, মাত্ৰ লুটৰ পৰিয়ালৰ বাহিৰে, যাক আমি পুৱাৰ দোকমোকালিত ত্ৰাণ কৰিলোঁ,

إِنَّآ أَرۡسَلۡنَا عَلَيۡهِمۡ حَاصِبًا إِلَّآ ءَالَ لُوطٖۖ نَّجَّيۡنَٰهُم بِسَحَرٖ ٣٤

৩৬) আমাৰ পৰা এটা অনুগ্ৰহ স্বৰূপে। এইদৰে আমি পুৰস্কাৰ দিওঁ কৃতজ্ঞ জনক।

نِّعۡمَةٗ مِّنۡ عِندِنَاۚ كَذَٰلِكَ نَجۡزِي مَن شَكَرَ ٣٥

৩৭) আৰু তেওঁ, বাস্তৱতে, তেওঁলোকক আমাৰ কঠোৰ শাস্তিৰ বিষয়ে সতৰ্ক কৰিছিল, কিন্তু তেওঁলোকে সেই সতৰ্কবাণীৰ সত্যতাৰ বিষয়ে সন্দেহ পোষণ কৰিছিল।

وَلَقَدۡ أَنذَرَهُم بَطۡشَتَنَا فَتَمَارَوۡاْ بِٱلنُّذُرِ ٣٦

৩৮) আৰু তেওঁলোকে ছলনা কৰি তেওঁক অতিথিৰ ওচৰৰ পৰা গুচাই পঠিয়াব খুজিছিল। গতিকে আমি তেওঁলোকৰ চকু অন্ধ কৰি দিলোঁ, আৰু ক'লোঁ, 'এতিয়া মোৰ শাস্তিৰ আৰু সতৰ্কবাণীৰ সোৱাদ লোৱাহঁক।'

وَلَقَدۡ رَٰوَدُوهُ عَن ضَيۡفِهِۦ فَطَمَسۡنَآ أَعۡيُنَهُمۡ فَذُوقُواْ عَذَابِي وَنُذُرِ ٣٧

৩৯) আৰু তেওঁলোকৰ ওপৰত পুৱাৰ দোকমোকালিত আহি পৰিল এটা চিৰস্থায়ী শাস্তি।

وَلَقَدۡ صَبَّحَهُم بُكۡرَةً عَذَابٞ مُّسۡتَقِرّٞ ٣٨

৪০) 'এতিয়া তোমালোকে মোৰ শাস্তিৰ আৰু মোৰ সতৰ্কবাণীৰ সোৱাদ লোৱাহঁক।'

فَذُوقُواْ عَذَابِي وَنُذُرِ ٣٩

৪১) আৰু, বাস্তৱতে, আমি কোৰ্-আনখন মনত ৰাখিবলৈ সহজ কৰি দিছোঁ। কিন্তু এনে কোনো আছে নে যি ইয়ালৈ মনোযোগ দিব ?

وَلَقَدۡ يَسَّرۡنَا ٱلۡقُرۡءَانَ لِلذِّكۡرِ فَهَلۡ مِن مُّدَّكِرٖ ٤٠

وَلَقَدْ جَآءَ اٰلَ فِرْعَوْنَ النُّذُرُ ﴿٤٢﴾

৪২) আৰু, বাস্তৱতে, ফেৰাউনৰ জাতিলৈও আহিছিল সতৰ্ককাৰী সকল।

كَذَّبُوْا بِاٰيٰتِنَا كُلِّهَا فَاَخَذْنٰهُمْ اَخْذَ عَزِيْزٍ مُّقْتَدِرٍ ﴿٤٣﴾

৪৩) তেওঁলোকে আমাৰ সকলো চিহ্ন অগ্ৰাহ্য কৰিলে। গতিকে আমি তেওঁলোকক অতি শক্তিশালী প্ৰভুত্বশীল জনাই ধৰাৰ দৰে খামোচ মাৰি ধৰিলো।

اَكُفَّارُكُمْ خَيْرٌ مِّنْ اُولٰٓئِكُمْ اَمْ لَكُمْ بَرَآءَةٌ فِي الزُّبُرِ ﴿٤٤﴾

৪৪) তোমালোকৰ অবিশ্বাসীসকল সেই বিলাকত কৈ উত্তম নে? অথবা, গ্ৰন্থসমূহত তোমালোকক এটা মুক্তিৰ আশ্বাস দিয়া হৈছে নেকি?

اَمْ يَقُوْلُوْنَ نَحْنُ جَمِيْعٌ مُّنْتَصِرٌ ﴿٤٥﴾

৪৫) তেওঁলোকে কয় নেকি, 'আমি এক বিজয়ী সৈন্যদল?'

سَيُهْزَمُ الْجَمْعُ وَيُوَلُّوْنَ الدُّبُرَ ﴿٤٦﴾

৪৬) সেই সৈন্যদল সোনকালেই পৰাস্ত হ'ব আৰু সিহঁতে পলায়ন কৰিবলৈ পিঠি ঘূৰাব।

بَلِ السَّاعَةُ مَوْعِدُهُمْ وَالسَّاعَةُ اَدْهٰى وَاَمَرُّ ﴿٤٧﴾

৪৭) হয়, সেই মুহূৰ্ত্তটোৰেই হৈছে সিহঁতক অঙ্গীকাৰ কৰা সময়; আৰু সেই মুহূৰ্ত্তটো হ'ব সিহঁতৰ কাৰণে অতি দুৰ্যোগৰ আৰু তিতালগা।

اِنَّ الْمُجْرِمِيْنَ فِيْ ضَلٰلٍ وَّسُعُرٍ ﴿٤٨﴾

৪৮) নিশ্চয়েই, দোষী সকল আছে স্পষ্ট ভ্ৰান্তিত আৰু উন্মাদ অৱস্থাত।

يَوْمَ يُسْحَبُوْنَ فِي النَّارِ عَلٰى وُجُوْهِهِمْ ۭ ذُوْقُوْا مَسَّ سَقَرَ ﴿٤٩﴾

৪৯) সেইদিনা যেতিয়া তেওঁলোকক মুখৰ ওপৰত চোঁচোৰাই নিয়া হ'ব অগ্নিকুণ্ডটোলৈ, তেওঁলোকক এইবুলি কোৱা হ'ব, 'তোমালোকে দোজখৰ স্পৰ্শৰ সোৱাদ লোৱাহঁক।'

اِنَّا كُلَّ شَيْءٍ خَلَقْنٰهُ بِقَدَرٍ ﴿٥٠﴾

৫০) প্ৰকৃততে, আমি প্ৰত্যেক বস্তুকে উপযুক্ত মাত্ৰাত সৃষ্টি কৰিছোঁ।

وَمَآ اَمْرُنَآ اِلَّا وَاحِدَةٌ كَلَمْحٍۢ بِالْبَصَرِ ﴿٥١﴾

৫১) আৰু আমাৰ নিৰ্দ্দেশ মাত্ৰ এটা শব্দৰ দবাৰা কাৰ্য্যকৰী কৰা হয় চকুৰ পচাৰতে।

وَلَقَدْ اَهْلَكْنَآ اَشْيَاعَكُمْ فَهَلْ مِنْ مُّدَّكِرٍ ﴿٥٢﴾

৫২) আৰু, বাস্তৱতে, আমি তোমালোকৰ দৰে অন্য জাতিক ইয়াৰ আগতে ধ্বংস কৰিছোঁ। কিন্তু এনে কোনো আছে নে যি ইয়ালৈ মনোযোগ দিব?

وَكُلُّ شَيْءٍ فَعَلُوْهُ فِي الزُّبُرِ ﴿٥٣﴾

৫৩) আৰু তেওঁলোকে কৰা সকলো কাম কিতাপ সমূহত লিপিবদ্ধ কৰা আছে।

৫৪) আৰু প্ৰত্যেক বিষয়টো, সৰু আৰু ডাঙৰ, লিখি থোৱা আছে।

وَكُلُّ صَغِيرٍ وَّكَبِيرٍ مُّسْتَطَرٌ ﴿٥٣﴾

৫৫) প্ৰকৃততে, সৎপথাৱলম্বী সকল থাকিব উদ্যান আৰু নিঝৰা বোৰৰ মাজত,

إِنَّ الْمُتَّقِينَ فِي جَنَّٰتٍ وَّنَهَرٍ ﴿٥٤﴾

৫৬) এটা চিৰকলীয়া আৰু সম্মানিত বাসস্থানত সৰ্ব্বশক্তিমান আল্লাহৰ উপস্থিতিত।

فِي مَقْعَدِ صِدْقٍ عِندَ مَلِيكٍ مُّقْتَدِرٍ ﴿٥٥﴾

Chapter 55 Part 27




চুৰা ৫৫ AL-RAHMAN আল-ৰহমান (মক্কাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, কৰুণাময়, আল্লাহৰ নামত।

بِسْمِ اللَّهِ الرَّحْمَٰنِ الرَّحِيمِ ﴿١﴾

২) সুপ্ৰসন্ন আল্লাহ্।

الرَّحْمَٰنُ ﴿٢﴾

৩) সেইজনাই কোৰ্-আনখন শিকাইছিল।

عَلَّمَ الْقُرْآنَ ﴿٣﴾

৪) সেইজনাই মানৱক সৃষ্টি কৰিছিল,

خَلَقَ الْإِنسَانَ ﴿٤﴾

৫) আৰু তেওঁক ব্যাখ্যা কৰা প্ৰণালী শিকাইছিল।

عَلَّمَهُ الْبَيَانَ ﴿٥﴾

৬) সূৰ্য্য আৰু চন্দ্ৰই এক নিৰ্দ্দিষ্ট গণনা অনুযায়ী নিজৰ নিজৰ গতি পথত চলে।

الشَّمْسُ وَالْقَمَرُ بِحُسْبَانٍ ﴿٦﴾

৭) আৰু গা-গছ বিহীন গছ-গছনিয়ে সেইজনাৰ ইচ্ছাশক্তিৰ প্ৰতি নম্ৰতাৰ সৈতে নিজকে সমৰ্পণ কৰে।

وَالنَّجْمُ وَالشَّجَرُ يَسْجُدَانِ ﴿٧﴾

৮) আৰু আকাশখন সেই জনাই ওখকৈ পাতিছে আৰু ইয়াৰ নিৰ্দ্দিষ্ট পৰিমাণ বান্ধি দিছে,

وَالسَّمَاءَ رَفَعَهَا وَوَضَعَ الْمِيزَانَ ﴿٨﴾

৯) যাতে তোমালোকে সেই পৰিমাণ অতিক্ৰম কৰিব নোৱাৰা।

أَلَّا تَطْغَوْا فِي الْمِيزَانِ ﴿٩﴾

১০) গতিকে সকলো বস্তু ন্যায় বিচাৰেৰে জুখিবা আৰু শুদ্ধ পৰিমাণৰ তললৈ নাহিবা ?

وَأَقِيمُوا الْوَزْنَ بِالْقِسْطِ وَلَا تُخْسِرُوا الْمِيزَانَ ﴿١٠﴾

১১) আৰু সেইজনাই পৃথিৱীখন স্থাপন কৰিছে সেই জনাৰ সৃষ্ট বস্তুৰ কাৰণে

وَالْأَرْضَ وَضَعَهَا لِلْأَنَامِ ﴿١١﴾

১২) তাত আছে সকলো ধৰণৰ ফল-মূল আৰু আবৰণেৰে সৈতে খজুৰ গছ,

فِيهَا فَاكِهَةٌ وَّالنَّخْلُ ذَاتُ الْأَكْمَامِ ⑫

১৩) আৰু আছে শস্য ইয়াৰ পতানৰ সৈতে আৰু সুগন্ধি গছ-গছনি। .

وَالْحَبُّ ذُو الْعَصْفِ وَالرَّيْحَانُ ⑬

১৪) হে' মানৱ আৰু জিন, তেতিয়াহ'লে তোমালোক দুয়ো তোমালোকৰ প্ৰভুৰ কোনটো অনুগ্ৰহনো অস্বীকাৰ কৰিবা ?

فَبِأَيِّ آلَاءِ رَبِّكُمَا تُكَذِّبَانِ ⑭

১৫) সেইজনাই মানুহক সৃষ্টি কৰিছিল শুকান ঠুনঠুনীয়া আলতীয়া মাটিৰ পৰা, যিটো হয় সেকি উলিওৱা মাটিৰ পাত্ৰৰ দৰে

خَلَقَ الْإِنسَانَ مِن صَلْصَالٍ كَالْفَخَّارِ ⑮

১৬) আৰু জিনক্ সেইজনাই সৃষ্টি কৰিছিল অগ্নিশিখাৰ পৰা।

وَخَلَقَ الْجَانَّ مِن مَّارِجٍ مِّن نَّارٍ ⑯

১৭) তেতিয়াহ'লে তোমালোক দুয়ো তোমালোকৰ প্ৰভুৰ কোনটো অনুগ্ৰহনো অস্বীকাৰ কৰিবা ?

فَبِأَيِّ آلَاءِ رَبِّكُمَا تُكَذِّبَانِ ⑰

১৮) দুখন প্ৰাচ্য আৰু দুখন পাশ্চাত্যৰ প্ৰভুজনা।

رَبُّ الْمَشْرِقَيْنِ وَرَبُّ الْمَغْرِبَيْنِ ⑱

১৯) তেতিয়াহ'লে তোমালোক দুয়ো তোমালোকৰ প্ৰভুৰ কোনটো অনুগ্ৰহনো অস্বীকাৰ কৰিবা ?

فَبِأَيِّ آلَاءِ رَبِّكُمَا تُكَذِّبَانِ ⑲

২০) সেইজনাই দুখন সমুদ্ৰ ওচৰাউচৰিকৈ সৃষ্টি কৰিছে আৰু এদিন এই দুয়ো সমুদ্ৰ একযোগ হ'ব ;

مَرَجَ الْبَحْرَيْنِ يَلْتَقِيَانِ ⑳

২১) সেই দুভাগৰ মাজত সম্প্ৰতি এটা প্ৰতিবন্ধক আছে : ইভাগে সিভাগৰ ওপৰত প্ৰৱেশ কৰিব নোৱাৰে।

بَيْنَهُمَا بَرْزَخٌ لَّا يَبْغِيَانِ ㉑

২২) তেতিয়া হ'লে, তোমালোক দুয়ো তোমালোকৰ প্ৰভুৰ কোনটো অনুগ্ৰহনো অস্বীকাৰ কৰিবা ?

فَبِأَيِّ آلَاءِ رَبِّكُمَا تُكَذِّبَانِ ㉒

২৩) সেই দুই খণ্ড পানীৰ পৰা ওলাই আহে মুক্তা আৰু প্ৰবাল।

يَخْرُجُ مِنْهُمَا اللُّؤْلُؤُ وَالْمَرْجَانُ ㉓

২৪) তেতিয়াহ'লে, তোমালোক দুয়ো তোমা-

فَبِأَيِّ آلَاءِ رَبِّكُمَا تُكَذِّبَانِ ㉔

**লোকৰ প্ৰভুৰ কোনটো** অনুগ্ৰহনো অস্বীকাৰ **কৰিবা ?**

وَلَهُ الْجَوَارِ الْمُنْشَئَاتُ فِي الْبَحْرِ كَالْأَعْلَامِ ٢٤

**২৫) আৰু সেইজনাই** হৈছে সাগৰৰ চকুত চলাই **লৈ যোৱা পাহাৰ সদৃশ** ওখ জাহাজ বোৰ।

فَبِأَيِّ آلَاءِ رَبِّكُمَا تُكَذِّبَانِ ٢٥

**২৬) তেতিয়াহ'লে,** তোমালোক দুয়ো তোমা-**লোকৰ প্ৰভুৰ কোনটো** অনুগ্ৰহনো অস্বীকাৰ **কৰিবা ?**

كُلُّ مَنْ عَلَيْهَا فَانٍ ٢٦

**২৭) পৃথিৱীৰ বুকুত** থকা সকলো বস্তু ক্ষণস্থায়ী ;

وَيَبْقَىٰ وَجْهُ رَبِّكَ ذُو الْجَلَالِ وَالْإِكْرَامِ ٢٧

**২৮) কেৱল তোমালোকৰ** প্ৰভু, সকলো গৌৰৱ **আৰু সন্মানৰ অধিকাৰী** জনাৰ কৃপাৰ বাহিৰে।

فَبِأَيِّ آلَاءِ رَبِّكُمَا تُكَذِّبَانِ ٢٨

**২৯) তেনেহ'লে,** তোমালোক দুয়ো তোমা-**লোকৰ প্ৰভুৰ কোনটো** অনুগ্ৰহনো অস্বীকাৰ **কৰিবা ?**

يَسْأَلُهُ مَنْ فِي السَّمَاوَاتِ وَالْأَرْضِ ۚ كُلَّ يَوْمٍ هُوَ فِي
شَأْنٍ ٢٩

**৩০) স্বৰ্গ সমূহ আৰু পৃথিৱীত** থকা সকলো বস্তু **সেইজনাৰ অনুগ্ৰহৰ** প্ৰাৰ্থী। প্ৰত্যেক মুহূৰ্ত্তত **সেইজনাই নিজকে** এটা ভিন্ন মহিমাত প্ৰকাশ **কৰে।**

فَبِأَيِّ آلَاءِ رَبِّكُمَا تُكَذِّبَانِ ٣٠

**৩১) তেনেহ'লে,** তোমালোক দুয়ো তোমা-**লোকৰ প্ৰভুৰ কোনটো** অনুগ্ৰহনো অস্বীকাৰ **কৰিবা ?**

سَنَفْرُغُ لَكُمْ أَيُّهَ الثَّقَلَانِ ٣١

**৩২) হে' তোমালোক** মহান শক্তিমান দুজন, **আমি অনতিপলমে** তোমালোকলৈ মনোযোগ **দিমহঁক !**

فَبِأَيِّ آلَاءِ رَبِّكُمَا تُكَذِّبَانِ ٣٢

**৩৩) তেতিয়াহলে,** তোমালোক দুয়ো তোমা-**লোকৰ প্ৰভুৰ কোনটো** অনুগ্ৰহনো অস্বীকাৰ **কৰিবা ?**

يَا مَعْشَرَ الْجِنِّ وَالْإِنْسِ إِنِ اسْتَطَعْتُمْ أَنْ
تَنْفُذُوا مِنْ أَقْطَارِ السَّمَاوَاتِ وَالْأَرْضِ فَانْفُذُوا ۚ
لَا تَنْفُذُونَ إِلَّا بِسُلْطَانٍ ٣٣

**৩৪) হে' জিন্ আৰু** মানৱৰ সহচৰসকল ! **তোমালোকৰ যদি স্বৰ্গ সমূহ আৰু** মৰ্ত্ত্যৰ **সীমাৰেখাৰ ব্যুহ** ভেদ কৰাৰ শক্তি আছে, **তেনেহ'লে সীমা** ভেদ কৰি যোৱাহঁক। কিন্তু **তোমালোকে অনুমতি** ব্যতিৰেকে ভেদ কৰি যাব **নোৱাৰা !**

| | |
|---|---|
| ৩৫) তেতিয়াহ'লে, তোমালোক দুয়ো তোমালোকৰ প্ৰভুৰ কোনটো অনুগ্ৰহনো অস্বীকাৰ কৰিবা ? | فَبِاَیِّ اٰلَآءِ رَبِّكُمَا تُكَذِّبٰنِ ﴿٣٥﴾ |
| ৩৬) তোমালোকৰ বিৰুদ্ধে পঠিওৱা হ'ব এক ধোঁৱাবিহীন অগ্নিবাণ আৰু এটা উজ্জ্বল জুইৰ শিখা আৰু তোমালোকে নিজকে ৰক্ষা কৰিবলৈ অসমৰ্থ হ'বা। | یُرْسَلُ عَلَیْكُمَا شُوَاظٌ مِّنْ نَّارٍ ۙ وَّ نُحَاسٌ فَلَا تَنْتَصِرٰنِ ﴿٣٦﴾ |
| ৩৭) তেতিয়াহ'লে, তোমালোক দুয়ো তোমালোকৰ প্ৰভুৰ কোনটো অনুগ্ৰহনো অস্বীকাৰ কৰিবা ? | فَبِاَیِّ اٰلَآءِ رَبِّكُمَا تُكَذِّبٰنِ ﴿٣٧﴾ |
| ৩৮) আৰু যেতিয়া আকাশ খন ফালি পেলোৱা হয় আৰু ই ৰঙা ছামৰাৰ দৰে ৰঙা হৈ পৰে। | فَاِذَا انْشَقَّتِ السَّمَآءُ فَكَانَتْ وَرْدَةً كَالدِّهَانِ ﴿٣٨﴾ |
| ৩৯) তেতিয়াহ'লে, তোমালোক দুয়ো তোমালোকৰ প্ৰভুৰ কোনটো অনুগ্ৰহনো অস্বীকাৰ কৰিবা ? | فَبِاَیِّ اٰلَآءِ رَبِّكُمَا تُكَذِّبٰنِ ﴿٣٩﴾ |
| ৪০) সেইদিনা মানৱ আৰু জিনক তেওঁলোকৰ পাপৰ বিষয়ে সোধা নহ'ব। | فَیَوْمَئِذٍ لَّا یُسْئَلُ عَنْ ذَنْۢبِهٖۤ اِنْسٌ وَّ لَا جَآنٌّ ﴿٤٠﴾ |
| ৪১) তেতিয়াহ'লে তোমালোক দুয়ো তোমালোকৰ প্ৰভুৰ কোনটো অনুগ্ৰহনো অস্বীকাৰ কৰিবা ? | فَبِاَیِّ اٰلَآءِ رَبِّكُمَا تُكَذِّبٰنِ ﴿٤١﴾ |
| ৪২) দোষী সকল পৰিচিত হ'ব তেওঁলোকৰ গাত থকা চিনেৰে, আৰু তেওঁলোকক আগচুলি আৰু ভৰিত খামোচ মাৰি ধৰা হ'ব। | یُعْرَفُ الْمُجْرِمُوْنَ بِسِیْمٰهُمْ فَیُؤْخَذُ بِالنَّوَاصِیْ وَ الْاَقْدَامِ ﴿٤٢﴾ |
| ৪৩) তেতিয়াহ'লে তোমালোক দুয়ো তোমালোকৰ প্ৰভুৰ কোনটো অনুগ্ৰহনো অস্বীকাৰ কৰিবা ? | فَبِاَیِّ اٰلَآءِ رَبِّكُمَا تُكَذِّبٰنِ ﴿٤٣﴾ |
| ৪৪) আৰু তেওঁলোকক কোৱা হ'ব: 'এইখনেই হৈছে দোজখ, যাৰ সত্যতা দোষী সকলে অস্বীকাৰ কৰে, | هٰذِهٖ جَهَنَّمُ الَّتِیْ یُكَذِّبُ بِهَا الْمُجْرِمُوْنَ ﴿٤٤﴾ |
| ৪৫) 'ইয়াৰ আৰু ভয়ঙ্কৰ উতলা পানীৰ মাজত এওঁলোকে প্ৰদক্ষিণ কৰিব।' | یَطُوْفُوْنَ بَیْنَهَا وَ بَیْنَ حَمِیْمٍ اٰنٍ ﴿٤٥﴾ |

| | |
|---|---|
| ৪৬) তেতিয়াহ'লে তোমালোক দুয়ো তোমা-লোকৰ প্ৰভুৰ কোনটো অনুগ্ৰহনো অস্বীকাৰ কৰিবা ? | فَبِأَيِّ اٰلَآءِ رَبِّكُمَا تُكَذِّبٰنِ ﴿٤٦﴾ |
| ৪৭) আৰু সেইজনৰ কাৰণে, যি তেওঁৰ প্ৰভুৰ মহিমাৰ সন্মান সূচক ভয়ত থাকে, ৰখা হৈছে দুখন উদ্যান— | وَلِمَنْ خَافَ مَقَامَ رَبِّهٖ جَنَّتٰنِ ﴿٤٧﴾ |
| ৪৮) তেতিয়াহ'লে, তোমালোক দুয়ো তোমা-লোকৰ প্ৰভুৰ কোনটো অনুগ্ৰহনো অস্বীকাৰ কৰিবা ? | فَبِأَيِّ اٰلَآءِ رَبِّكُمَا تُكَذِّبٰنِ ﴿٤٨﴾ |
| ৪৯) বিভিন্ন প্ৰকাৰৰ বিস্তৃত গছ-গছনিৰ সৈতে। | ذَوَاتَآ اَفْنَانٍ ﴿٤٩﴾ |
| ৫০) তেতিয়াহ'লে, তোমালোক দুয়ো তোমা-লোকৰ প্ৰভুৰ কোনটো অনুগ্ৰহনো অস্বীকাৰ কৰিবা ? | فَبِأَيِّ اٰلَآءِ رَبِّكُمَا تُكَذِّبٰنِ ﴿٥٠﴾ |
| ৫১) সেই দুখন উদ্যানত প্ৰত্যেক খনতে দুটাকৈ অবাধে প্ৰবাহ কৰা নিজৰা থাকিব। | فِيْهِمَا عَيْنٰنِ تَجْرِيٰنِ ﴿٥١﴾ |
| ৫২) তেতিয়াহ'লে, তোমালোক দুয়ো তোমা-লোকৰ প্ৰভুৰ কোনটো অনুগ্ৰহনো অস্বীকাৰ কৰিবা ? | فَبِأَيِّ اٰلَآءِ رَبِّكُمَا تُكَذِّبٰنِ ﴿٥٢﴾ |
| ৫৩) তাত থাকিব প্ৰত্যেক বিধৰ ফল যোৰ পাতি। | فِيْهِمَا مِنْ كُلِّ فَاكِهَةٍ زَوْجٰنِ ﴿٥٣﴾ |
| ৫৪) তেতিয়াহ'লে, তোমালোক দুয়ো তোমা-লোকৰ প্ৰভুৰ কোনটো অনুগ্ৰহনো অস্বীকাৰ কৰিবা ? | فَبِأَيِّ اٰلَآءِ رَبِّكُمَا تُكَذِّبٰنِ ﴿٥٤﴾ |
| ৫৫) তাৰ নিবাসীসকলে ফুলবছা পচমী কাপোৰেৰে সজ্জিত গালিছাৰ ওপৰত থোৱা শয্যাত বিশ্ৰাম কৰিব। আৰু দুয়োখন উদ্যানৰ ফল-মূল বোৰ তেওঁলোকে সহজে পোৱাত থাকিব। | مُتَّكِـِٕيْنَ عَلٰى فُرُشٍۢ بَطَآئِنُهَا مِنْ اِسْتَبْرَقٍ ۗ وَجَنَا الْجَنَّتَيْنِ دَانٍ ﴿٥٥﴾ |
| ৫৬) তেতিয়াহ'লে, তোমালোক দুয়ো তোমা-লোকৰ প্ৰভুৰ কোনটো অনুগ্ৰহনো অস্বীকাৰ কৰিবা ? | فَبِأَيِّ اٰلَآءِ رَبِّكُمَا تُكَذِّبٰنِ ﴿٥٦﴾ |
| ৫৭) তাত আৰু থাকিব চকুৰ চাৱনি সংযমত | فِيْهِنَّ قٰصِرٰتُ الطَّرْفِ لَمْ يَطْمِثْهُنَّ اِنْسٌ قَبْلَهُمْ |

ৰখা পৱিত্ৰ কুমাৰী সকল, যাক তেওঁলোকৰ পূৰ্বে কোনো মানৱ বা জিনে স্পৰ্শ নকৰিব—

وَلَا جَآنٌّ ﴿٥٦﴾

৫৮) তেতিয়াহ'লে, তোমালোক দুয়ো তোমালোকৰ প্ৰভুৰ কোনটো অনুগ্ৰহনো অস্বীকাৰ কৰিবা?

فَبِأَيِّ آلَآءِ رَبِّكُمَا تُكَذِّبَانِ ﴿٥٨﴾

৫৯) তেওঁলোক যেন পদ্মৰাগ মণি আৰু মুক্তাবোৰৰ দৰে হ'ব:

كَأَنَّهُنَّ الْيَاقُوتُ وَالْمَرْجَانُ ﴿٥٩﴾

৬০) তেতিয়াহ'লে, তোমালোক দুয়ো তোমালোকৰ প্ৰভুৰ কোনটো অনুগ্ৰহনো অস্বীকাৰ কৰিবা?

فَبِأَيِّ آلَآءِ رَبِّكُمَا تُكَذِّبَانِ ﴿٦٠﴾

৬১) অনুগ্ৰহৰ পুৰস্কাৰ অনুগ্ৰহৰ বাহিৰে অন্য কিবা হ'ব পাৰে নে?

هَلْ جَزَآءُ الْإِحْسَانِ إِلَّا الْإِحْسَانُ ﴿٦١﴾

৬২) তেতিয়াহ'লে, তোমালোক দুয়ো তোমালোকৰ প্ৰভুৰ কোনটো অনুগ্ৰহনো অস্বীকাৰ কৰিবা?

فَبِأَيِّ آلَآءِ رَبِّكُمَا تُكَذِّبَانِ ﴿٦٢﴾

৬৩) আৰু এই দুখনৰ বাহিৰে, আন দুখন উদ্যান আছে—

وَمِن دُونِهِمَا جَنَّتَانِ ﴿٦٢﴾

৬৪) তেতিয়াহ'লে, তোমালোক দুয়ো তোমালোকৰ প্ৰভুৰ কোনটো অনুগ্ৰহনো অস্বীকাৰ কৰিবা?

فَبِأَيِّ آلَآءِ رَبِّكُمَا تُكَذِّبَانِ ﴿٦٤﴾

৬৫) পাতৰ থোপাৰে গভীৰ সেউজীয়া ৰঙৰ—

مُدْهَآمَّتَانِ ﴿٦٥﴾

৬৬) তেতিয়াহ'লে, তোমালোক দুয়ো তোমালোকৰ প্ৰভুৰ কোনটো অনুগ্ৰহনো অস্বীকাৰ কৰিবা?

فَبِأَيِّ آلَآءِ رَبِّكُمَا تُكَذِّبَانِ ﴿٦٦﴾

৬৭) তাতো থাকিব পানী প্ৰবাহ কৰি থকা দুটা নিজৰা।

فِيهِمَا عَيْنَانِ نَضَّاخَتَانِ ﴿٦٧﴾

৬৮) তেতিয়াহ'লে, তোমালোক দুয়ো তোমালোকৰ প্ৰভুৰ কোনটো অনুগ্ৰহনো অস্বীকাৰ কৰিবা?

فَبِأَيِّ آلَآءِ رَبِّكُمَا تُكَذِّبَانِ ﴿٦٨﴾

৬৯) দুয়োখনতে সকলো প্ৰকাৰৰ ফল-মূল, খজুৰ আৰু বেদানা থাকিব।

فِيهِمَا فَاكِهَةٌ وَنَخْلٌ وَرُمَّانٌ ﴿٦٩﴾

فَبِاَيِّ اٰلَآءِ رَبِّكُمَا تُكَذِّبٰنِ ﴿٧٠﴾

৭০) তেতিয়াহ'লে, তোমালোক দুয়ো তোমালোকৰ প্ৰভুৰ কোনটো অনুগ্ৰহনো অস্বীকাৰ কৰিবা ?

فِيْهِنَّ خَيْرٰتٌ حِسَانٌ ﴿٧١﴾

৭১) তাত থাকিব কুমাৰীসকল, সাধু আৰু সুন্দৰ।—

فَبِاَيِّ اٰلَآءِ رَبِّكُمَا تُكَذِّبٰنِ ﴿٧٢﴾

৭২) তেতিয়াহ'লে তোমালোক দুয়ো তোমালোকৰ প্ৰভুৰ কোনটো অনুগ্ৰহনো অস্বীকাৰ কৰিবা ?

حُوْرٌ مَّقْصُوْرٰتٌ فِي الْخِيَامِ ﴿٧٣﴾

৭৩) ধুনীয়া ক'লা চকুৰে শোভিত আৰু মণ্ডপত সংৰক্ষিত সুন্দৰী কুমাৰী সকল—

فَبِاَيِّ اٰلَآءِ رَبِّكُمَا تُكَذِّبٰنِ ﴿٧٤﴾

৭৪) তেতিয়াহ'লে, তোমালোক দুয়ো তোমালোকৰ প্ৰভুৰ কোনটো অনুগ্ৰহনো অস্বীকাৰ কৰিবা ?

لَمْ يَطْمِثْهُنَّ اِنْسٌ قَبْلَهُمْ وَلَا جَآنٌّ ﴿٧٥﴾

৭৫) যাক তেওঁলোকৰ পূৰ্ব্বে মানৱ বা জিনে স্পৰ্শ কৰা নাই—

فَبِاَيِّ اٰلَآءِ رَبِّكُمَا تُكَذِّبٰنِ ﴿٧٦﴾

৭৬) তেতিয়াহ'লে, তোমালোক দুয়ো তোমালোকৰ প্ৰভুৰ কোনটো অনুগ্ৰহনো অস্বীকাৰ কৰিবা ?

مُتَّكِـِٕيْنَ عَلٰى رَفْرَفٍ خُضْرٍ وَّعَبْقَرِيٍّ حِسَانٍ ﴿٧٧﴾

৭৭) অতিশয় ধুনীয়া গালিছা আৰু সেউজীয়া গাদীত বিশ্ৰাম কৰি থকা।

فَبِاَيِّ اٰلَآءِ رَبِّكُمَا تُكَذِّبٰنِ ﴿٧٨﴾

৭৮) তেতিয়াহ'লে, তোমালোক দুয়ো তোমালোকৰ প্ৰভুৰ কোনটো অনুগ্ৰহনো অস্বীকাৰ কৰিবা ?

تَبٰرَكَ اسْمُ رَبِّكَ ذِي الْجَلٰلِ وَالْاِكْرَامِ ﴿٧٩﴾

৭৯) তোমাৰ প্ৰভু সকলো গৌৰৱ আৰু সন্মানৰ অধিকাৰী জনাৰ নাম সৰ্ব্বদা ধন্য।

سُوْرَةُ الْوَاقِعَةِ مَكِّيَّةٌ (٥٦) اٰيَاتُهَا رُكُوْعَاتُهَا

চুৰা ৫৬ AL-WAQIAH আল-ৱাকিয়াহ (মক্কাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, কৰুণাময়, আল্লাহৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ١

২) অনিবাৰ্য্য ঘটনাটো যেতিয়া ঘটিব—

إِذَا وَقَعَتِ الْوَاقِعَةُ ٢

৩) ই যে ঘটিব, কোনেও নুই কৰিব নোৱাৰে—

لَيْسَ لِوَقْعَتِهَا كَاذِبَةٌ ٣

৪) ই কিছুমানক অপদস্থ কৰিব, আন কিছুমানক উন্নত কৰিব।

خَافِضَةٌ رَّافِعَةٌ ٤

৫) পৃথিৱীখনক যেতিয়া এটা ভয়ঙ্কৰ কম্পনেৰে কপোঁৱা হ'ব;

إِذَا رُجَّتِ الْأَرْضُ رَجًّا ٥

৬) আৰু পৰ্ব্বতৰ শাৰীবোৰ চূৰ্ণ-বিচুৰ্ণ কৰা হ'ব—এটা সম্পূৰ্ণ ধ্বংসকাৰ্য্য।

وَّبُسَّتِ الْجِبَالُ بَسًّا ٦

৭) সেই আটাইবোৰ সিঁচৰিত কৰা ধূলিকণাৰ দৰে হ'ব।

فَكَانَتْ هَبَآءً مُّنْۢبَثًّا ٧

৮) আৰু তোমালোকক তিনিটা সমষ্টিত বিভক্ত কৰা হ'ব ঃ

وَّكُنْتُمْ أَزْوَاجًا ثَلٰثَةً ٨

৯) যি সকল সোঁফালে থাকিব—সোঁফালে থকা সকল কিমান যে ভাগ্যবান!

فَأَصْحٰبُ الْمَيْمَنَةِ ۙ مَآ أَصْحٰبُ الْمَيْمَنَةِ ٩

১০) আৰু যিসকল বাঁওপিনে থাকিব—বাঁওফালে থকা সকল কিমান যে দুৰ্ভগীয়া!

وَأَصْحٰبُ الْمَشْـَٔمَةِ ۙ مَآ أَصْحٰبُ الْمَشْـَٔمَةِ ١٠

১১) আৰু শীৰ্ষস্থানীয় সকল; তেওঁলোক সত্যতে শীৰ্ষস্থানীয়;

وَالسّٰبِقُوْنَ السّٰبِقُوْنَ ١١

১২) তেওঁলোকেই হ'ব আল্লাহৰ সান্নিধ্যত থকা সকল;

أُولٰٓئِكَ الْمُقَرَّبُوْنَ ١٢

১৩) আৰু থাকিব পৰম সুখৰ উদ্যানত—

فِيْ جَنّٰتِ النَّعِيْمِ ١٣

১৪) প্ৰথম বিশ্বাসী সকলৰ মাজৰ পৰা অহা এটা ডাঙৰ দল,

ثُلَّةٌ مِّنَ الْأَوَّلِيْنَ ١٤

১৫) আৰু পৰবৰ্ত্তী বিশ্বাসী সকলৰ মাজৰ পৰা কেইজনমান,

وَ قَلِيْلٌ مِّنَ الْاٰخِرِيْنَ ﴿١٥﴾

১৬) সোণ আৰু হীৰা-মুকুতাৰে সজোৱা শয্যাত বহি থাকিব,

عَلٰى سُرُرٍ مَّوْضُوْنَةٍ ﴿١٦﴾

১৭) বিশ্ৰাম কৰি, ইজনে সিজনলৈ মুখ কৰি।

مُّتَّكِـِٕيْنَ عَلَيْهَا مُتَقٰبِلِيْنَ ﴿١٧﴾

১৮) তাত তেওঁলোকক আল-পৈচান ধৰিব সুকোমল চিৰ যৌৱন বিশিষ্ট যুৱক সকলে,

يَطُوْفُ عَلَيْهِمْ وِلْدَانٌ مُّخَلَّدُوْنَ ﴿١٨﴾

১৯) যি সকলে এটা বৈ থকা নিঝৰাৰ পৰা ভৰোৱা পানীয়ৰ ডাঙৰ লোটা আৰু পিয়লা কঢ়িয়াই ফুৰিব—

بِاَكْوَابٍ وَّ اَبَارِيْقَ ۙ وَ كَاْسٍ مِّنْ مَّعِيْنٍ ﴿١٩﴾

২০) সেই পানীয়ৰ পৰা তেওঁলোকৰ কোনো মূৰৰ বিষ নহ'ব, নতুবা তেওঁলোক মতলীয়াও নহ'ব—

لَّا يُصَدَّعُوْنَ عَنْهَا وَ لَا يُنْزِفُوْنَ ﴿٢٠﴾

২১) আৰু তেওঁলোকৰ নিজৰ পচন্দ মতে ফল-মূল কঢ়িয়াই ফুৰিব,

وَ فَاكِهَةٍ مِّمَّا يَتَخَيَّرُوْنَ ﴿٢١﴾

২২) আৰু তেওঁলোকে বাঞ্ছা কৰা মতে বিভিন্ন চৰাইৰ মাংস পাব।

وَ لَحْمِ طَيْرٍ مِّمَّا يَشْتَهُوْنَ ﴿٢٢﴾

২৩) আৰু তাত থাকিব মৃগনয়নী সুন্দৰী কুমাৰী সকল,

وَ حُوْرٌ عِيْنٌ ﴿٢٣﴾

২৪) মুক্তাৰ দৰে, আবৰণৰে ঢাকি থোৱা,

كَاَمْثَالِ اللُّؤْلُؤِ الْمَكْنُوْنِ ﴿٢٤﴾

২৫) তেওঁলোকৰ কৰ্ম্মফলৰ পুৰস্কাৰ স্বৰূপে।

جَزَآءًۢ بِمَا كَانُوْا يَعْمَلُوْنَ ﴿٢٥﴾

২৬) তাত তেওঁলোকে কোনো অনৰ্থক পাপজনক কথা শুনিবলৈ নেপাব,

لَا يَسْمَعُوْنَ فِيْهَا لَغْوًا وَّ لَا تَاْثِيْمًا ﴿٢٦﴾

২৭) কেৱল আশীৰ্বাদৰ উক্তিৰ বাহিৰে—'শান্তি, শান্তি :'

اِلَّا قِيْلًا سَلٰمًا سَلٰمًا ﴿٢٧﴾

২৮) যি সকল সোঁফালে থাকিব—কিমান যে ভাগ্যবান সোঁফালে থকা সকল!—

وَ اَصْحٰبُ الْيَمِيْنِ ۙ مَاۤ اَصْحٰبُ الْيَمِيْنِ ﴿٢٨﴾

২৯) তেওঁলোক থাকিব কাঁইট নোহোৱা লোট গছৰ মাজত,

فِيْ سِدْرٍ مَّخْضُوْدٍ ﴿٢٩﴾

৩০) আৰু কলৰ থোকৰ মাজত,

وَّ طَلْحٍ مَّنْضُوْدٍ ﴿٣٠﴾

وَّظِلٍّ مَّمْدُوْدٍ ﴿٣٠﴾

৩১) আৰু বিস্তৃত ছাঁত,

وَّمَآءٍ مَّسْكُوْبٍ ﴿٣١﴾

৩২) আৰু বৈ থকা পানীৰ সান্নিধ্যত,

وَّفَاكِهَةٍ كَثِيْرَةٍ ﴿٣٢﴾

৩৩) আৰু অপৰ্য্যাপ্ত ফল-মূলৰ মাজত,

لَّا مَقْطُوْعَةٍ وَّلَا مَمْنُوْعَةٍ ﴿٣٣﴾

৩৪) কেতিয়াও শেষ-নোহোৱা, নতুবা নিষিদ্ধ নোহোৱা।

وَّفُرُشٍ مَّرْفُوْعَةٍ ﴿٣٤﴾

৩৫) আৰু তেওঁলোকৰ থাকিব মহৎ প্ৰকৃতিৰ স্বামী বা স্ত্ৰী।—

اِنَّآ اَنْشَاْنٰهُنَّ اِنْشَآءً ﴿٣٥﴾

৩৬) প্ৰকৃততে, আমি তেওঁলোকৰ কাৰণে এটা সুন্দৰ সৃষ্টি স্ৰজিলোঁ,

فَجَعَلْنٰهُنَّ اَبْكَارًا ﴿٣٦﴾

৩৭) আৰু তেওঁলোকক কুমাৰ-কুমাৰী কৰিছোঁ,

عُرُبًا اَتْرَابًا ﴿٣٧﴾

৩৮) ইজন সিজনৰ প্ৰিয়, সমবয়স্ক ;

لِّاَصْحٰبِ الْيَمِيْنِ ﴿٣٨﴾

৩৯) সোঁফালে থকা সকলৰ কাৰণে।

ثُلَّةٌ مِّنَ الْاَوَّلِيْنَ ﴿٣٩﴾

৪০) প্ৰথম বিশ্বাসী সকলৰ মাজৰ পৰা অহা এটা ডাঙৰ দল।

وَثُلَّةٌ مِّنَ الْاٰخِرِيْنَ ﴿٤٠﴾

৪১) আৰু পৰৱৰ্ত্তী বিশ্বাসী সকলৰ মাজত পৰা অহা এটা ডাঙৰ দল।

وَاَصْحٰبُ الشِّمَالِ ۙ مَآ اَصْحٰبُ الشِّمَالِ ﴿٤١﴾

৪২) আৰু বাঁওফালে থকাসকল—কিমান যে দুৰ্ভগীয়া বাঁওফালে থকা সকল !—

فِيْ سَمُوْمٍ وَّحَمِيْمٍ ﴿٤٢﴾

৪৩) তেওঁলোক থাকিব গা-পোৰা বতাহ আৰু গৰম পানীৰ মাজৰ,

وَّظِلٍّ مِّنْ يَّحْمُوْمٍ ﴿٤٣﴾

৪৪) আৰু আলকাতৰাৰ দৰে ক'লা ধোঁৱাৰ ছাঁত ;

لَّا بَارِدٍ وَّلَا كَرِيْمٍ ﴿٤٤﴾

৪৫) শীতলো নহয় বা স্বাস্থ্যকৰো নহয়।

اِنَّهُمْ كَانُوْا قَبْلَ ذٰلِكَ مُتْرَفِيْنَ ﴿٤٥﴾

৪৬) ইয়াৰ আগতে তেওঁলোকে এটা সুখ আৰু সমৃদ্ধিৰ জীৱন-যাপন কৰিছিল,

وَكَانُوْا يُصِرُّوْنَ عَلَى الْحِنْثِ الْعَظِيْمِ ﴿٤٦﴾

৪৭) আৰু অতিমাত্ৰা পাপ কামত সদায় লিপ্ত আছিল,

وَكَانُوْا يَقُوْلُوْنَ ۙ اَئِذَا مِتْنَا وَكُنَّا تُرَابًا وَّ

৪৮) আৰু তেওঁলোকৰ এইদৰে কোৱা অভ্যাস আছিল, 'কি! আমি যেতিয়া মৰিম আৰু ধূলি আৰু হাড়-মূৰত পৰিণত হ'ম, আমাক সঁচাকৈয়ে

উঠাই অনা হ'ব নে ? عِظَامًا ءَاِنَّا لَمَبْعُوْثُوْنَ ﴿٤٧﴾

৪৯) আৰু আমাৰ পূৰ্ব্বতে যোৱা পিতৃ সকলকো ?' اَوَ اٰبَآؤُنَا الْاَوَّلُوْنَ ﴿٤٨﴾

৫০) কোৱাঁ, 'হয়, পূৰ্ব্বতে যোৱা সকল আৰু পাছত অহা সকল, قُلْ اِنَّ الْاَوَّلِيْنَ وَالْاٰخِرِيْنَ ﴿٤٩﴾

৫১) 'সকলোকে একেলগে সেই নিৰ্দ্দিষ্ট দিনা বান্ধি থোৱা সময়ত গোটোৱা হ'ব। لَمَجْمُوْعُوْنَ ۙ اِلٰى مِيْقَاتِ يَوْمٍ مَّعْلُوْمٍ ﴿٥٠﴾

৫২) 'তেতিয়া, হে' তোমালোক যি আওবাটে গৈছা আৰু সত্যক অগ্ৰাহ্য কৰিছা, ثُمَّ اِنَّكُمْ اَيُّهَا الضَّآلُّوْنَ الْمُكَذِّبُوْنَ ﴿٥١﴾

৫৩) 'তোমালোকে, নিশ্চয়েই, জকমগছৰ ফল খাবা, لَاٰكِلُوْنَ مِنْ شَجَرٍ مِّنْ زَقُّوْمٍ ﴿٥٢﴾

৫৪) 'আৰু তোমালোকৰ উদৰ তাৰে সৈতে ভৰাবা, فَمَالِـُٔوْنَ مِنْهَا الْبُطُوْنَ ﴿٥٣﴾

৫৫) 'আৰু তোমালোকে উত্তপ্ত পানী পি খাবা, তাৰ উপৰিও, فَشٰرِبُوْنَ عَلَيْهِ مِنَ الْحَمِيْمِ ﴿٥٤﴾

৫৬) তৃষাতুৰ, উটে পি খোৱাৰ দৰে খাবা।' فَشٰرِبُوْنَ شُرْبَ الْهِيْمِ ﴿٥٥﴾

৫৭) এইটোৱেই হ'ব তোমালোকৰ বিচাৰৰ দিনটোৰ আপ্যায়ন। هٰذَا نُزُلُهُمْ يَوْمَ الدِّيْنِ ﴿٥٦﴾

৫৮) আমি তোমালোকক সৃষ্টি কৰিছোঁ। তেতিয়াহ'লে, তোমালোকে কিয়নো সত্যটো স্বীকাৰ নকৰা ? نَحْنُ خَلَقْنٰكُمْ فَلَوْلَا تُصَدِّقُوْنَ ﴿٥٧﴾

৫৯) তোমালোকে যে শুক্ৰৰ টোপাটো নিৰ্গত কৰা, তাৰ বিষয়ে কি ভাবা ? اَفَرَءَيْتُمْ مَّا تُمْنُوْنَ ﴿٥٨﴾

৬০) তোমালোকে ইয়াক সৃষ্টি কৰিছা, নে আমি ইয়াৰ সৃষ্টিকৰ্ত্তা ? ءَاَنْتُمْ تَخْلُقُوْنَهٗٓ اَمْ نَحْنُ الْخٰلِقُوْنَ ﴿٥٩﴾

৬১) আমি তোমালোক সকলোৰে কাৰণে মৃত্যুৰ ব্যৱস্থা কৰিছোঁ ; আৰু আমাক একোৱে বাধা দিব নোৱাৰে, نَحْنُ قَدَّرْنَا بَيْنَكُمُ الْمَوْتَ وَمَا نَحْنُ بِمَسْبُوْقِيْنَ ﴿٦٠﴾

৬২) তোমালোকৰ ঠাইত আন কিছুমানক স্থাপন কৰাৰ পৰা, আৰু তোমালোকক ৰূপান্তৰ কৰি এনেকুৱা এটা ৰূপলৈ উঠোৱাৰ পৰা যাৰ বিষয়ে عَلٰٓى اَنْ نُّبَدِّلَ اَمْثَالَكُمْ وَنُنْشِئَكُمْ فِيْ مَا

لَا تَعْلَمُونَ ﴿٦٢﴾

তোমালোক এতিয়াও অজ্ঞ।

وَلَقَدْ عَلِمْتُمُ النَّشْأَةَ الْأُولَىٰ فَلَوْلَا تَذَكَّرُونَ ﴿٦٣﴾

৬৩) আৰু তোমালোকে, নিশ্চয়েই, প্ৰথম সৃষ্টিৰ বিষয়ে অৱগত। তেতিয়াহ'লে, তোমালোকে কিয়নো গমি নোচোৱাঁ।

أَفَرَأَيْتُم مَّا تَحْرُثُونَ ﴿٦٤﴾

৬৪) তোমালোকে কি সিঁচিছা দেখানে ?

أَأَنتُمْ تَزْرَعُونَهُ أَمْ نَحْنُ الزَّارِعُونَ ﴿٦٥﴾

৬৫) তোমালোকে ইয়াক গজাইছা, নে আমি গজাওঁতা ?

لَوْ نَشَاءُ لَجَعَلْنَاهُ حُطَامًا فَظَلْتُمْ تَفَكَّهُونَ ﴿٦٦﴾

৬৬) আমি যদি ইচ্ছা কৰিলোহেঁতেন, এই আটাইবোৰকে শুকাই যোৱা নৰাত পৰিণত কৰিব পাৰিলোহেঁতেন, তেতিয়া তোমালোকে এইদৰে আক্ষেপ কৰি থাকিবা ঃ

إِنَّا لَمُغْرَمُونَ ﴿٦٧﴾

৬৭) 'আমি ধাৰত পোত্ গৈছোঁ' !

بَلْ نَحْنُ مَحْرُومُونَ ﴿٦٨﴾

৬৮) 'নহয়, আমাক সৰ্ব্বহাৰা কৰা হৈছে।'

أَفَرَأَيْتُمُ الْمَاءَ الَّذِي تَشْرَبُونَ ﴿٦٩﴾

৬৯) তোমালোকে পি খোৱা পানী খিনিৰ কথা ভাবা নে ?

أَأَنتُمْ أَنزَلْتُمُوهُ مِنَ الْمُزْنِ أَمْ نَحْنُ الْمُنزِلُونَ ﴿٧٠﴾

৭০) তোমালোকে মেঘৰ পৰা ইয়াক নমাই পঠিওৱা, নে, আমি হে পঠিয়াওঁতা ?

لَوْ نَشَاءُ جَعَلْنَاهُ أُجَاجًا فَلَوْلَا تَشْكُرُونَ ﴿٧١﴾

৭১) আমি ইচ্ছা কৰা হ'লে ইয়াক তিতা কৰিব পাৰিলোহেঁতেন। তেনেহ'লে, তোমালোকে কিয়নো ধন্যবাদ জ্ঞাপন নকৰা ?

أَفَرَأَيْتُمُ النَّارَ الَّتِي تُورُونَ ﴿٧٢﴾

৭২) তোমালোকে যে **জুইকুৰা** জ্বলোৱা তাৰ বিষয়ে ভাবা নে ?

أَأَنتُمْ أَنشَأْتُمْ شَجَرَتَهَا أَمْ نَحْنُ الْمُنشِئُونَ ﴿٧٣﴾

৭৩) এই জুইৰ কাৰণে, লগা গছজোপা তোমালোকে উৎপন্ন কৰিছা, নে আমিহে ইয়াক উৎপন্ন কৰোঁতা ?

৭৪) আমি ইয়াক **পৰ্য্যটক** সকলৰ এটা স্মাৰক আৰু **উপকাৰ** ৰূপে গঢ়িছোঁ।

نَحْنُ جَعَلْنٰهَا تَذْكِرَةً وَّمَتَاعًا لِّلْمُقْوِيْنَ ﴿٧٣﴾

৭৫) গতিকে তোমালোকৰ প্ৰভু সৰ্ব্বশ্ৰেষ্ঠজনাৰ গৰিমা গোৱাঁহঁক।

فَسَبِّحْ بِاسْمِ رَبِّكَ الْعَظِيْمِ ﴿٧٤﴾

৭৬) নহয়, মই নক্ষত্ৰবোৰৰ বিভিন্ন স্থানবোৰ প্ৰমাণ স্বৰূপে আগবঢ়াওঁ—

فَلَآ اُقْسِمُ بِمَوٰقِعِ النُّجُوْمِ ﴿٧٥﴾

৭৭) আৰু বাস্তৱতে, সেইটো এটা মহান প্ৰমাণ তোমালোকে যদিহে জানিলাহেঁতেন—

وَاِنَّهٗ لَقَسَمٌ لَّوْ تَعْلَمُوْنَ عَظِيْمٌ ﴿٧٦﴾

৭৮) এইখন, বাস্তৱতে এখন মহৎ কোৰ্-আন

اِنَّهٗ لَقُرْاٰنٌ كَرِيْمٌ ﴿٧٧﴾

৭৯) এখন সুৰক্ষিত গ্ৰন্থত,

فِيْ كِتٰبٍ مَّكْنُوْنٍ ﴿٧٨﴾

৮০) যাক পৱিত্ৰ সকলৰ বাহিৰে আন কোনেও ছুব নোৱাৰে।

لَّا يَمَسُّهٗٓ اِلَّا الْمُطَهَّرُوْنَ ﴿٧٩﴾

৮১) ই সকলো বিশ্বৰ সৃষ্টিকৰ্ত্তাৰ পৰা প্ৰকাশ হোৱা বাণী।

تَنْزِيْلٌ مِّنْ رَّبِّ الْعٰلَمِيْنَ ﴿٨٠﴾

৮২) এনে ধৰণৰ এটা **ঐশ্বৰিক** অধ্যয়নৰ বিষয়ক তোমালোকে গুৰুত্ব নিদিবা নে ?

اَفَبِهٰذَا الْحَدِيْثِ اَنْتُمْ مُّدْهِنُوْنَ ﴿٨١﴾

৮৩) আৰু **ইয়াৰ** অস্বীকাৰকে তোমালোকৰ জীৱিকা নিৰ্ব্বাহৰ আহিলাৰূপে লোৱা নে ?

وَتَجْعَلُوْنَ رِزْقَكُمْ اَنَّكُمْ تُكَذِّبُوْنَ ﴿٨٢﴾

৮৪) তেনেহ'লে, কিয়নো, যেতিয়া মৃতপ্ৰায় মানুহজনৰ আত্মাটো কণ্ঠৰ ওচৰ পায়হি,

فَلَوْلَآ اِذَا بَلَغَتِ الْحُلْقُوْمَ ﴿٨٣﴾

৮৫) আৰু তোমালোকে সেই মুহূৰ্ত্তত চাই থাকা—

وَاَنْتُمْ حِيْنَئِذٍ تَنْظُرُوْنَ ﴿٨٤﴾

৮৬) **আৰু** আমি তেওঁৰ তোমালোকতকৈও বেছি কাষত থাকোঁ, কিন্তু তোমালোকে নেদেখা—

وَنَحْنُ اَقْرَبُ اِلَيْهِ مِنْكُمْ وَلٰكِنْ لَّا تُبْصِرُوْنَ ﴿٨٥﴾

৮৭) তেনেহ'লে, কিয়নো তোমালোকৰ পৰা যদি কৈফিয়ৎ দাবী কৰিব নেলাগে,

فَلَوْلَآ اِنْ كُنْتُمْ غَيْرَ مَدِيْنِيْنَ ۙ ﴿٨٦﴾

৮৮) তোমালোকে ইয়াক ঘূৰাই আনিব নোৱাৰা. যদিহে তোমালোক সত্যবাদী ?

تَرْجِعُوْنَهَآ اِنْ كُنْتُمْ صٰدِقِيْنَ ﴿٨٧﴾

৮৯) এতিয়া তেওঁ যদি **আল্লাহৰ** সান্নিধ্যত থকা সকলৰ ভিতৰৰ এজন হয়,

فَاَمَّآ اِنْ كَانَ مِنَ الْمُقَرَّبِيْنَ ۙ ﴿٨٨﴾

৯০) তেনেহ'লে তেওঁৰ কাৰণে আছে আৰাম আৰু সুখৰ সুগন্ধ আৰু পৰম সুখৰ উদ্যান:

فَرَوْحٌ وَّرَيْحَانٌ ۙ۵ وَّجَنَّتُ نَعِيْمٍ ﴿٨٩﴾

৯১) আৰু তেওঁ যদি সোঁফালে থকা সকলৰ এজন হয়,

وَاَمَّآ اِنْ كَانَ مِنْ اَصْحٰبِ الْيَمِيْنِ ۙ ﴿٩٠﴾

৯২) তেনেহ'লে, 'হে' সোঁফালে থকা সকলৰ মাজত তুমি, তোমাৰ ওপৰত যেন সদায় শান্তি বৰষে!'

فَسَلٰمٌ لَّكَ مِنْ اَصْحٰبِ الْيَمِيْنِ ۗ ﴿٩١﴾

**৯৩) কিন্তু তেওঁ যদি হয় সেই সকলৰ ভিতৰৰ যি' সত্যক প্ৰত্যাখ্যান কৰে আৰু ভ্ৰান্ত হয়,**

وَاَمَّآ اِنْ كَانَ مِنَ الْمُكَذِّبِيْنَ الضَّآلِّيْنَ ۙ ﴿٩٢﴾

৯৪) তেনেহ'লে তেওঁৰ কাৰণে থাকিব এক আপ্যায়ন উত্তপ্ত পানীৰ,

فَنُزُلٌ مِّنْ حَمِيْمٍ ۙ ﴿٩٣﴾

৯৫) আৰু দোজখৰ জ্বলন।

وَّتَصْلِيَةُ جَحِيْمٍ ﴿٩٤﴾

৯৬) প্ৰকৃততে ই হৈছে এটা সঠিক নিশ্চয়তা।

اِنَّ هٰذَا لَهُوَ حَقُّ الْيَقِيْنِ ۚ ﴿٩٥﴾

৯৭) গতিকে তোমালোকৰ প্ৰভু, অতুলনীয় ভাৱে মহান জনাৰ নাম গৌৰৱান্বিত কৰাহঁক।

فَسَبِّحْ بِاسْمِ رَبِّكَ الْعَظِيْمِ ع ﴿٩٦﴾

سُوْرَةُ الْحَدِيْدِ مَدَنِيَّةٌ (٥٧)

চুৰা-৫৭ আল-হাদিদ (মদিনাত অৱতীৰ্ণ)

১) সু-প্ৰসন্ন, কৰুণাময়, আল্লাহৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ﴿١﴾

২) স্বৰ্গ সমূহত আৰু মৰ্ত্ত্যত থকা সকলো বস্তুৱে আল্লাহক গৌৰৱান্বিত কৰে; আৰু সেইজনাই হৈছে সৰ্ব্বশক্তিমান, আৰু জ্ঞানী।

سَبَّحَ لِلّٰهِ مَا فِي السَّمٰوٰتِ وَالْاَرْضِ ۚ وَهُوَ الْعَزِيْزُ الْحَكِيْمُ ﴿٢﴾

৩) স্বৰ্গ সমূহ আৰু মৰ্ত্ত্য ব্যাপী সমগ্ৰ ৰাজ্যৰ অধিকাৰ সেইজনাৰেই; সেইজনাই প্ৰাণ দান কৰে আৰু মৃত্যু ঘটায়, আৰু সেইজনাৰ সকলো বস্তুৰে ওপৰত আধিপত্য আছে।

لَهٗ مُلْكُ السَّمٰوٰتِ وَالْاَرْضِ ۚ يُحْيٖ وَيُمِيْتُ ۚ وَهُوَ عَلٰى كُلِّ شَيْءٍ قَدِيْرٌ ﴿٣﴾

৪) সেইজনাই হৈছে প্ৰথম আৰু অন্তিম, আৰু বিদ্যমান আৰু লুক্কায়িত, আৰু সেইজনাৰ সকলো বস্তুৰ বিষয়ে সম্পূৰ্ণ জ্ঞান আছে।

هُوَ الْاَوَّلُ وَالْاٰخِرُ وَالظَّاهِرُ وَالْبَاطِنُ ۚ وَهُوَ بِكُلِّ شَيْءٍ عَلِيْمٌ ﴿٤﴾

৫) সেইজনাই হৈছে আল্লাহ যি স্বৰ্গ সমূহ আৰু মৰ্ত্ত্য ছটা সময় খন্ডত সৃষ্টি কৰিছিল, তাৰ পাছত নিজকে সিংহাসনত স্থাপন কৰিছিল। সেইজনাই জানে পৃথিৱীলৈ কি প্ৰৱেশ কৰে আৰু ইয়াৰ পৰা কি ওলাই আহে, আৰু আকাশৰ পৰা কি নামি আহে আৰু ইয়ালৈ কি উঠি যায়। আৰু তুমি য'তেই নেথাকা লাগে সেইজনা তোমাৰ সৈতে থাকে। আৰু আল্লাহে তুমি কৰা সকলো কাম দেখি থাকে।

هُوَ الَّذِيْ خَلَقَ السَّمٰوٰتِ وَالْاَرْضَ فِيْ سِتَّةِ اَيَّامٍ ثُمَّ اسْتَوٰى عَلَى الْعَرْشِ ۚ يَعْلَمُ مَا يَلِجُ فِي الْاَرْضِ وَمَا يَخْرُجُ مِنْهَا وَمَا يَنْزِلُ مِنَ السَّمَآءِ وَمَا يَعْرُجُ فِيْهَا ۚ وَهُوَ مَعَكُمْ اَيْنَ مَا كُنْتُمْ ۚ وَاللّٰهُ بِمَا تَعْمَلُوْنَ بَصِيْرٌ ﴿٥﴾

৬) সেই জনাৰেই হৈছে স্বৰ্গ সমূহ আৰু মৰ্ত্ত্যৰ সাম্ৰাজ্যখন; আৰু আল্লাহলৈকে সকলো ঘটনাৱলী শেষ বিচাৰৰ কাৰণে ঘূৰাই পঠিওৱা হয়।

لَهٗ مُلْكُ السَّمٰوٰتِ وَالْاَرْضِ ۚ وَاِلَى اللّٰهِ تُرْجَعُ الْاُمُوْرُ ﴿٦﴾

৭) সেইজনাই নিশাক দিনলৈ পৰিণত কৰে আৰু দিনক নিশালৈ পৰিণত কৰে; আৰু অন্তৰত থকা সকলো কথা সেইজনাই ভালদৰে জানে।

يُوْلِجُ الَّيْلَ فِي النَّهَارِ وَيُوْلِجُ النَّهَارَ فِي
الَّيْلِ ۭ وَهُوَ عَلِيْمٌۢ بِذَاتِ الصُّدُوْرِ ٧

৮) আল্লাহ আৰু তেওঁৰ পয়গম্বৰত বিশ্বাস আনা আৰু তোমালোকক সেইজনাই যি সম্পদৰ উত্তৰাধিকাৰী হ'বলৈ দিছে তাৰ পৰা আল্লাহৰ পথত ব্যয় কৰা হঁক। আৰু তোমালোকৰ ভিতৰৰ যি সকলে বিশ্বাস আনে আৰু ব্যয় কৰে এটা মহা পুৰস্কাৰ পাব।

اٰمِنُوْا بِاللّٰهِ وَرَسُوْلِهٖ وَاَنْفِقُوْا مِمَّا جَعَلَكُمْ
مُّسْتَخْلَفِيْنَ فِيْهِ ۭ فَالَّذِيْنَ اٰمَنُوْا مِنْكُمْ وَاَنْفَقُوْا
لَهُمْ اَجْرٌ كَبِيْرٌ ٨

৯) তোমালোকে যদি সঁচাকৈয়ে বিশ্বাসী হোৱা, পয়গম্বৰে যেতিয়া তোমালোকক আহ্বান কৰে তোমালোকৰ প্ৰভুত বিশ্বাস আনিবলৈ, আৰু সেইজনাই ইতি পূৰ্ব্বেই তোমালোকৰ 'পৰা অঙ্গীকাৰ লৈছে, তোমালোকে আল্লাহত **বিশ্বাস** নকৰাৰ কাৰণ কি ?

وَمَا لَكُمْ لَا تُؤْمِنُوْنَ بِاللّٰهِ ۚ وَالرَّسُوْلُ يَدْعُوْكُمْ
لِتُؤْمِنُوْا بِرَبِّكُمْ وَقَدْ اَخَذَ مِيْثَاقَكُمْ اِنْ كُنْتُمْ
مُّؤْمِنِيْنَ ٩

১০) সেইজনাই হৈছে তেওঁ, যি সেই জনাৰ ভৃত্যলৈ স্পষ্ট চিহ্ন সমূহ নমাই পঠিয়ায়, যাতে সেইজনাই তোমালোকক প্ৰত্যেক ধৰণৰ অন্ধকাৰৰ পৰা পোহৰলৈ উলিয়াই আনিব পাৰে। আৰু, প্ৰকৃততে, আল্লাহ তোমালোকৰ প্ৰতি দয়ালু আৰু কৰুণাময়।

هُوَ الَّذِيْ يُنَزِّلُ عَلٰي عَبْدِهٖٓ اٰيٰتٍۢ بَيِّنٰتٍ لِّيُخْرِجَكُمْ
مِّنَ الظُّلُمٰتِ اِلَى النُّوْرِ ۭ وَاِنَّ اللّٰهَ بِكُمْ لَرَءُوْفٌ
رَّحِيْمٌ ١٠

১১) যি স্থলত স্বৰ্গ সমূহ আৰু মৰ্ত্ত্যৰ সকলো সম্পদৰ গৰাকী আল্লাহ, তোমালোকে আল্লাহৰ পথত ব্যয় নকৰাৰ কাৰণ কি? তোমালোকৰ ভিতৰৰ যি সকলে সেই বিজয়ৰ পূৰ্ব্বে ব্যয় কৰিছিল আৰু সংগ্ৰাম কৰিছিল তেওঁলোক বিজয়ৰ পাছত সেইদৰে কৰা সকলৰ সমান নহয়। তেওঁলোক পাছত ব্যয় আৰু সংগ্ৰাম কৰা সকলতকৈ উচ্চ স্থানৰ যোগ্য। আৰু আল্লাহে সকলোলৈকে ভালৰ প্ৰতিশ্ৰুতি দিছে । আৰু

وَمَا لَكُمْ اَلَّا تُنْفِقُوْا فِيْ سَبِيْلِ اللّٰهِ وَلِلّٰهِ مِيْرَاثُ
السَّمٰوٰتِ وَالْاَرْضِ ۭ لَا يَسْتَوِيْ مِنْكُمْ مَّنْ اَنْفَقَ
مِنْ قَبْلِ الْفَتْحِ وَقٰتَلَ ۭ اُولٰۗىِٕكَ اَعْظَمُ دَرَجَةً مِّنَ
الَّذِيْنَ اَنْفَقُوْا مِنْۢ بَعْدُ وَقٰتَلُوْا ۭ وَكُلًّا وَّعَدَ اللّٰهُ

ع الْحُسْنٰى ۗ وَاللّٰهُ بِمَا تَعْمَلُوْنَ خَبِيْرٌ ⑪

তোমালোকে কি কৰা তাৰ বিষয়ে আল্লাহ ভালদৰে অৱগত।

مَنْ ذَا الَّذِيْ يُقْرِضُ اللّٰهَ قَرْضًا حَسَنًا فَيُضٰعِفَهٗ لَهٗ وَلَهٗٓ اَجْرٌ كَرِيْمٌ ⑫

১২) কোননো সেইজন যি আল্লাহক এটা ভাল পৰিমাণৰ ঋণ দিব পাৰে ? যাতে সেইজনাই ইয়াক কেইবাগুণে বঢ়াব পাৰে, আৰু সেইজনে এটা মহা পুৰস্কাৰ পাব।

يَوْمَ تَرَى الْمُؤْمِنِيْنَ وَالْمُؤْمِنٰتِ يَسْعٰى نُوْرُهُمْ بَيْنَ اَيْدِيْهِمْ وَبِاَيْمَانِهِمْ بُشْرٰىكُمُ الْيَوْمَ جَنّٰتٌ تَجْرِيْ مِنْ تَحْتِهَا الْاَنْهٰرُ خٰلِدِيْنَ فِيْهَا ۗ ذٰلِكَ هُوَ الْفَوْزُ الْعَظِيْمُ ⑬

১৩) আৰু সেইদিনটোৰ কথা ভাবাহঁক যেতিয়া তোমালোকে বিশ্বাসী পুৰুষ আৰু বিশ্বাসী তিৰোতা সকলক দেখিবলৈ পাবা, তেওঁলোকৰ বন্তি তেওঁলোকৰ সমুখত ধাবিত হ'ব আৰু তেওঁলোকৰ সোঁহাতত থাকিব, আৰু ফেৰিস্তা সকলে তেওঁলোকক ক'ব, 'আজিৰ দিনত তোমালোকৰ কাৰণে আছে সুসংবাদ উদ্যান্ সমূহৰ যাৰ মাজেদি বৈ যাব বহুতো জান-জুৰি, য'ত তোমালোকে থাকিবা হঁক। সেইটোৱেই হৈছে পৰম বিজয়।'

يَوْمَ يَقُوْلُ الْمُنٰفِقُوْنَ وَالْمُنٰفِقٰتُ لِلَّذِيْنَ اٰمَنُوا انْظُرُوْنَا نَقْتَبِسْ مِنْ نُّوْرِكُمْ ۚ قِيْلَ ارْجِعُوْا وَرَآءَكُمْ فَالْتَمِسُوْا نُوْرًا ۗ فَضُرِبَ بَيْنَهُمْ بِسُوْرٍ لَّهٗ بَابٌ ۗ بَاطِنُهٗ فِيْهِ الرَّحْمَةُ وَظَاهِرُهٗ مِنْ قِبَلِهِ الْعَذَابُ ۗ ⑭

১৪) সেইটোৱেই হ'ব দিনটো যেতিয়া ভন্ড পুৰুষ আৰু ভন্ড তিৰোতা সকলে বিশ্বাস কৰা সকলক ক'ব, 'আমাৰ কাৰণে এখন্তেক অপেক্ষা কৰা হঁক, যাতে আমি তোমালোকৰ বন্তিৰ পৰা পোহৰ ল'ব পাৰোঁ, তেওঁলোকক এই বুলি কোৱা হ'ব, 'ঘুৰি যোৱা যদি যাব পাৰা, আৰু পোহৰ বিচাৰি লোৱা।' তাৰ পিছত তেওঁলোকৰ মাজত এখন বেৰা পতা হ'ব য'ত থাকিব এখন দুৱাৰ, ইয়াৰ ভিতৰ ফালে হ'ব ভৰপূৰ কৰুণা আৰু ইয়াৰ বাহিৰ ফালে হ'ব, সমুখত, মহাকষ্ট।

يُنَادُوْنَهُمْ اَلَمْ نَكُنْ مَّعَكُمْ ۗ قَالُوْا بَلٰى وَلٰكِنَّكُمْ

১৫) ভন্ড সকলে বিশ্বাসী সকলক সম্বোধন কৰিব এইদৰে কৈ, 'আমি তোমালোকৰ সৈতে নাছিলোঁ নে ?' বিশ্বাসী সকলে সমিধান দিব, 'হয়, কিন্তু তোমালোকে নিজকে লোভৰ ফান্দত

পৰিবলৈ দিলা আৰু তোমালোকে ইতস্ততঃ কৰিছিলা আৰু সন্দেহ কৰিছিলা আৰু তোমালোকৰ মিছা অভিলাষে আল্লাহৰ আদেশ কাৰ্য্যত পৰিণত হোৱালৈকে তোমালোকক ভ্ৰান্ত কৰি থৈছিল। আৰু প্ৰৱঞ্চনা কৰিছিল।

فَتَنْتُمْ اَنْفُسَكُمْ وَتَرَبَّصْتُمْ وَارْتَبْتُمْ وَغَرَّتْكُمُ
الْاَمَانِيُّ حَتّٰى جَآءَ اَمْرُ اللّٰهِ وَغَرَّكُمْ بِاللّٰهِ الْغَرُوْرُ ﴿١٥﴾

১৬) ‘গতিকে আজিৰ দিনা তোমালোকৰ পৰা কোনো উদ্ধাৰ-মূল্য গ্ৰহণ কৰা নহ’ব, নতুবা অবিশ্বাসী সকলৰ পৰাও লোৱা নহ’ব। তোমালোকৰ অন্তিম বাসস্থান হৈছে অগ্নি-কুন্ডটো; সেয়ে হৈছে তোমালোকৰ বন্ধু; আৰু ই হৈছে এটা অসৎ গন্তব্যস্থান।’

فَالْيَوْمَ لَا يُؤْخَذُ مِنْكُمْ فِدْيَةٌ وَّلَا مِنَ الَّذِيْنَ
كَفَرُوْا ۭ مَاْوٰىكُمُ النَّارُ ۭ هِيَ مَوْلٰىكُمْ ۭ وَبِئْسَ
الْمَصِيْرُ ﴿١٦﴾

১৭) বিশ্বাসী সকলৰ কাৰণে সেই সময়টো এতিয়াও আহি পোৱা নাই নে যে তেওঁলোকৰ অন্তঃকৰণ আল্লাহৰ স্মৰণত আৰু তেওঁলোকলৈ নামি অহা সত্যত কোমল হৈ পৰা উচিত, আৰু যে তেওঁলোক তেওঁলোকৰ পূৰ্ব্বে গ্ৰন্থ পোৱা সকলৰ দৰে হোৱাটো অনুচিত, কিন্তু যেহেতু তেওঁলোকৰ ওপৰত আল্লাহৰ কৰুণা বৰ্ষণ বহু সময় জুৰি অব্যাহত ৰখা হৈছিল, তেওঁলোকৰ অন্তঃকৰণ কঠোৰ হৈ পৰিল, আৰু তেওঁলোকৰ বহুতো আছিল অসৎ।

اَلَمْ يَاْنِ لِلَّذِيْنَ اٰمَنُوْٓا اَنْ تَخْشَعَ قُلُوْبُهُمْ لِذِكْرِ
اللّٰهِ وَمَا نَزَلَ مِنَ الْحَقِّ ۙ وَلَا يَكُوْنُوْا كَالَّذِيْنَ اُوْتُوا
الْكِتٰبَ مِنْ قَبْلُ فَطَالَ عَلَيْهِمُ الْاَمَدُ فَقَسَتْ
قُلُوْبُهُمْ ۭ وَكَثِيْرٌ مِّنْهُمْ فٰسِقُوْنَ ﴿١٧﴾

১৮) তেতিয়াহ’লে, জানি লোৱা, যে আল্লাহে পৃথিৱী খনক ইয়াৰ মৃত্যুৰ পাছত সজীৱ কৰে। আমি চিহ্ন সমূহ তোমালোকলৈ স্পষ্ট কৰিছোঁ, যাতে তোমালোকে বুজিব পাৰা।

اِعْلَمُوْٓا اَنَّ اللّٰهَ يُحْيِ الْاَرْضَ بَعْدَ مَوْتِهَا ۭ قَدْ
بَيَّنَّا لَكُمُ الْاٰيٰتِ لَعَلَّكُمْ تَعْقِلُوْنَ ﴿١٨﴾

১৯) নিশ্চয়েই, যি সকল পুৰুষে ভিক্ষা দিয়ে, আৰু যি সকল নাৰীয়ে ভিক্ষা দিয়ে, আৰু যি সকলে আল্লাহক এটা ভাল পৰিমাণৰ ঋণ দিয়ে— এইটো তেওঁলোকৰ কাৰণে বহু মাত্ৰাত বঢ়াই দিয়া হ’ব, আৰু তেওঁলোকক এটা সম্মান-সূচক পুৰস্কাৰো দিয়া হ’ব—

اِنَّ الْمُصَّدِّقِيْنَ وَالْمُصَّدِّقٰتِ وَاَقْرَضُوا اللّٰهَ
قَرْضًا حَسَنًا يُّضٰعَفُ لَهُمْ وَلَهُمْ اَجْرٌ كَرِيْمٌ ﴿١٩﴾

وَالَّذِيْنَ اٰمَنُوْا بِاللّٰهِ وَرُسُلِهٖۤ اُولٰٓئِكَ هُمُ الصِّدِّيْقُوْنَ ۖ
وَالشُّهَدَآءُ عِنْدَ رَبِّهِمْ ؕ لَهُمْ اَجْرُهُمْ وَنُوْرُهُمْ ؕ
وَالَّذِيْنَ كَفَرُوْا وَكَذَّبُوْا بِاٰيٰتِنَآ اُولٰٓئِكَ اَصْحٰبُ
الْجَحِيْمِ ﴿٢٠﴾ ع ٢ ٩ ١٨

২০) যি সকলে আল্লাহ্ আৰু সেইজনাৰ পয়গম্বৰ সকলত বিশ্বাস আনে, তেওঁলোকেই হৈছে তেওঁলোকৰ প্ৰভুৰ দৃষ্টিত সত্যবাদী আৰু সাক্ষী। তেওঁলোকে তেওঁলোকৰ সম্পূৰ্ণ পুৰস্কাৰ আৰু আধ্যাত্মিক জ্যোতি পাব। কিন্তু যি সকলে অবিশ্বাস কৰে আৰু চিহ্ন সমূহ অগ্ৰাহ্য কৰে, এওঁলোকেই হ'ব দোজখৰ নিবাসী।

اِعْلَمُوْٓا اَنَّمَا الْحَيٰوةُ الدُّنْيَا لَعِبٌ وَّلَهْوٌ وَّزِيْنَةٌ
وَّتَفَاخُرٌۢ بَيْنَكُمْ وَتَكَاثُرٌ فِى الْاَمْوَالِ وَالْاَوْلَادِ ؕ
كَمَثَلِ غَيْثٍ اَعْجَبَ الْكُفَّارَ نَبَاتُهٗ ثُمَّ يَهِيْجُ
فَتَرٰىهُ مُصْفَرًّا ثُمَّ يَكُوْنُ حُطٰمًا ؕ وَفِى الْاٰخِرَةِ
عَذَابٌ شَدِيْدٌ ۙ وَّمَغْفِرَةٌ مِّنَ اللّٰهِ وَرِضْوَانٌ ؕ
وَمَا الْحَيٰوةُ الدُّنْيَآ اِلَّا مَتَاعُ الْغُرُوْرِ ﴿٢١﴾

২১) জানি লোৱাঁ যে এই পৃথিৱীৰ জীৱনটো হৈছে মাত্ৰ এক আমোদ প্ৰমোদ আৰু ক্ৰীড়া-কৌতুক, আৰু এটা অলঙ্কাৰ, আৰু তোমালোকৰ মাজত গৰ্ব্ব কৰা আৰু ধন-সম্পত্তি আৰু ল'ৰা-ছোৱালী বৃদ্ধি কৰা প্ৰতিযোগিতাৰ মাধ্যম মাথোন। ই বৰষুণৰ দৰে, যাৰ ফলত গছ-গছনিৰ উৎপন্ন হয়, খেতিয়কসকল আনন্দিত হয়। তাৰ পিছত এই বিলাক শুকাই যায় আৰু তোমালোকে ইয়াক হালধীয়া ৰং লোৱা দেখিবলৈ পোৱা; তাৰ পাছত এইবিলাক অসাৰ নৰাত পৰিণত হয়। আৰু পৰকালত অসৎসকলৰ কাৰণে আছে কঠোৰ শাস্তি আৰু লগতে আল্লাহৰ ক্ষমা, আৰু আছে সেইজনাৰ সন্তোষ সৎকৰ্ম্মী সকলৰ প্ৰতি। আৰু এই পৃথিৱীৰ জীৱনটো কিছুমান প্ৰবঞ্চনামূলক বস্তুৰ খন্তেকীয়া উপভোগৰ বাহিৰে আন একো নহয়।

سَابِقُوْٓا اِلٰى مَغْفِرَةٍ مِّنْ رَّبِّكُمْ وَجَنَّةٍ عَرْضُهَا
كَعَرْضِ السَّمَآءِ وَالْاَرْضِ ۙ اُعِدَّتْ لِلَّذِيْنَ اٰمَنُوْا
بِاللّٰهِ وَرُسُلِهٖ ؕ ذٰلِكَ فَضْلُ اللّٰهِ يُؤْتِيْهِ مَنْ يَّشَآءُ ؕ
وَاللّٰهُ ذُو الْفَضْلِ الْعَظِيْمِ ﴿٢٢﴾

২২) তেতিয়াহ'লে, তোমালোকে ইজনে সিজনৰ সৈতে প্ৰতিযোগিতা কৰাঁ তোমালোকৰ প্ৰভুৰ ক্ষমা ভিক্ষা কৰি আৰু এখন উদ্যান বিচাৰি, যাৰ মূল্য হ'ব আকাশ আৰু মৰ্ত্ত্যৰ মুঠ মূল্যৰ সমান; ইয়াক প্ৰস্তুত কৰা হৈছে সেই সকলৰ কাৰণে যি আল্লাহ আৰু সেইজনাৰ পয়গম্বৰ সকলত বিশ্বাস আনে। সেইটো হৈছে আল্লাহৰ কৃপা; সেইজনাই ইয়াক বৰয়ে, যাৰে ওপৰত সেইজনা সন্তুষ্ট হয়, আৰু আল্লাহ হৈছে অপাৰ কৃপাৰ প্ৰভু।

২৩) পৃথিৱীতেই হওক বা তোমাৰ নিজৰ দেহাতেই হওক, এনে কোনো বিপদ নঘটে যিটো আমি ঘটোৱাৰ আগতে এখন কিতাপত লিপিবদ্ধ কৰা নহয়—নিশ্চয়েই আল্লাহৰ কাৰণে সেইটো সহজ—

مَآ اَصَابَ مِنْ مُّصِيْبَةٍ فِى الْاَرْضِ وَلَا فِىْٓ اَنْفُسِكُمْ اِلَّا فِىْ كِتٰبٍ مِّنْ قَبْلِ اَنْ نَّبْرَاَهَا ۭ اِنَّ ذٰلِكَ عَلَى اللّٰهِ يَسِيْرٌ ﴿٢٢﴾

২৪) যাতে তোমালোকে তোমালোকৰ ক্ষতিত দুঃখিত নোহোৱা নতুবা সেইজনাই তোমালোকক দিয়া দান লাভ কৰি গৌৰৱো নকৰা। আৰু আল্লাহে কোনো দাম্ভিক অহঙ্কাৰীক ভাল নেপায়,

لِّكَيْلَا تَاْسَوْا عَلٰى مَا فَاتَكُمْ وَلَا تَفْرَحُوْا بِمَآ اٰتٰىكُمْ ۭ وَاللّٰهُ لَا يُحِبُّ كُلَّ مُخْتَالٍ فَخُوْرِ ﴿٢٣﴾

২৫) আৰু এনেবোৰক, যি নিজে কৃপণ, আৰু অন্য মানুহক কৃপণ হ'বলৈ পৰামৰ্শ দিয়ে। আৰু যিজনেই তেওঁৰ পিঠি ঘূৰাই দিয়ে, তেতিয়া হ'লে নিশ্চয়েই, আল্লাহ স্বাৱলম্বী, সকলো প্ৰশংসাৰ যোগ্য।

الَّذِيْنَ يَبْخَلُوْنَ وَيَاْمُرُوْنَ النَّاسَ بِالْبُخْلِ ۭ وَمَنْ يَّتَوَلَّ فَاِنَّ اللّٰهَ هُوَ الْغَنِيُّ الْحَمِيْدُ ﴿٢٤﴾

২৬) প্ৰকৃততে, আমি আমাৰ পয়গম্বৰ সকলক পঠিয়াইছিলোঁ স্পষ্ট চিহ্ন সমূহৰ সৈতে আৰু তেওঁলোকৰ সৈতে নমাই পঠিয়াইছিলোঁ গ্ৰন্থখন আৰু তুলাচালনি যোৰ যাতে মানৱে ন্যায়ৰ সৈতে কাম কৰিব পাৰে: আৰু আমি দান কৰিছিলোঁ লোহা, য'ত আছে মাৰাত্মক যুদ্ধ-বিগ্ৰহৰ আৰু মানৱৰ আন বিভিন্ন ব্যৱহাৰৰ আহিলা, আৰু যাতে আল্লাহে জানিব পাৰে সেইসকলক, যি আল্লাহক নেদেখাকৈ সেইজনাক আৰু তেওঁৰ পয়গম্বৰক সহায় কৰে। নিশ্চয়েই, আল্লাহ ক্ষমতাশীল, শক্তিশালী।

لَقَدْ اَرْسَلْنَا رُسُلَنَا بِالْبَيِّنٰتِ وَاَنْزَلْنَا مَعَهُمُ الْكِتٰبَ وَالْمِيْزَانَ لِيَقُوْمَ النَّاسُ بِالْقِسْطِ ۚ وَاَنْزَلْنَا الْحَدِيْدَ فِيْهِ بَاْسٌ شَدِيْدٌ وَّمَنَافِعُ لِلنَّاسِ وَلِيَعْلَمَ اللّٰهُ مَنْ يَّنْصُرُهٗ وَرُسُلَهٗ بِالْغَيْبِ ۭ اِنَّ اللّٰهَ قَوِيٌّ عَزِيْزٌ ﴿٢٥﴾ ع ٣ ١٩

২৭) আৰু বাস্তৱিকতে আমি নুহ আৰু ইব্ৰাহিমক পঠিয়াইছিলোঁ আৰু তেওঁলোকৰ সতি-সন্ততিৰ মাজত পয়গম্বৰ প্ৰথা আৰু গ্ৰন্থখন স্থাপন কৰিছিলোঁ। গতিকে তেওঁলোকৰ কিছুমানে পথ-প্ৰদৰ্শন অনুসৰণ কৰিছিল, কিন্তু তেওঁলোকৰ বহুতো বিদ্ৰোহী আছিল।

وَلَقَدْ اَرْسَلْنَا نُوْحًا وَّاِبْرٰهِيْمَ وَجَعَلْنَا فِىْ ذُرِّيَّتِهِمَا النُّبُوَّةَ وَالْكِتٰبَ فَمِنْهُمْ مُّهْتَدٍ ۚ وَكَثِيْرٌ مِّنْهُمْ فٰسِقُوْنَ ﴿٢٦﴾

২৮) তাৰ পিছত আমি আমাৰ পয়গম্বৰ সকলক তেওঁলোকৰ পদক্ষেপ অনুসৰণ কৰিবলৈ দিলোঁ আৰু আমি, মৰিয়মৰ পুত্ৰ, ঈছাক তেওঁলোকৰ অনুসৰণ কৰি ইঞ্জিল খন দিলোঁ। আৰু যি সকলে তেওঁক অনুসৰণ কৰিছিল তেওঁলোকৰ অন্তৰত সমবেদনা আৰু কৰুণা স্থাপন কৰিলোঁ। আৰু তেওঁলোকে সন্যাসীৰ জীৱন আবিস্কাৰ কৰিলে— আমি তেওঁলোকৰ কাৰণে সেইটো নিৰ্দ্ধাৰিণ কৰা নাছিলোঁ—আল্লাহৰ সন্তুষ্টি বিচাৰি; কিন্তু তেওঁলোকে ইয়াক যিদৰে পালন কৰিব লাগিছিল নকৰিলে। তথাপি আমি তেওঁলোকৰ ভিতৰত যি সকলে বিশ্বাস কৰিছিল তেওঁলোকৰ প্ৰাপ্য পুৰস্কাৰ দিলোঁ, কিন্তু তেওঁলোকৰ বহুতো বিদ্ৰোহী আছিল।

ثُمَّ قَفَّيْنَا عَلَىٰٓ اٰثَارِهِمْ بِرُسُلِنَا وَقَفَّيْنَا بِعِيْسَى ابْنِ مَرْيَمَ وَاٰتَيْنٰهُ الْاِنْجِيْلَ ۙ وَجَعَلْنَا فِيْ قُلُوْبِ الَّذِيْنَ اتَّبَعُوْهُ رَاْفَةً وَّرَحْمَةً ؕ وَرَهْبَانِيَّةَ ِۨابْتَدَعُوْهَا مَا كَتَبْنٰهَا عَلَيْهِمْ اِلَّا ابْتِغَآءَ رِضْوَانِ اللّٰهِ فَمَا رَعَوْهَا حَقَّ رِعَايَتِهَا ۚ فَاٰتَيْنَا الَّذِيْنَ اٰمَنُوْا مِنْهُمْ اَجْرَهُمْ ۚ وَكَثِيْرٌ مِّنْهُمْ فٰسِقُوْنَ ﴿٢٧﴾

২৯) হে' বিশ্বাসী সকল! আল্লাহলৈ ভয় কৰা আৰু তেওঁৰ পয়গম্বৰত বিশ্বাস আনা। সেইজনাই তেওঁলোকক তেওঁৰ কৰুণাৰ দুগুণ অংশ দিব, আৰু তোমালোকক এটা জ্যোতি প্ৰদান কৰিব, যাৰ ভিতৰত তোমালোক থাকিবা, আৰু তোমালোকক ক্ষমা দান কৰিব—প্ৰকৃততে, আল্লাহ অতি ক্ষমাশীল, কৰুণাময়—

يٰۤاَيُّهَا الَّذِيْنَ اٰمَنُوا اتَّقُوا اللّٰهَ وَاٰمِنُوْا بِرَسُوْلِهٖ يُؤْتِكُمْ كِفْلَيْنِ مِنْ رَّحْمَتِهٖ وَيَجْعَلْ لَّكُمْ نُوْرًا تَمْشُوْنَ بِهٖ وَيَغْفِرْ لَكُمْ ؕ وَاللّٰهُ غَفُوْرٌ رَّحِيْمٌ ﴿٢٨﴾

৩০) এইদৰেই গ্ৰন্থপ্ৰাপ্ত জাতি সকলে জানিব পাৰিব যে তেওঁলোকৰ আল্লাহৰ কৃপাৰ কোনো অংশৰ ওপৰত প্ৰভুত্ব নাই; আৰু যে কৃপা সম্পূৰ্ণ ভাৱে আল্লাহৰ হাতত থাকে, সেইজনাই ইয়াক দান কৰে, যাৰে প্ৰতি তেওঁ সন্তুষ্ট হয়। আৰু আল্লাহে হৈছে অপাৰ কৃপাৰ গৰাকী।

لِّئَلَّا يَعْلَمَ اَهْلُ الْكِتٰبِ اَلَّا يَقْدِرُوْنَ عَلٰى شَيْءٍ مِّنْ فَضْلِ اللّٰهِ وَاَنَّ الْفَضْلَ بِيَدِ اللّٰهِ يُؤْتِيْهِ مَنْ يَّشَآءُ ؕ وَاللّٰهُ ذُو الْفَضْلِ الْعَظِيْمِ ﴿٣٠﴾

سُورَةُ الْمُجَادَلَةِ مَدَنِيَّةٌ (٥٨)

চুৰা ৫৮ AL-MUJADILAH আল-মুজাদিলাহ (মদিনাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, কৰুণাময়, আল্লাহৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

২) আল্লাহে, বাস্তৱতে, তিৰোতা গৰাকীৰ বক্তব্য শুনিছে যি তেওঁৰ স্বামীৰ বিষয়ে তোমাৰ আগত যুক্তি দিছে, আৰু আল্লাহলৈ আপত্তি জনাইছে। আৰু আল্লাহে তোমালোকে দুয়ো কথা পতা শুনিছে। প্ৰকৃততে, আল্লাহ হৈছে সকলো শুনোতা, সকলো দেখোঁতা।

قَدْ سَمِعَ اللّٰهُ قَوْلَ الَّتِيْ تُجَادِلُكَ فِيْ زَوْجِهَا وَتَشْتَكِيْٓ اِلَى اللّٰهِ ۖ وَاللّٰهُ يَسْمَعُ تَحَاوُرَكُمَا ۭ اِنَّ اللّٰهَ سَمِيْعٌۢ بَصِيْرٌ ②

৩) তোমালোকৰ ভিতৰত যি সকলে তেওঁলোকৰ পত্নী সকলক মাতৃ আখ্যা দি আঁতৰাই থয়—তেওঁলোক সেই বুলিয়েই মাতৃ হৈ নপৰে; তেওঁলোকৰ মাতৃ সকল সেই সকলেই যি তেওঁলোকক জন্ম দিছিল। তেওঁলোকে নিশ্চয়েই এনে শব্দ কিছুমান উচ্চাৰণ কৰে যিবোৰ স্পষ্টভাৱে অসৎ আৰু অসত্য; কিন্তু, নিশ্চয়েই, আল্লাহ হৈছে পাপ মোচন কৰোঁতা, অতি ক্ষমাশীল।

اَلَّذِيْنَ يُظٰهِرُوْنَ مِنْكُمْ مِّنْ نِّسَاۗىِٕهِمْ مَّا هُنَّ اُمَّهٰتِهِمْ ۭ اِنْ اُمَّهٰتُهُمْ اِلَّا الّٰۗـِٔيْ وَلَدْنَهُمْ ۭ وَاِنَّهُمْ لَيَقُوْلُوْنَ مُنْكَرًا مِّنَ الْقَوْلِ وَزُوْرًا ۭ وَاِنَّ اللّٰهَ لَعَفُوٌّ غَفُوْرٌ ③

৪) যি সকলে তেওঁলোকৰ পত্নীক মাতৃ আখ্যা দি আঁতৰাই থয়, আৰু তাৰ পিছত তেওঁলোকৰ কথা ঘূৰাই লয়, পৰস্পৰক স্পৰ্শ কৰাৰ আগতে এজন দাসক মুক্তি দিব লাগিব। ইয়াৰ সৈতে তোমালোকক উপদেশ দিয়া হৈছে। আৰু আল্লাহে তোমালোকে কি কৰা ভালদৰে জানে।

وَالَّذِيْنَ يُظٰهِرُوْنَ مِنْ نِّسَاۗىِٕهِمْ ثُمَّ يَعُوْدُوْنَ لِمَا قَالُوْا فَتَحْرِيْرُ رَقَبَةٍ مِّنْ قَبْلِ اَنْ يَّتَمَاۗسَّا ۭ ذٰلِكُمْ تُوْعَظُوْنَ بِهٖ ۭ وَاللّٰهُ بِمَا تَعْمَلُوْنَ خَبِيْرٌ ④

৫) কিন্তু যিজনে এজন দাস বিচাৰি নেপায়, তেওঁ ক্ৰমাগত দুমাহ ৰোজা ৰাখিব লাগিব, ইজনে সিজনক স্পৰ্শ কৰাৰ আগতে। আৰু যি সেইদৰে কৰিব নোৱাৰে তেওঁ ষাঠিটা দুখীয়া মানুহক খুৱাব লাগিব। এইটো তোমালোকৰ ওপৰত বাধ্যতা-

فَمَنْ لَّمْ يَجِدْ فَصِيَامُ شَهْرَيْنِ مُتَتَابِعَيْنِ مِنْ قَبْلِ اَنْ يَّتَمَاۗسَّا ۚ فَمَنْ لَّمْ يَسْتَطِعْ فَاِطْعَامُ

سِتِّيْنَ مِسْكِيْنًا ۚ ذٰلِكَ لِتُؤْمِنُوْا بِاللّٰهِ وَرَسُوْلِهٖ ۚ وَتِلْكَ حُدُوْدُ اللّٰهِ ۚ وَلِلْكٰفِرِيْنَ عَذَابٌ اَلِيْمٌ ﴿٤﴾

মূলক কৰা হৈছে যাতে তোমালোকে আল্লাহ আৰু তেওঁৰ পয়গম্বৰৰ ওপৰত বিশ্বাস আনিব পাৰা। আৰু এইবোৰেই হৈছে আল্লাহে বান্ধি দিয়া সীমা; আৰু অবিশ্বাসী সকলৰ কাৰণে আছে এটা কষ্টকৰ শাস্তি।

اِنَّ الَّذِيْنَ يُحَآدُّوْنَ اللّٰهَ وَرَسُوْلَهٗ كُبِتُوْا كَمَا كُبِتَ الَّذِيْنَ مِنْ قَبْلِهِمْ وَقَدْ اَنْزَلْنَآ اٰيٰتٍۭ بَيِّنٰتٍ ۚ وَلِلْكٰفِرِيْنَ عَذَابٌ مُّهِيْنٌ ﴿٥﴾

৬) যি সকলে আল্লাহ আৰু তেওঁৰ পয়গম্বৰৰ বিৰোধিতা কৰে, নিশ্চয়েই তেওঁলোকৰ পূৰ্বে এনে কৰা সকল অপদস্থ হোৱাৰ দৰে অপদস্থ হ'ব; আৰু আমি পূৰ্বেই স্পষ্ট চিহ্ন সমূহ নমাই পঠাইছোঁ। আৰু অবিশ্বাসী সকলে এক অপমানজনক শাস্তি লাভ কৰিব,

يَوْمَ يَبْعَثُهُمُ اللّٰهُ جَمِيْعًا فَيُنَبِّئُهُمْ بِمَا عَمِلُوْا ۚ اَحْصٰىهُ اللّٰهُ وَنَسُوْهُ ۚ وَاللّٰهُ عَلٰى كُلِّ شَيْءٍ شَهِيْدٌ ﴿٦﴾ ع

৭) সেইদিনা যেতিয়া আল্লাহে তেওঁলোকৰ সকলোকে একেলগে উঠাই আনিব। আৰু সেইজনাই তেওঁলোকক তেওঁলোকে কি কৰিছিল জনাব। আল্লাহে ইয়াৰ হিচাপ ৰাখিছে; যি স্থলত তেওঁলোকে ইয়াক পাহৰি গৈছিল। আৰু আল্লাহ হৈছে সকলো কথাৰ ওপৰত সাক্ষী।

اَلَمْ تَرَ اَنَّ اللّٰهَ يَعْلَمُ مَا فِي السَّمٰوٰتِ وَمَا فِي الْاَرْضِ ۚ مَا يَكُوْنُ مِنْ نَّجْوٰى ثَلٰثَةٍ اِلَّا هُوَ رَابِعُهُمْ وَلَا خَمْسَةٍ اِلَّا هُوَ سَادِسُهُمْ وَلَآ اَدْنٰى مِنْ ذٰلِكَ وَلَآ اَكْثَرَ اِلَّا هُوَ مَعَهُمْ اَيْنَ مَا كَانُوْا ۚ ثُمَّ يُنَبِّئُهُمْ بِمَا عَمِلُوْا يَوْمَ الْقِيٰمَةِ ۚ اِنَّ اللّٰهَ بِكُلِّ شَيْءٍ عَلِيْمٌ ﴿٧﴾

৮) তোমালোকে নেদেখা নে যে আল্লাহে স্বৰ্গসমূহত আৰু মৰ্ত্ত্যত থকা সকলো বস্তুৰ বিষয়ে অৱগত? কোনো তিনিজনে গোট খাই গোপনে আলোচনা নকৰে য'ত সেইজনা চতুৰ্থ জন হিচাপে উপস্থিত নেথাকে, নতুবা পাঁচজন গোট নেখায় য'ত সেইজনা ষষ্ঠ জন হিচাপে নেথাকে, নতুবা তাতোকৈ ক'ম, নতুবা তাতোকৈ বেছি গোট নেখায়, য'ত সেইজনা তেওঁলোকৰ সৈতে য'তেই নহওক উপস্থিত নেথাকে। তাৰ পিছত পুনৰুত্থানৰ দিনা সেইজনাই তেওঁলোকক তেওঁলোকে কি কৰিছিল জনাব। নিশ্চয়েই, আল্লাহৰ সকলো বস্তুৰ বিষয়ে পূৰা জ্ঞান আছে।

اَلَمْ تَرَ اِلَى الَّذِيْنَ نُهُوْا عَنِ النَّجْوٰى ثُمَّ يَعُوْدُوْنَ

৯) তুমি নেদেখা নে যিসকলক গোপন

لِمَا نُهُوْا عَنْهُ وَ يَتَنٰجَوْنَ بِالْاِثْمِ وَ الْعُدْوَانِ وَ مَعْصِيَتِ الرَّسُوْلِ ۫ وَ اِذَا جَآءُوْكَ حَيَّوْكَ بِمَا لَمْ يُحَيِّكَ بِهِ اللّٰهُ ۙ وَ يَقُوْلُوْنَ فِيْۤ اَنْفُسِهِمْ لَوْ لَا يُعَذِّبُنَا اللّٰهُ بِمَا نَقُوْلُ ؕ حَسْبُهُمْ جَهَنَّمُ ۚ يَصْلَوْنَهَا ۚ فَبِئْسَ الْمَصِيْرُ ⑧

আলোচনা কৰিবলৈ নিষেধ কৰা হৈছিল, তেওঁলোকে পাছত নিষেধ কৰা অভ্যাসলৈ পুনৰ ঘূৰি আহে, আৰু পাপ আৰু সীমা লঙ্ঘন আৰু পয়গম্বৰৰ প্ৰতি অবাধ্যতা কৰিবলৈ গোপন আলোচনাত লিপ্ত হয় ? আৰু যেতিয়া তেওঁলোকে তোমাৰ ওচৰলৈ আহে, তেওঁলোকে তোমাক এনে এটা সম্ভাষণেৰে সম্ভাষণ কৰে, যাৰে সৈতে আল্লাহে তোমাক সম্ভাষণ কৰা নাই; কিন্তু নিজৰ ভিতৰত তেওঁলোকে কয়, 'আল্লাহে আমি যি কওঁ তাৰ কাৰণে আমাক শাস্তি কিয় নিদিয়ে ?' তেওঁলোকৰ কাৰণে দোজখেই যথেষ্ট, য'ত তেওঁলোক দগ্ধ হ'ব; আৰু ই হৈছে এটা অতিশয় বেয়া গন্তব্যস্থান !

يٰۤاَيُّهَا الَّذِيْنَ اٰمَنُوْۤا اِذَا تَنَاجَيْتُمْ فَلَا تَتَنَاجَوْا بِالْاِثْمِ وَ الْعُدْوَانِ وَ مَعْصِيَتِ الرَّسُوْلِ وَ تَنَاجَوْا بِالْبِرِّ وَ التَّقْوٰى ؕ وَ اتَّقُوا اللّٰهَ الَّذِيْۤ اِلَيْهِ تُحْشَرُوْنَ ⑨

১০) হে' বিশ্বাসী সকল ! তোমালোকে যেতিয়া নিজৰ ভিতৰত আলোচনা কৰা, পাপ আৰু সীমালঙ্ঘন আৰু পয়গম্বৰজনৰ প্ৰতি অবাধ্যতাৰ উৎকৰ্ষ সাধনৰ কাৰণে আলোচনা নকৰিবাহঁক, কিন্তু আলোচনা কৰিবা সদ্‌গুণ সাধনৰ অৰ্থে, আৰু আল্লাহক, যাৰ প্ৰতি তোমালোক সকলোকে গোটাই অনা হ'ব, ভয় কৰাহঁক।

اِنَّمَا النَّجْوٰى مِنَ الشَّيْطٰنِ لِيَحْزُنَ الَّذِيْنَ اٰمَنُوْا وَ لَيْسَ بِضَآرِّهِمْ شَيْـًٔا اِلَّا بِاِذْنِ اللّٰهِ ؕ وَ عَلَى اللّٰهِ فَلْيَتَوَكَّلِ الْمُؤْمِنُوْنَ ⑩

১১) অসৎ উদ্দেশ্যেৰে গোপনীয় আলোচনাৰ কাৰ্য্যকৰণ ছয়তানৰ কাম, যাৰ দ্বাৰা ছয়তানে বিশ্বাসী সকলৰ অনিষ্ট সাধন কৰিব পাৰে; কিন্তু ই তেওঁলোকৰ লেশ মাত্ৰও অপকাৰ কৰিব নোৱাৰে; আল্লাহৰ অনুমতি ব্যতিৰেকে। আৰু আল্লাহতেই বিশ্বাসী সকলে তেওঁলোকৰ আস্থা ৰখা উচিত।

يٰۤاَيُّهَا الَّذِيْنَ اٰمَنُوْۤا اِذَا قِيْلَ لَكُمْ تَفَسَّحُوْا فِي الْمَجٰلِسِ فَافْسَحُوْا يَفْسَحِ اللّٰهُ لَكُمْ ۚ وَ اِذَا قِيْلَ انْشُزُوْا فَانْشُزُوْا يَرْفَعِ اللّٰهُ الَّذِيْنَ اٰمَنُوْا مِنْكُمْ

১২) হে' বিশ্বাসী সকল ! তোমালোকক যেতিয়া এই বুলি কোৱা হয়, 'তোমালোকৰ মজলিছ বোৰত ঠাই দিয়াহঁক,' তেতিয়া ঠাই অৱশ্যেই দিবা; আল্লাহে তোমালোকৰ কাৰণে অপৰ্য্যাপ্ত ঠাই যুগুত কৰিব। আৰু যেতিয়া কোৱা হয়, 'দন্ডায়মান

হোৱাঁ' তেতিয়া উঠিবাহঁক; আল্লাহে তোমালোকৰ ভিতৰৰ যি সকলে বিশ্বাস কৰে আৰু যাক জ্ঞান দিয়া হয় সেই সকলক সন্মানৰ স্থানলৈ উঠাব। আৰু তোমালোকে কি কৰা তাৰ বিষয়ে আল্লাহ ভালদৰে অৱগত।

وَالَّذِيْنَ اُوْتُوا الْعِلْمَ دَرَجٰتٍ ۭ وَ اللّٰهُ بِمَا تَعْمَلُوْنَ خَبِيْرٌ ⑪

১৩) হে' বিশ্বাসী সকল! তোমালোকে যেতিয়া পয়গম্বৰৰ জনৰ সৈতে পৰামৰ্শ কৰা, তাৰ আগতে ভিক্ষা দান কৰাহঁক। সেইটো তোমালোকৰ কাৰণে উত্তম আৰু পৰিত্ৰকৰ। কিন্তু তোমালোকে যদি দিবলৈ একো নোপোৱা, তেতিয়াহ'লে আল্লাহ অতি ক্ষমাশীল, কৰুণাময়।

يٰٓاَيُّهَا الَّذِيْنَ اٰمَنُوْٓا اِذَا نَاجَيْتُمُ الرَّسُوْلَ فَقَدِّمُوْا بَيْنَ يَدَيْ نَجْوٰىكُمْ صَدَقَةً ۭ ذٰلِكَ خَيْرٌ لَّكُمْ وَاَطْهَرُ ۭ فَاِنْ لَّمْ تَجِدُوْا فَاِنَّ اللّٰهَ غَفُوْرٌ رَّحِيْمٌ ⑫

১৪) তোমালোকে তোমালোকৰ পৰামৰ্শৰ পূৰ্বে ভিক্ষাদান কৰিবলৈ ভয় কৰা নেকি? সেই কাৰণে, যেতিয়া তোমালোকে সেইদৰে নকৰা আৰু আল্লাহ তোমালোকৰ প্ৰতি ক্ষমাশীল হয়, তেতিয়া, উপাসনা পালন কৰা আৰু জাকাত্ দিয়া আৰু আল্লাহ্ আৰু সেইজনাৰ পয়গম্বৰৰ বাধ্য হোৱাহঁক। আৰু তোমালোকে কি কৰা তাৰ বিষয়ে আল্লাহ ভালদৰে অৱগত।

ءَاَشْفَقْتُمْ اَنْ تُقَدِّمُوْا بَيْنَ يَدَيْ نَجْوٰىكُمْ صَدَقٰتٍ ۭ فَاِذْ لَمْ تَفْعَلُوْا وَتَابَ اللّٰهُ عَلَيْكُمْ فَاَقِيْمُوا الصَّلٰوةَ وَاٰتُوا الزَّكٰوةَ وَاَطِيْعُوا اللّٰهَ وَ رَسُوْلَهٗ ۭ وَاللّٰهُ خَبِيْرٌۢ بِمَا تَعْمَلُوْنَ ⑬

১৫) তুমি সেই সকলক দেখা নাইনে যি আল্লাহৰ কোপদৃষ্টিত থকা এটা জাতিৰ সৈতে বন্ধুত্ব কৰে? সেই বিলাক তোমাৰ পক্ষতো নহয় নতুবা সিহঁতৰ পক্ষৰো নহয়, আৰু সিহঁতে জানি-শুনি মিছা শপত খায়।

اَلَمْ تَرَ اِلَى الَّذِيْنَ تَوَلَّوْا قَوْمًا غَضِبَ اللّٰهُ عَلَيْهِمْ ۭ مَا هُمْ مِّنْكُمْ وَلَا مِنْهُمْ ۙ وَيَحْلِفُوْنَ عَلَى الْكَذِبِ وَهُمْ يَعْلَمُوْنَ ⑮

১৬) আল্লাহে সিহঁতৰ কাৰণে এটা কঠোৰ শাস্তিৰ আয়োজন কৰিছে। বাস্তৱতে, সিহঁতৰ কাৰ্য্য-কলাপ অসৎ আছিল।

اَعَدَّ اللّٰهُ لَهُمْ عَذَابًا شَدِيْدًا ۭ اِنَّهُمْ سَاۗءَ مَا كَانُوْا يَعْمَلُوْنَ ⑯

১৭) সিহঁতে সিহঁতৰ শপতবোৰ সিহঁতৰ মিথ্যাবাদিতাৰ ঢাল্ হিচাপে ব্যৱহাৰ কৰে, আৰু

اِتَّخَذُوْٓا اَيْمَانَهُمْ جُنَّةً فَصَدُّوْا عَنْ سَبِيْلِ

اللّٰهِ فَلَهُمْ عَذَابٌ مُّهِيْنٌ ⑯

তাৰ দ্বাৰাই সিহঁতে মানৱক আল্লাহৰ পথৰ পৰা আঁতৰাই নিবলৈ চেষ্টা কৰে; সিহঁতৰ কাৰণে, গতিকে, থাকিব এটা অপমানজনক শাস্তি।

لَنْ تُغْنِيَ عَنْهُمْ اَمْوَالُهُمْ وَلَآ اَوْلَادُهُمْ مِّنَ اللّٰهِ شَيْـًٔا ؕ اُولٰٓئِكَ اَصْحٰبُ النَّارِ ؕ هُمْ فِيْهَا خٰلِدُوْنَ ⑰

১৮) সিহঁতৰ ধন-সম্পত্তি অথবা সতি-সন্ততিয়ে সিহঁতক আল্লাহৰ বিপক্ষে কোনো লাভ নিদিব। সিহঁত হৈছে অগ্নিকুণ্ডটোৰ নিবাসী, য'ত সিহঁত সদায় থাকিব।

يَوْمَ يَبْعَثُهُمُ اللّٰهُ جَمِيْعًا فَيَحْلِفُوْنَ لَهٗ كَمَا يَحْلِفُوْنَ لَكُمْ وَيَحْسَبُوْنَ اَنَّهُمْ عَلٰى شَيْءٍ ؕ اَلَآ اِنَّهُمْ هُمُ الْكٰذِبُوْنَ ⑱

১৯) সেইদিনা যেতিয়া আল্লাহে তেওঁলোক সকলোকে একেলগে উঠাই আনিব, তেওঁলোকে **আল্লাহৰ আগত শপত খাব, এতিয়া তোমাৰ আগত শপত খোৱাৰ দৰে, আৰু ভবিব যে তেওঁলোক যুক্তিৰ ওপৰত থিয় দিছে। এতিয়া, নিশ্চয়েই, তেওঁলোকহে মিথ্যাবাদী হৈছে।**

اِسْتَحْوَذَ عَلَيْهِمُ الشَّيْطٰنُ فَاَنْسٰهُمْ ذِكْرَ اللّٰهِ ؕ اُولٰٓئِكَ حِزْبُ الشَّيْطٰنِ ؕ اَلَآ اِنَّ حِزْبَ الشَّيْطٰنِ هُمُ الْخٰسِرُوْنَ ⑲

২০) ছয়তানে সিহঁতৰ ওপৰত প্ৰভুত্ব লাভ কৰিছে, আৰু সিহঁতক আল্লাহৰ স্মৰণ পাহৰি যাবলৈ বাধ্য কৰিছে। সিহঁত হৈছে ছয়তানৰ দলৰ। এতিয়া, নিশ্চয়েই, তেওঁলোকহে **মিথ্যাবাদী হৈছে।**

اِنَّ الَّذِيْنَ يُحَآدُّوْنَ اللّٰهَ وَرَسُوْلَهٗٓ اُولٰٓئِكَ فِى الْاَذَلِّيْنَ ⑳

২১) নিশ্চয়েই, যি সকলে আল্লাহ্ আৰু তেওঁৰ পয়গম্বৰৰ **বিৰোধিতা** কৰে তেওঁলোক হয় অতি নীচ।

كَتَبَ اللّٰهُ لَاَغْلِبَنَّ اَنَا وَرُسُلِيْ ؕ اِنَّ اللّٰهَ قَوِيٌّ عَزِيْزٌ ㉑

২২) আল্লাহে নিৰ্দ্দেশ দিছে ঃ 'অতি নিশ্চয়েই, মই বিজয়ী হ'ম, মই আৰু মোৰ পয়গম্বৰ সকল।' প্ৰকৃততে, আল্লাহ্ হৈছে প্ৰভুত্বশীল, শক্তিশালী।

لَا تَجِدُ قَوْمًا يُّؤْمِنُوْنَ بِاللّٰهِ وَالْيَوْمِ الْاٰخِرِ يُوَآدُّوْنَ مَنْ حَآدَّ اللّٰهَ وَرَسُوْلَهٗ وَلَوْ كَانُوْٓا اٰبَآءَهُمْ

২৩) তুমি এনেধৰণৰ মানুহ নেপাবা যি আল্লাহ আৰু শেষ দিনত বিশ্বাস কৰে অথচ তেওঁলোকে **আল্লাহ্ আৰু সেইজনাৰ পয়গম্বৰৰ বিৰোধিতা কৰা সকলকো ভাল পায়, যদিওবা সিহঁত**

তেওঁলোকৰ পিতৃ বা পুত্ৰ বা ভ্ৰাতৃ বা মিতিৰ-কুটুম হ'ব পাৰে। এওঁলোক হৈছে সেই সকল যাৰ অন্তৰত আল্লাহে প্ৰকৃত বিশ্বাস খোদিত কৰি দিছে আৰু যাক সেইজনাই নিজৰ অনুপ্ৰেৰণাৰে শক্তিসম্পন্ন কৰিছে। আৰু সেইজনাই তেওঁলোকক নিঝৰা প্ৰবাহ কৰা উদ্যানত প্ৰবেশ কৰিবলৈ দিব। তাতেই তেওঁলোক থাকিব; আল্লাহ্ তেওঁলোকৰ সৈতে সন্তুষ্ট আৰু তেওঁলোকো আল্লাহৰ সৈতে সন্তুষ্ট। তেওঁলোক আল্লাহৰ পক্ষৰ। শুনা! আল্লাহৰ পক্ষই হয় কৃতকাৰ্য্য।

اَوْ اَبْنَآءَهُمْ اَوْ اِخْوَانَهُمْ اَوْ عَشِيْرَتَهُمْ ۭ اُولٰۗىِٕكَ كَتَبَ فِيْ قُلُوْبِهِمُ الْاِيْمَانَ وَاَيَّدَهُمْ بِرُوْحٍ مِّنْهُ ۭ وَيُدْخِلُهُمْ جَنّٰتٍ تَجْرِيْ مِنْ تَحْتِهَا الْاَنْهٰرُ خٰلِدِيْنَ فِيْهَا ۭ رَضِيَ اللّٰهُ عَنْهُمْ وَرَضُوْا عَنْهُ ۭ اُولٰۗىِٕكَ حِزْبُ اللّٰهِ ۭ اَلَآ اِنَّ حِزْبَ اللّٰهِ هُمُ الْمُفْلِحُوْنَ ﴿٢٣﴾

Chapter 59 Part 28



চুৰা ৫৯ AL–HASHR আল-হচৰ্ (মদিনাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, কৰুণাময়, আল্লাহৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ﴿١﴾

২) স্বৰ্গ সমূহ আৰু মৰ্ত্ত্যত বিৰাজমান সকলো বস্তুৱে আল্লাহক গৌৰৱান্বিত কৰে; আৰু সেইজনাই হৈছে শক্তিশালী, জ্ঞানী।

سَبَّحَ لِلّٰهِ مَا فِي السَّمٰوٰتِ وَمَا فِي الْاَرْضِ ۚ وَهُوَ الْعَزِيْزُ الْحَكِيْمُ ﴿٢﴾

৩) সেইজনাই হৈছে তেওঁ যি গ্ৰন্থৰ জাতিৰ মাজত থকা অবিশ্বাসী সকলক তেওঁলোকৰ প্ৰথম নিৰ্ব্বাসনৰ সময়ত বাসস্থানৰ পৰা ওলাই যাবলৈ বাধ্য কৰিছিল। তুমি নেভাবিছিলা যে তেওঁলোক ওলাই যাব আৰু তেওঁলোকে ভাবিছিল যে তেওঁলোকৰ দুৰ্গ বিলাকে তেওঁলোকক আল্লাহৰ বিৰুদ্ধে ৰক্ষা কৰিব। কিন্তু আল্লাহ্ তেওঁলোকৰ ওপৰত আকস্মিক ভাৱে আহি পৰিল তেওঁলোকে নভবা দিশৰ পৰা আৰু তেওঁলোকৰ অন্তৰত এনে আতঙ্কৰ সৃষ্টি কৰিলে, যে তেওঁলোকে নিজৰ

هُوَ الَّذِيْٓ اَخْرَجَ الَّذِيْنَ كَفَرُوْا مِنْ اَهْلِ الْكِتٰبِ مِنْ دِيَارِهِمْ لِاَوَّلِ الْحَشْرِ ۭ مَا ظَنَنْتُمْ اَنْ يَّخْرُجُوْا وَظَنُّوْٓا اَنَّهُمْ مَّانِعَتُهُمْ حُصُوْنُهُمْ مِّنَ اللّٰهِ فَاَتٰىهُمُ اللّٰهُ مِنْ حَيْثُ لَمْ يَحْتَسِبُوْا ۤ وَقَذَفَ فِيْ قُلُوْبِهِمُ الرُّعْبَ يُخْرِبُوْنَ بُيُوْتَهُمْ بِاَيْدِيْهِمْ وَاَيْدِي

হাতেৰে আৰু বিশ্বাসী সকলৰ হাতেৰে নিজৰ ঘৰবাৰী ভাঙি পেলালে। **গতিকে,** হে' তোমালোকৰ যাৰ চকু আছে, এটা শিক্ষা লোৱাহঁক।

الْمُؤْمِنِيْنَ فَاعْتَبِرُوْا يَاُولِي الْاَبْصَارِ ۝

৪) আৰু আল্লাহে যদি তেওঁলোকৰ কাৰণে নিৰ্বাসনৰ নিৰ্দেশ নিদিলেহেঁতেন, সেইজনাই নিশ্চয়েই, তেওঁলোকক পৃথিৱীত অন্য প্ৰকাৰে শাস্তি দিলেহেঁতেন। আৰু পৰকালত তেওঁলোকে নিশ্চয়েই, অগ্নিকুণ্ডটোৰ শাস্তি লাভ কৰিব।

وَلَوْلَآ اَنْ كَتَبَ اللّٰهُ عَلَيْهِمُ الْجَلَآءَ لَعَذَّبَهُمْ فِي الدُّنْيَا ۖ وَلَهُمْ فِي الْاٰخِرَةِ عَذَابُ النَّارِ ۝

৫) **তাৰ কাৰণ হ'ল তেওঁলোকে আল্লাহ্ আৰু** তেওঁৰ পয়গম্বৰৰ বিৰোধিতা কৰিছিল; আৰু যেয়ে আল্লাহৰ বিৰোধিতা কৰে—তেনে অৱস্থাত, অৱশ্যেই, আল্লাহ্ প্ৰতিশোধ লোৱাত কঠোৰ।

ذٰلِكَ بِاَنَّهُمْ شَآقُّوا اللّٰهَ وَرَسُوْلَهٗ ۚ وَمَنْ يُّشَآقِّ اللّٰهَ فَاِنَّ اللّٰهَ شَدِيْدُ الْعِقَابِ ۝

৬) **যিবোৰ খাজুৰ গছ তোমালোকে কাটিলা,** বা সিহঁতৰ শিপাৰ ওপৰত থিয় দি থাকিবলৈ দিলা, ই ঘটিছিল আল্লাহৰ ইচ্ছাক্ৰমে যাতে তেওঁ আইন লঙ্ঘনকাৰী বিলাকক অপমান কৰিব পাৰে।

مَا قَطَعْتُمْ مِّنْ لِّيْنَةٍ اَوْ تَرَكْتُمُوْهَا قَآئِمَةً عَلٰٓى اُصُوْلِهَا فَبِاِذْنِ اللّٰهِ وَلِيُخْزِيَ الْفٰسِقِيْنَ ۝

৭) আৰু আল্লাহে তেওঁৰ পয়গম্বৰ সকলক[1] যিহকেই তেওঁলোকৰ ধন-সম্পদ বুলি দিছে, ই আল্লাহৰ কৃপাৰ পৰা দিয়া। তুমি ইয়াৰ বাবে কোনো ঘোঁৰা বা উটৰ চালক হোৱা নাছিলা; কিন্তু আল্লাহে সেইজনাৰ পয়গম্বৰ সকলক যাৰ ওপৰতেই ইচ্ছা হয় কৰ্তৃত্ব কৰিবলৈ দিয়ে; আৰু আল্লাহৰ সকলো বস্তুৰ ওপৰত প্ৰভুত্ব আছে।

وَمَآ اَفَآءَ اللّٰهُ عَلٰى رَسُوْلِهٖ مِنْهُمْ فَمَآ اَوْجَفْتُمْ عَلَيْهِ مِنْ خَيْلٍ وَّلَا رِكَابٍ وَّلٰكِنَّ اللّٰهَ يُسَلِّطُ رُسُلَهٗ عَلٰى مَنْ يَّشَآءُ ۗ وَاللّٰهُ عَلٰى كُلِّ شَيْءٍ قَدِيْرٌ ۝

৮) আল্লাহে তেওঁৰ পয়গম্বৰক নগৰ সমূহৰ বাসিন্দাৰ পৰা যিহকে ধনসম্পদ দিছে, ই হৈছে আল্লাহ আৰু তেওঁৰ পয়গম্বৰ জনৰ কাৰণে আৰু আত্মীয় কুটুম আৰু মাউৰা সকল আৰু অভাৱগ্ৰস্ত আৰু মোছাফিৰ সকলৰ কাৰণে, যাতে এই

مَآ اَفَآءَ اللّٰهُ عَلٰى رَسُوْلِهٖ مِنْ اَهْلِ الْقُرٰى فَلِلّٰهِ وَلِلرَّسُوْلِ وَلِذِي الْقُرْبٰى وَالْيَتٰمٰى وَالْمَسٰكِيْنِ وَابْنِ السَّبِيْلِ كَيْ لَا يَكُوْنَ دُوْلَةً بَيْنَ الْاَغْنِيَآءِ

**ৰণসম্পদ** কেৱল তোমালোকৰ ভিতৰৰ ধনী কেইজনমানৰ মাজতে চলাচল নকৰে। আৰু পয়গম্বৰ জনে তোমালোকক যিহকে দিয়ে লবা আৰু যিহকে লবলৈ মানা কৰে, ইয়াৰ পৰা বিৰত থাকাহঁক। আৰু আল্লাহক ভয় কৰাহঁক ; নিশ্চয়েই আল্লাহ্ প্ৰতিশোধত কঠোৰ।

مِنْكُمْ ۚ وَمَآ اٰتٰىكُمُ الرَّسُوْلُ فَخُذُوْهُ ۚ وَمَا نَهٰىكُمْ عَنْهُ فَانْتَهُوْا ۚ وَاتَّقُوا اللّٰهَ ۗ اِنَّ اللّٰهَ شَدِيْدُ الْعِقَابِ ۝٨

৯) আৰু ই দুখীয়া **শৰণাৰ্থী** সকলৰ কাৰণেও যাক তেওঁলোকৰ বাসস্থান আৰু সম্পত্তিৰ পৰা খেদি পঠিওৱা হৈছে ; তেওঁলোক আল্লাহৰ কৃপাৰ প্ৰাৰ্থী আৰু প্ৰাৰ্থী সেইজনাৰ সন্তুষ্টিৰ; আৰু তেওঁলোকে আল্লাহ্ আৰু তেওঁৰ পয়গম্বৰক সহায় কৰে। এয়েই হৈছে সেই সকল যি তেওঁলোকৰ বিশ্বাসত একনিষ্ঠ ;

لِلْفُقَرَآءِ الْمُهٰجِرِيْنَ الَّذِيْنَ اُخْرِجُوْا مِنْ دِيَارِهِمْ وَاَمْوَالِهِمْ يَبْتَغُوْنَ فَضْلًا مِّنَ اللّٰهِ وَرِضْوَانًا وَّيَنْصُرُوْنَ اللّٰهَ وَرَسُوْلَهٗ ۗ اُولٰٓئِكَ هُمُ الصّٰدِقُوْنَ ۝٩

১০) আৰু সেই সকলৰ কাৰণে, যি এইখন নগৰীত নিজৰ বাসস্থান পাতিছিল আৰু ধৰ্ম্মটো তেওঁলোকৰ আগতে গ্ৰহণ কৰিছিল, তেওঁলোক মৰম কৰে সেই সকলক, যি তেওঁলোকলৈ আশ্ৰয় বিচাৰি আহে, আৰু তেওঁলোকৰ অন্তৰত আশ্ৰয়-প্ৰাৰ্থী সকলক দিয়া কোনো বস্তুৰ প্ৰতি কোনো হেপাহ নকৰে, কিন্তু আনহাতে তেওঁলোকৰ নিজতকৈও আশ্ৰয়প্ৰাৰ্থী সকলক আগ হ'বলৈ দিয়ে, যদিওবা তেওঁলোকৰ নিজৰ **ভাগ্যতো** দাৰিদ্ৰ্য ঘটিছে। যেয়েই তেওঁৰ নিজৰ আত্মাৰ আক্ৰোহৰ পৰা মুক্ত হ'ব পৰিছে—এইয়ে হৈছে সেই সকল যি কৃতকাৰ্য্য হ'ব ;

وَالَّذِيْنَ تَبَوَّؤُ الدَّارَ وَالْاِيْمَانَ مِنْ قَبْلِهِمْ يُحِبُّوْنَ مَنْ هَاجَرَ اِلَيْهِمْ وَلَا يَجِدُوْنَ فِيْ صُدُوْرِهِمْ حَاجَةً مِّمَّآ اُوْتُوْا وَيُؤْثِرُوْنَ عَلٰٓى اَنْفُسِهِمْ وَلَوْ كَانَ بِهِمْ خَصَاصَةٌ ۗ وَمَنْ يُّوْقَ شُحَّ نَفْسِهٖ فَاُولٰٓئِكَ هُمُ الْمُفْلِحُوْنَ ۝١٠

১১) আৰু তেওঁলোকৰ পাছত অহা সকলৰ কাৰণেও। তেওঁলোক কয়, 'আমাৰ প্ৰভু আমাক আৰু এই ধৰ্ম্মত থকা আমাৰ পূৰ্ব্বে অহা ভ্ৰাতৃ সকলক ক্ষমা কৰা, আৰু বিশ্বাসী সকলৰ বিৰুদ্ধে **আমাৰ** অন্তৰত কোনো কোপ্ ভাবৰ সঞ্চাৰ হ'বলৈ নিদিবা। আমাৰ প্ৰভু! তুমি প্ৰকৃততে হোৱা দয়ালু, কৰুণাময়।

وَالَّذِيْنَ جَآءُوْ مِنْۢ بَعْدِهِمْ يَقُوْلُوْنَ رَبَّنَا اغْفِرْ لَنَا وَلِاِخْوَانِنَا الَّذِيْنَ سَبَقُوْنَا بِالْاِيْمَانِ وَلَا تَجْعَلْ فِيْ قُلُوْبِنَا غِلًّا لِّلَّذِيْنَ اٰمَنُوْا رَبَّنَآ اِنَّكَ رَءُوْفٌ رَّحِيْمٌ ۝١١

১২) তুমি ভণ্ডবিলাকক দেখিবলৈ নোপোৱানে? **সিহঁতৰ ভ্ৰাতৃবৰ্গক এই বুলি কয়,** 'তোমালোকক সিহঁতৰ ভ্ৰাতৃবৰ্গকে এই বুলি কয়, 'তোমালোকক যদি মদিনাৰ পৰা বহিস্কাৰ কৰা হয়, আমি নিশ্চয়েই, তোমালোকৰ সৈতে ওলাই যাম আৰু তোমালোকৰ বিৰুদ্ধে কেতিয়াও আনৰ কথা নুশুনো, আৰু তোমালোকৰ বিৰুদ্ধে যদি যুদ্ধ হয়, আমি, অৱশ্যেই, তোমালোকক সহায় কৰিম। কিন্তু আল্লাহ্ সাক্ষী আছে যে, নিশ্চয়েই, সিহঁত মিছলীয়া।

اَلَمْ تَرَ اِلَى الَّذِيْنَ نَافَقُوْا يَقُوْلُوْنَ لِاِخْوَانِهِمُ الَّذِيْنَ كَفَرُوْا مِنْ اَهْلِ الْكِتٰبِ لَئِنْ اُخْرِجْتُمْ لَنَخْرُجَنَّ مَعَكُمْ وَلَا نُطِيْعُ فِيْكُمْ اَحَدًا اَبَدًا ۙ وَّاِنْ قُوْتِلْتُمْ لَنَنْصُرَنَّكُمْ ۭ وَاللّٰهُ يَشْهَدُ اِنَّهُمْ لَكٰذِبُوْنَ ⑪

১৩) **তেওঁলোকক** যদি বহিস্কাৰ কৰা হয়, সিহঁতে তেওঁলোকৰ লগত কেতিয়াও নেযায়; আৰু তোমালোকৰ বিৰুদ্ধে যদি যুদ্ধ কৰা হয়, সিহঁতে **তেওঁলোকক কেতিয়াও সহায়** নকৰে। আৰু যদিওবা সিহঁতে সহায় কৰে, তেওঁলোকে, নিশ্চয়েই, পিঠি ঘূৰাই দিব আৰু তেতিয়া সিহঁতে নিজেও কোনো সহায় নেপাব।

لَئِنْ اُخْرِجُوْا لَا يَخْرُجُوْنَ مَعَهُمْ ۚ وَلَئِنْ قُوْتِلُوْا لَا يَنْصُرُوْنَهُمْ ۚ وَلَئِنْ نَّصَرُوْهُمْ لَيُوَلُّنَّ الْاَدْبَارَ ۣ ثُمَّ لَا يُنْصَرُوْنَ ⑫

১৪) নিশ্চয়তেই, সিহঁতৰ নিজৰ অন্তৰত আল্লাহতকৈ তোমালৈকেহে ভয় বেছি আছে। তাৰ কাৰণ হ'ল সিহঁত এটা জাতি যি একো নুবুজে।

لَاَنْتُمْ اَشَدُّ رَهْبَةً فِيْ صُدُوْرِهِمْ مِّنَ اللّٰهِ ۭ ذٰلِكَ بِاَنَّهُمْ قَوْمٌ لَّا يَفْقَهُوْنَ ⑬

১৫) দৃঢ়ভাৱে সুৰক্ষিত নগৰ বা প্ৰাচীৰৰ অন্তৰালৰ পৰা যুদ্ধ কৰাৰ বাহিৰে সিহঁতে তোমাৰ বিৰুদ্ধে এক গোট হৈ যুদ্ধ নকৰে। সিহঁতৰ নিজৰ **ভিতৰতে ভীষণ যুদ্ধ হয়।** তুমি **সিহঁতক ঐক্যবদ্ধ** বুলি ভাবা, কিন্তু সিহঁতৰ অন্তৰবোৰ বিভক্ত হৈ আছে। তাৰ কাৰণ হ'ল সিহঁত এটা জাতি যাৰ কোনো চেতনা নাই।

لَا يُقَاتِلُوْنَكُمْ جَمِيْعًا اِلَّا فِيْ قُرًى مُّحَصَّنَةٍ اَوْ مِنْ وَّرَاۗءِ جُدُرٍ ۭ بَاْسُهُمْ بَيْنَهُمْ شَدِيْدٌ ۭ تَحْسَبُهُمْ جَمِيْعًا وَّقُلُوْبُهُمْ شَتّٰى ۭ ذٰلِكَ بِاَنَّهُمْ قَوْمٌ لَّا يَعْقِلُوْنَ ⑭

১৬) সিহঁতৰ অৱস্থা হৈছে সেই জাতিটোৰ দৰে যি সিহঁতৰ অলপ দিনৰ আগতে পাৰ হৈ গৈছে। সিহঁতে নিজৰ অসৎ আচৰণৰ পৰা উদ্ভব হোৱা

كَمَثَلِ الَّذِيْنَ مِنْ قَبْلِهِمْ قَرِيْبًا ذَاقُوْا وَبَالَ اَمْرِهِمْ

وَلَهُمْ عَذَابٌ أَلِيمٌ ﴿١٥﴾

পৰিমাণৰ সোৱাদ পাই গৈছে আৰু সিহঁতৰ কাৰণে আছে এটা শাস্তি।

كَمَثَلِ الشَّيْطَٰنِ إِذْ قَالَ لِلْإِنسَٰنِ اكْفُرْ فَلَمَّا كَفَرَ
قَالَ إِنِّي بَرِيٓءٌ مِّنكَ إِنِّيٓ أَخَافُ اللَّهَ رَبَّ الْعَٰلَمِينَ ﴿١٦﴾

১৭) অথবা ইহতঁৰ অৱস্থা হৈছে ছয়তানৰ দৰে, যেতিয়া সি মানৱক কয়, 'অবিশ্বাস কৰা,' কিন্তু যেতিয়া মানৱে সেইমতে বিশ্বাস কৰে, ছয়তানে কয়, 'মোৰ তোমালোকৰ লগত কোনো কাম নাই, মই ভয় কৰোঁ আল্লাহলৈ, সকলো বিশ্বৰ অধিকাৰী।'

فَكَانَ عَٰقِبَتَهُمَآ أَنَّهُمَا فِي النَّارِ خَٰلِدَيْنِ فِيهَا وَ
ذَٰلِكَ جَزَٰٓؤُا الظَّٰلِمِينَ ﴿١٧﴾

১৮) দুয়োৰে অন্তিম অৱস্থা এনে হ'ল যে তেওঁলোক দুয়ো অগ্নিকুণ্ডত থাকে,, তাতেই বসবাস কৰি। এনেধৰণৰেই পুৰস্কৃত কৰা হয় দোষী সকলক।

يَٰٓأَيُّهَا الَّذِينَ ءَامَنُوا اتَّقُوا اللَّهَ وَلْتَنظُرْ نَفْسٌ مَّا قَدَّمَتْ
لِغَدٍ وَاتَّقُوا اللَّهَ إِنَّ اللَّهَ خَبِيرٌۢ بِمَا تَعْمَلُونَ ﴿١٨﴾

১৯) হে' বিশ্বাসী সকল! তোমালোকৰ আল্লাহৰ প্ৰতি কৰ্ত্তব্যৰ বিষয়ে সজাগ থাকিবাহঁক আৰু আৰু প্ৰত্যেক আত্মাকে ভৱিষ্যতৰ কাৰণে কি পঠিয়াইছে লক্ষ্য ৰাখিবলৈ দিয়া। আৰু আল্লাহলৈ ভয় কৰা, বাস্তৱতে, তোমালোকে কি কৰা আল্লাহে ভালদৰে জানে।

وَلَا تَكُونُوا كَالَّذِينَ نَسُوا اللَّهَ فَأَنسَىٰهُمْ أَنفُسَهُمْ
أُولَٰٓئِكَ هُمُ الْفَٰسِقُونَ ﴿١٩﴾

২০) আৰু সেই সকলৰ দৰে নহবা, যি আল্লাহক পাহৰি গৈছিল, সেইকাৰণে সেইজনাই সিহঁতক নিজৰ আত্মাক পাহৰি যোৱা কৰিলে। তেওঁলোকেই হৈছে আইন লঙ্ঘনকাৰী।

لَا يَسْتَوِيٓ أَصْحَٰبُ النَّارِ وَأَصْحَٰبُ الْجَنَّةِ أَصْحَٰبُ
الْجَنَّةِ هُمُ الْفَآئِزُونَ ﴿٢٠﴾

২১) অগ্নিকুণ্ডত নিবাসী সকল আৰু উদ্যানৰ নিবাসী সকল সমান নহয়। উদ্যানৰ নিবাসী সকলহে বিজয়ী।

لَوْ أَنزَلْنَا هَٰذَا الْقُرْءَانَ عَلَىٰ جَبَلٍ لَّرَأَيْتَهُۥ خَٰشِعًا

২২) আমি যদি এই কোৰ্-আন খন এটা পৰ্ব্বতৰ্ ওপৰত নমাই পঠিয়ালোহেঁতেন, তুমি নিশ্চয়েই এই পৰ্ব্বতক আল্লাহৰ ভয়ত নম্ৰ হৈ ভাঙি দুচিৰা

مُّتَصَدِّعًا مِّنْ خَشْيَةِ اللّٰهِ ۚ وَتِلْكَ الْاَمْثَالُ نَضْرِبُهَا لِلنَّاسِ لَعَلَّهُمْ يَتَفَكَّرُوْنَ ﴿٢١﴾

হোৱা দেখিলাহেঁতেন। আৰু এই বিলাকেই হৈছে উপমা যাক আমি মানৱ জাতিৰ আগত দাঙি ধৰোঁ যাতে তেওঁলোকে ভাবি চায়।

هُوَ اللّٰهُ الَّذِىْ لَاۤ اِلٰهَ اِلَّا هُوَ ۚ عٰلِمُ الْغَيْبِ وَالشَّهَادَةِ ۚ هُوَ الرَّحْمٰنُ الرَّحِيْمُ ﴿٢٢﴾

২৩) সেইজনা হৈছে আল্লাহ্, আৰু কোনো প্ৰভু নাই সেইজনাৰ বাহিৰে, যি অদৃশ্য আৰু বিদ্যমান দুয়োৰে বিষয়ে সম্পূৰ্ণ অবগত। সেইজনাই হৈছে সুপ্ৰসন্ন, কৰুণাময়।

هُوَ اللّٰهُ الَّذِىْ لَاۤ اِلٰهَ اِلَّا هُوَ ۚ اَلْمَلِكُ الْقُدُّوْسُ السَّلٰمُ الْمُؤْمِنُ الْمُهَيْمِنُ الْعَزِيْزُ الْجَبَّارُ الْمُتَكَبِّرُ ۚ سُبْحٰنَ اللّٰهِ عَمَّا يُشْرِكُوْنَ ﴿٢٣﴾

২৪) সেইজনাই হৈছে আল্লাহ্, আৰু আন কোনো প্ৰভু নাই সেইজনাৰ বাহিৰে, সাৰ্ব্বভৌমজনা, পৱিত্ৰ জনা, শান্তিৰ মূল জনা, নিৰপত্তা প্ৰদান কৰোঁতা জনা, ৰক্ষক জনা, গৌৰৱান্বিত জনা। পৱিত্ৰ হৈছে আল্লাহ্, সেইজনাৰ সৈতে সমকক্ষ কৰা বিলাকৰ বহু ওপৰত।

هُوَ اللّٰهُ الْخَالِقُ الْبَارِئُ الْمُصَوِّرُ لَهُ الْاَسْمَآءُ الْحُسْنٰى ۚ يُسَبِّحُ لَهٗ مَا فِى السَّمٰوٰتِ وَالْاَرْضِ ۚ وَهُوَ الْعَزِيْزُ الْحَكِيْمُ ﴿٢٤﴾ ع

২৫) সেইজনা হৈছে আল্লাহ্, সৃষ্টিকৰ্ত্তা জনা, গঢ়োঁতা জনা, ৰূপ দিওঁতা জনা সেই জনাৰেই হৈছে সৰ্ব্বোৎকৃষ্ট নাম সমূহ। স্বৰ্গ সমূহ আৰু মৰ্ত্ত্যত থকা সকলো বস্তুৱে সেইজনাৰ গৰিমা গায়, আৰু সেইজনাই হৈছে শক্তিশালী, জ্ঞানী।

سُوْرَةُ الْمُمْتَحِنَةِ مَدَنِيَّةٌ

চুৰা ৬০ AL—MUMTAHANAH আল-মোমতাহানাহ্ (মদিনাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, কৰুণাময়, আল্লাহৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

২) হে' তোমালোক যি **বিশ্বাস** কৰা! মোৰ শত্ৰুক আৰু তোমালোকৰ শত্ৰুক **বন্ধুৰূপে** নলবা। তোমালোকে সিহঁতক মৰম চেনেহ যাছিবানে, যি স্থলত সিহঁতে তোমালোকলৈ অহা সত্যক অবিশ্বাস কৰিছে আৰু পয়গম্বৰ জনক আৰু তোমালোকক তোমালোকৰ বাসস্থানৰ পৰা বহিস্কাৰ কৰি দিছে, কেৱল মাত্ৰ তোমালোকে তোমালোকৰ প্ৰভু, আল্লাহত, বিশ্বাস অনা কাৰণে? তোমালোকে যেতিয়া মোৰ সন্তুষ্টি বিচাৰি আৰু মোৰ অভিপ্ৰায়ৰ সপক্ষে **পৰিশ্ৰম** কৰিবলৈ আগ বাঢ়া, তোমালোকৰ কিছুমানে সিহঁতলৈ গোপনে স্নেহৰ বাৰ্ত্তা পঠিওৱা, যি স্থলত তোমালোকে কি লুকুওৱা আৰু কি প্ৰকাশ কৰা মই আটাইতকৈ ভালদৰে জানো। আৰু তোমালোকক যেয়েই এইদৰে কৰে তেওঁ সঁচাকৈয়ে, সৎ পথৰ পৰা আঁতৰি গৈছে।

يٰٓاَيُّهَا الَّذِيْنَ اٰمَنُوْا لَا تَتَّخِذُوْا عَدُوِّيْ وَعَدُوَّكُمْ اَوْلِيَآءَ تُلْقُوْنَ اِلَيْهِمْ بِالْمَوَدَّةِ وَقَدْ كَفَرُوْا بِمَا جَآءَكُمْ مِّنَ الْحَقِّ يُخْرِجُوْنَ الرَّسُوْلَ وَاِيَّاكُمْ اَنْ تُؤْمِنُوْا بِاللّٰهِ رَبِّكُمْ اِنْ كُنْتُمْ خَرَجْتُمْ جِهَادًا فِيْ سَبِيْلِيْ وَابْتِغَآءَ مَرْضَاتِيْ تُسِرُّوْنَ اِلَيْهِمْ بِالْمَوَدَّةِ وَاَنَا اَعْلَمُ بِمَآ اَخْفَيْتُمْ وَمَآ اَعْلَنْتُمْ وَمَنْ يَّفْعَلْهُ مِنْكُمْ فَقَدْ ضَلَّ سَوَآءَ السَّبِيْلِ ②

৩) সিহঁতে যদি তোমালোকৰ ওপৰত প্ৰাধান্য লাভ কৰে, সিহঁত তোমালোকৰ শত্ৰু হৈ পৰিব, আৰু সিহঁতৰ বাহুদ্বয় আৰু বাক্‌শক্তি তোমালোকৰ ফালে আগ বঢ়াব তোমালোকৰ অপকাৰ কৰিবলৈ; আৰু তেওঁলোকে বৰ আগ্ৰহেৰে বাঞ্ছা কৰে যাতে তোমালোক অবিশ্বাসী হৈ যোৱা।

اِنْ يَّثْقَفُوْكُمْ يَكُوْنُوْا لَكُمْ اَعْدَآءً وَّيَبْسُطُوْٓا اِلَيْكُمْ اَيْدِيَهُمْ وَاَلْسِنَتَهُمْ بِالسُّوْٓءِ وَوَدُّوْا لَوْ تَكْفُرُوْنَ ③

৪) **পুনৰুত্থানৰ** দিনা তোমালোকক মিতিৰ-কুটুমৰ সম্বন্ধই বা তোমালোকৰ ল'ৰা-ছোৱালীয়ে কোনো কাম নিদিব। আল্লাহে

لَنْ تَنْفَعَكُمْ اَرْحَامُكُمْ وَلَآ اَوْلَادُكُمْ يَوْمَ الْقِيٰمَةِ

তোমালোকৰ ভিতৰত মীমাংসা কৰিব। আৰু আল্লাহে তোমালোকে কৰা সকলো কাৰ্য্য-কলাপ দেখি থাকে।

يَفْصِلُ بَيْنَكُمْ ۚ وَاللّٰهُ بِمَا تَعْمَلُوْنَ بَصِيْرٌ ۴

(৫) বাস্তৱতে ইব্ৰাহিম আৰু তেওঁৰ সৈতে থকা লোক সকলত তোমালোকৰ কাৰণে এটা ভাল আদৰ্শ আছে, যেতিয়া তেওঁলোকে তেওঁলোকৰ জাতিক উদ্দেশ্য কৰি কৈছিল, 'আমাৰ, তোমালোকৰ সৈতে আৰু তোমালোকে আল্লাহৰ ঠাইত যাক পূজা কৰা তাৰ সৈতে, কোনো সমন্ধ নাই। তোমালোকে বিশ্বাস কৰা সকলো বস্তুতে আমি অবিশ্বাস কৰোঁ। তোমালোকৰ আৰু আমাৰ ভিতৰত চিৰকালৰ বাবে শত্ৰুতা আৰু ঘৃণা জাগি উঠিছে, যেতিয়ালৈকে কেৱল মাত্ৰ আল্লাহত তোমালোকে বিশ্বাস নানা—মাথোন ইব্ৰাহিমে তেওঁৰ পিতৃক ক'লে, মই, নিশ্চয়েই, তোমাৰ কাৰণে ক্ষমা ভিক্ষা কৰিম, যদিও তোমাৰ কাৰণে আল্লাহৰ বিৰুদ্ধে একো কৰাৰ শক্তি নাই।' তেওঁলোকৰ প্ৰাৰ্থনা আছিলঃ 'আমাৰ প্ৰভু, তোমাতেই আমি আমাৰ বিশ্বাস অৰ্পণ কৰিছোঁ আৰু তোমালৈকে আমি অনুতপ্ত হৈ চাওঁ, আৰু তোমালৈকে হ'ব আমাৰ শেষ প্ৰত্যাবৰ্ত্তন ;

قَدْ كَانَتْ لَكُمْ اُسْوَةٌ حَسَنَةٌ فِیْٓ اِبْرٰهِيْمَ وَالَّذِيْنَ
مَعَهٗ ۚ اِذْ قَالُوْا لِقَوْمِهِمْ اِنَّا بُرَءٰٓؤُا مِنْكُمْ وَمِمَّا
تَعْبُدُوْنَ مِنْ دُوْنِ اللّٰهِ ۫ كَفَرْنَا بِكُمْ وَبَدَا بَيْنَنَا
وَبَيْنَكُمُ الْعَدَاوَةُ وَالْبَغْضَآءُ اَبَدًا حَتّٰى تُؤْمِنُوْا
بِاللّٰهِ وَحْدَهٗٓ اِلَّا قَوْلَ اِبْرٰهِيْمَ لِاَبِيْهِ لَاَسْتَغْفِرَنَّ
لَكَ وَمَآ اَمْلِكُ لَكَ مِنَ اللّٰهِ مِنْ شَیْءٍ ۭ رَبَّنَا عَلَيْكَ
تَوَكَّلْنَا وَاِلَيْكَ اَنَبْنَا وَاِلَيْكَ الْمَصِيْرُ ۵

(৬) আমাৰ প্ৰভু, আমাক বিশ্বাস নকৰা সকলৰ **কাৰণে এটা পৰীক্ষাৰ মাধ্যম নকৰিবা, আৰু আমাক ক্ষমা কৰা, আমাৰ প্ৰভু ; কিয়নো, তুমিয়েই মাত্ৰ সেইজনা যি শক্তিশালী, জ্ঞানী।'**

رَبَّنَا لَا تَجْعَلْنَا فِتْنَةً لِّلَّذِيْنَ كَفَرُوْا وَاغْفِرْ لَنَا
رَبَّنَا ۚ اِنَّكَ اَنْتَ الْعَزِيْزُ الْحَكِيْمُ ۶

(৭) নিশ্চয়েই, তোমালোকৰ কাৰণে এই সকলত এটা ভাল আদৰ্শ আছে—সেই সকলোৰে কাৰণে, যি শেষ দিনটো আৰু আল্লাহক দেখিবলৈ আশা কৰে। আৰু যেয়ে পিঠি ঘূৰাই আঁতৰি যায়—সত্যতে, আল্লাহ্ হৈছে স্বনিৰ্ভৰশীল, সকলো প্ৰশংসাৰ যোগ্য।

لَقَدْ كَانَ لَكُمْ فِيْهِمْ اُسْوَةٌ حَسَنَةٌ لِّمَنْ كَانَ
يَرْجُوا اللّٰهَ وَالْيَوْمَ الْاٰخِرَ ۭ وَمَنْ يَّتَوَلَّ فَاِنَّ اللّٰهَ
ع هُوَ الْغَنِيُّ الْحَمِيْدُ ۷

৮) এনে হ'ব পাৰে যে, আল্লাহে তোমালোকৰ ভিতৰৰ সেই সকল যাৰ সৈতে তোমালোকৰ এতিয়া শত্রুতা আছে, দুয়োৰে মাজত মৰম-প্ৰীতি আনিব, আৰু আল্লাহ্ হৈছে সৰ্ব্বশক্তিমান ; আৰু আল্লাহ্ হৈছে অতি ক্ষমাশীল, করুণাময়।

عَسَى اللّٰهُ اَنْ يَّجْعَلَ بَيْنَكُمْ وَبَيْنَ الَّذِيْنَ عَادَيْتُمْ مِّنْهُمْ مَّوَدَّةً ۭ وَاللّٰهُ قَدِيْرٌ ۭ وَاللّٰهُ غَفُوْرٌ رَّحِيْمٌ ⑦

৯) যি সকলে তোমালোকৰ ধৰ্ম্মৰ বাবে তোমালোকৰ বিৰুদ্ধে যুদ্ধ কৰা নাই, আৰু যি সকলে তোমালোকক ঘৰবাৰীৰ পৰা খেদি পঠিওৱা নাই, তেওঁলোকৰ প্ৰতি সদয় হোৱা আৰু ন্যায় ব্যৱহাৰ কৰাটো আল্লাহে তোমালোকক নিষেধ কৰা নাই; নিশ্চয়েই যি সকলে ন্যায় ব্যৱহাৰ কৰে আল্লাহে তেওঁলোকক ভাল পায়।

لَا يَنْهٰىكُمُ اللّٰهُ عَنِ الَّذِيْنَ لَمْ يُقَاتِلُوْكُمْ فِي الدِّيْنِ وَلَمْ يُخْرِجُوْكُمْ مِّنْ دِيَارِكُمْ اَنْ تَبَرُّوْهُمْ وَتُقْسِطُوْٓا اِلَيْهِمْ ۭ اِنَّ اللّٰهَ يُحِبُّ الْمُقْسِطِيْنَ ⑧

১০) আল্লাহে তোমালোকক নিষেধ কৰিছে মাত্ৰ সেই সকলৰ ক্ষেত্ৰত যি তোমালোকৰ ধৰ্ম্মৰ বাবে তোমালোকৰ বিৰুদ্ধে যুদ্ধ কৰিছে আৰু তোমালোকৰ ঘৰবাৰীৰ পৰা তোমালোকক বহিষ্কাৰ কৰাত আনক সহায় কৰিছে, যাতে তোমালোকে তেওঁলোকৰ সৈতে বন্ধুত্ব নকৰা, আৰু যেয়েই তেওঁলোকৰ সৈতে বন্ধুত্বৰ সম্বন্ধ ৰাখে—এওঁলোকেই হ'ব আইন লঙ্ঘনকাৰী।

اِنَّمَا يَنْهٰىكُمُ اللّٰهُ عَنِ الَّذِيْنَ قٰتَلُوْكُمْ فِي الدِّيْنِ وَاَخْرَجُوْكُمْ مِّنْ دِيَارِكُمْ وَظٰهَرُوْا عَلٰٓي اِخْرَاجِكُمْ اَنْ تَوَلَّوْهُمْ ۚ وَمَنْ يَّتَوَلَّهُمْ فَاُولٰۗىِٕكَ هُمُ الظّٰلِمُوْنَ ⑨

১১) হে' তোমালোক যি বিশ্বাস কৰা! যেতিয়া বিশ্বাসী নাৰী সকল তোমালোকৰ ওচৰলৈ আশ্ৰয়প্ৰাৰ্থী হৈ আহে, তেওঁলোকক পৰীক্ষা কৰাইক। আল্লাহে তেওঁলোকৰ ধৰ্ম্ম আটাইতকৈ ভালদৰে জানে। তাৰ পাছত, তোমালোকে যদি তেওঁলোকক সত্যতে বিশ্বাসী বুলি নিৰ্দ্ধাৰণ কৰা, তেওঁলোকক অবিশ্বাসী সকললৈ ঘূৰাই নপঠাবা। তেওঁলোকৰ কাৰণে এই সকলে নাৰী আইন সঙ্গত নহয়। কিন্তু তেওঁলোকৰ অবিশ্বাসী স্বামী সকলক তেওঁলোকে সেই তিৰোতা সকলৰ ওপৰত ব্যয় কৰা সম্পদ ঘূৰাই দিয়া। তাৰ পাছত তোমালোকে

يٰٓاَيُّهَا الَّذِيْنَ اٰمَنُوْٓا اِذَا جَاۗءَكُمُ الْمُؤْمِنٰتُ مُهٰجِرٰتٍ فَامْتَحِنُوْهُنَّ ۭ اَللّٰهُ اَعْلَمُ بِاِيْمَانِهِنَّ ۚ فَاِنْ عَلِمْتُمُوْهُنَّ مُؤْمِنٰتٍ فَلَا تَرْجِعُوْهُنَّ اِلَى الْكُفَّارِ ۭ لَا هُنَّ حِلٌّ لَّهُمْ وَلَا هُمْ يَحِلُّوْنَ لَهُنَّ ۭ وَاٰتُوْهُمْ مَّآ اَنْفَقُوْا ۭ وَلَا جُنَاحَ عَلَيْكُمْ اَنْ تَنْكِحُوْهُنَّ اِذَآ اٰتَيْتُمُوْهُنَّ

أُجُورَهُنَّ ۚ وَلَا تُمْسِكُوا بِعِصَمِ الْكَوَافِرِ وَسْأَلُوا
مَا أَنفَقْتُمْ وَلْيَسْأَلُوا مَا أَنفَقُوا ۚ ذَٰلِكُمْ حُكْمُ اللَّهِ ۖ
يَحْكُمُ بَيْنَكُمْ ۚ وَاللَّهُ عَلِيمٌ حَكِيمٌ ﴿١١﴾

তেওঁলোকৰ প্ৰাপ্য যৌতুক দিয়াৰ পাছত বিবাহ কৰাত কোনো পাপ নাই। আৰু অবিশ্বাসী নাৰী সকলৰ সৈতে তোমালোকৰ বৈবাহিক সম্বন্ধ বহাল নেৰাখিবা, কিন্তু যদিহে তেওঁলোকে অবিশ্বাসী সকলৰ সৈতে যোগ দিয়ে, তেতিয়া হ'লে তোমালোকে ব্যয় কৰা সম্পদ ঘূৰাই পাবলৈ দাবী কৰিবা; আৰু বিশ্বাসী নাৰীৰ অবিশ্বাসী স্বামী সকলকো তেওঁলোকে ব্যয় কৰা সম্পদ দাবী কৰিবলৈ দিয়া। সেইটোৱেই হৈছে আল্লাহৰ বিচাৰ। সেইজনাই তোমালোকৰ মাজত বিচাৰ কৰে। আৰু আল্লাহ্ হৈছে সৰ্ব্বজ্ঞ, জ্ঞানী।

وَإِن فَاتَكُمْ شَيْءٌ مِّنْ أَزْوَاجِكُمْ إِلَى الْكُفَّارِ
فَعَاقَبْتُمْ فَآتُوا الَّذِينَ ذَهَبَتْ أَزْوَاجُهُم مِّثْلَ
مَا أَنفَقُوا ۚ وَاتَّقُوا اللَّهَ الَّذِي أَنتُم بِهِ مُؤْمِنُونَ ﴿١٢﴾

১২) আৰু তোমালোকৰ যদি কোনো পত্নী তোমালোকে অবিশ্বাসী সকলৰ হাতত হেৰুওৱা আৰু পাছত তোমালোকে প্ৰতিশোধ লৈ অবিশ্বাসী সকলৰ পৰা কিছু ৰণ-সম্পদ পোৱা, তেতিয়া হ'লে সেই বিশ্বাসী সকলক, যাৰ পত্নী সকল গুচি গৈছে, তেওঁলোকে তেওঁলোকৰ ওপৰত ব্যয় কৰা অনুযায়ী সেই ৰণ-সম্পদৰ কিছু অংশ দিয়া। আৰু ভয় কৰা আল্লাহলৈ যি জনাৰ ওপৰত তোমালোকে বিশ্বাস আনিছা।

يَا أَيُّهَا النَّبِيُّ إِذَا جَاءَكَ الْمُؤْمِنَاتُ يُبَايِعْنَكَ عَلَىٰ
أَن لَّا يُشْرِكْنَ بِاللَّهِ شَيْئًا وَلَا يَسْرِقْنَ وَلَا يَزْنِينَ
وَلَا يَقْتُلْنَ أَوْلَادَهُنَّ وَلَا يَأْتِينَ بِبُهْتَانٍ يَفْتَرِينَهُ
بَيْنَ أَيْدِيهِنَّ وَأَرْجُلِهِنَّ وَلَا يَعْصِينَكَ فِي مَعْرُوفٍ
فَبَايِعْهُنَّ وَاسْتَغْفِرْ لَهُنَّ اللَّهَ ۖ إِنَّ اللَّهَ غَفُورٌ
رَّحِيمٌ ﴿١٣﴾

১৩) হে' পয়গম্বৰ! যেতিয়া বিশ্বাসী নাৰী সকল তোমাৰ ওচৰলৈ আহে, তোমাৰ হাতত আনুগত্যৰ শপত লৈ এই বুলি যে তেওঁলোকে আল্লাহৰ সৈতে কাকো সমকক্ষ নকৰিব, চুৰ নকৰিব, ব্যভিচাৰ নকৰিব; নিজৰ ল'ৰা-ছোৱালীক বধ নকৰিব, তেওঁলোকে নিজে জানি শুনি সজা অপমান সূচক অভিযোগ নানিব আৰু তোমাক কোনো সৎ কথাত অবাধ্যতা নকৰিব তেতিয়াহ'লে তেওঁলোকৰ আনুগত্য গ্ৰহণ কৰিবা আৰু তেওঁলোকক ক্ষমা কৰিবলৈ আল্লাহক অনুৰোধ কৰিবাহঁক। প্ৰকৃততে, আল্লাহ্ অতিশয় ক্ষমাশীল, করুণাময়।

১৪) হে' তোমালোক যি বিশ্বাস কৰা! আল্লাহ্ কুপিত হোৱা এটা জাতিক বন্ধুৰূপে নলবা; তেওঁলোকে, বাস্তৱতে, পৰকালৰ বিষয়ে নিৰাশ হৈছে, ঠিক যি দৰে অবিশ্বাসী সকল নিৰাশ হৈছে কবৰত থকা সকলৰ বিষয়ে।

يَاَيُّهَا الَّذِيْنَ اٰمَنُوْا لَا تَتَوَلَّوْا قَوْمًا غَضِبَ اللّٰهُ عَلَيْهِمْ قَدْ يَئِسُوْا مِنَ الْاٰخِرَةِ كَمَا يَئِسَ الْكُفَّارُ مِنْ اَصْحٰبِ الْقُبُوْرِ ⑬

Chapter 61. Part 28



چুৰা ৬১ AL-SAFF আল-চাফ (মদিনাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, কৰুণাময়, আল্লাহৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

২) স্বৰ্গ সমূহত আৰু মৰ্ত্ত্যত য'ত বস্তু আছে সকলোৱে আল্লাহক গৌৰৱান্বিত কৰে; সেইজনাই হৈছে শক্তিশালী, জ্ঞানী।

سَبَّحَ لِلّٰهِ مَا فِي السَّمٰوٰتِ وَمَا فِي الْاَرْضِ وَهُوَ الْعَزِيْزُ الْحَكِيْمُ ②

৩) হে' তোমালোক যি বিশ্বাস কৰা! তোমালোকে কিয়নো কোৱা সেই কথা যি, প্ৰকৃততে তোমালোকে কোৱা নাই?

يَاَيُّهَا الَّذِيْنَ اٰمَنُوْا لِمَ تَقُوْلُوْنَ مَا لَا تَفْعَلُوْنَ ③

৪) তোমালোকে প্ৰকৃততে নোকোৱা কথাষাৰ কোৱাটো আল্লাহৰ কাৰণে অতিশয় বিৰক্তিকৰ।

كَبُرَ مَقْتًا عِنْدَ اللّٰهِ اَنْ تَقُوْلُوْا مَا لَا تَفْعَلُوْنَ ④

৫) প্ৰকৃততে, আল্লাহে সেই সকলক ভাল পায় যি সেইজনাৰ উদ্দেশ্য সাধনৰ অৰ্থে দৃঢ় শাৰীত সমবেত হৈ যুদ্ধ কৰে, যেন তেওঁলোক গলোৱা সীহেৰে বন্ধা এটা মজপুত সৌধ।

اِنَّ اللّٰهَ يُحِبُّ الَّذِيْنَ يُقَاتِلُوْنَ فِيْ سَبِيْلِهٖ صَفًّا كَاَنَّهُمْ بُنْيَانٌ مَّرْصُوْصٌ ⑤

৬) আৰু স্মৰণ কৰা যেতিয়া মুচাই তেওঁৰ জাতিক এই বুলি কৈছিল, 'হে' মোৰ জাতি, তোমালোকে মোক কিয়নো অপবাদ দিছা, আৰু তোমালোকে জানা মই তোমালোকলৈ আল্লাহৰ

وَاِذْ قَالَ مُوْسٰى لِقَوْمِهٖ يٰقَوْمِ لِمَ تُؤْذُوْنَنِيْ وَقَدْ تَّعْلَمُوْنَ اَنِّيْ رَسُوْلُ اللّٰهِ اِلَيْكُمْ فَلَمَّا زَاغُوْا اَزَاغَ

اللّٰهُ قُلُوْبَهُمْ ۚ وَاللّٰهُ لَا يَهْدِى الْقَوْمَ الْفٰسِقِيْنَ ۝٥

পৰা অহা পয়গম্বৰ হওঁ?' গতিকে তেওঁলোক যেতিয়া শুদ্ধ পথৰ পৰা আঁতৰি গ'ল আল্লাহে তেওঁলোকৰ অন্তৰ সমূহকো আঁতৰি যাবলৈ দিলে; কিয়নো আল্লাহে বিদ্রোহী জাতিক বাট নেদেখুৱায়।

وَاِذْ قَالَ عِيْسَى ابْنُ مَرْيَمَ يٰبَنِيْٓ اِسْرَآءِيْلَ اِنِّيْ رَسُوْلُ اللّٰهِ اِلَيْكُمْ مُّصَدِّقًا لِّمَا بَيْنَ يَدَيَّ مِنَ التَّوْرٰىةِ وَمُبَشِّرًا ۢ بِرَسُوْلٍ يَّاْتِيْ مِنْ ۢ بَعْدِى اسْمُهٗٓ اَحْمَدُ ۗ فَلَمَّا جَآءَهُمْ بِالْبَيِّنٰتِ قَالُوْا هٰذَا سِحْرٌ مُّبِيْنٌ ۝٦

৭) আৰু স্মৰণ কৰা যেতিয়া ঈছা, মৰিয়মৰ পুত্ৰই কৈছিল, 'হে' ইজৰাইলৰ সতি-সন্ততি, নিশ্চয়েই মইঃ তোমালোকলৈ অহা আল্লাহৰ পয়গম্বৰ হওঁ, মোৰ আগতে তৌৰিদত কৰা ভৱিষ্যদ্বাণীৰ পৰিপূৰ্ণতাত, আৰু মোৰ পাছত আহিব লগীয়া এজন পয়গম্বৰৰ, যাৰ নাম হ'ব আহমদ, সুসংবাদ দি।' আৰু তেওঁ যেতিয়া সেই সকললৈ স্পষ্ট প্ৰমাণ সমূহ লৈ আহিছিল, তেওঁলোকে কৈছিল, 'এইটো এটা দেখাদেখি যাদু।'

وَمَنْ اَظْلَمُ مِمَّنِ افْتَرٰى عَلَى اللّٰهِ الْكَذِبَ وَهُوَ يُدْعٰٓى اِلَى الْاِسْلَامِ ۗ وَاللّٰهُ لَا يَهْدِى الْقَوْمَ الظّٰلِمِيْنَ ۝٨

৮) কিন্তু সেইজনতকৈ কোনে বেছি দোষ কৰে, যি তেওঁক ইছলামলৈ আহ্বান কৰোঁতে, আল্লাহৰ বিৰুদ্ধে মিছা অপবাদ ৰটে? আল্লাহে অন্যায়কাৰী মানুহক বাট নেদেখুৱায়।

يُرِيْدُوْنَ لِيُطْفِئُوْا نُوْرَ اللّٰهِ بِاَفْوَاهِهِمْ وَاللّٰهُ مُتِمُّ نُوْرِهٖ وَلَوْ كَرِهَ الْكٰفِرُوْنَ ۝٩

৯) তেওঁলোকে আল্লাহৰ বন্তিগছক তেওঁলোকৰ মুখেৰে ফু মাৰি নুমুৱাই দিবলৈ ইচ্ছা কৰে, কিন্তু আল্লাহই সেইজনাৰ বন্তিগছক নিখুঁত কৰি তুলিব, অবিশ্বাসী সকলে ইয়াক যিমানেই বেয়া নেপাওক।

هُوَ الَّذِيْٓ اَرْسَلَ رَسُوْلَهٗ بِالْهُدٰى وَدِيْنِ الْحَقِّ لِيُظْهِرَهٗ عَلَى الدِّيْنِ كُلِّهٖ وَلَوْ كَرِهَ الْمُشْرِكُوْنَ ۝١٠

১০) সেইজনাই হৈছে তেওঁ, যি সেইজনাৰ পয়গম্বৰক পথ-প্ৰদৰ্শন আৰু সত্য ধৰ্ম্ম দি পঠিয়াইছে, যাতে সেইজনাই ইয়াক আন সকলো ধৰ্ম্মৰ ওপৰত প্ৰভুত্ব লাভ কৰিবলৈ দিব পাৰে, আল্লাহৰ সৈতে সমনীয়া যোগ কৰা সকলে ইয়াক যিমানেই বেয়া নেপাওক।

يٰٓاَيُّهَا الَّذِيْنَ اٰمَنُوْا هَلْ اَدُلُّكُمْ عَلٰى تِجَارَةٍ تُنْجِيْكُمْ

১১) হে' তোমালোকে যি বিশ্বাস কৰা! মই

مِّنْ عَذَابٍ اَلِيْمٍ ⑪

তোমালোকক এনে এটা ব্যৱসায় শিকাম যে যিটোৱে তোমালোকক এটা কষ্টকৰ শাস্তিৰ পৰা মুক্ত কৰিব ?

تُؤْمِنُوْنَ بِاللّٰهِ وَرَسُوْلِهٖ وَتُجَاهِدُوْنَ فِيْ سَبِيْلِ اللّٰهِ بِاَمْوَالِكُمْ وَاَنْفُسِكُمْ ۚ ذٰلِكُمْ خَيْرٌ لَّكُمْ اِنْ كُنْتُمْ تَعْلَمُوْنَ ⑫

১২) যে তোমালোকে আল্লাহ্ আৰু তেওঁৰ পয়গম্বৰত বিশ্বাস আনা আৰু আল্লাহৰ উদ্দেশ্য সাধনৰ অৰ্থে নিজৰ দেহা ধন-সম্পত্তিৰে পৰিশ্ৰম কৰাহঁক। সেইটো তোমালোকৰ কাৰণে উত্তম, যদিহে তোমালোকে জানিলাহেঁতেন।

يَغْفِرْ لَكُمْ ذُنُوْبَكُمْ وَيُدْخِلْكُمْ جَنّٰتٍ تَجْرِيْ مِنْ تَحْتِهَا الْاَنْهٰرُ وَمَسٰكِنَ طَيِّبَةً فِيْ جَنّٰتِ عَدْنٍ ۗ ذٰلِكَ الْفَوْزُ الْعَظِيْمُ ⑬

১৩) সেইজনাই তোমালোকৰ পাপ ক্ষমা কৰিব, আৰু বহু নিঝৰা প্ৰবাহ কৰা উদ্যান সমূহলৈ আৰু চিৰকলীয়া উদ্যান সমূহৰ পৱিত্ৰ আৰু আনন্দদায়ক বাসস্থানলৈ তোমালোকক প্ৰৱেশ কৰিবলৈ দিব। সেইটোৱেই হৈছে সৰ্ব্বোৎকৃষ্ট বিজয়,

وَاُخْرٰى تُحِبُّوْنَهَا ۗ نَصْرٌ مِّنَ اللّٰهِ وَفَتْحٌ قَرِيْبٌ ۗ وَبَشِّرِ الْمُؤْمِنِيْنَ ⑭

১৪) আৰু সেইজনাই তোমালোকে ভাল পোৱা আন এটা অনুগ্ৰহ তোমালোকক দান দিবঃ আল্লাহৰ পৰা সহায় আৰু এটা নিকটবৰ্তী বিজয়। গতিকে বিশ্বাসী সকলক সুসংবাদ দিয়াহঁক।

يٰۤاَيُّهَا الَّذِيْنَ اٰمَنُوْا كُوْنُوْۤا اَنْصَارَ اللّٰهِ كَمَا قَالَ عِيْسَى ابْنُ مَرْيَمَ لِلْحَوَارِيّٖنَ مَنْ اَنْصَارِيْۤ اِلَى اللّٰهِ ۗ قَالَ الْحَوَارِيُّوْنَ نَحْنُ اَنْصَارُ اللّٰهِ فَاٰمَنَتْ طَّآئِفَةٌ مِّنْۢ بَنِيْۤ اِسْرَآءِيْلَ وَكَفَرَتْ طَّآئِفَةٌ ۚ فَاَيَّدْنَا الَّذِيْنَ اٰمَنُوْا عَلٰى عَدُوِّهِمْ فَاَصْبَحُوْا ظٰهِرِيْنَ ⑮

১৫) হে' তোমালোক যি বিশ্বাস কৰা! আল্লাহৰ উদ্দেশ্য সাধনৰ পথত সহায় কৰাহঁক, যেন ঈছা, মৰিয়মৰ পুত্ৰ, তেওঁ তেওঁৰ শিষ্যসকলক কৈছিল, 'আল্লাহৰ উদ্দেশ্য সাধনৰ পথত মোৰ সহায়কাৰী কোন?' শিষ্যসকলে কৈছিল, 'আমি আল্লাহৰ সহায়কাৰী।' গতিকে ইজৰাইলৰ সতি-সন্ততিৰ এটা দলে বিশ্বাস আনিলে, আন এটা দলে অবিশ্বাস কৰিলে। তেতিয়া আমি যি সকলে বিশ্বাস কৰিছিল তেওঁলোকৰ শত্ৰুৰ বিৰুদ্ধে সহায় কৰিছিলোঁ আৰু তেওঁলোক প্ৰভুত্বশীল হৈ পৰিছিল।




চুৰা ৬২ AL-JUMU'AH আল-জুমুৰা (মদিনাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, কৰুণাময়, আল্লাহৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ١

২) স্বৰ্গ সমূহত আৰু মৰ্ত্ত্যত থকা সকলো বস্তুৱে গৌৰৱান্বিত কৰে আল্লাহক, সাৰ্ব্বভৌম, পৱিত্ৰ, শক্তিশালী, জ্ঞানী জনাক।

يُسَبِّحُ لِلّٰهِ مَا فِي السَّمٰوٰتِ وَمَا فِي الْاَرْضِ الْمَلِكِ الْقُدُّوْسِ الْعَزِيْزِ الْحَكِيْمِ ٢

৩) সেইজনাই হৈছে তেওঁ, যি অশিক্ষিত জাতিটোৰ মাজত এজন তেওঁলোকৰ মাজৰ পৰা পয়গম্বৰ উঠাইছে, যি তেওঁলোকলৈ আল্লাহৰ চিহ্নবোৰ আবৃত্তি কৰে, আৰু তেওঁলোকক পৱিত্ৰ কৰে, আৰু তেওঁলোকক গ্ৰন্থ খন আৰু ইয়াৰ জ্ঞান শিকায়, যদিওবা পূৰ্ব্বে তেওঁলোক স্পষ্ট ভাৱে ভ্ৰান্ত পথত আছিল:

هُوَ الَّذِيْ بَعَثَ فِي الْاُمِّيّٖنَ رَسُوْلًا مِّنْهُمْ يَتْلُوْا عَلَيْهِمْ اٰيٰتِهٖ وَيُزَكِّيْهِمْ وَيُعَلِّمُهُمُ الْكِتٰبَ وَالْحِكْمَةَ ۗ وَاِنْ كَانُوْا مِنْ قَبْلُ لَفِيْ ضَلٰلٍ مُّبِيْنٍ ٣

৪) আৰু তেওঁক সেইজনাই সেইবিলাকৰ আন কিছুমানৰ মাজত উঠাব যি বৰ্ত্তমান তেওঁলোকৰ লগত যোগ দিয়া নাই। সেইজনাই হৈছে শক্তিশালী, জ্ঞানী।

وَّاٰخَرِيْنَ مِنْهُمْ لَمَّا يَلْحَقُوْا بِهِمْ ۗ وَهُوَ الْعَزِيْزُ الْحَكِيْمُ ٤

৫) সেইটো হৈছে আল্লাহৰ কৃপা: সেইজনাই ইয়াক দান কৰে সেইজনাৰ ইচ্ছামতে: আৰু আল্লাহ্ হৈছে অশেষ কৃপাৰ অধিকাৰী।

ذٰلِكَ فَضْلُ اللّٰهِ يُؤْتِيْهِ مَنْ يَّشَآءُ ۗ وَاللّٰهُ ذُو الْفَضْلِ الْعَظِيْمِ ٥

৬) যি সকলক তৌৰিদৰ আইনৰ ভাৰ দিয়া হৈছিল, কিন্তু ইয়াৰ নিৰ্দ্দেশ সমূহ হ'লে কাৰ্যকৰী নকৰিলে, তেওঁলোকৰ তুলনা হ'ল এটা গাধই এবোজা কিতাপ কঢ়িওৱাৰ লগত। আল্লাহৰ চিহ্ন সমূহ প্ৰত্যাখ্যান কৰা জাতিটোৰ তুলনা হয় ছয়তানৰ লগত। আৰু আল্লাহে অসৎকাৰ্য্যত লিপ্ত থকা জতিটোক বাট নেদেখুৱায়।

مَثَلُ الَّذِيْنَ حُمِّلُوا التَّوْرٰىةَ ثُمَّ لَمْ يَحْمِلُوْهَا كَمَثَلِ الْحِمَارِ يَحْمِلُ اَسْفَارًا ۗ بِئْسَ مَثَلُ الْقَوْمِ الَّذِيْنَ كَذَّبُوْا بِاٰيٰتِ اللّٰهِ ۗ وَاللّٰهُ لَا يَهْدِي الْقَوْمَ الظّٰلِمِيْنَ ٦

৭) কোৱা হে' তোমালোক যি সকল ইহুদী হোৱা, তোমালোকে যদি দাবী কৰা যে আন সকলো জাতিক বাদ দি তোমালোক অকলেহে আল্লাহৰ বন্ধু হৈছা, তেতিয়া হ'লে যদিহে বাস্তৱতে, তোমালোকে সচাঁ কথা কৈছা, মৃত্যুৰ বাঞ্ছা কৰাহঁক।

قُلْ يَٰٓأَيُّهَا ٱلَّذِينَ هَادُوٓا۟ إِن زَعَمْتُمْ أَنَّكُمْ أَوْلِيَآءُ لِلَّهِ مِن دُونِ ٱلنَّاسِ فَتَمَنَّوُا۟ ٱلْمَوْتَ إِن كُنتُمْ صَٰدِقِينَ ⑥

৮) কিন্তু তেওঁলোকে কেতিয়াও এই বাঞ্ছা নকৰে, কাৰণ হ'ল তেওঁলোকৰ বাহুদ্বয় তেওঁলোকৰ পূৰ্ব্বে পঠাই দিছে। আৰু আল্লাহে ভালদৰে চিনি পায় যি সকলে দোষ কৰে।

وَلَا يَتَمَنَّوْنَهُۥٓ أَبَدًۢا بِمَا قَدَّمَتْ أَيْدِيهِمْ ۚ وَٱللَّهُ عَلِيمٌۢ بِٱلظَّٰلِمِينَ ⑦

৯) কোৱাঁ, 'যিটো মৃত্যুৰ পৰা তোমালোকে পলাইছা, ই নিশ্চয়েই, তোমালোকক লগ ধৰিবগৈ। তেতিয়া তোমালোকক ঘূৰাই পঠিওৱা হ'ব সেইজনালৈ যি অদৃশ্য আৰু বিদ্যমান দুয়োটাকে জানে, আৰু সেইজনাই তোমালোকে কিনো কৰিছিলা সেই বিষয়ে তোমালোকক জনাব।'

قُلْ إِنَّ ٱلْمَوْتَ ٱلَّذِى تَفِرُّونَ مِنْهُ فَإِنَّهُۥ مُلَٰقِيكُمْ ۖ ثُمَّ تُرَدُّونَ إِلَىٰ عَٰلِمِ ٱلْغَيْبِ وَٱلشَّهَٰدَةِ فَيُنَبِّئُكُم بِمَا كُنتُمْ تَعْمَلُونَ ⑧

১০) হে' তোমালোক যি বিশ্বাস কৰা!যেতিয়া শুক্ৰবাৰৰ প্ৰাৰ্থনাৰ আহ্বান দিয়া হয়, আল্লাহৰ স্মৰণলৈ, ততাতৈয়াকৈ যোৱাহঁক, আৰু সকলো ব্যৱসায় পেলাই যোৱা। সেইটোৱেই হৈছে তোমালোকৰ কাৰণে অত্যোত্তম, যদিহে তোমালোকে জানিলাহেঁতেন।

يَٰٓأَيُّهَا ٱلَّذِينَ ءَامَنُوٓا۟ إِذَا نُودِىَ لِلصَّلَوٰةِ مِن يَوْمِ ٱلْجُمُعَةِ فَٱسْعَوْا۟ إِلَىٰ ذِكْرِ ٱللَّهِ وَذَرُوا۟ ٱلْبَيْعَ ۚ ذَٰلِكُمْ خَيْرٌ لَّكُمْ إِن كُنتُمْ تَعْلَمُونَ ⑨

১১) আৰু যেতিয়া প্ৰাৰ্থনা সমাপ্ত হয়, তেতিয়া দেশৰ বিভিন্ন দিশ বিয়পি পৰা আৰু আল্লাহৰ কৃপা বিচৰাহঁক, আৰু আল্লাহক সঘনে স্মৰণ কৰা যাতে তোমালোক সমৃদ্ধিশালী হ'ব পাৰা।

فَإِذَا قُضِيَتِ ٱلصَّلَوٰةُ فَٱنتَشِرُوا۟ فِى ٱلْأَرْضِ وَٱبْتَغُوا۟ مِن فَضْلِ ٱللَّهِ وَٱذْكُرُوا۟ ٱللَّهَ كَثِيرًا لَّعَلَّكُمْ تُفْلِحُونَ ⑩

১২) কিন্তু যেতিয়া তেওঁলোকে কিছুমান ব্যৱসায়ৰ বয়-বস্তু বা আমোদ-প্ৰমোদৰ সুযোগ

وَإِذَا رَأَوْا۟ تِجَٰرَةً أَوْ لَهْوًا ٱنفَضُّوٓا۟ إِلَيْهَا وَتَرَكُوكَ

قَآىِٕمًاؕ قُلۡ مَا عِنۡدَ اللّٰهِ خَيۡرٌ مِّنَ اللَّهۡوِ وَمِنَ التِّجَارَةِؕ وَاللّٰهُ خَيۡرُ الرّٰزِقِيۡنَ ⑫

দেখে, তেওঁলোকে সেইবোৰৰ সন্ধানত ঘূৰিবলৈ ধৰে, আৰু তোমাক থিয় দি থকা অৱস্থাত এৰি যায়। কোৱাঁ, 'আল্লাহৰ সৈতে যিটো আছে সেইটো আমোদ-প্ৰমোদ আৰু বয়-বস্তুতকৈ বেছি উত্তম, আৰু আল্লাহেই হৈছে আটাইতকৈ ভাল সংস্থান যোগাওতা।'






চুৰা ৬৩ AL-MUNAFIQUN আল-মুনাফিকুন (মদিনাত অৱতীৰ্ণ)

بِسۡمِ اللّٰهِ الرَّحۡمٰنِ الرَّحِيۡمِ ①

১) সুপ্ৰসন্ন, কৰুণাময়, আল্লাহৰ নামত।

اِذَا جَآءَكَ الۡمُنٰفِقُوۡنَ قَالُوۡا نَشۡهَدُ اِنَّكَ لَرَسُوۡلُ اللّٰهِ‌ۘ وَاللّٰهُ يَعۡلَمُ اِنَّكَ لَرَسُوۡلُهٗ ؕ وَاللّٰهُ يَشۡهَدُ اِنَّ الۡمُنٰفِقِيۡنَ لَكٰذِبُوۡنَ‌ ②

২) যেতিয়া ভ্ৰষ্টবিলাক তোমাৰ কাষলৈ আহে, সিহঁতে কয়, 'আমি সাক্ষী দিওঁ যে তুমি আল্লাহৰ পয়গম্বৰ হোৱা।' আৰু জানে যে তুমি বাস্তৱতে সেইজনাৰ পয়গম্বৰ হোৱা, কিন্তু আল্লাহে সাক্ষী দিয়ে যে ভ্ৰষ্ট বিলাক নিশ্চয়েই মিছলীয়া।

اِتَّخَذُوۡۤا اَيۡمَانَهُمۡ جُنَّةً فَصَدُّوۡا عَنۡ سَبِيۡلِ اللّٰهِؕ اِنَّهُمۡ سَآءَ مَا كَانُوۡا يَعۡمَلُوۡنَ ③

৩) সিহঁতে সিহঁতৰ শপতবোৰ এটা বেশ ৰূপে ব্যৱহাৰ কৰিছে, তাৰ দ্বাৰা সিহঁতে মানুহক আল্লাহৰ পথত আগ বঢ়াত বিধি-পথালি কৰে। নিশ্চয়েই, সিহঁতৰ কাৰ্য্য-কলাপ অসৎ।

ذٰلِكَ بِاَنَّهُمۡ اٰمَنُوۡا ثُمَّ كَفَرُوۡا فَطُبِعَ عَلٰى قُلُوۡبِهِمۡ فَهُمۡ لَا يَفۡقَهُوۡنَ ④

৪) তাৰ কাৰণ হ'ল সিহঁতে প্ৰথমতে বিশ্বাস কৰি তাৰ পাছত অবিশ্বাস কৰিলে। সেইকাৰণে সিহঁতৰ অন্তৰৰ ওপৰত এটা মোহৰ মাৰি দিয়া হ'ল আৰু তাৰ ফল স্বৰূপে সিহঁতে একো নুবুজে।

وَاِذَا رَاَيۡتَهُمۡ تُعۡجِبُكَ اَجۡسَامُهُمۡ‌ؕ وَاِنۡ يَّقُوۡلُوۡا تَسۡمَعۡ لِقَوۡلِهِمۡ‌ؕ كَاَنَّهُمۡ خُشُبٌ مُّسَنَّدَةٌ‌ؕ يَحۡسَبُوۡنَ

৫) আৰু তুমি যেতিয়া সিহঁতক দেখা, সিহঁতৰ অবয়বে তোমাক মুগ্ধ কৰে; আৰু সিহঁতে কথা কয়, তুমি সিহঁতৰ বক্তব্যলৈ কৰ্ণপাত কৰা। সিহঁত

كُلَّ صَيْحَةٍ عَلَيْهِمْ ۚ هُمُ الْعَدُوُّ فَاحْذَرْهُمْ ۚ قَاتَلَهُمُ اللَّهُ ۖ أَنَّىٰ يُؤْفَكُونَ ④

হৈছে ঢোকা দি থয় কৰি থোৱা কাঠৰ মুঢ়াৰ দৰে। সিহঁতে ভাবে যে প্ৰত্যেকটো চিঞৰ সিহঁতৰ বিৰুদ্ধে। সিহঁতেই হৈছে শত্ৰু, গতিকে সিহঁতৰ বিষয়ে সৰ্তক হৈ থাকিবা, সিহঁতক কেনেকৈ যে সত্যৰ পৰা আঁতৰাই নিয়া হৈছে!

وَإِذَا قِيلَ لَهُمْ تَعَالَوْا يَسْتَغْفِرْ لَكُمْ رَسُولُ اللَّهِ لَوَّوْا رُءُوسَهُمْ وَرَأَيْتَهُمْ يَصُدُّونَ وَهُمْ مُسْتَكْبِرُونَ ⑤

৬) সিহঁতক এতিয়া এইবুলি কোৱা হয়, 'আ'হা, আল্লাহৰ পয়গম্বৰে যাতে তোমালোকৰ হৈ ক্ষমা ভিক্ষা কৰিব পাৰে,' সিহঁতে সিহঁতৰ মূৰ আনফালে ঘূৰাই দিয়ে, আৰু তুমি সিহঁতক দেখিবলৈ পোৱা অহঙ্কাৰত গঙ্গাটোপৰ দৰে হৈ ঘিণ কৰি আঁতৰি থকা।

سَوَاءٌ عَلَيْهِمْ أَسْتَغْفَرْتَ لَهُمْ أَمْ لَمْ تَسْتَغْفِرْ لَهُمْ لَنْ يَغْفِرَ اللَّهُ لَهُمْ ۚ إِنَّ اللَّهَ لَا يَهْدِي الْقَوْمَ الْفَاسِقِينَ ⑥

৭) সিহঁতৰ কাৰণে তুমি সিহঁতৰ হৈ ক্ষমা ভিক্ষা কৰা নে, ক্ষমা ভিক্ষা নকৰা একেই কথা। আল্লাহে সিহঁতক কেতিয়াও ক্ষমা নকৰে। নিশ্চয়েই, আল্লাহে বিদ্ৰোহী মানুহক বাট নেদেখুৱায়।

هُمُ الَّذِينَ يَقُولُونَ لَا تُنْفِقُوا عَلَىٰ مَنْ عِنْدَ رَسُولِ اللَّهِ حَتَّىٰ يَنْفَضُّوا ۗ وَلِلَّهِ خَزَائِنُ السَّمَاوَاتِ وَالْأَرْضِ وَلَٰكِنَّ الْمُنَافِقِينَ لَا يَفْقَهُونَ ⑦

৮) সিহঁতেই হৈছে সেইবোৰ যি কয়, 'আল্লাহৰ পয়গম্বৰৰ সৈতে থকা সকলৰ ভিতৰত অৰ্থব্যয় নকৰিবা, যাতে তেওঁলোকে তেওঁক এৰি থৈ ইফালে সিফালে গুচি যায়;' যি স্থলত স্বৰ্গ সমূহ আৰু মৰ্ত্ত্যত থকা সকলো ঐশ্বৰ্য্য বিভূতিৰ অধিকাৰী হ'ল আল্লাহ্; কিন্তু ভণ্ড বিলাকে বুজি নেপায়।

يَقُولُونَ لَئِنْ رَجَعْنَا إِلَى الْمَدِينَةِ لَيُخْرِجَنَّ الْأَعَزُّ مِنْهَا الْأَذَلَّ ۚ وَلِلَّهِ الْعِزَّةُ وَلِرَسُولِهِ وَلِلْمُؤْمِنِينَ وَلَٰكِنَّ الْمُنَافِقِينَ لَا يَعْلَمُونَ ⑧

৯) সিহঁতে কয়, 'আমি যদি মদিনালৈ ঘূৰি যাওঁ অতি সম্মানিত জনে নিশ্চয়েই, তাৰ পৰা অতি নীচ জনক খেদি উলিয়াই পঠাব,' যি স্থলত প্ৰকৃত সম্মানৰ অধিকাৰী হ'ল আল্লাহ্ আৰু তেওঁৰ পয়গম্বৰ আৰু বিশ্বাসী সকল: কিন্তু ভণ্ড বিলাকে নেজানে।

يَا أَيُّهَا الَّذِينَ آمَنُوا لَا تُلْهِكُمْ أَمْوَالُكُمْ وَلَا أَوْلَادُكُمْ

১০) হে' তোমালোক যি বিশ্বাস কৰা!

عَنْ ذِكْرِ اللّٰهِ ۚ وَمَنْ يَّفْعَلْ ذٰلِكَ فَاُولٰٓئِكَ هُمُ الْخٰسِرُوْنَ ⑩

তোমালোকৰ ধন-সম্পত্তি আৰু ল'ৰা-ছোৱালীক, তোমালোকক আল্লাহৰ স্মৰণৰ পৰা বিচলিত কৰিব নিদিবা। আৰু যেয়ে তেনে হ'বলৈ দিয়ে—তেওঁলোকেই হ'ল ক্ষতিবৰণকাৰী।

وَاَنْفِقُوْا مِنْ مَّا رَزَقْنٰكُمْ مِّنْ قَبْلِ اَنْ يَّاْتِيَ اَحَدَكُمُ الْمَوْتُ فَيَقُوْلَ رَبِّ لَوْلَآ اَخَّرْتَنِيْٓ اِلٰٓى اَجَلٍ قَرِيْبٍ ۙ فَاَصَّدَّقَ وَاَكُنْ مِّنَ الصّٰلِحِيْنَ ⑪

১১) আৰু আমি দিয়া অৰ্থৰ পৰা, মৃত্যু আহি পোৱাৰ আগতেই, ব্যয় কৰাহঁক যাতে মৃত্যু আহি পৰাত এজনে এইবুলি ক'বলৈ নেপায়, 'মোৰ প্ৰভু! মোক যদি তুমি অলপ সময় দিলাহেঁতেন যাতে মই ভিক্ষা দান কৰি সৎকৰ্ম্মী সকলৰ এজন হ'ব পাৰিলোহেঁতেন।'

وَلَنْ يُّؤَخِّرَ اللّٰهُ نَفْسًا اِذَا جَآءَ اَجَلُهَا ۚ وَاللّٰهُ خَبِيْرٌۢ بِمَا تَعْمَلُوْنَ ⑫ ع

১২) আৰু আল্লাহে, কোনো আত্মাক নিৰ্দ্ধাৰিত সময় আহি পোৱাৰ পাছত সময় নিদিব; আৰু আল্লাহ্ তোমালোকে কি কৰা সেই বিষয়ে ভালদৰে অৱগত।

## سُوْرَةُ التَّغَابُنِ مَدَنِيَّةٌ (٦٤)

চুৰা ৬৪ AL-TAGHABUN আল-তাগাবুন (মদিনাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, করুণাময়, আল্লাহৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

২) স্বৰ্গ সমূহ আৰু মৰ্ত্ত্যত থকা সকলো বস্তুৱে আল্লাহক গৌৰৱান্বিত কৰে। সেইজনাৰেই হৈছে ৰাজ্যখন আৰু সেইজনাৰেই হৈছে সকলো প্ৰশংসা, আৰু সেইজনাৰ সকলো বস্তুৰ ওপৰত প্ৰভুত্ব আছে।

يُسَبِّحُ لِلّٰهِ مَا فِي السَّمٰوٰتِ وَمَا فِي الْاَرْضِ لَهُ الْمُلْكُ وَلَهُ الْحَمْدُ وَهُوَ عَلٰى كُلِّ شَيْءٍ قَدِيْرٌ ②

৩) সেইজনাই তোমালোকৰ সৃষ্টি কৰিছে, তাৰ পাছত তোমালোকৰ কিছুমান অবিশ্বাসী আৰু তোমালোকৰ কিছুমান বিশ্বাসী। আৰু তোমালোকে কি কৰা আল্লাহে দেখি থাকে।

هُوَ الَّذِيْ خَلَقَكُمْ فَمِنْكُمْ كَافِرٌ وَّمِنْكُمْ مُّؤْمِنٌ وَاللّٰهُ بِمَا تَعْمَلُوْنَ بَصِيْرٌ ③

৪) সেইজনাই স্বৰ্গসমূহ আৰু মৰ্ত্ত্যখন স্ৰজিছিল এটা অনন্তকলীয়া উদ্দেশ্যেৰে আৰু সেইজনাই তোমালোকক গঢ় দিছিল আৰু তোমালোকৰ গঢ়বোৰ ধুনীয়া কৰিছিল, আৰু সেইজনালৈকে হয় শেষ প্ৰত্যাবৰ্ত্তন।

خَلَقَ السَّمٰوٰتِ وَالْاَرْضَ بِالْحَقِّ وَصَوَّرَكُمْ فَاَحْسَنَ صُوَرَكُمْ وَاِلَيْهِ الْمَصِيْرُ ④

৫) স্বৰ্গ সমূহ আৰু মৰ্ত্ত্যত থকা সকলো বস্তু সেইজনাই জানে, আৰু তোমালোকে কিনো লুকুওৱা আৰু কিনো প্ৰকাশ কৰা সকলো জানে; আৰু আল্লাহে সম্পূৰ্ণ ভাৱে জানে অন্তৰত লুকুৱাই থোৱা সকলো কথা।

يَعْلَمُ مَا فِي السَّمٰوٰتِ وَالْاَرْضِ وَيَعْلَمُ مَا تُسِرُّوْنَ وَمَا تُعْلِنُوْنَ وَاللّٰهُ عَلِيْمٌ بِذَاتِ الصُّدُوْرِ ⑤

৬) তোমালোকৰ পূৰ্ব্বে যি সকলে অবিশ্বাস কৰিছিল তেওঁলোকৰ বিবৰণ তোমালোকলৈ অহা নাইনে? সিহঁতে নিজৰ আচৰণৰ কুফল ভুগিবলৈ পাইছিল, আৰু সিহঁতৰ কাৰণে নিৰ্দ্দেশ হৈছে এটা কঠোৰ শাস্তিৰ।

اَلَمْ يَاْتِكُمْ نَبَؤُا الَّذِيْنَ كَفَرُوْا مِنْ قَبْلُ فَذَاقُوْا وَبَالَ اَمْرِهِمْ وَلَهُمْ عَذَابٌ اَلِيْمٌ ⑥

৭) তাৰ কাৰণ হৈছিল তেওঁলোকৰ পয়গম্বৰ সকল স্পষ্ট প্ৰমাণৰ সৈতে তেওঁলোকলৈ আহিছিল, কিন্তু তেওঁলোকে কৈছিল, 'এজন নশ্বৰ মানৱেনো আমাক বাট দেখুৱাব নে?' গতিকে সিহঁতে অবিশ্বাস কৰিলে আৰু আৰু আঁতৰি গ'ল। কিন্তু আল্লাহৰ কাৰণে সিহঁত প্ৰয়োজনীয় নাছিল; আৰু আল্লাহ হৈছে আত্মনিৰ্ভৰশীল, সকলো প্ৰশংসাৰ যোগ্য।

ذٰلِكَ بِاَنَّهٗ كَانَتْ تَّاْتِيْهِمْ رُسُلُهُمْ بِالْبَيِّنٰتِ فَقَالُوْٓا اَبَشَرٌ يَّهْدُوْنَنَا ۡ فَكَفَرُوْا وَتَوَلَّوْا وَّ اسْتَغْنَى اللّٰهُ ؕ وَاللّٰهُ غَنِيٌّ حَمِيْدٌ ۝

৮) যি সকলে অবিশ্বাস কৰে, ভাবে যে তেওঁলোকৰ পুনৰুত্থান নহ'ব। কোৱাঁ, 'হয়, মোৰ প্ৰভুৰ নামত, তোমালোকক, নিশ্চয়েই, উঠাই অনা হ'ব; তেতিয়া তোমালোকক, নিশ্চয়েই তোমালোকৰ কাৰ্য্য-কলাপৰ বিষয়ে জনোৱা হ'ব। আৰু সেইটো আল্লাহৰ কাৰণে সহজ।'

زَعَمَ الَّذِيْنَ كَفَرُوْٓا اَنْ لَّنْ يُّبْعَثُوْا ؕ قُلْ بَلٰى وَرَبِّىْ لَتُبْعَثُنَّ ثُمَّ لَتُنَبَّؤُنَّ بِمَا عَمِلْتُمْ ؕ وَذٰلِكَ عَلَى اللّٰهِ يَسِيْرٌ ۝

৯) গতিকে, আল্লাহ্ আৰু তেওঁৰ পয়গম্বৰত আৰু আমি নমাই পঠোৱা আধ্যাত্মিক দীপ্তিত বিশ্বাস আনাহঁক। আৰু আল্লাহ্ তোমালোকৰ সকলো কাৰ্য-কলাপৰ বিষয়ে অৱগত।

فَاٰمِنُوْا بِاللّٰهِ وَرَسُوْلِهٖ وَالنُّوْرِ الَّذِىْٓ اَنْزَلْنَا ؕ وَاللّٰهُ بِمَا تَعْمَلُوْنَ خَبِيْرٌ ۝

১০) সেইদিনা যেতিয়া সেইজনাই তোমালোকক সমবেত কৰাৰ দিনৰ কাৰণে গোটাব; সেইটোৱেই হ'ব খতি আৰু লাভৰ নিৰ্দ্ধাৰণৰ দিন। আৰু যেয়েই আল্লাহত বিশ্বাস আনে আৰু সৎ কাম কৰে—সেইজনাই তেওঁলোকৰ পৰা অসৎ কৰ্ম্মৰ কুফল আঁতৰাই নিব আৰু তেওঁলোকক নিঝৰা প্ৰবাহ কৰা উদ্যান সমূহত চিৰকাল বসবাস কৰিবৰ কাৰণে প্ৰৱেশ কৰিবলৈ দিব। সেইটোৱেই হ'ল সৰ্ব্বশ্ৰেষ্ঠ কৃতকাৰ্য্যতা।

يَوْمَ يَجْمَعُكُمْ لِيَوْمِ الْجَمْعِ ذٰلِكَ يَوْمُ التَّغَابُنِ ؕ وَمَنْ يُّؤْمِنْۢ بِاللّٰهِ وَيَعْمَلْ صَالِحًا يُّكَفِّرْ عَنْهُ سَيِّاٰتِهٖ وَيُدْخِلْهُ جَنّٰتٍ تَجْرِىْ مِنْ تَحْتِهَا الْاَنْهٰرُ خٰلِدِيْنَ فِيْهَآ اَبَدًا ؕ ذٰلِكَ الْفَوْزُ الْعَظِيْمُ ۝

১১) কিন্তু যি সকলে অবিশ্বাস কৰে আৰু আমাৰ চিহ্ন সমূহ অগ্ৰাহ্য কৰে, এওঁলোকেই হ'ব অগ্নি কুণ্ডৰ বাসিন্দা, য'ত তেওঁলোক থাকিব; আৰু ই এটা অসৎ গন্তব্যস্থান!

وَالَّذِيْنَ كَفَرُوْا وَكَذَّبُوْا بِاٰيٰتِنَآ اُولٰٓئِكَ اَصْحٰبُ النَّارِ خٰلِدِيْنَ فِيْهَا ؕ وَبِئْسَ الْمَصِيْرُ ۝

১২) আল্লাহৰ অনুমতি ব্যতিৰেকে কোনো বিপদ আপদ আহি নপৰে। আৰু যেয়েই আল্লাহত বিশ্বাস কৰে—সেইজনাই তেওঁৰ অন্তৰক শুদ্ধ পথ প্ৰদৰ্শন কৰে। আৰু আল্লাহে সকলো কথা ভালদৰে জানে।

مَآ اَصَابَ مِنْ مُّصِيْبَةٍ اِلَّا بِاِذْنِ اللّٰهِ ۗ وَ مَنْ يُّؤْمِنْۢ بِاللّٰهِ يَهْدِ قَلْبَهٗ ۗ وَ اللّٰهُ بِكُلِّ شَيْءٍ عَلِيْمٌ ﴿۱۱﴾

১৩) আৰু আল্লাহৰ বাধ্য হোৱাঁ আৰু পয়গম্বৰ জনৰ বাধ্য হোৱাঁ। কিন্তু তোমালোক যদি আঁতৰি যোৱা তেতিয়াহ'লে আমাৰ বাৰ্ত্তাবাহকৰ দায়িত্ব হ'ল মাত্ৰ বাৰ্ত্তাটো সৰল ভাৱে বহন কৰাটো।

وَ اَطِيْعُوا اللّٰهَ وَ اَطِيْعُوا الرَّسُوْلَ ۚ فَاِنْ تَوَلَّيْتُمْ فَاِنَّمَا عَلٰى رَسُوْلِنَا الْبَلٰغُ الْمُبِيْنُ ﴿۱۲﴾

১৪) আল্লাহ্! সেইজনাৰ বাহিৰে আন কোনো প্ৰভু নাই; গতিকে বিশ্বাসীসকলক আল্লাহত বিশ্বাস ৰাখিবলৈ কোৱাঁ।

اَللّٰهُ لَآ اِلٰهَ اِلَّا هُوَ ۗ وَ عَلَى اللّٰهِ فَلْيَتَوَكَّلِ الْمُؤْمِنُوْنَ ﴿۱۳﴾

১৫) হে' তোমালোকে যি বিশ্বাস কৰা! নিশ্চয়েই, তোমালোকৰ পত্নী আৰু ল'ৰা-ছোৱালী সকলৰ ভিতৰত আছে কিছুমান যি তোমালোকৰ শত্ৰু গতিকে তেওঁলোকৰ পৰা সৰ্তক হৈ থাকাহঁক। আৰু তোমালোকে যদি মাৰ্জ্জনা কৰা আৰু ক্ষমা কৰা, তেতিয়াহ'লে, নিশ্চয়েই আল্লাহ্ অতি ক্ষমাশীল, সদায় কৰুণাময়।

يٰۤاَيُّهَا الَّذِيْنَ اٰمَنُوْۤا اِنَّ مِنْ اَزْوَاجِكُمْ وَ اَوْلَادِكُمْ عَدُوًّا لَّكُمْ فَاحْذَرُوْهُمْ ۚ وَ اِنْ تَعْفُوْا وَ تَصْفَحُوْا وَ تَغْفِرُوْا فَاِنَّ اللّٰهَ غَفُوْرٌ رَّحِيْمٌ ﴿۱۴﴾

১৬) প্ৰকৃততে, তোমালোকৰ ধন-সম্পত্তি আৰু তোমালোকৰ ল'ৰা-ছোৱালী এটা পৰীক্ষা মাথোন; কিন্তু আল্লাহৰ সৈতে আছে এটা বিশাল পুৰস্কাৰ।

اِنَّمَاۤ اَمْوَالُكُمْ وَ اَوْلَادُكُمْ فِتْنَةٌ ؕ وَ اللّٰهُ عِنْدَهٗۤ اَجْرٌ عَظِيْمٌ ﴿۱۵﴾

১৭) গতিকে আল্লাহৰ প্ৰতি তোমালোকৰ কৰ্ত্তব্যৰ বিষয়ে যথাসম্ভৱ সজাগ থাকাহঁক, আৰু শুনা আৰু বাধ্য হোৱা, আৰু সেইজনাৰ উদ্দেশ্য সাধনৰ অৰ্থে অৰ্থ ব্যয় কৰাহঁক, এইটো তোমালোকৰ কাৰণে উত্তম হ'ব। আৰু যেয়েই নিজৰ আত্মাৰ আক্ৰোহ ভাব বৰ্জন কৰিব—তেওঁলোকেই হ'ব কৃতকাৰ্য্য।

فَاتَّقُوا اللّٰهَ مَا اسْتَطَعْتُمْ وَ اسْمَعُوْا وَ اَطِيْعُوْا وَ اَنْفِقُوْا خَيْرًا لِّاَنْفُسِكُمْ ؕ وَ مَنْ يُّوْقَ شُحَّ نَفْسِهٖ فَاُولٰٓئِكَ هُمُ الْمُفْلِحُوْنَ ﴿۱۶﴾

১৮) তোমালোকে যদি আল্লাহক এটা ভালধৰণৰ ঋণ দিয়া, সেইজনাই তোমালোকৰ কাৰণে ইয়াক কেইবাগুণো বঢ়াই দিব, আৰু তোমালোকক ক্ষমা কৰিব; আৰু আল্লাহ্ হৈছে সৰ্ব্বশ্ৰেষ্ঠ শলাগ লওঁতা, ধৈৰ্য্যশীল;

إِنْ تُقْرِضُوا اللَّهَ قَرْضًا حَسَنًا يُضَاعِفْهُ لَكُمْ وَ
يَغْفِرْ لَكُمْ ۚ وَاللَّهُ شَكُورٌ حَلِيمٌ ⑱

১৯) অদৃশ্য আৰু বিদ্যমানৰ বিষয়ে সৰ্ব্বজ্ঞ, শক্তিশালী, জ্ঞানী।

عَالِمُ الْغَيْبِ وَالشَّهَادَةِ الْعَزِيزُ الْحَكِيمُ ⑲

Part 28 Chapter 65




চুৰা ৬৫ AL-TALAQ আল-তালাক্ (মদিনাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, কৰুণাময়, আল্লাহৰ নামত।

بِسْمِ اللَّهِ الرَّحْمَٰنِ الرَّحِيمِ ①

২) হে' পয়গম্বৰ! তোমালোকে যেতিয়া তিৰোতাক তালাক দিয়া, তেওঁলোকক নিৰ্দ্ধাৰিত সময়ৰ কাৰণে তালাক দিবা, আৰু তাৰ পাছত সময়টো গণনা কৰিবা; আৰু তোমালোকৰ প্ৰভু আল্লাহক ভয় কৰিবা। তেওঁলোকক তেওঁলোকৰ বাসস্থানৰ পৰা উলিয়াই নিদিবা, নাইবা তেওঁলোক নিজেও ওলাই যোৱা উচিত নহ'ব, যদিহে তেওঁলোকে স্পষ্টভাৱে অশোভনীয় কাম কৰা নাই। ইমান খিনিহে হৈছে আল্লাহে বান্ধি দিয়া সীমা; আৰু যেয়েই আল্লাহৰ সীমা অতিক্ৰম কৰে, তেওঁ বাস্তৱতে, নিজৰ আত্মাৰ অনিষ্ট কৰে। তোমালোকে নেজানা; হয়তো তাৰ পাছত আল্লাহে এটা নতুন পৰিস্থিতিৰ আবিৰ্ভাৱ হ'বলৈ দিব।

يَا أَيُّهَا النَّبِيُّ إِذَا طَلَّقْتُمُ النِّسَاءَ فَطَلِّقُوهُنَّ
لِعِدَّتِهِنَّ وَأَحْصُوا الْعِدَّةَ ۖ وَاتَّقُوا اللَّهَ رَبَّكُمْ ۖ
لَا تُخْرِجُوهُنَّ مِنْ بُيُوتِهِنَّ وَلَا يَخْرُجْنَ إِلَّا أَنْ
يَأْتِينَ بِفَاحِشَةٍ مُبَيِّنَةٍ ۚ وَتِلْكَ حُدُودُ اللَّهِ ۚ وَ
مَنْ يَتَعَدَّ حُدُودَ اللَّهِ فَقَدْ ظَلَمَ نَفْسَهُ ۚ لَا تَدْرِي
لَعَلَّ اللَّهَ يُحْدِثُ بَعْدَ ذَٰلِكَ أَمْرًا ②

৩) তাৰ পিছত, তেওঁলোক যেতিয়া তেওঁলোকৰ নিৰ্দ্ধাৰিত সময়ৰ সীমা ৰেখাৰ ওচৰ

فَإِذَا بَلَغْنَ أَجَلَهُنَّ فَأَمْسِكُوهُنَّ بِمَعْرُوفٍ أَوْ

فَارِقُوهُنَّ بِمَعْرُوفٍ وَأَشْهِدُوا ذَوَيْ عَدْلٍ مِنْكُمْ وَأَقِيمُوا الشَّهَادَةَ لِلَّهِ ۚ ذَٰلِكُمْ يُوعَظُ بِهِ مَنْ كَانَ يُؤْمِنُ بِاللَّهِ وَالْيَوْمِ الْآخِرِ ۚ وَمَنْ يَتَّقِ اللَّهَ يَجْعَلْ لَهُ مَخْرَجًا ٣

পাওঁ পাওঁ হয়গৈ, তেওঁলোকক স্নেহেৰে ৰাখাহঁক; অথবা তেওঁলোকৰ পৰা এটা উপযুক্ত ধৰণে বিদায় লোৱা, আৰু তোমালোকৰ মাজৰপৰা দুজন ন্যায়পৰায়ণ ব্যক্তিক সাক্ষী দিবাহঁক। এইদৰেই আল্লাহ্ আৰু শেষ দিনত বিশ্বাস কৰা জনক উপদেশ দিয়া হৈছে। আৰু যি জনে আল্লাহলৈ ভয় কৰে—আল্লাহে সেইজনৰ কাৰণে এটা উপায় উলিয়াই দিব।

وَيَرْزُقْهُ مِنْ حَيْثُ لَا يَحْتَسِبُ ۚ وَمَنْ يَتَوَكَّلْ عَلَى اللَّهِ فَهُوَ حَسْبُهُ ۚ إِنَّ اللَّهَ بَالِغُ أَمْرِهِ ۚ قَدْ جَعَلَ اللَّهُ لِكُلِّ شَيْءٍ قَدْرًا ٤

৪) আৰু তেওঁ আশা নকৰা ঠাইৰ পৰা তেওঁৰ কাৰণে সংস্থান যোগাব। আৰু যিজনে আল্লাহত তেওঁৰ নিৰ্ভৰ ৰাখে—তেওঁৰ কাৰণে সেইজনাই যথেষ্ট। প্ৰকৃততে, আল্লাহে তেওঁৰ উদ্দেশ্য সম্পন্ন কৰিবই। সকলো বস্তুৰ কাৰণে আল্লাহে এটা মাপ নিৰ্দ্ধাৰণ কৰিছে।

وَاللَّائِي يَئِسْنَ مِنَ الْمَحِيضِ مِنْ نِسَائِكُمْ إِنِ ارْتَبْتُمْ فَعِدَّتُهُنَّ ثَلَاثَةُ أَشْهُرٍ وَاللَّائِي لَمْ يَحِضْنَ ۚ وَأُولَاتُ الْأَحْمَالِ أَجَلُهُنَّ أَنْ يَضَعْنَ حَمْلَهُنَّ ۚ وَمَنْ يَتَّقِ اللَّهَ يَجْعَلْ لَهُ مِنْ أَمْرِهِ يُسْرًا ٥

৫) আৰু তোমালোকে যদি নিৰ্দ্ধাৰিত সময় কালৰ বিষয়ে সন্দেহ হয় তোমালোকৰ এনে তিৰোতা সকলৰ ক্ষেত্ৰত আৰু মাহেকীয়া ঋতু বন্ধ হৈছে, তেতিয়া হ'লে জানি লোৱা যে তেওঁলোকৰ কাৰণে নিৰ্দ্ধাৰিত কাৰণেও, যাৰ তেতিয়ালৈকে মাহেকীয়া ঋতু হোৱা নাই আৰু সেই সকলৰ ক্ষেত্ৰত যি গৰ্ভধাৰণ কৰি আছে, তেওঁলোকৰ সময় কাল হ'ব তেওঁলোক ৰোজাৰ পৰা মুক্ত নোহোৱালৈকে। আৰু যেয়েই আল্লাহলৈ ভয় কৰে, সেইজনাই তেওঁৰ কাম-কাজত সুবিধা প্ৰদান কৰিব।

ذَٰلِكَ أَمْرُ اللَّهِ أَنْزَلَهُ إِلَيْكُمْ ۚ وَمَنْ يَتَّقِ اللَّهَ يُكَفِّرْ عَنْهُ سَيِّئَاتِهِ وَيُعْظِمْ لَهُ أَجْرًا ٦

৬) সেইটোৱেই হৈছে আল্লাহৰ হুকুম, যিটো সেইজনাই তোমালোকলৈ নমাই পঠিয়াইছে। আৰু যেয়েই আল্লাহলৈ ভয় কৰে সেইজনাই তেওঁৰ অসৎ কাৰ্য্যৰ কুফল মোচন কৰিব আৰু তেওঁৰ পুৰস্কাৰ বঢ়াই দিব।

أَسْكِنُوهُنَّ مِنْ حَيْثُ سَكَنْتُمْ مِنْ وُجْدِكُمْ وَ

৭) তালাক দিয়া তিৰোতা সকলক নিৰ্দ্ধাৰিত

সময় কালৰ ভিতৰত তোমালোকে থকা বাসস্থানতে থাকিবলৈ দিবা, তোমালোকৰ আৰ্থিক অৱস্থা অনুযায়ী, আৰু তেওঁলোকক কোনো ধৰণে হাৰাশাস্তি নকৰিবা, যাৰ ফলত তোমালোকে তেওঁলোকৰ কাৰণে কষ্টৰ সৃষ্টি কৰা হ'ব আৰু সেইদৰে তেওঁলোকক ওলাই যাবলৈ বাধ্য কৰা হ'ব। আৰু তেওঁলোকৰ গৰ্ভত যদি সন্তান থাকে, বোজাৰ পৰা মুক্ত নোহোৱালৈকে তেওঁলোকৰ ওপৰত অৰ্থ ব্যয় কৰিবা। আৰু তেওঁলোকে যদি তোমালোকৰ কাৰণে সন্তানক গাখীৰ খুৱায়, প্ৰচলিত প্ৰথামতে দুয়োজনৰ ভিতৰত আলোচনা কৰি নিৰ্দ্ধাৰণ কৰা প্ৰাপ্য বানচ তেওঁলোকক দিবাহঁক; কিন্তু তোমালোক দুয়োৰে ভিতৰত যদি মনোমালিন্য হয়, তেতিয়া হ'লে আন এগৰাকী তিৰোতাক বাপেকৰ হৈ সন্তানক গাখীৰ খুৱাবলৈ দিবা।

لَا تُضَآرُّوْهُنَّ لِتُضَيِّقُوْا عَلَيْهِنَّ ۗ وَاِنْ كُنَّ اُولَاتِ
حَمْلٍ فَاَنْفِقُوْا عَلَيْهِنَّ حَتّٰى يَضَعْنَ حَمْلَهُنَّ ۚ فَاِنْ
اَرْضَعْنَ لَكُمْ فَاٰتُوْهُنَّ اُجُوْرَهُنَّ ۚ وَاْتَمِرُوْا بَيْنَكُمْ
بِمَعْرُوْفٍ ۚ وَاِنْ تَعَاسَرْتُمْ فَسَتُرْضِعُ لَهٗٓ اُخْرٰى ٦

৮) যাৰ অপৰ্য্যাপ্ত সংস্থান আৰু সেই অপৰ্য্যাপ্ত সংস্থানৰ পৰা তেওঁক ব্যয় কৰিবলৈ দিয়া। আৰু যাৰ জীৱিকা নিৰ্ব্বাহৰ উপায় সঙ্কীৰ্ণ, তেওঁক আল্লাহে যি দিছে তাৰ পৰা ব্যয় কৰিবলৈ দিয়া। আল্লাহে কোনো আত্মাকে, সেইজনাই ইয়াক দিয়া সামৰ্থ্যতকৈ অতিৰিক্ত বোজা ববলৈ নিদিয়ে। আল্লাহে অনতিপলমে কষ্টত আৰাম আনিব।

لِيُنْفِقْ ذُوْ سَعَةٍ مِّنْ سَعَتِهٖ ۗ وَمَنْ قُدِرَ عَلَيْهِ
رِزْقُهٗ فَلْيُنْفِقْ مِمَّآ اٰتٰىهُ اللّٰهُ ۗ لَا يُكَلِّفُ اللّٰهُ نَفْسًا
اِلَّا مَآ اٰتٰىهَا ۗ سَيَجْعَلُ اللّٰهُ بَعْدَ عُسْرٍ يُّسْرًا ٧

৯) কতনো নগৰীয়ে যে আল্লাহ্ আৰু সেইজনাৰ পয়গম্বৰ সকলৰ আদেশৰ বিৰুদ্ধে বিদ্ৰোহ কৰা নাছিল, আৰু আমি ইইঁতক কঠোৰ বিচাৰলৈ আনিলোঁ আৰু নিদাৰুণ শাস্তিৰে শাস্তি দিলোঁ!

وَكَاَيِّنْ مِّنْ قَرْيَةٍ عَتَتْ عَنْ اَمْرِ رَبِّهَا وَرُسُلِهٖ
فَحَاسَبْنٰهَا حِسَابًا شَدِيْدًا ۙ وَّعَذَّبْنٰهَا عَذَابًا نُّكْرًا ٨

১০) গতিকে ই ইয়াৰ আচৰণৰ কুফল ভুগিলে, আৰু ইয়াৰ অৱস্থাৰ শেষ ফল হ'ল ধ্বংস।

فَذَاقَتْ وَبَالَ اَمْرِهَا وَكَانَ عَاقِبَةُ اَمْرِهَا
خُسْرًا ٩

১১) আল্লাহে তেওঁলোকৰ কাৰণে এটা কঠোৰ

اَعَدَّ اللّٰهُ لَهُمْ عَذَابًا شَدِيْدًا ۙ فَاتَّقُوا اللّٰهَ يٰٓاُولِى

শাস্তি প্ৰস্তুত কৰিছে; গতিকে আল্লাহলৈ ভয় কৰা, হে' তোমালোক জ্ঞান সম্পন্ন মানৱ যি বিশ্বাস আনিছা। আল্লাহে, বাস্তৱতে, তোমালোকলৈ নমাই পঠিয়াইছে এজন স্মৰণ কৰোঁতা—

الْأَلْبَابِ ۚ الَّذِينَ آمَنُوا ۚ قَدْ أَنزَلَ اللَّهُ إِلَيْكُمْ ذِكْرًا ﴿١١﴾

১২) এজন পয়গম্বৰ, যি তোমালোকলৈ আল্লাহৰ স্পষ্ট চিহ্ন সমূহ আবৃত্তি কৰে, যাতে তেওঁ বিশ্বাস কৰা আৰু সৎ কাম কৰা সকলক প্ৰত্যেক ধৰণৰ অন্ধকাৰৰ পৰা পোহৰলৈ উলিয়াই আনিব পাৰে। আৰু যেয়েই আল্লাহত বিশ্বাস আনে আৰু সৎ কামত লিপ্ত থাকে—সেইজনাই চিৰকালৰ বাবে বসবাস কৰিবৰ কাৰণে বহু নিঝৰা প্ৰবাহ কৰা উদ্যান সমূহত প্ৰৱেশ কৰোৱাব। আল্লাহে, বাস্তৱতে, তেওঁৰ কাৰণে অতিশয় ভাল সংস্থান যোগাইছে।

رَّسُولًا يَتْلُو عَلَيْكُمْ آيَاتِ اللَّهِ مُبَيِّنَاتٍ لِّيُخْرِجَ الَّذِينَ آمَنُوا وَعَمِلُوا الصَّالِحَاتِ مِنَ الظُّلُمَاتِ إِلَى النُّورِ ۚ وَمَن يُؤْمِن بِاللَّهِ وَيَعْمَلْ صَالِحًا يُدْخِلْهُ جَنَّاتٍ تَجْرِي مِن تَحْتِهَا الْأَنْهَارُ خَالِدِينَ فِيهَا أَبَدًا ۖ قَدْ أَحْسَنَ اللَّهُ لَهُ رِزْقًا ﴿١١﴾

১৩) আল্লাহেই হৈছে সেইজনা যি সাতখন স্বৰ্গ সৃজিছিল, আৰু পৃথিৱীৰো একে সংখ্যা। আল্লাহৰ আদেশ তেওঁলোকৰ মাজলৈ নামি আহে, যাতে তোমালোকে জানিব পাৰা যে আল্লাহৰ সকলো বস্তুৰ ওপৰত প্ৰভুত্ব আছে, আৰু যে, আল্লাহে সেইজনাৰ জ্ঞানত সকলো অন্তৰ্ভুক্ত কৰি থয়।

اللَّهُ الَّذِي خَلَقَ سَبْعَ سَمَاوَاتٍ وَمِنَ الْأَرْضِ مِثْلَهُنَّ يَتَنَزَّلُ الْأَمْرُ بَيْنَهُنَّ لِتَعْلَمُوا أَنَّ اللَّهَ عَلَىٰ كُلِّ شَيْءٍ قَدِيرٌ وَأَنَّ اللَّهَ قَدْ أَحَاطَ بِكُلِّ شَيْءٍ عِلْمًا ﴿١٢﴾



চুৰা ৬৬ **AL-TAHRIM** আল-টাহৰিম (মদিনাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, কৰুণাময়, আল্লাহৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ﴿١﴾

২) হে' পয়গম্বৰ! আল্লাহে যিটো তোমাৰ কাৰণে আইনসঙ্গত কৰিছে তুমি নিজকে তাৰ পৰা বঞ্চিত কৰিছা। তুমি তোমাৰ পত্নীবৰ্গৰ সন্তুষ্টি বিচৰা নে? আৰু আল্লাহ্ হৈছে অতি ক্ষমাশীল, কৰুণাময়।

يٰٓاَيُّهَا النَّبِيُّ لِمَ تُحَرِّمُ مَآ اَحَلَّ اللّٰهُ لَكَ ۚ تَبْتَغِيْ
مَرْضَاتَ اَزْوَاجِكَ ۗ وَاللّٰهُ غَفُوْرٌ رَّحِيْمٌ ﴿٢﴾

৩) আল্লাহে, বাস্তৱতে, তোমাৰ ওপৰত অশান্তি সৃষ্টি কৰা শপতৰ কাৰণে প্ৰায়শ্চিত্ত কৰাটো বিধেয় কৰিছে, আৰু আল্লাহে্ হৈছে তোমাৰ বন্ধু; আৰু সেইজনা হৈছে সৰ্ব্বজ্ঞ, জ্ঞানী।

قَدْ فَرَضَ اللّٰهُ لَكُمْ تَحِلَّةَ اَيْمَانِكُمْ ۚ وَاللّٰهُ مَوْلٰىكُمْ ۚ
وَهُوَ الْعَلِيْمُ الْحَكِيْمُ ﴿٣﴾

৪) আৰু যেতিয়া তেওঁৰ পত্নীসকলৰ এগৰাকীক এটা বিষয় গোপনে জনাইছিল আৰু তেখেতে সেইটো প্ৰকাশ কৰি দিলে, আৰু আল্লাহে তেওঁক সেই বিষয়ে জনালে, তেওঁ তাৰ এক অংশহে সেই পত্নী গৰাকীক জনালে, আৰু আন এটা অংশ জনোৱাৰ পৰা বিৰত থাকিল। আৰু তেওঁ যেতিয়া পত্নী গৰাকীক সেইটো জনালে, তেখেতে ক'লে 'তোমাক এই বিষয়ে কোনে ক'লে?' তেওঁ উত্তৰ দিলে, 'সৰ্ব্বজ্ঞ জনাই, সকলো বিষয়ে অৱগত আল্লাহে মোক জনালে।'

وَاِذْ اَسَرَّ النَّبِيُّ اِلٰى بَعْضِ اَزْوَاجِهٖ حَدِيْثًا ۚ فَلَمَّا
نَبَّاَتْ بِهٖ وَاَظْهَرَهُ اللّٰهُ عَلَيْهِ عَرَّفَ بَعْضَهٗ وَ
اَعْرَضَ عَنْۢ بَعْضٍ ۚ فَلَمَّا نَبَّاَهَا بِهٖ قَالَتْ مَنْ
اَنْۢبَاَكَ هٰذَا ۗ قَالَ نَبَّاَنِيَ الْعَلِيْمُ الْخَبِيْرُ ﴿٤﴾

৫) এতিয়া তোমালোক দুয়ো যদি অনুতপ্ত হৈ আল্লাহলৈ মুখ কৰা—আৰু তোমালোকৰ অন্তৰদ্বয় ইতিপূৰ্ব্বেই সেইফালে ঢাল খাইছে—ই তোমালোকৰ কাৰণে বেছি উত্তম হ'ব। কিন্তু তোমালোকে যদি ইগৰাকীয়ে সিগৰাকীক তেওঁৰ বিৰুদ্ধে সমৰ্থন কৰা, নিশ্চয়েই আল্লাহ তেওঁৰ সহায়কাৰী আৰু জিব্ৰাইল আৰু বিশ্বাসী সকলৰ মাজত সৎপথগামী সকল, আৰু তাৰ উপৰিও সকলো ফেৰিস্তা তেওঁৰ সহায়কাৰী।

اِنْ تَتُوْبَآ اِلَى اللّٰهِ فَقَدْ صَغَتْ قُلُوْبُكُمَا ۚ وَاِنْ
تَظٰهَرَا عَلَيْهِ فَاِنَّ اللّٰهَ هُوَ مَوْلٰىهُ وَجِبْرِيْلُ وَ
صَالِحُ الْمُؤْمِنِيْنَ ۚ وَالْمَلٰٓئِكَةُ بَعْدَ ذٰلِكَ ظَهِيْرٌ ﴿٥﴾

عَسٰى رَبُّهٗۤ اِنْ طَلَّقَكُنَّ اَنْ يُّبْدِلَهٗۤ اَزْوَاجًا خَيْرًا مِّنْكُنَّ مُسْلِمٰتٍ مُّؤْمِنٰتٍ قٰنِتٰتٍ تٰٓئِبٰتٍ عٰبِدٰتٍ سٰٓئِحٰتٍ ثَيِّبٰتٍ وَّاَبْكَارًا ۞٥

৬) হয়তো, তেওঁৰ প্ৰভুৱে, তেওঁ যদি তোমালোকক তালাক দিয়ে, তেওঁক তোমালোকতকৈও বেছি ভাল পত্নীবৰ্গ দিব—যি হ'ব ত্যাগী, বিশ্বাসী, বাধ্য, সদায় আল্লাহৰ মুখাপেক্ষী, প্ৰাৰ্থনাত একনিষ্ঠ, প্ৰায় ৰোজা ৰখা, বিধবা আৰু কুমাৰী।

يٰۤاَيُّهَا الَّذِيْنَ اٰمَنُوْا قُوْۤا اَنْفُسَكُمْ وَاَهْلِيْكُمْ نَارًا وَّقُوْدُهَا النَّاسُ وَالْحِجَارَةُ عَلَيْهَا مَلٰٓئِكَةٌ غِلَاظٌ شِدَادٌ لَّا يَعْصُوْنَ اللّٰهَ مَاۤ اَمَرَهُمْ وَيَفْعَلُوْنَ مَا يُؤْمَرُوْنَ ۞٦

৭) হে' তোমালোক যি বিশ্বাস কৰা, তোমালোকে নিজক আৰু তোমালোকৰ পৰিয়াল বৰ্গক বচোঁৱা এটা অগ্নিকুন্ডৰ পৰা, যাৰ ইন্ধন হ'ব মানৱ আৰু শিল গুটি যাৰ ওপৰত নিযুক্ত কৰা হ'ব ফেৰিস্তা সকলক, যি হ'ব নিদাৰুণ আৰু কঠোৰ, যি আল্লাহৰ তেওঁলোকলৈ দিয়া নিৰ্দ্দেশৰ অবাধ্যতা নকৰে আৰু যেনে আদেশ দিয়া হয় সেইদৰে কাম কৰে।

يٰۤاَيُّهَا الَّذِيْنَ كَفَرُوْا لَا تَعْتَذِرُوا الْيَوْمَ ؕ اِنَّمَا تُجْزَوْنَ مَا كُنْتُمْ تَعْمَلُوْنَ ۞٧ ع ١٧

৮) হে' তোমালোক যি বিশ্বাস কৰা!. আজিৰ দিনা অজুহাত বোৰ নেদেখুৱাবা। তোমালোকে যি কৰিছিলা তাৰ বাবেহে পৰিশোধ পাইছা।

يٰۤاَيُّهَا الَّذِيْنَ اٰمَنُوْا تُوْبُوْۤا اِلَى اللّٰهِ تَوْبَةً نَّصُوْحًا ؕ عَسٰى رَبُّكُمْ اَنْ يُّكَفِّرَ عَنْكُمْ سَيِّاٰتِكُمْ وَيُدْخِلَكُمْ جَنّٰتٍ تَجْرِيْ مِنْ تَحْتِهَا الْاَنْهٰرُ ۙ يَوْمَ لَا يُخْزِى اللّٰهُ النَّبِيَّ وَالَّذِيْنَ اٰمَنُوْا مَعَهٗ ۚ نُوْرُهُمْ يَسْعٰى بَيْنَ اَيْدِيْهِمْ وَبِاَيْمَانِهِمْ يَقُوْلُوْنَ رَبَّنَاۤ اَتْمِمْ لَنَا نُوْرَنَا وَاغْفِرْ لَنَا ۚ اِنَّكَ عَلٰى كُلِّ شَيْءٍ قَدِيْرٌ ۞٨

৯) হে' তোমালোক যি বিশ্বাস কৰা! আন্তৰিক অনুতাপ কৰি আল্লাহলৈ মুখ কৰাহঁক। এনে হ'ব যে তোমালোকৰ প্ৰভুৱে তোমালোকৰ কৰ্ম্মৰ কুফল মাৰ্জনা কৰিব আৰু তোমালোকক নিঝৰা প্ৰবাহ কৰা উদ্যান সমূহত প্ৰৱেশ কৰিবলৈ দিব, সেই দিনাখন যেতিয়া আল্লাহে, পয়গম্বৰ জনক আৰু তেখেতৰ সৈতে যি সকলে বিশ্বাস আনিছিল তেওঁলোকক অপমান নকৰিব। তেওঁলোকৰ সোঁহাতত থকা বস্তি তেওঁলোকৰ সম্মুখত ধাবিত হ'ব। তেওঁলোকে ক'ব, 'আমাৰ প্ৰভু, আমাৰ কাৰণে আমাৰ বন্তিগছ নিখুঁত কৰাঁ আৰু আমাক ক্ষমা কৰাঁ; নিশ্চয়েই, তোমাৰ সকলো বস্তুৰ ওপৰত প্ৰভুত্ব আছে।'

يٰۤاَيُّهَا النَّبِيُّ جَاهِدِ الْكُفَّارَ وَالْمُنٰفِقِيْنَ وَاغْلُظْ

১০) হে' পয়গম্বৰ! অবিশ্বাসী আৰু ভণ্ড সকলৰ বিৰুদ্ধে পৰিশ্ৰম কৰাহঁক; আৰু তেওঁলোকৰ প্ৰতি

عَلَيْهِمْ ۚ وَمَأْوٰىهُمْ جَهَنَّمُ ۖ وَبِئْسَ الْمَصِيْرُ ﴿٩﴾

কঠোৰ হোৱাহঁক; সিহঁতৰ বাসস্থান হৈছে দোজখ, আৰু ই এক অসৎ গন্তব্যস্থান।

ضَرَبَ اللّٰهُ مَثَلًا لِّلَّذِيْنَ كَفَرُوا امْرَاَتَ نُوْحٍ وَّ
امْرَاَتَ لُوْطٍ ۚ كَانَتَا تَحْتَ عَبْدَيْنِ مِنْ عِبَادِنَا
صَالِحَيْنِ فَخَانَتٰهُمَا فَلَمْ يُغْنِيَا عَنْهُمَا مِنَ اللّٰهِ
شَيْـًٔا وَّقِيْلَ ادْخُلَا النَّارَ مَعَ الدّٰخِلِيْنَ ﴿١٠﴾

১১) আল্লাহে অবিশ্বাসী সকলৰ কাৰণে এটা উদাহৰণ স্বৰূপে আগ বঢ়াইছে নুহৰ পত্নী আৰু লুটৰ পত্নীক। তেওঁলোক আছিল আমাৰ দুজন অতিশয়, সৎ ভৃত্যৰ অধীনত, কিন্তু তেওঁলোকে সেই দুই গৰাকীৰ প্ৰতি বিশ্বাসঘাতকতা কৰিলে। গতিকে সেই দুগৰাকীয়ে তেওঁলোকক আল্লাহৰ বিৰুদ্ধে ৰক্ষা কৰিব নোৱাৰিলে আৰু তেওঁলোকক কোৱা হ'ল, 'অগ্নিকুন্ডটোত প্ৰৱেশ কৰা, তোমালোক দুয়ো, আন প্ৰৱেশকাৰী বিলাকৰ সৈতে।'

وَضَرَبَ اللّٰهُ مَثَلًا لِّلَّذِيْنَ اٰمَنُوا امْرَاَتَ فِرْعَوْنَ ۘ
اِذْ قَالَتْ رَبِّ ابْنِ لِيْ عِنْدَكَ بَيْتًا فِي الْجَنَّةِ وَ
نَجِّنِيْ مِنْ فِرْعَوْنَ وَعَمَلِهٖ وَنَجِّنِيْ مِنَ الْقَوْمِ
الظّٰلِمِيْنَ ۙ ﴿١١﴾

১২) আৰু আল্লাহে, যি সকলে বিশ্বাস কৰে, তেওঁলোকৰ প্ৰতি উদাহৰণ স্বৰূপে আগ বঢ়াইছে ফেৰাউনৰ পত্নীক, যেতিয়া তেওঁ কৈছিল, 'মোৰ প্ৰভু! মোৰ কাৰণে উদ্যানখনত এটা গৃহ সাজি দিয়া য'ত তুমিও থাকিবা; আৰু মোক ফেৰাউন আৰু তেওঁৰ কীৰ্ত্তিৰ পৰা ৰক্ষা কৰাঁ, আৰু মোক ৰক্ষা কৰাঁ অসৎ কামত লিপ্ত থকা সকলৰ পৰা;

وَمَرْيَمَ ابْنَتَ عِمْرٰنَ الَّتِيْٓ اَحْصَنَتْ فَرْجَهَا
فَنَفَخْنَا فِيْهِ مِنْ رُّوْحِنَا وَصَدَّقَتْ بِكَلِمٰتِ رَبِّهَا
وَكُتُبِهٖ وَكَانَتْ مِنَ الْقٰنِتِيْنَ ﴿١٢﴾

১৩) আৰু উদাহৰণ স্বৰূপে আগ বঢ়ায় মৰিয়মক, ইমৰানৰ পুত্ৰী, যি তেওঁৰ সতীত্ব ৰক্ষা কৰিছিল— সেই কাৰণে আমি তেওঁৰ ভিতৰলৈ আমাৰ জীৱনী শক্তিৰ নিশ্বাস প্ৰৱেশ কৰিবলৈ দিলোঁ—আৰু তেওঁ, তেওঁৰ প্ৰভুৰ গ্ৰন্থ সমূহত থকা, সেইজনাৰ বাক্যত তেওঁলৈ পঠিওৱা, ভৱিষ্যদ্বাণী পৰিপূৰ্ণ কৰিলে আৰু তেওঁ আছিল বাধ্য সকলৰ ভিতৰৰ এগৰাকী।




চুৰা ৬৭ AL-MULK আল-মুলক্ (মক্কাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, কৰুণাময়, আল্লাহৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ۝

২) সেইজনাই হৈছে সকলো আশীৰ্ব্বাদেৰে ভৰপূৰ, যাৰ হাতত আছে ৰাজ্যখন, আৰু সেইজনাৰ সকলো বস্তুৰ ওপৰত প্ৰভুত্ব আছে;

تَبٰرَكَ الَّذِيْ بِيَدِهِ الْمُلْكُ وَهُوَ عَلٰى كُلِّ شَيْءٍ
قَدِيْرُ ۝

৩) যি জনাই মৃত্যু আৰু জন্মৰ সৃষ্টি কৰিছে, যাতে তেওঁ তোমালোকক পৰীক্ষা কৰিব পাৰে— তোমালোকৰ ভিতৰত কোননো কাৰ্য্যত সৰ্ব্বশ্ৰেষ্ঠ; আৰু সেইজনাই হৈছে শক্তিশালী, অতিশয় ক্ষমাশীল;

الَّذِيْ خَلَقَ الْمَوْتَ وَالْحَيٰوةَ لِيَبْلُوَكُمْ اَيُّكُمْ
اَحْسَنُ عَمَلًا ۗ وَهُوَ الْعَزِيْزُ الْغَفُوْرُ ۝

৪) যি সাতখন স্বৰ্গক ঐক্যত সৃষ্টি কৰিছে। সুপ্ৰসন্ন আল্লাহৰ সৃষ্টিত তোমালোকে কোনো অসামঞ্জস্য দেখিবলৈ নোপোৱা। তেতিয়াহ'লে আকৌ চোৱাঁ! তোমালোকে কিবা খুঁত দেখানে?

الَّذِيْ خَلَقَ سَبْعَ سَمٰوٰتٍ طِبَاقًا ۗ مَا تَرٰى فِيْ
خَلْقِ الرَّحْمٰنِ مِنْ تَفٰوُتٍ ۗ فَارْجِعِ الْبَصَرَ هَلْ
تَرٰى مِنْ فُطُوْرٍ ۝

৫) হয়, আকৌ চোৱাঁ, আৰু আকৌ এবাৰ, তোমালোকৰ দৃষ্টি মাথোন আকৌ তোমালোকলৈকে বিবুদ্ধি আৰু ক্লান্ত হৈ ঘূৰি আহিব, কোনো অসামঞ্জস্য নেদেখি।

ثُمَّ ارْجِعِ الْبَصَرَ كَرَّتَيْنِ يَنْقَلِبْ اِلَيْكَ الْبَصَرُ
خَاسِئًا وَّهُوَ حَسِيْرٌ ۝

৬) আৰু, প্ৰকৃততে, আমি নিম্নতম আকাশখন বহু বন্তিৰে সজ্জিত কৰিছোঁ, আৰু আমি সেইবোৰক ছয়তান সমূহক খেদি পঠিওৱাৰ আহিলা কৰিছোঁ, আৰু আমি সিহঁতৰ কাৰণে প্ৰবল অগ্নিকুণ্ডৰ শাস্তি প্ৰস্তুত কৰিছোঁ।

وَلَقَدْ زَيَّنَّا السَّمَآءَ الدُّنْيَا بِمَصَابِيْحَ وَجَعَلْنٰهَا
رُجُوْمًا لِّلشَّيٰطِيْنِ وَاَعْتَدْنَا لَهُمْ عَذَابَ السَّعِيْرِ ۝

৭) আৰু যি সকলে তেওঁলোকৰ প্ৰভুত অবিশ্বাস কৰে, তোমালোকৰ কাৰণে আছে দোজখৰ শাস্তি, আৰু ই হৈছে এটা অসৎ বিশ্ৰাম ঘৰ।

وَلِلَّذِيْنَ كَفَرُوْا بِرَبِّهِمْ عَذَابُ جَهَنَّمَ ۗ وَبِئْسَ
الْمَصِيْرُ ۝

৮) তেওঁলোকক যেতিয়া তালৈ নিক্ষেপ কৰা হয়, তেওঁলোকে ই উত্তপ্ত হৈ উঠাৰ লগে লগে গৰ্জ্জন কৰা শুনিবলৈ পাব।

اِذَآ اُلْقُوْا فِيْهَا سَمِعُوْا لَهَا شَهِيْقًا وَّهِيَ تَفُوْرُ ۝

৯) ই নিজৰ প্ৰচণ্ডতাত প্ৰায় ফুটি উঠিব। যেতিয়াই এদল পাপীক ইয়ালৈ নিক্ষেপ কৰা হয় তাৰ প্ৰহৰী সকলে সিহঁতকঁ সুধিব, 'তোমালোকলৈ কোনো সতৰ্ককাৰী অহা নাছিল নেকি ?'

تَكَادُ تَمَيَّزُ مِنَ الْغَيْظِ ۖ كُلَّمَآ أُلْقِيَ فِيهَا فَوْجٌ سَأَلَهُمْ خَزَنَتُهَآ أَلَمْ يَأْتِكُمْ نَذِيرٌ ⑧

১০) তেওঁলোকে ক'ব, "হয়, বাস্তৱতে, এজন সতৰ্ককাৰী আমালৈ আহিছিল, কিন্তু আমি তেওঁক এজন মিছলীয়া বুলি ব্যৱহাৰ কৰিছিলোঁ আৰু আমি কৈছিলোঁ, 'আল্লাহে একো প্ৰকাশ কৰা নাই; তুমি মাথোন স্পষ্ট ভাৱে ভ্ৰান্ত হৈছা।"

قَالُوا بَلَىٰ قَدْ جَآءَنَا نَذِيرٌ فَكَذَّبْنَا وَقُلْنَا مَا نَزَّلَ اللَّهُ مِن شَيْءٍ إِنْ أَنتُمْ إِلَّا فِي ضَلَٰلٍ كَبِيرٍ ⑨

১১) আৰু তেওঁলোকে ক'ব, 'আমি যদি কৰ্ণপাত কৰিলোহেঁতেন অথবা আমাৰ জ্ঞান থাকিলে-হেঁতেন, আমি প্ৰবল অগ্নিকুণ্ডৰ বাসিন্দা সকলৰ মাজৰ নহলোহেঁতেন।

وَقَالُوا لَوْ كُنَّا نَسْمَعُ أَوْ نَعْقِلُ مَا كُنَّا فِيٓ أَصْحَٰبِ السَّعِيرِ ⑩

১২) এইদৰেই তেওঁলোকে নিজৰ পাপৰ স্বীকাৰ কৰিব; কিন্তু উত্তপ্ত অগ্নিকুণ্ডৰ বাসিন্দা সকল আল্লাহৰ কৰুণাৰ পৰা বহু দূৰত।

فَاعْتَرَفُوا بِذَنۢبِهِمْ فَسُحْقًا لِّأَصْحَٰبِ السَّعِيرِ ⑪

১৩) প্ৰকৃততে, যি সকলে তেওঁলোকৰ প্ৰভুক অন্তৰত ভয় কৰে—তেওঁলোকৰ কাৰণে আছে ক্ষমা আৰু এটা মহান পুৰস্কাৰ।

إِنَّ الَّذِينَ يَخْشَوْنَ رَبَّهُم بِالْغَيْبِ لَهُم مَّغْفِرَةٌ وَأَجْرٌ كَبِيرٌ ⑫

১৪) আৰু তোমালোকে লুকুৱাই কোৱা বা প্ৰকাশ্যে কোৱা, সেইজনাই তোমালোকৰ অন্তৰত থকা সকলো কথা জানে।

وَأَسِرُّوا قَوْلَكُمْ أَوِ اجْهَرُوا بِهِۦٓ ۖ إِنَّهُۥ عَلِيمٌۢ بِذَاتِ الصُّدُورِ ⑬

১৫) তোমালোকক যি সৃষ্টি কৰিছে সেইজনাই এইটো নেজানে নে ? সেইজনা হৈছে সকলো সূক্ষ্ম কথাৰ জ্ঞানসম্পন্ন সৰ্বজ্ঞ।

أَلَا يَعْلَمُ مَنْ خَلَقَ وَهُوَ اللَّطِيفُ الْخَبِيرُ ⑭

১৬) সেইজনাই হৈছে তেওঁ, যি পৃথিৱীখন তোমালোকৰ কাৰণে সমান আৰু সুগম কৰিছে; গতিকে তাত থকা আহল-বহল পথেৰে যাতায়ত কৰাহঁক আৰু সেইজনাই যোগোৱা সংস্থানৰ পৰা খোৱাহঁক। আৰু তেওঁলৈকে হ'ব পুনৰুত্থান।

هُوَ الَّذِي جَعَلَ لَكُمُ الْأَرْضَ ذَلُولًا فَامْشُوا فِي مَنَاكِبِهَا وَكُلُوا مِن رِّزْقِهِۦ ۖ وَإِلَيْهِ النُّشُورُ ⑮

১৭) তোমালোকে আকাশত থকা সেইজনাৰ পৰা নিৰ্ভয়বোধ কৰা নে যে সেইজনাই

ءَأَمِنتُم مَّن فِي السَّمَآءِ أَن يَخْسِفَ بِكُمُ الْأَرْضَ

فَإِذَا هِيَ تَمُورُ ⑯

তোমালোকৰ সৈতে পৃথিৱী খনকো ডুবিববলৈ নিদিব ? যেতিয়া চোৱা ! ই কঁপিবলৈ ধৰে।

أَمْ أَمِنتُم مَّن فِي السَّمَاءِ أَن يُرْسِلَ عَلَيْكُمْ حَاصِبًا ۖ فَسَتَعْلَمُونَ كَيْفَ نَذِيرِ ⑰

১৮) তোমালোকে আকাশত থকা সেইজনাৰ পৰা নিৰ্ভয়বোধ কৰা নে যে সেইজনাই তোমালোকৰ বিৰুদ্ধে এটা বালিৰ ধুমুহা নপঠাব ? তেতিয়া তোমালোকে জানিবা মোৰ সতৰ্কবাণী কিমান ভয়াবহ আছিল !

وَلَقَدْ كَذَّبَ الَّذِينَ مِن قَبْلِهِمْ فَكَيْفَ كَانَ نَكِيرِ ⑱

১৯) আৰু, বাস্তৱতে, তেওঁলোকৰ পূৰ্ব্বে অহা সকলেও মোৰ পয়গম্বৰ সকলক অগ্ৰাহ্য কৰিছিল, তেতিয়া মোৰ শাস্তি কিমান যে কষ্টদায়ক আছিল !

أَوَلَمْ يَرَوْا إِلَى الطَّيْرِ فَوْقَهُمْ صَافَّاتٍ وَيَقْبِضْنَ ۚ مَا يُمْسِكُهُنَّ إِلَّا الرَّحْمَٰنُ ۚ إِنَّهُ بِكُلِّ شَيْءٍ بَصِيرٌ ⑲

২০) তেওঁলোকে তেওঁলোকৰ মূৰৰ ওপৰত পাখি মেলি উৰা আৰু তাৰ পাছত পাখি চপাই তাহাঁতৰ চিকাৰক ধৰিববলৈ চোঁ মাৰি নামি অহা চৰাইবোৰ নেদেখে নে ? সুপ্ৰসন্ন আল্লাহৰ বাহিৰে কোনেও সিহঁতক বাধা নিদিয়ে। সেইজনাই সকলো বস্তু ভালদৰে দেখে।

أَمَّنْ هَٰذَا الَّذِي هُوَ جُندٌ لَّكُمْ يَنصُرُكُم مِّن دُونِ الرَّحْمَٰنِ ۚ إِنِ الْكَافِرُونَ إِلَّا فِي غُرُورٍ ⑳

২১) সেই সকলে, যাক তোমালোকৰ আশ্ৰয়দাতা বুলি গণ্য কৰা হয়, তোমালোকক সুপ্ৰসন্ন আল্লাহৰ বিৰুদ্ধে সহায় কৰিব পাৰেনে ? অবিশ্বাসী সকল কেৱল তেওঁলোকৰ নিজৰ ভুক্তভোগী।

أَمَّنْ هَٰذَا الَّذِي يَرْزُقُكُمْ إِنْ أَمْسَكَ رِزْقَهُ ۚ بَل لَّجُّوا فِي عُتُوٍّ وَنُفُورٍ ㉑

২২) অথবা, সেইজনাই যদি তেওঁৰ সংস্থান তোমালোকৰ পৰা উঠাই লয়, তোমালোকক কোনে সংস্থান দিব পাৰিব ? নহয়, তেওঁলোক আকোঁৰ গোঁজা দি বিদ্ৰোহ আৰু ঘৃণাত নিবিষ্ট থাকে।

أَفَمَن يَمْشِي مُكِبًّا عَلَىٰ وَجْهِهِ أَهْدَىٰ أَمَّن يَمْشِي سَوِيًّا عَلَىٰ صِرَاطٍ مُّسْتَقِيمٍ ㉒

২৩) কি ! সেইজন, যি তেওঁৰ মুখৰ ওপৰত হামখুৰি খাই পৰি খোজ দিয়ে, বেছি ভাল দৰে পথ-প্ৰদৰ্শিত, নে, সেইজন যি চিধা হৈ পোন বাটেৰে খোজ দিয়ে ?

قُلْ هُوَ الَّذِي أَنشَأَكُمْ وَجَعَلَ لَكُمُ السَّمْعَ

২৪) কোৱাঁ,'সেইজনাই হৈছে তেওঁ যি তোমালোকক জীৱন দিলে, আৰু তোমালোকৰ কাৰণে কাণ আৰু চকু আৰু অন্তৰ গঢ়িলে; কিন্তু

وَالْأَبْصَارَ وَالْأَفْئِدَةَ ۖ قَلِيلًا مَّا تَشْكُرُونَ ۝٢٣

তোমালোকে অতি সামান্যভাৱেহে ধন্যবাদ জনোৱা।'

قُلْ هُوَ الَّذِي ذَرَأَكُمْ فِي الْأَرْضِ وَإِلَيْهِ تُحْشَرُونَ ۝٢٤

২৫) কোৱাঁ, 'সেইজনাই হৈছে তেওঁ যি তোমালোকক পৃথিৱীত বহুগুণে বৃদ্ধি হ'বলৈ দিলে, আৰু সেইজনালৈকে তোমালোক সকলোকে গোটাই অনা হ'ব।'

وَيَقُولُونَ مَتَىٰ هَٰذَا الْوَعْدُ إِن كُنتُمْ صَادِقِينَ ۝٢٥

২৬) আৰু তেওঁলোকে কয়, 'তুমি যদি, বাস্তৱতে, সচাঁ কথাই কৈছা, এই প্রতিশ্রুতি কেতিয়া কাৰ্য্যত পৰিণত হ'ব ?'

قُلْ إِنَّمَا الْعِلْمُ عِندَ اللَّهِ وَإِنَّمَا أَنَا نَذِيرٌ
مُّبِينٌ ۝٢٦

২৭) কোৱাঁ, 'ইয়াৰ জ্ঞান আছে আল্লাহত, আৰু মই হ'লোঁ এজন সাধাৰণ সতৰ্ককাৰী।'

فَلَمَّا رَأَوْهُ زُلْفَةً سِيئَتْ وُجُوهُ الَّذِينَ كَفَرُوا
وَقِيلَ هَٰذَا الَّذِي كُنتُم بِهِ تَدَّعُونَ ۝٢٧

২৮) কিন্তু তেওঁলোকে যেতিয়া ইয়াক ওচৰত দেখিবলৈ পায়; অবিশ্বাসী সকলৰ মুখমন্ডল দুঃখগ্রস্ত হ'ব। আৰু এই বুলি কোৱা হ'ব, এইটোৱেই হৈছে তোমালোকে বাৰম্বাৰ বিচৰা বস্তুটো।'

قُلْ أَرَأَيْتُمْ إِنْ أَهْلَكَنِيَ اللَّهُ وَمَن مَّعِيَ أَوْ
رَحِمَنَا فَمَن يُجِيرُ الْكَافِرِينَ مِنْ عَذَابٍ أَلِيمٍ ۝٢٨

২৯) কোৱাঁ, 'মোক কোৱাঁচোন, যদি আল্লাহে মোক আৰু মোৰ সৈতে থকা সকলক ধ্বংস কৰে, অথবা আমাৰ প্রতি কৃপা দেখুৱায়, অবিশ্বাসী সকলক এটা কষ্টকৰ শাস্তিৰ পৰা কোনে ৰক্ষা কৰিব ?'

قُلْ هُوَ الرَّحْمَٰنُ آمَنَّا بِهِ وَعَلَيْهِ تَوَكَّلْنَا ۖ فَسَتَعْلَمُونَ
مَنْ هُوَ فِي ضَلَالٍ مُّبِينٍ ۝٢٩

৩০) কোৱাঁ, 'সেইজনাই হৈছে দয়ালু আল্লাহ, তেওঁতেই আমি বিশ্বাস কৰিছোঁ আৰু তোমালোকে সোনকালেই জানিবলৈ পাবা কোন নো স্পষ্ট ভাৱে ভ্রান্ত হৈছে।'

قُلْ أَرَأَيْتُمْ إِنْ أَصْبَحَ مَاؤُكُمْ غَوْرًا فَمَن
يَأْتِيكُم بِمَاءٍ مَّعِينٍ ۝٣٠ ع

৩১) কোৱাঁ, 'মোক কোৱাঁচোন, তোমালোকৰ যদি আটাইবোৰ পানী পৃথিৱীৰ অতল গৰ্ভত নাইকিয়া হৈ যায়, কোনে নো, তেতিয়াহ'লে, তোমালোকক শুদ্ধ প্রবাহিত পানী আনি দিব ?'




চুৰা ৬৮ AL-QALAM আল-কালাম (মক্কাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, করুণাময়, আল্লাহৰ নামত। بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

২) ডোৱাত আৰু কলমৰ দ্বাৰা আৰু তেওঁলোকৰ লিখিত কথাৰ দ্বাৰা; نٓ وَ الْقَلَمِ وَمَا يَسْطُرُوْنَ ②

৩) তুমি তোমাৰ প্ৰভুৰ অনুগ্ৰহক্ৰমে, এজন উন্মত্ত ব্যক্তি নোহোৱা। مَآ اَنْتَ بِنِعْمَةِ رَبِّكَ بِمَجْنُوْنٍ ③

৪) আৰু তোমাৰ কাৰণে, অতি নিশ্চয়েই এক অফুৰন্ত পুৰস্কাৰ আছে। وَاِنَّ لَكَ لَاَجْرًا غَيْرَ مَمْنُوْنٍ ④

৫) তুমি নিশ্চয়েই, মহান নৈতিক উৎকৰ্ষ সমূহৰ অধিকাৰী। وَاِنَّكَ لَعَلٰى خُلُقٍ عَظِيْمٍ ⑤

৬) আৰু তুমি শীঘ্ৰেই দেখিবা আৰু তেওঁলোকে দেখিব, فَسَتُبْصِرُ وَيُبْصِرُوْنَ ⑥

৭) তোমালোকৰ ভিতৰত কোনজন উন্মাদনাৰ দ্বাৰা আক্ৰান্ত হৈছে। بِاَيِّيْكُمُ الْمَفْتُوْنُ ⑦

৮) নিশ্চয়েই তোমাৰ প্ৰভুৱে আটাইতকৈ ভালদৰে জানে সেই সকলক যি সেইজনাৰ পথৰ পৰা আঁতৰি যায়, আৰু সেইজনাই আটাইতকৈ ভালদৰে জানে সেই সকলক, যি পথ-প্ৰদৰ্শন অনুসৰণ কৰে। اِنَّ رَبَّكَ هُوَ اَعْلَمُ بِمَنْ ضَلَّ عَنْ سَبِيْلِهٖ وَهُوَ اَعْلَمُ بِالْمُهْتَدِيْنَ ⑧

৯) গতিকে যি সকলে সত্যটো অগ্ৰাহ্য কৰিছে তেওঁলোকৰ ইচ্ছাত সন্মতি নিদিবা। فَلَا تُطِعِ الْمُكَذِّبِيْنَ ⑨

১০) তেওঁলোকে ইচ্ছা কৰে যে তুমি মোকামিলা কৰা, যাতে তেওঁলোকেও মোকামিলা কৰিব পাৰে। وَدُّوْا لَوْ تُدْهِنُ فَيُدْهِنُوْنَ ⑩

১১) তুমি কোনো দুৰ্ব্বলতা নেদেখুৱাবা এই সকলৰ প্ৰতি, এই নীচ স্তৰৰ শপতৰ বাহক, وَلَا تُطِعْ كُلَّ حَلَّافٍ مَّهِيْنٍ ⑪

১২) টুটকীয়া মানুহ, পৰনিন্দাকাৰী, هَمَّازٍ مَّشَّآءٍۢ بِنَمِيْمٍ ⑫

১৩) সৎকামৰ নিষেধকাৰী, আইনলঙ্ঘনকাৰী, পাপী,

مَّنَّاعٍ لِّلْخَيْرِ مُعْتَدٍ أَثِيمٍ ۝١٢

১৪) বেয়া আচৰণকাৰী আৰু, তাৰ উপৰিও, সন্দেহজনক জন্মৰ,

عُتُلٍّۭ بَعْدَ ذَٰلِكَ زَنِيمٍ ۝١٣

১৫) কেৱল তেওঁৰ ধন-সম্পদ আৰু ল'ৰা-ছোৱালী আছে বুলি,

أَن كَانَ ذَا مَالٍ وَبَنِينَ ۝١٤

১৬) আমাৰ চিহ্ন সমূহ যেতিয়া তেওঁলৈ আবৃত্তি কৰা হয়, তেওঁ কয়, 'অতীজ মানুহৰ সাধুকথা।'

إِذَا تُتْلَىٰ عَلَيْهِ ءَايَٰتُنَا قَالَ أَسَٰطِيرُ ٱلْأَوَّلِينَ ۝١٥

১৭) আমি তেওঁৰ নাকটিত দাগ দিম।

سَنَسِمُهُۥ عَلَى ٱلْخُرْطُومِ ۝١٦

১৮) আমি নিশ্চয়েই, তেওঁলোকক পৰীক্ষা কৰিম যি দৰে আমি পৰীক্ষা কৰিছিলোঁ বাগিচা-খনৰ গৰাকী কেইজনক যেতিয়া তেওঁলোকে ইজনে সিজনলৈ অঙ্গীকাৰ কৰিছিল যে তেওঁ-লোকে, নিশ্চয়েই, ইয়াত থকা সকলোবোৰ ফল পুৱাৰ সময়ত গোটাব।

إِنَّا بَلَوْنَٰهُمْ كَمَا بَلَوْنَآ أَصْحَٰبَ ٱلْجَنَّةِ إِذْ أَقْسَمُوا۟ لَيَصْرِمُنَّهَا مُصْبِحِينَ ۝١٧

১৯) আৰু তেওঁলোকে কোনো ব্যতিৰেক হোৱাৰ কথা নেভাবিছিল আৰু কোৱা নাছিল, 'আল্লাহে যদি ইচ্ছা কৰে।'

وَلَا يَسْتَثْنُونَ ۝١٨

২০) তাৰ পিছত তোমাৰ প্ৰভুৰ পৰা আহিল এক ঐশ্বৰিক প্ৰকোপ তেওঁলোকৰ নিদ্ৰামগ্ন অৱস্থাত;

فَطَافَ عَلَيْهَا طَآئِفٌ مِّن رَّبِّكَ وَهُمْ نَآئِمُونَ ۝١٩

২১) আৰু ৰাতিপুৱাৰ আগমনত বাগিচাখন হৈ, পৰিল এখন কাচিৰে কাটি সমান কৰি থোৱা উদ্যানৰ দৰে।

فَأَصْبَحَتْ كَٱلصَّرِيمِ ۝٢٠

২২) গতিকে তেওঁলোকে পুৱাৰ দোখ-মোকালিতে ইজনে সিজনক মাতিলে।'

فَتَنَادَوْا۟ مُصْبِحِينَ ۝٢١

২৩) এই বুলি কৈ, 'তোমাৰ পথাৰলৈ পুৱাৰ আগভাগতে যোৱাহঁক, যদিহে তোমাৰ ফলবোৰ গোটোৱাৰ ইচ্ছা আছে।'

أَنِ ٱغْدُوا۟ عَلَىٰ حَرْثِكُمْ إِن كُنتُمْ صَٰرِمِينَ ۝٢٢

২৪) আৰু তেওঁলোক ইজনে সিজনৰ লগত মৃদু কণ্ঠস্বৰেৰে কথা পাতি ওলাই গ'ল,

فَٱنطَلَقُوا۟ وَهُمْ يَتَخَٰفَتُونَ ۝٢٣

২৫) এই বুলি কৈ, 'আজি তুমি যেতিয়া তাত থাকিবা কোনো দুখীয়া মানুহক তাত সোমাবলৈ নিদিবা।'

أَن لَّا يَدْخُلَنَّهَا الْيَوْمَ عَلَيْكُم مِّسْكِينٌ ﴿٢٤﴾

২৬) এইদৰে তেওঁলোকে অতি পুৱাতে ওলাই গ'ল, কাৰ্পণ্য কৰাৰ দৃঢ়সকল্প লৈ,

وَغَدَوْا عَلَىٰ حَرْدٍ قَادِرِينَ ﴿٢٥﴾

২৭) কিন্তু তেওঁলোকে যেতিয়া বাগিচাখন দেখিলে, তেওঁলোকে ক'লে, 'নিশ্চয়েই আমি বাট হেৰুৱাইছোঁ!

فَلَمَّا رَأَوْهَا قَالُوا إِنَّا لَضَالُّونَ ﴿٢٦﴾

২৮) 'নহয়, আমাক আমাৰ সকলো ফলৰ পৰা বঞ্চিত কৰা হৈছে।'

بَلْ نَحْنُ مَحْرُومُونَ ﴿٢٧﴾

২৯) তেওঁলোকৰ ভিতৰত সৰ্ব্বোত্তম জনে ক'লে, 'মই তোমালোকক কোৱা নাছিলোঁনে, তোমালোকে আল্লাহক কিয় গৌৰৱান্বিত নকৰা?'

قَالَ أَوْسَطُهُمْ أَلَمْ أَقُل لَّكُمْ لَوْلَا تُسَبِّحُونَ ﴿٢٨﴾

৩০) সেইদৰে কোৱাত, তেওঁলোকে ক'লে, 'আমাৰ প্ৰভুৰ গৌৰৱ হওক! নিশ্চয়েই, আমি কুকৰ্ম্মত লিপ্ত আছোঁ।'

قَالُوا سُبْحَانَ رَبِّنَا إِنَّا كُنَّا ظَالِمِينَ ﴿٢٩﴾

৩১) তাৰ পিছত সিহঁতৰ কিছুমানে আন বিলাকক সম্বোধন কৰিলে, ইজনে সিজনক দোষাৰোপ কৰি।

فَأَقْبَلَ بَعْضُهُمْ عَلَىٰ بَعْضٍ يَتَلَاوَمُونَ ﴿٣٠﴾

৩২) সিহঁতে ক'লে, 'আমাৰেই দুৰ্ভাগ্য! আমি, বাস্তৱতে, বিদ্ৰোহী আছিলোঁ,

قَالُوا يَا وَيْلَنَا إِنَّا كُنَّا طَاغِينَ ﴿٣١﴾

৩৩) 'হ'ব পাৰে, আমি যদি অনুতাপ কৰোঁ, আমাৰ প্ৰভুৱে এইখনৰ পৰিবৰ্ত্তে আন এখন বেছি ভাল বাগিচা আমাক দিব; আমি অৱশ্যেই নম্ৰতাৰে আমাৰ প্ৰভুক কাকূতি কৰোঁ।'

عَسَىٰ رَبُّنَا أَن يُبْدِلَنَا خَيْرًا مِّنْهَا إِنَّا إِلَىٰ رَبِّنَا رَاغِبُونَ ﴿٣٢﴾

৩৪) এনেকুৱাই হয় এই পৃথিৱীৰ শাস্তি। আৰু, নিশ্চয়েই, পৰকালৰ শাস্তি ইয়াতকৈও অধিক। তেওঁলোকে যদিহে জানিলেহেঁতেন!

كَذَٰلِكَ الْعَذَابُ ۖ وَلَعَذَابُ الْآخِرَةِ أَكْبَرُ ۚ لَوْ كَانُوا يَعْلَمُونَ ﴿٣٣﴾

৩৫) সৎকৰ্ম্মী সকলৰ কাৰণে, বাস্তৱতে, তেওঁলোকৰ প্ৰভুৰে থৈছে চূড়ান্ত সুখৰ উদ্যান সমূহ।

إِنَّ لِلْمُتَّقِينَ عِندَ رَبِّهِمْ جَنَّاتِ النَّعِيمِ ﴿٣٤﴾

৩৬) তেতিয়াহ'লে আমি আমাৰ সৈমান হোৱা সকলক দোষী সকলক ব্যৱহাৰ কৰাৰ দৰে ব্যৱহাৰ কৰিমনে ?

أَفَنَجْعَلُ الْمُسْلِمِينَ كَالْمُجْرِمِينَ ﴿٣٥﴾

৩৭) তোমালোকৰ কি হৈছে ? তোমালোকে কি ধৰণে বিচাৰ কৰা ?

مَا لَكُمْ كَيْفَ تَحْكُمُونَ ﴿٣٦﴾

৩৮) তোমালোকৰ এনে এখন গ্ৰন্থ আছে নেকি য'ত তোমালোকে পঢ়া,

أَمْ لَكُمْ كِتَابٌ فِيهِ تَدْرُسُونَ ﴿٣٧﴾

৩৯) যে তোমালোকে, নিশ্চয়েই, ইয়াত যিহকে পচন্দ কৰা তাকে পাবা।

إِنَّ لَكُمْ فِيهِ لَمَا تَخَيَّرُونَ ﴿٣٨﴾

৪০) অথবা, তোমালোকে এনে এটা চুক্তি কৰিছা নে কি যি পুনৰুত্থানৰ দিনলৈকে আমাৰ ওপৰত বাধ্যতামূলক কৰি দিছে যে তোমালোকে, নিশ্চয়েই, যিহকে বিচাৰ কৰা পাবা ?

أَمْ لَكُمْ أَيْمَانٌ عَلَيْنَا بَالِغَةٌ إِلَىٰ يَوْمِ الْقِيَامَةِ ۙ إِنَّ لَكُمْ لَمَا تَحْكُمُونَ ﴿٣٩﴾

৪১) তেওঁলোকক সোধা, তেওঁলোকৰ কোনজনে ইয়াৰ প্ৰমাণ দিব পাৰে।

سَلْهُمْ أَيُّهُمْ بِذَٰلِكَ زَعِيمٌ ﴿٤٠﴾

৪২) অথবা, তেওঁলোকৰ আল্লাহৰ লগৰীয়া আন কোনো প্ৰভু আছে নে কি? তেতিয়াহ'লে, তেওঁলোকে যদি সঁচা কৈছে, তেওঁলোকৰ লগৰীয়া প্ৰভু সকলক উলিয়াই আনিবলৈ দিয়া।

أَمْ لَهُمْ شُرَكَاءُ فَلْيَأْتُوا بِشُرَكَائِهِمْ إِنْ كَانُوا صَادِقِينَ ﴿٤١﴾

৪৩) সেইদিনা যেতিয়া সত্যটোক মুক্ত কৰা হ'ব আৰু তেওঁলোকক প্ৰাৰ্থনাত সাষ্টাঙ্গে পৰিবলৈ কোৱা হ'ব, তেওঁলোক তেনে কৰিবলৈ অক্ষম হ'ব;

يَوْمَ يُكْشَفُ عَنْ سَاقٍ وَيُدْعَوْنَ إِلَى السُّجُودِ فَلَا يَسْتَطِيعُونَ ﴿٤٢﴾

৪৪) তেওঁলোকৰ চকুদ্বয় তললৈ কৰা থাকিব, আৰু অপমানে তেওঁলোকক ঢাকি থব; আৰু তেওঁলোকক, বাস্তৱতে, যি সময়ত তেওঁলোক নিৰাপদ আৰু সবল আছিল, প্ৰাৰ্থনাত সাষ্টাঙ্গে পৰিবলৈ আহবান কৰা হৈছিল, কিন্তু তেওঁলোকে নকৰিলে।

خَاشِعَةً أَبْصَارُهُمْ تَرْهَقُهُمْ ذِلَّةٌ ۖ وَقَدْ كَانُوا يُدْعَوْنَ إِلَى السُّجُودِ وَهُمْ سَالِمُونَ ﴿٤٣﴾

৪৫) গতিকে আমাৰ এই উক্তি যি সকলে অগ্ৰাহ্য কৰে, তেওঁলোকৰ দিহা মোক কৰিবলৈ এৰি

فَذَرْنِي وَمَنْ يُكَذِّبُ بِهَٰذَا الْحَدِيثِ ۖ سَنَسْتَدْرِجُهُمْ

مِّنۡ حَيۡثُ لَا يَعۡلَمُوۡنَ ۝

দিয়া। আমি তেওঁলোক ক'ৰ পৰা আহিছে তলকিব নোৱাৰাকৈ, এখোজ দোখোজকৈ তেওঁলোকক ধ্বংসৰ অভিমুখে টানি আনিম।

وَاُمۡلِىۡ لَهُمۡ‌ ؕ اِنَّ كَيۡدِىۡ مَتِيۡنٌ‏ ۝

৪৬) আৰু মই তেওঁলোকক দীঘলীয়াকৈ সকাহ দিম; কিয়নো মোৰ কাৰ্য্যপ্ৰণালী নিৰ্ভুল।

اَمۡ تَسۡـَٔلُهُمۡ اَجۡرًا فَهُمۡ مِّنۡ مَّغۡرَمٍ مُّثۡقَلُوۡنَ‌ ۝

৪৭) তুমি তেওঁলোকৰ পৰা এনে কোনো পুৰস্কাৰ বিচৰা নে কি যাৰ বোজাৰ ওজনে তেওঁলোকক কষ্ট দিয়ে?

اَمۡ عِنۡدَهُمُ الۡغَيۡبُ فَهُمۡ يَكۡتُبُوۡنَ‏ ۝

৪৮) তেওঁলোকৰ অদৃশ্য কথাৰ জ্ঞান আছে নে কি যাতে তেওঁলোকে ইয়াক লিপিবদ্ধ কৰিব পাৰে?

فَاصۡبِرۡ لِحُكۡمِ رَبِّكَ وَلَا تَكُنۡ كَصَاحِبِ الۡحُوۡتِ‌ۘ اِذۡ نَادٰى وَهُوَ مَكۡظُوۡمٌ ؕ‏ ۝

৪৯) গতিকে তুমি তোমাৰ প্ৰভুৰ নিৰ্দ্দেশ কাৰ্য্যত প্ৰতিফলিত কৰাত একনিষ্ঠ হৈ থাকা, আৰু নহবা সেই মৎস্যৰ মানৱ গৰাকীৰ দৰে যি তেওঁৰ প্ৰভুলৈ মাত দিছিল আৰু তেওঁ দুঃখত নিমজ্জিত হৈছিল।

لَوۡلَاۤ اَنۡ تَدٰرَكَهٗ نِعۡمَةٌ مِّنۡ رَّبِّهٖ لَنُبِذَ بِالۡعَرَآءِ وَهُوَ مَذۡمُوۡمٌ‏ ۝

৫০) তেওঁৰ প্ৰভুৰ পৰা এক অনুগ্ৰহ তেওঁলৈ আহি নোপোৱা হ'লে, তেওঁক, নিশ্চয়েই, কোনো অসাৰুৱা প্ৰান্তৰত নিক্ষেপ কৰা হ'লহেঁতেন যাৰ ফলত তেওঁৰ জাতিয়ে তেওঁক গৰিহণা দিলেহেঁতেন।

فَاجۡتَبٰهُ رَبُّهٗ فَجَعَلَهٗ مِنَ الصّٰلِحِيۡنَ‏ ۝

৫১) কিন্তু তেওঁৰ প্ৰভুৱে তেওঁক বাচি ললে আৰু সৎকৰ্ম্মী সকলৰ মাজত তেওঁক স্থাপন কৰিলে।

وَاِنۡ يَّكَادُ الَّذِيۡنَ كَفَرُوۡا لَيُزۡلِقُوۡنَكَ بِاَبۡصَارِهِمۡ لَمَّا سَمِعُوا الذِّكۡرَ وَيَقُوۡلُوۡنَ اِنَّهٗ لَمَجۡنُوۡنٌ‌ۘ‏ ۝

৫২) আৰু যি সকলে অবিশ্বাস কৰে, যেতিয়া সতৰ্কবাণী তেওঁলোকে শুনিছিল, ভাবিছিল যে, পাৰিলে তেওঁলোকৰ ক্ৰুদ্ধ দৃষ্টিৰে তোমাক আল্লাহে দিয়া স্থানৰ পৰা বিচ্যুত কৰিব; আৰু তেওঁলোকে পুনঃ পুনঃ কয়, 'সেইজন, নিশ্চয়েই, উন্মাদ।'

وَمَا هُوَ اِلَّا ذِكۡرٌ لِّلۡعٰلَمِيۡنَ‏ ۝

৫৩) নহয়, ই সকলো বিশ্বৰ কাৰণে এটা সতৰ্কবাণী।

سُوْرَةُ الْحَاۤقَّةِ مَكِّيَّةٌ (٦٩)

চুৰা ৬৯ AL-HAQQAH আল-হাক্কাহ্ (মক্কাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, কৰুণাময়, আল্লাহৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

২) অনিবাৰ্য্য ঘটনাটো!

اَلْحَاۤقَّةُ ②

৩) অনিবাৰ্য্য ঘটনাটো নোকি?

مَا الْحَاۤقَّةُ ③

৪) আৰু তোমাক কিহে নো জনাব অনিবাৰ্য্য ঘটনাটো কি?

وَمَاۤ اَدْرٰىكَ مَا الْحَاۤقَّةُ ④

৫) থামুদ আৰ আদৰ জাতিয়ে আকস্মিক দুৰ্যোগটো মিছা বুলি জ্ঞান কৰিছিল।

كَذَّبَتْ ثَمُوْدُ وَعَادٌۢ بِالْقَارِعَةِ ⑤

৬) তেতিয়া, থামুদৰ ক্ষেত্ৰত, তেওঁলোকক অতিমাত্ৰা প্ৰবল এক বিস্ফোৰণৰ দ্বাৰা ধ্বংস কৰা হ'ল।

فَاَمَّا ثَمُوْدُ فَاُهْلِكُوْا بِالطَّاغِيَةِ ⑥

৭) আৰু আদৰ ক্ষেত্ৰত, তেওঁলোকক ধ্বংস কৰা হ'ল এজাক ভয়ঙ্কৰ ভাৱে গৰ্জ্জন কৰা বতাহেৰে,

وَاَمَّا عَادٌ فَاُهْلِكُوْا بِرِيْحٍ صَرْصَرٍ عَاتِيَةٍ ⑦

৮) যাক আল্লাহে সিহঁতৰ বিৰুদ্ধে সাত ৰাতি আৰু আঠদিন জুৰি একেৰাহে ববলৈ দিছিল, যাৰ ফলত মানুহ বিলাকক খাজুৰ গছৰ গা-গছ পৰি থকাৰ দৰে সেৰপেতা খাই পৰি থকা দেখা গৈছিল।

سَخَّرَهَا عَلَيْهِمْ سَبْعَ لَيَالٍ وَّثَمٰنِيَةَ اَيَّامٍ حُسُوْمًا فَتَرَى الْقَوْمَ فِيْهَا صَرْعٰى كَاَنَّهُمْ اَعْجَازُ نَخْلٍ خَاوِيَةٍ ⑧

৯) তেওঁলোকৰ কোনো চিন-চাব্ তুমি দেখিবলৈ পোৱা নে?

فَهَلْ تَرٰى لَهُمْ مِّنْۢ بَاقِيَةٍ ⑨

১০) আৰু ফেৰাউনে, আৰু তেওঁৰ পূৰ্ব্বে অহা সকলেও, আৰু আমি ওলট-পালট কৰা নগৰী-বিলাকেও নেৰানেপেৰাকৈ পাপ কৰাত লিপ্ত আছিল।

وَجَاۤءَ فِرْعَوْنُ وَمَنْ قَبْلَهٗ وَالْمُؤْتَفِكٰتُ بِالْخَاطِئَةِ ⑩

১১) সিহঁতে তাহাঁতৰ প্ৰভুৰ পয়গম্বৰৰ অবাধ্যতা কৰিছিল, সেইকাৰণে সেইজনাই সিহঁতক খামোচ মাৰি ধৰিলে—এটা ক্ৰমবৰ্দ্ধমান শাস্তিৰে।

فَعَصَوْا رَسُوْلَ رَبِّهِمْ فَاَخَذَهُمْ اَخْذَةً رَّابِيَةً ⑪

إِنَّا لَمَّا طَغَا الْمَآءُ حَمَلْنٰكُمْ فِي الْجَارِيَةِ ⑪

১২) প্ৰকৃততে, যেতিয়া পানী বাঢ়ি আহিছিল আমি তোমালোকক জাহাজ খনত কঢ়িয়াই নিছিলোঁ।

لِنَجْعَلَهَا لَكُمْ تَذْكِرَةً وَّتَعِيَهَآ أُذُنٌ وَّاعِيَةٌ ⑫

১৩) যাতে আমি ইয়াক তোমালোকৰ প্ৰতি এটা স্মাৰক কৰিব পাৰোঁ, আৰু যাতে শ্ৰৱণ শক্তি সম্পন্ন জনে ইয়াক মনত ৰাখিব পাৰে।

فَإِذَا نُفِخَ فِي الصُّوْرِ نَفْخَةٌ وَّاحِدَةٌ ⑬

১৪) যাতে, যেতিয়া শিঙাটোত এটা মাত্ৰ প্ৰচণ্ড ধ্বনি কৰা হ'ব,

وَّحُمِلَتِ الْأَرْضُ وَالْجِبَالُ فَدُكَّتَا دَكَّةً وَّاحِدَةً ⑭

১৫) আৰু পৃথিৱীৰ ভূমিমণ্ডল আৰু পৰ্ব্বত বিলাকক ওপৰলৈ উঠাই নিয়া হ'ব আৰু তাৰ পাছত একেলগে ভাঙি চূৰমাৰ কৰা হ'ব,

فَيَوْمَئِذٍ وَّقَعَتِ الْوَاقِعَةُ ⑮

১৬) সেইদিনাই মহান ঘটনাটো ঘটিব।

وَانْشَقَّتِ السَّمَآءُ فَهِيَ يَوْمَئِذٍ وَّاهِيَةٌ ⑯

১৭) আৰু আকাশখন ছিটা-ছিট দি ফাটিব, আৰু সেইদিনা ই বৰ দুৰ্ব্বল হৈ পৰিব।

وَّالْمَلَكُ عَلٰٓى أَرْجَآئِهَا ۚ وَيَحْمِلُ عَرْشَ رَبِّكَ فَوْقَهُمْ يَوْمَئِذٍ ثَمٰنِيَةٌ ⑰

১৮) যেতিয়া ফেৰিস্তা সকল ইয়াৰ সীমাই সীমাই থিয় দি থাকিব, আৰু তেওঁলোকৰ ওপৰত সেইদিনা আঠজন ফেৰিস্তাই তোমালোকৰ প্ৰভুৰ সিংহাসনখন ধৰি থাকিব।

يَوْمَئِذٍ تُعْرَضُوْنَ لَا تَخْفٰى مِنْكُمْ خَافِيَةٌ ⑱

১৯) সেইদিনাখন তোমালোকক আল্লাহৰ আগত হাজিৰ কৰা হ'ব; আৰু তোমালোকৰ গোপনীয় কথাৰ কোনোটোৱেই লুকাই নেথাকিব।

فَأَمَّا مَنْ أُوْتِيَ كِتٰبَهٗ بِيَمِيْنِهٖ ۙ فَيَقُوْلُ هَآؤُمُ اقْرَءُوْا كِتٰبِيَهْ ⑲

২০) তাৰ পিছত, সেইজনৰ ক্ষেত্ৰত যাৰ নথি তেওঁৰ সোঁহাতত দিয়া হ'ব, সেই জনে ক'ব, 'আহাঁ, মোৰ নথি পঢ়াঁ হঁক।

إِنِّيْ ظَنَنْتُ أَنِّيْ مُلٰقٍ حِسَابِيَهْ ⑳

২১) 'নিশ্চয়েই, মই জানিছিলোঁ যে মই মোৰ পৰীক্ষাৰ সম্মুখীন হ'ম।

فَهُوَ فِيْ عِيْشَةٍ رَّاضِيَةٍ ㉑

২২) গতিকে সেইজনে ভোগ কৰিব এটা সুখময় জীৱন,

فِيْ جَنَّةٍ عَالِيَةٍ ㉒

২৩) উচ্চ উদ্যানত,

قُطُوْفُهَا دَانِيَةٌ ㉓

২৪) য'ত থোপাথোপে ফল হাতেৰে ঢুকি পোৱাতে থাকিব।

২৫) তেওঁক এইবুলি কোৱা হ'ব, 'অতীজৰ দিনত তুমি সুকৰ্ম্ম কৰাৰ ফল স্বৰূপে আনন্দেৰে খোৱাইঁক।'

২৬) কিন্তু সেইজনৰ ক্ষেত্ৰত যাৰ নথি তেওঁৰ বাঁও হাতত দিয়া হ'ব, সেইজনে ক'ব, 'অ'! মোক এই নথিখন নিদিয়া হ'লেই ভাল আছিল!

২৭) 'মোৰ পৰীক্ষা নো কি তাকো নজনা হ'লে ভাল আছিল!

২৮) 'অ', মৃত্যুতেই মোৰ অন্ত হোৱা হ'লে ভাল আছিল!

২৯) 'মোৰ ধন সম্পত্তিয়ে মোক কোনো কাম নিদিলে;

৩০) 'মোৰ কৰ্তৃত্ব মোৰ পৰা গুচি গ'ল।'

৩১) ফেৰিস্তা সকলক আদেশ দিয়া হ'বঃ 'সেইজনক ধৰা আৰু শিকলি লগোৱা,

৩২) 'তাৰ পাছত তেওঁক দোজখৰ ভিতৰলৈ নিক্ষেপ কৰাঁ;

৩৩) 'তাৰ পিছত তেওঁক এডাল সত্তৰ কিউবিত দীঘল শিকলিৰে বান্ধি পেলোৱা,

৩৪) 'প্ৰকৃততে, তেওঁ মহান আল্লাহত বিশ্বাস নকৰিছিল,

৩৫) আৰু তেওঁ দৰিদ্ৰক খুওৱাটোত উদগনি নিদিছিল,

৩৬) সেই কাৰণে, আজিৰ দিনা ইয়াত তেওঁৰ কোনো বন্ধু নাই;

৩৭) 'নাইবা কোনো আহাৰ, কেৱল ঘাঁ ধোৱাৰ পানীৰ বাহিৰে,

৩৮) 'যিটো পাপীৰ বাহিৰে আন কোনেও নেখায়।'

كُلُوا وَاشْرَبُوا هَنِيٓـًٔا بِمَآ أَسْلَفْتُمْ فِى الْأَيَّامِ الْخَالِيَةِ ۝٢٤

وَأَمَّا مَنْ أُوتِىَ كِتَٰبَهُۥ بِشِمَالِهِۦ فَيَقُولُ يَٰلَيْتَنِى لَمْ أُوتَ كِتَٰبِيَهْ ۝٢٥

وَلَمْ أَدْرِ مَا حِسَابِيَهْ ۝٢٦

يَٰلَيْتَهَا كَانَتِ الْقَاضِيَةَ ۝٢٧

مَآ أَغْنَىٰ عَنِّى مَالِيَهْ ۝٢٨

هَلَكَ عَنِّى سُلْطَٰنِيَهْ ۝٢٩

خُذُوهُ فَغُلُّوهُ ۝٣٠

ثُمَّ الْجَحِيمَ صَلُّوهُ ۝٣١

ثُمَّ فِى سِلْسِلَةٍ ذَرْعُهَا سَبْعُونَ ذِرَاعًا فَاسْلُكُوهُ ۝٣٢

إِنَّهُۥ كَانَ لَا يُؤْمِنُ بِاللَّهِ الْعَظِيمِ ۝٣٣

وَلَا يَحُضُّ عَلَىٰ طَعَامِ الْمِسْكِينِ ۝٣٤

فَلَيْسَ لَهُ الْيَوْمَ هَٰهُنَا حَمِيمٌ ۝٣٥

وَلَا طَعَامٌ إِلَّا مِنْ غِسْلِينٍ ۝٣٦

لَّا يَأْكُلُهُۥٓ إِلَّا الْخَٰطِـُٔونَ ۝٣٧

৩৯) কিন্তু নহয়, মই শপত খাওঁ, তুমি যি দেখিছা, তাৰ দ্বাৰা,

فَلَآ أُقْسِمُ بِمَا تُبْصِرُونَ ۝

৪০) আৰু তুমি যি দেখা নাই, তাৰ দ্বাৰা।

وَمَا لَا تُبْصِرُونَ ۝

৪১) যে ই সত্যতে, এজন মহৎ পয়গম্বৰে অনা উক্তি,

إِنَّهُۥ لَقَوْلُ رَسُولٍ كَرِيمٍ ۝

৪২) আৰু কোনো কবিৰ বক্তব্য নহয়; তোমালোকে অতি সামান্যই বিশ্বাস কৰা!

وَمَا هُوَ بِقَوْلِ شَاعِرٍ ۚ قَلِيلًا مَّا تُؤْمِنُونَ ۝

৪৩) নাইবা, এইটো কোনো গণকৰ কথাও নহয়, তোমালোকে অতি সামান্যই মনোযোগ দিয়া!

وَلَا بِقَوْلِ كَاهِنٍ ۚ قَلِيلًا مَّا تَذَكَّرُونَ ۝

৪৪) ই সকলো বিশ্বৰ প্ৰভুৰ পৰা অহা এক প্ৰকাশন।

تَنزِيلٌ مِّن رَّبِّ ٱلْعَٰلَمِينَ ۝

৪৫) আৰু তেওঁ যদি নিজে জাল কৰি আমাৰ নামত কোনো বক্তব্যৰ উদ্ধৃতি দিলেহেঁতেন,

وَلَوْ تَقَوَّلَ عَلَيْنَا بَعْضَ ٱلْأَقَاوِيلِ ۝

৪৬) আমি, নিশ্চয়েই, তেওঁক তেওঁৰ সোঁহাতেৰে খামোচ মাৰি ধৰিলোহেঁতেন,

لَأَخَذْنَا مِنْهُ بِٱلْيَمِينِ ۝

৪৭) আৰু তাৰ পিছত, নিশ্চয়েই, আমি তেওঁৰ ডিঙিৰ প্ৰধান সিৰ ডাল কাটি পেলালোহেঁতেন,

ثُمَّ لَقَطَعْنَا مِنْهُ ٱلْوَتِينَ ۝

৪৮) আৰু তোমালোকৰ কোনেও আমাক তেওঁৰ শাস্তি দিয়াৰ পৰা বিৰত ৰাখিব নোৱাৰিলাহেঁতেন।

فَمَا مِنكُم مِّنْ أَحَدٍ عَنْهُ حَٰجِزِينَ ۝

৪৯) আৰু, প্ৰকৃততে, ই হৈছে সৎপথগামী সকলৰ কাৰণে এটা স্মাৰক,

وَإِنَّهُۥ لَتَذْكِرَةٌ لِّلْمُتَّقِينَ ۝

৫০) আৰু, সত্যতে, আমি জানো যে তোমালোকৰ ভিতৰত কিছুমান আছে যি আমাৰ চিহ্ন সমূহ অগ্ৰাহ্য কৰে।

وَإِنَّا لَنَعْلَمُ أَنَّ مِنكُم مُّكَذِّبِينَ ۝

৫১) আৰু, বাস্তৱতে, ই হ'ব অবিশ্বাসী সকলৰ কাৰণে এটা আক্ষেপৰ কাৰণ।

وَإِنَّهُۥ لَحَسْرَةٌ عَلَى ٱلْكَٰفِرِينَ ۝

৫২) আৰু, নিশ্চয়েই, এইটো হৈছে একমাত্ৰ চৰম সত্য।

وَإِنَّهُۥ لَحَقُّ ٱلْيَقِينِ ۝

৫৩) গতিকে তোমালোকৰ মহান প্ৰভুৰ নাম গৌৰৱান্বিত কৰাইঁক।

فَسَبِّحْ بِاسْمِ رَبِّكَ الْعَظِيمِ ﴿٥٢﴾





চুৰা ৭০ AL-MA'ARIJ আল-মাআৰিজ (মক্কাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, কৰুণাময়, আল্লাহৰ নামত।

بِسْمِ اللَّهِ الرَّحْمَٰنِ الرَّحِيمِ ﴿١﴾

২) এজন প্ৰশ্নকৰ্ত্তাই প্ৰশ্ন কৰে আগন্তুক শাস্তিৰ বিষয়ে।

سَأَلَ سَائِلٌ بِعَذَابٍ وَاقِعٍ ﴿٢﴾

৩) যিটো অবিশ্বাসী সকলৰ ওপৰত পৰিব, আৰু কোনেও প্ৰতিৰোধ কৰিব নোৱাৰে।

لِلْكَافِرِينَ لَيْسَ لَهُ دَافِعٌ ﴿٣﴾

৪) ই হৈছে নিৰন্তৰ বৰ্দ্ধমান স্থান সমূহৰ প্ৰভু আল্লাহৰ পৰা।

مِنَ اللَّهِ ذِي الْمَعَارِجِ ﴿٤﴾

৫) ফেৰিস্তা সকল আৰু আত্মাটো সেইজনালৈকে উঠি যায় এদিনত, যাৰ দৈৰ্ঘ্য হ'ল পঞ্চাছ হেজাৰ বছৰ।

تَعْرُجُ الْمَلَائِكَةُ وَالرُّوحُ إِلَيْهِ فِي يَوْمٍ كَانَ
مِقْدَارُهُ خَمْسِينَ أَلْفَ سَنَةٍ ﴿٥﴾

৬) গতিকে প্ৰশংসনীয় ধৈৰ্য্যৰে সৈতে ধৈৰ্য্য ধৰাইঁক।

فَاصْبِرْ صَبْرًا جَمِيلًا ﴿٦﴾

৭) তেওঁলোকে ইয়াক বহুত নিলগত থকা যেন দেখে,

إِنَّهُمْ يَرَوْنَهُ بَعِيدًا ﴿٧﴾

৮) কিন্তু আমি ইয়াক ওচৰত থকা যেন দেখোঁ।

وَنَرَاهُ قَرِيبًا ﴿٨﴾

৯) দিনটো, যেতিয়া আকাশখন গলা তামৰ দৰে হ'ব।

يَوْمَ تَكُونُ السَّمَاءُ كَالْمُهْلِ ﴿٩﴾

১০) আৰু পৰ্ব্বতবোৰ জন্তুৰ নোমৰ থোপাৰ দৰে,

وَتَكُونُ الْجِبَالُ كَالْعِهْنِ ﴿١٠﴾

১১) আৰু এজন বন্ধুৱে বন্ধুৰ খবৰ নল'ব।

وَلَا يَسْأَلُ حَمِيمٌ حَمِيمًا ﴿١١﴾

১২) যদিও তেওঁলোকক ইজনে সিজনক দেখাকৈ ৰখা হ'ব। দোষীজনে সেইদিনৰ শাস্তিৰ

يُبَصَّرُونَهُمْ ۚ يَوَدُّ الْمُجْرِمُ لَوْ يَفْتَدِي مِنْ عَذَابِ

পৰা নিজকে মুক্ত কৰিবলৈ দোষৰ জৰিমনা ৰূপে আগ বঢ়োৱাৰ কথা ভাবিব তেওঁৰ ল'ৰা-ছোৱালীক,

يَوْمِىٕذٍۭ بِبَنِيْهِ ۝١١

১৩) আৰু তেওঁৰ পত্নীক আৰু তেওঁৰ ভ্ৰাতৃক,

وَصَاحِبَتِهٖ وَاَخِيْهِ ۝١٢

১৪) আৰু তেওঁক আশ্ৰয় দিয়া আপোন পৰিয়ালক,

وَفَصِيْلَتِهِ الَّتِيْ تُـْٔوِيْهِ ۝١٣

১৫) আৰু পৃথিৱীত থকা সকলোকে আগ বঢ়াব যদিহে মাত্ৰ তাৰ দ্বাৰা তেওঁ নিজকে বচাব পাৰিলেহেঁতেন।

وَمَنْ فِي الْاَرْضِ جَمِيْعًا ۙ ثُمَّ يُنْجِيْهِ ۝١٤

১৬) কিন্তু নহয়! নিশ্চয়েই, ই হৈছে এটা জুইৰ শিখা,

كَلَّا ۭ اِنَّهَا لَظٰى ۝١٥

১৭) যি গাৰ ছাল দেহাৰ অঙ্গ-প্ৰত্যঙ্গৰ মূৰলৈকে চেলাই দিয়ে।

نَزَّاعَةً لِّلشَّوٰى ۝١٦

১৮) ই মাতিব সেইজনক, যি তেওঁৰ পিঠি ঘূৰাই-ছিল। আৰু পিছ হুহঁকিছিল,

تَدْعُوْا مَنْ اَدْبَرَ وَتَوَلّٰى ۝١٧

১৯) আৰু ধন-সম্পদ গোপনে জমা কৰিছিল আৰু ব্যৱহাৰৰ পৰা আঁতৰাই থৈছিল।

وَجَمَعَ فَاَوْعٰى ۝١٨

২০) প্ৰকৃততে, মানুহ অধৈৰ্য্য আৰু কৃপণ হৈ জন্ম লয়।

اِنَّ الْاِنْسَانَ خُلِقَ هَلُوْعًا ۝١٩

২১) যেতিয়া কষ্টই তেওঁক স্পৰ্শ কৰে, তেওঁ দুঃখত বিহ্বল হৈ পৰে,

اِذَا مَسَّهُ الشَّرُّ جَزُوْعًا ۝٢٠

২২) কিন্তু যেতিয়া তেওঁৰ ভাগ্যত ভাল ঘটে, তেওঁ কৃপণ হৈ পৰে;

وَّاِذَا مَسَّهُ الْخَيْرُ مَنُوْعًا ۝٢١

২৩) যি সকলে প্ৰাৰ্থনা কৰে তেওঁলোকৰ বাহিৰে,

اِلَّا الْمُصَلِّيْنَ ۝٢٢

২৪) যি সকল উপাসনাত দৃঢ়;

الَّذِيْنَ هُمْ عَلٰى صَلَاتِهِمْ دَاۗىِٕمُوْنَ ۝٢٣

২৫) আৰু সেইসকল যাৰ সম্পত্তিত এটা নিৰ্দ্ধাৰিত অংশ আছে—

وَالَّذِيْنَ فِيْٓ اَمْوَالِهِمْ حَقٌّ مَّعْلُوْمٌ ۝٢٤

২৬) ভিক্ষাৰীৰ কাৰণে আৰু ভিক্ষা নকৰা নিঃকিনৰ কাৰণে—

لِّلسَّاۗىِٕلِ وَالْمَحْرُوْمِ ۝٢٥

২৭) আৰু সেইসকলৰ যি বিচাৰৰ দিনটোৰ বাস্তৱতাত বিশ্বাস কৰে;

وَالَّذِينَ يُصَدِّقُونَ بِيَوْمِ الدِّينِ

২৮) আৰু সেইসকল যি তেওঁলোকৰ প্ৰভুৰ শাস্তিলৈ ভয় কৰে—

وَالَّذِينَ هُمْ مِنْ عَذَابِ رَبِّهِمْ مُشْفِقُونَ

২৯) প্ৰকৃততে, তেওঁলোকৰ প্ৰভুৰ শাস্তিৰ বিৰুদ্ধে কোনো ৰক্ষাৰ উপায় নাই—

إِنَّ عَذَابَ رَبِّهِمْ غَيْرُ مَأْمُونٍ

৩০) আৰু সেইসকল যি তেওঁলোকৰ গুপ্ত অঙ্গ আবৰি ৰাখে সকলোৰে পৰা—

وَالَّذِينَ هُمْ لِفُرُوجِهِمْ حَافِظُونَ

৩১) কেৱল তেওঁলোকৰ পত্নী আৰু দাসী সকলৰ বাহিৰে;

إِلَّا عَلَىٰ أَزْوَاجِهِمْ أَوْ مَا مَلَكَتْ أَيْمَانُهُمْ فَإِنَّهُمْ غَيْرُ مَلُومِينَ

৩২) কিন্তু যি সকলে ইয়াৰ অতিক্ৰম কৰিবলৈ বিচাৰে, এওঁলোকেই হ'ল আইনলঙ্ঘনকাৰী—

فَمَنِ ابْتَغَىٰ وَرَاءَ ذَٰلِكَ فَأُولَٰئِكَ هُمُ الْعَادُونَ

৩৩) আৰু সেইসকল যি তেওঁলোকৰ জিম্মা আৰু চুক্তি বিলাকৰ বিষয়ে সাৱধান;

وَالَّذِينَ هُمْ لِأَمَانَاتِهِمْ وَعَهْدِهِمْ رَاعُونَ

৩৪) আৰু সেইসকল যি তেওঁলোকৰ সাক্ষীত সত্যবাদী,

وَالَّذِينَ هُمْ بِشَهَادَاتِهِمْ قَائِمُونَ

৩৫) আৰু সেইসকল যি উপাসনা পালনত নিয়মনিষ্ঠ।

وَالَّذِينَ هُمْ عَلَىٰ صَلَاتِهِمْ يُحَافِظُونَ

৩৬) এওঁলোকেই থাকিব উদ্যানে সমূহত সম্মা নেৰে।

أُولَٰئِكَ فِي جَنَّاتٍ مُكْرَمُونَ

৩৭) কিন্তু যি সকলে অবিশ্বাস কৰে তেওঁলোকৰনো কি হৈছে যে তেওঁলোক উধাতু খাই তোমাৰ ফালে আহে,

فَمَالِ الَّذِينَ كَفَرُوا قِبَلَكَ مُهْطِعِينَ

৩৮) সোঁফালৰ পৰা আৰু বাঁওফালৰ পৰা, বেলেগ বেলেগ দলত?

عَنِ الْيَمِينِ وَعَنِ الشِّمَالِ عِزِينَ

৩৯) তেওঁলোকৰ মাজত প্ৰত্যেকে চৰম সুখৰ উদ্যানত প্ৰৱেশ কৰিবলৈ আশা কৰে নে কি?

أَيَطْمَعُ كُلُّ امْرِئٍ مِنْهُمْ أَنْ يُدْخَلَ جَنَّةَ نَعِيمٍ

৪০) কেতিয়াও নহয়! আমি তেওঁলোকক কিহেৰে সৃষ্টি কৰিছোঁ তেওঁলোক জানে।

كَلَّا ۖ إِنَّا خَلَقْنَاهُمْ مِمَّا يَعْلَمُونَ

৪১) কিন্তু নহয়! মই সকলো পূব আৰু পশ্চিমৰ প্ৰভুজনাৰ নামত শপত খাওঁ যে আমাৰ শক্তি আছে,

فَلَآ أُقۡسِمُ بِرَبِّ ٱلۡمَشَٰرِقِ وَٱلۡمَغَٰرِبِ إِنَّا لَقَٰدِرُونَ ۝٤٠

৪২) তেওঁলোকৰ ঠাইত তেওঁলোকতকৈ উত্তম আন মানৱ আনিবৰ, আৰু কোনেও আমাক আমাৰ পৰিকল্পনা কাৰ্য্যকৰী কৰাত বিফল কৰিব নোৱাৰে।

عَلَىٰٓ أَن نُّبَدِّلَ خَيۡرًا مِّنۡهُمۡ وَمَا نَحۡنُ بِمَسۡبُوقِينَ ۝٤١

৪৩) গতিকে তেওঁলোকক অবান্তৰ কথাত আৰু আমোদ-প্ৰমোদত ব্যস্ত থাকিবলৈ এৰি দিয়া, তেওঁলোকক অঙ্গীকাৰ কৰি থোৱা দিনটোৰ লগত তেওঁলোকৰ সাক্ষাত নোহোৱালৈকে,

فَذَرۡهُمۡ يَخُوضُواْ وَيَلۡعَبُواْ حَتَّىٰ يُلَٰقُواْ يَوۡمَهُمُ ٱلَّذِي يُوعَدُونَ ۝٤٢

৪৪) সেই দিনটো, যেতিয়া তেওঁলোক লৰা-লৰিকৈ ওলাই আহিব তেওঁলোকৰ কবৰৰ পৰা, যেন তেওঁলোকৰ পতাকাৰ তলত থিয় দিবলৈ,

يَوۡمَ يَخۡرُجُونَ مِنَ ٱلۡأَجۡدَاثِ سِرَاعًا كَأَنَّهُمۡ إِلَىٰ نُصُبٖ يُوفِضُونَ ۝٤٣

৪৫) তেওঁলোকৰ চকু তললৈ কৰি; আৰু অপমানে তেওঁলোকক ঢাকি থোৱা অৱস্থাত। এনেকুৱাই হ'ব তেওঁলোকৰ অঙ্গীকাৰ কৰা দিনটো।

خَٰشِعَةً أَبۡصَٰرُهُمۡ تَرۡهَقُهُمۡ ذِلَّةٞۚ ذَٰلِكَ ٱلۡيَوۡمُ ٱلَّذِي كَانُواْ يُوعَدُونَ ۝٤٤

سُوْرَةُ نُوْحٍ مَكِّيَّةٌ

চুৰা ৭১ NUH নুহ (মক্কাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, কৰুণাময়, আল্লাহৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

২) আমি নুহক তেওঁৰ জাতিলৈ পঠিয়াইছিলোঁ এই আদেশেৰেঃ 'তোমাৰ জাতিক তেওঁলোকৰ ওপৰত এটা দুঃখকৰ শাস্তি আহি পৰাৰ আগতে সতৰ্ক কৰি দিয়া।'

إِنَّآ أَرْسَلْنَا نُوْحًا إِلٰى قَوْمِهٖٓ أَنْ أَنْذِرْ قَوْمَكَ مِنْ قَبْلِ أَنْ يَّأْتِيَهُمْ عَذَابٌ أَلِيْمٌ ②

৩) তেওঁ ক'লে, 'হে' মোৰ জাতি! নিশ্চয়েই, মই তোমালোকলৈ এজন সাধাৰণ সতৰ্ককাৰী,

قَالَ يٰقَوْمِ إِنِّيْ لَكُمْ نَذِيْرٌ مُّبِيْنٌ ③

৪) 'যে তোমালোকে আল্লাহৰ সেৱা কৰাঁ আৰু সেইজনাৰ প্ৰতি তোমালোকৰ কৰ্ত্তব্যৰ বিষয়ে সজাগ থাকা আৰু মোৰ বাধ্য হোৱাঁ,

أَنِ اعْبُدُوا اللّٰهَ وَاتَّقُوْهُ وَأَطِيْعُوْنِ ④

৫) 'সেইজনাই তোমালোকৰ পাপ ক্ষমা কৰিব আৰু তোমালোকক এটা নিৰ্দ্দিষ্ট সময়লৈকে অব্যাহতি দিব।' প্ৰকৃততে, আল্লাহে নিৰ্দ্ধাৰিত কৰা সময়টো, এবাৰ আহি পালে, স্থগিত ৰাখিব নোৱাৰি, যদিহে তোমালোকে জানিলাহেঁতেন।'

يَغْفِرْ لَكُمْ مِّنْ ذُنُوْبِكُمْ وَيُؤَخِّرْكُمْ إِلٰٓى أَجَلٍ مُّسَمًّى ۚ إِنَّ أَجَلَ اللّٰهِ إِذَا جَآءَ لَا يُؤَخَّرُ ۘ لَوْ كُنْتُمْ تَعْلَمُوْنَ ⑤

৬) তেওঁ কৈছিল, 'মোৰ প্ৰভু, মই মোৰ জাতিক ৰাতিয়ে দিনে মাতিছোঁ,

قَالَ رَبِّ إِنِّيْ دَعَوْتُ قَوْمِيْ لَيْلًا وَّنَهَارًا ⑥

৭) কিন্তু মোৰ তেওঁলোকক মতাই কেৱল মোৰ পৰা আৰু বেছিকৈ আঁতৰি যোৱা হে কৰিছে;

فَلَمْ يَزِدْهُمْ دُعَآءِيْٓ إِلَّا فِرَارًا ⑦

৮) আৰু প্ৰত্যেক বাৰে মই তেওঁলোকক তুমি ক্ষমা কৰিব পাৰা বুলি মাতোঁতে, তেওঁলোকে তেওঁলোকৰ কাণত আঙুলি ভৰাই দিলে, আৰু নিজকে তেওঁলোকৰ পোচাকেৰে ভালদৰে ঢাকি পেলালে, আৰু তেওঁলোকৰ দুষ্ট ব্যৱহাৰত লাগি থাকিল আৰু ঘৃণাৰে সৈতে অহঙ্কাৰ কৰিছিল।

وَإِنِّيْ كُلَّمَا دَعَوْتُهُمْ لِتَغْفِرَ لَهُمْ جَعَلُوْٓا أَصَابِعَهُمْ فِيْٓ اٰذَانِهِمْ وَاسْتَغْشَوْا ثِيَابَهُمْ وَأَصَرُّوْا وَاسْتَكْبَرُوا اسْتِكْبَارًا ⑧

৯) তেতিয়া, মই তেওঁলোকক সততালৈ প্ৰকাশ্য আহ্বান কৰিলোঁ,

ثُمَّ إِنِّيْ دَعَوْتُهُمْ جِهَارًا ⑨

১০) তাৰ পিছত ৰাজহুৱা বাবে তেওঁলোকলৈ ধৰ্ম্ম প্ৰচাৰ কৰিলোঁ, আৰু গোপনে তেওঁলোকলৈ গোহাৰি জনালোঁ।'

ثُمَّ اِنِّیۡۤ اَعۡلَنۡتُ لَهُمۡ وَ اَسۡرَرۡتُ لَهُمۡ اِسۡرَارًا ۙ﴿۱۰﴾

১১) আৰু মই কলোঁ, 'তোমালোকৰ প্ৰভুৰ ক্ষমা বিচৰা ; কাৰণ সেইজনাই হৈছে মহাক্ষমাদায়ক ;

فَقُلۡتُ اسۡتَغۡفِرُوۡا رَبَّکُمۡ ؕ اِنَّهٗ کَانَ غَفَّارًا ﴿۱۱﴾

১২) 'সেইজনাই তোমালোকলৈ প্ৰচুৰ পৰিমাণে বৰষুণ নমাই পঠাব।

یُّرۡسِلِ السَّمَآءَ عَلَیۡکُمۡ مِّدۡرَارًا ﴿۱۲﴾

১৩) আৰু সেইজনাই তোমালোকৰ সম্পদৰ বৃদ্ধি আৰু ল'ৰা-ছোৱালী দান কৰিব আৰু তোমালোকৰ কাৰণে বহু বাগিচা গজি উঠিবলৈ দিব আৰু তোমালোকৰ কাৰণে বহুত নদী ববলৈ দিব।

وَّ یُمۡدِدۡکُمۡ بِاَمۡوَالٍ وَّ بَنِیۡنَ وَ یَجۡعَلۡ لَّکُمۡ جَنّٰتٍ وَّ یَجۡعَلۡ لَّکُمۡ اَنۡهٰرًا ﴿۱۳﴾

১৪) 'তোমালোকৰ কি হৈছে যে তোমালোকে আল্লাহৰ পৰা উচ্চস্থান আৰু জ্ঞান লাভ কৰিবলৈ আশা নকৰা ?

مَا لَکُمۡ لَا تَرۡجُوۡنَ لِلّٰهِ وَقَارًا ﴿۱۴﴾

১৫) 'আৰু সেইজনাই তোমালোকক বিভিন্ন আকাৰত আৰু বিভিন্ন অৱস্থাত সৃষ্টি কৰিছে।

وَ قَدۡ خَلَقَکُمۡ اَطۡوَارًا ﴿۱۵﴾

১৬) তোমালোকে দেখা নাই নে আল্লাহে কি দৰে সাতখন স্বৰ্গ নিখুঁত ঐক্যত সৃষ্টি কৰিছে,

اَلَمۡ تَرَوۡا کَیۡفَ خَلَقَ اللّٰهُ سَبۡعَ سَمٰوٰتٍ طِبَاقًا ﴿۱۶﴾

১৭) 'আৰু চন্দ্ৰটোক স্থাপন কৰিছে, তাত এটা পোহৰ, আৰু সূৰ্য্যটোক এটা প্ৰদীপ ৰূপে সাজিছে ?

وَّ جَعَلَ الۡقَمَرَ فِیۡهِنَّ نُوۡرًا وَّ جَعَلَ الشَّمۡسَ سِرَاجًا ﴿۱۷﴾

১৮) আৰু আল্লাহে তোমালোকক পৃথিৱীৰ বুকুৰ পৰা গজি ওলাবলৈ দিছে এক শুভ গঠন ৰূপে।

وَ اللّٰهُ اَنۡۢبَتَکُمۡ مِّنَ الۡاَرۡضِ نَبَاتًا ﴿۱۸﴾

১৯) 'তাৰ পিছত সেইজনাই তোমালোকৰ তালৈ ঘূৰি যাবলৈ দিব, আৰু সেইজনাই তোমালোকক উলিয়াই আনিব এক নতুন আৰ্বিভাৱ ৰূপে।

ثُمَّ یُعِیۡدُکُمۡ فِیۡهَا وَ یُخۡرِجُکُمۡ اِخۡرَاجًا ﴿۱۹﴾

২০) 'আৰু আল্লাহে এই পৃথিৱীখন তোমালোকৰ কাৰণে এখন বহল সমতল ৰূপে গঢ়িছে,

وَ اللّٰهُ جَعَلَ لَکُمُ الۡاَرۡضَ بِسَاطًا ﴿۲۰﴾

২১) যাতে তোমালোকে তাত আহল-বহল বাট পথেৰে যাতায়ত কৰিব পাৰা ’

لِّتَسْلُكُوا مِنْهَا سُبُلًا فِجَاجًا ﴿٢٠﴾

২২) তাৰ পিছত নুহে ক’লে, ‘মোৰ প্ৰভু, তেওঁলোকে মোৰ অবাধ্যতা কৰিছে, আৰু সম্পত্তি আৰু ল’ৰা-ছোৱালীৰ পৰা ক্ষতিগ্ৰস্ত হোৱা এজনক অনুসৰণ কৰিছে।

قَالَ نُوحٌ رَّبِّ إِنَّهُمْ عَصَوْنِي وَاتَّبَعُوا مَن لَّمْ يَزِدْهُ مَالُهُ وَوَلَدُهُ إِلَّا خَسَارًا ﴿٢١﴾

২৩) ‘আৰু তেওঁলোকে এটা শক্তিশালী কৰ্ম্মপন্থা পাঙিছে।’

وَمَكَرُوا مَكْرًا كُبَّارًا ﴿٢٢﴾

২৪) “আৰু তেওঁলোকে ইজনে সিজনক কয়, ‘তোমালোকৰ ঈশ্বৰ সমূহক পৰিত্যাগ নকৰিবা, আৰু ৱাড্‌ বা চুৱা, বা য়াগুঠ আৰু য়াউক আৰু নাছৰক পৰিত্যাগ নকৰিবা।”

وَقَالُوا لَا تَذَرُنَّ آلِهَتَكُمْ وَلَا تَذَرُنَّ وَدًّا وَلَا سُوَاعًا وَلَا يَغُوثَ وَيَعُوقَ وَنَسْرًا ﴿٢٣﴾

২৫) ‘আৰু সিহঁতে বহুতক আওবাটে লৈ গৈছে; গতিকে তুমি ভ্ৰান্ত পথগামী সকলক ভ্ৰান্তিৰ বাহিৰে আন একোতে বাঢ়িবলৈ নিদিবা।’

وَقَدْ أَضَلُّوا كَثِيرًا ۖ وَلَا تَزِدِ الظَّالِمِينَ إِلَّا ضَلَالًا ﴿٢٤﴾

২৬) সিহঁতৰ পাপৰ কাৰণে সিহঁতক জলমগ্ন কৰা হ’ল আৰু অগ্নিকুন্ডত সোমাবলৈ বাধ্য কৰা হ’ল। আৰু সিহঁতে আল্লাহৰ বিৰুদ্ধে সিহঁতক সহায় কৰা কাকো নেপালে।

مِّمَّا خَطِيئَاتِهِمْ أُغْرِقُوا فَأُدْخِلُوا نَارًا فَلَمْ يَجِدُوا لَهُم مِّن دُونِ اللَّهِ أَنصَارًا ﴿٢٥﴾

২৭) আৰু নুহে ক’লে, ‘মোৰ প্ৰভু, এই দেশত অবিশ্বাসী সকলৰ মাজৰ পৰা এজনো বাসিন্দা থাকিবলৈ নিদিবা;

وَقَالَ نُوحٌ رَّبِّ لَا تَذَرْ عَلَى الْأَرْضِ مِنَ الْكَافِرِينَ دَيَّارًا ﴿٢٦﴾

২৮) ‘কিয়নো, তুমি যদি সিহঁতক এৰি দিয়া, সিহঁতে মাত্ৰ তোমাৰ ভৃত্য সকলক আওবাটে নিব আৰু পাপী আৰু অবিশ্বাসীৰ বাহিৰে আন কোনো উৎপন্ন নহ’ব;

إِنَّكَ إِن تَذَرْهُمْ يُضِلُّوا عِبَادَكَ وَلَا يَلِدُوا إِلَّا فَاجِرًا كَفَّارًا ﴿٢٧﴾

২৯) ‘মোৰ প্ৰভু মোক আৰু মোৰ পিতৃ-মাতৃক ক্ষমা কৰা আৰু সেইজনক যি মোৰ গৃহত এজন বিশ্বাসী ৰূপে প্ৰৱেশ কৰে, আৰু বিশ্বাসী নাৰী সকলক; আৰু তুমি দোষী সকলক ধ্বংসৰ বাহিৰে আন একোতে বাঢ়িবলৈ নিদিবা।’

رَّبِّ اغْفِرْ لِي وَلِوَالِدَيَّ وَلِمَن دَخَلَ بَيْتِيَ مُؤْمِنًا وَلِلْمُؤْمِنِينَ وَالْمُؤْمِنَاتِ وَلَا تَزِدِ الظَّالِمِينَ إِلَّا تَبَارًا ﴿٢٨﴾

১) সুপ্ৰসন্ন, কৰুণাময়, আল্লাহৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ﴿١﴾

২) কোৱা, ''মোলৈ এই বুলি প্ৰকাশ কৰা হৈছে যে এদল জিন্-আনখন শুনিছিল আৰু তেওঁলোকে কৈছিলঃ 'সত্যতে, আমি এখন আশ্চৰ্য্যজনক কোৰ্-আন শুনিলোঁ,

قُلْ اُوْحِيَ اِلَيَّ اَنَّهُ اسْتَمَعَ نَفَرٌ مِّنَ الْجِنِّ فَقَالُوْٓا
اِنَّا سَمِعْنَا قُرْاٰنًا عَجَبًا ﴿٢﴾

৩) 'ই সৎপথলৈ বাট দেখুৱায়; সেই কাৰণে আমি ইয়াত বিশ্বাস আনিছোঁ, আৰু আমি প্ৰভুৰ সৈতে কাকো সমকক্ষ নকৰোঁ।

يَّهْدِيْٓ اِلَى الرُّشْدِ فَاٰمَنَّا بِهٖ ؕ وَلَنْ نُّشْرِكَ بِرَبِّنَآ
اَحَدًا ﴿٣﴾

৪) 'সত্য কথাটো হ'ল—আমাৰ প্ৰভুৰ গৌৰৱ অতিশয় উচ্চ হওক—সেইজনাই নিজলৈ পত্নী লোৱা নাই, বা পুত্ৰও লোৱা নাই,

وَّاَنَّهٗ تَعٰلٰى جَدُّ رَبِّنَا مَا اتَّخَذَ صَاحِبَةً وَّلَا وَلَدًا ﴿٤﴾

৫) 'আৰু যে আমাৰ ভিতৰৰ মূৰ্খসকলে আল্লাহৰ বিষয়ে অত্যধিক মিছা কথা কৈছিল,

وَّاَنَّهٗ كَانَ يَقُوْلُ سَفِيْهُنَا عَلَى اللّٰهِ شَطَطًا ﴿٥﴾

৬) 'আৰু আমি ভাবিছিলোঁ যে মানৱ আৰু জিন-এ আল্লাহৰ বিষয়ে কেতিয়াও এটা মিছা কথা নক'ব,

وَّاَنَّا ظَنَنَّآ اَنْ لَّنْ تَقُوْلَ الْاِنْسُ وَالْجِنُّ عَلَى اللّٰهِ
كَذِبًا ﴿٦﴾

৭) 'আৰু, বাস্তৱতে, সাধাৰণ মানুহৰ কিছুমানে জিনৰ ভিতৰৰ কিছুমান মানুহৰ পৰা সহায় বিচৰা অভ্যাস কৰিছিল, আৰু সেইদৰে তেওঁলোকে জিনৰ দম্ভৰ মাত্ৰা আৰু বাঢ়িবলৈ দিছিল,

وَّاَنَّهٗ كَانَ رِجَالٌ مِّنَ الْاِنْسِ يَعُوْذُوْنَ بِرِجَالٍ
مِّنَ الْجِنِّ فَزَادُوْهُمْ رَهَقًا ﴿٧﴾

৮) আৰু, বাস্তৱতে, তেওঁলোকে ভাবিছিল, যিদৰে তোমালোকে ভাবা, যে আল্লাহে কেতিয়াও কোনো পয়গম্বৰৰ আবিৰ্ভাৱ নকৰাব,

وَّاَنَّهُمْ ظَنُّوْا كَمَا ظَنَنْتُمْ اَنْ لَّنْ يَّبْعَثَ اللّٰهُ اَحَدًا ﴿٨﴾

৯) 'আৰু আমি আকাশ ঢুকি পাবলৈ চেষ্টা কৰিছিলোঁ, কিন্তু আমি ইয়াক শক্তিশালী প্ৰহৰী সকল আৰু প্ৰবল গতিৰে নিক্ষেপিত গ্ৰহ-নক্ষত্ৰৰে ভৰপূৰ পালোঁ,

وَّاَنَّا لَمَسْنَا السَّمَآءَ فَوَجَدْنٰهَا مُلِئَتْ حَرَسًا
شَدِيْدًا وَّشُهُبًا ﴿٩﴾

১০) 'আৰু আমি ইয়াৰ কিছুমান আসনত বহি শুনা অভ্যাস কৰিছিলোঁ, কিন্তু এতিয়া যেয়েই এইদৰে শুনাৰ চেষ্টা কৰে তেওঁ এটা দ্রুত গতিৰে ধাবিত নক্ষত্র তেওঁৰ কাৰণে গোপনে ৰৈ থকা পায়,

وَّأَنَّا كُنَّا نَقْعُدُ مِنْهَا مَقَاعِدَ لِلسَّمْعِ ۖ فَمَن يَسْتَمِعِ الْآنَ يَجِدْ لَهُ شِهَابًا رَّصَدًا ﴿١٠﴾

১১) আৰু আমি নেজানো পৃথিৱীত থকা সকলৰ কাৰণে দুৰ্ভাগ্য ঘটাটোৱেই ইচ্ছা নে তেওঁলোকৰ প্ৰভুৱে তেওঁলোকৰ ওপৰত সুপথ প্ৰদৰ্শন দান কৰাৰ মনস্থ কৰিছে,

وَأَنَّا لَا نَدْرِي أَشَرٌّ أُرِيدَ بِمَن فِي الْأَرْضِ أَمْ أَرَادَ بِهِمْ رَبُّهُمْ رَشَدًا ﴿١١﴾

১২) 'আৰু আমাৰ ভিতৰত কিছুমান সৎপথাৱলম্বী আৰু আমাৰ ভিতৰৰে কিছুমান আন ধৰণৰ—আমি বিভিন্ন পথ অনুসৰণ কৰা কিছুমান সম্প্ৰদায়,

وَأَنَّا مِنَّا الصَّالِحُونَ وَمِنَّا دُونَ ذَٰلِكَ ۖ كُنَّا طَرَائِقَ قِدَدًا ﴿١٢﴾

১৩) 'আৰু আমি জানো যে আমি পৃথিৱীত আল্লাহৰ অভিপ্ৰায় বিফল কৰিব নোৱাৰোঁ, আনহাতে সেইজনাৰ পৰা পলাই সাৰিব নোৱাৰোঁ,

وَأَنَّا ظَنَنَّا أَن لَّن نُّعْجِزَ اللَّهَ فِي الْأَرْضِ وَلَن نُّعْجِزَهُ هَرَبًا ﴿١٣﴾

১৪) 'গতিকে যেতিয়া আমি সুপথ প্ৰদৰ্শনলৈ কৰা আহ্বান শুনিলোঁ, আমি ইয়াত বিশ্বাস আনিলোঁ। আৰু সেইজনাৰ, যি তেওঁৰ প্ৰভুত বিশ্বাস আনে, কোনো ক্ষতি বা অন্যায়ৰ ভয় নাই;

وَأَنَّا لَمَّا سَمِعْنَا الْهُدَىٰ آمَنَّا بِهِ ۖ فَمَن يُؤْمِن بِرَبِّهِ فَلَا يَخَافُ بَخْسًا وَلَا رَهَقًا ﴿١٤﴾

১৫) 'আৰু আমাৰ কিছুমান আল্লাহৰ বশ হয় আৰু আমাৰ কিছুমান শুদ্ধ পথৰ পৰা আঁতৰি গৈছে।' আৰু যি সকলে আল্লাহৰ বশ হয়—তেওঁলোকহে মাত্ৰ শুদ্ধ পথৰ সন্ধানত থাকে,

وَأَنَّا مِنَّا الْمُسْلِمُونَ وَمِنَّا الْقَاسِطُونَ ۖ فَمَنْ أَسْلَمَ فَأُولَٰئِكَ تَحَرَّوْا رَشَدًا ﴿١٥﴾

১৬) আৰু যি সকলে শুদ্ধ পথৰ পৰা আঁতৰি যায়, তেওঁলোকেই হয় দোজখৰ ইন্ধন।

وَأَمَّا الْقَاسِطُونَ فَكَانُوا لِجَهَنَّمَ حَطَبًا ﴿١٦﴾

১৭) আৰু যদি মক্কাত অবিশ্বাসী সকল শুদ্ধ পথত থাকে, আমি, নিশ্চয়েই, তেওঁলোকৰ কাৰণে প্ৰচুৰ খোৱা পানীৰ যোগান ধৰিম,

وَأَن لَّوِ اسْتَقَامُوا عَلَى الطَّرِيقَةِ لَأَسْقَيْنَاهُم مَّاءً غَدَقًا ﴿١٧﴾

১৮) যাতে আমি তাৰে সৈতে তেওঁলোকক পৰীক্ষা কৰিব পাৰোঁ। আৰু যি জনেই তেওঁৰ প্ৰভুৰ স্মৰণৰ পৰা আঁতৰি যায়, সেইজনাই তেওঁক এটা অতিমাত্ৰা কঠোৰ শাস্তিলৈ খেদি পঠিয়াব।

لِّنَفْتِنَهُمْ فِيهِ ۚ وَمَن يُعْرِضْ عَن ذِكْرِ رَبِّهِ يَسْلُكْهُ عَذَابًا صَعَدًا ﴿١٨﴾

وَّاَنَّ الْمَسٰجِدَ لِلّٰهِ فَلَا تَدْعُوْا مَعَ اللّٰهِ اَحَدًا ﴿١٨﴾

১৯) আৰু সকলো উপাসনাৰ স্থল আল্লাহৰ অধিকাৰত থাকে; গতিকে আল্লাহৰ বাহিৰে আন কাকো সম্বোধন নকৰিব।

وَّاَنَّهٗ لَمَّا قَامَ عَبْدُ اللّٰهِ يَدْعُوْهُ كَادُوْا يَكُوْنُوْنَ عَلَيْهِ لِبَدًا ﴿١٩﴾

২০) আৰু যেতিয়া আল্লাহৰ ভৃত্যজনে সেই জনালৈ প্ৰাৰ্থনা কৰি থিয় দিয়ে, তেওঁলোকে তেওঁৰ চাৰিওফালে এনেভাৱে আগুৰি ধৰে যে তেওঁৰ উশাহ নেপাই মৃত্যু হবলগীয়া হয়।

قُلْ اِنَّمَآ اَدْعُوْا رَبِّيْ وَلَآ اُشْرِكُ بِهٖٓ اَحَدًا ﴿٢٠﴾

২১) কোৱা, 'মই মোৰ প্ৰভুলৈহে মাত্ৰ প্ৰাৰ্থনা কৰোঁ, আৰু মই সেইজনাৰ সৈতে আন কাকো সমকক্ষ নকৰোঁ।

قُلْ اِنِّيْ لَآ اَمْلِكُ لَكُمْ ضَرًّا وَّلَا رَشَدًا ﴿٢١﴾

২২) কোৱা, 'মোৰ তোমালোকৰ অপকাৰ বা হিত কৰাৰ কোনো শক্তি নাই।'

قُلْ اِنِّيْ لَنْ يُّجِيْرَنِيْ مِنَ اللّٰهِ اَحَدٌ ۙ وَّلَنْ اَجِدَ مِنْ دُوْنِهٖ مُلْتَحَدًا ﴿٢٢﴾

২৩) কোৱা, 'নিশ্চয়েই, মোক আল্লাহৰ শাস্তিৰ বিৰুদ্ধে কোনেও ৰক্ষা কৰিব নোৱাৰে, নাইবা আল্লাহৰ বাহিৰে আন ক'তো মই আশ্ৰয়স্থান পাব নোৱাৰোঁ।'

اِلَّا بَلٰغًا مِّنَ اللّٰهِ وَرِسٰلٰتِهٖ ۗ وَمَنْ يَّعْصِ اللّٰهَ وَرَسُوْلَهٗ فَاِنَّ لَهٗ نَارَ جَهَنَّمَ خٰلِدِيْنَ فِيْهَآ اَبَدًا ﴿٢٣﴾

২৪) মোৰ দায়িত্ব হ'ল মাথোন আল্লাহে মোলৈ যি প্ৰকাশ কৰিছে আৰু সেইজনাৰ বাৰ্ত্তা সমূহ বহন কৰা।' আৰু যি সকলে আল্লাহ্ আৰু সেইজনাৰ পয়গম্বৰৰ অবাধ্যতা কৰে, নিশ্চয়েই, তেওঁলোকৰ কাৰণে আছে দোজখৰ অগ্নিকুণ্ডটো, য'ত তেওঁলোক দীৰ্ঘ সময় ব্যাপী বাস কৰিব।

حَتّٰٓى اِذَا رَاَوْا مَا يُوْعَدُوْنَ فَسَيَعْلَمُوْنَ مَنْ اَضْعَفُ نَاصِرًا وَّاَقَلُّ عَدَدًا ﴿٢٤﴾

২৫) তেওঁলোকে তেওঁলোকৰ অবিশ্বাস অব্যাহত ৰাখিব তেওঁলোকক প্ৰতিশ্ৰুতি দিয়া বস্তুটো নেদেখালৈকে, কিন্তু তেওঁলোকে সোনকালেই জানিব কোন পক্ষ সহায়কাৰী পোৱাত দুৰ্ব্বল আৰু সংখ্যাত কম।

قُلْ اِنْ اَدْرِيْٓ اَقَرِيْبٌ مَّا تُوْعَدُوْنَ اَمْ يَجْعَلُ لَهٗ رَبِّيْٓ اَمَدًا ﴿٢٥﴾

২৬) কোৱা, 'মই নেজানো তোমালোকক প্ৰতিশ্ৰুতি দিয়া বস্তুটো নিকটবৰ্ত্তী নে মোৰ প্ৰভুৱে ইয়াৰ কাৰণে দূৰ ভৱিষ্যৎ নিৰ্দ্ধাৰণ কৰিছে।'

২৭) সেইজনাই হৈছে সকলো অদৃশ্য কথাৰ সৰ্ব্বজান; আৰু সেইজনাই তেওঁৰ গুপ্ত কথা কালৈকো প্ৰকাশ নকৰে,

عٰلِمُ الْغَيْبِ فَلَا يُظْهِرُ عَلٰى غَيْبِهٖٓ اَحَدًاۙ ۝٢٦

২৮) কেৱল সেইজনাৰ নিজে বাচি লোৱা পয়গম্বৰৰ বাহিৰে। আৰু তেতিয়া তেওঁৰ ৰক্ষক ৰূপে সেইজনাই এদল প্ৰহৰী স্বৰূপে ফেৰিস্তা তেওঁৰ সমুখত আৰু পশ্চাতত যোৱাৰ নিৰ্দ্দেশ দিয়ে,

اِلَّا مَنِ ارْتَضٰى مِنْ رَّسُوْلٍ فَاِنَّهٗ يَسْلُكُ مِنْۢ بَيْنِ يَدَيْهِ وَمِنْ خَلْفِهٖ رَصَدًاۙ ۝٢٧

২৯) যাতে সেইজনাই জানিব পাৰে যে তেওঁৰ পয়গম্বৰ সকলে তেওঁলোকক প্ৰভুৰ বাৰ্ত্তাসমূহ জ্ঞাপন কৰিলে। আৰু সেইজনাই তেওঁলোকক সৈতে থকা সকলো কথা বেষ্টন কৰি থাকে আৰু সেইজনাই সকলো বস্তুৰ গণনা ৰাখে।

لِّيَعْلَمَ اَنْ قَدْ اَبْلَغُوْا رِسٰلٰتِ رَبِّهِمْ وَاَحَاطَ بِمَا لَدَيْهِمْ وَاَحْصٰى كُلَّ شَيْءٍ عَدَدًا ۝٢٨

سُورَةُ الْمُزَّمِّلِ مَكِّيَّةٌ

চুৰা ৭৩ AL-MUZZAMMIL আল-মোজ্জামিল (মক্কাত অৱতীৰ্ণ)

| | |
|---|---|
| ১) সুপ্ৰসন্ন, করুণাময়, আল্লাহৰ নামত। | بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ① |
| ২) হে তুমি যি গধুৰ দায়িত্ব বহন কৰিছা, | يٰاَيُّهَا الْمُزَّمِّلُ ② |
| ৩) নিশাত প্ৰাৰ্থনাত থিয় দিয়া, কেৱল তাৰ কিছু সময়ৰ বাহিৰে— | قُمِ الَّيْلَ اِلَّا قَلِيْلًا ③ |
| ৪) ইয়াৰ আধা, অথবা তাৰোপৰা কিঞ্চিত কমোৱা, | نِّصْفَهٗٓ اَوِ انْقُصْ مِنْهُ قَلِيْلًا ④ |
| ৫) অথবা, কিঞ্চিত যোগ দিয়া—আৰু কোৰ্-আন খন লাহে আৰু মনোযোগেৰে পাঠ কৰা। | اَوْ زِدْ عَلَيْهِ وَرَتِّلِ الْقُرْاٰنَ تَرْتِيْلًا ⑤ |
| ৬) যথাৰ্থতে, আমি তোমাক এক গুৰুত্বপূৰ্ণ কথাৰ ভাৰ দিছোঁ। | اِنَّا سَنُلْقِيْ عَلَيْكَ قَوْلًا ثَقِيْلًا ⑥ |
| ৭) প্ৰকৃততে, নিশাত প্ৰাৰ্থনাৰ উদ্দেশ্যে শয্যা ত্যাগ কৰাটো হৈছে স্বয়ংভাব দমন আৰু প্ৰাৰ্থনাৰ কথা বিলাক অতিমাত্ৰা ফলপ্ৰসূ কৰাৰ আটাইতকৈ শক্তিশালী উপায়। | اِنَّ نَاشِئَةَ الَّيْلِ هِيَ اَشَدُّ وَطْاً وَّاَقْوَمُ قِيْلًا ⑦ |
| ৮) তোমাৰ, বাস্তৱতে, দিনৰ সময় খন্ডত লেঠাৰি নিছিগা ব্যস্ততা থাকে। | اِنَّ لَكَ فِى النَّهَارِ سَبْحًا طَوِيْلًا ⑧ |
| ৯) গতিকে তোমাৰ প্ৰভুৰ নাম স্মৰণ কৰাঁ আৰু তোমাৰ নিজক সেইজনালৈ সম্পূৰ্ণ শক্তিৰে উচৰ্গা কৰা। | وَاذْكُرِ اسْمَ رَبِّكَ وَتَبَتَّلْ اِلَيْهِ تَبْتِيْلًا ⑨ |
| ১০) সেইজনাই হৈছে পূব আৰু পশ্চিমৰ প্ৰভু: সেইজনাৰ বাহিৰে আন কোনো আল্লাহ্ নাই: গতিকে সেইজনাক তোমাৰ অভিভাৱক ৰূপে লোৱা। | رَبُّ الْمَشْرِقِ وَالْمَغْرِبِ لَآ اِلٰهَ اِلَّا هُوَ فَاتَّخِذْهُ وَكِيْلًا ⑩ |
| ১১) আৰু তেওঁলোকে কোৱা সকলো কথা ধৈৰ্য্যেৰে সহ্য কৰা; আৰু ভদ্ৰভাৱে তেওঁলোকৰ পৰা আঁতৰি যোৱা। | وَاصْبِرْ عَلٰى مَا يَقُوْلُوْنَ وَاهْجُرْهُمْ هَجْرًا جَمِيْلًا ⑪ |

১২) আৰু মোক অকলে এৰি দিয়া সেই সকলৰ সৈতে, যি সত্যটোক অগ্ৰাহ্য কৰে, আৰাম আৰু প্ৰাচুৰ্য্যৰ অধিকাৰী; আৰু তেওঁলোকক কিছু সকাহ দিয়া।

وَذَرْنِي وَالْمُكَذِّبِينَ أُولِي النَّعْمَةِ وَمَهِّلْهُمْ قَلِيلًا ﴿١١﴾

১৩) নিশ্চয়েই, আমাৰ লগত আছে গধুৰ শিকলি আৰু এক প্ৰচন্ড অগ্নি,

إِنَّ لَدَيْنَا أَنكَالًا وَجَحِيمًا ﴿١٢﴾

১৪) আৰু খাদ্য যি ডিঙিতে লাগি ধৰে, আৰু এক কঠোৰ শাস্তি—

وَطَعَامًا ذَا غُصَّةٍ وَعَذَابًا أَلِيمًا ﴿١٣﴾

১৫) সেইদিনা যেতিয়া পৃথিৱীৰ ভূমিমন্ডল আৰু পৰ্ব্বতবিলাক কঁপিবলৈ ধৰিব আৰু পৰ্ব্বত বিলাক ভাঙি পৰা বালিৰ স্তূপৰ দৰে হ'ব।

يَوْمَ تَرْجُفُ الْأَرْضُ وَالْجِبَالُ وَكَانَتِ الْجِبَالُ
كَثِيبًا مَّهِيلًا ﴿١٤﴾

১৬) প্ৰকৃততে, আমি তোমালোকলৈ পঠিয়াইছোঁ এজন পয়গম্বৰ, যি তোমালোকৰ ওপৰত এজন সাক্ষী হ'ব, যি ধৰণে আমি ফেৰাউনলৈ এজন পয়গম্বৰ পঠিয়াইছিলোঁ:

إِنَّا أَرْسَلْنَا إِلَيْكُمْ رَسُولًا شَاهِدًا عَلَيْكُمْ كَمَا
أَرْسَلْنَا إِلَىٰ فِرْعَوْنَ رَسُولًا ﴿١٥﴾

১৭) কিন্তু ফেৰাউনে পয়গম্বৰজনৰ অবাধ্যতা কৰিলে, সেইকাৰণে আমি তেওঁক অতি সাংঘাতিক ধৰণে খামুচি ধৰিলোঁ।

فَعَصَىٰ فِرْعَوْنُ الرَّسُولَ فَأَخَذْنَاهُ أَخْذًا وَبِيلًا ﴿١٦﴾

১৮) তোমালোকে যদি অবিশ্বাস কৰা, তোমালোকে নিজকে সেইদিনটোৰ বিৰুদ্ধে কেনেকৈ ৰক্ষা কৰিবা, যিদিনা ল'ৰা-ছোৱালীও পকাচুলীয়া হ'ব ?

فَكَيْفَ تَتَّقُونَ إِن كَفَرْتُمْ يَوْمًا يَجْعَلُ الْوِلْدَانَ
شِيبًا ﴿١٧﴾

১৯) সেই দিনটো যেতিয়া আকাশখন ছিটাছিটি দি ফাটিব; আৰু সেইজনাৰ অঙ্গীকাৰ পৰিপূৰ্ণ হোৱাটো অনিবাৰ্য্য।

السَّمَاءُ مُنفَطِرٌ بِهِ كَانَ وَعْدُهُ مَفْعُولًا ﴿١٨﴾

২০) এইটো নিশ্চয়েই, হৈছে এটা সতৰ্কবাণী। গতিকে যি জনে ইচ্ছা কৰে তেওঁক তেওঁৰ প্ৰভুলৈ বাট লবলৈ দিয়া।

إِنَّ هَٰذِهِ تَذْكِرَةٌ فَمَن شَاءَ اتَّخَذَ إِلَىٰ رَبِّهِ سَبِيلًا ﴿١٩﴾

২১) নিশ্চয়েই, তোমাৰ প্ৰভুৱে জানে তুমি নিশাৰ প্ৰায় তিনিভাগৰ দুভাগ প্ৰাৰ্থনাত থিয় দি থাকা, আৰু কেতিয়াবা আধা বা এক তৃতীয়াংশ সময় জুৰি আৰু তোমাৰ সৈতে থকা সকলৰ এটা দলো।

إِنَّ رَبَّكَ يَعْلَمُ أَنَّكَ تَقُومُ أَدْنَىٰ مِن ثُلُثَيِ اللَّيْلِ
وَنِصْفَهُ وَثُلُثَهُ وَطَائِفَةٌ مِّنَ الَّذِينَ مَعَكَ

وَاللّٰهُ يُقَدِّرُ الَّيْلَ وَالنَّهَارَ ۚ عَلِمَ اَنْ لَّنْ تُحْصُوْهُ فَتَابَ عَلَيْكُمْ فَاقْرَءُوْا مَا تَيَسَّرَ مِنَ الْقُرْاٰنِ ۚ عَلِمَ اَنْ سَيَكُوْنُ مِنْكُمْ مَّرْضٰى ۙ وَاٰخَرُوْنَ يَضْرِبُوْنَ فِى الْاَرْضِ يَبْتَغُوْنَ مِنْ فَضْلِ اللّٰهِ ۙ وَاٰخَرُوْنَ يُقَاتِلُوْنَ فِىْ سَبِيْلِ اللّٰهِ ۖ فَاقْرَءُوْا مَا تَيَسَّرَ مِنْهُ ۙ وَاَقِيْمُوا الصَّلٰوةَ وَاٰتُوا الزَّكٰوةَ وَاَقْرِضُوا اللّٰهَ قَرْضًا حَسَنًا ۚ وَمَا تُقَدِّمُوْا لِاَنْفُسِكُمْ مِّنْ خَيْرٍ تَجِدُوْهُ عِنْدَ اللّٰهِ هُوَ خَيْرًا وَّاَعْظَمَ اَجْرًا ۚ وَاسْتَغْفِرُوا اللّٰهَ ۚ اِنَّ اللّٰهَ غَفُوْرٌ رَّحِيْمٌ ﴿٢٠﴾ ع

আৰু আল্লাহে নিৰ্দ্ধাৰণ কৰে ৰাতি আৰু দিনৰ পৰিমাণ। সেইজনাই জানে যে তুমি নিৰ্ভুল ভাৱে সময়টো নিৰূপণ কৰিব নোৱাৰা, গতিকে সেইজনাই তোমালৈ করুণাৰ সৈতে চাইছে। সেইকাৰণে, কোৰ-আনখনৰ যিমানখিনি আবৃত্তি কৰা তোমাৰ কাৰণে সহজ হয় কৰাহঁক। সেইজনাই জানে তোমালোকৰ ভিতৰত কিছুমান থাকিব যি ৰোগগ্ৰস্ত হ'ব আৰু আন কিছুমান যি ভূমি খন্ডত, আল্লাহৰ দানৰ সন্ধানত ভ্ৰমণ কৰি ফুৰিব, আৰু আন কিছুমান যি আল্লাহৰ পথত যুদ্ধত থাকিব। গতিকে ইয়াৰ সিমানখিনিয়েই আবৃত্তি কৰা যিটো তোমাৰ কাৰণে সহজ হয়, আৰু উপাসনা পালন কৰা আৰু জাকাতত ব্যয় কৰা আৰু আল্লাহলৈ বুলি এটা ভাল ঋণ আগ বঢ়োৱা। আৰু যি ভাল কামেই তোমালোকে তোমালোকৰ পূৰ্ব্বে তোমালোকৰ আত্মাৰ কাৰণে পঠিয়াই দিয়া, এই সকলোবোৰ আল্লাহৰ সৈতে পাবা। ই আৰু উত্তম হৈ পৰিব আৰু পুৰস্কাৰত বৃদ্ধি পাব। আৰু আল্লাহৰ পৰা ক্ষমা বিচৰা। নিশ্চয়েই, আল্লাহ্ হৈছে আটাইতকৈ ক্ষমাশীল, করুণাময়।

(٢) ركوعاتها سُوْرَةُ الْمُدَّثِّرِ مَكِّيَّةٌ (٥٦) اياتها

চুৰা ৭৪ AL-MUDDATHTHIR আল-মোদ্দাতথিৰ (মক্কাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, কৰুণাময়, আল্লাহৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ﴿١﴾

২) হে' তুমি যি নিজকে তোমাৰ পৰিচ্ছদেৰে আচ্ছাদিত কৰিছিলা,

يٰۤاَيُّهَا الْمُدَّثِّرُ ﴿٢﴾

৩) জাগি উঠা আৰু সৰ্তক হোৱা,

قُمْ فَاَنْذِرْ ﴿٣﴾

৪) আৰু তোমাৰ প্ৰভুক তুমি অতিকৈ প্ৰশংসা কৰাঁ,

وَرَبَّكَ فَكَبِّرْ ﴿٤﴾

৫) আৰু তোমাৰ পোচাক-পৰিচ্ছদ পৱিত্ৰ কৰা,

وَثِيَابَكَ فَطَهِّرْ ﴿٥﴾

৬) আৰু অপৰিচ্ছন্নতা বৰ্জ্জন কৰা,

وَالرُّجْزَ فَاهْجُرْ ﴿٦﴾

৭) আৰু বেছিকৈ ঘূৰাই পোৱাৰ আশাত অনুগ্ৰহ দান নকৰিবা,

وَلَا تَمْنُنْ تَسْتَكْثِرُ ﴿٧﴾

৮) আৰু তোমাৰ প্ৰভুৰ কাৰণে তুমি দুঃখ-ক্লেশ ধৈৰ্যেৰে সহ্য কৰা।

وَلِرَبِّكَ فَاصْبِرْ ﴿٨﴾

৯) আৰু যেতিয়া শিঙা বজোৱা হ'ব,

فَاِذَا نُقِرَ فِي النَّاقُوْرِ ﴿٩﴾

১০) সেইটো দিন হ'ব এটা কঠিন দিন;

فَذٰلِكَ يَوْمَئِذٍ يَّوْمٌ عَسِيْرٌ ﴿١٠﴾

১১) অবিশ্বাসী সকলৰ কাৰণে ই সহজ নহ'ব।

عَلَى الْكٰفِرِيْنَ غَيْرُ يَسِيْرٍ ﴿١١﴾

১২) আৰু যাক মই সৃষ্টি কৰিছিলোঁ তেওঁক আৰু মোক অকলে এৰি দিয়া।

ذَرْنِيْ وَمَنْ خَلَقْتُ وَحِيْدًا ﴿١٢﴾

১৩) আৰু মই তেওঁক প্ৰচুৰ সম্পদ দিছিলোঁ,

وَّجَعَلْتُ لَهٗ مَالًا مَّمْدُوْدًا ﴿١٣﴾

১৪) আৰু বহু পুত্ৰ, তেওঁৰ উপস্থিতিত বাস কৰা,

وَّبَنِيْنَ شُهُوْدًا ﴿١٤﴾

১৫) আৰু সকলো প্ৰয়োজনীয় সামগ্ৰীৰে তেওঁক সজ্জিত কৰিছিলোঁ।

وَّمَهَّدْتُّ لَهٗ تَمْهِيْدًا ﴿١٥﴾

১৬) তথাপিও তেওঁ ইচ্ছা কৰে যে মই তেওঁক আৰু দিয়া উচিত।

ثُمَّ يَطْمَعُ اَنْ اَزِيْدَ ﴿١٦﴾

১৭) নিশ্চয়েই নহয়! কাৰণ তেওঁ আমাৰ চিহ্ন সমূহৰ প্ৰতি অনমনীয় ভাৱে বিৰোধিতা কৰিছিল।

كَلَّا ۭاِنَّهٗ كَانَ لِاٰيٰتِنَا عَنِيْدًا ﴿١٧﴾

| | |
|---|---|
| ১৮) মই তেওঁৰ ওপৰত এটা ক্ৰমান্বয়ে বাঢ়ি যোৱা কঠোৰ শাস্তি প্ৰয়োগ কৰিম। | سَأُرْهِقُهُ صَعُودًا ﴿١٧﴾ |
| ১৯) চোৱাঁ! তেওঁ গমি চাইছিল আৰু গণনা কৰিছিল! | إِنَّهُ فَكَّرَ وَقَدَّرَ ﴿١٨﴾ |
| ২০) ধ্বংসই সেইজনক আগুৰি ধৰক! তেওঁ কিমান যে গণনা কৰিছিল। | فَقُتِلَ كَيْفَ قَدَّرَ ﴿١٩﴾ |
| ২১) ধ্বংসই সেইজনক আকৌ আগুৰি ধৰক! তেওঁ কিমান যে গণনা কৰিছিল! | ثُمَّ قُتِلَ كَيْفَ قَدَّرَ ﴿٢٠﴾ |
| ২২) তাৰ পিছত সেইজনে তেওঁৰ চাৰিওফালে দৃষ্টিপাত কৰিলে, | ثُمَّ نَظَرَ ﴿٢١﴾ |
| ২৩) তাৰ পিছত তেওঁ কপাল কোঁচাই উদ্বিগ্ন ভাব দেখুৱালে, | ثُمَّ عَبَسَ وَبَسَرَ ﴿٢٢﴾ |
| ২৪) তাৰ পিছত তেওঁ পিঠি ঘূৰালে আৰু তুচ্ছ জ্ঞান কৰিলে, | ثُمَّ أَدْبَرَ وَاسْتَكْبَرَ ﴿٢٣﴾ |
| ২৫) আৰু ক'লে, 'ই পুৰণি কালৰ যাদুৰ বাহিৰে একো নহয়; | فَقَالَ إِنْ هَٰذَا إِلَّا سِحْرٌ يُؤْثَرُ ﴿٢٤﴾ |
| ২৬) 'ই এটা মানুহৰ কথাৰ বাহিৰে একো নহয়। | إِنْ هَٰذَا إِلَّا قَوْلُ الْبَشَرِ ﴿٢٥﴾ |
| ২৭) সোনকালেই মই তেওঁক দোজখৰ অগ্নিত নিক্ষেপ কৰিম। | سَأُصْلِيهِ سَقَرَ ﴿٢٦﴾ |
| ২৮) আৰু দোজখৰ অগ্নি নো কি বস্তু তোমাক কিহে বুজাব? | وَمَا أَدْرَاكَ مَا سَقَرُ ﴿٢٧﴾ |
| ২৯) ই সৰ্ব্বব্যাপী আৰু একোকে নেৰে। | لَا تُبْقِي وَلَا تَذَرُ ﴿٢٨﴾ |
| ৩০) ই মুখমন্ডলৰ ওপৰৰ ছাল পুৰি দিয়ে। | لَوَّاحَةٌ لِّلْبَشَرِ ﴿٢٩﴾ |
| ৩১) ইয়াৰ ওপৰত থাকে উনৈছজন ফেৰিস্তা। | عَلَيْهَا تِسْعَةَ عَشَرَ ﴿٣٠﴾ |
| ৩২) আৰু ফেৰিস্তাৰ বাহিৰে আন কাকো আমি এই অগ্নিকুন্ডৰ প্ৰহৰী নকৰোঁ। আৰু আমি তেওঁলোকৰ সংখ্যা বান্ধি দিছোঁ অবিশ্বাস কৰা সকলৰ কাৰণে এটা পৰীক্ষা স্বৰূপে, যাতে সেই সকলে যাক গ্ৰন্থখন দিয়া হৈছে, নিশ্চয়েই লাভ কৰিব পাৰে, আৰু যি সকলে বিশ্বাস কৰে, নিজৰ | وَمَا جَعَلْنَا أَصْحَابَ النَّارِ إِلَّا مَلَائِكَةً ۙ وَمَا جَعَلْنَا عِدَّتَهُمْ إِلَّا فِتْنَةً لِّلَّذِينَ كَفَرُوا لِيَسْتَيْقِنَ الَّذِينَ أُوتُوا الْكِتَابَ وَيَزْدَادَ الَّذِينَ آمَنُوا إِيمَانًا ۙ وَلَا يَرْتَابَ |

বিশ্বাস বঢ়াব পাৰে আৰু সেই সকলে, যাক গ্ৰন্থখন দিয়া হৈছে আৰু বিশ্বাসী সকলেও, যাতে সন্দেহ নকৰে, আৰু যাতে সেই সকলে যাৰ অন্তৰত এটা কেৰুণ আছে আৰু অবিশ্বাসী সকলে ক'ব পাৰে, 'আল্লাহে এনেকুৱা ধৰণৰ এটা উদাহৰণৰ দ্বাৰা কি বুজাইছে ?' এইদৰেই আল্লাহে যাক তেওঁ ইচ্ছা কৰে আওবাটে যাবলৈ দিয়ে, যাক ইচ্ছা কৰে বাট দেখুৱায়। আৰু তোমাৰ প্ৰভুৰ সৈন্যদলৰ বাহিৰে আন কোনেও চিনি নেপায়। আৰু ই মানৱৰ কাৰণে এটা সতৰ্কবাণীৰ বাহিৰে আন একো নহয়।

৩৩) নহয়, চন্দ্ৰৰ দ্বাৰাই,

৩৪) আৰু বিদায় লোৱা নিশাৰ দ্বাৰাই,

৩৫) আৰু উজ্জ্বল হৈ উঠা উষাৰ দ্বাৰাই,

৩৬) প্ৰকৃততে, ই হ'ল আটাইতকৈ ডাঙৰ দুৰ্যোগ সমূহৰ ভিতৰৰ এটা।

৩৭) এটা সতৰ্কবাণী মানৱলৈ,

৩৮) তোমালোকৰ মাজৰ সেইজনৰ কাৰণে যি শূন্যত অগ্ৰগতি বিচাৰে অথবা পিছ হোহঁকা মাৰে।

৩৯) প্ৰত্যেকটো আত্মাই ইয়াৰ অৰ্জ্জিত কৰ্ম্মফলৰ কাৰণে অঙ্গীকাৰবদ্ধ হৈ আছে:

৪০) কেৱল সোঁফালে থকা সকলৰ বাহিৰে।

৪১) তেওঁলোক থাকিব উদ্যান সমূহত এজনে আনজনক প্ৰশ্ন কৰি

৪২) দোষী সকলৰ সম্পৰ্কে।

৪৩) 'তোমালোকক দোজখলৈ কিহে আনিলে ?'

৪৪) তেওঁলোকে ক'ব আমি উপাসনা আগ বঢ়োৱা সকলৰ ভিতৰত নাছিলোঁ,

৪৫) 'আৰু আমি দৰিদ্ৰকো নুখুৱাইছিলোঁ,

৪৬) 'অবান্তৰ কথাত ব্যস্ত থকা সকলৰ লগত আমি অবান্তৰ কথাত যোগ দিছিলোঁ,

الَّذِيْنَ اُوْتُوا الْكِتٰبَ وَالْمُؤْمِنُوْنَ وَلِيَقُوْلَ الَّذِيْنَ فِيْ
قُلُوْبِهِمْ مَّرَضٌ وَّالْكٰفِرُوْنَ مَاذَآ اَرَادَ اللّٰهُ بِهٰذَا
مَثَلًا ؕ كَذٰلِكَ يُضِلُّ اللّٰهُ مَنْ يَّشَآءُ وَيَهْدِيْ مَنْ
يَّشَآءُ ؕ وَمَا يَعْلَمُ جُنُوْدَ رَبِّكَ اِلَّا هُوَ ؕ وَمَا هِيَ اِلَّا
ذِكْرٰى لِلْبَشَرِ ۟

كَلَّا وَالْقَمَرِ ۟
وَالَّيْلِ اِذْ اَدْبَرَ ۟
وَالصُّبْحِ اِذَآ اَسْفَرَ ۟
اِنَّهَا لَاِحْدَى الْكُبَرِ ۟
نَذِيْرًا لِّلْبَشَرِ ۟
لِمَنْ شَآءَ مِنْكُمْ اَنْ يَّتَقَدَّمَ اَوْ يَتَاَخَّرَ ۟
كُلُّ نَفْسٍۭ بِمَا كَسَبَتْ رَهِيْنَةٌ ۟
اِلَّآ اَصْحٰبَ الْيَمِيْنِ ۟
فِيْ جَنّٰتٍ ؕ يَتَسَآءَلُوْنَ ۟
عَنِ الْمُجْرِمِيْنَ ۟
مَا سَلَكَكُمْ فِيْ سَقَرَ ۟
قَالُوْا لَمْ نَكُ مِنَ الْمُصَلِّيْنَ ۟
وَلَمْ نَكُ نُطْعِمُ الْمِسْكِيْنَ ۟
وَكُنَّا نَخُوْضُ مَعَ الْخَآئِضِيْنَ ۟

وَكُنَّا نُكَذِّبُ بِيَوْمِ الدِّيْنِ ۝

৪৭) 'আৰু আমি বিচাৰৰ দিনটো অস্বীকাৰ কৰা অব্যাহত ৰাখিছিলোঁ,

حَتّٰىٓ اَتٰىنَا الْيَقِيْنُ ۝

৪৮) 'মৃত্যুৰ কবলত আমি নপৰালৈকে।'

فَمَا تَنْفَعُهُمْ شَفَاعَةُ الشّٰفِعِيْنَ ۝

৪৯) গতিকে মধ্যস্থতাই তেওঁলোকৰ কোনো কাম নিদিব।

فَمَا لَهُمْ عَنِ التَّذْكِرَةِ مُعْرِضِيْنَ ۝

৫০) এতিয়া তেওঁলোকৰ নো কি হৈছে যে তেওঁলোক ধৰ্ম্মোপদেশৰ পৰা আঁতৰি যায়,

كَاَنَّهُمْ حُمُرٌ مُّسْتَنْفِرَةٌ ۝

৫১) যেন তেওঁলোক কিছুমান আতঙ্কিত গাধাহে,

فَرَّتْ مِنْ قَسْوَرَةٍ ۝

৫২) এটা সিংহৰ পৰা পলোৱা।

بَلْ يُرِيْدُ كُلُّ امْرِئٍ مِّنْهُمْ اَنْ يُّؤْتٰى صُحُفًا مُّنَشَّرَةً ۝

৫৩) নহয়, তেওঁলোকৰ ভিতৰত প্ৰত্যেক জনাই ইচ্ছা কৰে যে তেওঁলোকক এখন খোলা কিতাপ দিয়া হওক।

كَلَّا ۭ بَلْ لَّا يَخَافُوْنَ الْاٰخِرَةَ ۝

৫৪) এইটো হ'ব নোৱাৰে! প্ৰকৃততে তেওঁলোকে পৰকাললৈ ভয় নকৰে।

كَلَّآ اِنَّهٗ تَذْكِرَةٌ ۝

৫৫) কেতিয়াও নহয়! কিয়নো, এই কোৰ্-আন খনেই হৈছে যথেষ্ট ধৰ্ম্মোপদেশ।

فَمَنْ شَاۗءَ ذَكَرَهٗ ۝

৫৬) তেতিয়া হ'লে, যিজনে ইচ্ছা কৰে তেওঁক এই গ্ৰন্থক মনত ৰাখিবলৈ দিয়া।

وَمَا يَذْكُرُوْنَ اِلَّآ اَنْ يَّشَاۗءَ اللّٰهُ ۭ هُوَ اَهْلُ التَّقْوٰى وَاَهْلُ الْمَغْفِرَةِ ۝

৫৭) আৰু তেওঁলোকে মনত ৰাখিবলৈ অক্ষম হ'ব, যদিহে সেইটো আল্লাহে ইচ্ছা নকৰে। সেইজনাই হৈছে একমাত্ৰ ভয় কৰাৰ যোগ্য আৰু সেইজনাই হৈছে একমাত্ৰ ক্ষমা কৰাৰ যোগ্য।

سُوْرَةُ الْقِيٰمَةِ مَكِّيَّةٌ

চুৰা ৭৫ AL-QIYAMAH আল-কিয়ামাহ্ (মক্কাত অৱতীর্ণ)

| | |
|---|---|
| ১) সুপ্রসন্ন, কৰুণাময়, আল্লাহৰ নামত। | بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ① |
| ২) নহয়, মই পুনৰুত্থানৰ দিনটোক সাক্ষী দিবলৈ আহ্বান কৰোঁ আৰু তাৰ সমৰ্থনত, | لَآ اُقْسِمُ بِيَوْمِ الْقِيٰمَةِ ② |
| ৩) মই আত্মনিন্দা কৰা শক্তিটোক সাক্ষী দিবলৈ মাতোঁ; বিচাৰৰ দিনটো এক সুনিশ্চিত সত্য। | وَلَآ اُقْسِمُ بِالنَّفْسِ اللَّوَّامَةِ ③ |
| ৪) মানৱে ভাবে নে যে **আমি তেওঁৰ** হাড়বোৰ একত্রিত নকৰিম ? | اَيَحْسَبُ الْاِنْسَانُ اَلَّنْ نَّجْمَعَ عِظَامَهٗ ④ |
| ৫) হয়, আমাৰ শক্তি আছে তেওঁৰ আঙুলিৰ আগলৈকে আকৌ সজীৱ কৰি তোলা। | بَلٰى قٰدِرِيْنَ عَلٰٓى اَنْ نُّسَوِّيَ بَنَانَهٗ ⑤ |
| ৬) কিন্তু মানৱে, এই বিষয়ে সম্পূৰ্ণ অৱগত থাকিও, অসৎ অনাচাৰৰ অনুধাৱন কৰে। | بَلْ يُرِيْدُ الْاِنْسَانُ لِيَفْجُرَ اَمَامَهٗ ⑥ |
| ৭) তেওঁ সোধে, 'পুনৰুত্থানৰ দিনটো কেতিয়া আহিব ?' | يَسْـَٔلُ اَيَّانَ يَوْمُ الْقِيٰمَةِ ⑦ |
| ৮) যেতিয়া চকু চাঁট মাৰি ধৰিব, | فَاِذَا بَرِقَ الْبَصَرُ ⑧ |
| ৯) আৰু চন্দ্ৰটো ঢাক খাই পৰে, | وَخَسَفَ الْقَمَرُ ⑨ |
| ১০) আৰু সূৰ্য্য আৰু চন্দ্ৰক একেলগ কৰা হয়, | وَجُمِعَ الشَّمْسُ وَالْقَمَرُ ⑩ |
| ১১) সেইদিনাখন মানৱে ক'ব, 'ক'লৈ নো পলাই যাব পাৰি ?' | يَقُوْلُ الْاِنْسَانُ يَوْمَىِٕذٍ اَيْنَ الْمَفَرُّ ⑪ |
| ১২) নাই, একেবাৰে নোৱাৰি; কোনো আশ্ৰয়স্থল নাই! | كَلَّا لَا وَزَرَ ⑫ |
| ১৩) তোমাৰ প্ৰভুৰেই সৈতে মাত্ৰ হ'ব সেইদিনা বিশ্ৰামৰ স্থান। | اِلٰى رَبِّكَ يَوْمَىِٕذِ ِۨالْمُسْتَقَرُّ ⑬ |
| ১৪) সেইদিনাখন মানৱক জনোৱা হ'ব তেওঁলোকে কি দি পঠাইছে আৰু কি থৈ আহিছে। | يُنَبَّؤُا الْاِنْسَانُ يَوْمَىِٕذٍۢ بِمَا قَدَّمَ وَاَخَّرَ ⑭ |
| ১৫) সত্যতে মানৱ তেওঁৰ নিজৰ বিষয়ে সম্পূৰ্ণ অৱগত, | بَلِ الْاِنْسَانُ عَلٰى نَفْسِهٖ بَصِيْرَةٌ ⑮ |

১৬) যদিও তেওঁ নিজৰ অজুহাতবোৰ আগ বঢ়ায়।

وَّلَوْ اَلْقٰى مَعَاذِيْرَهٗ ۝١٥

১৭) 'হে' পয়গম্বৰ, কোৰ্‌-আনৰ প্ৰকাশনত তুমি তোমাৰ জিভা এনেদৰে নচলাবা যাতে তুমি খৰতকীয়াকৈ আগ বাঢ়িব পাৰা।

لَا تُحَرِّكْ بِهٖ لِسَانَكَ لِتَعْجَلَ بِهٖ ۝١٦

১৮) নিশ্চয়েই, ইয়াৰ সংকলন আৰু আবৃত্তিৰ দায়িত্ব আমাতহে ন্যস্ত।

اِنَّ عَلَيْنَا جَمْعَهٗ وَقُرْاٰنَهٗ ۝١٧

১৯) গতিকে আমি যেতিয়া ইয়াক আবৃত্তি কৰোঁ, তেতিয়া তুমি এই আবৃত্তিৰ অনুসৰণ কৰিবা।

فَاِذَا قَرَاْنٰهُ فَاتَّبِعْ قُرْاٰنَهٗ ۝١٨

২০) তাৰ পিছত ইয়াৰ বিশ্লেষণৰ দায়িত্ব আমাৰ গাত থাকিব।

ثُمَّ اِنَّ عَلَيْنَا بَيَانَهٗ ۝١٩

২১) শুনা! তোমালোকে অস্থায়ী জীৱনটো ভাল পোৱা;

كَلَّا بَلْ تُحِبُّوْنَ الْعَاجِلَةَ ۝٢٠

২২) আৰু তোমালোকে পৰকালটো আওহেলা কৰা।

وَتَذَرُوْنَ الْاٰخِرَةَ ۝٢١

২৩) সেইদিনাখন কিছুমান মুখ উজ্জ্বল হৈ উঠিব,

وُجُوْهٌ يَّوْمَىِٕذٍ نَّاضِرَةٌ ۝٢٢

২৪) ব্যগ্ৰতাৰে তেওঁলোকৰ প্ৰভুলৈ দৃষ্টি কৰি:

اِلٰى رَبِّهَا نَاظِرَةٌ ۝٢٣

২৫) আৰু সেইদিনা কিছুমান মুখ হৈ পৰিব বিষণ্ণ,

وَوُجُوْهٌ يَّوْمَىِٕذٍۢ بَاسِرَةٌ ۝٢٤

২৬) জানি, যে এটা পিঠিভগা বিপদ তেওঁলোকৰ কাৰণে আগন্তুক হৈছে।

تَظُنُّ اَنْ يُّفْعَلَ بِهَا فَاقِرَةٌ ۝٢٥

২৭) শুনা! মৃত প্ৰায় মানুহ জনৰ আত্মাটো যেতিয়া তেওঁৰ কণ্ঠলৈ উঠি আহে,

كَلَّآ اِذَا بَلَغَتِ التَّرَاقِيَ ۝٢٦

২৮) আৰু এইবুলি কোৱা হয়, 'কোনোবাই তেওঁক মন্ত্ৰ মাতি বা অনুৰূপ উপায়ে বচাব পাৰে নে?'

وَقِيْلَ مَنْ ۜ رَاقٍ ۝٢٧

২৯) আৰু তেওঁ ভালদৰে জানে বিদায়ৰ সময় আহি পৰিছে;

وَّظَنَّ اَنَّهُ الْفِرَاقُ ۝٢٨

৩০) আৰু মৃত্যু যন্ত্ৰণাত ইখন ভৰি সিখনত ঘঁহা খায়;

وَالْتَفَّتِ السَّاقُ بِالسَّاقِ ۝٢٩

৩১) সেইদিনা তোমালোকৰ প্ৰভুলৈকে হ’ব আগমন।

إِلَىٰ رَبِّكَ يَوْمَئِذٍ الْمَسَاقُ ۝

৩২) কাৰণ তেওঁ সত্যটো লোৱা নাছিল নতুবা উপাসনাও পালন নকৰিছিল;

فَلَا صَدَّقَ وَلَا صَلَّىٰ ۝

৩৩) কিন্তু তেওঁ সত্যটোক অগ্ৰাহ্য কৰিছিল আৰু পিঠি পাছ দিছিল;

وَلَٰكِن كَذَّبَ وَتَوَلَّىٰ ۝

৩৪) তাৰ পিছত তেওঁ নিজৰ আপোন পৰিয়াললৈ গৈছিল, বৰ অভিমানেৰে আগ বাঢ়ি।

ثُمَّ ذَهَبَ إِلَىٰ أَهْلِهِ يَتَمَطَّىٰ ۝

৩৫) ‘তোমাৰ কাৰণে আছে দুভাৰ্গ্য! আৰু পুনৰ দুভাৰ্গ্য!

أَوْلَىٰ لَكَ فَأَوْلَىٰ ۝

৩৬) তাৰ পিছত তোমাৰ কাৰণে আছে দুভাৰ্গ্য! আৰু পুনৰ দুভাৰ্গ্য!

ثُمَّ أَوْلَىٰ لَكَ فَأَوْلَىٰ ۝

৩৭) মানৱে ভাবে নেকি যে তেওঁক কোনো উদ্দেশ্য নোহোৱাকৈ সৃষ্টি কৰা হৈছিল আৰু তেওঁক অকলে এৰি দিয়া হ’ব?

أَيَحْسَبُ الْإِنسَانُ أَن يُتْرَكَ سُدًى ۝

৩৮) তেওঁ এটোপা নিৰ্গত হোৱা জুলীয়া বস্তু নহয় নে?

أَلَمْ يَكُ نُطْفَةً مِّن مَّنِيٍّ يُمْنَىٰ ۝

৩৯) তাৰ পিছত তেওঁ এটা চেকুৰা হ’ল, তাৰ পাছত আল্লাহে তেওঁক গঢ় দিলে আৰু নিখুঁত কৰিলে।

ثُمَّ كَانَ عَلَقَةً فَخَلَقَ فَسَوَّىٰ ۝

৪০) তাৰ পাছত সেইজনাই তেওঁৰ পৰা এযোৰ গঢ়িলে পুৰুষ আৰু তিৰোতা।

فَجَعَلَ مِنْهُ الزَّوْجَيْنِ الذَّكَرَ وَالْأُنثَىٰ ۝

৪১) এনেকুৱা এজনৰ মৃতক আকৌ সজীৱ কৰিব পৰা শক্তি নাই নে?

أَلَيْسَ ذَٰلِكَ بِقَادِرٍ عَلَىٰ أَن يُحْيِيَ الْمَوْتَىٰ ۝




চুৰা ৭৬ AL-DAHR আল-ডাহৰ্ (মক্কাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, কৰুণাময়, আল্লাহৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ﴿١﴾

২) মানৱৰ ওপৰত, নিশ্চয়েই, এনে এটা সময় অহা নাই নেকি, যেতিয়া তেওঁ কোনো উল্লেখযোগ্য বস্তু নাছিল।

هَلْ اَتٰى عَلَى الْاِنْسَانِ حِيْنٌ مِّنَ الدَّهْرِ لَمْ يَكُنْ
شَيْـًٔا مَّذْكُوْرًا ﴿٢﴾

৩) আমি মানুহক সৃষ্টি কৰিছিলোঁ এটা মিহলি হোৱা শুক্ৰটোপাৰ পৰা বহুতো.পৰীক্ষাৰ মাজেৰে অতিক্ৰম কৰাই আৰু আমি তেওঁক এটা শ্ৰৱণশক্তি আৰু দৃষ্টি শক্তি সম্পন্ন জীৱলৈ গঢ়িলোঁ।

اِنَّا خَلَقْنَا الْاِنْسَانَ مِنْ نُّطْفَةٍ اَمْشَاجٍ ۖ نَّبْتَلِيْهِ
فَجَعَلْنٰهُ سَمِيْعًا بَصِيْرًا ﴿٣﴾

৪) আমি তেওঁক বাটটো দেখুৱাইছোঁ, তেওঁ কৃতজ্ঞ বা অকৃতজ্ঞই হওক।

اِنَّا هَدَيْنٰهُ السَّبِيْلَ اِمَّا شَاكِرًا وَّاِمَّا كَفُوْرًا ﴿٤﴾

৫). প্ৰকৃততে, আমি অবিশ্বাসী সকলৰ কাৰণে প্ৰস্তুত কৰিছোঁ বহু শিকলি আৰু লোহাৰ গলবন্ধা আৰু প্ৰচন্ড অগ্নি।

اِنَّاۤ اَعْتَدْنَا لِلْكٰفِرِيْنَ سَلٰسِلَاۡ وَاَغْلٰلًا وَّسَعِيْرًا ﴿٥﴾

৬) কিন্তু পুণ্যবান সকলে এটা পিয়লাৰ পৰা পি খাব, কফুৰ মিহলোৱা—

اِنَّ الْاَبْرَارَ يَشْرَبُوْنَ مِنْ كَاْسٍ كَانَ مِزَاجُهَا
كَافُوْرًا ﴿٦﴾

৭) আল্লাহৰ সেৱক সকলে পিয়া এটি নিঝৰাৰ পৰা। তেওঁলোকে এই ঝৰণাক প্ৰবাহ কৰায়—এটা প্ৰবল গতিৰে।

عَيْنًا يَّشْرَبُ بِهَا عِبَادُ اللّٰهِ يُفَجِّرُوْنَهَا تَفْجِيْرًا ﴿٧﴾

৮) তেওঁলোকে পৰিপূৰ্ণ কৰে তেওঁলোকৰ প্ৰতিজ্ঞা, আৰু ভয় কৰে এটা দিন যাৰ অসততা ব্যাপক ভাৱে দেখা দিয়ে।

يُوْفُوْنَ بِالنَّذْرِ وَيَخَافُوْنَ يَوْمًا كَانَ شَرُّهٗ
مُسْتَطِيْرًا ﴿٨﴾

৯) আৰু তেওঁলোকে খুৱায়, আল্লাহৰ প্ৰতি থকা প্ৰেমৰ কাৰণে, দৰিদ্ৰক, মাউৰাক আৰু বন্দীক;

وَيُطْعِمُوْنَ الطَّعَامَ عَلٰى حُبِّهٖ مِسْكِيْنًا وَّيَتِيْمًا
وَّاَسِيْرًا ﴿٩﴾

১০) এই বুলি আশ্বাস দি ঃ 'আমি তোমালোকক খুৱাওঁ কেৱল আল্লাহৰ সন্তুষ্টি লাভ কৰিবলৈ। আমি তোমালোকৰ পৰা কোনো পুৰস্কাৰ বা ধন্যবাদ বাঞ্ছা নকৰোঁ।

اِنَّمَا نُطْعِمُكُمْ لِوَجْهِ اللّٰهِ لَا نُرِيْدُ مِنْكُمْ جَزَآءً
وَّلَا شُكُوْرًا ﴿١٠﴾

১১) ‘প্ৰকৃততে, আমি আমাৰ প্ৰভুৰ পৰা অহা এটা উদ্বেগপূৰ্ণ, কষ্টকৰ দিনলৈ ভয় কৰোঁ।’

إِنَّا نَخَافُ مِن رَّبِّنَا يَوْمًا عَبُوسًا قَمْطَرِيرًا ﴿١٠﴾

১২) সেই কাৰণে আল্লাহে তেওঁলোকক সেইদিনটোৰ বিপদৰ পৰা ৰক্ষা কৰিব, আৰু তেওঁলোকক সুখ আৰু আনন্দ দান কৰিব।

فَوَقَاهُمُ اللَّهُ شَرَّ ذَٰلِكَ الْيَوْمِ وَلَقَّاهُمْ نَضْرَةً وَسُرُورًا ﴿١١﴾

১৩) আৰু সেইজনাই তেওঁলোকক পুৰস্কাৰ দিব, তেওঁলোকৰ একনিষ্ঠতাৰ কাৰণে, এখন উদ্যান আৰু পাটৰ পোচাকেৰে,

وَجَزَاهُم بِمَا صَبَرُوا جَنَّةً وَحَرِيرًا ﴿١٢﴾

১৪) তাত শয্যাত বিশ্ৰাম কৰি, য'ত তেওঁলোকে বেছি উত্তাপ বা অসহ্য শীত অনুভৱ নকৰিব।

مُّتَّكِئِينَ فِيهَا عَلَى الْأَرَائِكِ ۖ لَا يَرَوْنَ فِيهَا شَمْسًا وَلَا زَمْهَرِيرًا ﴿١٣﴾

১৫) আৰু ইয়াৰ ছাঁবোৰে তেওঁলোকক ওচৰৰ পৰা ছাঁ দি থাকিব, আৰু ইয়াৰ থোপা থাই থকা ফল-মূলবোৰ তেওঁলোকে সহজে ঢুকি পোৱাত থাকিব।

وَدَانِيَةً عَلَيْهِمْ ظِلَالُهَا وَذُلِّلَتْ قُطُوفُهَا تَذْلِيلًا ﴿١٤﴾

১৬) আৰু ৰূপৰ পাত্ৰ তেওঁলোকৰ মাজত বিতৰণ কৰা হ'ব, আৰু পি খোৱা বাটি

وَيُطَافُ عَلَيْهِم بِآنِيَةٍ مِّن فِضَّةٍ وَأَكْوَابٍ كَانَتْ قَوَارِيرَا ﴿١٥﴾

১৭) কাঁচৰ দৰে উজ্জ্বল কিন্তু ৰূপেৰে তৈয়াৰী, যিটো তেওঁলোক চূড়ান্ত নিপুণতাৰ সৈতে গঢ় দিছিল

قَوَارِيرَ مِن فِضَّةٍ قَدَّرُوهَا تَقْدِيرًا ﴿١٦﴾

১৮) আৰু তাত তেওঁলোকৰ এক ধৰণৰ আদা মিহলোৱা পানীয় খাবলৈ দিয়া হ'ব,

وَيُسْقَوْنَ فِيهَا كَأْسًا كَانَ مِزَاجُهَا زَنجَبِيلًا ﴿١٧﴾

১৯) এটা ছালছেবিল নামৰ ঝৰ্ণাৰ পৰা।

عَيْنًا فِيهَا تُسَمَّىٰ سَلْسَبِيلًا ﴿١٨﴾

২০) আৰু তাত তেওঁলোকৰ আল-পৈচান ধৰিব কিছুমান যুৱকে যাৰ কেতিয়াও বয়স নেবাঢ়ে। তুমি যেতিয়া তেওঁলোকক দেখা, তুমি তেওঁলোকক ছটিয়াই থোৱা মুক্তা যেন দেখিবা।

وَيَطُوفُ عَلَيْهِمْ وِلْدَانٌ مُّخَلَّدُونَ إِذَا رَأَيْتَهُمْ حَسِبْتَهُمْ لُؤْلُؤًا مَّنثُورًا ﴿١٩﴾

২১) আৰু যেতিয়া তুমি চাবা, তুমি তাত পৰম আনন্দ আৰু এখন বিশাল ৰাজ্য দেখিবা।

وَإِذَا رَأَيْتَ ثَمَّ رَأَيْتَ نَعِيمًا وَمُلْكًا كَبِيرًا ﴿٢٠﴾

২২) তেওঁলোকৰ আচ্ছাদন হ'ব সেউজীয়া পাত আৰু ফুলবচা পচমী কাপোৰৰ পৰিচ্ছদ আৰু তেওঁলোকক ৰূপৰ খাৰু পিন্ধিবলৈ দিয়া হ'ব।

عَالِيَهُمْ ثِيَابُ سُندُسٍ خُضْرٌ وَإِسْتَبْرَقٌ ۖ وَحُلُّوا

أَسَاوِرَ مِن فِضَّةٍ وَسَقَاهُمْ رَبُّهُمْ شَرَابًا طَهُورًا ﴿٢١﴾

আৰু তেওঁলোকৰ প্ৰভুৱে তেওঁলোকক এটা বিশুদ্ধ বস্তু খাবলৈ দিব।

إِنَّ هَٰذَا كَانَ لَكُمْ جَزَاءً وَكَانَ سَعْيُكُم مَّشْكُورًا ﴿٢٢﴾

২৩) তেওঁলোকক কোৱা হ'বঃ 'এইটো হৈছে তোমালোকৰ পুৰস্কাৰ, আৰু তোমালোকৰ চেষ্টাৰ সাদৰ জনোৱা হৈছে।'

إِنَّا نَحْنُ نَزَّلْنَا عَلَيْكَ الْقُرْآنَ تَنزِيلًا ﴿٢٣﴾

২৪) নিশ্চয়েই, আমি তোমালৈ কোৰ্-আন খন বহু খন্ডত প্ৰকাশ কৰিছোঁ।

فَاصْبِرْ لِحُكْمِ رَبِّكَ وَلَا تُطِعْ مِنْهُمْ آثِمًا أَوْ كَفُورًا ﴿٢٤﴾

২৫) গতিকে তোমাৰ প্ৰভুৰ বিচাৰলৈ ধৈৰ্য্যেৰে অপেক্ষা কৰা আৰু তেওঁলোকৰ মাজৰ কোনো পাপী বা অকৃতজ্ঞৰ প্ৰতি শিথিল নহবা।

وَاذْكُرِ اسْمَ رَبِّكَ بُكْرَةً وَأَصِيلًا ﴿٢٥﴾

২৬) আৰু তোমাৰ প্ৰভুৰ নাম উষাত আৰু সন্ধ্যাত স্মৰণ কৰিবা,

وَمِنَ اللَّيْلِ فَاسْجُدْ لَهُ وَسَبِّحْهُ لَيْلًا طَوِيلًا ﴿٢٦﴾

২৭) আৰু নিশাৰ মাজত সেইজনাৰ আগত সাষ্টাঙ্গে পৰিবা, আৰু সেইজনাৰ গৌৰৱত, নিশাৰ এক দীঘল অংশ জুৰি, অতিকৈ প্ৰশংসা কৰিবা।

إِنَّ هَٰؤُلَاءِ يُحِبُّونَ الْعَاجِلَةَ وَيَذَرُونَ وَرَاءَهُمْ يَوْمًا ثَقِيلًا ﴿٢٧﴾

২৮) প্ৰকৃততে, এই মানুহ বিলাকে বৰ্ত্তমান জীৱনটো ভাল পায়, আৰু তেওঁলোকে সম্মুখত থকা কঠিন দিনক অৱহেলা কৰে।

نَّحْنُ خَلَقْنَاهُمْ وَشَدَدْنَا أَسْرَهُمْ وَإِذَا شِئْنَا بَدَّلْنَا أَمْثَالَهُمْ تَبْدِيلًا ﴿٢٨﴾

২৯) আমি তেওঁলোকক সৃষ্টি কৰিছোঁ আৰু তেওঁলোকৰ গঠন মজপুত কৰিছোঁ; আৰু আমি যেতিয়া ইচ্ছা কৰোঁ, আমি তেওঁলোকক তেওঁলোকৰ দৰে আনৰ দ্বাৰা সলনি কৰিব পাৰোঁ।

إِنَّ هَٰذِهِ تَذْكِرَةٌ فَمَن شَاءَ اتَّخَذَ إِلَىٰ رَبِّهِ سَبِيلًا ﴿٢٩﴾

৩০) প্ৰকৃততে, এইটো হৈছে এটা স্মাৰক। গতিকে যেয়েই ইচ্ছা কৰে, প্ৰভুৰ অভিমুখে বাট লব পাৰে।

وَمَا تَشَاءُونَ إِلَّا أَن يَشَاءَ اللَّهُ إِنَّ اللَّهَ كَانَ عَلِيمًا حَكِيمًا ﴿٣٠﴾

৩১) কিন্তু তোমালোকে সেইদৰে ইচ্ছা কৰিব নোৱাৰা যদিহে আল্লাহেও সেইদৰে ইচ্ছা নকৰে। প্ৰকৃততে, আল্লাহ্ সৰ্ব্বজান, জ্ঞানী।

يُدْخِلُ مَن يَشَاءُ فِي رَحْمَتِهِ وَالظَّالِمِينَ أَعَدَّ لَهُمْ عَذَابًا أَلِيمًا ﴿٣١﴾

৩২) সেইজনাই যাকে ইচ্ছা হয় তেওঁৰ কৰুণাৰ মন্ডললৈ প্ৰৱেশ কৰিবলৈ দিয়ে আৰু অসৎ কৰ্ম্মী সকলৰ কাৰণে সেইজনাই প্ৰস্তুত কৰিব এটা কষ্টকৰ শাস্তি।




চুৰা ৭৭ AL-MURSALAT আল-মুৰচালাআত (মক্কাত অৱতীৰ্ণ)

১) সুপ্রসন্ন, কৰুণাময়, আল্লাহৰ নামত।
بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

২) সেইসকলৰ দ্বাৰা, যাক সাধুতা বিস্তাৰ কৰিবলৈ পঠিওৱা হৈছে,
وَالْمُرْسَلٰتِ عُرْفًا ②

৩) তাৰ পাছত তেওঁলোকে দ্ৰুত গতিৰে আগ বাঢ়ে,
فَالْعٰصِفٰتِ عَصْفًا ③

৪) আৰু যি বিলাক শক্তিৰ দ্বাৰা সত্য বিস্তাৰিত হয়, সেয়া এক উত্তম বিস্তাৰ।
وَّالنّٰشِرٰتِ نَشْرًا ④

৫) তাৰ পাছত তেওঁলোকে সৎ আৰু অসতৰ মাজত সম্পূৰ্ণ ভাৱে প্ৰভেদ কৰে;
فَالْفٰرِقٰتِ فَرْقًا ⑤

৬) তাৰ পাছত তেওঁলোকে ধৰ্ম্মোপদেশটো মৃদু প্ৰান্তলৈ বহন কৰে,
فَالْمُلْقِيٰتِ ذِكْرًا ⑥

৭) কিছুমানক অব্যাহতি দিবলৈ আৰু আন কিছুমানক সতৰ্ক কৰিবলৈ,
عُذْرًا اَوْ نُذْرًا ⑦

৮) প্ৰকৃততে, তোমালোকক যি প্ৰতিশ্ৰুতি দিয়া হৈছে ফলিয়াবই লাগিব।
اِنَّمَا تُوْعَدُوْنَ لَوَاقِعٌ ⑧

৯) গতিকে তেতিয়া তৰাবোৰক সিহঁতৰ জ্যোতি হেৰুবাবলৈ বাধ্য কৰা হ'ব,
فَاِذَا النُّجُوْمُ طُمِسَتْ ⑨

১০) আৰু আকাশখন ছিটাছিট্ দি ফালি পেলোৱা হ'ব।
وَاِذَا السَّمَآءُ فُرِجَتْ ⑩

১১) আৰু যেতিয়া পৰ্ব্বতৰ শাৰীবোৰক ধূলিৰ দৰে উৰুৱাই দিয়া হ'ব,
وَاِذَا الْجِبَالُ نُسِفَتْ ⑪

১২) আৰু যেতিয়া পয়গম্বৰ সকলক নিৰ্দ্ধাৰিত সময়টোত উপস্থিত হ'বলৈ দিয়া হয়—
وَاِذَا الرُّسُلُ اُقِّتَتْ ⑫

১৩) কোন দিনাখনলৈ নো এই কুলক্ষণৰ সূচনা সমূহ স্থগিত ৰখা হৈছে?
لِاَيِّ يَوْمٍ اُجِّلَتْ ⑬

১৪) সিদ্ধান্তৰ দিনটোলৈকে।
لِيَوْمِ الْفَصْلِ ⑭

وَمَآ أَدْرٰىكَ مَا يَوْمُ الْفَصْلِ ﴿١٤﴾

১৫) আৰু কিহেনো তোমালোকক জনাব এই সিদ্ধান্তৰ দিনটো কি—

وَيْلٌ يَّوْمَئِذٍ لِّلْمُكَذِّبِيْنَ ﴿١٥﴾

১৬) সেইদিনা দুৰ্ভাগ্য হওক সেই সকলৰ যি সত্যটোক অগ্ৰাহ্য কৰে!

أَلَمْ نُهْلِكِ الْأَوَّلِيْنَ ﴿١٦﴾

১৭) আমি পূৰ্ব্বে অহা জাতি বিলাক ধ্বংস কৰা নাছিলোঁ নে?

ثُمَّ نُتْبِعُهُمُ الْاٰخِرِيْنَ ﴿١٧﴾

১৮) এতিয়া আমি পাছৰ বিলাকক সিহঁতৰ অনুসৰণ কৰিবলৈ দিম।

كَذٰلِكَ نَفْعَلُ بِالْمُجْرِمِيْنَ ﴿١٨﴾

১৯) এই দৰেই আমি দোষী জনৰ লগত ব্যৱহাৰ কৰোঁ।

وَيْلٌ يَّوْمَئِذٍ لِّلْمُكَذِّبِيْنَ ﴿١٩﴾

২০) সেইদিনা দুৰ্ভাগ্য হওক যি সত্যটোক অগ্ৰাহ্য কৰে!

أَلَمْ نَخْلُقْكُّمْ مِّنْ مَّآءٍ مَّهِيْنٍ ﴿٢٠﴾

২১) আমি তোমালোকক এটা সামান্য জুলীয়া বস্তুৰ পৰা সৃষ্টি কৰা নাছিলোঁ নে,

فَجَعَلْنٰهُ فِيْ قَرَارٍ مَّكِيْنٍ ﴿٢١﴾

২২) আৰু এটা নিৰাপদ বিশ্ৰামস্থানত থৈছিলোঁ;

إِلٰى قَدَرٍ مَّعْلُوْمٍ ﴿٢٢﴾

২৩) এটা নিৰ্দ্দিষ্ট বন্ধা সময়ৰ কাৰণে?

فَقَدَرْنَا ۖ فَنِعْمَ الْقٰدِرُوْنَ ﴿٢٣﴾

২৪) এইদৰেই আমি নিৰূপণ কৰিছিলোঁ;

وَيْلٌ يَّوْمَئِذٍ لِّلْمُكَذِّبِيْنَ ﴿٢٤﴾

২৫) সেইদিনা দুৰ্ভাগ্য হ'ব সেইসকলৰ যি সত্যটো অগ্ৰাহ্য কৰে!

أَلَمْ نَجْعَلِ الْأَرْضَ كِفَاتًا ﴿٢٥﴾

২৬) আমি পৃথিৱীখন সৃষ্টি কৰা নাই নে যাতে ৰাখিব পাৰে

أَحْيَآءً وَّأَمْوَاتًا ﴿٢٦﴾

২৭) জীৱন্ত আৰু মৃত দুয়োকে?

وَّجَعَلْنَا فِيْهَا رَوَاسِيَ شٰمِخٰتٍ وَّأَسْقَيْنٰكُمْ مَّآءً فُرَاتًا ﴿٢٧﴾

২৮) আৰু আমি তাত স্থাপন কৰিলোঁ ওখ পৰ্ব্বতশাৰী, আৰু তোমালোকক দিলোঁ সুস্বাদু খোৱা পানী।

وَيْلٌ يَّوْمَئِذٍ لِّلْمُكَذِّبِيْنَ ﴿٢٨﴾

২৯) সেইদিনা দুৰ্ভাগ্য হওক সেই সকলৰ যি সত্যটো অগ্ৰাহ্য কৰে।

اِنْطَلِقُوْٓا إِلٰى مَا كُنْتُمْ بِهٖ تُكَذِّبُوْنَ ﴿٢٩﴾

৩০) তেওঁলোকক আদেশ দিয়া হ'বঃ 'এতিয়া আগ বাঢ়ি যোৱা সেইটোৰ অভিমুখে যাক তোমালোকে এটা মিছা কথা বুলি আখ্যা দিছিলা,

৩১) 'হয় আগ বাঢ়াঁ এটা তিনিকুণীয়া ছাঁৰ অভিমুখে,

انْطَلِقُوْٓا اِلٰى ظِلٍّ ذِىْ ثَلٰثِ شُعَبٍ

৩২) 'যি ছাঁও নিদিয়ে আৰু জুই শিখাৰ পৰাও ৰক্ষা নকৰে।'

لَّا ظَلِيْلٍ وَّلَا يُغْنِىْ مِنَ اللَّهَبِ

৩৩) ই বৃহৎ অট্টালিকাৰ আকাৰৰ ফিৰিঙতি ছিটিকাই পঠায়,

اِنَّهَا تَرْمِىْ بِشَرَرٍ كَالْقَصْرِ

৩৪) যেন সেই বিলাক হালধীয়া উটহে।

كَاَنَّهٗ جِمٰلَتٌ صُفْرٌ

৩৫) সেইদিনা দুৰ্ভাগ্য হওক সেই সকলৰ, যি সত্যটো অগ্ৰাহ্য কৰে!

وَيْلٌ يَّوْمَئِذٍ لِّلْمُكَذِّبِيْنَ

৩৬) ই হ'ব এটা দিন যেতিয়া তেওঁলোকে কথা ক'বলৈ সক্ষম নহ'ব,

هٰذَا يَوْمُ لَا يَنْطِقُوْنَ

৩৭) নাইবা তেওঁলোকক অজুহাত আগ বঢ়াবলৈকো অনুমতি দিয়া নহ'ব।

وَلَا يُؤْذَنُ لَهُمْ فَيَعْتَذِرُوْنَ

৩৮) সেইদিনা দুৰ্ভাগ্য হওক সেই সকলৰ, যি সত্যটো অগ্ৰাহ্য কৰে!

وَيْلٌ يَّوْمَئِذٍ لِّلْمُكَذِّبِيْنَ

৩৯) 'এইটোৱেই হৈছে সিদ্ধান্তৰ দিন। আমি তোমালোকক আৰু পূৰ্বৰ্বে অহা জাতি বিলাকক একেলগে সমবেত কৰিছোঁ:

هٰذَا يَوْمُ الْفَصْلِ جَمَعْنٰكُمْ وَالْاَوَّلِيْنَ

৪০) 'এতিয়া যদি তোমালোকৰ কোনো কৌশল আছে, সেই কৌশল মোৰ বিৰুদ্ধে প্ৰয়োগ কৰাহঁক।'

فَاِنْ كَانَ لَكُمْ كَيْدٌ فَكِيْدُوْنِ

৪১) সেইদিনা দুৰ্ভাগ্য হওক সেই সকলৰ, যি সত্যটো অগ্ৰাহ্য কৰে।

وَيْلٌ يَّوْمَئِذٍ لِّلْمُكَذِّبِيْنَ

৪২) সৎকৰ্মীসকল থাকিব ছাঁ আৰু নিজৰা বিলাকৰ মাজত,

اِنَّ الْمُتَّقِيْنَ فِىْ ظِلٰلٍ وَّعُيُوْنٍ

৪৩) আৰু ফল-মূলৰ, তেওঁলোকৰ ইচ্ছা অনুযায়ী।

وَّفَوَاكِهَ مِمَّا يَشْتَهُوْنَ

৪৪) তেওঁলোকক এই বুলি কোৱা হ'ব, 'আমোদৰে সৈতে গোটা আৰু জুলীয়া আহাৰ খোৱা তোমালোকে কৰি থৈ অহা কাৰ্য্যৰ পুৰস্কাৰ ৰূপে'—

كُلُوْا وَاشْرَبُوْا هَنِيْٓـًٔا بِمَا كُنْتُمْ تَعْمَلُوْنَ

৪৫) এইদৰে, নিশ্চয়েই, আমি ভাল কাম কৰা সকলক পুৰস্কৃত কৰোঁ।

إِنَّا كَذَٰلِكَ نَجْزِي الْمُحْسِنِينَ ۝٤٤

৪৬) সেইদিনা দুৰ্ভাগ্য হওক সেই সকলৰ, যি সত্যক অগ্ৰাহ্য কৰে—

وَيْلٌ يَوْمَئِذٍ لِّلْمُكَذِّبِينَ ۝٤٥

৪৭) খোৱাঁ আৰু নিজকে খন্তেক এই পৃথিৱীত উপভোগ কৰা, হে' সত্যৰ অগ্ৰাহ্যকাৰী সকল, নিশ্চয়েই, তোমালোকেই হৈছা দোষী।'

كُلُوا وَتَمَتَّعُوا قَلِيلًا إِنَّكُم مُّجْرِمُونَ ۝٤٦

৪৮) সেইদিনা দুৰ্ভাগ্য হওক সেই সকলৰ, যি সত্যক অগ্ৰাহ্য কৰে!

وَيْلٌ يَوْمَئِذٍ لِّلْمُكَذِّبِينَ ۝٤٧

৪৯) আৰু যেতিয়া তেওঁলোকক কোৱা হয়, 'মূৰ দোওঁৱা,' তেওঁলোকে মূৰ নোদোৱাঁয়।

وَإِذَا قِيلَ لَهُمُ ارْكَعُوا لَا يَرْكَعُونَ ۝٤٨

৫০) সেইদিনা দুৰ্ভাগ্য হওক সেই সকলৰ যি সত্যক অগ্ৰাহ্য কৰে!

وَيْلٌ يَوْمَئِذٍ لِّلْمُكَذِّبِينَ ۝٤٩

৫১) ইয়াৰ পাছত, তেনেহ'লে, তেওঁলোকে নো কি ধৰ্ম্মোপদেশত বিশ্বাস আনিব?

فَبِأَيِّ حَدِيثٍ بَعْدَهُ يُؤْمِنُونَ ۝٥٠

Part 30 Chapter 78




চুৰা ৭৮ AL-NABA' আল-নাবা (মক্কাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, কৰুণাময়, আল্লাহৰ নামত।

بِسْمِ اللَّهِ الرَّحْمَٰنِ الرَّحِيمِ ۝١

২) তেওঁলোকে ইজনে সিজনক কি বিষয়ে প্ৰশ্ন কৰে?

عَمَّ يَتَسَاءَلُونَ ۝٢

৩) মহান ঘটনাটোৰ সংবাদৰ বিষয়ে,

عَنِ النَّبَإِ الْعَظِيمِ ۝٣

৪) যাৰ সমন্ধে তেওঁলোকৰ মতানৈক্য আছে।

الَّذِي هُمْ فِيهِ مُخْتَلِفُونَ ۝٤

৫) নহয়, সোনকালেই তেওঁলোকে জানিব পাৰিব।

كَلَّا سَيَعْلَمُونَ ۝٥

৬) নহয়, আমি পুনৰ কওঁ, তেওঁলোকে সোনকালে জানিব পাৰিব।

ثُمَّ كَلَّا سَيَعْلَمُونَ ۝٥

৭) আমি পৃথিৱী এখন শয্যাৰ দৰে গঢ়া নাই নে,

أَلَمْ نَجْعَلِ الْأَرْضَ مِهَادًا ۝٦

৮) আৰু পৰ্ব্বতৰ শাৰীবোৰ খুটিৰ দৰে ?

وَالْجِبَالَ أَوْتَادًا ۝٧

৯) আৰু আমি তোমালোকক যোৰ পাতি সৃষ্টি কৰিছোঁ,

وَخَلَقْنَاكُمْ أَزْوَاجًا ۝٨

১০) আৰু তোমালোকৰ বিশ্ৰামৰ উপায় ৰূপে নিদ্ৰাৰ দিহা কৰিছোঁ,

وَجَعَلْنَا نَوْمَكُمْ سُبَاتًا ۝٩

১১) আৰু নিশাটো এটা আবৰণৰ দৰে গঢ়িছোঁ,

وَجَعَلْنَا اللَّيْلَ لِبَاسًا ۝١٠

১২) আৰু দিনটো জীৱনৰ বিভিন্ন ব্যৱসায়ৰ কাৰণে পাতিছোঁ।

وَجَعَلْنَا النَّهَارَ مَعَاشًا ۝١١

১৩) আৰু আমি তোমালোকৰ ওপৰত সাতোটা শক্তিশালী বস্তু সাজিছোঁ;

وَبَنَيْنَا فَوْقَكُمْ سَبْعًا شِدَادًا ۝١٢

১৪) আৰু সূৰ্য্যটোক এটা উজ্জ্বল বন্তি ৰূপে সাজিছোঁ।

وَجَعَلْنَا سِرَاجًا وَهَّاجًا ۝١٣

১৫) আৰু আমি বৃষ্টিঘন মেঘৰ পৰা প্ৰচুৰ পৰিমাণে পানী নমাই পঠিয়াওঁ।

وَأَنْزَلْنَا مِنَ الْمُعْصِرَاتِ مَاءً ثَجَّاجًا ۝١٤

১৬) যাতে তাৰে সৈতে আমি শস্য আৰু উদ্ভিদ উৎপন্ন কৰাব পাৰোঁ,

لِنُخْرِجَ بِهِ حَبًّا وَنَبَاتًا ۝١٥

১৭) আৰু লহপহকৈ সজা বাগিচাবোৰ।

وَجَنَّاتٍ أَلْفَافًا ۝١٦

১৮) নিশ্চয়েই, সিদ্ধান্তৰ দিনটো হৈছে এটা নিৰ্দ্ধাৰিত সময়—

إِنَّ يَوْمَ الْفَصْلِ كَانَ مِيقَاتًا ۝١٧

১৯) সেই দিনটো, যেতিয়া শিঙাটো বজোৱা হ’ব, আৰু তোমালোক দলে দলে আহিবা।

يَوْمَ يُنْفَخُ فِي الصُّورِ فَتَأْتُونَ أَفْوَاجًا ۝١٨

২০) আৰু আকাশখন খুলি পেলোৱা হ’ব আৰু ভালেমান দুৱাৰত পৰিণত হ’ব।

وَفُتِحَتِ السَّمَاءُ فَكَانَتْ أَبْوَابًا ۝١٩

২১) আৰু পৰ্ব্বতবোৰক গতিশীল কৰা হ’ব, যেন সেই বিলাক এটা মৰীচিকাহে।

وَسُيِّرَتِ الْجِبَالُ فَكَانَتْ سَرَابًا ۝٢٠

২২) নিশ্চয়েই, দোজখ থাকে অন্তৰালত,

إِنَّ جَهَنَّمَ كَانَتْ مِرْصَادًا ۝٢١

২৩) এটা বাসস্থান বিদ্রোহী সকলৰ কাৰণে,

لِّلطَّاغِينَ مَآبًا

২৪) যি তাত বহুদিন জুৰি থাকিব।

لَّابِثِينَ فِيهَآ أَحْقَابًا

২৫) তাত তেওঁলোকে কোনো শীতল বতাহ, নতুবা পানীয় খোৱা বস্তু নেপাব,

لَّا يَذُوقُونَ فِيهَا بَرْدًا وَلَا شَرَابًا

২৬) কেৱল উত্তপ্ত গৰম বা বৰফৰ দৰে চেঁচা পানীয়ৰ বাহিৰে।

إِلَّا حَمِيمًا وَغَسَّاقًا

২৭) এক উপযুক্ত পৰিশোধ।

جَزَآءً وِفَاقًا

২৮) প্ৰকৃততে, তেওঁলোকে এই বিচাৰলৈ ভয় নকৰিছিল,

إِنَّهُمْ كَانُوا لَا يَرْجُونَ حِسَابًا

২৯) আৰু আমাৰ চিহ্ন সমূহ সম্পূৰ্ণ অগ্ৰাহ্য কৰিছিল।

وَكَذَّبُوا بِآيَاتِنَا كِذَّابًا

৩০) আৰু আমি সকলো কথা এখন কিতাপত লিপিবদ্ধ কৰিছোঁ।

وَكُلَّ شَيْءٍ أَحْصَيْنَاهُ كِتَابًا

৩১) 'সেই কাৰণে, তোমালোকে শাস্তিটোৰ সোৱাদ লোৱাহঁক; কষ্টৰ বাহিৰে আন একোতে আমি তোমালোকক বঢ়াই নিদিওঁ।'

فَذُوقُوا فَلَن نَّزِيدَكُمْ إِلَّا عَذَابًا

৩২) প্ৰকৃততে, সৎকৰ্ম্মী সকলৰ কাৰণে নিৰ্দ্দেশ দিয়া হৈছে এক বিজয়ৰ—

إِنَّ لِلْمُتَّقِينَ مَفَازًا

৩৩) দেৱালৰে ঘেৰা উদ্যান সমূহ আৰু আঙুৰৰ লতা,

حَدَائِقَ وَأَعْنَابًا

৩৪) আৰু একে বয়সৰ সুকোমল কুমাৰীৰ দল,

وَكَوَاعِبَ أَتْرَابًا

৩৫) আৰু উপচি পৰা পি খোৱা বাটি।

وَكَأْسًا دِهَاقًا

৩৬) তাত তেওঁলোকে কোনো অবান্তৰ আলোচনা নাইবা মিছা কথা শুনিবলৈ নেপাব;

لَّا يَسْمَعُونَ فِيهَا لَغْوًا وَلَا كِذَّابًا

৩৭) তোমাৰ প্ৰভুৰ পৰা এক প্ৰতিদান—এটা উপহাৰ বিচাৰ অনুযায়ী—

جَزَاءً مِّن رَّبِّكَ عَطَاءً حِسَابًا

৩৮) স্বৰ্গ সমূহ আৰু মৰ্ত্ত্য আৰু দুয়োৰে মাজত থকা সকলো বস্তুৰ প্ৰভু, কৰুণাময় আল্লাহ্। তেওঁলোকৰ সেইজনাক সম্বোধন কৰাৰ শক্তি নেথাকিব।

رَّبِّ السَّمَاوَاتِ وَالْأَرْضِ وَمَا بَيْنَهُمَا الرَّحْمَٰنِ
لَا يَمْلِكُونَ مِنْهُ خِطَابًا

৩৯) সেই দিনাখন যেতিয়া পৱিত্ৰ আত্মাটো আৰু ফেৰিস্তা সকল শাৰী পাতি থিয় দিব, তেওঁলোকে কথা নক'ব, কেৱল কৰুণাময় আল্লাহে অনুমতি দিয়াজনৰ বাহিৰে, আৰু যি জনে তেতিয়া মাত্ৰ সৎ কথাটোহে ক'ব।

يَوْمَ يَقُومُ الرُّوحُ وَالْمَلٰٓئِكَةُ صَفًّا ۙ لَّا يَتَكَلَّمُونَ إِلَّا مَنْ أَذِنَ لَهُ الرَّحْمٰنُ وَقَالَ صَوَابًا ۝

৪০) সেই দিনটো হ'ব এটা সত্যৰ দিন। গতিকে সেইজনক, যি ইচ্ছা কৰে, তেওঁৰ প্ৰভুত সহায় বিচাৰিবলৈ দিয়া।

ذٰلِكَ الْيَوْمُ الْحَقُّ ۚ فَمَنْ شَآءَ اتَّخَذَ إِلٰى رَبِّهٖ مَاٰبًا ۝

৪১) প্ৰকৃততে, আমি তোমালোকক, এটা নিকটবৰ্ত্তী শাস্তিৰ বিষয়ে সতৰ্ক কৰি দিছোঁ—এটা দিন যেতিয়া মানৱে দেখিবলৈ পাব তেওঁ নিজহাতেৰ পূৰ্ব্বে কি পঠাইছিল আৰু যেতিয়া অবিশ্বাসী জনে ক'ব, 'মই নগণ্য বালিকণা এটা হোৱাটোৱেই শ্ৰেয় হ'লহেঁতেন!'

إِنَّآ أَنْذَرْنٰكُمْ عَذَابًا قَرِيبًا ۚ يَوْمَ يَنْظُرُ الْمَرْءُ مَا قَدَّمَتْ يَدَاهُ وَيَقُولُ الْكٰفِرُ يٰلَيْتَنِي كُنْتُ تُرٰبًا ۝

Part 30 Chapter 79




চুৰা ৭৯ AL-NAZI'AT আল-নাজিয়াত (মক্কাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, কৰুণাময়, আল্লাহৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيمِ ۝

২) সেই সকলৰ দ্বাৰা, যি মানুহক সত্য ধৰ্ম্মলৈ উৎসাহেৰে আকৰ্ষণ কৰে,

وَالنّٰزِعٰتِ غَرْقًا ۝

৩) আৰু সেই সকলৰ দ্বাৰা যি তেওঁলোকৰ বন্ধন দৃঢ় ভাৱে বান্ধে,

وَالنّٰشِطٰتِ نَشْطًا ۝

৪) আৰু সেই সকলৰ দ্বাৰা, যি দ্ৰুত গতিৰে আগ বাঢ়ে,

وَالسّٰبِحٰتِ سَبْحًا ۝

৫) তেতিয়া তেওঁলোক অগ্ৰসৰ হয় আৰু আগতকৈ বহুত বেছি বিখ্যাত হৈ পৰে,

فَالسّٰبِقٰتِ سَبْقًا ۝

৬) তাৰ পিচত, তেওঁলোকে সকলো ব্যৱসায় এক উৎকৃষ্ট ধৰণে পৰিচালনা কৰে;

وقف لازم فَالْمُدَبِّرٰتِ اَمْرًا ۝٦

৭) এইটো ঘটিব এদিন, যেতিয়া কম্পিত পৃথিৱী খন কঁপিব,

يَوْمَ تَرْجُفُ الرَّاجِفَةُ ۝٧

৮) আৰু এটা দ্বিতীয় কম্পন সোনকালেই আহিব।

تَتْبَعُهَا الرَّادِفَةُ ۝٨

৯) সেই দিনাখন অন্তঃকৰণবোৰ কঁপিব,

قُلُوْبٌ يَّوْمَئِذٍ وَّاجِفَةٌ ۝٩

১০) আৰু তেওঁলোকৰ চকু বিলাক নমিত হৈ থাকিব।

وقف لازم اَبْصَارُهَا خَاشِعَةٌ ۝١٠

১১) তেওঁলোকে কয়, 'আমাক সঁচাকৈয়ে পূৰ্ব্বৰ অৱস্থালৈ ঘূৰাই অনা হ'বনে?

يَقُوْلُوْنَ ءَ اِنَّا لَمَرْدُوْدُوْنَ فِى الْحَافِرَةِ ۝١١

১২) 'কি! আমি পচা হাড় হোৱাৰ অৱস্থাতো?

ءَ اِذَا كُنَّا عِظَامًا نَّخِرَةً ۝١٢

১৩) তেওঁলোকে কয়, 'তেতিয়াহ'লে সেইটো বাস্তৱতে এটা ক্ষতিকৰ প্ৰত্যাবৰ্ত্তন হ'ব।'

وقف لازم قَالُوْا تِلْكَ اِذًا كَرَّةٌ خَاسِرَةٌ ۝١٣

১৪) ই মাত্ৰ এটা চিঞৰহে হ'ব,

فَاِنَّمَا هِىَ زَجْرَةٌ وَّاحِدَةٌ ۝١٤

১৫) আৰু চোৱাঁ! তেওঁলোক সকলো মুকলি ঠাইলৈ ওলাই আহিব।

فَاِذَا هُمْ بِالسَّاهِرَةِ ۝١٥

১৬) মুচাৰ ঘটনাটো তোমালোকলৈ আহি পাইছেনে?

وقف لازم هَلْ اَتٰىكَ حَدِيْثُ مُوْسٰى ۝١٦

১৭) যেতিয়া তেওঁৰ প্ৰভুৱে পৱিত্ৰ টুৱা উপত্যকাত তেওঁক সম্বোধন কৰিছিল,

اِذْ نَادٰىهُ رَبُّهٗ بِالْوَادِ الْمُقَدَّسِ طُوًى ۝١٧

১৮) আৰু নিৰ্দ্দেশ দিছিলঃ 'তুমি ফেৰাউনৰ ওচৰলৈ যোৱা; তেওঁ বিদ্ৰোহ কৰিছে,'

اِذْهَبْ اِلٰى فِرْعَوْنَ اِنَّهٗ طَغٰى ۝١٨

১৯) "আৰু তেওঁক কোৱাঁ, 'তুমি সংস্কাৰ হ'বলৈ ইচ্ছা কৰা নেকি?

فَقُلْ هَلْ لَّكَ اِلٰى اَنْ تَزَكّٰى ۝١٩

২০) "আৰু মই তোমাক তোমাৰ প্ৰভুলৈ বাট দেখুৱাই নিম যাতে তুমি সেইজনাক ভয় কৰিব পাৰা।"

وَاَهْدِيَكَ اِلٰى رَبِّكَ فَتَخْشٰى ۝٢٠

২১) গতিকে তেওঁক মহান চিহ্নটো দেখুৱালে,

فَاَرٰىهُ الْاٰيَةَ الْكُبْرٰى ۝٢١

২২) কিন্তু তেওঁ মুচাক অগ্ৰাহ্য কৰিলে আৰু অবাধ্যতা কৰিলে ;

فَكَذَّبَ وَعَصٰى ﴿٢١﴾

২৩) তাৰ পিছত তেওঁ সত্যটোৰ পৰা আঁতৰি গ'ল, নানাৰকম ষড়যন্ত্ৰ পাঙি ;

ثُمَّ اَدْبَرَ يَسْعٰى ﴿٢٢﴾

২৪) আৰু তেওঁ তেওঁৰ প্ৰজাক গোটালে আৰু ঘোষণা কৰিলে,

فَحَشَرَ فَنَادٰى ﴿٢٣﴾

২৫) এই বুলি কৈ, 'মই তোমালোকৰ প্ৰভু, সৰ্ব্বোচ্চ জনা।'

فَقَالَ اَنَا رَبُّكُمُ الْاَعْلٰى ﴿٢٤﴾

২৬) গতিকে আল্লাহে তেওঁক খামোচ মাৰি ধৰিলে পৰকালৰ আৰু ইহকালৰ শাস্তিৰ কাৰণে।

فَاَخَذَهُ اللّٰهُ نَكَالَ الْاٰخِرَةِ وَالْاُوْلٰى ﴿٢٥﴾

২৭) তাতেই, নিশ্চয়েই, আছে এটা শিক্ষা সেইজনৰ কাৰণে, যি প্ৰভুলৈ ভয় কৰে।

اِنَّ فِيْ ذٰلِكَ لَعِبْرَةً لِّمَنْ يَّخْشٰى ﴿٢٦﴾

২৮) তোমাক সৃষ্টি কৰা বেছি কঠিন নে আকাশখন যাক আল্লাহে সৃষ্টি কৰিছে ?

ءَاَنْتُمْ اَشَدُّ خَلْقًا اَمِ السَّمَآءُ ۚ بَنٰهَا ﴿٢٧﴾

২৯) সেইজনাই তাৰ উচ্চতাৰ মান নিৰূপণ কৰিছে আৰু ইয়াক নিখুঁত ভাবে সাজিছে।

رَفَعَ سَمْكَهَا فَسَوّٰىهَا ﴿٢٨﴾

৩০) আৰু সেইজনাই ইয়াৰ নিশাক আন্ধাৰ কৰিছে; আৰু তাৰ পৰাই পুৱাৰ আবিৰ্ভাৱ কৰাইছে ;

وَاَغْطَشَ لَيْلَهَا وَاَخْرَجَ ضُحٰىهَا ﴿٢٩﴾

৩১) আৰু পৃথিৱীখন, ইয়াৰে সৈতে, বিস্তৃত কৰি পাতিছে।

وَالْاَرْضَ بَعْدَ ذٰلِكَ دَحٰىهَا ﴿٣٠﴾

৩২) তাৰ পৰা সেইজনাই ইয়াৰ পানী আৰু ইয়াৰ ঘাঁহনি উৎপন্ন কৰাইছে,

اَخْرَجَ مِنْهَا مَآءَهَا وَمَرْعٰىهَا ﴿٣١﴾

৩৩) আৰু পৰ্ব্বতৰ শাৰী বিলাক, সেইজনাই তাহাঁতক দৃঢ় কৰিছে।

وَالْجِبَالَ اَرْسٰىهَا ﴿٣٢﴾

৩৪) এই সকলোবোৰ হৈছে তোমালোকৰ আৰু তোমালোকৰ জীৱ-জন্তুৰ কাৰণে এটা সংস্থান।

مَتَاعًا لَّكُمْ وَلِاَنْعَامِكُمْ ﴿٣٣﴾

৩৫) কিন্তু যেতিয়া মহা দুৰ্যোগটো আহিব,

فَاِذَا جَآءَتِ الطَّآمَّةُ الْكُبْرٰى ﴿٣٤﴾

৩৬) সেইদিনা যেতিয়া মানুহে তেওঁ সকলো পৰিশ্ৰম কৰা উদ্দেশ্যবোৰ স্মৰণ কৰিব,

يَوْمَ يَتَذَكَّرُ الْاِنْسَانُ مَا سَعٰى ﴿٣٥﴾

৩৭) আৰু যিজনে দেখে তেওঁৰ কাৰণে দোজখ বিদ্যমান হৈ পৰিব।

وَبُرِّزَتِ الْجَحِيْمُ لِمَنْ يَّرٰى ﴿٣٦﴾

৩৮) তেতিয়া, সেইজনৰ ক্ষেত্ৰত যি বিদ্ৰোহ কৰে,

فَاَمَّا مَنْ طَغٰى ﴿٣٧﴾

৩৯) এই পৃথিৱীৰ জীৱনৰ প্ৰতি বেছি অনুৰাগ দেখুৱায়,

وَاٰثَرَ الْحَيٰوةَ الدُّنْيَا ﴿٣٨﴾

৪০) দোজখৰ অগ্নিকুণ্ডটো, নিশ্চয়েই হ'ব তেওঁৰ বাসস্থান।

فَاِنَّ الْجَحِيْمَ هِيَ الْمَاْوٰى ﴿٣٩﴾

৪১) কিন্তু সেইজনৰ ক্ষেত্ৰত যি তেওঁৰ প্ৰভুৰ আগত ভয়েৰে থিয় হয়, তাৰ নিজৰ আত্মাক অসৎ অভিলাষ বোৰৰ পৰা বিৰত ৰাখে,

وَاَمَّا مَنْ خَافَ مَقَامَ رَبِّهٖ وَنَهَى النَّفْسَ عَنِ
الْهَوٰى ﴿٤٠﴾

৪২) উদ্যানখন, নিশ্চয়েই, হ'ব তেওঁৰ বাসস্থান।

فَاِنَّ الْجَنَّةَ هِيَ الْمَاْوٰى ﴿٤١﴾

৪৩) তেওঁলোকে তোমাক সোধে সময়টোৰ বিষয়ে ঃ 'ই কেতিয়া ঘটিব ?'

يَسْـَٔلُوْنَكَ عَنِ السَّاعَةِ اَيَّانَ مُرْسٰىهَا ﴿٤٢﴾

৪৪) ইয়াৰ আবিৰ্ভাৱৰ আলোচনাৰ সৈতে তোমাৰ কোনখিনিত নো সম্বন্ধ আছে ?

فِيْمَ اَنْتَ مِنْ ذِكْرٰىهَا ﴿٤٣﴾

৪৫) ইয়াৰ বিষয়ে চূড়ান্ত জ্ঞান তোমাৰ প্ৰভুতহে ন্যস্ত থাকে।

اِلٰى رَبِّكَ مُنْتَهٰىهَا ﴿٤٤﴾

৪৬) তুমি মাত্ৰ এজন সতৰ্ককাৰী সেইজনৰ কাৰণে, যি ইয়াক ভয় কৰে।

اِنَّمَآ اَنْتَ مُنْذِرُ مَنْ يَّخْشٰىهَا ﴿٤٥﴾

৪৭) যি দিনাখন তেওঁলোকে ইয়াক দেখিব, তেওঁলোকৰ অনুভৱ হ'ব যেন তেওঁলোকে পৃথিৱীত এটা গধূলি বা এটা পুৱাতকৈ বেছি সময় কটোৱা নাছিল।

كَاَنَّهُمْ يَوْمَ يَرَوْنَهَا لَمْ يَلْبَثُوْٓا اِلَّا عَشِيَّةً اَوْ
ضُحٰىهَا ﴿٤٦﴾



চুৰা ৮০ 'ABASA আবাচা (মক্কাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, কৰুণাময়, আল্লাহৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ١

২) তেওঁ বিৰক্তি দেখুৱালে আৰু আনফালে মুখ কৰিলে,

عَبَسَ وَتَوَلّٰى ٢

৩) কাৰণ তেওঁৰ ওচৰলৈ কণা মানুহজন আহিছিল ;

اَنْ جَآءَهُ الْاَعْمٰى ٣

৪) আৰু তুমি নো কেনেকৈ জানিবা যে তেওঁ নিজকে সংস্কাৰ কৰিব খুজিছে,

وَمَا يُدْرِيْكَ لَعَلَّهٗ يَزَّكّٰى ٤

৫) অথবা, তেওঁ যে মনোযোগ দিব আৰু মনোযোগ দিয়াৰ পৰা তেওঁৰ উপকাৰ হ'ব ?

اَوْ يَذَّكَّرُ فَتَنْفَعَهُ الذِّكْرٰى ٥

৬) ই কেনেকৈ হ'ব পাৰে যে সেইজন যি সত্যটোৰ প্ৰতি দম্ভ কৰি উদাসীন হৈছে,

اَمَّا مَنِ اسْتَغْنٰى ٦

৭) সেইজনৰ প্ৰতি তুমি ভদ্ৰতা দেখুৱাইছা—

فَاَنْتَ لَهٗ تَصَدّٰى ٧

৮) যদিও তোমাৰ কোনো দায়িত্ব নাই, যদি তেওঁৰ সংস্কাৰ নহয়—

وَمَا عَلَيْكَ اَلَّا يَزَّكّٰى ٨

৯) কিন্তু সেইজন যি তোমাৰ ওচৰলৈ লৰি আহে,

وَاَمَّا مَنْ جَآءَكَ يَسْعٰى ٩

১০) আৰু তেওঁ আল্লাহক ভয় কৰে ;

وَهُوَ يَخْشٰى ١٠

১১) সেই তেনে এজনক তুমি অৱহেলা কৰিবা,

فَاَنْتَ عَنْهُ تَلَهّٰى ١١

১২) সেইটো হোৱা উচিত নহ'ব নিশ্চয়েই, ই হৈছে এটা স্মাৰক—

كَلَّآ اِنَّهَا تَذْكِرَةٌ ١٢

১৩) গতিকে যিজনে ইচ্ছা কৰে মনোযোগ দিবলৈ, দিয়া—

فَمَنْ شَآءَ ذَكَرَهٗ ١٣

১৪) অৱস্থিত সম্মানিত গ্ৰন্থ সমূহত,

فِيْ صُحُفٍ مُّكَرَّمَةٍ ١٤

১৫) প্ৰশংসিত, পৱিত্ৰ,

مَّرْفُوْعَةٍ مُّطَهَّرَةٍ ١٥

১৬) হাতত লিখক সকলৰ।

بِاَيْدِيْ سَفَرَةٍ ١٦

১৭) মহৎ আৰু পুণ্যবান।

كِرَامٍۭ بَرَرَةٍ ﴿١٦﴾

১৮) দুৰ্ভাগ্য মানৱৰ ! কিমান অকৃতজ্ঞ তেওঁ !

قُتِلَ الْإِنسَانُ مَا أَكْفَرَهُۥ ﴿١٧﴾

১৯) তেওঁ বিবেচনা নকৰে নে, আল্লাহে তেওঁক কি বস্তুৰ পৰা সৃষ্টি কৰিছিল ?

مِنْ أَىِّ شَىْءٍ خَلَقَهُۥ ﴿١٨﴾

২০) এটা শুক্ৰৰ টোপাৰ পৰা ! সেইজনাই তেওঁক সৃষ্টি কৰি গঢ় দিয়ে ;

مِن نُّطْفَةٍ خَلَقَهُۥ فَقَدَّرَهُۥ ﴿١٩﴾

২১) তাৰ পিছত সেইজনাই তেওঁৰ কাৰণে পথটো সুগম কৰি দিয়ে,

ثُمَّ السَّبِيلَ يَسَّرَهُۥ ﴿٢٠﴾

২২) তাৰ পাছত সময়ত সেইজনাই তেওঁক মৃত্যু হ'বলৈ দিয়ে আৰু তেওঁৰ কাৰণে এটা কবৰ নিৰূপণ কৰে ;

ثُمَّ أَمَاتَهُۥ فَأَقْبَرَهُۥ ﴿٢١﴾

২৩) তাৰ পিছত, আল্লাহৰ যেতিয়াই ইচ্ছা হয়, সেইজনাই তেওঁক আকৌ উঠাই আনিব।

ثُمَّ إِذَا شَآءَ أَنشَرَهُۥ ﴿٢٢﴾

২৪) নহয়, তেওঁ এতিয়াও আল্লাহে তেওঁক কৰিবলৈ দিয়া কাম কৰি উঠা নাই।

كَلَّا لَمَّا يَقْضِ مَآ أَمَرَهُۥ ﴿٢٣﴾

২৫) এতিয়া মানৱক তেওঁৰ আহাৰলৈ চকু দিবলৈ দিয়া ;

فَلْيَنظُرِ الْإِنسَانُ إِلَىٰ طَعَامِهِۦٓ ﴿٢٤﴾

২৬) আমি কেনেকৈ প্ৰচুৰ ভাৱে পানী ঢালি দিওঁ,

أَنَّا صَبَبْنَا الْمَآءَ صَبًّا ﴿٢٥﴾

২৭) তাৰ পিছত আমি পৃথিৱীৰ ভূমি মন্ডল ফালি দিওঁ—এক উপযুক্ত পৰিমাণে,

ثُمَّ شَقَقْنَا الْأَرْضَ شَقًّا ﴿٢٦﴾

২৮) তাৰ পিছত আমি তাত শস্য গজিবলৈ দিওঁ,

فَأَنۢبَتْنَا فِيهَا حَبًّا ﴿٢٧﴾

২৯) আৰু আঙুৰ, নানান শাক -পাচলি,

وَعِنَبًا وَقَضْبًا ﴿٢٨﴾

৩০) আৰু জলফাই আৰু খাজুৰ,

وَزَيْتُونًا وَنَخْلًا ﴿٢٩﴾

৩১) আৰু ঘনকৈ ৰোৱা গছ-গছনিৰ দেৱালেৰে ঘেৰা বাগিচা সমূহ,

وَحَدَآئِقَ غُلْبًا ﴿٣٠﴾

৩২) আৰু ফল-মূল আৰু বিভিন্ন উদ্ভিদ,

وَفَٰكِهَةً وَأَبًّا ﴿٣١﴾

৩৩) তোমালোক আৰু তোমালোকৰ পোহনীয়া জন্তুৰ কাৰণে এটা সংস্থান।

مَّتَٰعًا لَّكُمْ وَلِأَنْعَٰمِكُمْ ﴿٣٢﴾

فَإِذَا جَآءَتِ الصَّآخَّةُ ﴿٣٣﴾

৩৪) কিন্তু যেতিয়া কাণ ফাটি যোৱা চিঞৰটো আহিব,

يَوْمَ يَفِرُّ الْمَرْءُ مِنْ أَخِيهِ ﴿٣٤﴾

৩৫) এটা দিনত যেতিয়া এজন মানুহে দৌৰি পলাব তেওঁৰ ভ্ৰাতৃৰ পৰা,

وَأُمِّهِ وَأَبِيهِ ﴿٣٥﴾

৩৬) আৰু তেওঁৰ মাতৃৰ পৰা আৰু পিতৃৰ পৰা,

وَصَاحِبَتِهِ وَبَنِيهِ ﴿٣٦﴾

৩৭) আৰু তেওঁৰ পত্নীৰ পৰা আৰু তেওঁৰ পুত্ৰ সকলৰ পৰা,

لِكُلِّ امْرِئٍ مِّنْهُمْ يَوْمَئِذٍ شَأْنٌ يُغْنِيهِ ﴿٣٧﴾

৩৮) তেওঁলোকৰ মাজৰ প্ৰত্যেকৰে সেইদিনাখন নিজৰ সমস্যাই ইমান বেছি হ'ব যে তেওঁ আনৰ প্ৰতি অন্যমনস্ক হৈ পৰিব।

وُجُوهٌ يَوْمَئِذٍ مُّسْفِرَةٌ ﴿٣٨﴾

৩৯) সেই দিনাখন, কিছুমান মুখমন্ডল হৈ পৰিব উজ্জ্বল,

ضَاحِكَةٌ مُّسْتَبْشِرَةٌ ﴿٣٩﴾

৪০) হাঁহি মুখীয়া, আনন্দেৰে ভৰপূৰ।

وَوُجُوهٌ يَوْمَئِذٍ عَلَيْهَا غَبَرَةٌ ﴿٤٠﴾

৪১) আৰু কিছুমান মুখমন্ডলৰ ওপৰত, সেই দিনাখন, থাকিব ধূলি,

تَرْهَقُهَا قَتَرَةٌ ﴿٤١﴾

৪২) অন্ধকাৰে তেওঁলোকক আবৰি থব।

أُولَٰئِكَ هُمُ الْكَفَرَةُ الْفَجَرَةُ ﴿٤٢﴾

৪৩) তেওঁলোক হ'ব অবিশ্বাসী সকল, অসৎ কাম কৰোঁতা সকল।

سُوْرَةُ التَّكْوِيْرِ مَكِّيَّةٌ (٨١) اٰيَاتُهَا ٢٩ رُكُوْعُهَا ١

চুৰা ৮১ AL-TAKWIR আল-তকৱিৰ মক্কাত অৱতীৰ্ণ

| | |
|---|---|
| ১) সুপ্রসন্ন, করুণাময়, আল্লাহৰ নামত। | بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ① |
| ২) সূৰ্য্যটোক যেতিয়া জপাই দিয়া হ'ব, | اِذَا الشَّمْسُ كُوِّرَتْ ② |
| ৩) আৰু যেতিয়া তৰাবোৰ ঢাকি পেলোৱা হ'ব, | وَاِذَا النُّجُوْمُ انْكَدَرَتْ ③ |
| ৪) আৰু যেতিয়া পৰ্ব্বতৰ শাৰীবোৰ গতিশীল কৰা হ'ব, | وَاِذَا الْجِبَالُ سُيِّرَتْ ④ |
| ৫) আৰু যেতিয়া দহমহীয়া গৰ্ভৱতী উট বিলাকক সম্পূর্ণ পৰিত্যাগ কৰা হ'ব, | وَاِذَا الْعِشَارُ عُطِّلَتْ ⑤ |
| ৬) আৰু যেতিয়া বনৰীয়া জন্তুবোৰক একত্রিত কৰা হ'ব, | وَاِذَا الْوُحُوْشُ حُشِرَتْ ⑥ |
| ৭) আৰু যেতিয়া নদ-নদীবোৰ খালী কৰি পেলোৱা হ'ব, | وَاِذَا الْبِحَارُ سُجِّرَتْ ⑦ |
| ৮) আৰু যেতিয়া বিভিন্ন জাতিবোৰ একেলগে সমবেত কৰা হ'ব, | وَاِذَا النُّفُوْسُ زُوِّجَتْ ⑧ |
| ৯) আৰু যেতিয়া শিশুকন্যাৰ জীৱন্ত সমাধিৰ বিষয়ে প্রশ্ন কৰা হ'ব— | وَاِذَا الْمَوْءٗدَةُ سُئِلَتْ ⑨ |
| ১০) 'কি দোষত তাইক বধ কৰা হ'ল ?'— | بِاَيِّ ذَنْۢبٍ قُتِلَتْ ⑩ |
| ১১) আৰু যেতিয়া নানান কিতাপ-পত্র পৃথিৱী ব্যাপল বিস্তাৰ হ'ব, | وَاِذَا الصُّحُفُ نُشِرَتْ ⑪ |
| ১২) আৰু যেতিয়া আকাশ খুন মুকলি কৰি দিয়া হ'ব, | وَاِذَا السَّمَآءُ كُشِطَتْ ⑫ |
| ১৩) আৰু যেতিয়া দোজখৰ অগ্নিকুণ্ডটা জ্বলাই দিয়া হ'ব, | وَاِذَا الْجَحِيْمُ سُعِّرَتْ ⑬ |
| ১৪) আৰু যেতিয়া বেহেস্তক ওচৰ চপাই অনা হ'ব, | وَاِذَا الْجَنَّةُ اُزْلِفَتْ ⑭ |

| | |
|---|---|
| ১৫) যেতিয়া প্ৰত্যেক আত্মাই জানিবলৈ পাব কি উৎপাদন কৰিছিল। | عَلِمَتْ نَفْسٌ مَّآ اَحْضَرَتْ ⑮ |
| ১৬) নহয়! মই সাক্ষী দিবলৈ আহ্বান কৰোঁ গ্ৰন্থবিলাকক, যি পাছ হোঁহকি যায়, | فَلَآ اُقْسِمُ بِالْخُنَّسِ ⑯ |
| ১৭) দ্ৰুত বেগে আগ বাঢ়ি যায় আৰু তাৰ পিছত লুকায়। | الْجَوَارِ الْكُنَّسِ ⑰ |
| ১৮) আৰু মই সাক্ষী দিবলৈ মাতোঁ পুৱতি নিশাটোক, | وَالَّيْلِ اِذَا عَسْعَسَ ⑱ |
| ১৯) আৰু উষাক ইয়াৰ উদীয়মান অৱস্থাত, | وَالصُّبْحِ اِذَا تَنَفَّسَ ⑲ |
| ২০) যে ই, নিশ্চয়েই হয় এজন মহৎ পয়গম্বৰলৈ প্ৰকাশ কৰা বাণী, | اِنَّهٗ لَقَوْلُ رَسُوْلٍ كَرِيْمٍ ⑳ |
| ২১) শক্তিৰ অধিকাৰী, সিংহাসনখনৰ প্ৰভুৰ উপস্থিতিত স্থাপিত, | ذِيْ قُوَّةٍ عِنْدَ ذِي الْعَرْشِ مَكِيْنٍ ㉑ |
| ২২) বাধ্যতা পোৱাৰ যোগ্য আৰু নিজৰ দায়িত্বৰ প্ৰতি বিশ্বাসী। | مُّطَاعٍ ثَمَّ اَمِيْنٍ ㉒ |
| ২৩) আৰু তোমালোকৰ সহচৰজন উন্মাদ নহয়। | وَمَا صَاحِبُكُمْ بِمَجْنُوْنٍ ㉓ |
| ২৪) আৰু তেওঁ অৱশ্যেই, তেওঁক এক পৰিষ্কাৰ দিগন্তত দেখিছিল। | وَلَقَدْ رَاٰهُ بِالْاُفُقِ الْمُبِيْنِ ㉔ |
| ২৫) আৰু তেওঁ অদৃশ্য বস্তুৰ বিষয়ে কৃপণ নহয়। | وَمَا هُوَ عَلَى الْغَيْبِ بِضَنِيْنٍ ㉕ |
| ২৬) নাইবা এইখন অভিশপ্ত ছয়তানৰ বক্তব্যও নহয়। | وَمَا هُوَ بِقَوْلِ شَيْطٰنٍ رَّجِيْمٍ ㉖ |
| ২৭) তেতিয়া হ'লে, তোমালোক কাৰ অভিমুখে গৈছা ? | فَاَيْنَ تَذْهَبُوْنَ ㉗ |
| ২৮) ই আটাইবোৰ বিশ্বলৈকে এটা স্মাৰকৰ বাহিৰে আন একো নহয়, | اِنْ هُوَ اِلَّا ذِكْرٌ لِّلْعٰلَمِيْنَ ㉘ |
| ২৯) আৰু তোমালোকৰ মাজত সেইসকলৰ কাৰণে যি পোন পথ লবলৈ বাঞ্ছা কৰে। | لِمَنْ شَآءَ مِنْكُمْ اَنْ يَّسْتَقِيْمَ ㉙ |

২৯) وَ مَا تَشَآءُوْنَ اِلَّآ اَنْ يَّشَآءَ اللّٰهُ رَبُّ الْعٰلَمِيْنَ

৩০) আৰু তোমালোকে এনে এটা বস্তু বাঞ্ছা কৰিব নোৱাৰা, যিটো সকলো বিশ্বৰ প্ৰভু, আল্লাহে বাঞ্ছা নকৰে।

Part 30 Chapter 82



চুৰা ৮২ AL-INFITAR আল-ইনফিটাৰ (মক্কাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, কৰুণাময়, আল্লাহৰ নামত।
بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

২) আকাশখন যেতিয়া দুফাল কৰা হ'ব,
اِذَا السَّمَآءُ انْفَطَرَتْ ②

৩) আৰু তৰা বিলাকক সিঁচৰিত কৰা হ'ব,
وَ اِذَا الْكَوَاكِبُ انْتَثَرَتْ ③

৪) আৰু যেতিয়া মহাসাগৰ কেইখনক আগ বাঢ়ি গৈ যোগ হ'বলৈ দিয়া হ'ব,
وَ اِذَا الْبِحَارُ فُجِّرَتْ ④

৫) আৰু যেতিয়া কবৰবোৰ খুলি পেলোৱা হ'ব,
وَ اِذَا الْقُبُوْرُ بُعْثِرَتْ ⑤

৬) প্ৰত্যেকটো আত্মাই তেতিয়া জানিব পাৰিব ই কি আগতে দি পঠিয়াইছিল আৰু কি থৈ আহিছিল।
عَلِمَتْ نَفْسٌ مَّا قَدَّمَتْ وَ اَخَّرَتْ ⑥

৭) হে মানৱ! তোমালোকক কিহেনো প্ৰবঞ্চনা কৰিলে তোমালোকৰ প্ৰভুৰ বিষয়ে।
يٰۤاَيُّهَا الْاِنْسَانُ مَا غَرَّكَ بِرَبِّكَ الْكَرِيْمِ ⑦

৮) যি তোমালোকক সৃষ্টি কৰিছে, তাৰ পিছত নিখুঁত ৰূপ দিছিল তাৰ পিছত সমানুপাতে গঢ় দিছিল?
الَّذِيْ خَلَقَكَ فَسَوّٰىكَ فَعَدَلَكَ ⑧

৯) সেইজনৰ পচন্দমতে দিয়া গঢ়। সেইজনাই তোমালোকক সুৰূপ দিছিল।
فِيْۤ اَيِّ صُوْرَةٍ مَّا شَآءَ رَكَّبَكَ ⑨

১০) নহয়, কিন্তু তোমালোকে বিচাৰটো অস্বীকাৰ কৰা।
كَلَّا بَلْ تُكَذِّبُوْنَ بِالدِّيْنِ ⑩

১১) নিশ্চয়েই তোমালোকৰ ওপৰত অভিভাৱক সকল আছে,
وَ اِنَّ عَلَيْكُمْ لَحٰفِظِيْنَ ⑪

১২) সম্মানিত লেখলওঁতা সকল,

كِرَامًا كَاتِبِينَ ﴿١٢﴾

১৩) যি তোমালোকে কৰা সকলো কথা জানে;

يَعْلَمُونَ مَا تَفْعَلُونَ ﴿١٣﴾

১৪) প্ৰকৃততে, পুণ্যবান সকল চৰম সুখত থাকিব;

إِنَّ الْأَبْرَارَ لَفِي نَعِيمٍ ﴿١٤﴾

১৫) আৰু পাপী সকল দোজখত থাকিব;

وَإِنَّ الْفُجَّارَ لَفِي جَحِيمٍ ﴿١٥﴾

১৬) বিচাৰৰ দিনা তেওঁলোক তাত দগ্ধ হ'ব;

يَصْلَوْنَهَا يَوْمَ الدِّينِ ﴿١٦﴾

১৭) আৰু তেওঁলোক তাৰ পৰা সাৰিব নোৱাৰিব।

وَمَا هُمْ عَنْهَا بِغَائِبِينَ ﴿١٧﴾

১৮) আৰু বিচাৰৰ দিনটোনো কি, সেইটো তোমালোকক কিহে জনাব!

وَمَا أَدْرَاكَ مَا يَوْمُ الدِّينِ ﴿١٨﴾

১৯) আকৌ, বিচাৰৰ দিনটোনো কি সেইটো তোমালোকক কিহে জনাব!

ثُمَّ مَا أَدْرَاكَ مَا يَوْمُ الدِّينِ ﴿١٩﴾

২০) দিনটো, যেতিয়া এটা আত্মাৰ আন এটা আত্মাৰ প্ৰতি একো কৰাৰ শক্তি নেথাকিব! আৰু সেই দিনাখন নিৰ্দ্দেশ আহিব আল্লাহৰ পৰা।

يَوْمَ لَا تَمْلِكُ نَفْسٌ لِّنَفْسٍ شَيْئًا ۖ وَالْأَمْرُ يَوْمَئِذٍ لِّلَّهِ ﴿٢٠﴾




চুৰা ৮৩ | AL-TATFIF | আল-তাতফিফ | (মক্কাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, কৰুণাময়, আল্লাহৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ۝١

২) দুৰ্ভাগ্য হওক সেই সকলৰ, যি জোখত কম দিয়ে;

وَيْلٌ لِّلْمُطَفِّفِيْنَ ۝٢

৩) সেই সকল যি, যেতিয়া লোকৰ পৰা বস্তু জুখি লয়, পূৰা জোখত লয়;

الَّذِيْنَ اِذَا اكْتَالُوْا عَلَى النَّاسِ يَسْتَوْفُوْنَ ۝٣

৪) কিন্তু যেতিয়া তেওঁলোকে আনক জুখি বা ওজন কৰি দিয়ে, তেওঁলোকে কমাই দিয়ে।

وَاِذَا كَالُوْهُمْ اَوْ وَّزَنُوْهُمْ يُخْسِرُوْنَ ۝٤

৫) এনেকুৱা মানুহ বিলাকে নেজানে নে যে তেওঁলোকক পুনৰ উঠাই অনা হ'ব

اَلَا يَظُنُّ اُولٰٓئِكَ اَنَّهُمْ مَّبْعُوْثُوْنَ ۝٥

৬) এটা মহান দিনৰ বিচাৰ চাবলৈ ?

لِيَوْمٍ عَظِيْمٍ ۝٦

৭) সেইদিনা যেতিয়া মানৱ জাতি সকলো বিশ্বৰ প্ৰভুৰ আগত থিয় হ'ব।

يَّوْمَ يَقُوْمُ النَّاسُ لِرَبِّ الْعٰلَمِيْنَ ۝٧

৮) নহয় পাপী সকলৰ কামৰ তালিকা থাকিব ছিজ্জিনত।

كَلَّآ اِنَّ كِتٰبَ الْفُجَّارِ لَفِيْ سِجِّيْنٍ ۝٨

৯) আৰু কিহেনো তোমালোকক জনাব ছিজ্জিন কি বস্তু ?

وَمَآ اَدْرٰىكَ مَا سِجِّيْنٌ ۝٩

১০) ই এখন সময়ৰ আৰম্ভণিৰ পৰা লিখিত কিতাপ।

كِتٰبٌ مَّرْقُوْمٌ ۝١٠

১১) দুৰ্ভাগ্য হওক সেইদিনা অগ্ৰাহ্য কৰা সকলৰ,

وَيْلٌ يَّوْمَئِذٍ لِّلْمُكَذِّبِيْنَ ۝١١

১২) যি বিচাৰৰ দিনটো অস্বীকাৰ কৰে।

الَّذِيْنَ يُكَذِّبُوْنَ بِيَوْمِ الدِّيْنِ ۝١٢

১৩) আৰু আন কোনেও ইয়াক অস্বীকাৰ নকৰে, কেৱল পাপী আইন লঙ্ঘনকাৰীৰ বাহিৰে,

وَمَا يُكَذِّبُ بِهٖٓ اِلَّا كُلُّ مُعْتَدٍ اَثِيْمٍ ۝١٣

১৪) যি, যেতিয়া আমাৰ চিহ্ন সমূহ তেওঁলৈ আবৃত্তি কৰা হয়, কয়, 'অতীজ কালৰ সাধুকথা' !

اِذَا تُتْلٰى عَلَيْهِ اٰيٰتُنَا قَالَ اَسَاطِيْرُ الْاَوَّلِيْنَ ۝١٤

كَلَّا بَلْ ۜ رَانَ عَلٰى قُلُوْبِهِمْ مَّا كَانُوْا يَكْسِبُوْنَ ﴿١٥﴾

১৫) নহয়, কিন্তু তেওঁলোকে যি আৰ্জ্জিছে ই তেওঁলোকৰ অন্তৰৰ ওপৰত মামৰৰ দৰে হয়।

كَلَّآ اِنَّهُمْ عَنْ رَّبِّهِمْ يَوْمَئِذٍ لَّمَحْجُوْبُوْنَ ﴿١٦﴾

১৬) নহয়, কিন্তু তেওঁলোকক, নিশ্চয়েই, সেইদিনা তেওঁলোকৰ প্ৰভুৰ দৰ্শনৰ পৰা বঞ্চিত কৰা হ'ব।

ثُمَّ اِنَّهُمْ لَصَالُوا الْجَحِيْمِ ﴿١٧﴾

১৭) তেতিয়া, প্ৰকৃততে, তেওঁলোক দোজখত দগ্ধ হ'ব,

ثُمَّ يُقَالُ هٰذَا الَّذِيْ كُنْتُمْ بِهٖ تُكَذِّبُوْنَ ﴿١٨﴾

১৮) তেতিয়া তেওঁলোকক এই বুলি কোৱা হ'ব 'এইটোৱেই হৈছে সেইটো যিটো তোমালোকে অগ্ৰাহ্য কৰাৰ অভ্যাস কৰিছিলা।'

كَلَّآ اِنَّ كِتٰبَ الْاَبْرَارِ لَفِيْ عِلِّيِّيْنَ ﴿١٩﴾

১৯) নহয়, কিন্তু সৎকৰ্ম্মী সকলৰ কাৰ্য্যৰ তালিকা থাকিব, নিশ্চয়েই, 'ইল্লিইউন'ত।

وَمَآ اَدْرٰىكَ مَا عِلِّيُّوْنَ ﴿٢٠﴾

২০) আৰু ইল্লিইউন নো কি তোমালোকক কি হে জনাব?

كِتٰبٌ مَّرْقُوْمٌ ﴿٢١﴾

২১) ই লিখিত কিতাপ।

يَّشْهَدُهُ الْمُقَرَّبُوْنَ ﴿٢٢﴾

২২) আল্লাহৰ প্ৰিয় সকলে ইয়াক দেখিব।

اِنَّ الْاَبْرَارَ لَفِيْ نَعِيْمٍ ﴿٢٣﴾

২৩) নিশ্চয়েই, পুণ্যবান সকল চৰম সুখত থাকিব।

عَلَى الْاَرَآئِكِ يَنْظُرُوْنَ ﴿٢٤﴾

২৪) আসনত বহি, সকলো বস্তুলৈ চকু দি।

تَعْرِفُ فِيْ وُجُوْهِهِمْ نَضْرَةَ النَّعِيْمِ ﴿٢٥﴾

২৫) তোমালোকে তেওঁলোকৰ মুখমণ্ডলত দেখিবা চৰম সুখৰ প্ৰফুল্লতা।

يُسْقَوْنَ مِنْ رَّحِيْقٍ مَّخْتُوْمٍ ﴿٢٦﴾

২৬) তেওঁলোকক পি খাবলৈ দিয়া হ'ব এটা বিশুদ্ধ পানীয়ৰ পৰা, মোহৰ মৰা।

خِتٰمُهٗ مِسْكٌ ۚ وَفِيْ ذٰلِكَ فَلْيَتَنَافَسِ الْمُتَنَافِسُوْنَ ﴿٢٧﴾

২৭) ইয়াৰ মোহৰ মৰা হ'ব সুগন্ধি কস্তুৰীৰে—ইয়াৰ কাৰণে বাঞ্ছাকাৰী সকলক বাঞ্ছা কৰিবলৈ দিয়া—

وَمِزَاجُهٗ مِنْ تَسْنِيْمٍ ﴿٢٨﴾

২৮) আৰু ইয়াক মিহলোৱা হ'ব তাছমিম পানীৰে সৈতে,

عَيْنًا يَّشْرَبُ بِهَا الْمُقَرَّبُوْنَ ﴿٢٩﴾

২৯) এটা নিঝৰা য'ৰ পৰা আল্লাহৰ প্ৰিয় সকলে পি খাব।

৩০) যি সকল দোষী তেওঁলোকে প্ৰায়েই বিশ্বাসী সকলক হাঁহিছিল,

إِنَّ الَّذِينَ أَجْرَمُوا كَانُوا مِنَ الَّذِينَ آمَنُوا يَضْحَكُونَ ﴿٢٩﴾

৩১) আৰু সিহঁতে যেতিয়া তেওঁলোকৰ ওচৰেদি পাৰ হৈছিল, নিজৰ ভিতৰত ইজনে সিজনলৈ চকু টিপ মাৰিছিল,

وَإِذَا مَرُّوا بِهِمْ يَتَغَامَزُونَ ﴿٣٠﴾

৩২) আৰু যেতিয়া তেওঁলোক তেওঁলোকৰ পৰিয়াললৈ ঘূৰি আহিছিল অতি স্ফূৰ্ত্তিত ঘূৰি আহিছিল;

وَإِذَا انقَلَبُوا إِلَىٰ أَهْلِهِمُ انقَلَبُوا فَكِهِينَ ﴿٣١﴾

৩৩) আৰু তেওঁলোকে যেতিয়া তেওঁলোকক দেখিছিল, কৈছিল, 'এই সকল, সঁচাকৈয়ে আওবাটে গৈছে।'

وَإِذَا رَأَوْهُمْ قَالُوا إِنَّ هَٰؤُلَاءِ لَضَالُّونَ ﴿٣٢﴾

৩৪) কিন্তু তেওঁলোকক সেই সকলৰ ওপৰত ৰখীয়া হিচাপে পঠোৱা হোৱা নাছিল।

وَمَا أُرْسِلُوا عَلَيْهِمْ حَافِظِينَ ﴿٣٣﴾

৩৫) এইদিনা, গতিকে, বিশ্বাসী সকলেহে অবিশ্বাসী সকলক হাঁহিব,

فَالْيَوْمَ الَّذِينَ آمَنُوا مِنَ الْكُفَّارِ يَضْحَكُونَ ﴿٣٤﴾

৩৬) আসনত বহি, চাৰিওফালে দৃষ্টিপাত কৰি।

عَلَى الْأَرَائِكِ يَنظُرُونَ ﴿٣٥﴾

৩৭) তেওঁলোকে পৰস্পৰক কব, 'অবিশ্বাসী সকলক, তেওঁলোকে যি কৰি আহিছিল, তাৰ বাবে সম্পূৰ্ণ ভাবে পৰিশোধ কৰা হোৱা নাইনে?'

هَلْ ثُوِّبَ الْكُفَّارُ مَا كَانُوا يَفْعَلُونَ ﴿٣٦﴾

سُوْرَةُ الْاِنْشِقَاقِ مَكِّيَّةٌ (٨٤)

চুৰা ৮৪ AL-INSHIQAQ আল- আনছিকা (মক্কাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, কৰুণাময়, আল্লাহৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

২) আকাশ যেতিয়া ফাটি ছিটাছিটি দিব,

اِذَا السَّمَآءُ انْشَقَّتْ ②

৩) আৰু তাইৰ প্ৰভুলৈ বুলি সম্বোধন কৰিব— আৰু এনে কৰাটো তাইৰ কাৰণে বিধেয় হ'ব—

وَاَذِنَتْ لِرَبِّهَا وَحُقَّتْ ③

৪) আৰু যেতিয়া পৃথিৱীখন বিস্তৃত কৰা হ'ব

وَاِذَا الْاَرْضُ مُدَّتْ ④

৫) আৰু ইয়ালৈ গৰ্ভত থকা সকলো বস্তু উলিয়াই দিব, আৰু উদং হৈ পৰা যেন দেখা যাব,

وَاَلْقَتْ مَا فِيْهَا وَتَخَلَّتْ ⑤

৬) আৰু ইয়ালৈ প্ৰভুলৈ বুলি সম্বোধন কৰিব— আৰু এনে কৰাটো ইয়াৰ প্ৰতি বিধেয় হ'ব—

وَاَذِنَتْ لِرَبِّهَا وَحُقَّتْ ⑥

৭) প্ৰকৃততে, তুমি, হে' মানৱ তোমাৰ প্ৰভুৰ অভিমুখে কষ্ট কৰি অগ্ৰসৰ হৈছা, এটা কঠোৰ পৰিশ্ৰম; তুমি সেইজনাৰ সম্মুখীন নোহোৱালৈকে,

يٰۤاَيُّهَا الْاِنْسَانُ اِنَّكَ كَادِحٌ اِلٰى رَبِّكَ كَدْحًا فَمُلٰقِيْهِ ⑦

৮) তেতিয়া সেইজনৰ ক্ষেত্ৰত যাৰ কাৰ্য্যতালিকা তেওঁৰ সোঁহাতত দিয়া হ'ব,

فَاَمَّا مَنْ اُوْتِىَ كِتٰبَهٗ بِيَمِيْنِهٖ ⑧

৯) সেইজনে, নিশ্চয়েই, এটা সহজ বিচাৰ পাব,

فَسَوْفَ يُحَاسَبُ حِسَابًا يَّسِيْرًا ⑨

১০) আৰু তেওঁ তেওঁৰ পৰিয়াললৈ স্ফুৰ্ত্তি কৰি ঘূৰি আহিব।

وَّيَنْقَلِبُ اِلٰۤى اَهْلِهٖ مَسْرُوْرًا ⑩

১১) কিন্তু সেইজনৰ ক্ষেত্ৰত যি তেওঁৰ কাৰ্য্যতালিকা পিঠিৰ পাছৰ ফালৰ পৰা পাব,

وَاَمَّا مَنْ اُوْتِىَ كِتٰبَهٗ وَرَآءَ ظَهْرِهٖ ⑪

১২) তেওঁ সোনকালেই নিজৰ ধ্বংস আহ্বান কৰিব,

فَسَوْفَ يَدْعُوْا ثُبُوْرًا ⑫

১৩) আৰু তেওঁ এক প্ৰচণ্ড অগ্নিকুণ্ডত জ্বলিব।

وَّيَصْلٰى سَعِيْرًا ⑬

| | |
|---|---|
| ১৪) প্ৰকৃততে, ইয়াৰ পূৰ্ব্বে সেইজনৰ অভ্যাস আছিল তেওঁৰ সময় নিজৰ মানুহৰ মাজত আনন্দেৰে কটোৱা। | إِنَّهُۥ كَانَ فِىٓ أَهْلِهِۦ مَسْرُورًا ﴿١٣﴾ |
| ১৫) তেওঁ, বাস্তৱতে, ভাবিছিল যে তেওঁ কেতিয়াও আল্লাহলৈ ঘূৰি নেযাব। | إِنَّهُۥ ظَنَّ أَن لَّن يَحُورَ ﴿١٤﴾ |
| ১৬) হয়! নিশ্চয়েই, তেওঁৰ প্ৰভু তেওঁৰ প্ৰতি সতৰ্ক আছিল। | بَلَىٰٓ إِنَّ رَبَّهُۥ كَانَ بِهِۦ بَصِيرًا ﴿١٥﴾ |
| ১৭) কিন্তু নহয়! মই সাক্ষী দিবলৈ আহ্বান কৰোঁ সূৰ্য্যাস্তৰ জেউতিক, | فَلَآ أُقْسِمُ بِٱلشَّفَقِ ﴿١٦﴾ |
| ১৮) আৰু নিশাটোক আৰু ই আবৰি থকা সকলোকে, | وَٱلَّيْلِ وَمَا وَسَقَ ﴿١٧﴾ |
| ১৯) আৰু চন্দ্ৰক ই যেতিয়া সম্পূৰ্ণ হৈ পৰে, | وَٱلْقَمَرِ إِذَا ٱتَّسَقَ ﴿١٨﴾ |
| ২০) যে তোমালোক, অৱশ্যেই, এটা অৱস্থাৰ পৰা আন এটা অৱস্থালৈ যাবাহঁক। | لَتَرْكَبُنَّ طَبَقًا عَن طَبَقٍ ﴿١٩﴾ |
| ২১) তেনে হ'লে তেওঁলোকৰ কিনো হৈছে যে তেওঁলোকে বিশ্বাস নানে, | فَمَا لَهُمْ لَا يُؤْمِنُونَ ﴿٢٠﴾ |
| ২২) আৰু যেতিয়া কোৰ্-আন তেওঁলোকলৈ আবৃত্তি কৰা হয়, তেওঁলোকে বশ হৈ মূৰ নোদোঁৱায়; | وَإِذَا قُرِئَ عَلَيْهِمُ ٱلْقُرْءَانُ لَا يَسْجُدُونَ ۩ ﴿٢١﴾ |
| ২৩) পক্ষান্তৰে, অবিশ্বাসীসকলে, যাক প্ৰত্যাখ্যান কৰে। | بَلِ ٱلَّذِينَ كَفَرُوا۟ يُكَذِّبُونَ ﴿٢٢﴾ |
| ২৪) আৰু আল্লাহে ভালদৰে জনে তেওঁলোকে তেওঁলোকৰ অন্তৰত কি লুকুৱাই থয়। | وَٱللَّهُ أَعْلَمُ بِمَا يُوعُونَ ﴿٢٣﴾ |
| ২৫) গতিকে তেওঁলোকক এটা কষ্টকৰ শাস্তিৰ সংবাদ দিয়াহঁক। | فَبَشِّرْهُم بِعَذَابٍ أَلِيمٍ ﴿٢٤﴾ |
| ২৬) কিন্তু সেই সকলৰ ক্ষেত্ৰত যি বিশ্বাস কৰে আৰু সৎ কাম কৰে, তেওঁলোকৰ হ'ব এক অফুৰন্ত পুৰস্কাৰ। | إِلَّا ٱلَّذِينَ ءَامَنُوا۟ وَعَمِلُوا۟ ٱلصَّٰلِحَٰتِ لَهُمْ أَجْرٌ غَيْرُ مَمْنُونٍ ﴿٢٥﴾ |




চুৰা ৮৫ AL-BURUJ আল-বুৰুজ (মক্কাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, কৰুণাময়, আল্লাহৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ﴿١﴾

২) নক্ষত্ৰৰ অট্টালিকাৰে সজ্জিত আকাশ খনৰ দ্বাৰা,

وَالسَّمَآءِ ذَاتِ الْبُرُوْجِ ﴿٢﴾

৩) আৰু অঙ্গীকাৰ কৰা দিনটো,

وَالْيَوْمِ الْمَوْعُوْدِ ﴿٣﴾

৪) আৰু সাক্ষীজনৰ দ্বাৰা আৰু সেইজনৰ দ্বাৰা যাৰ সত্যতাৰ প্ৰমাণত সাক্ষী দিয়া হৈছে।

وَشَاهِدٍ وَّمَشْهُوْدٍ ﴿٤﴾

৫) অভিশপ্ত হওক খালৰ গৰাকী সকল—

قُتِلَ اَصْحٰبُ الْاُخْدُوْدِ ﴿٥﴾

৬) ইন্ধনেৰে জ্বলোৱা অগ্নিকুণ্ডটো—

النَّارِ ذَاتِ الْوَقُوْدِ ﴿٦﴾

৭) তেওঁলোক যেতিয়া ইয়াৰ ওচৰত বহিছিল,

اِذْ هُمْ عَلَيْهَا قُعُوْدٌ ﴿٧﴾

৮) তেওঁলোকেই আছিল সাক্ষী তেওঁলোকে বিশ্বাসী সকলৰ প্ৰতি কৰা কাৰ্য্যৰ।

وَّهُمْ عَلٰى مَا يَفْعَلُوْنَ بِالْمُؤْمِنِيْنَ شُهُوْدٌ ﴿٨﴾

৯) আৰু তেওঁলোকে তেওঁলোকক ঘৃণা কৰাৰ একমাত্ৰ কাৰণ আছিল যে তেওঁলোকে বিশ্বাস কৰিছিল আল্লাহত, সৰ্ব্বশক্তিমান, প্ৰশংসনীয় জনা,

وَمَا نَقَمُوْا مِنْهُمْ اِلَّآ اَنْ يُّؤْمِنُوْا بِاللّٰهِ الْعَزِيْزِ الْحَمِيْدِ ﴿٩﴾

১০) যি স্বৰ্গ সমূহ আৰু মৰ্ত্ত্যৰ ৰাজ্যৰ অধিকাৰী; আৰু আল্লাহ্ হৈছে সকলো বস্তুৰ ওপৰত সাক্ষী।

الَّذِيْ لَهٗ مُلْكُ السَّمٰوٰتِ وَالْاَرْضِ ۭ وَاللّٰهُ عَلٰى كُلِّ شَيْءٍ شَهِيْدٌ ﴿١٠﴾

১১) যি সকলে বিশ্বাসী পুৰুষ আৰু বিশ্বাসী নাৰী সকলৰ ওপৰত অত্যাচাৰ কৰে আৰু তাৰ পাছত অনুতাপ নকৰে, তেওঁলোকৰ কাৰণে, নিশ্চয়েই, থাকিব দোজখৰ শাস্তি, আৰু তেওঁলোকৰ কাৰণে আছে বুকুৰ পোৰণি।

اِنَّ الَّذِيْنَ فَتَنُوا الْمُؤْمِنِيْنَ وَالْمُؤْمِنٰتِ ثُمَّ لَمْ يَتُوْبُوْا فَلَهُمْ عَذَابُ جَهَنَّمَ وَلَهُمْ عَذَابُ الْحَرِيْقِ ﴿١١﴾

১২) কিন্তু যি সকলে বিশ্বাস কৰে আৰু সৎকাম কৰে, তেওঁলোকৰ কাৰণে আছে নিঝৰা প্ৰবাহ কৰা উদ্যান সমূহ। সেইটোৱেই হৈছে, বাস্তৱতে,

اِنَّ الَّذِيْنَ اٰمَنُوْا وَعَمِلُوا الصّٰلِحٰتِ لَهُمْ جَنّٰتٌ

تَجۡرِیۡ مِنۡ تَحۡتِهَا الۡاَنۡهٰرُ ؕ۬ ذٰلِكَ الۡفَوۡزُ الۡكَبِیۡرُ ﴿۱۱﴾

চূড়ান্ত কৃতকাৰ্য্যতা।

اِنَّ بَطۡشَ رَبِّكَ لَشَدِیۡدٌ ﴿۱۲﴾

১৩) নিশ্চয়েই. তোমাৰ প্ৰভুৰ খামোচ কঠোৰ হয়।

اِنَّهٗ هُوَ یُبۡدِئُ وَ یُعِیۡدُ ﴿۱۳﴾

১৪) সেইজনাই হৈছে তেওঁ যি প্ৰথম সৃষ্টি কৰে আৰু পুনৰাই সৃষ্টি কৰে;

وَ هُوَ الۡغَفُوۡرُ الۡوَدُوۡدُ ﴿۱۴﴾

১৫) আৰু সেইজনাই হৈছে অতি ক্ষমাশীল দয়ালুজনা;

ذُو الۡعَرۡشِ الۡمَجِیۡدُ ﴿۱۵﴾

১৬) সিংহাসনখনৰ অধিকাৰী, সম্মানৰ অধিকাৰী;

فَعَّالٌ لِّمَا یُرِیۡدُ ﴿۱۶﴾

১৭) সেইজনা যি তেওঁৰ ইচ্ছা কাৰ্য্যকৰী কৰাব পাৰে।

هَلۡ اَتٰىكَ حَدِیۡثُ الۡجُنُوۡدِ ﴿۱۷﴾

১৮) তোমালোকলৈ সৈন্যবোৰৰ গল্পটো অহ নাই নে?

فِرۡعَوۡنَ وَ ثَمُوۡدَ ﴿۱۸﴾

১৯) ফেৰাউন আৰু থামুদৰ?

بَلِ الَّذِیۡنَ كَفَرُوۡا فِیۡ تَكۡذِیۡبٍ ﴿۱۹﴾

২০) নহয়, কিন্তু যি সকলে অবিশ্বাস কৰে তেওঁলোক সত্যটোৰ প্ৰত্যাখ্যান কৰাত অবিৰত থাকে।

وَّ اللّٰهُ مِنۡ وَّرَآئِهِمۡ مُّحِیۡطٌ ﴿۲۰﴾

২১) আৰু আল্লাহে তেওঁলোকক সকলো ফালৰ পৰা বেষ্টন কৰি যায়।

بَلۡ هُوَ قُرۡاٰنٌ مَّجِیۡدٌ ﴿۲۱﴾

২২) নহয়, কিন্তু এইখন হৈছে এখন গৌৰৱপূৰ্ণ কোৰ্-আন।

فِیۡ لَوۡحٍ مَّحۡفُوۡظٍ ﴿۲۲﴾

২৩) এখন সুৰক্ষিত কাব্যত।

سُوْرَةُ الطَّارِقِ مَكِّيَّةٌ (٨٦)

চুৰা ৮৬ AL-TARIQ আল-তাৰিক (মক্কাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, কৰুণাময়, আল্লাহৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

২) আকাশখন আৰু পুৱতি নিশাৰ তৰাটোৰ দ্বাৰা—

وَالسَّمَآءِ وَالطَّارِقِ ②

৩) আৰু কিহেনো তোমালোকক বুজাব পুৱতি নিশাৰ তৰাটো কি বস্তু ?

وَمَآ اَدْرٰىكَ مَا الطَّارِقُ ③

৪) ই হৈছে এটা তৰা, তীক্ষ্ণ উজ্জ্বলতাৰ—

النَّجْمُ الثَّاقِبُ ④

৫) এনে এটা আত্মা নাই যাৰ ওপৰত এজন অভিভাৱক নাই।

اِنْ كُلُّ نَفْسٍ لَّمَّا عَلَيْهَا حَافِظٌ ⑤

৬) গতিকে মানৱক বিবেচনা কৰিবলৈ দিয়া তেওঁক কিহৰ পৰা সৃষ্টি কৰা হৈছে।

فَلْيَنْظُرِ الْاِنْسَانُ مِمَّ خُلِقَ ⑥

৭) তেওঁক সৃষ্টি কৰা হৈছে নিৰ্গত হোৱা জুলীয়া পদাৰ্থৰ পৰা,

خُلِقَ مِنْ مَّآءٍ دَافِقٍ ⑦

৮) যিটো কঁকাল আৰু বুকুৰ হাড়ৰ মাজৰ পৰা ওলাই আহে।

يَّخْرُجُ مِنْۢ بَيْنِ الصُّلْبِ وَالتَّرَآئِبِ ⑧

৯) নিশ্চয়েই, আল্লাহৰ শক্তি আছে তেওঁক জীৱন্ত অৱস্থালৈ ঘূৰাই পঠোৱাৰ,

اِنَّهٗ عَلٰى رَجْعِهٖ لَقَادِرٌ ⑨

১০) সেই দিনাখন যেতিয়া সকলো গুপ্ত কথা মুক্ত হৈ পৰিব।

يَوْمَ تُبْلَى السَّرَآئِرُ ⑩

১১) আৰু তেওঁৰ কোনো শক্তি নেথাকিব নাইবা কোনো সহায়কাৰী।

فَمَا لَهٗ مِنْ قُوَّةٍ وَّلَا نَاصِرٍ ⑪

১২) বাৰম্বাৰ বৃষ্টিপাত প্ৰদান কৰা মেঘৰ দ্বাৰা,

وَالسَّمَآءِ ذَاتِ الرَّجْعِ ⑫

১৩) আৰু বিভিন্ন উদ্ভিদেৰে মুকলি হৈ পৰা পৃথিৱীৰ দ্বাৰা।

وَالْاَرْضِ ذَاتِ الصَّدْعِ ⑬

১৪) নিশ্চয়েই, কোৰ্-আন হৈছে এক চূড়ান্ত সিদ্ধান্তসূচক বক্তব্য।

اِنَّهٗ لَقَوْلٌ فَصْلٌ ⑭

১৫) আৰু ই এক অবান্তৰ কথা নহয়। وَّمَا هُوَ بِالْهَزْلِ ﴿١٥﴾

১৬) নিশ্চয়েই, তেওঁলোকে এক অভিসন্ধি পাঙে, اِنَّهُمْ يَكِيْدُوْنَ كَيْدًا ﴿١٦﴾

১৭) আৰু মইও এটা পৰিকল্পনা তৈয়াৰ কৰোঁ। وَّاَكِيْدُ كَيْدًا ﴿١٧﴾

১৮) গতিকে অবিশ্বাসী সকলক সকাহ দিয়া। হয় তেওঁলোকক অলপ সময়ৰ কাৰণে সকাহ দিয়াইক। فَمَهِّلِ الْكٰفِرِيْنَ اَمْهِلْهُمْ رُوَيْدًا ﴿١٨﴾

Part 30 Chapter 87




চুৰা ৮৭ AL-A'LA আল-আলা (মক্কাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, কৰুণাময়, আল্লাহৰ নামত। بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ﴿١﴾

২) গৌৰৱান্বিত কৰাহঁক তোমাৰ প্ৰভু, অতি উচ্চজনাৰ নাম, سَبِّحِ اسْمَ رَبِّكَ الْاَعْلَى ﴿٢﴾

৩) যি জনাই মানৱক সৃষ্টি কৰে আৰু তেওঁক নিখুঁত গঢ় দিয়ে। الَّذِيْ خَلَقَ فَسَوّٰى ﴿٣﴾

৪) আৰু যিজনাই তেওঁৰ ক্ষমতা সমূহ নিৰ্দ্ধাৰণ কৰে আৰু তেওঁক উপযুক্ত সদোপদেশেৰে সজ্জিত কৰে। وَالَّذِيْ قَدَّرَ فَهَدٰى ﴿٤﴾

৫) আৰু যি জনাই চৰণীয়া ঠাই উৎপন্ন কৰায়, وَالَّذِيْٓ اَخْرَجَ الْمَرْعٰى ﴿٥﴾

৬) তাৰ পিছত ইয়াক ক'লা শুকান ঠাৰিত পৰিণত কৰে। فَجَعَلَهٗ غُثَآءً اَحْوٰى ﴿٦﴾

৭) আমি তোমালৈ কোৰ্-আন খনৰ প্ৰশিক্ষণ দিম, আৰু তুমি ইয়াক পাহৰিব নোৱাৰিবা, سَنُقْرِئُكَ فَلَا تَنْسٰٓى ﴿٧﴾

৮) কেৱল আল্লাহে ইচ্ছা কৰা পৰিমাণৰ বাহিৰে। নিশ্চয়েই, সেইজনাই জানে কি প্ৰকাশ্য আৰু কি লুক্কায়িত। اِلَّا مَا شَآءَ اللّٰهُ ۭ اِنَّهٗ يَعْلَمُ الْجَهْرَ وَمَا يَخْفٰى ﴿٨﴾

وَنُيَسِّرُكَ لِلْيُسْرٰى ۝٩

৯) আৰু আমি তোমাক প্ৰত্যেক প্ৰকাৰৰ সুবিধা প্ৰদান কৰিম।

فَذَكِّرْ اِنْ نَّفَعَتِ الذِّكْرٰى ۝١٠

১০) গতিকে মানুহক ধৰ্ম্মোপদেশ দি থাকাহঁক। নিশ্চয়েই ধৰ্ম্মোপদেশ দিয়াটো, বাস্তৱতে, লাভদায়ক।

سَيَذَّكَّرُ مَنْ يَّخْشٰى ۝١١

১১) যিজনে ভয় কৰে মনোযোগ দিব;

وَيَتَجَنَّبُهَا الْاَشْقَى ۝١٢

১২) কিন্তু অতি নিকৃষ্ট জন ইয়াৰ পৰা আঁতৰি যাব,

الَّذِىْ يَصْلَى النَّارَ الْكُبْرٰى ۝١٣

১৩) সেইজন যি মহা অগ্নিকুণ্ডটোত প্ৰৱেশ কৰিব।

ثُمَّ لَا يَمُوْتُ فِيْهَا وَلَا يَحْيٰى ۝١٤

১৪) তেতিয়া তেওঁৰ তাত মৃত্যুও নহ'ব জীৱনো নেথাকিব।

قَدْ اَفْلَحَ مَنْ تَزَكّٰى ۝١٥

১৫) প্ৰকৃততে, সেইজনেই, যথাৰ্থতে উন্নতি কৰিব যি নিজকে বিশুদ্ধ কৰে।

وَذَكَرَ اسْمَ رَبِّهٖ فَصَلّٰى ۝١٦

১৬) আৰু তেওঁৰ প্ৰভুৰ নাম স্মৰণ কৰে আৰু প্ৰাৰ্থনা অৰ্পণ কৰে।

بَلْ تُؤْثِرُوْنَ الْحَيٰوةَ الدُّنْيَا ۝١٧

১৭) কিন্তু তোমালোকে এই পৃথিৱীৰ জীৱনটো বেছি ভাল পোৱা,

وَالْاٰخِرَةُ خَيْرٌ وَّ اَبْقٰى ۝١٨

১৮) যি স্থলত পৰকাল হৈছে বেছি ভাল আৰু বেছি দীৰ্ঘস্থায়ী।

اِنَّ هٰذَا لَفِى الصُّحُفِ الْاُوْلٰى ۝١٩

১৯) এইটোৱেই বাস্তৱতে হৈছে সেইটো যিটো পূৰ্ব্বৰ গ্ৰন্থাৱলীত শিকোৱা হৈছিল—

صُحُفِ اِبْرٰهِيْمَ وَمُوْسٰى ۝٢٠ ع

২০) ইব্ৰাহিম আৰু মুচাৰ গ্ৰন্থাৱলীত।

سُوْرَةُ الْغَاشِيَةِ مَكِّيَّةٌ

চুৰা ৮৮ AL-GHASHIYAN আল-ঘাছীয়া (মক্কাত অৱতীৰ্ণ)

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①
১) সুপ্ৰসন্ন, কৰুণাময়, আল্লাহৰ নামত।

هَلْ اَتٰىكَ حَدِيْثُ الْغَاشِيَةِ ②
২) তোমালোকলৈ সেই প্ৰচন্ড দুৰ্যোগৰ সংবাদটো আহিছে নে ?

وُجُوْهٌ يَّوْمَئِذٍ خَاشِعَةٌ ③
৩) সেই দিনাখন কিছুমান মুখ দুঃখত বিহবল দেখা যাব;

عَامِلَةٌ نَّاصِبَةٌ ④
৪) পৰিশ্ৰমৰত, ক্লান্ত,

تَصْلٰى نَارًا حَامِيَةً ⑤
৫) তেওঁলোক প্ৰৱেশ কৰিব এক প্ৰচন্ড অগ্নিলৈ,

تُسْقٰى مِنْ عَيْنٍ اٰنِيَةٍ ⑥
৬) আৰু তেওঁলোকক এটা উত্তপ্ত পানীৰ ঝৰণাৰ পৰা পি খাবলৈ দিয়া হ'ব।

لَيْسَ لَهُمْ طَعَامٌ اِلَّا مِنْ ضَرِيْعٍ ⑦
৭) তেওঁলোকৰ শুকান, তিতা আৰু কাঁইটীয়া উদ্ভিদৰ বাহিৰে আন একো আহাৰ নেথাকিব,

لَّا يُسْمِنُ وَلَا يُغْنِيْ مِنْ جُوْعٍ ⑧
৮) যাৰ পৰা ক্ষুধাৰ তৃপ্তি নহ'ব নাইবা কোনো উপকাৰো নহ'ব।

وُجُوْهٌ يَّوْمَئِذٍ نَّاعِمَةٌ ⑨
৯) কিছুমান মুখ সেইদিনাখন আনন্দময় হ'ব:

لِّسَعْيِهَا رَاضِيَةٌ ⑩
১০) তেওঁলোকৰ পূৰ্ব্বকালৰ সুকৰ্ম্মত সন্তুষ্টিৰ ফলত,

فِيْ جَنَّةٍ عَالِيَةٍ ⑪
১১) এখন উচ্চ উদ্যানত।

لَّا تَسْمَعُ فِيْهَا لَاغِيَةً ⑫
১২) য'ত তোমালোকে কোনো ভাবান্তৰ আলোচনা শুনিবলৈ নেপাবা।

فِيْهَا عَيْنٌ جَارِيَةٌ ⑬
১৩) তাত আছে এটা প্ৰবাহ হৈ থকা ঝৰণা,

فِيْهَا سُرُرٌ مَّرْفُوْعَةٌ ⑭
১৪) তাত আছে ওখকৈ পতা আসনবোৰ,

وَّاَكْوَابٌ مَّوْضُوْعَةٌ ⑮
১৫) আৰু ভালদৰে সজাই থোৱা পি খোৱা বাটিবোৰ,

১৬) আৰু সুন্দৰকৈ শাৰী পাতি সজাই থোৱা গাৰুবোৰ,

وَّنَمَارِقُ مَصْفُوْفَةٌ ﴿١٦﴾

১৭) আৰু সুৰুচিৰে সজোৱা গালিছাবোৰ,

وَّزَرَابِيُّ مَبْثُوْثَةٌ ﴿١٧﴾

১৮) তেওঁলোকে তেতিয়াহ'লে উট বিলাকলৈ নেচাই নে, সিহঁতক কেনেকৈ সৃজা হৈছে ?

اَفَلَا يَنْظُرُوْنَ اِلَى الْاِبِلِ كَيْفَ خُلِقَتْ ﴿١٨﴾

১৯) আৰু আকাশলৈ, ইয়াক কেনেকৈ উচ্চতালৈ উঠাই থোৱা হৈছে ?

وَاِلَى السَّمَآءِ كَيْفَ رُفِعَتْ ﴿١٩﴾

২০) আৰু পৰ্ব্বত শাৰী বোৰলৈ, কেনেকৈ সেই বিলাকক স্থায়ী কৰি থোৱা হৈছে ?

وَاِلَى الْجِبَالِ كَيْفَ نُصِبَتْ ﴿٢٠﴾

২১) আৰু পৃথিৱীখনলৈ, কেনেকৈ ইয়াক বিস্তৃত কৰা হৈছে ?

وَاِلَى الْاَرْضِ كَيْفَ سُطِحَتْ ﴿٢١﴾

২২) গতিকে, ধৰ্ম্মোপদেশ দিয়াহঁক, কিয়নো তুমি মাথোন ধৰ্ম্মোপদেশ দিওঁতা;

فَذَكِّرْ اِنَّمَآ اَنْتَ مُذَكِّرٌ ﴿٢٢﴾

২৩) তোমাক তেওঁলোকৰ ওপৰত ৰখীয়া নিযুক্ত কৰা হোৱা নাই।

لَسْتَ عَلَيْهِمْ بِمُصَيْطِرٍ ﴿٢٣﴾

২৪) কিন্তু যেয়েই আঁতৰি যায় আৰু অবিশ্বাস কৰে,

اِلَّا مَنْ تَوَلّٰى وَكَفَرَ ﴿٢٤﴾

২৫) আল্লাহে সেইজনক কঠোৰতম শাস্তিৰে শাস্তি দিব।

فَيُعَذِّبُهُ اللّٰهُ الْعَذَابَ الْاَكْبَرَ ﴿٢٥﴾

২৬) আমালৈকে, নিশ্চয়েই, তেওঁলোকৰ প্ৰত্যাগমন।

اِنَّ اِلَيْنَآ اِيَابَهُمْ ﴿٢٦﴾

২৭) তেতিয়াহ'লে, নিশ্চয়েই, তেওঁলোকক কৈফিয়ত দিবলৈ মতাটো আমাৰহে কাম।

ثُمَّ اِنَّ عَلَيْنَا حِسَابَهُمْ ﴿٢٧﴾ ع النصف

## سُوْرَةُ الْفَجْرِ مَكِّيَّةٌ (٨٩)

চুৰা-৮৯ AL-FAJR আল-ফজৰ্ (মক্কাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, কৰুণাময়, আল্লাহৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

২) সেই নৱ-প্ৰস্ফুটিত উষাৰ দ্বাৰা,

وَالْفَجْرِ ②

৩) আৰু দহোটা নিশাৰ দ্বাৰা,

وَلَيَالٍ عَشْرٍ ③

৪) আৰু যুগ্ম আৰু অযুগ্ম সংখ্যাটোৰ দ্বাৰা,

وَّالشَّفْعِ وَالْوَتْرِ ④

৫) আৰু ইয়াৰ সমাপ্তিৰ মুখে গতি কৰা নিশাটোৰ দ্বাৰা,

وَالَّيْلِ اِذَا يَسْرِ ⑤

৬) এই বিলাকত জ্ঞানশক্তি সম্পন্ন জনৰ কাৰণে দৃঢ় প্ৰমাণ নাই নে ?

هَلْ فِيْ ذٰلِكَ قَسَمٌ لِّذِيْ حِجْرٍ ⑥

৭) তোমালোকে দেখা নাই নে তোমালোকৰ প্ৰভুৱে কি ব্যৱহাৰ কৰিছিল আদৰ সৈতে—

اَلَمْ تَرَ كَيْفَ فَعَلَ رَبُّكَ بِعَادٍ ⑦

৮) ইৰামৰ সম্প্ৰদায়, উচ্চ অট্টালিকাৰ অধিকাৰী সকল ?

اِرَمَ ذَاتِ الْعِمَادِ ⑧

৯) যাৰ সদৃশ জাতিৰ সৃষ্টি হোৱা নাই এই অঞ্চলত—

الَّتِيْ لَمْ يُخْلَقْ مِثْلُهَا فِي الْبِلَادِ ⑨

১০) আৰু থামুদৰ সৈতে, যি উপত্যকাত শিল কাটি গঢ় দিছিল,

وَثَمُوْدَ الَّذِيْنَ جَابُوا الصَّخْرَ بِالْوَادِ ⑩

১১) আৰু বিশাল সৈন্যবাহিনীৰ গৰাকী ফেৰাউনৰ সৈতে,

وَفِرْعَوْنَ ذِي الْاَوْتَادِ ⑪

১২) যি বহু নগৰীত অত্যাচাৰ কৰিছিল,

الَّذِيْنَ طَغَوْا فِي الْبِلَادِ ⑫

১৩) আৰু নানাৰকম ব্যভিচাৰ কৰিছিল ?

فَاَكْثَرُوْا فِيْهَا الْفَسَادَ ⑬

১৪) তাৰ পাছত, তোমালোকৰ প্ৰভুৱে সিহঁতৰ ওপৰত শাস্তিৰ চাবুক প্ৰয়োগ কৰিলে।

فَصَبَّ عَلَيْهِمْ رَبُّكَ سَوْطَ عَذَابٍ ⑭

১৫) নিশ্চয়েই, তোমালোকৰ প্ৰভু সদায় সৰ্তক থাকে।

اِنَّ رَبَّكَ لَبِالْمِرْصَادِ ⑮

فَأَمَّا الْإِنسَانُ إِذَا مَا ابْتَلَاهُ رَبُّهُ فَأَكْرَمَهُ وَنَعَّمَهُ فَيَقُولُ رَبِّي أَكْرَمَنِ ﴿١٥﴾

১৬). মানৱৰ ক্ষেত্ৰত, যেতিয়া তেওঁৰ প্ৰভুৱে তেওঁক পৰীক্ষা কৰে আৰু তেওঁৰ ওপৰত সম্মান আৰু অনুগ্ৰহ জ্ঞাপন কৰে, তেওঁ কয়, 'মোৰ প্ৰভুৱে সম্মান দিছে।'

وَأَمَّا إِذَا مَا ابْتَلَاهُ فَقَدَرَ عَلَيْهِ رِزْقَهُ فَيَقُولُ رَبِّي أَهَانَنِ ﴿١٦﴾

১৭) কিন্তু যেতিয়াই সেইজনাই তেওঁক পৰীখা কৰে আৰু তেওঁৰ জীৱিকা নিৰ্ব্বাহৰ উপায় সঙ্কীৰ্ণ কৰি দিয়ে, তেওঁ কয়, 'মোৰ প্ৰভুৱে অপদস্থ কৰিছে।'

كَلَّا بَل لَّا تُكْرِمُونَ الْيَتِيمَ ﴿١٧﴾

১৮) নহয়, কিন্তু তোমালোকে মাউৰা জনক সম্মান নকৰা,

وَلَا تَحَاضُّونَ عَلَىٰ طَعَامِ الْمِسْكِينِ ﴿١٨﴾

১৯) আৰু ইজনে সিজনক দৰিদ্ৰক খুওৱাবলৈ উদগনি নিদিয়া;

وَتَأْكُلُونَ التُّرَاثَ أَكْلًا لَّمًّا ﴿١٩﴾

২০) আৰু আন মানুহৰ পৈতৃক সম্পত্তি গ্ৰাস কৰা, লুভীয়াৰ দৰে আৰু সম্পূৰ্ণ ভাৱে গ্ৰাস কৰি:

وَتُحِبُّونَ الْمَالَ حُبًّا جَمًّا ﴿٢٠﴾

২১) আৰু তোমালোকে ধন-সম্পত্তি ভাল পোৱা অতিশয় প্ৰেমেৰে।

كَلَّا إِذَا دُكَّتِ الْأَرْضُ دَكًّا دَكًّا ﴿٢١﴾

২২) শুনাহঁক! যেতিয়া পৃথিৱীখন সম্পূৰ্ণ ভাৱে টুকৰা টুকৰা কৈ ভাঙি পেলোৱা হ'ব:

وَجَاءَ رَبُّكَ وَالْمَلَكُ صَفًّا صَفًّا ﴿٢٢﴾

২৩) আৰু তোমালোকৰ প্ৰভু আহিব আৰু আহিব শাৰী পাতি ইশাৰীৰ পাছত সিশাৰী কৈ ফেৰিস্তা সকল:

وَجِيءَ يَوْمَئِذٍ بِجَهَنَّمَ ۚ يَوْمَئِذٍ يَتَذَكَّرُ الْإِنسَانُ وَأَنَّىٰ لَهُ الذِّكْرَىٰ ﴿٢٣﴾

২৪) আৰু সেইদিনা মানৱে সুঁৱৰিব, কিন্তু সেই সোঁৱৰাই তেওঁক কি ফল দিব?

يَقُولُ يَا لَيْتَنِي قَدَّمْتُ لِحَيَاتِي ﴿٢٤﴾

২৫) তেওঁ ক'ব, 'অ' মই যদি কিছুমান সৎকাম মোৰ ইয়াৰ জীৱনৰ কাৰণে কৰি পঠিয়ালোহেঁতেন!'

فَيَوْمَئِذٍ لَّا يُعَذِّبُ عَذَابَهُ أَحَدٌ ﴿٢٥﴾

২৬) গতিকে সেই দিনাখন সেইজনাই দিয়া শাস্তিৰ দৰে শাস্তি কোনেও দিব নোৱাৰিব।

وَلَا يُوثِقُ وَثَاقَهُ أَحَدٌ ﴿٢٦﴾

২৭) আৰু কোনেও সেইজনাই বন্ধাৰ দৰে বান্ধিব নোৱাৰিব।

২৮) আৰু হে' তুমি শান্তিত থকা আত্মা ! — يٰٓاَيَّتُهَا النَّفْسُ الْمُطْمَئِنَّةُ ﴿٢٨﴾

২৯) তোমাৰ প্ৰভুৰ ওচৰলৈ ঘূৰি যোৱা, তুমি সেইজনাৰ সৈতে সন্তুষ্ট আৰু সেইজনা তোমাৰ সৈতে সন্তুষ্ট। — ارْجِعِيٓ اِلٰى رَبِّكِ رَاضِيَةً مَّرْضِيَّةً ﴿٢٩﴾

৩০) গতিকে তুমি মোৰ প্ৰিয় ভৃত্য সকলৰ সৈতে প্ৰৱেশ কৰা, — فَادْخُلِيْ فِيْ عِبٰدِيْ ﴿٣٠﴾

৩১) আৰু তুমি মোৰ উদ্যানত প্ৰৱেশ কৰা। — وَادْخُلِيْ جَنَّتِيْ ﴿٣١﴾

Part 30 Chapter 90



## চুৰা ৯০ AL-BALAD আল-বালাদ (মক্কাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, কৰুণাময়, আল্লাহৰ নামত। — بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ﴿١﴾

২) নহয়, মই সাক্ষীৰূপে নগৰখন আগ বঢ়াওঁ— — لَآ اُقْسِمُ بِهٰذَا الْبَلَدِ ﴿٢﴾

৩) আৰু অঙ্গীকাৰ কৰোঁ যে তুমি, নিশ্চয়েই, এই নগৰত নামিবা— — وَاَنْتَ حِلٌّۢ بِهٰذَا الْبَلَدِ ﴿٣﴾

৪) আৰু সাক্ষীৰূপে আগ বঢ়াওঁ সেই পিতৃ আৰু পুত্ৰ জনক, — وَوَالِدٍ وَّمَا وَلَدَ ﴿٤﴾

৫) আমি, নিশ্চয়েই, মানৱক সৃষ্টি কৰিছোঁ পৰিশ্ৰম আৰু প্ৰতিযোগিতা কৰিবলৈ। — لَقَدْ خَلَقْنَا الْاِنْسَانَ فِيْ كَبَدٍ ﴿٥﴾

৬) তেওঁ ভাবে নেকি যে তেওঁৰ ওপৰত কাৰো প্ৰভুত্ব নাই ? — اَيَحْسَبُ اَنْ لَّنْ يَّقْدِرَ عَلَيْهِ اَحَدٌ ﴿٦﴾

৭) তেওঁ কয়, 'মই ভালেমান সম্পত্তি মুক্তহস্তে ব্যয় কৰিছোঁ, — يَقُوْلُ اَهْلَكْتُ مَالًا لُّبَدًا ﴿٧﴾

৮) তেওঁ ভাবে নেকি যে তেওঁক কোনেও নেদেখে ? — اَيَحْسَبُ اَنْ لَّمْ يَرَهٗٓ اَحَدٌ ﴿٨﴾

৯) আমি তেওঁক দুটা চকু দিয়া নাই জানো, — اَلَمْ نَجْعَلْ لَّهٗ عَيْنَيْنِ ﴿٩﴾

১০) আৰু এখন জিভা আৰু দুখন ওঁঠ ?

وَلِسَانًا وَّشَفَتَيْنِ ۝١٠

১১) আৰু আমি তেওঁক দুটা লক্ষ্যস্থানৰ ভিতৰত বাচি লোৱা সুযোগ দিছোঁ সৎ আৰু অসতৰ।

وَهَدَيْنٰهُ النَّجْدَيْنِ ۝١١

১২) কিন্তু তেওঁ উচ্চস্থানলৈ বগাই যোৱাৰ চেষ্টা নকৰিলে,

فَلَا اقْتَحَمَ الْعَقَبَةَ ۝١٢

১৩) আৰু থিয় আৰোহণটো নো কি তোমালোকক কিহে জনাব ?

وَمَآ اَدْرٰىكَ مَا الْعَقَبَةُ ۝١٣

১৪) ই হৈছে এজন দাসক মুক্ত কৰা কামটো,

فَكُّ رَقَبَةٍ ۝١٤

১৫) অথবা, এটা ক্ষুধাৰ দিনত খুওৱাটো।

اَوْ اِطْعٰمٌ فِيْ يَوْمٍ ذِيْ مَسْغَبَةٍ ۝١٥

১৬) এজন মাউৰা আপোনক,

يَّتِيْمًا ذَا مَقْرَبَةٍ ۝١٦

১৭) অথবা, এজন অতিশয় দৰিদ্ৰ মানুহক।

اَوْ مِسْكِيْنًا ذَا مَتْرَبَةٍ ۝١٧

১৮) তেতিয়া হ'লে, তেওঁ হ'ব সেই সকলৰ ভিতৰত, যি বিশ্বাস কৰে আৰু ইজনে সিজনক একনিষ্ঠ হ'বলৈ শিকায় আৰু পৰস্পৰক দয়াশীল হ'বলৈ শিকায়।

ثُمَّ كَانَ مِنَ الَّذِيْنَ اٰمَنُوْا وَتَوَاصَوْا بِالصَّبْرِ وَتَوَاصَوْا بِالْمَرْحَمَةِ ۝١٨

১৯) এওঁলোকেই হৈছে সোঁফালে থকা মানুহ।

اُولٰٓئِكَ اَصْحٰبُ الْمَيْمَنَةِ ۝١٩

২০) কিন্তু সেই সকল যি আমাৰ চিহ্ন সমূহ প্ৰত্যাখ্যান কৰে, তেওঁলোকেই হৈছে বাঁওফালে থকা মানুহ।

وَالَّذِيْنَ كَفَرُوْا بِاٰيٰتِنَا هُمْ اَصْحٰبُ الْمَشْئَمَةِ ۝٢٠

২১) তেওঁলোকৰ ওপৰতে হ'ব আগুৰি থকা অগ্নি।

عَلَيْهِمْ نَارٌ مُّؤْصَدَةٌ ۝٢١

سُوْرَةُ الشَّمْسِ مَكِّيَّةٌ
(٩١) اٰيَاتُهَا ... رُكُوْعُهَا

চুৰা ৯১ AL-SHAMS আল-ছামছ্ (মক্কাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, কৰুণাময়, আল্লাহৰ নামত। بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

২) সূৰ্য্যটো আৰু ইয়াৰ উজ্জ্বলতাৰ দ্বাৰা, وَالشَّمْسِ وَضُحٰهَا ②

৩) আৰু চন্দ্ৰটোৰ দ্বাৰা যেতিয়া ই সূৰ্য্যক অনুসৰণ কৰে, وَالْقَمَرِ اِذَا تَلٰهَا ③

৪) আৰু দিনটোৰ দ্বাৰা যেতিয়া ই সূৰ্য্যৰ গৌৰৱ প্ৰকাশ কৰে, وَالنَّهَارِ اِذَا جَلّٰهَا ④

৫) আৰু নিশাটোৰ দ্বাৰা যেতিয়া ই সূৰ্য্যটোৰ দীপ্তিৰ ওপৰত এখন আবৰণ টানি দিয়ে। وَالَّيْلِ اِذَا يَغْشٰهَا ⑤

৬) আৰু আকাশখন আৰু ইয়াৰ আশ্চৰ্য্য জনক গঠনৰ দ্বাৰা, وَالسَّمَآءِ وَمَا بَنٰهَا ⑥

৭) আৰু পৃথিৱীখন আৰু ইয়াৰ বিস্তৃতিৰ দ্বাৰা, وَالْاَرْضِ وَمَا طَحٰهَا ⑦

৮) আৰু আত্মাটো আৰু ইয়াৰ চৰম উৎকৰ্ষতাৰ দ্বাৰা— وَنَفْسٍ وَّمَا سَوّٰهَا ⑧

৯) আৰু সেইজনাই ইয়ালৈ অসততাৰ বহু পথ আৰু সততাৰ বহু পথ প্ৰকাশ কৰিছিল— فَاَلْهَمَهَا فُجُوْرَهَا وَتَقْوٰىهَا ⑨

১০) সেইজনাই, বাস্তৱতে, উন্নতি হ'বলৈ দিয়ে সেইজনৰ, যি ইয়াক পৱিত্ৰ কৰে, قَدْ اَفْلَحَ مَنْ زَكّٰىهَا ⑩

১১) আৰু যি জনে ইয়াক কলুষিত কৰে তেওঁ ধ্বংস হয়। وَقَدْ خَابَ مَنْ دَسّٰىهَا ⑪

১২) থামুদৰ জাতিয়ে আল্লাহৰ পয়গম্বৰক অগ্ৰাহ্য কৰিছিল, সিহঁতৰ বিদ্ৰোহী আচৰণৰ ফলত, كَذَّبَتْ ثَمُوْدُ بِطَغْوٰىهَا ⑫

১৩) যেতিয়া সিহঁতৰ মাজৰ আটাইতকৈ দুৰ্ভগীয়া কেইজন থিয় দি উঠিছিল। اِذِ انْبَعَثَ اَشْقٰىهَا ⑬

১৪) তাৰ পিছত আল্লাহৰ পয়গম্বৰে কৈছিল, 'আল্লাহৰ উটজনীক অকলে এৰি দিয়া আৰু তাইৰ পানী খোৱাত বাধা নিদিবা।'

فَقَالَ لَهُمْ رَسُولُ اللَّهِ نَاقَةَ اللَّهِ وَسُقْيَاهَا ⑬

১৫) কিন্তু সিহঁতে তেওঁক এজন মিছলীয়া বুলি ক'লে আৰু তাইক উৰুৰ সিৰ কাটি খোৰা কৰিলে, তাৰ ফলত সিহঁতৰ প্ৰভুৱে সিহঁতক সম্পূৰ্ণ ভাৱে ধ্বংস কৰিলে সিহঁতৰ পাপৰ কাৰণে, ধ্বংস কাৰ্য্যক সিহঁতৰ সকলোকে একেধৰণে আৱৰি লবলৈ দিলে।

فَكَذَّبُوهُ فَعَقَرُوهَا فَدَمْدَمَ عَلَيْهِمْ رَبُّهُمْ بِذَنْبِهِمْ فَسَوَّاهَا ⑭

১৬) আৰু সেইজনাই তাৰ পৰিণামৰ বিষয়ে ভ্ৰূক্ষেপ নকৰিলে।

وَلَا يَخَافُ عُقْبَاهَا ⑮

Part 30 Chapter 92




চুৰা ৯২ AL-LAIL আল-লাইল (মক্কাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, কৰুণাময়, আল্লাহৰ নামত।

بِسْمِ اللَّهِ الرَّحْمَٰنِ الرَّحِيمِ ①

২) নিশাটোৰ দ্বাৰা যেতিয়া ই আৱৰি পেলায়;

وَاللَّيْلِ إِذَا يَغْشَىٰ ②

৩) আৰু দিনটোৰ দ্বাৰা যেতিয়া উজ্জ্বল হৈ পৰে,

وَالنَّهَارِ إِذَا تَجَلَّىٰ ③

৪) আৰু পুৰুষ আৰু স্ত্ৰীৰ সৃষ্টিৰ দ্বাৰা,

وَمَا خَلَقَ الذَّكَرَ وَالْأُنْثَىٰ ④

৫) নিশ্চয়েই, তোমালোকৰ প্ৰাণপণে কৰা চেষ্টা বিভিন্ন প্ৰকাৰৰ হয়।

إِنَّ سَعْيَكُمْ لَشَتَّىٰ ⑤

৬) তাৰ পিছত সেইজনাৰ ক্ষেত্ৰত যি আল্লাহৰ অভিপ্ৰায়ৰ সমৰ্থনত দান দিয়ে আৰু সৎ পথাৱলম্বী হয়,

فَأَمَّا مَنْ أَعْطَىٰ وَاتَّقَىٰ ⑥

৭) আৰু শুদ্ধ কথাৰ সত্যতাৰ সপক্ষে কয়,

وَصَدَّقَ بِالْحُسْنَىٰ ⑦

৮) আমি তেওঁৰ কাৰণে সততা লাভৰ অৰ্থে প্ৰত্যেক সুবিধা যুগুত কৰিম।

فَسَنُيَسِّرُهُ لِلْيُسْرَىٰ ⑧

وَأَمَّا مَنۢ بَخِلَ وَٱسۡتَغۡنَىٰ ﴿٩﴾

৯) কিন্তু সেইজনৰ ক্ষেত্ৰত যি কৃপণালি কৰে আৰু দাম্ভিকতাৰে অন্যমনস্ক হয়,

وَكَذَّبَ بِٱلۡحُسۡنَىٰ ﴿١٠﴾

১০) আৰু শুদ্ধ কথাক অগ্ৰাহ্য কৰে,

فَسَنُيَسِّرُهُۥ لِلۡعُسۡرَىٰ ﴿١١﴾

১১) আমি তেওঁৰ কাৰণে সুগম কৰি দিম চৰম বিপদৰ পথ।

وَمَا يُغۡنِي عَنۡهُ مَالُهُۥٓ إِذَا تَرَدَّىٰٓ ﴿١٢﴾

১২) আৰু তেওঁৰ ধন-সম্পত্তিয়ে তেওঁৰ ধ্বংসৰ সময়ত কোনো কাম নিদিব।

إِنَّ عَلَيۡنَا لَلۡهُدَىٰ ﴿١٣﴾

১৩) নিশ্চয়েই, বাট দেখুওৱা কামটো আমাৰ;

وَإِنَّ لَنَا لَلۡأٓخِرَةَ وَٱلۡأُولَىٰ ﴿١٤﴾

১৪) আমাৰ অধিকাৰত আছে পৰকাল খন আৰু বৰ্ত্তমান পৃথিৱী খন।

فَأَنذَرۡتُكُمۡ نَارٗا تَلَظَّىٰ ﴿١٥﴾

১৫) গতিকে মই তোমালোকক এক প্ৰচণ্ড অগ্নিৰ বিষয়ে সৰ্তক কৰি দিওঁ।

لَا يَصۡلَىٰهَآ إِلَّا ٱلۡأَشۡقَى ﴿١٦﴾

১৬) আন কোনো ইয়াত নোসোমাব; অতি দোষী জনৰ বাহিৰে,

ٱلَّذِي كَذَّبَ وَتَوَلَّىٰ ﴿١٧﴾

১৭) যি সত্যটোক অগ্ৰাহ্য কৰে আৰু ইয়ালৈ পিঠি ঘূৰাই দিয়ে।

وَسَيُجَنَّبُهَا ٱلۡأَتۡقَى ﴿١٨﴾

১৮) কিন্তু সৎপথাৱলম্বী জনক ইয়াৰ পৰা আঁতৰাই ৰখা হ'ব,

ٱلَّذِي يُؤۡتِي مَالَهُۥ يَتَزَكَّىٰ ﴿١٩﴾

১৯) যি তেওঁৰ সম্পত্তি নিজকে পৱিত্ৰ কৰাৰ উদ্দেশ্যে দান দিয়ে,

وَمَا لِأَحَدٍ عِندَهُۥ مِن نِّعۡمَةٖ تُجۡزَىٰٓ ﴿٢٠﴾

২০) আৰু তেওঁ কৰোবাৰ লগত কোনো পৰিশোধ কৰিব লগীয়া ঋণৰ বান্ধত আবদ্ধ আছে বুলি নহয়,

إِلَّا ٱبۡتِغَآءَ وَجۡهِ رَبِّهِ ٱلۡأَعۡلَىٰ ﴿٢١﴾

২১) কিন্তু একমাত্ৰ তেওঁৰ প্ৰভু অতি উচ্চ জনাৰ সন্তুষ্টিৰ কাৰণেই।

وَلَسَوۡفَ يَرۡضَىٰ ﴿٢٢﴾

২২) আৰু শীঘ্ৰেই সেইজনা তেওঁৰ প্ৰতি সন্তুষ্ট হ'ব।



চুৰা ৯৩ AL-DUHA আল-দুহা (মক্কাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, করুণাময়, আল্লাহৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

২) আগবেলাৰ উজ্জ্বলতাৰ দ্বাৰা,

وَالضُّحٰى ②

৩) আৰু নিশাটোৰ দ্বাৰা, যেতিয়া ইয়াৰ অন্ধকাৰ বিয়পি পৰে,

وَالَّيْلِ اِذَا سَجٰى ③

৪) তোমাৰ প্ৰভুৱে তোমাক পৰিত্যাগ কৰা নাই নাইবা সেইজনা তোমাৰ সৈতে অসন্তুষ্ট নহয়।

مَا وَدَّعَكَ رَبُّكَ وَمَا قَلٰى ④

৫) নিশ্চয়েই, তোমাৰ কাৰণে পাছৰ অংশটো আগৰটোতকৈ বেছি উত্তম,

وَلَلْاٰخِرَةُ خَيْرٌ لَّكَ مِنَ الْاُوْلٰى ⑤

৬) আৰু তোমাৰ প্ৰভুৱে সোনকালে তোমাক দিব, আৰু তুমি সন্তুষ্ট হবা।

وَلَسَوْفَ يُعْطِيْكَ رَبُّكَ فَتَرْضٰى ⑥

৭) সেইজনাই তোমাক এজন মাউৰা ৰূপে পোৱা নাছিল নে আৰু তোমাক সেইজনাৰ নিজৰ তত্ত্বাৱধানত লোৱা নাছিল নে,

اَلَمْ يَجِدْكَ يَتِيْمًا فَاٰوٰى ⑦

৮) আৰু তোমাক তোমাৰ জাতিৰ প্ৰেমত নিমগ্ন পোৱা নাছিল নে আৰু তোমাক তেওঁলোকৰ কাৰণে বাট দেখুৱাবৰ উপায় প্ৰদান কৰা নাছিল নে,

وَوَجَدَكَ ضَآلًّا فَهَدٰى ⑧

৯) আৰু তোমাক অভাৱত পোৱা নাছিল নে আৰু সন্মানিত কৰা নাছিল নে ?

وَوَجَدَكَ عَآئِلًا فَاَغْنٰى ⑨

১০)গতিকে মাউৰা জনক উৎপীড়ন নকৰিবা,

فَاَمَّا الْيَتِيْمَ فَلَا تَقْهَرْ ⑩

১১) আৰু সেইজনক, যি তোমাৰ সহায় বিচাৰে, তিৰস্কাৰ নকৰিবা,

وَاَمَّا السَّآئِلَ فَلَا تَنْهَرْ ⑪

১২) আৰু তোমাৰ প্ৰভুৰ প্ৰচুৰ দানৰ ঘোষণা কৰাহঁক।

وَاَمَّا بِنِعْمَةِ رَبِّكَ فَحَدِّثْ ⑫ ع




চুৰা ৯৪ AL-INSHIRAH আল-ইনছিৰাহ্ (মক্কাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, কৰুণাময়, আল্লাহৰ নামত। بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

২) আমি তোমাৰ কাৰণে তোমাৰ অন্তৰখন উন্মুক্ত কৰি দিয়া নাই নে, اَلَمْ نَشْرَحْ لَكَ صَدْرَكَ ②

৩) আৰু তোমাৰ বোজা গুচাই দিয়া নাই নে, وَوَضَعْنَا عَنْكَ وِزْرَكَ ③

৪) যিটোৱে তোমাৰ পিঠি ভাঙিব লগীয়া কৰিছিল ? الَّذِیْۤ اَنْقَضَ ظَهْرَكَ ④

৫) আৰু আমি তোমাৰ নাম শীৰ্ষস্থানলৈ উঠাইছোঁ। وَرَفَعْنَا لَكَ ذِكْرَكَ ⑤

৬) নিশ্চয়েই, কষ্টৰ শেষত আৰাম আছে। فَاِنَّ مَعَ الْعُسْرِ يُسْرًا ⑥

৭) হয়, নিশ্চয়েই, কষ্টৰ অন্তত আৰাম থাকে। اِنَّ مَعَ الْعُسْرِ يُسْرًا ⑦

৮) গতিকে যেতিয়া তুমি তোমাৰ বৰ্ত্তমানৰ কামৰ পৰা মুক্ত হোৱা, প্ৰাণপণে চেষ্টা কৰা। فَاِذَا فَرَغْتَ فَانْصَبْ ⑧

৯) আৰু অতিশয় প্ৰেমেৰে তোমাৰ প্ৰভুৰ অভিমুখে চোৱা। وَاِلٰى رَبِّكَ فَارْغَبْ ⑨ ع






চুৰা ৯৫ AL-TIN আল-টিন (মক্কাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, কৰুণাময়, আল্লাহৰ নামত। بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

২) ডিমৰু আৰু জলফাইটোৰ দ্বাৰা, وَالتِّيْنِ وَالزَّيْتُوْنِ ②

৩) আৰু ছাইনাই পাহাৰৰ দ্বাৰা, وَطُوْرِ سِيْنِيْنَ ③

৪) আৰু এই শান্তিৰ নগৰ খনৰ দ্বাৰা, | وَهٰذَا الْبَلَدِ الْاَمِيْنِ ۝٤

৫) নিশ্চয়েই, আমি মানৱক সৃষ্টি কৰিছিলোঁ আৰু তেওঁক অতি উৎকৃষ্ট ধৰণে ডাঙৰ কৰিছিলোঁ; | لَقَدْ خَلَقْنَا الْاِنْسَانَ فِيْۤ اَحْسَنِ تَقْوِيْمٍ ۝٥

৬) তাৰ পিছত, তেওঁ যদি অসৎ কাম কৰে, আমি তেওঁক নিম্নৰো নিম্নতম অৱস্থালৈ নমিত কৰোঁ, | ثُمَّ رَدَدْنٰهُ اَسْفَلَ سٰفِلِيْنَ ۝٦

৭) সেই সকলৰ বাহিৰে যি বিশ্বাস কৰে আৰু সৎকাম কৰে; গতিকে তেওঁলোকৰ কাৰণে আছে এটা অব্যৰ্থ পুৰস্কাৰ। | اِلَّا الَّذِيْنَ اٰمَنُوْا وَعَمِلُوا الصّٰلِحٰتِ فَلَهُمْ اَجْرٌ غَيْرُ مَمْنُوْنٍ ۝٧

৮) তেতিয়া হ'লে ইয়াৰ পাছত নো তোমালৈ ইয়াৰ অসত্যতা প্ৰমাণ কৰিবলৈ আৰু কি আছে বিচাৰটোৰ বাহিৰে। | فَمَا يُكَذِّبُكَ بَعْدُ بِالدِّيْنِ ۝٨

৯) বিচাৰক সকলৰ মাজত আল্লাহ্ আটাইতকৈ বেছি ন্যায় পৰায়ণ নহয় নে? | اَلَيْسَ اللّٰهُ بِاَحْكَمِ الْحٰكِمِيْنَ ۝٩

Part 30 Chapter 96




চুৰা ৯৬ AL-AL'AQ আল্-আলাক (মক্কাত অবতীৰ্ণ)

১) সুপ্ৰসন্ন, কৰুণাময়, আল্লাহৰ নামত। | بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ۝١

২) তুমি ঘোষণা কৰা তোমাৰ প্ৰভুৰ নামত যি স্ৰজিছিল, | اِقْرَاْ بِاسْمِ رَبِّكَ الَّذِيْ خَلَقَ ۝٢

৩) মানুহক স্ৰজিছিল এটা থোপাৰ পৰা। | خَلَقَ الْاِنْسَانَ مِنْ عَلَقٍ ۝٣

৪) ঘোষণা কৰা! আৰু তোমাৰ প্ৰভু হৈছে অতি মাত্ৰা দানশীল; | اِقْرَاْ وَرَبُّكَ الْاَكْرَمُ ۝٤

৫) যি কলমৰ দ্বাৰা শিক্ষা দিছিল, | الَّذِيْ عَلَّمَ بِالْقَلَمِ ۝٥

৬) মানৱক তেওঁলোকে নজনা কথা শিকাইছিল। | عَلَّمَ الْاِنْسَانَ مَا لَمْ يَعْلَمْ ۝٦

كَلَّآ اِنَّ الْاِنْسَانَ لَيَطْغٰىٓ ۝٧

৭) নহয়! মানৱে, বাস্তৱতে, সীমা লঙ্ঘন কৰে,

اَنْ رَّاٰهُ اسْتَغْنٰى ۝٨

৮) কাৰণ তেওঁ নিজকে স্বনির্ভৰশীল বুলি ভাবে।

اِنَّ اِلٰى رَبِّكَ الرُّجْعٰى ۝٩

৯) নিশ্চয়েই, তোমালোকৰ প্ৰভুলৈকে হ'ব প্ৰত্যাগমন।

اَرَءَيْتَ الَّذِىْ يَنْهٰى ۝١٠

১০) তুমি সেইজনক দেখিছা নে যি বাধা দিয়ে,

عَبْدًا اِذَا صَلّٰى ۝١١

১১) আমাৰ এজন ভৃত্যক যেতিয়া উপাসনাত থাকে?

اَرَءَيْتَ اِنْ كَانَ عَلَى الْهُدٰىٓ ۝١٢

১২) মোক কোৱাঁ আমাৰ ভৃত্যই ধৰ্ম্মোপদেশ অনুসৰণ কৰে নে নকৰে,

اَوْ اَمَرَ بِالتَّقْوٰى ۝١٣

১৩) অথবা ধৰ্ম্মনিষ্ঠা স্থাপনৰ পক্ষে কয় নে নকয়?

اَرَءَيْتَ اِنْ كَذَّبَ وَتَوَلّٰى ۝١٤

১৪) আৰু মোক কোৱাঁ যদি বাধা দিওঁতা জনে সত্যটোক অগ্ৰাহ্য কৰে আৰু ইয়ালৈ পিঠি ঘূৰায় তেওঁৰ দশা কেনে হ'ব?

اَلَمْ يَعْلَمْ بِاَنَّ اللّٰهَ يَرٰى ۝١٥

১৫) তেওঁ নেজানে নে যে আল্লাহে সকলো দেখি থাকে?

كَلَّا لَئِنْ لَّمْ يَنْتَهِ ۙ لَنَسْفَعًاۢ بِالنَّاصِيَةِ ۝١٦

১৬) নহয়, তেওঁ যদি বিৰত নহয়, আমি, অৱশ্যেই, তেওঁক খামোচ মাৰি ধৰিম আৰু চোচোৰাই আনিম আগচুলিৰে—

نَاصِيَةٍ كَاذِبَةٍ خَاطِئَةٍ ۝١٧

১৭) এক আগ চুলি, মিথ্যাবাদী, পাপী।

فَلْيَدْعُ نَادِيَهٗ ۝١٨

১৮) তেতিয়া হ'লে তেওঁক তেওঁৰ সহচৰ সকলক মাতিবলৈ কোৱা।

سَنَدْعُ الزَّبَانِيَةَ ۝١٩

১৯) আমি আমাৰ দোজখৰ ৰখীয়াসকলক মাতিম।

كَلَّا ۭ لَا تُطِعْهُ وَاسْجُدْ وَاقْتَرِبْ ۝٢٠ السجدة

২০) নহয়, তুমি সেইজনলৈ সেও নেমানিবা কিন্তু নিজকে সাষ্টাঙ্গে পেলাই আল্লাহৰ সান্নিধ্যলৈ আহাঁ।




চুৰা ৯৭ AL-QADR আল-কদৰ (মক্কাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, করুণাময়, আল্লাহৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

২) নিশ্চয়েই, আমি ইয়াক নিৰ্দ্দেশৰ নিশাত অৱতীৰ্ণ কৰাইছিলোঁ,

اِنَّآ اَنْزَلْنٰهُ فِيْ لَيْلَةِ الْقَدْرِ ②

৩) আৰু নিৰ্দ্দেশৰ নিশাটোনো কি তোমালোকক কিহে জনাব ?

وَمَآ اَدْرٰىكَ مَا لَيْلَةُ الْقَدْرِ ③

৪) নিৰ্দ্দেশৰ নিশাটো এহেজাৰ মাহতকৈও উত্তম।

لَيْلَةُ الْقَدْرِ ۙ خَيْرٌ مِّنْ اَلْفِ شَهْرٍ ④

৫) সেই নিশাত নামি আহে ফেৰিস্তা সকল আৰু অনুপ্ৰেৰণা, তোমাৰ প্ৰভুৰ আদেশ ক্ৰমে সেইজনাৰ প্ৰত্যেক কথাৰ বিষয়ে নিৰ্দ্দেশাৱলী বহন কৰি।

تَنَزَّلُ الْمَلٰٓئِكَةُ وَالرُّوْحُ فِيْهَا بِاِذْنِ رَبِّهِمْ ۚ مِنْ كُلِّ اَمْرٍ ⑤

৬) উষাত উদয়লৈকে সম্পূৰ্ণ শান্তি বিৰাজমান হয়।

سَلٰمٌ ۛ هِيَ حَتّٰى مَطْلَعِ الْفَجْرِ ⑥






চুৰা ৯৮ AL-BAYYINAH আল-বায়্যিনাহ্ (মক্কাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, করুণাময়, আল্লাহৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

২) সেই সকলে, যি গ্ৰন্থ পোৱা জাতি আৰু মূৰ্ত্তিপূজাৰী সকলৰ মাজৰ পৰা অবিশ্বাস কৰে, তেওঁলোকৰ অপকৰ্ম্মৰ পৰা বিৰত নহ'ব তেওঁলোকলৈ স্পষ্ট প্ৰমাণটো নহালৈকে—

لَمْ يَكُنِ الَّذِيْنَ كَفَرُوْا مِنْ اَهْلِ الْكِتٰبِ وَالْمُشْرِكِيْنَ مُنْفَكِّيْنَ حَتّٰى تَاْتِيَهُمُ الْبَيِّنَةُ ②

৩) আল্লাহৰ পৰা অহা এজন পয়গম্বৰ, তেওঁলোকলৈ আবৃত্তি কৰি পৱিত্ৰ গ্ৰন্থাৱলী,

رَسُوْلٌ مِّنَ اللّٰهِ يَتْلُوْا صُحُفًا مُّطَهَّرَةً ③

فِيهَا كُتُبٌ قَيِّمَةٌ ۝٣

৩) য'ত আছে চিৰস্থায়ী নির্দ্দেশাৱলী।

وَمَا تَفَرَّقَ الَّذِينَ أُوتُوا الْكِتَابَ إِلَّا مِن بَعْدِ مَا جَاءَتْهُمُ الْبَيِّنَةُ ۝٤

৪) আৰু সেই সকল, যাক গ্রন্থখন দিয়া হৈছিল, দলত বিভক্ত হোৱা নাছিল, তেওঁলোকলৈ স্পষ্ট প্রমাণ নহালৈকে।

وَمَا أُمِرُوا إِلَّا لِيَعْبُدُوا اللَّهَ مُخْلِصِينَ لَهُ الدِّينَ حُنَفَاءَ وَيُقِيمُوا الصَّلَاةَ وَيُؤْتُوا الزَّكَاةَ وَذَٰلِكَ دِينُ الْقَيِّمَةِ ۝٥

৫) আৰু তেওঁলোকক কেৱল আল্লাহৰ সেৱা কৰিবলৈহে আদেশ দিয়া হৈছিল, সেইজনালৈ আন্তৰিক ভাৱে বাধ্য হৈ, আৰু সাধু হৈ, আৰু আল্লাহৰ উপাসনা পালন কৰিবলৈ আৰু জাকাতত ব্যয় কৰিবলৈ। আৰু সেইটোৱেই হৈছে শুদ্ধ ধৰ্ম্ম।

إِنَّ الَّذِينَ كَفَرُوا مِنْ أَهْلِ الْكِتَابِ وَالْمُشْرِكِينَ فِي نَارِ جَهَنَّمَ خَالِدِينَ فِيهَا ۚ أُولَٰئِكَ هُمْ شَرُّ الْبَرِيَّةِ ۝٦

৬) প্ৰকৃততে, সেইসকল যি গ্রন্থ পোৱা জাতি আৰু মুৰ্ত্তিপূজাৰী সকলৰ মাজৰ পৰা অবিশ্বাস কৰে, থাকিব দোজখৰ অগ্নিকুণ্ডটোত, তাৰেই নিবাসী হৈ। সকলো জীৱৰ ভিতৰত তেওঁলোকেই অতি নিকৃষ্ট।

إِنَّ الَّذِينَ آمَنُوا وَعَمِلُوا الصَّالِحَاتِ أُولَٰئِكَ هُمْ خَيْرُ الْبَرِيَّةِ ۝٧

৭) প্ৰকৃততে, যি সকলে বিশ্বাস আনে আৰু সৎ কৰ্ম্ম কৰে—তেওঁলোক হয় সকলো জীৱৰ ভিতৰত উৎকৃষ্ট।

جَزَاؤُهُمْ عِندَ رَبِّهِمْ جَنَّاتُ عَدْنٍ تَجْرِي مِن تَحْتِهَا الْأَنْهَارُ خَالِدِينَ فِيهَا أَبَدًا ۖ رَّضِيَ اللَّهُ عَنْهُمْ وَرَضُوا عَنْهُ ۚ ذَٰلِكَ لِمَنْ خَشِيَ رَبَّهُ ۝٨

৮) তেওঁলোকৰ পুৰস্কাৰ থাকে তেওঁলোকৰ প্রভুৰ সৈতে—চিৰস্থায়ী উদ্যান সমূহ, যাৰ মাজেৰে বহু নিঝৰা প্ৰবাহ কৰে, তেওঁলোক তাত চিৰকাল থাকিব। আল্লাহ্ তেওঁলোকৰ সৈতে সন্তুষ্ট আৰু তেওঁলোকো আল্লাহৰ সৈতে সন্তুষ্ট। সেইটো হৈছে সেইজনৰ কাৰণে যি তেওঁৰ প্রভুলৈ ভয় কৰে।

# سُورَةُ الزِّلْزَالِ مَكِّيَّةٌ (٩٩)

চুৰা ৯৯ AL-ZILZAL আল্‌-জিলজাল্‌ (মক্কাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, কৰুণাময়, আল্লাহৰ নামত।

২) যেতিয়া পৃথিৱীখন কঁপোৱা হ'ব এক ভয়ঙ্কৰ কম্পনেৰে,

৩) পৃথিৱীখনে ইয়াৰ সকলো বোজা জোকাৰি পেলাব,

৪) মানৱে ক'ব, 'পৃথিৱীৰ কি হৈছে?'

৫) সেই দিনাখনে এই মৰ্ত্ত্যই ইয়াৰ সংবাদ দিব,

৬) কিয়নো, তোমাৰ প্ৰভুৱে সেইদৰে ইয়াক আদেশ দিব।

৭) সেই দিনাখন মানুহ সিঁচৰিত দলত ওলাই আহিব, যাতে তেওঁলোকক দেখুৱাব পৰা হ'ব তেওঁলোকৰ কৰ্ম্মফল।

৮) তেতিয়া যেয়েই এক বিন্দু মাত্ৰ ভাল কাম কৰে দেখিবলৈ পাব;

৯) আৰু যেয়েই এক বিন্দু মাত্ৰ অসৎ কাম কৰিছে সেইটোও দেখিবলৈ পাব।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

إِذَا زُلْزِلَتِ الْأَرْضُ زِلْزَالَهَا ②

وَأَخْرَجَتِ الْأَرْضُ أَثْقَالَهَا ③

وَقَالَ الْإِنْسَانُ مَا لَهَا ④

يَوْمَئِذٍ تُحَدِّثُ أَخْبَارَهَا ⑤

بِأَنَّ رَبَّكَ أَوْحٰى لَهَا ⑥

يَوْمَئِذٍ يَّصْدُرُ النَّاسُ أَشْتَاتًا لِّيُرَوْا أَعْمَالَهُمْ ⑦

فَمَنْ يَّعْمَلْ مِثْقَالَ ذَرَّةٍ خَيْرًا يَّرَهُ ⑧

وَمَنْ يَّعْمَلْ مِثْقَالَ ذَرَّةٍ شَرًّا يَّرَهُ ⑨




চুৰা ১০০ AL-ADIYAT আল-আদিয়াত (মক্কাত অৱতীৰ্ণ)

১)সুপ্ৰসন্ন, কৰুণাময়, আল্লাহৰ নামত।

২) ফোৰোহনি মৰা যুদ্ধত ঘোঁৰাৰ দ্বাৰা,

৩) যি সিহঁতৰ খুৰাৰে জুইৰ ফিৰিঙতি উলিয়ায়,

৪) পুৱাৰ দোকমোকালিত হঠাৎ আক্ৰমণ কৰি,

৫) আৰু তাৰ দ্বাৰা ধূলিৰ মেঘ সৃষ্টি কৰি,

৬) আৰু সেই উপায়ে শত্ৰুৰ শাৰীবোৰ ভেদ কৰে।

৭) নিশ্চয়েই, মানৱ তেওঁৰ প্ৰভুৰ প্ৰতি অকৃতজ্ঞ।

৮) আৰু নিশ্চয়েই, তেওঁ নিজৰ আচৰণেৰে ইয়াৰ প্ৰতি সাক্ষী দিয়ে।

৯) আৰু, নিশ্চয়েই, তেওঁ ধন-সম্পত্তিৰ প্ৰতি উন্মাদৰ দৰে আকৃষ্ট।

১০) এনেজনে নেজানে নে যে যেতিয়া কবৰত থকা সকলক উঠাই অনা হ'ব

১১) আৰু অন্তৰত লুকুৱাই থোৱা সকলো কথা মুক্ত কৰা হ'ব ?

১২) নিশ্চয়েই, তেওঁলোকৰ প্ৰভুৱে, সেই দিনাখন, সেই সকলো কথাৰ বিষয়ে সম্পূৰ্ণ অৱগত থাকিব।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

وَالْعٰدِيٰتِ ضَبْحًا ②

فَالْمُوْرِيٰتِ قَدْحًا ③

فَالْمُغِيْرٰتِ صُبْحًا ④

فَاَثَرْنَ بِهٖ نَقْعًا ⑤

فَوَسَطْنَ بِهٖ جَمْعًا ⑥

اِنَّ الْاِنْسَانَ لِرَبِّهٖ لَكَنُوْدٌ ⑦

وَاِنَّهٗ عَلٰى ذٰلِكَ لَشَهِيْدٌ ⑧

وَاِنَّهٗ لِحُبِّ الْخَيْرِ لَشَدِيْدٌ ⑨

اَفَلَا يَعْلَمُ اِذَا بُعْثِرَ مَا فِى الْقُبُوْرِ ⑩

وَحُصِّلَ مَا فِى الصُّدُوْرِ ⑪

اِنَّ رَبَّهُمْ بِهِمْ يَوْمَىِٕذٍ لَّخَبِيْرٌ ⑫ ع ٢٥




চুৰা ১০১ AL-QARI'AH আল- কাৰিয়া (মক্কাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, করুণাময়, আল্লাহৰ নামত। بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

২) সেই মহা দুৰ্যোগটো ! اَلْقَارِعَةُ ②

৩) সেই মহা দুৰ্যোগটোনো কি ? مَا الْقَارِعَةُ ③

৪) আৰু মহা দুৰ্যোগটো কি সেইটো তোমালোকক নো কিহে জনাব ? وَمَآ اَدْرٰىكَ مَا الْقَارِعَةُ ④

৫) সেই দিনটো যেতিয়া; মানৱজাতি সিঁচৰিত হোৱা পতঙ্গৰ দৰে হ'ব يَوْمَ يَكُوْنُ النَّاسُ كَالْفَرَاشِ الْمَبْثُوْثِ ⑤

৬) আৰু পৰ্ব্বতশাৰীবোৰ ফইঁওৱা উলৰ দৰে হ'ব। وَتَكُوْنُ الْجِبَالُ كَالْعِهْنِ الْمَنْفُوْشِ ⑥

৭) সেইসময়ত সেইজনৰ ক্ষেত্ৰত যাৰ তৰ্জ্জু গধুৰ হয়, فَاَمَّا مَنْ ثَقُلَتْ مَوَازِيْنُهٗ ⑦

৮) তেওঁৰ হ'ব এটা সুখৰ জীৱন। فَهُوَ فِيْ عِيْشَةٍ رَّاضِيَةٍ ⑧

৯) কিন্তু সেইজনৰ বেলিকা যাৰ তৰ্জ্জু পাতল হয়, وَاَمَّا مَنْ خَفَّتْ مَوَازِيْنُهٗ ⑨

১০) দোজখ হ'ব তেওঁৰ মাতৃ। فَاُمُّهٗ هَاوِيَةٌ ⑩

১১) আৰু সেয়া কি, তোমালোকক কিহেনো জনাব। وَمَآ اَدْرٰىكَ مَا هِيَهْ ⑪

১২) ই হৈছে এটা ভীষণ ভাৱে জ্বলা অগ্নিকুন্ড। نَارٌ حَامِيَةٌ ⑫




চুৰা ১০২ AL-TAKATHUR আল-টাকাথুৰ (মক্কাত অৱতীৰ্ণ

| | |
|---|---|
| ১) সুপ্ৰসন্ন, করুণাময়, আল্লাহৰ নামত। | بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ① |
| ২) তোমালোকৰ পৰস্পৰৰ ভিতৰত পাৰ্থিৱ ধন সম্পত্তিৰ কাৰণে কৰা প্ৰতিদ্বন্দ্বিতাই তোমালোকক আল্লাহৰ পৰা আঁতৰাই নিয়ে, | اَلْهٰكُمُ التَّكَاثُرُ ② |
| ৩) তোমালোক কবৰ গৈ নোপোৱালৈকে | حَتّٰى زُرْتُمُ الْمَقَابِرَ ③ |
| ৪) নহয়! তোমালোকে অনতি বিলম্বে সত্যটো জানিবলৈ পাবা। | كَلَّا سَوْفَ تَعْلَمُوْنَ ④ |
| ৫) আকৌ নহয়! তোমালোকে সোনকালেই জানিবলৈ পাবা। | ثُمَّ كَلَّا سَوْفَ تَعْلَمُوْنَ ⑤ |
| ৬) নহয় তোমালোকে যদিহে ঠিক জ্ঞানেৰে জানিলাহেঁতেন; | كَلَّا لَوْ تَعْلَمُوْنَ عِلْمَ الْيَقِيْنِ ⑥ |
| ৭) তোমালোকে, নিশ্চয়েই, এই জীৱনতে দোজখ দেখিবা। | لَتَرَوُنَّ الْجَحِيْمَ ⑦ |
| ৮) হয়, তোমালোকে, নিশ্চয়েই, ইয়াক নিশ্চয়তাৰ চকুৰে দেখিবা পৰকালত। | ثُمَّ لَتَرَوُنَّهَا عَيْنَ الْيَقِيْنِ ⑧ |
| ৯) তেতিয়া, সেইদিনাখন তোমালোকক হিচাপ দিবলৈ আহ্বান কৰা হ'ব সেই তোমালোকলৈ দান দিয়া অনুগ্ৰহ বিলাকৰ বিষয়ে। | ثُمَّ لَتُسْـَٔلُنَّ يَوْمَئِذٍ عَنِ النَّعِيْمِ ⑨ |




চুৰা ১০৩ AL-'ASR আল-আছৰ (মক্কাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, করুণাময়, আল্লাহৰ নামত।

২) পতন হৈ থকা যুগৰ দ্বাৰা,

৩) নিশ্চয়েই, মানৱ সদায় এটা ক্ষতিগ্ৰস্ত অৱস্থাত থাকে,

৪) মাত্ৰ সেইসকলৰ বাহিৰে যি বিশ্বাস কৰে আৰু সৎকামত লিপ্ত থাকে, আৰু পৰস্পৰক সত্যৰে অনুপ্ৰাণিত কৰে, আৰু ইজনে সিজনক একনিষ্ঠ হ'বলৈ উপদেশ দিয়ে।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

وَالْعَصْرِ ②

اِنَّ الْاِنْسَانَ لَفِيْ خُسْرٍ ③

اِلَّا الَّذِيْنَ اٰمَنُوْا وَعَمِلُوا الصّٰلِحٰتِ وَتَوَاصَوْا بِالْحَقِّ ۙ وَتَوَاصَوْا بِالصَّبْرِ ④






চুৰা১০৪ AL-HUMAZA আল-হামজা (মক্কাত অৱতীৰ্ণৰ)

১) সুপ্ৰসন্ন, করুণাময়, আল্লাহৰ নামত।

২) দুৰ্ভাগ্য হওক প্ৰত্যেক টুটকীয়া ব্যক্তি, নিন্দাকাৰীৰ,

৩) যি অগাধ সম্পত্তি গোটায় আৰু ইয়াক বাৰম্বাৰ গণে।

৪) তেওঁ ভাবে যে তেওঁৰ সম্পত্তিয়ে তেওঁক অমৰ কৰিব।

৫) নহয়! তেওঁক, নিশ্চয়েই, চেপি পেলোৱা শাস্তিলৈ নিক্ষেপ কৰা হ'ব।

৬) আৰু চেপি পেলোৱা শাস্তিটো নো কি বস্তু তোমালোকক কিহে বুজাব ?

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

وَيْلٌ لِّكُلِّ هُمَزَةٍ لُّمَزَةِ ۙ ②

اِلَّذِيْ جَمَعَ مَالًا وَّعَدَّدَهٗ ۙ ③

يَحْسَبُ اَنَّ مَالَهٗٓ اَخْلَدَهٗ ۚ ④

كَلَّا لَيُنْبَذَنَّ فِي الْحُطَمَةِ ۖ ⑤

وَمَآ اَدْرٰىكَ مَا الْحُطَمَةُ ۗ ⑥

৭) ই হৈছে আল্লাহে অগ্নি সংযোগ কৰোৱা এটা অগ্নিকুণ্ড, نَارُ اللّٰهِ الْمُوْقَدَةُ ۝٦

৮) যিটো বক্ষৰ ওপৰলৈকে উঠি আছে। الَّتِيْ تَطَّلِعُ عَلَى الْاَفْـِٕدَةِ ۝٧

৯) ইয়াক তেওঁলোকৰ চাৰিওফালে আগুৰি ধৰিবলৈ দিয়া হ'ব اِنَّهَا عَلَيْهِمْ مُّؤْصَدَةٌ ۝٨

১০) প্ৰসাৰিত শাৰীত। فِيْ عَمَدٍ مُّمَدَّدَةٍ ۝٩

Part 30

Chapter 105



চুৰা ১০৫ AL-FIL আল-ফিল (মক্কাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, কৰুণাময়, আল্লাহৰ নামত। بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ۝١

২) তোমালোকে তোমালোকৰ প্ৰভুৱে হাতীৰ গৰাকী সকলৰ (ইয়ামানত আবিছিনিয়াৰ খৃষ্টিয়ান ৰাজ-প্ৰতিনিধি আব্ৰাহা) সৈতে কি ব্যৱহাৰ কৰিছিল? اَلَمْ تَرَ كَيْفَ فَعَلَ رَبُّكَ بِاَصْحٰبِ الْفِيْلِ ۝٢

৩) সেইজনাই সিহঁতৰ কৌশল বৃথাই যাবলৈ নিদিলে নে? اَلَمْ يَجْعَلْ كَيْدَهُمْ فِيْ تَضْلِيْلٍ ۝٣

৪) আৰু সেইজনাই সিহঁতৰ বিৰুদ্ধে জাকে জাকে চৰাই পঠিয়াইছিল, وَّاَرْسَلَ عَلَيْهِمْ طَيْرًا اَبَابِيْلَ ۝٤

৫) যি সিহঁতৰ মৃতদেহ ভক্ষণ কৰিছিল, সিহঁতক আলতীয়া মাটিৰ লদাৰ ওপৰত আঘাত কৰি কৰি। تَرْمِيْهِمْ بِحِجَارَةٍ مِّنْ سِجِّيْلٍ ۝٥

৬) আৰু সেই দৰে সিহঁতক ভঙা ঠাৰিৰ দৰে কৰি ভক্ষণ কৰিলে। فَجَعَلَهُمْ كَعَصْفٍ مَّاْكُوْلٍ ۝٦

## سُوْرَةُ الْقُرَيْشِ مَكِّيَّةٌ

رُكوعها ١ (١٠٦) اٰياتها ٥

চুৰা ১০৬ AL-QURAISH আল-কুৰাইছ (মক্কাত অবতীৰ্ণ)

১) সুপ্ৰসন্ন, কৰুণাময়, আল্লাহৰ নামত। بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

২) তোমাৰ প্ৰভুৰে হাতীৰ গৰাকী সকলক ধ্বংস কৰিছিল কুৰাইছ সকলক অন্তৰেৰে সংলগ্ন কৰিবলৈ— لِاِيْلٰفِ قُرَيْشٍ ②

৩) তেওঁলোকক শীত আৰু গ্ৰীষ্মকালৰ ভ্ৰমণৰ প্ৰতি আকৃষ্ট কৰিবলৈ। اٖلٰفِهِمْ رِحْلَةَ الشِّتَآءِ وَالصَّيْفِ ③

৪) যাতে তেওঁলোকে এই মহান গৃহৰ প্ৰভুজনাক উপাসনা কৰে, فَلْيَعْبُدُوْا رَبَّ هٰذَا الْبَيْتِ ④

৫) যি জনাই তেওঁলোকক ক্ষুধাৰ বিৰুদ্ধে অন্ন দিছে, আৰু আতঙ্কৰ বিৰুদ্ধে নিৰাপত্তা দিছে। الَّذِيْٓ اَطْعَمَهُمْ مِّنْ جُوْعٍ ۙ وَّاٰمَنَهُمْ مِّنْ خَوْفٍ ⑤



## سُوْرَةُ الْمَاعُوْنِ مَكِّيَّةٌ

رُكوعها ١ (١٠٧) اٰياتها

চুৰা ১০৭ AL-MA'UN আল-মাউন (মক্কাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, কৰুণাময়, আল্লাহৰ নামত। بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

২) তোমালোকে সেইজনাক দেখা নাই নে যি বিচাৰ অস্বীকাৰ কৰে ? اَرَءَيْتَ الَّذِيْ يُكَذِّبُ بِالدِّيْنِ ②

৩) সেইজনে হৈছে এজন, যি মাউৰাক খেদি দিয়ে, فَذٰلِكَ الَّذِيْ يَدُعُّ الْيَتِيْمَ ③

৪) আৰু দৰিদ্ৰক খুওৱাটোত উদগনি নিদিয়ে। وَلَا يَحُضُّ عَلٰى طَعَامِ الْمِسْكِيْنِ ④

৫) গতিকে দুৰ্ভাগ্য হওক সেই সকলৰ যি উপাসনা কৰে, فَوَيْلٌ لِّلْمُصَلِّيْنَ ⑤

৬) কিন্তু তেওঁলোকৰ উপাসনাৰ প্ৰতি অমনোযোগী।

الَّذِينَ هُمْ عَن صَلَاتِهِمْ سَاهُونَ ۝٦

৭) তেওঁলোকে কেৱল মানুহৰ মাজত নিজকে দেখা যোৱাটো ইচ্ছা কৰে,

الَّذِينَ هُمْ يُرَاءُونَ ۝٧

৮) আৰু আইন মতে দিবলগীয়া ভিক্ষা জব্দ কৰি থয়।

وَيَمْنَعُونَ الْمَاعُونَ ۝٨

Part 30 Chapter 108




চুৰা ১০৮ AL-KAUTHAR আল-কাউঠৰ্ (মক্কাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, করুনাময়, আল্লাহৰ নামত।

بِسْمِ اللَّهِ الرَّحْمَٰنِ الرَّحِيمِ ۝١

২) নিশ্চয়েই, আমি তোমালোকৰ ওপৰত ভালৰ প্ৰাচুৰ্য্য দান কৰিছোঁ;

إِنَّا أَعْطَيْنَاكَ الْكَوْثَرَ ۝٢

৩) গতিকে তোমালোকৰ প্ৰভুলৈ প্ৰাৰ্থনা কৰাইক, আৰু উচৰ্গা আগ বঢ়োৱাইক।

فَصَلِّ لِرَبِّكَ وَانْحَرْ ۝٣

৪) নিশ্চয়েই, তোমালোকৰ শত্ৰু সকলৰেহে কোনো সতি-সন্ততি নেথাকিব।

إِنَّ شَانِئَكَ هُوَ الْأَبْتَرُ ۝٤




চুৰা ১০৯ AL-KAFIRUN আল-কাফেৰুন (মক্কাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, কৰুণাময়, আল্লাহৰ, নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

২) কোৱাঁ, 'হে' তোমালোক অবিশ্বাসী সকল!

قُلْ يٰٓاَيُّهَا الْكٰفِرُوْنَ ②

৩) 'মই তোমালোকে উপাসনা কৰাৰ দৰে উপাসনা নকৰোঁ,

لَآ اَعْبُدُ مَا تَعْبُدُوْنَ ③

৪) 'নাইবা তোমালোকেও উপাসনা নকৰা, যিদৰে মই উপাসনা কৰোঁ।

وَلَآ اَنْتُمْ عٰبِدُوْنَ مَآ اَعْبُدُ ④

৫) 'নাইবা মই উপাসনা নকৰোঁ সেই সকলক, যাক তোমালোকে উপাসনা কৰা,

وَلَآ اَنَا عَابِدٌ مَّا عَبَدْتُّمْ ⑤

৬) নাইবা তোমালোকেও সেইজনক উপাসনা নকৰা, যাক মই উপাসনা কৰোঁ।

وَلَآ اَنْتُمْ عٰبِدُوْنَ مَآ اَعْبُدُ ⑥

৭) 'তোমালোকৰ কাৰণে' তোমালোকৰ ধৰ্ম্ম, আৰু মোৰ কাৰণে মোৰ ধৰ্ম্ম।

لَكُمْ دِيْنُكُمْ وَلِيَ دِيْنِ ⑦






চুৰা ১১০ AL-NASAR আল-নাছাৰ্ (মক্কাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, কৰুণাময়, আল্লাহৰ নামত।

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

২) যেতিয়া আল্লাহৰ সহায় আহে আৰু বিজয়,

اِذَا جَآءَ نَصْرُ اللّٰهِ وَالْفَتْحُ ②

৩) আৰু তোমালোকে দেখিবলৈ পোৱা মানুহক আল্লাহৰ ধৰ্ম্মত দলে দলে প্ৰৱেশ কৰা,

وَرَاَيْتَ النَّاسَ يَدْخُلُوْنَ فِيْ دِيْنِ اللّٰهِ اَفْوَاجًا ③

৪) তোমালোকৰ প্ৰভুক সেইজনাৰ প্ৰশংসাৰে গৌৰৱান্বিত কৰা আৰু সেইজনাৰ ক্ষমা বিচৰা। নিশ্চয়েই সেইজনা কৰুণাৰ সৈতে সঘনে ঘূৰি আহে।

فَسَبِّحْ بِحَمْدِ رَبِّكَ وَاسْتَغْفِرْهُ ۚ اِنَّهٗ كَانَ تَوَّابًا ④




চুৰা ১১১ AL-LAHAB আল-লাহাব (মক্কাত অৱতীৰ্ণ)

১)সুপ্ৰসন্ন, কৰুণাময়, আল্লাহৰ নামত। بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

২) আবু লাহাবৰ দুয়োখন হাত ধ্বংস হওক, আৰু তেওঁ ধ্বংস হওক! تَبَّتْ يَدَآ اَبِيْ لَهَبٍ وَّتَبَّ ②

৩) তেওঁৰ ধন-সম্পত্তিয়ে আৰু তেওঁ যি আৰ্জিছে সেইবোৰে তেওঁৰ একো উপকাৰ নাসাধে, مَآ اَغْنٰى عَنْهُ مَالُهٗ وَمَا كَسَبَ ③

৪) অনতিপলমেই তেওঁ জ্বলন্ত অগ্নিত দগ্ধ হ'ব; سَيَصْلٰى نَارًا ذَاتَ لَهَبٍ ④

৫) আৰু তেওঁৰ পত্নীও, নিন্দাৰ বাহিকা, وَّامْرَاَتُهٗ ۗ حَمَّالَةَ الْحَطَبِ ⑤

৬) তেওঁৰ কণ্ঠত পিন্ধোৱা হ'ব এডাল পঘাৰ মালা। فِيْ جِيْدِهَا حَبْلٌ مِّنْ مَّسَدٍ ⑥






চুৰা ১১২ AL IKHLAS আল-ইখলাছ (মক্কাত অৱতীৰ্ণ)

১) সুপ্ৰসন্ন, কৰুণাময়, আল্লাহৰ নামত। بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

২) 'সেইজনা হৈছে আল্লাহ, এক আল্লাহ! قُلْ هُوَ اللّٰهُ اَحَدٌ ②

৩) 'আল্লাহ, স্বনিৰ্ভৰশীল আৰু সকলোৰ কাকুতি-মিনতিৰ পাত্ৰ। اَللّٰهُ الصَّمَدُ ③

৪) 'সেইজনাই জন্ম নিদিয়ে, নাইবা সেইজনাকো কোনেও জন্ম দিয়া নাই; لَمْ يَلِدْ ۙ وَلَمْ يُوْلَدْ ④

৫) 'আৰু সেইজনাৰ দৰে আন কোনো নাই।' وَلَمْ يَكُنْ لَّهٗ كُفُوًا اَحَدٌ ⑤

## سُوْرَةُ الْفَلَقِ مَدَنِيَّةٌ (١١٣)

| চুৰা ১১৩ | AL-FALAQ | আল-ফালাক | (মক্কাত অৱতীৰ্ণ) |
|---|---|---|---|

১) সুপ্ৰসন্ন, করুণাময়, আল্লাহৰ নামত।
بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

২) কোৱাঁ, 'মই আশ্ৰয় বিচাৰোঁ সৃষ্টিৰ প্ৰভুজনাত,
قُلْ اَعُوْذُ بِرَبِّ الْفَلَقِ ②

৩) সেইজনাৰ সৃষ্টিৰ অসততাৰ পৰা,
مِنْ شَرِّ مَا خَلَقَ ③

৪) 'আৰু অসততাৰ অন্ধকাৰৰ পৰা যেতিয়া ই বিস্তৃত হৈ পৰে,
وَمِنْ شَرِّ غَاسِقٍ اِذَا وَقَبَ ④

৫) 'আৰু অসততাৰ পৰা সেই সকলক, যি পাৰস্পৰিক ভাল সমন্ধৰ বন্ধন ভাঙিবলৈ চেষ্টা কৰে,
وَمِنْ شَرِّ النَّفّٰثٰتِ فِي الْعُقَدِ ⑤

৬) 'আৰু অসততাৰ পৰা হিংসাকুৰীয়া জনৰ, যি হিংসা কৰে।'
وَمِنْ شَرِّ حَاسِدٍ اِذَا حَسَدَ ⑥

## سُوْرَةُ النَّاسِ مَدَنِيَّةٌ (١١٤)



| চৰা ১১৪ | AL-NAS | আল-নাছ | (মক্কাত অৱতীৰ্ণ) |
|---|---|---|---|

১) সুপ্ৰসন্ন, করুণাময়, আল্লাহৰ নামত।
بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ ①

২) কোঁৱা, 'মই আশ্ৰয় বিচাৰোঁ মানৱ জাতিৰ প্ৰভুত,
قُلْ اَعُوْذُ بِرَبِّ النَّاسِ ②

৩) 'মানৱ জাতিৰ ৰজাত,
مَلِكِ النَّاسِ ③

৪) 'মানৰ জাতিৰ আল্লাহত,
اِلٰهِ النَّاسِ ④

৫) 'লুকাই, লুকাই, ফুচফুচাই ফুৰা সকলৰ অসৎ ফুচফুচনিৰ পৰা ;
مِنْ شَرِّ الْوَسْوَاسِ ۥ الْخَنَّاسِ ⑤

৬) 'যি মানৱৰ অন্তৰলৈ ফুচফুচায়,
الَّذِيْ يُوَسْوِسُ فِيْ صُدُوْرِ النَّاسِ ⑥

৭) 'জিন্ আৰু মানৱৰ মাজৰ পৰা।'
مِنَ الْجِنَّةِ وَ النَّاسِ ⑦

# নির্দেশিকা

আল্লাহৰ দূত সকলক উপেক্ষা কৰাৰ বাবে অৰণ্যৰ অধিবাসী বিলাকৰ শাস্তিভোগ। ৫০ : ১৫।

## অশুভ কথা

আল্লাহে অশুভ কথা প্ৰকাশ্য কৰাটো ভাল নাপায়। ৪ : ১৪৯।

## অসৎ

মানৱক বিশুদ্ধ হিচাপে সৃষ্টি কৰা হৈছে আৰু সৎ বা অসৎ পথ অনুসৰণ কৰাটো বাছি লব পাৰে। ৭৬ : ৩, ৪০; ৯০ : ৯-১১; ৯১ : ৮, ৯।

পাপৰ বাহ্যিক আৰু গোপন দিক উভয়কে বৰ্জন কৰা। ৬ : ১২১, ১৫২; ৭ : ৩৪।

অসতৰ শাস্তি পাপকৰ্মৰ অনুযায়ী হ'ব লাগে। ৬ : ১৬১; ১ : ২৮; ২৮ : ৮৫; ৪০ : ৪১।

অবিশ্বাসী বিলাকৰ অসৎকৰ্মত নেৰানেপেৰা অনুৰক্তি। ৭ : ২৯।

মানুহৰ বিবেকে অসৎকৰ্ম তিৰস্কাৰ কৰে। ৭ : ২৩; ৭৫ : ৩।

অতিপাত অসৎকৰ্মই নৰককলৈ লৈ যায়। ২ : ৮২।

সৎ অসতৰ ওপৰত বিজয়ী হয়। ১১ : ১১৫।

অনুশোচনাৰ যোগেদি অসৎকৰ্মৰ ক্ষমা লাভ কৰিব পাৰি। ৩ : ১৩৬, ১৩৭; ৪ : ১১১; ১৬ : ১২০; ৪২ : ২৬।

অসতৰ প্ৰতি ঘৃণা মানুহৰ মাজত নিহিত। ৪০ : ১১; ৪৯ : ৯; ৯১ : ৮, ৯।

পৱিত্ৰ ৰছুলৰ পদানুসৰণে অসতৰ পৰা ৰক্ষা কৰে। ৩ : ৩২।

নামাযে অসতৰ পৰা ৰক্ষা কৰে। ২৯ : ৪৬।

ইচ্ছাকৃত অসৎ কাৰ্যৰ হিচাপ লোৱা হয়। ২ : ২২৬; ৫ : ৯০; ২০ : ১১৬।

## আইন (শ্বৰিয়ত)

শ্বৰিয়তৰ উদ্দেশ্য মানৱজাতিৰ বোজা লাঘৱ কৰা। ৪ : ২৯।

## আকাশ (স্বৰ্গ)

— উদ্দেশ্যৰে সৈতে সৃষ্টি কৰা হৈছে। ১৬ : ৪।

— আল্লাহৰ হাতেৰে নিৰ্মিত হৈছে। ৫১ : ৪৮।

আকাশৰ প্ৰথম অৱস্থা বাস্পীয় ৰূপত আছিল। ৪১ : ১২।

আকাশ আৰু পৃথিৱী উভয়েই সংবদ্ধ (জড়পিন্ড) আছিল ২১ : ৩১।

দুটা বেলেগ যুগ বা কালত সাতখন আকাশ সৃষ্টি কৰা হৈছিল। ৪১ : ১৩।

আৰু পৃথিৱী ছটা বেলেগ যুগত সৃষ্টি কৰা হৈছিল। ১০ : ৪।

আকাশৰ চাল সুৰক্ষিত আৰু ই সুৰক্ষা যোগায়। ২১ : ৩৩।

গ্ৰহবিলাকে সিহঁতৰ নিজৰ কক্ষত আকাশত প্ৰদক্ষিণ কৰে। ৩৬ : ৪১।

আকাশৰ নক্ষত্ৰৰ পথ। ৫১ : ৮

আকা॰ৰ ধৰণী নাই। ৩১ : ১১।

আকাশৰ সৈতে খাদ্যৰ সম্পৰ্ক। ১০ : ৩২।

আকাশ আল্লাহৰ সোঁহাতত মেৰিওৱা আছে। অৰ্থাৎ সিবিলাকক আল্লাহে সম্পূৰ্ণ নিয়ন্ত্ৰণ কৰি আছে। ৩৯ : ৬৮।

আকাশক উন্মুক্ত কৰা হ'ব, ফলত ই বহু দুৱাৰত বিভক্ত হৈ পৰিব, অৰ্থাৎ সেই সময়ত ধাৰ্মিকসকলৰ সমৰ্থনত বহু ঐশী নিদৰ্শন প্ৰদৰ্শন কৰা হ'ব। আৰু অবিশ্বাসী বিলাকক শাস্তি বিহা হ'ব। ৭৮ : ২০।

আকাশৰ আৱৰণ উঠাই দিয়া হ'ব। অৰ্থাৎ পাছৰ কালত জ্যোতিৰ্বিজ্ঞান, মহাকাশ বিজ্ঞান আৰু অজানা তথ্যৰ সন্ধান মানৱৰ ওচৰত উপস্থাপন কৰা হ'ব। ৮১ : ১২।

— যেতিয়া বিদীৰ্ণ হ'ব। ৭৭ : ১০, ৮২ : ২।

আকাশ গলিত তামৰ দৰে হ'ব (অত্যন্ত তাপৰ বাবে)। ৭০ : ৯।

গ্ৰহবিলাকেৰে শোভিত। ৩৭ : ৭; ৪১ : ১৩; ৬৭ : ৬।

আকাশৰ অংশবোৰ বৰষুণ আৰু ধুমুহাৰ ৰূপত শাস্তিস্বৰূপে তললৈ নামি আহিব। ১৭ : ৯৩; ২৬ : ১৮৮; ৩৪ : ১০।

সকলো বস্তুৱেই আকাশৰ পৰা পঠিওৱা হয়। ১৫ : ২২; ৪০ : ১৪।

## আজ্ঞাপালন আৰু বশ্যতা

আল্লাহ্ আৰু তেওঁৰ পয়গম্বৰক মানি চলিবলৈ তেওঁ নিৰ্দেশ দিছে। ৩ : ১৩৩, ১৭৩।

আল্লাহ্ আৰু তেওঁৰ ৰছুলৰ আজ্ঞা পালনে লোকক আধ্যাত্মিক উন্নতিৰ উচ্চতম শিখৰলৈ লৈ যায়। ৪ : ৭০।

আল্লাহ্ আৰু তেওঁৰ পয়গম্বৰৰ আজ্ঞাপালনে কৃতকাৰ্যতাৰ বাটলৈ আগবঢ়াই নিয়ে। ২৪ : ৫৩।

ৰছুলৰ বাধ্য হোৱা মানে আল্লাহৰ বাধ্য হোৱা। ৪ : ৮১।

## আত্মা



## আদম



## আধ্যাত্মিক সমাজ



## আধ্যাত্মিক সৃষ্টি



## আন্সাৰসকল (সহায়কাৰীসকল)



## আবু লাহাব



## আব্ৰাহাম (নবী ইব্ৰাহীম)



## আৰন (নবী হাৰূন)



## আৰব জাতি



## আল-আ'ৰাফ



## আল্লা

আল্লাৰ বিনে কাকো উপাসনা কৰিব নালাগে। ২ : ১১৭ ; ২ : ১৬৪ ; ২ : ২৫৬ ; ৩ : ৩ ; ৩ : ১৯।

আল্লা স্বৰ্গ আৰু পৃথিৱীৰ জ্যোতি (নূৰ)। ২৪ : ৩৬।

আল্লাৰ সদৃশ আৰু আন কোনো নাই। ৪২ : ১২ ; ১১২ : ৫।

মানৱ-চক্ষুৰে আল্লাক প্ৰত্যক্ষ কৰিব নোৱাৰি। ৬ : ১০৪।

আল্লাই গুণৰাশিৰ মাজেদি তেওঁক প্ৰকাশ কৰে। ৬ : ১০৪।

আল্লাই তেওঁৰ সেৱক সকলক তেওঁৰ কাষ পাবলৈ বাট দেখুৱায়। ২৯ : ৭০।

আল্লাৰ সাক্ষাৎ পাবলৈ প্ৰচেষ্টা কৰা আৱশ্যক। ৮৪ : ৭।

সকলো সৃষ্টিকে আল্লাৰ আৱশ্যক ১১২ : ৩।

আল্লাই সকলো বিষয়েই সম্পূৰ্ণভাৱে জানে। ২ : ২৫৬ ; ১০ : ৬২।

মানুহ তাৰ ডিঙিৰ সিৰডালতকৈও (নিজৰ জীৱনতকৈও) আল্লাৰ ওচৰ। ৫০ : ১৭।

আল্লাইহে কেৱল অজানাক জানে। ২৭ : ৬৬।

আল্লাই প্ৰকাশ্য আৰু গুপ্ত সকলো জানে। ৩ : ৩০।

আল্লাৰ তেওঁৰ আদেশ আৰু ৰায় পূৰণ কৰাৰ সকলো শক্তি আছে। ২ : ২১।

মানৱজাতিক পথ-নিৰ্দেশ দিবৰ বাবে আল্লাই তেওঁৰ দূত নিৰ্বাচিত কৰে। ২২ : ৭৬।

বিৰোধী সকলক বশ কৰিবৰ বাবে আল্লাই তেওঁৰ দূত সকলক গঢ় দিছে। ৫৮ : ২২।

অবিচলিত সকলক সহায় কৰিবৰ বাবে আল্লাই ফেৰিস্তাসকলক প্ৰেৰণ কৰিছে। ৪১ : ৩১, ৩২।

আল্লাৰ কোনো অংশীদাৰ নাই। ২ : ১১৭ ; ৬ : ১৬৪ : ২৫ : ৩।

আল্লা সকলো খুঁত বা ত্ৰুটিৰ পৰা মুক্ত। ২ : ৩৩।

আল্লাৰ কোনো সতি-সন্ততি নাই। ২ : ১১৭ ; ৪ : ১৭২ ; ৬ : ১০১ ; ১৮ : ৫, ৬।

আল্লাই তেওঁৰ কাৰণে কোনো স্ত্ৰী বা পুত্ৰ লোৱা নাই। ৬ : ১০২ ; ৭২ : ৪।

আল্লাই কাকো জন্ম দিয়া নাই বা তেওঁকো কেৱে জন্ম দিয়া নাই। ১১২ : ৪।

আল্লাৰ কোনো সঙ্গী নাই। ৯ : ৩১।

আল্লা পৰম-পৱিত্ৰ আৰু সৰ্বোচ্চ আৰু মূৰ্ত্তি-উপাসকসকলে তেওঁলোকৰ দেৱতাসকলত আৰোপ কৰা গুণবোৰতকৈ বহুত ওপৰত। ১৭ : ৪৪।

আল্লা নিদ্ৰা বা তন্দ্ৰামগ্ন নহয়। ২ : ২৫৬।

আল্লা স্বৰ্গ বা পৃথিৱীৰ চিন্তাৰ দ্বাৰা ভাৰাক্ৰান্ত নহয়। ২ : ২৫৬।

আল্লা স্বৰ্গ আৰু পৃথিৱী সৃষ্টি কৰি ক্লান্ত নহয়। ৫০ : ৩৯।

আল্লাই কোনো কথা কেতিয়াও পাহৰি নাযায়। ১৯ : ৬৫ ; ২০ : ৫৩।

আল্লাই কাৰো একো অন্যায় নকৰে। ৩ : ১৮৩ ; ১০ : ৪৫।

আল্লা আদি আৰু অন্ত ; ব্যক্ত আৰু গুপ্ত। ৫৭ : ৪।

আল্লাই কোনো অসৎ কৰ্মত কেতিয়াও লিপ্ত নহয়। ৭ : ২৯।

আল্লা প্ৰতিপালিত নহয়। ৬ : ১৫ ; ৫১ : ৫৮।

আল্লাই সতৰ্ক নকৰাকৈ কোনো নগৰী ধ্বংস নকৰে। ১৭ : ১৬ ; ২৬ : ২০৯ ; ২৮ : ৬০।

সকলো বস্তু আল্লাৰ ইচ্ছাৰ ওপৰত সমৰ্পণ কৰা হয় আৰু অকল তেওঁৰেহে কৰা বিধি সমূহৰ সকলো বস্তু বাধ্য। ১৩ : ১৬।

আল্লাৰ বিধানৰ কেতিয়াও সলনি নহয়। ১৩ : ৭৮ ; ৩৫ : ৪৪।

ভূত-ভৱিষ্যৎ সম্পৰ্কে কেৱল আল্লাৰ হে জ্ঞান আছে। ২০ : ১১১।

আল্লাৰ কৰুণাৰ প্ৰতি কেৱে নিৰাশ হ'ব নালাগে। ৬ : ১৩, ৫৫ ; ৭ : ১৫৭ ; ১০ : ৫৯ ; ১১ : ১২০ ; ১২ : ৮৮ ; ৩৯ : ৫৪ ; ৪০ : ৮।

আল্লাৰহে কেৱল জীৱন প্ৰদান কৰাৰ শক্তি আছে। ১৫ : ২৪।

আল্লাৰ ইচ্ছা বৰ্তি থাকে। ২২ : ১৫ ; ২২ : ১৯ ; ৮৫ : ১৭।

আল্লাৰ ৰায়ৰ ওপৰত তেওঁৰ সম্পূৰ্ণ ক্ষমতা আছে। ১২ : ২২।

প্ৰতিটো কাৰ্য, সি যিমানেই সৰু হওক নালাগে আল্লাই তাৰ হিচাপ লয়। ৩১ : ১৭।

আল্লাৰ কাৰণত ব্যয় কৰা সকলৰ বাবে নানা প্ৰকাৰৰ পুৰস্কাৰ আছে। ২ : ২৬২।

বিশ্বাসী সকলক আল্লাই সহায় কৰে। ৩০ : ৪৮।

আল্লাৰ সিংহাসন পানীৰ ওপৰত অৱস্থিত। ১১ : ৮।

আল্লাৰ বিৰুদ্ধে মিছাৰ জাল তৰা সকলে কেতিয়াও উন্নতি কৰিব নোৱাৰে। ১০ : ১৮।

আল্লাই অবিশ্বাসী বিলাকৰ ইতিকিং আৰু বিদ্ৰূপৰ শাস্তি বিহিব। ২ : ১৬।

আল্লাৰ অস্তিত্বৰ সাক্ষ্য। ৭ : ১৭৩, ১৭৪।

আল্লা স্বৰ্গসমূহ আৰু মৰ্ত্ত্যসমূহৰ স্ৰষ্টা। ২ : ১৬৫ ; ১৪ : ৩৩, ৩৪ ; ২৯ : ৬২ ; ৪৫ : ৫ ; ৫০ : ৭-১২ ; ৬৭ : ৪, ৫।

আল্লাই প্ৰাৰ্থনাকাৰী সকলৰ প্ৰাৰ্থনাৰ সহাৰি দিয়ে। ২ : ১৮৭।

আল্লাৰ ইচ্ছা আৰু তেওঁৰ দূতসকল সদা বিদ্যমান। ৫৮ : ২২।

আল্লাৰ প্ৰত্যাদেশ অমান্য কৰাৰ পৰিণাম। ৩ : ১৩৮।

আল্লাই সকলোৰে বাবেই ভৰণ-পোষণৰ ব্যৱস্থা কৰে। ১১ : ৭ ; ২৯ : ৬১।

আল্লাৰ সান্নিধ্য লাভেহে কেৱল মনক প্ৰকৃত শান্তি দিব পাৰে। ৮৯ : ২৮-৩০।

আল্লাৰ অশেষ গুণ। ৭ : ১৮১ ; ৫৯ : ২৩-২৫।

বিশুদ্ধ গুণ কেৱল আল্লাৰহে আছে। ৭ : ১৮১ ; ৫৯ : ২৫।

## (i) আল্লাৰ সৈতে অংশীদাৰ সংযুক্ত কৰা

আল্লাৰ সৈতে অংশীদাৰ যুক্ত কৰা নিষিদ্ধ। ৪ : ৪৯; ২২ : ৩২।

— সাংঘাতিক ভুল। ৩১ : ১৪।

ইয়াৰ কোনো ক্ষমা নাই। ৪ : ৪৯; ৪ : ১১৭।

এনে কাৰ্য্য কৰা পিতৃ-মাতৃক মানিব নালাগে। ২৯ : ৯।

এক আল্লাৰ বাহিৰে আৰু ঈশ্বৰ (মা'বুদ) থাকিলে বিশ্বত খেলিমেলি লাগিব। ২১ : ২৩; ২৩ : ৯২।

আল্লাৰ সৈতে অংশীদাৰ সংযুক্ত কৰা লোকসকল ভুল পথে পৰিচালিত হৈছে। ৩৯ : ৪।

এই কাৰ্য্য ঘোৰ অন্যায়। ১২ : ৪১ ; ১১২ : ২, ৩।

আল্লাৰ গুণ সমূহত অংশীদাৰ সংযুক্ত কৰা মানা। ১১২ ৫।

মূৰ্ত্তি-উপাসক সকলৰ বাবে ক্ষমা প্ৰাৰ্থনা কৰাটো নিষেধ। ৯ : ১১৩।

আল্লাৰ বিনে আনৰ পৰা সহায় বিচৰা লোকে সমৃদ্ধি লাভ কৰিব নোৱাৰে। ২৩ : ১১৮

আল্লাৰ সৈতে অংশীদাৰ সংযুক্ত কৰাৰ বিৰুদ্ধে যুক্তি। ২৭ : ৬০-৬৬।

আল্লাৰ পৰিৱৰ্তে বহু ঈশ্বৰ (মা'বুদ) গ্ৰহণ কৰা বিলাকে ভাবে যেন সেই সকল সিহঁতৰ শক্তিৰ উৎস। ১৯ : ৮২।

আল্লাৰ বাহিৰে অন্যান্য দেৱতা উপাসনা কৰা লোকৰ দুৰ্বলতা। ২১ : ২৪, ২৫।

আল্লাৰ সৈতে অংশীদাৰ সংযুক্ত কৰাৰ বিৰুদ্ধে হেতু প্ৰদৰ্শন। ১০ : ৬৯; ১৩ : ৩৪; ১৬ : ৫৩; ১৭ : ৪৩, ৪৪।

ভুৱা ঈশ্বৰে নিজকে সৃষ্টি কৰাৰ বাহিৰে আৰু একো সৃষ্টি নকৰে। ১৬ : ২১।

ভুৱা ঈশ্বৰ মৃত। ১৬ : ২২।

মানুহৰ স্বভাৱে আল্লাৰ সৈতে অংশীদাৰ সংযুক্ত কৰাটো নাকচ কৰে। ১৬ : ৫৪।

## (ii) আল্লাৰ গুণাৱলী

দাম্ভিক সকলৰ দম্ভ চূৰ্ণকাৰী, (আল্-মুধিল)। ৩ : ২৭।

সৰ্ব-বিদিত (আল্-খাবিৰ)। ৪ :৩৬; ২২ : ৬৪; ৬৪:৯; ৬৬ : ৪; ৬৭ : ১৫।

সৰ্বশ্ৰোতা, (আল্-চামি)। ৪ : ৫৯; ২২:৬২; ২৪ :৬১; ৪০ : ২১।

সৰ্বজ্ঞ (আল্-আলিম) ৪ : ৩৬, ৭১; ২২ : ৬০; ৩৪ : ২৭; ৫৯ : ২৩; ৬৪ :১২।

সৰ্বদ্ৰষ্টা, (আল্-বচিৰ)। ৪ : ৫৯; ২২ : ৭৬; ৪০ : ২১, ৫৭; ৬০ :৪।

প্ৰাৰ্থনাৰ সমিধান দিয়ে, (আল্-মুজিব)। ১১ : ৬২।

অত্যন্ত গুণজ্ঞ, (আল্-শ্বকুৰ) ৩৫ : ৩৫।

উচ্চতম গুণসম্পন্ন, (ৰফী-উদ্ দৰাজাত্)। ৪০ : ১৬।

যথোপযুক্ত শাস্তি প্ৰদান কৰে; প্ৰতিশোধলওঁতা; (আল্-মুনতাকিম)। ৩ : ৪; ৩৯ : ৩৮।

দয়ালু, পৰম হিতকাৰী, (আল্-বাৰ্ৰ)। ৫২ : ২৯।

সকলোৰে প্ৰাৰ্থনা গ্ৰহণ কৰোঁতা; স্বতন্ত্ৰ, (আল্-চামাদ)। ১১২ : ৩।

দাতা, মহান, (আল্-ৱাহাব)। ৩ : ৯; ৩৮ : ৩৬।

অনুগ্ৰহ দাতা, (আল্-মুন'ইম), ১ : ৭।

সম্মান দাতা, (আল্-মুইঝ)। ৩ : ২৭।

নিৰাপত্তা দাতা, (আল্-মু'মিম)। ৫৯ : ২৪।

দানৰ গৰাকী। ৪০ : ৪।

দানশীল; সকলোকেই অন্তৰ্ভুক্ত কৰি লয়, (আল্-ৱাচি)। ৪ : ১৩১; ২৪ : ৩৩।

কৰুণাময়, (আল্-ৰ'উফ)। ৩ : ৩১; ২৪ : ২১।

স্ৰষ্টা, (আল্-খালিক)। ৩৬ : ৮২; ৫৯ : ২৫।

স্ৰষ্টা, সকলো স্ৰষ্টাৰ ভিতৰত সৰ্বোত্তম, (আহ্চান-উল-খালেকিন)। ২৩ : ১৫।

বিনাশকাৰী, (আল্‌-মুমিত)। ৪০ : ৬৯; ৫০ : ৪৪; ৫৭ : ৩।
সৎ পথৰ নির্দেশক, (আল্‌-ৰছিদ)। ৭২ : ৩।
কাৰ্যসমূহৰ ব্যৱস্থাকাৰী তথা নিষ্পত্তিকাৰী;
ৰখীয়া, (আল্‌-ৱাকিল)। ৩ :১৭৪; ৪ : ৮২; ১১ : ১৩; ১৭ : ৩; ৩৩ : ৪।
পাপ মোচনকাৰী, (আল্‌-আফুৱ)। ৪ : ১৫০; ২২ : ৬১; ৫৮ : ৩
ভৰণ-পোষণৰ উপায় বৃদ্ধিকাৰক, (আল্‌-বাচিত), ১৭ : ৩১; ৩০ : ৩৮; ৪২ : ১৩।
সমদৰ্শী বা নিৰপেক্ষ, (আল্‌-মুকাইত), ৬০ : ৯।
মহিমান্বিত, (আল্‌-মুতাকাব্বিৰ)। ৫৯ : ২৪।
মহিমাকাৰী (আল্‌-ৰাফি)। ৪০ : ১৬
সুনিপুণ স্ৰষ্টা, সৰ্বোত্তম আকৃতি দাতা (আল্‌-মুচাৱৱিৰ)। ৫৯ : ২৫।
আদি (আল্‌-আৱৱাল)। ৫৭ : ৪।
পৰম সহিষ্ণু (আল্‌-হালিম)। ২ : ২২৬; ২২ : ৬০; ৩৩ : ৫২; ৬৪ : ১৮।
মহান ক্ষমাশীল (আল্‌-ঘফৰ)। ২২ : ৬১; ৩৮ : ৬৭; ৬৪ : ১৫।
পাপ ক্ষমাকাৰী (ঘাফেৰ-ইঝাম্বে)। ৪০ : ৪।
ক্ষমা কৰাত উদাৰ (ৱাছে-উল্‌-মাঘ্‌ফাৰেট)। ৫৩ : ৩৩।
পৰম মাৰ্জনাকাৰী ক্ষমাশীল (আল্‌-ঘফুৰ)। ৪ : ২৫, ৪৪, ৫৭; ২২ : ৬১; ৫৮ : ৩; ৬০ : ১৩; ৬৪ : ১৫।
বন্ধু (আল্‌-ৱালিৱাই)। ৪ : ৪৬; ১২ : ১০২; ৪২ : ১০, ২৯।
একত্ৰিত কৰোঁতা, বিচাৰৰ দিনা মানৱজাতিক একত্ৰিত কৰোঁতা (আল্‌-জামি)। ৩ : ১০; ৩৪ : ২৭।
পৰম দয়ালু, পৰোপকাৰী, উদাৰ (আল্‌-আক্‌-ৰাম)। ৯৬ : ৪।
মহিমান্বিত, মৰ্যাদাবান (আল্‌-মজিদ) ৮৫ : ১৬।
কৃপালু, অসীম দয়াময় (আল্‌-ৰহমান)। ১ : ৩।
মহৎ (আল্‌-আদিম)। ৪২ : ৫; ৫৬ : ৯৭।
অতুলনীয় মহান (আল্‌-কবিৰ)। ৪ : ৩৫; ২২ : ৬৩; ৩১ : ৩১; ৩৪ : ২৪।
প্ৰতিপালক (আল্‌-হাফিজ)। ৩৪ : ২২।
কাৰ্যনিৰ্বাহক, অভিভাৱক (আল্‌-ৱকিল)। ৪ : ১৭২।
পথপ্ৰদৰ্শক (আল্‌-হাডি)। ২২ : ৫৫।
আৰোগ্যকাৰী (আল্‌-ছফি)। ১৭ : ৮৩; ৪১ : ৪৫।

সহায়কাৰী (আল্‌-নাচীৰ)। ৪ : ৪৬।
গুপ্ত; সকলো বস্তুৰ গোপন বাস্তৱ তেওঁৰ কাৰ্যৰ মাজেদি সুপ্ৰকাশিত (আল্‌-বাত্তিন) ৫৭ : ৪।
অতীব উচ্চ, মহা গৌৰৱান্বিত (আল্‌-আলিৱাই) ৪ : ৩৫; ২২ : ৬৩; ৩১ : ৩১; ৪২ : ৫; ৪৩ : ৫২।
অতীব উচ্চ (আল্‌-মুতা'আলি)। ১৩ : ১০; ৪২ : ৫; ৮৭ : ২; ৯২ : ২১।
পৰম পবিত্ৰ (আল্‌-কুদ্দুচ)। ৫৯ : ২৪
উপলব্ধিৰ অসাধ্য; সূক্ষ্মদৰ্শী, সৰ্বজ্ঞাত; দয়ালু (আল্‌-লতিফ)। ৬ : ১০৪; ১২ : ১০১; ২২ : ৬৪; ৩১ : ১৭; ৪২ : ২০।
পৰম সহিষ্ণু, ক্ষমাশীল (আল-আফুৱ)। ৪ : ৪৪।
উত্তৰাধিকাৰী, ওৱাৰিচ (আল্‌-ৱাৰিথ)। ১৫ : ২৪; ২১ : ৯০; ২৮ : ৫৯।
বিচাৰক (আল্‌-ফালাহ্)। ২৪ : ২৭।
সৰ্বোত্তম বিচাৰক (খাইৰ্‌-উল্‌-হা'কিমীন) ১০ : ১১০; ৯৫ : ৯।
বিজ্ঞ বিচাৰক। ৩৫ : ৩।
মানৱজাতিৰ অধিপতি (মালিক-ইনুনা'চ)। ১১৪ : ৩।
অদৃশ্য আৰু দৃশ্য সকলো বিষয়ে পৰিজ্ঞাত। ৫৯ : ২৩।
অন্ত (আল্‌-আখিৰ)। ৫৭ : ৪।
জীৱন দাতা (আল্‌-মুহি)। ২১ : ৫১; ৪০ : ৬৯।
জ্যোতি (আল্‌-নূৰ)। ২৪ : ৩৬।
জীৱন্ত (আল্‌-হায়ী)। ২ : ২৫৬; ৩ : ৩।
প্ৰভু (আল্‌-ৰাব্ব) ১ : ২; ৫ : ২৮
উন্নতিৰ সোপান সমূহৰ অধিপতি (ধিল মুআ'ৰিজ)। ৭০ : ৪।
সম্মানৰ অধিপতি (আল্‌-মজিদ)। ৮৫ : ১৬।
প্ৰতাপ আৰু সম্মানৰ অধিপতি (আল্‌-জলিল)। ৫৫ : ২৮।
প্ৰতিফল দাতা, দন্ড বিধায়ক (ধু-ইন্‌টি-কাম)। ৩৯ : ৩৮।
সৰ্বাধিপতি (মালিক-আল্‌-মুলক্‌)। ৬২ : ২।
আৰশৰ (ৰাজ-পাটৰ) অধিপতি (ধুল আৰাহ্‌) ২১ : ২১; ৪০ : ১৬; ৮৫ : ১৬।
পৰম প্ৰেমময় (আল্‌-ৱাদুদ)। ২ : ২৫৬; ৩ : ৩।
স্ৰষ্টা (আল্‌-বাৰি)। ৫৯ : ২৫।
সত্য প্ৰকাশ কৰে (হক্‌ক্‌-উল্‌-মোবীন)। ২৪ : ২৬।

তেওঁৰ কামৰ মাজতেই তেওঁ সুপ্ৰকাশিত; তেঁও সকলো কিছুৰ ওপৰত দেদীপ্যমান (আল্-জাহিৰ)। ৫৭ : ৪।
বিচাৰৰ দিনাৰ প্ৰভু (মালিকে-ইয়াউম-উদ্-দিন্) ১ : ৪।
উত্তম অভিভাৱক (নামুল-মউলা')। ২২ : ৭৯।
করুণাময় (আল্-ৰহিম)। ১ : ৩; ৪ : ২৪, ৫৭ : ৯৭।
মহা পৰাক্ৰমশালী। পৰম ক্ষমতাবান (আল্-আজিজ)। ৪ : ৫৭; ২২ : ৭৫; ৫৯ : ২৪; ৬৪ : ১৯।
সন্নিকটবৰ্তী, সৰ্বশ্ৰোতা (আল-ক্যুৰীব্)। ৩৪ : ৫১।
সম্ভ্ৰান্ত (আল্-কৰিম)। ২৭ : ৪১।
সদয় দৃষ্টিপাতকাৰী; তওবা গ্ৰহণকাৰী (আল্-তুৱ্ৱাব)। ২ : ৫৫; ৪ : ৬৫; ২৪ : ১১; ৪৯ : ১৩; ১১০ : ৪।
সৰ্বশক্তিমান (আল্-মুক্তাদিৰ)। ৫৪ : ৪৩, ৫৬।
অদ্বিতীয় (আল্-ৱাহিদ)। ১৩ : ১৭; ৩৮ : ৬৬; ৩৯ : ৫।
মানৱজাতিৰ সাফল্যৰ দুৱাৰ উন্মোচনকাৰী (আল্-ফাটা)। ৩৪ : ২৭।
জীৱৰ আদিস্ৰষ্টা (আল্-বাডি)। ২ : ১১৮; ৩০ : ২৮; ৮৫ : ১৪।
শান্তিৰ উৎস (আল্-চালাম)। ৫৯ : ২৪।
ক্ষমতা আৰু কৰ্তৃত্বৰ অধিকাৰী (আল্-কাদিৰ)। ১৬ : ৭১; ৩০ : ৫৫; ৬৪ : ২।
সৰ্বশক্তিমান (আল্-কাৱিই)। ২২ : ৭৫; ৩৩ : ২৬; ৪০ : ২৩; ৫১ : ৫৯।
প্ৰশংসনীয় (আল্-হামিদ)। ২২ : ৬৫; ৩১ : ২৭; ৪১ : ৪৩; ৪২ : ২৯; ৬০ : ৭।
ত্ৰাণকৰ্ত্তা, প্ৰতিপালক; সকলো জীৱিত বস্তুৰ গুণসমূহৰ ৰক্ষাকৰ্তা; পূৰ্ণ ক্ষমতাবান (আল্-মুকিত)। ৪ : ৮৬
ৰক্ষাকৰ্ত্তা (আল্-মুহাইমিন্)। ৫৯ : ২৪।
সৰ্বোত্তম ৰিযক্‌দাতা (ভৰণ-পোষণদাতা) (খাইৰুল-ৰা'ঝেকুইন)। ২২ : ৫৯; ৩৪ : ৪০; ৬২ : ১২।
কঠোৰ শাস্তিদাতা (ছাদীদ-ইল-আকিউআব্)। ৪০ : ৪
হিচাপ গ্ৰহণত যথেষ্ট (আল্-হাচিব)। ৪ : ৭, ৮৭।
হিচাপ গ্ৰহণত তৎপৰ (চাৰী-উল্-হিচাব)। ১৩ : ৪২।
সৃষ্টিৰ প্ৰথম উদ্ভৱ কৰে আৰু পুনৰাবৰ্তন কৰে (আল্-মুইদ)। ৩০ : ২৮; ৮৫ : ১৪।
অনুশোচনা গ্ৰহণকাৰী (কাবিল-এ-তউব্)। ৪০ : ৪।
প্ৰতিফল দিয়াত মহাপৰাক্ৰমশালী (ধুন-তেকিউআ'ম)। ৩ : ৫।
শাসক (আল্-ৱালি)। ৪২ : ৫।
স্ব-প্ৰতিপালিত আৰু সকলোকে প্ৰতিপালন কৰোঁতা (আল্-কাইয়্যুম)। ৪০ : ৪।
স্বয়ংসম্পূৰ্ণ (আল্-ঘানিই)। ২ : ২৬৮; ২২ : ৬৫; ২৭ : ৪১; ৩১ : ২৭; ৬০ : ৭; ৬৪ : ৭।
সাৰ্বভৌম (আল্-মালিক)। ৫৯ : ২৯।
শক্তিমান, দৃঢ় (আল্-মাটিন্)। ৫১ : ৫৯।
দমনকাৰক বা সংস্কাৰক (আল্-জব্বৰ)। ৫৯ : ২৪।
পৰ্যাপ্ত আৰু স্বচ্ছল (আল্-কাফি)। ৩৯ : ৩৭।
সৰ্বশ্ৰেষ্ঠ (আল্-কাহাৰ)। ১২ : ৪০; ৩৮ : ৬৬; ৩০ : ৫'।
মহান ভৰণ-পোষণ দাতা, ৰিযক দাতা (আল্-ৰাজ্জাক)। ২২ : ৫৯; ৫১ : ৫৯; ৬২ : ১২।
হিচাপ লোৱাত তৎপৰ (চাৰি-উল-হিচাব)। ৩ : ২০০।
সত্য (আল্-হক্ক)। ১০ : ৩৩।
অদ্বিতীয়; একাধিপতি (আল্-আহাদ)। ১১২ : ২।
পৰ্যবেক্ষক (আল্-ৰাকিব)। ৩৩ : ৫৩।
জ্ঞানী, প্ৰজ্ঞাময় (আল্-হাকিম)। ৪ : ৫৭; ৫৯ : ২৫; ৬৪ : ১৯।
সাক্ষী, পৰ্যবেক্ষক, (আল্‌ছহিদ)। ৪ : ৮০; ৩৩ : ৫৬; ৩৪ : ৪৮।

## (iii) আল্লাৰ কৃপা

আল্লাৰ কৃপা অলেখ। ১৪ : ৩৫; ১৬ : ১৯।
আল্লা মানৱজাতিৰ প্ৰতি কৃপালু আৰু অনুগ্ৰহশীল। ২৭ : ৭৪।

## (iv) আল্লাৰ সৈতে বন্ধুত্ব

কৰ্ত্তব্য পৰায়ণ সকলৰ লগত আল্লাৰ বন্ধুত্ব। ৪৫ : ২০।
বিশ্বাসী সকলৰ লগত আল্লাৰ বন্ধুত্ব। ২ : ২৫৮।
আল্লাৰ সৈতে বন্ধুত্বই যথেষ্ট। ৪ : ৪৬।
আল্লা অভিভাবক আৰু বন্ধু। ৪২ : ১০।

## (v) আল্লাৰ প্ৰশস্তিৰে সৈতে তেওঁৰ মহিমা প্ৰকাশ আৰু গুণ-গান

সকলো বস্তুৱেই আল্লাৰ মহিমা প্ৰকাশ কৰে। ১৭ : ৪৫; ২৪ : ৪২; ৫৯ : ২; ৬২ : ২।
আল্লাই তেওঁৰ প্ৰশংসাৰে সৈতে তেওঁৰ মহিমা প্ৰকাশ কৰাৰ বাবে সকলোকে আদেশ কৰে। ৩৩ : ৪৩; ৪০ : ৫৬; ৮৭ : ২।

সুৰ্যোদয়ৰ পূৰ্বে আৰু সূৰ্যাস্তৰ সময়ত আৰু নিশা আল্লাৰ স্তুতি কৰা। ৫০ : ৪০, ৪১।

তৰাবিলাক মাৰ যাবৰ সময়ত আল্লাৰ গৌৰৱ গান কৰা। ৫২ : ৫০।

নিশাৰ সৰহ ভাগ সময়ত আল্লাৰ স্তুতি কৰা। ৭৬ : ২৭।

ফেৰিস্তা সকলে আল্লাৰ মহিমাৰ প্ৰশস্তি কৰে। ২ : ৩১; ৪০ : ৮।

বজ্ৰই আল্লাৰ প্ৰশংসাৰ সৈতে তেওঁৰ গুণ-গৰিমাৰ প্ৰশস্তি কৰে। ১৩ : ১৪।

পক্ষীবিলাকে (অৰ্থাৎ আধ্যাত্মিক ভাৱে উন্নত লোকে) আৰু পৰ্ব্বতসমূহে (অৰ্থাৎ মুখিয়াল সকলে) আল্লাৰ গুণ-গৰিমাৰ স্তুতি কৰে। ৩৮ : ১৯, ২৩।

পৰ্ব্বতসমূহ আৰু পক্ষীবিলাকে (অৰ্থাৎ সৎপথত থকা পুণ্যবান লোকে) দাউদৰ সৈতে আল্লাৰ মহিমা উদযাপন কৰে। ২১ : ৮০; ৩৪ : ১১

## (vi) আল্লাৰ জ্ঞান

স্বৰ্গ সমূহ আৰু পৃথিৱী ব্যাপি সৰ্বত্ৰ আল্লাৰ জ্ঞান বিস্তৃত। ২ : ২৫৬।

— যিবোৰ বস্তুৱে মানুহৰ মনক অশান্ত কৰে, সেই সম্পৰ্কে। ৫০ : ১৭।

— কিয়ামতৰ কাল আৰু নাৰীৰ গৰ্ভত থকা সকলৰ বিষয়ে। ৪১ : ৪৮।

— গুপ্ত আৰু লুক্কায়িত বিষয় সম্পৰ্কে। ২০ : ৮।

— গোপন চিন্তা আৰু খোলা কথা সম্পৰ্কে ৬ : ৪।

— প্ৰতি খিলা সৰা পাত সম্পৰ্কে। ৬ : ৬০।

— গোপন পৰামৰ্শ সম্পৰ্কে। ৫৮ : ৮।

## (vii) আল্লাৰ স্নেহ

— তেওঁক বিশ্বাস কৰা সকলৰ প্ৰতি। ৩ : ১৬০।

— তেওঁৰ আশীৰ্বাদ লাভ কৰা সকলৰ প্ৰতি। ২৭ : ৯।

— তেওঁৰ প্ৰতি উন্মুখ হোৱা সকললৈ। ২ : ২২৩।

— দৃঢ়মনা সকলৰ প্ৰতি। ৩ : ১৪৭।

— নিজৰ কৰ্তব্য পালন কৰা সকলৰ প্ৰতি। ৩ : ৭৭; ৯ : ৪, ৭।

ন্যায্য আৰু নিৰপেক্ষভাৱে বিচাৰ কৰা সকলৰ প্ৰতি। ৫ ৪৩।

— আনৰ হিত কৰা সকলৰ প্ৰতি। ২ : ১৯৬; ১৩৫ : ১৪৯।

আল্লাৰ স্নেহ লাভ কৰিবলৈ আকাঙ্ক্ষা কৰা সকলে আল্লাৰ ভাল পোৱা লাভ কৰে। ২৯ : ৭০।

## (viii) আল্লাৰ সৈতে সান্নিধ্য

আল্লাৰ সৈতে সান্নিধ্যত বিশ্বাস নকৰা সকল মইমত আৰু দাম্ভিক। ১৬ : ২৩; ২৫ : ২২।

আল্লাৰ সান্নিধ্য লাভত পাৰ্থিৱ আকাঙ্খা বোৰ নাইকিয়া হয়। ২৬ : ৪৬-৫২।

## (ix) আল্লাৰ কৃপা আৰু ক্ষমা (ৰহমত)

পাপীবিলাকে আল্লাৰ ক্ষমা পাব পাৰে। ৩৯ : ৫৪।

আল্লাৰ কৃপাই সকলো বস্তুকে সামৰি লয়। ৬ : ১৪৮; ৭ : ১৫৭ : ৪০ : ৮।

— অসীম। ১০ : ৫৯; ৩৯ : ৫৪; ৪০ : ৮।

আল্লাই কৃপাক অবধাৰিত কৰি লৈছে। ৬ : ১৩, ৫৫।

আল্লাৰ ৰহমত (কৃপা)ৰ পৰা কেৱে নিৰাশ নহয়। ১২ : ৮৮; ৩৯ : ৫৪।

আল্লাৰ ৰহমত পাবৰ পাবে মানুহক স্ৰজন কৰা হৈছে। ১১ : ১২০।

ক্ষমা প্ৰাৰ্থনাকাৰী সকলৰ বাবে আল্লাৰ কৃপা আছে। ৪ : ১১১।

## (x) আল্লাৰ স্মৰণ

আল্লাৰ স্মৰণত মানসিক প্ৰশান্তি লাভ কৰিব পাৰে। ১৩ : ২৯।

আল্লাৰ স্মৰণৰ যোগেদি সাহস আৰু বিশ্বাস বৃদ্ধি হয়। ৮ : ৪৬।

আল্লাৰ স্মৰণৰ যোগেদি সমৃদ্ধি লাভ হয়। ৬২ : ১১।

## (xi) আল্লাই মানৱৰ মাজত নিজকে প্ৰকাশ কৰে

আল্লাই তেওঁৰ নিৰ্বাচিত সেৱক সকলৰ যোগেদি নিজকে প্ৰকাশ কৰে। ৪ : ১৬৪-১৬৬।

আল্লাই প্ৰত্যেক জাতিৰ মাজত তেওঁৰ দূত সকলৰ যোগেদি নিজকে প্ৰকাশ কৰে। ১০ : ৪৮।

আল্লাই সকলো লোকৰ বাবে সতৰ্ককাৰী পঠাইছে। ৩৫ : ২৫।

আল্লাই বিভিন্ন ৰূপত নিজকে প্ৰকাশ কৰে। ৪২ : ৫২, ৫৩।

আল্লাই অবিশ্বাসী সকলকো বিশেষত্বপূৰ্ণ সত্য স্বপ্ন দেখুৱায়। ১২ : ৩৭, ৪৪।

## ইছহাক



## ইজৰায়েলৰ সতি-সন্ততি (বেনি ইজৰায়েল)

ইব্ৰাহীমে তেওঁৰ জন-গোষ্ঠীৰ নৱ-অভ্যুত্থান সম্পৰ্কে খবৰ লয়। ২ : ২৬১।
ইব্ৰাহীম আছিল অতি সত্যবাদী। ১৯ : ৪২।
ইব্ৰাহীম আৰু ইছহাক আৰু ইয়াকুব শক্তি আৰু দিব্য-দৃষ্টিৰ লোক আছিল। ৩৮ : ৪৬।

## ইয্ৰা

ইহুদী বিলাকে ইয্ৰাক ঈশ্বৰৰ পুত্ৰ বুলি লয়। ৯ : ৩০।

## ইয়াকুব

ইব্ৰাহীমৰ ভাৰ্যাক ইয়াকুবৰ জন্মৰ সু-সংবাদ দিয়া হৈছিল। ১১ : ৭২।
ইজৰায়েল ইয়াকুবৰ নাম আছিল। ৩ : ৯৪।
ইয়াকুবে নিৰ্দিষ্ট কিছুমান খাদ্যবস্তু নাখাইছিল। ৩ : ৯৪।
ইয়াকুবে তেওঁৰ পুত্ৰ বিলাকক আল্লাহৰ একত্বৰ ওপৰত দৃঢ় বিশ্বাস ৰাখি সকলো সময়তে তেওঁক উপাসনা কৰিবলৈ উপদেশ দিয়ে। ২ : ১৩৩, ১৩৪।

## ইয়াজুজ আৰু মা'জুজ

ইয়া'জুজ পূবফালৰ আৰু মা'জুজ পশ্চিমফালৰ। ১৮ : ৯৫, ১০০।
ইয়া'জুজ আৰু মা'জুজৰ মাজত যুদ্ধ। ১৮ : ১০০।
— সমগ্ৰ বিশ্বতে বিস্তৃত হ'ব। ২১ : ৯৭।
বিশ্বাসকাৰী সকলে ইয়া'জুজ আৰু মা'জুজৰ শাস্তিৰ কষ্ট নাপায়। ২১ : ১০১-১০৩।
ইয়া'জুজ আৰু মা'জুজৰ স্বৈৰ শাসনৰ উৎপাতৰ পাছত ইছলামৰ আকৌ উত্থান হ'ব। ২১ : ৯৮।

## ইয়াহ্ইয়া, হজৰত (জন)

জাকাৰীয়াই প্ৰাৰ্থনা কৰাৰ সময়ত ফেৰিস্তাই হজৰত ইয়াহ্ইয়াৰ জন্মৰ কথা ঘোষণা কৰে। ৩ : ৪০; ১৯ : ৮।
হজৰত ইয়াহ্ইয়াৰ নামটো আল্লাহে নিজে দিয়া। ১৯ : ৮।
তেওঁক বাল্যকালতে তৌৰাত আৰু প্ৰজ্ঞা দান কৰা হয়। ১৯ : ১৩।
ইয়াহ্ইয়াৰ ভক্তি আৰু ধৰ্মপৰায়ণতা। ১৯ : ১৪।
ইয়াহ্ইয়াই পুৰণা ভৱিষ্যদ্বাণীৰ কিছু পূৰণ কৰে। ৩ : ৪০।
তেওঁৰ পিতৃ-মাতৃৰ প্ৰতি সদয় ব্যৱহাৰ। ১৯ : ১৫।
ইয়াহ্ইয়াৰ জন্ম আৰু মৃত্যুৰ দিনা আৰু তেওঁক পুনৰুত্থান কৰাৰ দিনা শান্তি বৰ্ষিত হওক। ১৯ : ১৬।

## ইলিয়াচ

ইলিয়াচ দূতসকলৰ এজনা আছিল। ৩৭ : ১২৪।
ইলিয়াচে মূৰ্ত্তি পূজাৰ বিৰুদ্ধে তেওঁৰ জনগোষ্ঠীক সাৱধান কৰি দিছিল। ৩৭ : ১২৬।
লোকে তেওঁক মিছলীয়া বুলি কয়। ৩৭ : ১২৭।
ইলিয়াচক অনুসৰণ কৰা পিছৰ পুৰুষসকলে তেওঁক সম্মান কৰিছিল। ৩৭ : ১৩০।

## ইহুদী জাতি

আল্লাহৰ কোপগ্ৰস্ত জাতি ইহুদী বিলাক। ১ : ৭।
ধৰ্মৰ ক্ষেত্ৰত ইহুদীবিলাকক সীমালংঘন নকৰিবলৈ নিৰ্দেশ দিয়া হৈছে। ৫ : ৭৮।
আহ্যাবৰ যুদ্ধত ইহুদীবিলাকৰ দ্বাৰা মুছলিমৰ প্ৰতি বিশ্বাসঘাতকতা আৰু তেওঁলোকৰ মৰ্যাদাহানি। ৩৩ : ২৭, ২৮।
বানু নাযীৰৰ বিৰুদ্ধে অভিযান আৰু তেওঁলোকক বহিস্কাৰ। ৫৯ : ৩-৭।

## ঈছা

ঈছাৰ জন্মৰ শুভ-বাৰ্তা মেৰীক দিয়া হয়। ৩ : ৪৬; ১৯ : ২১।
শুভ-বাৰ্তাত মেৰীৰ বিস্ময়। ৩ : ৪৮; ১৯ : ২১।
ঈছাৰ জন্মৰ পাছত মেৰীক মৌনব্ৰত পালন কৰিবলৈ আদেশ দিয়া হয়। ১৯ : ২৭।
খেজুৰবোৰ পকাৰ সময়ত ঈছাৰ জন্ম হৈছিল। ১৯ : ২৬।
ঈছাই তেওঁৰ ল'ৰাকালত জ্ঞানীৰ দৰে কথা কৈছিল। ৩ : ৪৭।
মেৰীয়ে ঈছাক তেওঁৰ জন-গোষ্ঠীৰ ওচৰলৈ লৈ যায়। ১৯ : ২৮।
ইজৰায়েলত ঈছা নবী আছিল। ৩ : ৫০।
ঈছাৰ দ্বাৰা পখীৰ সৃষ্টি; (অৰ্থাৎ, তেওঁ সাধাৰণ মানুহক আধ্যাত্মিক শিক্ষা দিছিল আৰু পাছলৈ সেইসকল মানুহে আধ্যাত্মিক জগতত উচ্চ পৰ্যায়লৈ আৰোহণ কৰিছিল। ৩ : ৫০; ৫ : ৩।
ঈছাই অন্ধ আৰু কুষ্ঠৰোগীক নিস্কলুষ বুলি ঘোষণা কৰে। ৩ : ৫০; ৫ : ১১১।

## ঈশ্বৰৰ পুত্ৰত্ব



## উট



## উত্তৰাধিকাৰী স্বত্ব



## উপদেশ

## কোৰ্-আন, পৱিত্ৰ : ইয়াত থকা ভৱিষ্যদ্বাণীবোৰ

জাহান্নাম মৃত্যুৰ মাজত থকা এক অৱস্থা, কিন্তু মৃত্যু নহয়। ১৪ : ১৮।

আল্লাৰ পৰা আঁৰাল কৰি ৰখা মানেই জাহান্নামলৈ পতন। ৮৩ : ১৬, ১৭।

জাহান্নামৰ জুই হৃদয়ৰ ভিতৰত জ্বলে। ১০৪ : ৭। ৮।

জাহান্নামক দৃষ্টিৰ আঁৰত লুকুৱাই ৰখা হয়। ২৬ : ৯২।

বিদ্ৰোহী বিলাকৰ বাবে জাহান্নামে জোপ লৈ থাকে। ৭৮ : ২২-৩১।

ইহ জীৱনতে জাহান্নামে প্ৰকাশ পায়। ৭৯ : ৩৭।

জাহান্নামৰ অগ্নিকুন্ড ১৯ জনা ফেৰিস্তাই সুৰক্ষা কৰে। ৭৪ : ৩১, ৩২।

জাহান্নামৰ জুইৰ লেলিহান শিখা (অতিমাত্ৰা তাপ)। ২৫ : ১৩; ৬৭ : ৮।

জাহান্নামৰ সাতখন প্ৰৱেশদ্বাৰ আৰু সেইবোৰৰ প্ৰত্যেকখনেদি নিৰ্দিষ্ট সংখ্যাৰ অবিশ্বাসী বিলাকৰ বাট। ১৫ : ৪৫।

জাহান্নামৰ অগ্নিকুন্ডৰ ইন্ধন শিল। ২ : ২৫ ; ৬৬ : ৭।

প্ৰত্যেকজন আমঠ- অবুজন বিদ্ৰোহী এই অগ্নিকুন্ডত প্ৰৱেশ কৰিব। ১৯ : ৭০-৭২।

পুণ্যবান লোকে জাহান্নামৰ একো গমেই নাপাব। ২১ : ১০২, ১০৩।

জাহান্নামৰ অগ্নিকুন্ডক দপদপ কৈ জ্বলিবলৈ দিয়া হয়; অৰ্থাৎ পাছলৈ পাপ এনেদৰে বিয়পি পৰিব যে জাহান্নামৰ জুই পাপীবোৰৰ কাষ পাবহি। ৮১ : ১৩।

## জিন্ন্

আল্লাহে জিন্ন্ আৰু ইন্চ্ তেওঁৰ উপাসনাৰ বাবে সৃষ্টি কৰিছে। ৫১ : ৫৭।

জিন্ন্ বিলাক প্ৰাধান্য বিস্তাৰ কৰা লোক। ৬ : ১২৯।

ইব্লিচ্ জিনবিলাকৰ মাজত আছিল। ১৮ : ৫১।

জিন্ন্ বিলাক প্ৰধান আৰু ইন্চ বিলাক সাধাৰণ লোক। ৫৫ : ৩৪।

জিন্ন্ (অৰ্থাৎ দাউদৰ অধীনত পৰ্বতৰ বাসিন্দা)। ২৭ : ৪০।

পৱিত্ৰ ৰছুলক লগ ধৰিবলৈ অহা জিন্ন্‌বিলাক নাচবাইনৰ ইহুদী আছিল। ৪৬ : ৩০।

পৱিত্ৰ কোৰ-আনৰ পাঠ শুনা জিন্ন্ বিলাক আছিল মক্কাৰ বাহিৰৰ পৰা অহা। ৭২ : ২।

জিন্নৰ মানে হ'ল অগ্নিৰ পৰা সৃষ্টি কৰা, আৰু সেয়ে সহজে জাগ্ৰত হয়। ১৫ : ২৮।

## জিব্ৰাঈল

জিব্ৰাঈলত অবিশ্বাস। ২ : ৯৮, ৯৯।

## জিহাদ (আল্লাহৰ পথত যুদ্ধ)

মো'মেন সকলক জিহাদৰ বাবে আদেশ। ২২ : ৭৯।

মহান জিহাদ (অৰ্থাৎ আল্লাৰ বাণী প্ৰচাৰ)। ২৫ : ৫৩।

ব্যক্তিৰ সম্পদৰ সৈতে জিহাদ। ৮ : ৭৩।

জিহাদত কেৱে সীমা লংঘন কৰিব নাপায়। ২ : ১৯১।

জিহাদত চহীদেই হওক বা বিজয়ীয়েই হওক, মো'মেনৰ বাবে পুৰস্কাৰ। ৪ : ৭৫।

জিহাদৰ প্ৰত্যাদেশ কেৱল পৱিত্ৰ ৰছুলৰ কাৰণেই নহয়, মো'মেন সকলৰ কাৰণেও। ৪ : ৮৫।

## জীৱন

মানৱ জীৱন কঠোৰ সংগ্ৰাম আৰু কষ্টৰ জীৱন। ৯০ : ৫।

পাৰ্থিৱ জীৱন ৰং-ধেমালিৰ আৰু পাৰলৌকিক বা আখেৰাতৰ জীৱনহে প্ৰকৃত জীৱন। ২৯ : ৬৫।

এই জীৱন আৰু আখেৰাতৰ জীৱনৰ ৰিজনি। ৫৭ : ২১।

মানৱক উদ্দেশ্য লৈ সৃষ্টি কৰা হৈছে। ২৩ : ১১৬।

জীৱনৰ উৎস পানী। ২১ : ৩১।

প্ৰত্যেক বস্তুকেই যোৰ পাতি সৃষ্টি কৰা হৈছে। ৩৬ : ৩৭; ৫১ : ৫০।

মানৱৰ ক্ৰমবিকাশ। ১৮ : ৩৮ ; ২৩ : ১৩-১৫ ; ৪০ : ৬৮ ; ৫৩ : ৩৩ ; ৭১ : ১৫-১৯।

## জীৱন আখেৰাতৰ (পৰকালৰ)

পৰকালৰ জীৱন মানুহৰ এই জীৱনৰ কৰ্মৰ দ্বাৰা নিৰ্দ্ধাৰিত হয়। ১৭ : ১৪, ১৫ ; ২১ : ৯৫ ; ৪৩ : ৮১ ; ৪৫ : ৩০ ; ৫০ : ১৯ ; ৮২ : ১১-১৩ ; ৮৩ : ৮-১৯।

পৰকালৰ জীৱন এই জীৱনতে প্ৰকাশ পাবলৈ লয়। ৪১ : ৩১-৩৩ ; ৫৫ : ৪৭ ; ৮৯ : ২৮-৩১।

পৰকালৰ জীৱনত মানুহৰ ভাল-বেয়া কামৰ ফল প্ৰকাশ্যভাৱে দৃশ্যমান হ'ব। ৩৯ : ৭০ ; ৫০ : ২২-২৪ ; ৫৭ : ১৩ ; ৬৯ : ১৯ ; ৮৬ : ৯, ১০ ; ৯৯ : ৭-৯।

পৰকালৰ জীৱনৰ উন্নতি অবিচ্ছিন্ন। ৩৫ : ৩৫, ৩৬ ; ৩৯ : ২১ ; ৬৬ : ৯।

## জীৱন, পাৰ্থিৱ

অবিশ্বাসী বিলাকে পাৰ্থিৱ জীৱন কামনা কৰে। ২ : ২০১,

